


# দিচৈ-দৰিয়া

## স্মৃতিগ্ৰন্থ

অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশন

হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰ

১,২,৩ আৰু ৪ ফেব্ৰুৱাৰী, ২০১১ খ্ৰীষ্টাব্দ

# নদেৰ্চৈ-দৰিয়া



## স্মৃতিগ্ৰন্থ

## অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশন




## ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰ, দেৰগাঁও

১, ২, ৩ আৰু ৪ ফেব্ৰুৱাৰী, ২০১১ খ্ৰীষ্টাব্দ; ১৭, ১৮, ১৯ আৰু ২০ মাঘ, ১৯৩২ শক; ৫৬২ শংকৰাব্দ

সভাপতি

ড° নগেন ঠাকুৰ

উপ-সভাপতি

শ্ৰীঅতুল চন্দ্ৰ মহন্ত

সম্পাদক

শ্ৰীশৰৎ ৰাণা বৰা, শ্ৰীগুণীন শৰ্মা



## স্মৃতিগ্ৰন্থ উপ সমিতি ঃ

উপদেষ্টা ঃ ড° কালীপ্ৰসাদ গোস্বামী, দুলাল বৰদলৈ, পংকজ ঠাকুৰ, ভুবন খাওন্দ

সভাপতি ঃ ড° নগেন ঠাকুৰ

উপসভাপতি ঃ অতুল মহন্ত

সম্পাদক ঃ শৰৎ ৰাণা বৰা, গুণীন শৰ্মা

সহঃ সম্পাদক ঃ কল্পনা দত্ত বৰা, তপন হাজৰিকা, বেদান্ত বৰা

সদস্য/সদস্যা ঃ বীণা ঠাকুৰ বেজবৰুৱা, ৰেণু বৰা, ৰাজেন পূজাৰী, পদ্মলোচন নাথ, বিচিত্ৰভূষণ কলিতা, নুৰুল চুলতান, ভাস্কৰজ্যোতি বৰদলৈ, আফ্ৰিদা হুছেইন, জয়ন্তী ফুকন বৰবৰা, সুশান্ত বৰা, জ্যোতি শৰ্মা বৰঠাকুৰ, যুতিমালা বৰঠাকুৰ, লীনা দত্ত বৰা, লাতুমণি শইকীয়া বৰা, ইন্দুভূষণ মহন্ত, পাৰ্থপ্ৰতিম তামুলী, অৰুণবিকাশ বৰুৱা, নিজৰা বৰঠাকুৰ, নিজৰা বৰুৱা, পৰাগ শৰ্মা, অনিমা বৰঠাকুৰ, ছাইফুল হুছেইন, গৌতম শৰ্মা।

প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ২০১১ খ্ৰীষ্টাব্দ

বেটুপাত ঃ মনজিৎ ৰাজখোৱা, গুৱাহাটী

অংগসজ্জা আৰু অক্ষৰ বিন্যাস ঃ পাৰ্থ ইম্প্ৰিন্ট, বৰুৱাবামুণ গাঁও
বিশেষ সহযোগ ঃ সপোনজ্যোতি ঠাকুৰ

বৰ্ণাশুদ্ধি ঃ দেৱজিত শৰ্মা, যুতিমালা বৰঠাকুৰ

ছপা ঃ ভৱানী অফচেট এণ্ড ইমেজিং চিষ্টেমছ প্ৰাঃ লিঃ
ৰাজগড় ৰোড, গুৱাহাটী-৭৮১০০৭

মূল্য ঃ ১৫০/- টকা

দিচৈ-দৰিয়া ঃ অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশন ( ১, ২, ৩ আৰু ৪ ফেব্ৰুৱাৰী ২০১১খ্ৰীষ্টাব্দ )ৰ স্মৃতিগ্ৰন্থ। শৰৎ ৰাণা বৰা আৰু গুণীন শৰ্মাৰ দ্বাৰা সম্পাদিত আৰু আদৰণী সমিতিৰ সাধাৰণ সম্পাদক ড° পৰাগ ঠাকুৰৰ দ্বাৰা প্ৰকাশিত।

**DICHAI-DARIYA** : The souvenir of the 71st Dergaon Session (1, 2, 3, 4 February, 2011) of ASOM SAHITYA SABHA, edited by Shri Sarat Rana Bora and Sri Gunin Sarma and published by Dr. Porag Thakur, General Secretary, on behalf of the Reception Committee, 'Bhasar Oja Hemchandra Barua Kshetra', Dergaon; Dist. Golaghat, Assam, PIN- 785614






RAJ BHAWAN
GUWAHATI

May 6, 2010

## MESSAGE

It gives me immense pleasure to know that Assam Sahitya Sabha is organising its 71st biennial session at Dergaon from 1-4 February 2011 and bringing out a souvenir on the occassion.

Assam Sahitya Sabha is the largest literary and cultural organisation of the state of Assam, which since its inception, has constantly been working for the cause of the development of Assamese language, literature and culture. I am sure holding such conferences will definitely go a long way towards attaining its hallucination.

I send my greetings and best wishes to the organisers and all the participating members for success in their endeavours.

(Janaki Ballav Patnaik)
Governor of Assam



তৰুণ গগৈ



মুখ্যমন্ত্ৰী, অসম
গুৱাহাটী



দিছপুৰ
২৮/৯/২০১০

# শুভেচ্ছা-বাণী

অসম সাহিত্য সভাৰ একসপ্ততিতম অধিৱেশনখনি দেৰগাঁও নগৰৰ হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰত অহা ১ ৰ পৰা ৪ ফেব্ৰুৱাৰী তাৰিখলৈ অনুষ্ঠিত কৰিবলৈ লোৱা বুলি জানিবলৈ পাই মই সুখী হৈছোঁ।

আশা কৰোঁ, এই অধিৱেশনে অসম সাহিত্য সভাক আগন্তুক দিনবোৰত বিভিন্ন গঠনমূলক কাৰ্যসূচী গ্ৰহণেৰে অসমৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰখনক অধিক সমৃদ্ধ কৰি তোলাৰ প্ৰচেষ্টাত ব্ৰতী হৈ বৃহত্তৰ অসমীয়া জাতীয় জীৱনৰ ভেটিক সুদৃঢ় কৰি তোলাত অৰিহণা যোগাব।

অধিৱেশনখনিৰ সফলতা আন্তৰিকতাৰে কামনা কৰাৰ লগতে প্ৰকাশ পাবলগীয়া স্মৃতিগ্ৰন্থখনে সকলোৰে পৰা সমাদৰ লাভ কৰিব বুলি আশা কৰিলোঁ।

(তৰুণ গগৈ)




Ajanta Neog



Minister
PWD
Assam, Dispur, Guwahati-781006
Phone : 2262293 (Office)
2228591 (residence)




দিছপুৰ
২৮/৯/২০১০

# শুভেচ্ছা-বাণী

গোলাঘাট জিলাৰ দেৰগাঁৱত অহা ৩১ জানুৱাৰী, ১, ২, ৩ আৰু ৪ ফেব্ৰুৱাৰী তাৰিখে ৫ দিনীয়া কাৰ্যসূচীৰে অসম সাহিত্য সভাৰ একসপ্ততিতম পূৰ্ণাংগ অধিৱেশনখনি অনুষ্ঠিত হ'ব বুলি জানিবলৈ পাই নথৈ আনন্দিত হ'লো।

সাহিত্য হ'ল একোটা জাতিৰ দাপোণস্বৰূপ। এটা জাতিৰ সভ্যতাৰ পৰিচায়ক হ'ল সাহিত্য-সংস্কৃতি। আমি অতিশয় সৌভাগ্যৱান যে, অসমীয়া মানুহৰ আবেগ-অনুভূতিক একত্ৰিত কৰিবলৈ তথা অসমীয়া ভাষা-সাহিত্যৰ সৰ্বাংগীণ উন্নতি সাধন কৰিবলৈ আমাৰ এখন জাতীয় মঞ্চ আছে। সেইখনেই হ'ল 'অসম সাহিত্য সভা'। এখন সুস্থ সমাজ গঢ় দিয়াৰ ক্ষেত্ৰত সেয়ে অসম সাহিত্য সভাই নতুন নতুন কাৰ্যসূচী গ্ৰহণ কৰি অসমীয়া জাতীয় জীৱনক অধিক চহকী কৰিব পাৰিব বুলি মোৰ দৃঢ়বিশ্বাস।

আশা ৰাখিছোঁ, অধিৱেশনৰ লগত সংগতি ৰাখি প্ৰকাশ কৰিবলৈ লোৱা স্মৃতিগ্ৰন্থখন তথ্যসমৃদ্ধ, মননশীল ৰচনা সম্ভাৰেৰে সুখপাঠ্য হৈ পাঠক সমাজৰ সমাদৰ লাভ কৰাৰ লগতে বিদ্বৎ মহলক নতুন চিন্তাৰ খোৰাক যোগাব পাৰিব।

এইখিনিতে সাহিত্যপ্ৰেমী ৰাইজলৈ শুভেচ্ছা জ্ঞাপন কৰিছোঁ আৰু অনুষ্ঠিতব্য অধিৱেশনখনিৰ পূৰ্ণ সফলতা কামনা কৰিলোঁ।

(অজন্তা নেওগ)




শ্ৰীগৌতম বৰা
শিক্ষামন্ত্ৰী, অসম
দিছপুৰ, গুৱাহাটী - ৭৮১ ০০৬

দূৰভাষ ঃ (০৩৬১) ২২৩৭২৩৯ (কাৰ্যালয়)
(০৩৬১) ২২৬৬২৯৩ (বাসস্থান)
৯৪৩৫০-৬১৮৫৫( ম'বাইল)

প্ৰসঙ্গ ঃ

তাৰিখ ঃ ১০-০১-১১



## শুভেচ্ছা বাণী

অহা ১, ২, ৩ আৰু ৪ ফেব্ৰুৱাৰী, ২০১১ ইংৰাজী তাৰিখে অসম সাহিত্য সভাৰ একসপ্ততিতম দ্বিবাৰ্ষিক দেৰগাঁও অধিবেশন উপলক্ষে এখনি **"স্মৃতিগ্ৰন্থ"** প্ৰকাশৰ আয়োজন কৰা বুলি জানিব পাৰি মই অতি আনন্দিত হৈছো। আমাৰ ৰাজ্যখনৰ ভাষা-সাহিত্য, কলা-কৃষ্টি সমূহৰ উন্নয়ন তথা প্ৰচাৰ-প্ৰসাৰৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ ভূমিকা অপৰিসীম। এই অধিবেশনখনিয়ে অন্যান্য বিষয়ৰ লগতে এইক্ষেত্ৰত প্ৰয়োজনীয় পদক্ষেপ গ্ৰহণ কৰিব বুলি মোৰ দৃঢ় বিশ্বাস। মই আশাকৰো স্মৃতিগ্ৰন্থখনিত প্ৰকাশিত লিখনি সমূহেও জাতীয় সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰখন অধিক চহকী কৰি তুলিব।

অৱশেষত সংশ্লিষ্ট সকলো পক্ষলৈ ধন্যবাদ জ্ঞাপন কৰি অধিবেশন আৰু **"স্মৃতিগ্ৰন্থ"**ৰ সফলতা কমানা কৰিলো।

ইতি

(গৌতম বৰা)

Sri Hagrama Mohilary
Chief
Bodoland Territorial Council





Bodoland Territorial Council
KOKRAJHAR - 783370
Phone No. : 270706 (O) STD 03661
270766 (O)
276461 (R)
Fax : 271800
Website : www.bodoland.in



তাৰিখ ২৮/১২/২০১০

## শুভেচ্ছা-বাণী

অসমীয়া ভাষা-সাহিত্যৰ বিকাশ আৰু প্ৰসাৰৰ উদ্দেশ্যে গঠন হোৱা বৃহত্তৰ অসমীয়া জাতিৰ জাতীয় অনুষ্ঠান 'অসম সাহিত্য সভা'ৰ ৭১ তম দ্বি-বাৰ্ষিক দেৰগাঁও অধিৱেশনলৈ মোৰ আন্তৰিক শুভেচ্ছা আৰু শুভ কামনা থাকিল।

বিগত ন-টা দশকত অকল ভাষা-সাহিত্যৰ সাধনা, চৰ্চা আৰু বিকাশতে কৰ্মসূচী সীমাবদ্ধ নাৰাখি অসম সাহিত্য সভাই অসমৰ ক্ষুদ্ৰ ক্ষুদ্ৰ জাতি-জনগোষ্ঠীসমূহৰ মাজত ঐক্য-সংহতিৰ সৃষ্টি কৰিছে। অসম সাহিত্য সভা অকল সাহিত্যৰ মঞ্চ হৈ নাথাকি আজি অসমৰ প্ৰতিটো জাতি-জনগোষ্ঠীৰ ভাষা-সংস্কৃতিৰ বিকাশৰ থলী হৈ পৰিছে। অসমৰ ক্ষুদ্ৰ ক্ষুদ্ৰ জাতি-জনগোষ্ঠীবোৰে নিজস্ব ভাষা-সাহিত্যৰ প্ৰসাৰ-বিকাশৰ প্ৰচেষ্টা অব্যাহত ৰখাৰ সময়তে অসম সাহিত্য সভাই ভাষিক সমন্বয় গঢ়ি তুলি বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত বিশেষ ভূমিকা পালন কৰিছে। অকল ভাষা-সাহিত্যৰ বিকাশৰ বাবে গঢ় লৈ উঠা অসম সাহিত্য সভাৰ দৰে মহান অনুষ্ঠান হয়তো পৃথিৱীৰ আন কোনো আঞ্চলিক ভাষাত পাবলৈ নাই। আমি আশা ৰাখিছোঁ, অসমৰ প্ৰতিটো জাতি-জনগোষ্ঠীৰ ভাষা-সাহিত্যৰ বিকাশৰ জৰিয়তে এক সু-সমন্বয় সৃষ্টি কৰি অসম সাহিত্য সভাই বৃহৎ অসমীয়া ভাষাক বিশ্ব দৰবাৰত প্ৰতিষ্ঠা কৰিব পাৰিব।

অসম সাহিত্য সভাৰ এই মহান যাত্ৰা সুদূৰ প্ৰসাৰী হওক, তাৰেই শুভ কামনাৰে—

(শ্ৰীযুত হাগ্ৰামা মহিলাৰী)
মুখ্য কাৰ্যবাহী, বি.টি.চি.

**এন. এম. হুছেইন,** আই. এ.এচ.

উপায়ুক্ত, গোলাঘাট





তাৰিখ ০৪/১/২০১১



## শুভেচ্ছা-বাণী

'অসম সাহিত্য সভা'ৰ একসপ্ততিতম অধিৱেশন ১ (এক) ফেব্ৰুৱাৰীৰ পৰা চাৰিদিনীয়াকৈ জিলাখনৰ ইতিহাসে গৰকা দেৰগাঁৱৰ ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰত অনুষ্ঠিত হ'ব। ই আমাৰ বাবে অতি গৌৰৱৰ কথা। প্ৰকৃতিৰ বিনন্দীয়া পৰিৱেশ আৰু জৈৱ বৈচিত্ৰ্যৰে ভৰপূৰ ভিন-ভিন জনগোষ্ঠীৰ বসতিস্থলৰূপে গোলাঘাট স্বকীয় বৈশিষ্ট্য আৰু আৰু বিষয় বিচিত্ৰতাৰে মহিমামণ্ডিত। অধিৱেশনৰ লগত সংগতি ৰাখি প্ৰকাশ পাবলগীয়া স্মৃতিগ্ৰন্থখনিয়ে ভিন-ভিন জনগোষ্ঠীৰ বিভিন্ন দিশ বিশেষকৈ সাহিত্য-সংস্কৃতি, ঐতিহ্য-পৰম্পৰা, অৰ্থনীতি, সমাজব্যৱস্থা, প্ৰকৃতিৰ বিনন্দীয়া পৰিৱেশ আদি সামৰি এক সৰ্বাংগসুন্দৰ ৰূপত প্ৰকাশ পাব বুলি আশা কৰিলোঁ। অধিৱেশনৰ চাৰিটি দিনৰ কাৰ্যসূচী সাফল্যমণ্ডিত হোৱাৰ কামনা কৰিলোঁ।

এন, এম, হুছেইন

উপায়ুক্ত

গোলাঘাট







# অসম সাহিত্য সভা

কেন্দ্ৰীয় কাৰ্যালয় ঃ চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-৭৮৫০০১ (০৩৭৬) ২৩২০৩৭৬

গুৱাহাটী কাৰ্যালয় ঃ ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী-৭৮১০০১ (০৩৬১) ২৫১৫৮৩০

ফেক্স ঃ ২৭৩১৬৯৫

ডিফু কাৰ্যালয় ঃ বাংছিনা ভৱন, ডিফু-৭৮২৪৬০ (০৩৬৭১) ২৭২৫৯০

ধুবুৰী আঞ্চলিক কাৰ্যালয়, ধুবুৰী-৭৮৩৩০১ ( ০৩৬৬২) ২৩২৫২৮

ডিব্ৰুগড় আঞ্চলিক কাৰ্যালয়, ৰামেশ্বৰলাল চহৰীয়া সংহতি ভৱন, ডিব্ৰুগড়-৭৮৩৩০১ ( ০৩৬৬২) ২৩২৫২৮




ৰংবং তেৰাং

সভাপতি

## শুভেচ্ছা বাণী

অসম সাহিত্য সভাৰ একসপ্ততিতম অধিৱেশনখন দেৰগাঁও চহৰৰ ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰত অনুষ্ঠিত হোৱা উপলক্ষ্যে আদৰণি সমিতিয়ে 'দিচৈ-দৰিয়া' নামেৰে এখন স্মৃতিগ্ৰন্থ প্ৰকাশৰ প্ৰস্তুতি চলোৱাত, আমাৰ আন্তৰিক অভিনন্দন জনালোঁ। দেৰগাঁৱৰ কেঁচা মাটিৰ পৰশত স্মৃতিগ্ৰন্থখনে অতি সুন্দৰ ৰূপত নিশ্চয় প্ৰকাশিত হ'ব। 'দিচৈ-দৰিয়া'ৰ প্ৰতিটো পৃষ্ঠাই কঢ়িয়াই আনক ঐক্য সম্প্ৰীতি-সমন্বয়ৰ মধুৰতম বাৰ্তা আৰু অসম সাহিত্য সভাৰ ইতিহাসত এক ব্যতিক্ৰমধৰ্মী স্মৃতিগ্ৰন্থ ৰূপে প্ৰতিষ্ঠা লাভ কৰক। আমাৰ আন্তৰিক শুভেচ্ছা জনালোঁ— কাৰবি পাহাৰৰ বনফুলৰ সুবাসেৰে।

ৰংবং তেৰাং

১১/১/১১




অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশন

# 'ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰ'ৰ পৰা হেমচন্দ্ৰ বৰুৱাৰ জীৱন আৰু কৰ্মৰ খতিয়ানেৰে আমাৰ শ্ৰদ্ধাঞ্জলি



ঊনবিংশ শতাব্দীৰ অসমীয়া ভাষা, সাহিত্য আৰু সমাজৰ এক দুৰ্যোগপূৰ্ণ কালত 'ভাষাৰ ওজা' বুলি খ্যাত হেমচন্দ্ৰ বৰুৱাই কোনো আনুষ্ঠানিক শিক্ষা আহৰণ নকৰাকৈয়ে নিজস্বভাৱে আহৃত ভাষা-জ্ঞান, পাণ্ডিত্য, দূৰদৰ্শিতাৰে অপৰিসীম পৰিশ্ৰমেৰে ব্যাকৰণ, অভিধানৰ পৰা আখৰ জোঁটনিৰ মান নিৰূপণলৈকে, লগতে পাঠ্যপুথি প্ৰণয়ন কৰি অসমীয়া ভাষাৰ পুনৰ প্ৰচলন আৰু পুনৰ প্ৰতিষ্ঠাত যি বৰঙণি দি গ'ল, সমাজ জীৱনকো অধঃপতনৰ পৰা জীৱনমুখী পথলৈ আগবাঢ়ি যোৱাত যি প্ৰচেষ্টা কৰি এটা আদৰ্শ স্থাপন কৰি গ'ল — সি বিস্ময় আৰু তুলনাহীন। আজিৰ যি অসমীয়া ভাষা সি হেমচন্দ্ৰ বৰুৱাই গঢ় দি যোৱা মানেৰে সুনিৰ্দিষ্ট। আন কথাত, আধুনিক অসমীয়া ভাষাৰ তেৱেঁই প্ৰতিষ্ঠাপক। তেওঁ জ্বলাই যোৱা আৰিয়াৰ পোহৰেৰে আধুনিক অসমীয়া ভাষা-সাহিত্য আগবাঢ়ি আহি আছে।

১৮৩৫ খ্ৰীষ্টাব্দত অবিভক্ত শিৱসাগৰ জিলাৰ দেৰগাঁৱৰ ৰজাবাহৰত জন্মগ্ৰহণ কৰা হেমচন্দ্ৰৰ পিতৃ আছিল মুক্তাৰাম বৰুৱা আৰু মাতৃ ৰূপহী দেৱী। কৈশোৰতে পিতৃক হেৰুৱাত দদায়েক লক্ষ্মীনাথ বৰুৱাই তেওঁক দেৰগাঁৱৰ পৰা শিৱসাগৰলৈ লৈ গৈ তুলি-তালি ডাঙৰ কৰি, অৱশেষত শিৱসাগৰ কাছাৰীত চৰকাৰী কাম-কাজ শিকিবৰ কাৰণে মাহে চাৰি টকা দৰমহাত শিক্ষা-নবিছৰ নিযুক্তি দিয়ে। শিৱসাগৰৰ কাছাৰীতে হেমচন্দ্ৰই বাংলা ভাষা শিকাৰ উপৰি উৰ্বীধৰ বৰুৱাৰ পঢ়াশালিত সংস্কৃত শিক্ষা অৰ্জন কৰি, লগতে সেইসময়ৰ শিৱসাগৰ জিলাৰ অধিপতি কেপ্তেইন ব্ৰোডী চাহাবৰ তত্ত্বাৱধানত ইংৰাজী পঢ়ি ইংৰাজীতো ব্যুৎপত্তি লাভ কৰিবলৈ সমৰ্থ হয়। ইংৰাজী ভাষাৰ জ্ঞানৰ বাবে চাকৰিত দোপতদোপে উন্নতি লভি শেষত জুডিছিয়েল কমিছনাৰ অফিছৰ অধীক্ষক হয়গৈ। ১৮৮১ চনত চাকৰি জীৱনৰ পৰা অৱসৰ লৈ গুৱাহাটীত থাকিবলৈ লৈ তাতে ১৮৯৬ খ্ৰীষ্টাব্দত ইহলীলা সম্বৰণ কৰে।

হেমচন্দ্ৰ বৰুৱাই সাহিত্যিক জীৱন খ্ৰীষ্টান মিছনেৰীয়ে উলিওৱা 'অৰুনোদয় সংবাদ পত্ৰ'তে আৰম্ভ কৰে 'সোণাৰচাঁদ' নাম লৈ। 'অৰুনোদয় সংবাদ পত্ৰ'ই তেওঁক যেনেদৰে লেখিবলৈ প্ৰেৰণা দিলে, তেনেদৰে সেই কাকতে প্ৰৱৰ্তন কৰা বানান ব্যৱস্থাতো ক্ষুণ্ণ হৈ তাৰ বিৰুদ্ধে যুঁজো আৰম্ভ কৰে; সংস্কৃত-মূলীয় অসমীয়া ভাষাৰ বানান মূলানুগ কৰি সংশোধন কৰাত ব্ৰতী হয়। এই বানান পদ্ধতি বৈজ্ঞানিক আৰু মূলানুগ কৰি তোলাৰ বাবে মাথো ২৪ বছৰ বয়সতে সংস্কৃত-বাংলা আৰু ইংৰাজী ভাষাৰ ব্যাকৰণৰ আৰ্হিৰে ১৮৫৯ চনত 'অসমীয়া ভাষাৰ ব্যাকৰণ' নামৰ এখন ব্যাকৰণ ৰচনা কৰে। এইখনেই আছিল অসমীয়া মানুহে অসমীয়া ভাষা লৈ ৰচনা কৰা প্ৰথম ব্যাকৰণ। এই ব্যাকৰণত অসমীয়া ভাষাৰ নিজস্ব আৰু সংস্কৃতীয়া ৰূপটো সুদৃঢ় ৰূপ দিবলৈ তেওঁ যত্ন কৰিছিল। ১৯৭৩ চনত অসমীয়া ভাষা পুনৰ প্ৰতিষ্ঠা হোৱাত পঢ়াশলীয়া আৰু প্ৰশাসনীয় প্ৰয়োজনলৈ লক্ষ্য ৰাখি এই ব্যাকৰণকে সংশোধন কৰি ন কৈ লিখি ১৮৭৩ চনত 'অসমীয়া ব্যাকৰণ' প্ৰকাশ কৰি উলিয়ায়। সেই একেটা চনতে পঢ়াশালিৰ সুবিধাৰ অৰ্থে




অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশন

'আদিপাঠ', 'পাঠমালা' আৰু ভাঙনি গ্ৰন্থ 'স্বাস্থ্য ৰক্ষাৰ নিয়ম' আদি প্ৰণয়ন কৰি উলিয়ায়। তদুপৰি তেওঁ 'অসমীয়া বিবাহ পদ্ধতি' বিষয়ক এখন গ্ৰন্থও উলিয়াই অসমীয়া জাতীয় জীৱনৰ স্বকীয়তা বৰ্হিজগতৰ লোকৰ আগত প্ৰতিভাত কৰাৰ প্ৰয়াস কৰিছিল। ১৮৮৫ চনত 'অসমীয়া ল'ৰাৰ ব্যাকৰণ' আৰু ১৯৯২ চনত 'পঢ়াশলীয়া অভিধান', তাৰ দুবছৰৰ পাছত সংক্ষিপ্ত হেমকোষ প্ৰকাশ কৰে। তেওঁৰ অক্ষয় কীৰ্তি বাইশ হেজাৰ শব্দ সম্বলিত 'হেমকোষ' অভিধানখনি জীৱদ্দশাতে সম্পূৰ্ণ কৰি গৈছিল যদিও তেওঁৰ মৃত্যুৰ চাৰিবছৰ পাছতহে অৰ্থাৎ ১৯০০ চনত ছপাৰূপত ওলাল আৰু এই অভিধানখনিয়েই তেওঁক প্ৰতিষ্ঠা কৰি গ'ল 'ভাষাৰ ওজা' তথা অসমীয়া ভাষাৰ কাণ্ডাৰীস্বৰূপে।

ভাষাৰ ক্ষেত্ৰত অম্লান অৱদান দিয়া হেমচন্দ্ৰ বৰুৱাই সমাজ সংস্কাৰৰ ভূমিকা গ্ৰহণ কৰি কানি বৰবিহৰ অপকাৰিতা লৈ ১৮৬১ চনত 'কানীয়াৰ কীৰ্তন' নামৰ এখন নাটক আৰু ১৮৭৬ চনত তৎকালীন অসমীয়া সমাজত প্ৰচলিত বিবিধ ভণ্ডামি, দুৰ্নীতি, ব্যভিচাৰ উদঙাই 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' নামৰ উপন্যাসোপম ব্যংগাত্মক পুথি ৰচনা কৰি সমাজ জীৱনৰ কুসংস্কাৰ সংশোধন কৰিবলৈ যত্ন কৰিছিল।

হেমচন্দ্ৰ বৰুৱাৰ কীৰ্তিৰ অন্যতম এক দিশ আছিল সাংবাদিকতা। ১৮৮২ চনত গুৱাহাটীৰ পৰা ইংৰাজী-অসমীয়া সাদিনীয়া 'আসাম নিউজ' কাকতখন ১৮৮৫ চনলৈকে প্ৰকাশ কৰি প্ৰধানকৈ মিছনেৰীৰ বানান পদ্ধতি আমূল সংস্কাৰ কৰি অসমীয়া আধুনিক বানান পদ্ধতি তথা বৰ্ণ-বিন্যাসৰ প্ৰচলন কৰি আধুনিক অসমীয়া ভাষাৰ প্ৰচলনৰ পথ প্ৰশস্ত কৰি দিছিল। অসমীয়া-ইংৰাজী দুই ভাষাতে এই কাকত প্ৰকাশ হৈছিল যদিও অসমত ইংৰাজী ভাষাৰে সাংবাদিকতা কৰাত হেমচন্দ্ৰই আছিল পথিকৃত।

একেষাৰে ক'বলৈ গ'লে উনবিংশ শতাব্দীৰ এই সাহসী যোদ্ধাজনৰ কাৰণেই অসমীয়া ভাষাই হৃত মৰ্যাদা ঘূৰাই পায়; সমাজ সংস্কাৰৰ মহামন্ত্ৰ উদ্‌গাতাৰূপে কুসংস্কাৰাচ্ছন্ন অসমীয়া সমাজক উন্নতিৰ পথলৈ আগবাঢ়ি যোৱাৰ বাবে এই বোদ্ধাগৰাকীয়েই উদ্বুদ্ধ কৰিলে; সবাতোকৈ ডাঙৰ কথা এটা ভাষাৰ প্ৰাণস্বৰূপ ব্যাকৰণ-অভিধান বিজ্ঞানসন্মতভাৱে গঢ়ি তুলি, লগতে বৰ্ণ-বিন্যাস তথা বানান পদ্ধতিৰ বৈজ্ঞানিক ভিত্তি প্ৰদান কৰি যাউতিযুগীয়া খ্যাতি ৰাখি অমৰ হৈ ৰ'ল।

এইগৰাকী মহৎ অসমীয়াৰ জন্মস্থান দেৰগাঁৱত অসম সাহিত্য সভাৰ একসপ্ততিতম অধিৱেশন আয়োজন কৰিবলৈ পাই আমি গৌৰৱান্বিত; এনে কাৰণতে অধিৱেশনস্থলীৰ নামকৰণ কৰা হৈছে 'ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰ' আৰু এই ক্ষেত্ৰৰ পৰা আমি জনাইছোঁ হেমচন্দ্ৰ বৰুৱালৈ আমাৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি।

আদৰণী সমিতি
অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশন
১, ২, ৩, ৪ ফেব্ৰুৱাৰী, ২০১১ খ্ৰীষ্টাব্দ
দেৰগাঁও।



# সূচীপত্ৰ





## জীৱন বৃত্ত









নদৰ্টে-দৰিয়া

## চিন্তা-বিচিত্ৰা

## আদৰণী সমিতি

সভাপতি, সাধাৰণ সম্পাদকৰ একাষাৰ আৰু অন্যান্য










# ভাষাৰ সংকট, অসমীয়া ভাষাৰ ভৱিষ্যৎ আৰু অসম সাহিত্য সভাৰ কৰণীয়

*"We are in the middle of a language crisis. Unless the trend is reversed, we will lose our diversity in the next century ... Preserving language contributes to human history.*

*-- David Harrison*

সুখ্যাত ভাষা-বিজ্ঞানী ডেভিড ক্ৰিষ্টলে প্ৰতি দুসপ্তাহত বৰ্তমান পৃথিৱীত একোটাকৈ ভাষাৰ বিলুপ্তি ঘটিছে আৰু পৃথিৱীত বৰ্তমান থকা প্ৰায় সাত হেজাৰ ভাষাৰ আশী শতাংশই অহা এশ বছৰৰ ভিতৰত লোপ পাই যাব বুলি যি আশংকা প্ৰকাশ কৰিছে তাৰ সত্যাসত্য পুংখানুপুংখভাৱে বিচাৰ নকৰাকৈ এটা কথা ক'ব পৰা যায় যে কেৱল মাত্ৰ দুটা দশকৰ বিশ্বৰ অৰ্থনৈতিক নৱ-বিন্যাসৰ ঘটনা প্ৰৱাহে পৃথিৱীৰ ভাষাৰ বৈচিত্ৰ্যৰ ক্ষেত্ৰখনলৈ যি এক গভীৰ সংকট কঢ়িয়াই আনিছে, ক্ৰিষ্টলৰ সেই আশংকাক অস্বীকাৰ কৰিবৰ উপায় নোহোৱা হৈছে। 'এটলাছ অৱ দা ৱৰ্ল্ডছ লেংগুৱেজেছ ইন ডেঞ্জাৰ এণ্ড ডিছএপিয়েৰিং' নামৰ ইউনেস্কৰ দ্বাৰা প্ৰাকশিত গ্ৰন্থৰ মতে বিশ্বৰ সত্তৰখন দেশৰ তিনিশ পঞ্চাশ নিযুত লোকৰ মাজত প্ৰচলিত পাঁচ হেজাৰ ভাষা সংকটাপন্ন। ভাষাৰ অস্তিত্ব সংকটাপন্ন হোৱা দেশৰ ভিতৰত আফ্ৰিকা, ইণ্ডোনেচীয়া আৰু ভাৰত শীৰ্ষত। অন্য এগৰাকী ভাষা-বিজ্ঞানী মাইকেল ক্ৰুছে বৰ্তমান পৃথিৱীত যি গতিত ভাষাৰ অৱলুপ্তি ঘটিছে তালৈ লক্ষ্য কৰিলে একবিংশ শতিকাৰ শেষলৈ মাথোন পাঁচশমান ভাষাহে পৃথিৱীত বৰ্তি থাকিব বুলি এক ভয়ংকৰ ভৱিষ্যৎ-বাণী কৰিছে। বিশ্বায়ন বা গোলকীকৰণ (অথবা সংক্ষেপে ছদ্মবেশী পশ্চিমীয়াকৰণ বা আমেৰিকাকৰণ) যি নামেৰেই কোৱা নাযাওক, মুক্ত অৰ্থনীতি বা উদাৰ বাণিজ্যিক নীতিৰ দ্ৰুত প্ৰসাৰৰ ফলতে ভাষা ধ্বংস-যজ্ঞৰ সূচনা হৈছে, অৰ্থাৎ ভাষাৰ বৈচিত্ৰ্য ধ্বংস কৰি ইংৰাজী ভাষাক বিশ্ব-ভাষা (Global-language) হিচাপে গঢ় দিয়াৰ পথ সুচল কৰি তোলা হৈছে। কম্পিউটাৰৰ মাধ্যমত বৰ্হি-বাণিজ্যিক যোগাযোগ হোৱাৰ ফলত আৰু কম্পিউটাৰ ভাষা ইংৰাজী হোৱাৰ বাবেই ইংৰাজী ভাষাই গুৰুত্ব লভি আন ভাষাৰ গুৰুত্ব নাইকিয়া কৰিছে। ইয়াৰ সহজ অৰ্থ এয়ে যে তথাকথিত মুক্ত বাণিজ্যিক-নীতি বা বিশ্বায়নে ভাষাৰ বৈচিত্ৰ্য সংৰক্ষণ আৰু প্ৰসাৰৰ যত্নৰ ঠাইত সৰ্বত্ৰ এটা ভাষাৰ প্ৰচলনে একে ৰূপ দিয়াতহে যত্নপৰ





হৈছে। ইয়াৰ ফলত সংখ্যালঘু ক্ষুদ্ৰ জাতিসত্তাকে ধৰি সাহিত্য- সংস্কৃতি সমৃদ্ধ সংখ্যাগুৰু জাতিসত্তাকো তীব্ৰভাৱে আঘাত কৰি সাংস্কৃতিক বৈচিত্ৰ্যকে ধৰি ভাষিক অস্তিত্ব বিপন্ন কৰি তুলিছে। বিশ্ব মুক্ত-অৰ্থনীতিৰ আধাৰত বৃহৎ বহুজাতিক কোম্পানীৰ বাণিজ্যিক প্ৰসাৰ, তথ্য-প্ৰযুক্তি বিদ্যাৰ অভূতপূৰ্ব বিকাশেই ইয়াৰ মূল কাৰণ। এইবোৰে দিছে নিয়োগৰ প্ৰচুৰ সুবিধা, দেশে-বিদেশে ভ্ৰমি ফুৰাৰ অফুৰন্ত সুযোগ, মোটা অংকৰ মাহেকীয়া উপাৰ্জন। স্বাভাৱিকতে নিজৰ ভাষা-সংস্কৃতিলৈ পিঠি দি সেইবোৰ প্ৰতিষ্ঠানলৈ ঢাপলি মেলা প্ৰৱণতাই নতুন প্ৰজন্মক আচ্ছন্ন কৰি পেলাইছে। উন্নয়নশীল দেশবোৰত প্ৰযুক্তি-বিদ্যাৰ বিকাশৰ চাবিকাঠি নথকাত অৱধাৰিতভাৱে পশ্চিমীয়া উন্নত দেশৰ ভাষা ইংৰাজীয়ে দ্ৰুতভাৱে, কিন্তু দৃঢ়ভাৱে খোপনি লৈছে আৰু জীৱন-জীৱিকাৰ কামত নহা উন্নয়নশীল দেশবোৰৰ ভাষাসমূহ লুপ্ত হোৱাৰ পথত আগ বাঢ়িছে। ভাষা লুপ্ত হোৱাৰ প্ৰধান কাৰণটোৱেই হৈছে ভাষা ক'বলৈ এৰি দিয়া; ই পশ্চিমীয়া দেশৰ অৰ্থনৈতিক আগ্ৰাসনৰ অন্য এক দুৰ্ভাগ্যজনক ফলপ্ৰাপ্তি।

অন্য উন্নয়নশীল দেশৰ কথা বাদ দি ভাৰতৰ ভাষিক মানচিত্ৰখনলৈ চকু দিলেই দেখা পোৱা যায় যে পলকে পলকে যেন ভাষাৰ মৃত্যু হৈ গৈ আছে। ১৯৬১ চনত স্বাধীন ভাৰতত হোৱা প্ৰথম ভাষা পিয়লত ভাষাৰ সংখ্যা নিৰ্ণয় কৰা হৈছিল ১৬৫২ টা; কিন্তু ২০০১ চনৰ পিয়লত চাৰিটা বিদেশী ভাষা বাদ দি প্ৰধান ভাষাগোষ্ঠীকেইটাৰ ভাষা দেখুৱা হৈছে ১১৮ টা, অৰ্থাৎ চাৰিটা দশকৰ ভিতৰত ভাৰতত লুপ্ত হ'ল ১৫৩৪ টা ভাষা; চাৰিটা দশকৰ ভিতৰত শেষৰ দশকটোত ভাষা লুপ্ত হোৱাৰ গতি খৰতকীয়া হৈছে। ভাৰতৰ দৃশ্যপটত ভাষা লুপ্ত হোৱাৰ দুটা প্ৰধান কাৰণ হৈছেঃ (ক) ইংৰাজী ভাষাৰ প্ৰতি তীব্ৰ আকৰ্ষণ, (খ) হিন্দী ভাষাৰ ব্যাপক প্ৰসাৰ। ভাৰতৰ মূল ভূখণ্ডৰ বিভিন্ন ঠাইত বহুজাতিক কোম্পানীকে ধৰি দেশীয় উদ্যোগ বিস্তৃত পৰিমাণে গঢ় লৈ উঠাৰ ফলত ইংৰাজী ভাষাৰ অপৰিহাৰ্য প্ৰয়োজন স্বীকৃত হ'ল; লগে লগে হিন্দী ভাষাৰো ব্যাপক প্ৰসাৰৰ অভিযান চলিল। ৰাষ্ট্ৰভাষা হোৱাৰ সুবিধাতে পূব ভূমিখণ্ডৰ পৰা দক্ষিণৰ কিছু অংশলৈকে হিন্দীৰ এনে আধিপত্য বাঢ়িল যে সেই বিশাল ভূখণ্ডৰ সৰু সৰু ভাষাৰ কথা বাদ দিলেও, প্ৰাচীন সাহিত্য-সম্পদত চহকী, নিজস্ব ঐতিহ্য থকা বহুকেইটা প্ৰধান ভাষাও হিন্দীৰ ভিতৰুৱা উপভাষা বুলি গণ্য হৈছে, — যাৰ ফলত ২০০১ চনৰ হিচাপমতেই হিন্দীভাষীৰ সংখ্যা ৪২ কোটিৰো অধিক; ২০১১ চনত ইয়াৰ সংখ্যা ৬০ কোটিৰ অধিক হ'ব বুলি অনুমান কৰিব পাৰি। এতিয়া এই হিন্দীৰ প্ৰসাৰ উত্তৰ-পূব ভাৰততো ইমানেই ব্যাপক যে উত্তৰ-পূবৰ কেইবাখনো ৰাজ্যত হিন্দী মাতৃভাষাৰ স্থানত প্ৰধান ভাষাৰ মৰ্যাদা লাভ কৰিবলৈ সমৰ্থ হৈছে। অসমতো বহু শিক্ষা-প্ৰতিষ্ঠানত হিন্দীয়ে স্থানীয় মাতৃভাষাৰ ঠাইত অগ্ৰৱৰ্তী স্থান লৈছে। উত্তৰ-পূৰ্বাঞ্চলত অসমীয়া ভাষা সংযোগী ভাষা হ'ব পৰাৰ ঐতিহাসিক আৰু সাংস্কৃতিক ভিত্তি আছিল যদিও হিন্দী বলয়ৰ আৰু উত্তৰ-পূবত থকা হিন্দীভাষীসকলৰ প্ৰভাৱৰ ফলত হিন্দীৰ অবাধ প্ৰয়োগ আৰু প্ৰসাৰে যথেষ্ট সফলতা লাভ কৰিছে। আনকি নাগালেণ্ডৰ যি 'নাগামিজ' ভাষা অসমীয়া আৰু বিভিন্ন নাগা জনগোষ্ঠীৰ ভাষাৰ সংমিশ্ৰণত গঢ় লৈ নাগালেণ্ডৰ বিভিন্ন ফৈদৰ উমৈহতীয়া সংযোগী ভাষা হৈ উঠিছিল, সেই নাগামিজৰ গুৰুত্ব যোৱা দুটা দশকৰ ভিতৰতে নাইকিয়া হৈ পৰি তাৰ ঠাই লৈছে হিন্দীয়ে। মেঘালয়ৰ শ্বিলং, জোৱাই আৰু অৰুণাচলৰ ইটানগৰত অসমীয়া আৰু ইংৰাজী ভাষা আছিল যদিও যোৱা দুই-তিনি দশকৰ ভিতৰত তাৰ ঠাই লৈছে হিন্দীয়ে। যিখন অৰুণাচলত এসময়ত অসমীয়া ভাষাৰ প্ৰচলন আছিল, ছাত্ৰ-ছাত্ৰীয়েও অসমীয়া মাধ্যমতে শিক্ষা গ্ৰহণ কৰিছিল, অসমীয়া বিষয়তে স্নাতকোত্তৰ ডিগ্ৰীও লৈছিল আৰু সাহিত্য সৃষ্টিতো যোৱা পঞ্চাশ বছৰত অৰুণাচলৰ সাহিত্যিকে যথেষ্ট অৰিহণা যোগাই অহাৰ নিদৰ্শন আছে, তাতো এতিয়া অসমীয়া ভাষাৰ প্ৰৱেশ নিষেধ, হিন্দীৰ বাবেহে দুৱাৰ খোলা।

অসমত নহ'লেও উত্তৰ-পূবৰ পাহাৰীয়া ৰাজ্যৰ বহু কেইখনতে ইংৰাজীৰ প্ৰচলন আছিলেই, এতিয়া মাত্ৰ অধিক দ্ৰুতভাৱে সম্প্ৰসাৰণ হৈছে; ইয়াৰ ফলত ৰাজ্যকেইখনে ভাষিক অস্তিত্বৰ লগতে সাংস্কৃতিক অস্তিত্বকো হেৰুৱাব লগা হৈছে। অসমত যোৱা দুটা দশকৰ পূৰ্বলৈকে ইংৰাজীৰ প্ৰাদুৰ্ভাৱ নাছিল যদিও হঠাতে অহা বিশ্বায়ন নামৰ দৈত্যৰ হাতোৰাৰ প্ৰচণ্ড চাপত ইংৰাজীৰ প্ৰতি প্ৰীতি উচ্চবিত্তৰ







## সম্পাদকীয়

কথা বেলেগেই, মধ্যবিত্ত, উচ্চ-মধ্যবিত্তৰ লগতে নিম্নবিত্তকো এনেদৰে আকৰ্ষণ কৰিলে যে মাতৃভাষা অসমীয়া যেন অপ্ৰয়োজনীয় বস্তু হৈ উঠিল। ডাঙৰ নগৰ, সৰু সৰু চহৰৰ কথা বাদ দিও গাঁৱে-ভূঁয়ে অসংখ্য ইংৰাজী ভাষাৰ শিক্ষানুষ্ঠান গঢ়ি উঠিল বা গঢ়ি উঠি আছে; শিক্ষাদানৰ বাবে অৰ্হতাসম্পন্ন শিক্ষক-শিক্ষয়িত্ৰী থাককেই বা নাথাকক ! অভিভাৱকসকলেও উচ্চাকাংক্ষাৰ প্ৰতি ধাৱিত হৈ নিজ নিজ সন্তানক ইংৰাজী শিক্ষাৰে শিক্ষিত কৰি আভিজাত্য প্ৰদৰ্শনৰ প্ৰতিযোগিতাত নামিল। কিন্তু সন্তানৰ মেধা আৰু সৃষ্টিশীলতাৰ প্ৰতি আওকান কৰি মাতৃভাষাৰ পৰা বিচ্ছিন্ন কৰি জাতিৰ সাংস্কৃতিক চৰিত্ৰকে যে ধ্বংসৰ মুখলৈ লৈ গৈছে সেইসকল অভিভাৱকে বুজিব পৰা নাই। এক বিচ্ছিন্নতাবাদ যে ইয়াৰ জৰিয়তে ধীৰ গতিৰে গঢ়ি উঠিছে সেই কথাও জ্ঞাত হ'ব পৰা নাই। ভাষা হেৰোৱা মানে সাংস্কৃতিক পৰম্পৰা হেৰোৱা আৰু সাংস্কৃতিক পৰম্পৰা হেৰোৱা মানে জাতিৰ অস্তিত্ব নিঃশেষ হোৱাৰ পথত, সেই সত্যটো অনুধাৱন কৰিব নোৱাৰাটো অত্যন্ত পৰিতাপৰ কথা। ইংৰাজী শিক্ষা বা হিন্দী ভাষা শিকা অথবা যিকোনো ভাষা শিকাত কাৰো বাধা থাকিব নালাগে; কিন্তু সেইবুলি মাতৃভাষাক অৱমাননা কৰাৰ কোনো মানে নাই। চীন দেশতো ইংৰাজী ভাষাৰ ব্যাপক প্ৰচলনে চীনীয় ভাষা মাণ্ডাৰীণৰ স্বকীয়তা হ্ৰাস কৰা কথাৰ প্ৰতি লক্ষ্য কৰি চীনৰ কৰ্তৃপক্ষই মূল চীন ভাষাৰ স্বকীয়তা ৰক্ষাৰ স্বাৰ্থতে বিদেশী ইংৰাজী ভাষাৰ প্ৰচলন চীনদেশত নিষিদ্ধ কৰিছে। ক্ৰমবৰ্ধমান ইংৰাজী ভাষাৰ ব্যৱহাৰে সামাজিক গাঁথনিও সলনি কৰি দিব পাৰে বুলি আশংকা কৰিয়েই এনে নিষেধাজ্ঞা জাৰি কৰিছে। এনেকি ৰেডিঅ:, টেলিভিছনতো এনে নিষেধাজ্ঞা প্ৰযোজ্য কৰিবলৈ চীনৰ কৰ্তৃপক্ষ তৎপৰ হৈছে। আমি চীনৰ দৰে ইংৰাজী প্ৰচলন বন্ধ কৰিবলৈ কোৱা নাই; এনে কৰিব খোজাৰ প্ৰচেষ্টাত আমাৰ কোনো সমৰ্থনো নাথাকিব। আমি মাত্ৰ ক'ম ইংৰাজীৰ বা হিন্দী ভাষাৰ লগে লগে অসমীয়া ভাষাৰো প্ৰচলন হ'ব লাগিব, অন্ততঃ বাধ্যতামূলকভাৱে হাইস্কুল শিক্ষান্ত পৰ্যায় পৰ্যন্ত। ইয়াৰ জৰিয়তে কিছু পৰিমাণে হ'লেও জাতীয় অস্তিত্ব অক্ষুন্ন হৈ ৰ'ব।

ইংৰাজী আৰু হিন্দীৰ দ্ৰুত সম্প্ৰসাৰণৰ লগে লগে অসমীয়া ভাষাৰ ভৱিষ্যত সংশয়াপূৰ্ণ হোৱাৰ এক ভয়াবহ কাৰক হৈ পৰিছে চুবুৰীয়া বিদেশী ৰাষ্ট্ৰৰ পৰা ব্যাপক প্ৰব্ৰজন বা অনুপ্ৰৱেশ। বিদেশী ৰাষ্ট্ৰৰ বাংলাভাষীৰ সংখ্যা দ্ৰুতভাৱে বৃদ্ধি হোৱাতো বৰ্তমান ইংৰাজী বা হিন্দীৰ প্ৰচলনতকৈও অধিক উদ্বেগৰ কথা হৈছে। অসমত ১৯৯১ চনৰ ৫৭.৮১ শতাংশ অসমীয়া ভাষী ২০০১ চনত হ'লগৈ ৪৮.৮৪ শতাংশ; কিন্তু ইয়াৰ বিপৰীতে বাংলাভাষীৰ সংখ্যা ২১.৬৭ শতাংশৰ পৰা ২৭.৫৪ শতাংশলৈ বৃদ্ধি পালে। অসমৰ বৰাক উপত্যকাৰ কাছাৰ, কৰিমগঞ্জ, হাইলাকান্দিত অসমীয়া ভাষীৰ সংখ্যা বাংলা ভাষীৰ তুলনাত স্বাভাৱিক কাৰণতে কম হোৱাৰ বিপৰীতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ঘাই ভূমিখণ্ডৰ বৰপেটা, দৰং, শোণিতপুৰ, মৰিগাঁও, বঙাইগাঁও, লখিমপুৰ, ধেমাজি এই সাতখন জিলাত অসমীয়া ভাষীৰ সংখ্যা হ্ৰাস পাই বাংলাভাষীৰ সংখ্যা বাঢ়ি গৈছে। এইক্ষেত্ৰত কেইখনমান জিলাৰ পৰিসংখ্যা দিলেই যথেষ্ট হ'বঃ ১৯৯১ চনৰ পৰা ২০০১ চনৰ ভিতৰত বৰপেটা জিলাত অসমীয়া ভাষীৰ সংখ্যা ৮,৬৮,১৯৯ জনৰ পৰা ৭,৭৪,২৯৯ জনলৈ হ্ৰাস পোৱাৰ বিপৰীতে বাংলাভাষীৰ সংখ্যা ৩,৯৫,০৬৩ ৰ পৰা ৭,৩৫,৮৪৫ জনলৈ বৃদ্ধি হয়। এই সময়ছোৱাৰ ভিতৰত মৰিগাঁও জিলাত অসমীয়া ভাষী ৫,২৯,২৩৯ৰ পৰা ৫,১৫,২৭৪ লৈ হ্ৰাস পোৱাৰ বিপৰীতে বাংলাভাষী ৬৭,০০১ ৰ পৰা ২,১৯,০৯৩ লৈ বৃদ্ধি হ'ল। নগাঁও - যিখন জিলা অসমীয়া ধৰ্ম-সংস্কৃতিৰ পৰা সাহিত্য-শিল্পৰ জগতলৈকে এক পুণ্য পীঠস্থান বুলি গণ্য কৰা হয়, - সেইখন জিলাতো অসমীয়াভাষীৰ সংখ্যা ১২,৯১,৭০৩ ৰ পৰা ১৩,৯৩,৮৩৭ লৈ বৃদ্ধি হোৱাৰ বিপৰীতে বাংলাভাষীৰ সংখ্যা ৪,৭০,০৫১ ৰ পৰা ৭,২২,৯৬৩ লৈ বৃদ্ধি পালে। এনেদৰে লখিমপুৰ জিলাতো অসমীয়াভাষীৰ সংখ্যা ৪,৮৮,০৭০ ৰ পৰা হ্ৰাস পাই ৪,৭৩,৪২৭ জন হয়; কিন্তু বাংলাভাষীৰ সংখ্যা ৭৩,৮৩৯ ৰ পৰা ১,৩৪,৬১৬ জন হ'ল। এয়া মাত্ৰ কেইটামান উদাহৰণহে। অসমৰ আন কেইখন জিলাতো বাংলাভাষীৰ বৃদ্ধি অভাৱনীয়। এনেদৰে মূল ভূখণ্ডৰ সাতখন জিলাত অসমীয়াভাষীৰ সংখ্যা ১৯৯১ চনৰ তুলনাত হ্ৰাস পোৱাৰ তথ্যই অসমীয়া





জাতিৰ সংশয়াপূৰ্ণ ভৱিষ্যতৰ কথাকে সুস্পষ্টকৈ সদৰি কৰে। এই সময়ছোৱাৰ ভিতৰত (১৯৯১-২০০১ চনৰ ভিতৰত) বাংলাভাষীৰ সংখ্যা ৫১.২১ শতাংশ আৰু হিন্দীভাষীৰ সংখ্যা ৫১.৫৯ শতাংশ বৃদ্ধি অস্বাভাৱিকেই নহয়, অকল্পনীয়ও; অথচ অসমীয়া ভাষীৰ বৃদ্ধিৰ হাৰ মাত্ৰ ০.৪০ শতাংশ।

অসমীয়াভাষীৰ সংখ্যা অস্বাভাৱিকভাৱে হ্ৰাস পোৱাৰ কাৰণ থলুৱা জনগোষ্ঠীসমূহে 'অসমীয়া' বা 'অসমীয়া ভাষী' বুলি পৰিচয় দিব নোখোজাটোকে ধাৰণা কৰা হৈছিল যদিও ২০০১ চনৰ লোক পিয়লৰ তথ্যই সেই ধাৰণা সত্য নহয় বুলি প্ৰতিপন্ন কৰিছে। এই সময়ছোৱাত থলুৱা জনগোষ্ঠীসমূহৰ জনসংখ্যা বৃদ্ধিৰ তুলনাত হ্ৰাসৰ পৰিমাণহে বেছি। উদাহৰণস্বৰূপে - ১৯৯১ চনত অসমত তিৱাভাষীৰ সংখ্যা ৩২,৬৩৩ জনৰ পৰা ২০০৯ চনত ২৬,৪৮০ জন হয়, অৰ্থাৎ ১৮.৮৬ শতাংশ হ্ৰাস পাইছে। ঠিক এনেদৰে এই সময়ছোৱাৰ ভিতৰত বড়োভাষীৰ জনসংখ্যা অসমৰ মুঠ জনসংখ্যাৰ ৫.২৮ শতাংশৰ পৰা ৪.৮৬ লৈ হ্ৰাস পাইছে। কোকৰাঝাৰ, বঙাইগাঁও আদিৰ দৰে বড়ো অধ্যুষিত অঞ্চলত বড়োভাষীৰ সংখ্যা হ্ৰাস পাইছে আৰু বাংলাভাষীৰ পয়োভৰ ঘটিছে।

**অসম সাহিত্য সভাৰ কৰণীয় ঃ**

অসমীয়া ভাষাৰ তথা অসমীয়া জাতিৰ এনে দুৰ্যোগৰ কালত অসম সাহিত্য সভাৰ কৰ্তব্য কি হ'ব বা কি হোৱা উচিত সেই সম্পৰ্কে কিছু গঠনমূলক আলোচনাৰ প্ৰয়োজন আছে বুলি ভাবিছোঁ। অসম সাহিত্য সভাই জন্মলগ্নৰে পৰা অসমীয়া ভাষা-সংস্কৃতিৰ বিকাশৰ বাবে যথেষ্ঠখিনি কাম কৰি আহিছে বুলি স্বীকাৰ কৰিব লাগিব। ১৯১৭ চনতে জন্ম হোৱা এই জাতীয় অনুষ্ঠানটোৰ প্ৰাসংগিকতা আজিৰ তাৰিখতো হীন-ডেৰি হোৱা নাই। তৎসত্বেও যোৱা কেইটামান বছৰৰ পৰা অসম সাহিত্য সভা নিজৰে সমস্যাৰ চাকনৈয়াত পাকঘূৰণি খাই কিছু যেন অস্বস্তিত পৰিছে, এনে অনুমান হোৱাৰ লগতে বিভিন্ন সমস্যা সমাধানতো সাহিত্য সভা ক্ৰমাগত ব্যৰ্থ হোৱা বুলি গুণগুণনি উঠিছে। এই সময়ত অসম সাহিত্য সভাই আত্মবিশ্লেষণৰ জৰিয়তে পূৰ্বৰ সুনাম ঘূৰাই অনাৰ চেষ্টাত ব্ৰতী নহ'লে ৰাইজৰ মনোভাব সলনি হ'বলৈকো বেছি সময় নালাগিব। গতিকে সময় থাকোতেই ৰাইজৰ আস্থাৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি, অসমীয়া ভাষাটোক ইংৰাজী, হিন্দী আৰু প্ৰব্ৰজিত বাংলাদেশীৰ ভাষাই গ্ৰাস কৰিবলৈ ওলোৱা পৰিস্থিতিৰ পৰা ৰক্ষণাবেক্ষণ দিয়াৰ ক্ষেত্ৰত কাম কৰাৰ বাবে দৃঢ় প্ৰতিজ্ঞ হ'ব লাগিব। প্ৰয়োজন সাপেক্ষে অসমীয়া মানুহৰ মাজত এক নতুন জাতীয় চেতনাৰ ভাব জাগ্ৰত কৰিবৰ বাবে এটা জাতীয় আন্দোলন অসম সাহিত্য সভাই অচিৰেই গঢ়ি তুলিব লাগিব আৰু ইয়াৰ নেতৃত্ব বহন কৰিব লাগিব অসম সাহিত্য সভাৰ কৰ্ণধাৰসকলেই।

অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ বাবে আমাৰ অন্যান্য জাতীয়তাবাদী শিবিৰৰ সৈতে অসম সাহিত্য সভাই সমন্বয়ৰ এক সুস্থ বাতাবৰণ সৃষ্টি কৰিব পাৰিব লাগিছিল যদিও অদ্য পৰিমিত সেইখিনি কৰিব পৰা নাই। সাধাৰণভাৱে দুটামান কথা এই ক্ষেত্ৰত উল্লেখ কৰিব খুজিছোঁহক ঃ (১) দৈনন্দিন বাক্ প্ৰবাহত ভাষাটোৰ যি এটা বিজতৰীয়া ৰূপ নতুন প্ৰজন্মৰ মাজত প্ৰচলন হ'বলৈ ধৰিছে তাক বাধা দিয়াৰ শক্তি সাহিত্য সভাৰ নাই যদিও বিভিন্ন বাতৰি কাকতত যি কৰ্তা-কৰ্ম-ক্ৰিয়াৰ সংগতিহীন বাক্যৰে বাতৰি পৰিবেশন কৰাৰ ৰীতি চলিছে, সেই ক্ষেত্ৰত নিশ্চয় সকীয়নি দিয়াৰ ব্যৱস্থা ল'ব পাৰে। তদুপৰি বাতৰি প্ৰচাৰ কৰা বিভিন্ন বৈদ্যুতিক মাধ্যমবোৰে ভুল উচ্চাৰণ আৰু ইংৰাজী-হিন্দী মিহলি ভাষা প্ৰয়োগ কৰি বাতৰি পৰিবেশন কৰি অসমীয়া ভাষাটোক বিকৃত কৰি তোলাৰ পথত আগুৱাই লৈ গৈছে তাক ৰোধ কৰাৰ ক্ষেত্ৰতো সাহিত্য সভাই কোনো ভূমিকা লোৱা দেখা পোৱা নাযায়। নিজস্ব গৰিমাৰে নিজা ভাষাটো আগবঢ়াই নিয়াৰ ক্ষেত্ৰত সাহিত্য সভাৰ দায়িত্ব সদায় আছে। গতিকে এই ক্ষেত্ৰতো সাহিত্য সভাই উপযুক্ত পদক্ষেপ ল'ব পাৰে। শুদ্ধ উচ্চাৰণ, শুদ্ধ ভাষা প্ৰয়োগৰ একোটা কৰ্মশালা অথবা উপযুক্ত ভাষা-জ্ঞান সম্পন্ন ব্যক্তিৰ সহযোগেৰে প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থাও ল'ব পাৰে। (২) ১৯৭০ চনৰ ৪ ডিচেম্বৰ তাৰিখে প্ৰশাসনৰ শীৰ্ষতম স্থান সচিবালয়ত চৰকাৰী সকলো কাম-কাজ ব্ৰহ্মপুত্ৰ উপত্যকাত

স
ম্পা
দ
কী
য়







অসমীয়া মাধ্যমেৰে কৰাৰ ৰাজপত্ৰিত বিশেষ অধিসূচনা জাৰি কৰাৰ পাছতো আজিকোপতি ৰাজ্যভাষা অসমীয়া ভাষাৰ সুচাৰুৰূপে প্ৰয়োগ নোহোৱাটো অসমীয়া জাতিৰ কাৰণেই দুৰ্ভাগ্য আৰু গণতান্ত্ৰিক প্ৰক্ৰিয়াৰে নিৰ্বাচিত চৰকাৰেও এই ক্ষেত্ৰত প্ৰায় নিৰ্বিকাৰ ভূমিকা গ্ৰহণ কৰাতো ধিক্কাৰজনক। সাহিত্য সভাই এই ক্ষেত্ৰত সত্যাগ্ৰহ কৰা বা জে'ললৈ যোৱা আন্দোলনৰ কাৰ্যসূচী ল'লৈই যথেষ্ট নহয়। বিহাৰত ৰাজ্যিক ভাষা অৱহেলা কৰাসকলক যিদৰে শাস্তি বিধানৰ নিৰ্দেশ কৰা হৈছে, পঞ্জাব, মহাৰাষ্ট্ৰ, তামিলনাডুতো যিদৰে কঠোৰতম ব্যৱস্থাপনাৰ নিৰ্দেশ জাৰি কৰা হৈছে অসমতো চৰকাৰে দায়বদ্ধ মনোভাবেৰে তাক কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰাবলৈ বাধ্য কৰিব লাগে; অন্যথাই আইনগত ব্যৱস্থাৰে এই ক্ষেত্ৰত কঠোৰতম ব্যৱস্থা ল'বৰ বাবে সাহিত্য সভাই প্ৰধান ভূমিকা গ্ৰহণৰ বাবে তৎপৰ হ'ব লাগিব। (৩) অসমীয়া মাধ্যমৰ বিদ্যালয়ক মাধমাৰ শোধাই যধেমধে ইংৰাজী মাধ্যমৰ বিদ্যালয়বোৰ গঢ় লৈ উঠাৰ ক্ষেত্ৰত চৰকাৰে আইন প্ৰণয়ন কৰি বাধা আৰোপ কৰা যিদৰে ভাষাটোৰ ভৱিষ্যতৰ কাৰণে মংগলজনক, তেনেদৰে ইংৰাজী বা ইতিমধ্যে গঢ়ি উঠা হিন্দী, বাংলা মাধ্যমৰ বিদ্যালয়বোৰত অসমীয়া ভাষাকো প্ৰধান আৱশ্যিক ভাষাৰূপে মাধ্যমিকৰ শেষ খাপ পৰ্যন্ত পঠন-পাঠন বাধ্যতামূলক কৰাৰ বাবে অসম সাহিত্য সভাই চৰকাৰক বাধ্য কৰাব লাগে; কেৱল প্ৰস্তাৱ লৈ নহয়, সুচিন্তকৰ ভূমিকাৰে তথ্যপাতিৰে অসমীয়া ভাষাক নিঃশেষৰ পৰা উদ্ধাৰ কৰাৰ বাবে চৰকাৰক বাধ্য কৰোৱাত প্ৰধান ভূমিকা ল'ব লাগিব। পঞ্জাৱত ৰাজ্যিক পৰ্যায়ত চাকৰি প্ৰাৰ্থীয়ে পঞ্জাবী ভাষাসহ মেট্ৰিক বা সমপৰ্যায়ৰ পৰীক্ষাত উত্তীৰ্ণ হোৱাতো যিদৰে বাধ্যতামূলক অসমতো অসমীয়াসহ মাধ্যমিক পৰ্যন্ত উত্তীৰ্ণ হোৱাতো বাধ্যতামূলক হ'ব লাগিব। বৰ্তমান তামিলনাডু, কৰ্ণাটক, গুজৰাটত এনে বাধ্যতামূলক ব্যৱস্থাৰ প্ৰৱৰ্তনৰ দিহা কৰা হৈছে। গতিকে এনে কৰিলে কোনো দোষণীয় নহ'ব; আন ৰাজ্যত হৈছে যেতিয়া আইনৰ মেৰপেছ এই ক্ষেত্ৰত নাথাকিব বুলি ভাবিব পাৰি। অসমৰ ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক এখন প্ৰশ্নকাকত সকলো ৰাজ্যিক পৰ্যায়ৰ চাকৰি প্ৰাৰ্থীয়ে দিয়াতো বাধ্যতামূলক হ'ব লাগিব। এনে উদ্যমৰ জৰিয়তে ভাষাটোৰ অস্তিত্ব বা জাতিটোৰ ভৱিষ্যত কিছু পৰিমাণে বৰ্তি থাকিব বুলি ক'ব পাৰি।

যিকোনো জাতিৰে এটা ভাষাৰ বিকাশ আৰু বিনাশত অৰ্থনীতি আৰু ৰাজনীতিয়ে প্ৰত্যক্ষ বা পৰোক্ষভাৱে প্ৰভাব বিস্তাৰ কৰে। অসমৰ দুৰ্বল অৰ্থনীতিৰ কাৰণে ঔদ্যোগিক বিকাশ বা বহুজাতিক কোম্পানীৰ আগমণ হোৱা নাই কাৰণে জীৱিকাৰ কাৰণে হেজাৰ হেজাৰ মেধাসম্পন্ন ছাত্ৰ-ছাত্ৰীৰ বৰ্হিগমন হৈছে আৰু সেইসকলৰ অনেকেই অসমৰ বাহিৰত বিয়া-বাৰু কৰাই জীৱিকা নিৰ্বাহ কৰাৰ কাৰণে নিজৰ অসমীয়া পৰিচয় হেৰুৱাইছে অথবা অসমীয়া ব্যৱহাৰলৈ পিঠি দিছে। এনেদৰে ৰাজনীতিৰ কুটিল চক্ৰান্তত বৰ্হিদেশীয় লোকে জীৱিকাৰ সন্ধানত অসমত বসতি কৰি স্থায়ী হৈ পৰি অসমীয়া বুলি পৰিচয় দিয়াতকৈ নিজৰ পূৰ্বজ পৰিচয়েৰে সংস্থাপন লাভ কৰিবলৈ সমৰ্থ হৈছে। এই দুটায়ে এতিয়া বিপদজ্জনক হৈ অসমৰ অন্ধকাৰ ভৱিষ্যতৰ ইংগিত বহন কৰিছে। এই দুয়োটা কেনেকৈ ৰোধ কৰিব পৰা যায় তাৰ উপায় অসমীয়া জাতিৰ ভৱিষ্যতৰ কাৰণে অসম সাহিত্য সভাই সংঘাতেৰে নহয়, সমন্বয়েৰে উলিয়াব লাগিব।

অসম সাহিত্য সভা অসমত বাস কৰা সকলো জনগোষ্ঠীৰে উমৈহতীয়া মঞ্চ বুলি বাৰম্বাৰ ঘোষণা কৰাৰ পাছতো জনগোষ্ঠীসমূহ পতিয়ন নোযোৱাটো অথবা অসম সাহিত্য সভাৰ মঞ্চক একাষৰীয়া কৰি নিজাববীয়াকৈ একোটা সাহিত্যৰ অনুষ্ঠান গঢ়ি তোলা অসম সাহিত্য সভাৰ চৰম ব্যৰ্থতা বুলি ৰাইজে অভিমত প্ৰকাশ কৰিছে। এতিয়া সময় উকলি নৌ যাওঁতেই অসম সাহিত্য সভাই জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিসমূহক মৰ্যাদা প্ৰদান কৰি সেইবোৰৰ বিকাশ সাধনৰ বাবে চেষ্টা নকৰিলে এই জনগোষ্ঠীসমূহক সমূলঞ্চে হেৰুৱাব লাগিব। ইয়াৰ ফলত সংঘাত সৃষ্টি হ'লে সিয়ে অসমীয়া ভাষা-সাহিত্যলৈ প্ৰবল ভাবুকি কঢ়িয়াই আনিব। গতিকে অসম সাহিত্য সভা এই ক্ষেত্ৰত গভীৰভাৱে সজাগ হ'বৰ হ'ল। অসমত বসবাস কৰা সকলো জনগো ীৰ বিভিন্ন উপাদানেৰে যে অসমীয়া ভাষা সমৃদ্ধ আৰু ই যে ঐতিহাসিকভাৱে প্ৰাচীন কালৰে পৰা [illegible] জনগোষ্ঠীৰে যে এটা সংযোগী ভাষা তাক

স
ম্পা
দ
কী
য়





প্ৰতিপন্ন কৰি সকলোৰে মাজত এক আস্থাৰ ভাব পুনৰ ঘূৰাই আনিব লাগিব। অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া আৰু অসমীয়া ভাষাটোৰ ভৱিষ্যৎ সম্পৰ্কীয় সকলো কথাতে অসম সাহিত্য সভা যে সদায় দায়বদ্ধ সেই কথা মনত ৰখা উচিত। অসম সাহিত্য সভাৰ দৰে এক বৃহৎ জাতীয় অনুষ্ঠানৰ সন্মুখত ভাষাটো বচোৱাৰ ক্ষেত্ৰত যি প্ৰত্যাহ্বান আহি পৰিছে তাক আন্তৰিকতাৰে দায়িত্ব বুলি গ্ৰহণ কৰি পালন নকৰিলে অসম সাহিত্য সভাৰ অস্তিত্বৰ সম্পৰ্কেও অসমৰ বাইজে আঙুলি টোঁৱাব।

এইখিনি অসম সাহিত্য সভালৈ আমাৰ কোনো সকীয়নি বা দাবী নহয়, বৰং বিনম্ৰভাৱে আগবঢ়োৱা পৰামৰ্শহে।

### দেৰগাঁও ঃ অতীত গৰিমা আৰু বৰ্তমানৰ গৌৰৱ

অসমৰ মানচিত্ৰত 'দেৰগাঁও' নামৰ ঠাইখন এখন সৰু চহৰ হিচাপে চিহ্নিত হ'লেও ইয়াৰ মধ্যযুগৰ ৰাজনৈতিক ইতিহাস আৰু আধুনিক যুগৰ সাহিত্য-সংস্কৃতিৰ ইতিহাস বৰ্ণাঢ্য আৰু গৌৰৱময়। প্ৰাচীন কালৰ পৰাই কছাৰী ৰাজ্যৰ অন্তৰ্গত এই ভূমিখণ্ড আহোম স্বৰ্গদেউ চুহুংমুঙ (খ্ৰীঃ ১৪৯৭-১৫৩৯)ৰ দিনত মিছামৰা অঞ্চলৰ 'ৰণভেটা' নামে খ্যাত পথাৰত হোৱা শেষ সংঘৰ্ষত আহোম ৰাজ্যৰ ভিতৰুৱা হয় যদিও কছাৰী ৰাজকোঁৱৰ দেৰচাংফা বা দেৰচাঙৰ পৰা 'দেৰগাঁও' হোৱা বুলি ভাবিবৰ যিদৰে অৱকাশ আছে, তেনেদৰে 'ৰণভেটা' পথাৰৰ সংঘৰ্ষত কছাৰী সেনাপতি মিছ' নিহত হোৱাৰ পৰাই 'মিছামৰা' নাম হোৱা বুলি ভবাটো অমূলক নহয়। আনহাতে কছাৰীসকলৰ বাথৌ-ব্ৰাৰ উপাসন-স্থলী দেওশাল বা দেৱমন্দিৰ থকা বাবে ঠাইখনৰ নাম 'দেওৰগাঁও' বা 'দেবৰগাঁও' নাম উল্লিখিত হোৱা পোৱা যায় চুহুংমুং ৰজাৰ দিনৰ পৰাই। কিন্তু কছাৰীসকলৰ এই প্ৰসিদ্ধ দেওশাল বা দেৱমন্দিৰ কছাৰীৰাজ্য পতনৰ পাছত অব্যৱহৃত হৈ পৰিত্যক্ত হোৱাত সপ্তদশ শতাব্দীৰ প্ৰথমাৰ্ধৰ আহোম স্বৰ্গদেউ প্ৰতাপসিংহই (খ্ৰীঃ ১৬০৩-১৬৪১) স্বপ্নাদিষ্ট হৈ পুনৰ নিৰ্মাণ কৰাই দিয়াৰ পৰাই দেৰগাঁৱৰ ইতিহাস জাকতজিলিকা হৈ উঠে। উল্লেখযোগ্য যে প্ৰতাপসিংহ স্বৰ্গদেৱে দেৰগাঁৱত মন্দিৰ নিৰ্মাণ কৰাৰ পাছৰ পৰাই আহোম স্বৰ্গদেউসকলৰ অসমত মঠ-মন্দিৰ সজাৰ উদ্যম হয়। এইজনা ৰজাই কছাৰী মন্দিৰ পুনৰ নিৰ্মাণ কৰি দিয়াই নহয়, তাত দৈনিক পূজা-সেৱা আগবঢ়াবৰ বাবে কনৌজৰ পৰা ভূধৰ শৰ্মা আগমাচাৰ্য নামৰ পণ্ডিতক আনি 'বৰঠাকুৰ' উপাধি প্ৰদান কৰি মাটি-বাৰী দান দি সংস্থাপন কৰাৰ লগতে মন্দিৰত দেৱতাৰ আগত নৃত্য-গীত পৰিৱেশন কৰাৰ ৰীতি প্ৰচলন কৰে আৰু তাৰ ফলতে অসমত দেৱদাসী নৃত্যৰো সূচনা হয়। ভূধৰ শৰ্মা আগমাচাৰ্যক সংস্থাপন কৰাৰ পাছৰ পৰাই 'দেৱৰগাঁও', 'দেওৰগাঁও' নাম সম্ভৱতঃ আৰ্যীকৃত হৈ 'দেৱগ্ৰাম' নামেৰে প্ৰচলন হয় আৰু ইয়াৰ প্ৰমাণো পোৱা যায়। 'দেৰচাং', 'দেৱৰগাঁও', 'দেওৰগাঁও', 'দেৱগ্ৰাম' এই সকলোবোৰ নামেই ইতিহাসৰ একো একোটা সময়ৰ সাক্ষী বহন কৰি আছে আৰু এইবোৰ নামৰ পৰাই উনবিংশ শতাব্দীৰ দ্বিতীয়াৰ্ধমানত 'দেৰগাঁও' নাম প্ৰচলিত হয় বুলি অনুমান কৰা হয়। সঠিক ঐতিহাসিক বিৱৰণ বা প্ৰমাণ নাপালেও প্ৰতাপসিংহ স্বৰ্গদেউৰ ৰাজত্বকালতে হয়তো কছাৰী মন্দিৰ পুনৰ নিৰ্মাণ কৰা সময়তে, ৰজা থাকিবৰ কাৰণে ইয়াত 'বাহৰ' সজা হৈছিল - যি পাছৰ কালত এক বৃহৎ অঞ্চল সামৰি 'ৰজাবাহৰ' বুলি প্ৰখ্যাত হৈছিল। এই ৰজাবাহৰতে যোল্লদিন থাকি স্বৰ্গদেউ শিৱসিংহই (খ্ৰীঃ ১৭১৪-৪৪) দেৰগাঁৱৰ সমীপৱৰ্তী চিনাতলীয়া নটৰ জীয়াৰী ফুলমতীৰ নৃত্য-গীত আৰু ৰূপ-লাৱণ্যত মুগ্ধ হৈ বিয়া কৰাইছিল, যি বৰৰজা 'ফুলেশ্বৰী কুঁৱৰী' হৈ আহোম ৰাজত্বৰ ইতিহাসত কুখ্যাতি আৰ্জিছিল। কিন্তু ৰজাবাহৰক মহিমামণ্ডিত কৰিলে স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই (খ্ৰীঃ ১৭৫১-৬৯)। তেওঁ সঘনে ইয়াতে থাকি ওচৰৰে ফুটুকাতলি অৰণ্যত মৃগয়াও কৰিছিল। তেৱেঁই ইতিমধ্যে দিহিং-লুইতে খহাই ধ্বংস কৰা, প্ৰতাপসিংহই নিৰ্মাণ কৰা কছাৰী মন্দিৰটো, ধ্বংসৰ গৰাহত নিচিহ্ন হ'বলৈ নিদি নেঘেৰিটিং নামৰ ওখ পাহাৰ সদৃশ স্থানত অতি বিতোপনকৈ সজাই দিলে। স্বৰ্গদেউ দেৰগাঁৱৰ বাহৰতে মৃত্যু হোৱাত ১৭৬৯ খ্ৰীষ্টাব্দত ৰুদ্ৰসিংহৰ কনিষ্ঠ পুত্ৰ নামৰূপীয়া গোহাঁইদেৱে লক্ষ্মীসিংহ নাম লৈ এই বাহৰতে ৰজা হয়। এনেকৈয়ে দেৰগাঁও হৈ উঠিছিল মধ্যযুগৰ ইতিহাসৰ এক মনোৰম বিচৰণভূমি।









আধুনিক কালত দেৰগাঁৱৰ ইতিহাস ঘাইকৈ সাহিত্য-সংস্কৃতিৰে বৰ্ণময়। যি দেৰগাঁৱৰ ৰজাবাহৰ আহোম স্বৰ্গদেউসকলৰ প্ৰিয় ভূমি আছিল সেই ৰজাবাহৰৰ বৰ্তমান দক্ষিণ দলিজলীয়া গাঁৱৰ কাঁহিতলি চুকত 'বেজবৰুৱা হোলা' নামেৰে প্ৰসিদ্ধি হৈ থকা ঠাইতে আধুনিক অসমীয়া ভাষাৰ প্ৰাণ প্ৰতিষ্ঠাতা, অসমত আধুনিকতাৰ বাৰ্তাবাহক, 'ভাষাৰ ওজা' নামে খ্যাত হেমচন্দ্ৰ বৰুৱাই জন্মগ্ৰহণ কৰি দেৰগাঁৱক প্ৰখ্যাত কৰি গৈছে। দেৰগাঁৱৰ সমীপৱৰ্তী ঢেকিয়ালৰ গৌৰাংগ সত্ৰতে জন্মগ্ৰহণ কৰিছিল অসমীয়া সাহিত্যৰ ৰোমাণ্টিক আন্দোলনৰ অন্যতম পুৰোধা, 'হেমকোষ'ক উদ্ধাৰ কৰি ছপা ৰূপত প্ৰকাশ কৰাত অহোপুৰুষাৰ্থ কৰা, প্ৰত্নতত্ত্ববিদ, সুপণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে। ভূধৰ আগমাচাৰ্যৰ বংশধৰ চন্দ্ৰধৰ বৰুৱাই যোৰহাটত থিতাপি লৈছিল যদিও তেওঁ মূলতে দেৰগঞাৰ সন্তান। কবি-নাট্যকাৰ বৰুৱাই 'সাহিত্যৰত্ন' অভিধাৰে বিভূষিত হোৱাৰ উপৰি অসম সাহিত্য সভাৰ দ্বিতীয় অধিৱেশনৰ সভাপতিৰ আসনো অলংকৃত কৰিছিল। অৱশ্যে এইজন ভূধৰ আগমাচাৰ্যৰ নৱম পুৰুষৰ সন্ততি দুৰ্গেশ্বৰ দ্বিজে ৰাজেশ্বৰ সিংহ স্বৰ্গদেউৰ দিনত ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ আংশিক অনুবাদ কৰি দেৰগঞাৰ সন্তানৰ সাহিত্য সৃষ্টিৰ পৰম্পৰাৰ প্ৰথম ধাপটো নিৰ্মাণ কৰি দিছিল। বিংশ শতাব্দীৰ দ্বিতীয় দশকত জন্মগ্ৰহণ কৰি, সমগ্ৰ শতিকা জুৰি সাহিত্যকেই সাধনা হিচাপে গ্ৰহণ কৰি সাহিত্যৰ আটাইকেউটা দিশতে নজহা-নপমা সোণসেৰীয়া অৱদান দি আধুনিক অসমীয়া সাহিত্যক ঐশ্বৰ্যশালী কৰি যোৱা চৈয়দ আব্দুল মালিক দেৰগাঁৱৰেই সন্তান। সাংবাদিকতাক নতুন গতি আৰু শক্তি দিয়া, কবি-গল্পকাৰ লক্ষ্মীনাথ ফুকন, অসমীয়া কবিতাত বিপ্লৱৰ সুৰ ধ্বনিত কৰি প্ৰগতিশীল চেতনাৰে নতুন অভিযানৰ পাতনি মেলা ধীৰেন দত্ত, জাতীয়তাবাদী চিন্তাৰে বৌদ্ধিক নেতৃত্ব দি সাংবাদিকতাত এক নতুন ধাৰা প্ৰৱৰ্তন কৰি খ্যাতিমান হোৱা দুগৰাকী সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱা আৰু কীৰ্তিনাথ হাজৰিকা, সৰ্বভাৰতীয় খ্যাতি অৰ্জন কৰা কবি নীলমণি ফুকন, নৃত্যৰ অবিৰত সাধনাৰে অসমৰ সত্ৰীয়া নৃত্যক সৰ্বভাৰতীয় মান্যতা প্ৰদান কৰা নৃত্যাচাৰ্য যতীন গোস্বামী, হেৰাই যাব খোজা জিকিৰ গীতক সুৰীয়া কণ্ঠৰে প্ৰাণপ্ৰতিষ্ঠা কৰি যোৱা ৰেকিবুদ্দিন আহমেদ, বোলছবি জগত আৰু সংগীত জগতত অম্লান বৰঙণি দিয়া ডাঃ উপেন কাকতি দেৰগাঁও বা বৃহত্তৰ দেৰগাঁৱৰ মহান গৌৰৱ। বোলছবিৰ সুখ্যাত পৰিচালক শিৱপ্ৰসাদ ঠাকুৰ দেৰগাঁৱৰে হোৱাৰ উপৰি অতুল বৰদলৈয়ে দেৰগাঁৱৰে পৰাই বোলছবি জগতক উজ্জ্বলাই গৈছে। প্ৰণৱেন্দু বিকাশ ধৰ, ননী বৰপূজাৰী দেৰগাঁৱৰ পৰাই যোৱা দুগৰাকী প্ৰখ্যাত শিল্পী। এগৰাকী ভাস্কৰ্য শিল্পী, আনগৰাকী চিত্ৰশিল্পী। এনেদৰে অনেকজন দেৰগঞাই স্বকীয় প্ৰতিভাৰ জ্যোতিৰে অসমৰ সাহিত্য-সংস্কৃতি-শিল্পৰ জগতখনক আলোকিত কৰি তুলিছে। আৰু অনেকজন আছে, যিসকলে নিৰন্তৰ কবিতা, গল্প, উপন্যাস, প্ৰবন্ধ, নাটক আদি সৃষ্টি কৰি দেৰগাঁৱক ধন্য কৰা নাই, অসমীয়া সাহিত্যৰ জগতখনকো উজ্বলাই কীৰ্তিমান হ'ব পাৰিছে। এইহেন সাহিত্য-সংস্কৃতিৰ সৃষ্টিৰ নিৰৱচ্ছিন্ন ধাৰা অব্যাহত থকা দেৰগাঁৱত অসম সাহিত্য সভাৰ একসপ্ততিতম অধিৱেশনখনি অনুষ্ঠিত কৰিবলৈ পাই আমি পৰম আহ্লাদিত আৰু গৌৰৱান্বিত।

অসম সাহিত্য সভা প্ৰতিষ্ঠা হোৱাৰ আঠ বছৰৰ পাছতে দেৰগাঁৱত তাৰ শাখা প্ৰতিষ্ঠা হৈ অদ্যাৱধি এটা প্ৰাণৱন্ত শাখাৰূপে দেৰগাঁও সাহিত্য সভাই অসমীয়া সাহিত্য চৰ্চাৰ পৰিৱেশত যি অৱদান আগবঢ়াই আহিছে তাকো আমি এই মুহূৰ্তত গৌৰৱেৰে স্মৰণ কৰিছোঁ। সভাৰ ছয়াশী বছৰীয়া ইতিহাসত দেৰগাঁৱৰ শিক্ষাব্ৰতীৰ পৰা সাহিত্যসেৱী, সমাজসেৱী সকলোৱেই এই অনুষ্ঠানৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ গতি আৰু শক্তি দি আহিছে। ১৯৭৪ চনত ছজনকৈ অসম সাহিত্য সভাৰ সভাপতিৰ সমাৱেশেৰে তিনিদিনীয়াকৈ দেৰগাঁও সাহিত্য সভাই মহাসমাৰোহেৰে সোণালী জয়ন্তী উৎসৱ পালন কৰাটো এটা উল্লেখযোগ্য কথা। পত্ৰিকাকে ধৰি বিভিন্ন উপলক্ষ্যত বিবিধ সাহিত্য প্ৰকাশনেৰে দেৰগাঁও সাহিত্য সভাই নিজস্ব গৌৰৱ অক্ষুন্ন ৰাখিছে।

### 'দিচৈ-দৰিয়া' সম্পৰ্কে যৎকিঞ্চিত

উত্তৰে ব্ৰহ্মপুত্ৰই এৰা সুঁতি 'দিচৈ', যি দেৰগাঁৱৰ মূল কেন্দ্ৰৰ পৰা আঠ কিলোমিটাৰমান দূৰৰ





সম্পাদকীয়

ব্ৰহ্মপুত্ৰ নদী পৰ্যন্ত পৰিব্যাপ্ত — যাক ক'ব পাৰি দিচৈ উপত্যকা, য'ত এসময়ত বিশাল কছাৰী ৰাজ্যৰ অৱস্থিতি আছিল বুলি অনুমান কৰা হয়, আৰু আনফালে দক্ষিণ-পশ্চিম অঞ্চলেদি বৈ যোৱা 'দৰিয়া' নদী, এয়েই গঢ়ি তুলিছে বৃহত্তৰ দেৰগাঁৱৰ সামগ্ৰিক ভৌগোলিক অৱস্থিতি। লোকমুখে বাগৰি অহা এটা ফকৰা বা প্ৰবাদো এইক্ষেত্ৰত প্ৰচলিত আছে —

'কাকদাং লাকদাং, দাবিদুবি-দৰিয়া
ছাগলী হেবাংবাং চৰিয়া ফুটাং টাং।'

পূবে কাকডোঙা, পশ্চিমে লোৱাদাং-দাবিদুবি-দৰিয়া, দক্ষিণে নাহৰণিৰ ছাগলী হাম্বা আৰু উত্তৰে জলময় চৰ বা চাপৰি অঞ্চল — তাকে প্ৰতিপন্ন কৰিছে বুলি থাৱৰ কৰিব পাৰি; অৰ্থাৎ দেৰগাঁৱৰ সীমা সম্পৰ্কে এটা মোটামোটি ধাৰণা ইয়াত সন্নিবিষ্ট হৈছে।

এতিয়া ইতিহাসে পৰশ পেলাই যোৱা উত্তৰাঞ্চলৰ দিচৈ উপত্যকাই ব্ৰহ্মপুত্ৰ অঞ্চল আৰু পশ্চিমে আৱৰি থকা দৰিয়া নদীকে সামৰি বৃহত্তৰ দেৰগাঁৱক বুজাবলৈ স্মৃতিগ্ৰন্থখনিৰ নাম 'দিচৈ-দৰিয়া' নামকৰণ সৰ্বসন্মতিক্ৰমে কৰা হৈছে, যাতে মিছিং, কছাৰী, চাহ-জনগোষ্ঠীৰ লগতে অন্যান্যসকলৰ মিলনৰ স্থলী দেৰগাঁৱৰ ঐতিহাসিক স্থিতি স্পষ্ট হয়। বিভিন্ন জনগোষ্ঠীৰ মিলন ই প্ৰশস্ত কৰিব, এয়ে আমাৰ আশা।

কৃতজ্ঞতা ঃ

দেৰগাঁৱৰ ঐতিহাসিকতা, দেৰগাঁৱৰ লেখাৰ ঐতিহ্য, সাংস্কৃতিক ঐশ্বৰ্য, ধৰ্মীয় পৰম্পৰা, আধুনিক দেৰগাঁৱৰ নিৰ্মাতা ইত্যাদি দেৰগাঁও সমন্ধীয় প্ৰায় সকলো দিশ সামৰি দেৰগাঁও সম্বন্ধে জ্ঞাত হ'বৰ কাৰণে স্থানীয় লেখকসকলৰ প্ৰবন্ধ সংগৃহীত কৰাৰ উপৰি অসমৰ প্ৰথিতযশা লেখক-লেখিকাসকলৰ সাহিত্য-সংস্কৃতিমূলক বিভিন্ন প্ৰবন্ধ সন্নিবিষ্ট কৰি স্মৃতিগ্ৰন্থখনি প্ৰকাশ কৰা হৈছে, যাতে বিভিন্নজনৰ বিচিত্ৰ চিন্তাৰ আভাস পাব পৰা যায়। আমাৰ অনুৰোধ ৰক্ষা কৰি যিসকল লেখক-লেখিকাই প্ৰবন্ধৰ দ্বাৰা আমাৰ কাৰ্য সম্পাদন কৰাত সহায় কৰিলে সেই সকলোলৈকে আমাৰ আন্তৰিক কৃতজ্ঞতা নিবেদন কৰিলোঁ। অৱশ্যে সংগৃহীত শতাধিক প্ৰবন্ধৰ সকলোখিনি সীমিত পুঁজি, সীমিত পৃষ্ঠাৰ কাৰণে প্ৰকাশ কৰিব নোৱাৰি আমি দুঃখিত। তাৰবাবে ক্ষমা প্ৰাৰ্থনীয়।

স্মৃতিগ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত সহায়-সহযোগ আগবঢ়োৱাৰ বাবে আদৰণী সমিতিৰ মাননীয় সভাপতি, সম্পাদক প্ৰমুখ্যে সকলো সদস্যলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। স্মৃতিগ্ৰন্থখনিৰ সম্পাদনা কালত সক্ৰিয় সহযোগিতাৰে সম্পাদনা সমিতিৰ সভাপতি ড° নগেন ঠাকুৰ ছাৰে যি সহায় কৰিলে, তাৰ বাবে আমি কৃতজ্ঞ হৈ ৰ'লোঁ। তদুপৰি সম্পাদনা সমিতিৰ সমূহ বিষয়ববীয়ালৈ আমাৰ শলাগ জনালোঁ।

বৰুৱাবামুণ গাঁৱৰ 'পাৰ্থ ইম্‌প্ৰিন্ট'ৰ স্বত্বাধিকাৰী পাৰ্থপ্ৰতিম তামুলীয়ে যি কষ্ট স্বীকাৰ কৰি অতি কম সময়ৰ ভিতৰতে অক্ষৰ বিন্যাসৰ পৰা অলংকৰণলৈকে যিখিনি শ্ৰম কৰি দিলে তাৰ বাবে আমি তেওঁক আন্তৰিকতাৰে শলাগ লৈছোঁ। তদুপৰি ভৱানী অফচেট এণ্ড ইমেজিং চিষ্টেমে স্মৃতিগ্ৰন্থখনি ছপাৰ দায়িত্ব লৈ আমাক সহায় কৰাৰ বাবে সম্পাদনা সমিতিৰ তৰফৰ পৰা আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

দেৰগাঁও
১ ফেব্ৰুৱাৰী, ২০১১

(শৰৎৰাণা বৰা)

(গুণীন শৰ্মা)







# দেৰগাঁও ঃ অতীত আৰু বৰ্তমান





# ইতিহাস, সাঁচিপাত, সময় ইত্যাদি

## (কাব্যকথা)

মীৰা ঠাকুৰ



ক লগ পোৱাৰ আগতে শিলালিপিবোৰত নিজকে খোদিত কৰি ধন্য হৈছিলোঁ মই। বুকুত তুলি লৈ মোৰ ঘটনাপ্ৰৱাহ শিলবোৰ ৰৈ আছিল সময়ৰ সাক্ষী হৈ।

আৰু যিদিনা মোৰ তোৰ স'তে প্ৰথম পৰিচয়, সেই দিনাই এঙেৰুৱা গাঁতত সোণোৱালী চাকিবোৰ জ্বলি উঠিছিল, ধিমিক-ধামাক। ইয়াৰ পিছত তোৰ মোৰ সহবাসত উজলি উঠিছিল প্ৰতিটো ক্ষণ, প্ৰতিটো দিন-বাৰ-মাহ-বছৰ। সময় আছিল আমাৰ আটোলটোল এধানি সহচৰ।

তই বল্কল বসন পিন্ধি ৰৈ আছিলি মোৰ বাবে। মই খোদিত হৈছিলোঁ তোৰ হিয়াৰ পেখম ধৰা উলাহত। বুকুৰ ভিতৰে-বাহিৰে অলেখ মৌ-পখিলাৰ গুণ গুণ বৰষুণত প্ৰতিভাত হৈছিল আমাৰ উশাহ-নিশাহ, চাল-চলন আৰু হিয়াৰ অলিখিত হৃৎস্পন্দনৰ টুকুৰা খবৰ। শিলৰ কেলেণ্ডাৰে সী থৈছিল এৰি অহা দিনবোৰৰ সোঁৱৰণ। আমি দুয়ো গাঁঠি লৈছিলোঁ তেজত।

লাহে লাহে আমাৰ দুটা ভৰি গজিছিল। দুটা কৌতূহলী নয়ন; আমি অৱলীলাক্ৰমে পৰিব্ৰাজক হৈছিলো। সময়ব হাত ধৰি ভ্ৰমণ কৰিছিলোঁ পৃথিৱী। মাটি আৰু আকাশৰ মৰম সনা ৰাগিত নিচা লাগিছিল আমাৰ গাত। কি নিচা নাজানো। কেৱল নিচা লাগিছিল।

আমাৰ প্ৰেমত জন্ম হৈছিল এটা শব্দৰ শংখৰ ধ্বনি। জন্ম হৈছিল আখৰৰ শোভাযাত্ৰা আৰু বিজয়ৰ গান। কালক সাক্ষী কৰি, তোৰ বুকু ভৰাইছিলোঁ অনন্য কাহিনীৰে।

এদিন আমি দেৱগ্ৰামলৈও আহিছিলোঁ। সিদিনা উৰ্ব ঋষিয়ে সপোন এটাৰ স'তে কথা পাতিছিল। দ্বিতীয় কাশীধাম নিৰ্মাণৰ আৰু মহাপয়োভৰেৰে, একলক্ষ এহেজাৰ শিৱলিংগ স্থাপন কৰিছিল শীতলা পথাৰৰ বুকুত।

বৰ্ষণমুখী পথাৰখনে, আকাশলৈ চাই দিন গণিছিল দৌল নিৰ্মাণৰ। ভবামতে নহ'ল কথা। কালৰ হাত ধৰি ঋতুৰ কোলাৰে এজাক ধুমুহা আহিল। ধুমুহাই বিধ্বস্ত কৰিলে পথাৰৰ আশা। মাটিৰ তলাতলেৰে গৈ গৈ মুখ লুকুৱাই শুই পৰিল লক্ষাধিক শিৱলিংগ। শিৱতলে নাম সলালে। নাম হ'ল 'শীতল',

শিৱভক্ত শালস্তম্ভ গোষ্ঠীয়েই গঢ়ি তুলিছিল, শিলৰ মন্দিৰ দৌল-দেৱালয়। সেইকথা শিলত খোদিত লিপিবোৰে আজিও কয়।



গেলাবিলৰ পাৰৰ শিৱালয়েও কয় কাৰ পৰশত গঢ়ি উঠিছিল শিলৰ মন্দিৰ, শিলৰ দুৱাৰ, শিলৰ ভাস্কৰ্য, শিলৰ বিগ্ৰহ। এদিন কাল ধুমুহাত চপৰা-চপৰে খহি পৰিছিল দেৱালবোৰ, ধ্বংসস্তুপৰ মাজত ওপঙি আছিল দেৱালৰ প্ৰতিচটা শিলৰ বেজেৰুৱা মুখ।

নেঘেৰিটিং মন্দিৰৰ শিলৰ খটখটিয়ে আজিও বিনায় 'আমিয়ে মন্দিৰৰ প্ৰতিচপৰা বেৰ, চাল, মজিয়া। আমি ইয়াতে আছোঁ, ৰোমন্থন কৰিলেই বুজিবা আমি শালস্তম্ভ যুগৰ মন্দিৰ গঢ়োতা।'

সময়ে মাটি খান্দি উলিওৱা দেওপানীৰ বিষ্ণু মূৰ্তিয়েও কৈছিল নেঘেৰিটিঙৰ বিষ্ণুমূৰ্তিৰ সৈতে তেওঁৰ হেনো হুবহু মিল। একেটা সাঁচতে গঢ়া, একেটা সময়ৰ।

'শীতলপথাৰ' তুমি আছিলা শালস্তম্ভৰ ধৰ্মচৰ্চাৰ প্ৰাণকেন্দ্ৰ, নাছিলা জানো? তোমাৰ বুকুতেই ক'ত ধৰ্মালোচনা তুংগত উঠিছিল। প্ৰজাগণৰ বুকুৰে বুকুৰে শিপাই আছিল শান্তি-সম্প্ৰীতিৰ বীজ।

আৰু এদিন তিনিকুৰি পোন্ধৰটা শিলৰ খটখটি বগাই উঠিলোঁগৈ নেঘেৰিটিং পাহাৰ। উত্তৰ দিশে উজলি আছিল আইৰ দেহৰ শুভ্ৰ শুৱনি চাদৰ। মনোৰম হিয়া জুৰণিয়া। সেউজীয়া মৰল এটাই প্ৰদক্ষিণ কৰা মন্দিৰৰ টিলাটোলৈ বেঙা মেলি চাই আছিল চাহগছবোৰে ভক্তিত গদ্‌গদ্ হৈ।

হাতে হাতে নৈবেদ্য শৰাই, সুগন্ধি ধূপৰ মালা, মন্দিৰমুখী ভক্তৰ সমাগম। আৰু গছে গছে বিৰাজমান পুত্ৰৰ কাংখিত নয়ন আকৃতি, কোনোবা ভক্তই দিয়ে যদি এটা ফল এমুঠি প্ৰসাদ।

এয়াই শিৱদৌল, প্ৰজাবৎসল ৰাজেশ্বৰ সিংহই দূৰদৰ্শী চিন্তা-চেতনাৰে সজাইছিল শিৱদৌল। ঐক্য-শান্তি-প্ৰীতি-সম্প্ৰীতিৰ ধ্বজা উৰুৱাই, শৈৱ-বৈষ্ণৱ-গণপত্য আৰু সৌৰৰ সকলোকে আদৰি সাদৰি।

পঞ্চদেৱতাৰ আৰাধনাৰ স্থান এই মন্দিৰেই আহোম স্বৰ্গদেউৰ ছশ বছৰীয়া শাসনৰ উজ্জ্বল স্তম্ভ হৈ ৰ'ল। স্বৰ্গদেৱে বুজি উঠিছিল এই মন্দিৰেই হ'ব পুণ্যধাম মহামিলনৰ।

ইয়াৰ পিছত বুঢ়া ৰজাই স্থাপন কৰিছিল 'দেৱঘৰ' (মহেশ্বৰ দেৱালয়)। সমাজিকত পোৱা দিঠকৰ তিনিপহীয়া ফুলত সী থোৱা আছিল স্বৰ্গদেউৰ আয়ুস। টুটি অহা আয়ুসত স্বৰ্গদেৱে বুজি উঠিছিল 'মোৰ যাবৰ হ'ল'।

মিৰজুমলাৰ সেনাই অশুচি কৰা এই দেৱঘৰ দেৱালয় বহুযুগ অশুচি হৈ ৰ'ল। ধূপদীপ চাকিহীন বিগ্ৰহৰ স'তে এন্ধাৰত ডুব গ'ল মন্দিৰ আৰু মন্দিৰৰ প্ৰাংগণ। আকৌ এদিন শিৱসিংহ স্বৰ্গদেৱে শিৱলিংগ স্থাপনেৰে পুনৰ জাগ্ৰত কৰিলে মন্দিৰ।

হঠাতে অমংগলে চানিলে দেশ। স্বৰ্গদেউ ৰাজেশ্বৰ নৰিয়া পাটিত। দ'ল আৰু পুখুৰী উছৰ্গা কৰাৰ হেঁপাহ বুকুতে লৈ এদিন স্বৰ্গদেউ কাল হ'ল। চৈফা পূজায়ো কাম নিদিলে। চৰগ পৰি বাহৰ পুৰিল। বাঁহ ফুলিল। চেংদেউ মন্দিৰৰ কাঠ এড়ুখৰি বতাহত সুলকি মাটিত পৰিল। খেনোৰে ক'লে দেহা অৱসান। খেনোৰে ক'লে বিষপান কৰোঁৱাই অৱসান কৰোৱা হ'ল জীৱন।

আৰু এদিন কছাৰী ৰজাই এই মন্দিৰতেই 'বাথৌ- ব্ৰাক' পূজা দিছিল বলি-বিধানেৰে। আহোমৰ স'তে এঘড়ী যুঁজিবলৈ 'দেৱচাংফা' তুমিওতো পূজা দিছিলা বুকুত লৈ যুদ্ধ জয়ৰ সোণালী চমক। আজিও চলি আছে সেই বলি পূজা প্ৰথা।

এই মন্দিৰেই স্বৰ্গদেউসকলৰ জীৱন বীক্ষা আগুৰি সামৰি লিখিছিল সোণালী ইতিহাস। ইতিহাসত জিলিকি আছিল স্বৰ্গদেউসকলৰ যশ-খ্যাতি আনন্দৰ লিপি। দান বৰঙণিৰে বিধৌত মন্দিৰ আৰু মন্দিৰৰ চৌহদ।

এপাত নিৰ্মালিৰ বাবে প্ৰতিদিনেই ভক্তিভৰা দুহাতেৰে বৈ আছিল গড়গাঁৱৰ স্বৰ্গদেউৰ লঘোণীয়া দেহ। বেলি মূৰৰ ওপৰ নৌপাওঁতেই পূজাৰ অন্তত খৰখেদাকৈ ঘোঁৰা চোঁৰাবীৰ পিঠিত উঠি নিৰ্মালি গৈ আছিল যোৰহাট হৈ জাঁজী হৈ গড়গাঁৱলৈ।

আৰু 'কাকতি টিকা' তোমাৰ বুকুতে কোঠ মাৰিছিল নেকি বৰ্বৰ 'মানে'? দৌল দেৱালয়ৰ সোণৰ থাল, তামৰ ডবা, ৰূপৰ গচা, সহস্ৰ ধন-সোণ হেনো লুটি নিছিল, পৈশাচিক আনন্দেৰে মন্দিৰৰ পৰা। আস্, কি যে নিৰ্মম হাতোৰা।

আৰু এদিন নটী-নৃত্যৰ তালে তালে নাচি উঠিছিল মন্দিৰৰ প্ৰাংগণ। নাচনীৰ নেঘেৰী-খোপাত উজলি আছিল জিক্‌মিক্ সোণালী কাপোৰ। 'মেলা গায়ন'ৰ মৃদংগৰ তালে তালে নাচি উঠিছিল নাচনী হাতৰ মুদ্ৰা।

চিনাতলীয়া নটৰ জীয়াৰীয়েও নাচিছিল। অপূৰ্ব দেহ ভংগিমাই স্বৰ্গদেউৰ দেহত আহুদি সানিছিল। আৰু তেতিয়াই ফুলমতী 'ফুলেশ্বৰী' হ'ল, বৰৰজা হ'ল ফুলমতী। মোৱামৰীয়া বিদ্ৰোহৰ অগনি জ্বলাই বং চোৰা বাণী হ'ল ফুলমতী। সন্ত বৈষ্ণৱৰ কপালত বলিৰ ফোটেৰে ৰঞ্জিত কৰা নিৰ্মম বাণী হ'ল তেওঁ। এনেকৈয়ে প্ৰথম বাৰলৈ কলংকিত হ'ল আহোম সিংহাসন। এনেকৈয়ে এদিন অৱসান হ'ল অত্যাচাৰৰ বৰ ৰজাৰ দেহাৱসানত।

চকৰি ঘূৰি থাকিল চিৰন্তন প্ৰক্ৰিয়াৰে। কত ভাস্কৰ্য পোত গ'ল মাটিৰ তলত। মাটি খান্দি খান্দি পিতলৰ গচা, খোৱা তেলৰ চাকি, কত শত উত্থান-পতনেৰে, ভঙা গঢ়াৰে ইতিহাস হ'ল দেৱগ্ৰাম।





মন্দিৰৰ দেহ-দেউলত শিলৰ লিপি, শিলৰ ভাস্কৰ্যই সোঁৱৰাই থাকে আজিও সোণালী অতীত। বীৰ 'ডেৰচাৰ' তোমাৰ নামেৰেই দেৱগ্ৰাম হ'ল দেৰগাঁও, নহয় জানো?

ইয়াৰ পিছত বগা বঙালৰ হাতলৈ গ'ল আই ভাৰতী। ৰেহাই পালে দেৱগ্ৰামে। শদিয়াৰ পৰা বিশ্বনাথলৈ, দিহিঙৰ পৰা ধনশিৰি লৈ লালবন্দী হ'ল স্বৰ্গদেউ দুকুৰি দহ হেজাৰ টকাত। কপাহতলিত গজিল বিমান ঘাটি, বৰুৱাবামুণ গাঁৱলৈ বঢ়াই ল'লে 'যদুমণি ফটাচাটি'ৰ চিৰি।

এনেকৈয়ে দ্বিতীয় মহাযুদ্ধই ঘাটি পাতিছিল দেৰগাঁৱত। 'চেলটাৰ'বোৰ মুখ মেলি আছিল যন্ত্ৰণা এটাৰ স'তে। 'এল পেটাৰ্ণ' আৰু 'জেদ পেটাৰ্ণ'ৰ গাঁতবোৰত সোমাই আছিল বিভীষিকা এটা। বোমা বাৰুদৰ ভয়ত তত হেৰাইছিল পুৱা দুপৰ গধূলিৰ। ভয়ত পেপুৱা লাগিছিল সময়।

আৰু এদিন, ৪২ৰ ত্ৰিৰংগ পতাকা উৰুৱাবলৈ গৈ তুমবলি হৈছিল মুক্তিকামী মানুহৰ গান। স্তব্ধ আকাশৰ কোলাত ওলমি আছিল শোকাকুল মেঘ। স্তব্ধ বতাহ। এখন তেজৰ শেতেলী পাৰি শুই পৰিছিল মুক্তিকামী নবেন।

ৰাতিক দিন কৰি 'কপাহতলি' ফিল্ডত যুদ্ধৰ আখৰা চালিছিল। অৰণ্ডে-দৰণ্ডে জ্বলিছিল গণ আন্দোলনৰ পচোৱা জুই।

আৰু এদিন অসহযোগ আন্দোলনৰ গুৰি বঠা ধৰি বাপু তুমি যে নাও বাই আহিছিলা জনসমুদ্ৰৰ উত্তাল তৰংগৰে। ক্ৰান্তিকালৰ সময়েও দৰক দি চাইছিল সেই সুবৰ্ণ দেহৰ অনিৰুদ্ধ উল্লাস। আৰু দেৰগাঁৱে হেঁপাহেৰে কোলা পাতি আছিল তোমাৰ ভাগৰুৱা দেহৰ এখন্তেক জিৰণিৰ বাবে। আজিও গৌৰৱেৰে থিয় হৈ আছে সেই 'বাপুজী মন্দিৰ' তোমাৰেই নাম মহিমাৰে। সময় গৈ আছিল এনেকৈয়ে।

স্বৰ্গদেউৰ হাতেৰেই ফুটুকাতলিত দেৱী দুৰ্গাই উমা মহেশ্বৰে ভূষণ পিন্ধিছিল সোণৰ। বুঢ়ী গোঁসানী থানৰ ভিতৰে-বাহিৰে। ৰজনজনাই আছিল সোণ খটোৱা ডবাৰ মংগল আৰতি। ধূপ, দীপ, সহস্ৰ প্ৰদীপ। তামৰ ফলিৰ প্ৰতিটো আখৰে পোহৰ কৰিছিল সময়ৰ।

আৰু এদিন তোমাৰ বুকুতে আধাৰ সত্ৰই আধাৰ পাতিছিল। 'কন্দলি', মধুমিশ্ৰ ন-সত্ৰই উজলাই তুলিছিল মুখ। 'মিছামৰীয়া কাথ' 'বগা কাথ', 'বাম কাথ' তিনিও একমনে নাম থৈছিল প্ৰভুৰ চৰণত। 'কাথ বাপু' সত্ৰৰ পৰাই তোমালোকৰ যাত্ৰা।

আৰু অচ্যুত গুৰু, তুমিয়েইতো সদায় তুলিছিলা! সত্ৰ 'থুকুলীয়াল' তেলিয়া সোণাৰীৰ বুকুত।

'মানেই' হওক বা কালেই হওক 'খনিকৰ পুথি'ক আলফুলে থৈ গ'ল খনিকৰ গাঁৱৰ কোলাত। তাতে বৈষ্ণৱ ধৰ্মৰ ভক্তি মাৰ্গেৰে সুবাসিত পুথিয়ে সুগন্ধি বিলালে, ধাৰণ কৰি পুথিৰ মহিমা। অসমী আইৰ হিয়াৰে বৈ গৈ অগণন ভকতৰ মনৰ মণিকূটত থিতাপি ল'লেগৈ। সেই কালিকা থকা পুথিৰ মহিমাই।

চকৰি ঘূৰি থাকিল। অলেখ সোঁৱৰণ বুকুত লৈ কাল হ'ল সময়। ধৰ্ম, শিক্ষা, সাহিত্য, সংস্কৃতিৰ পলসুৱা মাটিত অনেক মধুময় জোনাকী স্বাক্ষৰ ৰাখি বহুজন আহিল আৰু উভতি গ'ল। বুকুৰে বুকুৰে থৈ গ'ল অনুৰণিত বীণাৰ ঝংকাৰ। বহুজনে আজিও উজলাই ৰাখিছে মাটি, পানী, আকাশ আৰু আকাশৰ বৈভৱ।

বহু যুগ পাৰ হ'ল। এদিন ৰজাই বাহৰ পতা গাঁৱত মৃদংগ বাজিল মাটিৰ। সকলো উৰুলিকৃত হ'ল। সজাল ধৰা বতৰে দি গ'লহি বতৰা। ইয়ালৈ এদিন ভাষাৰ ওজা আহিব। আৰু এদিন, এই মাটি, এই পানী, এই আকাশৰ আহ্বানত চৌদিশ আমোলমোলাই নামি আহিল এটি পূৰ্ণ জ্যোতিষ্ক। এই মাটিয়েই পালন কৰিলে তেওঁক। এই মাটিয়েই দিলে স্পন্দন। কলা কলাকৈ বাঢ়ি আহিল তেজস্বী ওঁঠৰ ভাষা। কালত প্ৰজ্ঞাৰ সমুদ্ৰ মঠি তেওঁ নাম ল'লে ভাষাৰ ওজা হেম। হেম, হেমহাৰ হ'ল অসম আৰু অসমীয়াৰ।

কাল ৰৈ নেথাকিল, গৈ গৈ এদিন কোনেও নজনাকৈ নাহৰণিত এপাহ ফুল ফুলিছিল। ফুলি ফুলি সুবাসিত বন্দিতা আইৰ সুদৰ্শন মুখ। সেই পাহ ফুল মানুহে আথেবেথে হিয়াত থাপিছিল। থাপিছিল মনৰ সজীৱ কোঠাত, বুলনি ঘৰত।

জীৱন ধন্য কৰি ককাইটি আহিল আৰু গ'ল উজলাই সাহিত্য কানন। ৰাজহংস উৰি গ'ল। সোঁৱৰণীৰ পাখি সাবটি সময়ে মাথোঁ সুঁৱৰিছে নাম, যমুনা বালিত।

আজি ৰজাবাহৰতে উদুলি-মুদুলি মনৰ পদূলি। আজি তোৰণে তোৰণে সুবাসিত নামৰ ফোৱাৰা। আজি দাই নিয়া শইচৰ সুগন্ধি সুবাসত নৰাৰ পেঁপা বজাই পথাৰে মাতিছে মানুহ, মাটিয়ে মাতিছে মানুহ। হিয়াৰ পৰা হিয়ালৈ সাঁকো পাৰি পাৰি ভাষাৰ ওজাৰ ক্ষেত্ৰলৈ আদৰি সাদৰি সুৱাগুৰি তুলিছে অতিথিক।

শান্তি, সম্প্ৰীতি, সৌহাদ্যৰে ইজনে-সিজনৰ স্পৰ্শ কৰিছে হৃদয়। আজি দেৰগঞা ৰাইজে হিয়াৰ আগলতি পাতত চেনেহ নুৰিয়াই হেঁপাহৰ থুৰিওৱা তামোল লৈ আদৰি সাদৰি মাতিছে মানুহ। চোৱা চোৱা লানি নিছিগা পৰুৱাৰ দৰে অগণন মানুহ সাহিত্যৰ মহা তীৰ্থলৈ ঢাপলি মেলিছে।

তাকে দেখি গভীৰ টোপনিৰ পৰা মাটিৰ শেতেলী এৰি উঠি আহিছে

স্বৰ্গদেউসকল। উঠি আহিছে ফুলেশ্বৰী, বীৰ দে ৰচাংফা আৰু কছাৰী ৰজা, ৰজাৰ অঙহী-বঙহী। বীৰ দেবচাৰও আহিছে উলাহৰ দুণৰী এটা বুকুত লৈ।

উঠি আহিছে মুকলিমূৰীয়া গোঁসাই, ন-গোঁসাই, পৰ্বতীয়া গোঁসাইৰ আদি পুৰুষসকল। উঠি আহিছে খনিকৰ পুথিৰ অনামী ৰচোতাজনো। চিনি পাইছেনে তেওঁক। কি বা আছিল তেওঁৰ নাম, সুহৃদ নে সতীৰ্থ, নে বৈষ্ণৱ প্ৰাণ মহাত্মা নে, নে শিল্পী তেওঁ। সাঁচিপাতত যে ইতিহাস ৰচোতা শংকৰ-মাধৱৰ ৰচনাৱলী, নহয় নহয় তেওঁ লিপিকাৰহে, লিপিকাৰ তেওঁ।

চোৰা চোৰা উৰ্ব্য ঋষিয়ে কেনেকে শিৱতল এৰি গতি কৰিছে 'হেম চন্দ্ৰ বৰুৱা তলি লৈ। তেওঁ চাগৈ বুকুত বান্ধি আনিছে 'যত জীৱ তত শিৱ' অমোঘ মন্ত্ৰ।

বংশী গোপাল, গোবিন্দ দেৱ, পদ্ম গোস্বামী, হেৰম্ব বৰুৱা, সুৰেশচন্দ্ৰ দেৱ সকলো আহিছে সকলো আহিছে। সাতোখন সত্ৰৰ সাতোজন আদি সত্ৰাধিকাৰৰো আগমন ঘটিছে ইয়ালৈ। কেনে শুভ দিন আজি।

শ্মশান ঘাটৰ দুবৰি দলিচাত ধ্যানমগ্ন ভাষাৰ ওজাও আহিছে। ওঁঠত মাটিৰ বাঁহী এটি লৈ। কবৰ খান্দি উঠি আহিছে কথা শিল্পী মালিক ককাইটি আৰু মুক্তিযুঁজাৰুসকল। ককাইটিৰ নাম তোৰণেৰে সোমাই আহিছে অগণন ভাষা প্ৰেমী মানুহ।

খৰটকীয়া খোজেৰে সেইয়া প্ৰত্নতাত্ত্বিক পণ্ডিত (হেমচন্দ্ৰ) গোস্বামী, সাংবাদিক (হৰেন্দ্ৰনাথ) বৰুৱা, কবি, সাহিত্যিক (লক্ষ্মীনাথ) ফুকন ডাঙৰীয়া, বিপ্লৱী কবি (ধীৰেন) দত্ত, সাংবাদিক (কীৰ্তিনাথ) হাজৰিকা,। দেৰগাঁও নিৰ্মাতা (নৰেন) শৰ্মাদেৱ, কথাছবি পৰিচালক (শিৱ) ঠাকুৰ আৰু নাম জনা-নজনা বহুজন গৈ আছে ভাষাৰ ওজা ক্ষেত্ৰলৈ।

আৰু, আৰু সেইয়া শুভ্ৰ সাজেৰে এখোজ-দোখোজকৈ কলা সমালোচক (নীলমণি) ফুকনদেৱচোন। প্ৰসিদ্ধ কবি সাংবাদিক (ড° নগেন) শইকীয়া, জিকিৰ সম্ৰাট (ৰেকিবুদ্দিন) আহমেদ, নৃত্যাচাৰ্য



(যতীন) গোস্বামী, সংগীত শিল্পী সাহিত্যিক (ডাঃ উপেন) কাকতি, চিত্ৰ শিল্পী (ননী) বৰপূজাৰী, ভাস্কৰ্য শিল্পী (প্ৰণৱেন্দু) ধৰ আৰু কত গুণী-জ্ঞানীজন। সকলো আহিছে, সকলো আহিছে আধাৰ পাতি বহিছেহি মঞ্চত। প্ৰজ্ঞাৰ কিৰণে উদ্ভাসিত কৰিছে দশোদিশ।

আজি দলদোপ-হেন্দোলদোপ, দেৰগএগ ৰাইজৰ সেৱামুখী মন। চামিয়ানাৰ তলে তলে প্ৰীতিৰ মহামেলা। ভোজনশালাত লগে ভাগে সমন্বয়ৰ এসাঁজ, লগে ভাগে সৌহাৰ্দৰ এসাঁজ, লগে-ভাগে চেনেহৰ এগৰাহ, লগেভাগে হেঁপাহৰ এগৰাহ, লগেভাগে সোঁৱৰণীৰ এগৰাহ। আ ...। বুকুভৰাই স্বস্তিৰ নিশ্বাস, আৰু আৰুনো লাগে কি আমাক?

সংস্কৃত সাগৰেৰে উজাই ভটিয়াই জনতীৰ্থলৈ বুলি সেইয়া (ৰোহিণী বল্লভ) গোস্বামী নহয়নে? বুকুৰ জপাত সযতনে লৈ এহেজাৰ এটা জ্ঞানৰ ফোৰাৰা। আৰু জনমানসত বিৰ দি সোমাইছেহি সেইয়া 'ডন ধীৰে বৈ যায়'ৰ লেখকজনো। কান্ধত বৈ নিয়া সেউজীয়া জোলোঙাখনত উকমুকাই আছে সপোন দ্ৰষ্টা মানুহৰ গান। চোৱা অৰুণ, পংকজ, জাহ্নৱী, চোৱা বিতোপন, চোৱা চোৱা কেনেকে নীলপদ্ম-পৰাগৰ বিনন্দীয়া মাটিৰ শংখধ্বনিত উপচি ফুলিছে, উখল-মাখল দেৱগ্ৰামৰ প্ৰশান্তি ভৰা মুখ।

ইয়াত এতিয়া কোনো অমানুহ নাই। মানৱতাৰ পোচাক পিন্ধি জাকত জিলিকা সকলো। সকলো সুন্দৰ, সকলো সুন্দৰৰ পূজাৰী। ভাষা-জননীৰ উপাসক সকলো। প্ৰেম-প্ৰীতি শ্ৰদ্ধাৰে সকলোৱে বিনিময় কৰিছে সদ্‌ভাৱ। আলিংগন কৰিছে, স্পৰ্শ কৰিছে ইজনে সিজনক। আস্ কি অমৃতময় ভাৱনাৰে সমৃদ্ধ এই দিন।

আহাঁ সকলো আহাঁ, যিসকল অহা নাই, এবাৰলৈ, এখন্তেকলৈ, সেই সকলো আহাঁ, আহাঁ, ভাই, বন্ধু, পিতা-মাতা, জ্ঞাতি-কুটুম, সুহৃদ, সতীৰ্থ, সকলো আহাঁ।

পুতভূমিত থিয় হৈ এবাৰ অনুভৱ কৰোঁহঁক আমি যে অমৃতৰ সন্তান। ভাষা জননীৰ পূজাৰী আমি। আহাঁ আমি ডুব যাওঁ ইজনে-সিজনৰ প্ৰজ্ঞাৰ সমুদ্ৰত, চেনেহীৰ সেউজীয়াত। মৃত্যু মা অমৃতম্ গময়। আহা আহা ...।◆





# দেৰগাঁৰৰ শিৱ দ'ল

নীলমণি ফুকন

সম্পাদকীয় টোকা ঃ

শৈৱ-শাক্তসকলৰ পূজাৰ কেন্দ্ৰস্বৰূপে আৰু 'দেৰগএগ নটী'ৰ বাবে দেৰগাঁও বিখ্যাত। কিন্তু দেৰগাঁৱৰ ইতিবৃত্তৰ বহল আলোচনা ক'তো হোৱা নাই। বৰ্তমান প্ৰবন্ধটি সেইদেখি আমি আগ্ৰহেৰে গ্ৰহণ কৰিছোঁ আৰু আশা কৰিছোঁ প্ৰবন্ধটিৰ অসম্পূৰ্ণতা অনুসন্ধিৎসুৱে পূৰ কৰিব। বৰ্তমান বিৱৰণৰ পৰা ভাব হয় প্ৰতাপ সিংহ বুঢ়া ৰজাৰ ৰাজত্বৰ আগতে দেৰগাঁৰৰ বিশেষ প্ৰতিষ্ঠা নাছিল বা সি শাক্ত-শৈৱৰ কেন্দ্ৰ হৈ পৰা নাছিল। কিন্তু বুৰঞ্জী, প্ৰবাদ আৰু আন বিৱৰণৰ পৰা সেই ৰজাৰ দিনতেযে দেৰগাঁও প্ৰভূত প্ৰতিপত্তিশালী হৈ পৰে, সেই কথা বুজিব পাৰি। ৰমানন্দ দ্বিজৰ বংশীগোপাল চৰিত্ৰত আছে [১] — বুঢ়া ৰজাৰ দিনত ৰাজৰোষত পৰি বংশীগোপাল ঘূৰি ফুৰোঁতে দেৰগাঁৱত ৰয়গৈ। এদিন নিশা তাতে তেওঁ স্বপ্নত দেখে, মহেশে হাতত ত্ৰিশূল-ডম্বৰু লৈ আহি তেওঁক সাবটি ধৰি কৈছে — 'মোক চাবলৈ কিয় তুমি নোযোৱা? মই বৈষ্ণৱসকলক ঈশ্বৰৰ সমান কৰি মানো।' একে নিশাই হৰ দেউৰী ঠাকুৰক পুৱাতে হাতী সাজু কৰি থ'বলৈ ক'লে — তেওঁ সন্তক দেখা কৰিবলৈ যাব। পিছদিনা হাতী সজোৱা হ'ল। দেখা গ'ল, মাউত নোহোৱা হাতীয়ে ৰুদ্ৰৰ মন্দিৰৰ সন্মুখত আঁঠু কাঢ়ি কাৰোবাক তুলি লোৱাৰ দৰে গহীন খোজেৰে বংশীগোপাল থকা ঠাই পালেগৈ। পিছদিনা গোপালদেৱ মন্দিৰলৈ গৈ 'হৰিহৰ একে আত্মা মানিয়া মনত' ৰুদ্ৰ মূৰ্তিক বাৰে বাৰে আলিংগন কৰিলে। 'কালিকা-পুৰাণ' বা 'যোগিনী-তন্ত্ৰ'ত দেৰগাঁৱৰ শিৱৰ উল্লেখ দেখা নাযায়। বুঢ়া ৰজাৰ আগতে এই মন্দিৰ থকা-নথকা প্ৰশ্ন লৈ বৰ্তমান প্ৰবন্ধ লেখকে আমালৈ এইদৰে লিখিছে — 'কছাৰী বুৰঞ্জী'ত ৰজা চুহুংমুং দিহিঙীয়া স্বৰ্গদেৱৰ ৰাজত্ব কালতে দেৰগাঁৱত মন্দিৰ থকাৰ কথা উল্লেখ কৰিছে। ড° সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াই সপ্তম বছৰৰ সপ্তম সংখ্যা 'আৱাহন'ত লিখা 'কছাৰী বুৰঞ্জীৰ আখ্যান' শিতানৰ প্ৰবন্ধত চুহুংমুং দিহিঙীয়া স্বৰ্গদেৱৰ আজ্ঞাত কনচেং বৰপাত্ৰই কৌশলেৰে কছাৰীক জয় কৰাৰ কথা কৈছে, 'সৰলচিতীয়া সেই লেখামতে দেবৰগাঁৱৰ মন্দিৰত বলি দিয়াৰ প্ৰমাণেৰে আহোম আৰু কছাৰীৰ ৰাজ্যৰ সীমা নিৰ্ণয় কৰিবলৈ মান্তি হ'ল।' ৰেড চাহাবেও কছাৰী যুদ্ধৰ (চুহুংমুং স্বৰ্গদেৱৰ দিনত) কথা অৱতাৰণা কৰি দেৰগাঁৱক 'a place of worship' বুলিছে। এই সম্বন্ধে আমাৰ প্ৰায়বোৰ বুৰঞ্জীতে একো বিৱৰণ পোৱা নাযায়। এই মন্দিৰ দেৰগাঁৱৰ ক'ত আছিল, তাকো জনা নাযায়। এই সম্বন্ধে কিছু কথা পোৱা হ'লহেঁতেন নেঘেৰিটিঙৰ দেৱালয়ৰ তামৰ ফলিৰ পৰা। কিন্তু সেই ফলিখন দ'লৰ এজন পূজাৰীয়ে ঘৰত নি থওঁতে আচম্বিতে সেই পূজাৰীৰ ঘৰত জুই লগাত তামৰ ফলি গোট মাৰি লদা হ'ল।' নেঘেৰিটিঙত প্ৰাক আহোম যুগতে এটি মন্দিৰ থকা বুলি তাত পোৱা ধ্বংসাৱশেষৰপৰা অনুমান কৰা হয়। (ড° মহেশ্বৰ নেওগ)

নেঘেৰিটিঙৰ দ'ল হ'ল 'পাঞ্চ দেৱতাৰ দ'ল'। 'পাঁচজন দেৱতা হৈছে শিৱ, বিষ্ণু, গণেশ, গোসাঁনী

আৰু সূৰ্য। শিৱদ'লৰ গাতে গোসাঁনীদ'ল, বিষ্ণুদ'ল, গণেশদ'ল, সূৰ্যদ'ল লাগি আছে।

গোসাঁনী (দশভূজা) দ'লৰ গোসাঁনীৰ আগতহে বলি-বাহন আগেয়েও হৈছিল আৰু এতিয়াও হয়। এই প্ৰসংগত উল্লেখযোগ্য — বৰ্তমান গোসাঁনীদ'ল অপৰিষ্কাৰ হৈ থকা কাৰণে গোসাঁনী দশভূজাক শিৱ-দ'লত থোৱা হৈছে। শিৱ-দ'লৰ পৰা ই চাৰিটা দ'ললৈ ভিতৰেদি দুৱাৰ আছিল। বৰ্তমান উক্ত দুৱাৰবোৰ বন্ধ কৰি দিয়া আছে; কিন্তু দুৱাৰ থকাৰ চিন-মোকাম হেৰোৱা নাই। বৰ্তমান পূজা-পাতল এঠাইতহে অৰ্থাৎ নেঘেৰিটিং দ'লতহে হয়। নেঘেৰিটিং দ'লত শিৱৰাত্ৰিৰ বিধিমতে পূজা হয়। সেই বিধিখন ৰজাৰ দিনৰে সাঁচিপাতত লিখা, এজন পূজাৰীৰ ঘৰত আছিল বুলি শুনা যায়।'

আৰ্কিয়লজিকেল ছুপাৰিণ্টেণ্ডেণ্ট্ মিঃ কে এন দীক্ষিতে বিভাগীয় প্ৰতিৱেদনত (১৯২৩-২৪ চন, ৩৪ পিঠি) নেঘেৰিটিং শিৱ দ'লৰ বিষয়ে লিখিছে — 'This temple is picturesquely situated on an eminence about 50 feet higher than the surrounding level. It was erected in the beginning of the eighteenth century on the site of an older stone temple, the sculptured remains of which seem to have been utilized in building the flight of steps leading to the hillock from the plains below. With its barrelshaped spire, the temple has a somewhat massive appearance. It consists of a square shrine with four projections on each side of the main face and a porch in front. Besides the main shrine dedicated to Siva, there are four subsidiary shrines dedicated to the remaining four main detities of the Hindu pantheon, which go to form the usual Panchayatana or group of five Gods. The beauty of the temple, in common with all other Assamese temples, is spoiled by the inevitable corrugated iron shed, called the Namghar or house of prayer.'

১৯২৪-২৫ চনৰ বিভাগীয় প্ৰতিৱেদনত (পিঠি ১০০) মিঃ আৰ ডি বেনাৰ্জীয়ে লুইতে খহোৱা প্ৰাক্ আহোম যুগৰ বিশ্বনাথ মন্দিৰৰ কথা কৈ দেৰগাঁৱত থকা প্ৰাক্-আহোম যুগৰ এক দেৱালয়ৰ ভগ্নাৱশেষৰ কথা লিখিছে এইদৰে ঃ

"It came across the remains of another temple of the same epoch in the causeway built during the Ahom period on a small hill at Nigriting near Jorhat in the Sibsagar district. During the latter period a temple was built on the top of the mound when the remains of a stone built temple were utilized by the architects of the Ahom rajas for the erection of the steps which lead from the bottom to the top of the mound. With the consent of the priests of this temple, the carved stones are being taken out from these steps of the causeway and stacked along the sides"

শিৱ-মন্দিৰসমূহৰ দেৱদাসীনৃত্যৰ এটি বৈশিষ্ট্য আছে। দেৰগাঁও, বিশ্বনাথ, হাজো আৰু ডুবি — অসমৰ এই চাৰি ঠাইৰ নট-নটীৰ কথা জনাজাত। তেজপুৰৰ বিশ্বনাথৰ পৰা বঙাল সেনাপতি সত্ৰাজিতে নটী পলুৱাই নিয়াৰ কথা 'পুৰণি অসম বুৰঞ্জী'ত (৮২-৮৯ পিঠি) আছে। ম'ণ্ট গ'মেৰ মাটিনৰ The History, Antiquities, Topography, and Statistics of Eastern India, 1832 vol. III পুথিত অসমৰ নটীৰ বিষয়ে লিখিছে (৬৭৬-৭৭ পিঠি) — 'The Noti or dancers and musicians are here employed in the temples, are considered as a pure caste, and are not common prostitutes. Even the purest Brahmans condescend to give them instructions.'

ডাক্টৰ ৱেডৰ বিবৰণৰ 'living sacrifiece' ৰ ভিতৰত দেৰগাঁৰৰ দ'লত আগৰ কালত ছাগলী, হাঁহ আদিৰ বলি চলিছিল বুলিয়েহে জনা যায়। লেখকে আমাক জনাইছে, আজিকালি দ'লত ম'হ-বলিও হয়। অসমৰ শিৱ-মন্দিৰত বিশেষ এক ধৰণে ছাগ বলি দিয়া দেখা যায়। ড° বাণীকান্ত কাকতিয়ে তেখেতৰ 'The Mother Goddess Kamakhya' পুথিত (পিঠি ২৩) এই কথা টুকি দিছে — 'A curious practice of animal sacrifice is in vogue even now in the Siva temples of Assam. On the occasion of the Siva caturdasi festival, castrated goats are strangled to death in the precincts of the temples. Their flesh is cooked and a huge feast is held at night in the temples. An exception occurs in the Kamakhya hill where a castrated goat is decapitated on the same occasion.,গুৱাহাটীৰ উমানন্দ শিৱ-দ'লত এইদৰে টেঁটুচেপি বলিৰ খাহী ছাগ মৰা হয়। গোভিলৰ 'গৃহ্য সূত্ৰ'ত এনে প্ৰকাৰ ব্যৱস্থা (সংজ্ঞাপন) আছে। হাজোৰ কেদাৰ মন্দিৰত ছাগ দিবলৈ নিয়া ভক্তই টৌ-বাটি, লোক-জন লৈ গৈ তাতে দেউৰীৰ হতুৱাই মঙহ আৰু অন্ন ৰন্ধাই ভোজন কৰে। মহাদেৱ শিৱৰ লগত নৰবলিৰ সম্পৰ্কও মহাভাৰতৰ পাততে দেখা যায়। (অৱশ্যে তেনে বলি লোৱা শিৱ-মন্দিৰৰ কথা আধুনিক কালত শুনা নাযায়)। গিৰিৱজ্ৰ বা ৰাজগীৰত ৰজা জৰাসন্ধই শিৱক নৰ-বলিৰে পূজা কৰিছিল বুলি মহাভাৰতৰ সভাপৰ্বত (২১।৫।১৬) সংকেত আছে — 'যত্ৰ মাংসাদমৃষভমাসসাদ বৃহদ্ৰথঃ। তং হত্বা' — ইত্যাদি। ইয়াৰ পিছত (২২।৫।১১) শিৱক নৰ-বলি নৈৱেদ্য দিয়াৰ বাবে জৰাসন্ধক কৃষ্ণই তিৰস্কাৰ কৰিছে —

মনুষ্যানাং সমালম্ভো ন চ দৃষ্টঃ কদাচন।
স কথং মানুষৈৰ্দেৱং যষ্টুমিচ্ছসি শংকৰম্।।

ইয়াৰ পৰা বুজিব পাৰি জৰাসন্ধই ঋষভমূৰ্তি শিৱক নৰ-বলিৰে পূজা কৰিছিল। (Dr. T. Bloch, Archaeological Survey of India, Annual Report, 1906, p. 25) জৰাসন্ধই শিৱৰ ওচৰত বলি দিবলৈ পৰাজিত ৰজাসকলক বন্দী কৰি ৰাখিছিল বুলি মহাভাৰততে আছে। ('The Mother Goddess Kamakhya,' p. 67)

আমাৰ দেশৰ মঠ-মন্দিৰৰ আন্ধাৰী বুকুত যুগ-যুগান্তৰৰ ৰহস্য সোমাই আছে — অনুসন্ধানীৰ জোঁৰৰ পোহৰলৈ অপেক্ষা কৰি।

দেৰগাঁৰৰ বুকুত একুৰি ছওঁৰামান বুৰঞ্জীমূলক তথ্য সিঁচৰতি হৈ আছে। তাৰ কেতবোৰ যুগৰ পিছত যুগৰ তল যোৱা হেতুকে মানুহৰ চকুৰ আৰু মনৰ আঁতৰ হৈছে। বুৰঞ্জীবিদে দেৰগাঁৰৰ বুকুত সিঁচৰতি হৈ পৰি থকা বুৰঞ্জীমূলক তথ্যবোৰ বুটলিবলৈ হ'লে অনেক কথা উদ্ধাৰ হ'ব। বৰৰজা ফুলেশ্বৰী কুঁৱৰী দেৰগাঁৰৰ ওচৰৰে চিনাতলী গাঁৱৰ জীয়াৰী আছিল। বুৰঞ্জীয়েও আই কুঁৱৰীক 'চিনাতলীয়া নটৰ জীয়াৰী' বুলি কৈছে। কুঁৱৰী সম্বন্ধীয় বহুত কথা-উপকথা দেৰগাঁৰৰ আলৰ ককা-আইতাহঁতৰ মুখত শুনিবলৈ পাওঁহক। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে দেৰগাঁৰৰ বাহৰত স্বৰ্গী হোৱাত আমাৰ ডা-ডাঙৰীয়াসকলে যুগুতি হৈ কালশিলীয়া গোহাঁইদেউক (লক্ষ্মী সিংহক) দেৰগাঁৰৰ বাহৰতে ৰজা পাতিছিল। দেৰগাঁৰৰ শেনচোৱা গাঁৱৰ শেনচোৱা, শেন, নট গাঁৱৰ নট-নটীৰ গীত-মাত, নাচ, য-খৰীয়া চুকৰ য'খাৰ, কমাৰ চুকৰ দা-কটাৰী, হৰেক ৰমকৰ লোৰৰ বস্তু, মাছকটা চুকৰ মাছ, টুকৰীয়া চুকৰ টোকাৰীৰ সুৰে এসময়ত আহোম স্বৰ্গদেউসকলৰ গা-মন জুৰাইছিল। সৌ সিদিনালৈকে দেৰগাঁৰৰ নাচ-গীতৰ গৰিমা, ঐতিহ্য মলঙি যোৱা নাছিল। শ্ৰদ্ধেয় শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াই, তেখেতৰ নগাঁৱৰ ঘৰত দেৰগাঁৰৰ মানুহে নাচ-গান কৰিবলৈ যোৱা কথা 'মোৰ কথা' (ৰামধেনু, ৩য় বছৰ আহিন) নামৰ আলচটিত উল্লেখ কৰিছে।

দেৰগাঁও আছিল দেৱতাৰ গাঁও। 'Deorgown a place of worship, offer a living sacrifice to the God and the partly whom the omen might favour should receive the disputed countries as far as Khitalnaguree.' (Dr. Wade) শীতলাগুৰিৰ সম্পৰ্কে থাউকতে অলপ কোৱা যাওক। শীতলাগুৰিক আজিকালি 'শীতলা পথাৰ' নামেৰে জনা যায়। এই পথাৰ নেঘেৰিটিং শিৱ-দ'লৰ পূবফালে অৱস্থিত। 'শীতলা পথাৰ'ত 'ঊন কোটি শিৱ পোত খাই আছে' বুলি এটি জনপ্ৰবাদ শুনা যায়। 'Khitoli is about twelve miles low and ten broad; this district has much low ground. On the banks of Cacadunga, directly east from Deorgown, is established the Custom House of Khitalurphaut; দেৰগাঁৰৰ দেৱতাৰ কথা শুনি এসময়ত এই অসমৰ মুনিহ-তিৰোতাৰ পেটতে হাত-ভৰি লুকাইছিল। দেৰগাঁৰৰ দেৱতাৰ পূজাৰ ফুল-নিৰ্মালি শিৱত লৈহে আহোম স্বৰ্গদেউসকলে (বিশেষকৈ ৰাজেশ্বৰ সিংহ আৰু প্ৰতাপ সিংহই) প্ৰাতঃভোজন কৰিছিল। বিশেষ উল্লেখযোগ্য যে তেতিয়া হেনো দেৰগাঁৰৰ দেৱ-পূজাৰ ফুল-নিৰ্মালি দেৰগাঁৰৰ পৰা ঘোঁৰাৰে ৰাজকাৰেঙলৈ নিয়া হৈছিল। সেই কালৰ লিখিত বুৰঞ্জীত দেৰগাঁৰৰ নাম জিলিকি আছে। দেৰগাঁৰৰ ভৌগোলিক বিৱৰণ দি ড° ৱেড্ চাহাবে কৈছে — 'Deorgown famous for the temple of Sadasio, is eight miles long and six broad. It is an elevated country on the banks of one of the principal branches of the great river, which, following through various channels in this neighbourhood forms several new island susceptible of cultivation.' সেই সুদূৰ অতীতৰ দেৱতাৰ গাঁও দেৱৰ গাঁৱক আজিকালি দেৰগাঁও নামেৰেহে জনা যায়। ঐতিহাসিক বিৱৰ্তনৰ ডাঠ কুঁৱলী গুচাই আহি থাকোঁতেই পুৰাবৃত্তৰ 'দেৱৰগাঁও' আজি 'দেৰগাঁৱ'লৈ ৰূপান্তৰিত হ'ল।

আহোম যুগৰ বহুতো স্মৃতিচিন আজিও দেৰগাঁৰৰ বুকুত বিৰাজমান। অতীত দেৰগাঁৰৰ স্মৃতিচিনসমূহৰ ভিতৰত নেঘেৰিটিং নামৰ এটি সৰু পৰ্বতৰ ওপৰত সাচে কটা থিয় দি থকা সাতৰি সোণ শিৱ-দ'ল (পাঞ্চ দেৱতাৰ দ'ল) আৰু কুমাৰগাঁৱৰ কাষৰ গেলাবিলৰ পাৰৰ হাবিৰ মাজত দীঘল দি পৰি থকা প্ৰকাণ্ড প্ৰকাণ্ড শিলাসমূহৰ নাম উল্লেখযোগ্য। এই সম্পৰ্কত 'বুঢ়ীগোসাঁনী' দেৱালয় আৰু অলপ নিলগৰ কোটোহাগুৰিৰ দেৱালয়ৰ নামো উল্লেখ কৰিব পাৰি। কুমাৰগাঁৱৰ কাষৰ হাবিৰ মাজত পৰি থকা প্ৰকাণ্ড প্ৰকাণ্ড শিলাবোৰৰ বুকুৰ সৌন্দৰ্য কোনোবা অজ্ঞাত শিলাকুটিৰ পৰশত আজিও অতি মনোৰম, তেনেই নতুন যেন হৈ আছে। তদুপৰি অলেখ ৰজাদিনীয়া বস্তু-বাহানি দেৰগাঁৱত উভৈনদী হৈ আছে।

নেঘেৰিটিং শিৱ-দ'ল প্ৰথমতে গেলাবিলৰ পাৰত কুমাৰগাঁৱৰ কাষত আছিল। পাছতহে ৰাজেশ্বৰ সিংহই ব্ৰহ্মপুত্ৰৰ পানীয়ে দ'লৰ কিছু অংশ অনিষ্ট কৰাত নেঘেৰিটিং পৰ্বতলৈ (দেৰগাঁৰৰ পৰা দুমাইল আঁতৰত অৱস্থিত) তুলি নিয়ে।

দেৰগাঁৱত বহুতো দ'ল-দেৱালয় থকাৰ কথা শুনা যায়। কিন্তু সেই দ'ল-দেৱালয়ৰ প্ৰায়বোৰেই শিল আৰু ইটাৰ আছিল যেন নালাগে। (আমাৰ প্ৰবন্ধত উল্লেখ কৰা দ'লৰ বাহিৰে)। দেৰগাঁৱত বহুত দ'ল-দেৱালয় থকাৰ সম্বন্ধে অসমৰ সৰহভাগ বুৰঞ্জী নিমাত। এই সম্পৰ্কে ৱেড চাহাবৰ বিৱৰণতহে অলপমান কথা আছে -



"His next march was Zyantarang which offer a residence of six days he abandoned for Deorgown. At this place he dedicated sixteen days to attendance on all the temples in the vicinity where he performed his devotions daily and conciliated the affections of Brahmuns and his other subjects by his affability and presents' (The History of Assam'. p. 140).

### কুমাৰগাঁৱৰ কাষৰ শিৱ-দ'ল

১৫৪৯ শকৰ কথা। অসমৰ ৰাজসিংহাসন শুৱনি কৰিছিল মহাবুদ্ধিমন্ত বুদ্ধিস্বৰ্গনাৰায়ণ বা প্ৰতাপসিংহ স্বৰ্গদেৱে। পাছে স্বৰ্গদেউ ঈশ্বৰপ্ৰতাপ সিংহ ৰাজপাটত উঠাৰ বছৰ চেৰেকৰ পাছতে অপায়-অমংগলে ৰাজ্য ছানি পেলালে। নোহোৱা-নোপজা, নাভূত-নাশ্ৰুত কথাবোৰ হ'বলৈ ধৰিলে। প্ৰজাৰ মাজত হুৱাদুৱা লাগিল। ৰজাৰো মনত লেশমানো শান্তি নোহোৱা হ'ল। এনে কাল-ক্ষণতেই ৰাজমাও স্বৰ্গী হ'ল। এনেতে প্ৰতাপসিংহই দেৰগাঁৱত মহাদেৱ উদ্ভৱ হোৱাৰ বাতৰি পালে। দেৰগাঁৱত মহাদেৱ উদ্ভৱ সম্বন্ধে বুৰঞ্জীয়ে এনেকৈ কৈছে — 'স্বপ্ন-কথন, বাৰম্বাৰ ৰজাক বুলিলে, — স্বৰ্গ ৰাজাক কও, ৰজাৰ ৰাজ্যত মহাদেৱ উদ্ভৱ, দেৰগাঁৱে স্থিত।' আৰু মহাদেৱে বোলে, — 'মোৰ দ'লৰ ওপৰত যেতিয়া উঠে একাচেকা গণকৰ পুতেক উঠিব, আনে নুঠিব।' এইমতে যাক যি কৰ্মে স্বপ্নতে সকলো ক'লে। ৰজা পাঞ্চ শত মানুহ দিলে। যোগানেৰে হাতী-ঘোঁৰা দিলে। মহাৰাজ প্ৰতাপসিংহই মহাদেউৰ ওপৰে দ'ল বন্ধালে, শক ১৫৪৯। (দেওধাই অসম বুৰঞ্জী, ২৮৭ ছেদ।) "... Temples for the worship of Siva were created under the king's orders at Deorgown and Bishanath and grants of land were made for the maintence of Brahman and of Hindu temple' (Gait). দেৰগাঁৱত মহাদেৱ উদ্ভৱ সম্বন্ধে এটি আখ্যান আছে। আখ্যানটো এই — বৰ্তমান দেৰগাঁৱৰ কুমাৰগাঁৱৰ পশ্চিম কাষৰ গেলাবিলৰ পাৰত য'ত ওপৰত উল্লেখ কৰি অহা শিলাবোৰ পৰি আছে, এসময়ত সেই ঠাইখণ্ড অগাধ হাবিৰে ঢাক খাই আছিল। সেই হাবিলৈ কাচিৎহে মানুহ-দুনুহ প্ৰৱেশ কৰিছিল। সেই হাবিৰ এজোপা বজাল বাঁহৰ তলৰ এটা গাঁতত এটি শিৱলিংগ আধা পোত গৈ আছিল। হাবিৰ কাষৰ এঘৰ মানুহৰ এজনী ক'লী গৰুৱে নৌ ফেঁহুজালি দিওঁতেই অতি আচৰিত ধৰণেৰে নিতৌ বান্ধৰ পৰা এৰাই সেই বজাল বাঁহৰ তলত শিৱ লিংগৰ ওপৰত ওহাৰখন দি থিয় হয়গৈ। গাখীৰ ধাৰাসাৰে শিৱলিংগৰ ওপৰত পৰিবলৈ ধৰে। গৰুৰ গিৰিহঁতে এই দৃশ্য এদিন নিজ চকুৰে দেখি, স্বৰ্গদেউ ঈশ্বৰলৈ বাতৰি পঠালে আৰু বজাল বাঁহজোপা কাটি মহাদেউৰ ওপৰে ঘৰ সাজি দিলে। এই আখ্যানটি দ'লৰ এজন প্ৰবীণ পূজাৰীৰ পৰা সংগ্ৰহ কৰা হৈছে। 'বজাল কটা বামুণৰ ঘৰ' নামৰ কেইবাঘৰো ব্ৰাহ্মণ বৰ্তমান দেৰগাঁৱত আছে।

প্ৰতাপ সিংহই দেৰগাঁৱত মহাদেউৰ উদ্ভৱৰ বাতৰি পাই বৰ্তমান দেৰগাঁৱৰ কুমাৰগাঁৱৰ পশ্চিম কাষৰ গেলাবিলৰ পাৰত ১৫৪৯ শকত দ'ল কৰাই দিলে।[২] মাটি আগেয়ে যি ঠাইখণ্ডত দ'ল অৱস্থিত আছিল সেই ঠাইখণ্ড গেলাবিলৰ বুকুত জাহ গ'ল। নৈয়ে আজিও উক্ত দ'ল থকা ঠাইখণ্ড খান্দিয়েই আছে। পুৰণি দ'লৰ ইটাবোৰ এতিয়াও গেলাবিলৰ লেকেটীয়া বোকাত জাপ জাপ হৈ পোত খাই আছে। উক্ত দ'ল থকা ঠাইখণ্ডক আজিকালি নামেৰে ডিপো জনা যায়। নামটো পুৰণি যেন নালাগে।

ৰজাই গণকক দ'লৰ পূজাৰ ভাৰ দিলে। গণকৰ পূজা-সেৱাত কিবা ত্ৰুটি হোৱাত মহাদেৱে স্বপ্নৰ দ্বাৰা গণকক পূজাৰী ভঙাই দেউৰীক পূজাৰী পাতিলে। উক্ত দ'ল থকা ঠাইৰ নিচেই কাষতে 'দেউৰীবাৰী' নামৰ এখন এৰাবাৰী আছে। পাছলৈ দেউৰীসকলৰ পূজা-সেৱাতো কিবা ত্ৰুটি হোৱা দেখি দেউৰীসকলকো পূজাৰী ভঙাই, পূজাৰীস্বৰূপে কনৌজৰপৰা ভূধৰ আগমাচাৰ্যক দেৰগাঁৱৰ দ'ললৈ অনালে। বৰ্তমানো ভূধৰ আগমাচাৰ্যৰ নাতি-পুতিসকলে নেঘেৰিটিং শিৱ দ'লৰ দৈনন্দিন পূজা-সেৱা সুকলমে কৰি আছে। আগমাচাৰ্যৰ নাতি-পুতিসকল আজিও উক্ত দ'ল থকা ঠাইৰ নিচেই কাষতে বাস কৰে। সেই আগমাচাৰ্যৰ নাতিৰো নাতি শ্ৰীযুত কুশ বৰঠাকুৰৰ ঘৰত থকা সাঁচিপতীয়া সংস্কৃত ভাষাৰ বংশাৱলীত স্বৰ্গীয় ভূধৰ আগমাচাৰ্য সম্বন্ধে এটি চমু টোকা আমি দেখিছোঁ। ৰজাই ভূধৰ আগমাচাৰ্যক কনৌজৰ পৰা অনাই 'অগ্নিটিকা'ত[৩] বাস কৰিবলৈ দিলে। ৰজাই খেতি-পথাৰৰ কাৰণে তেওঁক নিষ্পিখেৰাজ মাটি দিলে। দ'লত নাচ-গান কৰিবলৈ হাজোৰ পৰা নট অনালে।

আগেয়ে দেৰগাঁৱৰ দ'লত আঠোটা পৰত আঠবাৰ পূজা হৈছিল। আঠোবাৰ পূজাতে নট-নটীয়ে নৃত্য-গীত কৰিছিল। পূজা আৰম্ভ হোৱাৰ লগে লগেই নাচ-গান আৰম্ভ আৰু পূজা অন্ত হোৱাৰ লগে লগেই নাচ-গানৰ অন্ত পৰিছিল। কিন্তু কোনোৱে কয়, দেৰগাঁৱৰ দ'লত দেৱদাসীপ্ৰথা নাছিল। দ'লৰ উৎসৱ আদিতহে দ'লত নাচ-গানৰ আয়োজন কৰা হৈছিল। দ'লৰ দৈনিক পূজা-সেৱাত ব্যৱহৃত হোৱা হৰেক ৰকমৰ মাটিৰ মলা-চৰুৰ যোগান ধৰিবলৈ ৰজাই দেৰগাঁৱলৈ কুমাৰ অনালে। এতিয়াও দেৰগাঁৱত কুমাৰ গাঁও, নট গাঁও আছে। তদুপৰি ৰজাই দেৱতাৰ কাৰ্যৰ কাৰণে ঢেকিয়ালৰ পথাৰত ১৩৫ বিঘা মাটি দিলে। কেইবিঘামান মাটি বৰ্তমানো নেঘেৰিটিং শিৱদ'লৰ নামত ঢেকিয়ালত আছে। ঢেকিয়ালৰ এখন গাঁৱৰ গঞাক দেৰগাঁৱৰ দ'লত ঢলপুৱাতে মালা দি যাবলৈ ৰজাই নিযুক্ত কৰিলে। এতিয়াও দেৰগাঁও দ'ললৈ মালা দিয়া মলীয়াগাঁও[৪] ঢেকিয়ালত আছে। দেৰগাঁৱৰ দ'ললৈ মালা দিয়াৰ কাৰণেই সেই গাঁওখনৰ নাম মলীয়াগাঁও হ'ল। দ'লৰ পূজাৰীৰ আলপৈচান ধৰি, খেতিখোলা কৰি নানান বস্তু-বাহানি যোগাবলৈ ৰজাই বহুতো বহতীয়া দিলে। ৰজাই দিয়া বহতীয়াৰ নাতি-পুতি এতিয়াও উক্ত দ'ল থকা ঠাইৰ সন্নিকটত বসবাস কৰে।



দেৰগাঁৱৰ দ'ল নিৰ্মাণ কৰা কেইটিমান বছৰৰ পাছতে (১৫৭১শকত) আকৌ দেশত অপায়-অমংগলে দেখা দিলে। এই সমন্ধত দেৰগাঁৱৰ দ'লৰ কথা উল্লেখ থকা কেইফাঁকিমান কথা বুৰঞ্জীৰ পৰা তুলি দিয়া হ'ল। "পাচে কালক্ৰমত দেশত অনেক উৎপাত হ'বলৈ ধৰিলে। মনুষ্যত গাহৰিৰ আকাৰ জন্মিল, ও উষুৱা ধান গজিল, উত্তৰে ফুলবাৰীত তিনিচকুৱা মানুহ জন্মিল, দেশ চানি কুপতীয়া শেন ওলাল ও ১৫৭১ শকত তামুলী ফৰিং ওলাল। ইত্যাদি নানান উৎপাত হ'ল। ক্ৰমে স্বৰ্গদেৱৰ শৰীৰ বিষম পাই দেৰগাঁৱৰ দেৱালয়লৈ মানুহ পঠালে বোলে বুপাত সোধগৈ মোৰ কিমান দিন আছে। পাচে মানুহ গৈ দেৱালয়ত জনালত ৰাত্ৰি স্বপ্নত ক'লে বোলে, দেৱালয়ৰ ভিতৰত চাব, অকালত নাহৰ ফুল এটা পাব, তাকে নি ৰাজাত নি দিলে বুজিব। পাচে পৰদিনা ফুলনিত চাই অবতৰতে অথচ অকাল সময়তে তিনিপহীয়া নাহৰ ফুল এটা পাই স্বৰ্গদেৱক দিলত ৰাজাদেৱে বোলে, 'বুপাৰ আজ্ঞা হ'ল মোৰ তিনিপক্ষহে ভোগ আছে; এতেকে সকলো ৰাজা আহক, মই চাওঁ, মোকো চাওক।' ১১৭।। (আসাম বুৰঞ্জী)। ঠিক তিনি পক্ষৰ পাছতে স্বৰ্গদেউ প্ৰতাপসিংহ স্বৰ্গী হয়।

### নেঘেৰিটিং শিৱ দ'ল

১৬৭৬ শকত ৰজা ৰাজেশ্বৰ সিংহ ৰংপুৰৰ পৰা গুৱাহাটীলৈ যায়। স্বৰ্গদেৱে বাটত জিৰাই-শতাই যাবলৈ বকতিয়ালৰ কীৰ্তিচন্দ্ৰ বৰবৰুৱাক ঠায়ে ঠায়ে বাহৰ কৰিবলৈ আদেশ কৰিলে। "স্বৰ্গদেউৰ আজ্ঞায় বৰবৰুৱাই কৰালে বাহৰ; সোণাৰী নৈত ১ খান, গজপুৰত ১ খান, দেৰৰগাঁৱত ১ খান, জাটিয়াৰাংগত বিশ্বনাথৰ পোনে ১, কলিয়াবৰত ১, বৰদোৱা বেকী ১, কালশিলা ১, বৰনদী ১, হাজো ১। ৮৪।।" (তুংখুঙীয়া বুৰঞ্জী)। স্বৰ্গদেৱে বাহৰে বাহৰে জিৰাই-শতাই গুৱাহাটী পালেগৈ। আকৌ ১৬৭৯ শকত ৰংপুৰলৈ ৰাওনা হ'ল। দেৰগাঁৱৰ বাহৰ পাই কুমাৰগাঁৱৰ কাষত থকা দ'ল ব্ৰহ্মাপুত্ৰই ভাঙি নিয়া বাতৰি পালে।

দশ বাহু দিনে আসি দেৰৰগাঁও পাই।<br>
পুৰণি দ'লক ব্ৰহ্মপুত্ৰে ভাঙ্গি নেই।।<br>
নেঘেৰীটিঙ্গতে নৱ দ'ল কৰোঁ বুলি।<br>
ইটা পাথৰক দিয়া বান্ধি আছে তুলি।।

— অসমৰ পদ্য বুৰঞ্জী।

'পাচে স্বৰ্গদেৱে (ৰাজেশ্বৰ সিংহই) গুৱাহাটীৰ পৰা উজাই আহি দেৰৰগাঁৱৰ পুৰণি দ'ল আদি কিছু ব্ৰহ্মপুত্ৰে খহোৱাত নেঘেৰীটিঙ্গত ন দ'ল কৰিব ধৰাত' ইত্যাদি ইত্যাদি (আসাম বুৰঞ্জী)। কিন্তু এই সম্বন্ধে ৱেড্ চাহাবৰ সুৰ সুকীয়া। তেওঁ নবাৱ মিৰজুমলাৰ সম্পৰ্কে কৈছে, 'The temple of Deorgown was razed to the ground and the Takoor compelled to embrace the Mussulman faith (Goriea).' কিন্তু নবাৱ মিৰজুমলাই গড়গাঁও অধিকাৰ কৰাৰ আগতে দেৰগাঁৱত থানা পাতি আমিৰ নিযুক্ত কৰাৰ কথা ড° ভূএগ্ৰা ডাঙৰীয়াই 'নবাৱ মিৰজুমলাৰ অসম অভিযান' নামৰ প্ৰবন্ধত (আৱাহন, ৭ম বছৰ, ১২শ সংখ্যা) উল্লেখ কৰিছে। 'কামৰূপৰ বুৰঞ্জী'য়ে এই সম্বন্ধে এনেকৈ কৈছে — 'কলিয়াবৰ, লখৌ, দেৰৰগাঁও, গজপুৰ, চিনাতলী, এই পাঞ্চ ঠাইত পাঞ্চ আমিৰা থৈ গড়গাঁৱলৈ উজাই গ'ল।'

সেই সময়ত উক্ত দ'লৰ অলপ দূৰতেই বৰনৈ ব্ৰহ্মপুত্ৰ বৈছিল। ব্ৰহ্মপুত্ৰৰ বাঢ়নী পানীয়ে দ'লৰ এক অংশ উটাই লৈ গ'ল। দ'ল ব্ৰহ্মপুত্ৰৰ পানীয়ে ভাঙি নিয়াত ৰজাই নেঘেৰিটিঙত ন দ'ল কৰিবলৈ দিহা-পোহা দি দেৰগাঁৱৰ বাহৰতে ৰ'ল। য'ত দেৰগাঁৱৰ বাহৰ আছিল সেই ঠাইখণ্ডক আজিকালি 'ৰজাবাহৰ' নামে জনা যায়।

নেঘেৰিটিঙত পাঞ্চ দেৱতাৰ দ'ল তৈয়াৰ হ'ল। ৰজাই পুৰণি দ'লৰ পৰা শিৱলিংগ নাৱেৰে ন দ'ললৈ নিবলৈ আদেশ দিলে। এই প্ৰসংগত আৰু এটা লাগতিয়াল কথাৰ অৱতাৰণা কৰিব লগা হ'ল। নেঘেৰিটিং দ'লৰ জগমহনৰ চুক এটাত বহু বছৰ ধৰি পৰি থকা শিৱলিংগটোৰ সমন্ধে কৰা এটা প্ৰশ্নৰ উত্তৰত প্ৰধান পূজাৰী বয়োবৃদ্ধ শ্ৰীযুত উমেশচন্দ্ৰ বৰঠাকুৰে কৈছিল —

"সেই শিৱলিংগটোৰ আঁৰত এখন ৰামায়ণ লুকাই আছে। ন দ'ললৈ শিৱলিংগ নাৱেৰে এখনমান তামোল খোৱাৰ বাট নিয়াৰ পিছত ধুমুহা-বতাহৰ কোবত সৰিয়হ-দলনিৰ ওচৰতে নাও বুৰিল। নাৱৰীয়া আৰু পূজাৰীৰ জীউ উৰি গ'ল। মানুহ জানিবা এটিও হানি নহ'ল। পূজাৰী, নাৱৰীয়াই কেনি যাওঁ কৃপাল, কি কৰোঁ গোপাল বুলি কঁপিবলৈ ধৰিলে। তেওঁলোকে দিনতে আন্ধাৰ-মুন্ধাৰ দেখিলে। ৰজাই ওভোতাই মোট চেলোৱাৰ ভয়ত সলিসিয়ান পূজাৰীয়ে নেপাই-নথৈ ততাতৈয়াকৈ গোপনে কৃত্ৰিম শিৱলিংগ এটি তৈয়াৰ কৰি ন দ'লত ৰ'লগৈ। ৰজাক সৰিয়হ-দলনিত নাও বুৰাৰ বাতৰি নিদিলে। ৰজাই সুৱৰ্ণ-ৰজত দি দ'ল উৎসৰ্গ কৰিলে। পিছত জাৰকালি গেলাবিলৰ পানী শুকাই আহিলত পূজাৰীয়ে গোপনে সৰিয়হ-দলনিৰ পৰা শিৱলিংগ তুলি নি ন দ'লত থাপিলেগৈ, আৰু ততাতৈয়াকৈ প্ৰাণনাশৰ ভয়ত তৈয়াৰ কৰা শিৱলিংগজনা জগমহনৰ চুকত পেলাই থ'লে। তেতিয়াৰ পৰা আজিলৈকে সেই শিৱ লিংগ জগমহনৰ চুকতেই পৰি আছে। মই এই কথা পিতাদেউৰ মুখৰ পৰা শুনিছিলোঁ।"

স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই নেঘেৰিটিং দ'ল উৎসৰ্গা কৰাৰ কেইদিনমানৰ পাছতে তেওঁ নৰিয়াত পৰিল। স্বৰ্গদেৱে কাল ওচৰ

চাপিল বুলি জানিব পাৰিলে। বিধতাৰ খোঁচৰ ওপৰত হাত কাৰ? স্বৰ্গদেৱে পাত্ৰ-মন্ত্ৰীসকলক মতাই সকলো কথা ক'লে। ১৬৯৩ শকৰ জেঠ মাহত দেৰগাঁৱৰ বাহৰতে স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ স্বৰ্গী হয়। তেওঁক দেৰগাঁৱত কাঠ-সংস্কাৰ কৰা নাছিল। 'Rajeswar's remains were cremated on the banks of the Brahmaputra and the ashes were interred at Charaideo'(Gait) 'পাছে স্বৰ্গদেৱৰ শৰক পৰ্বতলৈ বুলি উজাই আনিলে। পাচে পাত্ৰ মন্ত্ৰীসকলে আলচ কৰি গড়গাঁৱৰ দ'লৰ গুৰিৰ পৰা ভটীয়াই আনি সোণাৰি নৈৰ বাহৰত লোহিতৰ সন্নিকট বৰশিমলু গুৰিত স্বৰ্গদেউক কাঠ সংস্কাৰ কৰিলে। কোঁৱৰ চেতিয়া পাটফুকন এজনা সৈতে অস্থি পৰ্বতলৈ নিলে। ব্ৰাহ্মণীয়া মতে কৰ্ম কৰিলে। সেই দিনৰ পৰাহে ব্ৰাহ্মণীয়া মতে কৰ্ম হ'ল। কাঠ সংস্কাৰো কৰে।' (তুংখুঙীয়া বুৰঞ্জী)



নেঘেৰিটিং দ'লৰ গাত বহুতো শিল-ইটাৰ তৈয়াৰী মনোৰম মূৰ্তি আছে। ইমান ধুনীয়া পৰিস্ফুট শিলামূৰ্তি অসমত বিৰল। এই মূৰ্তিবিলাকৰ ভিতৰত শিৱ, বিষ্ণু, কৃষ্ণ, পৰশুৰাম, গংগা, ব্ৰহ্মা আদিৰ মূতিয়েই প্ৰধান। ইটাৰ তৈয়াৰী সৰহভাগ মূৰ্তিয়েই ভাগিল। নেঘেৰিটিং শিৱ-দ'লত সাতামপুৰুষীয়া বস্তুৰ কুটা এগছিও নাই। আশীটামান শিলৰ খট্‌খটিয়েদি উঠি গ'লেই সোণতকৈ জেউতি চৰা নেঘেৰিটিং শিৱদ'ল দেখিবলৈ পোৱা যায়।

নেঘেৰিটিং শিৱ-দ'লত শিৱলিংগ আৰু গোঁসানী দশভূজা দুৰ্গা, সূৰ্য, ভৈৰৱৰ মূৰ্তিৰ বাহিৰে ৰজাদিনীয়া বস্তুৰ কুটা এগছো নাই।

নেঘেৰিটিং শিৱ দ'লত আগেয়ে দিনৰ আঠপৰত আঠবাৰ পূজা হৈছিল। ধলপুৱাৰ পূজাৰ ফুল-নিৰ্মালিহে ৰজাঘৰলৈ গৈছিল। বিশেষ উল্লেখযোগ্য যে দ'লত আঠপৰৰ আঠোবাৰ পূজাত পূজাৰীক পূজাৰ সম্ভাৰ যোগান ধৰিবলৈকে হেনো 'আঠপৰীয়া'সকলক দ'লৰ ৰজাই দিছিল। আগেয়ে আৰু এতিয়াও শিৱ, বিষ্ণু, গণেশ, গোসাঁনী, সূৰ্য আদি দেৱতাসকলৰ মূৰত পানী ঢালোতে পূজাৰী, বিধিপাঠক আৰু আঁঠপৰীয়াৰ বাহিৰে অন্য মানুহ দ'লৰ ভিতৰত থাকিব নোৱাৰিছিল। আগেয়ে দ'লত সৰ্বদায় ৰজাঘৰীয়া পূজাহে হৈছিল। যাত্ৰী পূজা হোৱা নাছিল। দ'লত যাত্ৰী পূজা কৰা ৰজাঘৰৰ পৰাও নিষেধ আছিল। থোৰতে এই সমন্ধে আৰু এটা কথাৰ অৱতাৰণা কৰিব লগা হ'ল। এবাৰ হেনো পূজাৰীয়ে ৰজাত ফোঁট নিদিয়াকৈ দ'লত যাত্ৰী পূজা কৰিলে। পিছে পূজাৰীৰ এই গোপন কামৰ কথা ফুটি-ফাটি গ'ল। ইকাণ-সিকাণ সহস্ৰ কাণ হৈ দ'লৰ পূজাৰীৰ এই গোপন কৰ্মৰ বাতৰিয়ে স্বৰ্গদেউ ঈশ্বৰৰ কাণ চুলেগৈ। ৰজাই তেতিয়া হেনো নেঘেৰিটিং দ'লত যাত্ৰী পূজাৰ ব্যৱস্থা কৰি দি মহাকাল ভৈৰৱ মূৰ্তি নেঘেৰিটিং দ'ললৈ অনালে। আগেয়ে হেনো যাত্ৰীয়ে এই মূৰ্তিতহে পূজা-পাতল দিব লাগিছিল। সেই মহাকাল ভৈৰৱ মূৰ্তি এতিয়াও নেঘেৰিটিং শিৱ দ'লত আছে। এবাৰ এই মূৰ্তিখন চোৰেও চুৰ কৰি নিছিল। মহাকাল ভৈৰৱ মূৰ্তিখন আগেয়ে হেনো দ'লৰ চ'ৰাত সাতখলপীয়া সিংহাসনৰ ওপৰত আছিল।

আগেয়ে নেঘেৰিটিং শিৱ দ'লত ছাগলী, হাঁহ, কুঁহিয়াৰ, কোমোৰা আদিয়েই বলি হৈছিল বুলি জনা যায়। কিন্তু আজিকালি দ'লত ম'হ বলিও হয়। আগেয়ে হেনো ৰজাৰ ঘৰৰ পৰা নেঘেৰিটিং শিৱ দ'ললৈ দিনৌ একোটা ছাগলী দিয়াৰ নিয়ম আছিল। নেঘেৰিটিং দ'লৰ আগেয়ে বলি কটা দা ধৰাইছিল দেৰগাঁৱৰ দাধৰা গাঁৱৰ দা-ধৰীয়াই। সেই দা-ধৰীয়াৰ নাম অনুসৰিয়েই সেই গাঁওখনৰ নাম দা-ধৰা হ'ল। দ'লৰ দৈনন্দিন পূজা শিৱৰাত্ৰি বিধিমতে সম্পন্ন হয়। দ'লৰ ৰজাদিনীয়া এখন বিধি, দেৰগাঁৱৰ শ্ৰীযুত বিজয় বৰঠাকুৰৰ ঘৰত আছে বুলি শুনিছোঁ। বিধিখন সাঁচিপাতত লিখা।

### দ'লত নট-নটীৰ নাচ-গান

আগেয়ে নেঘেৰিটিং দ'লত 'মেলা গায়ন নটে' দিনৌ ধলপুৱাতে নাচ-গান কৰিবলৈ সাজু হ'বহি লাগে। দ'লৰ আঠোবাৰ পূজাত আগেয়ে আঠোবাৰ নট-নটীয়ে নাচ-গান কৰিব লাগিছিল। পূজা আৰম্ভ হোৱাৰ লগে লগে নাচ-গান আৰম্ভ হৈছিল আৰু পূজা শেষ হোৱাৰ লগে লগে নাচ-গানো শেষ হৈছিল। দ'লৰ পূজাৰ দুপুৰা চাউলৰ ভোগ দ'লত নাচ-গান কৰা নট-নটীসকলক খাবলৈ দিয়া হৈছিল। নেঘেৰিটিং শিৱ-দ'লৰ পাছফালে নট-নটীয়ে 'ভোগ খোৱা খোলা' নামৰ এডোখৰ ঠাই আছে। সেই ঠাইডোখৰ ইটাৰে বন্ধা। ৰজাই দ'লত নাচ-গান কৰা বাবদ 'মেলাগায়ন নট'ক বহুত মাটি-বাৰী দান কৰিছিল।

নেঘেৰিটিং শিৱ দ'ল সমন্ধৰ জনপ্ৰবাদ দেৰগাঁৱত বুৰিয়ে বুৰিয়ে সিঁচৰতি হৈ আছে। সৰহ প্ৰবাদকে নাল লগা, চাং পতা কথা যেনহে লাগে। নেঘেৰিটিং দ'ল সমন্ধৰ মাত্ৰ দুটি জনপ্ৰবাদ তলত দিয়া হ'ল। এই জনপ্ৰবাদ দুটিত যথেষ্ট সত্যতাৰ সমাৱেশ পৰিলক্ষিত হয়। সিবোৰক ন দেৱায় ন ধৰ্মায় বুলিয়েই ইয়াত অৱতাৰণা কৰা নহ'ল। কিন্তু আমি এই ক্ষেত্ৰত নতে ন অঁৰা, পুৰণি চ' অঁৰা হোৱা নীতি আকৌ অনুসৰণ কৰা নাই।

(১) নেঘেৰিটিঙত ন দ'ল তৈয়াৰ হোৱাত ৰজাই দ'লৰ কলছীৰ ওপৰত লগাবৰ কাৰণে ত্ৰিশূল কৰিবলৈ দেৰগাঁৱৰ কমাৰ চুকৰ কমাৰসকলক আদেশ দিলে। ৰজাৰ আদেশ পাই দেৰগাঁৱৰ কমাৰ চুকৰ কমাৰসকলে ত্ৰিশূল তৈয়াৰ কৰিলে। ত্ৰিশূল তৈয়াৰ হ'লত ৰজাই কমাৰসকলক দ'লৰ কলছীৰ ওপৰত ত্ৰিশূল লগাবলৈ আদেশ দিলে। ৰজাৰ আদেশ পাই পোন প্ৰথমেই ষোল বছৰীয়া ঠাওকাল চেহেৰাৰ এজন ল'ৰা কমাৰে মৰি মৰজাহ দি ত্ৰিশূল নি দ'লৰ কলছীত লগালেগৈ। ৰজাই এই বাবদ ল'ৰা কমাৰক বহুতো সুবৰ্ণ-ৰজত, বঁটা-বাহন স্বৰূপে দিলে। সেই সময়ত ল'ৰা কমাৰৰ





নাম শদিয়াৰ পৰা ধুবুৰীলৈকে ফুটিফাটি গৈছিল। সেইসময়ত ল'ৰা কমাৰে সমাজত আগপাত, আগঢাৰি পাইছিল। এতিয়াও দেৰগাঁৱৰ কমাৰ চুকত 'ল'ৰা কমাৰৰ ঘৰ' নামৰ কেইবাঘৰো মানুহ আছে। তেওঁলোক সেই ল'ৰা কমাৰৰ নাতিৰো নাতি।

(২) নেঘেৰিটিঙৰ শিৱ দ'লৰ সমুখত হাতীয়ে-মাউতে থাউনি নোপোৱা এটা পুখুৰী আছে। সেই পুখুৰীটো ৰজা ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে মহাদেৱৰ কাৰ্যৰ কাৰণে খনাইছিল। আগেয়ে হেনো সেই পুখুৰীটোত এহাল সোণৰ চকু থকা মাছ আছিল। পিছে এবাৰ হেনো কোনোবা এটা ফিৰিংগি চাহাবে সেই পুখুৰীত বৰশী বাইছিল। ফিৰিংগিৰ বৰশীত সোণৰ চকু থকা মাছে নোখোঁটা দেখি সি হেনো সেই পুখুৰীত সৰুপানী চুই দিলে। তেতিয়া হেনো সেই পুখুৰীত থকা সোণৰ চকুৰ মাছহাল পুখুৰীৰ পাৰ ভাঙি ওলাই গ'ল। এতিয়াও সেই পুখুৰীটোৰ পশ্চিমফালৰ পাৰটোৰ এটা অংশ ভঙা অৱস্থাত আছে।

নেঘেৰিটিং দ'ল ওখই ৬০ হাত। দ'লৰ বৰ্তমান অৱস্থা বৰ দুখ লগা। গোসাঁনী দ'ল, বিষ্ণু দ'ল, গণেশ দ'ল, সূৰ্য দ'ল অপৰিষ্কাৰ আৰু সিবোৰ দ'লৰ দুৱাৰ এখনো নাই। দ'লৰ ওপৰত আৰু দ'লৰ কাষত অগাধ হাবি। দ'লৰ জগমহন চিৰাল ফটা দি ফাটি আছে। ম'হলৈ নমৰি জহলৈ মৰা আমাৰ চৰকাৰৰ মানত আমাৰ দেশৰ দ'ল-দেৱালয়সমূহ মুকুতা নহৈ শোকোতা হৈছে। সোণ গজা অসমৰ সপোনবুলীয়া কৃষ্টি-সংস্কৃতিৰ বিজয় গৰিমা যি দ'ল-দেৱালয়ৰ বুকুত গঁথা আছে সিবোৰৰ আজিও এনে অৱস্থা দেখি আমঠু ক'লা পৰি যায়।

দেৰগাঁৱৰ কুমাৰগাঁৱৰ কাষত শিৱদ'ল থকা ঠাইডোখৰক আজিকালি 'ডিপো' নামেৰে জনা যায়। আগেয়ে ডিপোক 'উৰ্ব্বাশ্ৰম'* নামেৰেহে জনা গৈছিল। 'ডিপো' নামটো জাতে-পাতে নতুন। আজি কিছু বছৰৰ আগতে ভাটীফালৰ পৰা অসমৰ চাহ বগিচাত কাম কৰিবলৈ অহা বনুৱাসকল আহি 'ডিপো'ত জিৰণি লৈছিলহি। 'ডিপো'ৰ পৰা অসমৰ বিভিন্ন চাহ বাগিচাসমূহলৈ তেওঁলোকক চালান দিয়া হৈছিল। সেই কাৰণেই সেই ঠাইডোখৰক 'ডিপো' শুদ্ধ উচ্চাৰণ 'ডেপো' (Depot) বুলিছিল। 'ডেপো' নামে গুৰিয়ে ইংৰাজী শব্দ। 'ডেপো' শব্দৰ অৰ্থ ভাখেৰি বা জিৰণি ঠাই বা সৈন্যদলৰ চাউনি বা ৰে'ল লাইনৰ শেষ সীমা ঘৰ।

শ্ৰীযুত কৃষ্ণনাথ বৰঠাকুৰৰ ঘৰত থকা সংস্কৃত ভাষাৰ সাঁচিপাতত লিখা বংশাৱলীত 'ডেপো'ক 'উৰ্ব্বাশ্ৰম' নামেৰে অভিহিত কৰিছে।

"অথ শ্ৰীমল্লৌহিত্য দক্ষিণতীৰ বিৰাজিত শ্ৰীমদ্দৌৰ্ব্বাশ্ৰম মধ্যৱৰ্তি বিশ্বকৰ্মা নিৰ্মিত পাষাণ মঠ মধ্য নিবাসিত শ্ৰীসদাশিৱ স্বৰ্গীয় দিব্যলিংগ পূজন নিয়োজিতস্য বংশা তৎকুল কমলিনী কমলাকাৰ শ্ৰীদুৰ্গেশ্বৰেন লিখ্যতে"।

এই 'উৰ্বাশ্ৰম' থকা কথাৰ পৰা অনুমান কৰিব পাৰি প্ৰাক্ আহোম যুগতো দেৰগাঁও আছিল জাগ্ৰত দেৱতাৰ আৱাসভূমি। শ্ৰীদুৰ্গেশ্বৰ আছিল সংস্কৃত ভাষাৰ শিৰফুটা পণ্ডিত। তেওঁ নিজে সংস্কৃত ভাষাত বহু পুথি হেনো ৰচনা কৰিছিল। তেওঁৰ কৃত 'গীতাৰ টীকা' আৰু 'চণ্ডীৰ টীকা' নামৰ দুখন পুথি কুমাৰ গাঁৱৰ শ্ৰীযুত উমেশ চন্দ্ৰ বৰঠাকুৰৰ ঘৰত আছে বুলি শুনা যায়।

"ভৃগু কলোদ্ভৱ কৌশিক গোত্ৰৰ ভূধৰ শৰ্মাক গংগা তীৰৰ পৰা আনি' ৰজাই কুমাৰ গাঁৱৰ কাষত থকা শিৱ দ'লৰ দেৱতা পূজন কৰ্মত নিয়োগ কৰিলে। ৰজাই তেওঁক মাটি, মানুহ দিলে। তেওঁৰ বাৰীখন কেইবাপুৰা মাটি জুৰি আছিল। ৰজা (প্ৰতাপসিংহ)ই তেওঁৰ বাৰীত কেইবাটাও নাদ আৰু পুখুৰী খন্দাই দিছিল। বৰ্তমান কুমাৰ গাঁৱৰ নামঘৰৰ সন্মুখত থকা পুখুৰীটো আগমাচাৰ্যৰ 'ভিতৰ পুখুৰী' আছিল। 'ভিতৰ পুখুৰী'ৰ ভূধৰক ৰজাই পতাই দিয়া পূৰ্বাপাৰত ভগা ঠাকুৰ ত্ৰিলোচনৰ, পশ্চিম পাৰত বৰঠাকুৰ মণিৰামৰ, দক্ষিণ পাৰত সৰুঠাকুৰ বনমালীৰ আৰু উত্তৰ পাৰত উমহতে বহতাৰ" (বংশাৱলী)।

ৰজা প্ৰতাপসিংহই আগমাচাৰ্য ব্ৰাহ্মণক ফুটুকাতলি ক্ষেত্ৰত বহুত মাটি উৎসৰ্গা কৰি দিছিল। সিবোৰৰ লেখ পোৱা আজি অতি কঠিন। সম্ভৱতঃ এই সম্পৰ্কৰ বহুত কথা শিৱ দ'লৰ তামৰ ফলিত পোৱা গ'লহেঁতেন। কিন্তু শ্ৰীৰুদ্ৰসিংহ আৰু শ্ৰীশিৱসিংহ মহাৰাজায়ে আগমাচাৰ্য ব্ৰাহ্মণক মাটি-মানুহ দান কৰাৰ কথা 'বুঢ়ী গোসাঁনীৰ দেৱালয়'ৰ তামৰ ফলিত পোৱা যায়।

'শ্ৰীৰুদ্ৰসিংহ মহাৰাজাএ ১৬২৬ শকৰ মাঘ মাহত সদাশিৱৰ গৃহ প্ৰতিষ্ঠা কৰ্মৰ দক্ষিণাৰূপে আগমাচাৰ্য ব্ৰাহ্মণক প্ৰতি ফুটুকাতলি ক্ষেত্ৰত ৪৪ পুৰা ভূমি উৎসৰ্গি দিলে। আৰু শ্ৰীশিৱসিংহ মহাৰাজে ১৬৪৬ শকৰ আহিন মাহত শান্তি কৰ্ম কৰাই আগমাচাৰ্য ব্ৰাহ্মণক প্ৰতি ফুটুকাতলি ক্ষেত্ৰত ৩৬ পুৰা ভূমি উৎসৰ্গি দিলে। সেই লগতে মানুহ কেইঘৰকো উৎসৰ্গি দিলে। তাৰে জাতিৰ নামৰ লিখা ব্ৰাহ্মণ চুটি। পুতেক হৰাম, ৰঘু, ভতিজা কৰেটুৰা। কোঁচ কেচামাল। নাপিত জীৱন, পুতেক ভেলাই। ধোবা সতুঘন। চুটিয়া ৰামগতি। পুতেক ভদিয়া, থোলাই, মন্দিৰৰ পুতেক হৰিহৰ। খামচঙ, কলিয়া, ডোম মাগন'।। (বুঢ়ীগোসাঁনী দেৱালয়ৰ তামৰ ফলি)

নেঘেৰিটিং শিৱ-দ'ল কৰি ৰজা ৰাজেশ্বৰ সিংহই বহুত মাটি, মানুহ, ধন-সোণ, টকা-কড়ি, নানান লাম-লাকটু দান দিছিল। এবাৰ ৰজা ৰাজেশ্বৰ সিংহই দেৰগাঁৱৰ শিৱ-দ'ললৈ ধন-সোণ দান দিয়াৰ কথা ৱেডৰ 'The History of Assam' ত এনেকৈ পোৱা হৈছে—

'At Deorgown his donation on the temple amounted to 1,000 rupees, hundred tolas of gold, one golden vessel and two chests of cloth.'

দেৰগাঁৰৰ শিৰ-দ'লত বৰঠাকুৰ, পাত্ৰঠাকুৰ, দলপৰীয়া বৰুৱা (গোসাঁনীৰ পূজাৰী), মলীয়া, আঠপৰীয়া, গন্ধীয়া, কাকতি, ভোজ সিজোৱা, চেনি পগোৱা, ভৰালী, দা-ধৰীয়া ইত্যাদি অলেখ বিষয়া আছিল। আনকি দ'লত হাতী, ঘোঁৰা আৰু বহুতো গৰু আছিল বুলি জনা যায়। হাতীৰ কাৰণে মাউত আৰু ঘোঁৰাৰ কাৰণে ঘাঁহী আৰু গৰুৰ কাৰণে গোৱাল আছিল।

থাউকতে আৰু এটা কথাৰ অৱতাৰণা কৰিব লগা হ'ল। ভূধৰ আগমাচাৰ্যৰ ঠালৰে স্বৰ্গীয় বানেশ্বৰ বৰুৱাক ৰজাই দেৰগাঁৰৰ বুঢ়ী গোসাঁনী দেৱালয়ৰ দেৱ-পূজন কৰ্মত নিয়োগ কৰিলে। এতিয়াও সেই স্বৰ্গীয় বানেশ্বৰ বৰুৱাৰ নাতি-পুতিসকলেই 'বুঢ়ী গোসাঁনী দেৱালয়'ৰ দৈনন্দিন পূজা-সেৱা সম্পন্ন কৰে। আৰু সেই আগমাচাৰ্যৰ ঠালৰে আন এজনক ঢেকিয়ালৰ কোটোহাগুৰি দেৱালয়ৰ দেৱতা পূজন কৰ্মত নিয়োগ কৰিলে। সেইজনৰেই নাতিৰো নাতি শ্ৰদ্ধাস্পদ শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা সাহিত্য ৰত্ন (যোৰহাট) ডাঙৰীয়াৰে তৰফৰ পৰা উক্ত দেৱালয়ৰ দৈনন্দিন পূজা-সেৱা সুকলমে সমাধা হ'ব লাগিছে। ❑

---

১। শ্ৰীশ্ৰী বংশীগোপালদেৱৰ চৰিত ঃ ৰমানন্দ দ্বিজ। শ্ৰীমহেশ্বৰ নেওগ সম্পাদিত (শ্ৰীশ্ৰীশংকৰদেৱ লাইব্ৰেৰী, গুৱাহাটী।) পৃষ্ঠা ১৬১-১৬৩।

২। কথিত আছে সেইদিনাৰ পৰা দেবোত্তৰ ব্ৰহ্মোত্তৰ চলে।

৩। গেলাবিলৰ উত্তৰ পাৰৰ এটা আহল-বহল টিকা।

৪। বৰ্তমান উক্ত গাঁৱৰ মানুহে নেঘেৰিটিং শিৱ দ'ললৈ মালা নিদিয়ে।

৫। নেঘেৰিটিং শব্দটোৰ সৃষ্টি সম্পৰ্কে আমি দুটা মত সংগ্ৰহ কৰিছোঁ।

ক। আগেয়ে হেনো নেঘেৰিটিং পৰ্বতক 'লিংগগিৰি' বুলিছিল। লিংগগিৰি পৰা লেগেৰটিং, লেগেৰটিঙৰ পৰা নেঘেৰিটিং।

খ। নেঘেৰিটিং পৰ্বতৰ টিলাটোত হেনো নেঘেৰি নামৰ এজন মাছমৰীয়া বাস কৰিছিল, বহুতেই সেই মাছমৰীয়াৰ নাম অনুসৰিয়েই নেঘেৰিটিং হৈছে বুলি কয়।

৬। উৰ্বা প্ৰখ্যাত ঋষি আছিল। তেওঁৰ কথা মহাভাৰতত পোৱা যায়।

৭। বহতীয়া। ❑

*(দুটা খণ্ডত লিখা দেৰগাঁৰৰ শিৰ-দ'ল প্ৰবন্ধটি ড° মহেশ্বৰ নেওগ সম্পাদিত ৰামধেনুৰ দুটা সংখ্যাত ওলাইছিল। — পুহ, ১৮৭২, ব'হাগ, ১৮৭৩ শক)*



# দেৰগাঁৰৰ ঐতিহাসিকতা

বীণা ঠাকুৰ বেজবৰুৱা

তিহাস হ'ল এটা জাতিৰ মেৰুদণ্ড। 'দেশৰ অতীত ইতিহাসৰ মাজত জাতিৰ সমাজ, চিন্তাধাৰা, দৰ্শন লিপিবদ্ধ হৈ আছে। বুৰঞ্জীৰ জ্ঞান জাতীয় যুদ্ধত জয়লাভৰ অমোঘ অস্ত্ৰ। বুৰঞ্জীত সংগৃহীত হৈ থকা বহুদিনীয়া অভিজ্ঞতা জাতিৰ উন্নতিৰ পথৰ পাথেয়'।[১] ইতিহাসত বৈচিত্ৰ্য আছে, ইয়াৰ পুনৰাবৃত্তি হয়। ই বুকুত কঢ়িয়াই লৈ ফুৰে দুৰ অতীতৰ একো একোছোৱা সময়ৰ সুদীৰ্ঘ ইতিবৃত্ত। এই ইতিবৃত্ত হয়তো কেতিয়াবা কেতিয়াবা সোণালী-ৰূপালী দিনৰ মধুৰ স্মৃতি অথবা কেতিয়াবা সন্ত্ৰাস বিজড়িত কাঠিন্যৰে ভৰা দিনৰ ভয়াল সোঁৱৰণী। ৰাজ ক্ষমতাৰ অতিশয্য আৰু সাধাৰণ প্ৰজাৰ আশা-আকাংক্ষাৰ স্বপ্নভংগৰ পৰিণতিত হোৱা জনবিক্ষোভ অথবা গণ বিপ্লৱ, কল্যাণকামী ৰাষ্ট্ৰ নায়কৰ নেতৃত্বত হোৱা সৃষ্টিশীল কৰ্মৰাজি, যুগে যুগে ভাস্কৰ, স্থপতি, সুকুমাৰ কলা শিল্পীসকলৰ যাউতিযুগীয়া অৱদান আৰু স্বদেশ স্বজাতিৰ সন্মান আৰু প্ৰতিৰক্ষাৰ্থে সদম্ভে থিয় হোৱা জাতীয় বীৰসকলৰ উদ্দীপনাময় অনেক কাহিনীৰে ৰঞ্জিত ইতিহাস-কথাই বৰ্তমানৰে নহয় অনাগত দিনৰ সকলো প্ৰজন্মলৈকে কঢ়িয়াই লৈ যাব ইতিহাসৰ অমৰ শিক্ষাৰ ভাণ্ডাৰ। ইতিহাস অধ্যয়নে তেওঁলোকক দিব সোণোৱালী ভৱিষ্যৎ গঢ়াৰ আলোকময় নবীন পথৰ সন্ধান।

অসমৰ অন্যান্য ঠাইৰ দৰে দেৰগাঁৱৰো এক সুদীৰ্ঘ ইতিহাস আছে। কিন্তু দেৰগাঁৰৰ ঐতিহাসিক অধ্যয়ন, আলোচনা এটি জটিল বিষয়। কিয়নো আলোচ্য বিষয় এটাৰ ওপৰত আলোকপাত কৰিব পৰাকৈ যিমান লিপিবদ্ধ সমলৰ প্ৰয়োজন, দেৰগাঁও সম্পৰ্কত তেনে লিপিবদ্ধ সমল নিচেই কম। বিভিন্ন সময়ত বিভিন্নজন আহোম স্বৰ্গদেৱে দেৰগাঁৰৰ দেৱলীয়া বৰুৱা, বৰঠাকুৰ, ন গোঁসাই আদিক দানপত্ৰ কৰি ভালেমান তামৰ ফলি দিছিল যদিও বহুখিনি ফলি কালৰ গৰ্ভত হেৰাই গ'ল। সেই সকলোবিলাক একেদৰে পোৱা হ'লে দেৰগাঁৱৰ ইতিহাস অধিক শৃংখলিত, সমৃদ্ধৰূপত প্ৰকাশ কৰিব পৰা গ'লহেঁতেন। কিন্তু ইতিহাসৰ স্বাভাৱিক প্ৰক্ৰিয়াই হ'ল উত্থান আৰু পতন, সৃষ্টি আৰু ধ্বংস। তথাপি ইতিহাসৰ সুগন্ধি সুবাস বিলাই থকা ভগ্নাৱশেষসমূহ, মুখে মুখে চলি অহা কাহিনী-কিংবদন্তিসমূহ আৰু সমসাময়িক বুৰঞ্জীসমূহৰ লিপিবদ্ধ তথ্যসমূহৰ বিচাৰ বিশ্লেষণ কৰি দেৰগাঁৰৰ এক ঐতিহাসিক আলোচনাৰ প্ৰয়াস কৰা হ'ল।

বৰ্তমান দেৰগাঁও গোলাঘাট জিলাৰ উত্তৰাঞ্চলত অৱস্থিত উজনি অসমৰ এখন উন্নত ঠাই। প্ৰাচীন কালৰে পৰা সু-সংস্কৃত দেৰগাঁৱৰ বৰ্তমান ভৌগোলিক চাৰিসীমা এনে ধৰণৰ — উত্তৰে ব্ৰহ্মপুত্ৰ নদী, দক্ষিণে গণকপুখুৰী, পূবে কাকডোঙা নদী আৰু পশ্চিমে বনগাঁও। কিন্তু প্ৰাচীন তথ্যৰাজিৰ আধাৰত জনা যায় দেৰগাঁৱৰ প্ৰাচীন চাৰিসীমা সম্পূৰ্ণ বেলেগ আছিল। তথ্যানুসৰি প্ৰাচীন সীমা আছিল — উত্তৰে ব্ৰহ্মপুত্ৰ, পূবে শিতলী নগৰ, দক্ষিণে ওপৰ দৈয়াং (ঢেকিয়াল) আৰু পশ্চিমে দৰিয়া। এই সীমাৰ সাল-সলনি ঘটিল যদিও কিছুমান স্মৃতিয়ে এতিয়াও তাৰ সাক্ষ্য বহন কৰি আছে। যেনে- শিতলী নগৰ কালৰ বুকুত হেৰাই গ'ল



যদিও নেঘেৰিটিঙৰ নাতিদূৰত থকা শিতল পথাৰ আজিও তাৰ সোঁৱৰণি হৈ আছে। জন পেটাৰ ওৱেদ চাহাবে উল্লেখ কৰা মতে 'Devargaon famous for the temple of Sadasiva is eight miles long six broad ... Khitali is about 12 miles long and 10 broad ... join the bank Cacadonga, directly east from Devargaon is established the custom house of Khitalorghat'.[২]

ইয়াণ্ডাবু সন্ধি, ১৮২৬ চনৰ ফেব্ৰুৱাৰী মাহত স্বাক্ষৰিত হোৱা এক ঐতিহাসিক চুক্তি। এই সন্ধিৰ চৰ্ত অনুসৰি অসমত অভিলেখ ৰচনা কৰা আহোম ৰাজশাসনৰ যৱনিকা পৰে আৰু অসম ইংৰাজৰ শাসনাধীন হয়। তেওঁলোকে প্ৰশাসনীয় সুবিধাৰ্থে একো একোটা অঞ্চলক ৰাজহখণ্ড (Revenue Block) হিচাপে নিৰ্মাণ কৰি দেৰগাঁৱক কেইবাটাও মৌজাত বিভক্ত কৰে আৰু আহোমৰ পাইক পদ্ধতিৰ বিপৰীতে ইংৰাজসকলে মৌজাৰ পদবীটো সৃষ্টি কৰি দেৰগাঁও, মিছামৰা, গুৰযোগনীয়া ইত্যাদি একো একোজন মৌজাদাৰৰ অধীনত স্বতন্ত্ৰ মৌজাত পৰিণত কৰে। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে বুৰঞ্জীবিদ জে.পি. ওৱেড চাহাব, ছাৰ এডৱাৰ্ড গেইট চাহাবৰ বুৰঞ্জী, সমসাময়িক প্ৰাচীন বুৰঞ্জীসমূহ অথবা ৰজাদিনীয়া তামৰ ফলিসমূহ সকলোতে এই আটাইবোৰ ঠাইকে দেৱৰগাঁও বা দেৱগ্ৰাম (দেৰগাঁও) বুলিহে উল্লেখ কৰিছে।

**দেৱৰগাঁও, দেৱগ্ৰাম, দেৰগাঁও ঃ**

একোখন ঠাইৰ নামেই বহন কৰে ঠাইখনৰ ঐতিহ্য। কিবা নহয় কিবা প্ৰকাৰে প্ৰতিখন ঠাইতে এক ঐতিহাসিক স্পন্দন অনুভৱ কৰা যায়। লাগে সেয়া কাহিনী, কিংবদন্তিৰ ৰূপতেই হওক অথবা ঐতিহাসিক ঘটনা-পৰিঘটনাৰ ৰূপতে হওক। দেৰগাঁৱো ব্যতিক্ৰম নহয়। দেৰগাঁৱৰ নাম দেৱৰ গাঁও, দেৱগ্ৰাম হৈ পৰিশেষত 'দেৰগাঁও' হোৱা সম্পৰ্কে বিভিন্ন বিজ্ঞ ব্যক্তিয়ে বিভিন্ন মত পোষণ কৰিছে। লগতে ঐতিহাসিক তথ্যৰাজিৰ বিচাৰ ব্যাখ্যাৰে এই দিশত কিছু নতুন আলোকৰ সন্ধান পোৱা যায়।

দেৰগাঁও নামৰ উৎপত্তি সম্পৰ্কে আলোচনা কৰিবলৈ হ'লেই আমি ঘুৰি যাব লাগিব ত্ৰয়োদশ শতিকালৈ। সেই যুগতে সুনীয়া হেংদান, চোমদেৱ (টাই দেৱতা) আৰু তিনিশ তিনিকুৰি (৩৬০) মানুহ লৈ সুদূৰ শ্যাম দেশৰ পৰা ইন্দ্ৰবংশী চুকাফাই পাটকাই পৰ্বত পাৰ হৈ অসমত প্ৰৱেশ কৰেহি। অসমলৈ এওঁলোকৰ আগমন ইতিহাসৰ এক অনন্য সাধাৰণ ঘটনা। সাতৰাজ মাৰি একৰাজ কৰা মহৎ সপোন লৈ অসমত আহি বিশাল সাম্ৰাজ্য প্ৰতিষ্ঠা কৰাৰ লগতে কঢ়িয়াই লৈ আহিছিল ইতিহাস বা বুৰঞ্জী লিখাৰ পদ্ধতি। খামজাং নামে ঠাইত উপস্থিত হৈ চুকাফাই দেখিলে তিনিকুৰিজন মানুহ মৰিল আৰু সাতজন হেৰাল। সেয়ে তেওঁ আদেশ দিলে যে যি মৰে, বাটত যি পোৱা হয়, যি কথা পতা হয় সকলো পণ্ডিতে লিখি ৰাখিব লাগিব। সেয়ে আৰম্ভণি। প্ৰথমতে তেওঁলোকে টাই-আহোম ভাষাতে আৰু হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ পিছত অসমীয়া ভাষাত কোনো লুকঢাক নকৰাকৈ সকলো ঘটনা-পৰিঘটনা বুৰঞ্জীৰূপত লিপিবদ্ধ কৰিছিল। অসম বুৰঞ্জীৰ প্ৰথমজন আধুনিক লিখক এডৱাৰ্ড গেইট (Edward Gait) চাহাবে আহোম যুগৰ বুৰঞ্জী প্ৰণেতাসমূহৰ ওপৰত উচ্চ মন্তব্য প্ৰদান কৰি গৈছে। আহোমসকলে লিপিবদ্ধ বুৰঞ্জীৰ আৰম্ভণি নকৰা হ'লে দেৰগাঁও কিয় অসমৰ বহু ঠাইৰে ইতিহাস কেৱল কিংবদন্তি হৈয়েই থাকি গ'লহেঁতেন।

স্বৰ্গদেউ চুকাফাই যেতিয়া অসম ভূমিত প্ৰৱেশ কৰিছিলহি তেতিয়া উজনি অসমৰ শিৱসাগৰ আৰু নগাঁও জিলা কছাৰীসকলৰ দখলত আছিল। এওঁলোক ব্ৰহ্মপুত্ৰ উপত্যকাৰ আদিবাসী লোক। ত্ৰয়োদশ শতিকাত কছাৰী ৰাজ্য ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে দিখৌৰ পৰা কলং নদীলৈকে বিস্তৃত আছিল। সমসাময়িক অসমৰ আটাইতকৈ শক্তিশালী ৰাষ্ট্ৰ হোৱা বাবে সেই শক্তি বাহাল ৰাখিবলৈ নতুনকৈ অহা আহোম শক্তিৰ বিৰুদ্ধে কছাৰীসকল ঘোৰতৰ যুদ্ধত লিপ্ত হৈছিল। দুচকুত বৰ অসমৰ সপোন লৈ অসমলৈ অহা স্বৰ্গদেউ চুকাফা আহিয়েই নগা, মৰাণ, বৰাহী আদি জাতিসমূহক বশ কৰি আৰু বৈবাহিক সম্বন্ধ স্থাপন কৰি আহোম ৰাজ্যৰ তলতীয়া কৰি পেলালে। এওঁলোকক বশ কৰি চুকাফাই (খ্ৰীঃ ১২২৮-৬৮) পশ্চিমলৈ আগ বঢ়াৰ কথা ভাবিছিল যদিও কছাৰী ৰাজ্যৰ শক্তিশালী স্থিতিৰ কথা ভাবি আগ নেবাঢ়িল। অৱশ্যে তেওঁৰ পুতেক স্বৰ্গদেউ চুতেওফাই (খ্ৰীঃ ১২৬৮-৮১) কৌশলেৰে নামডাং নদী পৰ্যন্ত একাংশ কছাৰী ৰাজ্য দখল কৰে। তাৰ পিছতেই আহোম স্বৰ্গদেউসকলৰ যুদ্ধজয় তথা সাম্ৰাজ্য বিস্তাৰৰ দীঘলীয়া ইতিহাসৰ কেইবা পৃষ্ঠা জুৰি দখল কৰি ল'লে কছাৰী ৰাজ্যৰ লগত হোৱা তুমুল সংঘৰ্ষৰ বৃত্তান্তই। পঞ্চদশ শতিকাত বিপৰ্যস্ত হয় কছাৰী শক্তি। সেই শতিকাতে প্ৰখ্যাত আহোম স্বৰ্গদেউ চুহুংমুঙে (খ্ৰীঃ ১৪৯৭-১৫৩৯) কছাৰী ৰজা খুনখুৰাক পৰাস্ত কৰি কছাৰী ৰাজ্যখণ্ড আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। **উল্লেখযোগ্য এইজনা স্বৰ্গদেৱৰ দিনৰ পৰাই আহোম-কছাৰী বুৰঞ্জীত দেৱৰগাঁৱৰ (দেৰগাঁও) নামৰ উল্লেখ পোৱা যায়।**

কছাৰীসকল যথাৰ্থতেই পৰাক্ৰমী আছিল। সেয়েহে স্বৰ্গদেৱ চুহুংমুঙে পৰাক্ৰমৰ বিপৰীতে নানান কূটকৌশল প্ৰয়োগ কৰি প্ৰথমতে কছাৰী ৰাজ্যৰ একাংশ দখল কৰি আহোম কছাৰীৰ সীমা মৰঙি-শিতল-নেঘেৰিলৈকে হোঁহোকাই লৈ আনে। 'পাছে ৰজাৰ পুত্ৰ সহিতে পাত্ৰ কনচেং নামডাঙৰ পৰা শিলপুখুৰীলৈ, তাৰপৰা গাভৰু পথাৰলৈ, কতোদিন পাছে শিতল নেঘেৰি মাৰি ল'লে।[৩] দেৱৰগাঁও বা দেৰগাঁৱৰ গুৰুত্ব আহোম-কছাৰী সংঘৰ্যই প্ৰধানকৈ বঢ়াই তোলে। আহোমসকলে কছাৰীসকলক পূবে দিচাং নদীৰ পৰাই





খেদি আনিলে যদিও কোনোমতেই ধনশিৰী নদীৰ সিপাৰ কৰিব নোৱাৰি দেৰগাঁৱতে বাহৰ পাতি ৰণ চলায়। 'পাছে ৰজাদেৱে গৈ মৰঙ্গিত ৰ'লগৈ। চুলেং চাৰিঙ্গীয়া গোহাঁইদেৱে, চুখ্ৰেং সৰুজনা গোহাঁয়ো, চুংমুং, কিংলু এই চাৰিয়ে দেৱৰগাঁও পালেহি। ৰজাদেৱে মৰঙ্গিৰ পৰা ধনশিৰীয়ে ভটিয়াই, বৰনদীয়ে উজাই সকলোৱে দেৱৰগাঁৱতে এঠাই হ'ল। চুলেং চাৰিং ৰজাও, চুখেং সৰু গোহাঁয়ো, এওঁৰ পুতেক ত্যাওচাওৰায়ো, এই তিনিয়ে নাৱে উজাই আহি এঠাই হ'ল। পাছে ৰজাদেৱে সেই ঠাইতে নাও এৰি কছাৰীক যুদ্ধ কৰিবলৈ গ'ল। ... যুদ্ধৰ ঠাইত ডাঙৰীয়াসকলক থৈ ৰজাদেও প্লাইৰিন হাতীত উঠি দেৱৰগাঁৱলৈ আহিল। গোহাঁইদেওসকলে নাৱে উজাই ৰজাদেৱক লগ ল'লেহি। পাছে ৰজাদেৱেও, গোহাঁইদেওসকলেও দেৱৰগাঁৱত এৰাতি থাকি নাৱে ভটিয়াই গ'ল'।[৪]

আহোম-কছাৰী সংঘৰ্ষৰ এই ঐতিহাসিক বৰ্ণনাত দেৰগাঁৱৰ কথা বাৰে বাৰে দেৱৰগাঁও বুলিহে উল্লেখ কৰা দেখা গ'ল। স্বৰ্গদেউ চুহুংমুঙৰ ৰাজত্বকালত দিখৌ নদীৰ দক্ষিণে শিলপুখুৰী অঞ্চললৈকে এই বৃহৎ ভূমিখণ্ডৰ শাসক আছিল কছাৰী ৰাজভাতৃ ডেৰচা বা ডেৰচাংফা। আহোমসকলে এওঁকে পৰাস্ত কৰি শিতল-নেঘেৰিৰ পৰা ধনশিৰিৰ পাৰলৈকে সমগ্ৰ অঞ্চল আহোমৰ দখললৈ আনে। আহোমৰ কছাৰী ৰাজ্য দখল সম্পৰ্কে অসম বুৰঞ্জীত পোৱা যায় যে ১৪৯৭ খ্ৰীষ্টাব্দত চুক্ৰাং বা চুহুংমুং আহোম ৰাজপাটত উঠে আৰু তেওঁৰ দিনতে কনচেং বৰপাত্ৰ গোহাঁয়ে কছাৰীবিলাকক খেদি নি শিতলী নগৰত চৌকি পাতে। এনেতে তেওঁ এটা বুদ্ধি পাতি কলৰ ভূৰ এখনত কাপোৰৰ বেৰ দি চাকি এটা জ্বলাই মাজতে খুটি এটা পুতিলে আৰু খুটিটোতে চিঠি এখন বান্ধি দিলে। চিঠিত লিখা আছিল যে দেৱৰগাঁৱৰ থানত আহোম আৰু কছাৰী প্ৰত্যেকে একোটাকৈ জীৱ বলি দিব। যাৰে বলি ছিগিব সিয়ে জিকিব আৰু যাৰ নিছিগে সি হাৰিব। ব্ৰহ্মপুত্ৰত উটাই দিয়া ভূৰখন কছাৰী ৰাজ্য সোমোৱাত তেওঁলোকে চিঠিখন পালে আৰু আহোমৰ প্ৰস্তাৱত মান্তি হ'ল। সময়ত আহোমৰ বলি ছিগিল আৰু ধনশিৰি পৰ্যন্ত বিবাদী ৰাজ্যখণ্ড আহোমে কৌশলেৰে হস্তগত কৰিলে। এতেকে ১৫৩৬ খ্ৰীঃ মানৰ ভিতৰত এনেকৈয়ে দেৱৰগাঁও বা দেৰগাঁও কছাৰীৰ হাতৰ পৰা আহোম ৰাজ্যৰ অন্তৰ্গত হ'ল। কছাৰী শাসক ডেৰচাংফাৰ পৰাই প্ৰথমে দেৰচাং গাঁও আৰু পিছলৈ মুখ বাগৰি দেৰগাঁও হ'লগৈ বুলি থকা জন বিশ্বাসটো নুই কৰিব নোৱাৰি। কছাৰী বুৰঞ্জীত উল্লেখ থকা 'শিলপুখুৰী' শব্দটোৰ পৰা এটা কথা অনুমেয় যে প্ৰাক আহোম যুগৰ পৰাই অবিভক্ত শিৱসাগৰ জিলাত শিলেৰে পাৰ বন্ধোৱা পুখুৰী আৰু দেব বা দেওৰ পূজাৰ প্ৰচলন আছিল। উদাহৰণস্বৰূপে দেওপাহাৰ, দেওপানীৰ মন্দিৰ ইত্যাদিলৈ আঙুলিয়াব পাৰি। কছাৰী বুৰঞ্জীত দিখৌ নদীৰ পাৰত প্ৰাক-আহোম যুগৰ আৰু মন্দিৰ থকাৰ কথা উল্লেখ আছে। কছাৰী শাসক ডেৰচা বা ডেৰচাংফাই এই ঠাইতে গাঁও পাতি ৰখা তেওঁৰ বিশাল সৈন্যদলৰ কল্যাণ কামনা তথা আহোমৰ বিৰুদ্ধে যুদ্ধ জয়ৰ কৃপা ভিক্ষাৰে প্ৰাচীন শিৱ থানত হাঁহ, পাৰ, গাহৰি আদি দি দেউৰীসকলৰ (কছাৰী পুৰোহিত) হতুৱাই 'বাথৌ-ব্ৰাৰ' (বুঢ়া-বুঢ়ী বা শিৱ পাৰ্বতী) পূজা কৰোৱাইছিল প্ৰতাপী আহোম সৈন্যক বাধা দিবলৈ। 'ডেৰচাংফাই এই ঠাইতে যে তেওঁৰ এক বৃহৎ সৈন্যদল আৰু বিলতীয়া বহতীয়া দীৰ্ঘকালৰ বাবে ৰাখি গাঁও পাতি বহুৱাই ল'ব লগা হৈছিল তাক সহজে অনুমান কৰি পাৰি। ডেৰচাই এই গাঁও তেওঁলোকৰ পূজ্য 'দেও' বা 'দেৱ' শিৱথানৰ কাষতে পতাটো স্বাভাৱিক আৰু ডেৰচাৰ নামৰ পৰাই নেঘেৰিটিঙৰ কাষৰ এই গাঁৱৰ নামো ডেৰচা গাঁও আৰু কালক্ৰমত দেৰগাঁও হৈছে বুলিও ভাবিব পাৰি।'[৫] বৰ্তমান থকা ডেৰচা বা দেৰচোৱা বিলো কছাৰী ৰাজ ডেৰচাৰে স্মৃতিবাহক বুলি নিঃসন্দেহে ধৰি ল'ব পাৰি। এই বিল আৰু ইয়াৰ আশেপাশে সকলো অঞ্চলেই ডেৰচাংফাৰ অধীনস্থ আছিল। বোধহয় সেয়েই ডেৰচা >ডেৰচই> দিচই> দিচৈ হৈ আজিও তেওঁৰ স্মৃতি বহন কৰি আছে। প্ৰকৃততে ব্ৰহ্মপুত্ৰৰ পাৰৰ এই বিশাল অঞ্চলটো এটা সময়ত সমভূমি অঞ্চলেই আছিল যদিও ওখ-চাপৰ ভালেমান টিলাও আছিল। ইয়াতেই হয়তো আছিল কছাৰীৰজাৰ প্ৰাসাদ আৰু বিষয়াসকলৰ আবাস গৃহও। জয়ধ্বজসিংহ (১৬৪৮-৬৩) ৰজাৰ সময়ত লুইত আৰু দিহিং লগ লাগি বিশাল বৰনৈ হৈ দক্ষিণলৈ বৈ আহি এই অঞ্চলসমূহ বুৰাই পেলায়। লগতে হয়তো নিঃশেষ কৰিথৈ যায় কছাৰী ৰাজপ্ৰাসাদ আৰু অন্যান্য আবাসসমূহৰ স্মৃতি। এই বাঢ়ন্ত পানীয়ে হয়তো ধ্বংস কৰি থৈ গ'ল প্ৰাচীন শিৱস্থান তথা কছাৰী ৰজাৰ উপাসনা স্থলী। পিছত বৰনৈ উত্তৰফালে প্ৰসাৰিত হোৱাত ইয়াৰ দ অঞ্চলত বৰ নৈৰ অৱশিষ্ট হৈ দিলশিৰি, ডেৰচা (দেৰচোৱা) বিল ইত্যাদি নামেৰে সৰু সৰু নদী বা বিল হৈ প্ৰবাহিত হৈ থাকিল। এইবিলাকৰ উপৰি কছাৰীপাম, দেৰছোৱা গাঁও ইত্যাদিৰ অৱস্থিতিয়ে দেৰগাঁৱত কছাৰী আধিপত্যৰ সাক্ষ্য প্ৰদান কৰে। সেয়ে দেৰগাঁও নামৰ উৎপত্তিত কছাৰী ভাষা-সংস্কৃতিৰ সুস্পষ্ট প্ৰভাৱ আছে বুলি ক'লে অতিৰঞ্জিত হ'ব নোৱাৰে। ইয়াৰ শ্ৰেষ্ঠ উদাহৰণ বৃহত্তৰ দেৰগাঁৱৰ দেৰছোৱা, দৰিয়া, ডাবিডুবি, কাকডোঙা, লোৱাডাং আদি নৈবোৰৰ নামবাচক শব্দবোৰ। কিয়নো ডুবি, ডোঙা দাং আদি শব্দবোৰ কছাৰী বা বড়োমূলীয় শব্দ। এই কথাবিলাকলৈ লক্ষ্য ৰাখি এই কথা কোৱাত অসুবিধা নাই যে কছাৰীৰাজ ডেৰচাঙৰ পৰাই কালক্ৰমত দেৰচাং>দেৰগাং হৈ 'দেৰগাঁও' নামৰ উৎপত্তি হ'লগৈ।

কেৱল সেয়েই নহয়, দেৰগাঁৱত কছাৰী প্ৰভাৱৰ প্ৰাধান্য আন কিছুমান কথাৰ পৰাও উপলব্ধ হয়, যিবিলাক কথাই দেৰগাঁও নামৰ উৎপত্তিৰ এটি ইতিবাচক ইংগিত বহন কৰে। ডেৰচাংফাই 'বাথৌ-ব্ৰা' পূজা কৰাবলৈ ইয়াত থকা দেওৰ থানৰ আশেপাশে দেউৰীসকল (পুৰোহিতসকল) আৰু পূজাৰ যা-যোগাৰ কৰিবলৈ



আন কিছুমান মানুহ ৰাখিবলৈ গাঁও পাতিছিল। এই গাঁৱক দেৱৰ গাঁও বা দেওৰ গাঁও বুলিছিল। ইয়াৰ পিছত এই ঠাই দেৱৰ গাঁও>দেওৰগাঁও হৈ দেৰগাঁও হ'ল বুলি ভবাৰ যথাৰ্থতা নুই কৰিব নোৱাৰি। প্ৰসংগক্ৰমে উল্লেখযোগ্য '... দেৰগাঁৱৰো পুৰণি নাম দেৱৰগাঁও। ইয়াত দেওৰ আৰু দেৱৰ শব্দই মন্দিৰ বুজাইছে আৰু সম্ভৱতঃ দেৱগৃহ শব্দৰ পৰাই তাৰ উৎপত্তি। ... এই দেওৰৰ গাত অহিন্দু স্পৰ্শ আছে বুলি সন্দেহ হয়।'[৬]

ইতিহাস প্ৰসিদ্ধ নেঘেৰিটিং। এই টিং শব্দটোৱে এই অঞ্চলত অপৰিসীম কছাৰী প্ৰভাৱৰ কথাকে সকীয়াই। কিয়নো টিং শব্দটো কছাৰী ভাষাৰ শব্দ বুলি জনা যায়। কছাৰী অধ্যুষিত (তেতিয়াৰ) ভালেমান অঞ্চলত টিং শব্দ ব্যৱহাৰ দেখা যায়। যেনে - ডফলাটিং, ফৰকাটিং, ওৱাটিং, ৰাঙলীটিং ইত্যাদি।

স্বৰ্গদেউ চুডাংফা (বামুণীকোঁৱৰ ১৩৯৭-১৪০৭) ৰ দিনৰ পৰা আহোম ৰাজ্যত ব্ৰাহ্মণ ধৰ্ম বা হিন্দু ধৰ্মই প্ৰাধান্য পাবলৈ ধৰে আৰু স্বৰ্গদেউ প্ৰতাপ সিংহ (১৬১১-৪৯)ৰ দিনত এই ধৰ্মৰ প্ৰতিপত্তি আৰু বৃদ্ধি হয়। এইজনা স্বৰ্গদেৱেই নেঘেৰিটিঙৰ দ'লৰ পূজাসেৱা চলাই যাবলৈ ভাটিৰ পৰা ব্ৰাহ্মণ অনোৱাৰ উপৰি অন্যান্য ভালেমান ব্ৰাহ্মণ লোক এই অঞ্চলত স্থাপন কৰে। তদুপৰি জয়ধ্বজ সিংহ, ৰুদ্ৰ সিংহ আদিয়েও তামৰ ফলিৰ প্ৰচলন কৰি ইয়াত ভালেমান ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ মাটি দান কৰি ব্ৰাহ্মণ সকললৈ ৰাজপৃষ্ঠপোষকতা আগ বঢ়াইছিল। দেৱতাৰ পূজাৰ বাবে ঘাইকৈ স্থাপন কৰা এই ব্ৰাহ্মণলোকৰ বসতিস্থানক আহোম বুৰঞ্জী বা তামৰ ফলি বিলাকত সেয়েই দেৱগ্ৰাম বুলি উল্লেখ কৰা হৈছিল বুলি জনবিশ্বাস আছে। ব্ৰাহ্মণসকলকো 'দেৱ' বোলা হৈছিল বাবেই দেৱৰগাঁও>দেৱগ্ৰাম হৈ দেৰগাঁও হ'ল বুলি ভবা হয় বা দেৱতা শিৱৰ উপাসনাৰ স্থল হোৱা বাবে দেৱতাৰ গ্ৰাম>দেৱগ্ৰাম হৈ দেৰগাঁও নামৰ প্ৰচলন হয়। অৱশ্যে ই এটা বিতৰ্কিত বিষয়। কিয়নো 'দেৱৰগ্ৰাম'ৰ উল্লেখ স্বৰ্গদেউ প্ৰতাপসিংহৰ ১০০ বছৰৰ আগৰ চুহুংমুং ৰজাদেউৰ দিনৰ পৰাই আহোমৰ বুৰঞ্জীত আছে। '... এই দেশ বৰাহী, কছাৰী, চুটিয়াৰহে আছিল। উত্তৰপাৰে দুই-চাৰিঘৰ ব্ৰাহ্মণ আছিল। ঔৰ্ব্য ঋষিয়ে স্থাপন কৰা দেৱৰগ্ৰামৰ মন্দিৰত মহাদেৱক মদ, মাংস দি কছাৰীসকলে পূজা কৰিছিল।'[৭] গতিকে ব্ৰাহ্মণ বসতিৰ বাবে দেৱৰগ্ৰাম>দেৱগ্ৰাম বা অপভ্ৰংশ হৈ দেৰগাঁও হোৱাটো সঠিক সিদ্ধান্ত হ'ব নোৱাৰে।

আহোম স্বৰ্গদেউসকলে ব্ৰাহ্মণ্য বা হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ লগে লগে আৰ্যীকৰণ প্ৰক্ৰিয়াও আৰম্ভ হৈছিল। এনে প্ৰক্ৰিয়াৰ ফলত কিছুমান শব্দৰ ৰূপান্তৰ ঘটিছিল। যেনে — খাম-আই-খা বা খাম-ৰুব আদি শব্দ আৰ্য-বহিৰ্ভূত যদিও আৰ্যীকৰণৰ ফলস্বৰূপে প্ৰচলন হয় কামাখ্যা, কামৰূপ আদি নামেৰে। তেনেকৈ সপ্তদশ শতিকাত কৌশিক গোত্ৰীয় ব্ৰাহ্মণ ভূধৰ আগমাচাৰ্যক দ'লৰ দায়িত্ব দিয়াৰ পিছতে হয়তো দেৱৰগাঁৱৰ আৰ্যীকৃত ৰূপ হ'লগৈ দেৱগ্ৰাম।

দেৰগাঁও নামটো ঠিক কেতিয়াৰ পৰা প্ৰচলন হ'ল সঠিককৈ ক'ব নোৱাৰি যদিও প্ৰায় এশবছৰমান আগৰ পৰাহে ই প্ৰসিদ্ধি লাভ কৰে যেন অনুমান হয়। এই ক্ষেত্ৰত এটা উদাহৰণেই যথেষ্ট হ'ব। হেমচন্দ্ৰ বৰুৱাৰ জন্মৰ বিষয়ে লিখোতেও তেওঁৰ জন্ম শিৱসাগৰ জিলাৰ ৰজাবাহৰত বুলিহে আমাৰ সাহিত্যৰ বুৰঞ্জীত বা অন্যান্য লিখাত পোৱা যায়। অথচ তেওঁৰ জন্ম হৈছিল দেৰগাঁৱৰ প্ৰখ্যাত ৰজাবাহৰত। দেৰগাঁও নাম প্ৰচলন থকা হ'লে দেৰগাঁৱৰ ৰজাবাহৰত বুলি লিখা পোৱা গ'লহেঁতেন। তদুপৰি ঊনবিংশ শতাব্দীৰ ইংৰাজ বুৰঞ্জীবিদ ওৱেড আৰু গেইটৰ বুৰঞ্জীত 'দেৰগাঁও' নামৰ বিপৰীতে 'দেবৰগাঁও'/'দেৱৰগাঁও' নাম উল্লিখিত হোৱা পোৱা যায়। সেয়েহে দেৰগাঁও নামটো অৰ্বাচীন উৎপত্তি বুলি ভাবিবৰ অৱকাশ আছে।

## নেঘেৰিটিংৰ শিৱদৌল আৰু তিনিজনা আহোম স্বৰ্গদেউ ঃ

নেঘেৰিটিং গোলাঘাট জিলাৰ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দাঁতিত অৱস্থিত। গোলাঘাটৰ পৰা দূৰত্ব ১৪ মাইল আৰু যোৰহাটৰ পৰা ১৭ মাইল। এই নেঘেৰিটিঙৰ এটি টিলাতেই থিয় হৈ আছে বৰ্ণময় অতীতৰ গৌৰৱময় মুকুট পৰিধান কৰি দেৰগাঁৱৰ প্ৰাচীন শিৱদ'ল, ইতিহাস প্ৰসিদ্ধ 'নেঘেৰিটিংৰ দ'ল'।

'Situated on the top of a small hillock, with extensive tea areas at the front and to the left, and a wide open country to the right and extending to the mighty Brahmaputra, it commands a unique view.'[৮] এই দ'ল অসমৰ সকলো শ্ৰেণীৰ মানুহৰ সমন্বয়ৰ সোণালী সাঁকো। নেঘেৰিটিংৰ শিৱদ'ল সম্পৰ্কে আলোচনা কৰিবলৈ হ'লেই দেৰগাঁৱৰ প্ৰাচীন শিৱথানৰ কথা আহি পৰে। প্ৰকৃততে অসমত অতি প্ৰাচীন কালৰে পৰাই শিৱ উপাসনা চলি আহিছে। দেৰগাঁৱো ইয়াৰ ব্যতিক্ৰম নহয়। সমগ্ৰ অসমৰ বিভিন্ন ঠাইত বিভিন্ন ৰূপত শিৱ উপাসনা প্ৰচলিত আছিল। উদাহৰণস্বৰূপে উমানন্দ, ভৃংগেশ্বৰ, ভৈৰৱ, ৰুদ্ৰেশ্বৰ আদি মন্দিৰৰো কথা ক'ব পাৰি। দেৰগাঁৱৰ শিৱদ'লৰ প্ৰাচীনত্ব প্ৰাক-আহোম যুগৰ। নুমলিগড় আৰু দেৰগাঁৱৰ প্ৰাচীন শিৱথান (বৰ্তমান গেলাবিল ঘাটৰ ওচৰত থকা প্ৰাচীন মন্দিৰৰ ধ্বংসাৱশেষ) দশম শতিকাৰ বুলি প্ৰত্নতাত্বিকসকলে ঠাৱৰ কৰিছে। নেঘেৰিটিংত আৱিষ্কৃত হোৱা বিষ্ণু আৰু দুৰ্গাৰ মূৰ্তি দুটাও দশম শতিকাৰ বুলি ঠাৱৰ কৰাত শিৱথানৰ প্ৰাচীনতাও দশম শতিকাৰ বুলি দাবী কৰাৰ থল আছে। শিলেৰে নিৰ্মাণ কৰোৱা প্ৰাচীন শিৱথানৰ ভালেকেইটা শিল বৰ্তমানৰ দ'লৰ খটখটিত পাৰি থোৱা আছে। এইবিলাকত প্ৰাক-আহোম যুগৰ সাঁচ বা ঠাঁচ দেখা যায়। কছাৰী ৰাজত্বকালত এই প্ৰাচীন শিৱথানতে তেওঁলোকৰ দেউৰী পুৰোহিতসকলে 'বাথৌ-ব্ৰা' পূজা কৰি শিৱ পাৰ্বতীৰ উদ্দেশ্যে হাঁহ,





পাৰ, গাহৰি, মদ আদি আগ বঢ়াইছিল। প্ৰসংগক্ৰমে উল্লেখ্য দেৰগাঁৱত আৰ্য বসতিও অতি প্ৰাচীন আছিল বুলি ঔৰ্ব্য নামৰ এজন মুনিৰ এটি প্ৰচলিত কাহিনীৰ পৰা অনুমান কৰিব পাৰি।

কাহিনীমতে দেৰগাঁৱৰ শিলেৰে নিৰ্মিত প্ৰাচীন থান বা মন্দিৰতে ঔৰ্ব্য মুনিয়ে শিৱ উপাসনা কৰিছিল লিংগৰূপত। এই স্থানতে তেওঁ এখন দ্বিতীয় কাশী প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে বহুত শিৱ লিংগ সংগ্ৰহ কৰিছিল। তেওঁৰ উচ্চ মনৰ বাঞ্ছা পূৰণ নহ'ল আৰু সংগৃহীত সকলো লিংগ বৰ্তমানৰ শিতলপথাৰৰ গৰ্ভত পোতখাই গ'ল। তাৰ পৰিণতিতে এই ঠাইখন 'শিৱতল' নামেৰে জনাজাত হৈছিল যদিও পিছলৈ অপভ্ৰংশ হৈ 'শিতল' নামেৰেহে পৰিচিত হ'ল। উত্তৰ গুৱাহাটীৰ সুকুমাৰ মহন্তৰ ঘৰত পোৱা বুৰঞ্জী আৰু ড° সূৰ্যকুমাৰ ভূঞা সম্পাদিত কছাৰী বুৰঞ্জীত উল্লেখ থকা শিতল-নেঘেৰি শব্দই বৰ্তমানৰ শিতল পথাৰ আৰু শিৱদ'ল অঞ্চলকে বুজাইছে।

শিতল-নেঘেৰি অঞ্চল ব্ৰহ্মপুত্ৰৰ দাঁতিত বহল চাপৰিৰ পথাৰ। বৰ্তমান দ'ল থকা টিলাটোৰ দৰে এসময়ত এই অঞ্চলত আৰু বহুতো টিলা আছিল বুলি শুনা যায়। কিন্তু দিহিং আৰু লুইত মিলি বিশাল বৰনৈ হৈ দক্ষিণলৈ প্ৰবাহিত হওঁতে এনে টিলা খহাই লৈ যায়। এসময়ত এই অঞ্চলত অসংখ্য নেঘেৰি চৰাইৰ বাসস্থান আছিল। টিপচী জাতীয় এই চৰাইবোৰৰ টিপ টিপ শব্দই অঞ্চলটোক মুখৰিত কৰি ৰাখিছিল বাবে ঠাইখনৰ নাম নেঘেৰিটিং হ'ল বুলি এটা বিশ্বাস আছে। আৰু এটা বিশ্বাস আছে। আহোম যুগৰ নৃত্যাংগনা বা নটীসকলে নাচোতে ওখকৈ এটা খোপা বান্ধিছিল। যিটোক কোৱা হৈছিল 'নেঘেৰী খোপা' (আমাৰ মাজত এটা যোজনা এতিয়াও জনপ্ৰিয় — 'আৰ ছিগা চুলি তাৰ ছিগা চুলি বান্ধি যাওঁ নেঘেৰী খোপা')। খোপাটোৰ ওপৰত ওৰণিখন তুলি ল'লে এটা সৰু টিং যেন দেখি। এই অঞ্চলৰ টিলাবোৰো নাচনী তিৰোতাৰ মূৰৰ খোপাটোৰ দৰে দৃশ্যমান হোৱাৰ বাবেই অঞ্চলটো নেঘেৰিটিং নামে খ্যাত হ'ল বুলি ভবা হয়। কিন্তু এইবোৰ কাহিনী বা জনবিশ্বাসতকৈ অন্য এটি নামহে নেঘেৰিটিং নামৰ উৎপত্তিৰ অধিক নিৰ্ভৰযোগ্য বুলি ভাবিব পাৰি। এই ওখ টিলা বা চাপৰ পাহাৰটোত দ'ল সাজি বানলিংগ প্ৰতিষ্ঠা কৰা হৈছিল কাৰণে ইয়াৰ পূৰ্বৰ নাম 'লিংগগিৰি' বুলিও জনশ্ৰুতি আছে। (দ্ৰষ্টব্য ঃ 'নেঘেৰিটিঙৰ শিৱদ'ল' ঃ নীলমণি ফুকন, ড° মহেশ্বৰ নেওগ সম্পাদিত ৰামধেনু (১৯৫০-৫১) আগৰ পৰাই পাহাৰ সদৃশ ওখ ঠাই কাৰণে 'টিং' হয়তো ব্যৱহাৰ হৈ আছিল; ইয়াৰ লগত 'লিংগগিৰি' যোগ হৈ 'লিংগগিৰিটিং' হ'ল; সিয়েই বিদেশী ইংৰাজৰ মুখত 'নেগ্ৰিটিং'ৰূপে উচ্চাৰিত হৈ শেষত তাৰ পৰাই 'নেঘেৰিটিং' হ'লগৈ বুলি ভাবিব পাৰি। উল্লেখযোগ্য যে ১৯৪১ চনত The Journal of the Assam Research Society-ৰ জানুৱাৰী মাহৰ সংখ্যাত নেঘেৰিটিং দ'লৰ বৰঠাকুৰ বংশৰে সন্তান 'সাহিত্য ৰত্ন' চন্দ্ৰধৰ বৰুৱাই নেঘেৰিটিং শিৱদ'লৰ ওপৰত লিখা প্ৰথম তথ্যজ্ঞাপক প্ৰবন্ধটোত 'Negriting' বুলি লিখাহে পোৱা যায়; অৰ্থাৎ তেখেতে 'The Negriting Temple' বুলি লিখিছিল।

সুন্দৰ কাৰুকাৰ্য খচিত, বৰ্ণময় দেৰগাঁৱৰ দ'লৰ লগত জড়িত হৈ আছে ঘাইকৈ তিনিজনা আহোম স্বৰ্গদেউ। প্ৰথমজনেই হ'ল স্বৰ্গদেউ প্ৰতাপসিংহ (১৬১১-৪৯)। দশম শতিকাৰ বুলি ঠাৱৰ কৰা দেৰগাঁৱৰ প্ৰাচীন শিৱস্থান, য'ত হয়তো কছাৰী সকলেও নিজ ৰীতি আচাৰেৰে পূজা কৰাইছিল, কিবা প্ৰাকৃতিক দুৰ্যোগত ধ্বংসপ্ৰাপ্ত হ'ল। ঔৰ্ব্য মুনিয়ে পূজা কৰা এই স্থানৰ শিৱলিংগটি গেজেপনি মৰা হাবিৰ মাজত পৰি থাকিল। পিছত 'এই ঠাইত স্বৰ্গদেৱ প্ৰতাপ সিংহই স্বপ্নাদিষ্ট দ'ল সজাইছিল। এই দ'লেই আহোম ৰজাসকলৰ প্ৰথম দ'ল। প্ৰতাপসিংহ ৰজাই স্বপ্নাদেশমতে এই দ'ল সজাই দলৈ ঠাকুৰ (দৈৱজ্ঞ) নিযুক্ত কৰিলে।'[৯] বুৰঞ্জীত ৰজাৰ স্বপ্নাদেশৰ কথা এনেকৈ বৰ্ণিত হৈছে। 'বাৰম্বাৰ ৰজাক বুলিলে, - স্বৰ্গৰাজক কওঁ ৰজাৰ ৰাজ্যত মহাদেউ উদ্ভৱ। দেৱৰগাঁৱে স্থিত।' আৰু মহাদেৱে বোলে 'মোৰ দ'লত যেতিয়া উঠে একাচেকা গণকৰ পুতেক উঠিব। আন নুঠিব।'[১০] এইমতে যাক যি কৰ্ম স্বপ্নতে সকলো ক'লে। সেই নিৰ্দেশমৰ্মেই প্ৰতাপ সিংহ ৰজাদেৱে মহাদেৱৰ ওপৰত দ'ল বন্ধালে (খ্ৰীঃ ১৬২৭)। আৰু এনেকৈয়ে তেওঁ আৰম্ভ কৰিলে আহোম যুগৰ দ'ল-দেৱালয় নিৰ্মাণ কৰাৰ দীঘলীয়া ইতিহাস। গেইট চাহাবে লিখিছে — 'During the reign of Pratap Singha, Siva temples were built at Debargaon and Biswanath'।[১১] এইজনা স্বৰ্গদেৱৰ দিনলৈকে আহোমসকলে সম্পূৰ্ণ হিন্দুধৰ্ম গ্ৰহণ নকৰিলেও হিন্দু ৰীতি-নীতি, আচাৰ-অনুষ্ঠান তেওঁলোকৰ মাজত সোমাইছিল। কিয়নো ইতিমধ্যেই চুডাংফা স্বৰ্গদেৱে (১৩৯৭-১৪০৭) আহোম ৰজাৰ চাঙত চোমদেৱৰ লগতে লক্ষ্মীনাৰায়ণ শালেগ্ৰামৰো পূজা কৰাৰ আৰম্ভণি কৰিছিল। প্ৰতাপসিংহ স্বৰ্গদেউৰ শিৱ পূজাত অটল বিশ্বাস আছিল আৰু ৰাজ্যত কিবা অপায়-অমংগলৰ সূচনা অনুভৱ কৰিলেই দেৱৰগাঁৱৰ দ'লত বিধিমতে শান্তি-স্বস্ত্যয়নৰ ব্যৱস্থা কৰাইছিল। দেৰগাঁৱৰ দ'লৰ পূজা-অৰ্চনাত যাতে ত্ৰুটি নাথাকে তালৈও সততে দৃষ্টি ৰাখিছিল।

এইজনা স্বৰ্গদেৱেই স্বপ্নাদেশমতে প্ৰাচীন শিৱথানত মন্দিৰ নিৰ্মাণ কৰাই ইয়াৰ পূজা-সেৱা চলাই নিবৰ কাৰণে মূলতঃ ভাটীৰ পৰা অনোৱা কৌশিক গোত্ৰীয় ব্ৰাহ্মণ ভূধৰ আগমাচাৰ্যক দ'লৰ প্ৰধান পূজাৰী নিয়োগ কৰে; আৰু তেওঁক 'বৰঠাকুৰ' উপাধি প্ৰদান কৰে। 'Bhudhar had the title of 'Agamacharya' for his great proficiency in the 'Agam Sastras'; and that was the reason why he was easpecially chosen to be priest of this temple'।[১২] ভূধৰৰ ককাক আছিল অগাধ পণ্ডিত। এওঁক আহোম ৰজাই সুদূৰ কান্যকুব্জৰ পৰা আনি মাজুলীত মাটি বৃত্তি দি



স্থাপন কৰিছিল। ককাকৰ অসাধাৰণ পাণ্ডিত্য ভূধৰেও বোধহয় উত্তৰাধিকাৰীসূত্ৰেই লাভ কৰিছিল। আজিকোপতি দ'লৰ পূজা-সেৱা আগমাচাৰ্যৰ নাতিপুতি সকলেই চলাই আছে। প্ৰতাপসিংহ বা বুদ্ধিস্বৰ্গনাৰায়ণ আছিল দূৰদৰ্শী ৰজা। আগমাচাৰ্যৰ বংশৰ অশৌচাদি হ'লে মন্দিৰৰ বিগ্ৰহ দৈনিক পূজাৰ পৰা বঞ্চিত হ'ব পাৰে, সেয়ে এঘৰ সৎ ব্ৰাহ্মণক 'পাত্ৰঠাকুৰ' পাতি তেওঁলোককো আগমাচাৰ্যৰ বংশৰ অসুবিধা হ'লে দ'লৰ পূজা-পাতল কৰাৰ অধিকাৰ দি থৈ গ'ল। তদুপৰি পূজাৰ যা-যোগাৰৰ বাবে আন কিছু ব্ৰাহ্মণ আৰু দ'লত বাদ্য-যন্ত্ৰ বজাই নৃত্যগীত কৰিবলৈ নটৰ গাঁও এখন পাতি দিছিল। কথিত আছে এইজনা ৰজাই দেৰগাঁৱৰ দ'লৰ মাহাত্ম্যৰ ওপৰত ইমানেই আস্থাভাজন আছিল যে নিজৰ আয়ুসৰ বতৰা ল'বলৈও দেৰগাঁৱৰ দ'ললৈ মানুহ পঠিয়াইছিল। প্ৰেৰিত মানুহজনে ৰাতি সপোনতে বাতৰি পালে যে তেওঁ পুৱা উঠি গৈ দেৱালয়ৰ ফুলনি বাগিচাত এটি ফুল পাব। তাৰপৰাই ৰজাই নিজৰ আয়ুসৰ বিষয়ে জানিব পাৰিব। পুৱা উঠি গৈ মানুহজনে ফুলনিত এপাহ তিনিপহীয়া নাহৰফুল পাই ৰজাক দিলেগৈ। ৰজাই জানিব পাৰিলে যে তেওঁৰ আয়ুস তিনিপষহে আছে। লগেলগে ৰজাই দিখৌৰ বুকুত নৌকা ভ্ৰমণ কৰি সকলোবিলাক প্ৰজাৰ পৰা বিদায় লৈ তিনিপষৰ পিছতে মৃত্যুবৰণ কৰিলে। দেৰগাঁৱৰ দ'লৰ এই অলৌকিক মহিমাৰ কাহিনী ড° সূৰ্যকুমাৰ ভূঞাই তেওঁৰ স্বৰ্গদেৱ প্ৰতাপসিংহ ৰচনাত সন্নিবিষ্ট কৰিছে।

এওঁৰ পিছত চুতাম্লা কোঁৱৰ ৰজা হৈ আউনীআতি সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ (ব্ৰাহ্মণ) নিৰঞ্জন বাপুত শৰণ লৈ হিন্দুমতে নাম লয় জয়ধ্বজ সিংহ। এওঁই প্ৰথমে দোৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটি দান কৰি তামৰ ফলি প্ৰচলন কৰে।

দুৰ্ভাগ্যবশতঃ প্ৰতাপসিংহ স্বৰ্গদেৱে নিৰ্মাণ কৰা দ'লটি স্থায়ী নহ'ল। এই দ'ল ধ্বংস হোৱাৰ দুটি সাম্ভাব্য কাৰণ এনেধৰণৰ —

১) জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দিনত দিহিং আৰু লুইত লগলাগি বিশাল বৰনৈ হৈ দক্ষিণলৈ প্ৰবাহিত হৈ শিৱমন্দিৰৰ সৈতে এই সমগ্ৰ অঞ্চল বুৰাই খহাই পেলালে। ধ্বংসযজ্ঞ শেষ কৰি লুইত পুনৰ উত্তৰগামিনী হয়। মন্দিৰ ভাগি যোৱাত মন্দিৰৰ উপাস্য বিগ্ৰহ বানলিংগ (দেৰগাঁৱৰ দ'লৰ শিৱলিংগক বানলিংগ বুলি কোৱা হয়) বৰনৈয়ে খহাই দ কৰা পানীভাগত ডুবগৈ থাকিল।

২) দ্বিতীয় কাৰণ হয়তো মিৰজুমলাৰ অসম আক্ৰমণ। 'The temple of Devargaon was raged to the ground and the Takkor compelled to embrace the Mussalman faith'।[১৩] আনহাতে আকৌ গেইট চাহাবৰ বুৰঞ্জীত মিৰজুমলাই দ'ল ভঙাৰ কোনো উল্লেখ নাই। কিন্তু তেওঁৰ আক্ৰমণৰ পাছত ওলাই যাওঁতে মিৰজুমলা ইয়াত থাকি যোৱাৰ কথা উল্লেখ কৰিছে। ... Debargaon was reached in two days the third day he halted and on the fourth he marched to Gajpur'।[১৪] মিৰজুমলাই গুৱাহাটীৰ পৰা ৰাজধানী গড়গাঁৱলৈকে উজাই আহোঁতে অধিকৃত অঞ্চলসমূহত একোখন থানা পাতি আমিৰ নিযুক্তি দিয়াৰ কথা 'কামৰূপৰ বুৰঞ্জী'ত পোৱা যায়। দেৰগাঁৱতো এখন থানা পাতি তেওঁ আমিৰ নিযুক্তি দি গৈছিল।

দ'লটি ৰহস্যময়ী প্ৰাকৃতিৰ ক্ষোভতেই নে মিৰজুমলাৰ আক্ৰমণতে ধ্বংসপ্ৰাপ্ত হ'ল সঠিককৈ কোৱা টান। এটাই চিৰন্তন সত্য যে প্ৰাচীন শিৱদ'ল ভাগিছিগি গেলাবিল নদীৰ ঘাটত তাৰ স্মৃতিচিন নিৰৱে পৰি থাকিল। পৰি থাকিল এচপৰা, দুচপৰা ইটা, টুকুৰা-টুকুৰ কিছু স্থাপত্য, ভাস্কৰ্যৰ স্বাক্ষৰ।

এই ভগ্নপ্ৰায় শিৱদ'লৰ বিগ্ৰহ পৰি থাকিল দ' পানীভাগৰ মাজত। গতিকে কিছুকাল এই শিৱথানত হয়তো পূজা-পাতল হোৱা নাছিল। আস্থায়ীভাৱে যদি কিবা হৈছিলো জনা নাযায়। কিন্তু ১৭৫২ খ্ৰীঃ আহোমসকলৰ ত্ৰয়স্ত্ৰিংশৎ (৩৩ সংখ্যক) ৰজা হিচাপে বোন্দা গোঁহায়ে আহোমমতে চুৰমফা আৰু হিন্দুমতে ৰাজেশ্বৰ সিংহ নাম লৈ ৰাজপাটত উঠাৰ লগে লগে অসম দেশৰ বুৰঞ্জীত এক নতুন মাত্ৰা সংযোজিত হয়। এইজনা স্বৰ্গদেউ সমূহ দেৰগাঁওবাসীৰ বুকুৰ আপোন, হেঁপাহৰ ৰাজন। কিয়নো অষ্টাদশ শতিকাৰ মাজভাগত নিজে তদাৰক কৰি নেঘেৰিটিঙত ন' দ'ল নিৰ্মাণ কৰাই এওঁ আহোম যুগৰ শিল্পকলাৰ এক যাউতিযুগীয়া স্বাক্ষৰ দেৰগাঁৱৰ বুকুত ৰাখি থৈ যায়। এইজনা ৰজাৰ দিনত বিৰাজ কৰিছিল এক শান্তিময় পৰিবেশ। যুদ্ধ-বিগ্ৰহ নাই, ৰাজভঁৰাল ঐশ্বৰ্যপূৰ্ণ। তেজস্বী, শাস্ত্ৰজ্ঞ ৰজাৰ ৰাজচ'ৰাত বিৰাজ কৰিছিল সাহিত্য চৰ্চাৰ মনোৰম পৰিবেশ। প্ৰজাবৎসল ৰজাই ৰাজ্যৰ চাৰিওফালে ভ্ৰমণ কৰি প্ৰজাসাধাৰণৰ সুখ-দুখৰ বতৰা লৈ, দ্ৰব্যাদি দান আৰু বিতৰণ কৰি, দ'ল-দেৱালয় নিৰ্মাণ কৰাই সুখময়, সৃষ্টিশীল দিন অতিবাহিত কৰিছিল।

অসমৰ সকলোবোৰ গুৰুত্বপূৰ্ণ ঠাইতে ৰজাৰ বাহৰ আছিল। আৰু ভ্ৰমণকালত তাতে থাকি ৰজাই ৰাজ্যৰ উন্নতি তথা প্ৰজাৰ কল্যাণৰ কাম কৰিছিল। দেৰগাঁৱৰ বাহৰ ৰজাদেউৰ অতি প্ৰিয় আছিল। ইয়াৰ মনোমুগ্ধকৰ দৃশ্যাৱলীয়ে তেওঁক বৰকৈ আকৰ্ষণ কৰিছিল। আমোদপ্ৰিয়, সুচতুৰ, বিশাল ব্যক্তিত্বৰ অধিকাৰী স্বৰ্গদেৱে ৰাজত্বৰ অধিকাংশ সময় এই বাহৰতে কটাইছিল; তেতিয়াই তেওঁ সম্ভেদ পাইছিল দেৰগাঁৱৰ শিৱদ'লৰ মাহাত্ম্যৰ কথা আৰু এই সংবাদো পাইছিল যে প্ৰাচীন মন্দিৰত পূজিত বানলিংগ শিতল নেঘেৰিৰ দ পানীভাগত ডুব গৈ আছে। আৰু তেতিয়াই এই মহিমামণ্ডিত দ'লটি নকৈ সজাৰ পৰিকল্পনা ৰজাই গ্ৰহণ কৰে। প্ৰসংগক্ৰমে উল্লেখযোগ্য এইজনা ৰজাৰ দিনতেই বোধহয় অসমৰ সৰ্বাধিক দ'ল-দেৱালয় নিৰ্মাণ হৈছিল। ইয়াৰ কাৰণ আছিল ৰাজভঁৰালৰ ঐশ্বৰ্যৰ প্ৰাচুৰ্যতা আৰু দেশৰ শান্তিময় পৰিৱেশ।

ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে ১৭৫৬ খ্ৰীঃত এক বিস্তৃত ভ্ৰমণসূচী





লৈ উজনিৰ পৰা নামনিলৈ যাত্ৰা আৰম্ভ কৰে। এই ভ্ৰমণকালত ভালেমান তীৰ্থ ভ্ৰমণ কৰি, বহুতো দ'ল-দেৱালয় নিৰ্মাণ কৰাই সাধু-সন্তক দান-দক্ষিণা দি ঘূৰি আহে। আহোঁতে-যাওঁতে দেৰগাঁৱৰ বাহৰত কটাই যায়। ইয়াত তেওঁ এশতোলা সোণ, এহেজাৰ টকা, ছপেৰা বস্ত্ৰ আৰু এটি সুৱৰ্ণ পাত্ৰ দান-দক্ষিণাৰূপে দি থৈ গৈছিল। দ্বিতীয়বাৰ নামনিত তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওঁতে কামাখ্যা দৰ্শন কৰি স্বৰ্গদেৱে পৰম তৃপ্তি লাভ কৰে। কামাখ্যাৰ পৰা দহ-বাৰ দিন উজাই আহি দেৰগাঁও পাই তেওঁ দ'ল নিৰ্মাণৰ আঁচনি কাৰ্যকৰী কৰিবলৈ ব্যৱস্থা হাতত লয়ঃ

'দশ দিনে আহি দেৰগাঁও পাই।<br>
পুৰণি দ'লক ব্ৰহ্মপুত্ৰে ভাঙি নেই।।<br>
নেঘেৰিটিঙত ন' দৌল কৰোঁ বুলি।<br>
ইটা পাথৰক দিয়া বান্ধি আছে তুলি।'[১৫]

দ'লক স্থায়িত্ব দিয়াৰ মানসেৰে আৰু অপৰূপ প্ৰাকৃতিক দৃশ্যই মনোমোহা কৰি তোলাৰ বাবেই বোধহয় নেঘেৰিটিঙৰ এই টিলাটো দ'ল নিৰ্মাণৰ বাবে স্বৰ্গদেৱে নিৰ্বাচন কৰিলে। নেঘেৰিটিঙৰ দ'ল, পুখুৰী নিৰ্মাণ আৰু খনন কাৰ্য সম্পন্ন কৰোতে দহ বছৰ সময়ৰ প্ৰয়োজন হৈছিল আৰু এই কাৰ্য তদাৰক কৰিবলৈ স্বৰ্গদেৱে দেৰগাঁৱৰ বাহৰতে থাকি লৈছিল।

ৰাজেশ্বৰ সিংহই নিৰ্মাণ কৰোঁৱা নেঘেৰিটিঙৰ এই শিৱদ'লটি অবিভক্ত শিৱসাগৰ জিলাৰ সকলো দ'লতকৈ ধুনীয়া বুলি স্বীকৃত। 'It is a voluminous building and its beautiful artistic design differs from that of every other temple in the country.'[১৬] নেঘেৰিটিঙৰ দ'ল শিৱদ'ল বুলিয়েই ঘাইকৈ পৰিচিত যদিও ইয়াত শিৱ, দুৰ্গা, গণেশ, বিষ্ণু আৰু সূৰ্য এই পঞ্চদেৱতা প্ৰতিষ্ঠিত। এনেদৰে পঞ্চদেৱতাৰ সংলগ্ন দ'ল সমগ্ৰ দেশতে বিৰল। ঘাই দ'লটোত বানলিংগ প্ৰতিষ্ঠা কৰা হৈছে। মূল দ'লৰ কাষে কাষে থকা দ'লকেইটাত দুৰ্গা, বিষ্ণু, সূৰ্য আৰু গণেশৰ বিগ্ৰহ প্ৰতিষ্ঠিত হৈছে। প্ৰতেকটি দ'লৰে একো একোটি আগচ'ৰা আছে। দ'লৰ বেৰত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি কটা আছে। কৰ্দৈশিৰীয়া এই সুন্দৰ দ'লটিয়ে ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ স্থাপত্য জ্ঞানৰ স্বাক্ষৰ বহন কৰি আছে। এই দ'লৰ লগতে ৰজাদেৱে এটি পুখুৰীও খন্দোৱায় আৰু নিজে ৰজাবাহৰত থাকি খনন কাৰ্যৰ তদাৰকী কৰি ১৭৬৮ খ্ৰীঃত এই কাৰ্য সম্পন্ন কৰে।

এইজনা স্বৰ্গদেৱেও নতুন দ'লৰ পূজা-সেৱা চলোৱাৰ দায়িত্ব আগমাচাৰ্যৰ বংশধৰসকলকে অৰ্পণ কৰে। এই বংশৰে কেইজনমানক ৰজাই দেৱলীয়া বৰুৱা, মলীয়া বৰুৱা আৰু খঙীয়া বৰুৱাৰ বিষয়বাব দিছিল। ৰজা ৰাজেশ্বৰ সিংহৰ আগমাচাৰ্য বংশৰ লগত অতি অন্তৰংগ সম্পৰ্ক আছিল। দেৰগাঁৱত এটা প্ৰবচন আজিও মুখে মুখে প্ৰচলিত। — 'ৰজা ৰাজেশ্বৰ বৰুৱা বানেশ্বৰ'। আগমাচাৰ্যৰ বংশৰ সপ্তম পুৰুষ বানেশ্বৰ বৰঠাকুৰ ৰজাৰ পৰম বান্ধৱ আছিল। শুনামতে ৰজা দেৰগাঁৱৰ বাহৰত থাকোতে বানেশ্বৰ বৰঠাকুৰৰ ৰাজবাহৰলৈ কোনো বাধা নোহোৱাকৈ সঘন আহযাহ চলিছিল। এওঁক ৰজাদেৱে 'দেৰগঞা বৰুৱা' পাতিছিল। (এই বংশৰ এওঁৱেই প্ৰথম বৰুৱা আছিল)। ৰজাই আনকি দেৰগাঁৱত থাকোতে মৃগয়ালৈকো এওঁক লগত লৈ গৈছিল। সেয়েই বোধহয় উক্ত প্ৰবচনটো জনপ্ৰিয় হৈ দেৰগাঁৱত থাকি গ'ল।

নেঘেৰিটিং দ'ল ইটা আৰু পুৰণি ভগা দ'লৰ শিলেৰে সজোৱা বুলি জনা যায়। অৱশ্যে দ'ল-দেৱালয়ৰ গাঁথনিত স্বৰ্গদেউসকলে আন কিছুমান বিশেষ দ্ৰব্য ব্যৱহাৰ কৰাৰ তথ্য পোৱা যায় চাংৰুং ফুকনৰ বুৰঞ্জীত। চাংৰুং ফুকন আছিল আহোম ৰজাৰ গৃহ, মঠ-মন্দিৰ, সাঁকো-পুখুৰী আদিৰ নিৰ্মাণ কৰাৰ ভাৰপ্ৰাপ্ত বিষয়া। এওঁৰ মতে নেঘেৰিটি দ'ল নিৰ্মাণত লাগিছিল —

'আতে লাগিছে লঠিয়া শিল - ৫০,৪৭০ টা, ইটা - ১,০৫,৫২০ খন, গুৰ - ১,৪৯০ কলহ, মাহ - ২১৪ পুৰা, শন - ৩০ ডাঙ্গ, তেল - ৪৪ কলহ, মাছ - ৪৫ ডাঙ্গ, চুণগুৰি - ৪,৫২০ ঢোল, চকাচূণ - ৩,৬৩০ কলহ।

নেঘেৰিটিঙৰ শিৱদ'লক আহোম স্বৰ্গদেউসকলে অতিশয় শ্ৰদ্ধা কৰিছিল। এই দ'লৰ বৰঠাকুৰেহে কেৱল স্বৰ্গদেউৰ মূৰত ফুল দিয়াৰ যোগ্যতা অৰ্জন কৰিছিল। দ'লৰ নিত্য পূজাৰ নিৰ্মালি নিতৌ ৰজাই আহাৰ গ্ৰহণ কৰাৰ আগতেই দিবগৈ লাগিছিল। ইয়াৰ বাবে নিৰ্মিত হৈছিল চমু আলিবাট আৰু ব্যৱস্থা কৰা হৈছিল বিশেষ অশ্বাৰোহী দূতৰ। 'A new road by the name of Bar-Ali was especially made for this purpose. Besides being the shortest cut from Negheriting to Rangpur, it also served as a 'bund' to protect the adjoining country from the floods of the Brahmaputra ... Parts of it can still be seen in ruined state in the Jorhat sub-division'.[১৮]

স্বৰ্গদেউসকলে বৰঠাকুৰ, পাত্ৰঠাকুৰসকলৰ উপৰি খেতিবাতি কৰি প্ৰয়োজনীয় বস্তুৰ যোগাৰ কৰিবলৈ কেইবাখনো অন্য মানুহৰ গাঁও আৰু দ'লত গীত-বাদ্য কৰিবলৈ এখন নটৰ গাঁও দেৰগাঁৱত স্থাপন কৰিছিল। এই দ'লৰ বাবে দান কৰা খাট-পামৰ সীমা নেঘেৰিটিঙৰ দক্ষিণে ঢেকিয়ালৈকে বিস্তৃত আছিল বুলি জনা যায়। 'এই দেৱালয়ত ৰাজদত্ত সম্পত্তি অপৰ্যাপ্ত আছিল। ৰূপ, সোণ, তাম আদিৰ সাজ, ৰূপ খটোৱা শৰাই, সোণৰ ভোগজৰা, তামৰ ডবা প্ৰভৃতি বহুত বহুমূলীয়া বস্তুৰে দেৱালয় পৰিপূৰ্ণ আছিল; আৰু এই মন্দিৰৰ পূজা কাৰ্য চলাবৰ নিমিত্তে ওঠৰশ পাইক নিবন্ধ আছিল। এইখনি দেৱালয়ৰ সমান সম্পত্তি অন্য কোনো দেৱালয়তে নাছিল।'[১৯] প্ৰসংগক্ৰমে উল্লেখযোগ্য নেঘেৰিটিঙৰ দ'লত ইতিহাস



প্ৰসিদ্ধ 'দেৱদাসী' নৃত্যৰ প্ৰচলন আছিল। ৰজাৰ কাৰেং আৰু দেৱতাৰ মন্দিৰসমূহত নাচিবলৈ চিনাতলি, কালুগাঁও, দেৰগাঁও আদি কিছুমান ঠাইৰ পৰা নিৰ্দিষ্ট কিছুমান পৰিয়ালৰ চকুতলগা ছোৱালীক আনি এই নৃত্য-কলাৰ প্ৰশিক্ষণ দিয়া হৈছিল। ৰাজকাৰেং বা ৰাজচ'ৰাত অন্যান্য মনোৰঞ্জক নৃত্যগীত প্ৰদৰ্শিত হৈছিল যদিও দেৱতাৰ মন্দিৰত দেওধনি আৰু দেৱদাসী নৃত্যহে পৰিবেশন কৰা হৈছিল। অসমৰ ইতিহাসৰ প্ৰথম মহিলা শাসক অসমীয়া নুৰজাহান 'বৰৰজা' ফুলেশ্বৰী কুঁৱৰীও শিৱসিংহ ৰজাৰ মহিষী হোৱাৰ আগতে চিনাতলিয়া নটৰ এনে এগৰাকী জীয়ৰী 'ফুলমতী নাচনী' আছিল। নেঘেৰিটিঙৰ আকাশ-বতাহ নুপূৰৰ ৰুণুজুনুৰে ঝংকাৰিত কৰি ৰখা এই নৃত্যকলা কেতিয়াৰ পৰা স্তব্ধ হ'ল সঠিককৈ কোৱা টান। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই ডুবিৰ পৰিহৰেশ্বৰ শিৱ মন্দিৰত দেৱদাসীসকলক থাপিছিল আৰু এই নৃত্যৰ শেষ ৰেঙণি এতিয়াও পাঠশালাত দেখা যায় বুলি নৃত্যাচাৰ্য যতীন গোস্বামীয়ে এটা প্ৰবন্ধত উল্লেখ কৰিছে।[২৩]

১৭৬৮ খ্ৰীঃত ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে দ'ল বন্ধোৱা আৰু পুখুৰী খন্দোৱা কাম সমাপ্ত কৰিলে। সেই সময়তে ৰাজ্যত ভালেকেইটা অমংগল, উৎপাতে দেখা দিয়াত স্বৰ্গদেৱে দ'ল-পুখুৰী উছৰ্গা পিছলৈ থৈ এই অমংগলবোৰৰ (বিশেষকৈ দেৰগাঁও আৰু বিশ্বনাথত থকা স্বৰ্গদেৱৰ বাহৰ বজ্ৰপাতত ভস্মীভূত হোৱা) শান্তিৰ বাবে দেৰগাঁৱৰ বাহৰতে ম'হ বলি দি আহোমমতে 'চৈফা' পূজা কৰালে। কিন্তু পূজাৰ পিছতেই দেৰগাঁৱৰ বাহৰতে স্বৰ্গদেৱ পেটৰ বিষৰ যন্ত্ৰনাত কাতৰ হৈ শয্যাশায়ী হ'ল। ৰাজ চিকিৎসক অনংগদেৱ বেজবৰুৱাই তেওঁৰ দুই পুত্ৰ আৰু বৰাহী বেজসকলৰ সহযোগত অপ্ৰাণ চেষ্টা কৰিছিল যদিও স্বৰ্গদেউ তেওঁৰ প্ৰিয় বাহৰতে ১৭৬৯ খ্ৰীঃত স্বৰ্গগামী হয়। On the 4th day of Aghun was seized with a disorder which put a period to his existence on earth on the tenth of the same month at Devargaon. The body was consumed on funeral pyre and the minister repaired to Gurgang.'[২২] মৃত্যুৰ পিছদিনা স্বৰ্গদেৱৰ শৱদেহ চৰাইদেউলৈ নিছিল যদিও হিন্দু ধৰ্মৰ সবল পৃষ্ঠপোষক হোৱা বাবে ডাঙৰীয়াসকলে আলোচনা কৰি শৱদেহ ঘূৰাই আনি লুইতৰ পাৰৰ বৰশিমলুৰ গুৰিত কাঠ সংস্কাৰ কৰি হিন্দুধৰ্মমতে শ্ৰাদ্ধাদি সম্পন্ন কৰে। আহোমসকলৰ মৃতদেহ দাহ কৰা আৰু ব্ৰাহ্মণীয়মতে কৰ্ম কৰা এয়ে প্ৰথম।

১৭৬৯ খ্ৰীঃতে স্বৰ্গীৰজাৰ ভায়েক কালশিলীয়া গোহাঁইদেৱক (এওঁ দেখাত অতি ক'লা আৰু আপচু হোৱাৰ বাবে নাম পাইছিল ক'লা বাঘ বা এলাগী কোঁৱৰ) দেৰগাঁৱৰ বাহৰতে ৰজা পতা হয়। নাম থ'লে হিন্দুমতে লক্ষ্মীসিংহ আৰু আহোমমতে চুন্যেউফা। 'আতপাৰ ১৬৯১ শকৰ জেঠ মাসতে ২১ দিন যোৱাত স্বৰ্গী ৰজাৰ ভাতৃ নামৰূপীয়া গোসাঁইদেৱক দেৰগাঁৱৰ বাহৰতে ৰজা পাতিলে। কালশিলীয়া গোহাঁইদেউ ৰজা হৈ লক্ষ্মীসিংহ নাম ল'লে'।[২২] ৰাজেশ্বৰ সিংহৰ জীৱনকালতে সম্পন্ন হোৱা নেঘেৰিটিঙৰ দ'ল আৰু পুখুৰী উছৰ্গা কৰাৰ হেঁপাহ তেওঁৰ পূৰ্ণ নহ'ল। তেওঁৰ মৃত্যুৰ পিছত উছৰ্গাৰ আয়োজন হ'ল যদিও আকৌ এটা অঘটন হ'ল। দেৰগাঁৱৰ বিগ্ৰহ হেৰাল। কিছুদিন বিচাৰ-খোচাৰ কৰাৰ পিছত ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে খন্দোৱা পুখুৰীত বিগ্ৰহ পোৱা গ'ল আৰু ১৭৭৭ খ্ৰীঃৰ মানুহ বিহুৰ (১ ব'হাগ) দিনা লক্ষ্মীসিংহ স্বৰ্গদেৱে সৰুজনা ন' গোসাঁই, কাথ বৰুৱা আৰু ৰাইদঙীয়া ফুকনক পঠাই দেৰগাঁৱৰ দ'ল উছৰ্গা কৰাই জনসাধাৰণৰ বাবে মুকলি কৰি দিয়ে। সেইদিন ধৰি আজিলৈকে নেঘেৰিটিঙৰ এই দ'লে অসমৰ সকলো জনগোষ্ঠীৰ সমন্বয়ৰ সাঁকো হিচাপেও শ্ৰদ্ধা লাভ কৰি আহিছে।

**দেৰগাঁৱৰ অন্যান্য স্মৃতিচিহ্ন ঃ**

নেঘেৰিটিঙৰ দ'ল, যাৰ টিলাত থিয় হ'লে উত্তৰে ব্ৰহ্মপুত্ৰৰ মনোমোহা দৃশ্য প্ৰত্যক্ষ কৰিব পাৰি, বৰ্তমানে দেশী-বিদেশী সকলো পৰ্যটকৰে বিশেষ আকৰ্ষণৰ কেন্দ্ৰ। প্ৰসংগক্ৰমে উল্লেখযোগ্য এই দ'লটিৰ বাহিৰেও দেৰগাঁৱত অন্যান্য দেবালয় বা ৰজাদিনীয়া পুখুৰীও আছিল। প্ৰকৃত সংৰক্ষণৰ অভাৱত সেইবিলাকে মূল সৌন্দৰ্য হেৰুৱাই স্মৃতি হৈ থাকি গ'ল। আহোম স্বৰ্গদেউসকলে অসমৰ বিভিন্ন স্থানত দ'ল-দেবালয় নিৰ্মাণ কৰোৱাই নহয়, সিবিলাকৰ পৃষ্ঠপোষকতা কৰি দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটি দান কৰি তামৰ ফলিৰ প্ৰচলন কৰি অভিলেখ ৰচনা কৰি থৈ গৈছে। ৰুদ্ৰসিংহ আৰু শিৱসিংহ এই দুজনা স্বৰ্গদেৱে তেনেকৈ অসমৰ অন্যান্য দেবালয়ৰ দৰে দেৰগাঁৱৰ দেবালয়ো পৰিদৰ্শন কৰি আগমাচাৰ্য ব্ৰাহ্মণক মাটি দান দিয়া তামৰ ফলি আছে। এই ফলিবিলাকে দেৰগাঁৱত অন্যান্য দেবালয় থকাৰ সাক্ষ্য প্ৰদান কৰে; যেনে শিৱসিংহ স্বৰ্গদেৱে উমা-মহেশ্বৰ উভয় দেব-দেৱীৰ পূজা কৰ্মত দেৰগাঁৱৰ আগমাচাৰ্য বংশৰ বানেশ্বৰ ব্ৰাহ্মণক আচাৰ্যৰূপে নিযুক্ত কৰি এই অঞ্চলত ৩৩ পুৰা মাটি দিয়াৰ উল্লেখ তামৰ ফলিত আছে। উমা-মহেশ্বৰ মন্দিৰৰ কোনো স্থায়ী স্মৃতি বৰ্তমান নাই। উল্লেখযোগ্য যে মিছামৰা মৌজাৰ মাহনিয়াল গাঁৱৰ নামঘৰৰ ওচৰতে এখন দেবালয় আছিল বুলি জনবিশ্বাস আছে আৰু আজিও মানুহে সেই স্থানক পৱিত্ৰ জ্ঞান কৰে। দেবালয়ৰ বিগ্ৰহক জয়দুৰ্গা বুলি কোৱা হৈছিল। ইয়াৰ এমাইলৰ ভিতৰত বৰপুখুৰী গাঁৱত 'আগমৰ বাৰী' বুলি এখন বাৰীৰ নাম আজিও মানুহে কয়। হয়তো জয়দুৰ্গা মন্দিৰৰ পূজা-সেৱা চলাবলৈ আগমাচাৰ্য বংশৰ মানুহে ইয়াতে ঘৰবাৰী পাতি আছিল। জে.পি ওৱেড চাহাবৰ বুৰঞ্জীমতে এই দেবালয় শিল বা ইটাৰে স্থায়ীকৈ বনোৱা নাছিল। কিবা প্ৰাকৃতিক দুৰ্যোগ বা মানৱ আক্ৰমণত এই মন্দিৰ হয়তো ধ্বংসপ্ৰাপ্ত হ'ল। বহুতে ধাৰণা কৰে মিছামৰাৰ জয়-দুৰ্গা থানৰ পৰাই কিবা বিশেষ কাৰণত বিগ্ৰহ নিৰাপদে স্থানান্তৰিত কৰি বৰ্তমান





নদৰ্চে-দৰিয়া

দেৰগাঁৱৰ কুমাৰগাঁৱত থকা 'বুঢ়ী গোসাঁনীৰ থান'ৰ স্বত্বাধিকাৰ ভূধৰ আগমাচাৰ্য বংশৰ বানেশ্বৰ বৰুৱাৰ বংশধৰৰ হাতত প্ৰতিপালনৰ দায়িত্ব দিয়া হয়। এতিয়াও এই পৱিত্ৰ থানৰ পূজা-সেৱা বানেশ্বৰ বৰুৱাৰ নাতি-পুতি সকলেই চলাই আছে। বানেশ্বৰ বৰুৱাক ৰজাই দান কৰা তামৰ ফলিও ইয়াতেই সযতনে সংৰক্ষিত কৰি ৰখা হৈছে। মিছামৰাৰ সাগৰ গাঁও অঞ্চলত এটি মঠ আছে, যাক 'বৈৰাগী মঠ' বুলি মানুহে কয়। এই মঠৰ কোনো ঐতিহাসিক তথ্য পাবলৈ নাই। হয়তো কোনো পৰিব্ৰাজক বা কোনো ধৰ্ম প্ৰচাৰক গুৰুৱে নিজ উদ্দেশ্য সাধনৰ বাবে এই মঠ নিৰ্মাণ কৰাইছিল। আকৌ এনেকৈয়ো ভাবিব পাৰি যে ৰজাসকলৰ আমোলত দেশৰ ভিতৰুৱা সংবাদ সৰবৰাহৰ বাবে বৈৰাগী বেশত বহুত চোৰাংচোৱা নিযুক্তি দিছিল; হয়তো নিৰ্মোহ গীতগোৱা বৈৰাগীবেশী কোনো চোৰাংচোৱাই এই মঠ নিৰ্মাণ কৰাইছিল। এই মঠটোৰ কাষৰীয়া অঞ্চলক আজিও লোকে 'বৈৰাগী বাৰী' বুলি কয়।

আহোম ৰজাসকলে কেৱল দ'ল-দেবালয়েই নিৰ্মাণ কৰা নাছিল। নিৰ্মাণ কৰোৱাইছিল বহুতো আলিবাট, সাঁকো আৰু খন্দোৱাইছিল সাগৰসদৃশ বহুতো পুখুৰী আৰু নাদ। ৰজাদেউৰ সকলৰ পাইক ব্যৱস্থাৰ কাৰ্যকাৰিতা এইবিলাক কৰ্মত প্ৰতিফলন ঘটিছে। দেৰগাঁৱতো এনেবিলাক কাৰ্যৰ ভালেমান নিদৰ্শন আছে। বৰ্তমান কমল দুৱৰা মহাবিদ্যালয়ৰ সন্মুখতে সযতনে সংৰক্ষিত হৈ আছে স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনৰ এটি পাটনাদ। এনে বহুত পাটনাদ আৰু পুখুৰী পিছৰকালত ব্যৱহাৰ নকৰাৰ ফলত পোতা পুখুৰীত পৰিণত হৈছেগৈ। তাৰ বাহিৰেও বৃহত্তৰ দেৰগাঁৱৰ বিজয় পুখুৰী, ফুকন পুখুৰী, মিছামৰাৰ বৰপুখুৰী, অভয়াপুৰীয়া পুখুৰী, কুন্দাছলা বিল, মিছামৰা মৌজাদাৰৰ পুখুৰী, ন গোসাঁই সত্ৰৰ ন পুখুৰী, গুৱালগাঁৱৰ মাৰনা পুখুৰী, তেলীয়া গাঁৱৰ বাখৰ পুখুৰী, গণকপুখুৰী ইত্যাদিয়ে দেৰগাঁৱৰ ঐতিহাসিকতা কঢ়িয়াই লৈ ফুৰিছে। বানেশ্বৰ বৰুৱাৰ তামৰ ফলিত বিজয়সাগৰ পুখুৰীৰ উল্লেখ আছে। '১৬৬০ শকৰ আসাৰ মাসত শ্ৰীশিৱসিংহ মহাৰাজে দেৱগ্ৰামৰ বিজয়সাগৰ পুখুৰীৰ অঞ্চলি পাইক দুটিক পানী দিবলৈ অযোগ্য দেখি তাৰে সলনি পানী দিয়াকে ব্ৰাহ্মণ পাইক দুটি পুখুৰীত দি ... ইত্যাদি'। এই কথাৰ পৰা বিজয়সাগৰ পুখুৰী কোনো দেৱ মন্দিৰৰ সংলগ্ন থকা বুলি অনুমান হয় যদিও তেনে কোনো দেৱ মন্দিৰৰ চিন পুখুৰীৰ ওচৰত নাই।[২৫] গেলাবিল ঘাটত থকা প্ৰাচীন শিৱ মন্দিৰৰ স্মৃতি স্থান খনন কৰিলেও ঐতিহাসিক বহু তথ্য উদ্ধাৰ হ'ব পাৰে বুলি বহুলোকে বিশ্বাস কৰে। ই অৰণ্যে যুক্তিহীন কথা নহয়। কিয়নো এই ঠাইৰ নাতিদূৰতে দেৰগাঁও কমল দুৱৰা কলেজৰ এজন অধ্যাপকৰ নৱনিৰ্মিত ঘৰৰ ভেটিৰ বাবে মাটি খান্দোতে মাটিৰ তলত দেৰগএগ্ৰা কলহৰ দুকলহ চিকচিকিয়া কড়ি উদ্ধাৰ হৈছিল।

কেৱল সেয়েই নহয়, ইতিহাসৰ বহুতো ঘটনা পৰিঘটনাই চুই গৈছে দেৰগাঁৱক। আহোম কছাৰীৰ সংঘৰ্ষৰ কথা ইতিমধ্যেই আলোচনা কৰা হৈছে। এই সংঘৰ্ষই দেৰগাঁৱৰ ঐতিহাসিক গুৰুত্ব দ্বিগুণ বৃদ্ধি কৰে। মিৰজুমলাৰ অসম আক্ৰমণ অসম বুৰঞ্জীৰ এটা ক'লা অধ্যায়। এই আক্ৰমণৰ হাত সাৰিবলৈ স্বৰ্গদেউ জয়ধ্বজ সিংহই ৰাজধানী এৰি নামৰূপলৈ পলাই যোৱাৰ ফলত কাললৈকে 'ভগনীয়া ৰজা' বুলি অপবাদ থাকি গ'ল। ওৱেড চাহাবৰ বুৰঞ্জীত মিৰজুমলাৰ সৈন্যই দেৰগাঁৱৰ দ'ল ভাঙি পূজাৰী ঠাকুৰক ইছলাম ধৰ্মলৈ দীক্ষিত হ'বলৈ বাধ্য কৰাইছিল বুলি উল্লেখ কৰিছে যদিও সমসাময়িক অন্য বিৱৰণী বা গেইট চাহাবৰ বুৰঞ্জীত এই কথা নাই। দেৰগাঁৱত এৰাতি থাকি যোৱা মিৰজুমলাৰ সৈন্যদলৰ কিছুমান সৈন্যই কিন্তু ৰূপহী অসমীয়া ছোৱালী বিয়া কৰাই ইয়াতেই থাকি গ'ল। গুৰুত্বপূৰ্ণ কথা যে তেতিয়াৰ পৰাই দেৰগাঁৱত ইছলামধৰ্মী মানুহৰ বসতি আৰম্ভ হ'ল আৰু আজিলৈকে সম্প্ৰীতিৰ এনাজৰীৰে বান্ধ খাই ইয়াতে বাস কৰি আছে। মিৰজুমলাৰ লগত অহা বুৰঞ্জীবিদ চিহাবুদ্দিন তালিছৰ ঐতিহাসিক গ্ৰন্থ 'ফাথিয়া-ই-ইব্ৰীয়া'তো দেৰগাঁৱে স্থান পাইছে। তেওঁ লিখিছিল যে দেৰগাঁও অঞ্চলত ডাঙৰ ডাঙৰ ৰসাল সুমথিৰা টেঙা প্ৰচুৰ পোৱা গৈছিল আৰু সেইবোৰ এপইচাত দহোটাকৈ মুছলমান শিবিৰত বিক্ৰী কৰিছিল। সঁচাকৈয়ে সেই সময়ত মিছামৰা অঞ্চলত ঘৰে ঘৰে বহুত সুমথিৰা গছ আছিল বুলি শুনা যায়।

মোৱামৰীয়া গণ বিপ্লৱে অসম বুৰঞ্জীৰ এটি দীঘলীয়া অধ্যায় দখল কৰিছে। প্ৰকৃততে এই বিপ্লৱৰ বীজো ৰোপন কৰা হৈছিল দেৰগাঁৱৰ বুকুতেই। তেতিয়া সিংহাসনত আছিল আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ। তেওঁ দেৰগাঁৱৰ বাহৰত থাকোতেই মোৱামৰীয়া অষ্টভূজ গোসাঁইৰ পুতেক গাগিনী ডেকাৰ নেতৃত্বত 'বৰ ভেটি' স্থাপন কৰি সকলো মোৱামৰীয়া শিষ্যক একত্ৰিত কৰি প্ৰচলিত শাসন ব্যৱস্থাৰ বিৰুদ্ধে ডংকা বজোৱাৰ যো-জা কৰে। 'স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনত মোৱামৰীয়া মহন্তই মালৌ পথাৰত আৰু নেঘেৰিটিঙত সকলো শিষ্য-সামন্ত গোটাই লৈ স্বাধীনভাৱে সত্ৰ পাতিবৰ অৰ্থে 'বৰভেটি' বন্ধায় আৰু তাতে এটা ভয়ংকৰ বিদ্ৰোহৰ কাৰণে সিবিলাকে সকলো আয়োজন কৰি লয়।'[২৪] চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ (১৮১১-১৮১৮) দিনত সংঘটিত হয় অমানৱীয়, অবৰ্ণনীয়, নিষ্ঠুৰ, নৃশংস মানৰ আক্ৰমণ। ডাঙৰীয়াসকলৰ ক্ষমতাৰ খোৱা-কামোৰাই সুদূৰ বৰ্মা দেশৰ পৰা অসমৰ মাটিলৈ নিমন্ত্ৰণ কৰি আনিছিল এই ভয়ংকৰ আক্ৰমণকাৰীহঁতক। সেই ভয়াল ধুমুহাইও কোবাই গৈছিল দেৰগাঁৱক। সেই সময়ত মানহঁতে বৰ্তমান দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয় থকা ঠাইতে কোঠ মাৰি লৈ আৰম্ভ কৰিছিল এই অঞ্চলৰ মানুহৰ ওপৰত নৃশংস অত্যাচাৰ। এই ঠাই এতিয়াও 'মানে মৰা কোঠ' বা 'মানে কোঠ মৰা' বুলি জনা যায়। এই ভয়াবহতাৰ মাজতো কিন্তু ক'লা ডাৱৰৰ মাজৰ বিজুলী ৰেখাৰ দৰে এটি বিশেষ ঘটনাও ঘটি গৈছিল। অত্যাচাৰী মানহঁতৰ দুজনমানে

দেৱগাঁৱৰ বিনন্দীয়া ৰূপত মুগ্ধ হৈ ইয়াৰে ছোৱালী বিয়া কৰাই স্থায়ীভাৱে থাকি গ'ল। পিছলৈ এই মান সেনা (বঙাল) কেইজন থকা ঠাইখনেই 'বঙাল গাঁও' নামেৰে প্ৰসিদ্ধি লাভ কৰে। স্বৰ্গীয় দীননাথ বেজবৰুৱাৰ 'বেজবৰুৱা বংশাৱলী' গ্ৰন্থৰ পৰা জনা যায় যে মানৰ আক্ৰমণৰ সময়ত দেৱগাঁও চহৰ ৰক্ষাৰ ভাৰ দিছিল বেজবৰুৱা বংশৰ স্বৰ্গীয় দধিৰাম ভৰালী বৰুৱাৰ ওপৰত। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ দ্বাৰা লোমহৰ্ষক মানৰ আক্ৰমণৰ সমাপ্তি ঘটিল। কিন্তু আহোমসকলৰ সপোন সমৃদ্ধ সোণৰ অসম বিদেশী ইংৰাজৰ হাতলৈ গ'ল। সমগ্ৰ দেশতে পৰিৱৰ্তনৰ বিপুল সোঁত প্ৰৱাহিত হ'ল। বাদ নপৰিল দেৱগাঁৱো।

**মিছামৰা ঃ**

প্ৰাচীন বুৰঞ্জীসমূহত 'মিছামৰা' নামৰ কোনো স্থানৰ নাম উল্লেখ নাই। সমসাময়িক ঐতিহাসিক (প্ৰাচীন) তথ্যসমূহ বিচাৰ কৰি বিশ্লেষণ কৰিলে দেখা যায় যে মিছামৰা নামৰ বৰ্তমানৰ সু-সংস্কৃত ঠাইখন এসময়ত দেৱগাঁৱৰ বুকুতেই লীন হৈ আছিল। সেয়েহে দেৱগাঁও, মিছামৰাৰ ঐতিহাসিকতা প্ৰায় অভিন্ন। আহোম স্বৰ্গদেউসকলৰ প্ৰিয় ভূমি দেৱগাঁৱৰ ৰজাবাহৰতেই অন্তৰ্ভূক্ত হৈ আছিল বৰ্তমানৰ মিছামৰা অঞ্চল; অৰ্থাৎ বৰ্তমান দেৱগাঁও মৌজাৰ পশ্চিম অংশ আৰু সমগ্ৰ মিছামৰা মৌজাটোকে দেৱগাঁওহে বোলা হৈছিল। শেষৰফালৰ আহোম ৰজা চন্দ্ৰকান্ত সিংহই মাজুজনা ন-গোসাঁইক দান পত্ৰ কৰা তামৰ ফলিখন এই ক্ষেত্ৰত উৎকৃষ্ট উদাহৰণ। এই ফলিখনেই লোৱাডোঙৰ উভয় পাৰত থকা খাতেই যে ৰজাৰ ডঙা খাট আছিল আৰু লোৱাডোংৰ দাঁতিৰ পথাৰকো যে দেৱগাঁও পথাৰহে বুলিছিল তাক সুন্দৰকৈ প্ৰতিপন্ন কৰে। আহোম ৰজাসকলৰ দিনত বৰ্তমানৰ মিছামৰাৰ ভূমিকা আছিল অতিশয় গুৰুত্বপূৰ্ণ।

মিছামৰাৰ নামটো কেতিয়াৰ পৰা প্ৰচলিত হ'ল বা কিয় এনে এটা নামৰ সৃষ্টি হ'ল সেই বিষয়ে সঠিক তথ্য যোগান ধৰা সম্ভৱ নহয়। কিয়নো আগতেই উনুকিওৱা হৈছে যে 'মিছামৰা' নামৰ লিপিবদ্ধ ৰূপ ইতিহাসত নাই। প্ৰবাদ আছে যে মিছামৰাত লো তৈয়াৰ কৰা হৈছিল আৰু ইয়াৰ পূৱ সীমাৰে প্ৰবাহিত সৰু জানটোত লো মাটি ধোৱা হৈছিল। 'লো' শব্দই লোহা আৰু 'ডাং' শব্দই পানী থকা খাল বুজাইছিল। সেয়েহে এই লো মাটি ধোৱা জানটো জনাজাত হ'লগৈ লোহাডাং>লোৱাডোং নামেৰে। এই লো মাটিবিলাক ধোওতে কিছুমান গোটা লাড়ু বান্ধিছিল। সেইবিলাকক 'মিছা' বুলি কোৱা হৈছিল। আকৌ কিছুলোকে কয় লো গলালে বাহিৰ হোৱা গেদেৰী বোৰকহে মিছা বুলি কোৱা হৈছিল। মুঠতে লোকবিশ্বাস মতে এনেদৰে 'মিছা' তৈয়াৰ হোৱা অঞ্চলেই কালক্ৰমে মিছামৰা নামে খ্যাত হ'ল। এই প্ৰবাদৰ কিছু ঐতিহাসিক ভিত্তি আছে। কিয়নো



আহোম স্বৰ্গদেউসকলে 'লো' উৎপন্নৰ কাম কৰিবলৈ 'লো শলীয়া পাইক'ৰ খেল সৃষ্টি কৰিছিল। এই খেলৰ লোকক কোৱা হৈছিল কমাৰ। প্ৰতাপসিংহ স্বৰ্গদেৱৰ বিশ্বস্ত বিষয়া মোমাই তামুলী বৰবৰুৱাই লোৱাডোং জানৰ পাৰত কেবাটাও কমাৰ পৰিয়াল স্থাপন কৰিছিল। লোৱাডোঙৰ গাতে এতিয়াও অৱস্থিত কমাৰ গাঁৱে মিছামৰাত লো উৎপাদনৰ ঐতিহাসিক সত্যতা আৰু কমাৰসকলৰ বসতি স্থাপনৰ সাক্ষ্য বহন কৰিছে।

আন এক জনবিশ্বাসমতে ৰজাসকলৰ দিনৰ পৰাই কুঁহিয়াৰ খেতিৰ বাবে প্ৰসিদ্ধ মিছামৰাত কুঁহিয়াৰ শালত পেৰি ৰহ পগাই গুৰ তৈয়াৰ কৰোঁতে কোমল ডাবৰি সৰুকৈ মুঠা বান্ধি ৰহত পগাই 'মিছা' নামৰ এবিধ সুস্বাদু দ্ৰব্য প্ৰস্তুত কৰা হৈছিল। তাৰ আধাৰতে এই অঞ্চল মিছামৰা নামেৰে চিনাকি হ'লগৈ। কুঁহিয়াৰৰ কাৰণে বিখ্যাত বাবে এনে মুখৰোচক কাহিনী কথা হয়তো প্ৰচলিত আছে। মিছামৰা সম্পৰ্কে আটাইতকৈ গুৰুত্বপূৰ্ণ ইতিহাস সমৃদ্ধ, নিৰ্ভৰযোগ্য এটি তথ্য নিহিত হৈ আছে দাধৰা পথাৰত হোৱা আহোম আৰু কছাৰীৰ প্ৰচণ্ড সংঘৰ্ষত। বৃহত্তৰ দেৱগাঁৱত কোবাল ধুমুহাই সৃষ্টি কৰা এই সংঘৰ্ষত দাধৰাৰ পৰা আৰম্ভ কৰি কপাহতলিলৈকে ওখ ওখ ভেটা মাৰি ৰণক্ষেত্ৰ তৈয়াৰ কৰা হৈছিল। এই অঞ্চল (লোৱাডোং জানৰ দুয়োপাৰৰ পথাৰ অঞ্চল) আজিও **'ৰণভেটা'** নামে খ্যাত। এই 'ৰণভেটা' অঞ্চলত হোৱা তুমুল সংঘৰ্ষত কছাৰী ৰজা ডেৰচাংফাৰ প্ৰৱল প্ৰতাপী সেনাপতি 'মিছৌ' বা 'মিছ' নিহত হৈছিল আৰু এই ঠাইতে তেওঁক সমাধিস্থ কৰা হৈছিল। এই পৰাক্ৰমী সেনাপতিজনৰ স্মৃতিত এই অঞ্চলটোৰ নাম মিছৌমৰা>মিছ'মৰা আৰু পাছত 'মিছামৰা' হয়গৈ। বৰ্তমান মিছামৰা গোলাঘাট জিলাৰ এখনি সংস্কৃতি সমৃদ্ধ সকলো দিশতে উন্নয়নৰ ফালে ধাবিত হোৱা উন্নত ঠাই। মিছামৰাৰ এতিয়া পৰিসৰো ব্যাপক।

**ৰজাবাহৰ ঃ**

প্ৰাচীন দেৱৰগাঁও বা দেৱগ্ৰামৰ সদৰ স্থান আছিল ৰজাবাহৰ। আহোম স্বৰ্গদেউসকলে বিশাল ৰাজ্য ডা-ডাঙৰীয়াসকল আৰু বিভিন্ন বিষয়া-বৰ্গৰ সহায়ত সুক্ষ্ম প্ৰশাসনীয় ব্যৱস্থাৰে পৰিচালনা কৰিছিল আৰু তাৰ মাজে মাজে ব্যক্তিগতভাৱে ৰাজ্যৰ চাৰিওফালে ভ্ৰমণ কৰিছিল। সেয়ে গুৰুত্বপূৰ্ণ স্থানসমূহত ৰজা থাকিবৰ বাবে কিছুমান বাহৰ প্ৰস্তুত কৰা হৈছিল। সেইদৰে ৰংপুৰৰ পৰা গুৱাহাটীলৈ অহা-যোৱা কৰোঁতে স্বৰ্গদেউসকলে জিৰণি লোৱাৰ বাবে দেৱৰগাঁৱতো বাহৰ পাতিছিল। ৰজা থকা বাবেই এই বাহৰৰ নাম হৈছিল 'ৰজাবাহৰ'। ইতিহাস প্ৰসিদ্ধ ৰজাবাহৰ। স্বৰ্গদেউ ৰুদ্ৰসিংহ গুৱাহাটীতে স্বৰ্গী হোৱাত পুতেক শিৱসিংহক (১৭১৪ খ্ৰীঃ) তাতে ৰজা পতা হয়। ৰজা হৈ ৰাজধানীলৈ ঘূৰি আহোঁতে শিৱসিংহই দেৱগাঁৱৰ ৰজাবাহৰত ১৬ দিন থাকি গৈছিল। জে.পি. ওৱেড চাহাবে এই সময়ছোৱাত শিৱসিংহই





প্ৰতিদিনে নেঘেৰিটিঙৰ দ'ললৈ গৈ পূজা-অৰ্চনা কৰাৰ কথা উল্লেখ কৰিছে। ভ্ৰমণপ্ৰিয়, মৃগয়াপ্ৰিয়, তেজস্বী স্বৰ্গদেউ ৰাজেশ্বৰসিংহ বছৰটোৰ অধিকাংশ সময় তেওঁৰ প্ৰিয় এই দেৱগাঁও বাহৰতে কটাইছিল। ১০ বছৰ এই ৰজাবাহৰত নিগাজিকৈ থাকি নেঘেৰিটিঙৰ ন দ'ল নিৰ্মাণ আৰু পুখুৰী খন্দোৱাৰ কাম সম্পন্ন কৰি এইজনা স্বৰ্গদেৱে এই বাহৰতে স্বৰ্গী হয়; আৰু পোনপ্ৰথমবাৰৰ বাবে আহোমৰ শৱ দাহ কৰা হয়। অৱশ্যে পিছত স্বৰ্গদেউৰ অস্থি নি চৰাইদেউত মৈদামস্থ কৰা হয়। তেওঁৰ মৃত্যুৰ পাছত এই ৰজাবাহৰতে ভায়েক কালশিলীয়া গোহাঁইদেৱক ৰজা পতা হয়। ৰজাসকল এই বাহৰত থাকোতে তেওঁলোকৰ নিৰাপত্তাৰ কাৰণে সাহসী, বীৰ, ৰণুৱা তথা প্ৰত্যুৎপন্নমতিসম্পন্ন এচাম মানুহক যুদ্ধক্ষেত্ৰৰ (ৰণভেটা) কাষৰ অঞ্চলত ৰজাই সংস্থাপন কৰিছিল। এওঁলোকৰ দা-ধৰা বা গা-চোৱা বিষয়া (নিৰাপত্তা বিষয়া) বুলি কোৱা হৈছিল। ৰজাবাহৰৰ ওচৰতে মিছামৰাৰ মধ্যৱৰ্তী অঞ্চলটোত এই বিষয়াসকলৰ কৰ্মস্থান হোৱাৰ বাবে এই অঞ্চল **'দাধৰা'** নামেই খ্যাত হৈ ৰ'ল। একেই উদ্দেশ্যৰেই আহোম-কছাৰী ৰণত বিশেষ বীৰত্ব আৰু যোগ্যতা প্ৰদৰ্শন কৰা ভালেমান লোকক দৈয়াঙৰ পৰা আনি ৰজাবাহৰৰ ওচৰত গাঁও পাতি বহুৱা হৈছিল। দৈয়াঙৰ মানুহৰ গাঁও আছিল বাবেই সেই গাঁও আজিও **'দৈয়ঙীয়া গাঁও'** নামেই পৰিচিত হৈ থাকিল। কূটনৈতিক দিশৰ পৰা ৰজাসকলৰ বাবে দেৱগাঁৱৰ বাহৰ গুৰুত্বপূৰ্ণ এই কাৰণেই আছিল যে দেৱগাঁৱৰ পৰা ৰাজধানী গড়গাঁৱলৈ যিমান দূৰ, সেনাৰ ছাউনী কলিয়াবৰলৈও সিমান দূৰ। এই ৰজাবাহৰৰ বৰ্তমান চিনচাব একো নাই। কিয়নো এই বাহৰবিলাক ইটা, শিল আদিৰে স্থায়ীকৈ নিৰ্মাণ কৰা হোৱা নাছিল। তদুপৰি ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত ব্ৰজপাত পৰি দেৱগাঁৱৰ বাহৰ পুৰি ছাৰখাৰ কৰিছিল।

**ভঁৰালবাৰী ঃ**

দেৱগাঁৱত বাহৰ পতা আহোম স্বৰ্গদেউসকলৰ ভঁৰালো আছিল এই ৰজাবাহৰত। বৰ্তমান যি ঠাইত দেৱগাঁৱৰ উচ্চ শিক্ষাৰ একমাত্ৰ আৰু অন্যতম প্ৰসিদ্ধ শিক্ষানুষ্ঠান 'দেৱগাঁও কমল দুৱৰা মহাবিদ্যালয়' প্ৰতিষ্ঠিত, সেই ঠাইতেই আছিল স্বৰ্গদেউসকলৰ ৰজাবাহৰৰ ভঁৰাল। আজিও এই ঠাই 'ভঁৰালবাৰী' নামেৰেই জনাজাত। এই ভঁৰাললৈকে আহিছিল বিভিন্ন ঠাইত উৎপাদিত বিভিন্ন দ্ৰব্যসমূহ। লোৱাডোং জানৰ দুয়োপাৰে থকা ধাননি পথাৰেই আছিল ৰজাৰ দংগাখাত। ৰজাবাহৰৰ ভঁৰালত বস্তু যোগান ধৰা, বিভিন্ন খেল বা বিষয়াই বাসকৰাৰ পৰাই দেৱগাঁৱৰ বিভিন্ন অঞ্চলৰ নামকৰণ কৰা হৈছিল। দঙ্গাখাতৰ ধান, বৰগোহাঁইৰ চাপৰিৰ মাহ-সৰিয়হ, গুৰ যোগনীয়াৰ গুৰ, কপাহতলিৰ কপাহ ইত্যাদি এই ভঁ ৰালতে জমা হৈছিল। তেতিয়া বৰ্তমান গেলাবিল নদীৰ পাৰতে গৰু-ছাগলী, হাঁহ, আদি পোহনীয়া জন্তু ৰখা হৈছিল। দৈনন্দিন আহাৰৰ বাবে সেইবিলাক ঠাইৰ মানুহে এইবিলাক জমা দিব লাগিছিল। জীৱ-জন্তুৰ নাম অনুসৰি ঠাইবিলাকৰ নাম দিয়া হৈছিল, যেনে - ছাগলীচুক, গুৱাল গাঁও, হাঁহচোৱা ইত্যাদি। ৰজাবাহৰৰ চাওিফালে বৃত্তি অনুসাৰে গাঁও বহুৱাইছিল যেনে - কুমাৰ, কমাৰ, তেলীয়া, সোণাৰী, দুলীয়া, খনিকৰ, ধোবা, মুদৈ, হালোৱা, দাধৰা, বাৰীছোৱা, বাহৰুৱা, মাহনীয়াল, হাবিয়াল, ইকৰাণি, গন্ধিয়া, কাঠকটীয়া, গণকপুখুৰী ইত্যাদি। প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত বীৰ লাচিতৰ পিতৃ, সুদক্ষ সংগঠক মোমাইতামুলী বৰবৰুৱাই অসমীয়া মানুহৰ কৰ্মশক্তি বৃদ্ধি কৰিবৰ কাৰণে পাইক আৰু খেল প্ৰথা অনুযায়ী গাঁওবোৰ নতুনকৈ সজাইছিল। ইয়াৰ সুদূৰপ্ৰসাৰী প্ৰভাৱে দেৱগাঁৱৰ অঞ্চলসমূহকো স্পৰ্শ কৰিছিল। বৃত্তি অনুসৰি সজোৱা গাঁওবোৰে নিজ দায়িত্ব অনুসৰি ৰজাৰ ভঁৰাললৈ নিয়মিত দ্ৰব্যৰ যোগান ধৰিছিল।

**বাদুলীপাৰ-খুমটাই ঃ**

দেৱগাঁও, মিছামৰাৰ উত্তৰ পশ্চিমফালে গাতে লাগি আছে আহোম প্ৰধান অঞ্চল খুমটাই, বাদুলীপাৰ আৰু ভোলাগুৰি। আহোম কুলৰ এটা ডালৰ নাম আছিল কুমটেউ। এওঁলোকৰ এক ঐতিহাসিক পৰিচয় হ'ল বিজুলীৰ দৰে ক্ষিপ্ৰতাৰে ৰণ কৰাৰ পাৰদৰ্শিতা থকা যোদ্ধা। 'কুমটেউ' আহোমসকলৰ বাসস্থান হোৱা বাবেই এই অঞ্চলটো কুমটেউ>কুমটাই আৰু পাছত খুমটাই হ'লগৈ। এই সাহসী যোদ্ধাসকলৰ প্ৰধান সেনাপতি আছিল লাচিত বৰফুকনৰ দদায়েক বাদুলীফুকন। আহোম ৰাজ্য বিস্তাৰত এইজনা ফুকনৰ যথেষ্ট বৰঙণি আছিল। সমৰ নিপুণ সেনাপতিজনে নিজ ৰাজ্যৰ মংগলৰ বাবে কাম কৰিও পিছত বিপথগামী হৈ মুছলমান সেনাৰ লগ লাগে। এই বাদুলী ফুকনৰ শিবিৰ থকা অঞ্চলটো পিছলৈ তেওঁৰ নাম অনুসৰি 'বাদুলীপাৰ' হোৱা বুলি লোকে বিশ্বাস কৰে। মান সেনাইঁতৰ নিষ্ঠুৰ, বৰ্বৰ অত্যাচাৰে বৃহত্তৰ দেৱগাঁৱৰ সকলো ঠাইতে ভয়াবহ সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। এই সন্ত্ৰাসৰাজৰ হাত সাৰিবলৈ মানুহে য'তে ত'তে গোপন আশ্ৰয় লৈছিলগৈ। সেই সময়ত খুমটাই-বাদুলীপাৰ অঞ্চলত ভেলেউ গছৰ ডাঠ হাবি আছিল আৰু সেই অঞ্চলৰ মানুহে ভেলেউ গছৰ হাবিৰ মাজতে আত্মগোপন কৰিছিলগৈ। কালক্ৰমত বিপদত আশ্ৰয় দিয়া এই ভেলেউগছসমৃদ্ধ অঞ্চলটো ভেলেউগুৰি >ভোলাগুৰি বুলি জনাজাত হৈ পৰিল। বেতিয়নীৰ ওপৰ দৈয়ঙ্গীয়া ৰাজখোৱা প্ৰতাপবল্লভ বৰফুকন হৈ ব্ৰহ্মপুত্ৰৰ ওপৰত দলং দি কলিয়াবৰ আৰু ভোমোৰাগুৰিৰ সংযোগ ঘটোৱাৰ মহৎ চিন্তা আৰু চেষ্টা কৰাৰ কাৰণে তেওঁ নাম পাইছিল 'কলীয়া ভোমোৰা বৰফুকন'। এওঁৰ স্মৃতিতে বৰ্তমানৰ উক্ত দুই স্থান সংযোগ কৰি দিয়া ব্ৰহ্মপুত্ৰৰ ওপৰৰ দ্বিতীয়খন দলঙৰ নামকৰণ হৈছে 'কলীয়া ভোমোৰা দলং'।

**ফুটুকাতলি আৰু কপাহতলি পথাৰ ঃ**

অসমৰ প্ৰাচীন বুৰঞ্জীসমূহত পোৱা যায় এটি শ্ৰুতিমধুৰ,



মনোগ্ৰাহী শব্দ। ফুটুকাতলি। নেঘেৰিটিঙৰ দ'লৰ যিদৰে ঐতিহাসিকতা আছে, ফুটুকাতলি পথাৰৰো প্ৰায় তেনেদৰেই আছে। বৰ্তমান দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাংগন আৰু ইয়াৰ চাৰিওকাষে থকা পথাৰসমূহেই বুৰঞ্জীপ্ৰসিদ্ধ ফুটুকাতলি পথাৰ বুলি ঠাৱৰ কৰা হৈছে। এই মনোৰম শব্দটোৰ উৎস সম্পৰ্কে একো জনা নাযায় যদিও তথাকথিত সময়ৰ বুৰঞ্জীলৈ লক্ষ্য ৰাখি কিছু কথা অনুমান কৰিব পাৰি। এই সময়ত জনবসতি তেনেই ক্ষীণ আছিল আৰু এই অঞ্চলসমূহ কপাহতলি পৰ্যন্ত ডাঠ বনাঞ্চল আছিল। সম্ভৱতঃ ফুটুকা-ফুটুকি হৰিণাৰ বাসস্থলী আছিল আৰু দেৰগাঁৱৰ বাহৰত থকা সময়ত মৃগয়াপ্ৰিয় স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই ইয়াতে হৰিণা চিকাৰ কৰিবলৈ বানেশ্বৰ বৰুৱাকো লগত লৈ ৰজাবাহৰৰ পৰা ওলাই আহিছিল। ফুটুকা-ফুটুকি হৰিণাৰ বাবেই হয়তো এই অঞ্চল 'ফুটুকাতলি' নামে খ্যাত হৈছিল। এই ফুটুকাতলিতেই জয়ধ্বজসিংহ স্বৰ্গদেৱক চৰম বিশ্বাসঘাটকতা কৰি দেশদ্ৰোহী বাদুলী ফুকনে কেইজনমান সতীৰ্থৰে মিৰজুমলাৰ পক্ষ লৈছিলহি। এক বিশেষ ঘটনাৰ নীৰৱ সাক্ষী ফুটুকাতলি। 'ইয়াতেই আহি অসমৰ কুটনৈতিক চক্ৰী কটকী চুলতান গড়ীয়াই মোগল কটকীক কথাৰে চলি স্বৰ্গদেৱ চক্ৰধ্বজসিংহক ঔৰংগজেৱৰ ভৰিৰ চাপথকা চোলা নিপিন্ধাকৈ সৰুৱাই নিয়াৰ ব্যৱস্থা কৰিছিল।'[২৪] আহোম স্বৰ্গদেউসকলৰ ভালেমান তামৰ ফলিত ফুটুকাতলি পথাৰৰ উল্লেখ থকাটো মন কৰিবলগীয়া। যেনে - 'শ্ৰীৰুদ্ৰসিংহ মহাৰাজে ১৬২৬ শকৰ মাঘমাহত সদাশিৱ গৃহ প্ৰতিষ্ঠা কৰ্মৰ দক্ষিণাস্বৰূপে আগমাচাৰ্য ব্ৰাহ্মণক প্ৰতি ফুটুকাতলি ক্ষেত্ৰত ৪৪ পুৰা ভূমি উৎসৰ্গি দিলে। আৰু শ্ৰীশিৱসিংহ মহাৰাজৰ ১৬৪৯ শকৰ আসিন মাসত শান্তি কৰ্ম কৰায় আগমাচাৰ্য ব্ৰাহ্মণক প্ৰতি ফুটুকাতলি ক্ষেত্ৰত ৩৬ পুৰা ভূমি উৎসৰ্গি দিলে'।[২৫] (বানেশ্বৰ বৰুৱাৰ তামৰ ফলি)। সেইদৰে স্বৰ্গদেউ চন্দ্ৰকান্তসিংহই মাজুজনা ন-গোসাঁই শশধৰ গোস্বামীক দান পত্ৰ কৰা তামৰ ফলিতো ফুটুকাতলি পথাৰত ভূমি দান দিয়াৰ উল্লেখ আছে। এই সকলোবিলাকে প্ৰতীয়মান কৰে যে ফুটুকাতলি পথাৰ ৰাজ আমোলত এক ব্যাপক পৰিসৰত বিস্তৃত আছিল।

কপাহতলি পথাৰো দেৰগাঁৱৰ এটি সুবিখ্যাত নাম। আহোম ৰজাসকলৰ দেৰগাঁও বাহৰৰ ভঁৰাললৈ এই পথাৰৰ পৰাই কপাহৰ যোগান ধৰা হৈছিল। এই পথাৰৰ কাষৰীয়া অঞ্চলত বহুতো পুৰণি সম্ভ্ৰান্ত মানুহে বাস কৰিছিল। গৰিষ্ঠসংখ্যকক আহোম ৰজাসকলে থাপিছিল। দ্বিতীয় মহাযুদ্ধ আৰম্ভ হোৱাৰ পাছত কপাহতলি পথাৰে অধিক গুৰুত্ব লাভ কৰে। ব্ৰিটিছ চৰকাৰে এই পথাৰ আৰু ইয়াৰ চাৰিওকাষৰ বহুত মাটি যুদ্ধৰ ঘাটি স্থাপন কৰিবলৈ অধিগ্ৰহণ কৰি ইয়াৰ বাসিন্দাসকলক উপযুক্ত ক্ষতিপূৰণ দি অন্যান্য ঠাইত সংস্থাপিত হোৱাৰ সুবিধা কৰি দিয়ে। ১৯৪৩ চনৰ পৰা ১৯৪৬ চনলৈ কপাহতলি পথাৰ লেণ্ডিং গ্ৰাউণ্ড (Landing Ground)ত পৰিণত হয়। যুদ্ধৰ আহিলাপাতি কঢ়িয়াবলৈ বৰুৱাবামুণগাঁও ৰেল ষ্টেচনৰ পৰা কপাহতলি পথাৰলৈ এটি অস্থায়ী ৰেলপথো নিৰ্মাণ কৰা হৈছিল। ১৯৫২ চনত তেজপুৰৰ শালনিবাৰীৰ পৰা অসম পুলিচ ট্ৰেইনিং কলেজখন দেৰগাঁৱৰ কপাহতলি পথাৰলৈ স্থানান্তৰ কৰা হয়।

অসমীয়া জাতীয় জীৱনৰ গুৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ। এইজনা পৰম পুৰুষে বিভিন্ন জাতি-উপজাতি একত্ৰিত কৰি আধ্যাত্মিক উৎকৰ্ষতাৰ জৰিয়তে সামাজিক সমন্বয় আনিবলৈ অশেষ চেষ্টা কৰিছিল। যথাৰ্থতে তেওঁ অসমীয়া সমাজক দি গ'ল এটি নিটোল ৰূপ। সামাজিক শৃংখলাৰ নিদৰ্শন সত্ৰ আৰু নামঘৰ। প্ৰাচীন দেৰগাঁৱত প্ৰতিষ্ঠা হোৱা বিভিন্ন নামঘৰত পুৱা-সন্ধ্যা নিনাদিত হোৱা ভোৰতাল, ডবাৰ শব্দ আৰু জাউৰি জাউৰি নামে শ্ৰোতাৰ হৃদয়ত ভক্তি আৰু ভাৱনাৰ উন্মেষ ঘটাইছিল। ভক্তিৰ সেই সোঁত আৰু নামৰ মহিমা দেৰগাঁৱত আজিও প্ৰবাহিত হৈ আছে। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে দেৰগাঁও মিছামৰাৰ খনিকৰ অঞ্চলত বিভিন্ন শিল্প-কলা বিদ্যাৰ অনুশীলন চলিছিল। ৰাজ আমোলত খনিকৰ বৰুৱাৰ অধীনত ইয়াৰ খনিকৰসকলে ৰজাঘৰীয়া আঁচবাব সমূহ তৈয়াৰ কৰি ৰজাবাহৰৰ ভঁৰালবাৰীত যোগান ধৰিব লাগিছিল। খনিকৰত হেঙুল-হাইতালো তৈয়াৰ কৰা হৈছিল। গুৰু আসন, কাঠৰ শৰাই, গছা, খোল, ঢোল আদিত ঘাইকৈ হেঙুল-হাইতালেৰে বোলাই তৈয়াৰ কৰি উচ্চমান বিশিষ্ট শিল্পকলাৰ ঐতিহ্য ৰাখিথৈ গৈছে। এই গাঁৱতে আছে এক ঐতিহাসিক সম্পদ। এখন সাঁচিপতীয়া পুথি, যিখন অঞ্চলটোৰ নাম অনুসৰি 'খনিকৰ পুথি' নামেৰেই খ্যাত। শুনামতে মানৰ আক্ৰমণৰ সময়তে এই গাঁৱলৈ অহা পুথিভাগ ১৭৬৮ চনত লিখা। জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো মানুহে এই পুথিক অতিশয় শ্ৰদ্ধা কৰে। দূৰ-দূৰণিলৈও নীতি-নিষ্ঠাৰে পুথিভাগি মূৰত বা কান্ধত নি ভক্তিপ্ৰাণ ব্যক্তিয়ে নিজ গৃহত নিশা বণ্ঠা নাম পাতি পাঠ কৰে। সামাজিক শংখলাৰ আন এটি অনুষ্ঠান শংকৰী সত্ৰও দেৰগাঁৱত প্ৰাচীন কালৰ পৰাই আছে। ন-সত্ৰ, কাঠবাপু, কঠিয়াতলি, কন্দলি, ন-মাটি, আঁহতগুৰি, ফুলবাৰী, বিহিমপুৰ, ভোটমৰিচ, শালকুছি ইত্যাদি। মিছামৰাৰ কন্দলি সত্ৰৰ গোসাঁইসকল বৈষ্ণৱ মাৰ্গৰ। এই ঠাইৰে দাধৰাৰ আধাৰসত্ৰৰ গোসাঁইসকলো বৈষ্ণৱমাৰ্গী। তেওঁলোকে দাধৰাকে কেন্দ্ৰ কৰি দেৰগাঁৱৰ সকলো ঠাইতে আদিৰে পৰা বৈষ্ণৱধৰ্ম প্ৰচাৰ অব্যাহত ৰাখিছে।

আহোম স্বৰ্গদেউসকলে ব্ৰাহ্মণ্য বা হিন্দুধৰ্ম গ্ৰহণ কৰাৰ পিছত ভালেমান ব্ৰাহ্মণ আনি ইয়াত প্ৰতিষ্ঠা কৰিছিলহি। স্বৰ্গদেউ ৰুদ্ৰসিংহই বংগদেশৰ পৰা শাক্ত গোসাঁই কৃষ্ণৰাম ভট্টাচাৰ্য ন্যায়বাগীশক আনি মন্ত্ৰ গ্ৰহণ কৰে আৰু নীলাচল পাহাৰত মাটি বৃত্তি দি স্থাপন কৰে। (কামাখ্যা পৰ্বতত বাস কৰিবলৈ লোৱা বাবে 'পৰ্বতীয়া গোসাঁই' বুলি কোৱা হৈছিল।) লক্ষ্মীসিংহ স্বৰ্গদেৱক এইজনা গোসাঁয়ে শৰণ দিবলৈ অমান্তি হোৱাত স্বৰ্গদেৱে মাজুলীৰ পহুমৰা





চাপৰিত থকা অধ্যাপক ৰমানন্দ ভট্টাচাৰ্য নামৰ শাক্ত ব্ৰাহ্মণ এজনৰ ওচৰত শৰণ লয়; আৰু পহুমৰীয়া গোসাঁই নাম দি অনেক বৃত্তি বিধান দিয়ে। পৰ্বতীয়া গোসাঁইৰ ঠাইত এওঁ নতুনকৈ ৰাজগুৰু হয় বাবে এওঁক ন-গোসাঁই বুলিহে বেছিকৈ জনা হ'ল। এৱেঁই ন-গোসাঁইৰ বংশৰ প্ৰথম পুৰুষ। মহাৰাজে ভট্টাচাৰ্য উপাধিৰ ঠাইত গোস্বামী উপাধিৰে অভিহিত কৰা ন-গোসাঁইসকল তেতিয়াৰে পৰা দেৰগাঁৱত সুপ্ৰতিষ্ঠিত হৈ আছে। এই সত্ৰত বহুত ৰজাদিনীয়া তামৰ ফলি, সাঁচিপতীয়া পুথি আৰু অন্যান্য ভালেমান মূল্যবান সামগ্ৰী এতিয়াও আছে। দেৰগাঁৱৰ মুকলিমূৰীয়া গোসাঁইসকলো শাক্ত মাৰ্গী। এওঁলোকৰ পূৰ্বপুৰুষ পণ্ডিতপ্ৰৱৰ পদ্মনাভক অতি সন্মানেৰে ৰাজ চ'ৰালৈ নিমন্ত্ৰণ কৰি নি স্বৰ্গদেৱ ৰুদ্ৰসিংহই তেওঁৰ পৰা শিৰমন্ত্ৰ গ্ৰহণ কৰে। পদ্মনাভ ভট্টাচাৰ্য ৰাজচ'ৰালৈ আহোঁতে চোলা পাগুৰি নিপিন্ধাকৈ মুকলি মূৰেৰে অহা বাবে বিমুগ্ধ স্বৰ্গদেৱে এওঁক গোস্বামী উপাধি দি 'মুকলিমূৰীয়া গোসাঁই' নাম দিলে আৰু তেতিয়াৰ পৰা এওঁলোকক 'মুকলিমূৰীয়া বংশ' নামে পৰিচিত হ'ল। এতেকে দেখা যায় দেৰগাঁৱত প্ৰাচীনকালৰ পৰাই বৈষ্ণৱ আৰু শাক্ত উভয় মাৰ্গৰ মানুহে বসবাস কৰি আহিছে।

ইয়াণ্ডাবু সন্ধিৰ ফলশ্ৰুতিত অসম সাম্ৰাজ্যবাদী ব্ৰিটিছশাসনৰ অধীনলৈ গ'ল। ভাৰতত ইংৰাজসকলৰ শাসন এক শোষণ আৰু নিষ্পেষণৰ বৰ্ণনাতীত সুদীৰ্ঘ ইতিহাস। এওঁলোকৰ আগমনৰ পৰাই ভাৰতত আধুনিক যুগৰো আৰম্ভণি হয়। সমগ্ৰ দেশতে প্ৰবল বেগত প্ৰবাহিত হ'ল পৰিৱৰ্তনৰ বতাহ। দেৰগাঁৱতো। দেৰগাঁৱৰ আশেপাশে নেঘেৰিটিং, বালিজান, মিছামৰা, ৰঙামাটি, খুমটাই ইত্যাদি ভালেমান চাহবাগিচা হ'ল। চিকাৰীঘাটত স্থাপন কৰা হ'ল জাহাজঘাট। ইয়াৰপৰা জাহাজেৰে চাহপাত চালানৰ ব্যৱস্থা কৰা হ'ল। জাহাজবিলাক ৰাতি চলাচল কৰিবৰ বাবে ওখগছত লেম্প ওলোমাই ৰাখি পোহৰৰ সৰবৰাহ কৰাৰ ব্যৱস্থা হ'ল। লেম্প ওলোমাই ৰখা বাবে সেই অঞ্চলটো হ'লগৈ 'লেম চাপৰি'। বৰুৱাবামুণ গাঁৱৰ মাজেৰে ৰেলপথ নিৰ্মাণ হ'ল আৰু চাহবাগিচাবোৰত কাম কৰিবৰ কাৰণে জাকে জাকে বনুৱা বাহিৰৰ পৰা এই অঞ্চলটোলৈকো অনা হ'ল। ইংৰাজী শিক্ষাৰ প্ৰসাৰ আৰম্ভ হ'ল। বিজ্ঞানৰ ন ন আৱিষ্কাৰৰ সুফলবোৰ লাহেলাহে সকলো অসমীয়া মানুহে উপভোগ কৰাৰ সুবিধা পাবলৈ ধৰিলে। আধুনিকতাৰ পৰশে সমাজৰ কৌটিকলীয়া অন্ধবিশ্বাসবোৰৰ সংস্কাৰৰ পথ মুকলি কৰিলে।

কিন্তু ব্ৰিটিছ সাম্ৰাজ্যবাদৰ হাতত কাশ্মীৰৰ পৰা কন্যাকুমাৰী তথা শদিয়াৰ পৰা সৌৰাষ্ট্ৰলৈকে নিপিড়ীত হ'বলৈ ধৰিলে ভাৰতীয় জনগণ। পৰাধীনতাৰ শিকলি চিঙাৰ দুৰ্বাৰ হেঁপাহে ৰূপ ল'লে ব্ৰিটিছ বিৰোধী আন্দোলনৰ। ১৮৫৭ চনত আৰম্ভ হ'ল ভাৰতবৰ্ষৰ স্বাধীনতাৰ প্ৰথম যুদ্ধ। এই আন্দোলনত বিপ্লৱী বীৰ ছহিদ মণিৰাম দেৱানৰ লগত যোগ দিছিল ৰজাবাহৰৰ স্বৰ্গীয় দেৱীদত্ত বৰুৱা মৌজাদাৰ আৰু দেৰগাঁৱৰ স্বৰ্গীয় ইন্দ্ৰেশ্বৰ শৰ্মা মৌজাদাৰে। এওঁলোক দুয়োজন কাৰাদণ্ডিত হৈ আলিপুৰ জেলত আছিল। ৪২'-ৰ গণ আন্দোলনত দেৰগাঁও থানাত দেৰগাঁৱৰ আন্দোলনকাৰীসকল ত্ৰিৰংগ জাতীয় পতাকা উত্তোলন কৰিবলৈ যোৱা অবিস্মৰণীয় ঘটনা দেৰগাঁৱৰ সংগ্ৰামকালীন ইতিহাসত আজিও ভাস্বৰ। গান্ধীজীৰ নেতৃত্বত তীব্ৰ ৰূপ লোৱা স্বাধীনতা সংগ্ৰামৰ সকলো কাৰ্যসূচীতে দেৰগাঁৱৰ সকলো অঞ্চলৰ লোকে সক্ৰিয় অংশগ্ৰহণ কৰিছিল। এই সময়ছোৱাত গান্ধীজীকে ধৰি ভালেকেইজন সৰ্বভাৰতীয় নেতাই দেৰগাঁৱত পদাৰ্পণ কৰি দেৰগঞা আন্দোলনকাৰীসকলক অনুপ্ৰেৰণা যোগাইছিল। ১৯৪২ চনৰ আন্দোলনত অংশ লৈ মিছামৰাৰ ওপৰটেমেৰা মিৰিগাঁৱৰ কমলামিৰিৰ যোৰহাট জেলত মৃত্যু হয়। তেওঁৱেই স্বাধীনতা যুদ্ধত দেৰগাঁৱৰ একমাত্ৰ ছহিদ। দেশমাতৃৰ স্বাধীনতাৰ বাবে শই শই দেৰগঞা নেতা-কৰ্মীয়ে জীয়াতু ভুগি ভুগি কাৰাবৰণ কৰিলে। আত্মগোপন কৰি উদ্দেশ্য সাধনৰ বাবে প্ৰাণৰ মমতাকো তুচ্ছ কৰি কৰ্মযজ্ঞত জঁপিয়াই পৰিল। মিছামৰাৰ দৈয়ঙীয়া গাঁৱৰ পৰা একে ৰাতিয়ে সাতজনক পুলিচে ধৰি নিছিল। মহিলাসকলো পিছপৰি ৰোৱা নাছিল। প্ৰসংগক্ৰমে উল্লেখযোগ্য দেৰগাঁৱৰ মুক্তিযোদ্ধা প্ৰয়াত গঙাই বৰমেধিৰ জীয়ৰী প্ৰয়াত দেবেশ্বৰী হাজৰিকা স্বাধীনতা যুদ্ধৰ প্ৰথম কাৰাবৰণ কৰা মহিলা। মুঠতে দেশৰ স্বাধীনতা যুদ্ধত বৃহত্তৰ দেৰগাঁৱৰ খ্যাত-অখ্যাত বহুতো সংগ্ৰামী, অক্লান্ত যোদ্ধাই সমান কৃতিত্বৰে অনবদ্য বৰঙণি আগ বঢ়াই গৈছে।

অসমৰ সাহিত্য-সংস্কৃতি, শিল্প-কলা সকলো দিশতে অতি প্ৰাচীন কালৰে পৰা দেৰগাঁৱে ধাৰাবাহিকভাৱে বিশেষ অৱদান আগ বঢ়াই আহিছে। এই ধাৰাবাহিকতা নতুন প্ৰজন্মই সমুজ্জলভাৱে ধৰি ৰাখিব পাৰিব বুলি প্ৰত্যয়ৰ সূচনা হৈছে। পুৰণিৰ আধাৰতে নতুন কৃষ্টি, নতুন সংস্কৃতিৰ জন্ম হয়। বিৱৰ্তন হয় সভ্যতাৰ ইতিহাসৰ। আৰু এই বিৱৰ্তন সৰ্বাংগসুন্দৰ হয় তেতিয়া, যেতিয়া ইয়াৰ বুনিয়াদ হয় প্ৰাচীন ঐতিহ্য। একবিংশ শতিকাৰ দেৰগাঁৱৰ প্ৰগতিৰ বুনিয়াদো যদি হৈ উঠে দেৰগাঁৱৰ ঐতিহাসিকতা, নিঃসন্দেহে সি দেৰগাঁৱৰ ৰূপ-লাৱণ্য অধিক বৃদ্ধি কৰি ভৱিষ্যত জাতিৰ ইতিহাসৰ জেউতি চৰাব। ❑

**প্ৰসংগ-সূচী ঃ**

১) বুৰঞ্জী সাহিত্য ঃ ড° লীলা গগৈ, পৃঃ ১

২) Geographical Sketch of Assam : J.P. Wade. পৃঃ ৮-৯

৩) কছাৰী বুৰঞ্জী ঃ সম্পাদক ড° সূৰ্যকুমাৰ ভূঞা, পৃঃ ১১
৪) দেওধাই অসম বুৰঞ্জী ঃ সম্পাদক ড° সূৰ্যকুমাৰ ভূঞা, পৃঃ ১১
৫) নাম কিয় দেৰগাঁও ঃ স্বৰ্গীয় মোহিনী কুমাৰ শইকীয়া, পৃঃ ২০ (দেৰগাঁও সাহিত্য সভাৰ সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ, ১৯৭৪)
৬) পবিত্ৰ অসম ঃ সম্পাদক ড° মহেশ্বৰ নেওগ, পৃঃ ৪৪
৭) মণিৰাম দেৱানৰ ভাষ্য ঃ ড° লীলা গগৈৰ বুৰঞ্জী সাহিত্যৰ পৰা উদ্ধৃত, পৃঃ ১৪১
৮) The Negriting Temple : Chandradhar Barooah, পৃঃ ১৪১ Published in J.A.R.S, 1941.
৯) দেৰগাঁও ঃ কেশৱকান্ত বেজবৰুৱা ঃ পৃ ২৫
'দেৰগাঁও হাইস্কুল আলোচনী', ১৯৫১।
১০) দেওধাই অসম বুৰঞ্জী ঃ সম্পাদক ড° সূৰ্যকুমাৰ ভূঞা, পৃঃ ১৫০
১১) A History of Assam : Edward Gait, পৃঃ ১২১
১২) The Negriting Temple : Chandradhar Barooah, পৃঃ ১০
১৩) An Account of Assam : J.P. Wade পৃঃ ৩০১
১৪) A History of Assam : Edward Gait, পৃঃ ১৩৪
১৫) অসম বুৰঞ্জী ঃ সম্পাদক ড° সূৰ্যকুমাৰ ভূঞা, পৃঃ ৮৩
১৬) The Negriting Temple : Chandradhar Barooah,পৃঃ ৯
১৭) টাই সংস্কৃতিৰ ৰূপৰেখা ঃ ড° লীলা গগৈ, পৃঃ ১৫৩
১৮) The Negriting Temple : Chandradhar Barooah, পৃঃ ১২
১৯) স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ ঃ সম্পাদক ড° সূৰ্যকুমাৰ ভূঞা, পৃঃ ২২১
২০) শ্ৰীযতীন গোস্বামী ঃ মোৰ অবিৰত যাত্ৰা — 'দাধৰাৰ পৰা সৰ্বভাৰতীয় মঞ্চলৈ', দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শত বাৰ্ষিকীৰ স্মৃতিগ্ৰন্থ 'শতপত্ৰ', পৃঃ ৮২
২১) An Account of Assam : J.P. Wade, পৃঃ ১৫০
২২) তুংখুঙীয়া বুৰঞ্জী ঃ শ্ৰীনাথ দুৱৰা, পৃঃ ৫৬-৫৭
২৩) বানেশ্বৰ বৰুৱাৰ তামৰ ফলি, (স্বৰ্গীয় কেশৱকান্ত বেজবৰুৱাৰ 'দেৰগাঁও' প্ৰবন্ধৰ পৰা উদ্ধৃত) পৃঃ ৩০
২৪) নাম কিয় দেৰগাঁও ঃ মোহিনী কুমাৰ শইকীয়া, পৃঃ ৬২
২৫) বানেশ্বৰ বৰুৱাৰ তামৰ ফলি, (স্বৰ্গীয় কেশৱকান্ত বেজবৰুৱাৰ 'দেৰগাঁও' প্ৰবন্ধৰ পৰা উদ্ধৃত) পৃঃ ৩০ ❑






# ইতিহাসে ৰিঙিয়াই ঃ
# দেৰগাঁৱৰ ঐতিহাসিক সমল

দিলীপ কুমাৰ ফুকন

অতীতত দ'ল-দেৱালয় আদি থকা ঠাইতেই এক প্ৰাচীন সভ্যতাই গঢ় লৈ উঠাৰ অলেখ উদাহৰণ পোৱা যায়। দেওপাহাৰ, দেওহৰি, দেওপানী আদি ঠাইসমূহো দেৱ বা দেৱতাৰ নামৰ পৰাই হৈছে বুলি ক'ব পাৰি। সেইদৰেই দেৰগাঁও ঠাইখনৰ নামো গেলাবিল নৈৰ পাৰত থকা প্ৰাচীন শিৱ দেৱালয়ৰ পৰাই হোৱা বুলি কোৱাৰ যথেষ্ট থল আছে। দেৰগাঁৱৰ সভ্যতাৰ মূল উৎস দেৱৰ ঠাই বা দেৱগ্ৰাম। অতীতৰ পৰাই বিভিন্ন দ'ল-দেৱালয় থকা দেৰগাঁওখনো এখন ইতিহাস প্ৰসিদ্ধ ঠাই বুলি বিবেচিত হৈছে। এই দ'ল দেৱালয়সমূহৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ হ'ল দেৰগাঁৱৰ নেঘেৰিটিং শিৱ দ'ল। প্ৰধানকৈ শিৱ মন্দিৰ হ'লেও প্ৰকৃততে ই শিৱ প্ৰাধান্যৰে পঞ্চ দেৱতাৰ মন্দিৰ।

নেঘেৰিটিং শিৱ দ'লৰ এক প্ৰাচীন ইতিহাস আছে। এই শিৱ দেৱালয় বা দ'লটি মূলতে সপ্তম-অষ্টম শতিকাৰ বুলি ঠাৱৰ কৰিব পাৰি। প্ৰথম অৱস্থাত বৰ্তমান গেলাবিল নৈৰ পাৰত এই দ'ল নিৰ্মাণ কৰা হৈছিল। তেতিয়াৰ দিনত গেলাবিল নৈখন ব্ৰহ্মপুত্ৰই আছিল বুলি বুৰঞ্জীত পোৱা যায়। বৰ্তমানো গেলাবিল নৈৰ কাষত (চিত্ৰ নং ১) শিৱ দেৱালয়ৰ ভগ্নাৱশেষ বিদ্যমান (চিত্ৰ নং ২-৩)। এই শিলৰ নানান ধৰণৰ ফুলকটা ভগ্নাৱশেষ বিলাক লক্ষ্য কৰিলে এই দেৱালয় শিলেৰে নিৰ্মাণ কৰা হৈছিল বুলি অনুমান কৰিব পাৰি। ড° মহেশ্বৰ নেওগে 'পবিত্ৰ অসম'ত এই মন্দিৰ সপ্তম/অষ্টম শতিকাৰ বুলি উল্লেখ কৰিছে। নেঘেৰিটিঙত উদ্ধাৰ হোৱা বিষ্ণু মূৰ্তিখনি দেওপানী থানত থকা বিষ্ণুমূৰ্তিৰ লগত সাদৃশ্য আছে। এই মূৰ্তি শালস্তম্ভ বংশৰ ৰজাৰ দিনৰ বুলি সিদ্ধান্ত কৰা হৈছে। ড° মোহিনী কুমাৰ শইকীয়াদেৱে কৈছে — 'গতিকে এই মন্দিৰ শালস্তম্ভ ৰজাৰ দিনৰ বুলি ক'ব পাৰি।'

তথ্য, লোককথা আৰু বুৰঞ্জীয়ে কয় যে কালৰ গতিত এই মন্দিৰ বহুদিন অব্যৱহৃত অৱস্থাত থকাৰ কাৰণে ভাগিছিগি হাবি জংঘলেৰে ঢাকি ধৰা অৱস্থাত স্বৰ্গদেউ প্ৰতাপসিংহই (১৬০৩-১৬৪১খ্ৰীঃ) আৱিষ্কাৰ কৰি দেওঘৰ সাজি মন্দিৰত পুনৰ পূজা-সেৱা প্ৰচলন কৰে (১৬২৭খ্ৰীঃ) আৰু লগতে নৃত্য-গীতৰো ব্যৱস্থা কৰে। শিৱসিংহ (১৭১৪-১৭৪৪খ্ৰীঃ) ৰজাৰ পত্নী, যি 'বৰৰজা' ফুলেশ্বৰী কুঁৱৰী নামে বুৰঞ্জীত প্ৰখ্যাত হৈছিল, সেইগৰাকী পূৰ্বতে চিনাতলীয়া নটৰ জীয়ৰী 'ফুলমতী' এই মন্দিৰৰে নটী বা নৃত্যাংগনা আছিল বুলি বুৰঞ্জীত পোৱা যায়। ৰজাদেৱে দেৰগাঁৱৰ বাহৰত যোলদিন থাকোতেই হয়তো ফুলমতীৰ ৰূপত মুগ্ধ হৈ বিয়া কৰাইছিল। কিন্তু দেওঘৰ বা মহেশ্বৰ দেৱালয় ব্ৰহ্মপুত্ৰ নদীৰ খহনীয়াত পৰাৰ কাৰণে ৰাজেশ্বৰ সিংহ ৰজাই (১৭৫১-১৭৬৯খ্ৰীঃ)নেঘেৰিটিং পাহাৰলৈ নি ইটাৰে নিৰ্মাণ কৰে। ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে 'The History of Civilisation of the People of Assam' নামৰ বুৰঞ্জীত লিখিছে — 'As at Singri, there are ruines at Negheriting which show that new temples have been built with the old



materials. The remains belongs to a Siva temple of about the 11th century AD, there were probably other mirror shrines dedicated to duities like Vishnu, Surya and Devi. A number of sculptured specimens were found in the locality.'

পুৰণি দেৱালয়ৰ শিল বিলাকেৰে নেঘেৰিটিং পাহাৰত থকা দেৱালয়লৈ অহাযোৱা কৰাৰ খটখটি নিৰ্মাণ কৰা হৈছিল। এই খটখটিৰ শিলসমূহত আখৰৰ দৰে কিছুমান প্ৰতীক খোদিত আছে। এই আখৰবিলাক পুৰণি অসমীয়া লিপি বুলি ভবাৰ যথেষ্ট থল আছে (চিত্ৰ ৪)। ক খ ঘ ঘ অসমীয়া লিপিৰ জন্ম আৰু বিকাশ সম্পৰ্কত মালৱিকা ভট্টাচাৰ্যই লিখিছে যে — 'অসমীয়া ভাষা আৰু সংস্কৃতিত ভাৰতীয় প্ৰভাৱ অনস্বীকাৰ্য যদিও অসমীয়া ভাষা আৰু সংস্কৃতিয়ে সদায় নিজস্ব পৰিচয় প্ৰদৰ্শন কৰি আহিছে। অসমীয়া লিপিৰ উদ্ভৱ আৰু বিকাশৰ ক্ষেত্ৰতো এই কথা স্মৰণীয়। অসমীয়া লিপিৰ উদ্ভৱ ক্ষেত্ৰত পণ্ডিতসকলৰ মাজত মতভেদ দেখা যায়।' অসমত এই বিষয়ে চৰ্চাৰ পথ প্ৰদৰ্শক ড° সৰ্বেশ্বৰ শৰ্মা কটকী ডাঙৰীয়াই তেওঁৰ 'প্ৰাচীন অসমীয়া লিপি' নামৰ গ্ৰন্থত লিখিছে যে — 'গুপ্তযুগৰ পূৰ ভাৰতীয় লিপিৰ পৰিবৰ্তন আৰু সংমিশ্ৰন ঘটি কুটিল লিপিৰ পৰা কামৰূপ লিপি বা পুৰণি অসমীয়া লিপিৰ উৎপত্তি হৈছে। কটকীদেৱৰ এই মন্তব্যক ড° সত্যেন্দ্ৰনাথ শৰ্মা, ড° ঠাকুৰ প্ৰসাদ বৰ্মা আদি কেইবাগৰাকী পণ্ডিতে স্বাগত জনোৱা দেখা যায়। চিত্ৰ নং ৫ ত দিয়া আখৰৰ লগত লিপিসমূহত থকা আখৰৰ যথেষ্ট সাদৃশ্য আছে।

আন এটা মত অনুযায়ী অসমীয়া লিপিৰ জন্ম প্ৰাক-গুপ্ত যুগতেই অসমত প্ৰৱেশ কৰা ব্ৰাহ্মী লিপিৰ পৰা হৈছে। ড° উপেন্দ্ৰনাথ গোস্বামীয়ে 'অসমীয়া লিপি' নামৰ তেওঁৰ গ্ৰন্থত স্পষ্ট ভাষাত লিখিছে — 'এই লিপিৰ মূল ব্ৰাহ্মী আৰু তাৰ পৰৱৰ্তী গুপ্ত লিপি। ইয়াক কুটিল লিপিৰ লগত সাঙোৰাৰ বিশেষ যুক্তি নাই। উমাচল শিলালিপি আৰু নগাজৰী খনিকৰ গাঁৱৰ লিপিত পোৱা আখৰবোৰক গুপ্ত লিপিৰ আখৰবোৰেৰে সৈতে ৰিজাই চালে এই শিলালিপি দুখনৰ প্ৰায়বোৰ আখৰেই গুপ্তলিপিত পোৱা আখৰেৰে সৈতে একেটা ৰূপত পোৱা যায়। ড° উপেন্দ্ৰনাথ গোস্বামীৰ আগতেই সমালোচক ডিম্বেশ্বৰ নেওগে অসমীয়া লিপিৰ উৎপত্তি ব্ৰাহ্মী লিপিৰ পৰাই হোৱা বুলি মত দিছিল। অৱশ্যে তেওঁ ব্ৰাহ্মী লিপিৰ কোনটো শৈলীৰ পৰা কেনেদৰে উৎপত্তি হ'ল তাৰ কথা স্পষ্টকৈ একো কোৱা নাই।

এই দুয়োটা মতৰ সপক্ষে বিপক্ষে থকা বিভিন্ন পণ্ডিতৰ মতসমূহ আলোচনা কৰি চালে এটা কথা স্পষ্ট হৈ যায় — কুটিল লিপিৰ পৰা অসমীয়া লিপিৰ উদ্ভৱ হোৱা নাই। সেইবুলি ব্ৰাহ্মী লিপিৰ পৰা পোনে পোনে অসমীয়া লিপিৰ উদ্ভৱ হৈছে বুলিও ক'ব নোৱাৰি। কাৰণ ভাৰতৰ সকলোবোৰ লিপিয়েই ব্ৰাহ্মী লিপিৰ পৰা হৈছে। ইয়াৰ উপৰি গুপ্তযুগৰ পূৰ্বৱৰ্তী কোনো ভাৰতীয় ঐতিহাসিক অভিলেখত অসম অথবা কামৰূপৰ নাম পোৱা নাযায়। ব্ৰাহ্মীলিপিৰ দুই-এখন লেখমালা অসমত আবিষ্কৃত হ'ল বুলিয়ে অসমীয়া লিপিটো ব্ৰাহ্মীৰ পৰা পোনে পোনে ওলাব বুলি ভবাৰ কোনো অৰ্থ নাই। আচলতে গুপ্ত লিপিৰ পূৰ্বশৈলীয় বিভিন্ন ৰূপান্তৰৰ মাজেদি সৰকি আহি দ্বাদশ শতিকাৰ কানাই বৰশী বোৱা তুৰস্কক্ষয়ৰ শিলৰ ফলিত অসমীয়া লিপিৰূপে আত্মপ্ৰকাশ কৰে। অসমীয়া লিপিৰ ওপৰত নাগৰী লিপিৰ প্ৰভাৱ আছেনে নাই এইলৈও পণ্ডিতসকলৰ মাজত মতবিৰোধ আছে। ভালদৰে লক্ষ্য কৰিলে দেখা যায় — গুপ্তকালীন ব্ৰাহ্মী লিপিৰ পূৰ্বশৈলীৰ পৰা বিকাশ লাভ কৰা অসমীয়া লিপিত আন আন প্ৰভাৱতকৈ কুটিল শৈলীৰ প্ৰভাৱেই অধিক স্পষ্ট। ড° মহেন্দ্ৰ বৰাৰ সুৰতে ক'ব পাৰি — 'Assamese script in a direct descondent of the Brahmi, branching itself off from the so-called Gupta alphabet or the Northern Indian script, which progressed on its way by acquiring for itself certain basic trails of the Kutila Style of writing in course of its journey through the long corridor of history' বৰ্তমানেও এই লিপিৰ বিষয়ে যথেষ্ট চিন্তা-চৰ্চাৰ প্ৰয়োজন আছে।

ইতিহাসত নেঘেৰিটিং দ'লৰ সা-সম্পত্তিৰ হিচাপ উল্লেখ আছে যদিও এই দ'লৰ ৰাজপ্ৰদত্ত সা-সম্পত্তিৰ সঠিক তথ্য পোহৰলৈ অহা নাই যেন অনুমান হয়। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই দান কৰা মন্দিৰৰ বিস্তৰ সম্পত্তিৰ সম্পৰ্কে ১৯১৪ চনতে দেৱালয়ৰ পূজাৰীসকলে যোৰহাট উপায়ুক্ত মহোদয়লৈ লিখা এখন আবেদনৰ মাধ্যমেদি ইয়াৰ কম-বেছি আভাস পোৱা যায়। (চিত্ৰ নং ৬) আবেদনখনৰ মূল কপি শিৱদ'লৰ পাত্ৰ-ঠাকুৰ বংশৰ শ্ৰীসাৰদেশ্বৰ ঠাকুৰৰ পৰা সংগ্ৰহ কৰা হৈছে। উল্লিখিত আবেদনৰ সম্পত্তিৰ তালিকা যথাসাধ্য হুবহু দিবলৈ চেষ্টা কৰা হৈছে। এই মূল্যাংকন অৱশ্যে ১৯১৪ চনতে কৰা।

ৰূপৰ শৰাই ৩ খন
ৰূপৰ কলহ ২ টা
ৰূপৰ বটা ২ টা
ৰূপৰ ফুল ৪ পাহ
ৰূপৰ কোষা অৰ্ঘা ২ জোৰা
ৰূপৰ (অস্পষ্ট) ২ খন
ৰূপৰ ভিংগাৰ ১ টা
তামৰ ডবা ১ টা
কাঁহৰ শৰাই ১
তামৰ শৰাই ১







তামৰ বটা ২
ৰূপৰ ফুল লোৱা থাল,
কাঁহৰ বৰ ঘণ্টা,
শঙ্খ ও সাঙ্খ ত্ৰিপাদি আদি।

| | |
|---|---|
| উক্ত সামগ্ৰীৰ দাম প্ৰায় মোট | ২০০০৲ |
| শিৱ প্ৰধান্য পঞ্চ দেৱতাৰ | |
| সম্পত্তি আসাম মহাৰাজা | |
| নিৰ্মিত পকা মন্দিৰ | ৫০,০০০৲ |
| এতিয়া আসাম গৱৰ্ণমেণ্টে দিয়া | ২,১০০৲ |
| আসাম ৰজাই দিয়া খাট ২৮ পুৰা | ৫,৬০০৲ |
| চান্দায় | ৭০০৲ |
| সৰ্বমোট | ৬০,৪০০৲ |

উক্ত আবেদনত নেঘেৰিটিং টিলাৰ ঠাইত নেঘেৰিটিং পাহাৰ বুলি লিখা হৈছে।

**হেমচন্দ্ৰ বৰুৱাৰ জন্মস্থান ঃ**

হেমচন্দ্ৰ বৰুৱা যে অসমীয়া ভাষাৰ ওজা এই সন্মান অথবা অলংকাৰটিৰ বিষয়ে অসমীয়া মাত্ৰেই নজনা ব্যক্তি কোনো নাই।

'হেমকোষেৰে ওখ দ'ল বান্ধি, ভাষাক সাৰথি ধৰি
নুমাবলগীয়া অসমীয়া নাম, ৰাখিলে জিলিকা কৰি'।

ওপৰোক্ত গুণেৰেই তেওঁ অন্ধকাৰ অসমৰ সৰ্বদিশ সামৰি জাতিটোৰ পথিকৃৎ হিচাপে উদ্ভাষিত হৈ আছে। ইতিমধ্যে অসমতো হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ'ৰ দৰে এখন মহৎ গ্ৰন্থৰ শতবৰ্ষ পূৰ্তিৰ অনুষ্ঠান উদ্‌যাপন কৰা হৈ গৈছে। এইগৰাকী অসমৰ সৰ্বকালৰ অন্যতম শ্ৰেষ্ঠ পুৰুষ ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ জন্মস্থান দেৰগাঁও দক্ষিণ দলিজলীয়া গাঁৱৰ কাঁহিতলি চুক পূৰ্বতে ৰজাবাহৰ গাঁৱৰ বৃহত্তৰ এলেকাৰ ভিতৰত আছিল। পুৰণি দিনত মিছামৰা মৌজাৰ ৰজাবাহৰ গাঁৱৰ এলেকা অতি বৃহত্তৰ আছিল। বৰ্তমানে ৰজাবাহৰ গাঁৱৰ এলেকা বহু সংকুচিত হৈছে।

ড° হীৰেন গোহাঁইৰ সম্পাদনাত প্ৰকাশ হোৱা 'সাগৰ তলিৰ শংখ' নামৰ গ্ৰন্থত কবি নীলমণি ফুকন ডাঙৰীয়াই দিয়া সাক্ষাৎকাৰত কৈছে 'আমাৰ ঘৰৰ নিচেই ওচৰতে থকা বৰ্তমান বুনিয়াদী কেন্দ্ৰৰ গাতে লগা 'বেজবৰুৱা হোলা' নামৰ ঠাইডোখৰতেই অসমীয়াৰ প্ৰাণ-পুৰুষ হেমকোষ প্ৰণেতা হেমচন্দ্ৰৰ জন্ম হৈছিল'। এই বেজবৰুৱা হোলাৰ কাষতেই ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ পিতৃ-ভিঠা আছিল। সম্ভৱতঃ ৰজাৰ বাহৰ স্থাপন হোৱাৰ লগে লগে অষ্টাদশ শতাব্দীৰ আৰম্ভণি বা মাজডোখৰমানত ৰংপুৰ বা শিৱসাগৰৰ পৰা আহোমসকলৰ ৰাজবৈদ্য বেজবৰুৱা বংশৰ এটা ঠালে লুইতেৰে উজাই আহি বৰ্তমানৰ গেলাবিল ঘাটৰ ওচৰত বসতিৰ পাতনি মেলিছিল। কিন্তু বানপানী, মাৰি-মৰক আদিৰ কাৰণে সেই অঞ্চলত থাকিব নোৱাৰি ওখ ঠাই দাধৰা অঞ্চলত থিতাপি লয়গৈ। সেই বেজবৰুৱাৰ বংশ-লতা এতিয়াও সেই ঠাইতে বিয়পি আছে। সেয়েহে বিংশ শতাব্দীৰ ষাঠিৰ দশকৰ পৰাই ভাষাৰ ওজাৰ জন্মস্থান সম্পৰ্কে দেৰগাঁৱত চিন্তা-চৰ্চা আৰম্ভ হৈছিল। জন্মস্থান নিৰ্ণয় সম্পৰ্কত দুই এখন সমিতিও গঠন হৈছিল। বেজবৰুৱা হোলাৰ কাষৰ অঞ্চলসমূহত বিচাৰ-খোচাৰ আৰম্ভ হৈছিল। এই ক্ষেত্ৰত প্ৰয়াত কেশৱকান্ত বেজবৰুৱা আৰু ৰাধানাথ ফুকনে ঘাইকৈ আগ ভাগ লৈছিল। তেখেতসকলৰ প্ৰচেষ্টাত ভাষাৰ ওজাৰ বাৰী চিনাক্ত কৰা হৈছিল। বৰ্তমানেও বাৰীখনি ভাষাৰ ওজাৰ বংশধৰসকলৰ অন্যতম মিছামৰা মৌজাৰ মৌজাদাৰ শ্ৰীৰাজেন্দ্ৰপ্ৰসাদ বেজবৰুৱা আদিৰ নামত আছে। উক্ত বাৰীত অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁৱৰ অধিৱেশনৰ আদৰণী সমিতিয়ে এটি স্মৃতি সৌধ নিৰ্মাণ কৰিছে।

কালৰ কুটিল গতিত ঠাইৰ নাম সলনি হয়, এলেকা সৰু-বৰ হয়। নদীৰ গতিয়েই ঠাই এখনৰ ছবি সলনি কৰে। কিছুমান কথা কিংবদন্তিত পৰিণত হয়। লগতে প্ৰামাণিক তথ্যৰো অভাৱ হয়। সেয়ে ছবি আৰু লিখনিৰ সহায়েৰে জনমানসত আৰহমান কাললৈ প্ৰতিষ্ঠা কৰাৰ দুৰ্বল চেষ্টা এটা ইয়াত কৰা হৈছে। পঢ়ুৱৈ সমাজে গৱেষণাৰ ভাবেৰে ল'লে কৃতজ্ঞ হ'ম। ইয়াৰ উপৰি দেৰগাঁৱত বুঢ়াগোহাঁই ডুবি, পিজলি আইদেউ ঘাট, যোৰবাৰী আদি বহুতো বুৰঞ্জীয়ে গৰকা স্থান আছে। সেইবিলাকৰ বিষয়েও চিন্তা-চৰ্চাৰ প্ৰয়োজন আছে। যোৰবাৰী বোলা ঠাইডোখৰ বৰ্তমানো ৩ নং গেটতে আছে। কথিত যে নেঘেৰিটিং দ'ল নিৰ্মাণৰ কাৰণে এই বাৰী দুখন পাতি তাৰপৰাই গোহাঁইসকলে দ'লৰ নিৰ্মাণ কাৰ্য তদাৰক কৰিছিল। বাৰী দুখনৰ বিস্তৃতি গেলাবিল নৈ লৈকে আছিল। এই কথা নেঘেৰিটিং হাইস্কুলৰ শিক্ষক তফজুল হুছেইন (বৰাইটি) প্ৰমুখ্যে পাৰ্শ্বৱৰ্তীয় দুই-এজনে আজিও শ্ৰদ্ধাৰে সোঁৱৰে। বুঢ়াগোহাঁই ডুবিৰ বিষয়েও কিছু কথা শুনা যায়।

এই প্ৰবন্ধত দেৰগাঁৱৰ ঐতিহাসিক সমল সম্বন্ধে কিছু কথা উনুকিওৱা হৈছে যাতে ভৱিষ্যত প্ৰজন্মাই অধিক অনুসন্ধিৎসাৰে এই সম্বন্ধে অধিক তথ্য সংগৃহীত কৰি দেৰগাঁৱৰ ইতিহাসক পৰিপূৰ্ণ কৰি তুলিব পাৰে। ইতিহাসে ৰিঙিয়াই আছে, মাত্ৰ কাণ দি শুনিলেই হয়। ❑




চিত্ৰ নং ১



চিত্ৰ নং ২



চিত্ৰ নং ৩



চিত্ৰ নং ৪



চিত্ৰ নং ৫



চিত্ৰ নং ৬



# দেৰগাঁৰৰ ইতিকথা

ড° শৰৎ কুমাৰ ফুকন

আহোম কছাৰীয়ে বলি দেৰগাঁৰত কাটে
পুখুৰীও খান্দে,
গছৰ ধোন্দেও আকাশবাণী কৰে...
স্বৰ্গদেউৰহে ৰাজ বোলে
বলিও ছিগে।
ৰজাবাহৰত পাটনাদ, ভঁৰালৰ বাৰী
গুড়যোগনীয়াৰ গুড়
লোৱাডোঙৰ লো
ডেৰচোৰা, কাকডোঙাৰ বৰালি
আজি সোণালী দিনবোৰ ক'লৈ গলি
সকলো যেন এপৰীয়া হলি।

● ● ●

ভূতাত্ত্বিকভাৱে বৃহত্তৰ দেৰগাঁও অঞ্চল আদিমতম *পেঙ্গায়া* মহাদেশৰ দক্ষিণখণ্ড *গণ্ডোৱানালেণ্ড* শিলাখণ্ডৰ অংশ বিশেষ মেঘালয়-কাৰ্বি আংলং-বুঢ়াপাহাৰ-দেওপৰ্বতেদি আগবাঢ়ি আহি সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ ভিতৰতে একক প্ৰাচীনতম *প্ৰিকেম্ব্ৰিয়ান* যুগৰ পৃথিৱীৰ উপৰিভাগত পোৱা শিলাস্তৰ ( দেৰগাঁৰৰ নেঘেৰিটিং পাহাৰত) প্ৰাপ্ত হৈছে। ইয়াৰ উপৰিও দেৰগাঁৰত *টাৰচিয়েৰী* যুগৰ ৰিচেন্ট ভাগৰ পলসৰ স্তৰ পোৱা গৈছে। তাহানিৰ *টেথিছ* সাগৰৰ বক্ষইদি বৈ থকা আমাৰ বৰনৈ (ব্ৰহ্মপুত্ৰ)ৰ তীৰস্থ হোৱাৰ বাৰে দেৰগাঁৰৰ ভূ-ভাগ পুৰণি দিনৰে পৰা সাৰুৱা আৰু জীপাল। ভৌগোলিক ভাৱে ড° উপেন্দ্ৰ নাথ লেখাৰুৰ *অসমৰ প্ৰাচীন ভূগোল*ৰ বিৱৰণ অনুসৰি দেৰগাঁৰৰ উত্তৰ অংশ চুই একালত দিহিং নদী বৈছিল আৰু এই নদী বৰ্তমানৰ ধনশিৰিমুখত ব্ৰহ্মপুত্ৰত পৰিছিল। একাংশ পৌৰাণিক ভূগোলবিদৰ মতে পুৰণি দিখৌখনেও দে ৰগাঁও চুই একালত কাজলীমুখত পৰিছিল। *গেলাবিল* এই দুই নদীৰ অংশবিশেষ বুলি ক'লেও ড° যোগেন্দ্ৰ নাথ শৰ্মাই *অসমৰ নদ-নদী*, ১৯৯৩, ৭৩ পৃঃ ত এই গেলাবিল নৈ সম্বন্ধে বিশদ বিৱৰণ দাঙি ধৰি লেখিছে — *ভোগদৈৰ নামনি অংশ বা দেলেছৰি নৈ আৰু কাকডোঙা নৈ মিলি হোৱা গিলাবিল নৈখন গোলাঘাট জিলাৰ মাজেদি পশ্চিমলৈ বৈ আহিছে।*

প্ৰাগ ঐতিহাসিক কালৰ জান-নিজানত বনমানুহৰ দিনতেই (প্ৰায় ১১৬,০০০ বছৰৰ পূৰ্বে) সুদুৰ আফ্ৰিকা মহাদেশৰ অন্তৰ্গত ইথৌপিয়া দেশৰ *হাৰ্টো-বাউৰী-হাদৰ* অঞ্চলৰ পৰা দক্ষিণ-পূব এচিয়ালৈ প্ৰব্ৰজিত



আদিম মানৱ (হ'মচেপিয়ান, প্ৰাথমিক স্তৰৰ হ'মচেপিয়ান-চেপিয়ান, অসমৰ থলুৱা বনমানুহ প্ৰজাতিৰ—চিয়েমী-মাঙেমুৰুং-কেংলেংপুশ্লং-চেৰা-চিনডাই-মৌচমাই-মৈনানোক-মুলুঙ্গৰ-মোপিয়া আদি)ৰ পদচিহ্নৰে চহকী দেৱৰগাঁও-দেৰগাঁও-দেৰগাঁও। সময়ৰ অগ্ৰগতিত দে ৰগাঁৱৰ লগত পূবৰ হোৱাবিনহিয়ান-চোৱানিয়ান মৃন্ময়-লৌহ-ধান্য সংস্কৃতিৰ বিনিময় ঘটিছিল। দক্ষিণ-পূব এচিয়াত আৱিষ্কৃত ধান সংস্কৃতিয়ে আজিৰ পৰা প্ৰায় ৮,৫০০ বছৰৰ পূৰ্বেই দেৰগাঁও পৰশি গঙ্গা উপত্যকা ভূমিলৈ গতি কৰিছিল। জুহ-থিছ-বেছাটিছ-(আৰ. এম. নাথ, ১৯৪৯, *দি. বেকগ্ৰাউণ্ড অৱ আসামিছ কালছাৰ*, পৃঃ ২,৩,৪)-অষ্ট্ৰিক-নিষাদ-কিৰাত-মঙ্গোলয়দ-ভেড্ডিড-নেগ্ৰয়দ-(আৰ. এম. নাথ, ১৯৪৯, *দি. বেকগ্ৰাউণ্ড অৱ আসামিছ কালছাৰ*, পৃঃ ১১-১৪ দ্ৰষ্টব্য)-দ্ৰাবিড় আদি প্ৰজাতিৰ একালৰ পৃষ্ঠভূমি দে ৰগাঁও। ব্ৰাচিচেফলিক-ডলিচোচেফলিক-প্লেটিৰ-লেপ্টৰহীন নেসিয়ত-ডলিচোচেফলিক আদি নৃতাত্ত্বিক গঠন আৰু গুণাগুণেৰে গমগমোৱা এই বিশাল ভূমিখণ্ডলৈ আৰ্য-সংস্কৃতিৰ খ্যাতনামা মুনিবৰ বশিষ্ঠ-শান্তনু-আমোঘা-পৰশুৰাম-অজ-অমুৰ্তৰাজ-ৰঘু-বেদনিধি-শ্ৰীকৃষ্ণ-ৰুক্মিণী-সম্ৰাট অশোক-চীনা জীয়ৰী সম্ৰাট অশোকৰ প্ৰধান মাদৈ চেংমেংকুই-চীনা সেনাপতি ৱাং-হিউৱেন-চেই-ইমৌচিন (*হিষ্ট্ৰী অৱ শ্যামৰ* মতে)-দক্ষিণ-পূব এচিয়ালৈ ভাৰত ভূমিৰ পৰা শ্ৰীবিজয়-শ্ৰীক্ষেত্ৰ-আনম জিনিবলৈ, ধৰ্ম বিলাবলৈ আৰু পৰিভ্ৰমিবলৈ অগ্ৰসৰ হোৱা সোণা-তাৰা-বনলাওফো-চোংবন বং-লাকলোং-অভিৰজা-কৌণ্ডিণ্য-চামুদ ওৰফে কম্বোদ-থলুৱা শাসক-প্ৰশাসক হৰবিন্দ-শ্ৰীবৎস-কুশাৰঙ্গ-স্নুতসেন-চ্যুহুংমুং-ফ্ৰাচেংমুং-চ্যুক্লেংমুং-কনচেং বৰপাত্ৰ-মুলা গাভৰু-প্ৰতাপসিংহ-পৰিব্ৰাজক ইবনবটুতা-চিত্ৰশিল্পী দিলবৰ-দোসাই-কাৰিকৰী ঘনশ্যাম খনিকৰ আদিৰ ওমাল-জীপাল পৰশেৰে দেৱভূমি দেৰগাঁও। পৰবৰ্তীকালৰ বুৰঞ্জীয়ে পৰশা-গৰকা প্ৰাচীন পগৰ-জু-তি-ক-প্ৰাগজালিকা-কুমাৰীদ্বীপ-কুমাৰীদেশ-কোযাকৰণভূমি-পৰ্বতদেশ-কিৰাতদেশ-থিচ-থিনা-খ্ৰীচ-সংযমণি-বৰুণালয়-উদয়াচল-অলকাপুৰী-বিযুবন-মন্দাকিনী-হেমপীঠ-ৰুমী-প্ৰাজ্য-ধৰ্মাৰণ্য-কুশাৰণ্য-চম্পকাৰণ্য-নাটকাচল-অমৰাৱতী-পৰ্বৰ-লোহিত্য-পাৰালোহিত্য-লোহিচ্চ-প্ৰাগজ্যোতিষ-কামৰূপ-চেৰিছ-সুতান-কাঙ্গুৰ আদিৰ পূবঅংশ দানৱ-অসুৰ-শুদ্ৰ-বৰ্মন-শালস্তম্ভ-পাল বংশৰ ৰাজ ৰাজোৱানৰ জাকত জিলিকা থলী তথা লাহদৈ-ডিমাভং-ডিমালাং দেশ-নামদৈয়াঙ-দক্ষিণকুল-জনিয়ৰী মোতালকৰ অংশ কছাৰীৰাজৰ *বাথৌ-ব্ৰা* উপাসনাৰ সদৰ —দেওৰগাঁও, দেৱতাৰগাঁও, দেৱৰগাঁও, দেৰগাঁও। সুং-সৌমাৰ-মহীৰঙ্গ-হতক-সম্বৰ-ৰত্নাসুৰ-বৃত্তাসুৰ-কিৰাত ঘটকাসুৰ-নৰক-ভগদত্ত-বজ্ৰদত্ত-পুষ্পদত্ত-সোমদত্তৰো শাসনৰ থলী এই দেৰগাঁও। দক্ষিণ-পূব এচিয়াৰ ৰজা ভৱবৰ্মনৰ দিনৰ এঙ্কৰবাট সংস্কৃতিক উমেৰে উমিত বা সামঞ্জস্য থকা চুবুৰীয়া ৰজা বসুন্ধৰবৰ্মন-বিশ্বসুন্দৰৰ দিনৰ কাছমাৰি-দুবৰণি-দেওপৰ্বতৰ প্ৰস্তৰ সংস্কৃতিৰসতে দেৰগাঁৱৰ গেলাবিলৰ পাৰৰ ভাস্কৰ্য-স্থাপত্যৰ সম্পৰ্ককো নুই কৰিব নোৱাৰি। ঐতিহ্যমণ্ডিত জড়োপাসনা-শৈৱ-শাক্ত-বৈষ্ণৱ মাৰ্গৰ সাধন থলী দেৰগাঁও গৰকিয়েই বৌদ্ধ পণ্ডিত মহাগুৰু সৰকাৰ্ণি-মহাকচ্ছপ-মহাথেৰ অশ্বঘোষ-ধীতিক-অশ্বভৰ-লুইপাদ-মীননাথ-অনঙ্গব্ৰজ আদিহতে সৌ তাহানিতেই পূৰ্বাঞ্চলত বৌদ্ধ ধৰ্মৰ বেহাৰ পাতিছিল। এনেহেন চহকী ভূতাত্ত্বিক-নৃতাত্ত্বিক-ভৌগোলিক-সাংস্কৃতিক-ঐতিহাসিক-ধৰ্মীয় ঐতিহ্য আৰু পৰম্পৰাৰ অধিকাৰী নাম ভূমিকাৰ দেৰগাঁও।

দেৰগাঁৱৰ নাম --কছাৰীৰ লোকপ্ৰবাদ মতে কছাৰীৰাজ *ডেৰচাং-ডেৰচুংফা* বা *ডেৰচাৰ* নামেদি *দেৰগাঁও*, সেয়ে *ডেৰচোৰা* বিলে *দেৰগাঁও* নামৰ ইতিহাস কয়। তাই-আহোমে *মুং-ডুন-চুন-খাম* (সোণোৱালী শস্যৰ বাগিচাৰে ভৰপূৰ দেশ)ৰ এই অংশকে বোলে —*বান ফি* (তাই-আহোম শব্দ *বান* -গাঁও, *ফি* -দেৱতা) অৰ্থাৎ দেৱৰ গাঁও বা দেৱতাৰ গাঁও। অন্যহাতে পশ্চিমৰ বংগদেশৰ নবদ্বীপৰ আৰ্হিত *দেৰগাঁও-দেৱৰগাঁৱ* ক *দেৱগ্ৰাম* বোলা হৈছিল আৰু এই *দেৱগ্ৰাম* শব্দৰ পৰা *দেৰগাঁও* হোৱা বুলি এচাম আৰ্য পণ্ডিতে কয়। *দেৱৰগাঁৱকে* চাহাবুদ্দিন তালিচে *দেৱালগাঁও* ৰূপে *ফাটিয়া ইব্ৰিহাত* উল্লেখ কৰিছে। চ্যুচেনফা ওৰফে স্বৰ্গদেউ প্ৰতাপসিংহই ভুধৰ আগমাচাৰ্য্যক শিৱদ'লৰ পূজাৰী নিয়োগ কৰা সম্বন্ধৰ এখন বংশাৱলীত *দেৱগ্ৰাম*শব্দৰ উল্লেখ পোৱা যায় যথা ----*গঙ্গাতীৰাং সমানীয় ভাৰ্গবঃ কৌশিকাত্মজং। লৌহিত্য স্যোত্তৰে কুলে বাসয়ামাস পূৰ্বতঃ।। তৎ কৌশিকস্য বংশস্য ভূগোৰ্ভুধৰ শৰ্ম্মনঃ। বংশ নামাৱলীৰিয়ং দেৱগ্ৰাম গতস্য চ।।* অৰ্থাৎ ঃ ভাৰ্গৱ নামৰ কোনো এক ব্যক্তিয়ে আগতে কৌশিক গোত্ৰজাত কোনো এজন ব্ৰাহ্মণক গোত্ৰীয় ব্ৰাহ্মণ বংশৰ ভূ-সম্পত্তি ভোগী, দেৱগ্ৰামলৈ অহা ভূধৰ শৰ্মাৰ এইখন বংশাৱলী। সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাদেৱে দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শতবৰ্ষ অনুষ্ঠানৰ স্মৃতিগ্ৰন্থ *শতপত্ৰত* পৃঃ ৬৫-৬৭ ত *The Negriting temple* নামৰ প্ৰবন্ধত লিখিছে --*He (Bhudhar) also named the place as Devargaon of which the present word Dergaon is a corrupted form. Devargaon meant the village of God (Siva). Bhudhar had the title of Agamacharya for his great proficiency in the Agam Satra; and that was the reason why he was especially chosen to be the priest of this temple, he descended from a very learned Brahmin family of Kanyakubja whom the Ahom Raja had brought to Assam along with two others : one the ancestor of the Kandali Gosains and the other that of the Madhumisra Gosains. They selected at Majuli which was then a centre of learned Brahmins and pundits of upper Assam.*







*Strong friendship and very close social intercourse existed among these three families till very recent time. ....Durgeswar was a renowned Sabhapandit in the Ahom court and direct descendant of Bhudhar being the nineth generation from him. The descendants of Bhudhar held also several other offices under the Ahom kings such as that of Dewalia-Barua, Khangia-Barua, Derganya-Barua and Malia-Barua....* দেৰগাঁও সাহিত্য সভাৰ প্ৰাক্তন সভাপতি চাৰুচন্দ্ৰ গোস্বামী ব্যাকৰণ শাস্ত্ৰীয়ে ১৬-৫-৫৯ ইং তাৰিখৰ দেৰগাঁও সাহিত্য সভা শীৰ্ষক প্ৰৱন্ধত দেৰগাঁও সম্বন্ধে লিখিছে "*দেৰগাঁও কিৰাত বংশীয় বড়ো কছাৰী নৃপতি সকলৰ দিনতো এই বিগ্ৰহৰ আভাস পোৱা যায়। জনা যায় তেতিয়াৰ কছাৰী ৰজাৰ এই দেৰগাঁও ডেউৰী গাঁও নামেৰে জনাজাত। ডেউৰীগাঁও দেৰগাঁৱলৈ পৰিবৰ্তিত হৈছে*"। আনহাতে দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ দুৰ্গানাথ কাকতিয়ে ১৯৬৮ চনত দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ হীৰক জয়ন্তীত প্ৰকাশ হোৱা স্মৃতি গ্ৰন্থত *A brief history of the growth and development of western education in Dergaon* শীৰ্যক প্ৰৱন্ধত দেৰগাঁও নামৰ সম্পৰ্কত লিখিছে --*The name Dergaon is, in fact a distortion of its original name Dewargram and definitely it does not mean any particular rural area comprising a full and a half villages, though it may tend to suggest so.* বিশিষ্ট বুৰঞ্জীবিদ্ গুণাভিৰাম বৰুৱাদেৱে *আসাম বুৰঞ্জীত* দেৰগাঁও সম্বন্ধে উল্লেখ কৰিছে "*এনেদৰে দেশত অনেক উৎপাত হোৱাত বিশ্বনাথ ও দেৱৰগাঁৱত প্ৰতাপসিংহ ৰজাই দৌল সজালে।*" বৰুৱাদেৱে বৰ্তমানৰ দেৰগাঁৱক *দেৱৰগাঁও* ৰূপে উল্লেখ কৰিছে (*দেৰগাঁৱৰ চমু পৰিচয়*, শ্ৰী ডালিম চন্দ্ৰ পাঠক, ২০০৫, পৃঃ ৩-৪)। আহোম স্বৰ্গদেউ ৰাজেশ্বৰসিংহৰ দিনৰ (খ্ৰীঃ ১৭৫১-৬৯) দেৱৰগএৱা কবি *দুৰ্গেশ্বৰ দ্বিজে* তেওঁৰ কবিতাত দেৰগাঁৱক *দেৱগ্ৰাম* ৰূপে উল্লেখ কৰিছে যথা ---*ইন্দ্ৰবংশী নৃপতিৰ সভাৰ পণ্ডিত ধীৰ, দেৱগ্ৰামে যাৰ বাসাবাৰী। যাহাৰ উপৰিবংশ কৌশিক মুনিৰ অংশ, সদাশিৱ দৌল অধিকাৰী। সিটো দ্বিজ দুৰ্গেশ্বৰ এই ছবি ছন্দ কৰে, পুৰাণৰ অৰ্থ অনুসৰি।।*দুতিৰাম হাজৰিকা আৰু বিশ্বেশ্বৰ বৈদ্যাধিপিৰ *অসমৰ পদ্য বুৰঞ্জীত* দেৰগাঁৱৰ নেঘেৰিটিঙত স্বৰ্গদেউ ৰাজেশ্বৰসিংহই দৌল বন্ধা সম্বন্ধে এনেদৰে ---*দশ দিনে আমি দেৰগাঁও পাই, পুৰণি দ'লক ব্ৰহ্মপুত্ৰে ভাঙি নই।। নেঘেৰিটিঙত নতুন দৌল কৰো বুলি। ইটা পাথৰক দিয়া বান্দি আচো তুলি।।* লোকগাথাত দেৰগাঁৱৰ চাৰিসীমাৰ বিষয়ে প্ৰচলিত---*লাকদাং কাকডাং, ডাবি-ডুবি (দাৰি-দুৰি) দৰিয়া, ছাগলী হেবাং বাং, চৰিয়া ফুটাং টাং।* কেশৱকান্ত বেজবৰুৱাদেৱৰ দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শতবৰ্ষ উদ্‌যাপনৰ স্মৃতিগ্ৰন্থ *শতপত্ৰত দেৰগাঁও* নামৰ প্ৰবন্ধত প্ৰাচীন দেৰগাঁৱৰ চাৰিসীমাৰ বিষয়ে উল্লেখ কৰিছে এনেদৰে --*বুৰঞ্জী আদি বিচাৰ কৰি যি অলপ-অচৰপ তথ্য সংগ্ৰহ কৰিব পৰা হ'ল তাকে প্ৰবন্ধ আকাৰে ইয়াত প্ৰকাশ কৰা হ'ল। প্ৰাচীন কালত দেৰগাঁৱৰ আয়তন দীঘে আঠ মাইল, পথালিয়ে ছয় মাইল আছিল। ইয়াৰ উত্তৰ সীমাত ব্ৰহ্মপুত্ৰ, পূবে শীতলী নগৰ, দক্ষিণে ওপৰ দৈয়াং আৰু পশ্চিম সীমাত আছিল দৰিয়া। আজিৰ যিটো মিছামৰা মৌজা, সি তেনেই দেৰগাঁৱৰ চাৰিসীমাৰ ভিতৰতহে আছিল। শীতলী নগৰৰ আজি চিন-চাব নাই যদিও নেঘেৰিটিং দ'লৰ কাষত থকা শীতলী পথাৰে পুৰণি নগৰৰ প্ৰমাণ দিছে। এই শীতলী নগৰৰ পূব সীমা আছিল ঢলি। দেৰগাঁৱৰ সদৰ আছিল ৰজাবাহৰ।* জে. পি. ৱাডেৰ *জিয়গ্ৰাফিকেল স্কেটচ অব আসামত* দেৰগাঁওৰ চাৰিসীমাৰ বিষয়ে এনেদৰে --*Dergaon, famous for the temple Sadasiva is 8 miles long six broad... Khitali is about 12 miles long and 10 broad ... on the Cacodonga, directly east from Dergaon is established the custom house of Khitalar-ghat. Geographical sketch of Assam*, J. P. Wade, pp. 8-9. অৱশ্যে ইয়াৰ বিপৰীতে সূৰ্য্য কুমাৰ ভূঞাদেৱৰ সম্পাদিত *অসমৰ পদ্য বুৰঞ্জীৰ* পৃঃ ৮৩ ত এনেদৰে উল্লেখ আছে, *দশ দিনে আহি দেৱৰ গাঁও পায়। পুৰণি দ'লক ব্ৰহ্মপুত্ৰে ভাঙিলেই।। নেঘেৰীটিঙত ন-দৌল কৰো বুলি। ইটা-পাথৰক দিয়া বান্ধি আছে তুলি।।*

--লোকগীত-লোকসংস্কৃতিত দেৰগাঁৱৰ *কাকডোঙ্গা, ডেৰচোৰা, নেঘেৰী* আৰু *যোৰহাটৰ* বিষয়ে -

*কাকডোঙাৰ বৰালি, ডেৰচোৰাৰ বৰালি,*
*কেনেকৈ মিহলি হ'ল, আমি নেঘেৰীয়াল,*
*তুমি যোৰহটীয়া, কেনেকৈ চিনাকি হ'ল।*

দেৰগাঁও একালৰ সৌমাৰপীঠ বা সৌমাৰখণ্ড, বচাদৈয়াং, গেলাবিল, দিলশিৰি-কাকদোঙাৰপাৰ আদিৰো অংশ বিশেষ। *কাকদোঙাই* উজনিৰ নগাপাহাৰত ৰংপং। কাকডোঙাৰ জলৰাশিক চহকী কৰি বৃহত্তৰ দেৰগাঁৱক উৰ্বৰা কৰা জান-জুৰি —ছুলোখাঝিকু, আকিটছুৰা, কুলাজান, চেলচেলি, শুকানজান, নেঘেৰিজান, নাগিনীজান, বোকাজান, বালিজান, বজালিকটা জান, ঘিলাজান, গটঙাজান, ঔগুৰি জান, গোবৰ জান, ঘিলাধাৰী, খাৰজান, চেৰেলিজান, পানজান, টিপমীয়াজান, চৰাইপানী জান, কাছজান আৰু দায়জান প্ৰভৃতি। লোকপ্ৰবাদত দেৰগাঁৱৰ নেঘেৰিটিঙৰ কাষৰ পথাৰত ঔৰ্ব্যমুনিয়ে আশ্ৰম গঢ়িছিল, তাই-আহোমৰ ৰাজত্বকালৰ বিখ্যাত নাওশালি শীতল-নেঘেৰী। এই শীতল নেঘেৰী বা শীতলা পথাৰ দেৰগাঁৱৰ ঠিক পূবে কাকডোঙা নদীৰ পাৰত। শীতলপথাৰৰ



উত্তৰে দেৰচোৰা বিল, দক্ষিণে গড় আলি, পূবে কাকডোঙা নদী আৰু পশ্চিমে বেঙেনাবাৰী। গেলাবিলৰ পাৰত স্বয়ং বিশ্বকৰ্মাই পাষাণ মন্দিৰত শিৱক পাতে মুনিবৰ ঔৰ্ব অহাৰো পূৰ্বে —লোকে কয়। দেও বা ঠও বিশ্বনাথ -শিঙৰি আদি কৰি শত পুণ্য শিৱথান নহয় হেনো দেওৰ গাঁওৰ সমান। পুৰণিবাহ কিৰাত, অষ্ট্ৰিক, নিষাদ, দ্ৰাবিড়, ভেড্ডিড্, আৰ্য, মঙ্গোল-কছাৰী, আহোম-কোচ, মোগল, মোৱামৰীয়া আৰু মান-সকলোৰে মন জুৰুৱা ঠাই। তাই-আহোম স্বৰ্গদেউ দিহিঙ্গীয়া ৰজা ওৰফে চ্যুহুংমুঙৰ দিন (খ্ৰীঃ ১৫৩১)ত আহোম ৰাজশক্তিৰ লগত বাৰম্বাৰ বীৰ বিক্ৰমে যুজা কছাৰীৰ বিক্ৰমী *খুনখুৰা, ডেৎচা, ডেৎচুং* আৰু *ডেৰচুংফাইঁ*তৰ দেৰৰগাঁও কৰ্মভূমি। কছাৰীৰ সেনাপতি *মিছৌৰ* লগত আহোম সেনানীৰ কেইবাখনো ৰণ হৈছিল, পৰিশেষত মিছৌৱে ৰণভূমিত প্ৰাণ দিছিল সিয়ে আজি *মিছামৰা* মৌজা হৈছে। মতান্তৰে প্ৰবাদ মতে, মিছামৰাত লো তৈয়াৰ কৰা হৈছিল আৰু ইয়াৰ পূৱ সীমাইদি বৈ যোৱা *লোৱাডোং* জানত লো-মাটি ধোৱা হৈছিল। *লো* শব্দে লোহা আৰু *ডোং* শব্দে পানী থকা খাল বুজাইছিল। সেইবাবেই এই জানৰ নাম *লোৱাডোং* হ'ল। কোনোৱে কয় লো-মাটি ধুই যিবিলাক গোটা লাৰু বান্ধিছিল সেইবিলাকক *মিছা* বুলিছিল। কোনোৱে কয় লো গলালে যিবিলাক গেদেৰি বাহিৰ হয় সেইবিলাকক *মিছা* বুলি কয়, যেনে পেৰা কুঁহিয়াৰৰ পৰা সৃষ্টি হোৱা *মিছা*। এনেদৰেই *মিছামৰা*নামৰ উৎপত্তি হয়। আহোম-কছাৰীৰ ৰণৰ ঘাটি দেৰগাঁৱৰ লোৱাডোং জানৰ এটা ভেটা আজিও *ৰণভেটা* বুলি প্ৰখ্যাত। সন্মিলিত দ্বিতীয় মহাযুদ্ধৰ সমৰস্থানে দেৰগাঁৱক শুৱায়। দেৰগাঁৱতে সন্মিলিত বাহিনীৰ এয়াৰ কন্ট্ৰল টাৱাৰ, নিৰীক্ষণ চকী, যুদ্ধৰ ট্ৰেঞ্চ বা খাল ইত্যাদি। মোগল নৱাব মীৰজুমলাই বাহৰ পাতে *ফুটুকাতলি* (বৰ্তমানৰ মিলনপূৰ ৱাৰ্ডৰ বৰঠাকুৰ চুক), *কপাহতলি* (আৰক্ষী প্ৰশিক্ষণ কেন্দ্ৰ অঞ্চল) শুৱায়, আবু ফৈজাল -চিহাবুদ্দিনে সোঁৱৰণি লিখে দেৰগাঁৱত -- *এপইচাত দহোটা দৰত অনাই প্ৰতি দুকুৰি সুমথিৰা পায়*। তাজখাঁ, চেখ কমল (পকা বেজিৰ ঘৰ), দিলজুৰ খাঁ (পাঠান), দলল খাঁ নৱাবৰো একালৰ বাহৰ দেৰৰগাঁও। দেৰৰগাঁৱৰ প্ৰাচীন শিৱ মন্দিৰ ভাগকে নৱাব মীৰজুমলাই গড়গাঁৱলৈ জয়-যাত্ৰা কঁৰোতে উপদ্ৰৱ চলাই দ'লটো ভাঙি থৈ যায় বুলি লোকপ্ৰবাদ আছে। জে. পি. ৱেড চাহাবে দ'ল ভঙাৰ আৰু দ'লৰ ঠাকুৰক ইছলাম ধৰ্ম গ্ৰহণ কৰিবলৈ বাধ্য কৰোৱাৰ বৰ্ণনা দিছে যথা --*The temple of Dergaon was razed to the ground and the takoor compelled to embrace the Mussalman faith*, -- *An Account of Assam*, J. P. Wade, ed. B. D. Sarma, 1974, p. 301. নৱাব মীৰজুমলাই নাহৰণিত তগৰ আৰু কেচামণিৰ সতে কৰা কাহিনীও যে আছে লুকাই। ফুলমতী-ফুলেশ্বৰীৰ নৃত্যৰ ঠাই শিৱমন্দিৰে কয়। স্বৰ্গদেউ শিৱসিংহই এই নৃত্য পটিয়সী ফুলেশ্বৰীকে প্ৰমথেশ্বৰী পাতি আহোম ৰাজশাসনৰ *বৰৰজা* পাতে আৰু এই ৰজাবাহৰতে যোল্লদিন ধৰি ৰংৰহইচ কৰে। স্বৰ্গদেউ ৰাজেশ্বৰসিংহৰ *ৰজাবাহৰৰ* ৰাজপাটে, ভঁৰালৰ বাৰী (দেৰগাঁৱৰ ৰজাবাহৰৰ কাষতে য'ত *দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়* বিদ্যমান তাতে ৰজাৰ *ভঁৰাল-ভঁৰালবাৰী*। *লোৱাডোং* জানৰ উভয় পাৰে থকা ধাননি পথাৰেই ৰজাৰ *দঙ্গাখাত*। *দঙ্গাখাতৰ* ধান, *বৰগোহাঁই চাপৰিৰ* মাহ, সৰিয়হ, *কপাহতলিৰ* কপাহ, গুৰ *যোগনীয়াৰ* গুৰ এই ভঁৰালতে জমা হয়হি। বৰ্তমান গেলাবিলৰ পাৰতে গৰু, ছাগলী, হাঁহ আদি পোহনীয়া পশু-পক্ষী ৰখা ঠাই আছিল। গৰু গোহালি, ছাগলীচুক, হাঁহচোৰা, গুৱাল আদি ঠায়ে এই কথাৰ সাক্ষী দিয়ে)। *ৰজাবাহৰেই* প্ৰাচীন দেৰগাঁৱৰ সদৰ। ই এক ইতিহাস প্ৰসিদ্ধ ঠাই। ৰজাবাহৰৰ সীমা পূবে আঁকা আলি, পশ্চিমে লোৱাডোং জান, উত্তৰে ব্ৰহ্মপুত্ৰ আৰু দক্ষিণে ঢেকিয়াল। তাই-আহোম স্বৰ্গদেউসকলে ৰাজধানী গড়গাঁও-ৰংপুৰৰ পৰা গুৱাহাটীলৈ অহা যোৱা কৰোঁতে এই বাহৰতে শিবিৰ পাতি ছিল, সেইয়ে ইয়াৰ নাম *ৰজাবাহৰ*। তেতিয়াৰ *পাটনাদে* আজিও আছে ভঁৰালবাৰী-দেৰগাঁও জিলিকাই। দেৰগাঁৱতে *বুঢ়ীগোঁসানী*ৰ থানখনিও পায়। *শীতল নেঘেৰি* পথাৰত একলাখৰ ওচৰা-ওচৰি শিৱলিঙ্গৰে দ্বিতীয় কাশী স্থাপন কৰিবলৈ বিচৰা ঔৰ্ব্য মুনিৰ দ্বাৰা স্থাপিত (মতান্তৰে দেৰগাঁৱৰ প্ৰাচীন গেলাবিলৰ কাষৰ শিৱ স্থান খ্ৰীঃ নৱম-দশম শতিকাতহে গঢ়া বুলিছে। ইয়াৰ ভগ্নাবশেষ আজিও গেলাবিলৰ পাৰত পৰি আছে।) প্ৰাচীন মূল শিৱলিঙ্গ ভাগকে নেঘেৰিটিঙত স্বৰ্গদেউ ৰাজেশ্বৰসিংহ-লক্ষ্মীসিংহই পঞ্চদেৱতাৰে সৈতে পুখুৰী খান্দি-দৌল বান্ধি নতুন তীৰ্থ পাতে আৰু গেলাবিলৰ পুৰণি শিৱক নতুন ৰূপত প্ৰতিষ্ঠা কৰে। লোকপ্ৰবাদ মতে শীতল নেঘেৰিৰ দ' পথাৰত ঔৰ্ব্য মুনিয়ে স্থাপন কৰা বহু শিৱলিঙ্গ তল গৈ আছে। এই শিৱ তল গৈ থকা কাৰ্যৰ পৰাই শিৱতল, আৰু শিৱতলৰে অপভ্ৰংশ শীতল। *নেঘেৰী, নেঘেৰি* শব্দ এই অঞ্চলত পোৱা নেঘেৰী বা নেঘেৰি চৰাই (টিপচী জাতিয় চৰাই) বাহ লোৱা টিং সেয়ে নেঘেৰিটিং এনে টিং প্ৰত্যয়ৰে নানান বড়ো কছাৰী শব্দ আছে যথা —বিহিয়াটিং, ৱাটিং, ডফলাটিং, ফৰকাটিং আদি; কোনো কোনোৱে ডেৰগএগ নৃত্যৰতা নাচনীৰ ওখকৈ বন্ধা নেঘেৰী খোপাক লৈহে এইনাম হোৱা বুলিছে।)। মায়ামৰীয়াৰ নেতা ৰাঘৱ মৰাণেও বিদ্ৰোহ ৰঁচিছিল ৰাধা-ৰুক্মিণীক লৈ এই দেৰগাঁৱতে। চিকাৰীঘাটৰ কাষৰ ৰুক্মিণী পুখুৰীয়ে সেইদিনৰ সাক্ষী হৈ আছে। দে ৰগাঁও সংস্কৃত পণ্ডিত প্ৰৱৰৰ ঠাই। সেয়েহে বুঢ়াৰজাৰ দিনৰ খ্ৰীঃ ১৭ শতিকাৰ কনৌজৰ বিখ্যাত শাণ্ডিল্য মহল্লাৰ ভুধৰ আগমাচাৰ্যৰ বংশধৰ-বাণেশ্বৰ-লোকে বোলে *ৰজা-ৰাজেশ্বৰ, বৰুৱা-বাণেশ্বৰ*। সময়-খ্ৰীঃ ১৭৩৪ দেৰগাঁৱৰ শিৱদ'লৰ তামৰ ফলি। দাতা ঃ শিৱসিংহ, অম্বিকাদেৱী। বিগ্ৰহ ঃ উমা-মহেশ্বৰ। গ্ৰহীতা ঃ বানেশ্বৰ ব্ৰাহ্মণ বৰুৱা। ইয়াত দেৰগ্ৰাম, নেঘেৰিটিঙ, ফুটুকাতলি,







বচা, দিহা, বেতিয়নি আদি ঠাইৰ নাম উল্লেখ আছে। যথা.... স্বস্তি শ্ৰীহৰ-গৌৰী-পদাৰিন্দ-মকৰন্দ-তুন্দিলেন্দিন্দিৰ-শৌৰ্য-গাম্ভীৰ্যাদি-গুণ-নিকৰ-ৰত্ন-ৰত্নাকৰ-ৰজত-মহাৰজতাদি-নানা-সন্তান-সন্ততি-তামৰ-মহীৰুহ-ৱাসৰ-ৰংশাৱতংস—সৌমাৰেশ্বৰ-স্বৰ্গনাৰায়ণ-ৰংশ-পাথোদি-শশাঙ্ক-সঙ্কাশ-শ্ৰীমৎ-শিৱসিংহ-মহাৰাজাধিৰাজেন তাদৃশ-নিঃসীম-গুণ-গণ-মন্দিৰ-শ্ৰীমদ-ম্বিকা-মহিষী-সহিতেন দেৱগ্ৰামীয়াগমাচাৰ্যস্য প্ৰতিনিধিত্বেন তৎপুত্ৰ শ্ৰীৱাণেশ্বৰা-ভিধেয়ো ব্ৰাহ্মণঃ শ্ৰীমদুমহেশ্বৰ-দেৱতাবৰ্চ্চন-ৰূপচাৰ্য্য-কৰ্ম্মণি নিযুক্ত (ঃ)ৰস-ৱাণৰ্ত্তু-চন্দ্ৰে শাকে ১৬৬৫ ফাগুনে মাসি এতৎপুত্ৰ-পৌত্ৰাদিভিৰপ্যস্মিন্ এক কৰ্ম্মণি প্ৰৱৰ্ত্তৱ্যৎ (।) তেষাম শৌচাদিপ্ৰতিষেধে সতি তৈৰেৱ পাত্ৰদ্বাৰা কাৰয়িতৱ্যমিদং।। শ্ৰীহৰ-গৌৰীৰ পদ-পদ্মত ভ্ৰমৰ-ভ্ৰমৰীৰ সদৃশ শ্ৰীশিৱসিংহ মহাৰাজা শ্ৰীমদম্বিকা মহিষী সহিতে দেৱগ্ৰামৰ আগমাচাৰ্যৰ প্ৰতিনিধি কৰি তাঞ্ৰিৰে পুত্ৰ শ্ৰীবাণেশ্বৰ ব্ৰাহ্মণক উমা মহেশ্বৰ উভয় দেৱতাৰ পুজন-কৰ্ম্মত আচাৰ্য-ৰূপে নিয়োজন কৰি দিলে। এই ব্ৰাহ্মণৰ পুত্ৰ-পৌত্ৰাদিক্ৰমে এই কৰ্ম্মতে থাকিব (।) এইসকলৰ অশৌচাদি ব্যৱধানত এইসকলে পাত্ৰ দ্বাৰাই এই কৰ্ম্ম কৰাব। শ্ৰীৰুদ্ৰসিংহ মহাৰাজে ১৬২৬ শকৰ মাঘ মাহত সদাশিৱৰ গৃহ-প্ৰতিষ্ঠাকৰ্ম্মৰ দক্ষিণা-ৰূপে আগমাচাৰ্য ব্ৰাহ্মণক প্ৰতি ফুটুকাতলি ক্ষেত্ৰত ৩৬ পুৰা ভূমি উৎসৰ্গি দিলে। তাৰে জাতিৰ নামৰ লিখা ব্ৰাহ্মণ চুটি। পুতেক হৰাম। ৰঘু। ভতিজাক ৰেটুৱা কোচ কেঁচা সাল। নাপিত জিবন। পুতেক ভেলাই। ধোবা সতুসন। চুতীয়া ৰামগতি। পুতেক ভদিয়া। থোলাই। মন্দিৰৰ পুতেক হৰিহৰ। খামচঙ্গ। কলিয়া। ডোম মাগন। আৰু শ্ৰীশিৱসিংহ মহাৰাজা এ ১৬৪৬ শকৰ মাঘ মাসত শান্তিকৰ্ম্ম কৰাই বাণেশ্বৰ ব্ৰাহ্মণক প্ৰতি বেতিয়নি ক্ষেত্ৰত ২০ পুৰা ভুমি উৎসৰ্গি দিলে। আৰু ১৬৪৭শকৰ আষাঢ়ৎ শ্ৰীশিৱসিংহ মহাৰাজাএ বৰজনা ৰাজা সহিতে বাণেশ্বৰ ব্ৰাহ্মণক বিবাহ দিলে। সেই লগতে লাহন-বচাৎ ৮০ পুৰা ভূমিকো উৎসৰ্গি দিলে। আৰু ১৬৬৩ শকত বৰজনা ৰাজাৰ কৰ্ম্মত উৎসৰ্গা মাটিৰ ২০ পুৰা মাটি বেতিয়নি ক্ষেত্ৰত বাণেশ্বৰ ব্ৰাহ্মণক দিলে আৰু ১৬৬০ শকৰ আষাৰ মাসত শ্ৰীশিৱসিংহ মহাৰাজায়ে দেৱগ্ৰামৰ বিজয়সাগৰ পুখুৰিৰ অকুলিন পাইক দুটাক পানি দিবলৈ অযোগ্য দেখি তাৰে সলনি পানি দিয়াকৈ ব্ৰাহ্মণ পাইক দুটা পুখুৰিৎ আৰু দিহা খাতৰ খাতোৱাল ভদিয়া বড়াৰ কুড়িৰ ডোম পাইক দোপোৱা আৰু মৈদমিয়াৰ কেওট পাইক এপোৱা এই তিনিটা পাইকক খেলৰ কাকত কাটি হাতত আকি ঘৰবন্দিকৈ দেৱগ্ৰামৰ বড়ুৱা বাণেশ্বৰ ব্ৰাহ্মণক প্ৰতি দিলে। আৰু নামকঢ়া পুখুৰিৰ চুটিয়া বেঙ্গেনা কলিয়াৰ পুতেক আঘণা নাতিয়েক ডমাই লৰা জুগি (।) ভকতৰ পুতেক মুকুণ্ড। তাৰে পুতেক হৰিজয় হৰিমন লৰা নাতিয়েক হৰিনাথ...''। পূৰ্বতে খ্ৰীঃ ১৬২০ত প্ৰতাপসিংহ স্বৰ্গদেৱে কাণ্যকুব্জৰ শাণ্ডিল্য মহল্লাৰ ভূধৰ আগমাচাৰ্য্যক শিৱ মন্দিৰৰ বাবে নিয়োগ কৰাৰ সময়তেই ভূমিও দান কৰিছিল। দীননাথ বেজবৰুৱাদেৱৰ দ্বাৰা ৰচিত *বেজবৰুৱা বংশাৱলী* পুথিত দেৱৰগাঁও, বেতিয়নি, অসুৰআলি, লোৱাডোং, বঙালবাৰী, বেচাপতি, ডঙ্গাখাত, ৰঙ্গিয়া, শেনচোৱা, ফুটুকাতলি, চেউনিআলি আদি স্থাননামৰ বিষয়ে স্বৰ্গদেউ চন্দ্ৰকান্তসিংহই মাজুজনা ন-গোঁসাইক প্ৰদান কৰা এখন তাম্ৰফলিত উল্লেখ -- *স্বস্তীন্দ্ৰ বংশোত্তমপূৰ্ণচন্দ্ৰঃ শ্ৰীকান্ত পাদাম্বুজমত্তভৃঙ্গ। বিদুৰ ভূমিৰ্ন্নবৰত্ন বন্যা শ্ৰীচন্দ্ৰকান্তাদিক সিংহভূপঃ।। ক্ষিতিপপটলশীৰ্ষো ভূশসন্নীল ৰত্নভ্ৰমৰ কুল বিৰজা দ্ৰক্ত পাদাৰবিন্দঃ। সুৰ তৰুবৰ লক্ষ্মীস্পৰ্দ্ধিবিশ্ৰাননালিস্তহিন কিৰণ কীৰ্ত্তিঃ কামাজিৎ কামকান্তিঃ।। অনেনভূপসিংহেন দত্তাভূমিৰ্দ্বিজম্মনে। শ্ৰীমচ্চশধৰাখ্যায় শাকে শৈলাগ্নি মৈত্ৰকে।। এতদ্বিৰণং। ১৭৭৩ শকত ˚ৰে পহুমৰা গ্ৰামস্থ শ্ৰীশশধৰ মধ্যম্‌জনা গোস্বামীক দৈব পৈতৃকাদি কৰ্ম্ম কৰি ব্ৰহ্মাবৃত্তি প্ৰৱৰ্ত্তিৱ এঅৰ্থে ভূমি উৎসৰ্গী তাম্ৰপত্ৰ কৰি দিলে। দেৱৰগাঁও বেতিঅনি পথাৰত পূবে অসুৰৰ আলি, পশ্চিমে লোৱাডাঙ্গ, উত্তৰে জৰিগছ, দক্ষিণে বঙ্গালবাৰী আৰু মাজত ২০ পুৰা, বেতিঅনি পথাৰৰ পূবে বেচাপতি, পশ্চিমে অসুৰৰ আলি, উত্তৰে দেৰগএগ পাইক, দক্ষিণে বৰবৰুৱাৰ টেকেলা আৰু মাজত ১০, ডঙ্গখাটৰ ভিতৰত পূবে অসুৰৰ আলি, পশ্চিমে উত্তৰে খাটৰ ৰঙ্গিয়া, দক্ষিণে বৰজান গোসাঞিও আৰু মাজত ৩০, বেতিঅনি পথাৰত পূবে পৰ্ব্বতীয়া, পশ্চিমে দেবৰগএগ, উত্তৰে গড়, দক্ষিণে শেনচোৱা আৰু মাজত ৪, ফুটুকাতলি পথাৰত পূবে দেৰগএগ, পশ্চিমে তিপমীয়া, উত্তৰে গণেশ ঠাকুৰ, দক্ষিণে চেউনি আলি আৰু মাজতল... আকে ˚ৰে পুত্ৰ পৌত্ৰাদিক্ৰমে উপভোগ কৰি আশীৰ্বাদ কৰি থাকিব।*

*সাতসৰী অসম বুৰঞ্জী*, সম্পাদনা সূৰ্য্যকুমাৰ ভূএগ, ১৯৭৪ চন, ১৫, ৩৬, ৬২, ৬৪, ৯২ পৃঃ ত যথাক্ৰমে...''কছাৰীক কৰতলীয়া কৰা সম্বন্ধে উল্লেখ হৈছে —দেৱৰগাঁৱত, মৰঙ্গিত কছাৰী আছিল। আহোমে বাদ কৰিলে, বোলে একোৰাতিৰ ভিতৰত ন' হাত দ' পুখুৰী হ'ব, পানীত ৰব, যেয়ে পাৰে তাৰে ৰাজ্য হ'ব। এই গছে যাৰে ৰাজ্য বুলি কয় তাৰে ৰাজ্য হব। কছাৰীয়ে বোলে হ'ব। এইবুলি পুখুৰী খান্দিলে দুয়ো ফৈদে দুটা। কছাৰী পুখুৰী খান্দি গধূলি গ'ল। আহোম নগ'ল। ৰাতি বোকা আনি তলিত পেলালে। পানীও আনি ভৰালে আহোমে। পাচে সেই নিশা ঘৰলৈ আহিল। গছৰ খোঁদত আহোম এটা সোমাই আছিল। আন দিনা দুয়ো ফৈদে চালেহি। কছাৰীৰ পুখুৰীত পানী নাই, আহোমৰ পুখুৰীত পানী উপচি আছে। পাচে গছতো সুধিলে, সেৱাকৈ। গছে বোলে আহোমৰহে ৰাজ, কছাৰীৰ ৰাজ নহয়। পাচে কছাৰীয়ে দেৱৰগাঁৱলৈ সোণৰ-ৰূপৰ অলঙ্কাৰ দি সেৱা কৰি ডেমেৰালৈ ভাগি গ'ল। .... অৰ্জুন দিহিঙ্গিয়া ৰজাৰ দিনৰ বৰবৰুৱা ডেবেৰাৰ অত্যাচাৰৰ অন্তত ৰাজমন্ত্ৰী বুঢ়াগোঁহায়েও ৰজা খেদা বিদ্ৰোহত সংযোজিত হ'ল। সেয়েহে

....বুঢ়াগোঁহাই গৈ দেৰৰগাঁৰত ৰৈ ফুকনবোৰলৈ জনালত সিবোৰে আহি কটাৰীখামৰ গড়ত কিছুমান যুঁজি ৰজা ভাগি নগৰ সোমালহি। এনেতে ৰজাক ধৰি মাৰিলে। লাকনি তাওমিত বানা খুটচিঙাত। ...দেৰগাঁৰৰ নেঘেৰি পৰ্বত, কছাৰীৰে সৈতে বিৰোধ আদিৰ কথা। ....কৈকাচুংডাং চাৰিটা দলৈক নেঘেৰি পৰ্ব্বতৰ কাষৰত চুকা বৰচেতীয়াই ধৰি আনিলে, বোলে, আমাৰ মানুহ দুনুহটো ফুৰিব নোৱাৰে? কছাৰীয়েনো কত ৰাইজ্য পালে? কছাৰীৰ নহয়। স্বৰ্গ মহাৰাজাৰেসে ৰাইজ্য হুই। বোলি কছ্ৰী কছাৰী দলৈক ৰাখি থৈছিল। ...কছাৰীয়ে চপাই আনি পত্ৰ চালে। পত্ৰত এই লিখিছিলে, দেৰৰ গ্ৰামৰ মহাদেৰ গোসাইৰ আগলৈ আহোমে-কছাৰীয়ে বলি দিব। যৰে বলি একে কোবে ছিগে তাৰে ৰাজ্য হ'ব। এই সত্য নিবন্ধক শুনি কছাৰীত সেই ৰূপে বলি আনি দুয়োহতৰে ভাল মানুহ পঠাই গোসাইৰ আগলৈ দি পঠালে। পাচে কোব মাৰিলে। কছাৰীৰ বলি চাৰি কোবেও নিচিগিল। পাচে সকলো লোকে বোলে, আমাৰ স্বৰ্গমহাৰাজাৰ ৰাজ্য। কছাৰীৰ নহই। পাচে এই নিবন্ধতে থাকি হুসকি হুসকি ধনশিৰিৰ সিপাৰ হলগৈ। আমাৰ লোকজন ইপাৰে ৰহিল। ... চক্ৰধ্বজসিংহৰ দিনত মোগল নবাব দললখাঁৰ ঠাইৰ গদাই ৰছিদখাঁৰ ঠাইৰ জলিম-মলিম সকলো উজাই আহি দেৰৰগাঁৰতে ৰহিছেহি বুলি শুনি মনত অসন্তোষ কৰি বোলে মোৰ পুলিন পুথাও ৰজাসকলে পৰৰ অধীন হৈ যোৱা নাই। এতিয়াও মই বঙ্গালৰ বতা পিন্ধিব নোৱাৰো।

*দেওধাই অসম বুৰঞ্জী*, সম্পাদনা সূৰ্য্যকুমাৰ ভূঞা, ১৯৬২ চন, পৃঃ ১৬ ৰ পৰা ২২ পৃঃলৈ ভালেখিনি কাৰ্য ঘটিল—চ্যুহংমুং ৰজা হ'ল, আইতনৰ সমৰ্পণ, চুতীয়াৰ ৰণ, চুতীয়াৰ সমৰ্পণ, চুতীয়াৰে পুনৰ যুদ্ধ, চুতীয়াৰ পৰাজয়, শদিয়াত বৰগোঁহাইৰ আমোল, নৰা ৰণ, নৰা ৰজাৰ সমৰ্পণ, ৰজাদেৰৰ বিষয় দান আৰু কছাৰীৰ ৰণ ইত্যাদি। এই কছাৰী ৰণক লৈয়ে ২১,২২ পৃঃত দেৰৰগাঁৰৰ নাম উল্লেখ হৈছে। ...পাচে ৰজাদেৰে মৰঙ্গিত ৰলগৈ। চুলেং চাৰিঙ্গীয়া গোঁহাইদেৰে, চুখ্ৰেং সৰুজনা গোঁহায়ে, চুংমুং, কিংলুং এই চাৰিয়ে দেৰৰগাঁও পালেহি। ৰাজাদেৰে মৰঙ্গিৰ পৰা ধনশিৰিয়ে ভটিয়াই, বৰনদীয়ে উজাই সকলেও দেৰৰগাঁৰতে এঠাই হ'ল। টেঙ্গাবাৰী, আংকৰাজ, আগৰ কাঠকটিয়া গাঁও আদিত কছাৰীৰে বিস্তৰ যুদ্ধ হ'ল। আমাৰ প্লাইখ্ৰং হাতীৰ ঠেঙত বিস্তৰ কাড় লাগিল। থাও মুং-মুংতেৰে বাওঁফালে বেৰি ধৰিলে। পাচে সকলো কছাৰীয়ে ভাগি গ'ল। কিছু কছাৰী পৰিল। যুদ্ধৰ ঠাইত ডাঙৰীয়া সকলক লৈ ৰজাদেউ প্লাইৰিণ হাতীত উঠি দেৰৰগাঁৰলৈ আহিল। গোঁহাইদেউ সকলে নাৱে উজাই ৰজাদেৰৰ লগ ললেহি। পাচে ৰাজাদেৰেও গোঁহাইদেউ সকলেও দেৰৰগাঁৰত এৰাতি থাকি নাৱে ভটিয়াই গ'ল। ত্যাওচুংলুং কিনলঙৰ গড়ৰ কাষৰত কছাৰীয়ে আহি গড় দি ৰলহি। .... পাছত সমস্ত লোকে দুই বাটে গৈ মৰঙ্গিৰ দেওঘৰত বেৰি ধৰিলেগৈ। ....কছাৰীৰ ডেকাৰজাই ঘোৰাত উঠি ভাগি পলাই গ'ল।

*তুংখুঙ্গীয়া বুৰঞ্জী*, সম্পাদনা সূৰ্য্যকুমাৰ ভূঞা, ১৯৯০ চন, পৃঃ ৪৬, ৫৬ ত ৰাজেশ্বৰসিংহৰ দিনৰ কথাৰে—দেশ ভ্ৰমণ। আতপাচে ১৬৭৮ শকত ৰাজেশ্বৰসিংহ গুৱাহাটিলৈ যাবলৈ স্বৰ্গদেৱে বকতিয়াল বৰবৰুৱা কীৰ্ত্তিচন্দ্ৰক বাহৰ কৰিবলৈ অজ্ঞা কৰিলে। ....সোণাৰী নৈত-১, গজপুৰত-১, দেৰৰগাঁৰত-১...। .... ৰাজেশ্বৰসিংহৰ মৃত্যু। পৰে এক বৎসৰ থাকি ১৬৯১ শকৰ মাস জেষ্ঠত শ্ৰীৰাজেশ্বৰ সিংহ ˚ ও দেৰৰ গ্ৰামত স্বৰ্গী হল। ভোগ ১৯ বৎসৰ।

*অসম বুৰঞ্জী*, সম্পাদনা সূৰ্য্যকুমাৰ ভূঞা, ১৯৯০ চন, পৃঃ ৪১,৭৭,৭৯ ত দেৰগাঁও সম্বন্ধে এনেদৰে... পাছে কিছো উৎপাত অমঙ্গল হ'ল। আৰু ৰাজমাওদেও মৃত্যু হ'ল। এই হেতুকে শান্তি আৰু শ্ৰাদ্ধ কৰিবলৈ স্বৰ্গদেউ বাৰুকটা ঘাটলৈ গৈ শান্তি, স্বস্তায়ন, শ্ৰাদ্ধ কৰি অনেক ব্ৰাহ্মণক সোণ, ৰূপ, মাটি বহুত দান কৰিলে। আৰু দেৰৰগাঁও দেৱালয়ৰ দৌল কৰি মাটি মানুহ উছৰ্গা কৰি দিলে। সেই দিনৰে পৰা দেৱোত্তৰ ব্ৰহ্মোত্তৰ চলে। ...পাছে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে এই কথা নিশ্চয় জানি তিনিজনা ডাঙৰীয়া সহিতে যুক্তি কৰি শত্ৰু প্ৰবল নৌহওঁতে দমন কৰা ভাল বুলি ঠায়ে ঠায়ে যিসকল মোৱামৰাৰ ভকত লোক আছে সেই সকলক মাৰক, আৰু প্ৰবলসকলক বুদ্ধিৰে বশীভূত কৰক, এই আজ্ঞা কৰিলে। সেই আজ্ঞানুসাৰে দেশৰ ঠাই ঠাই যি মোৱামৰীয়া আছিল প্ৰকাৰন্তৰে মাৰিলে আৰু প্ৰকাৰন্তৰে দমন কৰিলে। সেহেতুকে সাম্য হৈ থাকিল। ...পাছে ক্ৰমে স্বৰ্গদেৱে দেৰৰগাঁও ন' দ'ল তৈয়াৰ কৰালেও হ'ল। এনেতে নৰিয়া পৰি দেৰৰগাঁৰৰ বাহৰতে ১৬৯১ শকৰ ২০ জৈষ্ঠ কৃষ্ণ দশমীত ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ স্বৰ্গী হ'ল, ভোগ ১৭ বৎসৰ ৭ মাহ ২১ দিন। তেত্ৰিশ জনা ৰাজা গত। ....পাছে ঐ মৰাণৰ পুতেক বৰপাত্ৰ হ'ল। এওঁৰ পাছত কেন্দুগুৰীয়া ৰুদ্ৰেশ্বৰ বৰপাত্ৰ হ'ল। ও ভদ্ৰসেনৰ পাছত সন্দিকৈৰ আদাবৰীয়া বৰবৰুৱা হ'ল। ও দিহিঙ্গিয়াল কাশী ১, লাহন ১, এই দুই ক্ৰমে বৰফুকন হ'ল। আৰু স্বৰ্গদেৱে দেৰৰগাঁৰৰ ন' দল উছৰ্গা কৰি গড় ভিতৰতে নিজ দেৰতাৰ পুজা কৰিবৰ কাৰণে স্বৰ্গদেৱে এটা তামৰ ঘৰ কৰিলে, আৰু ৰাজমাও-দেৱে দ'ল এটা কৰালে। তেওঁৰ নামেৰেই ৰংপুৰত বগীদ'ল নাম হ'ল।

*সাতসৰী অসম বুৰঞ্জী*, সম্পাদনা সূৰ্য্যকুমাৰ ভূঞা, ১৯৭৪ চন, পৃঃ ১০৩, ১৬৫, ১৬৬, ১৩৫, ১৩৭, ১৩৮, ১৫৩ ত দেৰৰগাঁও .... যদি গোহাঁইৰ কুকুৰাপাখিটো লৰে, মোক বিশ্বৰধ দোষে পায়। এইৰূপে মহাৰাজাৰ আজ্ঞা সিয়ো কৈছে। এনেতে বেঙ্গেনাআটিয়া ৰামকৃষ্ণ বাপু পাই গৈ বোলে, মহাৰাজাৰ আজ্ঞা তোমাৰো সবে মোৰ আগতে নাও মেলি যাব দিছে। আৰু তিনিখানি তিনিখানি নাওহে লগত নিব দিছে, বঢ়াকৈ নিব নিদিছে। এইকথা শুনি গোহাঁইবোৰে তেখনেই নাও মেলি ভটিয়াই গ'ল। ৩ দণ্ড বেলি আছোতে দেৰৰগাওঁ পালেগৈ। ...চক্ৰধ্বজসিংহৰ দিন। .... দেৰগাঁৰত মোগলৰ কটকী। — পাচে খানাখানাএ স্বৰ্গমাহাৰাজাৰ ৰাজ্য মাৰিবৰ শুনি পাৎসাএ মহাৰজালৈ বঁটা দি দুৰ্ব্বেগ ৰস্তমবেগ এই দুই উকীলক পঠাই দিলে। পাচে দললখাঁয়ে পাৎসাৰ দুই উকীলক পাটনাওত লগ পাই দুই উকীলৰ লগত বাঁহবৰীয়া কটকীক উজাই পঠাই দিলে। আৰু দললখাঁৰ কটকী গদাইকো পঠাই দিলে। পাচে পাৎসাৰ কটকীক গুৱাহাটীতে থৈ বাঁহবৰীয়াএ গদাএ আহি ৰকতাত মহাৰজাত জনালেহি, বোলে—'পাৎসাএ চিৰপাৰ দি দুৰ্ব্বেগ ৰস্তমবেগ দুই উকীলক পঠাইছে।' এই কথা মহাৰজা শুনি বোলে—'মোৰ পুথাও-পুলিনে পাৎসাৰ কাপোৰ পিন্ধা নাই। এতিয়া যে মঞিঃ লব লাগিল আতপৰে মৰণেসে ভাল।' এইবুলি লাওডেকাক, লাখটকীয়াক, বাঁহবৰীয়া কটকীক, এই তিনিক পঠাই পাৎসাৰ দুই উকীলক গুৱাহাটীৰ পৰা আনিব দিলে। পাচে এই লগতে ৰচিদখাঁই তায়াদখাঁ চেখকমল এই তিনি কটকীক পঠাই দিলে। আহি দেৰগাঁও পালেহি। ওপৰজনা দিহিঙ্গীয়া ৰজাৰ বিষয়ে এইদৰে.... দিহিঙ্গীয়া ৰজাদেৰৰ শক লাক্লি তামৌ। আহোম নাম চ্যুহুম্মুঙ্গ। ৰজা হুই দুই বৎসৰৰ পাচত চুতীয়াক যুজিছে। তাৰ ৰাজ্য মাৰি বহুত দ্ৰব্য পাইছে। এই আপাহতে ফুলুঙ্গ-খামপেঙ্গ বুঢ়াগোঁহাইক ৰাজমন্ত্ৰী গুচাই ফ্ৰাচেঙ্গেমুঙ্গক ৰাজমন্ত্ৰী পাতিছে। এই ফ্ৰাচেঙ্গমুঙ্গ গোহাঞেই চুতীয়া ৰজাৰ কেকোৰাদালা-মাৰিকে ওপৰলৈ পোনাই তাৰ তলত পঢ়ী লগাই কেকোৰাদোলা কৰি স্বৰ্গদেৱকো দিলে, তিনিজনা ডাঙৰীয়াও ললে। তলচাতো ৰঙ্গা হালধীয়া ক'লা কেপ দি স্বৰ্গদেৱকো দিলে, ডাঙৰীয়া তিনিজনাও ললে। আৰু চকী হাট ঘাট ফাটৰ নিৰ্ব্বন্ধ কৰিলে, হিলৈচৰা পালে, আৰোয়ান ললে। বাৰে-বৎসৰ থাকি আইতনীয়া নৰাক মাৰিছে। দুই বৎসৰ থাকি দেৰৰগাঞা মৰঙ্গি মাৰিছে, কছাৰী মাৰিছে। দুই বৎসৰ থাকি উত্তৰকোলৰ বাৰে-ভূঞাক ধৰিছে। ভূঞাহতক জিনি বচোয়াল টঙ্গানি জমনড়া মমচাট কৌপতীয়া জাপি ললে। এক বৎসৰ থাকি সলাত গড় বান্ধিছে। এক বৎসৰ থাকি ৰটা টেমনি মাৰিছে। তিনি বছৰ থাকি তুৰ্ব্বকক যুজিছে। সেই তুৰ্ব্বকৰ যুদ্ধত আমাৰ গৰ্গঞা ৰজা, যুৱৰাজা, দেৱৰাজা, তিনিজনা কোঞৰ দিহিঙ্গীয়া ৰজাৰ পুতেক সেই কোঞৰালি কালত সেই ৰাজাৰ আজ্ঞাৰেই তুৰ্ব্বকক যুজিছেগৈ। সেই যুদ্ধত ফ্ৰাচেঙ্গমুঙ্গ বৰগোহাঞি পৰিছে, ঘৈণীয়েক গাভৰুও পৰিছে। ...এইজনাৰ দিনতে ১৫৪২ শকত ভঁৰালী চেতীয়াৰ হতোৰা দেৰৰগাঞৰ দ'ল বন্ধাই বামুণ গণক শূদ্ৰ সেবাধত নিৰ্ব্বন্ধকৈ দিলে। এইজনাৰ দিনতে নবীনকৈ বৰমানুহ পতা গুইমেলা মোলান বৰগোহাঞি ১, মৰাণৰ লাকু বৰপাত্ৰ ১, এঞাকে পৰে থকবকৰ মুৰে ৰাজমন্ত্ৰী পাতিলে। নাৰাঙ্গা হৈ মোমাইতামুলী বৰবৰুৱা মৰাত বুঢ়োগোহাঞি ফৈদৰ হাতীপোৱালিক বৰবৰুৱা পাতিলে। ...আক গুৱাহাটীলৈ গৈ উত্তৰপাৰে বৰনদীৰ কোখত বাহৰ কৰি আছিলে। তাতে থাকি সকলো দেৱালয়ত সেৱা কৰিলেগৈ। উজাই অহাত বাটতে কেন্দুগুৰীয়া বৰপাত্ৰ মৰিল। এওঁৰ পাচতহে লেচেঙ্গিয়াল হৈছে বৰপাত্ৰ গোহাঞি। পাচে অনেক দুষ্ট লোকে মন্ত্ৰণা কৰি বৰবৰুৱাৰ গাত ঘৈয়ালে। পাচে সোধপোচ কৰি ৰতিকান্তক কুঠাৰেৰে বুকু ফালিলে, খঙ্গীয়াৰ সনাইক মাৰিলে, ঢেকিয়াল বৰুৱাক শালত দিলে। দেৰৰগাঞত দ'ল বন্ধাই উচৰ্গিবলৈ নাপালে। এনেতে দেৰৰগাঞতে স্বৰ্গী হ'ল। ভোগ ১৯ বৎসৰ। স্বৰ্গদেউ লক্ষ্মীসিংহ ঃ ১৬৯১ শকৰ জেঠৰ ২০ দিন যাওঁতে দেৰৰগাঞৰ বাহৰত কালশিলীয়া গোহাঞিদেৰ ৰজা হল। ককায়েক ৰজাদেৰৰ শৰীৰ শিমলুগুৰিত খৰি দিলে। পাচে মাজুজনা গোহাঞিদেৰ সৰুজনা গোহাঞিদেৰক নামৰূপলৈ খেদিলে। ৬ মাহ থাকিলত আঘণত ৰাঘ মৰাণে ৰাজাক খেদি পাট লৈ ৰমাকান্তক ৰজা পাতি লক্ষ্মীসিংহ দেৱতাক বৰদ'লত থলে।

*অসম বুৰঞ্জী*, সম্পাদনা সূৰ্য্যকুমাৰ ভূঞা, ১৯৯০ চন, পৃঃ ৪৯ ত এইদৰে... পাচে ক্ৰম ঐ মৰানৰ পুতেক বৰপাত্ৰ হল, এওঁৰ পাচত কন্দুগুৰিয়া ৰুদ্ৰেস্বৰ বৰপাত্ৰ হল; ও ভদ্ৰসেনৰ পাচত সন্দিকৈৰ এদাবৰিয়া বৰবৰুআ হল, ও দিহিঙ্গিয়াৰ কাসি ১, লাহন ১, এই দুই ক্ৰমে বৰফুকন হল। আৰু দেৰৰগাঁৰৰ ন' দ'ল উচৰ্গা কৰি, গৰ ভিতৰতে নিজ দেৱতাৰ পূজা কৰিবলৈ সৰ্গদেৱে এটা তামৰ ঘৰ কৰিলে। আৰু ৰাজমাওঁদেৱে দ'ল এটা কৰালে; তেওঁৰ নামেৰেই বগিদল নাম হল। আৰু ৰঙ্গপুৰ নগৰৰ ভিতৰতে ইসান কোনত ফুলনি বাৰি পাতি, দ'ল, পুখুৰি কৰি দেৱালই পাতিলে। এবং ঐ আচাৰ্জ পহুমৰিয়া গোসাইৰ পুত্ৰ ডেকা গোসাই বৰজনাই দল পুখুৰি কৰি গৌৰিবলভ দেৱালয় কৰিলে। পাচে সৰ্গদেৱে গুআহাটিৰ অস্বক্ৰান্তত নাম জনাৰ্দনৰ দল কৰি উজনিত ৰুদ্ৰসাগৰ দেৱালয়ৰ পুখুৰিএ, দ'লে কৰি, নৰিয়া পৰি নিজ পুত্ৰ লোকনাথ গোঁহাই দেৱক জুবৰাজ পাতি, ১৭০২ সঁকৰ ৩০ আঘোন ক্ৰিষ্ণ প্ৰতিপদ তিথিত স্বৰ্গিলে; ভোগ ১১ বচৰ, ৬ মাহ, ১০ দিন।

*অসম বুৰঞ্জী সাৰ*, সম্পাদনা প্ৰতাপচন্দ্ৰ চৌধুৰী, ১৯৯১ চন, পৃঃ ২৮,২৯ ত এইদৰে.... সেই হেতুকে সান্তি ও স্ৰাদ্ধ কৰিবলৈ সৰ্গদেউ বাৰুকটা ঘাটলৈ গৈ, সান্তি, সস্থিয়ন, স্ৰাদ্ধ কৰি অনেক ব্ৰাহ্মনক সোন-ৰূপ, মাটি বহুত দান কৰিলে; এবং দেৰৰগাঁও দেৱালয়ৰ দৌল কৰি মাটি, মানুহ উচৰ্গা কৰি দিলে। সেইদিনৰে পৰা দেৱোতৰ, ব্ৰহ্মোতৰ চলে। পাচে কামৰূপৰ পৰিক্ষিত ৰজাৰে বিৰোধ লগাই, ভায়েক মালসিংহ আহি সৰনাগত হলহি। ... পাচে দেসত ক্ৰমে অনেক উৎপাত হবলৈ ধৰিলে। মনুস্যত গাহৰিৰ আকাৰ জন্মিল, উসুআ ধান গজিল, উতৰে ফুলবাৰিত তিনিচকুআ মানুহ জন্মিল, দেস চানি কপুতিয়া সেন ওলাল, ইত্যাদি নানা উত্পাত হল। ক্ৰমে সৰ্গদেৱৰ সৰিল বিষম পাই দেৰৰগাঁও দেৱালয়লৈ মানুহ পঠালে বোলে, বুপাত সোধগৈ, মোৰ কিমান দিন আচে? পাচে

মানুহ গৈ দেৱতাত জনালত ৰাতি স্বপনত কলে বোলে, দেৱালয়ৰ ভিতৰতে ফুলনিত চাই নাহৰ ফুল এটা পাব; তাকে নি ৰজাক দিলেই বুজিব। পাচে পৰ দিনা ফুলনিত চাই আবতৰতে তিনি পহিয়া নাহৰ ফুল এপাহ পাই, সৰ্গদেৱক দিলত ৰজাদেৱে বোলে, বুপাৰ আজ্ঞা হল, মোৰ তিনি পসহে ভোগ আচে; এতেকে সকলো ৰাজ্য আহক, মই চাওঁ, মোকো চাওক। এই কথা সুনি সকলো ৰাজ্য আহিল। সৰ্গদেও নাৰেৰে গৈ, দিখৌৰ দুয়ো পাৰে আহি থকা প্ৰজাক গা দেখাই বোলে, মোৰ কাল হল; সকলো লোকে মোক চাহক, ময়ো চাওঁ; এই বুলি ব্ৰাহ্মন, বুঢ়া, ল'ৰা, তিৰোতা এই সকলক দান-দখিনা দিলে। পাচে ৰজাদেৱলৈ প্ৰজাৰ মোহ জন্মাত, সৰ্গদেৱৰ সলনি আমাৰে এক স নৰবলি সদিয়াৰ আইলৈ দিম্‌হক, তেওঁ সৰ্গদেও কুসলে থাকক, এই বুলি হৰিধনিকৈ কোলাহল কৰিবলৈ ধৰিলে। পাচে সৰ্গদেৱে বোলে, মোৰ কাল হল, কেনেকৈ ৰাখিবিহক, এই বুলি প্ৰজাক প্ৰবোধ দি নগৰলৈ আহি, ১৫৭১ সঁকত স্বৰ্গি হল; ভোগ ৩৮ বচৰ। তেওঁৰে ৩ পুত্ৰ; প্ৰথম চুৰম, দুতিয় চুত্যিঙ্গ, ত্ৰিতিয় আৰু এজনা।

*কামৰূপ বুৰঞ্জী*, সম্পাদনা সূৰ্য্যকুমাৰ ভূঞা, ১৯৮৭ চন, পৃঃ ৬৯,৬৩ ত এইদৰে... তাত পাচে লাং-ডেকা, কোপতীয়া, মাধচৰণ, বাঁহবৰীয়া, চতুৰ্ভুজ কাকতী, এইসকলত কৰি ৫ হস্তী, ৰূপ কিছু দি পঠালে। সিবোৰেও গুৱাহাটীত ৰচিদ-খাঁক হুজুৰে দিলেনি। তদন্তৰে ভগনৰ পাচৰ, ১৫৮৫ শকত পাৎসায়ে জয়ধ্বজ মহাৰাজালৈ জামাযোৰায়ে ধমদাৰ সহিতে কাপৰ ১ যোৰ দি পঠালে দোবেগ, ৰস্তম-বেগত কৰি। গুৱাহাটীৰ পৰাও ৰচিদ-খাঁয়ে পঠালে তাজ-খাঁকে, ছেক-কমলকে সিহঁতো আহি দেৱৰগাঁও পালেহি। সেই সময়ত বকতাত জয়ধ্বজ ৰাজা মুদঘৰ ৰোগৰ হৈ স্বৰ্গী হ'ল। .... তাত পাচে গড়গ্ৰামৰ পৰা ডাঙ্গৰীয়াসকলে বাঁহবৰীয়া কটকী, ভেলাইৰ পুতেক, লঘন তামুলীক, ভাৰৰীয়াল বামুণক, চৰাল মুদৈক, এই পাঞ্চক বঙ্গালৰ গালৈ পঠাই বোলে, 'আমি যি হয় পেচকোচ দিয়োঁ, সিবোৰ নাহোক।' পাচে সিবোৰ গৈ দেৱৰগাঁওত এই কথা বঙ্গালৰ আগত ক'লে। বঙ্গালে বোলে, তহঁত শুদা মানুহেৰে কি কথা হম? নাই ৩ জনা গোঁহাই, নহইবা ফুকনবোৰৰ এক জনা আহিব, তেৱে আমি কথা হম।' এই কথা ডাঙ্গৰীয়াবোৰে আলচি ফুলবৰুৱা ফুকনক, কৌপতীয়াক, সনাতন কটকীক খেত্ৰিৰ পুতেকক। এই চাৰিক পঠাই দিলে সন্দেশ-পত্ৰ দি পূৰ্ব ধাৰাণে, সিবোৰ গৈ গজপুৰত লগ পালেগৈ। এই কথা খানখানা নামানিলে। কলিয়াবৰ, লখৌ, দেৱৰগাঁও, গজপুৰ, চিনাতলি, এই পাঞ্চ ঠাইত পাঞ্চ আমীৰা থৈ গড়গ্ৰামলৈ উজাই গ'ল। পাচে বুঢ়াগোঁহাইক নামনিয়াল ৰজাৰ শহুৰেকক ˚ তা-তিপামৰ পানীফাটত থাকিব দিলে। পুংদাঙ্গত থাকিব দিলে। গড়গঞা ৰজাৰ শহুৰেকক চেংধৰা বৰবৰুৱাক ˚ ৰ লগত বুঢ়াগোহাঁইৰ পিতৃ বাঁহগৰীয়া গোঁহাই নেওগ, আনো দুই এক বৰুৱাক থাকিব দিলে। পাচে বঙ্গালেও গৈ চৰগুৱা, চাৰিং, শিলপানী, গড়গ্ৰাম, পৰ্ব্বত, এই পাঞ্চ ঠাইত পাঞ্চ আমীৰাক থৈ খানখানা নবাব বাকোবাৰীত ৰহিলগৈ। তাৰ পৰা এক উমৰাও বলকতুমত ৰহিলগৈ। তদন্তৰে আষাৰ মাস, বলক্তমৰ ফৈদক খেদি পূৰে তাওকাঁক উত্তৰে দিল্লীহ সীমা কৰি বুঢ়াগোঁহাই ৰহিল। কেন্দুগুৰিত গড়গঞা ৰজাৰ শহুৰ ৰহিল উঁৰিকাৰ পোনে। পাচে আচামে বঙ্গালৰ দুই চাৰি লোক যাকে যৈতে পাই তৈতে কাটে। তত্ৰাপি বঙ্গালৰ বল খীণ নহল। তবে শৰাগুৰিৰ পোনে তামুলী-দলৈৰ পুতেকক ভঙ্গালে। সেই ভঙ্গে সমস্ত লোক ভঙ্গ হ'ল। দিহিং আগ কৰি বুঢ়াগোহাঁই ৰহিল মূৰকটাত, ৰজাৰ শহুৰ বল তিপামত। পাচে চিনাতলিৰ, চাৰিঙ্গৰ, শিল-পানীৰ, পৰ্ব্বতৰ গড়গ্ৰামৰ, চৰগুৱাৰ, এই সকলৰ সমস্তে বঙ্গাল একঠাই হুই শিলিখাতলত বৈ বুঢ়াগোঁহাইৰ পোনে মূৰকটাত এক প্ৰহৰ বেলা হ'লত গড়ত ধৰিলেহি। বঙ্গালৰ এক আমীৰা পৰিল। আনো একজন পৰিল বিস্তৰ। পাচে কাণ্ড-গুলী ঢুকালত ৬ দণ্ড বেলা আছোঁতে বুঢ়াগোঁহাই ভাগি তিপামৰ পানীফাটত ৰহিলগৈ। সেই সময়ত বাদুলি ফুকন গৈ শিলিখাতলত খানখানাত বৰিলগৈ। বাদুলিক লগত লৈ খানখানাই শলগুৰিত ৰহিলগৈ"।

স্বৰ্গদেউ উদয়াদিত্যসিংহৰ কাৰ্যকালৰ শেষত *মুং-দুন-চুন-খামত* নানান অনৰ্থ হবলৈ ধৰিলে। ডেবেৰাই বৰবৰুৱা হৈ আপোনমনে ৰজা-বিষয়া ভঙা-পতা কৰিবলৈ ললে। সেয়ে বুঢ়াগোঁহাইৰ নেতৃত্বত শৰাইঘটীয়া সকলে তেনে বিদ্ৰোহ দমিবলৈ লখৌ আৰু দেৱৰগাঁৱত অস্থায়ী শিৱিৰ পাতিছিল। প্ৰসঙ্গক্ৰমে উল্লেখনীয় যে মোগল নবাব মীৰজুমলাৰ সহযোগী ইবন হুছেইনে মাজুলী দখল কৰাৰ পিছত খ্ৰীঃ ১৬৬২ ৰ ৫ চেপ্তেম্বৰত দেৰগাঁৱত বাহৰ পাতি শাসন ভাৰ চলাইছিল। সূৰ্য্য কুমাৰ ভূঞাদেৱৰ *স্বৰ্গদেও ৰাজেশ্বৰসিংহ* গ্ৰন্থত উল্লেখ আছে *..... স্বৰ্গদেও ৰাজেশ্বৰসিংহ দেৰগাঁৱত থকা ৰজাবাহৰতে নৰীয়া পৰি স্বৰ্গী হয়। এই সময়ত কলিবৰৰ বংশৰ জনৈক অনঙ্গদেৱ আৰু তেওঁ পুত্ৰদ্বয় ৰাম আৰু কৃষ্ণ বেজবৰুৱাই শুশ্ৰূষা আগবঢ়াইছিল।* সেয়াই দেৰগাঁৱত আয়ুৰ্বেদীয় ঔষধৰ ব্যৱহাৰৰ ইতিকথা।

একালৰ দেৰগাঁও জিলিকি আছিল ঐতিহাসিক *বৰআলি* (গেলাবিলৰ পাৰ-নেঘেৰিটিঙৰ পৰা আহোম ৰাজধানী গড়গাঁও-ৰংপুৰলৈ)-*ম'হবন্ধা-খনিকৰ-মলাইকুমাৰ-বৰপাত্ৰ-বহিখোৱাখাট-এনাইঘৰীয়া কৈৱৰ্ত্ত-বিলতীয়া-কমাৰগাঁও-খুমটাই-দৰিয়া-শেনচোৱা* প্ৰভৃতি আলি-পদূলিৰে। দেৰগাঁও ভৰপুৰ —বিভিন্ন খেল-মেল, গাঁও-ভূঁই-সত্ৰ --গুৰ যোগনীয়া, মিছামৰা, চকীয়াল, স্বৰ্গদেউ চ্যুহুংমুঙৰ দিনৰ যুদ্ধ বন্দীয়াৰৰ গুণাকটা-চোলাসিয়া, ফেটাগাঁও আৰু বিলতীয়া; অগ্নি ফুলবাৰী সত্ৰ, কাঠৰ সত্ৰ, বাৰেঘৰীয়া কাঠৰ সত্ৰ, ভোট মৰিচ সত্ৰ, লেটুগ্ৰাম সত্ৰ, সাওকুচি সত্ৰ, মিছামৰা সত্ৰ আদি লেখ জোখ নোহোৱা। মিছামৰাৰ *খনিকৰ* গাঁৱৰ *কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা পুথিয়ে* চৌদিশে দেৰগাঁৱৰ মাহাত্ম্য প্ৰকাশিব লাগিছে। দেৰগাঁৱে ঐতিহ্য বহন কৰিছে *দেউৰীবাৰী* (গেলাবিলৰ পাৰৰ প্ৰাচীন শিৱ মন্দিৰৰ স্থানৰ নাম), স্বৰ্গদেউ শিৱসিংহই গুৱাহাটীত আহোম ৰাজ শাসনৰ গুৰিয়াল হৈ ৰংপুৰলৈ অহাৰ বাটত দেৰগাঁৱত যোল্ল দিনকৈ বাহৰ পতাৰ কাহিনী, আহোমৰ বিজয় স্তম্ভ স্বৰূপ বিজয়সাগৰ বা ন-পুখুৰী, স্বৰ্গদেউ ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পিছত যুৱৰাজ চাৰুসিংহ আহোম ৰাজ শাসনৰ কৰ্ণধাৰ হোৱাৰ বিপৰীতে স্বৰ্গদেৱৰ ভ্ৰাতৃ কালশিলীয়া গোঁহাই ওৰফে চ্যুনেওফা ওৰফে লক্ষ্মীসিংহ দেৰগাঁৱৰ বাহৰত আহোম ৰজা হোৱাৰ কাহিনী, মণিপুৰী ৰাজ কুমাৰী আহোম ৰাজৰাণী কুৰঙ্গনয়ণীৰ ৰজাবাহৰত মণিপুৰী নৃত্যানুষ্ঠান, ৰুক্মিণী পুখুৰী, দিলশিৰি, চৰিয়াপোতা জানৰ নিমখৰ পুং, কলিমন বেজবৰুৱা বংশৰ কাহিনী, বৰাহী চাংমাই বেজ -ৰমাকান্ত, সোণো, চান্দমতী, টিঙ্গীনিহঁতৰ ৰাম আৰু কৃষ্ণ বেজবৰুৱাৰ লগ হৈ বকতীয়াল বৰবৰুৱা নিৰ্দেশত শেষ সময়ত স্বৰ্গদেউ ৰাজেশ্বৰসিংহৰ প্ৰতি কৰা অন্যায়; *ৰজাবাহৰৰ* কাষৰীয়া —কমাৰ, কুমাৰ, তেলীয়া, দুলীয়া, খনিকৰ, ধুবা, দাধৰা, গন্ধীয়া, হাঁহচৰা, গোৱাল, মুদৈ, নট আদিৰ খেলেৰে ভিন ভিন গাঁও সংস্কৃতি; অনন্ত কন্দলিদেৱৰ স্বাক্ষৰ সম্বলিত সাঁচিপতীয়াপুথি, হোঁকোৰাখাটৰ পুখুৰী, ৰামদেউপুখুৰী, গণকপুখুৰী আৰু নাহৰণিৰ ঐতিহ্য —কছাৰী-আহোম-মোগল মোৱামৰীয়া দিনৰ। দেৰগাঁও মিচিঙৰ দবুৰ পুজা, ঐনিতমৰে গমগমোৱা, কছাৰীৰ বাথৌ-বৈশাগু-বাগৰুম্বা-খেৰাইৰে মনজুৰুৱা। ঢোল সংস্কৃতিৰে ধিন্দাও দাও ওজা শিল্পী বজৰু-ফেলেক-দেৱাই-মোলাই-খিটাই প্ৰভৃতি। বৃহত্তৰ দেৰগাঁৱক লৈয়ে ব্ৰিটিছে গঢ়া দেৰগাঁও-মিছামৰা-ৰঙামাটি-কাকডোঙা-আঁহতগুৰি-গুৰযোগনীয়া ১৯০২ চনত মৌজা গঠন আৰু একে তাৰিখতে দেৰগাঁও ৰাজহ চক্ৰৰ কাৰ্যালয় স্থাপন। ১৮৪৪ চনত নেঘেৰিটিঙ আৰু ১৮৬৩ ত দুতিৰাম পণ্ডিতৰ চাহ বাগিছা, ১৮৯১ চনত প্ৰতিষ্ঠিত নেঘেৰিটিঙত ডাকঘৰ, ১৯০১ চনত দেৰগাঁও চিকিৎসালয়, ১৯০৩ চনত দেৰগাঁও আৰক্ষী চকী খোলাৰ কাহিনী। ১৯১৩ চনত চন্দ্ৰনাথ খাউণ্ডে স্থাপন কৰা দেৰগাঁৱৰ উচ্চ ইংৰাজী স্কুল, ১৯৩৯-১৯৪৫ লৈ হোৱা দ্বিতীয় মহাসমৰৰ কাহিনীৰে বিজড়িত দেৰগাঁও, সেয়ে কছাৰী আৰু মানক লৈ ক্ৰমে *কছাৰীটিকা* ওৰফে *মানে কোঠ মৰা* টিকা (দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাঙ্গন)ত আৰু দেৰগাঁও আৰক্ষী প্ৰশিক্ষণ স্থলত দ্বিতীয় মহাসমৰৰ যুদ্ধৰ স্থাপত্য-ভাস্কৰ্য। প্ৰাক-স্বাধীনতা কালত বৰ্তমানৰ বাংলাদেশৰ চিলেট জিলাত স্থাপিত আৰক্ষীৰ প্ৰশিক্ষণৰ অনুষ্ঠান ইং ১৯৪৯ চনত শোণিতপুৰৰ শালনীবাৰী হৈ অসম আৰক্ষী মহাবিদ্যালয় দেৰগাঁৱৰ বৰ্তমান স্থানলৈ স্থানান্তৰ। জাতিৰ পিতা মহাত্মা গান্ধী ওৰফে বাপুজীৰ স্মৃতিৰে দেৰগাঁৱৰ বাপুজী মন্দিৰ। সাহিত্য-সংস্কৃতি-শিক্ষা আদিৰে পুৰণিবাহ অগ্ৰজে দেৰগাঁও জিলিকাই ৰাখিছে -- সংস্কৃত টোল আৰু শিক্ষাৰ আঁতধৰোতা পদ্মকান্ত বেজবৰুৱা, পিয়াল বৰুৱা, কীৰ্তিচন্দ্ৰ গোস্বামী, সোমেশ্বৰ শৰ্মা, মুক্তাৰাম বৰুৱা, দেৰগঞা বৰুৱা, দেবীদত্ত বৰুৱা, জয়নাথ শৰ্মা, যোগেশ্বৰ গোস্বামী, হলধৰ শৰ্মা, অনন্তদেৱ গোস্বামী; শিক্ষাবিদ চন্দ্ৰনাথ খাউণ্ড, *হেমকোষৰ* ৰচক ভাষা সাহিত্যৰ ওজা হেমচন্দ্ৰ বৰুৱা, সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা, *আয়ুৰ্বেদ প্ৰদীপৰ* ৰচক শশীকান্ত বেজবৰুৱা, ত্ৰৈলোক্যনাথ শৰ্মা, *আৱাহন-ৰামধেনুৰ* পোহৰে আলোকিত শিশুৰ বাবে *মুকুল পাঠ* পাঠ্য পুথি ৰচনা কৰা পদ্মেশ্বৰ বৰঠাকুৰ, দূৰ্গানাথ কাকতি, প্ৰেমধৰ ৰাজখোৱা, ডম্বৰুধৰ কটকী, চৈয়দ আব্দুল মালিক, ডালিমচন্দ্ৰ পাঠক, নৃত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামী, *প্ৰাগজ্যোতিষ ইতিহাসৰ* ৰচক ড° ডিম্বেশ্বৰ শৰ্মা, নীলমণি ফুকন আৰু জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদ আদিয়ে। থুলমুলকৈ ইবোৰেই প্ৰাচীন দেৰগাঁৱৰ গৌৰৱময় ঐতিহ্যৰ ইতিকথা .... ❑


দেওপাহাৰৰ বিষ্ণুমূৰ্তি


নুমলীগড়ৰ উৰন্ত অপেশ্বৰী





# শৈৱ-ধৰ্মৰ প্ৰাচীনতা, নেঘেৰিটিং শিৱদ'ল আৰু দেৱগঞা নাচনী

ড° কালীপ্ৰসাদ গোস্বামী



ভুমীশমণীশমশেষগুণং
গুণহীনমহীশ-গৰলাভৰণম্।
ৰণ-নিৰ্জ্জিত-দুৰ্জ্জয়-দৈত্যপুৰং
প্ৰণমামি শিবং শিৱকল্পতৰুম্।।

গিৰিৰাজ-সুতান্বিত-বামতনুং,
তনু-নিন্দিত-ৰাজিত-কোটীবিধুম্।
বিধি-বিষ্ণু-শিৰোধৃত-পাদযুগং।
প্ৰণমামি শিবং শিৱকল্পতৰুম্।। —শিবাষ্টক স্তোত্ৰম্

*(যি সকলোৰে ঈশ্বৰ (অথচ) যাৰ কোনো ঈশ্বৰ নাই, যি অশেষ গুণশালী অথচ নিৰ্গুণ, নাগৰাজ বাসুকীৰ গৰল যাৰ আভৰণ, যি দুৰ্জয় দৈত্যক ৰণত জয় কৰিছিল, সেই মংগলৰ কল্পতৰু সদৃশ শিৱক প্ৰণিপাত জনাইছো। যাৰ বাঁওফালে পাৰ্বতীয়ে বিৰাজ কৰিছে, যাৰ শৰীৰৰ জ্যোতিত কোটি কোটি চন্দ্ৰও নিন্দিত হয়, যাৰ চৰণযুগল ব্ৰহ্মা আৰু বিষ্ণুৱে মূৰত লৈ আছে, সেই মংগলৰ কল্পতৰুসদৃশ সদাশিৱক প্ৰণিপাত জনাইছো।)*

শৈৱ-সাধনাৰ আৰম্ভণি প্ৰাক্-বৈদিক যুগতে দেখিবলৈ পোৱা যায়। মহেঞ্জোদাৰো আৰু হৰপ্পাত পোৱা সিন্ধু সভ্যতাৰ ভগ্নাৱশেষৰ মাজত পোৱামাটিৰ ভাস্কৰ্যই ইয়াৰ সাক্ষী দিয়ে। চাৰ জন মাৰ্শ্বলৰ দৰে পণ্ডিতে মন্তব্য কৰিছে যে ইয়াত পোৱা মোহৰে (roughly curved seal) শিৱক পশুপতি হিচাপে চিহ্নিত কৰিছে। তদুপৰি মোহৰত থকা দেৱতাজনৰ শিৰৰ শিঙক ত্ৰিশূলৰ প্ৰতীক বুলি সাব্যস্ত কৰিছে। দেৱতাগৰাকীৰ হৰিণ আসন আৰু যোগৰ আসনত সমাসীন অৱস্থানে তেওঁক যোগীৰূপে প্ৰতিষ্ঠা কৰিছে। এতেকে এনে প্ৰতীক উপাসনা প্ৰাক-বৈদিক যুগতে দেখিবলৈ পোৱা যায়। তদুপৰি ঋক্‌বেদত লিংগপূজাক অনাদৰ কৰা বাবে ইন্দ্ৰ দেৱতাৰ হস্তক্ষেপ বিচৰা হৈছিল বুলি বিদিত।[১] বৈদিক ঋষিসকলে অতীজৰে পৰা চলি অহা লিংগ পূজা বন্ধ কৰিবলৈ চেষ্টা কৰিছিল বুলি ইয়াৰ পৰা জনা যায়। নহ'লে লিংগ পূজা নিষিদ্ধ কৰাৰ প্ৰশ্ন নুঠিলহেঁতেন। গতিকে বৈদিক যুগৰ আগৰে পৰা লিংগপূজাৰ প্ৰচলন নিশ্চিত।

ঋক্‌বেদত শিৱক এজন ভয়ানক দেৱতা হিচাপে বৰ্ণনা কৰা হৈছে, নাম দিয়া হৈছে- ৰুদ্ৰ। ৰুদ্ৰ মানেই ভীষণ বা ভয়ানক। যজুৰ বেদত শিৱক এজন বীৰ হিচাপে গণ্য কৰা হৈছে, যি দৈত্য আৰু দৈত্যপুৰ ধ্বংস কৰিছে। অৱশ্যে শ্বেতাশত্বৰ উপনিষদত শিৱৰ ধাৰণাটো প্ৰকট হৈছে। ইয়াত শিৱক গিৰীশ বোলা হৈছে, যি ধনুত বাণ সংযোগ কৰি মাৰিবলৈ প্ৰস্তুত হৈছে। তেৱেঁই ঈশান যি, বৰদান কৰে। তেৱেঁই সৰ্বশ্ৰেষ্ঠ দেৱতা মহেশ্বৰ।

ৰুদ্ৰ-শিৱ ধাৰণাটো বেদতে প্ৰত্যক্ষ কৰা যায়। বেদৰ ভীষণ দেৱতা ৰুদ্ৰ। তেৱেঁই বিজুলীৰ সৈতে বজ্ৰপাত আৰু ধুমুহা বতাহ আনে। এনে এজন ভীষণ দেৱতাকে জীৱ-জন্তুৰ পালক পশুপতি হিচাপে কল্পনা কৰা হ'ল। শিশুসকলক ৰোগ-ব্যাধি আৰু মৃত্যুৰ পৰা ৰক্ষা কৰিবলৈ প্ৰাৰ্থনা কৰা হ'ল। প্ৰাচীন লোকসকলে বিশ্বাস কৰিছিল যে এওঁ ৰুষ্ট হ'লেই ৰোগ-ব্যাধি আনকি মৃত্যুও সংঘটিত হয়। অথচ প্ৰাৰ্থনা আৰু নৈৱেদ্যৰে এওঁক সন্তুষ্ট কৰিব পাৰি। এইদৰেই ৰুদ্ৰ দেৱতাৰ ক্ষমতা বৃদ্ধি হয়। ৰামকৃষ্ণ ভাণ্ডাৰকাৰে ক'বৰ দৰে এইদৰেই ৰুদ্ৰ দেৱতাৰ ক্ষমতাৰ পৰিসৰ বৃদ্ধি হ'বলৈ পালে। তেওঁক কপৰ্দী অৰ্থাৎ জটাধাৰী বুলি কোৱা হয়। এই অভিধাটো তেওঁক অগ্নি বা জুইৰ লগত একে বুলি ভবা হৈছে; যিহেতু জুইৰ শিখা জটাৰ দৰে অনুমান হয়। সৰ্ব অৰ্থাৎ কাড় আৰু ভৱ এই দুটা নামেৰেও তেওঁক জনা যায়, যিহেতু যেতিয়া তেওঁৰ ক্ৰোধ প্ৰকাশ হয় তেতিয়া তেওঁ হয় শম্ভু। শংকৰ হৈ তেওঁ উপকৃত কৰে বাবে আৰু শিৱ হয় মংগলদাতৃ গুণৰ বাবে। তেওঁ মুকুট পিন্ধা বাবে নাম পালে কিৰীটিন।[২] অৰ্থবেদত ৰুদ্ৰৰ পৰিসৰ অধিক বৃদ্ধি পালে। আকাশৰ চন্দ্ৰ, তাৰকা আদিকো তেৱেঁই নিয়ন্ত্ৰণ কৰে। তদুপৰি তেওঁক পূৱৰ মধ্যস্থানৰ পালক ভব, দক্ষিণৰ পালক সৰ্ব, দক্ষিণ দিশৰ পালক সদাশিৱ, উত্তৰ দিশৰ পালক উগ্ৰ আৰু পাতালৰ পালক ৰুদ্ৰ আৰু মহাদেৱক স্বৰ্গৰ পালক হিচাপে কল্পনা কৰা হ'ল।

শ্বেতাশত্বৰ উপনিষদত ৰুদ্ৰক দ্ৰব্যৰ উৎপাদন আৰু বৃদ্ধিৰ, বিশ্বৰ গৰাকী, মহৰ্ষি আৰু প্ৰাণীৰ স্ৰষ্টা পালক হিচাপে গ্ৰহণ কৰা হৈছে।

কেন উপনিষদত উমা-হৈমৱতীৰ আখ্যানটো বৰ্ণনা কৰি তেওঁক শিৱৰ পত্নী হিচাপে গ্ৰহণ কৰা হৈছে। এই আখ্যান অনুসৰি এবাৰ দেৱতাসকলে তেওঁলোকৰ শত্ৰুক জয় কৰি আনন্দত আত্মহাৰা হ'ল। তেনেতে তাত এক শক্তিৰ আৱিৰ্ভাৱ হ'ল। প্ৰথমতে অগ্নি সেই শক্তিৰ ওচৰলৈ গ'লত শক্তিয়ে অগ্নিক তেওঁৰ কাম আৰু শক্তি কি বুলি সুধিলে। অগ্নিয়ে দাহ কৰো বুলি কওঁতে শক্তিয়ে এডাল বন দি পুৰিবলৈ ক'লে। অগ্নিয়ে পুৰিব নোৱাৰিলে। তেনেতে বায়ু আগবাঢ়ি গ'ল আৰু বায়ুক বনডাল উৰুৱাই নিবলৈ দিলে। পিচে বায়ুৱেও বনডাল লৰচৰ কৰিব নোৱাৰিলে। ইতিমধ্যে ইন্দ্ৰদেৱতা আগবাঢ়ি গ'ল। তেনেতে শক্তি অন্তৰ্ধান হ'ল আৰু তাৰ ঠাইত এগৰাকী শুৱনি নাৰী আৱিৰ্ভাৱ হ'ল। তেৱেঁই উমা-হৈমৱতী। তেওঁ ক'লে যে ব্ৰহ্মাহে কৰ্তা। ব্ৰহ্মাৰ শক্তিৰেই তেওঁলোকৰ কামবোৰ কৰে। তদুপৰি ব্ৰহ্মাই হ'ল শিৱ আৰু উমা হ'ল তেওঁৰ সহধৰ্মিনী।

মহাভাৰতত শিৱৰ ধাৰণাটো সুন্দৰকৈ প্ৰকাশ হৈছে। মহাভাৰতৰ বনপৰ্বত উল্লেখ আছে যে অৰ্জুনে শিৱৰ আৰাধনা কৰিবলৈ হিমালয়লৈ গ'ল। তাত তেওঁ শিৱৰ ধ্যানত মগ্ন হ'ল। যথাসময়ত শিৱই তেওঁক কিৰাতৰ বেশত দেখা দিলে। তদুপৰি কিৰাত আৰু অৰ্জুনৰ শৰত মৃত্যু হোৱা বৰাহ এটাৰ স্বত্ব-স্বামীত্ব লৈ দুয়োৰে মাজত ঘোৰতৰ যুদ্ধ হ'ল। যুদ্ধত অৰ্জুন পৰাস্ত হৈ শিৱৰ স্বৰূপ বুজি পালে আৰু তেওঁৰ ওচৰত শৰণাপন্ন হ'ল। এই আখ্যানটো লৈ মহাকবি ভাৰবিয়ে তেওঁৰ বিখ্যাত কাব্য 'কিৰাতুৰ্জনীয়ম' ৰচনা কৰিছে। অৰ্জুনক সদাশিৱই এই যাত্ৰাতে পাশুপাত অস্ত্ৰ প্ৰদান কৰে। দ্ৰোণপৰ্বতো একেধৰণৰ আখ্যানত অৰ্জুনে পাশুপাত অস্ত্ৰ লাভ কৰাৰ আখ্যান আছে। সৌপ্তিক পৰ্বত উল্লেখ থকা মাতে অৰ্জুনে সদাশিৱৰ পৰা পোৱা অস্ত্ৰেৰে কৌৰৱৰ শিবিৰত আতংকৰ সৃষ্টি কৰিছিল।

শৈৱধৰ্ম ভাৰতত বিভিন্ন শাখাৰে বিয়পি পৰে। ইয়াৰ ভিতৰত পাশুপাত, কপাল, কাপালিক, লিংগায়ত আদি উল্লেখযোগ্য। কাশ্মীৰত শৈৱধৰ্মৰ দুটা ভাগ আছে— (১) স্পন্দ শাস্ত্ৰ (২) প্ৰত্যভিজ্যা শাস্ত্ৰ। তদুপৰি ভাৰতৰ জনজাতিসকলৰ মাজত বিভিন্ন ৰূপত শিৱক উপাসনা কৰা হয়। বহুতে তেওঁক মদ্য-মাংসৰে উপাচাৰ যাচে। শিৱৰ সহজ-সৰল জীৱনযাপনে জনসাধাৰণৰ মাজত খ্যাতি আৰু জনপ্ৰিয়তা লাভ কৰিছে। মহান নটবৰ নটৰাজ হিচাপে তেওঁ ভাৰতীয় সংস্কৃতিত খ্যাতি লাভ কৰিছে।

বৌদ্ধধৰ্ম আৰু জৈনধৰ্মৰ আৱিৰ্ভাৱে বৈদিক ধৰ্মৰ ওপৰত প্ৰভাৱ পেলায়। ৫৩২-৪৮৭ খ্ৰীষ্ট পূৰ্বত শাক্য বংশত জন্মলাভ কৰা ঐতিহাসিক পুৰুষ বুদ্ধদেৱে বৌদ্ধধৰ্ম প্ৰৱৰ্তন কৰে। একেদৰেই মহাবীৰে ৪৯৭ খ্ৰীষ্ট পূৰ্বত জৈনধৰ্ম প্ৰৱৰ্তন কৰে। তদুপৰি ছান্দোগ্য উপনিষদত উল্লেখ থকা কৃষ্ণ-বাসুদেৱ-ধৰ্মই খ্ৰীষ্ট পূৰ্বত ষষ্ঠ শতিকাৰ আগৰে পৰা বিস্তাৰ লাভ কৰে। তেওঁ যদু বংশৰ বৃষ্ণি শাখাত দৈৱকীৰ গৰ্ভত জন্ম হয়। শ্ৰীকৃষ্ণৰ আখ্যান মহাভাৰত, হৰিবংশ, ভাগৱত পুৰাণ আৰু অন্যান্য পুৰাণে জনপ্ৰিয় কৰে। বৌদ্ধ, জৈন আৰু বৈষ্ণৱ ধৰ্মই বৈদিক ধৰ্মৰ বিৰোধিতাৰ বাবে বৌদ্ধধৰ্মই এক উচ্চস্তৰৰ নীতিত বিশ্বাসী হৈ নৰধৰ্ম কৃচ্ছ্ৰসাধনাৰ ওপৰত গুৰুত্ব দিয়ে। এইদৰেই বৈদিক পূজা-অৰ্চনা আৰু কৃচ্ছ্ৰসাধনৰ পথত বাধা ওপচায়। এইদৰেই ৪০০-২০০ খৃষ্টপূৰ্বৰ ভিতৰত শৈৱ সম্প্ৰদায়, চাৰ্বাক সম্প্ৰদায় আদি বিভিন্ন শাখাৰ জন্ম হয়। ইপিনে বৈদিক যুগৰ আগৰ পৰা এক প্ৰাচীন উপাসনা পদ্ধতি প্ৰচলিত আছিল যাক কোৱা যায় শিৱ-শক্তিৰ উপাসনা আৰু যিটো পিচলৈ তান্ত্ৰিক উপাসনা বুলি জনা যায়। ইয়াৰ ভিত্তি হৈছে তন্ত্ৰ। তন্ত্ৰসমূহ শিৱ আৰু পাৰ্বতীৰ মুখ নিসৃত। ভগবান শম্ভুৰ মুখনিসৃত হোৱা বাবে ইয়াক শাম্ভৱী বিদ্যাও বোলে।

শ্বেতাশত্বৰ উপনিষদ প্ৰচাৰ কৰা শৈৱ উপাখ্যান অথৰ্ব

শীৰৰ উপনিষদ মহাভাৰত, বায়ুপুৰাণ, লিংগপুৰাণ আদিয়ে জনপ্ৰিয় কৰি তোলে।

চতুৰ্থ খৃষ্টাব্দত বৌদ্ধধৰ্মৰ পতনৰ লগে লগে হিন্দু ধৰ্ম তথা ব্ৰাহ্মণ্য ধৰ্মই গা কৰি উঠে। ৰাজকীয় পৃষ্ঠপোষকতা নোহোৱাৰ বাবেই বৌদ্ধধৰ্মৰ পতন ঘটে আৰু ৰাজকীয় পৃষ্ঠপোষকতাৰ বাবেই হিন্দুধৰ্মই পুনৰ প্ৰতিষ্ঠা লাভ কৰে। পল্লৱ, বাকাটক, অসমৰ (কামৰূপৰ) ভাস্কৰ বৰ্মা আদি ৰজাসকলৰ পৃষ্ঠপোষকতাত ব্ৰাহ্মণ্যধৰ্মই গা কৰি উঠে। এই সময়ত ব্ৰহ্মা, বিষ্ণু, শিৱ আদি দেৱতাসকলৰ পৰমব্ৰহ্মৰ প্ৰতীক হিচাপে উপস্থিত হয়। ভাৰতীয়সকলৰ একাংশই শিৱ, বিষ্ণু আদিক উপাসনা কৰাৰ পৰিৱৰ্তে পূৰ্বৰ বৈদিক ধৰ্মকে পালন কৰি থাকিল।

শৈৱধৰ্মই আগম শাস্ত্ৰত গুৰুত্ব লাভ কৰে। ইয়াৰ ভিতৰত উপাগমসকলো আছে। তদুপৰি তামিলনাডুৰ পেৰীয়াপুৰাণে দাক্ষিণাত্যত শৈৱধৰ্ম প্ৰচাৰত বৰঙণি যোগায়। কৰ্ণাটক আৰু মহাৰাষ্ট্ৰত লিংগায়ত শৈৱধৰ্মই প্ৰসাৰ লাভ কৰে। তেওঁলোকে শিৱৰ লিংগ পূজা গ্ৰহণ কৰে। উত্তৰ-পূব ভাৰতত শিৱ পুৰাণে শৈৱধৰ্মৰ প্ৰসাৰৰ কৰ্তৃত্ব দিয়ে।

মহেঞ্জোদাৰো আৰু হৰপ্পাত আৱিস্কৃত শিৱ উপাসনাৰ কথা আগত উল্লেখ কৰা হৈছে। চাৰ জন মাৰ্চালৰ মতে মহেঞ্জোদাৰো আৰু হৰপ্পাত উদ্ভৱ হোৱা সম্পদসমূহে শৈৱ ধৰ্মৰ অস্তিত্বৰ কথা আমাক সোঁৱৰাই দিয়ে।[৩]

(দুই)

শৈৱধৰ্মৰ প্ৰসাৰৰ কথা কওঁতে আমি কামৰূপৰ ভাস্কৰবৰ্মা ৰজাৰ কথা উল্লেখ কৰিছিলোঁ। এতিয়া আমি প্ৰাচীন কামৰূপ আৰু আধুনিক অসমত শৈৱধৰ্ম প্ৰসাৰৰ বিষয়ে আলচ কৰিম।

নৰকাসুৰে কামৰূপত কামাখ্যা উপাসনা আৰম্ভ কৰে বুলি বিদিত। ভগবান বিষ্ণুৰ আদেশ মতে তেওঁ কামৰূপ শাসন কৰে। তেওঁ ঘটকক পৰাস্ত কৰি কামৰূপ অধিকাৰ কৰে। ঘটকে নৰকাসুৰৰ আগতে কামৰূপ শাসন কৰিছিল। নৰকাসুৰে ঘটকক বধ কৰে আৰু তেওঁৰ প্ৰজা কিৰাতসকলক পৰ্বতলৈ খেদি পঠায়।[৪] কামৰূপত আৰ্য সংস্কৃতি প্ৰচাৰ কৰা নৰকাসুৰক দ্ৰাবিড় কুলৰ বুলি কোৱা হয়। দশম শতিকাত ৰচিত কালিকাপুৰাণৰ মতে নৰক কামৰূপত আৰ্য-সংস্কৃতিৰ ধাৰক আৰু বাহক। কালিকা পুৰাণত কামৰূপ ধৰ্ম আৰু ইতিহাসৰ বিৱৰণ আছে। ইয়াৰ বহুকালৰ পাছত ৰচিত 'যোগিনী তন্ত্ৰ'তো কামৰূপৰ বিশদ বিৱৰণ আছে।

কালিকা পুৰাণৰ মতে নৰকাসুৰেই কামৰূপত শক্তিবাদ তথা কামাখ্যা উপাসনা প্ৰচাৰ কৰে। মহৰ্ষি বশিষ্ঠই কামাখ্যা মন্দিৰ দৰ্শন কৰিবলৈ অহাত দানৱ বংশী ৰজা নৰকে তেওঁক মন্দিৰ দৰ্শন কৰিবলৈ নিদিলে। তেতিয়া খঙত বশিষ্ঠ মুনিয়ে কামাখ্য



দেৱী অন্তৰ্ধান হ'ব বুলি অভিশাপ দিয়ে। এই কথাত নৰকাসুৰে তেওঁৰ বন্ধু শোণিতপুৰৰ ৰজা বাণৰ পৰামৰ্শ বিচাৰে। বাণে তেওঁক ইষ্ট দেৱতা শিৱক উপাসনা কৰিবলৈ ক'লে। তেতিয়া নৰকে ক'লে যে তেওঁৰ ৰাজ্যত থকা শিৱক তেওঁ পূজা নকৰে। ইয়াৰ পৰা বুজা যায় যে নৰকাসুৰ কামৰূপলৈ অহাৰ আগতে কামৰূপত শিৱপূজাৰ চলন্তি আছিল। সেইসময়ত শোণিতপুৰৰ ৰজা বাণে শোণিতপুৰৰ (বৰ্তমান তেজপুৰ) মহাভৈৰৱ মন্দিৰ নিৰ্মাণ কৰিছিল বুলি জনা যায়। পণ্ডিতসকলৰ মতে বাণ আৰু নৰক উভয়ে দ্ৰাবিড় ৰজা। আমি এই বিষয়ে চমুকৈ আলোচনা কৰিব খুজিছোঁ। পাৰ্জিটাৰৰ মতে অযোধ্যা দেশৰ ঈক্ষাকু আৰু বিদেহ ৰাজ জনক দ্ৰাবিড় বংশসম্ভূত। নৃতত্ত্ববিদসকলৰমতে আৰ্য আৰু দ্ৰাবিড় একেটা জাতি। কেৱল জলবায়ুৰ ভিন্নতাৰ বাবে তেওঁলোকৰ আকৃতি আৰু বৰণ বিভিন্ন হৈছে। ইয়াৰ পৰা এনে এটা অনুমান কৰিব পাৰি যে নৰকাসুৰ আৰু বাণ উভয়ে দ্ৰাবিড় বৰ্ণৰ। গতিকে প্ৰাগজ্যোতিষ এখন দ্ৰাবিড় দেশ আৰু মংগোলীয়সকলে তেওঁলোকক পৰাজিত কৰে। নৰকাসুৰে তেওঁলোকক পৰাস্ত কৰি এই দেশ অধিকাৰ কৰে আৰু মংগোলীয়সকলক খেদি পঠায়।

কালিকাপুৰাণৰ মতে নৰকে দানবীয় প্ৰকৃতি গ্ৰহণ কৰাৰ পাছতে তেওঁক বধিবলৈ বিষ্ণুক আমন্ত্ৰণ জনোৱা হয়। বিষ্ণুদেৱে কামৰূপলৈ আহি নৰকক বধ কৰি ভগদত্তক ৰজা পাতে। এই ভগদত্তই পুনৰ কামৰূপত শৈৱধৰ্ম প্ৰৱৰ্তন কৰে। অৱশ্যে ইতিমধ্যে প্ৰাগজ্যোতিষপুৰত শৈৱধৰ্ম গুপ্তভাৱে প্ৰচলন আছিলেই। মহাভাৰতত ভগদত্তক ম্লেছাধিৰাজ বুলি বৰ্ণনা কৰা হৈছে আৰু বিক্ৰমত তেওঁ ইন্দ্ৰদেৱতাতকৈ কম শক্তিৱন্ত নাছিল। ভগদত্ত পাণ্ডুৰ মিত্ৰ আছিল আৰু তেওঁ কুৰুক্ষেত্ৰ যুদ্ধত পাণ্ডৱৰ বিৰুদ্ধে যুঁজ কৰিছিল। যুদ্ধত শ্ৰীকৃষ্ণৰ বুদ্ধিমতে অৰ্জুনে তেওঁক বধ কৰে।

যোগিনীতন্ত্ৰৰ মতে কামৰূপত কিৰাত ধৰ্ম প্ৰচলিত আছিল। তদুপৰি কোচ-ৰাজবংশীসকলে তেওঁলোক শিৱৰ বংশধৰ বুলি কয়। শিৱ কোচকূলৰ কূলদেৱতা। তদুপৰি কালিকাপুৰাণ মতে কামৰূপত শক্তি আৰু বিষ্ণু মন্দিৰতকৈ শিৱৰ মন্দিৰৰ সংখ্যা বহুগুণে বেছি। ড° বাণীকান্ত কাকতিয়ে 'Mother Goddess Kamakhya' গ্ৰন্থত উল্লেখ কৰিছে যে শিৱ মন্দিৰৰ সংখ্যাই অন্য দেৱ-দেৱীৰ মন্দিৰৰ সংখ্যাক চেৰ পেলাইছে। তেওঁ উল্লেখ কৰিছে যে কালিকা পুৰাণৰ মতে কামৰূপত শিৱৰ মন্দিৰৰ সংখ্যা দহটি কিন্তু দেৱী আৰু বিষ্ণু মন্দিৰ গাইপতি পাঁচটাকৈহে আছে। (৮১-৮২ অধ্যায় কালিকা পুৰাণ) ড° বিৰিঞ্চি কুমাৰ বৰুৱাই মন্তব্য কৰিছে যে কামৰূপত শিৱ, দেৱী আৰু বিষ্ণু মন্দিৰৰ সংখ্যা ক্ৰমে ১০, ৫ আৰু ৫ টাকৈ আছে। ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে তেওঁৰ 'History and Civilisation of the People of Assam upto Twelve Century' গ্ৰন্থত শিৱ মন্দিৰৰ সংখ্যা আৰু অধিক বুলি





মন্তব্য কৰিছে। কালিকাপুৰাণৰ মতে প্ৰাচীন অসমৰ প্ৰাচীনতম শিৱ মন্দিৰটো বৰ্তমান উত্তৰ বংগৰ জলপাইগুৰিত অৱস্থিত। ইয়াৰ নাম হ'ল জল্পীশ ক্ষেত্ৰ যিহেতু ৰজা জল্পই এই মন্দিৰ প্ৰতিষ্ঠা কৰে। হৰ্ষ চৰিতৰ মতে কামৰূপৰাজ ভাস্কৰ বৰ্মা শিৱভক্ত আছিল। তদুপৰি ভাস্কৰবৰ্মাৰ তামৰ ফলিত শিৱক প্ৰণিপাত জনোৱা হৈছে।

মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্যই সংগ্ৰহ কৰা দহখন তামৰ ফলি আৰু ভূমিদন ফলিত সাতজন হিন্দু ৰজাৰ ভিতৰত আঠখনতে শিৱক প্ৰণাম জনাইছে।

(তিনি)

ভগদত্তৰ পিচত ব্ৰজদত্ত প্ৰাগজ্যোতিষপুৰৰ ৰজা হয়। তেওঁৰ শাসনকালতে যুধিষ্ঠিৰে অশ্বমেধ যজ্ঞ পাতে। পাণ্ডৱসকলৰ লগত কেইবাখনো যুদ্ধৰ পাছত ব্ৰজদত্তই যুধিষ্ঠিৰৰ বশ্যতা স্বীকাৰ কৰে। ব্ৰজদত্তৰ পৰা পুষ্যবৰ্মনলৈ প্ৰায় চাৰিশ বছৰ ধৰি প্ৰাগজ্যোতিষৰ শাসনকৰ্তাসকলৰ বিষয়ে ইতিহাস নিমাত। পুষ্যবৰ্মনক নৰকাসুৰৰ বংশোদ্ভৱ বুলি কোৱা হয়। এই বংশৰ ভাস্কৰ বৰ্মন, যি ৬৫০ খৃঃৰ পৰা প্ৰাগজ্যোতিষ শাসন কৰে, তেওঁৰ শাসনকালতেই বিখ্যাত চীনা পৰিব্ৰাজক হিউয়েনচাঙেও ভ্ৰমণ কৰে। এই বংশৰ পিছত শালস্তম্ভ বংশৰ ৰজাই প্ৰাগজ্যোতিষৰ অধিপতি হয়। ইয়াৰ পিছত পাল বংশৰ ৰজাই ইয়াত শাসন কৰে। এই বংশৰ শেষ ৰজাজন হ'ল জয়পাল। এওঁ ১০৭৫ চনৰ পৰা ১১০০ খৃষ্টাব্দলৈ শাসন কৰে। ইয়াৰ পিচৰ ৰজাসকল হ'ল তিংগপাল (১১১০-১১২৬) আৰু বৈদ্যদেৱ (১১২৪-১১৪০)। ইয়াৰ পিছত চন্দ্ৰ বংশৰ চাৰিজন ৰজাই ১১২০ৰ পৰা ১২০০ খৃষ্টাব্দলৈ শাসন কৰে।

ত্ৰয়োদশ শতিকাৰ আৰম্ভণিতে মুছলমান সকলে অসম আক্ৰমণ কৰে। ১২০৫ খৃষ্টাব্দত বখতিয়াৰৰ পুত্ৰ মহম্মদে অসম আক্ৰমণ কৰে ১২০৫-০৬ খৃষ্টাব্দত। কিন্তু কামৰূপৰাজৰ হাতত তেওঁ পৰাস্ত হয়। এইকথা এখন শিলালিপিত উল্লেখ আছে এইদৰে— "শাকে তুৰগে যুগ্ম মধুমাসে ত্ৰয়োদশে কামৰূপম সমাগত্যা তুৰুষ্কাঃ ক্ষয়মায়ুযা" (১১২৭ শকৰ চ'ত মাহৰ ১৩ তাৰিখে কামৰূপলৈ অহা তুৰ্কীসকল ধ্বংসপ্ৰাপ্ত হয়)।

১২০৬ খৃষ্টাব্দৰ পৰা ১৩৬২ লৈকে মুছলমানসকলে ছবাৰ অসম আক্ৰমণ কৰি পৰাজয় বৰণ কৰে। ইয়াৰ প্ৰায় ১০০ বছৰ পিছত মুছলমানে অসম আক্ৰমণ কৰি পৰাস্ত হয়। ত্ৰয়োদশ শতিকাৰ আৰম্ভণিতে চুকাফাৰ নেতৃত্বত আহোমসকল কামৰূপলৈ আহে আৰু ৰাজ্য স্থাপন কৰে।

(চাৰি)

১৬ শতিকাৰ আৰম্ভতে অসমত কোচ-ৰাজবংশীসকলে ৰাজত্ব কৰে। কছাৰীসকলে কামৰূপলৈ তেওঁলোকৰ ৰাজ্য বিস্তাৰ কৰাত কামৰূপৰ ৰজাসকলে প্ৰাগজ্যোতিষৰ পৰা কমতাপুৰলৈ ৰাজধানী তুলি নিয়ে। পুৰাতত্ত্ববিদ কনকলাল বৰুৱাৰ মতে কমতা শব্দটো কামাখ্যাদেৱীৰ পৰা উদ্ভৱ হৈছে। বিদ্যাবিনোদৰ মতে হৰ্জৰ বংশৰ পৰা হৰুপেশ্বৰলৈ কামেশ্বৰ-মহাগৌৰীক উপাসনা কৰা হৈছিল আৰু ব্ৰহ্মাপল বংশই মহাগৌৰী কামেশ্বৰৰ উপাসনা কৰিছিল। কমতাপুৰলৈ পিছৰ ৰজাসকলে স্থানান্তৰ কৰা 'শ্ৰীদুৰ্জয়' একে দেৱতা, যাক কমতেশ্বৰ-কমতেশ্বৰী বুলি জনা যায়। ....এওঁলোকৰ মন্দিৰৰ ভগ্নৱশেষ দেখিবলৈ পোৱা যায়। কোচৰজাসকলৰ কমতাপুৰ ৰাজ্য কামৰূপ আৰু গোৱালপাৰা জিলাৰে গঠিত। এই ৰজাৰ বিশদ বিৱৰণ এইচ. এন. চৌধুৰীৰ *Coch Bihar State* গ্ৰন্থত উল্লেখ আছে। এই বংশতে প্ৰখ্যাত ৰজা বিশ্বসিংহই ১৫১৫ৰ পৰা ১৫৩৩ খ্ৰীষ্টাব্দলৈ শাসন কৰিছিল। ইয়াৰ পিছতে মল্লদেৱ (নৰনাৰায়ণ) ৰজা হয়। এওঁ মোগল সম্ৰাট আকবৰৰ সমসাময়িক আছিল। ১৫৫৫ খ্ৰীষ্টাব্দৰ ভিতৰত এওঁ কামাখ্যা মন্দিৰ নিৰ্মাণ কৰে। তদুপৰি নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক শ্ৰীমন্ত শংকৰদেৱক তেওঁ পৃষ্ঠপোষকতাও কৰিছিল। এওঁলোকে শিৱ দেৱতাৰ পৰা উদ্ভূত বুলি কয় আৰু এওঁলোক শিৱভক্ত।

(পাঁচ)

দক্ষিণ-পূব এচিয়াত প্ৰচলিত টাই ধৰ্মৰ অনুগামী আহোমসকল। এই ধৰ্ম লাওত-চেৰ দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত। এওঁলোকে 'চোমদেউ'ৰ উপাসনা কৰে। অসমলৈ আহোঁতে আহোমসকলে লগত তিৰোতা অনা নাছিল। সেয়ে তেওঁলোকে অসমৰ ছোৱালী বিয়া পাতে। এই ছোৱালীবিলাক বৰাহী, চুতীয়া, মৰাণ আদি জাতিৰ। এওঁলোক হিন্দুধৰ্মৰ। অৱশ্যে তেওঁলোক পূৰ্বৰ 'চোমদেউ'ৰ উপাসনাৰে প্ৰৱৰ্তে।

চুহুংমুং বা দিহিঙীয়া ৰজাৰ দিনৰ পৰা হিন্দু আৰু টাই উভয় প্ৰথাৰে ৰাজ্যাভিষেক অনুষ্ঠান আৰম্ভ হয়। তেতিয়াৰ পৰা ৰজাসকলে হিন্দু নাম গ্ৰহণ কৰে। জয়ধ্বজ সিংহই (১৫-৪৮-৬৩ খ্ৰীঃ) হিন্দুধৰ্ম গ্ৰহণ কৰে। জয়ধ্বজ সিংহৰ দিনৰ পৰা চুলিকফা বা ল'ৰাৰজাৰ দিনলৈকে সকলো ৰজাই বৈষ্ণৱধৰ্ম গ্ৰহণ কৰে। কিন্তু গদাধৰ সিংহই (১৬৮২-১৬৯৬) শাক্তধৰ্ম গ্ৰহণ কৰে। গদাধৰ সিংহই ১৬৯৫ খ্ৰীঃত গুৱাহাটীৰ ওচৰৰ ব্ৰহ্মপুত্ৰৰ মাজৰ চাপৰিত উমানন্দ শিৱমন্দিৰ স্থাপন কৰে। ১৭৩৪ খ্ৰীঃত শিৱ সিংহৰ দ্বিতীয়া পত্নী অম্বিকা দেৱীয়ে শিৱসাগৰৰ শিৱদ'ল স্থাপন কৰে। তেওঁ ইয়াৰ লগতে দেৱী দ'ল আৰু বিষ্ণু দ'ল স্থাপন কৰে। গুৱাহাটীৰ উগ্ৰতাৰা মন্দিৰ, নীলাচল পাহাৰৰ কামেশ্বৰ আৰু সিদ্ধেশ্বৰ মন্দিৰ, জনাৰ্দন মন্দিৰ শিৱসিংহই স্থাপন কৰে। গুৱাহাটীৰ শুক্লেশ্বৰ মন্দিৰ আৰু উত্তৰ গুৱাহাটীৰ ৰুদ্ৰেশ্বৰ মন্দিৰ প্ৰমথেশ্বৰ সিংহই স্থাপন কৰে। সপ্তদশ শতিকাত প্ৰতাপ সিংহ স্বৰ্গদেৱে গোলাঘাট জিলাৰ

দেৱগাঁৱৰ বৰ্তমানৰ গেলাবিল নৈৰ কাষত শিৱ মন্দিৰ স্থাপন কৰে। তেৱেঁই শোণিতপুৰ জিলাত বিশ্বনাথ শিৱমন্দিৰ স্থাপন কৰে। এখন তামৰ ফলিৰ পৰা জনা যায় যে, গদাধৰ সিংহই এই মন্দিৰলৈ ৪ ব্ৰাহ্মণ, ৪০ জন পাইক, ৮ গৰাকী নৰ্তকী আৰু ৩০ একৰ ভূমি এই মন্দিৰলৈ আগবঢ়ায়। ১৮২০ খ্ৰীষ্টাব্দত চন্দ্ৰকান্ত সিংহই গুৱাহাটীৰ বানেশ্বৰ শিৱ মন্দিৰ স্থাপন কৰে।

নুমলীগড়ৰ দেওপাহাৰৰ শিৱমন্দিৰ, দেৱগাঁৱৰ প্ৰাচীন শিৱমন্দিৰ আৰু তেজপুৰৰ দ-পৰ্বতীয়াৰ শিৱমন্দিৰ কেতিয়া প্ৰতিষ্ঠা হৈছিল জনা নাযায়। এই মন্দিৰকেইটা প্ৰাক্ আহোম যুগতে প্ৰতিষ্ঠিত বুলি অনুমান কৰিব পাৰি। পুৰাতত্ত্ববিদসকলৰ মতে তেজপুৰৰ মন্দিৰৰ ভগ্নাৱশেষৰ পৰা জানিব পাৰি যে মন্দিৰটো অষ্টমৰ পৰা দ্বাদশ শতিকাৰ ভিতৰত প্ৰতিষ্ঠিত। বনমালা বাৰ্মাদেৱৰ (৮৩৫-৮৬৫ খ্ৰীষ্টাব্দ) তামৰ ফলিৰ পৰা জনা যায় যে তেওঁ হাৰূপেশ্বৰ শিৱ মন্দিৰ পুনৰ নিৰ্মাণ কৰে আৰু মন্দিৰলৈ হাতী আৰু মন্দিৰৰ নৰ্তকী আগবঢ়ায়। নুমলীগড়ৰ দেওপাহাৰৰ ভগ্নাৱশেষৰ পৰা বিশেষজ্ঞসকলে মন্দিৰটো গুপ্তযুগৰ বুলি অনুমান কৰে। ড° মহেশ্বৰ নেওগৰ মতে এই মন্দিৰ কছাৰী আৰু আহোম ৰাজত্বৰ আগৰ। পুৰাতত্ত্ববিদ আৰ. ডি. বানাৰ্জীৰ মতে তেজপুৰৰ শিৱমন্দিৰ অষ্টম আৰু নৱম শতাব্দীৰে। বিশেষজ্ঞসকলে তেজপুৰ আৰু নুমলীগড় শিৱমন্দিৰৰ গাঁথনিৰ মাজত সাদৃশ্য বিচাৰি পাইছে। গতিকে নুমলীগড়ৰ শিৱমন্দিৰো অষ্টম বা নৱম শতিকাৰে বুলিব পাৰি। প্ৰতিকূল জলবায়ুৱে মন্দিৰ ধ্বংস কৰাৰ পিছত প্ৰতাপ সিংহ স্বৰ্গদেৱে মন্দিৰ নকৈ নিৰ্মাণ কৰে। বৰ্তমান গেলাবিলৰ 'ৰাজীৱ সেঁতু' ওচৰৰ এই মন্দিৰ ব্ৰহ্মপুত্ৰই (দিহিং) খহাই পেলোৱাত সপ্তদশ শতিকাত ৰাজেশ্বৰ সিংহই নেঘেৰিটিঙত নকৈ মন্দিৰ নিৰ্মাণ কৰে। পুৰণি মন্দিৰৰ শিলৰ টুকুৰা বৰ্তমান মন্দিৰৰ খটখটিত ব্যৱহাৰ কৰা হয়।

জনজাতিসকলৰো শিৱ প্ৰিয় দেৱতা। বিভিন্ন জনজাতীয় বিভিন্ন ধৰণ আৰু বিভিন্ন উপাচাৰেৰে শিৱলৈ পূজা আগবঢ়ায়। 'বাথৌ-ব্ৰা' বড়োসকলৰ উপাস্য দেৱতা। এওঁ শিৱদেৱৰে নামান্তৰ। এচ. কে. সৰস্বতীয়ে মন্তব্য কৰিছে যে, শিৱ অনাৰ্যসকলৰ দেৱতা আৰু এনে লক্ষণ থকা বাবেই তেওঁ জনজীৱনৰ জনপ্ৰিয়তা অৰ্জন কৰিছে। চাৰ এডৱাৰ্ড গেইটে লিখিছে যে আহোমৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰাৰ আগতে কোঁচৰাজ নৰনাৰায়নে শাস্ত্ৰীয় ৰীতিমতে শিৱপূজা কৰে। এনে কৰাত কছাৰী সৈন্যসকল অসন্তুষ্ট হয় আৰু জনজাতীয় ৰীতিমতে শিৱপূজা কৰাৰ দাবী কৰে। এনে কথাত ৰজাই জনজাতীয় ৰীতিমতে ম'হ, গাহৰি, হাঁহ, পাৰ, কুকুৰা বলি আৰু মদ-মাংসৰে পূজা কৰাৰ লগতে নৰ্তকীয়ে নৃত্য প্ৰদৰ্শন কৰে। ৰজাই এখন ঘোষণা পত্ৰৰ যোগেদি এই ৰীতি সাব্যস্ত কৰে। তদুপৰি ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে এই বিধি বলবৎ কৰে।

(সাত)

হিন্দুধৰ্মৰ ৩৩ কোটি দেৱ-দেৱীৰ ভিতৰত শিৱ অতি জনপ্ৰিয়। নিৰক্ষৰৰ পৰা আৰম্ভ কৰি পণ্ডিতসকললৈকে তেওঁ সকলোৰে পূজিত। তেওঁক 'আশুতোষ', সহজে সন্তুষ্ট হোৱা দেৱতা বুলি কোৱা হয়। তদুপৰি তেওঁৰ অৰ্চনাৰ কোনো নিয়ম নাই। গছৰ পাত, ফুল-জলেৰে পূজা কৰিব পাৰি। পিন্ধা উৰাতো তেওঁ সহজসৰল। তেওঁ বাঘৰ ছাল পিন্ধে আৰু সাপ তেওঁৰ গলৰ ভূষণ। ডম্বৰু তেওঁৰ প্ৰিয়তম বাদ্য। শ্মশান প্ৰিয়তম আবাসস্থল। ফুটছাই তেওঁৰ প্ৰিয় প্ৰসাধন। এইবোৰ তেওঁৰ জনপ্ৰিয়তাৰ কাৰণ। তেওঁ লোক-সংস্কৃতিৰ আপুৰুগীয়া সম্পদ। শিৱই হিন্দুধৰ্মৰ অবস্তুবাদী দৃষ্টিভংগীৰ প্ৰতিনিধিত্ব কৰে। মান-সন্মান, ঐশ্বৰ্য-বিভূতি, সুখ-সম্পদৰ প্ৰতি তেওঁ বীতশ্ৰদ্ধ।

শিৱক দুটা ৰূপত দেখিবলৈ পোৱা যায়। তাৰে এটা হৈছে-দেৱাদিদেৱ শিৱ, যাক শাস্ত্ৰ সন্মতভাৱে পূজা কৰা হয়। আনটো হৈছে লোকদেৱতা শিৱ; যাক লোকসমাজৰ এজন প্ৰতিভূ হিচাপে গণ্য কৰা হৈছে। এই দ্বিতীয়টো ৰূপত তেওঁক এজন ভঙুৱা, এজন চৰিত্ৰহীন দেৱতা, এজন কৃষক আৰু দায়িত্বহীন স্বামী আৰু পিতৃ হিচাপে চিহ্নিত কৰি জনগণৰ মাজৰ এজন হিচাপে গণ্য কৰা হৈছে। প্ৰথমভাৱত তেওঁ জাক-জমকতাপূৰ্ণ মন্দিৰত পূজিত। দ্বিতীয়ভাগত তেওঁ চোতালৰ আগৰ গছৰ গুৰিত বা জুপুৰীঘৰ এটাতে অতি আকিঞ্চনভাৱে পূজিত। অৱশ্যে শিৱৰ প্ৰথম ৰূপেই যেনেকৈ বেদ, উপনিষদ, পুৰাণ তন্ত্ৰ আদিত পোৱা যায় দ্বিতীয় ৰূপটো অৰ্থাৎ লৌকিক ৰূপটোও পুৰাণত পোৱা যায়। ইয়াৰ ভিতৰত শিৱ পুৰাণ, মৎস্য পুৰাণ, সূৰ্য পুৰাণ, ভাগৱত পুৰাণ, কুৰ্মপুৰাণ আদিত তেওঁৰ লৌকিক ৰূপৰ আভাষ পোৱা যায়। অসমীয়া সাহিত্যৰ মাজেদিও তেওঁৰ লৌকিক ৰূপ প্ৰস্ফুতিত হৈছে। ড° হৰিনাথ শৰ্মা দলৈয়ে তেওঁৰ "অসমত শৈৱ সাধনা আৰু শৈৱ সাহিত্য" শীৰ্ষক গ্ৰন্থত মন্তব্য কৰিছে— "দুটা দিশৰ মাজত শিৱ চৰিত্ৰ প্ৰকাশিত। এটা দিশত সুকীয়া দাৰ্শনিক মতবাদৰ সৈতে এটা ধৰ্মীয় ধাৰাৰ কেন্দ্ৰ বিন্দুত পৰমতত্ত্ব ভগৱানৰূপে শিৱই স্বীকৃতি লভিছে। ভক্তসকলৰ দ্বাৰা পূজিত হৈছে আৰু তেওঁলোকৰ মনোবাঞ্ছা পূৰ্ণ কৰি আহিছে। আনটো দিশত শিৱ দেখা দিছে লৌকিক দেৱতাৰূপে। এই দ্বিতীয় দিশত তেওঁৰ দায়িত্ববোধ ৰহিত, সামাজিক শৃংখলাবিহীন আনকি শিথিল চৰিত্ৰৰ দৰিদ্ৰ গ্ৰাম্যৰুচিসম্পন্ন লোক। কেতিয়াবা তেওঁ বিবাহপাশত আৱদ্ধ হ'বলৈ আগবঢ়া, অথচ আৰ্থিক দৈন্যৰ কাৰণে সমাজৰ প্ৰাসংঙ্গিক ৰীতি-নীতি পৰিপূৰণ কৰিব নোৱাৰি নিজেও হাস্যাস্পদ হোৱা আৰু সমাজকো আমোদ দিয়া পাত্ৰ। কেতিয়াবা তেওঁ পৰিজনক ভৰণ-পোষণ দিব নোৱাৰা কাঙালপত্নীঘৰৰ দৰিদ্ৰ অৱস্থা টনকিয়াল কৰাৰ আশাৰে কৃষিকৰ্ম আৰম্ভ কৰি ব্যৰ্থ হৈ তেওঁ হৈছে পুতৌৰ পাত্ৰ। ঘৰৰ ভিতৰত এওঁৰ কোনো বস্তু-বাহানি দেখা নাযায়। দেখা যায় মাত্ৰ ভাং, ধুঁতুৰা খুন্দা উৰাল, ভাং খোৱা চিলিম, ভাঙৰ ঝুলি আৰু শুকান ভাং-ধুঁতুৰা বোজা"। (পৃষ্ঠা—১০৮)

ষষ্ঠ আৰু সপ্তদশ শতিকা। দুটা শতিকা জুৰি কাব্য-চৰ্চা কৰা মহাভাৰতীয় কবি ৰাম সৰস্বতীৰ 'ভীম চৰিত' মনকৰ আৰু দুৰ্গাবৰ কায়স্থৰ পাচালী কাব্য, সুকবি নাৰায়ণদেৱৰ 'পদ্মাপুৰাণ'ত শিৱৰ লৌকিক ৰূপ প্ৰবাহিত হৈছে। তদুপৰি টোকাৰীগীতৰ মালিতা, ঢুলীয়া খেলৰ মালিতা, লোকগীত, আইনাম, শিৱ নাম আদিতো শিৱ দেৱতাৰ লৌকিক ৰূপ প্ৰস্ফুটিত কৰিছে। আইনামত গায়—

এ সদাশিৱ এ' তোমাৰ শিৰে জটা
জগতক বৰ দিয়া আপুনি নাঙঠা।।

আয়তীয়ে বিয়ানামত গায়—

কৈলাশৰ পৰা হৰ নামি আহে/ডুব ডুব ডম্বৰু বজাই/বাৰ বছৰতো বাহি গা নোধোৱে/গোন্ধে প্ৰাণ ফুটি যায়।। আৰু

ক'ৰ পৰা আহিলা জটীয়া ভঙুৱা/সাপেৰে বন্ধোৱা হিয়া/তোমাৰ ৰূপ দেখি মেনকাই ডৰিব/নিদিয়ে পাৰ্বতীক বিয়া।।

(আঠ)

নেঘেৰিটিং নামটো বহুদিনীয়া। নামটো চৰাইৰ নামেৰে হৈছে। কিয়নো এসময়ত ইয়াত নেঘেৰি নামৰ এবিধ সৰু চৰাই আছিল। চৰাইটোৰ মূৰৰ নোম নেঘেৰি খোপাৰ দৰে, ওখ খোপাৰ দৰে শুৱনি। কথাতে কয়—

আৰ চিগাচুলি, তাৰ চিগা চুলি
বান্ধি যাওঁ নেঘেৰি খোপা।
আৰ ফটাকানি, তাৰ ফটাকানি
মাৰি যাওঁ গোৱোৱালেটা।।

ওচৰ পাজৰে থকা কেইটামান টিলাৰ টিঙৰ জোপোহা গছত এই চৰাইবোৰে বাস কৰিছিল বুলি ঠাই ডোখৰে নেঘেৰিটিং নাম পালে বুলি জনশ্ৰুতি আছে। এই নেঘেৰিটিঙতে ৰাজেশ্বৰ সিংহই ১৭৬৮ খৃষ্টাব্দত শিৱদ'ল নিৰ্মাণ কৰে। কাষত আহল-বহল এটা পুখুৰী খন্দায়। নেঘেৰিটিং দেৰগাঁও অঞ্চলৰ প্ৰায় ৩/৪ কিঃ মিঃ দূৰত ভিতৰুৱা। বৰ্তমান দেৰগাঁও পৌৰসভাৰ পূব সীমাত অৱস্থিত। দেৰগাঁও নগৰৰ প্ৰায় দুই কিঃ মিঃ উত্তৰে গেলাবিল নৈ বৈ গৈছে। আগেয়ে এইপিনে ব্ৰহ্মপুত্ৰ নদ যোৱা বুলিও কোৱা হয়। এই গেলাবিল নদীৰ দক্ষিণপাৰে বৰ্তমান দেৰগাঁও পৌৰ এলেকাৰ ভিতৰত পুৰণি দ'লৰ ভগ্নাৱশেষ হিচাপে শিলৰ খুটা পৰি আছে। এই খুটা ২ মিটাৰতকৈ বেছি দীঘল আৰু বহলে ৬০ ছেঃমিঃ মান হ'ব। এই দ'লটো কেতিয়া নিৰ্মাণ কৰা হৈছিল কোৱা নাযায়। বহুতে ৮ম/৯ম শতিকাৰ শালস্তম্ভ ৰজাৰ দিনৰ দ'ল বুলি কয়।

দেৰগাঁও আহোমৰ ৰাজত্বলৈ অহাৰ আগতে ১৫২৫ খৃঃলৈ কছাৰীসকলে ৰাজত্ব কৰিছিল। দিখৌ নদীৰ পৰা কলং নদী পৰ্যন্ত কছাৰীৰ ৰাজত্ব বিস্তৃত আছিল। আহোমসকলে কছাৰীসকলক খেদি এই অঞ্চল নিজৰ হাতলৈ আনে। কছাৰীসকলো শিৱ উপাসক। তেওঁলোকেই এই দ'ল নিৰ্মাণ কৰিব পাৰে। তদুপৰি অঞ্চলটো কিছুদিন কোচ ৰজাৰ তলত আছিল। তেতিয়াও এই দ'ল নিৰ্মাণ হ'ব পাৰে। মুঠতে পুৰণি দ'ল কেতিয়া স্থাপন হৈছিল ঠিৰাং কৈ ক'ব নোৱাৰি।

যি কি নহওক, এই দ'ল প্ৰাকৃতিক কাৰণত ধ্বংস হোৱাত স্বৰ্গদেউ প্ৰতাপ সিংহই নকৈ নিৰ্মাণ কৰে। ড° মহেশ্বৰ নেওগে 'পৱিত্ৰ অসম'ত উল্লেখ কৰিছে যে— 'আহোম ৰাজশক্তিয়ে কছাৰীকলক ধনশিৰি নৈৰ পাৰলৈকে খেদি নিয়াৰ পাছত স্বৰ্গদেউ স্বৰ্গ নাৰায়ণে (চুচেংফা) এই শিৱ লিংগৰ সন্ধেদ পাই তাত মন্দিৰ সাজি পূজা-সেৱা ব্যৱস্থা কৰিলে।

ইয়াৰ পাছত ষোড়শ শতিকাৰ মাজভাগত, স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনত দিহিঙে-লুইতে মিলি বিশাল বৰনৈ হৈ এই শিৱমন্দিৰ ভাঙি খহাই পেলালে। তেতিয়া মন্দিৰ ভাগি যোৱাত শিৱলিংগ বৰনৈয়ে খহাই দ-কৰা ঠাইত পানীত ডুব গৈ থাকিল। এই ঠাইডোখৰ শীতল-নেঘেৰি নামে জনাজাত হ'ল। এই শীতল-নেঘেৰি ঠাইখন ব্ৰহ্মপুত্ৰৰ দাঁতিৰ বহল চাপৰিৰ পথাৰ।

এই বাণলিংগৰ বিষয়ে আৰু এটা গল্প শুনা যায়। অতি পুৰণি কালতে ঔৰ্ব্য নামে এজন ঋষিয়ে এই ঠাইত দ্বিতীয় কাশী প্ৰতিষ্ঠা কৰিবলৈ অসংখ্য শিৱলিংগ প্ৰতিষ্ঠা কৰি ঘাই বান লিংগৰ পূজা কৰিছিল। কোনো কাৰণত সেই ঋষিয়ে এই ঠাইত দ্বিতীয় কাশীধাম নিৰ্মাণ কৰিব নোৱাৰিলে। এই বান লিংগৰ মাহাত্ম্য আৰু শীতল-নেঘেৰীৰ পানীত পৰি থকা শুনি অষ্টাদশ শতিকাৰ শেষভাগত ৰাজেশ্বৰ সিংহই বৰ্তমান ঠাইৰ টিলাত সুন্দৰ কাৰুকাৰ্যৰে এটা দ'ল সজায়। পিছে ৰাজেশ্বৰ সিংহ ইতিমধ্যে পৰলোক হোৱাত স্বৰ্গদেউ লক্ষ্মী সিংহই ইয়াত বানলিংগ প্ৰতিষ্ঠা কৰি পূজাৰ ব্যৱস্থা কৰে।

চাৰিওফালে সেউজীয়া পৰিবেশেৰ মাজৰ এটা ওখ টিলাত এই সু-শোভন মন্দিৰ প্ৰতিষ্ঠিত। ইয়াক পঞ্চ দেৱতাৰ পূজা হয়। ঘাই শিৱ মন্দিৰক কেন্দ্ৰ কৰি চাৰিওফালে দুৰ্গা, বিষ্ণু, সূৰ্য আৰু গণেশ দেৱতাৰ মন্দিৰ। প্ৰতি মন্দিৰৰ আগ চ'ৰা আছে। দ'লটি কৰদৈ শিৰীয়া। এনে শুৱনি দ'ল আন ঠাইত বিৰল।

সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাই লিখা মতে, বুদ্ধিস্বৰ্গ নাৰায়ণে দ'লটি নিৰ্মাণ কৰি পূজা-অৰ্চনাৰ বাবে ভূধৰ আগমাচাৰ্যক বৰঠাকুৰ হিচাপে নিয়োগ কৰে। "King Buddhi Srarga Narayan then erected a temple at the old site, re-installed the deity, therein appointed a learned Brahmin by the name of Bhudhar Agamacharjya as its Priest and gave him

the title of Barthakur. He also named the place as Devagram of which the present word Dergaon is a corrupt form. Devagram meant the village of God (Shiva).'

এতিয়া আমি দেৰগএৰ নাচনীৰ কথা ক'ব খুজিছোঁ। আহোম ৰাজত্বৰ দিনৰে পৰা নেঘেৰিটিঙৰ শিৱ মন্দিৰত নৃত্য-গীত পৰিৱেশন কৰা হৈছিল। ইয়াক স্থানীয়ভাৱে নটী নাচ বোলে যদিও প্ৰকৃততে ই দেৱদাসী নৃত্য। দেৰগাঁও অঞ্চলৰ চিনাতলিৰ ফুলমতী নামৰ নৰ্তকী এগৰাকী নেঘেৰিটিং শিৱদ'লৰ নাচনী আছিল। এওঁৰ ৰূপ-লাৱণ্য আৰু নৃত্য-ভংগিমাত মোহ গৈ শিৱ সিংহই তেওঁক ৰাজমহিষী পাতে আৰু পিছত তেওঁ আহোমৰাজ্যৰ ৰাণী পাতি বৰৰজা খিতাপেৰে ভূষিত কৰে। তেতিয়াৰে পৰা এটা ধাৰণা আছিল যে, এই অঞ্চলৰ ছোৱালীবোৰ দেখাত ধুনীয়া, নৃত্যত পাকৈত। লাহী দেহা, চিএৰ কঁকাল, ডিম্বাকৃতি মুখ, দীঘল ডিঙি, লাস্যময়ী গাভৰু নৃত্যৰ বাবে উপযোগী। এই অঞ্চলত এনে ৰূপ-গুণ বিশিষ্ট গাভৰু থকাৰ বাবে নৃত্য-গীতৰ পয়োভৰ হয়।

পূজা-উপাসনাৰ লগত নৃত্য-গীতৰ অঙ্গাঙ্গী সম্পৰ্ক প্ৰাগবৈদিক যুগতো দেখা যায়। কিয়নো মহেঞ্জদাৰো আৰু হৰপ্পাৰ খনন কাৰ্যত উদ্ধাৰ হোৱা নৃত্যৰতা পোৰামাটিৰ মূৰ্ত্তিয়ে তাৰে চিনাকি দিয়ে। অধ্যাপক Mackay ৰ মতে এই মূৰ্ত্তিবোৰ উপাসনাৰ লগত জড়িত। তেওঁৰ মতে— "It is still uncertain wheather dancing formed a part of religion of inihabitants of the Indus valley, although it is so important feature of retuals of certain sects in India today. A scene of a fragment of a faienceameut showing in a men beating a drum and people dancing to the music seems to suggest from its appearance on an religious symbol that the dance was a ceremonial one....."

আগৰ দিনৰ (খ্ৰীঃপূঃ ২৬৩-২৩৬) এখন শিলালিপিত সূতনিকা নামৰ এগৰাকী দেৱদাসীৰ নাম উল্লেখ আছে। এই শিলালিপি বিন্ধ্যপৰ্বতৰ ৰামগড় গুহাত পোৱা গৈছে। শিলালিপিখন প্ৰাকৃত ভাষাৰ গদ্য আৰু পদ্যত লিখিছে। পদ্য ভাগত আছে—

'Poets, the leaders of lovers
Light up the hearts which are
heavy with passion
she who rides on a seesaw
The object of gest and blame
How can she have falling drop
involve as this?

গদ্যাংশ হৈছে— The execellent young man Devadinma, the painter loved Sutanika the slave girls of the God'. (J, Block 1950;13RE)

মন্দিৰলৈ বালিকা আগবঢ়োৱা এটা পুণ্য কৰ্ম বুলি ধৰা হৈছিল। প্ৰকৃততে দেৱমন্দিৰৰ কাম-কাজ কৰিবলৈকে তেওঁলোকক পঠোৱা হৈছিল, পিচলৈ ইয়াৰ বিকৃতি ঘটে। দেৱকাৰ্যৰ বাবে কৌমাৰ্যৰ প্ৰয়োজন আছিল। সেয়ে কুমাৰ আৰু কুমাৰীক মন্দিৰলৈ পঠিয়াইছিল। কোনো কোনো মন্দিৰত কুমাৰ আৰু কুমাৰীয়ে মন্দিৰৰ দেৱ-দেৱীৰ লগত বিয়া পাতি দিয়া উৎসৱ অনুষ্ঠিত হৈছিল। এনেকৈয়ে মন্দিৰসমূহত দেৱদাসী প্ৰথা প্ৰচলন হয়।

অসমত নৰম শতিকাৰ ৰজা বনমালা বৰ্মাদেৱৰ ৰাজত্বৰ কালত প্ৰতিষ্ঠা কৰা হটকাসূলীন মন্দিৰত দেৱদাসী দিয়াৰ কথা তামৰফলিত উল্লেখ আছে। আহোম ৰজাৰ দিনত শিৱসাগৰৰ বৈদ্যনাথ, গোলাঘাটৰ নেঘেৰিটিং, কামৰূপৰ কামাখ্যা আৰু হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰ, বৰপেটাৰ ডুবিৰ পৰিহৰেশ্বৰ মন্দিৰলৈ এই প্ৰথা বিস্তৃত হয়। অসমত বিষ্ণু মন্দিৰতহে এই প্ৰথা প্ৰচলিত হৈছিল। উদাহৰণস্বৰূপে হাজোৰ হয়গ্ৰীৱ-মাধৱ মন্দিৰৰ কথা উল্লেখ কৰিব পাৰি।

দেৰগাঁৱৰ প্ৰাচীনতম মন্দিৰটো যদি বৰ্মন বংশৰ ৰজাই নিৰ্মাণ কৰা তেতিয়াহ'লে ইয়াত দেৱদাসী নৃত্য তেতিয়াৰ পৰাই প্ৰচলন আছিল বুলি ধৰিব পাৰে। কিয়নো নৱম শতিকাত বনমালা বৰ্মাই নিৰ্মাণ কৰা হটকাসূলীন মন্দিৰলৈ দেৱদাসী আগবঢ়াইছিল বুলি তামৰ ফলিত উল্লেখ আছে।

বনমালা বৰ্মাদেৱে ৮৩৫ ৰ পৰা ৮৬৬ খ্ৰীঃলৈ শাসন কৰিছিল। তেওঁ মন্দিৰলৈ গাঁও, হাতী আৰু দেৱদাসী দান দিছিল। তেজপুৰৰ শিৱমন্দিৰৰ ভগ্নাৱশেষৰ মাজত পোৱা নৰ্তক-নৰ্তকীৰ মূৰ্তিৰ কথা আগত উল্লেখ কৰা হৈছে।

১৬২৭ খ্ৰীঃত প্ৰতাপ সিংহই দেৰগাঁৱৰ নতুন মন্দিৰ উন্মোচন কৰোঁতে নৰ্তক-নৰ্তকী আৰু বাদ্য-বাদক দান দিছিল। ১৭৭৭ খ্ৰীঃত স্বৰ্গদেৱ লক্ষ্মী সিংহই বৰ্তমানৰ মন্দিৰটো উন্মোচন কৰোঁতে ধন-সম্পত্তি, দেৱদাসী আৰু সেৱাইত নিয়োগ কৰে।

১৭১৪ ৰ পৰা ১৭৪৪ খ্ৰীঃলৈ শাসন কৰা স্বৰ্গদেউ শিৱ সিংহই ডুবিৰ পৰিহৰেশ্বৰ শিৱ মন্দিৰ স্থাপন কৰোঁতে ড° বাণীকান্ত কাকতিয়ে মন্তব্য কৰিছে যে অসমৰ শিৱ মন্দিৰসমূহত নৃত্য পৰিবেশন কৰা প্ৰথা বুৰঞ্জীৰ সকলো সময়তে (in all periods of Assam History) উল্লেখ আছে। ৰজাসকলে মন্দিৰসমূহলৈ দেৰগাঁৱৰ পৰা দেৱদাসী নৰ্তকী পঠাইছিল। তেনেহ'লে এটা কথা সহজে অনুমান কৰিব পাৰি যে, দেৰগাঁৱৰ নেঘেৰিটিং শিৱ মন্দিৰতেই দেৱদাসী নৃত্যৰ সূত্ৰপাত।

ড° মহেশ্বৰ নেওগে মন্তব্য কৰিছে যে ডুবিৰ পৰিহৰেশ্বৰ মন্দিৰলৈ স্বৰ্গদেউ শিৱ সিংহই দ'লৈ ভৰালী, আঠপৰীয়া, মলীয়া আদি পঠিয়াইছিল। লগত দুপৰ আৰু সন্ধ্যা আৰতিৰ সময়ত নৃত্য পৰিবেশন কৰা লোক গৈছিল। তদুপৰি পৌষ আৰু চৈত্ৰ সংক্ৰান্তিৰ লগতে দুৰ্গা পূজাত দেৱদাসী নৃত্য পৰিবেশন কৰা হৈছিল।

১৬৮৫ খ্ৰীঃত আহোম স্বৰ্গদেউ গধাধৰ সিংহই বিশ্বনাথঘাটত নিৰ্মাণ কৰা শিৱদ'লত স্বৰ্গদেৱে দেৱদাসী নিয়োগ কৰাৰ কথা তামৰ ফলিত উল্লেখ আছে।

১৭৯৭ খ্ৰীঃত শিৱসাগৰত ৰুদ্ৰসিংহই স্থাপন কৰা বৈদ্যনাথ শিৱমন্দিৰতো দেৱদাসী নৃত্য প্ৰচলন আছিল।

ইয়াৰ বাহিৰেও গুৱাহাটীৰ কামাখ্যা মন্দিৰত দেৱদাসী নৃত্য প্ৰচলন আছিল। কালিকা পুৰাণত উল্লেখ কৰা মতে কামাখ্যৰ শিৱ-শক্তি পূজাত নৃত্য-গীত পৰিবেশন কৰাটো অপৰিহাৰ্য। তান্ত্ৰিক পূজাৰ শেষত নৃত্য-গীত এক অপৰিহাৰ্য অংগ। অৱশ্যে ১৫৮৩ খ্ৰীঃত হাজোত নিৰ্মিত হয়গ্ৰীৱ মাধৱ মন্দিৰটো বিষ্ণু পূজাৰ অন্তত দেৱদাসী নৃত্য পৰিবেশন কৰা হৈছিল।

এনে এটা পৱিত্ৰ ধৰ্মীয় নৃত্য কেনেকৈ কলংকিত হ'ল কোৱা টান। অৱশ্যে অসমত ইয়াৰ ব্যতিক্ৰম। কিয়নো আহোম ৰজাৰ কঠোৰ শাসনত এনে হোৱা সম্ভৱ নহয়। তদুপৰি অসমত দেৱদাসীসকল মন্দিৰ চৌহদত নাথাকে। তেওঁলোক থাকিবলৈ মন্দিৰৰ আশে-পাশে ৰজাই গাঁও পাতি দিছিল। শেষত দেৱদাসী নৃত্যৰ দুটি গীত উল্লেখ কৰি এই আলোচনা সামৰণি মাৰিম।

(এক)

জয় শিৱ শংকৰ হৰ মহেশ্বৰ
শশাংক শেখৰ দিগম্বৰ
ত্ৰিলোকপালা ত্ৰিনেত্ৰধাৰক
বিভূতিভূষণ জটাধাৰ।।
জয় বাঘম্বৰধাৰী
হৰ ত্ৰিপুৰাৰী
দিয়াহে সুমতি বিশ্বেশ্বৰ
দুৰ্গতি, দুৰ্মতি হৰ ত্ৰিপুৰাৰী
কৰাহে কৰাহে দয়া তাপিত অন্তৰ।

(দুই)

কৈলাশত আছিলা আই
চামুণ্ডা গোঁসানী আই,
তোমাৰ নাম আছিলে আই সতী।
স্বামীৰ ভাগ নেদেখি তাই
প্ৰাণকো ত্যজিলা আই
এই জনমত হ'লা পাৰ্বতী।।

গীত দুটা "Devadashi : Dancing Darsel" নামৰ আমাৰ দ্বাৰা ৰচিত গ্ৰন্থৰ পৰা উদ্ধৃত কৰা হৈছে। ❑



---

প্ৰসংগ সূচী ঃ

১. ঋক - ৭.২১.৫
২. প্ৰাগুক্ত গ্ৰন্থ - ১০.৯৯৩
৩. Vaisnavism, Shaivasm and other Religious Syatem. p.103.
৪. 'Among the many revealiations that Mohenjo-daro and Harappa have had in store for us, none perhaps is more remarkable than the discovery that Shaivism has a history going back to the chalcolithic age or perhaps ever further still, and that is takes its place as the most ancient living faith in the world.' 'Mohenjodaro and the Ancient Civilisation', Preface, P. viii, Sir John Marchal.
৫. কালিকাপূৰাণ ৩১।২৮



# দেৰগাঁৱত শাক্ত ধৰ্মৰ ঐতিহ্য আৰু পৰম্পৰা

ড° ৰবীন্দ্ৰনাথ দেৰশৰ্মা

শক্তি চকুৰে দেখা পোৱা বস্তু নহয়। শক্তি-কাৰ্যত প্ৰতিফলিত হয়। শক্তিক ইংৰাজী ভাষাত Energy, Force আদি শব্দেৰে বুজোৱা হয়। এজন মানুহৰ শক্তি নাই বুলি ক'লে আমি কি বুজিম? শক্তি মানুহজনৰ কোন অংগত আছে আমি চকুৰে নেদেখোঁ। শক্তি মানুহজনৰ কাম-কাজতহে প্ৰতিফলিত হয়। যদি মানুহজনে সঠিকভাৱে কাম-কাজ কৰি আছে, তেনেহ'লে মানুহজনৰ শক্তি আছে বুলি আমি অনুমান কৰিব পাৰিম। যদি তাত কিবা হীন-দেঢ়ি পৰিলক্ষিত হয় তেতিয়া জানিব লাগিব মানুহজনৰ শক্তিৰ অভাৱ ঘটিছে। আমি কিন্তু কোনো মানুহক শক্তি দেখুৱাই দিব নোৱাৰোঁ। শক্তি অবিহনে কোনো জীয়াই থাকিব নোৱাৰে। শক্তিৰ সহায়ত পশু-পক্ষী, গছ-গছনি আদি সকলোৱেই নিজৰ অস্তিত্ব ৰক্ষা কৰে। গতিকে শক্তি নাথাকিলে বিশ্বৰ সকলো অচল হৈ পৰে। এতিয়া প্ৰশ্ন হ'ল এই শক্তিনো কি? এই বিষয়ে প্ৰথমে আলোচনা কৰা হ'ল। 'শক্তি' এই শব্দটো সংস্কৃত ভাষাৰ পৰা আহিছে। 'শক' ধাতুৰ পাছত 'ক্তিন্' প্ৰত্যয় যোগ হৈ 'শক্তি' শব্দ নিষ্পন্ন হৈছে। 'শক্' ধাতুৰে ঐশ্বৰ্যক বুজায়, 'ক্তিন্' প্ৰত্যয়ৰ 'তি'য়ে পৰাক্ৰমক বুজায়, যি ঐশ্বৰ্য পৰাক্ৰমযুক্ত আৰু ঐশ্বৰ্য, পৰাক্ৰমদাত্ৰী তেওঁৱেই শক্তি।

'ঐশ্বৰ্য্যৱচনঃ শক্ চ তিঃ পৰাক্ৰমৱাচকঃ।
তৎস্বৰূপা তয়োৰ্দাত্ৰী থা সা শক্তিঃ প্ৰকীৰ্ত্তিতা'।। — ব্ৰহ্মবৈৱৰ্ত পুৰাণ - ২/১০

ঋগ্বেদত আমি এই শক্তিৰ বীজ নিহিত হৈ থকা দেখিবলৈ পাওহঁক। ঋগ্বেদৰ দেৱী সূক্তই শক্তিৰ বীজস্বৰূপ। এই শক্তি বিভিন্ন ৰূপত পোৱা যায়। দুৰ্গা, কাত্যায়নী, উমা, কৌশিকী, জয়ন্তী, চণ্ডী, কালী, গৌৰী, মহামায়া, কামাখ্যা, কুমাৰী ইত্যাদি। শক্তিৰ অন্য নাম ভগৱতী।

'সমৃদ্ধি-বুদ্ধিসম্পত্তিযশসাং ৱচনো ভগঃ।
তেন শক্তিৰ্ভগৱতী ভগৰূপা চ সা সদা'।। — ব্ৰহ্মবৈৱৰ্ত পুৰাণ - ২।১১

ভগৱতী দুৰ্গা, ভগৱান বিষ্ণু, ভগৱান কৃষ্ণ। ভগ আছে যাৰ তেওঁ ভগৱান। ভগ শব্দৰ অৰ্থ - ঐশ্বৰ্য, সমগ্ৰ, বীৰ্য, যশস্যা, শ্ৰী, জ্ঞান-বৈৰাগ্য। এই ষড় ঐশ্বৰ্য যাৰ আছে তেওঁ ভগৱান।

'ঐশ্বৰ্য্যস্য সমগ্ৰস্য বীৰ্য্যস্য যশসঃ শ্ৰিয়ঃ।
জ্ঞান-বৈৰাগ্যয়োশ্চৈৱ ষণ্ণাং ভগ ইতীঙ্গনা'।। — বিষ্ণু পুৰাণ ৬।৫।৭৪

মহা ব্ৰহ্মবিদ্যাই হ'ল কালিকা। যি বিদ্যা লাভ কৰি নৰাধম জনেও নিৰ্বাণ লাভ কৰিব পাৰে। এই মহাবিদ্যাৰ ব্ৰহ্মা, বিষ্ণু, শিৱ প্ৰভৃতি দেৱতাসকল উপাসক।

'মহা মহাব্ৰহ্মবিদ্যা বিদ্যেয়ং কালিকা মতা।
যামাসাদ্য চ নিৰ্বাণমুক্তিমেতি নৰাধমঃ।।
অস্যা উপাসকাশ্চৈৱ ব্ৰহ্মবিষ্ণুশিৱাদয়ঃ'।। — যোগিনীতন্ত্ৰ ২।৪ - ৫





শক্তিয়ে কালীৰূপ ধাৰণ কৰি মহাদেৱক কৈছিল — হে মহাদেৱ, মোক আশ্ৰয় কৰিয়েই সদায় তুমি সকলো কাৰ্য কৰি আছা। মোক বাদ দি তুমি মৰাশৰ দৰে। মহাদেৱে কালীক কৈছিল — হে কালী, শক্তি অবিহনে মই মৰাশৰ দৰে। যেতিয়া মই শক্তিযুক্ত হওঁ তেতিয়া মই শিৱলৈ ৰূপান্তৰিত হওঁ।

'যদ্ যৎ কৃতং ময়া দেৱ মামুপাশ্ৰিত্য সৰ্ৱদা।
মাং বিনা তে মহাদেৱ শৱত্বমিতি নিশ্চিতম্।।
— যোগিনীতন্ত্ৰ ৮।১৩

'শক্তিং বিনা মহেশানি সদাহং শৱৰূপকঃ।
শক্তিযুক্তো যদা দেৱি শিৱোহহং সৰ্ব্বকামদঃ'।।
— শক্তিতত্ত্ববিমৰ্শঃ পৃষ্ঠা - ১৩

শিৱ আৰু শক্তিৰ মাজত কোনো প্ৰভেদ নাই। এটা মুদ্ৰাৰ ইপিঠি-সিপিঠিৰ দৰে।

'কামৰূপং দেৱীক্ষেত্ৰং কুত্ৰাপি তৎ সমং ন চ।
অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে।।
কামাখ্যায়াং মহামায়াং যঃ পূজয়তি মানৱঃ।
সৰ্ৱকামমিহ প্ৰাপ্য পৰলোকে শিৱো ভৱেৎ'।।
— যোগিনীতন্ত্ৰ উত্তৰখণ্ড ৬।১৫২ - ১৫৩

কামৰূপ দেৱীক্ষেত্ৰ অন্য কোনো তীৰ্থৰ সমান হ'ব নোৱাৰে। অন্য ক্ষেত্ৰত দেৱী বিৰলা, কিন্তু কামৰূপত প্ৰতি ঘৰে ঘৰে বিৰাজিতা। যিসকলে কামাখ্যা তীৰ্থত মহামায়া দেৱীৰ পূজা কৰে, তেওঁৰ ইহকালত সকলো কামনাই সিদ্ধ হয় আৰু পৰলোকত শিৱৰ স্বৰূপ লাভ কৰে।

শ্বেতাশ্বতৰোপনিষদত উল্লেখ আছে —

'মায়ং তু প্ৰকৃতিং বিদ্যান্মায়িনং তু মহেশ্বৰম্'।
— শ্বেতাশ্বতৰোপনিষৎ ৪।১০

মায়া প্ৰকৃতি, মায়াধীশ মহেশ্বৰ। মায়া শব্দই ব্ৰহ্মশক্তিক বুজায়। যি শক্তিৰ পৰা বৈচিত্ৰ্যপূৰ্ণ জগৎ প্ৰকাশিত হৈছে।

'থ এতাং মায়াশক্তিং ৱেদ, স মৃত্যুং জয়তি।
স পাপ্মানং তৰতি, সোঽমৃতত্বমধিগচ্ছতি'।।

যিজনে মহামায়া ব্ৰহ্মশক্তিক জানে, তেওঁ মৃত্যুক জয় কৰিব পাৰে, পাপৰ পৰা মুক্ত হৈ অমৰত্ব লাভ কৰিব পাৰে।

'প্ৰকৃষ্টৱাচকঃ প্ৰশ্চ কৃতিশ্চ সৃষ্টিৱাচকঃ।
সৃষ্টৌ প্ৰকৃষ্টা যা দেৱী প্ৰকৃতিঃ সা প্ৰকীৰ্ত্তিতা'।।

'প্ৰ' উপসৰ্গৰ অৰ্থ প্ৰকৃষ্ট বাচক, 'কৃতি'ৰ অৰ্থ সৃষ্টি বাচক, যি সৃষ্টি বিষয়ত প্ৰকৃষ্টস্বৰূপা সেই মহাদেৱী প্ৰকৃতি নামেৰে প্ৰসিদ্ধা।

ভাগৱত পুৰাণতো আমি শক্তি উপাসনাৰ বিষয়ে পাওঁ এইদৰে—

'ভৱানীং বন্দয়াঞ্চক্ৰুৰ্ভৱপত্নীং ভৱান্বিতাম্'।।
— ভাগৱত পুৰাণ ১০।৫৩।৪৫

ৰুক্মিণীয়ে শ্ৰীকৃষ্ণৰ লগত বিবাহ সুসম্পন্নভাৱে হোৱাৰ বাবে দেৱী ভৱানীক স্তুতি কৰিছিল ওপৰত উল্লেখ কৰা ধৰণে। গোপীসকলে কৃষ্ণৰ প্ৰতি তদ্‌গতচিত্ত হৈ তেওঁক পতি স্বৰূপে লাভ কৰিবলৈ শক্তিদেৱী ভদ্ৰকালীক উপাসনা কৰিছিল এইদৰে —

'কাত্যায়নি মহামায়ে মহাযোগিণ্যধীশ্বৰি।
নন্দগোপং সুতং দেৱি পতিং মে কুৰুতে নমঃ'।।
ইতি মন্ত্ৰং জপন্ত্যস্তাঃ পূজাং চক্ৰুঃ কুমাৰিকাঃ।'
— ভাগৱত পুৰাণ ১০।১২।৫

হে মহামায়া কাত্যায়নী দেৱী, তুমি আমাক নন্দগোপসুতক (শ্ৰীকৃষ্ণ) পতিস্বৰূপে অৰ্পণ কৰা, তোমাক নমস্কাৰ, এই মন্ত্ৰ জপ কৰি কুমাৰিকাসকলে পূজা কৰিছিল।

মহাভাৰতৰ ভীষ্মপৰ্বৰ ত্ৰয়োবিংশ অধ্যায়ত শ্ৰীকৃষ্ণই অৰ্জুনক কুৰুক্ষেত্ৰ যুদ্ধত জয় লাভৰ বাবে দুৰ্গা দেৱীক উপাসনা কৰিবলৈ উপদেশ দিছিল। তাত অৰ্জুনে দুৰ্গা দেৱীৰ প্ৰতি কৰা স্তুতি আছে।

'শুচিৰ্ভূত্বা মহাবাহো সংগ্ৰামাভিমুখে স্থিতঃ।
পৰাজয়ায় শত্ৰুণাং দুৰ্গস্তোত্ৰমুদীৰয়।।'
— মহাভাৰত ভীষ্মপৰ্ব ২৩।২

পঞ্চপাণ্ডৱে বিৰাটনগৰত মহৰ্ষিসকলৰ উপদেশমতে অজ্ঞাতবাসৰ সাফল্যৰ বাবে দুৰ্গা দেৱীক আৰাধনা কৰিছিল এইদৰে—

'বিৰাটনগৰং ৰম্যং গচ্ছমানো যুধিষ্ঠিৰঃ।
অস্তুৱন্ মনসা দেৱীং দুৰ্গাং ত্ৰিভূৱনেশ্বৰীম্।। ১।।
নৃণাঞ্চ বন্ধনং মোহং পুত্ৰনাশং ধনক্ষয়ম্।২৩।।
ব্যাধিং মৃত্যুং জয়ং চৈৱ পূজিতা নাশয়িষ্যাসি।
সোঽহং ৰাজ্যাৎ পৰিভ্ৰষ্টঃ শৰণং ত্বাং প্ৰপন্নৱান্।। ২৪।।
প্ৰণতশ্চ যথা মূৰ্ধ্না তৱ দেৱি সুৰেশ্বৰি।। ২৫।।
— মহাভাৰত বিৰাটপৰ্ব ৬।১, ২৩, ২৪, ২৫

যুধিষ্ঠিৰে ভূৱনেশ্বৰী দুৰ্গাক মনেৰে স্তুতি কৰিছিল এইদৰে — হে দেৱী, তুমি পূজিতা হৈ মানুহৰ বন্ধন, মোহ, ধন, পুত্ৰ নাশ, ব্যাধি, মৃত্যুভয় নাশ কৰিবা। হে সুৰেশ্বৰী, ৰাজ্যভ্ৰষ্ট মই প্ৰণিপাত জনাই তোমাৰ শৰণাপন্ন হৈছোঁ।

'শৃনু ৰাজন্ মহাবাহো মদীয়ং বচনং শুভম্।
ভৱিষ্যত্যচিৰাদেৱ সংগ্ৰামে বিজয়স্তৱ।।
মম প্ৰসাদান্নিৰ্জিত্য হত্বা কৌৰৱ-বাহিনীম্।
ৰাজ্যং নিষ্কণ্টকং কৃত্বা ভোক্ষ্যমে মেদিনীং পুনঃ।।
ভ্ৰাতৃভিঃ সহিতো ৰাজন্ প্ৰীতিং প্ৰপ্যাসি পুষ্কলাম্।
মৎ প্ৰসাদাৎ তে সৌখ্যমাৰোগ্যঞ্চ ভৱিষ্যতি।

যুধিষ্ঠিৰৰ স্তুতিত সন্তুষ্ট হৈ দেৱীয়ে কৈছিল — 'শুনা ৰজা মোৰ আশীৰ্বাদ। অতি শীঘ্ৰে কুৰুক্ষেত্ৰ যুদ্ধত বিজয়ী হ'বা। কৌৰৱসকলক বধ কৰি নিষ্কণ্টক ৰাজ্য ভোগ কৰিব পাৰিবা। ভ্ৰাতৃসকলৰ সৈতে পৰম আনন্দ লাভ কৰিব পাৰিবা। এইদৰে মোৰ অনুগ্ৰহত তুমি

সুখ, আৰোগ্য লাভ কৰিবা।' মহাভাৰতত দেৱীৰ কুমাৰী, কালী, কপালিনী, চণ্ডী আদি নাম পোৱা যায়।

'ত্বং বৈষ্ণৱী শক্তিৰনন্তবীৰ্য্যা।
বিশ্বস্য বীজং পৰমাসি মায়া'।। — চণ্ডী ১১।৫

হে দেৱী, তুমি বৈষ্ণৱী শক্তি, তোমাৰ শক্তি অপৰিসীম, তুমিয়েই সংসাৰৰ আদি কাৰণ স্বৰূপিনী মহামায়া। অৰ্থাৎ সমস্ত জগত তোমাৰ দ্বাৰা মোহিত হৈছে।

'সৃষ্টিস্থিতিবিনাশানাং শক্তিভূতে সনাতনি।
গুণাশ্ৰয়ে গুণময়ে নাৰায়ণি নমোঽস্তু তে।।'
— চণ্ডী ১১।১১

হে নাৰায়ণী, তুমি সৃষ্টি, স্থিতি আৰু বিনাশৰ অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ — এই তিনিজনৰ শক্তি স্বৰূপা, তুমি নিত্যা, তুমি গুণৰ আশ্ৰয়, তুমি গুণস্বৰূপা, তোমাক নমস্কাৰ কৰোঁ।

শক্তি উপাসনাত পঞ্চ ম-কাৰৰ উল্লেখ আছে। সেয়া হ'ল - মদ, মৎস্য, মাংস, মৈথুন আৰু মুদ্ৰা। এইবোৰ একোটা প্ৰতীকি শব্দ। আপাততঃ আমি এই শব্দবোৰৰ যি অৰ্থ বুজো সেয়া অৰ্থ নহয়। ইয়াৰ অৰ্থ তলত দিয়া ধৰণৰ —

'সোমধাৰা ক্ষৰেদ্ যা তু ব্ৰহ্মৰন্ধ্ৰাদ্ বৰাণনে।
পীত্বানন্দময়ীং তাং যঃ স এৱ মদ্যসাধকঃ।।'
— মহানিৰ্বাণ তন্ত্ৰভূমিকা

ব্ৰহ্মৰন্ধ্ৰৰ পৰা যি অমৃতৰ ধাৰা ক্ষৰিত হয়, তাক পান কৰি মানুহ আনন্দিত হয়, ইয়াৰ নামেই হ'ল মদ্যসাধক।

'গঙ্গাযমুনয়োৰ্মধ্যে মৎস্যৌ দ্বৌ চৰতঃ সদা।
তৌ মৎস্যৌ ভক্ষয়েদ মস্তু স ভৱেন্মৎস্যসাধকঃ।।'
— মহানিৰ্বাণ তন্ত্ৰ

গংগা-যমুনাৰ মাজত সততে দুটা মাছে বিচৰণ কৰে, যি ব্যক্তিয়ে এই মাছ দুটা ভোজন কৰে, তেৱেঁই মৎস্যসাধক। আধ্যাত্মিক অৰ্থত গংগা-যমুনা হ'ল ইড়া আৰু পিংগলা, এই দুইৰো মাজত যি শ্বাস আৰু প্ৰশ্বাস আছে সেয়া হ'ল এই মাছ, যি ব্যক্তিয়ে এই মৎস্য ভক্ষণ কৰে অৰ্থাৎ প্ৰাণায়াম সাধকে শ্বাস প্ৰশ্বাস ৰোধ কৰি কুম্ভকৰ পুষ্টিসাধন কৰে তাকেই মৎস্য সাধক বোলে।

'মা শব্দাদ্ৰসনা ডেওয়া তদংশান্ ৰসনাপ্ৰিয়ে।
সদা যো ভক্ষয়েদ্দেৱি স এৱ মাংসসাধকঃ।।'
— মহানিৰ্বাণ তন্ত্ৰ

মা শব্দৰ অৰ্থ হ'ল ৰসনা (জিভা), বাক্য তাৰ অংশ স্বৰূপ, যি ব্যক্তিয়ে তাক ভক্ষণ কৰিব পাৰে তাকে মাংস সাধক বুলি কোৱা হয়। মাংস সাধক ব্যক্তি প্ৰকৃততে বাক্ সংযমী যোগী।

'সহস্ৰাৰে মহাপদ্মে কৰ্ণিকা মুদ্ৰিতা চৰেৎ।
আত্মা তত্ৰৈৱ দেৱেশি কেৱলং পাৰদোপমঃ।।
সূৰ্যকোটিপ্ৰতীকাশং চন্দ্ৰকোটিসুশীতলং।
অতীৱ কমনীয়ঞ্চ মহাকুণ্ডলিনীযুতং।
যস্য জ্ঞানোদয়স্তত্ৰ মুদ্ৰাসাধক উচ্যতে।।'
— মহানিৰ্বাণ তন্ত্ৰ

শিৰস্থিত সহস্ৰদল্ম মহাপদ্মত মুদ্ৰিত কৰ্ণিকাৰ অভ্যন্তৰত আত্মাৰ অৱস্থিতি, যদিও ইয়াৰ তেজ কোটিসূৰ্য সদৃশ, তথাপি স্নিগ্ধতাৰ বাবে কোটিচিন্দ্ৰৰ দৰে। এই পৰম পদাৰ্থ অতিশয় মনোহৰ আৰু কুণ্ডলিনী শক্তি সমন্বিত, যাৰ এই জ্ঞান আয়ত্ত হৈছে তেওঁৱেই মুদ্ৰা সাধক।

'মৈথুনং পৰমং তত্ত্বং সৃষ্টিস্থিত্যন্তকাৰণং।
মৈথুনাৎ জায়তে সিদ্ধিৰ্ব্ৰহ্মজ্ঞানং সুদুৰ্লভম্।।'
— মহানিৰ্বাণ তন্ত্ৰ

মৈথুন তত্ত্ব অতিশয় দুৰ্বোধ্য আৰু এই সমন্ধে গুৰু পৰম্পৰা অনুসৰি দুটা মত দেখা যায়। আধ্যাত্মবিৎ ব্যক্তিসকলৰ মতে মৈথুন সাধকক পৰম যোগী বুলি কোৱা হয়। কাৰণ তেওঁলোকে লিংগক শূন্যৰূপ যোনিত প্ৰৱেশ কৰাই কুম্ভকৰূপ ৰমণত প্ৰবৃত্ত হয়। মৈথুন কাৰ্য সৃষ্টি, স্থিতি, লয়ৰ কাৰণ। মৈথুন ক্ৰিয়াত সিদ্ধিলাভ হয় আৰু তাৰপৰা সুদুৰ্লভ ব্ৰহ্মজ্ঞান লাভ হয়।

'আলিঙ্গনাৎ ভৱেন্ন্যাসশ্চুম্বনং ধ্যানমীৰিতম্।
আৱাহনাৎ শীতকাৰঃ নৈবেদ্যমনুলেপনং।।
জপনং ৰমণং প্ৰোক্তং ৰেতঃপাতঞ্চ দক্ষিণা।
সৰ্বথৈৱ ত্বয়া গোপ্যং মম প্ৰাণাধিকে প্ৰিয়ে।।'

যোগ ক্ৰিয়াৰ তত্ত্বাদি ন্যাস হ'ল আলিংগন, ধ্যানৰ নাম চুম্বন, আৱাহনৰ নাম শীতকাৰ (চিঞৰ-বাখৰ) নৈবেদ্যৰ নাম অনুলেপন, জপৰ নাম ৰমণ, দক্ষিণাৰ নাম ৰেতঃপাত।

'পৰশক্ত্যাত্মসংযোগো ন বীৰ্য্যে মৈথুনং মতম্।।'
— যোগিনী তন্ত্ৰ ৬।৭৩

পৰশক্তিৰ সৈতে আত্মাৰ সংযোগত মৈথুন হয়, বীৰ্যৰ দ্বাৰা মৈথুন নহয়।

'মত্ত সৃষ্টি সমুৎপন্না মথ্যেৱ প্ৰবিলীয়তে।। ৫৭
মথ্যেং পাল্যতে সৰ্বং মম মায়াময়ং জগৎ।
মত্তো নান্যৎ কিঞ্চিদস্তি ব্ৰহ্মৈৱাহং সনতনঃ।। ৫৮
— যোগিনী তন্ত্ৰ ৮।৫৭-৫৮

মোৰ পৰাই সৃষ্টি উৎপন্ন হৈছে আৰু মোতেই বিলীন হয়, ময়েই এই সমগ্ৰ চৰাচৰ জগত পালন কৰোঁ আৰু সমগ্ৰ জগত মোৰ মায়াৰে আবৃত। মোৰ বাহিৰে আন কোনো নাই, ময়েই সনাতন ব্ৰহ্ম।

অসমত সাধাৰণতে শাক্ত ধৰ্মই প্ৰচাৰ আৰু প্ৰসাৰ লাভ কৰিছিল মুকলিমূৰীয়া, পৰ্বতীয়া আৰু ন গোসাঁইসকলৰ জৰিয়তে। এখেতসকলৰ শিষ্য-প্ৰশিষ্যই সমগ্ৰ অসমত বিস্তৃতি লাভ কৰি আছে। প্ৰতাপ সিংহৰ ৰাজত্ব কালতে ১৬১৩ খ্ৰীষ্টাব্দত কনৌজৰ পৰা কৌশিক গোত্ৰৰ দশৰথ ভট্টাচাৰ্য দুজন সংগীৰ সৈতে কামৰূপলৈ আহি তীৰ্থ দৰ্শন কৰি নীলাচল পাহাৰত পুৰশ্চৰণ কৰি সিদ্ধি লাভ



কৰিছিল। মহাৰাজে দশৰথ ভট্টাচাৰ্যক সপৰিয়ালে লৈ আহি অসমত থকাৰ ব্যৱস্থা কৰি দিছিল। দশৰথ ভট্টাচাৰ্যৰ পুত্ৰ মনোহৰ ভট্টাচাৰ্য। মনোহৰ ভট্টাচাৰ্যৰ কনিষ্ঠ পুত্ৰজন হ'ল মুকলিমূৰীয়া গোসাঁই সাধক পদ্মনাভ ভট্টাচাৰ্য। পদ্মনাভ ভট্টাচাৰ্যই নৱদ্বীপ, বাৰানসী আদি ঠাইত সংস্কৃত অধ্যয়ন কৰি শেষত নৱদ্বীপত বিদ্যাবাগীশ উপাধি লাভ কৰিছিল। মহাৰাজ ৰুদ্ৰসিংহই পদ্মনাভৰ পাণ্ডিত্য আৰু সাধনাৰ কথা জানিব পাৰি নিজে শিৰ মন্ত্ৰ গ্ৰহণ কৰি গুৰু বুলি স্বীকাৰ কৰিছিল। প্ৰবাদমতে পদ্মনাভ ভট্টাচাৰ্যই এদিনাখন ৰজাৰ আহ্বানক্ৰমে ধুতি আৰু চাদৰ পৰিধান কৰি মুকলি মূৰেৰে ৰাজসভাত উপস্থিত হৈছিল। ৰজাই ইয়াৰ কাৰণ সোধাত পদ্মনাভে হেনো কৈছিল যে ৰজাক দৰ্শন কৰিবলৈ হ'লে সাত্বিক পোছাকেৰে দৰ্শন কৰিব লাগে। সেই যুক্তিত ৰজাই পতিয়ন গৈ পদ্মনাভ ভট্টাচাৰ্যক মুকলিমূৰীয়া গোসাঁই বুলি ঘোষণা কৰিছিল। তেতিয়াৰে পৰা পদ্মনাভ আৰু তেওঁৰ উত্তৰ পুৰুষ মুকলিমূৰীয়া গোসাঁই বুলি জনাজাত হ'ল। দেৰগাঁৱত মুকলিমূৰীয়া গোসাঁইসকলে প্ৰত্যেকৰে ঘৰত বাৰ্ষিক দুৰ্গাপূজা, কালীপূজা কৰে। তেখেতসকলৰ ডিব্ৰুগড়, তিনিচুকীয়ালৈকে শিষ্য-প্ৰশিষ্য আছে।

ৰুদ্ৰসিংহৰ ৰাজত্বকাল ১৬৯৬-১৭১৪ খ্ৰীষ্টাব্দ। গদাধৰ সিংহৰ মৃত্যুৰ পাছত ১৬৯৬ খ্ৰীষ্টাব্দত ৰুদ্ৰসিংহ ৰাজপাটত বহে। তেওঁ বংগদেশৰ নদীয়া জিলাৰ পৰা কৃষ্ণৰাম ন্যায়বাগীশক মাতি পঠিয়াইছিল। প্ৰথমতে তেওঁ আহিবলৈ ইচ্ছা কৰা নাছিল। কিন্তু কামাখ্যা মন্দিৰৰ দায়িত্ব দিবলৈ প্ৰতিজ্ঞাবদ্ধ হোৱাত আহিবলৈ সন্মতি জনাইছিল। যেতিয়া ন্যায়বাগীশ আহি উপস্থিত হ'ল তেতিয়া ৰজাই শিষ্যত্ব গ্ৰহণ কৰিবলৈ অসন্মত হ'ল আৰু তেখেত তাৰ পৰা উভতি গ'ল। সেই সময়ত এটা ডাঙৰ ভূমিকম্প হৈছিল। ন্যায়বাগীশক কৰা অপমানৰ বাবে এনে হোৱা বুলি বহুতে কোৱা-কুয়িও কৰিছিল। গতিকে ইয়াৰ পৰা হাত সাৰিবলৈ ৰজাই ন্যায়বাগীশক আনিবলৈ বৰ যত্ন কৰিছিল। কিন্তু ৰুদ্ৰসিংহৰ মৃত্যুৰ পাছত তেওঁৰ জ্যেষ্ঠ পুত্ৰ শিৱসিংহই চুতানফা নাম লৈ কৃষ্ণৰাম ন্যায়বাগীশৰ ওচৰত দীক্ষা গ্ৰহণ কৰি তেখেতৰ ওপৰত কামাখ্যা মন্দিৰৰ পূজা-সেৱাৰ দায়িত্ব অৰ্পণ কৰিলে। তেতিয়াৰে পৰা তেখেত আৰু তেখেতৰ উত্তৰ পুৰুষক পৰ্বতীয়া গোসাঁই বুলি জনা যায়।

ৰুদ্ৰসিংহৰ পাঁচজন পুত্ৰৰ ভিতৰত লক্ষীসিংহ দেখাত বৰ বেয়া আছিল বাবে তেওঁক পৰ্বতীয়া গোসাঁয়ে দীক্ষা দিবলৈ অস্বীকাৰ কৰাত তেওঁ বংগদেশৰ পৰা এজন নতুন শাক্ত পুৰোহিত আনিছিল। সেইজনেই প্ৰথম ন গোসাঁই বুলি জনাজাত। কিছুমানৰ মতে মাজুলীৰ পহুমৰা চাপৰিৰ পৰা ৰমানন্দ ভট্টাচাৰ্যক আনি দীক্ষা লয়। সেইজনেই ন গোঁসাইৰ প্ৰথম পুৰুষ। দীক্ষা লোৱাৰ পাছত তেখেতক গোস্বামী উপাধিৰে বিভূষিত কৰে। এইজনেই বৰ্তমানৰ দেৰগাঁৱৰ ন গোসাঁই সত্ৰৰ আদিপুৰুষ। এই সত্ৰক সম্প্ৰতি ভৰদ্বাজ শান্তি আশ্ৰম নামেৰে নামকৰণ কৰা হৈছে। ইয়াত বাৰ্ষিক দুৰ্গাপূজা, কালীপূজা প্ৰচলিত হৈ আছে। ইয়াত এটা দুৰ্গা মন্দিৰ, এটা শিৱ মন্দিৰ আৰু এটা কালী মন্দিৰ আছে। এই মন্দিৰত সদায় পূজা-অৰ্চনা চলি থাকে।

প্ৰতাপ সিংহৰ দিনতে দেৰগাঁৱত প্ৰথম শিৱ মন্দিৰ প্ৰতিষ্ঠা হৈছিল। প্ৰাকৃতিক কাৰণত মন্দিৰটো ধ্বংস হোৱাত ইয়াক নতুনকৈ স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনত নেঘেৰিটিঙত বৰ্তমানৰ ৰূপত (শিৱ দৌল) স্থাপিত কৰে। ইয়াত শিৱৰ লগতে গণেশ, বিষ্ণু, সূৰ্য আৰু দুৰ্গাৰ উপাসনা হৈছিল। বৰ্তমানেও সূৰ্যৰ বাহিৰে বাকী সকলো মন্দিৰত পূজা হয়। নিত্য পূজাৰ বাহিৰেও প্ৰতি বছৰে শিৱৰাত্ৰি পূজা বৰ উলহ-মালহেৰে অনুষ্ঠিত হয়।

তাম্ৰ ফলিত উল্লেখ কৰা মতে বৰ্তমানৰ বুঢ়ী গোসাঁনী দেৱালয়খন প্ৰথমতে মিছামৰাত আছিল। শিৱসিংহ মহাৰাজে দেৱালয়খন (১৭১৪-১৭৪৪) স্থাপন কৰিছিল। পাছত ইয়াক বৰ্তমানৰ কুমাৰ গাঁৱলৈ স্থানান্তৰিত কৰা হয়। কুমাৰ গাঁৱত অৱস্থিত বুঢ়ীগোসাঁনী থানৰ প্ৰথম প্ৰতিষ্ঠাপক হ'ল বাণেশ্বৰ বৰুৱা। তাম্ৰ ফলিত পোৱা মতে ভূধৰ আগমাচাৰ্যৰ পুত্ৰ বাণেশ্বৰ ব্ৰাহ্মণক উমা মহেশ্বৰৰ পূজা অৰ্চনাৰ কামত শিৱসিংহই নিয়োগ কৰিছিল। বাণেশ্বৰ বৰুৱা বৰ্তমানৰ বুঢ়ীগোসাঁনী থানৰ স্বত্বাধিকাৰৰ সপ্তম পুৰুষ। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনত (১৭৫১-১৭৬৯ খ্ৰীষ্টাব্দ) বাণেশ্বৰ বৰুৱাই অতি প্ৰভাৱশালী ব্যক্তিৰূপে খ্যাতি লাভ কৰিছিল। মানুহে কৈছিল যে 'ৰজা ৰাজেশ্বৰ বৰুৱা বাণেশ্বৰ'। সম্প্ৰতি এই বুঢ়ীগোসাঁনী থানত বাৰ্ষিক দুৰ্গাপূজা, কালীপূজা প্ৰচলিত হৈ আছে। এই মন্দিৰক আশ্ৰয় কৰি তাত এটা বিবাহ ভৱন প্ৰতিষ্ঠিত হৈছে। ইয়াৰ দ্বাৰাই দেৰগাঁওবাসী ৰাইজৰ বৈৱাহিক আদি কাৰ্যৰ বাবে বহুতো সুবিধাও হৈছে। ইয়াত দুৰ্গা গোসাঁনীৰ মূৰ্তি আছে। সদায় পূজা হয়। মুখ্যভাৱে যদিও দুৰ্গা মন্দিৰ তথাপি ইয়াত অন্যান্য বহুতো বিগ্ৰহত নিত্য পূজা হয়।

**দেৰগাঁৱত শাক্ত ধৰ্মাৱলম্বী লোকৰ বসতি সম্পৰ্কে এটা চমু বিৱৰণ দিয়া হ'ল।**

(১) দেৰগাঁও নগৰৰ ওচৰত কমল দুৱৰা মহাবিদ্যালয়ৰ কাষতে ৰজাবাহৰ গাঁৱত কিছুসংখ্যক শাক্ত পৰিয়াল আছে। তেখেতসকলে বাষিক জগদ্ধাত্ৰী পূজা কৰে। মহাবিদ্যালয়ৰ পৰা দক্ষিণফালে এটা কালী মন্দিৰ আছে। তাৰ ওচৰত বহুতো শাক্ত পৰিয়াল আছে। ৰজাবাহৰ ব্লক অফিচৰ প্ৰাংগণত বাৰ্ষিক দুৰ্গা পূজা প্ৰচলিত হৈ আছে।

(২) ফুকন নগৰৰ পুখুৰীৰ পাৰত বাৰ্ষিক দুৰ্গা পূজা আৰু কালী পূজা হয়। ফুকন নগৰতো শাক্ত পৰিয়াল বহুতো আছে। গেলাবিল নদীৰ পাৰতো বাৰ্ষিক দুৰ্গা পূজা হয়। তাৰ আশে-

পাশে বহুতো শাক্ত লোকে বসবাস কৰে। কুমাৰগাঁও, ভৱানীপুৰ, গুণহৰিচুক আদিতো শাক্ত লোক আছে।

(৩) দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ওচৰৰ মিলনপুৰ, খাউগুচুক আদি অঞ্চলতো যথেষ্ট শাক্ত লোক আছে। নাৰিকলগুৰিত ৰাজহুৱাভাৱে এভাগ দুৰ্গা পূজা হয়।

(৪) দেৰগাঁও নগৰৰ পৰা পাঁচ কিলোমিটাৰমান দক্ষিণে বঙাল গাঁৱত মুকলিমূৰীয়া সত্ৰৰ এটা ঠাল আছে। ইয়াত বাৰ্ষিক দুৰ্গা পূজা হয়। ইয়াতো বহুতো শাক্ত লোক আছে।

(৫) কমাৰ চুকৰ ওচৰত থকা হাবুঙীয়া গাঁৱত আৰু পূজাৰী চুকত শাক্ত লোকে বসবাস কৰাৰ উপৰি তাত বাৰ্ষিক দুৰ্গা পূজা হয়।

(৬) কুৱালগুৰিত মুকলিমূৰীয়া সত্ৰৰ গোসাঁইসকলৰ ঘৰত বাৰ্ষিক দুৰ্গা পূজা, কালী পূজা আনুষ্ঠিত হয়। পূজাত প্ৰতিদিনে বলি-বিধানৰ ব্যৱস্থা আছে। এই অঞ্চলতো বহুতো শাক্ত সম্প্ৰদায়ৰ লোক আছে। ইয়াৰ পৰা অলপ দক্ষিণত হাবুঙীয়া গাঁও আছে। তাত এটা দুৰ্গা মন্দিৰ আছে। তাতো প্ৰতি বছৰে দুৰ্গা পূজা হয়। কুৱালগুৰিৰ পৰা প্ৰায় তিনি কিলোমিটাৰ পশ্চিমত তেলীয়া সোণাৰী গাঁও অৱস্থিত। ইয়াতো বহুতো শাক্ত সম্প্ৰদায়ৰ লোকে বাস কৰে। ইয়াত ৰাজহুৱাভাৱে দুৰ্গাপূজা অনুষ্ঠিত হয়। দেৰগাঁও নগৰৰ পৰা দহ কিলোমিটাৰ দক্ষিণত ঢেকিয়ালত মলিয়া গাঁও, চেতীয়া গাঁও অৱস্থিত। ইয়াতো বহুতো শাক্ত লোকে বাস কৰে। প্ৰতিবছৰে ইয়াত ৰাজহুৱাভাৱে দুৰ্গা পূজা অনুষ্ঠিত হয়।

বৰুৱা বামুণ গাঁৱতো বাৰ্ষিক দুৰ্গা পূজা অনুষ্ঠিত হয়। ইয়াতো বহুতো শাক্ত সম্প্ৰদায়ৰ লোক আছে।

(৭) দেৰগাঁৱৰ পৰা পাঁচ কিলোমিটাৰ পশ্চিমত দাধৰা গাঁও অৱস্থিত। ইয়াতো বহুতো শাক্ত লোক আছে। ইয়াত বাৰ্ষিক দুৰ্গা পূজা অনুষ্ঠিত হয়। লুকুমাই, কাকডোঙা আদি ঠাইতো বহুতো শাক্ত লোক আছে। ইয়াতো বাৰ্ষিক দুৰ্গা পূজা অনুষ্ঠিত হয়।

দেৰগাঁও নগৰৰ বাপুজী মন্দিৰত দুৰ্গাপূজা, কালীপূজা অনুষ্ঠিত কৰে ৰাজহুৱাভাৱে। দেৰগাঁৱৰ বাছ ষ্টেণ্ড, নৰেণ শৰ্মা স্মৃতি পথাৰ, পুলিচ ট্ৰেইনিং কলেজ চৌহদ, দেৰগাঁও ৩৭ নং ৰাষ্ট্ৰীয় পথৰ কাষত দুৰ্গাপূজা অনুষ্ঠিত হয়। দেৰগাঁৱত শাক্ত-বৈষ্ণৱৰ লগতে বিভিন্ন ধৰ্মৰ লোকে বাস কৰে। প্ৰত্যেকে প্ৰত্যেকৰ ধৰ্মীয় চিন্তা-চৰ্চা অব্যাহত ৰাখিছে কাৰো ক্ষতি নোহোৱাকৈ। এই পৰম্পৰা চিৰদিন অব্যাহত থাকিব বুলি আমি বিশ্বাস কৰোঁ। ❑


প্ৰসংগ -

১) A History of Assam. : Sir Edward Gait.

২) ভাৰত, বিশ্ব আৰু অসম বুৰঞ্জী ঃ শ্ৰীমৃদুপৱন গোস্বামী।

৩) যোগিনী তন্ত্ৰ (অসমীয়া অনুবাদ) ঃ শ্ৰীচক্ৰেশ্বৰ ভট্টাচাৰ্য দলৈ।

৪) মহানিৰ্ৱাণ তন্ত্ৰ।

৫) হিৰণ্যগৰ্ভ (স্মৃতিগ্ৰন্থ) ঃ উত্তৰ-পূব ভাৰত বেদ সন্মিলন।

৬) শ্ৰীশ্ৰীগুৰুচৰণম্ (স্মৃতিগ্ৰন্থ)

৭) শ্ৰীহৰগৌৰী দেৱালয় (তাম্ৰলিপিৰ নকল)

৮) শ্ৰীমদ্ভাগৱত পুৰাণ।

৯) মহাভাৰত (সংস্কৃত)

১০) শাক্তানন্দ তৰঙ্গিণী।

১১) দেৱী ভাগৱত।

১২) শক্তিতত্ত্ব বিমৰ্শ।






# দেৰগাঁৱৰ ঐতিহ্যপূৰ্ণ সত্ৰসমূহ ঃ এটি দৃষ্টিপাত

**দেৱেন্দ্ৰনাথ মহন্ত**

প্ৰাচীন বৈদিক যুগৰ পৰাই 'সত্ৰ' শব্দটিৰ প্ৰয়োগ হৈ আহিছে। ত্ৰিকালজ্ঞ ঋষি-মুনিসকলে অধ্যাত্ম চিন্তা-চৰ্চাৰ কেন্দ্ৰস্থল হিচাপে নিৰ্বাচিত কৰা এডোখৰ স্থানক 'ঋষি-সত্ৰ' বুলি কোৱা হৈছিল। সেই যুগত সত্ৰ শব্দই অধ্যাত্ম চিন্তাত মনোনিৱেশ কৰা স্থান অথবা নিত্য-নৈমিত্তিক চৰ্চা কৰা উত্তম স্থানকে বুজাইছিল। শৌণক প্ৰমুখ্যে ঋষিসকলে নৈমিষাৰণ্যত সত্ৰ পাতি সুতৰ মুখে ভাগৱত শ্ৰৱণ কৰিছিল।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱেই অসম ভূমিত উক্ত 'সত্ৰ' শব্দটি আধ্যাত্মিক চিন্তা-চৰ্চা আৰু নিত্য-নৈমিত্তিক ধৰ্মীয় কাৰ্যসমূহ সম্পাদন কৰাৰ কাৰণে প্ৰথমে ব্যৱহাৰ কৰিছিল। অসম দেশত গুৰুজনাৰ প্ৰৱৰ্তিত নৱ-বৈষ্ণৱ ধৰ্মৰ-চৰ্চা কেন্দ্ৰ হিচাপে পৰিগণিত স্থানকে 'সত্ৰ' বোলা হয়। উক্ত স্থানত বৈষ্ণৱ ভক্তসকলে নৱধা ভক্তি আচৰণ কৰি, সৎ ধৰ্ম পালন কৰি ভগৱৎমুখী হৈ প্ৰতিদিনে আধ্যাত্মিক চিন্তাত আত্মনিয়োগ কৰে। 'সত্ৰ' শব্দটিৰ সংজ্ঞা ভট্টদেৱে নিৰূপণ কৰিছে এনেকৈ —

"যত্ৰাচৰন্তি সৎ ধৰ্মান কেৱলাভগৱৎ প্ৰিয়াঃ।
নৱধা ভগবদ্ভক্তিঃ প্ৰত্যহংযত্ৰ বৰ্ত্ততে।।
তৎ সত্ৰমুত্তমং ক্ষেত্ৰং বৈষ্ণৱাঃ সুৰবন্দিতম্।
তত্ৰস্থা বৈষ্ণৱাঃ সৰ্বে হৰিনাম পৰায়নাঃ।।"

য'ত বৈষ্ণৱ ভক্তসকলে সৎ ধৰ্ম আচৰণ কৰি ভগৱন্তৰ প্ৰিয় কাৰ্য সাধন কৰে, য'ত প্ৰতিদিনে নৱধা ভক্তিৰ আচৰণ বিৰাজমান, য'ত হৰিভক্তি পৰায়ণ বৈষ্ণৱসকলে বাস কৰে, দেৱতা আৰু বৈষ্ণৱসকলৰ বন্দিত সেই উত্তম স্থানকে সত্ৰ বোলা হয়। এতেকে বৈষ্ণৱ ভক্তৰ বাহিৰে, অন্যান্যসকলৰ ক্ষেত্ৰত 'সত্ৰ' শব্দটি প্ৰযোজ্য নহয়।

ভাগৱত গ্ৰন্থৰ প্ৰথম স্কন্ধত মহাপুৰুষ শংকৰদেৱে 'সত্ৰ' শব্দটিৰ সম্পৰ্কে উল্লেখ কৰিছে এনেকৈ —

"আঠাইশ সহস্ৰ ঋষি বেদত প্ৰধান।
বিষ্ণুৰ নৈমিষ তীৰ্থ মহা পুণ্য স্থান।।
মান্য কৰি সুতক পাতিলা সত্ৰ তথা।
শৌণক প্ৰমুখ্যে শুনে ভাগৱত কথা।।"

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু তেৰাৰ পৰৱতী বৈষ্ণৱ গুৰুসকলে মহাপুৰুষৰ ভক্তি ধৰ্মৰ বাহক হিচাপে সমগ্ৰ অসম দেশৰ চুকে-কোণে উক্ত ধৰ্মৰ সোঁত প্ৰবাহিত কৰিলে। সেই পৰম্পৰা অনুযায়ী বিভিন্ন সত্ৰৰ ধ্বজাবাহী গুৰুসকলে নিৰৱচ্ছিন্নভাৱে অদ্যপৰিমিত ভকতিৰ নৌকাখনি চলাই আনিছে। শ্ৰীমন্ত গুৰুজনাৰ দিনৰ পৰা বৰ্তমানলৈকে চলি থকা উক্ত নৌকাখনিয়ে বিগত দীঘলীয়া কালছোৱাত বহুতো ডকা-চাকনৈয়াৰ





সন্মুখীন হৈছিল। মানৰ আক্ৰমণৰ পৰা আৰম্ভ কৰি সুচক পণ্ডিতৰ ষড়যন্ত্ৰৰ বলি হৈ ৰাজনৈতিক নিৰ্যাতন ভোগ কৰিও জীৱন ৰক্ষাৰ তাড়নাত দিহিঙে-দিপাঙে পলাই ফুৰিবলগীয়া হোৱা সত্বেও সামান্য শাস্ত্ৰৰ বোজাটি কান্ধত লৈ য'তে আছিল ত'তেই হৰিভক্তি আচৰণ কৰি আতংকত দিন কটাইছিল। সেয়েহে পিছৰ কালছোৱাত সমগ্ৰ অসমজুৰি বিভিন্ন পিছ পৰা অঞ্চলসমূহতো একোখন শাখা সত্ৰ প্ৰতিষ্ঠিত হৈছিল। কালান্তক স্বাৰ্থান্বেষী ৰাজনৈতিক ধুমুহাছাটিয়ে অসমত গঢ় লৈ উঠা সত্ৰসমূহক ইমান ক্ষতি কৰিলে যে ইয়াৰ ফলত ৰাজনৈতিক পৃষ্ঠপোষকতাত গঢ়ি উঠা সত্ৰ কেইখনৰ বাহিৰে অন্যান্য সত্ৰবোৰৰ বৰ্তমান অৱস্থা আজিও শোচনীয় হৈ থাকিল। যি কি নহওক জীৱন সংকুল অৱস্থাৰ সন্মুখীন হৈও উক্ত সত্ৰীয়াসকলে গুৰু বন্তিগছি জ্বলাই ৰাখিলে।

গোলাঘাট জিলাৰ অন্তৰ্গত দেৰগাঁও মিছামৰা এটা বৃহৎ অঞ্চল। উক্ত অঞ্চলত বৰ্তমান তেৰখনি সত্ৰ আছে। তাৰ ভিতৰত পুৰুষ সংহতিৰ সত্ৰই সৰ্বাধিক। তদু পৰি ব্ৰহ্মসংহতি আৰু কাল সংহতিৰ কেইখনমান সত্ৰ আছে। দেৰগাঁও অঞ্চলৰ বাসিন্দাসকল বিভিন্ন সত্ৰৰ শিষ্য হোৱা সত্বেও জনসাধাৰণৰ ধৰ্মীয় আচৰণ পদ্ধতিত একো পাৰ্থক্য নাই। সকলোৱে ঐক্যবদ্ধভাৱে গুৰুধৰ্ম পালন কৰাত ব্ৰতী হৈ আছে।

উক্ত স্থানৰ বৃহৎ পৰিধিৰ মাজত বৰ্তমানলৈকে বৰ্তি থকা সত্ৰসমূহৰ ভিতৰত মাত্ৰ কেইখনমান সত্ৰহে সত্ৰ হিচাপে যেনে-তেনে চলি আছে। বৰ্তমান যুগসাপেক্ষ জীৱিকাৰ তাড়নাত উঠি অহা প্ৰজন্মই আধুনিক শিক্ষাৰে শিক্ষিত হৈ বিভিন্ন চৰকাৰী চাকৰি নতুবা অন্যান্য উপায়েৰে জীৱিকা নিৰ্বাহ কৰিছে। প্ৰাচীন সত্ৰৰ শিষ্য-প্ৰশিষ্যৰ সেৱা বৰঙণিৰে পৰিচালিত ব্যৱস্থাৰ পৰা বৰ্তমান সত্ৰসমূহে বহু দূৰৈত অৱস্থান কৰিছে। শিষ্যসকলৰ সামান্য দান-বৰঙণিৰে পূৰ্বাপৰ ৰীতি অনুযায়ী বৰ্তমান যুগত কোনো সত্ৰই জীয়াই থাকিব নোৱাৰে। উক্ত স্থানৰ সত্ৰসমূহ একোখন প্ৰাচীন ঐতিহ্যপূৰ্ণ সত্ৰৰ ঠাল-ঠেঙুলি যদিও বৰ্তমান স্থবিৰ হৈ পৰিছে। বৰ্তমান চৰকাৰে ঘোষণা কৰা 'সত্ৰ সংৰক্ষণ পুঁজি'ৰ পৰা উক্ত অঞ্চলৰ কোনো সত্ৰই এতিয়ালৈকে ৰাজ-সাহায্য পোৱা নাই।

দেৰগাঁও অঞ্চলৰ পৰিচিত সত্ৰসমূহৰ নাম সংক্ষেপে তলত উল্লেখ কৰিলোঁ।

'কাথবাপু, বিহিমপুৰ আৰু চুঙাপাৰ।
থুকুৰীয়াল, সাউদকুচি, ফুলবাৰী আধাৰ।।
পুৰণিমাটি, লেটুগ্ৰাম, কঠিয়াতলি।
আঁহতগুৰি, নমাটি, চকলা, কন্দলি।।'

উক্ত সত্ৰসমূহৰ ভিতৰত মলাইকুমাৰ, বাৰেঘৰীয়া, খনিকৰ, বঙালগাঁও আৰু দেৰগাঁও (ভোট মৰিছ) অঞ্চলত একোখনকৈ পুৰুষ সংহতিৰ কাথবাপু সত্ৰৰ শাখা-সত্ৰ প্ৰতিষ্ঠিত হৈ আছে। ইয়াৰ পিছতে আঁহতগুৰি, ন-মাটি আৰু পুৰণিমাটি সত্ৰ, কন্দলি সত্ৰ, বিহিমপুৰ আৰু আধাৰসত্ৰৰ সত্ৰীয়া পৰম্পৰা সংৰক্ষিত হৈ আছে। ইয়াৰ বাহিৰেও অন্যান্য সত্ৰসমূহে আধ্যাত্মিকতাৰ ক্ষেত্ৰত আচৰণ পদ্ধতিবোৰ ৰক্ষা কৰি আছে যদিও আৰ্থিক দিশত অতিশয় দুৰ্বল। তথাপিও দেৰগাঁৱৰ অন্তৰ্গত সমূহ সত্ৰই সত্ৰীয়া পৰম্পৰা ৰক্ষা কৰি গুৰু বন্তিভাগি আজিও প্ৰজ্বলিত কৰি ৰাখিছে। আৰ্থিক দিশত দুৰ্বল হ'লেও, সত্ৰীয়া সংস্কৃতি, ধৰ্ম তথা আধ্যাত্মিক উৎকৰ্ষ সাধনত কোনো সত্ৰই পিছ পৰি থকা নাই।

**সত্ৰসমূহৰ মূল উৎস ঃ**

অসমৰ সত্ৰসমূহৰ প্ৰায়বোৰ সত্ৰৰ মূল উৎসভূমি মাজুলি। তাৰ পৰাই বিভিন্ন স্থানলৈ সত্ৰসমূহৰ সম্প্ৰসাৰণ ঘটিছিল। দেৰগাঁও মিছামৰাৰ সত্ৰসমূহৰ প্ৰতিষ্ঠাতা হিচাপে যিসকলৰ নাম পোৱা হৈছে, সেইসকলৰ বিষয়ে চমুকৈ তলত উল্লেখ কৰিলোঁ।

শ্ৰীশ্ৰীকাথবাপু সত্ৰ উক্ত সত্ৰৰ প্ৰথম প্ৰতিষ্ঠাতা মুকুন্দদেৱৰ পৰাক্ৰমে শংকৰগতি, কৃষ্ণানন্দ, শ্ৰীকৃষ্ণ। শ্ৰীকৃষ্ণৰ পৰা দেৰগাঁৱৰ ভোটমৰিচ সত্ৰ আৰু উক্ত ঠালৰ লক্ষ্মীনাৰায়ণৰ পৰা বঙালগাঁৱৰ কাথসত্ৰ প্ৰতিষ্ঠিত হৈছে।

শংকৰগতিৰ পুত্ৰ হৰিদেৱৰ পৰা জয়গোবিন্দ আৰু শ্ৰীকৃষ্ণ নামে দুজন পুত্ৰ হ'ল। শ্ৰীকৃষ্ণৰ পৰা দ' কাথ সত্ৰ নামে মিছামৰা বাৰেঘৰীয়াত সত্ৰখন স্থাপিত হ'ল। জয়গোবিন্দৰ পুত্ৰ আহুৰা আৰু তেওঁৰ পুত্ৰ কুশদেউ অধিকাৰৰ পৰা বাম কাথসত্ৰ নামে মিছামৰা মলাইকুমাৰ গাঁৱত সত্ৰ স্থাপিত হ'ল।

বৰপুখুৰীপাৰ গাঁৱৰ শ্ৰীশ্ৰীকন্দলি সত্ৰৰ পূৰ্বপুৰুষ কনৌজৰ পৰা আহি মাজুলীত থিতাপি লয়। দেৰগাঁৱৰ শিৱদৌলৰ প্ৰতিষ্ঠাতা ভূধৰ আগমাচাৰ্যৰ লগত কনৌজৰ পৰা প্ৰব্ৰজন ঘটিছিল। তাৰ ঠাল-ঠেঙুলি হিচাপে মিছামৰাৰ বৰপুখুৰীপাৰ আৰু অন্যান্য ঠাইলৈ কন্দলি সত্ৰৰ সম্প্ৰসাৰণ ঘটে। বৰপুখুৰীপাৰৰ কন্দলি সত্ৰৰ প্ৰতিষ্ঠাতা বগাদেউ সত্ৰাধিকাৰ বুলিয়েই জনা যায়।

আঁহতগুৰি ন-মাটি আৰু পুৰণিমাটি সত্ৰ মাজুলিত প্ৰথম প্ৰতিষ্ঠা কৰিছিল শ্ৰীৰাম আতাই। মাজুলিৰ পৰা আহা দেৰগাঁৱৰ পুৰণিমাটি আঁহতগুৰি সত্ৰৰ প্ৰতিষ্ঠাপক জগমোহন গোস্বামী বুলি জনা যায়। (কেইবাখনো সত্ৰৰ প্ৰতিষ্ঠাৰ সম্পৰ্কত তথ্য সংগ্ৰহ কৰিব পৰা নহ'ল।)

প্ৰতিখন সত্ৰক একোটা সৰু যাদুঘৰ বুলি ক'ব পাৰি। অতীজৰ পৰা সত্ৰসমূহে হস্তশিল্প, কলা-ভাস্কৰ্যৰ সৃষ্টি আৰু সেইবোৰৰ সংৰক্ষণ কৰি আহিছে। কিন্তু বৰ্তমান সময়ত পুৰণি পুথি-পাঁজি, কুটিৰ শিল্পৰ মূল্যবান সম্পদসমূহ সংৰক্ষণৰ অভাৱত বহুখিনি লুপ্ত হৈছে। উক্ত অঞ্চলৰ কঠিয়াতলি সত্ৰত সিংহাসন, গড়ুৱাসন আদি নিৰ্মিত হোৱা কৰা কাৰিকৰী শিল্প সেই একেবোৰ







কাৰণতেই লোপ পালে।

এই খিনিতে দেৰগাঁও অঞ্চলৰ কেইজনমান প্ৰসিদ্ধ সত্ৰাধিকাৰৰ লগতে দুই-এজন বিশিষ্ট ব্যক্তিৰ বিষয়ে সংক্ষেপে উল্লেখ কৰিলোঁ।

**প্ৰয়াত সত্ৰাধিকাৰ ধৰণীধৰ গোস্বামী ঃ** এইজনা সত্ৰাধিকাৰ দাধৰাৰ শ্ৰীশ্ৰীআধাৰ সত্ৰৰ ধৰণীস্বৰূপ। সত্ৰীয়া নীতি-কাণ্ঠা ৰক্ষা কৰি, তেখেতে আধ্যাত্মিক গভীৰ চিন্তা-চৰ্চাত সদায় আত্মনিয়োগ কৰিছিল। অসমৰ খ্যাতনামা নৃত্যশিল্পী শ্ৰীযতীন্দ্ৰনাথ গোস্বামী তেখেতৰ এজন সুযোগ্য সন্তান।

**প্ৰয়াত সত্ৰাধিকাৰ ৰত্নকান্ত মহন্ত ঃ**

মলাই কুমাৰ গাঁৱৰ শ্ৰীশ্ৰীকাথবাপু সত্ৰৰ এইজনা সত্ৰাধিকাৰে মহাপুৰুষীয়া ভক্তিধৰ্মৰ একান্ত সেৱক হিচাপে জীৱন নিৰ্বাহ কৰিছিল। ভক্তি পৰমাৰ্থৰ গভীৰ জ্ঞানেৰে আলোকিত এইজন ধৰ্মপ্ৰাণ ব্যক্তি 'ভকতীয়া ফকৰা'বোৰৰ এটি ভঁৰাল আছিল। লিখিতভাৱে সংৰক্ষণ নোহোৱাত সেইবোৰ তেখেতৰ লগতে গুচি গ'ল।

**প্ৰয়াত সত্ৰাধিকাৰ আনন্দ চন্দ্ৰ গোস্বামী ঃ**

বয়সে হাৰ মনাব নোৱাৰা এইজনা সত্ৰাধিকাৰ শ্ৰীশ্ৰীকন্দলি সত্ৰৰ একনিষ্ঠ ধৰ্মপ্ৰাণ ব্যক্তি আছিল। তেখেত এজন ধৰ্মীয় সাধক, এজন সু-লেখক আৰু সু-অভিনেতা হিচাপে উক্ত সত্ৰৰ নাম উজ্জ্বল কৰি ৰাখি থৈ গৈছে।

**প্ৰয়াত সত্ৰাধিকাৰ কমলেশ্বৰ মহন্ত ঃ**

বাৰেঘৰীয়া গাঁৱৰ শ্ৰীশ্ৰী কাথবাপু সত্ৰৰ এখেত এজন মহান ব্যক্তি আছিল। মহাপুৰুষীয়া ধৰ্মৰ একনিষ্ঠ সেৱক, মুক্তিযোদ্ধা আৰু ভক্তি ধৰ্মৰ এজন বিশিষ্ট বাহক হিচাপে সমাজত পৰিচিত।

**প্ৰয়াত শিক্ষাবিদ হৰকান্ত মহন্ত ঃ**

দেৰগাঁৱৰ শ্ৰীশ্ৰীকাথবাপু সত্ৰৰ (স্থানীয় নাম ভোটমৰিছ সত্ৰ) হৰকান্ত মহন্তদেৱ এহাতে এজন বিশিষ্ট শিক্ষাবিদ আৰু আনহাতে এজন নিষ্ঠাবান ধৰ্মপ্ৰাণ ব্যক্তি। দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ অধ্যক্ষ হিচাপে নিয়াৰিকৈ কাৰ্যভাৰ সম্পন্ন কৰাৰ উপৰি ধৰ্মীয়, নিত্য নৈমিত্তিক কাৰ্যসমূহ নিষ্ঠাৰে পালন কৰি সত্ৰীয়া পৰম্পৰা-ৰক্ষা কৰিছিল।

**শ্ৰীযতীন্দ্ৰনাথ গোস্বামী ঃ**

দেৰগাঁও অঞ্চললৈ গৌৰৱ কঢ়িয়াই অনা শ্ৰীশ্ৰীআধাৰ সত্ৰৰ শ্ৰীযতীন্দ্ৰনাথ গোস্বামী এজন খ্যাতনামা সত্ৰীয়া নৃত্যশিল্পী তথা কলা সংস্কৃতিৰ সাধক। ভাৰত চৰকাৰৰ 'পদ্মশ্ৰী' আৰু অসম চৰকাৰৰ 'নৃত্যাচাৰ্য' উপাধিৰে বিভূষিত গোস্বামীদেৱ নৃত্যজগতৰ এক উজ্জ্বল ৰত্ন হিচাপে সমগ্ৰ অসমত জনাজাত।

তদুপৰি মলাইকুমাৰ বামকাথৰ প্ৰয়াত সত্ৰাধিকাৰ **ৰুদ্ৰকান্ত মহন্তদেৱৰ** নাম প্ৰণিধানযোগ্য। তেখেতৰ সুযোগ্য সন্তান প্ৰয়াত লক্ষ্মীকান্ত মহন্ত এজন শিক্ষাবিদ আৰু খ্যাতিসম্পন্ন ঔপন্যাসিক আছিল। উক্ত সত্ৰৰে প্ৰয়াত প্ৰফুল্ল মহন্তৰ নামো সত্ৰীয়া সংস্কৃতিৰ সাধক হিচাপে উল্লেখ কৰিব পাৰি। অন্যহাতে মিছামৰা বঙালগাঁৱৰ প্ৰয়াত নলীনচন্দ্ৰ মহন্তদেৱ সত্ৰীয়া সংস্কৃতিৰ ৰক্ষক আছিল। সুদক্ষ শ্ৰমিক নেতা হিচাপে তেখেতে বিশিষ্ট সমাজকৰ্মীৰ স্থান লাভ কৰিবলৈ সক্ষম হৈছিল।

মহাপুৰুষ শংকৰ-মাধৱৰ পিছৰে পৰা সুদীৰ্ঘ পঞ্চশতাধিক বৰ্ষ ধৰি মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ অন্তৰ্গত নিত্য-নৈমিত্তিক কাৰ্যসমূহ — নাম-প্ৰসংগ, গায়ন-বায়ন, ভাওনা-সবাহ, সুৰ-সঞ্চাৰ, নৃত্য-কলা সকলোবোৰৰ এই সত্ৰসমূহেই গুৰি ধৰি আহিছে। ফলস্বৰূপে বৰ্তমান বৈষ্ণৱ ধৰ্মীয় লোকসকল এইখিনি ধৰ্মীয় শিক্ষাৰেই সমাজত চলি আছে। গতিকে কালৰ কুটিল গতিত সত্ৰ-সংস্কৃতিৰ ক'ৰবাত হীন-ডেঢ়ি হ'লেও অসম দেশৰ ধৰ্ম সংস্কৃতিৰ ধ্বজাবাহী সত্ৰসমূহৰ অধ্যাত্ম চিন্তা, সৃষ্টি আৰু সত্ৰীয়া সংস্কৃতিৰ সংৰক্ষণকে ধৰি ইয়াৰ অৱদানসমূহ চিৰদিনৰ কাৰণে স্মৰণীয় হৈয়েই থাকিব।

*(অজ্ঞাতবশতঃ কিছু কথা বাদ পৰাটো স্বাভাৱিক। তাৰ কাৰণে সদাশয় সুধী সমাজে ত্ৰুটী মাৰ্জনা কৰিব)* ❑

# আধুনিক দেৰগাঁও ঃ
# এক সামগ্রিক সমীক্ষণ

**নীলপদ্ম ফুকন**

কোনো এখন ঠাইৰ প্ৰগতিৰ ক্ষেত্ৰত কোনো ব্যক্তি বা সংগঠনৰ বৰঙণি সদায় জড়িত হৈ থাকে। প্ৰগতিৰ আন এটা নাম ৰূপান্তৰ, 'ৰূপান্তৰেহে জগত ধুনীয়া কৰে' বুলি জ্যোতিপ্ৰসাদ আগৰৱালাই কৈছিল। কিন্তু তেওঁ 'ৰূপান্তৰ' শব্দটো গভীৰ অৰ্থত ব্যৱহাৰ কৰিছিল। এই প্ৰবন্ধত 'ৰূপান্তৰ' শব্দটো অতি সীমিত অৰ্থতহে ব্যৱহাৰ হৈছে। সমাজত মাজে সময়ে সমাজ নিৰ্মাণ কৰাত ব্ৰতী ব্যক্তিৰ জন্ম হয়। এনে সমাজ নিৰ্মাণকাৰীসকল আলোক সন্ধানী ব্যক্তি, যাক ইংৰাজীত Torch Bearer বুলি কোৱা হয়। এই আলোকযাত্ৰীসকলে হাতত আৰিয়া লৈ সমাজৰ বাবে জোনাকী বাটৰ সন্ধান কৰে। এই লোকসকল সেই সমাজৰ চালিকা শক্তি হৈ পৰে। তেওঁলোকৰ প্ৰচেষ্টাত প্ৰগতিৰ ৰথৰ চকৰি জোনাকী বাটেৰে আগ বাঢ়ে। এনে কৰিবলৈ যাওঁতে তেওঁলোকে নিজ ক্ষুদ্ৰ স্বাৰ্থ জলাঞ্জলি দি সামাজিক স্বাৰ্থক অগ্ৰাধিকাৰ দিয়ে। সেয়ে এনেধৰণেৰে ত্যাগ স্বীকাৰ কৰি সমাজ নিৰ্মাণ কৰা ব্যক্তিসকল অঞ্চলটোৰ বাইজৰ চকুত হৈ পৰে সন্মানীয়, স্মৰণীয় আৰু সকলোৰে শ্ৰদ্ধেয়।

জন গুন্থাৰে তেওঁ ৰচনা কৰা ৰুচভেল্টৰ জীৱনীখনত প্ৰথমতেই এটা প্ৰশ্ন অৱতাৰণা কৰিছে। প্ৰশ্নটো হ'ল — 'কিয় এখন দেশ ইয়াৰ জাতীয় জীৱনৰ প্ৰয়োজনীয় মুহূৰ্তত সেই জাতীয় জীৱনৰ বীৰসকলক জন্ম দিয়ে'? সেই প্ৰশ্নৰ উত্তৰত তেওঁ নিজে কৈছে — 'যেতিয়া সমগ্ৰ এটা জাতিয়ে ইয়াৰ ইচ্ছাশক্তি প্ৰবলভাৱে কোনো ব্যক্তিৰ ওপৰত আৰোপ কৰে তেনে আৰোপিত সন্মিলিত প্ৰবল ইচ্ছা শক্তিয়েই তেনে ব্যক্তিৰ শৰীৰত একাকাৰ হৈ প্ৰৱেশ কৰে'। (Roosvelt by John Gunther)। এই কথাখিনি যেনেকৈ এখন দেশৰ ক্ষেত্ৰত প্ৰযোজ্য ঠিক তেনেকৈ একোটা একোটা অঞ্চলৰ ক্ষেত্ৰটো প্ৰযোজ্য। প্ৰগতিৰ লগত জড়িত এনে ব্যক্তিসকলক কোনো এটা নিৰ্দিষ্ট সময়ত এক শাৰীৰিক আৰু মানসিক জাগৃতিয়ে আত্মিক শক্তি প্ৰদান কৰে, যাৰ ফলত তেওঁলোকে লাভ কৰে এক কৰ্মপ্ৰেৰণা। বিভিন্ন সময়ত এনে বিভিন্নজন সমাজ নিৰ্মাতা জন্ম হ'ব পাৰে। কোনোৱে সুদীৰ্ঘকাল এই নিৰ্মাণ কাৰ্যত ব্ৰতী হয় আৰু কোনোজনে আপেক্ষিকভাৱে কম সময়ৰ বাবে এনে কাৰ্য কৰিবলৈ সুবিধা পায়। অন্যহাতে কোনো এক অঞ্চলৰ নিৰ্মাণ নিৰন্তৰ চলি থাকে আৰু বহুজন লোকে নেতৃত্ব ল'ব পাৰে।

ওপৰৰ বিষয়ৰ সম্পৰ্কত আলোচনা কৰিবলৈ যাওঁতে সময়ৰ খুঁটিটো কোনখিনিত চিহ্নিত কৰিব লাগিব, এই কাম কৰিবলৈ আমি নিশ্চয় ইতিহাসৰ আশ্ৰয় ল'ব লাগিব। আমাৰ দেশৰ ইতিহাস পঢ়িলে দেখা যায় যে ব্ৰিটিছসকলৰ আগমনৰ পিছতেই অঞ্চলবিলাকত অগ্ৰগতি তৰান্বিত হয়। পাশ্চাত্য শিক্ষাৰ ফলস্বৰূপে এক নতুন চেতনা জাগৃত হৈছিল। এই চেতনাই সামাজিক প্ৰগতিৰ পথৰ এক নতুন সন্ধান দিলে। বিশেষকৈ উনৈশ শতিকাৰ শেষৰফালে আৰু কুৰি শতিকাৰ আৰম্ভণিত আমাৰ সামাজিক নেতৃত্ব বহনকাৰীসকলে তেওঁলোকৰ অঞ্চলৰ বিকাশৰ পথ পাশ্চাত্য শিক্ষাৰ পোহৰত দেখা পোৱা আধুনিকতাৰ বাটেৰে বাট বুলিছিল। এই আধুনিকতাই কেৱল যে অসম বা ভাৰতবৰ্ষকেই স্পৰ্শ কৰিছিল তেনে নহয়। সমগ্ৰ বিশ্বতেই তথাকথিত এই আধুনিকতাই মানুহৰ মন আচ্ছন্ন কৰিছিল। এচিয়া, ইউৰোপ, মধ্যপ্ৰাচ্য আদি দেশবোৰতো পাশ্চাত্য শিক্ষাই আধুনিকতাৰ প্ৰতি স্পৃহা জন্মাইছিল। পাশ্চাত্য জ্ঞান-বিজ্ঞানে জাপানৰ 'মেজি' যুগত প্ৰভাৱ পেলাইছিল আৰু জাপানক আধুনিকভাৱে নিৰ্মাণ কৰাইছিল। এই সম্পৰ্কত বাৰ্ট্ৰাণ্ড ৰাছেলৰ মন্তব্য প্ৰণিধানযোগ্য — 'She swiftly approached Western Science and with incredible power of assimilation she transformed the face of the island ...' B. Russel. ঠিক তেনেকৈয়ে ৰুচ দেশতো পিটাৰ দ্য গ্ৰেটে পাশ্চাত্য জ্ঞান-বিজ্ঞানৰ পোহৰেৰে নিজ দেশক জাতিষ্কাৰ কৰিবলৈ বিচাৰিছিল আৰু চেণ্ট পিটাৰ্ছবাৰ্গ নিৰ্মাণ কৰিছিল। কামাল আটাটুৰে তুৰস্ক দেশকো পাশ্চাত্য জ্ঞান-বিজ্ঞানে আনি দিয়া নতুন দৃষ্টিৰে দেশখন নিৰ্মাণ কৰিবলৈ যত্ন কৰিছিল। সেয়ে দেখা যায় সমাজ নিৰ্মাণ কৰা ব্যক্তিসকল আধুনিক মনৰ অধিকাৰী।

সহজ কথাত ক'বলৈ গ'লে সমাজ নিৰ্মাণৰ অৰ্থ সমাজৰ উত্তৰণ ঘটোৱা। 'আন্ধাৰত ভেটা ভাঙি সমাজত জেউতি নিজৰাৰ ঢল বোৱাব' পৰাটোৱেই সমাজ উত্তৰণৰ মূল কথা। এই উত্তৰণৰ গণ্ডীৰ ভিতৰত শিক্ষা, সাহিত্য, সংস্কৃতি আদি আটাই দিশবোৰ অন্তৰ্ভুক্ত হৈ পৰে।

এতিয়া আমি আলোচনাৰ মূল বিষয় আধুনিক দেৰগাঁও অৰ্থাৎ ইয়াৰ নিৰ্মাতাসকলৰ কথালৈ আহোঁ। এইখিনিতে আমি এটা কথা মনত ৰাখিব লাগিব যে 'Rome was not built in a day', অৰ্থাৎ ৰোম নগৰী এদিনতে সজা হোৱা নাছিল। এই নিৰ্মাণ বহুদিন ধৰি বহুজনৰ প্ৰচেষ্টাত সম্ভৱ হৈছে।

**শিক্ষাজগত ঃ**

প্ৰথমে আমি দেৰগাঁৱৰ শিক্ষা দিশটোৰ কথাই আলোচনা কৰোঁ। বিশেষকৈ দেৰগাঁৱত ইংৰাজী শিক্ষাৰ আৰম্ভ আৰু প্ৰসাৰৰ অন্তৰালত থকা ব্যক্তিসকলক চিহ্নিত কৰোঁ। আগতেই কোৱা হৈছে যে পাশ্চাত্য শিক্ষা লাভ কৰাৰ পিছৰ পৰাহে আমাৰ জাতীয় চেতনা আৰু বৈজ্ঞানিক চিন্তাধাৰাৰ বিকাশ হয়। এই কথা সকলোৰে জ্ঞাত যে 'অৰুনোদয় সম্বাদপত্ৰ'ৰ জন্মৰ পিছৰ পৰাহে অসমীয়া সমাজত জ্ঞান-বিজ্ঞানৰ চৰ্চা আৰম্ভ হয়। দেৰগাঁৱত ইংৰাজী শিক্ষাৰ বাটকটীয়া বুলিলে আমি শিক্ষাবিদ গোবিন্দ বেজবৰুৱাৰ নামেই ল'ব লাগিব। এই সম্পৰ্কত সাংবাদিক, সাহিত্যিক লক্ষ্মীনাথ ফুকনে তেওঁৰ 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' নামৰ গ্ৰন্থত এনধৰণেৰে মন্তব্য কৰিছে — 'গোলাঘাটত এসময়ত তেওঁৰখনৰ বাহিৰে হাইস্কুল নাছিল আৰু দেৰগাঁৱত নাছিল এখনো ইংৰাজী স্কুল। দেৰগাঁও বেজবৰুৱা স্কুলেই আছিল মোৰ প্ৰথমখন স্কুল আৰু গোবিন্দ বেজবৰুৱাই আছিল মই দেখা প্ৰথম অসমীয়া ডাঙৰ মানুহ (পৃষ্ঠা ১২৮)। 'কিন্তু এই কথা স্বীকাৰ কৰিব লাগিব যে দেৰগাঁৱত বেজবৰুৱা স্কুল নথকা হ'লে দেৰগাঁৱৰ ভালেমান ল'ৰা ইংৰাজী শিক্ষাৰ পৰা বঞ্চিত হ'লহেঁতেন'। (পৃষ্ঠা ১৩২) সুদীৰ্ঘ ৩৬ বছৰ চলাৰ পাছত ১৯২১ চনত অসহযোগ আন্দোলনৰ ফলত এই হাইস্কুলখন নিষ্ক্ৰিয় হৈ পৰে'। — (দেৰগাঁৱৰ চমু পৰিচয়)।

'এটা কথা উল্লেখযোগ্য যে লেফটেনেণ্ট কৰ্ণেল জেনকিন্স চাহাবে উত্তৰ পূব সীমান্ত অঞ্চলৰ ব্ৰিটিছ প্ৰতিনিধি হৈ থাকোঁতে ১৮৩৫ চনত গুৱাহাটী চেমিনাৰী প্ৰতিষ্ঠা কৰে, কিন্তু ১৮৬৩ চনলৈ এজনো অসমীয়া ছাত্ৰই এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হ'ব পৰা নাছিল। ১৮৬৪ চনত গৌহাটী চেমিনাৰীৰ পৰা পোনপ্ৰথমে চাৰিজন ছাত্ৰই এই পৰীক্ষাত উত্তীৰ্ণহৈছিল। এই কেইজন আছিল আনন্দৰাম বৰুৱা, মাধৱ চন্দ্ৰ বৰদলৈ, শিৱৰাম বৰা আৰু জালনুৰ আলি আহমেদ। প্ৰথমগৰাকী বিশ্ববৰেণ্য অসম গৌৰৱ পণ্ডিত আৰু আইচিএছ বিষয়া স্বৰ্গীয় আনন্দৰাম বৰুৱা, শেষোক্তগৰাকী প্ৰয়াত ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমেদৰ পিতৃ, তৃতীয়গৰাকী প্ৰখ্যাত কৰ্ণেল শিৱৰাম বড়া, দ্বিতীয়গৰাকী আছিল আমাৰ নমস্য কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ পিতৃ। ১৯১১ চনত শেষ এণ্ট্ৰেন্স পৰীক্ষা অনুষ্ঠিত হয়। ১৯১২ চনৰ পৰা এই পৰীক্ষা মেট্ৰিকুলেচন পৰীক্ষা বুলি জনাজাত হ'ল।' (মংগলদৈ শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ)

১৯১৩ চনত চন্দ্ৰনাথ খাউণ্ডে খাউণ্ড ভেঞ্চাৰ হাইস্কুল নামৰ এখন ইংৰাজী স্কুল প্ৰতিষ্ঠা কৰে। কিন্তু সম্পূৰ্ণ নৌ হওঁতেই ১৯০৮ চনতে মৰঙিৰ পৰা স্থানান্তৰিত কৰা এই স্কুলৰ লগত ১৯২২ চনত ইয়াক চামিল কৰা হয়। এখন পূৰ্ণ পৰ্যায়ৰ হাইস্কুললৈ উন্নীত কৰিবলৈ এখন ৰাজহুৱা সভা আহ্বান কৰা হয়। এই সভাত ৰুদ্ৰকান্ত বেজবৰুৱাক সভাপতি আৰু চন্দ্ৰ খাউণ্ডক সম্পাদক হিচাপে লৈ এখন সমিতি গঠন কৰা হয়। চন্দ্ৰনাথ খাউণ্ড আৰু মনাই মুক্তিয়াৰকে আদি কৰি বিদ্যোৎসাহী লোকসকলৰ চেষ্টাত অলপ দিনৰ ভিতৰতে আৱশ্যকীয় ধন আৰু বয়বস্তু সংগ্ৰহ কৰা হয়। ১৯২৯ চনত এই স্কুলৰ সপ্তম শ্ৰেণী খোলা হয় আৰু ১৯৩৩ চনত কলিকতা বিশ্ববিদ্যালয়ৰ তলত ইয়াৰ ছাত্ৰই প্ৰথমবাৰৰ বাবে প্ৰৱেশিকা পৰীক্ষা দিয়ে। স্বৰ্গীয় হৰনাথ বৰুৱা ইয়াৰ প্ৰথম অস্থায়ী প্ৰধান শিক্ষক আছিল। এই কথা সকলোৱে স্বীকাৰ কৰে যে শ্ৰদ্ধেয় চন্দ্ৰনাথ খাউণ্ডৰ অশেষ চেষ্টাত আৰু পৰিশ্ৰমৰ ফলত দেৰগাঁও হাইস্কুলে পূৰ্ণতা লাভ কৰিলে। শ্ৰদ্ধেয় খাউণ্ডছাৰ এজন অধ্যয়নশীল ব্যক্তি আছিল। তেখেতৰ সম্পৰ্কে লক্ষ্মীনাথ ফুকনে লিখা কথাৰ পৰা তেখেতৰ অধ্যয়নশীল মনৰ পৰিচয় পোৱা যায়।

'তেওঁ সুধিলে, 'তুমি দেৰগাঁৱত টাইমছ অৱ আসাম ক'ত

পঢ়িবলৈ পোৱা?' মোৰ মোমাইদেউ চন্দ্ৰনাথ খাউণ্ডে কেবাখনো বঙলা আৰু অসমীয়া মাহেকীয়া, সাদিনীয়া কাকতৰ লগতে 'টাইমছ অৱ আসাম'খনো লৈছিল। মই তেওঁৰ নাম কৈ তেওঁৰ ঘৰতে পঢ়িবলৈ পাওঁ বুলি ক'লো। (মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ - ৰাধানাথ চাংকাকতি, পৃঃ ৯১)

কবি নীলমণি ফুকনে তেওঁৰ কিতাপ 'পাতি সোণাৰু ফুল'ত চন্দ্ৰনাথ খাউণ্ডক আধুনিক দেৰগাঁৱৰ নিৰ্মাতা বুলি অভিহিত কৰিছে। 'আধুনিক দেৰগাঁৱৰ অন্যতম নিৰ্মাতা চন্দ্ৰনাথ খাউণ্ডৰ বিষয়ে বৰদেউতা লক্ষ্মীনাথ ফুকনে তেওঁৰ আধৰুৱা অপ্ৰকাশিত জীৱন কথাত লিখিথৈ গৈছে — 'বৰ মোমাইদেউ এণ্ট্ৰেন্স ক্লাছলৈ পঢ়িছিল। ইংৰাজী ভাষাত তেওঁৰ যি ব্যুৎপত্তি আছিল তাৰ জোৰ আজিকালিৰ স্নাতক বা স্নাতকোত্তৰ ছাত্ৰ-ছাত্ৰীয়েও নাপায়। মাৰ্চেন্ট অৱ ভেনিচৰ ছাইলক আৰু পৰ্ছিয়াৰ ভালেখিনি বচন খোকোজা নলগাকৈ তেওঁ মুখস্থ মাতিব পাৰিছিল। অসমীয়া সাহিত্যৰ প্ৰতি মোমাইদেউৰ ৰাপ আছিল। তেতিয়াৰ 'টাইমছ অৱ আসাম', 'এডভোকেট অৱ আসাম', 'জোনাকী', 'অসম বন্তি', আৰু পিছত 'উষা'ৰ উপৰি বঙলা সাদিনীয়া কাকত 'বংগবাসী'ৰ গ্ৰাহক আছিল।' (পাতি সোণাৰুৰ ফুল - নীলমণি ফুকন, পৃষ্ঠা ২৩)।

দেখা যায় যে ১৯০৮ চনতে অংকুৰিত দেৰগাঁও হাইস্কুল নানান ঘাত-প্ৰতিঘাতৰ মাজেদি পাৰহৈ আহি ১৯৩২ চনত অৰ্থাৎ, স্থাপন হোৱাৰ ২৪ বছৰৰ পিছতহে এখন পূৰ্ণ পৰ্যায়ৰ হাইস্কুল হ'ব পাৰিছিল। এই সুদীৰ্ঘ কালছোৱাত দেৰগাঁৱৰ বহুকেইগৰাকী বিদ্বৎ ব্যক্তিয়ে তেখেতসকলৰ শ্ৰম অবৈতনিকভাৱে আগ বঢ়াইছিল। সেইসকলৰ ভিতৰত ইন্দ্ৰেশ্বৰ বৰুৱা, লক্ষেশ্বৰ হাজৰিকা, ব্ৰহ্মানন্দ দত্ত, উপেন্দ্ৰনাথ বৰুৱা, নন্দধৰ বৰুৱা আৰু হৰনাথ বৰুৱা। ১৯২৯ চনত ৭ম শ্ৰেণী খোলা হয়। শশীকান্ত বেজবৰুৱাই অস্থায়ী প্ৰধান শিক্ষকৰ দায়িত্ব গ্ৰহণ কৰে। কিন্তু তাৰ তিনি বছৰৰ পিছত মোক্ষনাথ ফুকন বিএ, বিএল দেৱে স্থায়ী প্ৰধান শিক্ষকৰূপে নিযুক্তি লাভ কৰে আৰু প্ৰায় ১৪ বছৰ কাল ইয়াক নেতৃত্ব দি অনুষ্ঠানটি মুৰ জিলিকা কৰি তোলে। তেখেত প্ৰকৃত অৰ্থত এজন শিক্ষাবিদ আছিল। তেওঁ আছিল সময়তকৈ আগ বঢ়া। শিক্ষা সম্পৰ্কীয় এখনি সৰু কিতাপ 'A dream of an ideal institution' সেই সময়ত কলিকতাত থকা ভোলানাথ বৰুৱাই (ভোলা সদাগৰ)এ পঢ়ি অতিশয় মুগ্ধ হৈছিল। লক্ষ্মীনাথ ফুকনে এই সম্পৰ্কে তেওঁৰ 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' গ্ৰন্থত এনেধৰণে লিখিছে — 'যোৰহাটৰ মোক্ষনাথ ফুকনে শিক্ষা সম্পৰ্কে লিখা সৰু কিতাপ এখন বৰুৱালৈ পঠাই দিছিল। সেইখনৰ পৰা মাজে মাজে মোক পঢ়ি শুনাবলৈ কওঁতে তেওঁ কৈছিল — 'গল্প উপন্যাসতকৈ মই এনেবিলাক কিতাপ পঢ়ি ভাল পাওঁ।' (পৃঃ ৮৪)

মোক্ষনাথ ফুকনৰ পিছত শ্ৰদ্ধেয় দুৰ্গানাথ কাকতি প্ৰধান শিক্ষক হয়। তেখেত কেৱল দক্ষ প্ৰশাসকেই নাছিল লগতে তেওঁৰ আছিল বহুমুখী প্ৰতিভা। তেওঁ আছিল ভাল নাট্যকাৰ, খেলুৱৈ, সাংবাদিক আৰু সমাজসেৱী। তেখেতৰ দিনতেই দেৰগাঁও হাইস্কুল উচ্চতৰ মাধ্যমিক পৰ্যায়লৈ উন্নীত হয়। তেওঁৰ দিনত অনুষ্ঠানটিয়ে বিশেষ গতিশীলতা লাভ কৰিছিল। ১৯৬৮ চনত এই বিদ্যালয়ৰ হীৰকজয়ন্তী উদযাপন হয়। সেই উপলক্ষে ড° কালীপ্ৰসাদ গোস্বামীৰ সম্পাদনাত এখনি স্মৃতিগ্ৰন্থ প্ৰকাশ হয়। সম্প্ৰতি শতবৰ্ষ পূৰ্ণ কৰা এই বিদ্যালয়ে ১৯১০ চনৰ অক্টোবৰ মাজত বিশাল জাকজমকতাৰে শতবৰ্ষ পূৰ্তিৰ উৎসৱ পালন কৰিছে আৰু 'শতপত্ৰ' নামেৰে এখন আটকধুনীয়া স্মৃতিগ্ৰন্থ প্ৰকাশ কৰি সকলোৰে মন জয় কৰিছে।

'দেৰগাঁৱত ল'ৰাৰ কাৰণে শিক্ষালয় স্থাপন হোৱাৰ বহু দিনৰ পিছতহে স্ত্ৰী শিক্ষাৰ জাগৰণ আনিছিল। ১৯১৩ চনত মহদা বৰাই নাৰিকলগুৰিত আৰম্ভ কৰা ছোৱালীৰ পঢ়াশালি এমভি পৰ্যায়লৈ উন্নীত কৰি তাত শিৱসাগৰ নিবাসী প্ৰয়াত দিবাকৰ বৰঠাকুৰ আৰু তেখেতৰ পৰিবাৰ প্ৰয়াত কনদা দেৱীক ক্ৰমে হেডমাষ্টৰ আৰু শিক্ষয়িত্ৰী হিচাপে নিয়োগ কৰা হয়। এই বৰঠাকুৰ পৰিয়ালটিয়ে দেৰগাঁৱৰ নাৰী শিক্ষাৰ জগতখনলৈ আগবঢ়োৱা বৰঙণি অপৰিসীম আৰু অতুলনীয়।' ('দেৰগাঁৱৰ নাৰী শিক্ষা' - 'সোণালী', ভৱেশ খাউণ্ড)

'১৯৩৮-৩৯ চনত গুণেশ বৰঠাকুৰৰ প্ৰধান শিক্ষকতাত এই বিদ্যালয়তে প্ৰথমে ইংৰাজী শিক্ষাৰ পাতনি মেলা হয়'। ('সোণালী', ভৱেশ খাউণ্ড)

'প্ৰয়াত নৰেন শৰ্মাকে প্ৰমুখ্য কৰি সৰ্বপ্ৰয়াত যোগেশ্বৰ হাজৰিকা, বেণীমাধৱ শৰ্মা, দুৰ্গানাথ কাকতি, ডাঃ নৰেশ চন্দ্ৰ ধৰ, গুণেশ বৰঠাকুৰ, যোগেন্দ্ৰনাথ খাউণ্ড, ভোলা হাজৰিকা, ৰামেশ্বৰ পূজাৰী, নলীন মহন্ত, ভূৱন হাজৰিকা আদিৰ সমূহীয়া প্ৰচেষ্টাত ১৯৪৯ চনৰ এপ্ৰিল মাহত এই বিদ্যালয়ে স্থায়ীভাৱে খোপনি লয়।'

শিক্ষাবিদ দুৰ্গানাথ কাকতিয়ে অধ্যক্ষৰ দায়িত্ব লয়, তেখেতৰ সহকাৰী শিক্ষক হিচাপে বেণীমাধৱ শৰ্মা, যোগেশ্বৰ হাজৰিকা, ডাঃ নৰেশ চন্দ্ৰ ধৰ, নৰেন্দ্ৰ নাথ খাউণ্ড আৰু দুৰ্গেশ্বৰ শৰ্মাই সেৱা আগবঢ়াইছিল।' ('সোণালী', ভৱেশ খাউণ্ড)

'প্ৰয়াত ৰাজুবালা খাউণ্ডক নৰেন শৰ্মা দাদাই বৰদেউতা চন্দ্ৰ খাউণ্ডক লৈ আহি ঘৰতে চাকৰি দিছিল। যিহেতু এগৰাকী শিক্ষয়িত্ৰী নহ'লে বালিকা বিদ্যালয়ে চৰকাৰী স্বীকৃতি নাপায়।' (সোণালী - ভৱেশ খাউণ্ড)

ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়খনি ছোৱালী এম.ভি. স্কুলৰ ভৰনতে আৰম্ভ কৰা হৈছিল। কিন্তু বিদ্যালয়ৰ স্থায়ী ঘৰ-দুৱাৰ আৰু মাটি নহ'লে চৰকাৰৰ পৰা স্বীকৃতি আৰু আৰ্থিক অনুদান পাব নোৱাৰি কাৰণে স্থানীয় বিদ্যানুৰাগী, সমাজসেৱী ৰাইজ বিদ্যালয়ৰ কাৰণে নিজাকৈ মাটি আৰু ঘৰৰ ব্যৱস্থাৰ প্ৰস্তাৱত ব্ৰতী হ'ল। এই ক্ষেত্ৰত সকলো বিষয়তে আগভাগ লোৱা নিজৰ গাঁঠিৰ ধন ভাঙি শ্বিলঙলৈ গৈ চৰকাৰৰ লগত যোগাযোগ ৰখা লোকজন আছিল প্ৰয়াত অমৰ নৰেন শৰ্মা ...।' (দেৰগাঁৱত নাৰী শিক্ষা - 'সোণালী' - ভৱেশ খাউণ্ড)

'ছ'চিয়েলিষ্ট পাৰ্টিৰ সম্পাদক হিচাপে অতি ব্যস্ততাৰ মাজেদিও দেৰগাঁৱত এখন উচ্চ মাধ্যমিক ইংৰাজী বালিকা বিদ্যালয় প্ৰতিষ্ঠা কৰিবৰ কাৰণে সিদ্ধান্ত কৰি আগ বাঢ়ি যায়। বিনা পইচাই এই হাইস্কুলত শিক্ষকতা কৰি এই উচ্চ ইংৰাজী বালিকা বিদ্যালয়খনি প্ৰতিষ্ঠা কৰে।' (শ্ৰদ্ধাৰ্ঘ - মোৰ স্মৃতিত নৰেন শৰ্মা - নলীন মহন্ত)

দেৰগাঁৱৰ ওচৰে-পাজৰে বহুতো মাধ্যমিক আৰু উচ্চ মাধ্যমিক বিদ্যালয় আছে। বৃহত্তৰ দেৰগাঁৱৰ শিক্ষাৰ ক্ষেত্ৰত এই অনুষ্ঠানবোৰে এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে। ইয়াৰ ভিতৰত কুৱালগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়, কাকডোঙা উচ্চতৰ মাধ্যমিক বিদ্যালয়, দেৰগাঁও বাপুজী উচ্চ মাধ্যমিক বিদ্যালয়, নেঘেৰিটিং উচ্চ মাধ্যমিক বিদ্যালয়, দেৰগাঁও টাউন উচ্চ মাধ্যমিক বিদ্যালয়, শংকৰদেৱ উচ্চ মাধ্যমিক বিদ্যালয়, গুৰযোগনীয়া উচ্চ মাধ্যমিক বিদ্যালয়, নাহৰণি উচ্চ মাধ্যমিক বিদ্যালয়, ৰঙামাটি উচ্চ মাধ্যমিক বিদ্যালয়, গুণীপ্ৰভা ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়, বৰুৱাবামুণ গাঁও উচ্চ মাধ্যমিক বিদ্যালয়, বাঁহগুৰি উচ্চ মাধ্যমিক বিদ্যালয়, দেৰগাঁও পুলিচ বেটেলিয়ান হাইস্কুল, দেৰগ্ৰাম ছোৱালী হাইস্কুল, কৰৈয়ানী উচ্চ মাধ্যমিক বিদ্যালয় আদি প্ৰধান। দেৰগাঁও নগৰৰ মাজ মজিয়াত থকা ইংৰাজী মাধ্যমৰ ডন বস্ক' উচ্চ মাধ্যমিক বিদ্যালয়খনিয়ে ইতিমধ্যে এখন উচ্চমানৰ শিক্ষানুষ্ঠান হিচাপে স্থান পাইছে। উল্লেখযোগ্য যে ২০০৮ চনত কুৱালগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়খনিৰো প্ৰাক্তন শিক্ষক, কৰ্মচাৰী আৰু ছাত্ৰৰ এক সমাৰোহ অনুষ্ঠিত কৰে। শ্ৰীবিপুল ঠাকুৰ অধ্যক্ষ হৈ থকা কালত এনে এক সমাৰোহ অনুষ্ঠিত কৰি স্কুলৰ আন্তঃগাঁথনিৰ বহু পৰিৱৰ্তন সাধে। এই উৎসৱক উপলক্ষ্য কৰি 'বোধিদ্ৰুম' নামৰ এখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। এই স্মৃতিগ্ৰন্থ সম্পাদনা কৰে নীলিমা দেৱী আৰু কল্পনা দত্ত বৰাই। এই স্কুলৰ এম.ই. পৰ্যায়তে স্বৰ্গীয় দুৰ্গেশ্বৰ শৰ্মা প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক আছিল। ১৯৫০ চনত এই স্কুল হাইস্কুললৈ উন্নীত হয়। ইয়াৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক আছিল কথাশিল্পী চৈয়দ আব্দুল মালিক; তেখেতে কেইমাহমানৰ পিছতে গুচি যাবলগা হোৱাত বেণীমাধৱ শৰ্মা প্ৰধান শিক্ষক হয় আৰু শ্ৰদ্ধাৰ ৰামেশ্বৰ পূজাৰী সহকাৰী প্ৰধান শিক্ষক হয়। শ্ৰদ্ধেয় ৰমাকান্ত বৰঠাকুৰে তেখেতৰ প্ৰয়াত পিতৃ পদ্মকান্ত বৰঠাকুৰৰ স্মৃতিত স্কুলৰ প্ৰৱেশদ্বাৰত এখনি সুন্দৰ তোৰণ নিৰ্মাণ কৰি দিছে। (বোধিদ্ৰুম)

১৯৯৬ চনত ঢেকিয়াল উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সোণালী জয়ন্তী অনুষ্ঠিত হয়। এই উপলক্ষে 'সোণালী' নামৰ এক স্মৃতিগ্ৰন্থ শ্ৰীঅনিল শইকীয়াৰ সম্পাদনাৰে প্ৰকাশিত হয়।

১৯৩৫ চনত দেৰগাঁও নগৰত প্ৰতিষ্ঠা হোৱা আন এখন উল্লেখযোগ্য হাইস্কুল ইন্দ্ৰাণী দেৱী হাইস্কুল। প্ৰয়াত পূৰ্ণদেৱ ঠাকুৰৰ ব্যক্তিগত উদ্যোগত দেৰগাঁও হাটখোলাত তেতিয়াৰ সেই এমই স্কুলৰ প্ৰধান শিক্ষক আছিল প্ৰয়াত ৰত্নেশ্বৰ দেৱশৰ্মা। কালক্ৰমত এই স্কুলখন প্ৰয়াত ঠাকুৰে বৰ্তমান হাইস্কুল থকা ঠাইলৈ তুলি আনে। পুৰণা স্কুল পৰিদৰ্শকৰ বহীত যতদূৰ সম্ভৱ ১৯৩৭ চনত সেই সময়ৰ DPI G.A. Small চাহাবে এই স্কুলৰ পৰিদৰ্শন কৰাৰ ৰিপৰ্ট মনত পৰে। ('ইন্দ্ৰাণী' - ইন্দ্ৰাণী দেৱী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ মহাৰজত জয়ন্তীৰ স্মৃতিগ্ৰন্থ।)

মিছামৰা অঞ্চলৰ ৰাইজৰ সহযোগত স্থাপন হোৱা মিছামৰা উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাপে শ্ৰদ্ধেয় নগেন বৰুৱাই দায়িত্ব গ্ৰহণ কৰে। ১৯৫৫ চনৰ পৰা ১৯৭২ চনলৈ সুদীৰ্ঘ সোতৰ বছৰ ধৰি এই বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাপে গোটেই অঞ্চলটো তেওঁ সকলো দিশতে আগ বঢ়াই নিয়ে। শিক্ষা, সংস্কৃতি আদি দিশত অতি পিছপৰা অঞ্চলটিয়ে বৰুৱাৰ নিচিনা এজন উচ্চ শিক্ষিত, উদ্যোগী, দেখনিয়াৰ চফল যুৱকক বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাপে পোৱাটো এটা গৌৰৱৰ কথা। ('জনহিতৈষী নগেন বৰুৱা' - পৃঃ ৩৭) প্ৰফুল্ল শইকীয়া আৰু গনেশ গোস্বামী এই শিক্ষানুষ্ঠানৰ অন্যতম পৃষ্ঠপোষক।

দেৰগাঁৱৰ শিক্ষাজগতৰ কথা আলোচনা কৰোঁতে দেৰগাঁৱৰ এসময়ৰ Brahmaputra Rice Mill ৰ স্বত্বাধিকাৰ, বিলাতত ইঞ্জিনিয়াৰিং শিক্ষাৰে শিক্ষিত মোহনলাল বায়নেৰালাৰ নাম স্মৰণ কৰিব লাগিব। তেখেতে কেবাখনো হাইস্কুলৰ কাৰণে মাটি দান কৰাৰ উপৰি আৰ্থিক সাহায্যও আগ বঢ়াইছিল। উল্লেখযোগ্য যে দেৰগাঁৱৰ প্ৰথম ইংৰাজী মাধ্যমৰ স্কুল 'শিশু ভাৰতী' তেওঁৰ অনুদানেৰে স্থাপিত হৈছিল। তদুপৰি দেৰগাঁৱত এখন বি.এড. স্কুল স্থাপনৰ কাৰণে দেৰগাঁৱৰ মধ্যস্থানত প্ৰায় ডেৰকঠা মাটি আৰু ঘৰ দান কৰে।

'কেৱল ছোৱালী হাইস্কুল প্ৰতিষ্ঠা কৰিয়েই নৰেন শৰ্মা ক্ষান্ত নাছিল। বাপুজী মন্দিৰত অনুষ্ঠিত এখনি ৰাজহুৱা সভাত তেওঁ প্ৰস্তাৱ কৰিলে দেৰগাঁৱত এখন কলেজ পাতিব লাগে। সাধাৰণ নিৰ্বাচনৰ আগত নৰেন শৰ্মাৰ এই প্ৰস্তাৱ ৰাজনৈতিক চাল বুলি কিছুমানে প্ৰশ্ন কৰিলে, নৰেন শৰ্মাই দৃঢ় কণ্ঠে কৈছিল আগন্তুক নিৰ্বাচনত কংগ্ৰেছে প্ৰাৰ্থী কাক দিয়ে-নিদিয়ে, নিৰ্বাচন হওক বা নহওক প্ৰশ্ন নুঠে। দেৰগাঁৱত কলেজ হ'বই লাগিব। কামৰ মানুহ নৰেন শৰ্মা। হাতেকামে কৰি দেখুৱালে, সংগঠন কৰিলে, দান-বৰঙণি সংগ্ৰহ কৰিলে, ঘৰে ঘৰে গ'ল, কমল দুৱৰাক লগ কৰিলে, দান ল'লে, চৰকাৰৰ সাহায্য ল'লে - কমল দুৱৰা কলেজ প্ৰতিষ্ঠা হ'ল। (শ্ৰদ্ধাৰ্ঘ - মোৰ দৃষ্টিত নৰেন শৰ্মা - নলীন মহন্ত।)

সেই সময়ৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাৰ অনুগ্ৰহত তিনিবছৰৰ ভিতৰত কলেজ ঘাটি মঞ্জুৰীৰ অধীনলৈ আহিল।

দেৰগাঁও কমল দুৱৰা কলেজ দেৰগাঁৱৰ উচ্চ শিক্ষাৰ একমাত্ৰ অনুষ্ঠান। শ্ৰদ্ধেয় নৰেন শৰ্মাই দেৰগাঁৱৰ উচ্চ শিক্ষাৰ বাটকটীয়া। এই উচ্চ শিক্ষাৰ অনুষ্ঠানটিৰ অধ্যক্ষ হিচাপে সেই সময়ত যোৰহাট জগন্নাথ বৰুৱা কলেজত দৰ্শনৰ অধ্যাপক হিচাপে কাম কৰি থকা প্ৰয়াত হৰকান্ত মহন্তদেৱক নিযুক্তি দিয়ে। অফুৰন্ত কৰ্ম শক্তিৰ অধিকাৰী শ্ৰদ্ধেয় হৰকান্ত মহন্তই মহাবিদ্যালয়খনি অতি কম সময়তে অধিক গতিশীল কৰি তুলিলে। শ্ৰদ্ধেয় দুৰ্গানাথ কাকতি এই মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক সভাপতি। শ্ৰদ্ধেয় যোগেশ্বৰ হাজৰিকা, বেণীমাধৱ শৰ্মা, ৰামেশ্বৰ পূজাৰী সদস্য আৰু নগেন বৰুৱা, প্ৰফুল্ল শৰ্মা যুটীয়া সম্পাদক। গোলাঘাটৰ চিৰনমস্য ধৰ্মপ্ৰাণ ব্যক্তি শ্ৰদ্ধেয় কমল দুৱৰাদেৱে তেখেতৰ সমগ্ৰ জীৱনৰ সঞ্চিত ধন পঞ্চাছ হাজাৰ টকা এই মহাবিদ্যালয়ৰ কাৰণে দান কৰিলে। সেয়ে এই অনুষ্ঠান তেখেতৰ নামত নামকৰণ কৰা হ'ল।

প্ৰতিষ্ঠাপক অধ্যক্ষ হৰকান্ত মহন্ত ১৯৭৬ চনত পৰলোকপ্ৰাপ্তি হয়। কিন্তু তেখেতৰ মৃত্যুৰ পিছত উপাধ্যক্ষ নীলপদ্ম ফুকনে তেখেতৰ গতিশীলতা অটুট ৰাখিবলৈ চেষ্টা কৰিছিল। তেখেত উপাধ্যক্ষ হৈ থকাৰ সময়ৰ পৰা অধ্যক্ষ হৈ অৱসৰ লোৱা পৰ্যন্ত নিৰন্তৰে এই অনুষ্ঠানটো গঢ় দিয়াত কাৰ্পণ্য কৰা নাছিল। এই সময়ছোৱাৰ ভিতৰতে কলেজৰ অডিটৰিয়াম, কলেজৰ পুথিভঁৰাল, ষ্টেডিয়াম নিৰ্মাণ, শ্ৰেণীকোঠা নিৰ্মাণ, শিক্ষক জিৰণি কোঠা নিৰ্মাণ, যাদুঘৰ নিৰ্মাণ, কলেজৰ মূল প্ৰৱেশদ্বাৰ আৰু তোৰণ নিৰ্মাণ, কেণ্টিন নিৰ্মাণ, ছাত্ৰ জিৰণি কোঠা নিৰ্মাণ, পানী যোগানৰ ব্যৱস্থা, বিজ্ঞানাগাৰসমূহ নিৰ্মাণ, নতুন বিভাগ খোলা, অৰ্থনীতিত স্নাতকোত্তৰ শ্ৰেণী খোলা, সকলো বিষয়তে অনাৰ্চ খোলা, কলেজৰ দাতা কমল দুৱৰাৰ আৱক্ষ মূৰ্তি স্থাপনৰ উপৰি সমবায় বেচা-কিনা দোকান নিৰ্মাণ ইত্যাদি। ছাত্ৰ-ছাত্ৰীৰ ইউনিফৰ্ম প্ৰথমবাৰৰ বাবে বাধ্যতামূলক কৰা হয়। উল্লেখযোগ্য ইয়াৰ আগতে অসমৰ কোনো মহাবিদ্যালয়তেই ইউনিফৰ্মৰ নিয়ম নাছিল। শ্ৰীনীলপদ্ম ফুকন অধ্যক্ষ হৈ থকাৰ সময়ত কলেজৰ ছাত্ৰ-ছাত্ৰীসকলে তৰ্ক প্ৰতিযোগিতা, খেলাধূলা, সংগীত, পৰীক্ষাৰ ফলাফল সকলো ক্ষেত্ৰতে সুনাম অৰ্জন কৰিছিল। তেখেতে দক্ষ ফুটবলাৰ আৰু ক্ৰিকেটাৰ নিৰ্বাচন কৰাৰ বাবে আন্তঃশ্ৰেণী প্ৰতিযোগিতাৰ প্ৰচলন কৰিছিল। তেখেতে বনুৱা নিয়োগ কৰি মাটি খন্দাই মাটিৰ তলত পোতগৈ থকা ৰাজেশ্বৰ সিংহৰ দিনৰ পাটনাদ উদ্ধাৰ কৰে আৰু তাত ফলক অঁৰাৰ ব্যৱস্থা কৰে। দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয় অসমৰ সৰ্বপ্ৰথম কলেজ য'ত Indira Gandhi Open University ১৯৮৯ চনত প্ৰতিষ্ঠা হয়।

এই কলেজৰ প্ৰগতিৰ প্ৰতি লক্ষ্য কৰি সেই সময়ৰ অসমৰ মুখ্য মন্ত্ৰী প্ৰয়াত হিতেশ্বৰ শইকীয়াই এই কলেজ উজনি অসমৰ 'কটন কলেজ' বুলি আখ্যা দিছিল।

এই মহাবিদ্যালয়ে আধুনিক দেৰগাঁও নিৰ্মাণত বিশেষ অৰিহণা যোগাইছে।

**সাহিত্য-সংস্কৃতি ঃ**

শিক্ষাৰ লগতে এখন ঠাইৰ সাহিত্য-সংস্কৃতিয়ে সেই ঠাইত জনসাধাৰণৰ মানসিক সমৃদ্ধিৰ প্ৰতিবিম্বত কৰে। দেৰগাঁৱৰ সাহিত্য-সংস্কৃতিৰ পথাৰখনৰ কথা মনলৈ আহোঁতে প্ৰথমে দেৰগাঁও সাহিত্য সভাৰ কথাবোৰ ক'ব লাগিব।

দেৰগাঁও সাহিত্য সভাখনি দেৰগাঁৱৰ প্ৰাচীন বাজহুৱা অনুষ্ঠানসমূহৰ ভিতৰত এটা। ১৯২৪ চনতে প্ৰতিষ্ঠা হোৱা এই অনুষ্ঠানটিৰ প্ৰথম সম্পাদক আছিল স্বৰ্গীয় ত্ৰৈলোক্য নাথ শৰ্মা। তেখেতে ১৯৩৩ চন পৰ্যন্ত এই সভাৰ সম্পাদকৰ দায়িত্বত আছিল। তাৰ পিছৰ গৰাকী সম্পাদক স্বৰ্গীয় চাৰু চন্দ্ৰ গোস্বামী। তেখেত সম্পাদক হৈ থাকোঁতেই ১৯৩৪ চনত প্ৰথম মুকলি অধিৱেশন অনুষ্ঠিত হয়। বহু বছৰলৈকে এই সভাৰ স্থায়ী সভাপতি নথকাত স্বৰ্গীয় ত্ৰৈলোক্য নাথ শৰ্মা, স্বৰ্গীয় চাৰু চন্দ্ৰ গোস্বামী, স্বৰ্গীয় পদ্মেশ্বৰ বৰঠাকুৰ, স্বৰ্গীয় ঈশেশ্বৰ বৰঠাকুৰ, স্বৰ্গীয় জীৱেশ্বৰ হাজৰিকা, স্বৰ্গীয় নৰেন্দ্ৰনাথ শৰ্মা, মোক্ষনাথ ফুকন, স্বৰ্গীয় চন্দ্ৰনাথ খাউণ্ড, স্বৰ্গীয় প্ৰেমধৰ ৰাজখোৱা, স্বৰ্গীয় শিৱকান্ত পূজাৰী, স্বৰ্গীয় গোলাপ দুৱৰা, স্বৰ্গীয় ধীৰেন্দ্ৰনাথ দত্ত, স্বৰ্গীয় দুৰ্গানাথ কাকতি আদিসকলে সময়ে সময়ে এই সভাত সভাপতি হিচাপে সভা পৰিচালনা কৰে।

১৯৬৫ চনত স্বৰ্গীয় যোগেন্দ্ৰনাথ খাউণ্ডদেৱে তেখেতৰ পিতৃ শিক্ষাবিদ স্বৰ্গীয় চন্দ্ৰনাথ খাউণ্ডৰ নামত একঠা মাটি সাহিত্য সভাৰ কাৰণে দান দিয়ে। সেই সময়ত সাহিত্য সভাৰ সভাপতি স্বৰ্গীয় গোলাপ চন্দ্ৰ পূজাৰী, উপসভাপতি স্বৰ্গীয় ৰবীন্দ্ৰনাথ হাজৰিকা, সম্পাদক স্বৰ্গীয় মুক্তানাথ দত্ত আৰু সহকাৰী সম্পাদক শ্ৰীপ্ৰফুল্ল বৰা। ১৯৭১ চনত অধ্যক্ষ হৰকান্ত মহন্ত দেৰগাঁও সাহিত্য সভাৰ সভাপতি, শ্ৰীনগেন ঠাকুৰ সম্পাদক আৰু শ্ৰীঅতুল গোস্বামী আৰু হৰেণ শৰ্মাই যুটীয়া সহকাৰী সম্পাদক হিচাপে দায়িত্ব গ্ৰহণ কৰে। স্বৰ্গীয় লক্ষ্মীকান্ত মহন্ত আৰু নীলপদ্ম ফুকনেও এই ভৱন নিৰ্মাণৰ সময়ত প্ৰতিজনে এক বাণ্ডোলকৈ টিনপাট দান কৰে। সেই কাৰ্যনিৰ্বাহকৰ দিনতেই দেৰগাঁও সাহিত্য সভাৰ ভৱন নিৰ্মাণ হয়। ১৯৭৪ চনত এই সাহিত্য সভাৰ সোণালী জয়ন্তী উদযাপন কৰা হয়। সেই সময়ত সাহিত্য সভাৰ সভাপতি আছিল স্বৰ্গীয় হৰকান্ত মহন্ত আৰু সম্পাদক শ্ৰীনগেন ঠাকুৰ। প্ৰফুল্ল চন্দ্ৰ বৰা সোণালী জয়ন্তী স্মৃতিগ্ৰন্থৰ সম্পাদক আছিল। হৰকান্ত মহন্তৰ পিছত ৰবীন হাজৰিকা, মুক্তানাথ দত্ত, লক্ষ্মীকান্ত মহন্ত, অতুল গোস্বামী, নীলপদ্ম ফুকন, প্ৰদ্যুৎ মহন্ত, ভূপেন বৰঠাকুৰ, অতুল মহন্তই সভাপতিৰ আসন শুৱনি কৰে আৰু সম্পাদকৰ পদ অলংকৃত কৰাসকল হ'ল - পদ্মেশ্বৰ বৰঠাকুৰ, প্ৰফুল্ল শৰ্মা, অম্বিকা ঠাকুৰ, দুলাল বৰদলৈ, নগেন ঠাকুৰ, ভদ্ৰেশ্বৰ বৰা, ড° গিৰীশ বৰুৱা, অৰুণ শৰ্মা, বিচিত্ৰভূষণ কলিতা, সপোনজ্যোতি ঠাকুৰ, প্ৰতাপ কন্দলি, তপন হাজৰিকা আৰু সঞ্জয় হাজৰিকা।

১৯৮১ চনত দেৰগাঁও সাহিত্য সভাৰ আমন্ত্ৰণক্ৰমে দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ত শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ চতুৰ্থ বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হয়। এই অধিৱেশনৰ আদৰণী সমিতিৰ সভাপতি আছিল স্বৰ্গীয় যোগেশ্বৰ হাজৰিকা, কাৰ্যকৰী সভাপতি নীলপদ্ম ফুকন আৰু সম্পাদক অতুল গোস্বামী। এই অধিৱেশনত ড° কুতুবুদ্দিন আহমেদে সম্পাদনা কৰা এখন মূল্যবান স্মৃতিগ্ৰন্থ প্ৰকাশ পায়। সভাপতি অতুল গোস্বামী আৰু সম্পাদকদ্বয় বিচিত্ৰভূষণ কলিতা আৰু সপোনজ্যোতি ঠাকুৰৰ প্ৰচেষ্টাত শ্ৰীযুতা বৰদা দেৱীয়ে তেওঁৰ পুত্ৰ অজিত বৰঠাকুৰৰ নামত এখনি তোৰণ নিৰ্মাণৰ কাৰণে অনুদান আগ বঢ়ায়।

১৯৯৭ চনত দেৰগাঁও সাহিত্য সভাক অসম সাহিত্য সভাৰ কেন্দ্ৰীয় সমিতিয়ে দিয়া নিৰ্দেশ অনুযায়ী 'লক্ষ্মীনাথ ফুকন জন্ম শতবাৰ্ষিকী' উদযাপন কৰা হয়। এই সম্পৰ্কে গঠিত হোৱা সমিতিত শ্ৰীনীলপদ্ম ফুকন সভাপতি আৰু শ্ৰীঅতুল গোস্বামী সম্পাদকৰ দায়িত্বত আছিল। এই উপলক্ষে শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰাৰ সম্পাদনাত 'লক্ষ্মীনাথ ফুকন' নামৰ এখন স্মৃতিগ্ৰন্থ প্ৰকাশ পাইছিল।

এই উদ্‌যাপনৰ উপলক্ষত হেমচন্দ্ৰ বৰুৱাৰ এটি আৱক্ষ মূৰ্তি সাহিত্য সভাৰ চৌহদত প্ৰতিষ্ঠা কৰা হয়। উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ নিৰ্দেশক্ৰমে ১৯৮৬ চনৰ ১০ জুনত হেমচন্দ্ৰ বৰুৱাৰ ডেৰশ বছৰীয়া জন্ম বাৰ্ষিকী দেৰগাঁও বাপুজী মন্দিৰত অনুষ্ঠিত হয়। এই সভাত সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামী আৰু সম্পাদক অমল ৰাজখোৱা উপস্থিত থাকে। সভাৰ উদ্বোধনী ভাষণ দিয়ে সাহিত্য অকাডেমী তথা জ্ঞানপীঠ বঁটা বিজয়ী স্বৰ্গীয় বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই।

ইতিমধ্যে দেৰগাঁও সাহিত্য সভাৰ মূল ঘৰটোৰ ভেটি খহি গোটেই ঘৰটো তললৈ খহি পৰাত, বতাহত টিনপাতবোৰ উৰি যোৱাত, মুধচটো খহি পৰাত আৰু তাৰ লগে লগে চিলিং আদি ভাগি পৰাত সেই সময়ৰ সভাপতি নীলপদ্ম ফুকনে সেই সময়ত সাংসদ শ্ৰদ্ধেয় তৰুণ গগৈ আৰু বিধায়িকা সুশীলা হাজৰিকাৰ পৰা ক্ৰমে একলাখ আৰু ষাঠি হাজাৰ টকা সংগ্ৰহ কৰি দেৰগাঁও সাহিত্য সভাৰ মূলঘৰ, দুৱাৰ, খিৰিকি আৰু বাৰান্দা পুনৰ নিৰ্মাণ কৰাই নহয়, ঘৰটোৰ লগত সংলগ্ন কৰি এটি মঞ্চও সাজি উলিয়ায়। তাৰ বাহিৰেও ফেন আৰু লাইটৰ নতুন ওৱায়াৰিং কৰি ফেন লগাই ঘৰটো ব্যৱহাৰৰ উপযোগী কৰি তুলিলে। চাৰিওফালৰ অসম্পূৰ্ণ বেৰ সম্পূৰ্ণ কৰি পৌৰসভাৰ পৰা দমকল আনি বহুৱাই প্ৰস্ৰাৱগাৰৰ ব্যৱস্থা কৰে। সেই সময়ত সম্পাদক আছিল প্ৰতাপ কন্দলি। বৰ্তমান দেৰগাঁও সাহিত্য সভা এটা অতি সক্ৰিয় অনুষ্ঠান। দেৰগাঁৱৰ ভাষা, সাহিত্য, সংস্কৃতিৰ এক প্ৰাণকেন্দ্ৰ। পৰৱৰ্তী সভাপতি প্ৰদ্যুৎ মহন্ত আৰু সম্পাদক তপন হাজৰিকা আৰু ভূপেন বৰঠাকুৰ আৰু সম্পাদক সঞ্জয় হাজৰিকাই ইয়াৰ উন্নয়ন অব্যাহত ৰাখে। বৰ্তমান এই সাহিত্য সভাৰ সভাপতি অতুল মহন্ত, উপ-সভাপতি শৰৎ ৰাণা বৰা আৰু সম্পাদক সঞ্জয় হাজৰিকা। অসম সাহিত্য সভাৰ ধেমাজি অধিৱেশনত কেইজনমান ব্যক্তিয়ে দেৰগাঁৱলৈ সভাৰ একসপ্ততিতম অধিৱেশনখন আমন্ত্ৰণ কৰি আনে।

কোনো এক ঠাইৰ কলা-সংস্কৃতিৰ মানে সেই ঠাইৰ সাংস্কৃতিক মনৰ পৰিচয় দিয়ে। সংগীত আৰু নাট্য চৰ্চাই দেৰগাঁৱৰ সাংস্কৃতিক জীৱনত আগৰেপৰাই এক বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে।

১৮ শ শতিকাত নেঘেৰিটিং শিৱ মন্দিৰত ভক্তিমূলক গীত সম্বলিত দেৱদাসী নৃত্যৰ প্ৰচলন আছিল। সাহিত্য ৰত্ন চন্দ্ৰধৰ বৰুৱাই সেই শিৱ মন্দিৰত Musician and Female Dancer থকা কথাটো কামৰূপ অনুসন্ধান সমিতিৰ পত্ৰিকাত উল্লেখ কৰিছে। (JARS, vol VIII, No. 1, 1941) (সম্পাদনাৰ মেজৰ পৰা প্ৰসন্ন কুমাৰ ফুকন সম্পাদিত দেৰগাঁৱৰ নাট্য আন্দোলন - লেখক শ্ৰীৰবীন্দ্ৰনাথ হাজৰিকা) কিন্তু কালক্ৰমত এই দেৱদাসী নৃত্য নটী নাচ আৰু চোকোৰা নাচলৈ অৱনমিত হৈছিল। ১৯১৯ চনত এমেচাৰ থিয়েটাৰ নামৰ এক নাট্য গোষ্ঠীৰ জন্ম হৈছিল। কিন্তু উদ্যোক্তাসকলৰ উদাসীন মনোভাৱৰ কাৰণে এই নাট্যগোষ্ঠী মৃত্যুৰ মুখত পৰে। ইয়াৰ পিছত একতা নাট্য মন্দিৰ আৰু অসমীয়া নাট্য মন্দিৰ নামৰ দুটি নাট্য মন্দিৰৰ জন্ম হয়। এই নাট্য মন্দিৰৰ উদ্যোক্তাসকলৰ ভিতৰত পানীৰাম নাথ, কান্তিৰাম নাথ, ৰাধানাথ ফুকন, আনন্দি ফুকন, মুক্তানাথ ফুকন, মহেন্দ্ৰনাথ বাপুবৰুৱা, মাণিক চন্দ্ৰ গোস্বামী, মুনি চন্দ্ৰ ভট্টাচাৰ্য, চন্দ্ৰ মহন্ত, শ্ৰীধৰ দত্ত, কিৰণ দত্ত আৰু কৃষ্ণাই ৰাজপুত আদিয়েই প্ৰধান। ১৫/১৬ বছৰ ধৰি দুৰ্গাপূজাত অভিনয় কৰি থকাৰ উপৰি বহু বছৰ নিৰৱচ্ছিন্নভাৱে সক্ৰিয় হৈ দেৰগাঁও নাট্য আন্দোলনৰ এটি দিশ নিৰ্ণয় কৰিবলৈ সক্ষম হয়। (দেৰগাঁৱৰ নাট্য আন্দোলন - ৰবীন্দ্ৰনাথ হাজৰিকা)

১৯৩০ চন মানৰ পৰা একতা নাট্য মন্দিৰৰ ভাঙোন আৰম্ভ হোৱাত তাৰ সহযোগীসকলে বিশেষকৈ ঈশেশ্বৰ বৰঠাকুৰ, ডিম্বেশ্বৰ মিৰি বৰুৱা, লক্ষ্মী কাথবৰুৱা, দুৰ্গানাথ কাকতি, হৰি প্ৰসাদ খাউণ্ড, কেশৱকান্ত বেজবৰুৱা প্ৰমুখ্যে ভালেখিনি সভ্যই দেৰগাঁৱৰ কেন্দ্ৰস্থলত এক নাট্য অনুষ্ঠান পাতিবলৈ সিদ্ধান্ত কৰে। ইয়াৰ ফলশ্ৰুতি হিচাপে দেৰগাঁও টাউন ক্লাৱৰ জন্ম হয়। ইয়াৰ সমান্তৰালভাৱে ১৯২৮ চনত লক্ষেশ্বৰ পূজাৰী, বোধেশ্বৰ ঠাকুৰ, শশীধৰ গোস্বামী প্ৰমুখ্যে এটা দলে 'ধৰ্ম নাট্য মন্দিৰ নামকৰণেৰে নাটঘৰৰ জন্ম দিয়ে।। ১৯৩০ চনত পদ্মনাথ ঠাকুৰে দান দিয়া মাটিত ধৰ্ম নাট্য মন্দিৰ স্থাপন হয়। ১৯৪৮ চনত ধৰ্ম নাট্য মন্দিৰকেই বাপুজী মন্দিৰ নামকৰণ কৰা হয়। এই বাপুজী মন্দিৰে দেৰগাঁৱৰ সাংস্কৃতিক জীৱনত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। বাপুজী মন্দিৰৰ

সৰ্বপ্ৰথম সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰা ব্যক্তিজন আছিল অসমৰ এজন খ্যাতনামা অভিনেতা তথা সমাজকৰ্মী শ্ৰদ্ধেয় অমৰ শৰ্মাদেৱ আৰু এই পৰিচালনা সমিতিৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰিছিল শ্ৰদ্ধাৰ কেশৱকান্ত বেজবৰুৱাদেৱে। এই দুয়োগৰাকী ব্যক্তিৰ কাৰ্যকালত দেৰগাঁও বাপুজী মন্দিৰৰ সৰ্বাংগীন উন্নতি হয়। স্বীকাৰ্য যে সাহিত্যিক অৰুণ গোস্বামী আৰু সভাপতি আৰু সম্পাদক ক্ৰমে বসন্ত গোস্বামী আৰু অপূৰ্ব ঠাকুৰৰ নেতৃত্বত এই অনুষ্ঠানটি বৰ্তমান এটি সুন্দৰ অনুষ্ঠান হিচাপে গঢ় লৈ উঠিছে। বৰ্তমান জীৱিতসকলৰ ভিতৰত কমল ঠাকুৰ আৰু প্ৰদীপ বৰঠাকুৰ জেষ্ঠ অভিনেতা। পুতু হাজৰিকা, অনু দেৱী, জয়ন্তী গোহাঁই, তৰু দেৱী, ৰেণু দেৱীয়ে সহ-অভিনয়ৰ আৰম্ভ কৰিছিল।

দুবছৰ অস্থায়ীভাৱে ৰভা দি অভিনয় কৰাৰ পিছত ১৯৩৯ চনত দেৰগাঁৱৰ চাব-ডেপুটি কলেক্টৰ দীননাথ শৰ্মাৰ সহায়ত আৰু স্বৰ্গীয় চন্দ্ৰনাথ খাউণ্ড, ঈশেশ্বৰ বৰঠাকুৰ, দুৰ্গানাথ কাকতি, ডিম্বেশ্বৰ মিৰি বৰুৱা, পদ্মেশ্বৰ বৰঠাকুৰ আৰু শিৱকান্ত পূজাৰীৰ ঐকান্তিক প্ৰচেষ্টাত বৰ্তমান দেৰগাঁও টাউন ক্লাব ভৱন থকা ঠাইখন শিৱসাগৰ জিলা উপায়ুক্তই মঞ্জুৰ কৰে। (দেৰগাঁৱৰ নাট্য আন্দোলন - ৰবীন্দ্ৰনাথ হাজৰিকা) কিন্তু বহুদিনধৰি এই অনুষ্ঠানটি অৱহেলিত হৈ থকাৰ পিছত শ্ৰীনীলপদ্ম ফুকনক সভাপতি, শ্ৰীভুপেন বৰঠাকুৰক কাৰ্যকৰী সভাপতি আৰু শ্ৰীগোপালকৃষ্ণ খাউণ্ডক সম্পাদক কৰি এখনি কাৰ্যনিৰ্বাহ সমিতি গঠন কৰি দিয়ে। কাৰ্যকৰী সভাপতি শ্ৰীভুপেন বৰঠাকুৰে ৰাজ্যসভাৰ সদস্য ইন্দ্ৰমণি বৰাৰ পৰা ৫ লাখ টকাৰ এটা অনুদান আনে। তাৰে কিছু টকাৰে ভাগি যোৱা ষ্টেজটো আংশিক পুনৰ নিৰ্মাণ কৰা হয়। বৰ্তমান এই সমিতিখনৰ ঠাইত নতুন সমিতি গঠন হয়। শ্ৰীৰাজীৱ বৰঠাকুৰ ইয়াৰ সভাপতি আৰু শ্ৰীপবিত্ৰ ঠাকুৰ আৰু শ্ৰীগোপালকৃষ্ণ খাউণ্ড ইয়াৰ যুটীয়া সম্পাদক।

দেৰগাঁৱৰ নাট্য আন্দোলনৰ কথা আলোচনা কৰিলেই শ্ৰদ্ধেয় ভোলা হাজৰিকালৈ মনত পৰে। ১৯৬৪ চনৰ পৰা ৪ বছৰ ধৰি সদৌ অসম ভিত্তিত অনুষ্ঠিত অমৰ শৰ্মা পূৰ্ণাংগ নাট সমাৰোহে অসমৰ বিভিন্ন নাট্যদলক দেৰগাঁৱত অভিনয় কৰিবলৈ এক সুযোগ দিয়াই নহয় ই দেৰগাঁৱৰ নাট্য আন্দোলন অধিক গতিশীল কৰি তুলি দেৰগাঁৱৰ সাংস্কৃতিক পৰিৱেশক এক নতুন মাত্ৰা দিলে।

দেৰগাঁৱৰ সাংস্কৃতিক পথাৰখনৰ কথা আলোচনা কৰোঁতে কেইজনমান ব্যক্তিৰ কথা উল্লেখ নকৰিলে আলোচনা আধৰুৱা হৈ ৰ'ব। দেৰগাঁৱৰ সাংস্কৃতিক জীৱনলৈ তেওঁলোকে আগ বঢ়োৱা অৱদানে দেৰগাঁৱলৈ গৌৰৱ কঢ়িয়াই আনিলে। এই সম্পৰ্কত ডাঃ উপেন কাকতিৰ কথা স্মৰণ কৰিব লাগিব। অসমৰ কেইজনমান বিশিষ্ট ব্যক্তিয়ে তেওঁৰ বিষয়ে কৰা মন্তব্যই সেই কথা প্ৰতীয়মান কৰিছে। ড° লক্ষ্মীনন্দন বৰাই তেওঁৰ মৃত্যুত শোকাকুল হৈ কৈ উঠিছিল — 'দেহাৱসান হোৱা উপেন অসমৰ কলা জীৱনৰ এটা জ্যোতিষ্ক হৈ ৰ'ল আৰু আমাৰ অন্তৰবোৰত এটি অতি বেদনাময় লয় থৈ গ'ল। উপেন নক্ষত্ৰ হৈ উপজিছিল আৰু নক্ষত্ৰ হিচাপে গুচি গ'ল যদিও আমাৰ ক'লা-সংগীত অনুৰাগীসকলৰ মাজত ভাস্কৰ নক্ষত্ৰ হিচাপে থাকি গ'ল। ইয়াতেই তেওঁৰ জনমৰ সাৰ্থকতা'। (ড° লক্ষ্মীনন্দন বৰা — 'মন ক্ষণে ক্ষণে বিনায়', দেৰগাঁও সাহিত্য সভা, সম্পাদনা শ্ৰীঅতুল গোস্বামী)

ড° ভূপেন হাজৰিকাই তেওঁৰ মৃত্যু বেদনা অনুভৱ কৰি কৈছিল, 'শক্তিশালী বোলছবি সুৰ কথাৰে সজাই অসমীয়া সহস্ৰ সহস্ৰ শ্ৰোতাৰ আদৰৰ উপেন হৈ উঠিল। তেওঁৰ কেইটিমান যুগজয়ী গীতত কণ্ঠদান কৰি ময়ো নিজকে ধন্য মানিছিলোঁ। উপেনৰ গীত ৰচনাত, সুৰ সংযোজনাত আৰু কণ্ঠদানত অসমৰ মাটিৰ সুগন্ধি আছিল; সৃজনা, প্ৰতিভা প্ৰকাশত স্বকীয়তা আছিল'। (ড° ভূপেন হাজৰিকা — মন ক্ষণে ক্ষণে বিনায় কিয়, সম্পাদনা শ্ৰীনৃপাংক শইকীয়া)

জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদ দেৰগাঁৱলৈ গৌৰৱ কঢ়িয়াই অনা এগৰাকী শিল্পী। আজান ফকীৰে ৰচনা কৰা জিকিৰ আৰু জাৰী গীতৰ ওজা প্ৰয়াত ৰেকিবুদ্দিন আহমেদৰ জন্মস্থান দেৰগাঁৱৰ বালিবাটত। জিকিৰ জাৰী গীত প্ৰচাৰৰ ক্ষেত্ৰত নাহৰণি অঞ্চলেই বাটকটীয়া। জিকিৰ আৰু জাৰীৰ জৰিয়তে অসমৰ সামাজিক আৰু সাংস্কৃতিক জীৱনত সম্প্ৰীতিৰ আৰু সংহতিৰ বুনিয়াদ প্ৰতিষ্ঠা কৰিবলৈ আহমেদে আজীৱন প্ৰয়াস কৰিছিল। 'আজান ফকীৰ ৰচিত জিকিৰ আৰু জাৰী গীতবোৰ ক্ৰমাৎ জনপ্ৰিয়তা লাভ কৰি অহাত দেৰগাঁৱৰ সাংস্কৃতিক জগতত সৌন্দৰ্যৰ বহন চৰাইছে।' (দেৰগাঁৱৰ চমু পৰিচয় — ডালিম পাঠক, পৃঃ ৯৮)। শ্ৰীবিতোপন ফুকন আৰু শ্ৰীশিৱ ভট্টৰ দ্বাৰা পৰিচালিত দুখন চিত্ৰকলা বিদ্যালয় আছে। শ্ৰীদীলিপ শইকীয়া, শ্ৰীঅভিজিৎ কাকতি, শ্ৰীসুমন্ত বৰঠাকুৰ, শ্ৰীহৰেণ মহন্ত আদি ব্যক্তিসকল সংগীতৰ লগত বিশেষভাৱে জড়িত হৈ আছে। সৰ্বপ্ৰথম অনাতাঁৰ গায়ক, দেৰগাঁৱৰ এগৰাকী সংগীতশিল্পী কলন্দৰ শ্বাহে চিদা শৰ্মাই ৰচনা কৰা গীতবোৰত সুৰ দিছিল। সংগীতৰ ক্ষেত্ৰত প্ৰয়াত আনন্দ মহন্তৰ বিশেষ অৱদান আছে।

### শিল্প- উদ্যোগ ঃ

দেৰগাঁৱত ৰাজহুৱা, ব্যক্তিগত খণ্ডৰ কোনো ডাঙৰ উদ্যোগ নাই। স্বৰ্গীয় নৰেন শৰ্মা অসম সমবায় সমিতিৰ সভাপতি হৈ থাকোঁতে ৰাজহুৱা খণ্ডত দেৰগাঁৱৰ বৰুৱাবামুণ গাঁৱত চেনিকল প্ৰতিষ্ঠা কৰিছিল। এই উদ্যোগত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে প্ৰায় দেৰহাজাৰ পৰিয়াল জড়িত হৈ পৰিছিল। কিন্তু চৰকাৰৰ ভুল নীতি আৰু কৰ্মচাৰীসকলৰ অসহযোগিতাই ইয়াক ধ্বংসৰ পথলৈ ঠেলি দিলে। অন্যহাতেদি স্বৰ্গীয় নগেন বৰুৱা এমএলএ হৈ থাকোঁতে ডাবিডুবিত বহুত কষ্ট কৰি অংশ বিক্ৰী কৰি এটি সূতাকল স্থাপন কৰিছিল। এই উদ্যোগটোও পৰিচালনাৰ দুৰ্বলতাৰ কাৰণে বন্ধ হৈ গ'ল।

দেৰগাঁৱৰ আশেপাশে প্ৰায় ১১ খন বৃহৎ চাহ বাগিচা আছে। এইবিলাকৰ কেইখনমান Tea Corporation আৰু বাকী কেইখাখনো ব্যক্তিগত খণ্ডৰ। বৰ্তমান দেৰগাঁৱৰ আশেপাশে প্ৰায় দুশখনমান ক্ষুদ্ৰ চাহ বাগান হৈছে। ইয়াত বহুতো উদ্যোগী ডেকাৰ সংস্থাপন হৈছে। বৰ্তমান দেৰগাঁৱত ব্যক্তিগত খণ্ডত স্থাপন হোৱা কেইবাটাও উদ্যোগ আছে। এইবিলাকৰ ভিতৰত উল্লেখযোগ্য উদ্যোগকেইটা হ'ল দুটা খোৰা পানী বটলত ভৰোৱা উদ্যোগ, দুটা চাহপাত উৎপাদন কৰা উদ্যোগ, বিজুলীবাতি সঁজুলি তৈয়াৰ কৰা উদ্যোগ, এটা এলুমিনিয়াম উদ্যোগ, মিঠাতেলৰ মিল আৰু পাঁচটা কাঠৰ মিল। ইয়াৰ বাহিৰেও নাহৰণি অঞ্চলত আতৰ তৈয়াৰ কৰা কেইবাটাও কুটীৰ উদ্যোগ আছে। এই উদ্যোগবোৰে দেৰগাঁৱৰ অৰ্থনীতিত প্ৰভাৱ পেলাইছে।

### দেৰগাঁও নগৰ সমিতি তথা পৌৰসভা ঃ

শ্ৰদ্ধেয় পদ্ম কুমাৰ দত্ত দেৰগাঁও টাউন কমিটিৰ প্ৰতিষ্ঠাপক সভাপতি আছিল। দেৰগাঁৱৰ প্ৰাক্তন এমএলএ তথা নগৰ উন্নয়ন মন্ত্ৰী হেমপ্ৰকাশ নাৰায়ণে তেখেতৰ কাৰ্যকালত কেইবাটাও গুৰুত্বপূৰ্ণ কাম কৰিছিল। তেখেতে দেৰগাঁও নাগৰিক সংস্থাৰ লগত হোৱা এক লিখিত চুক্তি অনুসৰি দেৰগাঁও নগৰৰ কেইবাটাও উল্লেখযোগ্য কাম কৰিছিল। এই কামখিনিৰ ভিতৰত ১৯৬০ চনতে দেৰগাঁৱত নৰেন শৰ্মাৰ উদ্যোগত প্ৰতিষ্ঠা হোৱা দেৰগাঁও নগৰ সমিতিক পৌৰ সভালৈ উন্নীত কৰা, দেৰগাঁও বজাৰৰ ভগা ঘৰ-দুৱাৰবোৰ আঁতৰ কৰি পকাৰ বজাৰ ঘৰ নিৰ্মাণ কৰা, দেৰগাঁৱত থকা দুখন পাৰ্ক নতুনকৈ নিৰ্মাণ কৰা, স্বৰ্গীয় নৰেন শৰ্মা স্মৃতি পথাৰত প্ৰেক্ষাগৃহ নিৰ্মাণ কৰা, দেৰগাঁৱত নিষ্ক্ৰীয় হৈ থকা পানী যোগান আঁচনিটো সক্ৰিয় কৰা, নাৰিকলগুৰিৰ বৰপুখুৰীৰ চাৰিওকাষে পকা বেৰ দি সৌন্দৰ্য বৰ্ধন কৰা ইত্যাদি। এই উন্নয়নৰ বাহিৰেও তেওঁ প্ৰায় এককোটি টকাতকৈও অধিক টকা কেন্দ্ৰীয় চৰকাৰৰ পৰা আনি এটা Market Complex স্থাপন কৰিলে।

এইখিনিতে এটা কথা উল্লেখ কৰিলে ভাল হ'ব যে দেৰগাঁও ৰাজহুৱা বজাৰৰ মাটি অধিগ্ৰহণ কৰাৰ ক্ষেত্ৰত সেই সময়ৰ দেৰগাঁও নগৰ সমিতিৰ সভাপতি স্বৰ্গীয় যাদৱ শৰ্মাই অতি কষ্ট কৰি স্বৰ্গীয় গৌৰীশংকৰ চাঙ্গৰ লগত চুক্তি কৰি সেই মাটি ক্ৰয় কৰে। অন্যহাতেদি দেৰগাঁৱৰ মাজমজিয়াত থকা নৰেন শৰ্মা স্মৃতি পথাৰখনৰ মাটি শ্ৰদ্ধেয় যাদৱ শৰ্মাই নগৰ সমিতিৰ সভাপতি হৈ থাকোতে বিভিন্ন খেতিয়কৰ মাটি মালিকৰ পৰা ক্ৰয় কৰিছিল। এই স্মৃতি পথাৰে দেৰগাঁৱৰ ৰাজহুৱা জীৱনত এক অতি প্ৰয়োজনীয় অভাৱ পূৰণ কৰিলে।

দেৰগাঁৱৰ গুৰুত্ব বঢ়োৱা দুটা অনুষ্ঠানৰ কথা উল্লেখ নকৰিলে আলোচনা অসম্পূৰ্ণ হৈ ৰ'ব। এই দুয়োটা অনুষ্ঠান হ'ল দেৰগাঁও পুলিচ ট্ৰেইনিং কলেজ আৰু Basic Training Institute। ইয়াতে DIET প্ৰতিষ্ঠা হৈছে। উল্লেখযোগ্য যে Basic Training Institute স্বৰ্গীয় নৰেন শৰ্মাৰ দিনতেই প্ৰতিষ্ঠা হয়।

### নাগৰিক সংস্থা ঃ

দেৰগাঁও নিৰ্মাণত দেৰগাঁও নাগৰিক সংস্থাৰ ভূমিকা নুই কৰিব নোৱাৰি। শ্ৰীনীলপদ্ম ফুকন সভাপতি, শ্ৰীনোমল খাউণ্ড উপ সভাপতি আৰু শ্ৰীঅৰুণ গোস্বামী নাগৰিক সংস্থাৰ সম্পাদক হৈ থাকোঁতে কেইবাটাও গুৰুত্বপূৰ্ণ কাম হয়। এই কামৰ ভিতৰত দেৰগাঁও নাগৰিক সংস্থা ৰেজিষ্ট্ৰেচন কৰা হয়, দেৰগাঁও কোষাগাৰৰ বহুদিনীয়া সীমা বিবাদৰ নিষ্পত্তি আৰু পকাবেৰ নিৰ্মাণ, কোষাগাৰলৈ অহা লোকসকলৰ জিৰণি ল'বলৈ দেৰগাঁৱৰ ৰাণা বৰঠাকুৰৰ দানেৰে জিৰণি ঘৰ নিৰ্মাণ, দেৰগাঁৱত Speed Post ৰ ব্যৱস্থা, দেৰগাঁও হাজৰিকা গেছ এজেন্সি আৰু তিনি নং গেটৰ এ. আহমেদে মামণি আহমেদৰ নামত আগ বঢ়োৱা দানেৰে পুলিচ পইন্ট নিৰ্মাণ। অৰুণ গোস্বামীৰ পিছত মুনীন বৰা দেৰগাঁও নাগৰিক সংস্থাৰ সম্পাদক হয়। বৰ্তমান এই সংস্থাৰ সভাপতি শ্ৰীনীলপদ্ম ফুকন, উপ সভাপতি মঃ কুতুবুদ্দিন আহমেদ, সহকাৰী সম্পাদক শ্ৰীবিচিত্ৰ ভুষণ কলিতা, কোষাধ্যক্ষ চিৰঞ্জীলাল জৈন আৰু হিচাপ পৰীক্ষক শ্ৰীনৰেন্দ্ৰনাথ বৰঠাকুৰ। নতুন সমিতিৰ উদ্যোগত LIC Pay Office অনা, উঠি যোৱা উপ-ডাকঘৰ কংগ্ৰেছ ভৱনৰ ওচৰত পুনৰ মুকলি কৰা, দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়লৈ যোৱা পথৰ ওপৰেদি কৃত্ৰিম বানপানী অন্ত পেলাবলৈ গোলাঘাটৰ উপায়ুক্তৰ সহযোগত দখলী মাটি উচ্ছেদ কৰা, দেৰগাঁৱৰ বিদুৎ সেৱা উন্নত কৰাৰ বাবে যোৰহাটত প্ৰতিবেদন দিয়া। এইক্ষেত্ৰত দেৰগাঁও নাগৰিক সংস্থাৰ অন্যতম সদস্য শ্ৰীপদ্মলোচন নাথে যথেষ্ট সহযোগ আগ বঢ়ায়।

উল্লেখ্য যে দেৰগাঁও নাগৰিক সংস্থা ১৯৭১ চনত স্থাপন হৈছিল। প্ৰতিষ্ঠা কালৰ সভাপতি আছিল শিক্ষাবিদ পদ্মেশ্বৰ বৰঠাকুৰ আৰু প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীনীলপদ্ম ফুকন।

### স্বাধীনতা আন্দোলনত ভূমিকা ঃ

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ সময়ৰে পৰা দেৰগাঁৱত স্বাধীনতা আন্দোলনৰ মহামন্ত্ৰ ধ্বনিত হয়। মণিৰাম দেৱানে দেৰগাঁৱৰ শিৱদৌলৰ পুৰোহিতলৈ আগ বঢ়োৱা ৫ টকা নিজ হাতে লিখিতভাৱে জনোৱা টোকা দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ মিউজিয়ামত আজিও সংৰক্ষিত। মণিৰাম দেৱানৰ বিদ্ৰোহত সহযোগ কৰাৰ অপৰাধত দেবীদত্ত শৰ্মা বৰুৱা মৌজাদাৰ আৰু দেৰগাঁৱৰ ইন্দ্ৰেশ্বৰ শৰ্মা মৌজাদাৰক ব্ৰিটিছ শাসকে বন্দী কৰি আলিপুৰ জেললৈ পঠিয়াইছিল। সেই দিন ধৰি সৰ্বভাৰতীয় পটভূমিত চলা বিভিন্ন স্তৰৰ আন্দোলনত দেৰগঞা ৰাইজৰ বৰঙণি অপৰিসীম। সাধাৰণতে অসমত স্বাধীনতা আন্দোলন ১৯২১ চনত বহা নাগপুৰৰ

অধিৱেশনৰ পিছতহে ক্ষুদ্ৰ জাতীয়তাবাদে সৰ্বভাৰতীয় বৃহৎ জাতীয়তাবাদলৈ ঠাই এৰি দিছিল। সেয়ে ভাৰতৰ স্বাধীনতা আন্দোলনত দেৰগাঁৱৰ ভূমিকা সম্পৰ্কে আলোচনা কৰোতে সৰ্বভাৰতীয় ভিত্তিত চলা স্বাধীনতা আন্দোলনৰ বিভিন্ন তৰংগৰ লগত সম্পৰ্ক ৰাখিহে আলোচনা কৰিব লাগিব। সাধাৰণতে স্বাধীনতা আন্দোলনৰ বিভিন্ন পৰ্যায়ৰ যি তৰংগ তাক এনে ধৰণেৰে অসমৰ ক্ষেত্ৰত আলোচনাৰ কাৰণে ভাগ কৰি ল'ব পাৰি। প্ৰথম পৰ্যায়ৰ সময়ছোৱা হৈছে ১৯২১ চনৰ পৰা ১৯৩০ চনলৈ, দ্বিতীয় পৰ্যায়ৰ সময়ছোৱা ১৯৩০ চনৰ পৰা১৯৪২ চনলৈ আৰু তৃতীয় পৰ্যায়ৰ অৰ্থাৎ শেষ তৰংগৰ সময়ছোৱা আছিল ১৯৪২ চনৰ পৰা স্বাধীনতা লাভৰ সময়লৈকে।

১৯২০-২১ চনত, অৰ্থাৎ অসহযোগ আন্দোলনৰ সময়ছোৱাত দেৰগাঁও ৰাজহচক্ৰ বৰ্তমানতকৈ বহুত বিস্তৃত আছিল। এই কেইটা হ'ল — দেৰগাঁও, মিছামৰা, গুৰযোগনীয়া, ঢেকিয়াল, খুমটাই, ৰঙামাটি আৰু আঁহতগুৰি। এই মৌজাৰ স্বাধীনতা সংগ্ৰামীসকলে দেৰগাঁৱৰ নেতৃত্বতেই আন্দোলনত অংশগ্ৰহণ কৰি কাৰাবৰণ কৰিছিল। সেই কাৰাবৰণ কৰা লোকসকলৰ নাম এনেধৰণেৰে পোৱা যায় — দেৰগাঁও মৌজাৰ পূৰ্ণদেৱ ঠাকুৰ, বগাই দত্ত হাজৰিকা, গংগাইৰাম বৰমেধি, গংগাধৰ বৰঠাকুৰ। গুৰযোগনীয়া মৌজাৰ কাৰাবাস খটাসকল আছিল — আখনুৰ আলী, চৈয়দ চৰিফুল হুছেইন, চৈয়দ সোন্তি দেৱান, পোৱাল শ্বেখ, শ্বেখ ছফিকুদ্দিন, শ্বেখ কলবৰ, পিয়াৰুদ্দিন, হজত আলী। ঢেকিয়াল মৌজাৰ গুণীন বৰুৱা, কমল শৰ্মা, নবীন গোস্বামী, বগাই দাস। খুমটাই মৌজাৰ — কেদাৰ হাজৰিকা।

১৯২৬ চনত শ্ৰীনিবাস আয়েংগাৰৰ সভাপতিত্বত গুৱাহাটীত কংগ্ৰেছ বহে। এই অধিৱেশনত দেৰগাঁৱৰ ভালেকেইগৰাকী মুক্তি যুঁজাৰুৱে অংশগ্ৰহণ কৰে। এইসকলৰ ভিতৰত নাম পোৱা সকল — (১) গংগাইৰাম বৰমেধি (২) পদুমী দত্ত (৩) নালিয়া বৰা (চিনাতলি) (৪) ৰাধু মোদী (বুঢ়ালিকচন) (৫) শিৱনাথ বৰা (বেতিয়নী) (৮) হৰিপ্ৰসাদ খাউণ্ড (কটন কলেজৰ ছাত্ৰ)।

কুখ্যাত কাণিংহাম চাহাবৰ চাৰ্কুলাৰৰ প্ৰতিবাদত দেৰগাঁৱৰ ভালেকেইজন ছাত্ৰই স্কুল বৰ্জন কৰে। সেইসকলৰ ভিতৰত দেৰগাঁৱৰ (১) জীৱেশ্বৰ হাজৰিকা (২) চেনিৰাম দত্ত (৩) নাৰায়ণ ৰাজখোৱা (বাহৰুৱা গাঁও) (৪) প্ৰসাদী শইকীয়া (চিনাতলি) আৰু বহুতো নাম নজনা ব্যক্তিয়ে। ১৯৪২ চনত নৰেন শৰ্মা আৰু নাৰায়ণ শৰ্মাই কলেজ বৰ্জন কৰে।

১৯৩০ চনত লৰ্ড আৰউইনক ক'লা পতাকা দেখুৱাবলৈ গোলাঘাটৰ পৰা এটা ভলণ্টিয়াৰ দল গৈছিল। সেইসকলৰ ভিতৰত (১) ভোলা বৰুৱা (২) নন্দেশ্বৰ গগৈ (পটিয়াপথাৰ) (৩) হৰিচন্দ্ৰ গগৈ (বুঢ়ালিকচন) (৪) বগাই শইকীয়া (ঢেকিয়াল) (৫) কনক দাস (শেনচোৱা) (৬) ধৰ্মেশ্বৰ ঠাকুৰ (হাবিয়াল) আৰু (৭) ধীৰেন দত্ত (দেৰগাঁও)।

১৯৩০ চনৰ ২৬ জানুৱাৰীত গোলাটতো প্ৰকাশ্যভাৱে স্বাধীনতাৰ সংকল্প লোৱা হৈছিল। ইয়াৰ মাত্ৰ ছদিনৰ আগত ভগত সিং, সুখদেৱ আৰু ৰাজগুৰুৰ ফাঁচী হৈছিল। শংকৰ বৰুৱা, ভোলা বৰুৱা আৰু দ্বাৰিকা গোস্বামীয়ে গাঁৱে গাঁৱে আশ্ৰম খুলি স্বাধীনতাৰ বাণী প্ৰচাৰ কৰিছিল।

সমগ্ৰ গোলাঘাট মহকুমাতে সংগঠনৰ কাম চলিছিল। এই কৰ্মীসকলৰ ভিতৰত জনামতে ঠগীৰাম কাকতি, নাওশলীয়া ফুকন, কেকাই সোণোৱাল, বলোৰাম গগৈ, টুৱাৰাম মহন্ত, ধীৰেন দত্ত, পোৱাল ঠাকুৰ, কমলেশ্বৰ মহন্ত, গংগাইৰাম বৰমেধি, ঠগীৰাম বৰা, বগাই দত্ত, সভাৰাম দাস, ধৰ্মেশ্বৰ বৰুৱা, আনন্দি দাস, চেনিৰাম দত্ত, দেৱেশ্বৰী হাজৰিকা, দেৱেশ্বৰ হাজৰিকা, বগাই শইকীয়া, চেনি দত্ত, নাৰায়ণ ৰাজখোৱা, লোকাই হাজৰিকা।

১৯৩০-৩২ চনৰ ভিতৰত কানিংহাম চাৰ্কুলাৰৰ বিৰোধিতা কৰি আৰু বিলাতী বস্ত্ৰ বৰ্জনত যোগদান দি কাৰাবৰণ কৰা সকলৰ নাম মৌজা ভিত্তিক এনেধৰণৰ —

দেৰগাঁও — জীৱেশ্বৰ হাজৰিকা, চিবিশ কাকতি, চেনিৰাম দত্ত, দেৱেশ্বৰী হাজৰিকা।

মিছামৰা — মংগলা বৰা, দেউৰাম বৰা, সূৰ্য ৰাজখোৱা, ভটাই চুতীয়া, চুচন চুতীয়া, ধীৰেন দত্ত, দীনেশ্বৰ বৰা, লোকাই শইকীয়া, মহেশ্বৰ শইকীয়া, দেহাই বৰা, কমলেশ্বৰ মহন্ত।

গুৰ যোগনীয়া — সভাৰাম বৰা, কমল চন্দ্ৰ দাস, প্ৰহ্লাদ দাস, সৰুৰাম বৰা।

ঢেকিয়াল — বগাই শইকীয়া, ঋষেশ্বৰ বৰা, বলোৰাম বৰা, ফটিক হাজৰিকা, প্ৰসাদী শইকীয়া, তিলধৰ শৰ্মা, প্ৰেমদা তামুলী দুৱৰা, পদ্মনাথ তামুলী, কনক বৰা, ধৰ্মেশ্বৰ ঠাকুৰ, কিচন বৰা, হেমধৰ বৰা, জয়ন্তী চুতীয়া, মগৰি গগৈ, চেনীপ্ৰভা বৰা, ভনীমা গগৈ, ৰামচাই তুৰী, ৰহিলাপ্ৰভা বৰা, ভোগেশ্বৰী দাস, পদুমী দাস, উপেন বৰা, বিপিন গগৈ, হেমকান্ত শইকীয়া, আনচা ভূঞা, স্বদেশী মাঝি।

খুমটাই — ভদৰাম গগৈ, লোকাই শইকীয়া, সভাৰাম গগৈ, সুন্দৰ সিং, যোগেশ্বৰ বৰুৱা, চাৰুচন্দ্ৰ গগৈ, ধৰ্ণেশ্বৰী গগৈ, বলোৰাম গগৈ, সুমিত্ৰা গগৈ, ৰূপহী গগৈ, সভাৰাম বৰা, বাপুকন বৰা, মনোৰাম গগৈ, হেমকান্ত গগৈ, কুমুদ গগৈ, ৰহিন গগৈ, পদ্মেশ্বৰ গগৈ, তাৰকা শইকীয়া, ভেলো কোঁৱৰ, বোধেশ্বৰ বৰা, ৰঙাই হাজৰিকা, কনবাপ কলিতা, কেৰ্কেটুৱা কলিতা, আত্মাৰাম গগৈ, নালীয়া বৰা, কেৰকন বৰা, লীলাকান্ত শইকীয়া, সুৱলা বৰা, তিলক সোণোৱাল, ৰত্নেশ্বৰ হাজৰিকা, ভেকোলা হাজৰিকা, কণ্ঠিৰাম হাজৰিকা, সৰুৰাম গগৈ, ব্ৰহ্মা মুৰ্দি, ভাৰতী তাঁতী, এতোৱা ভূমিজ, সোণ্টি গগৈ, গোলাপী গগৈ।

ৰঙামাটি — ননীগোপাল মিশ্ৰ, চেনিৰাম গগৈ, ভদ্ৰেশ্বৰ গগৈ, সৰুকণ গগৈ, মিনাৰাম গগৈ।

১৯৩৩ চনত মহাত্মাগান্ধী দেৰগাঁৱলৈ আহে। নেহৰু অহাৰ উপলক্ষ্যতে গোলাঘাট সেৱাদল গঠন কৰা হৈছিল। বৈকুণ্ঠ সিং ইয়াৰ অধিনায়ক আছিল। তেওঁ দেৰগাঁৱত সূতাকটা আৰু হিন্দী শিক্ষা দিয়াত আত্মনিয়োগ কৰিছিল।

১৯৩৭ চনত গংগাৰাম বৰমেধিৰ নেতৃত্বত দেৰগাঁৱৰ ফুটুকাতলী পথাৰত সদৌ অসম ভিত্তিত ৰায়ত সভা অনুষ্ঠিত হয়। এই সভাত অমিয় কুমাৰ দাস, দেৱেশ্বৰ শৰ্মা, শংকৰ বৰুৱা, ডাঃ হৰেকৃষ্ণ দাস, কৃষ্ণ শৰ্মাৰ উপৰি সুৰেন্দ্ৰ বৰগোহাঁই আৰু মোহন মহন্ত উপস্থিত আছিল। মূল সভাৰ সভাপতি আছিল ডাঃ হৰেকৃষ্ণ দাস আৰু সম্পাদক কৃষ্ণ শৰ্মা।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ অন্তিম আৰু শেষ পৰ্যায়ৰ আন্দোলন আছিল '৪২ৰ আন্দোলন। এইখনেই আছিল স্বাধীনতা আন্দোলনৰ শেষ যুদ্ধ। আধুনিক বুৰঞ্জীবিদসকলে ইয়াক 'আগষ্ট বিপ্লৱ' বুলিহে অভিহিত কৰে। যিহেতু ১৯৪২ চনৰ ৯ আগষ্ট তাৰিখে বম্বে মহানগৰীত ভাৰতৰ জাতীয় কংগ্ৰেছৰ যি অধিৱেশন বহিছিল ইয়াতেই 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। এই প্ৰস্তাৱৰ পৰিপ্ৰেক্ষিতত সমগ্ৰ ভাৰতবৰ্ষলৈ আন্দোলনৰ নতুন ঢল নামি আহিছিল। ইংৰাজ চৰকাৰে কংগ্ৰেছক বে আইনী বুলি ঘোষণা কৰি ৰাজনৈতিক নেতাসকলক বন্দী কৰিলে। এই আন্দোলনৰ ঢৌৱে গোলাঘাটবাসীৰো মন উত্তপ্ত কৰি তুলিলে। হয় স্বাধীনতা নহয় মৃত্যুৰ পণ লৈ হাজাৰ হাজাৰ জনতাই ত্ৰিৰংগ পতাকা লৈ থানা, কাছাৰীঘৰ ঘেৰাও কৰিলে। শংকৰ বৰুৱাই আত্মগোপন কৰিলে। বৰুৱাক ধৰিব নোৱাৰি তেওঁৰ মূৰটোৰ কাৰণে পাঁচহাজাৰ টকাৰ পুৰস্কাৰ ঘোষণা কৰিলে।

দেৰগঞা ৰাইজেও স্বাধীনতাৰ এই যুঁজখনত মন-প্ৰাণ দি সহযোগ কৰিবলৈ আগ বাঢ়ি আহিল। দেৰগাঁও, মিছামৰা, আঁহতগুৰি, খুমটাই, গুৰযোগনীয়া, ঢেকিয়ালৰ বিৰাট সমদল দেৰগাঁও ধৰ্ম নাট্য মন্দিৰ আৰু দেৰগাঁও হাটখোলাত সমবেত হ'ল। ইয়াৰ পিছৰ সভাৰ সিদ্ধান্তমৰ্মে দেৰগাঁও চাৰিআলিৰ মাজদি ব্ৰিটিছ বিৰোধী শ্লোগান দি শোভাযাত্ৰা উলিওৱা হৈছিল। ১৯৪২ চনৰ ৯ ছেপ্টেম্বৰ তাৰিখে প্ৰথম এটা সত্যাগ্ৰহী দল আগ বাঢ়ি গৈছিল। সেই শোভাযাত্ৰাকাৰীসকলৰ ভিতৰত আছিল বাপুৰাম বৰা, খগেশ্বৰ শৰ্মা, হৰেন বৰঠাকুৰ, নাৰায়ণ শৰ্মা, পুলিন বিহাৰী বৰঠাকুৰ। এই দলটোৰ সকলোকে থানাৰ অধীক্ষকে গ্ৰেপ্তাৰ কৰিলে। এই অৱৰোধৰ দ্বিতীয় দিনা অৰ্থাৎ ১০ ছেপ্তেম্বৰৰ দিনা হাজাৰ হাজাৰ জনতাই থানা অৱৰোধ কৰিবলৈ আগ বাঢ়ি আহিল। সেইদিনা পুলিচে সমদলৰ ওপৰত লাঠিচাৰ্জ কৰিলে। নৰেন শৰ্মাক গ্ৰেপ্তাৰ কৰিলে। সেই দিনাৰে পৰা পুলিচৰ নিৰ্যাতনো বৃদ্ধি পালে। লাঞ্চিত হোৱা বহুজনৰ ভিতৰত দুৰ্গানাথ কাকতি আৰু গোলাপ পূজাৰীও আছিল। যাকে য'তে পালে তাকে গ্ৰেপ্তাৰ কৰিলে। উল্লেখযোগ্য যে '৪২ৰ আন্দোলনত আগৰ তুলনাত কাৰাবৰণ কৰা সংখ্যালঘু সম্প্ৰদায়ৰ ব্যক্তি মাত্ৰ দুজনহে আছিল। এজন নাহৰণিৰ আটাউৰ ৰহমান আৰু আনজন দেৰগাঁৱৰ মঃ হুছেইন আলী। আটাউৰ ৰহমানে মেজিষ্ট্ৰেটৰ হাতৰ পৰা বিচাৰ সুধি থকা সময়ত কলম কাঢ়ি আনিছিল। তেওঁৰ ছমাহ জেল হৈছিল আৰু মঃ হুছেইন আলীৰ দুবছৰ কাৰাদণ্ড হৈছিল। মিছিং সম্প্ৰদায়ৰ কেইবাজনৰো মুক্তি যুঁজাৰুৰ নাম তালিকাত পোৱা যায় যদিও কাৰাবৰণ কৰা মাত্ৰ এজন ব্যক্তিৰ নামহে পোৱা যায়। তেওঁ আছিল শ্বহীদ কমলা মিৰি। ১৯৩৭ চনতে কংগ্ৰেছত যোগদান কৰা কমলা মিৰিয়ে গান্ধীজীৰ আদৰ্শ গাঁৱে গাঁৱে প্ৰচাৰ কৰিছিল। ১৯৪২ চনত কংগ্ৰেছ অফিচত শুই থকা অৱস্থাতে তেওঁক পুলিছে গ্ৰেপ্তাৰ কৰে। তেওঁৰ ৯ মাহ কাৰাদণ্ড হয়। জেলত থাকোঁতে মহাত্মা গান্ধীৰ অনশনৰ লগত তেওঁ অনশন কৰিছিল। গোপীনাথ বৰদলৈৰ লগত যোৰহাট জেলত একেলগে আছিল আৰু সূতা কাটিবলৈ আৰু হিন্দী পঢ়িবলৈ শিকিছিল। ১৯৪৩ চনত জেলৰ ভিতৰতে তেওঁৰ মৃত্যু হয়। যদিওৱা জেল কৰ্তৃপক্ষই তেওঁক জেলৰ পৰা ওলাই আহিবলৈ সুবিধা দিছিল তেওঁ সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছিল।

চাহ বনুৱা সম্প্ৰদায়ৰ বহুকেইজন লোকে স্বাধীনতা আন্দোলনত কাৰাবৰণ কৰিছিল। তেওঁলোক দেৰগাঁৱৰ খুমটাই আৰু ঢেকিয়াল মৌজাৰ আছিল।

১৯৪২ চনত কাৰাবৰণ কৰা লোকসকলৰ ভিতৰত নামপোৱা ব্যক্তিসকল আছিল দেৰগাঁৱৰ ৰামেশ্বৰ শইকীয়া, চিদা হাজৰিকা, চেনিৰাম দত্ত, ত্ৰিলোচন বৰা, ডিম্বেশ্বৰ মিৰি বৰুৱা, পুলিন বিহাৰী বৰঠাকুৰ, হৰেন বৰঠাকুৰ, যোগেশ দত্ত। মিছামৰা মৌজাৰ বদন গোস্বামী, ডিম্বেশ্বৰ নেওগ, ৰাধা গোস্বামী, কমলেশ্বৰ মহন্ত, মংগলা বৰা, গেৰেলা বৰুৱা, ধীৰেন দত্ত, উত্তৰা বৰা, খগেশ্বৰ শৰ্মা, নাৰায়ণ হাজৰিকা, পেলন মুক্তিয়াৰ, বাপুৰাম বৰা, থোলোকা বৰা, নৰেশ্বৰ নেওগ, দীনেশ্বৰ বৰা, পুণ্যধৰ গোস্বামী, নালিয়া মেধি। গুৰযোগনীয়াৰ — আটাউৰ ৰহমান, ঢেকিয়াল মৌজাৰ — সৰুল'ৰা বৰা, নগা চুতীয়া, গুণাৰাম হাজৰিকা, সদা শইকীয়া, নৰেন্দ্ৰনাথ নাথ, যোগেশ্বৰ চুতীয়া, যদুৰাম হাজৰিকা, দয়াৰাম হাজৰিকা, ধিতৰাম বৰা, মাধৱ চন্দ্ৰ গোস্বামী, অৰুণ ৰাজখোৱা, লাহৰ সুত, পোৱাল ঠাকুৰ, হেমপ্ৰসাদ শইকীয়া, ভৈৰৱ চন্দ্ৰ বৰা, শিৱনাথ বৰা। খুমটাই মৌজাৰ — কমলা মিৰি, গন্ধৰাম গগৈ হাতীবৰুৱা, কেশৰাম গগৈ, সৰ্বেশ্বৰ শইকীয়া, বাঠু মুদি, বিজয় দুৱৰা, যোগেশ্বৰ দলৈ, মাণিক বৰা, চুটিয়া বৰা, বিদ্যাধৰ গোহাঁই। ৰঙামাটি মৌজাৰ — ৰঙাই শইকীয়া, চেনিৰাম গগৈ, কমলা মিৰি।

এইখিনিতে কেইজনমান অক্লান্ত মুক্তি যুঁজাৰুৰ কথা উল্লেখ কৰিব খুজিছোঁ, যাৰ নিৰ্মল দেশপ্ৰেমৰ বাবে দেৰগাঁৱৰ ৰাইজে শ্ৰদ্ধাৰে



■ অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশন ■





সোঁৱৰে। সেইসকলৰ ভিতৰত প্ৰথমতে নাম ল'ব লাগিব গংগাৰাম বৰমেধি ডাঙৰীয়াৰ। ১৯২১ চনৰ পৰা ১৯৪০ চনলৈকে এইজনা মহান নেতাই গাঁৱে-ভূঞে কংগ্ৰেছৰ আদৰ্শ প্ৰচাৰ আৰু সংগঠনৰ কামত আত্মনিয়োগ কৰিছিল। সেইসময়ত দেৰগাঁৱৰ মাজমজিয়াত কোনো কংগ্ৰেছ অফিচ নাছিল। তেখেতৰ ঘৰখনেই হৈ পৰিছিল কংগ্ৰেছৰ কাৰ্যালয়। অসমৰ বিভিন্ন ঠাইৰ পৰা অহা নেতা সকলে তেখেতৰ ঘৰতে থাকি দেৰগাঁৱত অনুষ্ঠিত সভা-সমিতিত যোগদান কৰিছিল। মেধি ডাঙৰীয়াই সৰ্বভাৰতীয় কংগ্ৰেছৰ সকলোবিলাক মহাসভাতেই যোগদান কৰিছিল। ১৯২১, ১৯২৩, ১৯২৪, ১৯২৫, ১৯২৬, ১৯২৮, ১৯২৯, ১৯৩১, ১৯৩৪, ১৯৩৫, ১৯৩৯ চনলৈকে অনুষ্ঠিত সকলো অধিৱেশনতে তেওঁ উপস্থিত আছিল। বৰমেধি পৰিয়ালৰ সকলোৱেই এই আন্দোলনত জপিয়াই পৰিছিল। পদুমী দত্ত, কনকলতা ৰাজখোৱা, দেৱেশ্বৰী হাজৰিকা তেখেতৰেই সুযোগ্যা দুহিতা। দেৱেশ্বৰী হাজৰিকা অসমৰ সৰ্বপ্ৰথম কাৰাবৰণ কৰা মহিলা সত্যাগ্ৰহী বুলি আজিৰ বুৰঞ্জীবিদসকলে কয়।

স্বাধীনতা আন্দোলনৰ আন এগৰাকী অতি নিষ্ঠাবান আৰু উল্লেখযোগ্য ব্যক্তি আছিল কমলেশ্বৰ মহন্ত। তেওঁ ১৯২১ চনৰ পৰা একনিষ্ঠভাৱে স্বাধীনতা আন্দোলনত অংশগ্ৰহণ কৰিছিল আৰু ১৯৩২ আৰু ১৯৪২ চনত কাৰাবৰণ কৰে।

নৰেন শৰ্মা দেৰগাঁৱৰ এগৰাকী আগ শাৰীৰ ছাত্ৰ নেতা আছিল। ১৯৪২ চনৰ ছেপ্টেম্বৰত দেৰগাঁও থানা অৱৰোধত তেওঁক গ্ৰেপ্তাৰ কৰে আৰু যোৰহাট জেললৈ স্থানান্তৰিত কৰে। যোৰহাট জেলত থাকোতে পুলিচে মাৰপিট কৰি তেওঁৰ মূৰত গুৰুতৰভাৱে আঘাত কৰে। পিছত কথমপিহে জীৱন ৰক্ষা পৰে।

আপীৰাম গগৈ ৰঙামাটি মৌজাৰ এজন অগ্ৰণী মুক্তিযোদ্ধা, যদিওবা তেওঁ কাৰাবৰণ কৰা নাছিল, কিন্তু ১৯২১ চনৰ পৰাই মুক্তি আন্দোলনত নামি পৰে। তেওঁৰ নেতৃত্বতে ৰঙামাটি, খুমটাই, মহুৰা মৌজাৰ সকলো শ্ৰেণীৰ লোকেই আন্দোলনত জঁপিয়াই পৰিছিল। সাংগঠনিক দক্ষতা আছিল অসাধাৰণ।

যিহেতু ভাৰতৰ স্বাধীনতা আন্দোলনত কংগ্ৰেছৰ বৰজাপিৰ তলতেই চলিছিল সেয়ে বহুতো বুৰঞ্জীবিদে ক'বখোজে যে ভাৰতৰ স্বাধীনতা আন্দোলন ভাৰতৰ জাতীয় কংগ্ৰেছৰেই ইতিহাস। কিন্তু সেইবুলি কংগ্ৰেছেই সকলো চেতনাৰ বাহক বুলি ক'লে ভুল কোৱা হ'ব। যিহেতু সমাজবাদী আৰু সাম্যবাদী আদৰ্শই লাহে লাহে গা কৰি আহিছিল।১৯৩৯ চনৰ ৩০ ছেপ্টেম্বৰত মিছামৰাত অসমৰ সকলো বামপন্থী যুৱকৰ উপস্থিতিত এখন সন্মিলন হয়। এই সন্মিলনত পশ্চিমবংগৰ পৰা বিশ্বনাথ মুখাৰ্জী, সোমনাথ লাহিড়ী, কমৰেড অমিয় দাসগুপ্ত আদি, চিলেটৰ সত্যব্ৰত দত্ত, প্ৰাণেশ বিশ্বাস উপস্থিত আছিল। ইয়াতেই প্ৰথমে কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি গঠন হয়। অসমৰ প্ৰগতিশীল কবি ধীৰেন দত্ত আৰু গোলাঘাটৰ খগেশ্বৰ তামুলীয়ে এই সভাৰ গুৰি ধৰিছিল। অসমত কমিউনিষ্ট পাৰ্টিৰ

১৯৩৯-৪০ চনত দেৰগাঁও ফুটুকাতলি পথাৰত যি সত্যাগ্ৰহ হৈছিল তাত সমবেত হোৱা গাঁৱৰ হাজাৰ-বিজাৰ স্বেচ্ছাসেবকে অংশগ্ৰহণ কৰিছিল আৰু পুলিচ থানাত পিকেটিং কৰিছিল। এই পিকেটিঙত ধীৰেন দত্ত পুলিচৰ মাৰখাই ঘূণীয়া হৈছিল।

জীৱেশ্বৰ হাজৰিকাই এই সত্যাগ্ৰহত প্ৰথম সত্যাগ্ৰহী হৈ কাৰাবৰণ কৰিছিল। কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত স্কুল বৰ্জন কৰি গ্ৰেপ্তাৰ হোৱা জীৱেশ্বৰ হাজৰিকা এবছৰৰ কাৰণে কাৰাবৰণ কৰিছিল। ১৯৪৩ চনত তেওঁৰ অকাল বিয়োগ ঘটে। তেওঁৰ স্মৃতিত জীৱেশ্বৰ হাজৰিকা স্মৃতি উদ্যান স্থাপন হয়।

**সংগীত-নৃত্যাদিৰ চৰ্চা ঃ**

প্ৰাচীনকালৰে পৰা দেৰগাঁৱত সংগীত আৰু নৃত্য চৰ্চাৰ এক ঐতিহ্য আছে। কিন্তু আমি পোৱা দিনবোৰত নৃত্যাচাৰ্য যতীন গোস্বামীয়ে নিৰু গোস্বামী, কমলা গোস্বামীক দিয়া সত্ৰীয়া নৃত্যৰ প্ৰশিক্ষণ অসমৰ বাহিৰত পোন-প্ৰথমবাৰৰ বাবে টেলিভিচনত দিল্লীৰ পৰা সম্প্ৰচাৰ হয়। ৰীতা দেৱীক ঠিক তেনেদৰে নৃত্য শিক্ষা দি লণ্ডন, পেৰিচ, মস্কোত সত্ৰীয়া নাচ প্ৰদৰ্শন কৰায়। ই দেৰগাঁৱৰ এক গৌৰৱৰ থল।

দেৰগাঁৱৰ প্ৰথম অনাতাঁৰ শিল্পী আছিল কলন্দৰ শ্বাহ। দেৰগাঁৱত ভালেমান সত্ৰীয়া সংস্কৃতিৰ চৰ্চা কৰা শিল্পী আছে। এইসকলৰ ভিতৰত আধান বৰবৰা, দেহবিচাৰ গীতৰ গায়ক বীৰেন বৰা, অমূল্য শৰ্মা, সিদ্ধাৰ্থ বৰা, নিতু ভট্ট ইত্যাদি। লোকগীত চৰ্চা কৰি অসমলৈ সুনাম কঢ়িয়াই অনাসকলৰ ভিতৰত মীৰা মহন্ত, গিৰীশ মহন্ত, ৰাজেন মহন্ত, কুমিছ হাজৰিকা, ৰুমা হাজৰিকা, মঞ্জু বৰদলৈয়েই প্ৰধান। দেৰগাঁৱলৈ গৌৰৱ কঢ়িয়াই অনা আন এগৰাকী অসমৰ সৰ্বজন পৰিচিত কণ্ঠশিল্পী পদ্মশ্ৰী দীপালি বৰঠাকুৰ। তেওঁৰ ওচৰ চাপিব পৰা আন এগৰাকী কণ্ঠ শিল্পী সংগীতা বৰঠাকুৰে ইতিমধ্যে অসমীয়া শ্ৰোতাৰ মনত ঠাই অধিকাৰ কৰিছে। অসমীয়া গীতমাত পৰিৱেশন কৰিবলৈ তেওঁ লণ্ডনৰ অসমীয়া এছোছিয়েচনৰ আমন্ত্ৰণক্ৰমে লণ্ডনতো গীত পৰিৱেশন কৰে। ইয়াৰ লগতে উল্লেখ কৰিব লগা আৰু কেইজনমান শিল্পী হ'ল আনন্দ মহন্ত, ৰূপালী দেৱী, ইল্লিন নাহাৰ আৰু ৰাজীৱ বৰা। দেৰগাঁও মিছামৰা অঞ্চলৰ দণ্ডধৰ বৰুৱা এজন প্ৰখ্যাত ঢোলবাদক। তেওঁ সদৌ অসম ঢুলীয়া সন্মিলনৰ সভাপতি আছিল। তেওঁ বহুতো মালিতা ৰচনা কৰি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঢোলৰ হাট প্ৰদৰ্শন কৰি ভূয়সী প্ৰশংসা লাভ কৰিছে।

**পুথিভঁৰাল আৰু সাহিত্যাদি চৰ্চা ঃ**

চল্লিশৰ দশকত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ লাইব্ৰেৰী স্থাপন কৰা এটা আন্দোলন কুমুদেশ্বৰ বৰঠাকুৰৰ নেতৃত্বত গঢ়ি উঠিছিল। ইয়াৰ প্ৰভাৱ গোলাঘাট জিলাতো নপৰাকৈ থকা নাছিল।







যাৰ ফলস্বৰূপে গোলাঘাটত অযোধ্যা গোস্বামী, যদু শইকীয়া, নগেন বৰুৱা আদিসকলে ইউনিয়ন লাইব্ৰেৰী স্থাপন কৰিছিল। ঠিক তেনেকৈয়ে দেৰগাঁৱৰ নাৰিকলগুৰিত ১৯৪৬ চনত ষ্টুডেণ্ট লাইব্ৰেৰী নামৰ এক পুথিভঁৰাল স্থাপন হৈছিল। নৰেন শৰ্মা, গণকপুখুৰীৰ দীননাথ শৰ্মা, প্ৰতুল বৰঠাকুৰ, মীনধৰ নাথ, কৃষ্ণকান্ত মহন্ত, গনেশ খাউণ্ড, প্ৰফুল্ল বৰুৱা, মহম্মদ হুছেইন আলী, নলীন মহন্ত, জগন্নাথ শৰ্মা বৰা, যতীন বৰঠাকুৰ, ৰবীন ঠাকুৰ, ৰামেশ্বৰ পূজাৰী আদিসকল ইয়াৰ প্ৰতিষ্ঠাৰ লগত জড়িত আছিল।

১৯৪৬ চনত দেৰগাঁও চাৰিআলিত আজাদ পুস্তকালয় নাম দি এটা পুথিভঁৰাল স্থাপন হৈছিল। এই পুথিভঁৰালৰ উদ্যোক্তাসকল আছিল চিদা শৰ্মা, নীলমণি ফুকন (পদ্মশ্ৰী), জিতেন ফুকন, নীলপদ্ম ফুকন, প্ৰসন্ন ফুকন, অনিল ফুকন, যাদৱ ফুকন, অজিত ফুকন, অৰুণ ফুকন, যাদৱ নাথ, যতীন ৰাজপুত, হৰেন মহন্ত, দিলীপ বৰঠাকুৰ, নিকুঞ্জ বিহাৰী বৰঠাকুৰ, মুৰুলী চাহু, প্ৰাক্তন এমএলএ চানু খেৰীয়া, ঈশ্বেশ্বৰ বৰঠাকুৰ, ড° দেৱেন বৰা, গৌৰীশংকৰ চাহু, কৃষ্ণৰাম বৰুৱা, দিলীপ ফুকন, কেশৱ চন্দ্ৰ চাহু, কাশীৰাম মহেশ্ৰী, ওংকাৰমল মহেশ্ৰী, কলন্দৰ শ্বাহ, ওংকাৰমল মহেশ্ৰী (আইএএছ) কুশল বৰুৱা, গৌৰীশংকৰ চাহু, অতুল মহন্ত, কৃষ্ণ ৰাজবংশী আদিসকল। ১৯৪৯ চনত এই লাইব্ৰেৰীৰ পৰা 'জ্যোতি' নামৰ এখন আলোচনী ছপা কৰি প্ৰকাশ কৰা হয়। এই জ্যোতিৰ সম্পাদক আছিল ঈশ্বেশ্বৰ বৰঠাকুৰ আৰু সহকাৰী সম্পাদক আছিল নীলমণি ফুকন, প্ৰেমধৰ ৰাজখোৱা আৰু পুলিন বিহাৰী বৰঠাকুৰ।

পুস্তকালয়টো দেৰগাঁও চাৰিআলিত থকাৰ সময়ছোৱাত অসমৰ ভালেকেইজন বিশিষ্ট ব্যক্তিয়ে ইয়াত পদাৰ্পণ কৰে। সেইসকলৰ ভিতৰত প্ৰত্নতাত্ত্বিক ৰাজমোহন নাথ, বুৰঞ্জীবিদ বেণুধৰ শৰ্মা, সংগীতজ্ঞ খগেন দাস, প্ৰফেছৰ ৰাৱন নাথ, সংগীত পৰিচালক শিৱ ভট্টাচাৰ্য, বাগ্মীবৰ নীলমণি ফুকন, সাহিত্যিক ডিম্বেশ্বৰ নেওগ, হৰেশ্বৰ গোস্বামী বাৰ এট ল, বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা, সাংবাদিক জগদীশ ফুকন, যতিনাৰায়ণ শৰ্মাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ১৯৫২ চনত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই ইয়াৰ এখন বাৰ্ষিক অধিৱেশনত যোগদান কৰিছিল।

উল্লেখযোগ্য যে এই পুথিভঁৰাললৈ আউনীআতি সত্ৰাধিকাৰে ৫০ টকাৰ অনুদান আগ বঢ়াইছিল আৰু দেৰগাঁৱৰ ব্যৱসায়ী চেদিৰাম চাহুৱে জ্যোতি আলোচনী ছপা কৰিবলৈ ৫০০ টকাৰ এককালীন সাহায্য দিছিল। শ্ৰদ্ধেয় চেদিৰাম চাহুৱে গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ সময়তো এহেজাৰ টকা দান কৰিছিল। সেই অঞ্চলৰ একমাত্ৰ জে. বি. কলেজৰ দৰ্শনৰ অধ্যাপক এম.এ. ডিগ্ৰীধাৰী, পিছত দেৰগাঁও কমল দুৱৰা কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হৰকান্ত মহন্তই কেবাখনো মূল্যবান গ্ৰন্থ এই লাইব্ৰেৰীলৈ দান কৰিছিল। সেই কেইখনৰ ভিতৰত মনত পৰা দুখন কিতাপ আছিল ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ Assamese Culture আৰু Hundred Great Lives.

এই সময়ছোৱাৰ পৰৱৰ্তী সময়ত দেৰগাঁৱৰ আশেপাশে বহুতো পুথিভঁৰাল স্থাপন হৈছিল। কিন্তু সেইবিলাকৰ নাম উল্লেখ কৰিলে বৰ দীঘলীয়া হ'ব।

The worth of a state in the long run is the worth the individuals composing it (J.S. Mill) — ৰাষ্ট্ৰৰ ক্ষেত্ৰত প্ৰযোজ্য এই উক্তি কেৱল ৰাষ্ট্ৰৰ ক্ষেত্ৰতেই যে প্ৰযোজ্য নহয় আমি বসবাস কৰা অঞ্চলসমূহতো ই প্ৰযোজ্য। সেয়ে কোনো এটা অঞ্চলত বসবাস কৰা লোকসকলৰ মানসিক চিন্তা-চৰ্চা, বৌদ্ধিক প্ৰতিভাৰ মানেহে অঞ্চলটোৰ প্ৰকৃত স্বৰূপ নিৰ্ণয় কৰে। গুণী-জ্ঞানী লোকপ্ৰধান অঞ্চল এটা ইয়াৰ নিজস্ব গৰিমাৰে মহীয়ান হৈ পৰে আৰু বহিৰ্জগতৰ দৃষ্টিত ই প্ৰতিভাত হৈ উঠে। সেয়েই দেৰগাঁও এনে এটা অঞ্চল যি অসমৰ সাহিত্য জগতক নিজস্ব বিশাল আৰু বৈচিত্ৰ্যৰে সমৃদ্ধ কৰা বহুত বিদ্বৎ লোকৰ জন্মদায়িনী। ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, প্ৰত্নতত্ত্ববিদ হেমচন্দ্ৰ গোস্বামী, পুলিন বিহাৰী বৰঠাকুৰ, সাংবাদিক সাহিত্যিক কীৰ্তিনাথ হাজৰিকা লক্ষ্মীনাথ ফুকন, কথাশিল্পী চৈয়দ আব্দুল মালিক, কবি নীলমণি ফুকন, লক্ষ্মীচন্দ্ৰ গোস্বামী, আনন্দ চন্দ্ৰ গোস্বামী, প্ৰেমধৰ ৰাজখোৱা, অমৰ শৰ্মা, নলিনীকান্ত বৰুৱা, ধীৰেন দত্ত, নৰেন শৰ্মা, হৰকান্ত মহন্ত, জীৱনাথ হাজৰিকা, বিমল ৰাজখোৱা, ড° নগেন শইকীয়া, চিদা শৰ্মা আৰু পৰৱৰ্তী পৰ্যায়ৰ লেখক প্ৰসন্ন কুমাৰ ফুকন, লক্ষ্মীকান্ত মহন্ত, ড° নগেন ঠাকুৰ, ড° কালীপ্ৰসাদ গোস্বামী, পংকজ ঠাকুৰ, প্ৰফুল্ল চন্দ্ৰ বৰা, ড° গিৰিশ বৰুৱা, অৰুণ গোস্বামী, প্ৰণতি গোস্বামী, আজিজুল হুছেইন, অমৃতজ্যোতি মহন্ত, কাব্যশ্ৰী মহন্ত, সঞ্জীৱ কলিতা, সুশান্ত বৰা, বিতোপন বৰবৰা, জয়ন্তমাধৱ বৰা, অতুল মহন্ত, ড° চৌধুৰী নাথ শইকীয়া, দুলাল বৰদলৈ, সমীৰ তাঁতী, সপোনজ্যোতি ঠাকুৰ, ভোলা হাজৰিকা, মীৰা ঠাকুৰ, ৰোহিনী বল্লভ গোস্বামী, ড° ৰবীন্দ্ৰ দেৱ শৰ্মা, খগেশ্বৰ বৰা, মহেন হাজৰিকা, অজিত দত্ত, পদ্মলোচন নাথ, ৰবীন্দ্ৰনাথ হাজৰিকা, ঈশ্বেশ্বৰ বৰঠাকুৰ, ডেইজী কলিতা, ৰঞ্জনা দাস, প্ৰকাশ কন্দলি, ধীৰেন্দ্ৰনাৰায়ণ ভট্টাচাৰ্য, ডালিম চন্দ্ৰ পাঠক, ধীৰেন্দ্ৰনাথ বৰুৱা, গোবিন্দ চন্দ্ৰ শইকীয়া, সুৰেন্দ্ৰ মোহন হাজৰিকা, মাণিক চন্দ্ৰ ফুকন, অৰুণ বিকাশ বৰুৱা, প্ৰফুল্ল শৰ্মা, মীৰা মহন্ত, যমুনা গোস্বামী, লখিমী খাউণ্ড, দীপালি মহন্ত, বুলু কাকতি, চৈয়দ মেৰাচ হুছেইন, নুৰুল চুলতান, ভৰেশ খাউণ্ড, হৰেন দত্ত, অনিমা দেৱী, বীণা ঠাকুৰ বেজবৰুৱা, নীলিমা পাঠক, দীপিকা হাজৰিকা, লাতুমণি বৰা, শৰৎ ৰাণা বৰা, ড° জীৱন চন্দ্ৰ পাঠক, অৱনী বৰঠাকুৰ, অম্বিকা ঠাকুৰ, অনিল ঠাকুৰ, অৰুণ শৰ্মা, গুণিন শৰ্মা, সুৰেন বৰা, ড° সুৰেন্দ্ৰনাথ বড়া, ড° পুণ্যেশ্বৰ বৰা, দুষ্ক গোস্বামী, আবেদুল চুলতান, নগেন মহন্ত, মৃদুল বৰা, পদুম ৰাজবংশী, মুকুতা বৰা, ৰামপ্ৰসাদ কুমাৰ, চাইফুল হুছেইন, মাণিক চন্দ্ৰ দলে, জয়ন্তী গোহাঁই, প্ৰাণগোপাল বৰঠাকুৰ, অনিমা দেৱী বৰঠাকুৰ, ৰেণু বৰা,

কল্পনা বৰা দত্ত, চম্পা বুঢ়াগোঁহাই, চন্দ্ৰ বৰদলৈ, চন্দ্ৰমোহন হাজৰিকা, মঃ ৰফিউল হুছেইন, তপন হাজৰিকা, প্ৰশান্ত শৰ্মা, ৰাজেন শৰ্মা বৰুৱা, জয়া দেৱী, পৰাগ শৰ্মা বৰা, লক্ষীপ্ৰভা বৰা, পুতু হাজৰিকা, দীপাঞ্জলি মহন্ত, ইন্দিৰা দেৱী মহন্ত, ডাঃ হেমন্ত হাজৰিকা, প্ৰণৱজ্যোতি বৰবৰা, সঞ্জয় হাজৰিকা, বিচিত্ৰভূষণ কলিতা, ডাঃ দেৱেন বৰা, প্ৰফুল্ল শৰ্মা, চেনী বৰা, উৎপলা গোস্বামী, ড° গিৰিশ শৰ্মা, নীলাক্ষি হাজৰিকা, অতুল ঠকুৰ, ৰামচৰণ হাজৰিকা, চেৰাজুদ্দিন আহমেদ, শিৱপ্ৰসাদ ঠাকুৰ, ৰমা বৰঠাকুৰ, বীৰেন বৰুৱা, দেৱেন মহন্ত, ৰানা বৰদলৈ, ড° অনিল শৰ্মা, জ্যোতি বৰঠাকুৰ, পাঞ্চুৰিকা হাজৰিকা, মালা নাথ, মুনীন বৰা, ৰঞ্জন ভট্টাচাৰ্য, চাৰুপ্ৰসাদ শৰ্মা, প্ৰেমধৰ দাস।

**সংস্কৃত ভাষাৰ চৰ্চা ঃ**

দেৱভাষা সংস্কৃত ভাৰতত অতি প্ৰাচীন। বৈদিক যুগত এই ভাষা কথিত ভাষা আছিল। ৰাজকীয় বিষয়তো এই ভাষা ৰাজভাষা আছিল। এই ভাষাতেই চৰ্চা হৈছিল সাহিত্য, বিজ্ঞান, জ্যোতিষ বিজ্ঞান। এই অমৃতময় ভাষাতেই আদিকবি বাল্মীকিয়ে কবিতা ছন্দৰে ৰচনা কৰিছিল ৰামায়ণ। এই ভাষাতেই ব্যাসদেৱে ৰচনা কৰিছিল মহাকাব্য মহাভাৰত।

এটা সময়ত দেৰগাঁৱত টোল বিলাকেই আছিল সংস্কৃত শিক্ষাৰ একমাত্ৰ কেন্দ্ৰ। এই টোলতেই অধ্যয়ন কৰি বহুতো বিদগ্ধ পণ্ডিত হিচাপে সমাজত প্ৰতিষ্ঠা হৈছিল। কিন্তু ক্ৰমাৎ বিদেশী শাসনৰ তলত ইংৰাজী শিক্ষা প্ৰৱৰ্তনৰ ফলস্বৰূপে এই টোলবিলাক দুৰ্বল হৈ পৰিছিল। '১৮৮৬ খ্ৰীষ্টাব্দৰ কোনো এক মহেন্দ্ৰক্ষণত ভগবদ্দিচ্ছা প্ৰেৰিত সেই যুৱ ব্ৰহ্মচাৰীজনৰ নাম আছিল স্বৰ্গীয় জয়নাথ দেৱশৰ্মা। তেখেতৰ বিদ্যাপৰিচায়ক উপাধি আছিল 'উপাধ্যায়'। কামৰূপ জিলাৰ অন্তৰ্ৱৰ্তী শুৱালকুছি গাঁও আছিল তেখেতৰ জন্মস্থান। তেখেতে অধ্যয়ন কৰিছিল আৰ্য শিক্ষাৰ কেন্দ্ৰভূমি পুণ্যতীৰ্থ সুদূৰ বংশীধামত। তাত শিক্ষা সাং কৰি কামাখ্যাধামত উপস্থিত হয়। কামাখ্যাধামত তেখেতে দেৰগাঁৱৰ কথা শুনিছিল বাবে এই বিদ্বৎজনৰ ঠাইখিনি চাইযোৱাৰ অভিপ্ৰায়েৰে নেঘেৰিটিং জাহাজঘাটত অৱতৰণ কৰি দেৰগাঁৱত আহি সমাগত হয়। ('দেৰগাঁও জয়নাথ সংস্কৃত বিদ্যালয়ৰ ইতিবৃত্ত' — ডম্বৰুধৰ বৰকটকী - সোণালী জয়ন্তী স্মৰণিকা)। এই জয়নাথ দেশৰ্মাই বগালগাঁৱত বিদ্যালয়খনি প্ৰতিষ্ঠা কৰে। বহুতো শিক্ষাৰ্থীসকলৰ ভিতৰত স্বৰ্গীয় টংকেশ্বৰ ঠাকুৰ, স্বৰ্গীয় কালীনাথ ঠাকুৰ, স্বৰ্গীয় ভোলানাথ বিদ্যাৰত্ন, স্বৰ্গীয় তোযেশ্বৰ আগমাচাৰ্য আদিয়েই বিদ্যাৰ্থীসকলৰ প্ৰধান। ১৮৮৬ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠিত এই বিদ্যালয়খনিৰ নাম আছিল 'দেৰগাঁও সংস্কৃত টোল'। তেখেতৰ অধ্যক্ষতাত অবিৰাম গতিত ১৯১১ খ্ৰীষ্টাব্দলৈকে এই টোল চলি আছিল। ১৯১১ চনত এইজনা পুৰুষৰ মৃত্যুত টোলখনৰ ঠেৰু নাইকিয়া হলত দেৰগাঁৱৰ কেইবাগৰাকীও বিদ্বৎ ব্যক্তিৰ সহযোগত টোলখন পুনৰ সঞ্জীৱিত হৈ উঠে। সেই সকলৰ ভিতৰত স্বৰ্গীয় লক্ষ্মীধৰ গোস্বামী, স্বৰ্গীয় কৃষ্ণচন্দ্ৰ দেৱগোস্বামী, স্বৰ্গীয় পদ্মকান্ত বেজবৰুৱা (মৌজাদাৰ), স্বৰ্গীয় পূৰ্ণ দেৱ ঠাকুৰ, স্বৰ্গীয় চন্দ্ৰনাথ খাউণ্ড, স্বৰ্গীয় ইন্দ্ৰেশ্বৰ বৰুৱা আদি। স্বৰ্গীয় ভোলানাথ বিদ্যাৰত্নক প্ৰধান অধ্যাপকৰূপে লৈ এই বিদ্যালয়খনি স্বৰ্গীয় লক্ষেশ্বৰ শৰ্মা আৰু স্বৰ্গীয় জগত পূজাৰীৰ ককাক স্বৰ্গীয় ৰামনাথ শৰ্মাৰ দ্বাৰা দানকৰা চাৰিকঠা মাটিত বিদ্যালয়খনি পুনৰ প্ৰতিষ্ঠা হয়। স্বৰ্গীয় হিমকান্ত বেজবৰুৱা সুদীৰ্ঘ ৩০ বছৰকাল ইয়াৰ সম্পাদকৰ দায়িত্বত আছিল আৰু আগৰ বহুবছৰ ধৰি স্বৰ্গীয় ত্ৰৈলোক্য শৰ্মা ইয়াৰ সম্পাদকৰ দায়িত্বত আছিল।

১৯৮৭ চনত জয়নাথ সংস্কৃত বিদ্যালয়ৰ শতবাৰ্ষিকী উৎসৱ উদযাপন কৰা হয়। শ্ৰীগোপাল চন্দ্ৰ দেৱগোস্বামী এই উৎসৱৰ সভাপতি আৰু স্বৰ্গীয় যাদৱ শৰ্মা কাৰ্যকৰী সভাপতি আৰু শ্ৰীৰোহিণী বল্লভ গোস্বামী সম্পাদক আছিল। গিৰিধৰ শৰ্মাৰ সম্পাদনাত এখনি স্মৃতিগ্ৰন্থ প্ৰকাশ পায়। উল্লেখযোগ্য যে এই টোলৰ পৰা শিক্ষা লাভ কৰা বহুতো ছাত্ৰই পিছৰ জীৱনত একোগৰাকী সংস্কৃত পণ্ডিত হিচাপে দেৰগাঁৱলৈ সুনাম কঢ়িয়াই আনে।

বৰ্তমান সময়ত দেৰগাঁও অঞ্চলত সংস্কৃত ভাষা প্ৰচাৰ আৰু জনপ্ৰিয় কৰি তোলাত কেইবাগৰাকী ব্যক্তিৰ বৰঙণি উল্লেখ কৰাৰ প্ৰয়োজন, সেইসকলৰ ভিতৰত শ্ৰীৰোহিণী বল্লভ গোস্বামী, ড° ৰবীন্দ্ৰ দেৱশৰ্মা, ড° গকুলেন্দ্ৰ দেৱগোস্বামী, শ্ৰীগোপাল গোস্বামী, ড° জীৱন পাঠক, শ্ৰীঅতুল শাস্ত্ৰী আৰু শ্ৰীনন্দ শাস্ত্ৰীৰ নাম বিশেষ উল্লেখযোগ্য। সংস্কৃত সঞ্জীৱনী সভাই সংস্কৃত ভাষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ কাৰণে বিভিন্ন অনুষ্ঠানৰ লগতে কালিদাস জয়ন্তী উদযাপন কৰি আহিছে। দেৰগাঁও জয়নাথ সংস্কৃত বিদ্যালয় উজনি অসমৰ ভিতৰতে অন্যতম প্ৰাচীন অনুষ্ঠান।

**অন্যান্য ঃ**

প্ৰতি বছৰে দেৰগাঁৱত অনুষ্ঠিত বিহু সন্মিলনখনি দেৰগাঁৱৰ ৰাইজৰ এক আদৰৰ অনুষ্ঠান। এই অনুষ্ঠানৰ সৌৰভ বিলাবলৈ 'কেতেকী' নামৰ এখন স্মৃতিগ্ৰন্থ প্ৰকাশ পাই আহিছে। ইয়াৰ প্ৰথম সংখ্যাৰ সম্পাদনা কৰিছিল শ্ৰীসঞ্জয় হাজৰিকাই আৰু দ্বিতীয় আৰু তৃতীয় সংখ্যা ক্ৰমে ইলতাফ আলী আৰু বিচিত্ৰভূষণ কলিতাই। এই ব'হাগী বিহুৰ প্ৰধান আকৰ্ষণ উপেন কাকতি সোঁৱৰণী বঁটা প্ৰদান। প্ৰতিবছৰে অসমৰ নিৰ্বাচিত সফল মঞ্চ শিল্পীক এই বঁটা প্ৰদান কৰা হয়।

বৃহত্তৰ দেৰগাঁও অঞ্চলত কেইবাখনো ঐতিহ্যপূৰ্ণ সত্ৰ আছে। আৰু তাৰ লগে লগে অঞ্চলটোত প্ৰায় প্ৰতিখন গাঁৱতে আছে একোটিকৈ নামঘৰ। এই সত্ৰ আৰু নামঘৰবিলাকক কেন্দ্ৰ কৰিয়েই বহুতো তিথি, উৎসৱ আৰু তাৰ লগে লগে নাম প্ৰসংগ, ভাওনা কৰি শংকৰী কলা-কৃষ্টিৰ বিকাশত এই সত্ৰ আৰু নামঘৰে বিশেষ ভূমিকা গ্ৰহণ কৰি অসমৰ সংস্কৃতিৰ পথাৰখন জীপাল কৰি ৰাখিছে। উল্লেখযোগ্য যে খনিকৰ গাঁৱৰ খনিকৰ পুথিখন কোনো অনাখৰী লোকে চাই চাই লেখিছিল। এই পুথিৰ অলৌকিক মাহাত্ম্যৰ সকলো লোকৰে বিশ্বাস।

অসমৰ সত্ৰীয়া সংস্কৃতিৰ অন্যতম সাধক নৃত্যাচাৰ্য, সংগীত নাটক অকাডেমীৰ বঁটা বিজয়ী পদ্মশ্ৰী যতীন গোস্বামী আৰু সংগীত নাটক অকাডেমীৰ বঁটা বিজয়ী মণিৰাম দত্ত মুক্তিয়াৰে এই অঞ্চলটোলৈ গৌৰৱ কঢ়িয়াই আনিছে। সত্ৰীয়া সংস্কৃতিক সৰ্বভাৰতীয় পৰ্যায়লৈ উত্তৰণ ঘটোৱা এই দুয়োগৰাকী ব্যক্তি অঞ্চলটোৰ কাৰণে এক গৌৰৱ।

অন্যহাতে দেৰগাঁৱত জন্মহোৱা শিল্পী ননী বৰপূজাৰী আৰু ভাস্কৰ প্ৰণবেন্দু বিকাশ ধৰ দেৰগাঁৱৰ আন এক গৌৰৱ। ননী বৰপূজাৰীয়ে তেওঁৰ চিত্ৰ শিল্পৰ যোগেদি আন্তৰ্জাতিক খ্যাতি ইতিমধ্যে লাভ কৰিছে। অন্যহাতে প্ৰণবেন্দু বিকাশ ধৰে বিভিন্ন ভাস্কৰ্যৰ ভিতৰত মিলিটেৰী একাডেমীত লাচিত বৰফুকনৰ এক সম্পূৰ্ণ প্ৰতিমূৰ্তি শিলত কাটি প্ৰতিষ্ঠা কৰি সেই সময়ৰ অসমৰ ৰাজ্যপাল লেঃ জেঃ এল.পি. সিঙৰ ভূয়সী প্ৰশংসাৰ যোগ্য হৈছিল। উল্লেখযোগ্য যে দেৰগাঁও সাহিত্য সভাৰ চন্দ্ৰনাথ খাউণ্ড ভৱনৰ সন্মুখৰ হেমচন্দ্ৰ বৰুৱাৰ আৱক্ষ মূৰ্তি প্ৰণবেন্দু বিকাশ ধৰেই নিৰ্মাণ কৰিছিল। ইয়াৰ বাহিৰেও হেমচন্দ্ৰ বৰুৱাৰ পিতলত কটা এটা আৱক্ষ মূৰ্তিও তেওঁ নিৰ্মাণ কৰিথৈ গৈছে।

উপেন কাকতি, শিৱপ্ৰসাদ ঠাকুৰ আৰু অতুল বৰদলৈৰ বোলছবি নিৰ্মাণত যি অৱদান সি দেৰগাঁওবাসীৰ এক গৌৰৱৰ বিষয়।

অসমৰ সংবাদ জগতত দেৰগাঁৱে এক স্থান অধিকাৰ কৰি আহিছে। এইসকলৰ ভিতৰত ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, হেমচন্দ্ৰ গোস্বামী, লক্ষ্মীনাথ ফুকন, হৰেন্দ্ৰনাথ বৰুৱা, কীৰ্তিনাথ হাজৰিকা, পুলিন বিহাৰী বৰঠাকুৰ, জগদীশ ফুকন, ৰবীন হাজৰিকা, মহেন হাজৰিকা, দুৰ্গানাথ কাকতি, কালীপ্ৰসাদ গোস্বামী, প্ৰফুল্ল বৰা, পংকজ ঠাকুৰ, ড° নগেন শইকীয়া, বিতোপন বৰবৰা আদিসকলৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

দেৰগাঁৱত সাংবাদিকসকলৰ এখন সাংবাদিক সংস্থা ১৯৮৯ চনত গঠন হয়। এই সংস্থাটোৰ প্ৰতিষ্ঠাপক সভাপতি মহেন্দ্ৰনাথ হাজৰিকা আৰু সম্পাদক ৰাজেন পূজাৰী। বৰ্তমান দেৰগাঁৱৰ সাংবাদিকসকল হ'ল — বিচিত্ৰভূষণ কলিতা, পদ্মলোচন নাথ, সঞ্জয় হাজৰিকা, ভাস্কৰজ্যোতি বৰদলৈ, ইন্দুভূষণ মহন্ত, অৰুণ বিকাশ বৰুৱা, মুনীন বৰা, ধীৰেন নেওগ, সুশান্ত বৰা, সুনীল বৰা, সৌৰভজ্যোতি বৰা, ৰাজেন পূজাৰী, শিৱদয়াল কাব্ৰা, সন্তোষ কুমাৰ কাব্ৰা, বিতোপন বৰবৰা, ধীৰেন গগৈ, দীপক জৈন আৰু বহুতো।

অসম লেখিকা সংস্থা আৰু লেখিকা সমাৰোহে দেৰগাঁৱত লেখিকাসকলৰ মাজৰ পৰা এচাম লেখিকা সৃষ্টি কৰাত এক বিশেষ ভূমিকা পালন কৰিছে। বৰুৱাবামুণ গাঁৱৰ ডেইজী কলিতাৰ চেষ্টাত বহু কেইগৰাকী লেখিকাই হাতত কলম তুলি লৈছিল। সেইসকলৰ ভিতৰত — বুলু কাকতি, মীৰা মহন্ত আদিৰ নাম উল্লেখ কৰিব পাৰি। তেওঁলোকে কলকণ্ঠ নামৰ এক সাহিত্য আলোচনীও প্ৰকাশ কৰিছিল। অন্যহাতে দেৰগাঁৱৰ লেখিকা সমাৰোহে বৃহত্তৰ দেৰগাঁৱৰ চুকেকোণে থকা বহুতো লেখিকাক পোহৰৰ বাট দেখুৱাবলৈ সক্ষম হৈছে। এই অনুষ্ঠানৰ গুৰি ধৰোঁতা লেখিকাসকল প্ৰধানকৈ দীপিকা হাজৰিকা, দেৱযানী মহন্ত, বীণা বেজবৰুৱা, লক্ষ্মীপ্ৰভা বৰা, জয়া নাথ, উৎপলা গোস্বামী, ৰেণু বৰা, কল্পনা দত্ত বৰা, যুতিমালা বৰঠাকুৰ, লীনা বৰা দত্ত, অনুৰূপা হাজৰিকা, অৱনী ভট্ট, ৰূপালী মহন্ত, চম্পা বৰগোহাঁই, লাতুমণি বৰা, পুতু হাজৰিকা, অপৰাজিতা ফুকন, অনিমা দেৱী বৰঠাকুৰ, দীপাঞ্জলী মহন্ত, ৰাণী বৰদলৈ, ইন্দিৰা দেৱী মহন্ত, মুজিবুন্নিচা আদিৰ প্ৰচেষ্টাত বহুগৰাকী লেখিকাই ইতিমধ্যে সাহিত্য চৰ্চাৰ যোগেদি দেৰগাঁৱলৈ সুনাম কঢ়িয়াই আনিছে।

ড° চৌধুৰীনাথ শইকীয়া, যুগল নাথ, জয়ন্ত বেজবৰুৱা, ৰাজীৱ বৰঠাকুৰে দেৰগাঁৱত 'প্ৰজ্ঞান সেৱা কেন্দ্ৰ'কৈ ধৰি বৈজ্ঞানিক চিন্তাধাৰৰ বিকাশৰ কাৰণে কেইবাটাও অনুষ্ঠানৰ জন্ম দিছে।

দেৰগাঁৱত অৱস্থিত অসম পুলিচ ট্ৰেইনিং কলেজৰ উপৰি RTS, BTC, ATC আৰু একাদশ অসম আৰক্ষী বেটেলিয়ান আদি ৰাজ্যৰ আৰক্ষী প্ৰশাসনৰ অনুষ্ঠানসমূহে বাহিৰৰ জগতৰ লগত দেৰগাঁৱক চিনাকি কৰি দিয়াৰ উপৰি ই দেৰগাঁৱৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। ইয়াত সদৌ অসম পুলিচ ক্ৰীড়া প্ৰতিযোগিতা, ভাৰতৰ পূৰ্বাঞ্চলৰ ক্ৰীড়া প্ৰতিযোগিতাৰ উপৰি ৰাষ্ট্ৰীয় পৰ্যায়ৰ ক্ৰীড়া প্ৰতিযোগিতাসমূহে দেৰগাঁৱৰ অন্য প্ৰান্তৰৰ লগত চিনাকি কৰি দিছে। সেয়ে দেৰগাঁৱক অসমৰ পুলিচ নগৰী বুলি কোৱা হয়।

দেৰগাঁও ক্ৰীড়া সংস্থা দেৰগাঁৱৰ ৰাইজৰ এটা অতিকে মৰমৰ অনুষ্ঠান। ১৯৫৩ চনত জন্ম হোৱা এই অনুষ্ঠানটিৰ প্ৰতিষ্ঠাপক সভাপতি আছিল স্বৰ্গীয় দুৰ্গানাথ কাকতি আৰু সম্পাদক স্বৰ্গীয় নবীন হাজৰিকা। দেৰগাঁৱৰ কেইবাগৰাকী ক্ৰীড়া প্ৰেমীৰ সহযোগত এই অনুষ্ঠানৰ জন্ম হয়। সেইসকলৰ ভিতৰত দুৰ্গানাথ কাকতি, গংগাধৰ বৰঠাকুৰ, চহিদুৰ ৰহমান, ঘনশ্যাম হাজৰিকা, চেনীৰাম গগৈ, চন্দ্ৰকান্ত গগৈ, মঃ মিলিক, আব্দুল লটিফ, ডিম্ব নাথ, সতীশ ঘোষ, কমল শৰ্মা, শ্ৰীকালীনাথ কন্দলি, নবীন হাজৰিকা, ক্ষিতিস ঘোষ, ৰামেশ্বৰ পূজাৰী আদিসকল। এই ক্ৰীড়া সংস্থাই গুৱাহাটী বৰদলৈ ট্ৰফী, স্বাধীনতা দিৱস কাপ, ডুগৰ শ্বিল্ড, এটিপিএ আদি প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি অঞ্চলটোলৈ সুনাম কঢ়িয়াই আনিছিল। এই ক্ৰীড়া সংস্থাৰ দ্বাৰা সৃষ্ট কেইবাগৰাকী খেলুৱৈয়ে জিলা একাদশত স্থান পাইছিল। এওঁলোকৰ ভিতৰত হেম বৰা, খগেন হাজৰিকা, ভবেন ঠাকুৰ, ৰাজেন পূজাৰী, ইমু সিং, তৰ্চন ব্ৰহ্ম, বিপিন দত্ত, অজিত বৰা, ৰিপুন হাজৰিকা, জীৱন কলিতা, অৰুণ কলিতা, অৰুণ দাস, জনাথন আও। ইয়াৰ বাহিৰেও কুতুবুদ্দিন

আহমেদে গুৱাহাটী টাউন ক্লাৱত, ভৱেন ঠাকুৰে গুৱাহাটী মহাৰাণা ক্লাৱত, খগেন হাজৰিকাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ কাশ্মীৰত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় বিশ্ববিদ্যালয় প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিছিল। (স্মৰণিকা দেৰগাঁও ক্ৰীড়া সংস্থা সোণালী জয়ন্তী, ক্ৰীড়া সংস্থাৰ ইতিবিত্ত - জিতেন খাউণ্ড)।

যিকেইগৰাকী ব্যক্তিৰ প্ৰচেষ্টাত এই সংস্থাৰ আজিৰ এই অৱস্থা পাইছেহি তেখেতসকলৰ এই অনুষ্ঠানৰ প্ৰতি থকা অৱদানৰ কথা দেৰগাঁৱৰ ৰাইজে আজিও স্মৰণ কৰে। সংস্থাৰ গৃহ নিৰ্মাণৰ ক্ষেত্ৰত প্ৰথমেই নাম ল'ব লাগিব শ্ৰদ্ধেয় পদ্মকুমাৰ দত্তৰ। প্ৰতিষ্ঠা কালৰ দেৰগাঁৱৰ চক্ৰ বিষয়া শ্ৰীশিৱপ্ৰসাদ চাংকাকতিৰ প্ৰেৰণা আৰু আৰ্থিক সাহায্য বিশেষভাৱে উল্লেখযোগ্য। যোৰহাটৰ এসময়ৰ ADC শ্ৰীদিলীপ কুমাৰ বৰঠাকুৰে ষ্টেডিয়াম নিৰ্মাণ কৰিবলৈ DRDA ৰ পৰা ধন আবণ্টন দিছিল। ইয়াৰ বাহিৰেও বিধায়িকা সুশীলা হাজৰিকা, বিধায়ক প্ৰবীণ গগৈয়ে, বিধায়ক হেমপ্ৰকাশ নাৰায়ণে আৰ্থিক সাহায্য আগ বঢ়াইছিল। ইয়াৰ বাহিৰেও যাদৱ ফুকন, ৰমা বৰা, হায়দৰ আলী, ৰিপুন হাজৰিকা, অজিত ফুকন, ৰামেশ্বৰ পূজাৰী, খগেন হাজৰিকা, আব্দুল লটিফ, খগেন হাজৰিকা, আব্দুল মতিন, অৰুণ দাস, মচৰফ হুছেইন, ভূপেন দাস, মফজল হুছেইন, আনোৱাৰ হুছেইন, তফজুল হুছেইন, যজ্ঞেশ্বৰ শইকীয়া, দিলীপ ফুকন, জিতেন খাউণ্ড, অনিল মহন্ত, কুতুবুদ্দিন আহমেদ, ড° পৰাগ ঠাকুৰ, ড° প্ৰকাশ কন্দলি, নোমল খাউণ্ড, আদিত্য ঠাকুৰ, বিপিন দত্ত, অতুল শইকীয়া, নজিবুল হুছেইন, গোপালকৃষ্ণ খাউণ্ড, প্ৰদীপ খাদৰীয়া, বুবাই ৰাজখোৱা, মদন কাংকানি, অমৃতজ্যোতি মহন্ত, প্ৰভাত হাজৰিকা, ৰূপজ্যোতি ঠাকুৰ, ৰাজেন শৰ্মা বৰুৱা, বিনোদ উপাধ্যায়, বিপুল ঠাকুৰ, ভূপেন বৰঠাকুৰ, মহেন ঠাকুৰ, কৃষ্ণৰাম বৰুৱা, অতুল গোস্বামী, ভৱেশ খাউণ্ড, ড° অনিল ঠাকুৰ, প্ৰদীপ শৰ্মা আদি জীৱিত আৰু মৃত ব্যক্তিসকলৰ অৰিহণা সদায় স্মৰণীয় হৈ ৰ'ব। ২০০৩ বৰ্ষত এই ক্ৰীড়া সংস্থাৰ সোণালী জয়ন্তী উৎসৱ উদ্‌যাপন হয়। মঃ কুতুবুদ্দিন আহমেদক সভাপতি আৰু ড° পৰাগ ঠাকুৰক সম্পাদক হিচাপে লৈ এই জয়ন্তী পালন কৰা হয়। বিশেষভাৱে উল্লেখযোগ্য যে দেৰগাঁৱৰ বিশিষ্ট নাগৰিক তথা শল্য চিকিৎসক প্ৰয়াত ভূপেন্দ্ৰনাথ ভট্টাচাৰ্যৰ নামত তেখেতৰ সুযোগ্যা পত্নী শ্ৰীযুতা কৰুণা ভাট্টাচাৰ্য আৰু পুত্ৰ শ্ৰীৰঞ্জন ভট্টাচাৰ্যই এই উপলক্ষে এখনি আটকধুনীয়া তোৰণ ক্ৰীড়া সংস্থাৰ কাৰ্যালয়ৰ সন্মুখত নিৰ্মাণ কৰে। আনুষ্ঠানটিৰ বহুদিনৰ অভাৱ দূৰ কৰি গোটেই ভৱনটিকেই আকৰ্ষণীয় কৰি তুলিছে।

এইখিনিতে উল্লেখযোগ্য যে দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বৰ্তমানৰ অধ্যক্ষ শ্ৰীগুণ শৰ্মা বৰুৱাই একক আৰু একনিষ্ঠভাৱে চামে চামে নিপুণ খেলুৱৈ সৃষ্টি কৰি দেৰগাঁৱৰ নাম ক্ৰীড়াজগতত অক্ষুণ্ণ ৰাখিছে। তেওঁৰ এই ধৈৰ্য আৰু ত্যাগ দেৰগাঁৱৰ ৰাইজে পাহৰিব নোৱাৰে।

দেৰগাঁৱলৈ সুনাম আৰু গৌৰৱ কঢ়িয়াই অনা কেইবাগৰাকী কৃতি ব্যক্তিৰ কথা উল্লেখ নকৰিলে এই প্ৰবন্ধ সম্পূৰ্ণ আধৰুৱা হ'ব। সেইসকলৰ ভিতৰত শ্ৰদ্ধেয় ভৱানী বৰুৱা আইপিএছ, এসময়ৰ অসমৰ আৰক্ষীৰ মুৰব্বী আইজিপি ভাস্কৰ বৰুৱা আইএএছ, মদন প্ৰসাদ বেজবৰুৱা আইএএছ, চীফ চেক্ৰেটেৰী প্ৰফুল্ল শৰ্মা আইএএছ, শিক্ষা সচিব দিলীপ বৰঠাকুৰ আইএএছ, ওংকাৰমল মহেশ্ৰী আইএএছ, বিখ্যাত চকু বিশেষজ্ঞ ডাঃ লক্ষণ চন্দ্ৰ দত্ত, জগত শৰ্মা, কেন্দ্ৰীয় চৰকাৰৰ জনসম্পৰ্কৰক্ষী বিষয়া পুলিন বিহাৰী বৰঠাকুৰ আৰু দেৰগাঁৱৰ প্ৰথম পিএইছডি ডিগ্ৰী লাভ কৰা কটন কলেজৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক তথা প্ৰাচ্যতত্ত্ববিদ ড° ডিম্বেশ্বৰ শৰ্মা। উল্লেখযোগ্য যে গংগাধৰ বৰঠাকুৰ দেৰগাঁৱৰ (গোলাঘাট?) প্ৰথম স্নাতক, অসমৰ বৰ্তমানৰ ডিজিপি শ্ৰীশংকৰ বৰুৱা আইপিএছ দেৰগাঁৱৰেই সন্তান।

ওপৰত কৰি অহা আলোচনাৰ পৰা এইটো কথা ক'ব পাৰি যে বৰ্তমানৰ আমি যিখন 'আধুনিক দেৰগাঁও' পাইছোঁ, অতীতৰ বহুজনৰ ত্যাগ আৰু প্ৰচেষ্টাৰে প্ৰকাশ মাথোন। আজিৰ যি উন্নয়ন চকুৰ আগত দেখা পাইছোঁ সেই উন্নয়নবোৰ কেৱলমাত্ৰ উপৰিসৌধহে (Super Structure) বুলি ক'ব পাৰি। কিন্তু এই উপৰিসৌধবোৰৰ মূল বুনিয়াদটো তৈয়াৰ কৰি থৈ গৈছে আমাৰ অগ্ৰজসকলে। শিক্ষা, সাহিত্য, সংস্কৃতি, নাটক, অভিনয়, বেপাৰ-বাণিজ্য, খেলাধূলা এই সকলোবিলাকৰ এটা কাঠাম তৈয়াৰ কৰিথৈ গৈছে এচাম লোকে তেওঁলোকৰ নিস্বাৰ্থ দেশপ্ৰেম আৰু ত্যাগৰ বিনিময়ত। এনে নিস্বাৰ্থ শিক্ষা, সংস্কৃতি, সাহিত্য, নৃত্য, সংগীত আদিত নেতৃত্ব দিয়াসকলে তেওঁলোকৰ চকুৰ আগত ৰাখিছিল এনে এখন সমাজৰ সপোন য'ত যুগে যুগে প্ৰকৃত অৰ্থত আচল মানুহৰ জন্ম হ'ব। ত্যাগী নিৰ্মাণকৰ্তাসকলৰ নাম বিচাৰিলে চকুৰ আগত বহু তেনে লোকৰ এটা মিচিল দেখা পাওঁ। কিন্তু তুলনা কৰিলে সেইসকলৰ ভিতৰত শ্ৰদ্ধেয় নৱেন শৰ্মাৰ নামেই মনলৈ আহে। তেখেতেই আধুনিক দেৰগাঁৱৰ মানৱ সম্পদ গঢ় দিয়াৰ এজন প্ৰধান খনিকৰ।

এইখিনিতেই দাৰ্শনিক প্লেটোই তেওঁৰ বিখ্যাত গ্ৰন্থ 'ৰিপাব্লিক'ত কোৱা এষাৰ কথা মনৰ মাজলৈ আহিছে। অৱশ্যে তেখেতে ৰাষ্ট্ৰৰ ক্ষেত্ৰতহে তেনে মন্তব্য কৰিছিল। কিন্তু দেখা যায় ৰাষ্ট্ৰৰ ক্ষেত্ৰত প্ৰযোজ্য এই কথাষাৰ কোনো এখন ঠাই বা অঞ্চলৰ ক্ষেত্ৰতো প্ৰযোজ্য হয়। তেওঁ কৈছিল — 'The state is not made of bricks and morters but of man (quality man) সেই কথাকেই ব্যাখ্যা কৰিবলৈ গৈ তেওঁ কৈছে 'The state is a magnified individual' অৰ্থাৎ ৰাষ্ট্ৰ ব্যক্তিৰ বিৱৰ্ধনহে। আকৌ একেটা কথা অন্য প্ৰকাৰে তেওঁ এনেকৈ কয় 'The state is an individual writ large'.

Shakespeare এ তেওঁৰ এটা কবিতাত এনেদৰে কৈছে—

Not storeyed and spangled units
Make the state but men
High minded men.

ইয়াৰ অৰ্থ এইটোৱেই যে সুন্দৰ মাৰ্বল আৰু টাইল্‌চৰে নিৰ্মিত অট্টালিকাই কেৱল ৰাষ্ট্ৰৰ পৰিচয় নহয়। উচ্চ চিন্তাশীল ব্যক্তিৰ দ্বাৰাহে সুন্দৰ ৰাষ্ট্ৰ তৈয়াৰ হয়। সেয়েহে এই দৰ্শন আগত ৰাখি যিসকলে সমাজৰ বিভিন্ন ক্ষেত্ৰত অৰিহনা যোগাই মানৱ সম্পদৰ সৃষ্টি কৰে তেওঁলোকেই সমাজৰ প্ৰকৃত নিৰ্মাতা।

চীন দেশৰ এটা প্ৰবচন আছে—

যদি এটা বছৰৰ কথা চিন্তা কৰিছাঁ — ধানগছ ৰোৱা।
যদি এটা দশকৰ কথা চিন্তা কৰিছাঁ — গছ ৰোৱা।
যদি এটা শতিকাৰ কথা চিন্তা কৰিছাঁ — মানৱ সম্পদ গঢ়া।

— কনফুচিয়াচ। ❑

---

সহায় লোৱা পুথি, আলোচনী আৰু বিভিন্ন ব্যক্তি


১। *The Last Hundred Years in the Far East-Part-I-Japan* by Dr. B.R. Chattarjee
২। *Roosvelt* by John Gunther.
৩। মঙ্গলদৈ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শতবাৰ্ষিকীৰ স্মৃতিগ্ৰন্থ
৪। *মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ* —লক্ষ্মীনাথ ফুকন
৫। *পাতি সোণাৰুৰ ফুল* —নীলমণি ফুকন
৬। *সোণালী* —দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সোণালী জয়ন্তীৰ স্মৃতিগ্ৰন্থ
৭। *বোধিদ্ৰুম*—কুৱালগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ স্মৃতিগ্ৰন্থ
৮। *সোণালী* —ঢেকীয়াল উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ স্মৃতিগ্ৰন্থ
৯। *স্মৃতিগ্ৰন্থ*—শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ ৪ৰ্থ দেৰগাঁও অধিৱেশন - (সঃ) কুতুবুদ্দিন আহমেদ
১০। *শ্ৰদ্ধাৰ্ঘ*—নৱেন শৰ্মাৰ স্মৃতিত। সম্পাদক - নীলপদ্ম ফুকন
১১। *দেৰগাঁৱৰ নাট্য আন্দোলন*—ৰবীন্দ্ৰনাথ হাজৰিকা, দেৰগাঁও সাহিত্য সভা প্ৰকাশ
১২। *মন ক্ষণে ক্ষণে বিনায়*— (সঃ)অতুল গোস্বামী, দেৰগাঁও সাহিত্য সভা প্ৰকাশ
১৩। *দেৰগাঁৱৰ চমু পৰিচয়*—ডালিম চন্দ্ৰ পাঠক
১৪। *মন ক্ষণে ক্ষণে বিনায় কিয়*—(সঃ)নৃপাংক শইকীয়া
১৫। *স্বাধীনতা সংগ্ৰামত দেৰগাঁৱৰ অৱদান*—নীলপদ্ম ফুকন
১৬। দেৰগাঁও জয়নাথ সংস্কৃত বিদ্যালয়ৰ সোণালী জয়ন্তী স্মৰণিকা
১৭। দেৰগাঁও ক্ৰীড়া সন্থাৰ সোণালী জয়ন্তী স্মৰণিকা
১৮। *জনহিতৈষী নগেন বৰুৱা অভিনন্দন গ্ৰন্থ* —(সঃ) বীৰেণ বৰুৱা
১৯। *লক্ষ্মীনাথ ফুকন, জন্ম শতবৰ্ষৰ শ্ৰদ্ধাৰ্ঘ* —(সঃ) প্ৰফুল্ল বৰা, দেৰগাঁও সাহিত্য সভা প্ৰকাশ।
২০। *স্বাধীনতা সংগ্ৰাম* — নেশ্যনেল বুক ট্ৰাষ্ট।
২১। *অসমৰ ইতিহাস অধ্যয়ন আৰু ৰচনা*—ড° অমলেন্দু গুহ
২২। *স্বাধীনতাৰ সংস্পৰ্শত*—পদ্মনাথ বৰঠাকুৰ
২৩। *ভাৰতৰ মুকতি যুঁজত অসম*—অসম ৰাজ্যিক মুক্তিযুঁজাৰু অভিৱৰ্তন
২৪। *জাতীয় মুক্তি সংগ্ৰামৰ পটভূমিত ভাৰতৰ কমিউনিষ্ট পাৰ্টি* —দধি মহন্ত
২৫। *গোলাঘাটত স্বাধীনতা সংগ্ৰামৰ ৰেঙণি* —(সঃ) পুণাৰাম নেওগ
২৬। *গোলাঘাট জিলাৰ সৈনিকসকলৰ নামৰ তালিকা* —প্ৰকাশক - ভদ্ৰ ফুকন
২৭। *মুক্তিযোদ্ধা অপিৰাম গগৈ* —(সঃ) ললিত বৰুৱা।
২৮। *ইন্দ্ৰাণী*—ইন্দ্ৰাণীদেৱী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ মহাৰজত জয়ন্তীৰ স্মৃতিগ্ৰন্থ।
২৯। ব্যক্তিগত সাক্ষাৎকাৰ —(১) কমলেশ্বৰ মহন্ত (২) ডিম্বেশ্বৰ নেওগ (৩) ৰাধা গোস্বামী (৪) মঃ হুছেইন আলি (৫) নলীন মহন্ত (৬) পদ্মকুমাৰ দত্ত (৭) পদ্মকুমাৰী দত্ত (গংগাৰাম বৰমেধিৰ দুহিতা)




■ অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশন ■

# '৪২ ৰ ভাৰত ত্যাগ আন্দোলনত গোলাঘাটৰ অৱদান ঃ বৃহত্তৰ দেৰগাঁৱৰ বৰঙণি

ড° অনিল কুমাৰ শৰ্মা

মুম্বাইত ৭ আগষ্ট ১৯৪২ খ্ৰীঃত মিলিত হোৱা সদৌ ভাৰত কংগ্ৰেছ কমিটিৰ সভাত 'ভাৰত ত্যাগ' প্ৰস্তাৱ নামৰ প্ৰখ্যাত প্ৰস্তাৱটো জৱাহৰলাল নেহৰুৱে উত্থাপন কৰে আৰু বল্লভভাই পেটেলে সমৰ্থন জনায়। মাত্ৰ এক মুষ্টিমেয় সদস্যৰ বাদে সংখ্যাগৰিষ্ঠই প্ৰস্তাৱটোক সমৰ্থন কৰে। গান্ধীজীয়ে ব্ৰিটেইন আৰু ৰাষ্ট্ৰসংঘক অতি সোনকালে স্বাধীনতা প্ৰদান কৰিবলৈ আহ্বান জনায়। গান্ধীজীয়ে ঘোষণা কৰে — 'জীৱনত এইয়া সুবৰ্ণ সুযোগ যি এটা পুৰুষত কেতিয়াও দ্বিতীয়বাৰ নাহে আৰু ইতিহাসে ক'ব যে তেওঁলোকে নিজ মাতৃভূমি (ভাৰতবৰ্ষ)ৰ প্ৰতি থকা অপৰিশোধিত ঋণ পূৰণ নকৰিলে।' (Here was the opportunity of life time, which never comes twice in the same generation and history will say that they did not discharge their overdue debt to India)। কংগ্ৰেছে যে এটা ব্যাপক গণ আন্দোলন অতি সোনকালে আৰম্ভ কৰিব সেই খবৰ বনজুইৰ দৰে বিয়পি পৰিল। কংগ্ৰেছৰ মাজৰ বাওঁপন্থীসকল, কংগ্ৰেছ ছছিয়েলিষ্ট, ফৰৱাৰ্ড ব্লকসকল (কমিউনিষ্টৰ বাদে), সকলোৱে কংগ্ৰেছৰ সিদ্ধান্তক বিপুলভাৱে আদৰণি জনালে। মুছলিম লীগ, হিন্দু মহাসভা, এংলো-ইণ্ডিয়ান এছ'চিয়েট আৰু দলিত শ্ৰেণীয়ে গান্ধীজীৰ পৰিকল্পনালৈ সন্দেহ প্ৰকাশ কৰিছিল। ইতিমধ্যে কংগ্ৰেছে প্ৰাদেশিক গোটসমূহলৈ আগন্তুক সংগ্ৰামৰ বাবে সাজু হ'বলৈ নিৰ্দেশনা জাৰি কৰিছিল। কৰ আৰু খাজনা পৰিশোধ নকৰা যুদ্ধ-বিৰোধী প্ৰচাৰ কাৰ্য সম্পাদন কৰা, যুদ্ধ-সামগ্ৰীৰ উৎপাদন আৰু যোগান বন্ধ কৰা, সমান্তৰাল কংগ্ৰেছেই চৰকাৰ প্ৰতিষ্ঠা কৰা, প্ৰচলিত আইন অৱজ্ঞা কৰা, পিকেটিং, অনশন, বয়কট আদি ব্যৱস্থা ভৱিষ্যৎ কাৰ্যপন্থাৰ সম্ভাব্য দফা হিচাপে গণ্য কৰা হৈছিল।

মহাত্মা গান্ধীৰ আছিল এক নিজস্ব পৰিকল্পনা। তেওঁ এক সৰ্বভাৰতীয় হৰতাল আৰম্ভ কৰিবলৈ বিচাৰিছিল য'ত ছাত্ৰ-ছাত্ৰী আৰু চৰকাৰী কৰ্মচাৰী প্ৰমুখ্যে সকলো স্বাধীনতাপ্ৰেমী লোকে অংশগ্ৰহণ কৰি লোণ আইন ভংগ কৰিব। তেওঁ পৰামৰ্শ আগ বঢ়াইছিল যে 'শেষ উপায় হিচাপে প্ৰতিজন কংগ্ৰেছ কৰ্মীয়েই নিজেই নিজৰ নেতা আৰু জাতিটোৰ সেৱক হ'ব লাগিব। প্ৰতিজন সত্যাগ্ৰহীয়েই প্ৰতিজ্ঞাবদ্ধ হ'ব লাগিব যে তেওঁ স্বাধীনমনা হ'ব বা এই স্বাধীনতা আহৰণত মৃত্যুক সাবটি ল'বলৈও তেওঁ কুণ্ঠাবোধ নকৰে'। (As a last resort every Congressman would be his own leader and a servent of the whole nation. Every Satyagrahi should vow that he would either be free or would die in the attempt to make himself so.) মাত্ৰ মুষ্টিমেয় কমিউনিষ্টৰ বাদে সৰ্বভাৰতীয় কংগ্ৰেছ কমিটিৰ সদস্যসকলে এই বিখ্যাত প্ৰস্তাৱটোক স্বাগতম জনালে। গান্ধীজীয়ে সেই সভাত তেওঁৰ ভাবাবেগ প্ৰকাশ কৰিছিল আৰু দুদিন আলোচনাৰ অন্তত **৮ আগষ্ট ১৯৪২ খ্ৰীঃৰ ৰাতি ঐতিহাসিক 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হয়।**

মুম্বাইৰ গোৱালিয়া টেংকৰ ঐতিহাসিক আগষ্ট সভা উৎসাহ আৰু উদামৰ দিশৰ পৰা অদ্ভুত। নেতাসকলে ভাষণ দিয়াৰ সময়ত বিশাল জনতাই বাহিৰত অধীৰ আগ্ৰহেৰে বাট চাই আছিল। জনতাৰ আশা আৰু অনুৰাগ ইমান তীব্ৰ আছিল যে মুকলি সভাত ভাষণৰত অৱস্থাত হেজাৰ হেজাৰ জনতাই সম্পূৰ্ণ নীৰৱতা পালন কৰিছিল। গান্ধীজীৰ সৰ্বসাধাৰণ ভংগীৰ শান্ত আৰু অলংকাৰবিহীন ভাষণত বৈদ্যুতিক যাদু আছিল। গান্ধীজীয়ে এটা কথাক অনুসৰণ কৰিছিল 'কৰিম কিম্বা মৰিম' (Do or Die)। তেওঁৰ ভাষাত " ই এক মন্ত্ৰ, এটা সৰু মন্ত্ৰ, যিটো মই তোমালোকক দিছোঁ। তোমালোকে ইয়াক তোমালোকৰ হৃদয়ত অংকন কৰিব পাৰা আৰু তোমালোকৰ প্ৰতি উশাহে ইয়াক প্ৰকাশ কৰিব। মন্ত্ৰটো হ'ল 'কৰিম কিম্বা মৰিম' — কৰেংগে ইয়া মৰেংগে। আমি হয় ভাৰতবৰ্ষক মুক্ত কৰিম বা এই প্ৰচেষ্টাত মৃত্যুবৰণ কৰিম, আমি দাসত্বক যুগমীয়া কৰা কাৰ্য চাবলৈ জীয়াই নাথাকিম"।

১৯৪২ খ্ৰীঃৰ ৯ আগষ্টৰ কাহিলি পুৱা চৰকাৰে গোপনভাৱে গান্ধীজী আৰু তেওঁৰ পৰিবাৰ, ব্যক্তিগত সম্পাদক মহাদেৱ দেশাই, সৰোজিনী নাইডু, মীৰা বেন, সুশীলা নায়াৰ প্ৰমুখ্যে ব্যক্তিগত কৰ্মকৰ্তাসকলক পুনেৰ আগাখান হাউচত গ্ৰেপ্তাৰ কৰি ৰাখে আৰু অন্য কংগ্ৰেছী নেতাসকলক আহমদ নগৰ দুৰ্গত বন্দী কৰি ৰাখে। একে সময়তে 'এ' আৰু 'বি' পৰ্যায়ৰ কংগ্ৰেছী নেতাসকলক সমগ্ৰ ভাৰতবৰ্ষতে গ্ৰেপ্তাৰ কৰে। সৰ্বভাৰতীয় কংগ্ৰেছ কমিটি, কংগ্ৰেছ কাৰ্যকৰী কমিটি আৰু প্ৰদেশ কংগ্ৰেছ কমিটিসমূহক ইণ্ডিয়ান ক্ৰিমিনেল ল এমেণ্ডমেণ্ট এক্ট', ১৯০৮ খ্ৰীঃ (Indian Criminal Law Amendment Act, 1908) ৰ ধাৰা ১৬ ৰ অধীনত বে'আইনী বুলি ঘোষণা কৰা হয়। চৰকাৰৰ এই হঠাৎ আক্ৰমণত জনসাধাৰণৰ মনত মুহূৰ্ততে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। নেতৃবৃন্দৰ গ্ৰেপ্তাৰৰ খবৰ বিয়পি পৰাৰ লগে লগে মুম্বাইৰ গোৱালিয়া টেংকত হেজাৰ হেজাৰ লোক সমবেত হ'ল আৰু কৰ্তৃপক্ষৰ লগত সংঘৰ্ষত মিলিত হ'ল। পুনে আৰু আহমেদাবাদতো একেধৰণে সেই দিনাই হুলস্থূল সৃষ্টি হয়। ১০ অক্টোবৰৰ দিনা দিল্লী, কানপুৰ, এলাহাবাদ, বাৰানসী, পাটনা প্ৰমুখ্যে উত্তৰ প্ৰদেশ আৰু বিহাৰৰ নগৰসমূহত হৰতাল, ৰাজহুৱা বিক্ষোভ, আইন উলংঘা কৰি শোভাযাত্ৰা আদি উলিওৱা হয়। চৰকাৰে সংবাদপত্ৰৰ মুখ বন্ধ কৰি 'নেশ্যনেল হেৰাল্ড' আৰু 'হৰিজন' কাকতৰ প্ৰকাশ সংগ্ৰামৰ সময়ছোৱাত সম্পূৰ্ণৰূপে বন্ধ কৰি দিয়ে। আন আন কাকতৰো প্ৰকাশ সাময়িকভাৱে বন্ধ কৰে।

**ভাৰত ত্যাগ আন্দোলন আৰু অসম ঃ**

সমগ্ৰ ভাৰতবৰ্ষতে 'ভাৰত ত্যাগ' আন্দোলন আৰম্ভণি হোৱাৰ মাজতেই ১৯৪২ খ্ৰীঃৰ ২৫ আগষ্টৰ দিনা অসমৰ ৰাজ্যপাল ছাৰ এন্দ্ৰু ক্লই মঃ ছাদুল্লা আৰু তেওঁৰ মন্ত্ৰীসভাৰ সতীৰ্থসকলক শপত গ্ৰহণ কৰায়। অসমৰ এই নতুন চৰকাৰে কংগ্ৰেছৰ সকলো ৰাজনৈতিক কাৰ্যাৱলী মষিমূৰ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হয় আৰু জনসাধাৰণৰ ওপৰত সামূহিক জৰিমনা ন্যস্ত কৰে।

ভাৰতবৰ্ষৰ অন্যান্য ঠাইৰ লগতে অসমেও ১৯৪২ খ্ৰীঃৰ 'আগষ্ট বিদ্ৰোহ'ত এক বীৰত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। 'কৰিম কিম্বা মৰিম' বাণী সাৰোগত কৰি অসমৰ জনসাধাৰণে যুদ্ধই সৃষ্টি কৰি যোৱা অৰ্থনৈতিক সংকটকো পিছলৈ ঠেলি জাতীয় সংগ্ৰামত জঁপিয়াই পৰে। অসম কংগ্ৰেছৰ সভাপতি মঃ তৈয়বুল্লা, ফখৰুদ্দিন আলি আহমেদ, বিষ্ণুৰাম মেধি, দেৱেশ্বৰ শৰ্মা, ডাঃ হৰেকৃষ্ণ দাস, লীলা বৰুৱা আৰু বহু নেতাক ৯ আগষ্টৰ দিনা গ্ৰেপ্তাৰ কৰে। গোপীনাথ বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাক মুম্বাইৰ পৰা কংগ্ৰেছ মহাসভাত যোগদান কৰি ঘূৰি অহাৰ পাছতেই ধুবুৰীত গ্ৰেপ্তাৰ কৰে। পুলিচে বৰদলৈৰ হাতৰ পৰা সৰ্বভাৰতীয় কংগ্ৰেছ ঘোষণা পত্ৰৰ এটা কপি উদ্ধাৰ কৰে। ইয়াৰ পৰৱৰ্তী পৰ্যায়ত গ্ৰেপ্তাৰ কৰা ব্যক্তিসকল হ'ল মহেন্দ্ৰমোহন চৌধুৰী, বিজয় চন্দ্ৰ ভাগৱতী, হলধৰ ভূঞা, মতিৰাম বৰা, পূৰ্ণচন্দ্ৰ শৰ্মা, মহেন্দ্ৰনাথ হাজৰিকা, পীতাম্বৰ দেৱগোস্বামী, বিমলাপ্ৰসাদ চলিহা, কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী, জ্যোতিপ্ৰসাদ আগৰৱালা, শ্ৰীমান প্ৰফুল্ল গোস্বামী, মহাদেৱ শৰ্মা, লক্ষেশ্বৰ বৰুৱা, কৃষ্ণনাথ শৰ্মা, দেৱকান্ত বৰুৱা, মহীকান্ত দাস, গিৰীন্দ্ৰ নাথ গগৈ, ৰাধিকাৰাম দাস, ডাঃ হোমেশ্বৰ চৌধুৰী, হৰিনাৰায়ণ বৰুৱা, নৰনাৰায়ণ গোস্বামী, ৰবীন কাকতি, বেলিৰাম দাস, হৰেন্দ্ৰনাথ বৰুৱা, খগেন্দ্ৰ নাথ, ডাঃ জিনাৰাম দাস আৰু পূৰ্ণানন্দ চেতিয়া আদি।

অসম কংগ্ৰেছে ইতিমধ্যে এটা অ-সাম্প্ৰদায়িক, অৰাজনৈতিক আৰু সম্পূৰ্ণ অহিংস শান্তি সেনা সংগঠন প্ৰতিষ্ঠাৰ বাবে প্ৰয়োজনীয় সকলো ব্যৱস্থা সম্পূৰ্ণ কৰিছিল। অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিয়ে ৰাজেন্দ্ৰনাথ বৰুৱা আৰু হৰিনাৰায়ণ বৰুৱাক এই সংগঠনৰ সম্পূৰ্ণ দায়িত্ব অৰ্পণ কৰিছিল। যুৱ শক্তিৰ এইদৰে আত্মৰক্ষা আৰু আত্ম শৃংখলাৰ শিক্ষা আৰম্ভ হয়। শান্তি সেনাই গ্ৰামাঞ্চলত শান্তি-শৃংখলা অটুট ৰখাত সহায় কৰিব আৰু শাৰীৰিক শিক্ষা, কুচকাৱাজ, লাঠী আৰু তৰোৱাল শিক্ষাৰ উপৰি প্ৰতিদিনেই নৈশ পহৰা দিব। কিন্তু অসম চৰকাৰে এক গেজেট জাননীৰ যোগেদি অসম প্ৰদেশ কংগ্ৰেছ কমিটি, জিলা কংগ্ৰেছ কমিটিসমূহ, শান্তিসেনা আদি অনুষ্ঠানসমূহক বে'আইনী ঘোষণা কৰে। জিলা কংগ্ৰেছ কাৰ্যালয়সমূহ লণ্ডভণ্ড কৰা হয় আৰু কংগ্ৰেছ পুঁজিসমূহ বাজেয়াপ্ত কৰে। জনসভা, হৰতাল, শোভাযাত্ৰা, ৰাজহুৱা স্থানত জনসাধাৰণ একত্ৰিত হোৱা আদি নিষেধ কৰা হয়।

অসম চৰকাৰে কাৰ্যাৱলীৰ অংশ হিচাপে লাহে লাহে কিন্তু দৃঢ়তাৰে প্ৰধান নেতাসকলক গ্ৰেপ্তাৰ কৰে মাত্ৰ হেম বৰুৱাকহে ভগ্ন স্বাস্থ্যৰ দোহাই দি গ্ৰেপ্তাৰৰ পৰা বিৰত ৰাখিছিল। দৰঙৰ অমিয় কুমাৰ দাস আৰু মহাদেৱ শৰ্মাৰ গ্ৰেপ্তাৰ কিছু বিলম্ব কৰিছিল কাৰণ দুয়ো আছিল গান্ধীজীৰ অহিংস নীতিৰ পৰম ভক্ত। যোৰহাটত গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামীয়ে জনতাক খাজনা নিদিবলৈ



■ অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশন ■




আহ্বান জনোৱাৰ লগতে পুলিচৰ গ্ৰাসৰ পৰা ৰাজনৈতিক বন্দীক মুক্ত কৰিবলৈও আহ্বান জনাইছিল। তদুপৰি গোস্বামীয়ে চৰকাৰী নথিপত্ৰ আৰু চৰকাৰী বাহন ধ্বংস কৰিবলৈও গোহাৰি জনাইছিল। কিন্তু চৰকাৰী কৰ্তৃপক্ষই সত্ৰাধিকাৰক এখন নতুন জাননী সন্নিবিষ্ট বহু আপত্তিজনক বিষয় তথা জাননী বিলোৱাৰ অপৰাধৰ বাবে দায়ী হিচাপে অভিহিত কৰে। তেওঁ আৰু তেওঁৰ সহায়ক ডেকা সত্ৰাধিকাৰ কৃষ্ণদেৱ গোস্বামী দুয়োকে আন্দোলনত অংশগ্ৰহণ আৰু সমৰ্থন কৰাৰ বাবে আটক কৰে। চৰকাৰে সত্ৰাধিকাৰক 'ৰাজনৈতিক বন্দুক চুৰি গোচৰ' সংক্ৰান্তত জড়িত বুলি সন্দেহ প্ৰকাশ কৰিছিল কাৰণ সেই চুৰি বন্দুকটো তেওঁৰ সত্ৰৰ পুখুৰীৰ পৰাই পাছলৈ উদ্ধাৰ কৰা হৈছিল। প্ৰথমে তেওঁক ইন্দোৰত আবদ্ধ কৰি ৰখাৰ কথা ভবা হৈছিল, কিন্তু শেষত যোৰহাট কাৰাগাৰত নিৰাপত্তা বন্দীৰূপে দুবছৰৰো অধিক কাল কাৰারুদ্ধ কৰি ৰখা হৈছিল।

আন্দোলনৰ অংশৰূপে ১৯৪২ খ্ৰীঃৰ ৮ ছেপ্টেম্বৰ তাৰিখে এটা বিৰাট শোভাযাত্ৰা শিৱসাগৰ নগৰত উলিওৱা হৈছিল। য'ত বহু মহিলাই অংশগ্ৰহণ কৰিছিল। পৰিস্থিতি নিয়ন্ত্ৰণৰ বাহিৰ হোৱাত জনতাক ছত্ৰভংগ দিবলৈ পুলিচে লাঠীচাৰ্জ কৰে। আন এক ২০০ জনীয়া মহিলা দলে ২৭ ছেপ্টেম্বৰৰ দিনা টীয়ক পুলিচ ষ্টেছনত ত্ৰিৰংগ পতাকা উত্তোলন কৰিবলৈ চেষ্টা কৰিছিল। জনতাক ছত্ৰভংগ দিবলৈ পুলিচে লাঠীচাৰ্জ কৰাত ৰত্নেশ্বৰী নামে এগৰাকী মহিলা গুৰুতৰভাৱে আহত হয়। আইতিলা বৰা নামৰ মহিলাগৰাকীয়ে সাহসেৰে থানা এলেকাৰ ভিতৰত কংগ্ৰেছ পতাকা উত্তোলন নকৰা পৰ্যন্ত প্ৰতিবাদীসকল ক্ষান্ত হোৱা নাছিল। ইয়াৰ কেইদিনমান পাছত ৮০ গৰাকী মহিলাৰ এটা দলে টীয়ক পুলিচ থানা আৱদ্ধ কৰিবলৈ বৃথা চেষ্টা চলাইছিল।

ইতিমধ্যে দৰং জিলাৰ চতিয়া, গহপুৰ, ঢেকিয়াজুলি আদি অঞ্চলত ঘটা উল্লেখযোগ্য ঘটনাসমূহে সমগ্ৰ অসমৰ লাখ লাখ জনতাৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এই জিলাৰ নাৰীসকলক সংগঠিত কৰাৰ গধুৰ দায়িত্ব জ্যোতিপ্ৰসাদ আগৰৱালাৰ সহায়ত পুষ্পলতা দাসৰ ওপৰত অৰ্পণ কৰা হৈছিল। ১৯৪২ খ্ৰীঃৰ ২০ ছেপ্টেম্বৰৰ দিনটো এই জিলাৰ সকলো পুলিচ থানা এলেকাত 'জাতীয় পতাকা উত্তোলন' দিৱসৰূপে ঘোষণা কৰা হৈছিল। এই ঘোষণাৰ পৰিপ্ৰেক্ষিতত দূৰ-দূৰণিৰ পৰা অহা প্ৰধানকৈ যুৱক-যুৱতীসকলৰ 'শান্তি বাহিনী' আৰু 'মৃত্যু বাহিনী'ত ভৰ্তি হ'বৰ বাবে লানি নিছিগা সোঁত বৈছিল। সেইদিনা গহপুৰ থানাত কংগ্ৰেছ পতাকা উত্তোলন কৰিবৰ বাবে বৰঙাবাৰী অঞ্চলত কণকলতা বৰুৱাৰ নেতৃত্বত এটা বিশাল শোভাযাত্ৰা স্থানীয় জনতাৰ সহযোগত উলিওৱা হৈছিল। গহপুৰ থানাত ২০ ছেপ্টেম্বৰৰ দিনা আনুমানিক পাঁচ হেজাৰ লোক সমবেত হৈছিল। জনতাৰ ইমান বিশাল সমাবেশ দেখি পুলিচ বিষয়াজন কিংকৰ্তব্যবিমূঢ় হৈ পৰে আৰু এনে বিশৃংখল অৱস্থাত এজন কনিষ্টবলে তেওঁৰ বিষয়াজনৰ পৰা আদেশলৈ বাট নাচাই দুজাঁই গুলী ফুটাই ওঠৰ বছৰীয়া কণকলতাক মৃত্যুবৰণ কৰায়। মুকুন্দ কাকতি আৰু হেমকান্ত বৰুৱা এই আক্ৰমণত গভীৰভাৱে আঘাতপ্ৰাপ্ত হয়। পাছলৈ মুকুন্দ কাকতিয়ে মৃত্যুবৰণ কৰে। এনে অৱস্থাতে ৰামপতি ৰাজখোৱা নামৰ এজন সাহসী স্বেচ্ছাসেৱকে থানাত কংগ্ৰেছ পতাকা উত্তোলন কৰে।

২০ ছেপ্টেম্বৰৰ সেই নিৰ্দিষ্ট দিনাই ঢেকিয়াজুলি অঞ্চলৰ পৰা প্ৰায় পাঁচ হেজাৰ জনতা স্থানীয় থানাৰ সন্মুখত দিনৰ ১১ বজাত সমবেত হয়। এই শোভাযাত্ৰাক নেতৃত্ব প্ৰদান কৰিছিল কমলাকান্ত দাস নামৰ মৃত্যুবাহিনীৰ এজন সদস্যই। শোভাযাত্ৰাকাৰীসকলে শৃংখলাবদ্ধভাৱে 'বন্দে মাতৰম' ধ্বনি দি থানা এলেকাত উপস্থিত হয়, কিন্তু অনতিপলমে শান্তিপূৰ্ণ শোভাযাত্ৰাকাৰীসকলৰ ওপৰত লাঠীচাৰ্জৰ হুকুম দিয়া হ'ল। বহু সাহসী স্বেচ্ছাসেৱকে হাতত পতাকা লৈ থানা এলেকাৰ ভিতৰত পদাৰ্পণ কৰে। কিন্তু অপ্ৰৰোচিতভাৱে কৰা গুলীবৰ্ষণৰ ফলস্বৰূপে মনবৰ নাথ, ৰতন কছাৰী, মণি কছাৰী, মহিৰাম কোচ, মংগল কুৰ্মী, দয়াল পাণিকা, সোমনাথ চুটীয়া, লেৰেলা কছাৰী, তিলেশ্বৰ বৰুৱা, কুমলি নাথ আৰু খহুলি নাথে সেই ঠাইতেই মৃত্যুবৰণ কৰে আৰু আন বহুতো আঘাতপ্ৰাপ্ত হয়।

বিহালীতো ২০ ছেপ্টেম্বৰৰ দিনা লাঠীচাৰ্জৰ একে দৃশ্য প্ৰত্যক্ষ কৰা হৈছিল। সেইদিনা শান্তিপূৰ্ণ শোভাযাত্ৰাকাৰীসকলে 'কৰিম কিম্বা মৰিম' বাণী সাৰোগত কৰি বিহালী পুলিচ ষ্টেছনৰ সন্মুখত তেওঁলোকৰ স্বাধীনতাৰ লালসা প্ৰদৰ্শন কৰে। লাঠী চাৰ্জৰ ঘটনাত বহু পুৰুষ-মহিলা আঘাতপ্ৰাপ্ত হৈছিল। মহিলাসকলৰ মাজৰে তিলেশ্বৰী মহন্ত নামৰ নিৰ্ভীক মহিলাগৰাকীয়ে থানা এলেকাৰ ভিতৰত কংগ্ৰেছৰ পতাকা উত্তোলন কৰে। সমীপৰে চতিয়াত বহু হেজাৰ জনতাই শক্তি প্ৰদৰ্শন কৰে আৰু কংগ্ৰেছ পতাকা স্থানীয় থানাত উৰাবলৈ যাত্ৰা কৰে। আমোদজনক কথা যে পুলিচে শান্তিপূৰ্ণ শোভাযাত্ৰাকাৰীসকলক বাধা দিয়াৰ প্ৰয়োজনীয়তা অনুভৱ নকৰিলে, বৰঞ্চ তেওঁলোকে নীৰৱ দৰ্শকৰ ভূমিকা পালন কৰি শোভাযাত্ৰাকাৰীসকলক 'বন্দে মাতৰম' আৰু 'ভাৰত ত্যাগ'ৰ ধ্বনিৰে থানা এলেকাৰ ভিতৰত কেইবাপাকো ঘূৰিবলৈ অনুমতি দিয়ে।

**গোলাঘাটত আন্দোলন — দেৰগাঁৱৰ ভূমিকা ঃ**

দেশৰ এনে আহ্বানত গোলাঘাট জিলাৰ জনসাধাৰণে নীৰৱ দৰ্শকৰ ভূমিকা পালন কৰি থাকিব নোৱাৰিলে। দেশখনৰ বিভিন্ন প্ৰান্তত ঘটা ঘটনাসমূহে তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। জিলাখনৰ জনতা 'কৰিম কিম্বা মৰিম' মহামন্ত্ৰত দীক্ষিত হৈ ৰাজপথলৈ ওলাই আহিল। ১৯৪২ খ্ৰীঃৰ ছেপ্টেম্বৰ মাহৰ প্ৰথম সপ্তাহৰ পৰাই কংগ্ৰেছৰ 'নৈতিক প্ৰচাৰ' আৰম্ভ হৈছিল। প্ৰতিৰোধ






আন্দোলনৰ আৱন্তণিস্বৰূপে দেৰগাঁৱত ৭ ছেপ্টেম্বৰ, ১৯৪২ খ্ৰীঃৰ দিনা স্থানীয় তৰুণ নেতা **নৰেন্দ্ৰনাথ শৰ্মাৰ** নেতৃত্বত ছাত্ৰ, যুৱক আৰু বৰ্ষীয়ানসকলে এটা বিশাল শোভাযাত্ৰা সংগঠিত কৰে। শোভাযাত্ৰাটো ছাব-ডেপুটি কলেক্টৰৰ কাৰ্যালয় অভিমুখে অগ্ৰসৰ হৈছিল। এছ ডি ছি দীননাথ শৰ্মাক অৱৰোধ কৰা হয় আৰু এটা গান্ধী টুপি তেওঁৰ মূৰত পিন্ধাই দিয়া হৈছিল। পিছদিনা ৮ ছেপ্টেম্বৰত প্ৰায় ৫০০ জনতাই দেৰগাঁও পুলিচ ষ্টেছন ঘেৰাও কৰি থানাত কংগ্ৰেছ পতাকা উত্তোলনৰ প্ৰচেষ্টা চলাইছিল। স্বেচ্ছাসেৱকসকলে 'দড়িয়া ইন্সপেক্টৰ' নামে খ্যাত গোলাঘাটৰ পুলিচ ইন্সপেক্টৰ আহ্মাৰ আলী আৰু দেৰগাঁও থানাৰ অ'চি যোগেশ্বৰ পাঠকক গান্ধী টুপি পিন্ধাবলৈ চেষ্টা কৰিছিল। স্বেচ্ছাসেৱকসকলে 'মহাত্মা গান্ধী কী জয়', 'সুভাষ বসু কী জয়' আদি ধ্বনি দি আকাশ-বতাহ মুখৰিত কৰিছিল। অৱশেষত পৰিস্থিতি নিয়ন্ত্ৰণৰ বাহিৰলৈ যোৱাত পুলিচে লাঠীচাৰ্জ কৰে, ফলত বহু লোক আহত হয়। পুলিচৰ লাঠীচাৰ্জত হেমপ্ৰসাদ শইকীয়া নামৰ এজন ছাত্ৰ-স্বেচ্ছাসেৱক ভীষণৰূপে আঘাতপ্ৰাপ্ত হয়। পুলিচ আৰু জনতাৰ মাজত এনে টনা-আঁজোৰা চলি থকাৰ সুযোগতে মাধৱ ৰাজবংশী নামৰ এজনে থানা এলেকাৰ ভিতৰত 'সুভাষ বসু কী জয়' ধ্বনি দি কংগ্ৰেছ পতাকা উত্তোলন কৰে। পুলিচে এই কাৰ্যৰ পোতক তুলিবলৈ বহু লোকক গ্ৰেপ্তাৰ কৰে। গ্ৰেপ্তাৰ বৰণ কৰাসকলৰ ভিতৰত প্ৰধান আছিল **পুলিন বিহাৰী বৰঠাকুৰ, হৰেণ বৰঠাকুৰ, নাৰায়ণ শৰ্মা, বাপুৰাম বৰা** আৰু **খগেশ্বৰ শৰ্মা**। সকলোকে সেইদিনা আবেলি গোলাঘাট পুলিচ হাজোতলৈ প্ৰেৰণ কৰে।

পিছদিনা দেৰগাঁও আৰু গোলাঘাটৰ জীৱেশ্বৰ হাজৰিকা, বৈকুণ্ঠ সিং আৰু শংকৰ চন্দ্ৰ বৰুৱা আদি নেতাসকলে এক প্ৰতিবাদী জনসভাৰ বাবে আহ্বান জনায়। সেই মৰ্মে বাপুজী মন্দিৰৰ সন্মুখত বহু স্বাধীনতাপ্ৰেমী জনতা একত্ৰিত হয়। কিন্তু প্ৰতিবাদী জনতাক সম্বোধন কৰাৰ পূৰ্বেই যোৰহাটৰ পুলিচ ইন্সপেক্টৰ দীনেশ দত্ত সু-সজ্জিত পুলিচ ফৌজৰ সৈতে সেই ঠাইত উপস্থিত হয় আৰু বলপূৰ্বকভাৱে সেই জনসমাৱেশত বাধাৰ সৃষ্টি কৰে। সমবেত জনতা পুলিচৰ এনে হঠাৎ আক্ৰমণৰ বাবে প্ৰস্তুত নাছিল, য'ত বহু লোক ঘূণীয়া হৈছিল। সেইসকলৰ ভিতৰত নালীয়া মেধি নামৰ এজন স্বেচ্ছাসেৱকৰ অৱস্থা শোচনীয় হৈ পৰিছিল। কাৰণ পুলিচৰ লাঠীৰ কোবত তেওঁ ধৰাশায়ী হৈ পৰিছিল। ৯ ছেপ্টেম্বৰৰ দিনাই নৰেন্দ্ৰনাথ শৰ্মাৰ নেতৃত্বত অন্য এটা প্ৰতিবাদী শোভাযাত্ৰা উলিওৱা হৈছিল। তেওঁক গ্ৰেপ্তাৰ কৰা হৈছিল আৰু গোলাঘাটলৈ চালান দিয়া হৈছিল। এই ক্ষেত্ৰত উল্লেখযোগ্য যে দেৰগাঁও থানাৰ অ'চি যোগেশ্বৰ পাঠকে দেৰগাঁও নগৰ তথা দাঁতিকাষৰীয়া অঞ্চলত সন্ত্ৰাস সৃষ্টি কৰিছিল। দেৰগাঁৱৰ দুজন কংগ্ৰেছ স্বেচ্ছাসেৱক **দুৰ্গানাথ কাকতি** আৰু **গোলাপ পূজাৰীয়ে** তেওঁৰ দুৰ্ব্যৱহাৰৰ বলি হ'ব লগা হৈছিল। তেওঁৰ কঠোৰ দমনমূলক ব্যৱহাৰত অতিষ্ঠ হৈ পুণ্যধৰ গোস্বামী নামৰ এজন কংগ্ৰেছ কৰ্মীয়ে তেওঁৰ সহকৰ্মীসকলক যিডাল ৰছীৰে বন্দী কৰি জে'ললৈ লৈ গৈছিল সেই একেডাল ৰছীৰে উক্ত অজনপ্ৰিয় পুলিচ অ'চিজনক বান্ধি চোচোৰাই নিবলৈ আহ্বান জনাইছিল। গোস্বামীক ধৰিবলৈ পুলিচে সদায় সতৰ্ক দৃষ্টি ৰাখি অনুসৰণ কৰিছিল আৰু তেওঁৰ ঘৰ তেওঁৰ অনুপস্থিতিত কেবাবাৰো তালাছী কৰিছিল। পিছলৈ গোলাঘাট পুলিচৰ ওচৰত গোস্বামীয়ে আত্মসমৰ্পণ কৰিছিল।

কংগ্ৰেছী লোকসকলক পুলিচে আৱদ্ধ কৰি ৰখাৰ নীতি আন্দোলনৰ লগে লগে চলি থাকিল। যোৰহাটৰ হৰিনাৰায়ণ বৰুৱা আৰু সৰ্বেশ্বৰ বৰদলৈ, শিৱসাগৰৰ ৰবীন কাকতি আৰু বিমলা প্ৰসাদ চলিহা আৰু গোলাঘাটৰ শংকৰ চন্দ্ৰ বৰুৱা আৰু ৰাজেন্দ্ৰনাথ বৰুৱাৰ নামত ৫ ছেপ্টেম্বৰৰ দিনা গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰা হৈছিল। সেইমৰ্মে ৬ ছেপ্টেম্বৰৰ কাহিলিপুৱা একে সময়তে যোৰহাট, গোলাঘাট আৰু শিৱসাগৰৰ কংগ্ৰেছ কাৰ্যালয়সমূহ পুলিচে লণ্ডভণ্ড কৰে আৰু সংগঠনৰ দৰকাৰী ফাইল, দলিল আদি বাজেয়াপ্ত কৰে।

বোকাখাতৰ স্বাধীনতাপ্ৰেমী জনসাধাৰণেও কংগ্ৰেছৰ আহ্বানক উষ্ণ স্বাগতম জনাইছিল। ১৯৪২ খ্ৰীঃৰ ৩১ অক্টোবৰৰ দিনা বোকাখাতৰ বাসিন্দাসকলে নবীন শৰ্মা, গোলোক শইকীয়া আৰু তিলেশ্বৰ বৰাৰ নেতৃত্বত পুলিচ থানা অৱৰোধৰ চেষ্টা চলায়। তেওঁলোক সকলোকে গ্ৰেপ্তাৰ কৰি জে'ললৈ প্ৰেৰণ কৰে। ভদ্ৰকান্ত ফুকন নামৰ এজন মধ্য শ্ৰেণীৰ নেতাই জনসভা পাতি আৰু শোভাযাত্ৰা আদি উলিয়াই বিশেষ ভূমিকা পালন কৰিছিল। তেওঁক এই কাৰ্যত সহায় কৰা স্থানীয় কৰ্মীসকলৰ ভিতৰত অকণ শইকীয়া, পুণ্যেশ্বৰ বৰা, গোলোক শইকীয়া আদিৰ নাম উল্লেখযোগ্য, যাৰ বাবে তেওঁলোকে গ্ৰেপ্তাৰ বৰণ কৰি জে'ললৈ যাব লগা হৈছিল। বোকাখাত অঞ্চলৰ অন্য এজন প্ৰমুখ সংগঠক আছিল খোলোক চন্দ্ৰ নাথ। ১৯৪১ খ্ৰীঃৰ পৰাই কমিউনিষ্ট কৰ্মী ধীৰেন্দ্ৰনাথ দত্তই চিদানন্দ শইকীয়াৰ সহযোগত বৰ্তমানৰ বোকাখাত মহকুমাৰ আশে-পাশে বিভিন্ন অঞ্চলৰ কৃষকসকলক সংগঠিত কৰাৰ কামত ব্ৰতী হৈছিল। তেওঁলোকৰ প্ৰচেষ্টাতেই নধন ৰাম শইকীয়া, হৰেন্দ্ৰনাথ দে' আৰু বাপুৰাম দত্ত আদি কৃষক নেতাসকল কংগ্ৰেছৰ মজিয়ালৈ আহিছিল। উল্লেখযোগ্য যে বোকাখাত অঞ্চলৰ পৰা যিসকল ছাত্ৰ শিক্ষাগ্ৰহণৰ বাবে গোলাঘাটলৈ গৈছিল সেইসকলে প্ৰয়োজনীয় ৰাজনৈতিক শিক্ষা আৰু অভিজ্ঞতাৰ সুযোগ লাভ কৰিবলৈ সমৰ্থ হৈছিল। শংকৰ চন্দ্ৰ বৰুৱাৰ গৃহ এলেকাৰ মাজতে থকা তেওঁৰ আশ্ৰমখন ছাত্ৰ তথা ৰাজনৈতিক কৰ্মীবৃন্দৰ ৰাজনৈতিক কাৰ্যাৱলীৰ কেন্দ্ৰবিন্দু আছিল। ইয়াতেই চিদানন্দ শইকীয়া, তিলক চন্দ্ৰ বৰা আৰু লোকনাথ শইকীয়াৰ দৰে ভৱিষ্যতৰ নেতৃবৃন্দই ৰাজনীতিৰ প্ৰথম পাঠ আৰম্ভ কৰিছিল। ঘটনাক্ৰমে তিলক চন্দ্ৰ বৰাই ছহিদ কুশল কোঁৱৰৰ সৈতে সৰুপথাৰৰ ৰে'ল বগৰোৱা গোচৰত গ্ৰেপ্তাৰ হ'ব

লগা হৈছিল আৰু কাৰাবাৰণ খাটিব লগা হৈছিল।

**আন্দোলনৰ পৰিৱৰ্তিত চৰিত্ৰ ঃ**

ভাৰত ত্যাগ আন্দোলনৰ প্ৰথম অৱস্থাত গোলাঘাটত জনতাই গান্ধীবাদী অহিংস নীতি অনুসৰণ কৰি হৰতাল, শোভাযাত্ৰা, চৰকাৰী কাৰ্যালয়ত কংগ্ৰেছ পতাকা উত্তোলন আদি কাৰ্যসূচীপালন কৰিছিল। কিন্তু আন্দোলনৰ অগ্ৰগতিৰ লগে লগে কিছু উগ্ৰ ব্যৱস্থা আৰু নীতিৰ ব্যৱহাৰ হ'বলৈ ধৰিলে। ফলস্বৰূপে, চৰকাৰী কাৰ্যালয়সমূহ আক্ৰমণ কৰা হৈছিল আৰু যাতায়াত ব্যৱস্থা বহু ঠাইত ব্যাহত কৰা হৈছিল। তদুপৰি সামৰিক যোগান ব্যৱস্থা ব্যাহত কৰিবলৈ চেষ্টা অব্যাহত আছিল কাৰণ সামৰিক চাউনি আৰু ঘাটিসমূহ প্ৰকাশ্যভাৱে আক্ৰমণৰ লক্ষ্য কৰা হৈছিল। অসম উপত্যকাৰ প্ৰায় সকলো জিলাত সাধাৰণভাৱে জনতাই টেলিগ্ৰাফ আৰু ডাকঘৰৰ দৰে চৰকাৰী ভৱনসমূহ, পুলিচ থানা, ৰে'ল ষ্টেছন, পৰিদৰ্শন বঙলা, অৰ্ধ চৰকাৰী আৰু চৰকাৰী স্কুল ভৱনসমূহ আক্ৰমণৰ লক্ষ্য কৰি লৈছিল আৰু চৰকাৰৰ লগত শিল্পকৰ্মত জড়িত লোকসকলৰ বাসগৃহসমূহকো আক্ৰমণ কৰা হৈছিল। স্পষ্ট ৰূপত গান্ধীজীৰ 'কৰিম কিম্বা মৰিম' (Do or Die) আহ্বানক বেলেগ বেলেগ মানুহে নিজৰ কামত খটাকৈ বেলেগে বেলেগে ব্যৱহাৰ কৰিছিল। এইদৰে, ১৯৪২ খ্ৰীঃৰ আগষ্ট মাহৰ শেষৰ পৰা ছেগাচোৰোকাকৈ জুই লগোৱা ঘটনা আৰু ৰে'ল আৰু টেলিগ্ৰাফ ব্যৱস্থাক বাধাগ্ৰস্ত কৰিবলৈ অসম উপত্যকাৰ আন জিলাসমূহৰ দৰে গোলাঘাট জিলাতো চেষ্টা অব্যাহত ৰখা দেখা গৈছিল।

আন্দোলনটো যদিও সুসংগঠিত নাছিল তথাপি একে সময়তে সমগ্ৰ দেশতে অহিংসাৰ বাণী বিয়পি পৰিছিল। জ্যেষ্ঠ কংগ্ৰেছী নেতাসকলক আন্দোলনৰ নীতি বা ব্লুপ্ৰিন্ট তৈয়াৰ হোৱাৰ আগতেই আৰু নিজ সতীৰ্থসকলৰ সৈতে আলোচনা হোৱাৰ পূৰ্বেই সকলোকে গ্ৰেপ্তাৰ কৰা হৈছিল। গোপীনাথ বৰদলৈ ধুবুৰীত গ্ৰেপ্তাৰ হোৱাৰ সময়ত তেওঁৰ পৰা উদ্ধাৰ হোৱা কংগ্ৰেছ ঘোষণা-পত্ৰৰ নিৰ্দেশনাত কোনো বিস্ফোৰক আৰু উগ্ৰবাদী ভাবধাৰাৰ সামগ্ৰী পোৱা নগৈছিল। তথাপি এই কথা কেতিয়াও মানি ল'ব নোৱাৰি যে বৰদলৈয়ে তেওঁ গ্ৰেপ্তাৰ হোৱাৰ পাছত কোনো কংগ্ৰেছ চাৰ্কুলাৰ তেওঁৰ কনিষ্ঠ সতীৰ্থসকলক দি যাবলৈ সমৰ্থ হৈছিল। কিন্তু মহেন্দ্ৰ মোহন চৌধুৰীয়ে বিশ্বাস কৰে যে বৰদলৈয়ে মুম্বাইলৈ তেওঁৰ লগত যোৱা কামিনী শৰ্মাক কংগ্ৰেছ চাৰ্কুলাৰৰ এটা কপি ধুবুৰীত গ্ৰেপ্তাৰৰ সময়ত গোপনে দিবলৈ সমৰ্থ হৈছিল। গণ আন্দোলনটোক আগ বঢ়াই লৈ যাবলৈ সেই সময়ত কোনো কেন্দ্ৰীয় সংগঠন বা নেতা নাছিল। নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ নামত কিছুমান প্ৰচাৰ পত্ৰ প্ৰকাশ কৰা হৈছিল আৰু সেইবিলাক নিজ নিজ মাতৃভাষালৈ অনুবাদ কৰি স্থানীয়ভাৱে বিতৰণ কৰা হৈছিল। এনে কিছুমান চাৰ্কুলাৰ আৰু বুলেটিন সময়মতেই অসম পাইছিল আৰু এদল যুৱ নেতাই এইবিলাক অসমীয়ালৈ অনুবাদ কৰাৰ দায়িত্ব বহন কৰিছিল। তাৰ পাছত এইবিলাক গোপনভাৱে নকল কৰি (কিছুক্ষেত্ৰত ছপা কৰি) সমগ্ৰ অসম উপত্যকাৰ জিলাসমূহত, আনকি প্ৰদেশখনৰ কিছুমান ভিতৰুৱা অঞ্চলতো, বিতৰণৰ ব্যৱস্থা কৰা হৈছিল।

গোলাঘাট জিলা কংগ্ৰেছ কমিটিয়ে সপ্তাহজোৰা কাৰ্যসূচীৰে ২০ৰ পৰা ২৬ আগষ্ট, ১৯৪২ খ্ৰীঃলৈ মহিলা, ছাত্ৰ, সেবাদল কৰ্মী, কৃষক, মজদুৰ, ব্যৱসায়ী আদিক জড়িত কৰি এক বিক্ষোভমূলক আঁচনি গ্ৰহণ কৰিছিল। সেই মৰ্মে ২০ আগষ্টৰ দিনা গোলাঘাট কাছাৰীৰ সন্মুখত কংগ্ৰেছ কৰ্মীসকলে পিকেটিং অনুষ্ঠিত কৰে। লগতে নগৰখনৰ সকলো শিক্ষানুষ্ঠান আৰু বাৰ লাইব্ৰেৰীতো এনে পিকেটিঙৰ ব্যৱস্থা কৰিছিল। তদুপৰি সামৰিকবাহিনী যোগান ধৰা ব্যক্তিসকলৰ ঘৰতো পিকেটিং অনুষ্ঠিত কৰিছিল। কিন্তু পুলিচে পিকেটিংকাৰীসকলক গ্ৰেপ্তাৰ কৰি তেওঁলোকক আচহুৱা নিজান ঠাইলৈ লৈ যায় আৰু মাজৰাতি মুকলি কৰি দিয়ে।

আন্দোলন চলি থকা সময়ছোৱাত দূৰণিবটীয়া ঠাইসমূহৰ পৰা গোলাঘাট নগৰলৈ পিকেটিং আৰু অন্যান্য কাৰ্যসূচীত অংশগ্ৰহণৰ বাবে বহু লোক আহিছিল। এই সকলৰ বহুতেই জিলা কংগ্ৰেছ কাৰ্যালয়তে ৰাতিটো কটাইছিল। ১০ ছেপ্টেম্বৰ, ১৯৪২ খ্ৰীঃৰ দিনা গোলাঘাট কাছাৰীৰ সন্মুখত পিকেটিং পৰিচালনা কৰি থাকোঁতে পুলিচে ৰঙামাটি মৌজাৰ অন্তৰ্গত বহুপথাৰৰ চণ্ডীৰাম বৰা আৰু সভাই দুৱৰা, ঘিলাধাৰী মৌজাৰ দধি খনিকৰ আৰু ওপৰ টেমেৰা মিচিং গাঁৱৰ কাৰ্দিক চন্দ্ৰ মৰাঙক গ্ৰেপ্তাৰ কৰে। সেই ৰাতিটো তেওঁলোক সকলোকে পুলিচ লক-আপত ৰখা হয় আৰু পিছদিনা মুকলি কৰি দিয়ে। সেই একেদিনাই নাহৰণিৰ **আটাউৰ ৰহমানে** গোলাঘাট কাছাৰীত কৰ্তব্যৰত দণ্ডাধীশজনৰ কলমটো বলপূৰ্বকভাৱে কাঢ়ি লয়, যাৰ বাবে তেওঁক গ্ৰেপ্তাৰ কৰি ছমাহৰ সশ্ৰম কাৰাদণ্ড বিহা হয়।

১৯৪২ খ্ৰীঃৰ ১১ ছেপ্টেম্বৰৰ দিনা গোলাঘাট নগৰে শান্তি সেনাৰ এটা বিৰাট জনসমাৰেশ প্ৰত্যক্ষ কৰিছিল। জিলাখনৰ ঊনৈশটা মৌজাৰ শান্তি সেনাসকলে জনসমাৰেশ সফল কৰিবৰ বাবে একত্ৰিত হৈছিল। আনুমানিক ২৫০০ জন শান্তি সেনাই এই অভূতপূৰ্ব জন সমাৰেশত অংশগ্ৰহণ কৰিছিল। গোলাঘাট জিলাৰ চালিকা শক্তি ৰাজেন্দ্ৰনাথ বৰুৱাক শান্তি সেনাক সম্বোধন কৰি থকাৰ মাজতেই পুলিচে গ্ৰেপ্তাৰ কৰিছিল। তেওঁৰ গ্ৰেপ্তাৰৰ পাছতেই দৌলেশ্বৰ দত্তই একত্ৰিত জনতাক সম্বোধন কৰিছিল। এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত শংকৰ চন্দ্ৰ বৰুৱাই তেওঁৰ কৰ্মীসকলৰ সৈতে আলোচনা কৰি গুপ্ত আন্দোলনৰ পথ ল'বলৈ সিদ্ধান্ত লয় আৰু তেওঁ তেওঁৰ সহকৰ্মীসকলক কংগ্ৰেছৰ ভেটি মজবুত কৰিবলৈ আহ্বান জনায়। কিন্তু গোলাঘাট পুলিচে নেতাসকলক গ্ৰেপ্তাৰ কৰি জনতাৰ নৈতিক সদভাব তথা উদ্যম দুৰ্বল কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। ২৩ ছেপ্টেম্বৰৰ ৰাতি গোলাঘাট জিলা কংগ্ৰেছ কমিটিৰ কাৰ্যালয়টো সামৰিক পুলিচে অৱৰোধ কৰি পিছদিনাৰ পিকেটিং কাৰ্যসূচীত অংশগ্ৰহণ কৰিবলৈ আহি কাৰ্যালয়ত আশ্ৰয় গ্ৰহণ কৰা কাৰ্দিক চন্দ্ৰ মৰাং, হেম বৰুৱা, ফটিক চন্দ্ৰ হাজৰিকা, দধি প্ৰসাদ খাটনিয়াৰ, বিজয় দুৱৰা আৰু আনন্দিৰাম বৰুৱাক গ্ৰেপ্তাৰ কৰে। সামৰিক বাহিনীৰ লোকে কংগ্ৰেছৰ পতাকা জোৰেৰে কাঢ়ি নিবলৈ চেষ্টা কৰা অৱস্থাত ফটিক চন্দ্ৰ হাজৰিকা আৰু হেম বৰুৱাই বাধাৰ সৃষ্টি কৰাত তেওঁলোকক বন্দুকৰ কুণ্ডাৰে আক্ৰমণ কৰে। এনে অৱস্থাত তেওঁলোকক গোলাঘাট থানালৈ লৈ যোৱা হয়। পাছদিনা এছ ডি অ' আশু দত্তই তেওঁলোকক পুলিচ হাজোতৰ পৰা মুক্তি দিয়ে। পুনৰ পুলিচে ২৭ ছেপ্টেম্বৰৰ ৰাতি গোলাঘাট জিলা কংগ্ৰেছৰ কাৰ্যালয়টোৰ পৰা পিকেটিং কৰিবলৈ অহা কেইবাজনো ব্যক্তিক পুলিচ থানালৈ লৈ যায় আৰু গ্ৰেপ্তাৰ কৰে। ৮ অক্টোবৰৰ দিনা তেওঁলোক সকলোকে দোষী সাব্যস্ত কৰি এছ ডি অ' আশু দত্তই আঠ মাহৰ বাবে জে'ললৈ প্ৰেৰণ কৰে।

স্মৰ্তব্য যে গোলাঘাট জিলাত ভাৰত ত্যাগ আন্দোলন আৰম্ভ হোৱাৰ বহু পূৰ্বেই গণ আন্দোলনৰ ভেটি প্ৰস্তুত হৈছিল। দ্বিতীয় মহাযুদ্ধৰ আৰম্ভণি আৰু গান্ধীজীৰ নেতৃত্বত পৰিচালনা কৰা ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনৰ ঠিক পিছতেই জিলাখনত শান্তি সেনাক সংগঠিত কৰা হৈছিল আৰু তেওঁলোকে গ্ৰামাঞ্চলত যুৱক-যুৱতীসকলক শিক্ষা প্ৰদান কৰিছিল। ইয়াৰ মুখ্য উদ্দেশ্য আছিল গাঁওবাসীক সামৰিক বাহিনীৰ অত্যাচাৰ তথা অবাঞ্ছিত ঘটনাৰ পৰা সুৰক্ষা প্ৰদান কৰা। এই কামৰ বাবে সদৌ অসম কংগ্ৰেছ কমিটিয়ে গোলাঘাটৰ ৰাজেন্দ্ৰনাথ বৰুৱাক মুখ্য সেনাধ্যক্ষ (Commander in Chief) আৰু যোৰহাটৰ হৰিনাৰায়ণ বৰুৱাক তেওঁৰ সহায়ক (Deputy) ৰূপে বাছনি কৰিছিল। গোলাাট জিলা কংগ্ৰেছেও ভদ্ৰকান্ত ফুকন, ঠগীৰাম বৰা, ৰিযেশ্বৰ বৰা, ৰাম বৰুৱা, বৈকুণ্ঠ সিং, থোলোক চন্দ্ৰ নাথ, ফটিক চন্দ্ৰ হাজৰিকা, শোভাৰাম বৰা, সোণাৰাম বৰুৱা, সোণেশ্বৰ শৰ্মা, কুশল কোঁৱৰ প্ৰমুখ্যে জিলাৰ খ্যাতনামা নেতৃবৃন্দক প্ৰশিক্ষণৰ ব্যৱস্থা কৰিছিল। তেওঁলোকৰ নিজ নিজ অঞ্চলৰ শান্তি সেনাবাহিনীক নেতৃত্ব দিয়াৰ গুৰু দায়িত্ব অৰ্পণ কৰিছিল।

সেই সময়ত উনৈশখন মৌজাৰ কংগ্ৰেছ কমিটিয়ে গোলাঘাট জিলা কংগ্ৰেছ কমিটিৰ এলেকাৰ ভিতৰত কাৰ্যভাৰ চলাই গৈছিল। কিছুমান বিশিষ্ট কংগ্ৰেছ কৰ্মীক মৌজা কংগ্ৰেছ কমিটিৰ সম্পাদকৰ দায়িত্ব অৰ্পণ কৰা হৈছিল। বৰপথাৰ আৰু সৰুপথাৰ মৌজা দুটা সেই সময়ত সাধাৰণ শাসন এলেকাৰ বাহিৰত অৱস্থিত আছিল। এই দুয়োটা মৌজাৰ গোচৰসমূহ সেই সময়ৰ শিৱসাগৰ জিলাৰ উপায়ুক্তই ৰাজনৈতিক বিষয়াৰূপে বিচাৰ কৰিছিল। কংগ্ৰেছ সংগঠনৰ বাবে এনে দূৰৱৰ্তী অঞ্চলত কাম কৰাটো বৰ দুৰ্বহ আৰু বিপজ্জনক আছিল। কংগ্ৰেছ কৰ্মীসকলে প্ৰতি খোজতে সাৱধানতা আৰু কৌশল অৱলম্বন কৰিব লাগিছিল, কাৰণ সেই অঞ্চলসমূহত বিনা অনুমতিত বাহিৰা লোকৰ প্ৰৱেশ সাধাৰণতে নিষিদ্ধ কৰা হৈছিল।

ইতিমধ্যে নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে ইয়াৰ অন্তৰ্গত সকলো গোটলৈ ২৫ ছেপ্টেম্বৰৰ পৰা ১০ অক্টোবৰলৈ 'গান্ধী পষেক' উদ্‌যাপনৰ বাবে বিশেষ আঁচনি গ্ৰহণ কৰিছিল। সেই মৰ্মে —

২৫ ছেপ্টেম্বৰত নগৰ দিৱস, ২ অক্টোবৰত স্বাধীনতা দিৱস, ৩ অক্টোবৰত সৈনিক দিৱস, ৪ অক্টোবৰত শ্ৰমিক দিৱস, ৫ অক্টোবৰত মহিলা দিৱস, ৬ অক্টোবৰত ছাত্ৰ দিৱস, ৭ অক্টোবৰত যুদ্ধ বিৰোধী আৰু হিংসা বিৰোধী দিৱস, ৮ অক্টোবৰত গান্ধী দিৱস, ৯ অক্টোবৰত উপৰোক্ত দিৱসসমূহৰ গুৰুত্ব প্ৰদান কৰা দিৱস, ১০ অক্টোবৰত সামূহিক প্ৰাৰ্থনা দিৱস পালন কৰা হয়।

**কমলা মিৰিৰ আত্মত্যাগ (Martyrdom) ঃ**

গোলাঘাট জিলাই ভাৰতৰ স্বাধীনতা সংগ্ৰামত জীৱন আহুতি দিয়া কেইবাগৰাকী দেশপ্ৰেমিকক লৈ গৰ্ব অনুভৱ কৰিব পাৰে। সেইসকলৰ ভিতৰত এজন আছিল কমলা মিৰি, যি বৃহত্তৰ দেৰগাঁৱৰ ৰঙামাটি মৌজাৰ ওপৰ টেমেৰা মিচিং গাঁৱৰ এক অখ্যাত পিছপৰা গাঁৱৰ পৰা মুক্তিযুদ্ধত ব্ৰতী হৈছিল। মুক্তিযুদ্ধৰ আন নেতৃবৃন্দৰ দৰে তেৰোঁ ১৯৪২ খ্ৰীঃৰ সংগ্ৰামত সক্ৰিয় অংশগ্ৰহণ কৰিছিল। তেওঁৰ সৈতে স্বাধীনতাৰ এই আন্দোলনত অংশগ্ৰহণ কৰা তেওঁৰ সহযোগীসকল আছিল বলোৰাম পো, কুল পাঠৰী, আতিৰাম পো, বাসু পো, আদিক মৰাং, বেপুং পাঠৰি, ধনৰাম লইং ইত্যাদি। কমলা আৰু তেওঁৰ সহযোগীসকলে বংকুৱাল গাঁৱত এটা স্বেচ্ছাসেৱক বাহিনী গঠন কৰিছিল আৰু সেই উদ্দেশ্যে বহু মিচিং ডেকাক সেই বাহিনীত ভৰ্তি কৰিছিল। এই স্বেচ্ছাসেৱকসকলে অহিংসাৰ বাণী প্ৰচাৰ কৰিছিল আৰু মিচিং জনসাধাৰণৰ মাজত বিদেশী কাপোৰ বৰ্জন আৰু 'স্বদেশী'ৰ ব্যৱহাৰ বিষয়ত প্ৰেৰণা দিছিল। আন্দোলনত অংশগ্ৰহণ কৰা ওচৰ-চুবুৰীয়া ঠাইসমূহৰ আন বহু ডেকা হ'ল চেনীকণ লইং. আভিৰাম পো, মালিধৰ দলে, সোণধন পেগু, আটিন পো, সৰু টাইড, সম্ভুৰাম পাঠৰি ইত্যাদি। তদুপৰি মেদক গাঁৱৰ প্ৰমিলা কামান আৰু বৰটিকা গাঁৱৰ বগীমলা মৰাং নামৰ দুই যুৱতীয়ে কমলা মিৰিৰ নেতৃত্বাধীন দলটোত যোগ দিছিল। স্বেচ্ছাসেৱকবাহিনীৰ কেন্দ্ৰীয় কাৰ্যালয়টো ওপৰ টেমেৰা মিচিং গাঁৱত অৱস্থিত আছিল। বাহিনীটোৰ সভাপতি আছিল কমলা মিৰি আৰু সম্পাদক আছিল বলোৰাম পো।

১৯৪০ খ্ৰীঃৰ মাৰ্চ মাহত কমলাই জিলা কংগ্ৰেছ কমিটিৰ সক্ৰিয় সদস্যৰূপে কাৰ্যভাৰ চলাই যায়। ৰাজেন্দ্ৰনাথ বৰুৱা আৰু শংকৰ চন্দ্ৰ বৰুৱাৰ সৈতে মিলিত হৈ তেওঁ মিচিং সম্প্ৰদায়ৰ মাজৰ





পৰা নিৰক্ষৰতা দূৰীকৰণ অভিযানত জড়িত হয়। মিচিং সম্প্ৰদায়ে বসবাস কৰা ঠাইসমূহত তেওঁ প্ৰাথমিক কংগ্ৰেছ কমিটি প্ৰতিষ্ঠাৰ বাবে প্ৰচেষ্টা আগ বঢ়ায়। শংকৰ চন্দ্ৰ বৰুৱাই কমলাক কংগ্ৰেছৰ এজন প্ৰচাৰক আৰু গোলাঘাট শান্তি সেনা সংগঠনৰ প্ৰধানৰূপে নিয়োগ কৰে। ১৯৪২ খ্ৰীঃৰ ২১ ছেপ্টেম্বৰৰ দিনা ৰঙামাটি মৌজাৰ ভোলাগুৰিত এখন ডাঙৰ জনসভা অনুষ্ঠিত হয় আৰু সেই সভাতে ২০ জনীয়া শান্তি সেনাৰ এটা দল গোলাঘাট জিলা কংগ্ৰেছ কমিটিৰ কাৰ্যালয়লৈ কমলাৰ নেতৃত্বত পঠোৱাৰ সিদ্ধান্ত লোৱা হয়। সেইমতে দলটো খোজকাঢ়ি গোলাঘাটলৈ যাত্ৰা কৰে আৰু ২২ ছেপ্টেম্বৰত শান্তি সেনাৰ আন দলসমূহৰ লগত যোগ দিয়ে। পুলিচে এই ঘটনাৰ উমান পাই ২৩ ছেপ্টেম্বৰৰ ৰাতি কংগ্ৰেছ কাৰ্যালয়টো অৱৰোধ কৰে আৰু দোভাগ ৰাতি কমলা মিৰি আৰু তেওঁৰ সহকৰ্মীসকলক শুই থকা অৱস্থাত গ্ৰেপ্তাৰ কৰে। ৮ অক্টোবৰৰ দিনা দণ্ডাধীশ আশু দত্তই আঠ মাহৰ বাবে তেওঁক কাৰাগাৰলৈ প্ৰেৰণ কৰে। পাছলৈ তেওঁক যোৰহাট কাৰাগাৰলৈ পঠায়। কমলা আছিল নিৰক্ষৰ আৰু তেওঁ সূতা কটাৰ বিষয়ে একো নাজানিছিল। যোৰহাট কাৰাগাৰত থাকোঁতে তেওঁ গোপীনাথ বৰদলৈ আৰু অন্যান্য নেতৃবৃন্দৰ সংস্পৰ্শলৈ আহে। বৰদলৈদেৱে এখন অসমীয়া আদিপাঠ আৰু ফলি কমলাৰ বাবে কিনি অনায় আৰু লিখাপঢ়া শিকাবলৈ লয়। জে'লতেই তেওঁ সূতা কটা শিকে আৰু সেই কলাত নিপুণতা লাভ কৰে।

কমলা মিৰি আছিল এজন প্ৰকৃত গান্ধীবাদী লোক। গান্ধীজীৰ ওপৰত আছিল তেওঁৰ অগাধ বিশ্বাস আৰু তেওঁৰ নীতিসমূহ কমলাই আখৰে আখৰে পালন কৰিছিল। গান্ধীজীৰ অনশনৰ লগত সংগতি ৰাখি ১৯৪৩ খ্ৰীঃৰ ৯ ফেব্ৰুৱাৰী তাৰিখৰ পৰা কমলা মিৰিয়েও যোৰহাট কাৰাগাৰত তেওঁলৈ সন্মানৰ চিনস্বৰূপে অনিৰ্দিষ্ট কালৰ বাবে অনশন আৰম্ভ কৰে। কিন্তু তেওঁৰ শাৰীৰিক অৱস্থা হৃদৰোগৰ বাবে বেয়ালৈ গতি কৰে। কাৰাগাৰ কৰ্তৃপক্ষই তেওঁক ভৱিষ্যতে আন্দোলনত অংশগ্ৰহণ নকৰাৰ খট লিখি দি আবেদন জনাবলৈ খাটনি ধৰিছিল। কিন্তু কমলাই কৰ্তৃপক্ষৰ কথালৈ কোনো ভ্ৰূক্ষেপ নকৰিলে আৰু নিৰ্ভীকভাৱে প্ৰত্যুত্তৰ দিলে — 'যদিহে মোৰ মৃত্যু হ'ব লগা আছে, তেন্তে মই এই কাৰাগাৰতে মৃত্যুবৰণ কৰিম, কিন্তু খটত চহী কৰি জাতিটোক অপমানিত নকৰোঁ। ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিলেহে মই কাৰাগাৰৰ পৰা বাহিৰ ওলাম'। কিন্তু কমলা স্বাধীনতাৰ পুৱা চাবলৈ জীয়াই নাথাকিল। তেওঁ প্ৰথমাৱস্থাত কাৰাগাৰৰ চিকিৎসক আৰু জে'ল সহযাত্ৰী ডাঃ হৰেকৃষ্ণ দাসৰ চিকিৎসাৰ তত্বাৱধানত আছিল। পাছলৈ তেওঁৰ অৱস্থা আৰু অৱনতি ঘটাত কাৰাগাৰৰ হস্পিতাললৈ তেওঁক স্থানান্তৰ কৰা হয়। তেওঁৰ স্বাস্থ্যৰ কোনো উন্নতি নঘটাত অৱশেষত চৰকাৰে মুক্তি দিয়াৰ সিদ্ধান্ত লয়। তেওঁৰ পুত্ৰ আৰু আন কেইজনমান ২২ এপ্ৰিলৰ গধূলি পিছদিনা তেওঁক লৈ যাবৰ বাবে উপস্থিত হ'ল। কিন্তু কমলাই ২২এপ্ৰিলৰ মধ্যৰাতি সহযোদ্ধা নৰেন্দ্ৰনাথ শৰ্মাৰ কোলাতেই মুৰ থৈ শেষ নিশ্বাস ত্যাগ কৰে।

কমলাৰ মৃত্যুত যোৰহাট কাৰাগাৰত নিবানন্দতাৰ ডাৱৰে আগুৰি ধৰিলে। সিদ্ধান্ত কৰা হ'ল যে কাৰাগাৰ এলেকাৰ ভিতৰতে তেওঁৰ শেষকৃত্য সম্পন্ন কৰিব লাগে। গোপীনাথ বৰদলৈদেৱে এটা ফুলৰ থোপা তেওঁৰ মৃতদেহত যাচি অশ্ৰু নয়নেৰে ক'বলৈ ধৰে — 'কমলা ছহিদ হ'ল, ময়ো একে ধৰণেৰেই মৃত্যুবৰণ কৰিম। তোমালোক কোনেও এই কথা নাজানিবা'। এইদৰেই গোলাঘাটৰ এই মহান সন্তান আৰু দেশপ্ৰেমিকজনে ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ বাবে নিজৰ জীৱন বিসৰ্জন দি গ'ল, যি তেওঁৰ দিনৰ যুৱ শক্তিকেই প্ৰভাৱান্বিত কৰা নাছিল, বৰঞ্চ আজিৰ যুগৰ নৱ প্ৰজন্মকো এক নতুন প্ৰেৰণা দান কৰি থৈ গৈছে।

**গোলাঘাট জিলাত গুপ্ত আন্দোলন ঃ**

কংগ্ৰেছক বে'আইনী বুলি ঘোষণা কৰাৰ পিছত বৰ্তমানৰ গোলাঘাট, যোৰহাট, শিৱসাগৰ আৰু ডিব্ৰুগড় জিলাক সামৰি পীতাম্বৰ দেৱগোস্বামী আৰু শংকৰ চন্দ্ৰ বৰুৱাৰ নেতৃত্বত সমগ্ৰ উজনি অসমৰ মহকুমাসমূহত 'ৰাৰ কাউন্সিল' গঠন কৰা হয়। সত্ৰাধিকাৰ গোস্বামীক 'ৰাৰ কাউন্সিলৰ' 'ডিৰেক্টৰ' নিৰ্বাচন কৰা হৈছিল। গোলাঘাটৰ ৰাজেন্দ্ৰনাথ বৰুৱা প্ৰমুখ্যে কংগ্ৰেছ নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ পাছত শংকৰ চন্দ্ৰ বৰুৱাই মাত্ৰ কেইজনমান মুষ্টিমেয় সক্ৰিয় সদস্য লগত লৈ গুপ্ত আন্দোলনত যোগ দিছিল। কিন্তু সত্ৰাধিকাৰজনৰ চলা-ফুৰাত চৰকাৰী নিষেধাজ্ঞা বলবৎ হোৱাৰ পাছত, বিশেষকৈ ১৯৪২ খ্ৰীঃৰ ৯ অক্টোবৰৰ পাছত, তেওঁ নিজ সত্ৰৰ ভিতৰতে আৱদ্ধ হ'ব লগা হোৱাত শংকৰ চন্দ্ৰ বৰুৱাই উজনি অসম তথা ৰাৰ কাউন্সিলৰ সম্পূৰ্ণ দায়িত্ব বহন কৰিব লগা হয়। কাকডোঙা মৌজাৰ এজন সক্ৰিয় সদস্যৰ ঘৰত এখন গোপন বৈঠক বৰুৱাৰ সভাপতিত্বত ১৯৪২ খ্ৰীঃৰ অক্টোবৰ মাহত অনুষ্ঠিত হয়, য'ত গোলাঘাট জিলা ৰাৰ কাউন্সিলখন তলত দিয়া সভ্যসকলক লৈ গঠিত হয়।

| | | |
|---|---|---|
| ১। গন্ধৰাম গগৈ হাতীবৰুৱা | ডিৰেক্টৰ | |
| ২। ৰমাকান্ত গগৈ | গাঁওবুঢ়া | সদস্য |
| ৩। আপীৰাম গগৈ | বহুপথাৰ | সদস্য |
| ৪। সদানন্দ গগৈ | গাঁওবুঢ়া | সদস্য |
| ৫। ৰত্নেশ্বৰ গগৈ | কমাৰবন্ধা | সদস্য |
| ৬। ভদীয়া কলিতা | কাকডোঙা | সদস্য |
| ৭। কাণিৰাম গগৈ | বুঢ়াগোহাঁইখাট | সদস্য |
| ৮। বগাই শইকীয়া | চিনাতলী | সদস্য |







| | | |
|---|---|---|
| ৯। যোগানন্দ ব্ৰহ্মচাৰী | শেনচোৱা | সদস্য |
| ১০। ধৰ্মেশ্বৰ বৰুৱা | ২নং শেনচোৱা | সদস্য |
| ১১। ডিম্বধৰ ফুকন | ঘিলাধাৰী | সদস্য |
| ১২। আত্মাৰাম গগৈ | পতিয়াপথাৰ | সদস্য |
| ১৩। গকুল বৰুৱা | মিছামৰা | সদস্য |
| ১৪। ৰামচন্দ্ৰ বৰুৱা(জে'লৰ পৰা মুক্তি পোৱাৰ পাছত) | | সদস্য |
| ১৫। সুৰেন ফুকন (পলাতক) | ঘিলাধাৰী | সদস্য |

তদুপৰি কংগ্ৰেছ কৰ্মী নবীন চন্দ্ৰ বৰা, মুহিৰাম গগৈ, বহুপথাৰ গাঁৱৰ পানীৰাম গগৈ, পতিয়া পথাৰৰ হৰিচন্দ্ৰ গগৈ আৰু বৰপথাৰ মৌজাৰ সোণেশ্বৰ শৰ্মাই জিলাখনত গুপ্ত আন্দোলন সাফল্যমণ্ডিত কৰাত অশেষ বৰঙণি আগ বঢ়াইছিল।

উল্লেখযোগ্য যে জয়প্ৰকাশ নাৰায়ণ হাজাৰিবাগ জে'লৰ পৰা পলাই গুপ্ত আন্দোলনত জড়িত হোৱাৰ লগে লগে সমগ্ৰ দেশতে এই আন্দোলন বিস্তৃত হ'বলৈ ধৰে। ইতিমধ্যে ৰামমোহন লোহিয়া আৰু উষা মেহতাই মুম্বাইৰ এক গোপন কক্ষত এটা গোপন ৰেডিঅ' ছেট প্ৰতিষ্ঠা কৰি আন্দোলনৰ সকলো বাতৰি প্ৰতিদিনে সম্প্ৰচাৰ কৰিছিল। গোলাঘাট জিলাও অসমৰ আন ঠাইৰ লগতে আন্দোলনৰ ধাৰাবাহিকতাৰ লগত সংগতি ৰাখি অগ্ৰসৰ হৈছিল। 'মৃত্যুবাহিনী'ত ভৰ্তি হোৱা সভ্যসকলক প্ৰশিক্ষণ দিবৰ বাবে প্ৰশিক্ষণ শিবিৰ তৈয়াৰ কৰিছিল। যুৱ শক্তিৰ এটা নতুন সংগঠন 'বান্দৰ সেনা' গুপ্ত আন্দোলনৰ কৰ্মীসকলৰ মাজত খবৰ সৰবৰাহৰ কাৰণে গোলাঘাটত প্ৰতিষ্ঠা হৈছিল। এই সংগঠনটোৰ 'নায়ক' (প্ৰধান) আছিল মাণিক দত্ত। গ্ৰামীণ অঞ্চলত নিৰ্দোষী মানুহৰ ঘৰত অত্যাচাৰ আৰু কিছু ক্ষেত্ৰত সামৰিক লোকৰ দ্বাৰা ধৰ্ষণ আৰু মহিলাৰ শ্লীলতা হানিৰ খবৰ প্ৰায়ে পোৱা গৈছিল। সেই কাৰণে এনে অবাঞ্ছিত ঘটনাৰ পৰা তেওঁলোকৰ সুৰক্ষা দিবলৈ শংকৰ চন্দ্ৰ বৰুৱাই 'নাৰীবাহিনী' সংগঠিত কৰিছিল। এই বাহিনীৰ সদস্যাসকলক আত্মৰক্ষাৰ আহিলা হিচাপে তৰোৱাল, ছুৰী-কটাৰী আদিৰ ব্যৱহাৰ সম্পৰ্কে প্ৰশিক্ষণ দিয়া হৈছিল। তদুপৰি সংগঠনৰ কাৰ্যাৱলীক শক্তিশালী কৰিবৰ বাবে 'শান্তি সেনাবাহিনী' সংগঠিত কৰা হৈছিল আৰু গাঁও অঞ্চলত শান্তি-সম্প্ৰীতি অটুট ৰখাত ই সহায় কৰিছিল। ইয়াৰ মহান উদ্দেশ্য আছিল গাঁৱৰ যুৱ-শক্তিক আত্মবলিদান, আত্মৰক্ষা আৰু আত্মশৃংখলাৰ শিক্ষাৰে উজ্জীৱিত কৰা।

বহুদিন পূৰ্বতে ১৯২২ খ্ৰীঃত শংকৰ চন্দ্ৰ বৰুৱাই জিলাখনৰ বিভিন্ন ঠাইত কেইবাখনো আশ্ৰম প্ৰতিষ্ঠা কৰিছিল। এই আশ্ৰমসমূহ গণ সংযোগৰ (Mass Communication) মাধ্যম আছিল। অস্পৃশ্যতা দূৰীকৰণ, সূতাকটা, তাঁতবোৱা জনপ্ৰিয়কৰণ, স্বদেশীৰ ব্যৱহাৰ, নৈমিত্তিক প্ৰাৰ্থনা, গীতা পাঠ, কংগ্ৰেছ পতাকা উত্তোলন, কানি আৰু মদ নিবাৰণ, আত্মশৃংখলা আৰু আত্মনিয়োগ আহৰণ, কংগ্ৰেছ জাননী বাৰ্তা আৰু প্ৰচাৰ বাৰ্তা বিতৰণ আদি এই আশ্ৰমসমূহৰ উল্লেখযোগ্য কাৰ্যাৱলী আছিল। বৰুৱাই প্ৰতিষ্ঠা কৰা কেইখনমান আশ্ৰম আছিল বৰকাঠনি, দক্ষিণহেঙেৰা, বুঢ়াগোহাঁই খাট, বকিয়াল, শিয়ালখাটি, আহোম গাঁও, শেনচোৱা, মামৰ চেতিয়া গাঁও, বকতিয়াল আদি অঞ্চলত। ১৯৫২ খ্ৰীঃৰ ডিচেম্বৰ মাহত কানপুৰ কংগ্ৰেছ মহাসভাত অংশগ্ৰহণ কৰাৰ পাছত বৰুৱাই গান্ধীজীৰ সৱৰমতী আশ্ৰমত উপস্থিত হয় আৰু কেইবামাহো তাত কটায়। তাৰ পৰা উভতি আহি বৰুৱাই গোলাঘাট নগৰৰ নিজ বাসভৱনত সৱৰমতী আশ্ৰমৰ আৰ্হিত তেওঁৰ কেন্দ্ৰীয় আশ্ৰম প্ৰতিষ্ঠা কৰে। উক্ত আশ্ৰমসমূহৰ উপৰি শংকৰ চন্দ্ৰ বৰুৱাই গুপ্ত আন্দোলনৰ মাজতে বহু গোপন শিবিৰ প্ৰতিষ্ঠা কৰিছিল। তেনে এক শিবিৰ আছিল বুঢ়ালিকচন গাঁৱৰ ৰমাকান্ত গগৈৰ বাসগৃহত। গোলাঘাট নগৰৰ ৰামদাস ৰবিদাসৰ জোতাৰ দোকানখন এঠাইৰ পৰা আন ঠাইলৈ গোপন বাৰ্তা সৰবৰাহ কৰাৰ কেন্দ্ৰ হিচাপে প্ৰতিষ্ঠিত হৈছিল। গোলাঘাট নগৰৰ বিষ্ণু কাকতিৰ ঘৰখনো গুপ্ত বাৰ্তা প্ৰেৰণৰ কেন্দ্ৰ আছিল।

এই সংক্ৰান্তত ভাৰতৰ স্বাধীনতা সংগ্ৰামলৈ বাদুলীপাৰাৰ যজ্ঞেশ্বৰ গগৈৰ পৰিয়ালৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য। তেওঁৰ মাক ৰীতেশ্বৰী গগৈ এগৰাকী বিজ্ঞ মহিলা আৰু সংগঠক আছিল, যি কংগ্ৰেছৰ আদৰ্শৰ বিষয়ে আনকি বিয়া-সবাহতো প্ৰচাৰ কৰিছিল। তেওঁৰ ভায়েক চাৰু গগৈ ১৯৩২ খ্ৰীঃৰ আন্দোলনত জে'ললৈ গৈছিল। অন্য দুজন ভায়েক মুহিৰাম গগৈ আৰু পানীৰাম গগৈ ৪২ চনৰ বিদ্ৰোহৰ সক্ৰিয় সদস্য আছিল আৰু ভনীয়েক ভন গগৈ এগৰাকী নিষ্ঠাবান তিৰোতা আছিল। শিৱসাগৰ চৰকাৰী হাইস্কুলত পঢ়ি থাকোঁতে যজ্ঞেশ্বৰ গগৈক শংকৰ চন্দ্ৰ বৰুৱা আৰু ডাঃ হৰেকৃষ্ণ দাসে ৰাধালৈ প্ৰেৰণ কৰে য'ৰ পৰা তেওঁ মেট্ৰিকুলেচন পৰীক্ষা পাছ কৰে। তাৰ পৰাই তেওঁ এজন ব্ৰিটিছ বন্ধুৰ লগত ইংলণ্ডলৈ যাত্ৰা কৰে আৰু সমবায় বিভাগৰ শিক্ষাৰ ওপৰত ডিপ্লমা গ্ৰহণ কৰে। ঘৰলৈ ঘূৰি আহি তেওঁ ৰাষ্ট্ৰীয় ৰাজনীতিত সক্ৰিয় অংশগ্ৰহণ কৰে। তেওঁৰ ঘৰখন সকলো কাৰ্যাৱলীৰ কেন্দ্ৰ আছিল আৰু ভাৰত ত্যাগ আন্দোলনৰ সময়ছোৱাত আপীৰাম গগৈ, গন্ধৰাম গগৈ হাতীবৰুৱা, নবীন চন্দ্ৰ বৰা, মুহিৰাম গগৈ, গণেশ চন্দ্ৰ গগৈ আৰু আন বহুত লোক নিয়মিতভাৱে তাত মিলিত হৈছিল।

গুপ্ত আন্দোলনৰ কৰ্মীসকলে এই সময়ছোৱাত এখন গাঁৱৰ পৰা আন এখন গাঁৱলৈ যাওঁতে বহুত কষ্টৰ সন্মুখীন হ'ব লগা হৈছিল। তেওঁলোকে খোজকাঢ়ি বোকাময় আৰু ধুলিময় ৰাস্তাইদি যাব লগা হৈছিল আৰু বিশ্বাসী কংগ্ৰেছী কৰ্মীৰ ঘৰত জিৰণি ল'ব লগা হৈছিল। সাধাৰণতে তেওঁলোকে ৰাতিটো পুলিচৰ চকুত ধূলি দিবলৈ খেৰঘৰ বা চাংঘৰত কটাইছিল। প্ৰয়োজনসাপেক্ষে





কৰ্মীসকলে গোপন সভাত অংশ ল'বলৈ যোৰহাটলৈ আনকি শিৱসাগৰ পৰ্যন্ত ভেশচন ধৰি ভ্ৰমণ কৰিছিল। সামৰিক লোক আৰু পুলিচ চোৰাংচোৱাৰ কঠোৰ সতৰ্কতাৰ মাজেৰে কাৰ্যাৱলী চলাই যাবলৈ গুপ্ত আন্দোলনৰ এই সদস্যসকলে কেতিয়াও পৰান্মুখ হোৱা নাছিল আৰু অদমনীয় সাহস আৰু আসক্তিৰে নিজ কৰ্তব্য পালন কৰিছিল। গণ বিপ্লৱৰ এই পলাতক কৰ্মীসকলে শান্তিৰে ৰাতিটো কেতিয়াও কটাব পৰা নাছিল। এবাৰ গন্ধৰাম গগৈ হাতীবৰুৱাই জীয়েকৰ অসুখৰ বাবে এৰাতি নিজ ঘৰত কটাব লগা হৈছিল। পিছদিনা পুৱা পুলিচ উপস্থিত হ'ল আৰু ঘৰটো চলাথ কৰিলে। আন এবাৰ আত্মাৰাম গগৈক খেৰঘৰত শুই থকা অৱস্থাতে গ্ৰেপ্তাৰ কৰে। পাছত তেওঁক আটক বন্দীৰূপে তেজপুৰ জে'ললৈ প্ৰেৰণ কৰা হ'ল। আকৌ আন এদিন দক্ষিণহেঙেৰা মৌজাৰ বামুণ গাঁৱত মুহিত ৰাজখোৱাৰ ঘৰত এখন গোপন সভা চলি আছিল, য'ত বৈকুণ্ঠ সিংহ, ভোগেশ্বৰ দত্ত, ঠগাই বৰা, পানীৰাম গগৈ আদি নেতাসকল উপস্থিত আছিল। পুলিচে গোপন সূত্ৰৰ পম খেদি ঘৰটো ঘেৰি ধৰে আৰু সকলোকে গ্ৰেপ্তাৰ কৰে।

গোলাঘাট জিলাৰ আটাইতকৈ আৱশ্যকীয় গুপ্ত আন্দোলনৰ কাৰ্যালয় আছিল খুমটাই মৌজাৰ বুঢ়াগাঁৱৰ ৰমাকান্ত গগৈৰ বাসভৱনত। সাধাৰণতে গোপন সভাসমূহ তেওঁৰ ভতিজাক লুকিৰাম গগৈৰ ঘৰত অনুষ্ঠিত হৈছিল। এই গুপ্ত আন্দোলনৰ কাৰ্যালয়টো স্বাধীনতাৰ সময়লৈকে সক্ৰিয় হৈ আছিল। ইয়াতেই গুপ্ত আন্দোলনৰ কৰ্মীসকল প্ৰায়ে মিলিত হৈছিল আৰু সংগঠন সম্পৰ্কীয় পৰিকল্পনা যুগুতাইছিল। ১৯৪৩ খ্ৰীঃৰ আৰম্ভণিতে মহেন্দ্ৰমোহন চৌধুৰীয়ে এই শিবিৰটো ভ্ৰমণ কৰিছিল আৰু তেওঁ লিখি থৈ যোৱা এটা টোকাত শিবিৰটোৰ কাৰ্যপৰিচালনাত সন্তুষ্টি প্ৰকাশ কৰাৰ কথা ব্যক্ত হৈছিল। সংগঠনটোৰ উন্নতিকল্পে তেওঁ বহু উপদেশ আগ বঢ়াই গৈছিল।

উল্লেখযোগ্য যে উজনি অসমৰ ভূখণ্ড গুপ্ত আন্দোলনৰ বাবে বহু সুবিধাৰ। এই অঞ্চলৰ ভূভাগ এনেকুৱা যে আন্দোলনকাৰীসকলৰ আহ্বান বা কাৰ্যাৱলীৰ গোপনীয়তা সহজে ৰক্ষা কৰাটো সম্ভৱ। শংকৰ চন্দ্ৰ বৰুৱাৰ দল ১৯৪২ খ্ৰীঃৰ ১০ অক্টোবৰৰ দিনা তিতাবৰৰ কাছজানত আৰু আন কেইবাটাও ৰে'ল বগৰোৱা ঘটনাত জড়িত থকা বুলি সন্দেহ কৰা হয়। যোৰহাটৰ মৃত্যুবাহিনীৰ মুৰব্বী ভূৱন চন্দ্ৰ সন্দিকৈৰ সৈতে বৰুৱাই তেওঁৰ পৰিকল্পনা বাস্তৱায়িত কৰিবলৈ এলানি আলোচনা কৰে। এই সংক্ৰান্তত চক্ৰেশ্বৰ শইকীয়া, পানীৰাম দুৱৰা আৰু আন বহুত গ্ৰেপ্তাৰ হয়। পুলিচে বহু বাসভৱনত পদ্মেশ্বৰ চিৰিংফুকন আৰু চক্ৰেশ্বৰ শইকীয়াৰ সন্ধানত চলাথ জাৰি কৰে। ১৯৪৩ খ্ৰীঃৰ ২৭ জানুৱাৰীৰ লাকুৱা ৰে'ল দুৰ্ঘটনাৰ পৰিকল্পনা লক্ষী কাকতি আৰু তনুশ্যাম গোস্বামীৰ আছিল। যোৰহাট জিলাত মৃত্যুবাহিনীয়ে টেলিগ্ৰাফ আৰু টেলিফোন সেৱা বহু ঠাইত কাটি বিকল কৰি তুলিছিল। তেওঁলোকে ডফলাটিং আৰু চৈয়দবাৰী চাহ বাগিচাৰ মেনেজাৰৰ বাসগৃহত অগ্নিসংযোগ ঘটাইছিল।

**সৰুপথাৰৰ ৰে'ল বগৰোৱা গোচৰ ঃ**

গোলাঘাট জিলাৰ ১৯৪২ খ্ৰীঃৰ ভাৰত ত্যাগ আন্দোলনৰ আটাইতকৈ উল্লেখযোগ্য ঘটনাটো হ'ল সৰুপথাৰৰ ৰে'ল বগৰোৱা ঘটনা, যিটো ১৯৪২ খ্ৰীঃৰ ১০ অক্টোবৰৰ মধ্যৰাতি ১.৫২ মিনিটত সংঘটিত হৈছিল। এই ঘটনাৰ আগদিনা এখন গোপন বৈঠক গন্ধকৰৈ গাঁৱত অনুষ্ঠিত হয়, য'ত সৰুপথাৰ কংগ্ৰেছৰ সম্পাদক কুশল কোঁৱৰ উপস্থিত আছিল। এই বৈঠকৰ উদ্দেশ্য আছিল ওচৰ-চুবুৰীয়া অঞ্চলসমূহত কূটাঘাত কাৰ্যাৱলী সংঘটিত কৰিবলৈ এক পৰিকল্পনা প্ৰস্তুত কৰা। বৈঠকত কুশলে বোমা বিস্ফোৰণৰ মাধ্যমেৰে আন্দোলনৰ আঁচনি গ্ৰহণ কৰাৰ বিৰোধিতা কৰে। উপস্থিত গৰিষ্ঠ সংখ্যক সদস্যাই লক্ষ্যত উপনীত হ'বলৈ হিংসাত্মক কাৰ্যাৱলীৰ পোষকতা কৰে। এই বিষয়ত আপোচ কৰিবলৈ অমান্তি হৈ কুশলে তৎক্ষণাত এই বৈঠক ত্যাগ কৰে। শেষত সংখ্যাগৰিষ্ঠৰ মতামতেই প্ৰাধান্য লাভ কৰে আৰু ৰে'ল বগৰোৱাৰ পৰিকল্পনা গৃহীত হয়।

সেই সভাখনত অংশগ্ৰহণ কৰা ব্যক্তিসকল হ'ল সুৰেণ ফুকন (ঘিলাধাৰী), ধৰ্মকান্ত ডেকা (সৰুপথাৰ ২ নং গন্ধকৰৈ গাঁও), সূৰ্যকান্ত শইকীয়া (২ নং গন্ধকৰৈ গাঁও), ইন্দ্ৰেশ্বৰ ফুকন (২ নং গন্ধকৰৈ গাঁও), জয়চন্দ্ৰ শইকীয়া (গন্ধকৰৈ গাঁও), সোণধৰ কোঁৱৰ (কুশলৰ ককায়েক), ৰুমাই গগৈ (২ নং গন্ধকৰৈ গাঁও), থোপৰ শইকীয়া (২ নং গন্ধকৰৈ গাঁও), মাজু পিতৌ কোঁৱৰ (কুশলৰ ভতিজা), পুলিন বিহাৰী বৰুৱা (২ নং শেনচোৱা গাঁও, ঢেকিয়াল মৌজা), ঘনশ্যাম শইকীয়া (২ নং গন্ধকৰৈ গাঁও), মিনাৰাম গগৈ (পদুমণি সৰুপথাৰ), কালিৰাম কোঁৱৰ (২ নং গন্ধকৰৈ গাঁও), সদানন্দ চলিহা (ছাত্ৰ, বেতিয়নী কাকতি গাঁও), ভদ্ৰকান্ত ফুকন (ঘিলাধাৰী), ধৰ্মেশ্বৰ বৰুৱা, ভৈৰৱ বৰা আৰু বৈকুণ্ঠ সিং (দলপতি)।

এই গোপন বৈঠকতেই এখন সংগ্ৰাম পৰিষদ আৰু আৰু এখন শান্তি সেনা-সমিতি গঠন কৰা হয়। বৈকুণ্ঠ সিং যি 'পণ্ডিতজী' নামেৰে জনপ্ৰিয়, ভদ্ৰকান্ত ফুকন, ধৰ্মেশ্বৰ বৰুৱা, সুৰেন ফুকন, ভৈৰৱ বৰা, তিলক চন্দ্ৰ বৰা ইত্যাদি নেতৃবৃন্দই যুৱক কৰ্মীসকলক দেশৰ কাৰণে 'কৰেংগে য়া মৰেংগে' পণ লৈ জীৱন উৎসৰ্গা কৰিবলৈ আহ্বান জনাইছিল। মৃত্যুবাহিনীয়ে, যি জিলাখনত ধ্বংসাত্মক কাৰ্যাৱলীৰ এখন আঁচনি তৈয়াৰ কৰিছিল; আসাম-বেংগল ৰে'লৱেৰ সৰুপথাৰ ষ্টেশ্বনৰ ওচৰত ৰে'ল বগৰোৱাৰ এখন ব্লুপ্ৰিণ্ট তৈয়াৰ কৰিছিল।

মৃত্যুবাহিনীৰ সদস্যসকলে প্ৰয়োজনীয় হাথিয়াৰ ৰে'ল বগৰাবৰ বাবে সংগ্ৰহ কৰে। ইয়াৰ কাৰণে মূল আঁচনি প্ৰস্তুত কৰিছিল সুৰেন ফুকন, ঘনশ্যাম শইকীয়া, বৈকুণ্ঠ সিং, ধৰ্মকান্ত ডেকা, তিলক







চন্দ্ৰ বৰা, নগেন চুতীয়া আৰু কণকেশ্বৰ কোঁৱৰে। দলপতি বৈকুণ্ঠ সিঙে কহিমাৰ পৰা সু-সজ্জিত সৈনিকসকলক লৈ অহা ৰে'লৰ উপস্থিতিৰ সময় যুগুতাইছিল। ৯ অক্টোবৰ, ১৯৪২ খ্ৰীঃৰ সূৰ্যাস্তৰ পিছত আঁচনিমতে তেওঁলোক সকলো সঁজুলি আৰু অন্যান্য আহিলাপাতি লৈ একত্ৰিত হ'ল। হৰেণ ৰয় নামৰ এজন ব্যৱসায়ীয়ে সেই উদ্দেশ্যে প্ৰয়োজনীয় আন কিছু সামগ্ৰীৰ যোগান ধৰে। হৰেণ সেনে এটিন পূৰ্ণ কেৰাচিন তেলৰ যোগান ধৰে আৰু পদুমচুক আগৰৱালাই এটা ডাঙৰ মৰাপাটৰ থৈলাৰ মুঠাৰ যোগান ধৰে।

দলপতিৰ নিৰ্দেশমতে ৰে'ল বগৰোৱাৰ প্ৰস্তুতি ৰাতি ১১ বজাৰ পৰা আৰম্ভ হয়। এই ঠাইৰ পৰা এক ফাৰ্লং নিলগত মৃত্যু বাহিনীৰ অস্ত্ৰৰে সুসজ্জিত সৈনিক পুলিন বিহাৰী বৰুৱা, সোণেশ্বৰ কোঁৱৰ, গংগাধৰ আহোম আৰু মদন ফুকন আদিয়ে অঞ্চলটো পহৰা দি আছিল। ৰে'ল লাইনৰ ফিছ প্লেট আঁতৰোৱাৰ দায়িত্ব ইন্দ্ৰেশ্বৰ ফুকন, সূৰ্য শইকীয়া, ধৰ্মেশ্বৰ বৰুৱা, কণকেশ্বৰ কোঁৱৰ আৰু ধৰ্মকান্ত ডেকাৰ ওপৰত ন্যস্ত কৰা হৈছিল। চাবুলেৰে ৰে'ল লাইনৰ গজালবিলাক উঠোৱাৰ দায়িত্ব মাজুপিতৌ কোঁৱৰ, ঘনশ্যাম শইকীয়া, নগেন চুতীয়া আৰু পুতৌ শইকীয়াক অৰ্পণ কৰা হৈছিল। প্ৰায় এঘণ্টাৰ ভিতৰত ৰে'ল লাইনৰ তিনি অংশ উঠাই পেলোৱা হয় আৰু কেৰাচিন তেলেৰে কাঠৰ চিলপাটসমূহ জ্বলাই দিয়া হয়। মৰাপাটৰ থৈলা জুইৰ ওপৰত জাপি দিয়া হৈছিল যাতে ওচৰৰ বাসিন্দাসকলে আঁতৰৰ পৰা জুই দেখা নাপায়। অলপ সময়ৰ পাছত পশ্চিম দিশৰ পৰা চলন্ত ৰে'লৰ হেড লাইট প্ৰত্যক্ষ কৰা হ'ল। দলপতিয়ে সহকৰ্মীসকলক সন্তৰ্পণে সেই ঠাই পৰিত্যাগ কৰিবলৈ নিৰ্দেশ দিলে। কেইমিনিটমানৰ ভিতৰতেই ইংৰাজ সৈনিক লৈ দূৰন্ত গতিত আহি থকা ৰে'লখনৰ ডবাবিলাক এটা এটাকৈ ৰাতিৰ নিস্তব্ধতা ভংগ কৰি প্ৰকাণ্ড শব্দৰে বাগৰিবলৈ ধৰিলে। ঘটনাটো ঘটাৰ ঠিক পাছতেই দুটা টেলিগ্ৰাফৰ খুঁটাৰ টেলিসংযোগ ব্যৱস্থা বিচ্ছিন্ন কৰিবৰ বাবে উঠাই দিয়া হয়। তদুপৰি ধনশিৰি নদীৰ দেওপানী ঘাটত বান্ধি থোৱা এখন ডাঙৰ মাৰনাও ডুবাই দিয়া হয়।

ৰে'ল বগৰোৱাৰ প্ৰায় এঘণ্টাৰ ভিতৰতেই মেডিকেল বিষয়া আৰু ৰিলিফৰ সামগ্ৰী লৈ সৰু সৰু ৰে'লৰ ট্ৰলী সেই ঘটনাস্থলীত উপস্থিত হয় আৰু প্ৰায় দুহেজাৰ অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত সামৰিক লোকে ঘটনাস্থলীলৈ বাহিৰা লোকৰ প্ৰৱেশ নিষিদ্ধ কৰি ঘেৰি ধৰে। সৰুপথাৰ ৰে'ল বগৰোৱা গোচৰটো অসমত ১৯৪২ চনৰ আন্দোলনৰ সকলো ৰে'ল বগৰোৱা গোচৰতকৈ ডাঙৰ বুলি বিশ্বাস কৰা হয়। এই ঘটনাৰ প্ৰতিধ্বনি আনকি ব্ৰিটিছ সংসদৰ মজিয়াতো উত্থাপিত হৈছিল।

এই ঘটনাৰ এদিনৰ পাছত গুপ্ত স্থানৰ পৰা সুৰেন ফুকন আৰু বৈকুণ্ঠ সিঙে কুশল কোঁৱৰলৈ এখন চিঠিৰ দ্বাৰা তেওঁক লুকাই থাকি গোপনীয়তা অৱলম্বন কৰিবলৈ পৰামৰ্শ দিছিল, কিয়নো তেওঁৰ গ্ৰেপ্তাৰে গুপ্ত আন্দোলনৰ কৃতকাৰ্যতাত বাধাৰ জন্মাব পাৰে। খুব সম্ভৱ তেওঁলোকে শংকা প্ৰকাশ কৰিছিল যে সৰুপথাৰ কংগ্ৰেছৰ সম্পাদক হিচাপে পুলিচে তেওঁক সুদাই নেৰিব। ইতিমধ্যে চৰকাৰে দহ হাজাৰ টকাৰ পুৰস্কাৰ শংকৰ চন্দ্ৰ বৰুৱা, লক্ষ্মীপ্ৰসাদ গোস্বামী আৰু মহেন্দ্ৰনাথ হাজৰিকাৰ মূৰৰ ওপৰত বিভিন্ন ৰে'ল বগৰোৱা কাৰ্যত জড়িত থকাৰ বাবে ঘোষণা কৰে।

সেই সময়ত সৰুপথাৰ ৰে'ল ষ্টেশ্বন লামডিং ৰে'লৱে পুলিচ থানা এলেকাৰ অন্তৰ্গত আছিল। ঘটনাটো ঘটাৰ পাছত থানাৰ ইন্সপেক্টৰ নাৰায়ণ বৰাই গোলাঘাট পুলিচৰ সহযোগত এক প্ৰাথমিক তদন্ত চলালে। এই সংক্ৰান্তত বিয়াল্লিশজন লোকক গ্ৰেপ্তাৰ কৰা হৈছিল। সেই মৰ্মে পুলিচ হাজোতলৈ প্ৰেৰণ কৰা ব্যক্তিসকল হ'ল —

১) কুশল কোঁৱৰ (২) সোণাধৰ কোঁৱৰ (৩) মদন চন্দ্ৰ ফুকন (৪) কালিৰাম কোঁৱৰ (৫) মাজু পিতৌ কোঁৱৰ (৬) বংশীধৰ কোঁৱৰ (৭) হৰেন সেন (৮) বৃধান চুতীয়া (৯) গুণকান্তচুতীয়া (১০) সূৰ্যকান্ত শইকীয়া (১১) ধনেশ্বৰ গগৈ (১২) মহেন্দ্ৰনাথ চুতীয়া (১৩) ঘনশ্যাম শইকীয়া (১৪) পুতৌ শইকীয়া (১৫) দেহিৰাম চুতীয়া (১৬) মদন দাস পাণিকা (১৭) গংগাধৰ আহোম (১৮) লোহাই চন্দ্ৰ শইকীয়া (১৯) মাখন লাহন (২০) গোলাপ শইকীয়া (২১) চেনীৰাম গগৈ (২২) পদুমচুক আগৰৱালা (২৩) নগেন চুতীয়া (২৪) মিনাই চুতীয়া (২৫) ডিম্বেশ্বৰ শইকীয়া (২৬) কেশৰাম গগৈ (২৭) পদ্মকান্ত বৰা (২৮) সোমাৰ কোঁৱৰ (২৯) কৰমদাদ কোঁৱৰ (৩০) নমোৰাম হাজৰিকা (৩১) কণকেশ্বৰ কোঁৱৰ (৩২) তুলসীৰাম শৰ্মা (৩৩) কামিনী বৰা (৩৪) গুণৰাম বৰা (৩৫) চুকুৰা নাগবংশী (৩৬) থোপৰ শইকীয়া (৩৭) ধৰ্মকান্ত ডেকা (৩৮) ইন্দ্ৰেশ্বৰ ফুকন (৩৯) চেনীৰাম শইকীয়া (৪০) সদানন্দ চলিহা (৪১) তিলক চন্দ্ৰ বৰা (৪২) পুলিন বিহাৰী বৰুৱা।

১৯৪২ খ্ৰীঃৰ ১৩ অক্টোবৰৰ দিনা কুশল কোঁৱৰে গীতা পাঠকে ধৰি নিজৰ প্ৰাতঃকৰ্ম শেষ কৰি গোলাঘাটলৈ যাবলৈ সাজু হ'ল। তেওঁ নিজ মনৰ পছন্দৰ পঞ্জাৱী কূৰ্তা, যিটো তেওঁৰ পত্নী প্ৰভাৱতীয়ে হাতে কটা খাদী সূতাৰ পৰা নিজে তৈয়াৰ কৰিছিল, পিন্ধি ল'লে। তেওঁ গান্ধী টুপীটো মূৰত পিন্ধি লৈ বগা পাৰ্ছিয়ান কোটটোৰ ওপৰত সেউজীয়া পাৰিৰ চাদৰখন মেলি ল'লে। মাকক সেৱা জনাই আৰু সহধৰ্মিনী প্ৰভাৱতীক কিছু নিৰ্দেশ দি পুতৌ শইকীয়াৰ লগত দহ বজাৰ গোলাঘাটলৈ যোৱা ট্ৰেইন ধৰিবলৈ যাত্ৰা কৰিলে। কিন্তু ৰাস্তাত তেওঁক এজন পুলিচ বিষয়া আৰু গাঁওবুঢ়াই ৰ'বলৈ ক'লে। গাঁওবুঢ়াজনে কোঁৱৰক তেওঁৰ সৈতে সৰুপথাৰ ৰে'ল ষ্টেশ্বনলৈ যাবলৈ ক'লে। তাৰ পাছত পুলিচ দল কোঁৱৰ আৰু পুতৌ শইকীয়াৰ সৈতে গোলাঘাটলৈ যাত্ৰা কৰিলে।

কুশল কোঁৱৰৰ বিপক্ষে গোচৰ ৬ মাৰ্চ, ১৯৪২ খ্ৰীঃৰ দিনা



শুনা গ'ল। শিৱসাগৰ জিলাৰ উপায়ুক্ত চি.এ. হামফ্রে চাহাবে প্ৰধান বিচাৰক হিচাপে কৰ্তব্য কৰিছিল। এই মোকৰ্দমাৰ চৰকাৰী উকীল আছিল দেৱেশ্বৰ শৰ্মা। অন্যহাতে কুশল কোঁৱৰৰ হৈ ওকালতি কৰা উকীল আছিল বিপিন চন্দ্ৰ ফুকন, গোপীকাবল্লভ গোস্বামী, গংগাধৰ বৰঠাকুৰ, তাৰাপ্ৰসাদ বৰুৱা, ৰাধানাথ গোস্বামী আৰু দৌলেশ্বৰ দত্ত। প্ৰধান সাক্ষীসকল আছিল মৌজাদাৰ ফুকন চন্দ্ৰ বুঢ়াগোহাঁই, ভীমৰাম শইকীয়া - গাঁওবুঢ়া, পশুপতি শইকীয়া - গাঁওবুঢ়া, ডম্বৰুধৰ হাজৰিকা, তুলসী তামুলী, ৰবি মধু, ফটিক শৰ্মা, ভৱকান্ত তামুলী আৰু পুলিন বিহাৰী বৰুৱা। আমোদজনক কথা যে সৰুপথাৰ শান্তি সেনা সংগঠনৰ নায়ক পুলিন বিহাৰী বৰুৱাই চৰকাৰী সাক্ষী দিবলৈ ৰাজি হয়। কুশল কোঁৱৰ, ধৰ্মকান্ত ডেকা, কণকেশ্বৰ কোঁৱৰ আৰু ঘনশ্যাম শৰ্মা ওৰফে থোপৰক দোষী সাব্যস্ত কৰা হ'ল আৰু ভাৰতীয় দণ্ডবিধিৰ ১০৯ নং ধাৰা মতে তেওঁলোকক ফাঁচীকাঠত ওলমোৱাৰ হুকুম হ'ল।

তিলক চন্দ্ৰ বৰা, নমোৰাম হাজৰিকা, মহেন্দ্ৰ চুতীয়া, পদ্মকান্ত বৰা, কালিৰাম কোঁৱৰ, সূৰ্যকান্ত শইকীয়া, কেশৰাম গগৈ, ডিম্বেশ্বৰ শইকীয়া, লোহাই চন্দ্ৰ শইকীয়া, মাজু পিতৌ কোঁৱৰ, মাখন লাহন, সোণাধৰ কোঁৱৰ, চেনীৰাম শইকীয়া, মিনাই চুতীয়া আৰু মদন চন্দ্ৰ ফুকনৰ মোকৰ্দমা শুনা হ'ল। তেওঁলোকক গ্ৰেপ্তাৰ কৰি ৰখা হ'ল আৰু আটক বন্দীৰূপে তেওঁলোক থাকিব লগা হ'ল। অন্যহাতে ইন্দ্ৰেশ্বৰ ফুকন আৰু নগেন চুতীয়াক দহ বছৰৰ বাবে সশ্ৰম কাৰাদণ্ড বিহে আৰু ধনেশ্বৰ গগৈক তিনি বছৰৰ বাবে কাৰাদণ্ড বা তেওঁৰ অভিভাৱকে জামিনত লৈ যোৱাৰ ৰায় দিয়ে। পিছলৈ শান্তি আৰু সুস্থিৰতা ৰক্ষা কৰাৰ আশ্বাসৰ পৰিপ্ৰেক্ষিতত ৫০০ টকাৰ এখন ব'ণ্ড আৰু ৫০০ টকাৰ আন এখন চিঅ'ৰিটি কাৰ্যকৰণ কৰিবলৈ আদেশ দিয়া হয় আৰু প্ৰয়োজন সাপেক্ষে আদালতত হাজিৰ হ'বলৈ কোৱা হয়। যিহেতু গগৈ তেতিয়াৰ মিকিৰ পাহাৰৰ (বৰ্তমান কাৰ্বি আংলঙৰ) বাসিন্দা আছিল সেয়ে তেওঁৰ ক্ষেত্ৰত প্ৰযোজ্য হোৱা আদালতৰ হুকুম কিছু বেলেগ আছিল।

পৰৱৰ্তী সময়ত ক্ষমাদানৰ আবেদন (Mercy Petition)ৰ জৰিয়তে ধৰ্মকান্ত ডেকা, ঘনশ্যাম শইকীয়া আৰু কণকেশ্বৰ কোঁৱৰৰ ক্ষেত্ৰত দিয়া ৰায় লঘু কৰি দহ বছৰ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিয়ে। এই কথা সঁচাকৈয়ে দুঃখজনক যে কুশলৰ সমৰ্থনত এখন ক্ষমাদানৰ আৱেদন উত্থাপন কৰিবলৈ বহুসংখ্যক মানুহ আগ বাঢ়ি অহা নাছিল। গোলাঘাট বাৰৰ মাত্ৰ চাৰিজন উকীল বিপিন চন্দ্ৰ ফুকন, দৌলেশ্বৰ দত্ত, ৰাধানাথ গোস্বামী, প্ৰিয় দে' আৰু মুক্তিয়াৰ খগেশ্বৰ তামুলীয়ে এখন আবেদন দাখিল কৰিছিল। বক্তব্যৰ নিষ্প্ৰয়োজন যে সৰুপথাৰ ৰে'ল বগৰোৱা ঘটনাৰ মূল স্ৰষ্টা আছিল শংকৰ চন্দ্ৰ বৰুৱা। ঘটনা সংঘটিত হোৱাৰ দিনা তেওঁ ঘটনাস্থলী ভ্ৰমণ কৰি সেই ঠাইৰ কাষৰ দেওপানী চাহ বাগিচাৰ মালিক নুনু বাবু আৰু চুনু বাবুৰ বঙলাত আশ্ৰয় গ্ৰহণ কৰিছিল। দুৰ্ঘটনাটো ঘটাৰ শব্দ শুনাৰ লগে লগে বৰুৱা নিঃশব্দে সেই বঙলাৰ বাজ হয় আৰু এক অজান লক্ষ্যস্থানলৈ যাত্ৰা কৰে।

### যোৰহাট কাৰাগাৰত কুশল কোঁৱৰ ঃ

১৯৪২ খ্ৰীঃৰ ৫ নৱেম্বৰৰ দিনা সৰুপথাৰ ৰে'ল বগৰোৱাৰ ঘটনাৰ কুশল কোঁৱৰ প্ৰমুখ্যে আন ২৭ জন আচামীক যোৰহাট কাৰাগাৰলৈ অনা হয়। সেই সময়ত কাৰাগাৰলৈ নতুন ৰাজনৈতিক বন্দী আহিলে তেওঁলোকক বৈপ্লৱিক অভিনন্দনেৰে স্বাগতম জনোৱাটো এটা পৰম্পৰা হৈ পৰিছিল। কুশল আৰু তেওঁৰ সহযোগীসকলকো জে'লৰ সহ বন্দীসকলে একে সম্ভাষণ আগ বঢ়ায়। কুশল যোৰহাট কাৰাগাৰত ২২১ দিন আছিল। তেওঁ ১২১ দিন বিচাৰাধীন বন্দী হিচাপে আৰু বাকী ১০০ দিন নিৰ্জন ফাটেকত কটাইছিল।

১৯৪৩ খ্ৰীঃৰ ১৫ জুনৰ পুৱা ৩.৩০ মিনিটত শিৱসাগৰ জিলাৰ উপায়ুক্ত চি.এ. হামফ্ৰে, ই.এ.চি পাচুগোপাল মুখাৰ্জী, জেইলাৰ তাৰক চন্দ্ৰ দে', সহকাৰী জেইলাৰ আব্দুল কৰিম ঘানি, ঘাতক আৰু এক ডজন সশস্ত্ৰ চিপাহী কোঁৱৰৰ কোঠাৰ সন্মুখত উপস্থিত হ'ল। তেতিয়া তেওঁ গভীৰ টোপনিত আছিল। জেইলাৰজনৰ মাতত কোঁৱৰ সাৰ পাই থিয় হ'ল আৰু জেইলাৰজনক তেওঁ সাজু হ'ব লাগে নেকি বুলি সুধিলে। জেইলাৰজনৰ সঁহাৰিত চিৰপৰিচিত নম্ৰতাৰে তেওঁ জেইলাৰজনক অনুৰোধ জনালে, 'অনুগ্ৰহ কৰি মোৰ জীৱনৰ শেষ প্ৰাৰ্থনাটো কৰিবলৈ দিয়ক'। অনুৰোধটো ৰক্ষা কৰা হ'ল। কোঁৱৰে হাত-ভৰি ধুই গীতাৰ কেইশাৰীমান বিশেষ শ্লোক পাঠ কৰিলে। তাৰ পাছত কেইমিনিটমান ভগৱানক প্ৰাৰ্থনা কৰিলে আৰু ভক্তিভাৱে গীতাখন কপালত স্পৰ্শ কৰাই কোঠাটোৰ আগৰ ঠাইতে ৰাখিলে। 'মই সাজু, জেইলাৰ বাবু' — তেওঁ ক'লে আৰু তেওঁলোকৰ লগত খোজকাঢ়ি যাবলৈ ধৰিলে। পাচুগোপাল মুখাৰ্জীয়ে পাঠ কৰি দিয়া আদালতৰ ৰায় কুশলে শান্তভাৱে শুনিলে।

সকলো চৰকাৰী বিধি সম্পূৰ্ণ হোৱাৰ শেষত কুশল ফাঁচীকাঠৰ প্লেটফৰ্মৰ ওপৰত থিয় হ'ল আৰু চৰকাৰী বিষয়া আৰু সৈনিকসকলক নিম্নোক্ত ভাষাৰে সম্বোধন জনালে —

'মোক ক্ষমা কৰিব, যদিহে মই আপোনালোকৰ ওচৰত কেতিয়াবা দোষ কৰিছোঁ। মই আমাৰ পবিত্ৰ দেশখন, ভাৰতমাতা আৰু দেশবাসীৰ আশু পৰিত্ৰাণ লাভৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ। ইনক্লাৱ জিন্দাবাদ।'

সমগ্ৰ পৰিৱেশটোত গভীৰ নীৰৱতা বিৰাজ কৰিলে আৰু কেই মুহূৰ্তমানৰ ভিতৰতে আঠত্ৰিশ বছৰীয়া স্বাধীনতা যুঁজৰ যুঁজাৰুজনৰ জীৱনৰ অৱসান ঘটিল।







### জিলাখনৰ অন্যান্য বিধ্বংসী কাৰ্যাৱলী ঃ

গুপ্ত আন্দোলনৰ বিধ্বংসী কাৰ্যাৱলীৰ অংশ হিচাপে ১৯৪২ খ্ৰীঃৰ ৯ অক্টোবৰৰ ৰাতি মৰঙী মৌজাৰ অন্তৰ্গত দৈগ্ৰোং চাহ বাগিচাৰ ইউৰোপীয়ান মেনেজাৰজনৰ বঙলাটোত অগ্নিসংযোগ কৰা হয়। এই কাৰ্যত জড়িত ব্যক্তিসকল আছিল সোণাৰাম বৰুৱা (নেতা), ৰতিৰাম দুৱৰা, ভোগাই দুৱৰা, মণিৰাম নেওগ, ঘন নেওগ, বলোৰাম শইকীয়া, কৈলাশ চন্দ্ৰ দে' (কবিৰাজ) আৰু এজন অনামী মজদুৰ। কাণাইলাল আগৰৱালাই বিদ্ৰোহীসকলক কেৰাচিন তেল আৰু অন্যান্য সামগ্ৰী দি সহায় কৰিছিল। বঙলাটো সম্পূৰ্ণৰূপে অগ্নিয়ে গ্ৰাস কৰে। তেতিয়াৰ পৰা ই পোৰা বঙলা বুলি খ্যাত হয়। তদুপৰি বিদ্ৰোহীসকলে কাষতে থকা সামৰিক শিবিৰবিলাকত অগ্নিসংযোগ কৰি ভস্মীভূত কৰে।

সেই একেই ৰাতি অৰ্থাৎ ৪২ চনৰ ৯ অক্টোবৰৰ দিনা দেওপানী আৰু বৰপথাৰৰ মাজৰ এখন দলঙত অগ্নিসংযোগ কৰে আৰু ইয়াৰ অৰ্ধাংশ নষ্ট হয়। দেৰগাঁৱৰ পৰিদৰ্শন বঙলাটোত অগ্নিসংযোগ কৰিবৰ বাবে বিদ্ৰোহীৰ দলে চেষ্টা চলাইছিল, কিন্তু আংশিক ক্ষতি কৰিবলৈহে সক্ষম হৈছিল। একে ৰাতিয়েই উত্তৰ গৰঙা চাহ বাগিচাৰ এটা খালী বঙলাত অগ্নিসংযোগ কৰি সম্পূৰ্ণৰূপে ভস্মীভূত কৰে। গুপ্ত আন্দোলনৰ কৰ্মীসকলে সেই একে ৰাতিয়েই ৰঙামাটি মৌজাৰ বাদুলীপাৰৰ ওচৰৰ বন বাগিচাৰ এছিছটেণ্ট মেনেজাৰজনৰ বঙলাত অগ্নিসংযোগ কৰে। বহুপথাৰৰ নবীন চন্দ্ৰ বৰা আৰু সবাই দুৱৰা এই কাৰ্যত লিপ্ত হৈ কাৰ্য সমাধা কৰিছিল। খুমটাই ৰে'ল ষ্টেছন আৰু খুমটাই নিম্ন প্ৰাথমিক বিদ্যালয়ত অক্টোবৰৰ ৰাতিয়েই গণেশ গগৈ, বাপুকণ বৰা, জয় গগৈ, মেৰিয়া আৰু চাকিৰাম আদিয়ে অগ্নিসংযোগ কৰে।

গোলাঘাট পুলিচ ষ্টেছনৰ অধীনৰ শাওতলী ৰে'ল ষ্টেশ্বনৰ ষ্টেছন মাষ্টাৰে ৯ অক্টোবৰৰ ৰাতি ৪৬১/৮-৯ মাইলৰ দলঙৰ ওপৰত ৰে'ল লাইনৰ বল্টু কোনোবাই এৰুৱাই লৈ যোৱাৰ খবৰ দিয়ে। বৰপথাৰ ৰে'লৱে ষ্টেছনৰ মাষ্টৰেও পুলিচক খবৰ দিয়ে যে ৩২৭ আপ ট্ৰেইনখন দহ অক্টোবৰৰ ৰাতি ১.৫২ মিনিটত নাওজান আৰু বৰপথাৰৰ মাজৰ ৪৩৩/১৯-২০ মাইলত চাৰিটা গুড়চ ডবা আৰু এটা অফিচাৰৰ ডবা ৰে'ল লাইন আঁতৰাই ৰখাৰ বাবে লুটি খাই যায়। এই ঘটনাত দুজন ৰে'ল বিষয়া আহত হয়। একেদিনাই বৰপথাৰ ষ্টেছন মাষ্টৰৰ পৰা পুলিচে খবৰ পায় যে ৪৩৯/১৫ মাইলত আৰু গোলাঘাট পুলিচ ষ্টেছনৰ অন্তৰ্গত বৰপথাৰ আৰু জামুগুৰিৰ মাজত বল্টু আৰু ফিছপ্লেট এৰুৱাই ৰখা হৈছিল। ১১ অক্টোবৰৰ ৰাতি ঘিলাধাৰী মৌজাৰ অন্তৰ্গত বৰুৱাগাঁও ডাকঘৰটোত মিথিৰাম বৰা আৰু নন্দেশ্বৰ বৰাই অগ্নিসংযোগ কৰে। ঠিক একেদৰে ঘিলাধাৰীৰ মদৰ মহলটো পদ্মেশ্বৰ বৰা আৰু মোলোকা বৰাই অগ্নি সংযোগ কৰে। কছাৰীহাটৰ সমীপৰ শিয়ালখাটি নিম্ন প্ৰাইমেৰী স্কুলটোও সোণগুটি আৰু হেমকান্ত দত্ত নামৰ দুজন কূটাঘাতকাৰীয়ে অগ্নি সংযোগ কৰে।

গোলাঘাট নগৰত থকা ইউৰোপীয়ান ক্লাবটো বিদ্ৰোহীসকলৰ পৰৱৰ্তী লক্ষ্য আছিল, যিটো ১২ অক্টোবৰৰ নিশা অগ্নি সংযোগ কৰে। এই কাৰ্যত অংশগ্ৰহণ কৰা ব্যক্তিসকল আছিল টংক শইকীয়া, মহেন চলিহা, তোযেশ্বৰ গগৈ, মৰঙীৰ ছাত্ৰ প্ৰফুল্ল হাজৰিকা, গোলাঘাটৰ উমাকান্ত বৰুৱা, বেতিয়নী কাকতি গাঁৱৰ ভৈৰৱ চন্দ্ৰ বৰা, যোগেশ্বৰ শইকীয়া নামৰ এজন ছাত্ৰ, টেমেৰা মিৰি গাঁৱৰ ছাত্ৰ চাৰু চন্দ্ৰ পেগু আৰু হেমচন্দ্ৰ শইকীয়া। এই ক্লাবঘৰটো অগ্নিসংযোগ কৰিবলৈ প্ৰথমে অঙঠাযুক্ত কাঁড় ব্যৱহাৰ কৰা হৈছিল। এনে প্ৰচেষ্টা সফল নোহোৱাত টংক শইকীয়াই বুকুত সাহস বান্ধি প্ৰাণপণে এই প্ৰচেষ্টাত অগ্ৰসৰ হ'ল। শইকীয়া এই ক্ষেত্ৰত সফল হ'ল আৰু মাত্ৰ কেইমিনিট মানৰ ভিতৰতে ক্লাবঘৰটো সম্পূৰ্ণৰূপে জুয়ে গ্ৰাস কৰিলে।

গোলাঘাট পুলিচ ষ্টেছনৰ অন্তৰ্গত বৰকছাৰী মদৰ মহলটোত ১৯৪২ খ্ৰীঃৰ ১২ অক্টোবৰৰ ৰাতি অগ্নি সংযোগ কৰে। বিপ্লৱীসকলে মেঠনি চাহ বাগিচাৰ ওচৰৰ অসম ট্ৰাংক ৰোডত থকা দলংখনো জ্বলাই দিয়ে। কিন্তু মাত্ৰ অলপহে ক্ষতিসাধন কৰিবলৈ সক্ষম হয়। দৰিয়া চাহ বাগিচাৰ পাতঘৰটোও আপীৰাম গগৈ আৰু গন্ধৰাম গগৈ হাতীবৰুৱাৰ নেতৃত্বত গুপ্ত আন্দোলনৰ কৰ্মীসকলে এই সময়ছোৱাতে জুই জ্বলাই দিয়ে। চুতীয়া গাঁৱৰ কাঠৰ দলংখন ধ্বংস কৰাৰ দায়িত্ব শংকৰ চন্দ্ৰ বৰুৱাই ব্যক্তিগতভাৱে লৈছিল। তেওঁক এই কাৰ্যত সহায় কৰা ব্যক্তিসকল হ'ল ঠগীৰাম বৰা, ৰমাকান্ত শইকীয়া, সৰুকণ শইকীয়া, ভুৱন ভৰালী, বকতীয়াল গাঁৱৰ মহেন্দ্ৰ বৰা, কমাৰবন্ধাৰ ৰত্নেশ্বৰ বৰা, সোমেশ্বৰ হাজৰিকা আৰু সোণধৰ ডেকা ইত্যাদি।

বোকাখাতৰ ওচৰৰ ধনশিৰি ইউৰোপীয়ান ক্লাবত অগ্নিসংযোগ কৰিবলৈ ২৩ অক্টোবৰৰ ৰাতি ভদ্ৰকান্ত ফুকন, হেমচন্দ্ৰ শইকীয়া, নবীন শৰ্মা আৰু স্থানীয় যুৱকৰ এটা দলে প্ৰচেষ্টা আগ বঢ়ায়। তেওঁলোকে এই উদ্দেশ্যে প্ৰয়োজনীয় সামগ্ৰী সংগ্ৰহ কৰিছিল, কিন্তু পুলিচ মিলিটেৰীৰ কঠোৰ নিৰীক্ষণৰ বাবে এই কাৰ্য সিদ্ধি নহ'ল। গোলাঘাট পুলিচ ষ্টেছনৰ অন্তৰ্গত শাওতলী শাখা ডাকঘৰটোত ৯ নৱেম্বৰৰ নিশা অগ্নিসংযোগ কৰে। চিনাতলী অঞ্চলৰ এখন ব্যক্তিগত মধ্য ইংৰাজী স্কুল ১১ নৱেম্বৰৰ নিশা জ্বলাই দিয়ে। পৰৱৰ্তী পৰ্যায়ত গুপ্ত আন্দোলনৰ কৰ্মীসকলে লোকেল বৰ্ড নিম্ন প্ৰাইমেৰী স্কুল, জিৰণি ঘৰ (গড়কাপ্তানী বিভাগৰ) আৰু ৰাজহুৱা মধ্য ইংৰাজী বিদ্যালয়খন ১৭ নৱেম্বৰৰ ৰাতি ভস্মীভূত কৰে।

ৰে'ল যাতায়াত ব্যৱস্থা ব্যাহত কৰাৰ মানসেৰে গুপ্ত আন্দোলনৰ কৰ্মীসকলে ১৯৪২ চনৰ ২২ নৱেম্বৰৰ নিশা শাওতলী

ৰে'ল ষ্টেছনৰ ওচৰত চাৰিযোৰ ফিছপ্লেট আৰু বাৰটা বল্টু এৰুৱাই থোৱা দৃষ্টিগোচৰ হয়। এটা প্ৰতিবন্ধক গোচৰ কমল শইকীয়াৰ বিপক্ষে এই সংক্ৰান্তত মৰিয়নি ৰে'লৱে পুলিচে লিপিবদ্ধ কৰিছিল। ২৮ নৱেম্বৰৰ দিনা কমাৰবন্ধা আৰু চকীটিং ৰে'ল ষ্টেছনৰ মাজত কিছুমান ৰে'ল লাইনৰ নট-বল্টু খুলি ৰখা পৰিলক্ষিত হয়। কিন্তু অতি ক্ষিপ্ৰতাৰে লাইনটো মেৰামতি কৰি কাৰ্যক্ষম কৰে।

কমাৰগাঁও ডাক বঙলাত অগ্নিসংযোগ কৰিবলৈ প্ৰথম প্ৰচেষ্টাত মৰঙীৰ সোণাৰাম বৰুৱাৰ নেতৃত্বত এটা দল লিপ্ত হৈছিল। কিন্তু এই কাৰ্যত তেওঁ বিফল হোৱাত তিলক সোণোৱালৰ ওপৰত এই দায়িত্ব অৰ্পণ কৰে, যি ৯ ডিচেম্বৰৰ নিশা সহজেই সেই কাম সম্পন্ন কৰে। ১৭ ডিচেম্বৰৰ নিশা দক্ষিণ হেঙেৰা মৌজাৰ অন্তৰ্গত ১৪২ নং শিয়ালখাট লোকেল ব'ৰ্ড নিম্ন প্ৰাথমিক বিদ্যালয়খনত অগ্নিসংযোগ কৰে। এই সংক্ৰান্তত হেমকান্ত কেওঁট, গংগাটি ওৰফে ডম্বৰু চুতীয়া আৰু মাঘীৰাম চুতীয়াক গ্ৰেপ্তাৰ কৰে, যি দণ্ডাধীশৰ সন্মুখত তেওঁলোকৰ দোষ স্বীকাৰ কৰে।

বহু চৰকাৰী গৃহ, ইউৰোপীয়ান বঙলা, ক্লাব আদিত অগ্নিসংযোগৰ উপৰি আন্দোলনৰ ধ্বংসাত্মক কাৰ্যাৱলীৰ অন্য এক উদ্দেশ্য আছিল যাতায়াত ব্যৱস্থাত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰা। সেইমৰ্মে ১৯৪২ চনৰ ৩ ডিচেম্বৰৰ ৰাতি কছাৰীহাট ৰাইদঙীয়া বামুণ গাঁৱৰ ওচৰত টেলিগ্ৰাফ লাইন সোমেশ্বৰ হাজৰিকা, ৰমাকান্ত শইকীয়া, ইটাগুৰীয়া শইকীয়া, ভুৱন ভৰালী, সোণধৰ ডেকা, মহেন্দ্ৰ বৰা আদি গুপ্ত আন্দোলনৰ সদস্যসকলে কাটি পেলায়। ঠেঙালগাঁও আৰু কচুপথাৰ অঞ্চলৰ মাজত তামুলী পথাৰৰ নগেন বৰা, বনগাঁৱৰ মহেশ্বৰ শইকীয়া, কমাৰগাঁৱৰ তিলক সোণোৱাল, বৰদিহিঙীয়াৰ বেণু বৰুৱা আৰু তামুলীপথাৰৰ পূৰ্ণ তামুলী আদি গুপ্ত আন্দোলনৰ কৰ্মীসকলৰ এটা দলে টেলিগ্ৰাফ সংযোগ ব্যৱস্থাৰ ক্ষতিসাধন কৰি যোগাযোগ বিচ্ছিন্ন কৰে।

দেৰগাঁও অঞ্চলৰ আশেপাশেও কিছুমান ঘটনা সংঘটিত হৈছিল। দ্বিতীয় মহাযুদ্ধৰ সময়ছোৱাত ব্ৰিটিছ সৈন্যবাহিনীৰ এটা অস্ত্ৰ ভাণ্ডাৰ দেৰগাঁও কপাহতলি বিমান কোঠত আছিল। এই অস্ত্ৰভাণ্ডাৰে শংকৰ চন্দ্ৰ বৰুৱা আৰু উত্তৰাকান্ত বৰাৰ মনোযোগ আকৰ্ষণ কৰে, অস্ত্ৰভাণ্ডৰটোত তেওঁলোকে অগ্নি সংযোগ কৰে। তদুপৰি উত্তৰাকান্ত বৰাই প্ৰতিৰক্ষাবাহিনীৰ চকুত ধূলি মাৰি সেনাবাহিনীৰ কমাণ্ডেণ্টৰ শোৱা কোঠাত অগ্নিসংযোগ কৰিবলৈ সমৰ্থ হয়। তেওঁৰ নেতৃত্বত পৰিচালিত গুপ্ত দলে দেৰগাঁৱৰ সমীপৰ ৰঙামাটিত থকা আন এটা অস্ত্ৰ-শস্ত্ৰৰ ভাণ্ডাৰতো অগ্নিসংযোগ কৰিবলৈ সমৰ্থ হৈছিল। শেষত নিজ ঘৰত শুই থকা অৱস্থাত উত্তৰাকান্ত বৰাক ১৯৪২ চনৰ ২১ নৱেম্বৰৰ ৰাতি গ্ৰেপ্তাৰ কৰে। গোলাঘাট কাৰাগাৰত তেওঁক বন্দীৰূপে ৰাখি পাছলৈ যোৰহাট কাৰাগাৰলৈ স্থানান্তৰিত কৰে।

উল্লেখ্য যে এনে ধ্বংসাত্মক কাৰ্যাৱলীৰ বিপক্ষে গোলাঘাটৰ প্ৰশাসনীয় কৰ্তৃপক্ষই তলত দিয়া অনুসৰি পাইকাৰী জৰিমনা বহুৱাইছিল।

ক) গোলাঘাট মহকুমাৰ বাবে পাইকাৰী ৱাৰেণ্ট পোৱা গৈছিল - ১৫,০০০/- টকা।

খ) ১৯৪২ চনৰ ১৫ ডিচেম্বৰ পৰ্যন্ত সংগৃহীত মুঠ পাইকাৰী জৰিমনা - ১২,১৭৯/- টকা।

আনফালে গোলাঘাট অঞ্চলৰ ৪২ৰ ভাৰত ত্যাগ আন্দোলনৰ মধ্যমণি, আজন্ম নেতা, এজন সঁচা দেশপ্ৰেমিক, যিজন চৰকাৰৰ দৃষ্টিত আছিল দেশদ্ৰোহী আৰু যাৰ মূৰৰ দাম চৰকাৰে দহহেজাৰ টকা ঘোষণা কৰিছিল সেইগৰাকী প্ৰবাদপ্ৰতীম বিপ্লৱী বীৰ শংকৰ চন্দ্ৰ বৰুৱা, অনেক প্ৰবন্ধে পলাতক জীৱন যাপন কৰিও অৱশেষত ১৯৪৫ চনৰ ২৬ ডিচেম্বৰৰ পুৱা পুলিচৰ হাতত ধৰা পৰে আৰু যোৰহাট জেলত কাৰাৰুদ্ধ হ'ব লগা হয়। 'ভাৰত ত্যাগ' আন্দোলনৰ অবিশ্ৰান্ত নেতা, বিপ্লৱী বীৰজন কাৰাৰুদ্ধ হোৱাৰ লগে লগে গোলাঘাটৰ স্বাধীনতা আন্দোলনৰ গতি প্ৰায় স্তিমিত হৈ পৰে আৰু বিপ্লৱৰ তেজ নিস্তেজ হয়। অৱশ্যে ইতিমধ্যে ভাৰতৰ আকাশত স্বাধীনতাৰ বেলিয়ে উদয়ৰ হেঙুল কিৰণ ছটিওৱাৰ উপক্ৰম কৰিছিল।❑

*(ড° শৰ্মাৰ এই প্ৰবন্ধটো 'নোগোৱাৰ পৰা কুইট ইণ্ডিয়ালৈ' শীৰ্ষক সুদীৰ্ঘ প্ৰবন্ধ এটিৰ অংশবিশেষ।)*



# দেৰগাঁৱৰ সাহিত্যিক ঐতিহ্য

**প্ৰফুল্ল চন্দ্ৰ বৰা**

*"Language is not an abstract construction of the learned, or of dictionary makers, but is something arising out of the work, needs, ties, effections, tastes of long generations of humanity, and has its bases broad and low, close to the ground."*
*- Walt Whitman.*

যা-সাহিত্যৰ উদ্ভৱ বিকাশৰ ধাৰাটোৰ লগত জনগণৰ সুদীৰ্ঘ কালৰ সম্পৰ্ক। একোটা অঞ্চল বিশেষৰো জনগণ ভাষা-সাহিত্যৰ ঐতিহ্য নিৰ্মাণত জড়িত হৈ পৰে। লোক-জীৱন আশ্ৰয়ী লোক-সাহিত্যই আমাৰ পৰৱৰ্তী সময়ৰ উচ্চতৰ সাহিত্যিক পৰম্পৰা নিৰ্মাণৰ বহুখিনি সমল যোগায়। আনহাতে এটা জাতি, একাটা জনগোষ্ঠী, একোখন বৃহত্তৰ সমাজ আনকি একাটা অঞ্চল বিভিন্ন ঐতিহ্যৰ অধিকাৰী হয়। সামাজিক-ধৰ্মীয়-ভাষিক আদি ভিন্ ভিন্ উপাদান আৰু বৈশিষ্ট্যবোৰেও সেই ঐতিহ্যৰ বুনিয়াদ শক্তিশালী কৰে। লোক-জীৱন ধাৰাৰ পৰা উদ্ভূত লোক-সংস্কৃতি তথা লৌকিক সাহিত্যও একোটা ঐতিহ্য। আমাৰ দেশ বা ৰাজ্যখনৰ ইতিহাস আৰু ঐতিহ্যৰ সামগ্ৰিক ভাৱনাই আমাক কেৱল অতীতৰ জ্ঞানেই নিদিয়ে, আমাক ঐক্যবদ্ধ কৰে, জাতি হিচাপে সংহত কৰাৰ লগতে নিৰন্তৰে শক্তিও প্ৰদান কৰে। সেই ঐতিহ্যসমূহৰ ধাৰাবাহিকতা ৰক্ষা কৰা আৰু সমৃদ্ধ কৰাত একোটা অঞ্চলৰো উল্লেখযোগ্য অৰিহণা লক্ষ্য কৰা যায়। অসমীয়া সাহিত্যৰ সুদীৰ্ঘ কালৰ মহত্ত্বপূৰ্ণ ইতিহাস-ঐতিহ্য নিৰ্মাণৰ ক্ষেত্ৰত একোটা অঞ্চলৰ ক্ষণজন্মা কৃতবিদ্যসকলৰ অৱদান যুগমীয়া হৈ পৰে। বহুজনেই নানা ভাবে সাহিত্যিক ঐতিহ্যৰো ঘাই সুঁতিলৈ সময়ে সময়ে আগবঢ়াই অহা অনবদ্য অৱদানে শ্ৰেষ্ঠ কীৰ্তিৰ মৰ্যাদা লাভ কৰে। একোটা অঞ্চলত জন্মলাভ কৰা বহু কবি-সাহিত্যিকৰ সৃষ্টিত প্ৰেৰণাও হৈ থাকে সেই ঠাইৰ লোক-জীৱন-চৰ্যা আৰু ভাষিক সম্পদখিনি। ইতিহাসৰ সকলোৰে অৱদান বা যোগদান সমানেই কৃতিত্বপূৰ্ণ বা গৌৰৱমণ্ডিত নহ'ব পাৰে, কিন্তু কোনোবাজনৰ একোটি গীত বা কবিতা বা অন্যান্য লেখাও গুৰুত্বপূৰ্ণ আৰু স্মৰণীয় হৈ পৰে। তাৰ মূল্য হৈ পৰে ঐতিহাসিক।

বৃহত্তৰ দেৰগাঁও অঞ্চলৰ পৰা অসমীয়া ভাষা-সাহিত্য চৰ্চাৰ ঐতিহ্যলৈ অৱদান যোগোৱাসকলৰ কথা স্মৰণ কৰিয়েই এই প্ৰসংগ অৱতাৰণা কৰা হৈছে। দেৰগাঁও অঞ্চলত প্ৰচলিত লৌকিক গীত-পদবোৰৰ প্ৰতি লক্ষ্য কৰিলে এটা কথা পৰিস্ফুট হয় যে এই অঞ্চলৰ কোনোবা লোক-কবি বা গীতিকাৰে ইতিহাসৰ কোনো একোটা সময়ত নিশ্চয় সেই গীত-পদবোৰৰ কিছু অংশ ৰচনা কৰিছিল। অখ্যাত কবিৰ স্বাভাৱজাত সৃষ্টিশীলতাৰ বাবেই এনে ৰচনা সম্ভৱ হৈছিল। কৃষি ভিত্তিক লোক উৎসৱ বিহুক কেন্দ্ৰ কৰি সৃষ্টি হোৱা

বিহুগীতত দেৰগাঁও, মালৌ পথাৰ, দিচৈ, কাকডোঙা, ডেৰচোৱা আৰু 'নেঘেৰিয়াল' (নেঘেৰিটিং নিবাসী) আদি বিষয়বোৰৰ উল্লেখৰ পৰা এটা কথা অনুমান কৰিব পাৰি যে বৃহত্তৰ দেৰগাঁও অঞ্চলতে এই বিহুগীতবোৰ কোনোবা অখ্যাত লোক-গীতিকাৰে ৰচনা কৰিছিল। দেৰগঞা ঢুলীয়া ওজাৰ দ্বাৰা বিৰচিত নতুন যুগৰ মালিতাও আমি শুনিবলৈ পাইছো। আনহাতে জিকিৰ গীত চৰ্চাৰ এক প্ৰসিদ্ধ ঠাই ৰূপে মুছলমান বসতিপ্ৰধান নাহৰণি-বালিবাট আদিত আজান ফকীৰৰ পৰৱৰ্তী কালত দুই-চাৰিটা জিকিৰ গীত ৰচিত হৈছিল বুলিও ভাবিবৰ থল আছে। চৈয়দ আব্দুল মালিকে উল্লেখ কৰি যোৱা এষাৰ কথা এই প্ৰসংগতে উল্লেখ কৰিব পাৰি।ঃ "... অকল আজান চাহেবে নহয়, আৰু ভালেমানগৰাকী মুছলমান কবিয়ে গীত ৰচনা কৰিছিল ..."। ('পাতনি', 'অসমীয়া জিকিৰ আৰু জাৰী') তদুপৰি বৃহত্তৰ দেৰগাঁও অঞ্চলত 'দেহ বিচাৰৰ গীত' আদি লোকগীতৰ চৰ্চা হৈছিল বাবে সেই জাতীয় গীত ইয়াত ৰচনা হোৱা সম্ভাৱনা আছিল।

এই লেখাটিত দেৰগাঁৱত জন্ম হোৱা, দেৰগাঁৱৰ মাটি-পানী-বতাহত জীৱন কটোৱা অথবা বৃহত্তৰ দেৰগাঁৱৰ কোনোবা বংশলতাত জড়িত সকলৰ সৃষ্টিৰ বিষয়ে আলোকপাত কৰাৰ প্ৰয়াস কৰা হৈছে।

অসমীয়া সাহিত্যৰ বুৰঞ্জীত স্থান লাভ কৰা প্ৰাচীন কবিৰূপে আমি পোন প্ৰথমতে লগ পাওঁ শংকৰোত্তৰ যুগৰ এজন কবি **দুৰ্গেশ্বৰ দ্বিজক**। এওঁ আহোম ৰজা ৰাজেশ্বৰ সিংহৰ (১৭৫১-১৭৬৯ খ্ৰীঃ) সমসাময়িক আৰু এইজন ৰজাৰ দিনতে 'ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ'ৰ 'প্ৰকৃতি খণ্ড' অনুবাদ কৰি কৃতিত্বৰ পৰিচয় দি গৈছে। ড° মহেশ্বৰ নেওগে এইজন কবিৰ অনুবাদত — 'পাণ্ডিত্য আৰু সৌন্দৰ্য দুইটি অনুভৱ কৰিব পৰা হয়' - বুলি ভূয়সী প্ৰশংসা কৰিছে। ('অসমীয়া সাহিত্যৰ ৰূপৰেখা') কবিয়ে আত্ম পৰিচয়ত দেৰগাঁও শিৱ মন্দিৰৰ লগত জড়িত ভূধৰ আগমাচাৰ্যৰ বংশৰ বুলি উল্লেখ কৰি গৈছে। (দ্ৰষ্টব্য, ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত') গতিকে লিখিত সাহিত্যৰ ঐতিহ্যত দুৰ্গেশ্বৰ দ্বিজই দেৰগাঁও অঞ্চলৰ সৰ্বপ্ৰথম কবিৰূপে স্বীকৃত।

অষ্টাদশ শতিকাৰ কবি দুৰ্গেশ্বৰ দ্বিজৰ পৰা দেৰগাঁৱত ওপজা ভাষাৰ ওজা **হেমচন্দ্ৰ বৰুৱালৈ** (১৮৩৫-১৮৯৬) এটা শতিকাৰ ব্যৱধান। ঊনবিংশ শতিকাত এককভাৱে পাঠ্যপুথি, ব্যাকৰণ, অভিধান, ব্যংগ ৰচনা প্ৰণয়ন আৰু সাংবাদিকতাৰ দৰে অসমলৈ, অসমীয়া ভাষা-সাহিত্যলৈ যি বৈপ্লৱিক জাগৰণ আনিলে তাৰ তুলনা বিৰল। অসমীয়া মানুহে যোৱা এটা শতিকাতকৈও অধিককাল তেওঁক স্মৰণ কৰে ঘাইকৈ তেওঁৰ অক্ষয় কীৰ্তি 'হেমকোষ'ৰ বাবে। প্ৰথমতে খ্ৰীষ্টান মিছনেৰীৰ দ্বাৰা প্ৰকাশিত 'অৰুনোদয়'ৰ লগত সম্পৰ্ক আছিল যদিও, পিছলৈ খ্ৰীষ্টান মিছনেৰীৰ বিপৰীত বিন্দুত নিজৰ সবল স্থিতি প্ৰতিপন্ন কৰি হেমচন্দ্ৰই জীৱনৰ এটা 'মিছন' স্থিৰ কৰি লৈছিল। আচলতে এই মানুহজনে আধুনিক অসমীয়া ভাষাৰ ইতিহাসৰ গতিকেই সলনি কৰি দিলে। অসমীয়া ভাষাৰ অভিধান নিৰ্মাণৰ পৰম্পৰা যাদুৰাম ডেকাবৰুৱা, ড° মাইলছ্ ব্ৰনসন আদিয়ে প্ৰতিষ্ঠা কৰিছিল যদিও দৰাচলতে আধুনিক আৰু বিজ্ঞানসন্মত এখন অভিধান প্ৰণয়নৰ তেওঁৱেই পথিকৃৎ। বিংশ শতিকাৰ আৰম্ভণিৰ পৰা অদ্যাৱধি অসমীয়া ভাষা-চৰ্চাত অসমীয়া মানুহৰ চেতনাত যিখন গ্ৰন্থই সবাতোকৈ ব্যাপক আৰু গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছে সেয়া হ'ল নিঃসন্দেহে 'হেমকোষ'। তাৰ লগতে হেমচন্দ্ৰৰ বিশিষ্ট অভিধা — 'ভাষাৰ ওজা'ৰ পৰিচয়টো দৃঢ়তৰ কৰিলে ব্যাকৰণ-পাঠ্যপুথি-সৃষ্টিমূলক ৰচনাখিনিৰ উপৰি তেওঁ প্ৰৱৰ্তন কৰা আধুনিক অসমীয়া ভাষাৰ অনুপম আৰু বলিষ্ঠ গদ্য-ৰীতি। 'অৰুনোদয়'তে লেখা আৰম্ভ কৰা বৰুৱাই যথাসময়ত বিশেষকৈ অসমীয়া বৰ্ণ-বিন্যাসৰ ক্ষেত্ৰত একান্তই স্বতন্ত্ৰভাৱে পথ নিৰ্ধাৰণ কৰি ল'লে। তেওঁৰ নিৰ্দেশিত পথেদিয়েই আজিও অসমীয়া ভাষাই তথা অসমীয়া শব্দমালাই গতি লাভ কৰি আছে।

হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' নিৰ্মাণৰ আদৰ্শ, তেওঁৰ কৃচ্ছ্ৰ সাধনাৰ অনুপম কাহিনীবোৰ আৰু শেষ পৰ্যন্ত পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু আসাম উপত্যকাৰ তদানীন্তন কমিচনাৰ কৰ্ণেল পি, আৰ, টি, গৰ্ডনৰ 'হেমকোষ' উদ্ধাৰ আৰু ছপাকাৰ্য সমাপন কৰালৈকে ঘটনাপ্ৰৱাহ কেৱল 'হেমকোষ' আৰু হেমচন্দ্ৰ বৰুৱাৰ জীৱনৰে নহয়, আধুনিক অসমীয়া ভাষাৰ এচোৱা গুৰুত্বপূৰ্ণ অধ্যায়ৰূপে চিৰদিন স্মৰণীয় হৈ থাকিব। অসমৰ নতুন পুৰুষৰ বাবে ইতিহাসৰ সেই ঘটনাবোৰ প্ৰেৰণাৰ উৎস হৈ থাকিলে ভাষা-সাহিত্যৰ নামত সকলোটি উদ্বুদ্ধ হ'ব। এই ঘটনা প্ৰৱাহৰ লগত আমাৰ চিৰকলীয়া আন্তৰিক সম্পৰ্কৰ পৰিচয়। সেয়াহে হ'ব জাতিৰ হেমচন্দ্ৰ-তৰ্পণৰ উৎকৃষ্ট নিদৰ্শন। উল্লেখ্য যে ভাষাৰ ওজা গৰাকীৰ জন্মস্থান যে দেৰগাঁও আছিল।

দেৰগাঁৱৰ ভৌগোলিক পৰিসীমাৰ গাতে লাগি থকা এক ঐতিহাসিকভাৱে বৈশিষ্ট্যপূৰ্ণ অঞ্চল হ'ল ঢেকিয়াল। সেই ঢেকিয়ালতে জন্ম হৈছিল 'জোনাকী' যুগৰ 'জোনাকীৰ ত্ৰিমূৰ্তি'ৰ ৰূপে অন্যতম খ্যাত অসমীয়া সাহিত্যৰ ইতিহাসত যাউতীযুগীয়া কীৰ্তি ৰাখি যোৱা কবি প্ৰত্নতাত্ত্বিক **পণ্ডিত হেম চন্দ্ৰ গোস্বামী** (১৮৭২-১৯২৮)। স্বনামধন্য বুৰঞ্জীবিদ-সাহিত্যিক বেণুধৰ শৰ্মাই কৈছিল, "অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ চন্দন-চ'ৰাত বহি যিসকলে 'জোনাকী'ৰ আলম লৈ নৱন্যাস যুগৰ সাহিত্য-বিজ্ঞান-দৰ্শনৰ জোনাক সিঁচিছিল সেইসকলৰ ভিতৰত 'জোনাকী'ৰ জীৱন্ধৰী মণি হৈ জিলিকি আছিল হেমচন্দ্ৰ গোস্বামী।" (অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী)। হাইস্কুলীয়া ছাত্ৰাৱস্থাৰ পৰাই 'আসাম তৰা' আৰু গুণাভিৰাম বৰুৱা সম্পাদিত 'আসাম বন্ধু'ত কবিতা লিখিবলৈ লোৱা হেমচন্দ্ৰৰ কবি-প্ৰতিভাৰ স্ফুৰণ ঘটিল



'জোনাকী' আলোচনীত। এই গৰাকী কবিৰ কবিত্বই ৰসঘনত্ব লাভ কৰে 'জোনাকী'তে; বিশেষকৈ তাতেই প্ৰকাশিত 'পুৱা' আৰু অসমীয়া চনেটৰ প্ৰৱৰ্তকৰূপে লিখা 'প্ৰিয়তমাৰ চিঠি'ৰ দৰে কবিতাই গোস্বামীৰ কবি-খ্যাতিক অনন্য মাত্ৰা প্ৰদান কৰে। আজীৱনবুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ অনুসন্ধানত ব্ৰতী হেমচন্দ্ৰ গোস্বামীৰ সাৰস্বত সাধনা আৰু সাংগঠনিক দক্ষতাই অসমীয়া ভাষা-সাহিত্য, পুৰতত্ত্ব-বুৰঞ্জী আদি সুবিস্তৃত ক্ষেত্ৰ সামৰি লৈছিল। হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' প্ৰকাশৰ ক্ষেত্ৰত তেওঁৰ উদ্যোগ স্মৰণীয় হৈ আছে।

অসমীয়া সাহিত্যৰ সুদীৰ্ঘ কালৰ বিবিধ বিস্তৃত ৰচনাৰাজিৰ প্ৰণালীবদ্ধ আৰু বিস্তৃত চয়নেৰে সংকলিত-সম্পাদিত 'অসমীয়া পুথিৰ বৰ্ণনাত্মক তালিকা' (Descriptive Catalogue of Assamese Manuscript) কলিকতা বিশ্ববিদ্যালয়ৰ যোগেদি প্ৰকাশৰ ব্যৱস্থাপনা কৰাটো হেমচন্দ্ৰৰ ব্যক্তিগত কীৰ্তিৰ উপৰি এই সুবিশাল কৰ্মই অসমীয়া সাহিত্যৰ ইতিহাস নিৰ্মাণৰ বুনিয়াদ হৈ'ৰ'ল। অংকীয়া নাট সংকলন, কথা-ভাগৱত আদি বিবিধ গ্ৰন্থৰ সম্পাদনত এই গৰাকী সাহিত্যিক-গৱেষকে অতুলনীয় অৱিহণা যোগাই গৈছে। তদুপৰি 'কামৰূপ অনুসন্ধান সমিতি'ৰ পৰা 'অসম সাহিত্য সভা'লৈকে গোস্বামীৰ কৰ্মক্ষেত্ৰ প্ৰসাৰিত আছিল। অসমৰ সমকালীন সামাজিক-সাহিত্যিক জীৱনৰ লগত সাংবাদিকতা পৰ্যন্ত সৰ্বত্ৰ এইজনা কৃতবিদ্য পণ্ডিত-সাহিত্যিক আজীৱন জড়িত আছিল। ১৯২৮ খ্ৰীষ্টাব্দত ঘটা অকাল বিয়োগে অসমীয়া সাহিত্যৰ জগতত অপূৰণীয় ক্ষতি কৰি থৈ গ'ল। স্মৰণযোগ্য কথা এয়ে যে হেমচন্দ্ৰ গোস্বামীয়ে অসমীয়া সাহিত্য-বুৰঞ্জী-প্ৰত্নতত্ত্ব আদি বিস্তৃত ক্ষেত্ৰলৈ দি যোৱা অৱদান, তেওঁ কৰি যোৱা দিকদৰ্শন আৰু বহু বিষয়ত পথিকৃৎৰূপে কৰি যোৱা গৱেষণাই অসমীয়া জাতিক বিশেষকৈ সাহিত্য-কৰ্মী, গৱেষকসকলক বাট দেখুৱাই থাকিব।

এইজন হেমচন্দ্ৰ গোস্বামীৰ মৃত্যুত অসম জুৰি, বিশেষকৈ বৌদ্ধিক জগতত যি শোকাকুল পৰিবেশ সৃষ্টি হৈছিল তাৰ তুলনা বিৰল। লক্ষ্মীনাথ বেজবৰুৱা, বেণুধৰ ৰাজখোৱা, জ্ঞানদাভিৰাম বৰুৱা, ৰজনীকান্ত বৰদলৈ, হিতেশ্বৰ বৰবৰুৱা, ড° সূৰ্যকুমাৰ ভূঞা আদি কবি-সাহিত্যিকসকলৰ শোক বাণীত সেই কথা পৰিস্ফুট হৈছিল। বেণুধৰ ৰাজখোৱাই কৈছিল, '... তেওঁৰ বিহনত আজি কেচুৱা ল'ৰাই মাক হেৰুৱাই কন্দাৰ দৰে কান্দিছোঁহঁক। আমাক নিচুকাওঁতা কোনোবা ওলাবনে?'

দেৰগাঁৱত জন্ম হোৱা সুপ্ৰসিদ্ধ সাংবাদিক **লক্ষ্মীনাথ ফুকন** (১৮৯৬-১৯৭৫)আছিল জীৱন কালতে সৰ্বজনমান্য উজ্জ্বল ভাৱমূৰ্তিৰ সাংবাদিক-সাহিত্যিক। অসমৰ সাংবাদিকতাৰ জগতত ফুকনৰ সমতুল্য অভিজ্ঞ আৰু সুদক্ষ সাংবাদিক দ্বিতীয়জন নাই বুলিলেও অত্যুক্তি কৰা নহয়। হাইস্কুলীয়া জীৱনত কৃষ্ণকান্ত সন্দিকৈ আৰু মিত্ৰদেৱ মহন্তৰ সহপাঠী আৰু আজীৱন তিনিওগৰাকী বন্ধুত্বৰ বন্ধনেৰে আবদ্ধ হৈ আছিল। ফুকনে নিৰ্বাচন কৰি ল'লে সাংবাদিকতাৰ প্ৰত্যাহ্বানপূৰ্ণ কঠিন জীৱন। তৰুণ অৱস্থাতে কলিকতালৈ গৈ তাত কেইবাখনো ৰাষ্ট্ৰীয় সংবাদপত্ৰত কাম কৰাৰ প্ৰচুৰ অভিজ্ঞতাৰে অসমতো কেইবাখনো কাকত-পত্ৰিকাত যোগদান কৰি সেৱা আগ বঢ়োৱা লক্ষ্মীনাথ ফুকনক অসমৰ সাংবাদিক জগতৰ বৰেণ্য পুৰোধা ৰূপে সদায় সন্মানিত কৰা হয়। সাংবাদিকতাক সুউচ্চ মান আৰু নিৰ্ভীকতাৰে মৰ্যাদাৰ আসনত প্ৰতিষ্ঠা কৰাত লক্ষ্মীনাথ ফুকন অদ্বিতীয়ৰূপে স্বীকৃত।

সাংবাদিকতাৰ সমান্তৰালভাৱে এগৰাকী সৃষ্টিশীল সাহিত্যিক আৰু নিপুণ গদ্য শিল্পীৰূপে ফুকন সুবিখ্যাত। 'সোণালী সপোন'ৰ কবিৰূপে খ্যাত ফুকনক ড° মহেশ্বৰ নেওগে 'আলোচনী' যুগৰ কবি বুলি কৈছে আৰু তেওঁৰ কবিতাৰাজিৰ 'ভাষা আৰু ছন্দৰ স্নিগ্ধতা মৰ্মস্পৰ্শী' বুলি অভিহিত কৰিছে। কবি ফুকনৰ 'ব্ৰহ্মপুত্ৰৰ প্ৰতি'ৰ দৰে জাতীয় ভাৱৰ কবিতাত অপূৰ্ব গতিশীল ভাষা আৰু ছন্দৰ সমাহাৰ ঘটিছে। গল্পকাৰৰূপেও তেওঁৰ বিশেষ খ্যাতি আৰু কেইবাটাও স্মৰণীয় নিটোল গল্পৰ তেওঁ ৰচয়িতা। এই নিপুণ কবি-গল্পকাৰ গৰাকীৰ গদ্য ৰচনাৰ স্বাক্ষৰ বহনকাৰী এখন মনোৰম গ্ৰন্থ হ'ল — 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ'। লেখকৰ নিজৰ ভাষাতে — 'আত্মজীৱনীমূলক ভংগীৰে এই প্ৰবন্ধকেইটা লিখা।' মহাত্মা গান্ধী আৰু জৱাহৰলাল নেহৰুৰ লগতে পোন্ধৰজন অসমীয়াৰ বিষয়ে ব্যক্তিগত সান্নিধ্যৰ ৰেঙণিৰে এই গ্ৰন্থখন প্ৰস্তুত কৰা হৈছে। এই অনুপম গ্ৰন্থখনৰ বাবে লেখকে সাহিত্য অকাডেমীৰ বঁটা লাভ কৰিছিল।

লক্ষ্মীনাথ ফুকনৰ সাংবাদিক আৰু সাহিত্যিক ব্যক্তিত্বৰ আভাস দি প্ৰখ্যাত সাংবাদিক-সাহিত্যিক চন্দ্ৰপ্ৰসাদ শইকীয়াই কৈছিল, 'সাংবাদিকতাৰ জগতৰ পৰা তেওঁ সাহিত্যৰ জগতলৈ উত্তৰণ ঘটিছিল। তেওঁ একাধাৰে অসমৰ এজন মহৎ পৰ্যায়ৰ সাংবাদিক, কবি আৰু গল্প লেখক। গদ্য আৰু কবিতা এই দুয়ো ক্ষেত্ৰতে তেওঁৰ বিচক্ষণতাই আমাক মুগ্ধ কৰে। সাংবাদিকৰূপে তেওঁ অসম ৰাজ্যত অধিক প্ৰখ্যাত হ'লেও তেওঁ অসমৰ এজন জাতীয় কবি। ... স্বাধীনতা সংগ্ৰামত যোগ নিদিয়াকৈয়ে লক্ষ্মীনাথ ফুকন এজন বৰণীয় দেশপ্ৰেমিক।' — (প্ৰবাদ পুৰুষ লক্ষ্মীনাথ ফুকন)' — 'অসমৰ বাতৰি কাকত আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস')

তাহানিৰ দেৰগাঁও হাইস্কুলৰ কেৱল এজন শিক্ষকৰূপেই নহয়, সাহিত্য-সংগীত আৰু নাট্যাভিনয়ৰ অনুৰাগী আৰু লগতে লেখকৰূপেও আত্মপ্ৰকাশ কৰি জনপ্ৰিয় হৈছিল **কেশৱকান্ত বেজবৰুৱা** (১৮৯৬-১৯৬৬)। সুপ্ৰসিদ্ধ সাহিত্যিক চৈয়দ আব্দুল মালিকে — যিজন একালত দেৰগাঁও হাইস্কুলৰ ছাত্ৰ আছিল, ছাত্ৰ জীৱনত কিদৰে সাহিত্য-সংগীত চৰ্চাত শিক্ষাগুৰু কেশৱকান্ত বেজবৰুৱাৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল, সেই কথা আজীৱন স্মৰণ

কৰিছিল। সেইকথা শুনিবলৈ পাওঁ কবি নীলমণি ফুকনৰ মুখতো। এসময়ৰ দেৰগাঁও হাইস্কুলৰ ছাত্ৰ আৰু শিক্ষক, অৱসৰৰ অন্তত বলিষ্ঠ লেখনীৰে চিন্তা উদ্ৰেক কৰা আনন্দ চন্দ্ৰ গোস্বামীৰ কথা আৰু লেখাতো কেশৱকান্ত বেজবৰুৱাৰ কথা জানিবলৈ পাওঁ। বেজবৰুৱাই 'আৱাহন' আদি পত্ৰিকাত গল্প-প্ৰবন্ধ লিখিছিল। এইজন লেখকৰ 'দেৰগাঁও' সম্পৰ্কীয় এটা মূল্যবান প্ৰবন্ধত অনেক ঐতিহাসিক তথ্য সন্নিবিষ্ট হৈছে।

বিশিষ্ট সংস্কৃতজ্ঞ আৰু শিক্ষাবিদ দেৰগাঁৱৰ **তোষেশ্বৰ ঠাকুৰ** (১৯০২-১৯৭৬) এগৰাকী সাত্বিক ব্যক্তিত্বৰ পণ্ডিত আৰু সুলেখক আছিল। হাইস্কুলীয়া ছাত্ৰাৱস্থাৰে পৰা সাহিত্য-চৰ্চা কৰিবলৈ লোৱা এইজন লেখকে যোৰহাট নৰ্মাল স্কুলৰ মুখপত্ৰ 'প্ৰভাত', দৈনিক বাতৰি, অসমবাণী, জনমভূমি, শ্ৰীমন্ত আদি বিভিন্ন কাকত-পত্ৰিকাত ভালেমান সাৰগৰ্ভ প্ৰবন্ধ লিখিছিল। গীতা-ভাগৱত আৰু সংস্কৃত সাহিত্যৰ বিপুল ঐশ্বৰ্যৰ লগত ঠাকুৰৰ গভীৰ সম্পৰ্ক আছিল। ঠাকুৰে গোপীনাথ বৰদলৈ আৰু ড° বাণীকান্ত কাকতিৰ মৃত্যুৰ শ্ৰদ্ধাৰ্ঘৰূপে অনুষ্টুপ ছন্দত দুটি সংস্কৃত কবিতা ৰচনা কৰি 'প্ৰভাত'ত প্ৰকাশ কৰিছিল বুলি ডালিমচন্দ্ৰ পাঠকে উল্লেখ কৰিছে। (উৎস ঃ 'সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ' ঃ দেৰগাঁও সাহিত্য সভা আৰু 'দেৰগাঁৱৰ চমু পৰিচয়') 'শ্ৰীমন্ত'ত প্ৰকাশিত 'শ্ৰীমন্তৰ প্ৰতি শ্ৰীমাধৱ' আদি প্ৰবন্ধৰ যোগেদি তেওঁৰ বৈষ্ণৱ সাহিত্য চৰ্চাৰ অনুৰাগ প্ৰকাশ পাইছিল।

বাঁহী, আৱাহন, অসম সাহিত্য সভা পত্ৰিকা আৰু স্থানীয়ভাৱে প্ৰকাশিত আলোচনী, তাৰ লগতে দেৰগাঁও হাইস্কুলৰ বাৰ্ষিক পত্ৰিকাত যথেষ্টসংখ্যক গুৰুত্বপূৰ্ণ প্ৰবন্ধ ৰচনা কৰিছিল সুলেখক **চাৰু চন্দ্ৰ গোস্বামীয়ে** (১৯০৩-১৯৬৪)। এগৰাকী সংস্কৃতৰ পণ্ডিত (ব্যাকৰণ শাস্ত্ৰী) গোস্বামীয়ে সুদীৰ্ঘকাল দেৰগাঁও হাইস্কুলত শিক্ষকতা কৰিছিল আৰু দেৰগাঁও সাহিত্য সভাৰ প্ৰতিষ্ঠা কালৰে পৰা ইয়াৰ লগত জড়িত আছিল। উল্লেখ্য যে গোস্বামী প্ৰাগৈতিহাসিক সমলৰ ওপৰত ভিত্তি কৰি 'অসম তত্ত্ব' অধ্যয়নত ব্ৰতী আছিল। পদ্মনাথ ভট্টাচাৰ্য বিদ্যা বিনোদৰ 'কামৰূপ শাসনাৱলী' আদিও এইজন পণ্ডিতে চৰ্চা কৰিছিল। গোস্বামীৰ উল্লেখযোগ্য প্ৰবন্ধবোৰৰ ভিতৰত 'নৰকাসুৰ', 'কৰতোৱা', 'যুদ্ধক্ষেত্ৰত ভগদত্ত', 'প্ৰাচীন অযোধ্যা নগৰ', 'আৰ্যৰ আদি উৎপত্তি স্থান', 'পুৰণি কালৰ আশ্ৰম' আদি অন্যতম। আমি জানিবলৈ পোৱামতে গোস্বামীৰ গল্প 'আৱাহন'ত প্ৰকাশ হৈছিল। তেনে এটি গল্প হ'ল 'বিধৱাৰ চকুলো'। কবি নীলমণি ফুকনে আত্মকথা 'পাতি-সোণাৰুৰ ফুল'ত সশ্ৰদ্ধভাৱে উল্লেখ কৰিছে, 'চাৰুচন্দ্ৰ গোস্বামীৰ মুখতে প্ৰথম কালিকা পুৰাণ, যোগিনীতন্ত্ৰ, কনকলাল বৰুৱা আৰু ৰাজমোহন নাথৰ নাম শুনিছিলো। গোস্বামী ছাৰ বেজবৰুৱাৰ সাহিত্যৰ এজন ৰসগ্ৰাহী আছিল। তেওঁৰ অসমীয়া বৈষ্ণৱ সাহিত্যৰ অধ্যয়নো আছিল গভীৰ। ... আমাক সংস্কৃত, অসমীয়া পঢ়াইছিল যদিও অসমৰ পুৰণি ইতিহাসৰ কথা ক'বলৈ পালে ছাৰে ভাল পাইছিল।' কবি ফুকনৰ এই বৰ্ণনাৰ পৰা চাৰুচন্দ্ৰ গোস্বামীৰ সাহিত্য-অধ্যয়নৰ পৰিসীমাৰ আভাস পাব পাৰি।

কুৰিশতিকাৰ অসমৰ সাংবাদিক আৰু বৌদ্ধিক জগতৰ এক উজ্জ্বল নক্ষত্ৰস্বৰূপ **হৰেন্দ্ৰনাথ বৰুৱাৰ** (১৯০৮-১৯৮৭) জন্ম হৈছিল কাকডোঙাৰ মহিমা অঞ্চলত। কটন কলেজ আৰু কলিকতাৰ আৰ্ল ল কলেজৰ পৰা আইনৰ ডিগ্ৰী লাভ কৰা বৰুৱাই কিছুদিন ওকালতি কৰিছিল। কিন্তু সাংবাদিকতাই তেওঁৰ প্ৰধান বৃত্তি হ'লগৈ। সাংবাদিকতাৰ প্ৰতি উৎসৰ্গিত জীৱনত তেওঁ স্বাধীনতা সংগ্ৰামত সক্ৰিয়ভাৱে যোগদান কৰি একাধিকবাৰ কাৰাবৰণ কৰিছিল। অসমৰ সংবাদপত্ৰ-আলোচনীৰ দিশত অগ্ৰণী পুৰুষ আৰু কবি চন্দ্ৰ কুমাৰ আগৰৱালাই প্ৰতিষ্ঠা কৰা সুখ্যাত 'অসমীয়া' কাকতখনৰ সম্পাদনাৰ দায়িত্ব হৰেন্দ্ৰনাথ বৰুৱাই বহন কৰিছিল। এইখন কাকতৰ 'তিনিদিনীয়া' আৰু 'সাদিনীয়া' সংস্কৰণ প্ৰকাশ হৈছিল। ১৯৪৬ চনৰ পৰা কাকতখন 'দৈনিক অসমীয়া' ৰূপেও প্ৰকাশ হৈছিল। হৰেন্দ্ৰনাথ বৰুৱা 'সাদিনীয়া অসমীয়া'ৰ সম্পাদক হৈ আছিল ১৯৪১ চনৰ পৰা ১৯৫২ চন পৰ্যন্ত। (উৎস ঃ অসমীয়া সম্বাদ পত্ৰৰ সমীক্ষাত্মক অধ্যয়ন, প্ৰসন্ন কুমাৰ ফুকন)। পাছত বৰুৱাই 'নতুন অসমীয়া'ৰ সম্পাদকৰূপে ১৯৫৬ চনৰ পৰা ১৯৭৫ চনলৈকে কাৰ্যনিৰ্বাহ কৰিছিল। প্ৰবীণ সাংবাদিক ৰাধিকামোহন ভাগৱতীয়ে উল্লেখ কৰিছে, '... বৰুৱাই (হৰেন্দ্ৰনাথ) সাংবাদিকতা আৰু অসমৰ সমস্যা সন্দৰ্ভত নিৰপেক্ষ আৰু দূৰদৃষ্টিসম্পন্ন মতামত প্ৰকাশ কৰি জাতীয় কৰ্তব্যৰ নিৰ্দেশ দি নিজা স্থান স্পষ্ট কৰি দিছিল। ... সাংবাদিকতাৰ নিৰপেক্ষতাৰেই তেওঁৰ সকলো বিষয় চালিজাৰি চোৱাৰ দূৰদৃষ্টি আৰু বিচক্ষণতা আছিল। পিছলৈ তেওঁ সক্ৰিয় ৰাজনীতিৰ স্পৰ্শ সম্পূৰ্ণ এৰি দি সাংবাদিকতাৰে জাতিৰ সেৱা কৰিছিল।' ('চন্দ্ৰকুমাৰৰ অসমীয়া ঃ অসমীয়াৰ চবিদশকৰ ইতিহাস', 'অসমৰ বাতৰি কাকত-আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস')।

হৰেন্দ্ৰনাথ বৰুৱা প্ৰকৃতাৰ্থতে এগৰাকী নিৰ্ভীক, নিৰপেক্ষ আৰু যুক্তিবাদী সাংবাদিক-সম্পাদক আছিল। অসমৰ জাতীয় জীৱনৰ গুৰুত্বপূৰ্ণ আৰু স্পৰ্শকাতৰ সমস্যাবোৰৰ ক্ষেত্ৰত তেওঁ সদাই মাত মাতিছিল আৰু সেইবিলাকৰ সমাধানৰ পথো নিৰ্দেশ কৰিছিল। অসমৰ ৰাজ্যভাষা আন্দোলনৰ পৰা বিদেশী অনুপ্ৰবেশৰ সমস্যালৈকে বৰুৱাৰ বৌদ্ধিক নেতৃত্ব আছিল ঐতিহাসিক। এইজন চিন্তাশীল সাংবাদিকৰ গ্ৰন্থ কেইখনমান হ'ল — 'আছামচ ষ্ট্ৰাগল ফৰ চাৰ্ভাইভেল', কলিতা জাতি অসমৰ সমস্যা আৰু ভৱিষ্যত, অসমৰ বিদেশী সমস্যা, কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আৰু দেশভক্ত ফুকন, গোপীনাথ বৰদলৈ,'গ্লিম্পছেছ অব আছাম ডিষ্টাৰ্বেঞ্চ' ইত্যাদি। স্মৰণযোগ্য যে ভাৰত চৰকাৰে ১৯৬৭ চনত আগ বঢ়োৱা 'পদ্মশ্ৰী' উপাধি বৰুৱাই গ্ৰহণ কৰা নাছিল। অসমৰ মানুহে হৰেন্দ্ৰনাথ বৰুৱাক 'অসম প্ৰাণ' উপাধি দিছিল।



এগৰাকী কৃতী শিক্ষক আৰু সুলেখক **পদ্মেশ্বৰ বৰঠাকুৰ** (১৯০৮-১৯৮৩)ৰ বিশেষ পৰিচয় শিক্ষক-শিক্ষাবিদ যদিও আজীৱন তেওঁ সাহিত্য চৰ্চাত মনোনিৱেশ কৰিছিল। বিগত শতিকাৰ ত্ৰিশৰ দশকৰ শেষৰফালে বৰঠাকুৰে কলিকতাৰ পৰা প্ৰকাশিত বিখ্যাত সাহিত্য পত্ৰিকা 'আৱাহন'ত গল্প লিখিছিল। 'পদ্মেশ্বৰ বৰঠাকুৰ ৰচনাৱলী'ত সেই সময়ত প্ৰকাশিত চাৰিটা গল্প সন্নিবিষ্ট কৰা হৈছে। বৰঠাকুৰে প্ৰথম, দ্বিতীয়, তৃতীয় শ্ৰেণীৰ বাবে ৰচনা কৰা উল্লেখযোগ্য পাঠ্যপুথি 'মুকুল পাঠ', 'বুৰঞ্জী পৰিচয়', 'ৰেডক্ৰছ', 'জ্ঞান-বিজ্ঞান', 'স্মৃতিলেখা' ইত্যাদি। উল্লেখ্য যে তেওঁ 'আৱাৰ গ্ৰয়িং হিউমেন ফেমিলি' নামৰ ইংৰাজী গ্ৰন্থখন 'মানৱ সভ্যতাৰ ক্ৰমবিকাশ' নাম দি অনুবাদ কৰিছিল আৰু যথেষ্টসংখ্যক ইংৰাজী প্ৰবন্ধও ৰচনা কৰিছিল। ৰাষ্ট্ৰীয় শিক্ষক বঁটা লাভ কৰা এই গৰাকী কৃতী শিক্ষক-সাহিত্যিকৰ সমগ্ৰ ৰচনাৰাজি 'পদ্মেশ্বৰ বৰঠাকুৰ ৰচনাৱলী' নামেৰে সংকলন আৰু সম্পাদনা কৰি প্ৰকাশ কৰিছে সুপ্ৰীতি ফুকন আৰু শৰৎ ফুকনে।

সাহিত্য-সংগীত-নাটক-ৰংগমঞ্চ আৰু লগতে সমাজ সেৱাৰে যিজন সংস্কৃতিবান লোকে নিজে অধ্যয়ন আৰু চৰ্চাৰ লগতে কনিষ্ঠসকলকো সাহিত্য-সংস্কৃতিৰ দিশত অনুপ্ৰাণিত কৰিছিল সেইজন হ'ল **ঈশেশ্বৰ বৰঠাকুৰ** (১৯০৯-১৯৯৫)। কবি নীলমণি ফুকনে বৰঠাকুৰৰ বিষয়ে স্মৰণ কৰিছে এইদৰে — "তেখেতৰ লগত থকা সময়খিনিত তেখেতে মোক কত' যে বহুমূলীয়া কথা কৈছিল। তাৰে কিছু কথা আজিও মাজে মাজে সুঁৱৰি উদ্দীপ্ত, অনুপ্ৰাণিত হওঁ। তেখেতৰ ওচৰৰ পৰা ঘূৰি আহোঁতে সদায় মনটো সজীৱ-সৰস-সমৃদ্ধ হৈ আহিছিল। কত' কথা মানে সাহিত্য, সংগীত, নৃত্য-নাট্য-কবিতা আৰু অভিনয়ৰ কথা। জীৱিত আৰু মৃত অসমীয়া লেখক, শিল্পীসকলৰ কথা।" ... আমিও এইজন কবি আৰু শিল্পীমনৰ ব্যক্তিক কিছু পৰিমাণে হ'লেও সান্নিধ্য লাভ কৰাৰ সুযোগ লাভ কৰিছিলোঁ। বৰঠাকুৰে জীৱনত নাট্যাভিনয় আৰু অন্যান্য সাংস্কৃতিক কৰ্মৰ মাজতে সময় অতিবাহিত কৰিছিল। জ্যোতিপ্ৰসাদ তেওঁৰ অত্যন্ত প্ৰিয় মনীষী আছিল। জ্যোতিপ্ৰসাদৰ কাৰেঙৰ লিগিৰী আৰু শোণিত কুঁৱৰীৰ নাটকত অভিনয় অনেক বাৰ কৰাৰ উপৰি সেই নাটকবোৰৰ বিষয়ে তেওঁ সুন্দৰ ব্যাখ্যা আগ বঢ়াইছিল। কুৰি শতিকাৰ প্ৰথমাৰ্ধত প্ৰকাশ হোৱা সাহিত্য পত্ৰিকাবোৰ তেওঁ পঢ়াৰ উপৰি সংৰক্ষণ কৰিছিল। তেওঁ দেৰগাঁৱৰ কনিষ্ঠ যুৱ-ছাত্ৰক নেতৃত্ব দি এসময়ত জনপ্ৰিয় হৈ উঠা 'আজাদ পুস্তকালয়' প্ৰতিষ্ঠাৰ নেতৃত্ব দিছিল। তাৰ পৰাই তেওঁৰ সম্পাদনাত প্ৰকাশ হৈছিল মনোজ্ঞ পত্ৰিকা 'জ্যোতি'। সহযোগী সম্পাদক আছিল নীলমণি ফুকন।

ঈশেশ্বৰ বৰঠাকুৰ আছিল এজন কবি, ৰোমাণ্টিক ভাবাদৰ্শৰে অনুপ্ৰাণিত কবি। তেওঁৰ দেহাৱসানৰ পিছত পৰিয়ালবৰ্গৰ উদ্যোগত প্ৰকাশ হোৱা 'একৰণি ফুল' শীৰ্ষক সংকলনটিৰ চৌত্ৰিশটা সুন্দৰ কবিতা সন্নিবিষ্ট হৈছে। ৰোমাণ্টিক আদৰ্শপুষ্ট হ'লেও কবি বৰঠাকুৰ আছিল জনতাৰ মাজত থাকি সামাজিক-সাংস্কৃতিক কৰ্মত জড়িত ব্যক্তি। তেওঁ নিজকে জনতা বা সমাজৰ প্ৰতি দায়িত্ববোধ সম্পন্ন ব্যক্তি আছিল। সেয়ে 'মই' নামৰ কবিতাটিত তেওঁ প্ৰত্যয়েৰে কৈছে, "মই মানুহ, ৰোধিব কোনে, ৰুদ্ৰ মোৰ গতি, সকলো ভেদি, যাম আগবাঢ়ি মই সত্যব্ৰতী..."।

অসমৰ বামপন্থী আন্দোলন, কমিউনিষ্ট পাৰ্টিৰ জন্ম আৰু ইয়াৰ সাংগঠনিক দিশত অগ্ৰজ ভূমিকা লোৱা প্ৰাতঃস্মৰণীয় ব্যক্তিজনেই হ'ল **ধীৰেন দত্ত** (ধীৰেন্দ্ৰনাথ দত্ত) (১৯১০-১৯৭২)। দেৰগাঁৱৰ কুৱালগুৰিত জন্ম হোৱা দত্ত আজন্ম বিপ্লৱী আছিল। সেইখিনিৰ উপৰি তেওঁৰ এটা বিশিষ্ট পৰিচয় হ'ল তেওঁৰ সহজাত বৈপ্লৱিক ভাবাদৰ্শপুষ্ট কবিত্ব।বিপ্লৱী ধীৰেন দত্তৰ নাম সংপৃক্ত হৈ আছে বিগত শতিকাৰ ত্ৰিশৰ দশকত সৃষ্টি হোৱা নতুন আৰু বৈপ্লৱিক আদৰ্শৰ আধুনিক অসমীয়া কবিতাৰ লগত।

আধুনিক তথা প্ৰগতিবাদী অসমীয়া কবিতাৰ যথাৰ্থ আৰম্ভণি চল্লিশৰ দশকৰ মাজভাগৰ পৰা 'জয়ন্তী' আলোচনীৰ যোগেদি হৈছিল। কিন্তু ত্ৰিশৰ দশকৰ আগ ভাগতেই অকলশৰীয়া কাব্য-প্ৰয়াসৰ এই নায়কজনে অসমীয়া সাহিত্যৰ বুৰঞ্জীত যথোচিত সন্মান পাবৰ যোগ্য। প্ৰকৃততেই তেওঁক অকলেই এটা শ্ৰেণী আৰু তাৰ লগতে পথিকৃৎ ৰূপত স্মৰণ কৰা উচিত। ১৯৩৫ চনতে কবিৰূপে পৰিচিত দত্তৰ কাব্য সংকলন 'অভিযান' প্ৰকাশ হ'লেও, কাব্যানুশীলনৰ ধাৰাবাহিকতা ব্যাহত হোৱাত আৰু একে ধাৰাৰ এচাম সমসাময়িক কবিৰ তৎকালীনভাৱে অনুপস্থিতিৰ হেতুকে ধীৰেন দত্তৰ কবিতাৰ প্ৰসাৰতা সীমাবদ্ধ হৈ থাকিল।

তথাপি বিপ্লৱী কবি দত্তৰ 'অভিযান'ৰ কবিতামুঠি প্ৰকৃতাৰ্থতেই আছিল এক নতুন অভিযানস্বৰূপ। ইয়াৰ বৈশিষ্ট্য অন্ততঃ তিনিটা দিশৰ পৰা আমি লক্ষ্য কৰোঁহঁক ঃ ঐতিহাসিক দিশ — সময়ৰ দৃষ্টিকোণৰ পৰা, কবিতাখিনিত প্ৰকাশিত চিৰ বিপ্লৱীজনৰ আদৰ্শ, তৃতীয়তে পাঠকক উদ্বুদ্ধ কৰিব পৰা স্বচ্ছন্দ গতি আৰু তাত নিহিত থকা মানুহক আন্দোলিত কৰিব পৰা শক্তি। কবিয়ে — "মোৰ অভিযান সকলো প্ৰকাৰৰ জড়তা দীনতা-হীনতাৰ বিৰুদ্ধে", বুলি কৰা বলিষ্ঠ ঘোষণা মন কৰিবলগীয়া। 'অভিযান'ৰ পৰৱৰ্তী পৰিবৰ্ধিত সংস্কৰণ (১৯৭৩) 'ধীৰেন দত্তৰ কবিতা'ৰ কবিতাখিনিত এফালে বিপ্লৱৰ আদৰ্শ আৰু আনফালে মানৱতাৰ জয়গান - এই দুয়োটা মাত্ৰাই আজিও সচেতন কাব্য-ৰসিকক প্ৰেৰণা যোগায়। এইজন কবিৰ 'কাঠমিস্ত্ৰীৰ ঘৰ' অসমীয়া কবিতাৰ জগতত স্মৰণীয় হৈ আছে। তেওঁৰ কবিতাৰ — '... ধ্বনি আশ্ৰিত ব্যঞ্জনাই' নৱকান্ত বৰুৱাৰ দৰে বিশিষ্ট কবিক বিমুগ্ধ কৰিছিল।

দেৰগাঁও অঞ্চলত শংকৰী সাহিত্য-ধৰ্ম-দৰ্শন আজীৱন একাগ্ৰপতীয়াভাৱে চৰ্চা কৰাৰ ক্ষেত্ৰত বৈষ্ণৱ পণ্ডিত **কুশেশ্বৰ কলিতা**







(১৯১০-১৯৮৩) আছিল অগ্ৰণী। ইন্দ্ৰাণী দেৱী উচ্চ মাধ্যমিক বিদ্যালয়ত সুদীৰ্ঘদিন শিক্ষকতা কৰা কালতে কলিতাই লেখনী হাতত লৈছিল আৰু কেইবাখনো গুৰুত্বপূৰ্ণ গ্ৰন্থ ৰচনা কৰিছিল। বৈষ্ণৱ সাহিত্যৰাজি, শংকৰদেৱ-মাধৱদেৱৰ জীৱন বৃত্ত, ভাৰতীয় ভক্তি আন্দোলনৰ পটভূমি, বেদ-উপনিষদ, বিবিধ তন্ত্ৰ আদি বিস্তৃতভাৱে অধ্যয়ন কৰা এইজন পণ্ডিতে সেই অধ্যয়নৰ ভিত্তিত অসমত শংকৰদেৱে প্ৰৱৰ্তিত একশৰণ বৈষ্ণৱ ধৰ্মৰ বিষয়ে নিৰন্তৰে চৰ্চা কৰিছিল। কলিতা আছিল সংস্কৃত ভাষাতো ব্যুৎপত্তি থকা ব্যক্তি।

শ্ৰীমন্ত শংকৰদেৱ সংঘৰ লগত বিশেষভাৱে জড়িত কলিতাই বিভিন্ন পত্ৰিকাত শংকৰদেৱ আৰু বৈষ্ণৱধৰ্ম-সাহিত্য সম্পৰ্কীয় অজস্ৰ প্ৰবন্ধ ৰচনা কৰিছিল। দেৰগাঁৱৰ পৰা তেওঁৰ বিশেষ উদ্যোগতে শংকৰী সাহিত্য-ধৰ্ম-সংস্কৃতিৰ বাৰ্ষিক পত্ৰিকা 'শ্ৰীমন্ত' প্ৰকাশ হৈছিল। কলিতাৰ প্ৰথম উল্লেখযোগ্য সাহিত্যকৃতি হ'ল গীতাৰ পদ্যানুবাদ। এই অনুদিত কাব্যখনৰ 'ভূমিকা'ত বিশিষ্ট সংস্কৃতজ্ঞ আৰু সুলেখক তোযেশ্বৰ ঠাকুৰে কৈছিল — "শ্ৰীকলিতাই ভক্তিশীল, শ্ৰদ্ধাবান, অনসূয় লোকসকলৰ হিতৰ কাৰণে শ্ৰীমদ্ভাগৱত গীতা সমগ্ৰখিনি পদে-পয়াৰে মাতৃভাষাত অনুবাদ কৰিছে।... আবৃত্তিৰ কাৰণে, পাঠৰ কাৰণে, বোধৰ কাৰণে, গ্ৰন্থাগাৰৰ সম্পদস্বৰূপে এইখনি ভাল পুথি। অনুবাদসমূহ প্ৰাঞ্জল, প্ৰচলিত অসমীয়াত কৰা হৈছে।... এনে জ্ঞান, দৰ্শনৰ মূল, সনাতন আৰ্য ধৰ্মৰ প্ৰামাণ্য গ্ৰন্থ শ্ৰীমদ্ভাগৱত গীতাত হাত দিয়া লোকনো কেইজন? এটা জাতিৰ সাহিত্য, ঐতিহ্য, চিন্তাধাৰা এনে গ্ৰন্থেই সমৃদ্ধ কৰে।"

কুশেশ্বৰ কলিতাৰ প্ৰকাশিত গ্ৰন্থবোৰৰ ভিতৰত 'ভক্তিপথ', 'কীৰ্ত্তনৰ তত্ত্বকথা', 'ৰাসক্ৰীড়া তত্ত্ব', 'মহাপুৰুষীয়া বৈষ্ণৱ দৰ্শন', 'শ্ৰীমন্ত শংকৰদেৱৰ কোন', 'আদি সত্যযুগৰ শুদ্ধধৰ্ম', 'বেদপথ আৰু তাৰ অপলাপ' ইত্যাদি। উল্লেখযোগ্য যে গোলাঘাট জিলা শ্ৰীমন্ত শংকৰদেৱ সংঘই কুশেশ্বৰ কলিতাৰ ৰচনা সমগ্ৰ একত্ৰিত কৰি প্ৰকাশ কৰিছে।

বিপুল বৈষ্ণৱ সাহিত্যৰাজি কলিতাই বিশদভাৱে অধ্যয়ন কৰোঁতে বিশেষকৈ প্ৰবন্ধাদি যুগুত কৰাৰ বাবে বিষয়-প্ৰসংগবোৰৰ মূল উদঘাটন কৰিবৰ অৰ্থে সংস্কৃত গ্ৰন্থবোৰ সযত্নে সংগ্ৰহ কৰি অধ্যয়ন কৰিছিল। ভাষা আছিল শক্তিশালী আৰু যুক্তি নিৰ্ভৰশীল। কীৰ্ত্তন-নামঘোষা-ভাগৱত আদি বৈষ্ণৱ পদাৱলীৰ দৰেই সংস্কৃত শ্লোক বিলাকো তেওঁৰ কণ্ঠস্থ আছিল আৰু সেইখিনি লেখাসমূহৰ মাজত যথাৱৎ উদ্ধৃত কৰিছিল।

ঐতিহ্যপূৰ্ণ সত্ৰীয়া পৰিৱেশত জন্ম হৈ লালিত-পালিত হোৱা আৰু সুদীৰ্ঘকাল উচ্চ মাধ্যমিক বিদ্যালয় এখনত শিক্ষকতা কৰা, তাৰ লগতে জীৱনজুৰি সামাজিক-সাংস্কৃতিক কৰ্মত জড়িত মানুহ আছিল **আনন্দ চন্দ্ৰ গোস্বামী** (১৯১৫-২০০৯)। দেৰগাঁৱৰ মিছামৰাৰ কন্দলি সত্ৰৰ সত্ৰাধিকাৰ পদতো অভিষিক্ত হৈছিল।

জীৱনত ঐতিহ্য আৰু আধুনিকতাৰ সমন্বয় ঘটা মানুহজনে চাৰিকুৰি বছৰ বয়স অতিক্ৰম কৰাৰ পিছতে এদিন হাতত কলম তুলি ল'লে। এজন কৃতী লেখক হ'বৰ জোখাৰে গোস্বামীৰ জ্ঞান-চৰ্চা, সংস্কৃতি-সাধনা, অধ্যয়ন আৰু অভিজ্ঞতাৰ ক্ষেত্ৰ আছিল বিশাল। শৈক্ষিক জীৱনো আছিল অনেক অভিজ্ঞতাৰে পৰিপূৰ্ণ। লিখিবলৈ আৰম্ভ কৰাৰ পিছত দহ বছৰমান কাল পিছলৈ ঘূৰি চোৱা নাছিল। বিশেষকৈ 'প্ৰান্তিক'ৰ দৰে বহুল প্ৰচাৰিত জনপ্ৰিয় আলোচনীখন গোস্বামীৰ সাহিত্য-প্ৰতিভা বিকাশৰ ক্ষেত্ৰ হৈ পৰিছিল আৰু তাৰ যোগেদিয়েই অসমীয়া সাহিত্য তথা বৌদ্ধিক ক্ষেত্ৰখনত আনন্দ চন্দ্ৰ গোস্বামীৰ লেখক ভাবমূৰ্তি উজ্জ্বলৰূপত প্ৰতিষ্ঠিত হৈছিল। তেওঁৰ সাহিত্যিক বিষয় আৰু ভাষা বৈচিত্ৰ্যৰ উপৰি উদাৰ তথা যুগোপযোগী দৃষ্টিভংগীয়ে বিশিষ্টতা দান কৰিছিল।; সেয়ে সকলো শ্ৰেণীৰ বয়সৰ পাঠকক লেখাবোৰে আকৰ্ষণ কৰিব পাৰিছিল। আধুনিক মানুহৰ সমস্যা আৰু মানসিকতাৰ সহজেই উমান পোৱা আনন্দ চন্দ্ৰ গোস্বামী যুগ পৰিৱৰ্তনৰ লগত অনায়াসে খাপ খাব পাৰিছিল। সত্ৰীয়া পৰিৱেশৰ বহু ক্ষেত্ৰত থকা ৰক্ষণশীলতাই গোস্বামীৰ চিন্তা-ভাৱনা আৰু কৰ্ম পদ্ধতিক বাধাগ্ৰস্ত কৰিব পৰা নাছিল। কেৱল কথাৰেই নহয়, কামেৰে তথা দৃষ্টান্তৰে তেওঁ শংকৰী আদৰ্শ পালন কৰিছিল আৰু সেই বিষয়ক লৈ যথেষ্ট লেখামেলা কৰিছিল। তেওঁৰ লেখাৰ বিষয়বোৰ কেৱল ধৰ্ম আৰু প্ৰাচীন শাস্ত্ৰ আৰু ঐতিহ্যৰ মাজতে সীমাবদ্ধ থকা নাছিল। তেওঁ যিদৰে 'কৃষ্ণস্তু ভগৱান স্বয়ং', 'মহাপুৰুষীয়া একশৰণবাদ', 'মহাপুৰুষীয়া ভক্তি দৰ্শন', 'পূৰ্ণধৰীয়া ৰাতি সেৱা ভকতি', 'দেৰগঞা নটীনাচ', 'অসমৰ ধৰ্মাচাৰ্যৰ উপাধি', 'তন্ত্ৰ-মন্ত্ৰ', 'সত্ৰানুষ্ঠান আৰু সংহতি', 'নাম মহিমা', দামোদৰদেৱ আৰু বৈদিক সনাতন ধৰ্ম' আদি ধৰ্ম আৰু ঐতিহ্য বিষয়ক প্ৰবন্ধ লিখিছিল, তাৰ বিপৰীতে নতুন দৃষ্টিভংগীৰে এক শ্ৰেণীৰ নতুন বিষয়ক লৈ আকৰ্ষণীয় প্ৰবন্ধ লিখিছিল। সেই লেখাসমূহৰ ভিতৰত উল্লেখনীয় হ'ল — 'আৰ্কিটেক্ট বিশ্বকৰ্মা', 'মৃত্যু ফৰিয়া', 'বৃদ্ধৰ নাৰী সৌন্দৰ্য বিচাৰ', 'লিভ ইন্ টুগেদাৰ', 'ৰঙালী বিহুৰ পৰম্পৰা আৰু ইয়াৰ সাম্প্ৰতিক ৰেহৰূপ', 'বাৰ্ধক্যৰ প্ৰত্যাহ্বান', 'প্ৰাক-মুমূৰ্ষ পৰৰ চিন্তা-চেতনা', 'আধুনিক নাৰীৰ সাজপাৰ' ইত্যাদি। লেখাবোৰৰ শিৰোনামবোৰেই গোস্বামীৰ চিন্তা-চৰ্চাৰ জগতখনৰ পৰিচয় দিয়ে।

বাৰ্ধক্যই অথৰ্ব কৰিব নোৱাৰা এই বয়োজ্যেষ্ঠ লেখকজনৰ ভাষাৰ দিশটো মন কৰিবলগীয়া। মানুহজনৰ স্বকীয় কথন-ভংগীয়ে যিদৰে শ্ৰোতাক আকৰ্ষণ কৰে, ঠিক সেইদৰেই লেখকজনৰ সুন্দৰ উপমা-পটন্তৰ সমৃদ্ধ আৰু জতুৱা ঠাঁচটোৰে, লগতে শানিত ব্যংগয়ো তেওঁৰ বক্তব্যক শক্তিশালী কৰি তোলে। চমু কথাত ক'বলৈ গ'লে গোস্বামীৰ গদ্য-ৰীতি অপূৰ্ব, তেওঁৰ বয়সৰ লেখকৰ তেনে গদ্য-ৰীতি সাধাৰণতে দেখিবলৈ পোৱা নাযায়। আমাৰ বিশ্বাস গদ্যকাৰ আনন্দ চন্দ্ৰ গোস্বামী অকলেই এটা শ্ৰেণী আছিল। গোস্বামীৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল — 'বিক্ষিপ্ত আৰু বিচিত্ৰ', 'চিন্তা-বিচিত্ৰা', 'উপাধি' আৰু 'শ্ৰীশ্ৰীকন্দলি সত্ৰৰ বংশ চৰিত' (পদবন্ধ)। তদুপৰি ভালেমান লেখা বিভিন্ন কাকত-আলোচনীত সিঁচৰতি হৈ আছে।

দেৰগাঁৱৰ পৰম গৌৰৱৰ বিষয় এয়ে যে আধুনিক অসমীয়া সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ নিৰ্মাতা সাহিত্যাচাৰ্য **চৈয়দ আব্দুল মালিক** (১৯১৯-২০০০) ৰ জন্মস্থান দেৰগাঁৱৰ নাহৰণি। নিজ গাঁও নাহৰণিৰ পাঠশালাতেই সাহিত্য-সৃষ্টিৰ বীজ অংকুৰিত হোৱা এইজন সাহিত্যিকে দেৰগাঁও হাইস্কুলত পঢ়ি থাকোঁতেই গল্প-প্ৰবন্ধ-কবিতা লেখাৰ শুভাৰম্ভ কৰিছিল। পিছলৈ অসমীয়া সাহিত্যৰ এক মহীৰূহত পৰিণত হোৱা এইজন কথাশিল্পীয়ে আধুনিক সাহিত্যৰ সকলো বিভাগলৈ বিশাল আৰু বিচিত্ৰ বৰঙণি যোগাই যুগমীয়া কীৰ্তি ৰাখি থৈ গৈছে।

অসমীয়া সাহিত্যলৈ মালিকৰ অৱদান বিভিন্ন শাখা-প্ৰশাখাৰে বিস্তাৰিত — কবিতা, চুটিগল্প, উপন্যাস, নাটক, ভ্ৰমণকাহিনী, জীৱনী, হাস্য-ব্যংগ, গৱেষণা, অভিধান প্ৰণয়ন, অনুবাদ ইত্যাদি। গল্পকাৰৰূপে প্ৰায় দুহেজাৰ গল্প লিখা এইজন লেখক সঁচাই 'গল্পৰ বজা' আৰু এক অপ্ৰতিদ্বন্দ্বী গল্পকাৰৰূপে লেখক জীৱনৰ সুদীৰ্ঘকাল বিৰাজমান হৈ আছিল। কোনোবা প্ৰখ্যাত লেখকৰ শতাধিক বা হাজাৰোধিক গল্পৰ মাজৰ পৰা দুই-চাৰিটামান গল্পহে চিৰস্মৰণীয় বা কালজয়ী হৈ থাকে। কিন্তু আব্দুল মালিকৰ কেইবাটাও গল্প ৰসিক পাঠকৰ হৃদয়ত বছৰৰ পাছত বছৰ জুৰি চিৰ সেউজীয়া হৈ আছে। অসমৰ গ্ৰাম্য তথা চহৰীয়া জীৱনৰ, নিঃস্ব তথা মধ্যবিত্ত আৰু ধনীক শ্ৰেণীৰ জীৱন-কথা উদ্ভাসিত হৈছে মালিকৰ গল্পত। তেওঁৰ অজস্ৰ গল্পৰ মাজত অসমৰ জন-জীৱন, অসমৰ মাটি-পানী-বতাহৰ সুবাস মিহলি হৈ আছে। বাঁহী-আৱাহন-জয়ন্তী-ৰামধেনু-আমাৰ প্ৰতিনিধি-প্ৰকাশ-গৰীয়সী আদি আটাইবোৰ আলোচনী আৰু বাতৰি কাকতত এতিয়াও তেওঁৰ বহুত গল্প সিঁচৰতি হৈ আছে। অৱশ্যে জীৱন-কালতে তেইছখন চুটিগল্প সংকলন প্ৰকাশ হৈছিল।

জীৱন-কালতে সত্তৰখন সৰু-বৰ উপন্যাস প্ৰকাশ হোৱা এইজন ঔপন্যাসিকৰ বিষয়-বস্তুৰ বৈচিত্ৰ্য তুলনাবিহীন। 'ওমলা ঘৰৰ ধূলি'ৰ পৰা 'প্ৰেম অমৃতৰ নদী'লৈ এইজন কথাশিল্পীৰ উপন্যাস সৃষ্টিৰ জগতত যি বিপুল পৰিক্ৰমা তাৰো তুলনা নাই। একে সময়তে মালিকৰ উপন্যাসৰাজিৰ ভিতৰত অন্ততঃ দহখন উপন্যাসৰ নাম অসমীয়া পাঠকৰ মনত পৰিব। অসমীয়া উপন্যাসৰ ইতিহাসত 'বনজুই', 'ৰথৰ চকৰি ঘূৰে', 'সূৰুযমুখীৰ স্বপ্ন', 'আধাৰশিলা', 'অঘৰী আত্মাৰ কাহিনী', 'ৰূপতীৰ্থৰ যাত্ৰী', 'ৰূপাবৰিৰ পলস', 'ধন্য নৰতনু ভাল'ৰ দৰে উপন্যাস মৃত্যুহীন হৈ জিলিকি থাকিব।

বিপুল কথা-শিল্প সম্ভাৰৰ মাজত আমি বাৰু কবি মালিকজনক কেতিয়াবা পাহৰি যাওঁনেকি? কিন্তু এটা কথা সত্য যে মালিক মূলতঃ কবি। ড° মহেন্দ্ৰ বৰাই কৈছিল, "বহুতেই নেজানে মালিক যে এজন কবিও। কবিও নহয়, দৰাচলতে মালিক মূলতঃ কবিয়েই। গল্প হওক, উপন্যাস হওক মালিকৰ মালিকৰ আটাইবোৰ সাহিত্য কৰ্মই কবি চৈয়দ আব্দুল মালিকৰ ছদ্মবেশী বিস্তাৰণ ..."। সেই একেই ধাৰণাকে স্পষ্টভাৱে হোমেন বৰগোহাঞিয়ে এইদৰে কৈছে, " মালিক মূলতে এজন কবি। আনকি তেওঁৰ গল্প আৰু উপন্যাসবোৰো ঘাইকৈ এজন কবিৰ ৰচনা। কবিয়ে যি পথেদি জীৱনৰ তাৎপৰ্যৰ সন্ধান কৰে, মালিকেও তেওঁৰ বিপুল আৰু বিচিত্ৰ কল্পনাৰাজিৰ মাজত সেই একে পথেই অনুসৰণ কৰিছে। তেওঁৰ ৰচনাৰাজিৰ মাজত জীৱনৰ যি সত্য মূৰ্ত হৈ উঠিছে সি কবিৰ দৃষ্টিত দেখা দিয়া সত্য।" দুগৰাকী অসমীয়া সাহিত্যৰ বিশিষ্ট সমালোচকৰ এই দুটি একে সুৰীয়া মন্তব্য মালিকৰ কবি পৰিচয় প্ৰতিপন্ন কৰিবৰ জোখাৰে যথেষ্ট বুলি ভাবিছোঁ।। তাৰ লগতে আন এটা কথাও মনলৈ আহিছে। সেয়া হ'ল মালিকৰ কেইবাটাও কবিতাই অসমৰ জনমানসত অমৰত্ব লাভ কৰিছে। লক্ষ্য কৰিছোঁ, তেওঁৰ 'মই অসমীয়া', 'মোৰ স্বৰ্গ', 'ক'লৈ পলাবি তই'ৰ দৰে কবিতাবোৰৰ পংক্তিবোৰ অনেক মানুহৰ মুখত শুনিবলৈ পাওঁ। অথচ 'মই অসমীয়া'ৰ দৰে কবিতাৰ সৃষ্টি হোৱা সত্তৰ বছৰ হ'ল। তেওঁ এগৰাকী গীতিকাৰো।

হাইস্কুলীয়া ছাত্ৰাৱস্থাৰে পৰা মালিকৰ নাটক আৰু নাটঘৰৰ লগত সম্পৰ্ক আছিল। আকাশবাণীত চাকৰি থাকোঁতেই কেইবাখনো অনাতাঁৰ নাটক লেখা এই লেখকজনে ঐতিহাসিক আৰু সামাজিক নাটকো কেইবাখনো লিখিছিল। গল্পকাৰ-ঔপন্যাসিকজনৰ মাজত নাট্যকাৰজনক আমি প্ৰায়েই পাহৰিয়েই থাকোঁ।

উপৰিউক্ত চাৰিটা পৰিচয় গল্পকাৰ-ঔপন্যাসিক-কবি-নাট্যকাৰ-অসমীয়া সাহিত্যৰ বুৰঞ্জীত জ্যোতিষ্মান হৈ থাকিবৰ বাবে যথেষ্ট যদিও মালিকে আধুনিক সাহিত্যৰ সকলো দিশত অৱদান যোগাই গৈছে। 'অসমীয়া জিকিৰ আৰু জাৰী' সংকলন সম্পাদনাৰ পৰা আভিধান-কৰ্ম 'অসমীয়া ভাষাত মধ্যপ্ৰাচ্য আৰু উত্তৰ ভাৰতৰ শব্দসম্ভাৰ'লৈ, ভ্ৰমণ-কাহিনী 'মাজত মাথোন হিমালয়'ৰ পৰা আত্মজীৱনীমূলক গ্ৰন্থ 'মোৰ জীৱনৰ নহ'ল বোৰ'লৈ, 'চুফী আৰু চুফীবাদ'ৰ পৰা 'ৰাইজৰ মুখৰ মাত'লৈ, 'শংকৰদেৱ আৰু অসমীয়া সংস্কৃতি'ৰ পৰা শিশু সাহিত্য 'মুকলি মনৰ সাধু'লৈ সুবিস্তৃত বিপুল পৰিক্ৰমা। উল্লেখ্য যে মালিকে পাঁচখন শিশু উপযোগী গ্ৰন্থ লিখিথৈ গৈছে।

মালিকৰ সাহিত্য-কৃতিৰ কাহিনী এনেকৈ উল্লেখ কৰিয়েই সামৰিব নোৱাৰি। আকৌ স্মৰণ কৰিছোঁ হোমেন বৰগোহাঞিৰ বক্তব্য — "গভীৰ কৰুণামণ্ডিত মানৱতাবাদ অসমীয়া সাহিত্যলৈ মালিকৰ আটাইতকৈ ডাঙৰ অৱদান।' আমি অনুভৱ কৰোঁ, এই মানৱতাবাদী দৃষ্টিভংগীৰ বাবেই মালিক অসমীয়া সাহিত্যৰ ইতিহাসত

চিৰদিন জীয়াই থাকিব।

অসমৰ সাংবাদিকতাৰ জগতৰ এটি স্মৰণীয় নাম হ'ল **কীৰ্তিনাথ হাজৰিকা** (১৯২২- ...)। সাংবাদিক হিচাপে আজীৱন বিপুল অভিজ্ঞতা অৰ্জন কৰা হাজৰিকাই আকাশবাণী গুৱাহাটী কেন্দ্ৰতো কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁ 'দৈনিক অসমীয়া' কাকতৰ উপ-সম্পাদক আৰু 'নতুন অসমীয়া'ৰ সহকাৰী সম্পাদক আৰু সম্পাদকৰ দায়িত্বও বহন কৰিছিল। উল্লেখ্য যে ৰাধাগোবিন্দ বৰুৱা প্ৰতিষ্ঠিত 'আছাম ট্ৰিবিউন' বাতৰি প্ৰতিষ্ঠানৰ পৰা প্ৰকাশিত 'দৈনিক অসম' কাকতৰ প্ৰতিষ্ঠাকালীন সম্পাদক ৰূপে হাজৰিকাই ১৯৬৫ চনত যোগদান কৰে আৰু সেই পদত ১৯৮৬ চন পৰ্যন্ত কাৰ্যনিৰ্বাহ কৰে। তাৰ আগতে তেওঁ ১৯৫১-৫২ চনত কেইমাহমান বিখ্যাত সাহিত্য পত্ৰিকা 'ৰামধেনু'ৰ সম্পাদকৰূপেও কাৰ্যনিৰ্বাহ কৰিছিল।

কীৰ্তিনাথ হাজৰিকাৰ সাংবাদিক জীৱনৰ গুৰুত্বপূৰ্ণ সময় হ'ল 'দৈনিক অসম' সম্পাদনা কৰা কালছোৱা। কাকতখনৰ যোগেদি তেওঁ অসমৰ গুৰুত্বপূৰ্ণ সমস্যাবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিছিল। 'দৈনিক অসম' কাকত অসমৰ বিদেশী অনুপ্ৰৱেশৰ সমস্যাৰ প্ৰতি সৰৱ হৈ উঠিছিল আৰু বিদেশী বিতাড়ণ আন্দোলনত সম্পাদক হাজৰিকাই বিশেষ ভূমিকা লৈছিল। বিভিন্ন সময়ত তেওঁ অসমৰ সমস্যাক লৈ যথেষ্টসংখ্যক প্ৰবন্ধাদি লিখিছিল। সাহিত্যৰ কেইবাটাও দিশত তেওঁ অৱদান দি গৈছে। শিশু সাহিত্য, ৰম্য ৰচনাৰ লেখকৰূপে তেওঁৰ সুনাম আছে। কীৰ্তিনাথ হাজৰিকা বিৰচিত গ্ৰন্থবোৰ হ'ল 'নাৰদৰ ডায়েৰী', 'হুচৰি এ হাও', 'অলৌগুটি টলৌগুটি', 'ফুটুকাৰ ফেন', 'ৰামধেনু', 'এহেজাৰ এনিশাৰ সাধু', 'নৈখনে কথা কোৱাৰ দিনা', 'গৌতম বুদ্ধ', 'বিকৰ্ষণ-আকৰ্ষণ' ইত্যাদি। তেওঁৰ শেহতীয়া উল্লেখযোগ্য গ্ৰন্থখন হ'ল, 'চাৰিটা দশকৰ জলঙাইদি'।

তেওঁ সাংবাদিকতা আৰু সাহিত্য সেৱাৰ স্বীকৃতি হিচাপে একাধিক সৰ্বভাৰতীয় বঁটা লাভ কৰাৰ উপৰি অসম চৰকাৰে আগ বঢ়োৱা শ্ৰীমন্ত শংকৰদেৱ বঁটাও লাভ কৰিছিল। কীৰ্তিনাথ হাজৰিকাই অসম সাহিত্য সভাৰ ১৯৮৮ চনত অনুষ্ঠিত অধিৱেশনত (হাইলাকান্দি) সভাপতিত্ব কৰিছিল। বৰাক উপত্যকাত অনুষ্ঠিত অসম সাহিত্য সভাৰ লক্ষ্য আৰু উদ্দেশ্য সম্পৰ্কে সভাপতিৰ অভিভাষণত তেওঁ কৈছিল, "আজি আমি গোট খাইছোঁহি বৰাইলৰ ব্যৱধানে মন আঁৰ কৰি ৰাখিব খোজা বৰাক উপত্যকাৰ হাইলাকান্দিত। ... আমি আহিছো চেনেহৰ কপৌফুল লৈ মনে মনে মিলিবলৈ, দুৰাযাৰ আলচ কৰি ভুল বুজাবুজি ভাঙিবলৈ আৰু আমাৰ সমস্যাৰ বিষয়ে মুকলিভাবে বিচাৰ ল'বলৈ।"

দেৰগাঁৱৰ মিছামৰাৰ কন্দলি সত্ৰত জন্ম হোৱা আজীৱন সাহিত্যসেৱী **লক্ষ্মীচন্দ্ৰ গোস্বামী** (১৯২৫-২০০৮) আছিল একেধাৰে কবি, গল্পকাৰ, ঔপন্যাসিক, নাট্যকাৰ, প্ৰবন্ধকাৰ আৰু শিশু সাহিত্যিক। 'আৱাহন' - 'বৰদৈচিলা' দিনৰ সেই তৰুণ প্ৰতিশ্ৰুতিপূৰ্ণ সৃষ্টিশীল কবি-সাহিত্যিকজনৰ সাধনা জীৱনৰ শেষ দিন পৰ্যন্ত নিৰৱচ্ছিন্ন হৈ থাকিল, অথচ সুদীৰ্ঘ দিন তেওঁ শাৰীৰিকভাৱে দুৰ্ঘটনাবশতঃ অসুস্থ হৈ আছিল। ছাত্ৰাৱস্থাৰে পৰা বিভিন্ন সামাজিক সাংস্কৃতিক কৰ্মত সক্ৰিয়ভাৱে জড়িত থকা গোস্বামীয়ে জীৱিকাৰ তাড়নাত এখন চাহবাগিচাৰ কৰ্মচাৰীৰূপে আছিল যদিও সেই পৰিৱেশক তেওঁ সাহিত্য সাধনাৰ বাবে আন্তৰিকভাৱে গ্ৰহণ কৰিলে। তাৰ ফলশ্ৰুতি হিচাপে আমি তেওঁৰ সংৱেদনশীল কলমৰ পৰা লাভ কৰিলো 'প্ৰাণ গংগাৰ পাৰে পাৰে'ৰ দৰে চাহ-বনুৱাসকলৰ জীৱন আৰু সংগ্ৰাম ভিত্তিক গল্পবোৰ। চৈয়দ আব্দুল মালিকেও এই গল্পসমূহক প্ৰশংসা কৰি কৈছিল, "... অযথা ভাৱ প্ৰৱণতাৰে অনুভূতিক ভাৰাক্ৰান্ত নকৰাকৈ লেখকে সহজ সহানুভূতিৰে চাহ বনুৱাৰ জীৱনৰ কিছুমান জীৱন্ত চৰিত্ৰ নিবাড়ম্বৰভাৱে দাঙি ধৰিছে। ... অত্যাচাৰ, অবিচাৰ, অভাৱ-অনাটন, অনাদৰ-অৱহেলাৰ মাজেদি আমাৰ মাজতে এটা বিৰাট উদ্যোগক জীয়াই ৰখাত আত্মনিয়োগ কৰা চাহ বনুৱাৰ জীৱনক শ্ৰীগোস্বামীয়ে বৃহৎ ভাৰতীয় সমাজৰ এটা অংগৰূপে চিত্ৰিত কৰিছে। বৰ্ণিত কাহিনীবোৰে চাহ বনুৱাক সৰ্বসাধাৰণৰ আৰু ওচৰ চপাই আনিব।" (উৎস ঃ প্ৰসেনজিৎ কুমাৰ গোস্বামীৰ গ্ৰন্থ — 'লক্ষ্মীচন্দ্ৰ গোস্বামী ঃ জীৱন আৰু চিন্তা)। এগৰাকী উচ্চ পৰ্যায়ৰ প্ৰসিদ্ধ সাহিত্যিকৰ এই প্ৰশংসা গোস্বামীৰ চুটিগল্পসমূহৰ প্ৰতি বিৰল অভিনন্দন সদৃশ। গোস্বামীৰ পঁচিশখনমান প্ৰকাশিত গ্ৰন্থৰ উপৰি ভালেমান লেখা অপ্ৰকাশিত হৈ আছে।

লক্ষ্মীচন্দ্ৰ গোস্বামীৰ সকলো ৰচনাৰে মূল বৈশিষ্ট্য হ'ল - সৰলতা, আন্তৰিকতা আৰু সৰ্বোপৰি মানবিকতাবাদী এটি সুৰ। তেওঁ আৱাহন, বৰদৈচিলা, পাৰিজাত, গণতন্ত্ৰ, আমাৰ প্ৰতিনিধি, শ্ৰীমন্ত, সাহিত্য-দূত, নীলাচল, প্ৰান্তিক আদি সমকালীন প্ৰায়বিলাক কাকত-পত্ৰিকাতে বিবিধ ৰচনা লিখিছিল। তদুপৰি গোলাঘাট, দেৰগাঁও অঞ্চলৰ পৰা প্ৰকাশিত বিভিন্ন স্মৃতিগ্ৰন্থ আৰু আন সংকলনবোৰতো তেওঁৰ লেখা প্ৰকাশ হৈছিল। আমি তেওঁৰ ৰচনাসমূহ একত্ৰ সংকলন কৰি প্ৰকাশ কৰিব পাৰিলে এই মানৱ দৰদী লেখকজনৰ প্ৰতি সমুচিত সন্মান জনোৱা হ'ব।

সাংবাদিকতা, প্ৰশাসন আৰু সাহিত্য চৰ্চাৰে সৰ্বজন পৰিচিত **পুলিন বিহাৰী বৰঠাকুৰ** (১৯২৬-২০০২) আছিল এজন স্বাধীনতা সংগ্ৰামী। ছাত্ৰাৱস্থাতে বিয়ালিছৰ গণবিপ্লৱত যোগদান কৰি ছমাহ কাৰাবাস খাটিছিল। বৰঠাকুৰে ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰৰ তথ্য আৰু প্ৰচাৰ বিভাগৰ শীৰ্যতম বিষয়াৰূপে কাৰ্যনিৰ্বাহ কৰিছিল, শেষত ভাৰত চৰকাৰৰ বিজ্ঞাপন আৰু দৃশ্য প্ৰচাৰ বিভাগৰ মুখ্য সঞ্চালক পদতো অভিষিক্ত হৈছিল। তেওঁৰ সাংবাদিক জীৱন আৰম্ভ হৈছিল কলেজীয়া ছাত্ৰাৱস্থাতে — 'আছাম ট্ৰিবিউন' আৰু 'হিন্দুস্তান টাইমচ'ৰ সংবাদদাতাৰূপে। পিছত 'আছাম ট্ৰিবিউন'ৰ উপ-সম্পাদক আৰু 'প্ৰেছ ট্ৰাষ্ট অৱ ইণ্ডিয়া'ৰ (পি.টি.আই) প্ৰতিনিধিৰূপেও কাম কৰিছিল।

লেখক সাংবাদিকৰূপে বৰঠাকুৰে 'তৰুণ অসম', 'অসমীয়া', 'আজিৰ অসম', ইংৰাজী 'দ্য চেণ্টিনেল' আৰু ৰাষ্ট্ৰীয় পৰ্যায়ৰ কাকততো অনেক প্ৰবন্ধ লিখিছিল। তেওঁৰ প্ৰকাশিত গ্ৰন্থ হ'ল, 'ৰাজনীতিৰ ক-খ', 'সন্ত্ৰাসবাদ', 'পাঁচ মিনিটৰ গল্প', 'গল্প হ'লেও সত্য'। বৰঠাকুৰৰ লেখক-সাংবাদিক জীৱনৰ স্বাক্ষৰ বহন কৰা শেষ গ্ৰন্থখন হ'ল, 'ৰাজীৱ যুগ' (১৯৯৪)। এই গ্ৰন্থখনৰ বিষয়ে বৰঠাকুৰে কৈ গৈছে এইদৰে, 'এজন মনীষীয়ে কৈ গৈছে যে সাংবাদিকসকলেই বুৰঞ্জীৰ প্ৰথম পাণ্ডুলিপিটো প্ৰস্তুত কৰে। ভাৰতৰ ভৱিষ্যত বুৰঞ্জীত ৰাজীৱ গান্ধীৰ যুগটো এক বিশেষ অধ্যায় হিচাপে ৰৈ যাব। ভৱিষ্যতৰ বুৰঞ্জীত ভাৰতৰ এই অধ্যায়ৰ পাণ্ডুলিপিত মোৰ এই 'ৰাজীৱ যুগ' নিশ্চয় এক অৱিহণা হ'ব।" ('জোৰণি' ঃ 'ৰাজীৱ যুগ')।

জীৱনৰ সম্ভাৱনাপূৰ্ণ যৌৱনৰ দিনবোৰত সংগীত-চৰ্চা, সাহিত্য-চৰ্চা আৰু সামাজিক কামত নিবিড়ভাৱে জড়িত হৈ পৰা সংস্কৃতিপৰায়ণ মানুহ আছিল **চিদানন্দ শৰ্মা** (১৯২৬-২০০৪)। থিয়েটাৰ, লাইব্ৰেৰী, বিহু সন্মিলন আদি কামত জড়িত থকা শৰ্মাই নিজৰ ঘৰখনতে সংগীত চৰ্চাৰ এটা পৰিৱেশ ৰচনা কৰি লৈছিল। কবি নীলমণি ফুকন, নৃত্যাচাৰ্য যতীন গোস্বামী আদিকো কৈশোৰ-যৌৱনৰ আদি চোৱাত প্ৰেৰণা যোগোৱা মানুহ আছিল এইজন। তেওঁ দেৰগাঁৱৰ পুৰণি পুথিভঁৰাল 'আজাদ পুস্তকালয়'ৰ পৰা প্ৰকাশিত 'জ্যোতি' আলোচনীৰ লগতো জড়িত আছিল।

চিদা শৰ্মা আছিল এজন গীতিকাৰ, সুৰ শিল্পী। তেওঁ যথেষ্টসংখ্যক সুন্দৰ গীত ৰচনা কৰিছিল। তাৰে দুটিমান গীত এসময়ত দেৰগাঁৱৰ গায়ক অনাতাঁৰ শিল্পী মহম্মদ কলন্দৰ শ্বাহে আকাশবাণীৰ শ্বিলং-গুৱাহাটী কেন্দ্ৰৰ যোগেদি পৰিৱেশন কৰিছিল। শৰ্মাৰ মনোৰম প্ৰকাশিত গীতি-সংকলন 'মুকুল'ৰ পাতনি লিখিছিল বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱাই। শৰ্মাৰ কিছুসংখ্যক কবিতা আৰু অন্যান্য ৰচনা অপ্ৰকাশিত অৱস্থাতে আছে।

শিশু সাহিত্যিকৰূপে বিশেষভাৱে পৰিচিত **প্ৰেমধৰ ৰাজখোৱাই** কেইবাখনো কাকত-পত্ৰিকাত বিভিন্ন বিষয়ৰ প্ৰবন্ধাদি লিখিছিল। ৰাজখোৱাই বাগ্মীবৰ, কবি, চিন্তাশীল লেখক সুবিখ্যাত নীলমণি ফুকনৰ সৈতে থাকি 'বাতৰি প্ৰেছ' পৰিচালনা কৰিছিল। তেওঁ ৰচনা কৰা শিশু সাহিত্যসমূহ হ'ল — জৱাহৰলাল নেহৰু, হেমচন্দ্ৰ গোস্বামী, হেমচন্দ্ৰ বৰুৱা, ল'ৰাৰ নেপোলিয়ন, আচাৰ্য কৃপালনি, গুৰু দক্ষিণা, লখিমী যেতিয়া আহে ইত্যাদি। উল্লেখ্য যে ৰাজখোৱাৰ পত্নী বিমলা ৰাজখোৱাও এগৰাকী সুলেখিকা আছিল।

দেৰগাঁৱৰ ৰাজহুৱা জীৱনৰ লগত বিশেষভাৱে জড়িত এটা পৰিয়াল হ'ল দেৰগাঁৱৰ মৌজাদাৰৰ ঘৰ। সেই পৰিয়ালৰ কেউজন ভাতৃ সামাজিক-সাংস্কৃতিক আৰু ৰাজনৈতিক ক্ষেত্ৰত সক্ৰিয় আৰু সুপৰিচিত আছিল। সেই পৰিয়ালৰে সন্তান সুপ্ৰসিদ্ধ অভিনেতা আৰু সংস্কৃতিসেৱী **অমৰ শৰ্মাই** (১৯১৫-১৯৬৩) কবিত্বৰ পৰিচয় দি থৈ গৈছে দুখনি কবিতাপুথি 'ফুলৰি' আৰু 'অভিজ্ঞতা'ৰে। তেওঁৰেই সুযোগ্য ভাতৃ এসময়ত দেৰগাঁও সমষ্টিৰ বিধায়ক, সমাজকৰ্মী, ৰাজনীতিবিদ **নৰেন্দ্ৰনাথ শৰ্মা**ও (১৯১৯-১৯৭২) আছিল সাহিত্যসেৱী। তেওঁ ৰচনা কৰা গ্ৰন্থখন হ'ল 'শ্বহীদ কুশল কোঁৱৰ'।

এগৰাকী কৃতী বিদ্যানুৰাগী আৰু সাহিত্যানুৰাগী বিশিষ্ট দেৰগঞা **হৰকান্ত মহন্ত** (১৯২৪-১৯৭৬)ৰ প্ৰথম পৰিচয় হ'ল বিদ্যায়তনিক দিশৰ অৱদান আৰু এই ক্ষেত্ৰত সাংগঠনিক দক্ষতা। মহন্তই 'দেৰগাঁও হাইস্কুল আলোচনী'খন পোন প্ৰথমতে সম্পাদনা কৰি উলিয়াইছিল সেই বিদ্যালয়ত শিক্ষকতা কৰি থকা কালতে। দেৰগাঁও কমল দুৱৰা কলেজৰ অধ্যক্ষ থকা সময়ত তেওঁ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰণয়ন সমিতিয়ে প্ৰকাশ কৰা 'তৰ্কবিদ্যা' আৰু স্নাতক শ্ৰেণীৰ 'মনোবিদ্যা পৰিচয়' গ্ৰন্থদুখন প্ৰণয়ন কৰিছিল। মহন্তই দেৰগাঁও সাহিত্য সভাৰ সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰোঁতে তেওঁৰ নেতৃত্বতে মহাসমাৰোহেৰে সভাৰ সোণালী জয়ন্তী উদযাপন হৈছিল।

সাংবাদিক, সাহিত্যিক লক্ষ্মীনাথ ফুকনৰ ভাতৃ **বংশী ফুকনে** সাহিত্য প্ৰতিভাৰ পৰিচয় দিছিল কম বয়সৰে পৰা। বংশী ফুকনে 'তৰুণ অসম', 'মিলন', 'আচাম ট্ৰিবিউন'ত প্ৰবন্ধপাতি লিখিছিল। অসমীয়া সাহিত্যৰ এটি সম্ভাৱনাপূৰ্ণ প্ৰতিভাক আমাৰ মাজৰ পৰা নিয়তিয়ে অকালতে আঁতৰাই নিলে। তেওঁ আছিল চৈয়দ আব্দুল মালিকৰ সহপাঠী। তেওঁৰ পৰাই মালিকে স্বৰ্গীয় লক্ষ্মীনাথ ফুকনৰ গল্পৰ পুথি তেতিয়াই পঢ়িবলৈ পাইছিল।

দেৰগাঁৱৰ আন এক প্ৰতিভা **নলিনীকান্ত বৰুৱা** অকালতে আমাৰ মাজৰ পৰা কৰুণভাৱে গুচি গ'ল। তেওঁ 'আৱাহন'ত ধাৰাবাহিকভাৱে খণ্ড খণ্ডকৈ এৰিক ৰেমাৰ্কৰ 'অল কোৱাইট অন দি ৱেষ্টাৰ্ন ফ্ৰণ্ট' অনুবাদ কৰিছিল।

সৃষ্টিশীল প্ৰতিভাৰে দীপ্তিমান আৰু পৰম সংস্কৃতিবান, সৰ্বজন শ্ৰদ্ধেয় শিক্ষয়িত্ৰী আৰু সুকবি-সুলেখিকা **দীপিকা হাজৰিকাই** (১৯২৯-২০০৭) একেধাৰে কবিতা-নাটক-প্ৰবন্ধ লিখিছিল। তেওঁৰ স্বভাৱজাত কবিত্ব আছিল মনোৰম শব্দ চয়ন, অপূৰ্ব চিন্তা-কল্পনা, ছন্দ আৰু সুৰৰ সমাহাৰ। তেওঁৰ নিজৰ কণ্ঠত সেই কবিতাৰ আবৃত্তি শুনিবলৈ পোৱাটো আছিল এক সুখকৰ অভিজ্ঞতা। তেওঁৰ এটি কবিতাত মূৰ্ত হৈ উঠা অনুভৱ কৰোঁ তেওঁৰ কবিত্বসুলভ বাসনা — "... জাতিস্মৰ অথবা অবিনাশী আত্মাও, নহয় কাম্য; সেয়েহে মোৰ কাম্য, মোৰ এই যাত্ৰা হওক অন্তিম যাত্ৰা, যি যাত্ৰাত দিব্যজ্যোতি লাভ কৰি, ছন্দ হওঁ, বুদ্ধ হওঁ, জ্যোতি হওঁ; পৰম আত্মাৰ একান্ত হওঁ। মুৰুলীত ধ্বনিৰ সুৰ হৈ ৰওঁ; ছন্দ হওঁ, লয় হওঁ, ঝংকাৰ হওঁ।"

শিক্ষয়িত্ৰী হিচাপে তেওঁ ছাত্ৰীসকলক সাহিত্য-সংস্কৃতি-অনুৰাগী কৰিবলৈ প্ৰয়াস কৰিছিল। দেৰগাঁৱৰ নাৰী সমাজৰ মধ্যমণিৰূপে দীপিকা হাজৰিকাই 'লেখিকা সমাৰোহ সমিতি',





'দেৰগাঁও মহিলা সমিতি' আদিৰ নেতৃত্ব বহন কৰি নাৰীসকলৰ সামাজিক-সাহিত্যিক বিকাশৰ বাবে সক্ৰিয়ভাৱে নেতৃত্ব দিছিল। এইগৰাকী লেখিকাৰ বহুত লেখা অপ্ৰকাশিত হৈ আছে। আমি আশাকৰোঁ স্থানীয় 'লেখিকা সমাৰোহ সমিতি'ৰ দৰে অনুষ্ঠানে লেখাখিনি প্ৰকাশৰ ব্যৱস্থা কৰিব।

অধ্যাপনা আৰু সামাজিক-সাংস্কৃতিক কৰ্মৰ ব্যস্ততাৰ মাজতেই আজীৱন সাহিত্য চৰ্চাত আত্মনিয়োগ কৰিছিল **লক্ষ্মীকান্ত মহন্তই** (১৯৩৩-১৯৯৫)। আধুনিক অসমীয়া সাহিত্যৰ কেইবাটাও দিশত মহন্তৰ অৱদান লক্ষ্য কৰা যায়। তেওঁ আছিল এজন একেধাৰে সৃষ্টিশীল লেখক আৰু সমালোচক।

ঔপন্যাসিক হিচাপে মহন্তই উল্লেখনীয় বৰঙণি দি গৈছে। মহন্তৰ উপন্যাসসমূহ হ'ল — 'জীৱন কিয়নো লাগে', 'জীৱনৰ জোনাক বিচাৰি', 'গোপনীয়', 'মৰম কিয়নো লাগে', 'নতুন দিনৰ স্বপ্ন', 'প্ৰেম আৰু কামনাৰে'। প্ৰেম আৰু গ্ৰামীন জীৱনধাৰাৰ সুন্দৰ সজীৱ ৰূপায়ন মহন্তৰ উপন্যাসত লক্ষণীয়। ভাষাও গতিশীল।

সাহিত্য-সমালোচক হিচাপে সুনাম থকা মহন্তৰ এইশ্ৰেণীৰ গ্ৰন্থসমূহ হ'লঃ 'ছেকছপীয়েৰ প্ৰতিভা' (জীৱনাথ হাজৰিকাৰ লগত যুটীয়াভাৱে লিখা) 'বিশ্ব সাহিত্যৰ আভাস', 'অসমীয়া সাহিত্য অধ্যয়ন', 'তিনিখন ভাৰতীয় উপন্যাসৰ আলোচনা' ইত্যাদি। উল্লেখ্য যে মহন্তই ছোভিয়েট দেশ ভ্ৰমণৰ অভিজ্ঞতাৰে ৰচনা কৰা 'কৃষ্ণ সাগৰৰ পাৰে পাৰে' গ্ৰন্থৰ বাবে ছোভিয়েট দেশ নেহৰু বঁটা লাভ কৰিছিল।

অনুবাদক হিচাপেও মহন্তই সুখ্যাতি লাভ কৰিছিল। তেওঁ কেইবাখনো গ্ৰন্থৰ মনোৰম অনুবাদ কৰিছিল। তাৰ ভিতৰত পুস্কিনৰ গ্ৰন্থৰ পৰা অনুদিত 'ইস্কাপনৰ ৰাণী', 'শীতকালৰ সাধু', 'পথে প্ৰান্তে' উল্লেখযোগ্য। তেওঁ শিশুৰ বাবে কৰা এখন অনুবাদ গ্ৰন্থ হ'ল 'ৰঙীন দলিচা'। মহন্তই গ্যেটেৰ চমু জীৱন কাহিনীও লিখিছিল। তদুপৰি মহন্ত বিভিন্ন সমকালীন বাতৰি কাকতত অনেক ৰাজনৈতিক বিষয়ৰ সুন্দৰ প্ৰবন্ধ লিখিছিল।

ইতিহাস, সাহিত্য, সাংবাদিকতাৰ বিষয়ে আজীৱন নিৰলসভাৱে অনুসন্ধানত ব্ৰতী হোৱা এজন লেখক আছিল **প্ৰসন্নকুমাৰ ফুকন** (১৯৩৩-২০০২) ফুকনৰ জীৱনজোৰা নিৰৱচ্ছিন্ন সাধনা, কষ্ট স্বীকাৰ আৰু ত্যাগৰ বাবেই এখন গুৰুত্বপূৰ্ণ বিশাল গ্ৰন্থ ৰচনা কৰাটো সম্ভৱ হৈ উঠিছিল। সেই গ্ৰন্থখন হ'ল 'অসমৰ সম্বাদপত্ৰৰ সমীক্ষাত্মক অধ্যয়ন'। এই গ্ৰন্থত ফুকনে এশ চল্লিশ বছৰৰ (১৮৪৬-১৯৮৬) অসমৰ বাতৰি কাকত আৰু আলোচনীৰ এক সমীক্ষা কৰিছে। এই কাম সম্পূৰ্ণ কৰোঁতে ফুকনে কৃচ্ছ্ৰ সাধনা কৰি এজন গৱেষকৰ নিষ্ঠাৰে কাম কৰিছিল। এই গ্ৰন্থই অসমৰ বিদ্বৎ মহলৰ প্ৰশংসা লাভ কৰিবলৈ সমৰ্থ হৈছে।

ছাত্ৰাৱস্থাৰে পৰা সাহিত্য চৰ্চা কৰা প্ৰসন্ন কুমাৰ ফুকনে বিভিন্ন কাকত-আলোচনীত সাহিত্য সম্পৰ্কীয় যথেষ্ট লেখা-মেলা কৰিছিল। ফুকনৰ আন এখন গ্ৰন্থ 'হেঙুল হাইতাল' শিশুৰ বাবে ৰচিত।

এগৰাকী শিক্ষাবিদ, শিশু সাহিত্যিক আৰু কবি **নবীন চন্দ্ৰ শৰ্মাৰ** (১৯৩৪-২০০৪) বিভিন্ন কাকত-পত্ৰিকাত ভিন্ন বিষয়ক প্ৰবন্ধ, বিশেষকৈ শিশুৰ বাবে ৰচিত লেখা প্ৰকাশিত হৈছিল। প্ৰকাশিত 'সেউজী কণ্ঠৰ সুবাস', 'এটি মন এটি ক্ষণ' আৰু 'লাহি কোমল পাত'।

এজন আদৰ্শবান শিক্ষক, সাংবাদিক আৰু সাহিত্য-সংস্কৃতি বিষয়ত কৰ্মত আজীৱন সেৱা আগ বঢ়োৱা স্মৰণীয় ব্যক্তি হ'ল **ৰবীন্দ্ৰনাথ হাজৰিকা** (১৯২১-১৯৯১)। যোৰহাট নৰ্মাল স্কুলৰ মুখপত্ৰ 'প্ৰভাত'তেই সাহিত্য-সেৱাৰ আৰম্ভণি হোৱা এইজন লেখকে বিভিন্ন কাকত-আলোচনীত লেখা-মেলা কৰিছিল। তেওঁ 'নতুন অসমীয়া' দৈনিকৰ দেৰগাঁৱস্থ সংবাদদাতাৰূপে বহুতদিন সাংবাদিকতাৰ লগত জড়িত আছিল। হাজৰিকাই 'দেৰগাঁৱৰ নাট্য আন্দোলন' নামৰ গ্ৰন্থখনি প্ৰণয়ন কৰিছিল। দেৰগাঁও সাহিত্য সভাৰ সম্পাদক আৰু সভাপতিৰূপে তেওঁ সুদীৰ্ঘকাল সুচাৰুৰূপে কাৰ্যনিৰ্বাহ কৰিছিল।

দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ত বিজ্ঞানৰ শিক্ষকতা কৰা ৰসায়ন বিজ্ঞানৰ স্নাতকোত্তৰ **ৰামচৰণ হাজৰিকা** (১৯৩১-) আছিল এগৰাকী সাহিত্যৰো ছাত্ৰ। তেওঁ আজীৱন শিক্ষকতাৰ লগতে উপন্যাস ৰচনাত মনোনিৱেশ কৰিছিল আৰু এজন কৃতী ঔপন্যাসিকৰূপে প্ৰতিষ্ঠিত হৈছিল। হাজৰিকাৰ প্ৰকাশিত উপন্যাস কেইখন হ'ল 'অনপেক্ষিতা', 'স্নেহ', 'সৱমা', 'জোনাকীৰ বিয়া' আৰু 'অসুৰ'।

ইংৰাজী সাহিত্যৰ অধ্যাপনা আৰু ইংৰাজী সাহিত্যৰ চৰ্চাতে আজীৱন আত্মনিয়োগ কৰা **জীৱনাথ হাজৰিকা** (১৯৪১-২০০৮) আছিল অসমীয়া সাহিত্যৰ পৰম অনুৰাগী লেখক। তেওঁ ইংৰাজী সাহিত্য বৈচিত্ৰ্যপূৰ্ণ বিষয় আৰু গ্ৰন্থসমূহ অসমীয়া ভাষাত চৰ্চিত হোৱাটো কামনা কৰিছিল। তেওঁ নিজে ইংৰাজী সাহিত্যৰ ছাত্ৰ হ'লেও অসমীয়া ভাষাতো তেওঁৰ সমানেই দক্ষতা আছিল। তেওঁ লক্ষ্মীকান্ত মহন্তৰ সৈতে যুটীয়াভাৱে ছেকছপীয়েৰৰ নাটকৰ কাহিনীৰে 'ছেকছপীয়েৰ প্ৰতিভা' নামৰ গ্ৰন্থ এখন প্ৰকাশ কৰিছিল। টি.এচ, এলিয়টৰ সাহিত্য আৰু কবিতাৰ বিষয়ে তেওঁ ৰচনা কৰা 'এলিয়ট আৰু তেওঁৰ কবিতা' এখন উচ্চ পৰ্যায়ৰ আলোচনা গ্ৰন্থ। 'মেকবেথ' নাটকৰ তেওঁ কৰা অনুবাদ সাৱলীল হৈছে। একেই মাত্ৰাত তেওঁৰ এই ধৰণৰ বহুত কাম কৰাৰ পৰিকল্পনা আছিল; কিন্তু সেই সুযোগ নাপালে।

সৃষ্টিশীল প্ৰতিভাৰে উজ্জ্বল **ডাঃ উপেন কাকতি** (১৯৪২-১৯৮০) আছিল গীতিকাৰ, গল্পকাৰ, নাট্যকাৰ আৰু ঔপন্যাসিক। সাহিত্যৰ এই কেউটা দিশতে সৃষ্টিশীলতাৰ পৰিচয় দি যোৱা ডাঃ







কাকতি আছিল কথাছবিৰ পৰিচালক, সংগীত পৰিচালক, সুৰকাৰ, গায়ক। হাইস্কুলত পঢ়া দিনৰে পৰা তেওঁ সাহিত্য চৰ্চাত হাত দিছিল। তেওঁ ৰচনা কৰা গীতিবিলাকে কেইবাখনো কথাছবিৰ যোগেদি বিপুল জনপ্ৰিয়তা অৰ্জন কৰিছিল। উল্লেখ্য যে সেই গীতবোৰত ড° ভূপেন হাজৰিকা, খগেন মহন্তৰ দৰে প্ৰসিদ্ধ গায়কেও কণ্ঠদান কৰিছিল।

ডাঃ কাকতিয়ে ৰচনা কৰা নাটককেইখন হ'ল — (পূৰ্ণাংগ) 'সম্ভ্ৰান্ত অতিথি', 'মাটিৰ তলৰ ধন', মানৰ ৰক্ষী (চুবেদাৰ ফুকন)', একাংক নাটক ঃ 'তেজ মাটি আৰু মানুহ', 'ৰাজপথৰ সাধু', 'অমৃত যাত্ৰা', 'বৰলাৰ মেছ', 'সোণ নালাগে ৰূপ নালাগে'। গল্প সংকলন ঃ 'মন মেঘৰ অশ্ৰু'; উপন্যাস ঃ 'প্ৰাণ গংগাৰ পাৰ', 'পদুমৰ পানচৈ', 'মিঠা জেংবাই', মন দুৰাচাৰ', 'সিপাৰে চিনাকি ঘাট'।

বিপুল সম্ভাৱনাপূৰ্ণ এজন সৃষ্টিশীল লেখক তথা সংগীতজ্ঞৰ অকাল বিয়োগ অসমৰ কলা-সংস্কৃতি আৰু সাহিত্যৰ জগতৰ অপূৰণীয় ক্ষতি।

কবি, ঔপন্যাসিক আৰু গল্পকাৰৰূপে সৃষ্টিশীল প্ৰতিভাৰ পৰিচয় দিয়া **চৈয়দ আজিজুল হুছেইন** (১৯৪৫-২০০৭) আছিল প্ৰচুৰ সম্ভাৱনাপূৰ্ণ লেখক। কিছুসংখ্যক কবিতা আৰু গল্প ৰচনা কৰা এইজন সৃষ্টিশীল লেখকৰ প্ৰতিভাৰ স্ফুৰণ ঘটিছিল বিশেষকৈ উপন্যাস ৰচনাৰ ক্ষেত্ৰত। যথেষ্ট অধ্যয়নশীল এই লেখকজনৰ উপন্যাস ৰচনাৰ বাবে থকা প্ৰবল ইচ্ছা আৰু একাধিক গুৰুত্বপূৰ্ণ বিষয়ক লৈ উপন্যাস লিখাৰ পৰিকল্পনাৰ কথা আমি তেওঁৰ পৰা জানিবলৈ পাইছিলোঁ।

হুছেইনৰ প্ৰকাশিত গ্ৰন্থবোৰ হ'ল কবিতা সংকলন 'হৃদয় ফুলৰ নদীয়েদি', 'সাগৰৰ ঢৌ'; উপন্যাস হ'ল 'টাইফুন', 'মৌচুমীমন', 'ন ভঙা পথাৰৰ মাত' আৰু অনুদিত গ্ৰন্থ 'অদৃশ্য মানুহজন', 'মহাজাগতিক যুদ্ধ'।

এইসকলৰ উপৰি বিগত কুৰি শতিকাত কেইবাগৰাকীও লেখকে আত্মপ্ৰকাশ কৰিছিল নিজা নিজা একোখন ক্ষেত্ৰত কিছু লেখা-মেলাৰ যোগেদি। সেইসকলৰ অৱদান আৰু সাহিত্য-সেৱা স্পৃহা স্মৰণযোগ্য। যোৱা এশ বছৰৰো অধিক কালৰ এক পূৰ্ণ খতিয়ান দাঙি ধৰাতো অসাধ্য প্ৰায়।

আমি শ্ৰদ্ধাৰে সুঁৱৰিছোঁ **কৃষ্ণচন্দ্ৰ দেৱগোস্বামী**, ('সাধক পদ্মনাভ'ৰ লেখক), **গুণেশ বৰঠাকুৰ** ('নেঘেৰিটিং শিৱদৌল'ৰ লেখক), **শশীকান্ত বেজবৰুৱা** ('আয়ুৰ্বেদ প্ৰদীপ'ৰ লেখক), **ত্ৰৈলোক্য নাথ শৰ্মা** ('ইতিহাস আৰু শৈৱধৰ্ম'ৰ লেখক আৰু কিছুসংখ্যক প্ৰবন্ধৰ লেখক), **ডাঃ লক্ষ্মণ চন্দ্ৰ দত্ত** ( চিকিৎসা বিষয়ক লেখক), **ধৰণীধৰ গোস্বামী** (প্ৰবন্ধ আৰু পাঠ্যপুথিৰ লেখক), **দুৰ্গানাথ কাকতি, চৈয়দ মেৰাজ হুছেইন** (কবি), **ৰেকিবুদ্দিন আহমেদ** (জিকিৰ সম্পৰ্কীয় প্ৰবন্ধ), **প্ৰদীপ মহন্ত** ('মিলন মৰহি গ'লে' শীৰ্ষক জনপ্ৰিয় কবিতাপুথিৰ ৰচক), **ডাঃ জামাল আহমেদ** (কবিতা আৰু আধ্যাত্মিক বিষয়ৰ ৰচনা)। ❑

এটি টোকা ঃ বৃহত্তৰ দেৰগাঁৱৰ সাহিত্যিক ঐতিহ্য গঢ়ি থৈ যোৱা স্বনামধন্য প্ৰয়াত লেখকসকলৰ চমু জীৱনসূত্ৰ আৰু সাহিত্যিক কৃতি সম্পৰ্কে এই টোকাটি প্ৰস্তুত কৰোঁতে ঐতিহাসিক ক্ৰম আৰু লেখকসকলৰ বয়সানুক্ৰমিকতা ৰক্ষা কৰিবলৈহে প্ৰয়াস কৰা হৈছে। প্ৰয়াতসকলৰ কাৰোবাৰ নাম বাদ পৰিও গৈছে। লেখকৰ অক্ষমতাক যেন মাৰ্জনা কৰা হয়। — লেখক।।

# বৃহত্তৰ দেৰগাঁৰৰ সাহিত্য-চৰ্চাৰ ধাৰাবাহিকতা

সুৰেন্দ্ৰমোহন হাজৰিকা

স্বৰ্গদেউ প্ৰতাপসিংহই (খ্ৰীঃ ১৬০৩-১৬৪১) কনৌজৰ পৰা আনি দেৰগাঁৰৰ শিৱদ'লৰ প্ৰধান পূজাৰী হিচাপে প্ৰতিষ্ঠা কৰা ভূধৰ আগমাচাৰ্যৰ বংশধৰ দুৰ্গেশ্বৰ দ্বিজই স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ (১৭৫১-৬৯) ৰাজত্বকালত ৰাজকবি হিচাপে ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ 'প্ৰকৃতি-খণ্ড' অনুবাদ কৰি দেৰগঞা সন্তানৰ সাহিত্য-চৰ্চাৰ যি পৰম্পৰা গঢ়ি তুলিছিল, সেই পৰম্পৰা পৰৱৰ্তী তিনিশ বছৰতো সাৰ্থকভাৱে ৰক্ষা কৰা হৈ আহিছে। আধুনিক কালত দেৰগাঁও অথবা বৃহত্তৰ দেৰগাঁৰৰ আশেপাশে জন্মগ্ৰহণ কৰা বহু সংখ্যক স্বনামধন্য সাহিত্যিকে এই পৰম্পৰা ৰক্ষা কৰাত প্ৰভুত বৰঙণি আগবঢ়াইছে। ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, কথাশিল্পী চৈয়দ আব্দুল মালিক, কবি নীলমণি ফুকনৰ পৰা বৰ্ষীয়ান লেখক প্ৰয়াত আনন্দ চন্দ্ৰ গোস্বামীদেৱলৈকে সাহিত্য চৰ্চাৰ ধাৰা এটা প্ৰবাহিত হৈ আছে। দেৰগাঁৰৰ সু-সন্তান সৰ্বভাৰতীয় খ্যাতিসম্পন্ন কবি নীলমণি ফুকন, 'মিতভাষ' প্ৰণেতা ড° নগেন শইকীয়া, ঔপন্যাসিক ড° কালীপ্ৰসাদ গোস্বামী, ভাষাতাত্ত্বিক ড° নগেন ঠাকুৰ, কথাশিল্পী প্ৰফুল্ল চন্দ্ৰ বৰা, গল্পকাৰ-ঔপন্যাসিক অৰুণ গোস্বামী, কবি-নাট্যকাৰ সঞ্জীৱ কলিতা, তৰুণ নাট্যকাৰ সপোনজ্যোতি ঠাকুৰ আদি আগশাৰীৰ লেখকসকলৰ পৰা আৰম্ভ কৰি বহুসংখ্যক নবীন কবি-সাহিত্যিকে দেৰগাঁৰৰ সাহিত্য সৃষ্টিৰ পথাৰখন জীপাল কৰাই নহয়, অসমীয়া ভাষা-সাহিত্যৰ উৎকৰ্ষ সাধনতো যথেষ্ট বৰঙণি আগবঢ়াইছে। আমাৰ এই আলোচনাত সাম্প্ৰতিক কালৰ দেৰগাঁৰৰ প্ৰথিতযশা লেখক-লেখিকাৰ পৰা আৰম্ভ কৰি একবিংশ শতিকাৰ প্ৰথম দশকলৈকে ভুমুকি মৰা নতুন লেখাক-লেখিকাসকলৰ সাহিত্যকৰ্মৰ এটি সংক্ষিপ্ত খতিয়ান দাঙি ধৰিবলৈ যত্ন কৰা হৈছে।

দেৰগাঁৰৰ সাহিত্যসৃষ্টিৰ পৰম্পৰাক প্ৰোজ্জ্বল আৰু গৌৰৱশালী কৰি তোলাত **নীলমণি ফুকনৰ** অৰিহণা উল্লেখযোগ্য। সৰ্বভাৰতীয় খ্যাতিসম্পন্ন, প্ৰতীকবাদৰ নিপুন খনিকৰ নীলমণি ফুকনে অসমীয়া কবিতাক নতুন ৰং-ৰূপ অৰ্থাৎ আংগিকেৰে এক সুদৃঢ় মাত্ৰা প্ৰদান কৰাৰ লগতে কলা-আলোচনাৰ ক্ষেত্ৰতো প্ৰভুত বৰঙণি দিছে। অসমীয়া জাতীয় চেতনা সমৃদ্ধ লোককথা, লোকগীত, লোকমাত আৰু লোক পৰম্পৰাক সুগভীৰ দৃষ্টিৰে আলোকপাত কৰি অসমীয়া আধুনিক কবিতাক সজাই-পৰাই তোলাৰ উপৰি তেখেতে কেইবাটাও বিদেশী ভাষাৰ কাব্যশৈলীৰ অনুপ্ৰেৰণাৰে প্ৰতীক আৰু চিত্ৰকল্প নিৰ্মাণ কৰাত বুদ্ধিদীপ্ত কৌশল প্ৰয়োগ কৰিছে। 'সূৰ্য হেনো নামি আহে এই নদীয়েদি', 'নিৰ্জনতাৰ শব্দ', 'আৰু কি নৈঃশব্দ', 'ফুলি থকা সূৰ্যমুখী ফুলটোৰ ফালে', 'কঁাইট, গোলাপ আৰু কঁাইট', 'কবিতা', 'নৃত্যৰতা পৃথিবী', 'অলপ আগতে আমি কি কথা পাতি আছিলোঁ' আদি কাব্যগ্ৰন্থ কেইখনৰ উপৰি 'জাপানী কবিতা' 'গাৰ্থিয়া লৰকাৰ কবিতা', 'অৰণ্যৰ গান', 'চীনা কবিতা' আদি অনুদিত কাব্যগ্ৰন্থ অসমীয়া কাব্য সাহিত্যলৈ তেখেতৰ সোণসেৰীয়া অৱদান বুলিব লাগিব। মহান কবি নীলমণি ফুকনদেৱৰ হাতত সৃষ্টি হোৱা সমগ্ৰ কবিতাৰাজিৰ মাজৰ পৰা কবি-সমালোচক



ভবেন বৰুৱাই বচা বচা কবিতাৰে সম্পাদনা কৰি উলিয়াইছে 'গোলাপী জামুৰ লগ্ন' আৰু প্ৰথিতযশা সমালোচক ড° হীৰেন গোহাঁয়ে সম্পাদনা কৰিছে 'সাগৰ তলিৰ শংখ' নামেৰে নিৰ্বাচিত কবিতাৰ এক অনুপম সংকলন। ওপজামাটিৰ মোহত মোহগ্ৰস্ত কবি ফুকনে ল'ৰালিৰে পৰা জীৱনৰ অধিক সময় অতিবাহিত কৰা দেৰগাঁও, গোলাঘাট, যোৰহাট আদি বিভিন্ন ঠাইৰ স্মৃতি বিজড়িত কথাৰে ৰচনা কৰিছে 'পাতিসোণাৰুৰ ফুল'। শিল্পকলা বিষয়ক গ্ৰন্থ 'লোককল্প দৃষ্টি', 'ৰূপ বৰ্ণ বাক', 'শিল্পকলা দৰ্শন'। সম্পাদিত গ্ৰন্থ 'কুৰি শতিকাৰ অসমীয়া কবিতা', সম্পাদিত আলোচনী 'সংজ্ঞা' আদি। নীলমণি ফুকন নিজেই এজন কবি নহয়, বহু কবিৰো পথ প্ৰদৰ্শক আৰু কবিতা সম্পৰ্কে অনুপম বক্তব্য প্ৰদান কৰোঁতা এজন প্ৰজ্ঞাপূৰ্ণ বক্তাও। তেখেতৰ সৃষ্টিশীলতাৰ সোণালী স্বাক্ষৰ স্বৰূপে লাভ কৰিছে 'ৰঘুনাথ চৌধুৰী (অসম সাহিত্য সভাৰ) বঁটা', 'অসম প্ৰকাশন পৰিষদ বঁটা', 'জগদ্ধাত্ৰী হৰমোহন সাহিত্য বঁটা', 'পদ্মশ্ৰী বঁটা', 'অসম উপত্যকা বঁটা', 'কমল কুমাৰী ৰাষ্ট্ৰীয় বঁটা' আৰু 'সাহিত্য অকাডেমীৰ ফেল' সন্মান।

দেৰগাঁৰৰ উপকণ্ঠ হাতীয়েখোৱাত জন্মগ্ৰহণ কৰা **ড° নগেন শইকীয়া** এগৰাকী প্ৰজ্ঞাৰ সাধক; সাহিত্যকৰ্মৰ অক্লান্ত কৰ্মী। তেখেতৰ মৌলিক গ্ৰন্থ বৰ্তমানে ৪০ খন, সম্পাদিত গ্ৰন্থ ৫৩ খন, যুটীয়াভাৱে সম্পাদিত ১১ খন, অনুদিত গ্ৰন্থ ২ খন, বিভিন্ন গ্ৰন্থৰ উল্লেখনীয় প্ৰকল্প ২ টা, প্ৰায় ৬৫ খন গ্ৰন্থৰ ভূমিকা ৰচনা, ১৩০ খন পুথিৰ পৰ্যালোচনা, মূল্যবান স্মাৰক বক্তৃতা ১৮৯ টা; অন্যান্য জনপ্ৰিয় লেখাৰ ভিতৰত ৰাজনৈতিক আৰু সামাজিক দিশত ৫০০ ৰো অধিক, অনাতাঁৰ কথিকা ৭৫ টাৰো অধিক, সাক্ষাত গ্ৰহণ ৮ টা আৰু সাক্ষাত প্ৰদান ১৪ টা। ড° নগেন শইকীয়াদেৱৰ মৌলিক গ্ৰন্থৰ ভিতৰত উল্লেখযোগ্য কেইখনিমান হ'ল — 'Background of modern Assamese Literature' 1826-1903', 'চিন্তা আৰু চৰ্চা', 'ঊনবিংশ শতিকাৰ অসমীয়া ভাষাৰ সংকট' (দেশপ্ৰাণ লক্ষ্মীনাথ শৰ্মা স্মাৰক বক্তৃতা ১৯৮৮', 'ভাৰতৰ সাংস্কৃতিক ঐতিহ্য আৰু অন্যান্য ৰচনা' — 'অগ্নিগৰ্ভা', 'মহাচীনৰ দিনলিপি', 'অসমীয়া কবিতা আৰু অন্যান্য বিষয়', 'মিতভাষ', 'গৱেষণা পদ্ধতি পৰিচয়', 'তুলনামূলক সাহিত্য বিচাৰ', 'ঊনবিংশ শতিকাৰ অসম ঃ আন্ধাৰ আৰু পোহৰ', 'সাহিত্যৰ বাদ-বৈচিত্ৰ্য' আদি। তেখেতৰ দ্বাৰা সম্পাদিত অন্যান্য উল্লেখযোগ্য গ্ৰন্থ হ'ল ঃ 'আসাম বন্ধু', 'চন্দ্ৰধৰ বৰুৱা ৰচনাৱলী', 'জোনাকী', 'অসমীয়া গল্প কৌমুদী', 'প্ৰবন্ধ চয়ন', 'অধ্যয়ন পৰিচয়', 'Assam and Assamese Mind', 'শ্ৰীশ্ৰীশংকৰদেৱ', 'কীৰ্তন ঘোষা ঃ শ্ৰীশংকৰদেৱ আৰু মাধৱদেৱ বিৰচিত', Gramatical notes of the Assamese Language', 'হিতেশ্বৰ বৰবৰুৱা স্মৃতিমাল্য' আৰু শেহতীয়াকৈ বেজবৰুৱাৰ ৰচনাৱলীৰ ৬ টা খণ্ড ইত্যাদি। ড° নগেন শইকীয়াদেৱৰ জীৱনৰ কীৰ্তিস্তম্ভস্বৰূপ প্ৰায় ১৯০০ পৃষ্ঠাৰ 'অসমীয়া মানুহৰ ইতিহাস' বৃহৎ গ্ৰন্থখনি অসমীয়া সাহিত্য তথা জাতীয় জীৱনৰ ঐতিহ্য আৰু সত্তাস্বৰূপ এখনি যুগান্তকাৰী সফল দলিল স্বৰূপ।

অসমীয়া সাহিত্যৰ বৰ্তমানৰ আটাইতকৈ ব্যস্ত লেখক ড° নগেন শইকীয়াদেৱৰ হাতত সৃষ্টি হোৱা গল্পৰাজিৰ ভিতৰত 'কুবেৰ হাতীবৰুৱা', 'ছবি আৰু ফ্ৰেম', 'বন্ধ কোঠাত ধুমুহা', 'অস্তিত্বৰ শিকলি', 'মাটিৰ চাকিৰ জুই', 'পাৰ্থিৱ-অপাৰ্থিৱ', 'আন্ধাৰত নিজৰ মুখ', 'হেমন্তকালৰ এটা গধুলিত' আদি অনুপম সংকলন। 'আন্ধাৰত নিজৰ মুখ' গল্পপুথিৰ বাবে ১৯৯৭ চনত সাহিত্য অকাডেমীৰ পুৰস্কাৰ তেখেতে লাভ কৰিছে। উল্লেখযোগ্য যে অসমীয়া চুটিগল্পৰ নতুন ধাৰা এটা সৃষ্টি কৰাৰ ক্ষেত্ৰত শইকীয়াদেৱৰ অৰিহণা মন কৰিবলগীয়া। আনহাতেদি অসমীয়া সাহিত্যত নতুন কাব্যধাৰা 'মিতভাষ'ৰো তেখেতেই স্ৰষ্টা। মুঠতে ড° নগেন শইকীয়া এজন ব্যক্তি নহয়, এটা অনুষ্ঠান। অসম সাহিত্য সভাৰ মোহন চন্দ্ৰ শৰ্মা পুৰস্কাৰ (চিন্তা আৰু চৰ্চা); International Buddist Brotherhood Mission ৰ দ্বাৰা (১৯৯৮) প্ৰদান কৰা 'বিদ্যা নিধি' উপাধি; জীৱনজোৰা সাহিত্য সেৱাৰ বাবে ২০০৭ চনত 'অসম উপত্যকা বঁটা' প্ৰাপক লেখক গৰাকীয়ে অসম সাহিত্য সভাৰ পাঠশালা অধিৱেশনৰ সভাপতিৰ আসনো অলংকৃত কৰিছিল। প্ৰতিভাধৰ, প্ৰজ্ঞাসাধক, আজীৱন সাহিত্যব্ৰতী, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ লক্ষ্মীনাথ বেজবৰুৱা আসনৰ প্ৰাধ্যাপক, ভাৰতবৰ্ষৰ আগশাৰীৰ বিভিন্ন শিক্ষানুষ্ঠান, গৱেষণা প্ৰতিষ্ঠান আদিৰ লগত ওতপ্ৰোতভাৱে জড়িত ড° নগেন শইকীয়া অসমীয়া সাহিত্যৰ এটি কিংবদন্তিস্বৰূপ নাম।

**ড° কালীপ্ৰসাদ গোস্বামী** এগৰাকী প্ৰবীণ গল্পকাৰ, ঔপন্যাসিক আৰু প্ৰবন্ধকাৰ। 'তুঁহজুই', 'মনে মনে মিলে'; 'বন্দে মাতৰম' নামৰ ত্ৰিতত্বখনিত সন্নিবিষ্ট 'অগ্নি প্ৰজ্বলিতং বন্দে', 'সেন্দূৰী আলিৰ ধূলি', 'অৰ্জুনগুৰিৰ ভটিমা', 'নেখান্তি কইনা', 'নেঘেৰি চৰাইৰ চালি' আদি তেখেতৰ উল্লেখযোগ্য উপন্যাস। তেখেতৰ ত্ৰিতত্ত্বখনি বিংশ শতিকাৰ তৃতীয়াৰ্দ্ধত ৰচিত হ'লেও ইয়াৰ সময় প্ৰকৃততে 'ভাৰত তথা অসমৰ ইতিহাসৰ অগ্নিযুগ - স্বাধীনতা আন্দোলনৰ কাল' বুলি উপন্যাস সমালোচক ড° গোবিন্দ প্ৰসাদ শৰ্মাই অভিমত দিছে। উপনাসকেইখনিত স্বৰাজ আন্দোলনৰ সময়ৰ অসমৰ গাঁও-ভূঁই, নগৰ-চহৰ আদিত চলা দেশোদ্ধাৰৰ প্ৰবল প্ৰচেষ্টা, বিশেষকৈ গোলাঘাট অঞ্চলৰ জনগণৰ চিন্তা, সংগ্ৰাম পৰিক্ৰমা, দেশাত্মবোধ কিদৰে জাগ্ৰত হৈছিল তাৰেই সম্যক স্বাক্ষৰ ৰৈ গৈছে। তেখেতৰ ধাৰাবাহিক উপন্যাস 'পদ্মগন্ধা' ('মনীষা'ত প্ৰকাশিত) আন এখনি সমাজ জীৱনৰ ভিত্তিত ৰচিত মনোৰম উপন্যাস। এই প্ৰবীণ লেখক গৰাকীয়ে ভালেসংখ্যক গল্প-প্ৰবন্ধও বিভিন্ন আলোচনীত প্ৰকাশ কৰি আহিছে।

তথ্যপূৰ্ণ প্ৰবন্ধৰ লেখক **ডালিম চন্দ্ৰ পাঠক** যদিও কামৰূপ

জিলাৰ সৰ্থেবাৰীৰ আমৃখোৱাৰ সন্তান, তথাপিতো দেৰগাঁৱতেই কৰ্মজীৱনৰ তাগিদাত থাকি অসমীয়া সাহিত্যলৈ যথেষ্ট বৰঙণি আগ বঢ়াইছে। 'দেৰগাঁৱৰ চমু পৰিচয়', 'আমৃখোৱাৰ চিনাকি', 'ধ্বনি আৰু প্ৰতিধ্বনি', 'শিক্ষা আৰু জীৱন', 'দয়ালু পাঠকৰ বংশাৱলী', 'স্মৃতি তৰ্পণ', 'বনমালী পাঠক', 'সৰুক্ষেত্ৰী আৰু ইয়াৰ ভৱিষ্যত', 'জীৱন সংগ্ৰাম', 'কোহিৰাম পাঠকৰ বংশ লতিকা', 'মহান শিক্ষক হৰিচৰণ তালুকদাৰ' (জীৱনালেখ্য) আদি তেখেতৰ প্ৰকাশিত গ্ৰন্থ। তদুপৰি বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ আদিত তেখেতৰ বহুসংখ্যক শিক্ষামূলক, সাহিত্য-সংস্কৃতি সম্পৰ্কীয় লেখনি প্ৰকাশ পাইছে।

**ড° নগেন ঠাকুৰ** এগৰাকী ভাষা চৰ্চাকাৰী হিচাপে পৰিচিত যদিও কবি আৰু অনুবাদক হিচাপেও সুখ্যাত। প্ৰথমতে কবি হিচাপেই আত্মপ্ৰকাশ কৰিছিল যদিও লগতে অনুবাদক হিচাপেও প্ৰসিদ্ধি লাভ কৰিছিল; কিন্তু পাছত নতুন দিল্লীৰ জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ত ভাষাৰ ওপৰত গৱেষণা কৰাৰ ফলস্বৰূপে একান্তমনে ভাষা চৰ্চাতেই ব্ৰতী হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰা ড° নগেন ঠাকুৰদেৱে জীৱনজুৰি কৰা ভাষা সম্পৰ্কীয় চৰ্চাৰে কেইবাখনো তথ্যসমৃদ্ধ গ্ৰন্থ প্ৰকাশ কৰি অসমীয়া ভাষা-সাহিত্যৰ পটুৱৈৰ যথেষ্ট অভাৱ পূৰণ কৰে। 'পালি-প্ৰাকৃত অপভ্ৰংশ আৰু অসমীয়া ভাষা', 'পালি-প্ৰাকৃত অপভ্ৰংশ ভাষা আৰু সাহিত্য', 'প্ৰাকৃত সাহিত্য চয়ন', 'অশোকৰ অনুশাসনমালা', 'প্ৰাকৃত সাহিত্য অধ্যয়ন', 'ভাৰতীয় ভাষাৰ পৰিচয়', 'পৃথিৱীৰ বিভিন্ন ভাষা', 'ভাষা আৰু ভাষা চিন্তা' আদি তেখেতৰ ভাষা সম্পৰ্কীয় অমূল্য গ্ৰন্থ। তদুপৰি 'গাহাসত্তসঈৰ এশ এটা প্ৰেমৰ কবিতা' (অনুবাদ), 'মোৰ গানৰ শব্দ' (স্বৰচিত) কাব্য গ্ৰন্থৰে তেখেত আধুনিক অসমীয়া কবি সমাজত সুপৰিচিত; কবি হিচাপে তেখেতে নিজৰ কাব্যিক শৈলীৰ স্বাক্ষৰ ৰাখিব পাৰিছে। ড° ঠাকুৰদেৱৰ কবিতাৰ বিশ্লেষণ কবি, গৱেষক, সমালোচক ড° চন্দ্ৰ কটকীয়ে Studies in Modern Assamese Poetry - 1846-66' গৱেষণা গ্ৰন্থত লিখিছে 'An imagist by tempartment Nagen Thakur perhaps bears most promise for new poetry.' উল্লেখযোগ্য যে সফল অনুবাদক ড° ঠাকুৰদেৱে প্ৰখ্যাত ৰুছ ঔপন্যাসিক মিখাইল ছ'ল'কভৰ 'এণ্ড কোৱাইট ফ্লুজ ডি ডন'ৰ অসমীয়া ভাঙনি 'ধীৰে বৈ যায় ডন'ৰ বাবে ১৯৭৩ চনত 'ছোভিয়েট দেশ নেহৰু বঁটা' লাভ কৰে। তেখেতৰ দ্বাৰা সম্পাদিত পুথি 'এশ বছৰৰ অসমীয়া উপন্যাস', কবি নীলমণি ফুকনৰ কৃতি, কৃতিত্ব আৰু ব্যক্তিত্বৰ ওপৰত 'নিৰ্জনতাৰ পৰা কোলাহললৈ', 'ভাষা চিন্তা-বিচিত্ৰা' উৎকৃষ্ট তথা উল্লেখযোগ্য গ্ৰন্থ। 'হেমচন্দ্ৰ গোস্বামী শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ' আদিকৰি কেইবাখনিও স্মৃতিগ্ৰন্থৰ সম্পাদনা কৰাৰ লগতে বহু সংখ্যক বিবিধ বিষয়ক প্ৰবন্ধ, কবিতা, গীত আদি তেখেতে সাহিত্য জগতলৈ আগ বঢ়াইছে।



দেৰগাঁৱৰ সাহিত্য সৃষ্টিৰ পথাৰখনক জীপাল কৰি তোলা কথাশিল্পী **প্ৰফুল্ল চন্দ্ৰ বৰা** একেবাৰে গল্পকাৰ, ঔপন্যাসিক, প্ৰবন্ধকাৰ, জীৱনীকাৰ আৰু সমালোচক। 'মোৰ দাপোনত', 'ৰংসনা মানুহৰ ৰং', 'সোঁত সলনি হৈছে', 'ডালিমপুখুৰীৰ সংকেত', 'জোনাকৰ অভিষেক' আদি তেখেতৰ প্ৰকাশিত গল্পপুথি। তেখেতৰ গল্পত সমাজ-জীৱনৰ হা-হুতাশ, আশা-আকাংক্ষা, গ্ৰাম্য জীৱনৰ বৈচিত্ৰ্য, কৃষিভিত্তিক সমাজৰ বৰ্ণিল ছবি মনোৰমকৈ প্ৰকাশ হৈছে। আনহাতেদি তেখেতৰ হাতত সৃষ্টি হোৱা 'সুৰীয়া শব্দৰ মায়া', 'ছত্ৰভংগ', 'ভোগদৈ বালিৰ জোনাক', 'কন্যা', 'সুৰাগমণি', 'নৱজীৱনৰ পদধ্বনি', 'ছাঁ আৰু পোহৰ', 'কৃষ্ণ পক্ষৰ এৰাতি', 'কৰু গুৰু দয়া তনয় অধিক', 'সোণৰ হৰিণ', 'অবিৰত' আৰু 'এজন অসমীয়া এজন পাঠান আৰু এগৰাকী মাতৃ' মনোৰম উপন্যাস। তেখেতৰ আটাইকেইখনি উপন্যাস সমাজ জীৱনৰ পটভূমিত ৰচিত। কাহিনী সুসংহত, চৰিত্ৰ চিত্ৰণ মনোগ্ৰাহী আৰু আকৰ্ষণীয় হোৱাৰ লগতে ৰচনাৰীতি আৰু বিষয়বস্তু উত্থাপনৰ উদ্দেশ্য সফল হৈছে বুলিব লাগিব। 'এজন অসমীয়া এজন পাঠান আৰু এগৰাকী মাতৃ' উপন্যাসৰ পটভূমি মন কৰিবলগীয়া। প্ৰসিদ্ধ লেখক সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকৰ সৰ্বকালৰ শ্ৰেষ্ঠ কবিতা 'মই অসমীয়া' কবিতাটিৰ ওপৰত এম. ইব্ৰাহীম আলীয়ে 'বাঁহী' আলোচনীত 'তুমি যদি অসমীয়া মই তেনে বিদ্ৰোহী পাঠান' শিৰোনামেৰে লিখাৰ পিছত সেই একে বাঁহীতে মহিলা কবি নলিনীবালা দেৱীয়ে তাৰ প্ৰত্যুত্তৰত লিখিছিল 'তুমি অসমীয়া, তুমি যদি অসমীয়া'। অসমীয়া কবিতাৰ সেই ঐতিহাসিক ঘটনাকে অৱলম্বন কৰি লেখক প্ৰফুল্ল চন্দ্ৰ বৰাই তেখেতৰ 'এজন অসমীয়া এজন পাঠান আৰু এগৰাকী মাতৃ' উপন্যাসৰ কাহিনীবস্তু সুসংহত আৰু প্ৰাঞ্জল ৰূপত লিখি উলিয়ায়। উল্লেখযোগ্য যে তেখেতৰ হাতত কেইবাখনিও সাহিত্য সম্পৰ্কীয় গ্ৰন্থ সৃষ্টি হৈছে। 'আধুনিক অসমীয়া সাহিত্যত শংকৰদেৱ প্ৰসংগ', 'অসমীয়া সাহিত্যত আধুনিক যুগ', 'চৈয়দ আব্দুল মালিক ঃ জীৱন আৰু কলা', 'জীৱন কবিতা নৱকান্ত বৰুৱা', 'বুকুৰ তেজ মুখৰ ভাষা' (গোবিন্দ চন্দ্ৰ পৈৰাৰ জীৱনভিত্তিক), 'মৃত্যুহীন পৰিধি', 'জীৱন কথা আৰু সৃষ্টিৰ ৰূপৰেখা' (যোল্লজন ব্যক্তিৰ জীৱন সম্বলিত) আদি তেখেতৰ গভীৰ নিৰীক্ষণ শক্তি আৰু প্ৰজ্ঞাপূৰ্ণ ধ্যান-ধাৰণাৰ সম্যক প্ৰকাশ। তদুপৰি দহখনতকৈ অধিক অনাতাঁৰ আলেখ্য, 'জীৱনৰ দীঘ-বাণী'ত তিনিজন বিশিষ্ট অসমীয়াৰ সম্পৰ্কে কথিকা প্ৰদান, বাতৰি কাকতৰ 'স্তম্ভ লেখক' হিচাপেও তেখেত সুপৰিচিত। অসম সাহিত্য সভা, গোলাঘাট জিলা সাহিত্য সভা (সভাপতি) তথা দেৰগাঁৱৰ সাহিত্য সভাৰ লগত তেখেত নিবিড়ভাৱে জড়িত।

দেৰগাঁৱৰ মাটিত জন্মগ্ৰহণ কৰা **অৰুণ গোস্বামী** সাম্প্ৰতিক সময়ৰ অটাইতকৈ নিৰ্ভীক, সৱৰ আৰু স্বকালবোধৰ লেখক আৰু সাংবাদিক। তেখেত একেধাৰে গল্পকাৰ, 'ঔপন্যাসিক, নাট্যকাৰ আৰু





সমালোচক। কেইবা শতাধিক গল্প, প্ৰায় এশখনৰ ওচৰাওচৰি উপন্যাস সৃষ্টিৰে আপোনচবিহীন সাহসী লেখক অৰুণ গোস্বামীয়ে নিৰলসভাৱে সাহিত্যকৰ্মকে কৰি গৈছে। 'পিতৃ-বিয়োগ', 'জয়যাত্ৰা', 'সতীত্ব ৰক্ষা', 'পদধ্বনি', 'ৰং আৰু চং', 'নাৰী', 'কিয় ৰুইছিলা ৰজনীগন্ধা', 'প্ৰেম আৰু যুদ্ধ', 'নুফুলিল কপৌ-কেতেকী', 'চলিত বৰ্তমান কাল', 'কেৱল যৌন সন্ত্ৰাস', 'জুইফুল', 'উত্তৰে গাজিছে', 'প্ৰেম এগছি সান্ধ্য প্ৰদীপ', 'শব্দত নিস্তব্ধ ধৰণী', 'বনৰ পৰা ৰণলৈ', 'মৈথুন অৰ্থত বিধস্ত স্বকাল', 'শ্ৰেষ্ঠা অভিনেত্ৰী' আদি বহুসংখ্যক উপন্যাসৰ মাজেদি ঔপন্যাসিকে সমাজজীৱন, নৈতিকতাৰ স্খলন, মানৱীয় প্ৰমূল্যবোধৰ অৱক্ষয়, মানুহৰ বিভিন্ন সমস্যা আদি স্বকাল চেতনাৰে পাঠকক ভিন্ন স্বাদ দিব পাৰিছে। তেখেতৰ নিৰ্বাচিত উপন্যাসৰ দুখনি সংকলন 'অৰুণ গোস্বামীৰ নিৰ্বাচিত উপন্যাস' নামেৰে সম্পাদনা কৰি উলিয়াইছে প্ৰসিদ্ধ লেখিকা জ্ঞানপীঠ বঁটা বিজয়ী মামণি ৰয়ছম গোস্বামীয়ে। ড° গোস্বামী ডাঙৰীয়ানীয়ে অৰুণ গোস্বামীৰ উপন্যাসসমূহৰ ওপৰত মন্তব্য দি কৈছে যে ঃ 'তেওঁ উপন্যাসৰ এনে এক বৈশিষ্ট্য আছে যি আগৰচাম লেখকৰ গল্প উপন্যাসত পোৱা নাযায়। এই বৈশিষ্ট্য হ'ল যাক তেওঁ নিজে সমাজৰ প্ৰতি দায়বদ্ধ বুলি কয়। তেওঁৰ উপন্যাস মানেই বাস্তৱৰ চিত্ৰ, যি বাস্তৱ বহুমাত্ৰিক। কিন্তু তেওঁৰ সৃষ্টি আৰু কলম এনেবোৰ বাস্তৱতাত পৰে, যিবোৰে পাঠকৰ হৃদয়স্পৰ্শ কৰে। সমাজত থকা সকলো ধৰণৰ বৈষম্য আৰু অন্যায়ক তেওঁ তীব্ৰভাৱে আক্ৰমণ কৰে।' মন কৰিবলগীয়া যে অৰুণ গোস্বামী এগৰাকী আপোচবিহীন, বুদ্ধিদীপ্ত গল্পকাৰো। 'প্ৰতিপদৰ জোন', 'মুক্তিস্নান', 'মাছমৰীয়া ছোৱালীৰ লাজ', 'অৰুণ গোস্বামীৰ ব্যংগ গল্প' আদি তেখেতৰ প্ৰকাশিত গল্প সংকলন। প্ৰকৃততে তেখেতৰ গল্প, উপন্যাসত প্ৰয়োগ হোৱা গ্ৰাম্য জীৱন কথা, চিত্ৰ, সৰলভাষা, বুদ্ধিদীপ্ত ব্যংগ আৰু প্ৰতীকি ব্যঞ্জনাই পাঠকক আপোন ভাবত ওচৰ চপাত সহায়ক হৈছে। তদুপৰি গোস্বামী ডাঙৰীয়াই কেইবাখনিও নাটক, অনাতাঁৰ নাটক আৰু 'কালান্তৰ কথকতা' নামৰ সম্পাদিত গ্ৰন্থৰে অসমীয়া সাহিত্যলৈ অনবদ্য বৰঙণি আগ বঢ়াইছে। বাতৰি কাকতৰ 'স্তম্ভ লেখক' অৰুণ চন্দ্ৰ গোস্বামী সমগ্ৰ অসমতে নিৰ্ভীক সংবাদসেৱী হিচাপেও পৰিচিত।

**ভবেশ খাউণ্ড** দেৱে কেইবাখনিও আগশাৰীৰ বাতৰি কাকতত সংবাদসেৱা আগ বঢ়োৱাৰ লগতে 'সাদিনীয়া অসমীয়া', 'বৰদৈচিলা', 'আৱাহন', 'পচোৱা', 'প্ৰবাহ', 'জনতা', 'গণতন্ত্ৰ', 'জনমভূমি' আদিৰ উপৰি অন্যান্য আলোচনী আদিত যথেষ্ট সংখ্যক শিক্ষা, সাহিত্য, সংস্কৃতি, জীৱনীমূলক আদি বিষয়সমূহত প্ৰবন্ধপাতি প্ৰকাশ কৰিছিল।

**ড° গিৰিশ চন্দ্ৰ বৰুৱা** এগৰাকী দৰ্শন শাস্ত্ৰৰ গৱেষক। দৰ্শন সম্বন্ধীয় প্ৰবন্ধৰ ৰচয়িতা বৰুৱাদেৱে 'তৰ্ক শাস্ত্ৰ' আৰু 'দৰ্শন পৰিচয়', 'আমাৰ বিষ্ণুৰাভা', 'বিশ্বামিত্ৰ'কৈ আদি কৰি আৰু কেইখনিমান গ্ৰন্থ প্ৰকাশ কৰাৰ লগতে বহুসংখ্যক গ্ৰন্থ, আলোচনী, স্মৃতিগ্ৰন্থ আদিত বিভিন্ন বিষয়ৰ প্ৰবন্ধপাতি লিখিছে। উল্লেখযোগ্য যে ড° বৰুৱাদেৱৰ প্ৰবন্ধসমূহ গভীৰ চিন্তা আৰু যুক্তিনিষ্ঠতাৰে সমৃদ্ধ।

অসমৰ মহিলা কবিসকলৰ ভিতৰত অগ্ৰণী আৰু জনপ্ৰিয় কবি **মীৰা ঠাকুৰ** দেৰগাঁৱৰ বোৱাৰী। আধুনিক অসমীয়া কবিতাৰ গতিপথত নিপুণ কবিগৰাকীয়ে নিজৰ তেজস্বী খোজ ৰাখি অসমৰ বিভিন্ন আলোচনী, বিশেষসংখ্যা আলোচনী, সম্পাদিত কাব্যগ্ৰন্থ আদিত উৎকৃষ্ট কবিতা প্ৰকাশ কৰিছে। 'তেজত ফুলত ওঁঠত', 'মানুহ সপোন কবিতা', 'বন ফুলৰ সুহুৰি', 'পাখিলগা শব্দ' 'নিছিগা সূতাৰ ধাৰ', 'এনেকৈ দিন এনেকৈ ৰাতি' তেখেতৰ মনোৰম কাব্য গ্ৰন্থ। কবি মীৰা ঠাকুৰৰ কাব্য পুথি 'পাখিলগা শব্দ'ৰ ইংৰাজীলৈ অনুবাদ কৰিছে কপিল ঠাকুৰে 'Wings Words' নামেৰে আৰু তেখেতৰ হাতত সৃষ্টি হোৱা এলানী উৎকৃষ্ট কবিতা নিৰ্বাচনেৰে অনুবাদ কৰিছে (হিন্দী) দীনকৰ কুমাৰে 'মীৰা ঠাকুৰকে কবিতা' নাম দি। প্ৰখ্যাত মহিলা কবি গৰাকীৰ হাতত সৃষ্টি হৈছে দুখনিমান উৎকৃষ্টমানৰ চুটিগল্পৰ পুথিত। সেইকেইখনি হ'ল — 'জীৱন নৈৰ দুখৰীয়া ছবি', 'হাঁহি আৰু চকুলো' আদি। আনহাতেদি মীৰা ঠাকুৰে শিশুৰ বাবে উপযোগীকৈ ৰচনা কৰিছে 'ৰসাল ছবি ৰসাল কথা', 'মুন্‌মী মাইনাৰ ভ্ৰমণ কাহিনী', 'পদ্যৰে আখৰ শিকো আঁহা'। ঠাকুৰৰ প্ৰকাশিত আটাইবোৰ কবিতাই পাঠকৰ মনৰ মাজুলিত ভাবৰ হিল্লোল তুলিব পাৰিছে। তেখেতৰ কবিতাৰ বিষয়বস্তুৰ ভাবৰ গভীৰতা, প্ৰতীক আৰু চিত্ৰকল্প নিৰ্মাণত নতুনত্ব আৰু গভীৰ মননশীলতাই এক সুকীয়া গতি লাভ কৰিছে।

দেৰগাঁৱৰ দাঁতিকাষৰীয়া ভোলাগুৰিৰ **হৰিপ্ৰিয়া বাৰুকিয়াল বৰগোহাঞি** এগৰাকী প্ৰতিষ্ঠিত লেখিকা। তেখেতে উপন্যাস, গল্প, কবিতা, জীৱনী, অনুবাদ, শিশু সাহিত্য আদি ৰচনা কৰাৰ উপৰি কেইবাখনিও অভিনন্দন গ্ৰন্থ, জীৱনী গ্ৰন্থ, আলোচনীৰ সম্পাদনা কৰি অসমীয়া সাহিত্যলৈ অনবদ্য বৰঙণি আগ বঢ়াইছে। তেখেতৰ প্ৰকাশিত উপন্যাসৰ ভিতৰত 'সেউজ প্ৰেমৰ উত্তাপ', 'পোহৰ সন্ধানী মানুহ'; গল্পসংকলনৰ ভিতৰত 'দংশন', 'এজন প্ৰিয় লোকৰ সান্নিধ্যত আৰু অন্যান্য গল্প', 'ৰাধানাথ বেজবৰুৱাৰ ঘৰ'; কবিতাপুথি 'উৎস কেৱল মানুহ'; জীৱনীগ্ৰন্থ 'বিশ্ববিন্দতা' দহকৰাকী বিশ্ববিখ্যাত মহিলাৰ জীৱনী, তিনিচুকীয়া সাহিত্যসভাই আয়োজন কৰা জীৱনী গ্ৰন্থ প্ৰতিযোগিতাৰ পুৰস্কাৰপ্ৰাপ্ত গ্ৰন্থ, 'ৰে'লগাড়ী আৱিষ্কাৰক জৰ্জ ষ্টিফেনচন' (দ্ৰুতপাঠ), বিশ্ববৰেণ্য দহগৰাকী লেখিকাৰ সাহিত্য' (জীৱনী প্ৰবন্ধ); অনুবাদ গ্ৰন্থ — ইংৰাজীৰ পৰা অনুবাদ 'ৰাজকুমাৰ আৰু ভিকহু', 'চিকমিকৰ মিতিৰালি'; উপন্যাস — 'আজৰি পৰত জিলমিলহঁত', 'সোণালী পৰীৰ দেশত মুনমুন', 'ইমন-কল্যাণ আৰু প্ৰজ্ঞানহঁত', 'সেউজীয়া সপোন'; সাধুকথা পুথি — 'মুকুতাৰ পাহাৰ', 'দুৰণিৰ সাধু', 'নানাৰঙী সাধু', 'সোণালী পিয়লা', 'ইপিলিপ্‌কা ইপিলিপ্‌টা', 'পৃথিৱীৰ সাধু' সম্পাদনা গ্ৰন্থৰ ভিতৰত 'ব্যথাৰে

অলকানন্দা নলিনীবালা', 'উৰা মাৰি আকাশলৈ' (শিশু গল্প সংকলন) 'অসমীয়া লেখিকাৰ গ্ৰন্থ সম্ভাৰ', 'বিংশ শতিকাৰ লেখিকাৰ শিশু সাহিত্য সম্ভাৰ', 'সংগ্ৰামী শুচিব্ৰতা' (অভিনন্দন গ্ৰন্থ), 'নীৰৱ সাধিকা প্ৰীতি বৰুৱা' অভিনন্দন গ্ৰন্থ), 'অভিনন্দন মিনতি হাজৰিকালৈ' (অভিনন্দন গ্ৰন্থ) অধুনালুপ্ত শিশু আলোচনী 'জোনাকবন' আৰু মাহেকীয়া আলোচনী 'কাঞ্চনজংঘা'। হৰিপ্ৰিয়া বাৰুকিয়ালৰ উপন্যাস আৰু চুটিগল্পত সমাজ জীৱনৰ বাস্তৱ ছবি মনোৰমকৈ প্ৰকাশ পাইছে। তেখেতৰ প্ৰকাশভংগী প্ৰাঞ্জল আৰু ভাষা ঘৰুৱা অসমীয়া। আনহাতেদি তেখেতৰ কবিতাত স্বকাল-স্বদেশৰ জীৱন্ত প্ৰতিচ্ছবি প্ৰতিফলিত হৈছে। শিশুৰ বাবে যুগুতাই উলিওৱা সমগ্ৰ ৰচনাৰাজিৰ মাজত শিশুৰ আলফুলীয়া মন, মান-অভিমান, আনন্দ-বিষাদ, মানসিক আত্মতুষ্টি আদিৰে সিক্ত শিশুৰ সপোনৰ জগতখন প্ৰকাশমান হৈ উঠিছে।

দেৰগাঁৱৰ উপকণ্ঠৰ ঢেকিয়ালৰ **ড° বসন্ত গোস্বামী** এগৰাকী বুদ্ধিদীপ্ত লেখক। গৱেষক পণ্ডিতগৰাকীৰ হাতত বহুকেইখন মূল্যৱান গ্ৰন্থ প্ৰকাশ হৈছে। সেইসমূহৰ ভিতৰত 'অভিধান তত্ত্ব', 'ব্যৱহাৰিক অসমীয়া অভিধান ১ম, ২য়, খণ্ড', 'সাম্প্ৰতিক অসমীয়া সাহিত্য', 'টিহু লখিমী', 'অসম সাহিত্য সভাৰ অভিলেখ', 'ৰুকা নীলমণি ফুকন'; সম্পাদিত গ্ৰন্থ 'বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা', 'যজ্ঞেশ্বৰ শৰ্মা ৰচনাৱলী' (বৃহৎ গ্ৰন্থ), 'হেমকোষ স্মৰণ', 'বেদান্ত পশুপতি ৰাধানাথ ফুকন', 'অসম প্ৰদীপিকা' (নকৈ সম্পাদিত) 'শংকৰদেৱ সন্দৰ্শন' ইত্যাদি। তদুপৰি বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ আদিত সাহিত্য-সংস্কৃতি, ধৰ্ম সম্পৰ্কীয় অনেক বিষয়ত তথ্যসমৃদ্ধ ভালেসংখ্যক প্ৰবন্ধ প্ৰকাশ পাইছে।

দেৰগাঁৱৰ সমাজ-সংস্কৃতিৰ জগতখনৰ লগত নিবিড়ভাৱে জড়িত **নীলপদ্ম ফুকনে** ৰাজনৈতিক তত্ত্ব, তথ্য আৰু দৰ্শনৰ ওপৰত কেইবাখনো গ্ৰন্থ যুগুতাই অসমীয়া সাহিত্যৰ এক ভিন্ন দিশত বিশেষ বৰঙণি আগ বঢ়াইছে। তদুপৰি অনুবাদৰ মাধ্যমেৰেও অসমীয়া সাহিত্যক সমৃদ্ধ কৰিছে। 'গান্ধীজীৰ ৰাজনৈতিক দৰ্শন', 'ভাৰতৰ স্বাধীনতা সংগ্ৰামত দেৰগাঁৱৰ ভূমিকা', 'ভাৰতৰ স্বাধীনতা আন্দোলনত ৰুছ বিপ্লৱৰ প্ৰভাৱ', 'গান্ধীজীক প্ৰভাৱিত কৰা মনীষী আৰু চিন্তা' আদি গ্ৰন্থৰ উপৰি বিখ্যাত লেখক আইভান টুৰ্গেনিভৰ ৰচিত 'সুমু'ৰ অসমীয়া ভাষান্তৰ 'বিসৰ্জনৰ বেদনা', প্ৰথিতযশা ভাৰতীয় হিন্দী গল্পকাৰ প্ৰেমচান্দৰ গল্পৰ অনুবাদ 'মৃতকৰ বাবে প্ৰাৰ্থনা' আদি প্ৰকাশ কৰিছে। তদুপৰি তেখেতৰ সাহিত্য-সংস্কৃতি, জীৱনীমূলক অনেক প্ৰবন্ধ বিভিন্ন সময়ত কাকত-আলোচনীত প্ৰকাশ হৈ আহিছে।

**দুলাল বৰদলৈ** এগৰাকী প্ৰবীণ লেখক। তেখেত একেধাৰে ঔপন্যাসিক, গল্পকাৰ, শিশু সাহিত্যিক, অনুবাদক, পাঠ্যপুথি প্ৰণেতা আৰু নিবন্ধকাৰ। 'মেঘে ঢকা তৰা', 'উপদংশ', 'মেঘমল্লাৰ', 'নাম তাইৰ উৰ্বশী', 'বৃন্তচ্যুতা', 'বন্ধ পানীৰ সোঁত', 'এজনী বেয়া ছোৱালী', 'কল্লোল', 'শ্ৰান্ত পথৰ ৰেঙণি', 'ক্লান্ত পখিৰ কাকলি', 'অসমাপ্ত পাণ্ডুলিপি' আদি তেখেতৰ প্ৰকাশিত উপন্যাসৰ উপৰি শিশু গ্ৰন্থ 'আৱিষ্কাৰৰ কথা', 'জ্ঞান-বিজ্ঞান সঁফুৰা', 'হেমলেট', 'জুলিয়াচ চিজাৰ', 'পৰিৱেশ আৰু আমি', 'পৃথিৱীৰ কথা', 'সোণৰ অসম' আদি প্ৰকাশ কৰি উলিয়াইছে। তদুপৰি ইংৰাজী সাহিত্যৰ দুখনিমান অনুবাদৰ লগতে ডিটেক্টিভ চিৰিয়েল লিখোতা দুলাল বৰদলৈৰ সাহিত্যিক অৱদানে দেৰগাঁও অঞ্চলৰ সাহিত্যৰ মজিয়াখনি বৰ্ণাঢ্য কৰি তুলিছে।

দেৰগাঁও কুৱালগুৰিৰ **সঞ্জীৱ কলিতাই** তৰুণ বয়সতে সমাজ-জীৱন, মাটি আৰু মানুহ সম্পৰ্কীয়, শোষণ-শাসনৰ অক্টোপাছৰ জালত বন্দী দেশৰ খাটিখোৱা মানুহৰ আৰ্তস্বৰ, ন্যায্য, প্ৰাপ্য দাবী উত্থাপন আদিৰে উৎকৃষ্ট কবিতা ৰচনা কৰি পাঠক সমাজত সমাদৃত হৈছিল। তদুপৰি 'প্ৰান্তিক', 'প্ৰকাশ' আৰু অন্যান্য আলোচনীত ভালেসংখ্যক চিন্তাগধুৰ নিবন্ধ লিখি নিজৰ বুদ্ধিদীপ্ত আৰু যুক্তিনিষ্ঠ মনৰ পৰিচয় দিছিল। সঞ্জীৱ কলিতা সাম্প্ৰতিক সময়ত পৰিপক্ক ধ্যান-ধাৰণাৰ নাট্যকাৰ হিচাপেহে জনাজাত। 'অনুপম মৃত্যুত জন্ম', 'নৈশভোজ', 'এটা যুগৰ কাহিনী', 'মই এটা সাপ', 'বাঞ্চাৰামৰ বাৰী' (অনুবাদ) আদি নাটকৰ উপৰি অন্যান্য বিষয়ৰ কিছুসংখ্যক লেখনি প্ৰকাশ হৈছে।

**অতুল চন্দ্ৰ মহন্ত** এগৰাকী ঔপন্যাসিক, শিশু সাহিত্যিক আৰু অনুবাদক। 'জীৱনৰ আধৰুৱা ছবি' (উপন্যাস); শিশুৰ উপন্যাস 'সাধুকোৱা মানুহজন', 'আলহী হ'লোঁগৈ তৰাৰ দেশত', 'সোণালী কোঁৱৰৰ ৰূপালী কথা' আদিৰ উপৰি কেইবাখনো বিদেশী ভাষাৰ উপন্যাস অসমীয়ালৈ ৰূপান্তৰ কৰিছে। তাৰ ভিতৰত আইভান টুৰ্গেনিভৰ 'On the Eve'ৰ 'সময় এদিন আহিব', ডষ্টোয়েভস্কিৰ 'The Mucone' ৰ 'এজনী নিমাতী ছোৱালী', য়োহাম ভল্‌ফগা গ্যেটেৰ 'ছাফাৰিংছ অৱ ইয়ং আৰ্থাৰ' আৰু আৰ্ণেষ্ট হেমিংৱেৰ 'The old man and the sea' ৰঅসমীয়া অনুবাদ উল্লেখযোগ্য।

**ড° ৰাতুল চন্দ্ৰ বৰা** এগৰাকী সৰবৰহী লেখক। অসম কৃষি বিশ্ববিদ্যালয়ৰ প্ৰাধ্যাপক ড° বৰাদেৱে ভালেসংখ্যক শিক্ষা সম্পৰ্কীয় সমাজ-সংস্কৃতি তথা ধৰ্ম সম্পৰ্কীয় নিবন্ধ বিভিন্ন গ্ৰন্থ, স্মৃতিগ্ৰন্থ, আলোচনী আদিত প্ৰকাশ হৈছে। প্ৰজ্ঞাপূৰ্ণ লেখক গৰাকীৰ প্ৰকাশিত গ্ৰন্থৰাজিৰ ভিতৰত 'ভাগৱত বিজ্ঞানৰ বতৰা', 'নামধৰ্ম দৰ্শন আৰু বিজ্ঞান', 'শংকৰী সাহিত্যৰ প্ৰাসংগিকতা', 'বেদ আৰু একশৰণ হৰিনাম ধৰ্ম', 'মহাপুৰুষীয়া ধৰ্মতত্ত্ব দৰ্শন', 'EKA SARANA NAAM DHARMA (MAHAPURUSISM) আদি অন্যতম। তেখেতৰ দ্বাৰা সম্পাদিত গ্ৰন্থ 'সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিক শ্ৰদ্ধাঞ্জলি সংখ্যা' ঃ যোৰহাট জিলা সাহিত্য সভা।

**হৰেন্দ্ৰ কুমাৰ দত্ত** কবি, প্ৰবন্ধকাৰ আৰু আলোচক। বিভিন্ন



আলোচনী আদিত তেখেতৰ কিছুসখ্যক প্ৰবন্ধ প্ৰকাশিত হৈছে। তেখেতৰ প্ৰকাশিত গ্ৰন্থৰ ভিতৰত 'স্বপ্ন , ছন্দ আৰু গতি' কবিতাপুথি; আনহাতেদি 'ৰোমাণ্টিচিজিম আৰু গীতিমানস' তেখেতৰ সাহিত্য আলোচনাত্মক গ্ৰন্থ। দেৰগাঁৱৰ উপকণ্ঠৰ **উপেন দত্ত, ঘনকান্ত তামুলী, বংশী বৰা,** শৈলেন কুমাৰ নাথ আদিয়ে সাহিত্যজগতলৈ নিজৰ আশাসুধীয়া বৰঙণি আগ বঢ়াইছে। উপেন দত্ত এগৰাকী সাংবাদিক আৰু সাহিত্যিক। ভালেসংখ্যক সাহিত্য সম্পৰ্কীয়, বুৰঞ্জীমুলক, সামাজিক-সাংস্কৃতিক বিষয়ৰ ওপৰত প্ৰবন্ধ লিখিছে। 'প্ৰখ্যাত বিজ্ঞানীৰ জীৱন চৰিত', 'অৱশ্যই বিজ্ঞিয়াই', 'মহান আৱিষ্কাৰৰ কাহিনী', 'কুশল কোঁৱৰ'কৈ আদি কেইবাখনিও শিশু উপযোগী পুথি প্ৰণয়ন কৰিছে। আনহাতেদি ঘনকান্ত তামুলী, বংশী বৰা, শৈলেন কুমাৰ নাথ আদিয়ে সমাজ-সংস্কৃতি, ধৰ্ম, সাহিত্য সম্পৰ্কীয় ভালেসংখ্যক প্ৰবন্ধ প্ৰকাশ কৰিছে।

**ড° চৌধুৰীনাথ শইকীয়া** এগৰাকী বিজ্ঞানী আৰু বিজ্ঞানৰ জনপ্ৰিয় লেখক। তেখেতে বিজ্ঞান সম্পৰ্কীয় প্ৰবন্ধ ইংৰাজী ভাষাত ১৫৬ টা, অসমীয়া ভাষাত ১০২ টা, আকাশবাণীৰ যোগে প্ৰচাৰিত ৩০ টা, অসমীয়া বিশ্বকোষ গ্ৰন্থত প্ৰকাশ হোৱা প্ৰবন্ধ ৫ টা আদি ভালেসংখ্যক লিখনিৰ উপৰি দুখনিমান গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে। **পংকজ ঠাকুৰে** (বৰ্তমান গুৱাহাটীবাসী) অবিৰতভাৱে সাহিত্য সাধনা কৰি আহিছে। সাম্প্ৰতিক সময়ৰ এই ব্যস্তলেখক গৰাকীয়ে 'আপুনি কিবা ক'বনেকি?' (গল্প সংকলন), 'শতাব্দীৰ পোহৰত অসমীয়া চুটিগল্প', 'সঞ্জয়ৰ ডায়েৰীৰ পাতৰ পৰা', 'নৈৰ তৃতীয় পাৰ' (অনুবাদ), 'জীৱন যুক্তিৰ বাহিৰত' (আত্মজীৱনী) আৰু দুখনিমান ইংৰাজী গ্ৰন্থৰে ঠাকুৰে সাহিত্য সৃষ্টিত হাত উজান দিছে।

দেৰগাঁৱৰ উপকণ্ঠৰ ঢেকিয়ালৰ **মুহিউদ্দিন আহমেদ** আৰু **ডিম্বেশ্বৰ শইকীয়া** ইতিমধ্যে সাহিত্য জগতত পৰিচিত আৰু প্ৰতিষ্ঠিত হৈছে। জনপ্ৰিয় লেখক **মুহিউদ্দিন ডাঙৰীয়াৰ** কেইবাখনিও গ্ৰন্থ পাঠকৰ হাতত পৰিছে। 'অসমলৈ মুছলমানৰ আগমন আৰু সাংস্কৃতিক সংমিশ্ৰণ', 'অসমীয়াৰ খিলঞ্জীয়া মুছলমান ঃ অতীত, বৰ্তমান আৰু ভৱিষ্যৎ', 'তেজ' (কবিতাপুথি), 'জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদ' (জীৱনী গ্ৰন্থ); 'থুপিতৰা' (গীতি কবিতা সংকলন); 'ভাবাৰ্থসহ অসমীয়া লোকবচন', 'ইতিহাসে গৰকা ঢেকিয়াল', 'ড° ময়দুল ইছলাম বৰাৰ জীৱন আৰু কৰ্ম', 'ৰেকিবুদ্দিন আহমেদৰ জীৱন কথা' আদি মুহিউদ্দিন আহমেদৰ প্ৰকাশিত গ্ৰন্থ। তেখেতৰ ৰচনাৰীতি মনোৰম আৰু ভাষা প্ৰাঞ্জল। আটাইকেইখনি গ্ৰন্থতে লেখকৰ প্ৰজ্ঞা আৰু বুদ্ধিদীপ্ততা প্ৰতিভাত হৈছে। আনহাতেদি ডিম্বেশ্বৰ শইকীয়া এগৰাকী নীৰৱ সাহিত্যকৰ্মী যদিও তেখেতৰ হাতত সৃষ্টি হোৱা দুখনি উল্লেখযোগ্য গ্ৰন্থ পাঠক সমাজত সমাদৃত হোৱা দেখা যায়। 'বেদান্ত বাক্য সূত্ৰ' (শংকৰ ভাষ্য) আৰু 'ড° ৰাধাকৃষ্ণণৰ জীৱনাদৰ্শ আৰু চিন্তা'। আগৰখনি গভীৰ দাৰ্শনিক চিন্তাৰে ভৰপূৰ আৰু পিছৰখন প্ৰসিদ্ধ দাৰ্শনিক ড° সৰ্বপল্লী ৰাধাকৃষ্ণনৰ জীৱন দৰ্শন আৰু তেখেতৰ কৰ্মৰাজিৰ ওপৰত বিশদ আলোচনা আগ বঢ়াইছে।

**বিতোপন বৰবৰা** এগৰাকী সফল গল্পলেখক আৰু সাংস্কৃতিক কৰ্মী। গল্পকাৰ হিচাপে তেওঁ ইতিমধ্যে সৰ্বজন পৰিচিত হৈ পৰিছে। তেওঁৰ গল্পৰ প্ৰধান বৈশিষ্ট্য হৈছে নগৰ আৰু গাঁওজীৱনৰ বৰ্ণাঢ্য প্ৰকাশ আৰু মানৱীয়তাৰ উন্মোচন।

ঢেকিয়াল অঞ্চলৰ **শান্তনু তামুলী** এগৰাকী সুপৰিচিত লেখক। শিশু আলোচনী 'মৌচাক' আৰু 'নতুন আৱিষ্কাৰ'ৰ সম্পাদক তামুলী ডাঙৰীয়াই কেইবাখনিও শিশুৰ বাবে লিখা গ্ৰন্থ প্ৰকাশ কৰিছে। তেখেতে 'মানি বাণী আৰু এখন ফুলনি' গ্ৰন্থৰ বাবে ১৯৯৭ চনত ৰাষ্ট্ৰীয় বঁটা লাভ কৰিছে।

দেৰগাঁৱৰ উপকণ্ঠৰ বাদুলীপাৰৰ **জয়ন্তমাধৱ বৰা** এগৰাকী নিপুণ গল্পকাৰ আৰু ঔপন্যাসিক। বিংশ শতিকাৰ শেষ ভাগৰ পৰাই গল্পকাৰ হিচাপে সাহিত্যপৃষ্ঠত খোজ পেলোৱা জয়ন্তমাধৱ বৰাই 'যুদ্ধভূমি', 'বৰ ভয় লাগিছে', 'ইত্যাদি', 'জীয়াই থকাৰ আনন্দ', 'দেওলগা সময়' আৰু 'কথা আৰণ্যক' নামৰ উৎকৃষ্ট গল্পপুথি প্ৰণয়ন কৰাৰ উপৰি অসম সাহিত্য সভাৰ গিৰিধৰ শৰ্মা বঁটা লাভ কৰা 'অমৃত', 'সাহিত্য প্ৰকাশন'ৰ বঁটা লাভ কৰা 'মৃগয়া' নামৰ উল্লেখযোগ্য উপন্যাস দুখনিৰ উপৰি 'সুমনৰ বাবে অকণমান সময়', দেওধ্বনি', 'নষ্ট সময়', 'জলপ্ৰপাত', 'লহৰে লহৰে কঁপে মনৰে যমুনা' আদি তেখেতৰ আনকেইখনি জনপ্ৰিয় উপন্যাস। ছখনকৈ উপন্যাসৰ ৰচয়িতা বৰাৰ 'ৰত্নদীপ', 'শৈশৱৰ সোণালী দিন', 'এবাকচ জীৱনী' আদি শিশুৰ বাবে লিখা উল্লেখযোগ্য গ্ৰন্থ। বিভিন্ন আলোচনী, কাকত আৰু অন্যান্য গ্ৰন্থত তেখেতৰ অসংখ্য প্ৰবন্ধপাতি প্ৰকাশ পাইছে।

দেৰগাঁৱৰ এগৰাকী পৰিচিত লেখক **মাণিক চন্দ্ৰ দাৱে** (দলে) য়ে কেইবাখনো গ্ৰন্থ সাহিত্য জগতলৈ আগ বঢ়াইছে। তেখেতে মিছিং জনজাতিৰ জীৱনধাৰা, সাংস্কৃতিক ঐতিহ্য আৰু পৰম্পৰা, উৎসৱ-পাৰ্বন আদিৰ ওপৰত গ্ৰন্থ কেইখনিত আলোকপাত কৰিছে। 'বালিচৰৰ জাঁজৰি', 'দেৰগাঁও মিছিং মুৰং ঘৰৰ ইতিবৃত্ত', 'বংকোৱালৰ হাঁহি আৰু চকুলো', 'আবু তুন্ তুৰুং' (মিছিং সাধুকথাৰ সংকলন) তেখেতৰ প্ৰকাশিত উল্লেখযোগ্য গ্ৰন্থ।

মিছামৰা বুঢ়ালিকচনৰ **গোবিন্দ চন্দ্ৰ শইকীয়া** এগৰাকী কবি আৰু প্ৰবন্ধকাৰ। কেইবাটাও ভাষাত ব্যুৎপত্তি থকা শইকীয়াদেৱে বহুকেইখনি মূল্যৱান গ্ৰন্থ সম্পাদনা কৰাৰ উপৰি 'শ্ৰীমন্ত' আৰু 'নামধৰ্ম' আলোচনীৰ কেইবাবছৰ ধৰি সম্পাদনাৰ দায়িত্ব বহন কৰিছিল। তেখেতৰ একমাত্ৰ কবিতাপুথি 'অগ্নি পৰীক্ষা' অসম আন্দোলনৰ পটভূমিত ৰচিত উল্লেখযোগ্য পুথি। এই একে ঠাইৰে **প্ৰফুল্ল শৰ্মাই** অসমৰ কেইবাখনিও আগশাৰীৰ আলোচনীত কবিতা, প্ৰবন্ধ আদি প্ৰকাশ কৰি আহিছে। মিছামৰা সাহিত্য সভাৰ লগত

জড়িত প্ৰফুল্ল শৰ্মাই 'কঁপি যোৱা এটি সুৰ', 'ইতিহাস বিচাৰি যাওঁ' আদি দুখনিমান কবিতাপুথি আৰু অন্যান্য গ্ৰন্থ প্ৰণয়ন কৰিছে। আনহাতে **গিৰিশ মহন্তদেৱে** কেইবাখনিও গীতি আলেখ্য, নাটিকা, গীত ৰচনা কৰিৰ উপৰি লোকসংস্কৃতি বিষয়ক ভালেকেইটি নিবন্ধ যুগুত কৰিছে। একেদৰে **দণ্ডধৰ বৰুৱাদেৱেও** বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ আদিত ভালেসংখ্যক প্ৰবন্ধ প্ৰকাশ কৰিছে। তেখেতে 'শান্তিদূত ঃ মালিতা' নামৰ ৭৮ টা মালিতাৰে এখনি মনোৰম মালিতা পুথি ইতিমধ্যে প্ৰকাশ কৰি উলিয়াইছে।

**বীণা ঠাকুৰ বেজবৰুৱাই** বুৰঞ্জীমূলক আৰু সাহিত্য-সংস্কৃতি বিষয়ক এলানি তথ্যসমৃদ্ধ প্ৰবন্ধ বিভিন্ন আলোচনীত প্ৰকাশ কৰি এগৰাকী তথ্যান্বেষী লেখিকা হিচাপে নিজকে প্ৰতিষ্ঠা কৰিব পাৰিছে। কবিতা আৰু গীত ৰচনা কৰিও বেজবৰুৱাই খ্যাতি অৰ্জন কৰিছে।

**ৰোহিণীবল্লভ গোস্বামী** এজন প্ৰতিষ্ঠিত লেখক। তেখেতে বিভিন্ন বিষয়ৰ ওপৰত ভালেখিনি প্ৰবন্ধ লিখাৰ উপৰি 'উপাসনা', 'শিৱতত্ত্ব', 'মহাত্মাবিদুৰ', 'সুভাষিতম্', 'সংস্কাৰ তত্ত্ব', 'পিতামহ'কে আদি কৰি কেইবাখনিও পুথি প্ৰণয়ন কৰে।

**ৰেণু বৰাই** সাহিত্য সৃষ্টিৰ বাবে নিজৰ অভিযান অব্যাহত ৰাখিছে। তেখেতে অসমীয়া লোকসাহিত্য, লোককথা-লোকগীত মাতৰ পটভূমিত 'অ' মনে তৰা', 'লোকগীত-পদত দুজনা গুৰু' আদি দুখনি গ্ৰন্থ প্ৰকাশ কৰিছে; তদুপৰি কল্পনা বৰা দত্তৰ সহযোগত যুটীয়াভাবে 'আলোকৰ যাত্ৰী' নামৰ গ্ৰন্থখনি সম্পাদনা কৰিছে।

দেৰগাঁও মিছামৰাৰ **খগেশ্বৰ বৰা, বোধেশ্বৰ কাকতি, বীৰেন বৰুৱা, ভদ্ৰেশ্বৰ বৰা** (কৰৈয়নী) পৰিচিত লেখক। খগেশ্বৰ বৰাৰ বিভিন্ন বিষয়ৰ ওপৰত লিখা ভালেমান প্ৰবন্ধ প্ৰকাশ পাইছে। প্ৰকাশিত পুথি 'ভকতীয়া ফকৰা ঃ পৰমাৰ্থ তত্ত্ব'। তদুপৰি 'মিছামৰা ঃ এটি অৱলোকন' নামৰ বৃহৎ গ্ৰন্থ (মিছামৰা মৌজাৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰা) এখনিও তেখেতে সম্পাদনা কৰিছে। বোধেশ্বৰ কাকতিয়ে শিক্ষা, সাহিত্য-সংস্কৃতি, ধৰ্ম আদি বিভিন্ন দিশত বুজন সংখ্যক প্ৰবন্ধ ৰচনা কৰিছে। 'শ্ৰীমন্ত' আলোচনীৰ কেইবাবছৰ ধৰি সম্পাদনাৰ দায়িত্ব বহন কৰা কাকতিদেৱে 'বেদান্ত ভাষ্য আৰু অসমৰ নৱ বৈষ্ণৱ ধৰ্ম' নামৰ গ্ৰন্থ ৰচনা কৰাৰ উপৰি প্ৰবন্ধ সংকলন 'গুৰু কোন', 'শিশুমঞ্জৰী', 'স্ৰোতধাৰ ঃ শতাব্দীৰ স্বাক্ষৰ' গ্ৰন্থ সম্পাদনা কৰিছে। একেদৰে বীৰেন বৰুৱাই বিভিন্ন বিষয়ৰ ভালেসংখ্যক প্ৰবন্ধ, আলোচনা আদি প্ৰকাশ কৰাৰ উপৰি কেইখনিমান উল্লেখযোগ্য গ্ৰন্থ সম্পাদনা কৰিছে ঃ 'জনহিতৈষী নগেন বৰুৱা অভিনন্দন গ্ৰন্থ', '২০০০ত খনিকৰ' তেখেতৰ সম্পাদিত গ্ৰন্থ। তদুপৰি **পোনাৰাম বৰুৱা, নগেন্দ্ৰনাথ মহন্ত, জগমোহন নেওগ, দেবেন্দ্ৰনাথ মহন্ত, লক্ষ্মীপ্ৰসাদ বৰা, যতীন ফুকন** আদিয়েও সাহিত্য চৰ্চা কৰিছে। **মুকুতা বৰা** এগৰাকী কবি আৰু প্ৰবন্ধকাৰ। বিভিন্ন বিষয়ৰ প্ৰবন্ধৰ উপৰি তেখেতৰ হাতত সৃষ্টি হৈছে 'মোৰ অনুভূতিৰ স্বৰ' নামৰ কবিতাপুথিৰ লগতে আৰু দুখনিমান গ্ৰন্থ। **ধীৰেন নেওগ** প্ৰবন্ধকাৰ আৰু জীৱনী লিখক। এসময়ৰ 'দৈনিক জনমূমি' কাকতৰ সংবাদদাতা হিচাপে সেৱা আগ বঢ়াই বিভিন্ন দিশৰ বহুসংখ্যক প্ৰবন্ধ লিখি জনপ্ৰিয়তা লাভ কৰিছে। তেখেতে এলানি তথ্যগধূৰ প্ৰবন্ধ প্ৰকাশ কৰি উলিয়াইছে।

দেৰগাঁৱৰ **ৰাজেন্দ্ৰনাথ শৰ্মা বৰুৱা, সুবেন্দ্ৰ কুমাৰ দত্ত, কামিনী কুমাৰ দত্ত, ফণীধৰ ৰাজখোৱা, গুণকান্ত ফুকন, শৰৎৰাণা বৰা, ড° অনিল শৰ্মা, সুৰেন্দ্ৰমোহন হাজৰিকা, পদ্মলোচন নাথ, সপোনজ্যোতি ঠাকুৰ, অতুল শইকীয়া, ৰাজেন পূজাৰী, অমৃতজ্যোতি মহন্ত, ফুলেনকুমাৰ বৰা, ইন্দ্ৰেশ্বৰ বৰা, অনিল শইকীয়া, থানেশ্বৰ হাজৰিকা, ৰমেশ বৰুৱা, গুণীন্দ্ৰনাথ শৰ্মা, কুশল পূজাৰী, চণ্ডীচৰণ গোস্বামী, ড° প্ৰকাশ কন্দলি, বিজিতৰঞ্জন শইকীয়া, সঞ্জয় কুমাৰ হাজৰিকা, বিচিত্ৰভূষণ কলিতা** আদি লেখকসকলে সাহিত্যৰ বিভিন্ন দিশত সাহিত্যচৰ্চা অব্যাহত ৰাখিছে।

**ৰাজেন্দ্ৰনাথ শৰ্মা বৰুৱাৰ** হাতত সৃষ্টি হোৱা সাহিত্যৰ ভিতৰত ভালেসংখ্যক প্ৰবন্ধৰ উপৰি কাব্যপুথি 'সাগৰত ঢৌ', অনুবাদ নাটক 'মৃত্যুহীন বেঞ্জামিন' আৰু 'দুই হুজুৰ'; **কামিনী কুমাৰ দত্তৰ** বিভিন্ন লিখাৰ লগতে 'ভাগৱত মধু'; **গুণকান্ত ফুকনৰ** উপন্যাস 'প্ৰতীক্ষা'; **সুৰেন্দ্ৰ কুমাৰ দত্তৰ** বিভিন্ন বিষয়ৰ ভালেসংখ্যক প্ৰবন্ধ, গল্প আদি; **পদ্মলোচন নাথৰ** বহুসংখ্যক প্ৰবন্ধ আৰু অনুবাদ গ্ৰন্থ 'মই কিয় ঈশ্বৰ বিশ্বাস নকৰোঁ', **ড° অনিল শৰ্মাৰ** এলানি তথ্যসমৃদ্ধ বুৰঞ্জীবিষয়ক আৰু সমসাময়িক প্ৰবন্ধ; **ৰাজেন পূজাৰীৰ** বিভিন্ন প্ৰবন্ধৰ প্ৰকাশিত গ্ৰন্থ 'চিন্তা আৰু অভিব্যক্তি'; **অতুল শইকীয়াৰ** কাব্যগ্ৰন্থ 'শতাব্দীৰ তেজিমলা'; কাকডোঙাৰ **ফুলেন কুমাৰ বৰা** আৰু **উদ্ৰেশ্বৰ বৰাৰ** যুটীয়াভাবে 'জোনাকত গীত গোৱা বাঁহীটো', **অখিল শইকীয়া** (ঢেকিয়াল)ৰ বহুসংখ্যক উচ্চমানৰ কবিতা প্ৰকাশে দেৰগাঁৱৰ সাহিত্যচৰ্চাৰ ঐতিহ্য বহন কৰিছে।

**শৰৎ ৰাণা বৰা** এগৰাকী কবি আৰু নাট্যকাৰ। বিভিন্ন আলোচনী তেখেতৰ বহুসংখ্যক কবিতা আৰু প্ৰবন্ধ প্ৰকাশ পাইছে। কেইখনিমান নতুন দৃষ্টিকোণেৰে ৰচনা কৰা নাটকৰ দ্বাৰা তেখেত এগৰাকী সফল নাট্যকাৰ হিচাপে সুপৰিচিত।

**থানেশ্বৰ হাজৰিকাই** বিভিন্ন আলোচনীত কিছু সংখ্যক মান-বিশিষ্ট প্ৰবন্ধ লিখাৰ উপৰি 'যুৱসূৰ্য-কল্যাণী আলোচনী', 'কুশেশ্বৰ কলিতা ৰচনাৱলী' (বৃহৎ গ্ৰন্থ)ৰ প্ৰকাশক হিচাপে অপৰিসীম বৰঙণি আগ বঢ়াইছে।

**সুৰেন্দ্ৰমোহন হাজৰিকা** কবি, প্ৰবন্ধকাৰ, সমালোচক। তেওঁ বহুসংখ্যক তথ্য সমৃদ্ধ প্ৰবন্ধ, কেইবাখনিও গ্ৰন্থৰ পৰ্যালোচনা আৰু বুজন সংখ্যক কবিতা অসমৰ বিভিন্ন আলোচনী, বাতৰি কাকত, গ্ৰন্থ সংকলন আদিত প্ৰকাশ পাইছে। সদৌ অসম কবি সন্মিলনে আয়োজন কৰা কবিতাপুথি পাণ্ডুলিপি প্ৰতিযোগিতাত স্বৰ্গীয় ৰতিকান্ত



মহন্ত বঁটা আৰু শংকৰী সাহিত্য গৱেষণা নিধিয়ে আয়োজন কৰা ৰাজ্যিকভিত্তিত গৱেষণামূলক লিখনি প্ৰতিযোগিতাত প্ৰথম হৈ গৱেষণা নিধি বঁটা লাভ কৰিছে।

**সপোনজ্যোতি ঠাকুৰ** এগৰাকী গাল্পিক, শিশু সাহিত্যিক (শিশু নাট্য সাহিত্যৰ) আৰু নতুনত্বৰ বাট দেখুওৱা এগৰাকী দেৰগাঁৱৰ বিশেষ উল্লেখ কৰিবলগীয়া নাট ৰচয়িতা। তেওঁৰ প্ৰতিভা এতিয়া দেৰগাঁৱতে সীমাবদ্ধ হৈ থকা নাই, অসম জুৰি বিয়পি পৰিছে। নাটকৰ বাবে বিশেষ কৃচ্ছ্ৰ সাধনা কৰা এইগৰাকী তৰুণ নাট্যকাৰৰ উল্লেখযোগ্য নাটকেইখনিমান হ'ল 'অন্যায় ন্যায় আৰু অন্যান্য', 'সংস্কাৰ', 'সৰু ধেমালি বৰ ধেমালি', 'বাঘময়', 'দ্ৰোপদী পৰিয়াল' ইত্যাদি। ইয়াৰ উপৰি 'মধুৰতম সময়'কে ধৰি কুৰিখনৰো অধিক অনাতাঁৰ নাট আৰু ভালেসংখ্যক একাংকিকা তেখেতে ৰচনা কৰিছে। উল্লেখযোগ্য যে সপোনজ্যোতি ঠাকুৰে গল্প, উপন্যাস ৰচনাতো হাত দি আংগিকৰ বৈচিত্ৰ্যৰে অসমীয়া সাহিত্যত নতুনত্ব আনিছে।

**ফণীধৰ ৰাজখোৱাই** বিভিন্ন আলোচনী আদিত কিছুসংখ্যক প্ৰবন্ধ লিখিছে। পূৰ্বৰ 'নীলাচল' কাকতৰ সংবাদসেৱক ৰাজখোৱাদেৱে 'বাগ্মীবৰ নীলমণি ফুকনৰ জীৱন বৃত্ত' নামৰ এখনি পুথি প্ৰকাশ কৰাৰ লগতে দেৰগাঁও পূৰ্বাঞ্চল সাহিত্য সভাৰ মুখপত্ৰ 'সন্ধানী' সম্পাদনা কৰিছে।

**অমৃতজ্যোতি মহন্ত** এজন বুদ্ধিদীপ্ত লেখক। ইংৰাজী সাহিত্যৰ কেইবাখনিও গ্ৰন্থৰ অসমীয়ালৈ তেওঁ ৰূপান্তৰ কৰিছে। ছেক্সপীয়েৰৰ মূল ইংৰাজী নাটক 'হেমলেট'ৰ ভাষান্তৰ, অৰুন্ধতী ৰয়ৰ 'গড্ অৱ স্মল থিংকছ'ৰ অসমীয়া অনুবাদ 'আধাগঢ়া মহানগৰৰ প্ৰবাসী' (উপন্যাস) আদিৰ উপৰি সাহিত্য অকাডেমীৰ আলোচনী Indian Literature ত তেওঁৰ কেইবাটাও গুৰুত্বপূৰ্ণ নিবন্ধ প্ৰকাশ পাইছে। আনহাতেদি গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰ সাহিত্য অনুষ্ঠানৰ প্ৰযোজক হিচাপেও অমৃতজ্যোতি মহন্তই নিজৰ সৃষ্টিশীল প্ৰতিভাৰ স্বাক্ষৰ ৰাখিছে।

**ৰমেশ বৰুৱাই** ইতিমধ্যে ভালেকেইখনমান তথ্যসমৃদ্ধ শিক্ষামূলক, সাংস্কৃতিক, সমাজ সম্পৰ্কীয় প্ৰবন্ধ আৰু চুটিগল্প ৰচনা কৰিছে।

**গুণীন্দ্ৰনাথ শৰ্মা, চণ্ডীচৰণ গোস্বামী, বিজিতৰঞ্জন শইকীয়া ড° প্ৰকাশ কন্দলি, কুশল পূজাৰী** আদিয়েও বিভিন্ন চিন্তাশীল প্ৰবন্ধ লিখি তেওঁলোকৰ প্ৰতিভা প্ৰকাশ কৰিছে।

**পাৰ্থপ্ৰতীম** এগৰাকী সৃষ্টিশীল লেখক। 'যাত্ৰিক' নামৰ বহুপঠিত উপন্যাস সৃষ্টিৰে তেওঁ সাৰ্থকভাবে অসমীয়া সাহিত্যত খোজ পেলাইছে। তদুপৰি তেওঁৰ ভালেসংখ্যক নতুন আংগিকৰ গল্পও বিভিন্ন আলোচনীত প্ৰকাশ পাইছে।

**মৃগাংক শইকীয়া** শিশু নাটক, বিশেষকৈ বিজ্ঞানভিত্তিক শিশু নাটকৰ ক্ষেত্ৰত অসমৰ ভিতৰতে এটি পৰিচিত নাম। শ্ৰেষ্ঠ নাট্যকাৰৰ বাবে দুবাৰকৈ ৰাষ্ট্ৰীয় বঁটা লাভ কৰা শইকীয়াৰ প্ৰকাশিত নাট্য সংকলন 'এ ভৱ গহন বন'।

প্ৰতিষ্ঠিত কবি **নিশান্ত হাজৰিকাৰ** বিভিন্ন কাকত-আলোচনীত প্ৰকাশিত কবিতাৰ সংকলন 'সোণাৰু সপোন'।

দেৰগাঁৱৰ কুৱালগুৰি অঞ্চলৰ উদীয়মান প্ৰতিভা **দেৱজিৎ শৰ্মাই** ইতিমধ্যে গল্পকাৰ, প্ৰাবন্ধিক আৰু পুথি সমালোচকৰূপে স্বীকৃতি লাভ কৰিছে। তেওঁ 'লেখক' নামৰ গ্ৰন্থখনি লেখক বিষয়ক এখন অনন্য গ্ৰন্থ। তেওঁৰ প্ৰকাশিত শিশু-গল্প সংকলন 'একুঁকি গল্প'।

**অৰ্চনা বৰঠাকুৰ** নবীন প্ৰজন্মৰ এগৰাকী প্ৰতিভাশালী ঔপন্যাসিক আৰু গল্প লেখিকা। ইতিমধ্যে তেওঁৰ 'পৰিধি' আৰু 'অপৰাজিতা' নামৰ দুখন উপন্যাস প্ৰকাশ হৈ ওলাইছে। ভালেসংখ্যক গল্প, উপন্যাসো প্ৰতিষ্ঠিত কাকত-আলোচনীত প্ৰকাশ পাই আহিছে।

বৰুৱাবামুণ গাঁৱৰ **ৰাজকুমাৰ প্ৰিয়ম উদ্দীপন** এজন প্ৰতিশ্ৰুতিসম্পন্ন গল্পকাৰ। বিভিন্ন প্ৰতিষ্ঠিত কাকত-আলোচনীত গল্প লিখি প্ৰতিষ্ঠা লাভ কৰা এইজন নবীন লেখকৰ প্ৰকাশিত গল্প সংকলন 'শূন্যতা খেদি ফুৰা দূৰবীন'।

**সঞ্জয় কুমাৰ হাজৰিকা** গল্পকাৰ, প্ৰবন্ধকাৰ আৰু কেইবাখনিও অসমীয়া আৰু ইংৰাজী কাকতৰ সংবাদদাতা। 'জোনবিলৰ পাৰে পাৰে' তেওঁৰ গল্প সংকলন; চৈয়দ আজিজুল হুছেইন সোঁৱৰণি স্মাৰক গ্ৰন্থ 'নাহৰ ফুলৰ সুবাস' উপলক্ষে 'শতেক হৃদয়ৰ অনুভূতি' (কাব্য সংকলন); 'Present trend Library service' ৰ যুটীয়া সম্পাদনা তেওঁৰ উল্লেখযোগ্য কৰ্ম। তদুপৰি এওঁৰ সমসাময়িক আৰ্থ-সামাজিক অৱস্থা, শিক্ষা-সংস্কৃতি বিষয়ক ভালেসংখ্যক প্ৰবন্ধ বাতৰি কাকত, আলোচনী আদিত প্ৰকাশ হৈছে।

**বিচিত্ৰভূষণ কলিতা** এগৰাকী গল্পকাৰ, প্ৰবন্ধকাৰ আৰু যুক্তিনিষ্ঠ সাংবাদিক। তেওঁ 'Present trend in Library Science' শীৰ্ষক গ্ৰন্থত গ্ৰন্থাগাৰ বিজ্ঞানৰ পিতৃ ড° এছ. আৰ ৰংগনাথনৰ জীৱনীমূলক প্ৰবন্ধ লিখি প্ৰশংসা বুটলিবলৈ সক্ষম হৈছে। সাহিত্যানুৰাগী **মুনীন বৰাৰো** ভালেসংখ্যক কবিতা বিভিন্ন কাকত-আলোচনীত প্ৰকাশ পাইছে।

দেৰগাঁৱৰ সাহিত্য চৰ্চাৰ মজিয়াখনি ৰূপে-ৰঙে বৈচিত্ৰ্যময় কৰি তোলা আগশাৰীৰ লেখিকা দেৰগাঁৱৰ প্ৰয়াত **দীপিকা হাজৰিকা,** প্ৰয়াত **কুঞ্জ হাজৰিকাৰ** পথকে অমোঘ প্ৰেৰণা লৈ ভালে সংখ্যক লেখিকাই গল্প, কবিতা, উপন্যাস, প্ৰবন্ধ, গীত, নাটক, আলেখ্য আদি ৰচনা কৰিছে। **নীলাক্ষী হাজৰিকাই** 'প্ৰিয়দৰ্শিনী ইন্দিৰা'; **প্ৰণতি গোস্বামীয়ে** 'ধৰিত্ৰী', 'শান্ত হ'ব শান্তনু', 'সূৰ্যমুখীৰ বেদনা'; শিশু উপন্যাস 'পখীৰ ঘৰ' আদিৰ উপৰি ভালেসংখ্যক গল্প, উপন্যাস আৰু শিশুপুথি যুগুতাই উলিয়াইছে। ঢেকিয়ালৰ **লখিমী শইকীয়া বৰদলৈৰ** 'সুগন্ধি ফুলৰ দৰে', 'ৰংপুৰ ৰংপুৰ', 'অকণিৰ কবিতাঘৰ'

আৰু কিছুসংখ্যক কবিতা আৰু প্ৰবন্ধ; **বিবিদেৱী বৰবৰুৱাৰ** ভালেসংখ্যক ভালেসংখ্যক আধুনিক গীত আৰু আলেখ্য; **কুঞ্জলতা শইকীয়াৰ** নাটক 'মুক্তিৰ সন্ধানত এজাক মইনা'; **বন্দনা দত্তৰ** 'এটি মাথো শব্দৰ সন্ধানত' (কবিতা পুথি) বাদুলিপাৰৰ **বিমলা শইকীয়া ৰাজখোৱাৰ** 'এটি নিশা', 'মেঘৰ দেশ', 'প্ৰজাপতিৰ আশীৰ্বাদ' (নাটক) 'পৰিমল' কাব্যপুথি; **বিজয়া দেৱীৰ** 'স্বৰগম' (উপন্যাস), **মিতালি ফুকনৰ** 'জীৱনৰ ৰং' (উপন্যাস), 'আইদেউ সন্দিকৈ', 'নুপুৰ পিন্ধা বৰষুণ', 'বীৰ ছহিদ জিণ্টু গগৈ'; **জয়ন্তী বৰবৰুৱাৰ** 'প্ৰতিপদ' আদি লেখিকাৰ ৰচনাসম্ভাৰে দেৰগাঁৱৰ সাহিত্য সৃষ্টিৰ পথাৰখন সজীৱ কৰি ৰাখিছে।

**কল্পনা বৰা দত্তই** কেইবাখনো আলোচনী সম্পাদনা কৰাৰ উপৰি লেখিকা সমাৰোহৰ মুখপত্ৰ 'সেউজী বন' আৰু দেৰগএগ্ৰা অগ্ৰণী নাৰীৰ জীৱন গাথা 'আলোকৰ যাত্ৰী'ৰ যুটীয়াভাৱে সম্পাদনা কৰি উলিয়াই। সেই একেদৰে **লীনা বৰা দত্ত** এগৰাকী পৰিচিত লেখিকা আৰু আগশাৰীৰ প্ৰবন্ধকাৰ। আনহাতেদি **লাতুমণি বৰা শইকীয়া** এগৰাকী কবি আৰু শিশু গ্ৰন্থ লেখিকা। তেওঁৰ শিশুৰ উপযোগী 'বুলবুলিৰ পদ্য' আৰু সদ্য প্ৰকাশিত 'আবেলিৰ ধেমালি' অন্যতম আকৰ্ষণীয় গ্ৰন্থ। তদুপৰি উপন্যাস ৰচনাতো হাত দি প্ৰতিশ্ৰুতিৰ স্বাক্ষৰ ৰাখিছে। **নিজৰা বৰুৱা** আন এগৰাকী পৰিচিত লেখিকা। ভালেসংখ্যক প্ৰবন্ধ, গল্প, জীৱনীৰে সাহিত্য চৰ্চা অব্যাহত ৰাখিছে। **জ্যোতি কুমাৰী শৰ্মা বৰঠাকুৰ** এগৰাকী বিজ্ঞানভিত্তিক গ্ৰন্থৰ পৰিচিত লেখিকা। 'অসমৰ অমূল্য উদ্ভিদ সম্পদ' আৰু 'বিজ্ঞানভিত্তিক প্ৰকল্প প্ৰস্তুতকৰণৰ হাতপুথি' প্ৰকাশ কৰাৰ উপৰি ভালেসংখ্যক তথ্যসমৃদ্ধ প্ৰবন্ধ, কবিতা, গীত আদি প্ৰকাশ কৰিছে।

**অনিমাদেৱী বৰঠাকুৰ, বিজয়লক্ষ্মী ৰাজখোৱা, মালা নাথ, পাঞ্চুৰিকা হাজৰিকা, মণি মহন্ত বেজবৰুৱা, জীউমণি ভৰদ্বাজ, নয়নতৰা বৰা** আদিয়ে ইতিমধ্যে সাহিত্য সৃষ্টিত আত্মনিয়োগ কৰিছে। ইয়াৰে অনিমাদেৱী বৰঠাকুৰে প্ৰবন্ধ, কবিতা, গীত, সংগীতালেখ্য আদি লিখিছে। **বিজয়লক্ষ্মী ৰাজখোৱা কলিতাই** যথেষ্টসংখ্যক চুটি গল্প, প্ৰবন্ধ আদি প্ৰকাশ কৰিছে। **মালা নাথ** এগৰাকী পৰিচিত কবি। 'উষাহত লৈ ফুৰোঁ তোমাৰ গুলপীয়া মৰম' নামৰ কবিতাপুথি প্ৰকাশ কৰাৰ উপৰি কেইবাটাও উৎকৃষ্ট প্ৰবন্ধ ৰচনা কৰিছে। **পাঞ্চুৰিকা হাজৰিকাই** এমুঠি ভাল গল্প লিখি পাঠক সমাজত পৰিচিত হৈ পাৰিছে। 'আৱতিৰ অনুভৱ' (যুটীয়াভাৱে) তেওঁৰ গল্প সংকলন। প্ৰকাশিত কাব্যপুথি 'দূবৰিৰ দলিচাত মুকুতাৰ মালা'। **মণি মহন্ত বেজবৰুৱাই** কবিতা, নৃত্য-নাটিকা, প্ৰবন্ধ আদি ৰচনাত ব্ৰতী হৈ আছে। **জীউমণি ভৰদ্বাজ** নতুন মহিলা লেখিকা; কিন্তু তেওঁ এগৰাকী প্ৰতিশ্ৰুতিসম্পন্ন গল্পকাৰ। তেওঁৰ ভালেকেইটি গল্প বিভিন্ন আলোচনীত প্ৰকাশ পাইছে। **নয়নতৰা বৰা** এগৰাকী নবীন লেখিকা। তেওঁৰ হাতত ভালেসংখ্যক উৎকৃষ্ট কবিতা, গল্প; প্ৰবন্ধ সৃষ্টি হৈছে।।

ইতিমধ্যে তেওঁ বাইবেলৰ কাহিনী (পুনৰ কথন), জ্যোতিপ্ৰসাদৰ জীৱন আৰু সৃষ্টি (কুইজ) নামৰ পুথি দুখনি প্ৰকাশ কৰিছে। **চাৰু ডেকা বৰুৱা** এগৰাকী প্ৰবন্ধকাৰ। তেওঁৰ কিছুসংখ্যক উন্নতমানৰ কবিতা আৰু প্ৰবন্ধ লিখাৰ উপৰি শিশু সম্পৰ্কীয় লেখনিও ইতিমধ্যে প্ৰকাশ পাইছে।

দেৰগাঁও আৰু ইয়াৰ উপকণ্ঠ অঞ্চলসমূহৰ বহুসংখ্যক লেখিকাৰ বৈচিত্ৰ্যময় লেখনিয়ে ইয়াৰ সাহিত্য চৰ্চাৰ কঠিয়াতলিখনি চাহ কৰাৰ লগতে প্ৰভূত বৰঙণি আগ বঢ়াইছে। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দেৰগাঁও শাখাৰ মুখপত্ৰ 'সেউজী বন'ৰ যোগেদি কবিতা, গল্প, উপন্যাস, প্ৰবন্ধ, জীৱনী, অনুবাদ, বিজ্ঞান সম্বন্ধীয় লেখনি, স্বাস্থ্য সম্পৰ্কীয়, ভ্ৰমণ কাহিনী, গ্ৰন্থ পৰিচয় আদি আটাইবোৰ শিতানত বহুকেইগৰাকী লেখিকাই নিজৰ সৃষ্টি প্ৰতিভাৰ স্বাক্ষৰ ৰাখিছে। সেইসকলৰ ভিতৰত অন্যতম কেইগৰাকীমান হ'ল— অৰনী ভট্ট বৰঠাকুৰ, চম্পা বৰগোহাঁঞি, যুতিমালা বৰঠাকুৰ, মিনুৱাৰা বেগম, গায়ত্ৰীমালা খাউণ্ড, মালবিকা মহন্ত, ননীবালা দেৱী, স্বাগতা বৰঠাকুৰ, মীনাক্ষি পায়েং, গায়ত্ৰী ভট্টাচাৰ্য, প্ৰীতি আগৰৱালা, বীণুৰাণী ঠাকুৰ, জ্যোতি দত্ত, চৈয়দা লিলি বেগম, ৰুণু হাজৰিকা, প্ৰণিতা হাজৰিকা, নিৰ্মালি বৰুৱা, ৰুমি বৰুৱা সিংহ, চাৰু ডেকা বৰুৱা, অনিতা দত্ত, ডাঃ নিজৰা দেৱী, দুলালী খাউণ্ড ঠাকুৰ, ৰেণু দেৱী, অদিতি বৰঠাকুৰ, অনামিকা বৰঠাকুৰ, মৌচুমী দত্ত, গীতাশ্ৰী খাউণ্ড, স্বৰ্ণ বৰুৱা গগৈ, জয়া নাথ, জীণা গগৈ, অৰ্চনা বৰা, শ্যামা গোহাঁই, বৰ্ণালী মজুমদাৰ, বিভা দত্ত শইকীয়া, বন্তি আহমেদ, লাৱণ্য বৰদলৈ, সুজাতা বৰা, অনুৰূপা হাজৰিকা, গীতিমণি বৰা, অলিমাই বৰা, কল্পনা চুতিয়া, পুষ্পিকা বৰা, স্নিগ্ধা দাস, বীণা বৰুৱা ফুকন, প্ৰণতি বৰুৱা, বেবী বৰা, সুপ্ৰীতি বৰুৱা। কুৱালগুৰি (বৰুৱাবামুণ গাঁও) লেখিকা সংস্থাৰ লগত জড়িত ডেইজী কলিতা, মীৰা মহন্ত, ৰিণু দেৱী, বুলু কাকতি, দিপালী মহন্ত, অঞ্জনা গোস্বামী, সঞ্চিতা বৰা, যমুনা গোস্বামী, কবিতা বৰা, বনজা গোস্বামী, স্বপ্নালী দত্ত, লখিমী খাউণ্ড দত্ত, বন্তি হাজৰিকা, চাৰু ঠাকুৰ, সন্ধ্যা বেজবৰুৱা, দিপালী পাঁচনী, জয়া হাজৰিকা, জয়শ্ৰী গোস্বামী, মুহিবুন্নিছা, অৰুণা ঠাকুৰ, মচফিকা বেগম, ৰশ্মিৰেখা বৰা, প্ৰেমদা দত্ত, জোনমণি দেৱী আদিৰ উপৰি আৰু বহু কেইগৰাকী লেখিকাই কবিতা, প্ৰবন্ধ, গল্প, উপন্যাস, গীত, আলেখ্য, একাংকিকা আদি ৰচনা কৰি দেৰগাঁৱৰ সাহিত্য-চৰ্চাৰ পৰম্পৰা অক্ষুন্ন ৰাখিছে।

বিভিন্ন আলোচনী, স্মৃতিগ্ৰন্থ, বাতৰি-কাকত আদিত **পবিত্ৰ বৰবৰাৰ** অসমৰ ভাষা সম্পৰ্কীয়, সাহিত্য-সংস্কৃতি বিষয়ক বহুসংখ্যক প্ৰবন্ধ ইতিমধ্যে প্ৰকাশ পাইছে। গল্পকাৰ আৰু কবিৰূপে চিনাকি লাভ কৰা **প্ৰশান্ত বৰুৱাৰ** প্ৰকাশিত গল্প সংকলন 'সন্ত্ৰস্ত প্ৰহৰ' আৰু কবিতাৰ সংকলন 'হিয়াৰ বাদুংদুপ্পা'। **প্ৰশান্ত বৰাই** 'প্ৰতিযোগী' আলোচনী সম্পাদনা কৰাৰ উপৰি 'কণ্ঠৰুদ্ধ শব্দ', **নবীন গোহাঁই**-এ



'জীৱন-সংগ্ৰাম', আৰু 'এটি পুৱাৰ সন্ধান' (একাংকিকা), 'আহত সময়' (কবিতাপুথি), **ৰুদ্ৰ শৰ্মাই** 'অলপ আকাশ আৰু এখন পৃথিৱী', **থোলোক বৰাই** 'সিহঁতো চোৰ' (তিনিখন একাংকিকা), **বিশ্বেশ্বৰ বৰাইক**-এ 'সেন্দূৰীটিং চাহ বাগিছাৰ ইতিবৃত্ত', 'জীৱন দৰ্শন' আৰু 'সেউজ পুত্ৰ' নামৰ বাৰ্তালোচনী সম্পাদনা, **বিশ্বেশ্বৰ বাঢ়ৈয়ে** 'আখৰা বাজে মাদল বাজে' আৰু 'ঝুমুৰ সংকলন', **অজয় কুমাৰ বৰাই** 'হৃদয়ৰ গোপন ভাষা' প্ৰকাশ কৰিছে।

বৃহত্তৰ দেৰগাঁও অঞ্চলৰ সাহিত্য সৃষ্টিত আন ভালেসংখ্যক লেখক-লেখিকাই ন ন সম্ভাৰেৰে অসমীয়া সাহিত্যলৈ বৰ্ণাঢ্য অৱদান আগ বঢ়াইছে। **ভাস্কৰজ্যোতি বৰদলৈ** এজন সাংবাদিক আৰু প্ৰবন্ধ লেখক। প্ৰয়াত **প্ৰবীণ বৰঠাকুৰ** এগৰাকী শিল্পী আৰু বিভিন্ন বিষয়ৰ লেখক আছিল। সাহিত্য-সংস্কৃতিৰ বিষয়ক ভালেকেইটিমান প্ৰবন্ধ, গীত আৰু কবিতা তেখেতে প্ৰকাশ কৰি গৈছে।

**নুৰুল চুলতান** এগৰাকী কবি আৰু গল্পকাৰ হিচাপে পৰিচিতি লাভ কৰিছে। তেওঁৰ বহুসংখ্যক কবিতা, গল্প, প্ৰবন্ধ, জীৱনীমূলক প্ৰবন্ধ অসমৰ প্ৰায়বোৰ কাকততে প্ৰকাশ পাইছে। আনহাতেদি কেইবাখনো গ্ৰন্থ, স্মৃতিগ্ৰন্থ, আলোচনী আদি প্ৰকাশৰ দায়িত্ব পালন কৰি সাহিত্যানুৰাগী হিচাপে নিজকে প্ৰতিষ্ঠা কৰিছে। 'নিৰ্জনতাৰ অনুভৱ' তেওঁৰ এখন সদ্য প্ৰকাশিত কাব্য গ্ৰন্থ। লিখকৰ গল্প সংকলন এটিও প্ৰকাশৰ পথত। তেওঁৰ গল্পত সমকালীন সমাজখন বিভিন্ন সমস্যা আদি সুন্দৰৰূপত বিকশি উঠিছে। **মুনীন বৰা** দেৰগাঁও সাহিত্য সভা, গোলাঘাট জিলা সাহিত্য সভা, অসম সাহিত্য সভাৰ লগত নিবিড়ভাৱে জড়িত। তেওঁৰ বহুতো কবিতা বিভিন্ন কাকত-আলোচনীত প্ৰকাশ হৈছে। **ৰমেশ বৰুৱাই** এলানী তথ্যপূৰ্ণ প্ৰবন্ধ আৰু উৎকৃষ্ট গল্প লিখিছে। বিভিন্ন আলোচনীৰ লগতে 'প্ৰত্যুষ' বাৰ্তালোচনীত তেখেতৰ ভালেমান প্ৰবন্ধ আৰু গল্প ইতিমধ্যে প্ৰকাশ পাইছে।

**দুগ্ধ চন্দ্ৰ গোস্বামী** সাম্প্ৰতিক সময়ৰ দেৰগাঁৱৰ এগৰাকী বিশিষ্ট সাহিত্যসেৱী। পুৰণি পুথি সম্পাদনা কৰি উলিওৱাৰ লগতে জীৱনী, শিশু সাহিত্য, উপন্যাস ৰচনা কৰি যথেষ্ট সম্ভাৱনা দেখুৱাব পাৰিছে। অসম সাহিত্য সভা (ডিব্ৰুগড়)ৰ দিপালী দাস সোঁৱৰণী উপন্যাস পাণ্ডুলিপি প্ৰতিযোগিতাত (২০০৩), 'সাঁচিপাতৰ বিননি'ৰ বাবে প্ৰথম পুৰস্কাৰ লাভ কৰা গোস্বামীৰ শিশুৰ বাবে লিখা পুথিসমূহ হ'ল — 'ক'ৰা কনেঙৰ সাধু', 'সৰ্বপল্লী ৰাধাকৃষ্ণণ', 'মাধৱদেৱ', 'জোনাকী সন্ধিয়াত নম্ৰতা-নবীনহঁত', 'মুকুতাৰে ধন ভূপেন হাজৰিকা'। সম্পাদিত পুথি — 'কালিয়দমন', সপ্তকাণ্ড ৰামায়ণ' (কুইজ) 'মন চাতকৰ কণ্ঠ' (উপন্যাস)আদিৰে গোস্বামীয়ে নিজৰ সাহিত্যকৰ্ম অব্যাহত ৰাখিছে। **সব্যসাচী নেওগ** উদীয়মান লেখক হিচাপে সাহিত্যৰ বাটত বাট বুলিছে। তেওঁৰ 'সত্যৰ সন্ধান' আৰু দুখনিমান গ্ৰন্থ প্ৰণয়ন কৰিছে। জনপ্ৰিয় শিল্পী **ৰাজেন মহন্তই** কিছুসংখ্যক উৎকৃষ্ট গীত ৰচনা কৰি ইতিমধ্যে বাণীবদ্ধ কৰিছে। **ৰূপক শৰ্মাই** 'খোজ', 'অনাৰ্য', 'সপোন', 'বৈভৱ' আদি পূৰ্ণাংগ নাটকৰ লগতে ভালেসংখ্যক একাংকিকা নাটক আৰু গল্প ৰচনা কৰি সমাদৰ লাভ কৰিছে। **প্ৰদীপ বৰা** এগৰাকী প্ৰবন্ধকাৰ। তেওঁ ভালেসংখ্যক প্ৰবন্ধ বিভিন্ন আলোচনীত প্ৰকাশ কৰিছে। ৰাঙলিটিং চাহ বাগিচাৰ তৰুণ লেখক **মনেশ্বৰ মূৰ্মু**ৱে চাহ জনগোষ্ঠীয় জীৱনধাৰাৰ ওপৰত মনোজ্ঞ এলানি প্ৰবন্ধ আলোচনী আদিত লিখি লেখক হিচাপে পৰিচিতি লাভ কৰিছে। **গিৰিন বাপুবৰুৱাই** 'প্ৰত্যুষ'ৰ পাতত নিজৰ সাহিত্যকৰ্ম খৰতকীয়া কৰিবলৈ লৈছে। তেওঁ ভালেকেইটি অৰ্থপূৰ্ণ প্ৰবন্ধ আৰু গল্প লিখিছে। অসমীয়া খবৰ আৰু নতুন দৈনিক বাতৰিৰ সংবাদ পৰিৱেশন কৰা সাংবাদিক **ইন্দুভূষণ মহন্ত** এগৰাকী তৰুণ সাহিত্যকৰ্মী। ২০০৯ বৰ্ষত নতুন দৈনিক বাতৰি কাকতৰ পৰা জিলাভিত্তিক শ্ৰেষ্ঠ সাংবাদিকতাৰ বঁটা লাভ কৰা **শ্ৰীমহন্তই** বিভিন্ন কাকত-আলোচনীত বহুতো প্ৰবন্ধ লিখিছে। তেওঁৰ 'উপলব্ধি', 'অনুশোচনা', 'যৌতুক' নামৰ তিনিখনি একাংকিকা ইতিমধ্যে বিভিন্ন মঞ্চত মঞ্চস্থ হৈছে। তদুপৰি তেওঁ ভালেকেইটিমান নিটোল গল্প প্ৰকাশ কৰিছে। মিছামৰাৰ **ত্ৰিদীপ ভূঞাই** কেইখনিমান সাৰ্থক উপন্যাস ৰচনা কৰি সাহিত্য জগতত নিজৰ প্ৰতিভা বিকাশ কৰিছে। 'অন্তৰ্হিত অনিৰ্বাণ', 'ফলগুণিৰ ফল্গুধাৰা', 'বৰলীয়াৰ বাবৰি বুটলি', 'দিচৈ নিৰলে বয়', 'ন্যায় কুসুম ফুলে' (অনুদিত) আদি তেওঁৰ উল্লেখযোগ্য সৃষ্টি। নাহৰণিৰ **এম. ছাইফুল হুছেইন** সংবাদ জগতৰ লগত জড়িত। তেওঁ ভালেসংখ্যক প্ৰবন্ধ, কবিতা, গল্প আদি ৰচনা কৰিছে। নাহৰণিৰ পৰা প্ৰকাশিত 'মনীষা' আলোচনীৰ সম্পাদক ছাইফুল হুছেইনে কেইবাটিও গুৰুত্বপূৰ্ণ প্ৰবন্ধ প্ৰকাশ কৰিছে। 'নাহৰৰ সুবাস বিচাৰি' নামৰ সৰু পুথিখনিৰে নাহৰণিৰ অৱস্থিতি, ইতিবৃত্ত আদিৰ মনোজ্ঞ বিশ্লেষণ আগ বঢ়াইছে। মিছামৰাৰ **অৰুণবিকাশ বৰুৱা** আৰু **সুশান্ত কুমাৰ বৰা** দুয়োজনেই দীৰ্ঘদিন ধৰি সংবাদ সেৱাৰ লগত জড়িত হৈ আহিছে। অৰুণবিকাশ বৰুৱাই বহুকেইটা প্ৰবন্ধ বিভিন্ন আলোচনী আদিত প্ৰকাশ কৰিছে। একেদৰে সুশান্ত কুমাৰ বৰাইও কিছু সংখ্যক প্ৰবন্ধ লিখিছে।

'প্ৰত্যুষ' মাহেকীয়া বাৰ্তালোচনীৰ সম্পাদক **ৰাজীৱ হাজৰিকাই** প্ৰত্যুষৰ বুকুতেই আশ্ৰয় লৈ বিভিন্ন বিষয়ৰ ওপৰত এলানি প্ৰবন্ধ আৰু উৎকৃষ্ট সম্পাদকীয় কলম লিখি প্ৰশংসা লাভ কৰিছে। 'প্ৰত্যুষ'ৰ প্ৰকাশক **তপন কুমাৰ মহন্তই** কিছু সংখ্যক প্ৰবন্ধ লিখিছে। তেওঁ ৰাজীৱ হাজৰিকাৰ লগত যুটীয়াভাৱে 'ইতিহাসত আজিৰ দিনটো' তথ্যকোষ এখনি প্ৰকাশ কৰে। দেৰগাঁৱৰ ব্ৰহ্মপুত্ৰ অঞ্চলৰ পৰা **অৰূপ কুমাৰ বৰা, কমলকৃষ্ণ কাগয়ুং, বসন্ত বৰা, প্ৰাঞ্জল কমল কৈৱৰ্ত, ৰাতুল শৰ্মা, ৰত্নেশ্বৰ হাজৰিকা, সঞ্জীৱনজ্যোতি ফুকন, জিসান জংগম বৰা** আদিয়ে প্ৰত্যুষ বাৰ্তালোচনী আৰু অন্যান্য আলোচনীত গল্প, কবিতা, প্ৰবন্ধ আদি লিখিছে। প্ৰত্যুষৰ পৃষ্ঠাত

**বিশ্বজিৎ শইকীয়া, যোগানন্দ খাটনিয়াৰ, জয়জ্যোতি হাজৰিকা, পদুম ৰাজবংশী, ডাঃ অৰুণজ্যোতি হাজৰিকা, অমল দাস** আদি লেখকসকলে যথেষ্ঠসংখ্যক উৎকৃষ্ট প্ৰবন্ধ, গল্প আদি লিখিছে। ইয়াৰে অমল দাসে তিনিখন সাহিত্য সম্পৰ্কীয় প্ৰবন্ধ সংকলন প্ৰকাশ কৰাৰ উপৰি বহুকেইটা উৎকৃষ্টমানৰ প্ৰবন্ধ ৰচনা কৰি প্ৰকাশ কৰিছে। আনহাতে জয়জ্যোতি হাজৰিকা এগৰাকী প্ৰতিশ্ৰুতিসম্পন্ন গল্পকাৰ। তেওঁ প্ৰবন্ধ, কবিতাও লিখিছে। তেওঁৰ 'আৰতিৰ অনুভৱ' নামৰ (যুটীয়াভাৱে) গল্পপুথি এখনিও প্ৰকাশিত হৈছে। পদুম ৰাজবংশীও এজন প্ৰতিশ্ৰুতিসম্পন্ন লেখক। তেওঁৰ বহুকেইটা গল্প আৰু অন্যান্য লেখনি 'প্ৰত্যুষ'ত প্ৰকাশ পাইছে। দেৰগাঁৱৰে **সোমেশ্বৰ কুৰ্মীয়ে** কেইবাটিও উন্নতমানৰ প্ৰবন্ধ লিখিছে। **পংকজ মহন্তই** 'অসমীয়া খবৰ' কাকতৰ উপ-সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ লগতে কিছুসংখ্যক প্ৰবন্ধ আৰু কেইখনিমান একাংকিকা নাটক লিখিছে। **ধীৰেন গগৈ, দিলীপ হাজৰিকা, ৰাজমোহন শৰ্মা,** প্ৰয়াত **উৎপল কলিতা** আদি সুপৰিচিত সাংবাদিকসকলেও অঞ্চলটোৰ পৰা সাহিত্য-চৰ্চা কৰি আহিছে।

দেৰগাঁও সাহিত্য সভা, বাদুলিপাৰ (ৰঙামাটি) সাহিত্য সভা, কুৰালগুৰি সাহিত্য সভা, নাহৰণি সাহিত্য সভা, কাকডোঙা সাহিত্য সভা, মিছামৰা সাহিত্য সভা, ব্ৰহ্মপুত্ৰ সাহিত্য সভা, অন্যান্য সাহিত্য-সংস্কৃতি সংগঠনসমূহৰ জৰিয়তে বিভিন্নজনে সাহিত্য সৃষ্টিত বৰঙণি যোগাই আহিছে। এই শাখাসমূহে সময়ে সময়ে বিভিন্ন বিষয়ত ৰচনা কৰা নানা জনৰ গ্ৰন্থ উন্মোচনেৰে অঞ্চলসমূহত সাহিত্য-চৰ্চা আৰু বিকাশত যথেষ্ট বৰঙণি আগ বঢ়াইছে।

*(এই লেখাটি বৃহত্তৰ দেৰগাঁও অঞ্চলৰ বিভিন্ন ঠাইৰ লেখক আৰু লিখনি, গ্ৰন্থ সম্ভাৰৰ তথ্য সংগ্ৰহ কৰি যুগুতোৱা হৈছে। ইয়াত প্ৰতিষ্ঠিত আৰু সুপৰিচিত লেখক-লেখিকাসকলৰ উপৰি কিছুসংখ্যক প্ৰতিভাধাৰী অপৰিচিতসকলৰ সাহিত্যকৰ্মৰ খতিয়ানো দাঙি ধৰিবলৈ যত্ন কৰা হৈছে। বিভিন্ন অঞ্চলৰ লেখক-লেখিকাসকলৰ নাম-ধাম আৰু সাহিত্য সৃষ্টিৰ অৱলোকন কৰোঁতে কোনো সদাশয় লেখক-লেখিকাৰ নাম বাদ পৰি যাব পাৰে, তাৰ বাবে লেখক ক্ষমাৰ্হ।)* ❑

---

**সহায়ক গ্ৰন্থ পঞ্জী আৰু তথ্য বিৱৰণ ঃ**


১। দেৰগাঁৱৰ চমু পৰিচয় ঃ ডালিম চন্দ্ৰ পাঠক

২। সাহিত্যৰ সৌৰভ বিচাৰি ঃ ড° চন্দ্ৰ কটকী

৩। মিছামৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ ঃ সম্পাদনা সুৰেন্দ্ৰমোহন হাজৰিকা

৪। দেৰগাঁও লেখিকা সমাৰোহ সমিতিৰ মুখপত্ৰ 'সেউজীবন'ঃ সম্পাদনা কল্পনা বৰা দত্ত

৫। ১ নং দাধৰা প্ৰাথমিক বিদ্যালয় দ্বি-শতবৰ্ষ স্মৃতিগ্ৰন্থ ঃ সম্পাদনা - সুৰেন্দ্ৰনাথ বড়া।

৬। বৰুৱাবামুণ গাঁও লেখিকা সন্থাৰ স্মৃতিগ্ৰন্থ ঃ 'কলকণ্ঠ', সম্পাদনা - দিপালী মহন্ত, ৰিনু দেৱী।

৭। ২০০০ চনত খনিকৰ ঃ সম্পাদনা - বীৰেন্দ্ৰনাথ বৰুৱা।

৮। সংবাদ বৈচিত্ৰ্য ঃ বাদুলিপাৰ আঞ্চলিক সাংবাদিক সংস্থাৰ মুখপাত্ৰ, সম্পাদক - বিমান গগৈ, ইন্দুকল্প গগৈ।

৯। ইন্দ্ৰাণী দেৱী উচ্চতৰ মাধ্যমিক বিদ্যালয়, মহাৰজত জয়ন্তী স্মৃতিগ্ৰন্থ ঃ সম্পাদক - প্ৰদীপ বৰা।

১০। গোলাঘাট জিলা সাহিত্য সভাৰ কুৰালগুৰি অধিৱেশন স্মৃতিগ্ৰন্থ 'সমন্বয়'ঃ সম্পাদনা - পুৰঞ্জয় গোস্বামী, তপন কুমাৰ ফুকন।


**তথ্য দাতাৰ বিৱৰণ ঃ**

১। জীতেন্দ্ৰনাথ কন্দলি ঃ উপাধ্যক্ষ, দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়।

২। ড° ৰাতুল চন্দ্ৰ বৰা ঃ অধ্যাপক অসম কৃষি বিশ্ববিদ্যালয়।

৩। ড° বসন্ত কুমাৰ গোস্বামী ঃ অসম সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক।

৪। লখিমী শইকীয়া বৰদলৈ ঃ বিষয় শিক্ষয়িত্ৰী, অসমীয়া বিভাগ, ঢেকিয়াল উচ্চতৰ মাধ্যমিক বিদ্যালয়।

৫। এম. ছাইফুল হুছেইন ঃ সম্পাদক, 'মনীষা' আলোচনী।

৬। মহেন্দ্ৰনাথ হাজৰিকা ঃ প্ৰবীণ সাংবাদিক, লেখক, দেৰগাঁও।



# দেৰগাঁৱৰ সাংস্কৃতিক ঐশ্বৰ্য আৰু অসমৰ সংস্কৃতিলৈ বৰঙণি


**জ্যোতি কুমাৰী শৰ্মা বৰঠাকুৰ**




চীন কালৰে পৰা দেৰগাঁৱৰ জনজীৱনত এক সাংস্কৃতিক সুঁতিৰ অস্তিত্ব অনুভৱ হয় যদিও কোনো ঐতিহাসিক তথ্য পোৱা নাযায়। আহোম ৰাজত্ব কালৰ পৰাহে এক বৰ্ণাঢ্য সাংস্কৃতিক পৰম্পৰাৰ সম্ভেদ পোৱা যায়। এসময়ত দেৰগাঁও কছাৰী ৰজাৰ অধীনত আছিল। পাছত আহোমসকলে যুদ্ধ কৰি কছাৰীসকলক পৰাভূত কৰি প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিলে আৰু তাৰ ফলত সংমিশ্ৰিত এক বাৰেৰহণীয়া সাংস্কৃতিক পৰিৱেশ গঢ়ি উঠিল।

দেৱৰগাঁও, দেওৰগাঁও আৰু দেৱগ্ৰাম বুলি যিখন ঠাইৰ ছবি জনমানসত অংকিত হৈ আছে সেই ঠাইত সৌন্দৰ্যৰ সাধনাই যে আটাইতকৈ উচ্চাসন লাভ কৰিছিল সেইয়া দেৰগাঁও নামটোতেই উজ্বলি আছে। দেখা যায় যে তাহানিৰে পৰা এই অঞ্চলত বাস কৰি অহা বিভিন্ন জাতি-জনজাতি, ভাষা-ভাষী লোকৰ মাজত সত্য আৰু সুন্দৰৰ আৰাধনাই ভিন ভিন ৰূপ লৈ পৰিৱৰ্তিত সময়ত পৰিশোধিত, সংবৰ্ধিত আৰু সংহতৰূপত সমাজত প্ৰচলন হৈ এক উচ্চমান বিশিষ্ট সাংস্কৃতিক ভেটি গঢ়ি তুলিছে।

দেৰগাঁৱত প্ৰাচীন কালৰে পৰাই নৃত্য-গীত আদিৰ প্ৰচলন আছিল যদিও কোনো নিৰ্দিষ্ট সময়ক আৰম্ভণি বুলি ধৰিব নোৱাৰি। কিন্তু এইটো ঠিক যে, সোতৰশ শতিকাৰ তৃতীয় দশকত স্বৰ্গদেউ প্ৰতাপসিংহই গেলাবিল নদীৰ পাৰত যি শিৱদ'ল প্ৰতিষ্ঠা কৰিছিল তাক বানে ধ্বংস কৰাৰ পাছত সেই দ'লকে যেতিয়া স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই নেঘেৰিটিঙৰ ওখ টিলাত স্থাপন কৰিলে তেতিয়া দেৱদাসী নৃত্যৰ লগতে গীত-মাতৰো বিকাশ সাধন হৈছিল। কিন্তু বিভিন্ন সামাজিক আৰু ৰাজনৈতিক কাৰণত নটী নৃত্য বা দেৱদাসী নৃত্য দৌল দেৱালয়ৰ পৰা আঁতৰি আহি যেতিয়া সাধাৰণ ৰাইজৰ মনোৰঞ্জনৰ কলাত পৰিণত হ'ল, তেতিয়া পৰিৱেশন আৰু উদ্দেশ্যতো ভালেখিনি পৰিবৰ্তন ঘটিল। আগৰ দেৱতাৰ উপাসনাৰ সলনি লাহে লাহে ৰাইজৰ মনোৰঞ্জন পূৰণ কৰি অৰ্থ উপাৰ্জন কৰাটোহে লক্ষ্য হৈ পৰিল। গতিকে আধ্যাত্মিক দিশটো সন্তীয়া নৃত্য-গীতৰ পয়োভৰে ঢাকি পেলালে।

উল্লেখযোগ্য যে অসমৰ প্ৰখ্যাত সাহিত্যিক-সাংবাদিক লক্ষ্মীনাথ ফুকনে তেওঁৰ 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' পুথিত (১০৮-১১০ পৃষ্ঠাত) দেৰগঞা নটী নাচৰ বিষয়ে এইদৰে উল্লেখ কৰিছে — 'এসময়ত দেৰগাঁৱৰ নটী নাচে গোটেই ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰসিদ্ধি লাভ কৰিছিল। দুৰ্গাপূজাত হৈছিল এই নাচ, আন পূজা-পাৰ্বণ আৰু বিয়া আদিতো হৈছিল। এফালে ডিব্ৰুগড়-ডুমডুমা আৰু আনফালে নগাঁও-তেজপুৰৰ চাহ বাগিচাবিলাকলৈকে দেৰগঞা নাচৰ এলেকা আছিল। সৰুতে দেৰগাঁৱত এই নাচ মই কেইবাবাৰো দেখিছিলোঁ। অসমীয়া ওস্তাদ আৰু অসমীয়া নাচনী ছোৱালী, কিন্তু তেওঁলোকৰ মুখত বঙলা গান। দেৰগঞা নাচনীৰ মুখত বিকৃত উচ্চাৰণেৰে গোৱা বঙলা গানকে মই শুনি আহিছিলোঁ। কিন্তু এবাৰ হঠাৎ শুনিবলৈ পালোঁ





অসমীয়া গান। এইবাৰ ওস্তাদজনে আছিল গুৱাহাটী অঞ্চলৰ ডেকা মানুহ। কিন্তু এতিয়া সেই ওস্তাদো নাই, দেৱগঞা নটী নাচো নাই। কলিকতীয়া নটীৰ নাচে আৰু মণিপুৰী নটীৰ নাচে দুফালৰ পৰা দেৱগঞা নাচক চেপি ধৰিলে। দেৱগঞা নাচৰ আদৰ কমি গ'ল। কেলেংকাৰী কিছু সোমাইছিল। কিন্তু সেই কেলেংকাৰীৰ পৰা দেৱগঞা নাচক উদ্ধাৰ কৰিবলৈ কাৰো যত্ন দেখা নগ'ল। লাজ, অপমান আৰু অনাদৰ-অৱহেলাত দেৱগঞা নটী নাচে আত্মহত্যা কৰিলে। আত্মহত্যা কৰিবলৈ বাধ্য হ'ল। দেৱগাঁৱৰ নেঘেৰিটিং বাগিচাৰ কাষত আৰু বৰুৱাবামুণ গাঁও ৰেল ষ্টেচনৰ ওচৰত হয়তো নটগাঁও এতিয়াও আছে। কিন্তু তাত আজি বেহেলাৰ তাঁৰৰ কঁপনি নুঠে আৰু ঋুজুনুও নেবাজে। সেই বেহেলাৰ সুৰ আৰু সেই নেপুৰৰ ধ্বনি যাৰ তালে তালে একালত পেখম ধৰি উঠিছিল দেৱগঞা নাচনীৰ নৃত্যই।'

ব্রিটিছ শাসনৰ আৰম্ভণিৰ পৰাই লাহে লাহে নটী নৃত্য বা দেৱদাসী নৃত্যকলা লোপ পাই আহিল। ইয়াৰ পৰিৱৰ্তে লাহে লাহে অসমৰ অন্য অঞ্চলৰ দৰে দেৱগাঁৱতো সত্ৰীয়া নৃত্য-গীতৰ প্ৰচলন হ'বলৈ ধৰিলে।

উল্লেখযোগ্য যে দেৱগাঁৱত শৈৱ ধৰ্মৰ দৰে শাক্ত ধৰ্মৰ প্ৰচলনেও সাংস্কৃতিক সুঁতি এটি সৃষ্টি কৰিছিল। পুৰোহিতৰ বৈদিক মন্ত্ৰোচাৰণৰ লগতে সংগতি ৰাখি গোসাঁনী নাম, আইনাম, দুৰ্গানাম আদিও মহিলাসকলে পৰিবেশন কৰিছিল আৰু ঠায়ে ঠায়ে ভাওনাও হৈছিল।

লাহে লাহে মহাপুৰুষ শংকৰদেৱ প্ৰৱৰ্তিত নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱে অঞ্চলটোৰ সাংস্কৃতিক ক্ষেত্ৰখন অধিক সুষম কৰি তুলিলে। বিশেষকৈ কেইবাখনো সত্ৰ আৰু গাঁৱে গাঁৱে থকা নামঘৰৰ জৰিয়তে মানৱ মনৰ সৌন্দৰ্য-অনুভূতিৰ প্ৰকাশ ঘটিছিল। নামঘৰবিলাক গঞা ৰাইজৰ ধৰ্মীয় আৰু সামাজিক অনুশাসনেৰে পৰিচালিত হোৱাৰ উপৰি শংকৰী কলা-সংস্কৃতি ৰক্ষা কৰি আহিছে। সাধাৰণতে জেঠ মাহত ৰাইজে নামঘৰত বৰসবাহ পাতে। বৰসবাহত নামকীৰ্তন কৰাৰ লগতে দিহানাম আদি গায় আৰু গায়ন-বায়নে খোল-তাল বজায়। ৰাতিলৈ মহাপুৰুষ দুজনাৰ ৰচিত নাট বা তাৰ আৰ্হিত ৰচনা কৰা নাটৰ ভাওনা হয়। এইদৰে শংকৰী ভাওনা সংস্কৃতিয়ে প্ৰভাৱ বিস্তাৰ কৰাৰ লগে লগে ইয়াৰ অন্তৰ্গত গায়ন-বায়ন, সূত্ৰধাৰ, কৃষ্ণনাচ, প্ৰৱেশৰ নাচ, গীত-মাত আদিৰ প্ৰচলন হ'বলৈ ধৰিলে।

লাহে লাহে অসমৰ অন্যান্য অঞ্চলৰ লগতে দেৱগাঁৱতো সত্ৰীয়া নৃত্য-গীতৰ প্ৰচলন বাঢ়ি আহিবলৈ ধৰিলে। লগতে বৰগীতৰ চৰ্চায়ো সোণত সুৱগা চৰালে। এইদৰে পদ্ধতিগতভাৱে গায়ন-বায়ন, দেহবিচাৰ গীত, টোকাৰী গীত, নেগেৰা নাম, বৰগীত, লোকগীত, ঢোল, পেঁপা, বাঁহী, বীণ, খোল, তাল, দোতৰা আদিৰ চৰ্চা আৰম্ভ হ'ল। উল্লেখযোগ্য যে দেৱগাঁৱত ঢোল বাদ্যৰ চৰ্চায়ো এক মৰ্যাদাপূৰ্ণ স্থান অধিকাৰ কৰি আহিছে।

দেৱগাঁও এখন কৃষিপ্ৰধান ঠাই। চহৰৰ এমুঠি চাকৰিজীৱী লোকৰ বাহিৰে বৃহত্তৰ গ্ৰামাঞ্চলৰ লোক কৃষিৰ ওপৰতে নিৰ্ভৰশীল। বিশেষকৈ অঞ্চলটোৰ মাজেৰে বৈ যোৱা গেলাবিল নৈখনে কৃষিজীৱী ৰাইজক শস্য-শ্যামলা একোখন পথাৰৰ সপোন দেখুৱাব পাৰিছে। সেয়েহে নৈখনক কেন্দ্ৰ কৰি গঢ়ি উঠিছে অফুৰন্ত কৰ্মশক্তিৰে ভৰা দেৱগাঁওবাসীৰ হেঁপাহৰ গাঁওবোৰ। গ্ৰামাঞ্চলৰ বৈশিষ্ট্যপূৰ্ণ মনোৰম পৰিবেশত দেৱগাঁৱৰ সমগ্ৰ সামাজিক জীৱনৰ প্ৰতিফলন ঘটিছে। কৃষিৰ সৈতে জড়িত বিভিন্ন সামাজিক অনুষ্ঠানৰ লগতে নিচেই ঘৰুৱা পৰিবেশতো কৃষিজীৱী ৰাইজৰ মনৰ ভাৱ অনুভূতিৰ সুন্দৰ প্ৰকাশ ঘটিছে। পুৱা-গধূলি গোসাঁইঘৰত চাকি দি গোৱা প্ৰাৰ্থনাৰ পৰা আৰম্ভ কৰি নিশা শেতেলিত মাতৃয়ে গোৱা নিচুকণি গীতলৈকে সকলোতে জনজীৱনৰ সহজ-সৰল যাত্ৰাক আলোকিত কৰা স্বতঃস্ফুৰ্ত গীতমাতৰ প্ৰচলিত হৈ আহিছে। ইয়াৰ লগতে এটা সময়ত পৰম্পৰাগতভাৱে অসমীয়া গ্ৰাম্যজীৱনত প্ৰচলিত ফুলকোঁৱৰ, মণিকোঁৱৰ আদিৰ গীতৰো পয়োভৰ আছিল। আকৌ মাংগলিক অনুষ্ঠানসমূহত গোৱা বিয়ানাম, উপনয়নৰ নাম, আইনাম আদিৰে মুখৰিত হৈ আছিল দেৱগাঁৱৰ গ্ৰাম্য সামাজিক পৰিবেশ।

অসমীয়া জাতীয় উৎসৱ বিহু কৃষিজীৱী ৰাইজৰ হিয়াৰ আমঠু। দেৱগাঁৱৰ সুনিৰ্মল বাতাবৰণত ইয়াৰ প্ৰভাৱ স্বাভাৱিকতে অপৰিসীম। পূৰ্বৰ গাঁওবিলাকত নিভাঁজ মুকলি বিহুৰ পৰিবেশ পাছলৈ পৰিমাৰ্জিত আৰু সংহত ৰূপত চহৰলৈ গতি কৰিলে। বৰ্তমান গ্ৰামাঞ্চলৰ সৰল কৃষকসকলৰ লগতে চহৰবাসী লোকলৈকে সকলোৱে উলহ-মালহেৰে বিহু পালন কৰে। কোনোৱে ৰঙালী বিহুত ঘৰে ঘৰে হুচৰি গাই মনৰ নিৰ্মল আনন্দ প্ৰকাশ কৰে আৰু কোনোৱে হয়তো শৃংখলাবদ্ধভাৱে প্ৰশিক্ষণ লৈ বিহু সন্মিলনত বিহু প্ৰদৰ্শন কৰি ৰাইজক আনন্দ দিয়াৰ লগতে নিজৰো প্ৰতিভাৰ বিকাশ ঘটোৱাৰ চেষ্টা কৰে। য'তে যেনেকৈয়ে নহওক জাতীয় উৎসৱ বিহু এতিয়াও মাৰ্জিতৰূপত আনন্দদায়কভাৱে দেৱগাঁও অঞ্চলত বৰ্তি আছে। শেহতীয়াকৈ উচ্চমানৰ প্ৰশিক্ষণৰ দ্বাৰা বিজ্ঞ ব্যক্তিয়ে মঞ্চবিহুৰ কলা-কৌশল অধিক উন্নত কৰাৰ প্ৰচেষ্টাও প্ৰশংসনীয়। দেৱগাঁৱৰ মাজেৰে বৈ যোৱা দেৱগাঁৱৰ প্ৰাণ গেলাবিল নদীৰ উত্তৰে আৰু ব্ৰহ্মপুত্ৰ নদীৰ দক্ষিণে অৱস্থিত অঞ্চলসমূহত মিচিং সমাজৰ প্ৰাধান্য। দেখা যায় যে পুৰণি গাঁওবিলাক থকাৰ উপৰি বহুতে পাম পাতিছে। কৃষিকৰ্মৰ সৈতে মিচিংসকলে নানা ধৰণৰ উৎসৱ-পাৰ্বণ পালন কৰি এক সবল কৃষ্টিৰ পৰম্পৰা ধৰি ৰাখিছে। তেওঁলোকে আলি-আয়ে-লিগাং (বীজৰোপণ উৎসৱ), পঃৰাগ (নৰা চিগা বিহু), দবুৰ (চাং কোবোৱা বিহু), উৰম পঃচাগ (উপৰিপুৰুষসকলৰ পূজা) আদি কৃষিৰ লগত জড়িত বিভিন্ন উৎসৱ





পালন কৰে। উৎসৱসমূহত মিচিংসকলে 'ঐনিতম' গায় আৰু উৎসৱৰ লগত সংগতি ৰাখি গুমৰাগ নৃত্যও কৰে।

দেৱগাঁৱত দেউৰী সম্প্ৰদায়ৰ লোকসকলৰ 'দেওধনী নৃত্য'ৰো ঐতিহ্য আছে। দেউৰী সম্প্ৰদায়ৰ লোকসকলে দেওশালত পূজা দিওঁতে দেওধনীয়ে এই নৃত্য কৰে। তদুপৰি বসন্ত উৎসৱৰ লগত সংগতি ৰাখি 'লহৰীয়া নৃত্য', 'বিচু' গীতৰ লগত 'আবৰ ব' নৃত্য, পেঁপা বজোৱা নৃত্য আদিৰে লোকচক্ষুৰ আঁৰত এক উন্নতমানৰ সংস্কৃতি বজাই ৰাখিছে।

এসময়ত কছাৰী ৰজাৰ অধীনত থকা দেৱগাঁৱত শৈৱ আৰু শাক্ত ধৰ্মত বিশ্বাসী কছাৰীসকলৰ পূজা-পাতলৰ সৈতে জড়িত এক পবিত্ৰ সাংস্কৃতিক পৰম্পৰা আছে। কছাৰীসকলৰ প্ৰধান নৃত্যসমূহ হৈছে ঘাইদেৱতা 'বাথৌ' দেৱতাক সন্তুষ্ট কৰিবলৈ কৰা খেৰাই পূজাত নচা 'খেৰাই নৃত্য', ব'হাগ বিহুত নচা 'বৈছাগু নৃত্য', বসন্তকালৰ অন্য এবিধ নৃত্য 'বাগৰুম্বা' আৰু বিবাহ কাৰ্যত 'বাথৌ'ৰ সন্মুখত আয়তীসকলে হাত ওপৰলৈ তুলি গীত গাই গাই কৰা 'হ্বাব জনায়' নৃত্য ইত্যাদি।

আহোম ৰাজত্বৰ দিনৰে পৰা অসমৰ অন্যান্য ঠাইৰ দৰে দেৱগাঁৱতো ইছলাম ধৰ্ম আৰু সংস্কৃতিৰ প্ৰভাৱ পৰে। পুৱা-গধূলি মছজিদৰ পৰা অহা সুমধুৰ আজানৰ সুৰে সমগ্ৰ অঞ্চলটোতে ভক্তিৰ ৰস বিয়পাই দিয়ে। দেৱগাঁৱত জিকিৰ আৰু জাৰী গীতৰ প্ৰচলনো ঐতিহাসিক। (জিকিৰ গীত বিলাকৰ বেছিভাগ বাগদাদৰ পৰা ইছলাম ধৰ্মৰ প্ৰচাৰৰ বাবে একেসময়তে অহা হজৰত চাহমিলন বা আজান চাহেব, হজৰত মোকান্দাৰ চাহেব, হজৰত নবী( ? ) বা চালেহ চাহেব আৰু হজৰত চাৱাল চাহেব এই চাৰিজন 'ৱলী' বা সাধকৰ ভিতৰত আজান চাহেবে ৰচনা কৰিছিল)। জিকিৰ গীতবোৰৰ কিছুমান 'বৈষ্ণৱ যুগৰ গীত-পদৰ ভাৱ-ভাষা আৰু গুৰুবাদৰ লগত' আৰু কিছুমান অসমীয়া বনগীত, বিহুগীত আদিৰ লগত মিলে। জাৰীগীতবোৰ ধৰ্মীয় নহয়। মহৰম মাহত এই গীতবোৰ গোৱা হয়।

দেৱগাঁৱৰ বালিবাট অঞ্চলত বহু পুৰণি দিনৰে পৰা প্ৰচলিত জিকিৰ আৰু জাৰী গীতবোৰৰ পৰিবেশন ৰীতিও মনোৰম। এজন ওজাৰ চাৰিওফালে অন্যান্যসকল ঘূৰি ঘূৰি জিকিৰ আৰু জাৰীগীতবোৰ পৰিবেশন কৰা হয়। নাহৰণি অঞ্চলত পূৰ্বৰে পৰা নাচি নাচি জিকিৰ গোৱা প্ৰথা আছে। উল্লেখযোগ্য যে বালিবাটৰে ৰেকিবুদ্দিন আহমেদ আৰু তেওঁৰ সংগীবৃন্দই পোনপ্ৰথমে জিকিৰ আৰু জাৰীগীতসমূহ ৰাজহুৱা স্থানত আৰু অনাতাঁৰ আৰু দূৰদৰ্শনযোগে গাই অসমৰ জনমানসত প্ৰতিষ্ঠা কৰিছিল। (পাছলৈ আলোচনা কৰা হৈছে)।

যিকোনো এটা অঞ্চলৰ সাংস্কৃতিক ঐতিহ্য বৰ্তি থাকে অঞ্চলটোত সময়ে সময়ে জন্মগ্ৰহণ কৰা কেইগৰাকীমান মহান সাধকৰ আশাশুধীয়া যত্ন, নিষ্ঠা আৰু ত্যাগৰ বাবে। নিৰলস সাধনাৰে একো একোটা বিষয়ত দক্ষতা আহৰণ কৰা এই সংস্কৃতিবান ব্যক্তিসকলৰ বিশাল প্ৰতিভাই জাতিটোক উজলাই তোলে। অতীজৰ পৰা প্ৰবাহিত দেৱগাঁৱৰ মহান সাংস্কৃতিক জয়যাত্ৰাৰ মূলতে আছে দেৱগাঁৱৰ কেইগৰাকীমান নিস্বাৰ্থ তথা সৃজনীশীল প্ৰতিভাধৰ ব্যক্তিৰ নিৰ্লোভ প্ৰচেষ্টা।

এই লেখাত অসমৰ সাংস্কৃতিক জগতলৈ দেৱগাঁৱৰ বিৰল প্ৰতিভাধৰ সাংস্কৃতিক সাধকসকলে যি অমূল্য বৰঙণি আগ বঢ়াই আহিছে তাৰ এটি সংক্ষিপ্ত বিৱৰণ ডাঙি ধৰিবলৈ চেষ্টা কৰা হ'ল। যদিও কণ্ঠসংগীত, নৃত্য, অভিনয় আদি দিশ পৃথকে পৃথকে চাবলৈ যত্ন কৰা হৈছে, তথাপি এনে কেইগৰাকীমান বহুমুখী প্ৰতিভাসম্পন্ন শিল্পী সাধক আছে যে সেইসকল একাধিক বিষয়ত দক্ষ।

এইখিনিতে উল্লেখ নকৰিলে অসম্পূৰ্ণ হ'ব যে, সাংস্কৃতিক ক্ষেত্ৰ বুলিলে এক বিশাল বৰ্ণাঢ্য ক্ষেত্ৰক বুজোৱা হয়, য'ত অন্তৰ্ভুক্ত হৈ আছে একোটা অঞ্চলৰ সংগীত চৰ্চা, নৃত্য-কলা, অভিনয় তথা নাট্যকলা, সাহিত্য, চিত্ৰকলা, ভাস্কৰ্য আদি সুকুমাৰ অনুভূতিৰ প্ৰকাশ। কিন্তু প্ৰবন্ধৰ সীমাবদ্ধতা, লেখিকাৰ আপাৰগতা আৰু কোনো কোনো বিষয়ৰ ওপৰত বহলাই আলোকপাত কৰা (যেনে নাট্যচৰ্চাৰ) অন্য প্ৰবন্ধ এই আলোচনীতে থকাৰ বাবে এই প্ৰবন্ধত ঘাইকৈ গীত-নৃত্য আৰু কিছুদূৰলৈ নাট্যচৰ্চা আৰু অন্যান্য দিশ চুই চাবলৈ যত্ন কৰা হ'ল।

বিশিষ্ট নৃত্যশিল্পী পদ্মশ্ৰী **শ্ৰীযতীন গোস্বামী** দেৱগাঁৱৰ মহান গৌৰৱ। অসমৰ থলুৱা অনন্য নৃত্যশৈলী সত্ৰীয়া নৃত্যক সৰ্বভাৰতীয় পৰ্যায়ত এক মৰ্যাদাপূৰ্ণ স্থানত অধিষ্ঠিত কৰোঁৱাত শ্ৰীগোস্বামীৰ অৱদান অনস্বীকাৰ্য। দেৱগাঁৱৰ দাধৰাত জন্মগ্ৰহণ কৰা এই মহান কলাকাৰ গৰাকীয়ে শৈশৱতে দেউতাকৰ ওচৰতে নৃত্যশিক্ষা গ্ৰহণ কৰিছিল। পাছত বিষ্ণু ৰাভাৰ ঘৰত, নিজা সত্ৰ আধাৰ সত্ৰত আৰু শ্ৰীশ্ৰীকমলাবাৰী, শ্ৰীশ্ৰীবৰপেটা সত্ৰকে আদি কৰি সৰু সৰু বহুতো সত্ৰত নৃত্য শিক্ষা গ্ৰহণ কৰিছিল। শিল্পীগৰাকীয়ে জয়পুৰৰ গুৰু গণেশ হীৰালালৰ ওচৰত কথক নৃত্যশিক্ষা আৰু মণিপুৰত নৃত্যগুৰু আতিম্ব সিং আৰু পাকা সিঙৰ ওচৰত মণিপুৰী নাচৰ শিক্ষাও গ্ৰহণ কৰে। গভীৰ অধ্যয়ন তথা পৰীক্ষা-নিৰীক্ষাৰ দ্বাৰা থলুৱা নৃত্যৰাজিৰ সৈতে ন ন কলা কৌশলৰ এক সুসংহত পৰিমাৰ্জিত নৃত্যশৈলীৰ প্ৰসাৰৰ বাবে আশাসুধীয়া প্ৰচেষ্টা চলাই আহিছে নৃত্যবিদ গৰাকীয়ে।

উল্লেখযোগ্য যে ১৯৫৩ চনতে শ্ৰীগোস্বামীৰ পৰিচালনাত দেৱগাঁও টাউন ক্লাব মঞ্চত আলোক শিল্পী সংঘৰ শিল্পী বৃন্দই 'মদন ভস্ম' নামৰ নৃত্য নাটিকা এখন প্ৰদৰ্শন কৰি দেৱগাঁৱৰ ৰাইজক চমক দিছিল। ১৯৫৪ চনতে কেইগৰাকীমান বন্ধুৰ সহযোগত আৰু জ্যেষ্ঠ সংস্কৃতিপ্ৰেমীৰ প্ৰেৰণাত ১ নং দাধৰা প্ৰাথমিক বিদ্যালয়ত প্ৰতিষ্ঠা কৰিছিল এটি সাংস্কৃতিক অনুষ্ঠান 'আলোক শিল্পী সংঘ'। এই সংঘৰ জৰিয়তে বৃহত্তৰ দেৱগাঁও অঞ্চলত নৃত্য-নাটিকা, নৃত্য, অংকীয়া

নাট আদি প্ৰদৰ্শন কৰিছিল। এসময়ত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ সৈতেও নৃত্য প্ৰদৰ্শন কৰি ভূয়সী প্ৰশংসা লাভ কৰা গোস্বামীয়ে নিজে প্ৰতিষ্ঠা কৰা 'কামৰূপী নৃত্য সংঘ' আৰু পাছলৈ 'ভাস্কৰ থিয়েটাৰ'ৰ জৰিয়তে অসমীয়া থলুৱা নৃত্যক ন ন ৰূপত উপস্থাপন কৰিবলৈ চেষ্টা কৰিছিল। অসমৰ প্ৰায় সকলো ভ্ৰাম্যমাণ থিয়েটাৰতে আজি বহুবছৰ ধৰি ন ন আংগিকেৰে নৃত্য পৰিচালনা কৰি অহা এইগৰাকী কলাসাধকৰ নৃত্য উপস্থাপন প্ৰণালীয়ে বিৰল সফলতা লাভ কৰিছে।

কলেজত পঢ়ি থকা অৱস্থাতে সদৌ অসম আন্তঃ কলেজ সংগীত প্ৰতিযোগিতাৰ শাস্ত্ৰীয় নৃত্য আৰু সত্ৰীয়া নৃত্যত প্ৰথম স্থান লাভ কৰা শ্ৰীগোস্বামীয়ে ভাৰতবৰ্ষৰ কাশ্মীৰৰ পৰা তামিলনাড়ু আৰু গুজৰাটৰ পৰা অৰুণাচললৈকে প্ৰায় সকলো ডাঙৰ চহৰতে নৃত্য প্ৰদৰ্শন কৰিছে। ১৯৬০ চনত বিষ্ণু ৰাভাৰ লগ হৈ কেন্দ্ৰীয় চৰকাৰৰ ওচৰত প্ৰাগজ্যোতি কলা পৰিষদৰ আঁচনি দাখিল কৰিছিল। শ্ৰীগোস্বামীয়ে কোৱামতে অসমত এটা আবাসিক বহুমুখী সাংস্কৃতিক কেন্দ্ৰৰ আঁচনি আছিল সেইখন। শ্ৰীগোস্বামীয়ে তেখেতৰ শিষ্য নিৰু গোস্বামী, কমলা গোস্বামীৰ সৈতে প্ৰথমবাৰৰ দিল্লী টেলিভিচনত সত্ৰীয়া নৃত্য প্ৰদৰ্শন কৰিছিল। কেৱল সেয়াই নহয় বিশালমনা কলা সাধকগৰাকীয়ে কেইবাগৰাকী বিদেশী নৃত্যানুৰাগী শিল্পীকো সত্ৰীয়া নাচৰ সৈতে পৰিচয় কৰাই দিয়ে। বিশ্বখ্যাত নৃত্য পটীয়সী ৰীতা দেৱীক সত্ৰীয়া নাচৰ শিক্ষা দি লণ্ডন, পেৰিছ, মস্কোত সত্ৰীয়া নৃত্য পৰিবেশন কৰোৱায়। বৰ্তমান অসমৰ বিভিন্ন অঞ্চলৰ শিক্ষাৰ্থীক নৃত্যৰ প্ৰশিক্ষণ দিয়াত ব্যস্ত হৈ থকা এই বিশেষ প্ৰতিভাধৰ শিল্পীগৰাকীক লৈ সঁচাকৈয়ে দেৰগাঁওবাসীৰ গৌৰৱৰ অন্ত নাই।

দেৰগাঁৱত কণ্ঠ সংগীতৰ চৰ্চাই ইতিমধ্যে অসম তথা ভাৰতবৰ্ষৰে সংগীত জগতৰ এক বিশেষ স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছে। আগৰ কেৱল মঞ্চৰ জৰিয়তে সংগীতৰ সাধনা অব্যাহত ৰখা অতি নিষ্ঠাবান সংগীত শিল্পীসকলে গঢ়ি থৈ যোৱা বাটেৰে বাট বুলি পাছলৈ বহুকেইগৰাকী খ্যাতনামা অনাতাঁৰ শিল্পী, দূৰদৰ্শনৰ শিল্পী, বোলছবিৰ সংগীত শিল্পী আৰু শেহতীয়াকৈ কেছেটযোগে গীতৰ প্ৰসাৰত অংশগ্ৰহণ কৰা শিল্পীসকললৈকে অনেক সংগীত সাধকে দেৰগাঁৱৰ সংগীতৰ ঐতিহ্য ধৰি ৰাখিবলৈ সক্ষম হৈছে। কেইবাগৰাকী ন-পুৰণি শিল্পীয়ে কণ্ঠসংগীতৰ নতুন ধাৰা একাটাৰ আঁত ধৰাও পৰিলক্ষিত হয়।

বিগত শতিকাৰ চল্লিশ দশকতে নাট্য চৰ্চা আৰু নাট্য সংগঠনৰ ক্ষেত্ৰত সক্ৰিয় ভূমিকাৰে দেৰগাঁৱত এক বুদ্ধিদীপ্ত সাংস্কৃতিক আন্দোলনৰ গঢ় দিওঁতাসকলৰ অন্যতম **ঈশেশ্বৰ বৰঠাকুৰ** এগৰাকী একনিষ্ঠ সংগীত সাধকো আছিল। বহুমুখী প্ৰতিভাসম্পন্ন শিল্পীগৰাকীৰ জীৱনজোৰা সাধনাই সফলতা লাভ কৰিছিল দেৰগাঁৱৰ কেইবাটাও সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান গঢ়ি তোলাৰ ক্ষেত্ৰত আগভাগ লোৱাত। 'দেৰগাঁও টাউন ক্লাৱ'ইয়াৰে অন্যতম অনুষ্ঠান, য'ত অন্তৰ্ভূক্ত হৈ আছিল শিল্পীগৰাকীৰ সপোনৰ কেইবাটাও অনুষ্ঠান, যেনে — 'জনসাংস্কৃতিক কেন্দ্ৰ', 'ব'হাগী বিহু মেল' আদি। প্ৰকৃতাৰ্থত জীৱন আৰু সৌন্দৰ্য সাধনাক একেডাল সূতাৰে গাঁঠি লৈ আজীৱন এক প্ৰশান্তিময় শিল্পৰ সাধনাত ৰত হৈ পৰা ঈশেশ্বৰ বৰঠাকুৰ দেৰগাঁৱৰ আধুনিক সাংস্কৃতিক জগতৰ অন্যতম পুৰোধা ব্যক্তি। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ একান্ত ভক্ত এইগৰাকী শিল্পী সাহিত্যিকে জ্যোতিৰ হৃদয়ৰ সমস্ত আবেগ অনুভূতি যেন নিজৰ অন্তৰত থাপি লৈছিল।

'অসমৰ হকে যুঁজি অসমৰ হকে মৰো' বুলি কাতৰে প্ৰকাশ কৰা অসমৰ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ এগৰাকী কথা সাহিত্যিক **চৈয়দ আব্দুল মালিক** কবি আৰু গীতিকাৰ হিচাপেও প্ৰতিষ্ঠিত। অসমৰ এগৰাকী জনপ্ৰিয় সুৰকাৰ-গীতিকাৰ ভৱেন বৰঠাকুৰৰ সুৰেৰে জীপাল আৰু দেৰগাঁৱৰে সু-গায়িকা সংগীতা বৰঠাকুৰৰ মিঠা কণ্ঠৰে নিগৰি অহা মালিকৰ 'জীৱনে মৰণে মই চিৰদিন অসমীয়া' গীতটি বৰ্তমানৰ আটাইতকৈ জনপ্ৰিয় দেশপ্ৰেমমূলক অসমীয়া আধুনিক গীত বুলি ক'ব পাৰি।

অন্যহাতে অসমীয়া সাংস্কৃতিক জগতলৈ মালিকৰ একক অৱদান বুলি স্বীকৃতিৰ যোগ্য সসম্পদ হ'ল 'জিকিৰ আৰু জাৰী' নামৰ পুথিখন। আজান ফকীৰৰ দিনৰে পৰা মুখে মুখে চলি অহা জিকিৰ আৰু জাৰী গীতসমূহৰ অপভ্ৰংশ অসমৰ অ'ৰ ত'ৰ পৰা বুটলি আনি ঘঁহি-পিহি পাৰ্যমানে বিশুদ্ধ ৰূপত প্ৰকাশ কৰি গ'ল এই পুথিখনত। তেখেতৰ দ্বাৰা সংকলিত আৰু সম্পাদিত এই পুথিখনকে সাৰোগত কৰি পাছত অসমৰ জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদে সুৰেৰে কণ্ঠৰে প্ৰণালীবদ্ধৰূপত জনপ্ৰিয় কৰি তুলিলে।

উল্লেখযোগ্য যে কথাশিল্পীগৰাকীয়ে নাট্যকাৰ হিচাপে অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতলৈ অনবদ্য অৰিহণা আগ বঢ়োৱাৰ লগতে অভিনেতা হিচাপেও দৰ্শকৰ মনত সাঁচ বহুৱাবলৈ সক্ষম হৈছিল। 'ৰাজদ্ৰোহী', 'মকৰাজাল', 'আলহীঘৰ', 'অন্য এজনী শকুন্তলা', 'কাঠফুলা' (অনাতাঁৰ) আদি দহখন সাৰ্থক নাটকৰ স্ৰষ্টা মালিকৰ 'ৰাজদ্ৰোহী' অসমীয়া ঐতিহাসিক নাটকৰ অগ্ৰগতিৰ ধাৰাত এক ব্যতিক্ৰমধৰ্মী সংযোজন বুলি ক'ব পাৰি। 'উল্লেখযোগ্য যে ১৯৬৮ চনত বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকীত বেজবৰুৱাৰ বিখ্যাত ব্যংগ ৰচনা 'জগৰা মণ্ডলৰ প্ৰেমাভিনয়'ৰ সফল নাট্যৰূপ দি তেওঁ সেইসময়ৰ মঞ্চজগতত খলকনি তুলিছিল। নিজেও আছিল মঞ্চ আৰু বোলছবি অভিনেতা।' (ড° নগেন ঠাকুৰ, 'গৰীয়সী' মাৰ্চ ২০০১)। কথাশিল্পী গৰাকীয়ে নিপ বৰুৱাৰ ৰঙা পুলিচ নামৰ জনপ্ৰিয় কথাছবিখনত অভিনয় কৰিছিল।

'মোৰ মনত ভেদভাব নাই অ' আল্লা / হিন্দু কি মুছলমান / একে আল্লাৰ ফৰমান / মোৰ মনত একেটি ভাব ...' বুলি প্ৰাণস্পৰ্শী



দৰদী সুৰেৰে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সম্প্ৰীতি আৰু ভক্তিৰ অমিয়া ধাৰা বিয়পাই দিয়া **'জিকিৰ সম্ৰাট' ৰেকিবুদ্দিন আহমেদ** দেৰগাঁৱৰ মহান গৌৰৱ। সৰুতেই গাঁৱৰ বৃদ্ধলোকসকলে বিশেষকৈ দেউতাকে গোৱা ফুলকোঁৱৰ-মণিকোঁৱৰ আদি গীতৰ কাৰুণ্যভৰা মধুৰ সুৰত মোহাবিষ্ট হৈ পৰা শিল্পীগৰাকী লাহে লাহে গাঁৱৰ লোকসকলে ওজাপালিৰ দৰে গোৱা জিকিৰ আৰু জাৰী গীতৰ প্ৰতি আকৃষ্ট হৈ পৰিছিল আৰু পাছলৈ প্ৰায় একক সংগ্ৰামেৰে সমগ্ৰ ৰাজ্যখনত জিকিৰ আৰু জাৰীৰ প্ৰণালীবদ্ধ চৰ্চাৰ বাট মুকলি কৰিছিল। বালিবাট নামৰ সৰু গাঁওখনৰ পৰা গৈ আকাশবাণী, দূৰদৰ্শন, কেছেট আৰু চলচিত্ৰযোগেও প্ৰথমবাৰৰ কাৰণে প্ৰচাৰ কৰি এই লুপ্তপ্ৰায় সংগীতৰ ধাৰা দুটি জনমানসত প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল এই জিকিৰ গীতৰ অবিসম্বাদী প্ৰচাৰক গৰাকী। প্ৰকৃততে উজনি অসমত জিকিৰ চৰ্চাৰ কেন্দ্ৰীয় ব্যক্তি আছিল গাম ফকীৰ নামেৰে বিখ্যাত আল্‌হাজ পিয়াৰুদ্দিন আহমেদ (এতিয়া মৰহুম)। তেওঁ আছিল ৰেকিবুদ্দিনৰ গুৰু। ১৯৬৪ চনত ডিগবৈত বহা অসম সাহিত্য সভাৰ ঊনত্ৰিংশৎ অধিৱেশনৰ সাংস্কৃতিক সন্ধিয়াত প্ৰথমবাৰৰ কাৰণে এখন বিশাল সমাজৰ সন্মুখত মঞ্চত জিকিৰ প্ৰদৰ্শন কৰিছিল ৰেকিবুদ্দিন আহমেদৰ নেতৃত্বত যোৱা এটি দলে। অত'দিনে অসমীয়া মুছলমান সমাজত মৌখিক পম্পৰাতেই চলি থকা জিকিৰ গীত আধুনিক অসমৰ বৃহত্তৰ ক্ষেত্ৰলৈ প্ৰসাৰিত হ'ল তেতিয়াৰ পৰাই। তাৰপাছত আকাশবাণীযোগে জিকিৰ প্ৰচাৰ হয়।

উল্লেখযোগ্য যে জীৱিতকালত জিকিৰ সম্ৰাট গৰাকীয়ে অসমৰ বিভিন্ন ঠাইৰ পৰা জিকিৰ গীত, ইয়াৰ সুৰ সংগ্ৰহ আৰু স্বৰলিপি প্ৰস্তুত কৰাত দেহেকেহে খাটিছিল। চৈয়দ আব্দুল মালিকে সম্পাদনা কৰা অসমীয়া জিকিৰ আৰু জাৰী (১৯৫৮) খন আছিল তেওঁৰ প্ৰধান সম্বল। প্ৰকৃত শিল্পী ৰেকিবুদ্দিনে কেৱল জিকিৰ-জাৰী গোৱাতেই তেওঁৰ দায়িত্ব সামৰি যোৱা নাছিল। নিজ অঞ্চল বালিবাটৰ লগতে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি মহান শিল্পীগৰাকীয়ে গঢ়ি থৈ গৈছিল ভালেসংখ্যক আগৰণুৱা জিকিৰ শিল্পী আৰু জিকিৰৰ দল। তদুপৰি এই বিশালমনা শিল্পীগৰাকীয়ে হিন্দু আৰু ইছলাম ধৰ্মৰ সম্প্ৰীতিৰ এনাজৰীডাল অধিক কটকটীয়া কৰিবলৈ অপ্ৰাণ চেষ্টা কৰিছিল। ৰেকিবুদ্দিনে আজান পীৰৰ জিকিৰ গীত আৰু মহাপুৰুষ শংকৰদেৱৰ গীত পদৰ মাজত সামঞ্জস্য ৰাখি এনে কিছুমান সম্প্ৰীতিৰ গীত পৰিৱেশন কৰিছিল যে শিল্পীগৰাকীৰ সেই প্ৰাণস্পৰ্শী আবেদনৰ প্ৰতি স্বতস্ফূৰ্তভাৱে ৰাইজে সঁহাৰি জনাইছিল। অসমৰ ৰাইজৰ চেনেহৰ 'জিকিৰ সম্ৰাট', 'সম্প্ৰীতিৰ শিল্পী', 'সংগীতজ্যোতি' আদি উপাধিৰে বিভূষিত শিল্পীগৰাকীক অসম চৰকাৰে শিল্পী বঁটা, আজানপীৰ বঁটা আদিৰে সন্মান যাচিছিল। এইগৰাকী আজন্ম শিল্পী, জিকিৰ সম্ৰাট গৰাকী (সপত্নীক) আৰু তেখেতৰ দুই সুযোগ্য সহযোগী কুতুবুদ্দিন আৰু নেকিবুৰৰ অকস্মাৎ ইন্তেকালে অসমৰ সাংস্কৃতিক জগতৰ কি অভাৱনীয় ক্ষতিসাধন কৰিলে সেয়া ব্যাখ্যাতীত উপলব্ধিহে মাথোঁ।

যাৰ গীতৰ ছন্দেৰে অসমবাসীৰ অপ্ৰকাশ্য বুকুৰ ভাষাই প্ৰাণ পাই পাহাৰ-ভৈয়ামৰ মাজেদি সম্প্ৰীতিৰ উদ্দাম সুৰ হৈ বৈ গৈছিল সেইগৰাকী জনদৰদী শিল্পী **ডাঃ উপেন কাকতি** দেৰগাঁওবাসীৰ অতিকৈ চেনেহৰ শিল্পী। মাত্ৰ ৩৮ বছৰ চমু জীৱনকালতে দুৰ্দান্ত প্ৰতিভাৰ সোণালী স্বাক্ষৰ ৰাখি থৈ যোৱা ডাঃ কাকতি (১৯৪২-১৯৮০) বৃত্তিত এগৰাকী চিকিৎসক হৈও একেৰাহে এগৰাকী সফল গীতিকাৰ, সুৰকাৰ, নাট্যকাৰ, ঔপন্যাসিক, গল্পকাৰ, সু-গায়ক, সু-বক্তা আৰু সু-সংগঠক আৰু বোলছবিৰ পৰিচালক আছিল। অসমৰ অপ্ৰমাদী সংগীতজ্ঞ ড° ভূপেন হাজৰিকাৰ কণ্ঠত প্ৰাণৱন্ত হৈ উঠা 'মন ক্ষণে ক্ষণে বিনায়...' গীতটিৰ ৰচক হিচাপে ডাঃ কাকতিৰ নাম অসমবাসীৰ মাজত চিৰযুগমীয়া হৈ ৰ'ব। এই দুৰন্ত প্ৰতিভাৰ শিল্পীগৰাকীয়ে সংগীত পৰিচালনা কৰা অসমীয়া বোলছবিকেইখন হৈছে ৰশ্মিৰেখা, প্ৰাণগংগা, ফাগুণী, বোৱাৰী আৰু বিশেষ এৰাতি। 'বিশেষ এৰাতি' বোলছবিৰ পৰিচালকো আছিল ডাঃ কাকতি। শৈশৱৰে পৰা অভিনেতা, নাট্যসংগঠক দেউতাক দুৰ্গানাথ কাকতিৰ সান্নিধ্যত অভিনয় জগতৰ প্ৰতি আকৃষ্ট হোৱা শিল্পীগৰাকীয়ে অভিনেতা হিচাপে মানুহৰ মন জয় কৰাৰ উপৰি নাট্যকাৰ তথা নাট পৰিচালক হিচাপেও সফলতা লাভ কৰিছিল। এনে সফল সৃষ্টিৰ এমুঠি হ'ল — 'সম্ভ্ৰান্ত অতিথি', 'মানৱ', 'সোণ নালাগে ৰূপ নালাগে' আদি। উল্লেখযোগ্য যে ডাঃ উপেন কাকতিয়ে কেৱল সাহিত্য অথবা সংগীত চৰ্চা কৰাই নহয়, অসমৰ বিভিন্ন জাতি-জনজাতি তথা জনগোষ্ঠীয় লোকৰ মাজত আত্মিক সম্পৰ্ক গঢ়ি তোলাৰ আকুল হেঁপাহেৰে সঁচা মানুহজনেই ঢপলিয়াই ফুৰিছিল অসমৰ ইমূৰৰ পৰা সিমূৰলৈ।

মিছামৰা অঞ্চলৰ **আধান বৰবৰা** নৃত্য, গীত, খোলবাদ্য, অভিনয় সকলোতে সুদক্ষ শিল্পী আৰু শিল্পীগৰাকীৰ তত্ত্বাৱধানত সেইসময়ত নতুন প্ৰতিভাৰ উন্মেষ ঘটিছিল। তেখেতৰ সুযোগ্যা পত্নী কুঞ্জ বৰবৰাও সত্ৰীয়া নৃত্যৰ এগৰাকী জনপ্ৰিয় শিল্পী আৰু ঢোলবাদনতো পাকৈত আছিল।

হৃদয়ত প্ৰচণ্ড উদ্যম আৰু সুন্দৰৰ প্ৰতি অনাবিল হেঁপাহ থাকিলে যে শাৰীৰিক অক্ষমতাই বাধাৰ সৃষ্টি কৰিব নোৱাৰে তাৰ এটি মহৎ দৃষ্টান্ত হ'ল দৃষ্টিহীন শিল্পী মিছামৰাৰ প্ৰয়াত **ইন্দ্ৰ বৰা**। শংকৰী সংগীতধাৰাৰ চৰ্চাৰে বৰগীত বিশাৰদ উপাধি লাভ কৰাৰ লগতে ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ সাধনাত ব্ৰতী শিল্পীগৰাকীয়ে বহু ন-শিকাৰুক সংগীতৰ শিক্ষা প্ৰদান কৰিছিল।

দাধৰা অঞ্চলৰে **চেনী বৰা** বিভিন্ন মঞ্চত নাটকৰ মাজত গীতৰ মৌ বৰষাৰ বাবে প্ৰখ্যাত। শিল্পীগৰাকীয়ে 'মন মালতীৰ পাহি' নামৰ গীতৰ পুথি এখনো ৰচনা কৰিছিল।

দেৰগাঁও চাৰিআলিৰ নিবাসী প্ৰয়াত **কলন্দৰ শ্বাহ** হৈছে আকাশবাণীযোগে আধুনিক গীত গোৱা দেৰগাঁৰৰ প্ৰথম শিল্পী।

দেৰগাঁৰৰ সাংস্কৃতিক জগতত সুকীয়া স্থান দখল কৰিবলৈ সক্ষম হোৱা এগৰাকী বহুগুণী শিল্পী হ'ল প্ৰয়াত **অতুল ঠাকুৰ**। গীত, নৃত্য, অভিনয়, কবিতা আবৃত্তি আদি বহুদিশত যথেষ্ঠ দখল থকা শিল্পীগৰাকীয়ে ঘৰৰ ওচৰৰে বাপুজী মন্দিৰত এচাম শিশু, কিশোৰ তথা তৰুণ শিল্পীক আন্তৰিকতাৰে প্ৰশিক্ষণ দি অঞ্চলটোও এক সাংস্কৃতিক বাতাবৰণ গঢ়ি তুলিছিল। কেইবাখনো নৃত্য নাটিকা আৰু নাটকৰ ৰচক প্ৰয়াত ঠাকুৰৰ কেইটামান জনপ্ৰিয় সমবেত সংগীত এনেধৰণৰ — 'প্ৰপীড়িত আৰু নিপীড়িত / বঞ্চিত আৰু লাঞ্চিত', 'পোহৰ প্ৰয়াসী অই...' আদি।

কুৰালগুৰিৰ **শিৱ শৰ্মা ঠাকুৰ** একেধাৰে গীতিকাৰ, সুৰকাৰ, গায়ক, নৃত্য পৰিচালক আৰু অভিনেতা হিচাপে সকলোৰে বৰেণ্য শিল্পী। বিশিষ্ট শিল্পী চাৰু বৰদলৈৰ ওচৰত নৃত্য শিক্ষা গ্ৰহণ কৰা শিল্পীগৰাকীয়ে বিহু, মাছমৰীয়া, নগা, বসন্তৰাস আদি নৃত্য পৰিৱেশন কৰিছিল। 'সুৰসন্ধান' আৰু 'জয় কিষান' তেখেতৰ দুখন গীতৰ পুথি।

অসমৰ প্ৰখ্যাত ঢোলৰ ওজা মোলাই বৰাৰ সন্তান **বীৰেন্দ্ৰনাথ বৰা** দেৰগাঁৰৰ লোকসংগীত জগতৰ এক বিশিষ্ট নাম। আকৰ্ষণীয় কণ্ঠস্বৰৰ গৰাকী বীৰেন্দ্ৰনাথ বৰাই প্ৰথমবাৰৰ কাৰণে অসমত 'দেহবিচাৰ গীত' নামৰ এক পৃথক গীতৰ ধাৰা সূচনা কৰাত আগভাগ লৈছিল বুলি আমাক জানিবলৈ দিয়ে। সৰুৰেপৰা লোকগীত, বৰগীত আদিৰ চৰ্চা কৰা শিল্পী গৰাকী সোনকালেই জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদৰ সান্নিধ্যলৈ আহি বিভিন্ন মঞ্চ তথা অনাতাঁৰ কেন্দ্ৰত (১৯৭৫ চনৰ পৰাই) গীত গোৱাৰ সুবিধা পায়। সৃষ্টিৰ তাড়নাই অহৰহ অশান্ত কৰি তোলা শিল্পীগৰাকীৰ নিৰলস সাধনাৰ ফলশ্ৰুতিত অসমবাসীয়ে লাভ কৰিলে থলুৱা গীত-মাতৰ আধাৰত সৃষ্ট ন ন ৰূপৰ অনবদ্য গীতসমূহ। নতুন সৃষ্টিৰ উদ্যমেৰে এইদৰে অসমৰ বিভিন্ন স্থানত সিঁচৰতি হৈ থকা টোকাৰী গীতসমূহ উদ্ধাৰ কৰি এই আজন্ম শিল্পীগৰাকীয়ে প্ৰণালীবদ্ধ ৰূপত 'দেহবিচাৰ গীত' নামেৰে লোকসংগীতৰ ধাৰাৰ সূচনা কৰি ১৯৭৬ চনৰ পৰাই ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰযোগে পৰিৱেশন কৰি আহিছে। শিল্পীগৰাকীয়ে তেওঁৰ দলটিৰ সৈতে কণ্ঠদান কৰা জনপ্ৰিয় কেছেটসমূহ হৈছে 'কেশৰ ৰায়' (টোকাৰী গীত), যদুমণি (দেহবিচাৰ গীত), নীলমণি (টোকাৰীগীত), আগৰ্মাণ (বিহুগীত) আদি। পুৱাৰ স্নিগ্ধ পৰিবেশত যেতিয়া অনাতাঁৰ কেন্দ্ৰৰ ভক্তিমূলক গীতৰ অনুষ্ঠানত শিল্পীগৰাকীৰ প্ৰাণৱন্ত কণ্ঠত শুনা যায় 'ভজ মন ভাই অ' চিন্ত মন ভাই / এইহেন সুন্দৰ দেহা কোনদিনা যায়...' হৃদয়ত যেন আপোনাআপুনি পূৰ্ণ হৈ পৰে ভক্তিৰসৰ নিৰ্মল প্ৰৱাহ।

'জীৱন বীণাখনি বজালে বাজিব / মিলালে মিলিব সুৰ / এইনো বীণাখনি যিদিনা চিঙিব / জীৱনৰ পবিব ওব... ।' এইয়া হ'ল দেৰগাঁও তথা সমগ্ৰ অসমতে ভক্তিমূলক গীতৰ অন্যতম বাটকটীয়া হিচাপে পৰিচিত স্বনামধন্য শিল্পী **গিৰিশ মহন্তৰ** হৃদয়ৰ নিৰ্মল ভক্তিৰসৰ একাঁজলি। দেৰগাঁও কুৰালগুৰি অঞ্চলৰ এইগৰাকী লোকসংগীতৰ সাধকে ১৯৭৬ চনৰ পৰাই ডিব্ৰুগড় কেন্দ্ৰৰ পৰা দেহৱবিচাৰৰ গীত পৰিৱেশন কৰি আহিছে। অসমীয়া লোক সংগীত বিশদ অধ্যয়নেৰে পুষ্ট শিল্পীগৰাকীয়ে তেখেতৰ সুযোগ্যা পত্নী পত্নী মীৰা মহন্তৰ আৰু প্ৰয়োজনবোধে দলীয়ভাৱে অনাতাঁৰ, দূৰদৰ্শন আৰু মঞ্চযোগে লোকগীত, বৰগীত, দেহবিচাৰ গীত, বিহুগীত আৰু অন্যান্য ভক্তিমূলক গীতৰ লগতে আধুনিক গীতো পৰিৱেশন কৰি আহিছে। ১৯৬২ চনতে শিল্পীগৰাকীয়ে মিছামৰাৰ প্ৰথম সংগীত বিদ্যালয় স্থাপন কৰিছিল। ১৯৮৫ আৰু ১৯৮৬ চনত ভাৰত চৰকাৰৰ NCERT ৰ অধীনত সৰ্বভাৰতীয় প্ৰশিক্ষণ গ্ৰহণ কৰি সংগীতৰ প্ৰশিক্ষকৰূপে নিযুক্তি পায়।

অবিৰত সাধনাৰে অসমত লোকসংগীতৰ এক উন্নত ধাৰা অব্যাহত ৰখাত অকুণ্ঠ অৱদান আগ বঢ়াই অসমবাসীৰ মনত এক চিৰস্মৰণীয় হৈ ৰোৱা অন্য এটি গৌৰৱোজ্বল নাম হ'ল **প্ৰবীণ বৰঠাকুৰ**। 'সত্য নাৰায়ণ বিঘিনি খণ্ডন...' বুলি প্ৰাণঢালি গোৱা এই গীতটিৰে অতিশয় জনপ্ৰিয় হৈ পৰা কুৰালগুৰিৰ এই শিল্পীগৰাকীৰ অকালতে পৰলোকপ্ৰাপ্তি ঘটাত লোকগীত, বৰগীতকে ধৰি অসমৰ লোকগীতৰ অধিক মানবিশিষ্ট চৰ্চাৰ পৰা অসমবাসী দুৰ্ভাগ্যজনকভাৱে বঞ্চিত হৈ ৰ'ল।

কুৰালগুৰি অঞ্চলৰে শংকৰী কলা-সংস্কৃতিৰ এগৰাকী অন্যতম সাধক হ'ল **দেবেন মহন্ত**। ১৯৬৯ চনতে লক্ষ্ণৌ যুৱ মহোৎসৱত কুৰালগুৰি উঃ মাঃ বিদ্যালয়ৰ পৰা সাংস্কৃতিক দল এটি লৈ অংশগ্ৰহণ কৰা শিল্পীগৰাকীয়ে 'ওপজা সোণৰ মাটি' নামৰ বোলছবিখনতো বিদ্যালয়ৰ সাংস্কৃতিক দলটিৰ সৈতে এটা দৃশ্যত অংশগ্ৰহণ কৰিছিল।

এটি সুললিত কণ্ঠস্বৰৰ অধিকাৰী **মীৰা মহন্তই** এককভাৱে আৰু শিল্পী গিৰিশ মহন্তৰ সৈতে গীত পৰিৱেশন কৰি লোকগীতৰ ধাৰাটি অব্যাহত ৰখাত অমূল্য অৱদান আগ বঢ়াই আহিছে। শাস্ত্ৰীয় সংগীতৰো বিশাৰদ ডিগ্ৰীধাৰী মীৰা মহন্ত বৰ্তমান আকাশবাণী ডিব্ৰুগড়ৰ আধুনিক গীতৰ নিয়মীয়া শিল্পী।

'আইতা তুমি জেৰেঙাৰ, ককাদেউতা মেজেঙাৰ ...' বুলি সুললিত কণ্ঠৰে আইতাকক জোকাই অসমৰ শিশুৰ পৰা বৃদ্ধলৈকে সকলোৰে মনত নিজেই এটি সুৰীয়া নাম হৈ পৰা **সংগীতা বৰঠাকুৰ** দেৰগাঁৰৰ অম্লান গৌৰৱ। খুড়াক বিশিষ্ট গীতিকাৰ-সুৰকাৰ ভৱেন বৰঠাকুৰ আৰু পেহীয়েক আসমৰ 'সুৰ সম্ৰাজ্ঞী' দীপালি বৰঠাকুৰৰ সংগীত সাধনাৰ দ্বাৰা সৰুৰে পৰা প্ৰভাৱান্বিত হৈ অহা শিল্পীগৰাকীয়ে আকাশবাণী, দূৰদৰ্শন, কেছেট আৰু মঞ্চযোগে বহুসংখ্যক মানবিশিষ্ট



আৰু হৃদয়পৰশা গীতত কণ্ঠ নিগৰাই অসমবাসীৰ আপোন হৈ পৰিছে। শিল্পীগৰাকীৰ কণ্ঠৰ কেইটিমান জনপ্ৰিয় গীত হৈছে — 'ব'হাগ মানে কুলিৰ মাত...', 'ফুল বনৰীয়া', 'ৰাংঢালী বতাহী তাই', 'মইনামতী তোমাৰ হাঁহি', পদুমণি গাঁৱৰ মূৰত চম্পাগঁতৰ ঘৰ' ইত্যাদি। আনহাতে শিল্পীগৰাকীৰ কণ্ঠৰ চৈয়দ আব্দুল মালিক ৰচিত 'জীৱনে মৰণে মই চিৰদিন অসমীয়া' গীতটি অসমীয়া দেশপ্ৰেমমূলক গীতৰ জগতত এক অপূৰ্ব সংযোজন। সম্প্ৰতি যুৱ শিল্পীসকলৰ মাজত এই গীতটিয়ে বিশেষ জনপ্ৰিয়তা অৰ্জন কৰিছে। শ্ৰীমতী বৰঠাকুৰে অসমৰ আনকি ভাৰতবৰ্ষৰো বাহিৰৰ লণ্ডনত আমন্ত্ৰণক্ৰমে দুবাৰকৈ তিনিমাহজোৰা কাৰ্যসূচী সম্পন্ন কৰি অসমলৈ গৌৰৱ কঢ়িয়াই আনিছে।

একেধাৰে গীতিকাৰ, সুৰকাৰ আৰু গায়িকা **ৰেণু চক্ৰৱৰ্তীয়ে** দেৰগাঁৰৰ প্ৰবীণ শিল্পীসকলৰ ভিতৰত এখন বিশেষ স্থান দখল কৰি অসমীয়া সংগীত জগতলৈ যথেষ্ট বৰঙণি দিছে। বাণীবদ্ধৰূপতো তেওঁৰ ৰচিত আৰু সুৰ আৰোপিত সমবেত সংগীতৰ এটি কেছেট জনপ্ৰিয় হৈ উঠিছে।

**ৰাজেন মহন্ত** দেৰগাঁৰৰ অন্য এগৰাকী গুণী শিল্পী। লোকগীত, বৰগীত, বিহুগীত, বনগীত, টোকাৰীগীত, দেহবিচাৰৰ গীত আৰু বিভিন্নধৰণৰ ভক্তিমূলক গীতৰ প্ৰচাৰেৰে অসমীয়া লোকসংগীতৰ জগতখনলৈ যথেষ্ট অৱদান আগ বঢ়াই অহা ৰাজেন মহন্তই স্কুলীয়া অৱস্থাৰ পৰাই দেৰগাঁওবাসীৰ মাজত শিল্পীৰ স্বীকৃতি লাভ কৰিছিল। ১৯৮৪ চনত ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰত লোকগীতৰ শিল্পী হিচাপে স্বীকৃতি লাভ কৰা মহন্তই ১৯৮৬ চনৰ পৰাই দূৰদৰ্শনযোগে লোকগীত পৰিৱেশন কৰি আহিছে। শিল্পীগৰাকীয়ে কণ্ঠদান কৰা কেইটামান কেছেটৰ নাম হৈছে সুপ্ৰভাত, ভজগোবিন্দ, বৈতৰণী, বগীতৰা, পাহাৰী মইনা আদি। শিল্পীগৰাকীয়ে কেইবাটাও কেছেট নিজে পৰিচালনাও কৰিছে।

শিল্পী **স্বপ্না মহন্তই** শাস্ত্ৰীয় (কণ্ঠ) সংগীতৰ বিশাৰদ ডিগ্ৰী লৈ একনিষ্ঠভাৱে সংগীতৰ প্ৰসাৰত মনোনিৱেশ কৰিছে। ১৯৮২ চনতে ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰত লোকগীতৰ কণ্ঠশিল্পীৰূপে স্বীকৃতি লাভ কৰা শিল্পীগৰাকীয়ে ১৯৯৮ চনত আধুনিক গীতৰ শিল্পীৰূপেও স্বীকৃতি পায়। ১৯৯৮ চনত দাধৰাত 'কাঠবাপু সাংস্কৃতিক চ'ৰা', ২০০১ চনত দেৰগাঁও নাৰিকলগুৰিত 'গান্ধৰ্ব সংগীত বিদ্যালয়' আৰু গোলাঘাটত 'গোলাঘাট গান্ধৰ্ব সংগীত একাডেমি' স্থাপন কৰি শিশু আৰু ন শিকাৰুসকলক শাস্ত্ৰীয় সংগীতৰ উপৰি বৰগীত, লোকগীত আদিৰ প্ৰশিক্ষণ দি আছে। ইতিমধ্যে একক, দ্বৈত আৰু দলীয়ভাৱে কেইবাটাও কেছেটত কণ্ঠদান কৰিছে।

একেৰাহে গীতিকাৰ, সুৰকাৰ, গায়ক আৰু গীটাৰবাদক **দিলীপ শইকীয়া** দেৰগাঁৰৰ সাংস্কৃতিক জগতৰ এটি জনপ্ৰিয় নাম। সুমধুৰ কণ্ঠস্বৰৰ সৈতে শিল্পীগৰাকীৰ গীটাৰৰ ঝংকাৰ সকলোৰে অতি পৰিচিত। ইতিমধ্যে বহুকেইখন নাটক আৰু ভিচিডি চিনেমাৰ আৱহ সংগীত পৰিচালনা কৰাৰ লগতে নতুনত্ব সনা কেইবাটাও সফল কেছেটৰ সংগীত পৰিচালনা কৰা বিশিষ্ট শিল্পীগৰাকীয়ে আধুনিক সংগীতৰ ধাৰাটিক পৰিশীলিত ৰূপত প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা চলাই আহিছে।

সংগীতৰ জগতত নতুনত্ব সৃষ্টিৰ অদম্য তাড়নাৰে ন ন পৰীক্ষা-নিৰীক্ষা চলাই আজীৱন সংগীতৰ জগতখনতে নিমজ্জিত হৈ ৰোৱা অন্য এগৰাকী স্বনামধন্য শিল্পী হ'ল প্ৰয়াত **নলীন হাজৰিকা**। এগৰাকী সংস্কৃতিবান ব্যক্তি কঠিৰাম হাজৰিকাৰ পুত্ৰ প্ৰয়াত শিল্পীগৰাকী দোতৰা, হাৰমণিয়াম, মেণ্ডোলিনৰ লগতে গীটাৰ আৰু কীবোৰ্ড পৰিচালনাতো অতিশয় দক্ষ আছিল আৰু একেলগে দুটা ঢোলৰ ৰেকডিং পদ্ধতিৰ উদ্ভাৱন কৰিছিল। শিল্পীগৰাকীয়ে অসমৰ প্ৰথমটো বিহুগীতৰ কেছেট 'ব'হাগী' (১৯৮২ চন)ৰ উপৰি প্ৰায় ২৫০ টা কেছেট পৰিচালনা কৰিছিল। 'চেনাই মোৰ ঢুলীয়া' নামৰ কথাছবিখনৰ সংগীত পৰিচালনাৰ বাবে শিল্পীগৰাকীয়ে North East People Choice Award ৰ পৰা মনোনয়ন লাভ কৰিছিল। কিন্তু অকাল মৃত্যুৰ বাবে এইগৰাকী শিল্পীৰ প্ৰতিভা সম্পূৰ্ণৰূপত পৰিস্ফুৰণ নহ'ল।

পুৰণিচাম শিল্পীৰ ভিতৰত **শ্ৰীপ্ৰকাশ বৰঠাকুৰে** জনপ্ৰিয়তা অৰ্জন কৰিলেও বৰ্তমান সংগীত চৰ্চা স্তিমিত হৈ অহাটো দুৰ্গ্যাজনক। সেইদৰে ৰজাবাহৰৰ **হৰেশ্বৰ বৰাও** এগৰাকী সফল কণ্ঠশিল্পী আছিল।

অতিশয় সুললিত কণ্ঠস্বৰৰ অধিকাৰী 'অসমৰ মহম্মদ ৰফী' নামেৰে সমগ্ৰ অসমতে পৰিচিত **আমান আহমেদ** ন-পুৰণি সকলো সংগীতপ্ৰেমীৰ মাজত সমানে জনপ্ৰিয়। স্বৰচিত আৰু অন্যান্য গীতৰ লগতে ৰাইজৰ প্ৰচুৰ দাবীত মঞ্চই মঞ্চই মহম্মদ ৰফীৰ গীত পৰিৱেশন কৰি অহা আহমেদ বৰ্তমান দূৰদৰ্শনৰ ব্যস্ত শিল্পী। শিল্পীগৰাকীয়ে দিল্লী দূৰদৰ্শনৰ পৰা প্ৰচাৰিত আহুতি নামৰ ধাৰাবাহিকখনত গীত গোৱাৰ লগতে কেইবাটাও হিন্দী আৰু অসমীয়া গীতৰ কেছেটত কণ্ঠ নিগৰাইছে।

দেৰগাঁৰৰ **ৰঞ্জন শৰ্মাই** গীত ৰচনা কৰি সুৰ দি নিজে পৰিৱেশন কৰাৰ উপৰি উঠি অহা শিশুসকলক সংগীত ক্ষেত্ৰলৈ আগুৱাই অনাত আগভাগ লৈছে। আকৰ্ষণীয় কণ্ঠস্বৰৰ অন্য দুগৰাকী অনাতাঁৰ (নিয়মীয়া) শিল্পী হৈছে বঙাল গাঁৱৰ **মাধুৰ্য মহন্ত** (বৰ্তমান ডুমডুমা নিবাসী) আৰু **প্ৰদীপ শইকীয়া** (বৰ্তমান গোলাঘাটৰ নিবাসী) প্ৰদীপ শইকীয়াই বৰ্তমান সংগীত ব্যৱস্থাপনাতো সফলতা লাভ কৰিছে।

দেৰগাঁৰৰ **গীতাঞ্জলি গগৈ** আৰু **ইলোৰা বৰুৱা** (দুয়ো বৰ্তমান গুৱাহাটী নিবাসী) অসমৰ দুগৰাকী সফল গায়িকা। ইলোৰা বৰুৱাই বৰ্তমান অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ত স্থায়ী সংগীত প্ৰশিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। ২০০৭ চনত লণ্ডনতো

আমন্ত্ৰণক্ৰমে সংগীত পৰিৱেশন কৰি অসমলৈ গৌৰৱ কঢ়িয়াই আনে। গীতাঞ্জলি গগৈ বৰ্তমান অনাতাঁৰ শিল্পী।

দেৰগাঁৱৰ **শিখা দত্ত শইকীয়া** (বৰ্তমান ডিব্ৰুগড়ৰ) অনাতাঁৰ শিল্পীৰূপে ৰাইজৰ সমাদৰ লাভ কৰিছে। সেইদৰে **ৰূপজ্যোতি নাথে** বৰ্তমান মুম্বাইতো সুৰৰ নিজৰা বোৱাইছে। নতুন প্ৰজন্মৰ শিল্পীৰ ভিতৰত **সঞ্জয় খাউণ্ড, হৰেকৃষ্ণ খাউণ্ড, ৰূপালী দেৱী, উৎপল ঠাকুৰ, কুমিছ হাজৰিকা, অঞ্জনা বৰঠাকুৰ** অদিয়ে বহুদিনৰে পৰা গীত পৰিৱেশন কৰি আহিছে। **এলিফেন্টা বৰুৱা, ৰেজিদা খাতুন, ইলিন নাহাৰ, ৰূপালীম ঠাকুৰ, ইমন কল্যাণ ঠাকুৰ** আদিয়ে সুন্দৰ গীত গাইছিল। সম্প্ৰতি **কুণ্ডন উপাধ্যায়, জয়া বৰুৱা, ৰৌজ বৰবৰা** আদিয়ে ৰাইজৰ সমাদৰ লাভ কৰিছে।

দেৰগাঁৱৰ লোক সংগীতৰ চৰ্চা কৰা শিল্পীৰ উত্তৰণে এক নিৰ্মল সাংগীতিক পৰিবেশৰ সূচনা কৰিছে। ইতিমধ্যে বৰগীত, লোকগীত বা অন্য ভক্তিমূলক গীত গাই প্ৰতিষ্ঠিত হোৱা আগত উল্লেখিত জ্যেষ্ঠসকলৰ লগতে তুলনামূলকভাৱে নতুন আৰু একেবাৰে নবীন এচাম শিল্পীয়েও সাধনাৰ যোগেদি এই সুনাম অক্ষুন্ন ৰাখিছে।

এইক্ষেত্ৰত লোকসংগীতৰ এগৰাকী শিল্পী **নিতুমণি ভট্টাচাৰ্যই** অনাতাঁৰ আৰু মঞ্চযোগে গোৱাৰ উপৰি শিল্পীগৰাকীৰ কেছেটো ওলাইছে। সেইদৰে টোকাৰীগীতৰ জনপ্ৰিয় শিল্পী **প্ৰবীণ শইকীয়া** কণ্ঠসংগীত আৰু সংগীত ব্যৱস্থাপনা দুয়োটাতে সফল হৈছে।

দাধৰাৰ **অমল শৰ্মা** আৰু দেৰগাঁৱৰ **মামণি বৰঠাকুৰ** লোকগীতৰ প্ৰতিষ্ঠিত অনাতাঁৰ শিল্পী। বীৰেণ বৰাৰ সৈতে বহুবছৰ ধৰি গীত পৰিৱেশন কৰিছিল আৰু ন শিকাৰুক তবলা বাদনৰো শিক্ষা প্ৰদান কৰিছিল।

অনাতাঁৰ যোগে বা মঞ্চযোগে গীত পৰিৱেশন কৰি অহা লোকসংগীতৰ অন্যান্য শিল্পীসকল হৈছে **ৰুমী হাজৰিকা, ৰূপলেখা পাটোৱাৰী, দুগ্ধ ভৰালী, ৰশ্মিৰেখা বৰা, মালক্ষ্মী বৰা, মিনাক্ষী বৰা, ৰৌজ বৰবৰা, পুলিন বৰা, সব্যসাচী নেওগ, অতুল বৰা, পদুম ৰাজবংশী** আদি।

দেৰগাঁৱত **বৰগীতৰ চৰ্চাই** এক সুকীয়া মৰ্যাদা লাভ কৰিছে। ভোটমৰিচ (কাঠবাপু) সত্ৰকে ধৰি ওচৰে-পাজৰে থকা সত্ৰসমূহত নিয়মীয়াকৈ পুৱা-গধূলি বৰগীতৰ চৰ্চা হয়। মঞ্চত পৰিৱেশন কৰা ন-পুৰণি শিল্পীসকলৰ ভিতৰত এগৰাকী প্ৰতিষ্ঠিত শিল্পী হ'ল **ঋতুপৰ্ণা বৰুৱা** (কাকু)। বৰ্তমান গণকপুখুৰী নিবাসী শ্ৰীমতী বৰুৱাই বৰগীত শিক্ষাৰ বিশাৰদ ডিগ্ৰী লাভ কৰাৰ লগতে ভাৰতীয় শাস্ত্ৰীয় সংগীতৰো (ভাতখাণ্ডে পদ্ধতি) বিশাৰদ ডিগ্ৰী লাভ কৰি বৰ্তমান শিশুসকলৰ মাজত সংগীত শিল্পৰ প্ৰশিক্ষণ দি আছে।

এইখিনিতে উল্লেখযোগ্য যে গণকপুখুৰী নিবাসী বৰগীতৰ এগৰামী শ্ৰদ্ধাভাজন শিল্পী **অজিত বৰাই** দেৰগাঁৱৰ বহুসংখ্যক ন-শিকাৰুক (ঋতুপৰ্ণা বৰুৱাকো) বৰগীতৰ ক্ষেত্ৰখনলৈ আগ বঢ়াই আনিছে। বৰগীতৰ চৰ্চা অব্যাহত ৰখা গুৰযোগনীয়া অঞ্চলৰ এগৰাকী যুৱশিল্পী হ'ল **ৰঞ্জিত বৰা**।

দেৰগাঁৱৰ কেইবাগৰাকীও গুণী ব্যক্তিয়ে গীত ৰচনাৰ জৰিয়তে সাংস্কৃতিক জগতখন সমৃদ্ধ কৰিছে। সকলোৰে মাজত কোঁৱৰদা হিচাপে পৰিচিত **মফিউল হুছেইনে** ভালেমান একক আৰু সমবেত সংগীত ৰচনা কৰি আৰু সুৰ দি দেৰগাঁৱৰ সাংস্কৃতিক পৰিবেশলৈ অৰিহণা যোগাইছে। 'এই লুইত / সেই লুইত / সেই বোৱতী ঘৰ ... ... বৈ আছিল / বৈ আছে' তেখেতৰ এটি জনপ্ৰিয় সমবেত সংগীত।

প্ৰয়াত **ধীৰেন্দ্ৰনাথ গোস্বামীয়ে** বহুকেইটা গীত ৰচনা কৰি আৰু সুৰ দি ন-শিকাৰুসকলক শিকাইছিল। সেইদৰে কবি-সাহিত্যিক চৈয়দ **আজিজুল হুছেইনে** কেইটামান জনপ্ৰিয় গীত ৰচিছিল। শিশু সাহিত্যিক শিক্ষাবিদ প্ৰয়াত **নবীন চন্দ্ৰ শৰ্মা**ৰ কেইবাটাও লোকগীত অনাতাঁৰ শিল্পীয়ে (ৰাজেন মহন্ত, অমল শৰ্মা আদিয়ে) অনাতাঁৰ আৰু দূৰদৰ্শনযোগে পৰিবেশন কৰাৰ লগতে আধুনিক গীত, সমবেত সংগীত আদি মঞ্চযোগে শিল্পীসকলে পৰিবেশন কৰিছে। প্ৰয়াত শৰ্মাৰ দুখন মৌলিক গীতি কবিতাৰ পুথি হ'ল 'সেউজী কণ্ঠৰ সুবাস' আৰু 'এটি মন এটি ক্ষণ'। সেইদৰে সুলেখিকা **দীপিকা হাজৰিকা, কুঞ্জ হাজৰিকা, লক্ষ্মীপ্ৰভা বৰা** আদিয়েও সময়ে সময়ে গীত ৰচনা কৰিছিল। সম্প্ৰতি গীত ৰচনাত ব্ৰতী হৈ থকাসকলৰ ভিতৰত ইতিমধ্যে উল্লেখিত গায়ক কেইগৰাকীমানৰ উপৰি ৰাইজৰ সমাদৰ লাভ কৰাসকলৰ ভিতৰত আছে **বীণা ঠাকুৰ বেজবৰুৱা, শৰৎ ৰাণা বৰা, ৰেণু চক্ৰৱৰ্তী, পৰশমণি ঠাকুৰ, পূৰালী বৰুৱা, বস্তি আহমেদ, জ্যোতি কুমাৰী শৰ্মা বৰঠাকুৰ, কুমিচ হাজৰিকা, মৃগেন বৰা, বসন্ত বৰা, ৰাতুল বৰা,** দাধৰাৰ **দিলীপ শৰ্মা** আৰু **প্ৰদুৎ শৰ্মা** আদি।

দেৰগাঁৱৰ এগৰাকী গুণী শিল্পী হৈছে প্ৰয়াত **উৎপলা গোস্বামী**। বেহেলাৰ বিশাৰদ ডিগ্ৰী লাভ কৰি শিল্পীগৰাকীয়ে বহু শিক্ষাৰ্থীক বেহেলাবাদনৰ শিক্ষা প্ৰদান কৰে। আকাশবাণী যোগে প্ৰচাৰিত কেইবাখনো সংগীতালেখ্যৰ পৰিচালনা কৰা প্ৰয়াত গোস্বামীয়ে 'গোসাঁনী' নামৰ শ্ৰব্য কেছেটতো অংশগ্ৰহণ কৰিছিল। তেখেতৰ সংগীত বিষয়ৰ পুথিখনি হ'ল 'নুপূৰৰ ৰুণজুন'।

শেহতীয়াকৈ শাস্ত্ৰীয় সংগীতৰ চৰ্চাই দেৰগাঁৱত এক আশাব্যঞ্জক ৰূপ গ্ৰহণ কৰিছে। কেইবাগৰাকী শাস্ত্ৰীয় সংগীতৰ শিল্পীয়ে নিজে চৰ্চা কৰাৰ উপৰি ছাত্ৰ-ছাত্ৰীসকলক আগ বঢ়াই আনিছে।

শাস্ত্ৰীয় সংগীতৰ চৰ্চাকাৰীসকলৰ ভিতৰত উল্লেখযোগ্য নাম হৈছে **পূৰালী বৰুৱা**। শাস্ত্ৰীয় সংগীতৰ বিশাৰদ ডিগ্ৰী লৈ দেউতাক ফণীন্দ্ৰ কুমাৰ বৰুৱাৰ স্মৃতিত এখনি সংগীত বিদ্যালয় স্থাপন কৰি



শিশুসকলক শিক্ষাপ্ৰদান কৰি আছে। উল্লেখযোগ্য যে শিল্পীগৰাকীয়ে কেইবাবছৰ ধৰি সদৌ অসম ভিত্তিত ফণীন্দ্ৰ কুমাৰ বৰুৱা সোঁৱৰণী সংগীত প্ৰতিযোগিতা অনুষ্ঠিত কৰিছিল।

দেৰগাঁৱৰ উঠি অহা প্ৰজন্মৰ মাজত ধ্ৰুপদী সংগীতৰ মনোমুগ্ধকৰ ধাৰাটো অব্যাহত ৰখাত একনিষ্ঠভাৱে যত্ন কৰি থকা অন্যান্য শিল্পীসকলৰ ভিতৰত **শ্ৰীগীতাশ্ৰী খাউণ্ড, শ্ৰীৱবীতা ভট্ট হাজৰিকা, শ্ৰীমৃগেন বৰা** উল্লেখযোগ্য। তিনিওগৰাকী নিষ্ঠাবান শিল্পীয়েই শাস্ত্ৰীয় সংগীতৰ বিশাৰদ ডিগ্ৰী লাভ কৰি নিজ নিজ কৰ্মক্ষেত্ৰত সফলতা অৰ্জন কৰিছে। শ্ৰীমৃগেন বৰাই ইতিমধ্যে আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ জৰিয়তে আধুনিক গীত পৰিবেশন কৰিছে। শ্ৰীগীতাশ্ৰী খাউণ্ডে 'গীতাশ্ৰী মিউজিক' নামৰ অনুষ্ঠানটোৰ জৰিয়তে কেইবছৰমান ধৰি সদৌ অসম ভিত্তিত সংগীত প্ৰতিযোগিতা অনুষ্ঠিত কৰি আহিছে।

শাস্ত্ৰীয় সংগীতৰ বিশাৰদ ডিগ্ৰী প্ৰাপ্ত আৰু চৰ্চাকাৰীসকলৰ ভিতৰত উল্লেখযোগ্য অন্য কেইবাগৰাকীমান উল্লেখযোগ্য শিল্পী হৈছে **শ্ৰীতৃপ্তি শইকীয়া, নিবেদিতা হাজৰিকা, অনুপম শৰ্মা, ঊষাৰাণী দেৱী, মালৱিকা মহন্ত, জ্যোতি কুমাৰী শৰ্মা (বৰঠাকুৰ), শ্যামলিমা বৰঠাকুৰ, ৰিপুণ কন্দলি, অতুল বৰা** (বগৰিয়নী), **মৃদুস্মিতা শৰ্মা** (কুৰালগুৰি), **ৰৌজ বৰবৰা** (দাধৰা), **ঋতুপৰ্ণা বৰুৱা, মিতালী গোস্বামী, পদুম ৰাজবংশী, শ্ৰীমা খাউণ্ড** আদি। **শ্ৰীকৃপাল কটকী** আৰু **বুধিন হাজৰিকাই** ক্ৰমে দুলীয়াজান আৰু শিৱসাগৰত সংগীত চৰ্চা কৰি আছে। বৰ্তমান অধ্যয়ন কৰি থকা অৱস্থাতে থকা শ্ৰীমতী শ্যামলিমা বৰঠাকুৰে নিচেই কম বয়সতে শাস্ত্ৰীয় সংগীতৰ বিশাৰদ ডিগ্ৰী অৰ্জন কৰি কণ্ঠ সংগীতৰ অন্যান্য দিশতো চৰ্চা কৰি আছে আৰু ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰ আধুনিক গীতৰ নিয়মীয়া শিল্পীৰূপে অনুমোদন লাভ কৰিছে। শিল্পীগৰাকীয়ে আকাশবাণীৰ 'গীতৰ শৰাই' অনুষ্ঠানতো গীত পৰিবেশন কৰে।

'জিকিৰ সম্ৰাট'ৰ জন্মস্থান দেৰগাঁৱত ইতিমধ্যে জিকিৰ আৰু জাৰী চৰ্চাই প্ৰণালীবদ্ধ আৰু মনোমুগ্ধকৰ ৰূপত প্ৰতিষ্ঠা লাভ কৰিছে আৰু এইক্ষেত্ৰত ৰেকিবুদ্দিন আহমেদে ৰচি থৈ যোৱা পথেৰে বাট বুলি শিল্পীগৰাকীৰ সপোনবোৰ জীয়াই ৰাখিবলৈ আগ বাঢ়ি আহিছে এচাম নিষ্ঠাবান যুৱশিল্পী। এইখিনিতে উল্লেখযোগ্য যে নাহৰণি, বালিবাট তথা দেৰগাঁৱত জিকিৰ-জাৰী চৰ্চাৰ এক অনুকূল পৰিবেশ গঢ়ি তোলাত অৰিহণা যোগাইছে বালিবাটৰ জ্যেষ্ঠ শিল্পৰসিক ব্যক্তিসকলে। ইয়াৰ ভিতৰতে আছে মহম্মদ আব্দুল কেৰিম।

জিকিৰ সম্ৰাটগৰাকৰ স্মৃতিত প্ৰকাশিত 'মোৰ মনত ভেদভাৱ নাই' গ্ৰন্থখনিত অন্তৰ্ভুক্ত মঃ আব্দুল কেৰিমৰ প্ৰবন্ধটিৰ জৰিয়তে গমপোৱা গ'ল যে নাহৰণি, বাতিপৰীয়া, কুৰিঘৰীয়া, বৰুৱাঢাপ আদি অঞ্চলত বহু আগৰে পৰাই জিকিৰ-জাৰীৰ প্ৰচলন আছিল। স্বৰ্গীয় গাম ফকীৰ (পিয়াৰুদ্দিন)ৰ ককায়েক আলিমতউদ্দিন, ভতিজাক মকবুল হুছেইন, চটাই আহমেদ, আশ্ৰফ আলি, নাচমতদ্দিন, চমিৰউদ্দিন এইসকল জিকিৰৰ ওজা আছিল। বালিবাট গাঁৱত প্ৰথম জিকিৰৰ আৰম্ভণি হয় ১৯৫০ চনত এখন বিয়াত। নাচি নাচি ওজাজনে পৰিৱেশন কৰা জিকিৰত মঃ কেৰিম আৰু ৰেকিবুদ্দিন সোমাই পৰিছিল। ১৯৫২ চনত দেৰগাঁও হাইস্কুলৰ সৰস্বতী পূজাত ৰেকিবুদ্দিনকে আদি কৰি সংগীবৃন্দৰ সৈতে মঃ কেৰিমে ওজা হিচাপে প্ৰথমবাৰৰ বাবে মঞ্চত জিকিৰ পৰিৱেশন কৰিছিল। সহযোগ কৰা অন্যান্যসকল আছিল আইনুল হক, আকিমউদ্দিন, ভোগেশ্বৰ তামুলী আৰু অতুল বৰঠাকুৰ। সেইবছৰেই দেৰগাঁও হাইস্কুলত অনুষ্ঠিত শিক্ষক সন্মিলনত (প্ৰথমবাৰৰ বাবে ৰাজ্যিক ভিত্তিত বা মুকলি মঞ্চতো) জিকিৰ পৰিৱেশন কৰে ৰেকিবুদ্দিনৰ দলে। সেয়াই আৰম্ভণি। তাৰ পাছৰ পৰাই নিৰৱচ্ছিন্ন সাধনাৰে জিকিৰ সম্ৰাটগৰাকীৰ লগতে অন্যান্য শিল্পীসকলে অসমত এই সুললিত সংগীতৰ অমিয় প্ৰবাহ বোৱাই ৰাখিছিল। দুৰ্ভাগ্যজনকভাৱে জিকিৰ সম্ৰাটগৰাকীৰ আকস্মিক বিয়োগত যেন ক্ষণিকৰ বাবে স্তব্ধ হৈ পৰিছিল অসমৰ জিকিৰ-জাৰীৰ মনোৰম সূতি। যি কি নহওক, লোকসংস্কৃতিৰ এই অনন্য সুন্দৰ ধাৰাটি বৰ্তমান জীয়াই ৰাখিবলৈ ৰেকিবুদ্দিন আহমেদৰ হাততে গঢ় লৈ উঠা এচাম শিল্পীয়ে আন্তৰিক প্ৰচেষ্টা চলাই আছে আৰু তাৰে ফলস্বৰূপে 'জিকিৰ জাৰী'ৰ উত্তৰণ ঘটিছে। এইসকলৰ ভিতৰত আছে **নেকিবুজ জামান (মুনমুন), ৰাজিদুৰ ৰহমান, আমান আহমেদ, মঃ চফিউৰ ৰহমান, চামচুদ্দিন আহমেদ, ৰাজীৱ বৰা, ইদুল আলি আহমেদ, মুকিবুৰ ৰহমান, চৈয়দ ফাৰুক হুছেইন, আখতাৰ ৰাজীৱ আলম, হবিবুৰ ৰহমান, গুলজাহান** আদি।

জিকিৰ সম্ৰাটগৰাকীৰ পুত্ৰ নেকিবুৰ জামানে ইতিমধ্যে দেউতাকৰ অপূৰ্ণ হেঁপাহবোৰ পুৰাবৰ বাবে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ জিকিৰ আৰু জাৰীৰ শুদ্ধ পৰিৱেশনৰ ওপৰত গুৰুত্ব দি যাত্ৰা আৰম্ভ কৰিছে।

সেইদৰে ৰাজিদুৰ ৰহমানেও জিকিৰ পৰিৱেশনৰ লগতে ৰেকিবুদ্দিন আহমেদৰ অনুপম সৃষ্টি সম্প্ৰীতিৰ গীতৰ ক্ষেত্ৰত পৰীক্ষা-নিৰীক্ষাৰে নতুন মাত্ৰা প্ৰদান কৰাৰ প্ৰচেষ্টা চলাইছে। জনপ্ৰিয় কণ্ঠশিল্পী আমান আহমেদেও বিভিন্ন মঞ্চত জিকিৰ পৰিৱেশন কৰি শ্ৰোতাৰ সমাদৰ লাভ কৰিছে।

নতুন প্ৰজন্মৰ এই সম্প্ৰীতিৰ যাত্ৰাত সহযোগিতা আগ বঢ়াইছে বৃহত্তৰ দেৰগাঁৱৰ যুৱ শিল্পীচামে। ইয়াৰ ভিতৰত আছে — মৃগেন বৰা, সিদ্ধাৰ্থ শংকৰ বৰুৱা, নেকিবুৰ আহমেদ, ইক্ৰাম হুছেইন, বিনোদ শৰ্মা, পুলিন বৰা, ললিত দাস, হেমন্ত দত্ত, ভাস্কৰ শৰ্মা, ৰঞ্জিত বৰ্মণ, আচফিয়া নাচৰিন, আবিৰ আলি, চফিউৰ ৰহমান, আফতাব আহমেদ, চাজিদ আহমেদ, চামচুদ্দিন আহমেদ, মুজিবুৰ ৰহমান আদি।

এইখিনিতে উল্লেখ্য যে বালিবাটতকৈ আগৰেপৰা জিকিৰ আৰী জাৰীৰ প্ৰচলন হৈ থকা নাহৰণিৰ জ্যেষ্ঠ ওজাসকলৰ ভিতৰত আছে **বদৰুদ্দিন আহমেদ, চামচুদ্দিন আহমেদ, কবিৰ শ্বাহ মুক্তিয়াৰ, মকবুল হুছেইন, মুস্তাফিজোৰ খান** (কুৰিঘৰীয়া), **আলী বৰবৰা** (ভাটিয়ালী গানৰ গায়ক) আদি।

জিকিৰ-জাৰীৰ পাছতে আন এবিধ অভিনয় সংগীতৰ ধাৰা **'নাটে ৰচুল'**ৰ অস্তিত্বও দেৰগাঁৱত আছে। প্ৰাপ্ত তথ্যমতে **চাবেৰা আহমেদ** আৰু **চবিনা আহমেদ** তেনে দুগৰাকী শেহতীয়া শিল্পী। অৱশ্যে বৰ্তমানৰ পুনৰ যুৱশিল্পী কেইগৰাকীমানে 'নাটে ৰচুল'ৰ চৰ্চা আৰম্ভ কৰিছে।

দেৰগাঁৱত এনে কেইগৰাকীমান সংগীত শিল্পীয়ে জন্মগ্ৰহণ কৰিছে যিসকলৰ প্ৰতিভাই দেৰগাঁৱৰ সাংস্কৃতিক ভূমিতে অংকুৰিত হৈ বৰ্তমান ভাৰতবৰ্ষৰ সাংস্কৃতিক ক্ষেত্ৰত সৌৰভ বিলাইছে। তেওঁলোকৰ ভিতৰত অন্যতম হ'ল মুম্বাইৰ চলচিত্ৰ জগতৰ প্ৰতিষ্ঠিত শব্দযন্ত্ৰী **শ্ৰীযতীন শৰ্মা**। সেইদৰে **বিৰাজ মহন্তই** সংগীত ব্যৱস্থাপনাত সুনাম আনিছে। মুম্বাইত সংস্থাপিত অন্য এগৰাকী শিল্পী বেহেলাৰ বিশাৰদ **শ্ৰীপ্ৰণবানন্দ গোস্বামী** (দীপ) Deep Audio World (Recording and Mixing Studio,)Mumbai ৰ স্বত্বাধিকাৰী আৰু প্ৰতিষ্ঠিত বাণীবদ্ধক। অসমৰ ৰাইজৰ দুটি পৰিচিত নাম ড° **দীপাংক শইকীয়া** আৰু **নৃপাংক শইকীয়াই** (বৰ্তমান গুৱাহাটীৰ) বহুবছৰ ধৰি দেৰগাঁৱৰ সংগীত-সাৰুৱা মাটিতে চৰ্চা কৰিছিল।

দেৰগাঁৱৰ মিচিং সমাজৰো অসমৰ সাংস্কৃতিক ক্ষেত্ৰলৈ অৱদান আছে। কণ্ঠসংগীতৰ ক্ষেত্ৰত সুন্দৰ 'ঐনিতম' গোৱা ভালেসংখ্যক শিল্পীৰ ভিতৰত উল্লেখযোগ্য হৈছে অনাতাঁৰ শিল্পী আৰু মঞ্চশিল্পীৰূপে সমাদৃত **হিৰণ্য পেগু, মিনতি দলে** আদি।

দেৰগাঁৱত নৃত্যকলা আৰু শাস্ত্ৰীয় সংগীতৰ চৰ্চাক এক ৰুচিসন্মত আৰু জনপ্ৰিয়ৰূপত প্ৰতিষ্ঠা কৰাত কেইবাগৰাকীও নিষ্ঠাবান শিল্পীয়ে অৱদান যোগাই আহিছে। এনে এগৰাকী সাধক শিল্পী আছিল প্ৰয়াত **আনন্দ চন্দ্ৰ মহন্ত;** 'ৰূপজ্যোতি কলা পৰিষদ' নামৰ অনুষ্ঠানটোৰ জৰিয়তে অঞ্চলটোৰ শিক্ষাৰ্থীসকলক ধ্ৰুপদী সংগীতৰ প্ৰতি আগ্ৰহী কৰি তোলাৰ লগতে শিল্পীগৰাকীয়ে সমাজৰ সকলো স্তৰৰ লোকৰে দৃষ্টি আকৰ্ষণ কৰিব পৰাকৈ শাস্ত্ৰীয় কলাৰ জ্ঞানৰ প্ৰচাৰ কৰিছিল।

শাস্ত্ৰীয় নৃত্যৰ প্ৰচাৰবিমুখ আৰু নীৰৱে প্ৰচুৰ সফলতা লাভ কৰা এগৰাকী শিল্পী হ'ল **অনুৰূপা হাজৰিকা**। দেৰগাঁৱৰ নৱ-প্ৰতিষ্ঠিত শিল্পীসকলৰ, বিশেষকৈ মহিলা শিল্পীসকলৰ সৰহসংখ্যককে অনুৰূপা হাজৰিকাৰ গভীৰ সাধনালব্ধ লয়লাস হাতেৰেই গঢ়া বুলি ক'ব পাৰি।

অসমৰ নৃত্য-কলাৰ জগতত দেৰগাঁৱৰ স্বকীয় স্থিতি অক্ষত ৰখাত সৰল অৱিহণা আগ বঢ়াইছে নৱ-প্ৰজন্মৰ কেইগৰাকীমান নিৰলস সাধকে। এইসকলৰ ভিতৰত প্ৰথমেই নাম ল'ব পাৰি যুৱপ্ৰজন্মৰ বিশেষ প্ৰতিভা **শান্তমণি শৰ্মা**ৰ নাম। ৰাজ্যিক ভিত্তিত কেইবাবছৰ ধৰি শ্ৰেষ্ঠ নৃত্যশিল্পীৰূপে (চৰকাৰী/ বেচৰকাৰী) অনুষ্ঠানৰ পৰা স্বীকৃতি আদায় কৰা শৰ্মাই আঞ্চলিক, ৰাজ্যিক তথা ৰাষ্ট্ৰীয় পৰ্যায়ৰো বহু প্ৰতিযোগিতাত শ্ৰেষ্ঠ কৰিঅ'গ্ৰাফাৰ, নৃত্য পৰিচালক আৰু নিৰ্দেশক হিচাপে সন্মান লাভ কৰিছে। তদুপৰি 'নৃত্যাঞ্জলি কলাকেন্দ্ৰ' আৰু 'নৰ্থ ইষ্ট থিয়েটাৰ একাডেমী'ৰ জৰিয়তে উঠি অহা শিশু শিল্পীসকলক প্ৰণালীবদ্ধভাৱে নৃত্য আৰু অভিনয়ৰ প্ৰশিক্ষণ দিয়াত সফলতা লাভ কৰিছে। জনপ্ৰিয় নৃত্যশিল্পীগৰাকীয়ে বহুবছৰ ধৰি ভ্ৰাম্যমাণ থিয়েটাৰৰ নৃত্য আৰু নৃত্য নাটিকা পৰিচালনা কৰি আহিছে আৰু এতিয়ালৈকে শ্ৰেষ্ঠ কৰিঅ'গ্ৰাফাৰ হিচাপে ৬ বাৰকৈ 'মুনলাইট মিডিয়া' (ৰাজ্যিক) বঁটা আৰু তিনিবাৰকৈ 'ৰ'দালি' (ৰাজ্যিক) বঁটা লাভ কৰিছে। বহুকেইখন ভিচিডি নিৰ্মাণ আৰু নৃত্য-পৰিচালনা কৰা শ্ৰীশৰ্মাই এতিয়ালৈকে ১১ টা ৰাজ্যিক আৰু ৭ টা ৰাষ্ট্ৰীয় পৰ্যায়ৰ পুৰস্কাৰ লাভ কৰিছে। ৰাষ্ট্ৰীয় পুৰস্কাৰৰ ভিতৰত আছে — 'অল ইণ্ডিয়া পুলিচ মীট'ৰ শ্ৰেষ্ঠ কৰিঅ'গ্ৰাফাৰ এৱাৰ্ড ২০০২, 'থিয়েটাৰ মুভমেণ্ট নেচনেল বেষ্ট কৰিঅ'গ্ৰাফাৰ এৱাৰ্ড' কটক, উৰিষ্যা ২০০৫, নেহৰু যুৱ কেন্দ্ৰৰ শ্ৰেষ্ঠ কৰিঅ'গ্ৰাফাৰ ৰাষ্ট্ৰীয় বঁটা, গুজৰাট ২০০৭ আদি। উল্লেখযোগ্য যে 'নেচনেল স্কুল অৱ ড্ৰামা'ৰ উদ্যোগত ২০০৮ চনত নতুন দিল্লীত প্ৰদৰ্শিত নাট 'সেউজীয়া গাড়ী'ৰ কৰিঅ'গ্ৰাফীয়ে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। শ্ৰীশৰ্মাই মুম্বাই, ঝাৰখণ্ড, উৰিষ্যা আদি নানা ঠাইত শিশু শিল্পীসকলক লগত লৈ নৃত্য পৰিৱেশন কৰিছে।

কম বয়সতে ভাৰতীয় নৃত্য কলা জগতত থিতাপি ল'বলৈ সক্ষম হোৱা দেৰগাঁৱৰ এগৰাকী কৃতী নৃত্য পটিয়সী হৈছে **সম্প্ৰীতি মহন্ত**। জনপ্ৰিয় নৃত্যাংগনা গৰাকীয়ে বৰ্তমান মুম্বাইত শাস্ত্ৰীয় নৃত্যৰ চৰ্চা আৰু প্ৰসাৰত ব্যস্ত আছে।

নৃত্যৰ চৰ্চা আৰু প্ৰসাৰত নিষ্ঠাসহকাৰে লাগি থকা নৱ-প্ৰজন্মৰ অন্য কেইগৰাকীমান জনপ্ৰিয় নৃত্যশিল্পী হৈছে **অংকুৰ দাস, চাকিল আহমেদ, ৰিম্পী বৰুৱা, কাকলি দত্ত কোঁৱৰ, চাহবাজ আহমেদ** আদি।

এইখিনিতে সংগীতৰ অন্যতম উপাদান বাদ্যবাদনৰ ক্ষেত্ৰত দেৰগাঁৱৰ অৱদান ভূমুকি মাৰি চাওঁ। উল্লেখ্য যে অতীজৰে পৰা প্ৰচলিত অসমীয়া লোকবাদ্য খোল আৰু ঢোলবাদনত সিদ্ধহস্ত শিল্পীৰ বিষয়ে তথ্য সংগ্ৰহ কৰিবলৈ গৈ দৰাচলতে আমি অভিভূত হৈ পৰিছোঁ। বিশেষকৈ গায়ন-বায়নৰ যিমান গুণী শিল্পী আছে সেইসকলৰ নাম প্ৰকাশ কৰাটো এই ক্ষুদ্ৰ পৰিসৰৰ লেখনিত সম্ভৱপৰ নহয়। সেয়েহে সেইসকল মহান সাধকৰ প্ৰতি গভীৰ শ্ৰদ্ধা জ্ঞাপন কৰি এতিয়া আধুনিক বাদ্য বাদনৰ ক্ষেত্ৰখন চুই চাওঁ।

তবলা, কণ্ঠসংগীত পৰিৱেশনৰ অপৰিহাৰ্য অংগ।



তবলাবাদনত পুৰণাচামৰ জনপ্ৰিয় শিল্পীসকল হৈছে — আধান বৰবৰা, যাদৱ ভট্ট, বিদ্যা শৰ্মা, চিদা শৰ্মা, অনন্তজিৎ ৰাজকোঁৱৰ, ফুলসিং ছেত্ৰী, লীলাধৰ নাথ, ভোলা হাজৰিকা আদি। দেৰগাঁৱত তবলাবাদন আৰু ইয়াৰ শিক্ষাদান প্ৰণালীক এক শৃংখলাবদ্ধৰূপত প্ৰচাৰ কৰিছিল শ্ৰীতাৰাপ্ৰসাদ গোস্বামীয়ে। ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ অগাধ পণ্ডিত শচীন্দ্ৰনাথ বৰঠাকুৰ আৰু পণ্ডিত কৰুণাশংকৰ ঠাকুৰীয়াৰ ওচৰত শাস্ত্ৰীয় সংগীতৰ শিক্ষাগ্ৰহণ কৰা শ্ৰীগোস্বামীয়ে শাস্ত্ৰীয় আৰু আধুনিক দুয়োধৰণৰ গীতৰ সৈতে তবলা বাদনত সুনাম অৰ্জন কৰিছে। শিল্পীগৰাকীয়ে দেৰগাঁৱৰ বহুসংখ্যক নতুন শিল্পীক গঢ় দিছে। তৰুণচামৰ ভিতৰত ইতিমধ্যে প্ৰতিষ্ঠিত তবলাবাদকৰ ভিতৰত আছে ডাঃ অভিজিত কাকতি, সুৰুয প্ৰ. বৰঠাকুৰ, সিদ্ধাৰ্থশংকৰ বৰুৱা, সুৰজিত মহন্ত, ৰাণা দত্ত, ৰাণা শইকীয়া, অংকুৰ শৰ্মা, যোগানন্দ খাটনীয়াৰ, কাজল বৰুৱা, পংকজ বৰা, নয়নমণি দত্ত, ভবেন পূজাৰী, কংকনজ্যোতি শৰ্মা, ডাঃ মঞ্জিল গোস্বামী, বিতোপনজ্যোতি ফুকন আদি।

সেইদৰে যিসকলৰ বাঁহীৰ অপূৰ্ব মূৰ্চনাই দেৰগাঁৱৰ বতাহত সুৰৰ মায়াময় ঝংকাৰ তুলি ধৰিছিল সেইসকলৰ ভিতৰত অন্যতম আছিল প্ৰয়াত অপূৰ্ব ঠাকুৰ আৰু পংগু হাতেৰে কৌশলেৰে বাঁহী বজোৱা সোণটি হাজৰিকা। বৰ্তমান সাধনা অব্যাহত ৰখাসকলৰ ভিতৰত আছে অমূল্য শৰ্মা, ৰঞ্জিত বৰ্মণ, ভাস্কৰ শৰ্মা, বিনোদ শৰ্মা, ভূপেন দত্ত আদি। গীতাৰ বাদনৰ উল্লেখযোগ্য শিল্পীসকল হ'ল দিলীপ শইকীয়া, অৰূপ গগৈ, অখিল ঘোষ, দ্বিজেন বৰা আৰু তৰুণচামত আছে প্ৰণৱ গোস্বামী, ধ্ৰুৱ বৰা, ভূপেন বৰা, মুন, অভিজিত চেতিয়া আদি।

ভায়োলিন বাদনৰ ক্ষেত্ৰত প্ৰয়াত উৎপলা গোস্বামীৰ পাছতে নাম ল'ব পাৰি সুশীল সাধক **প্ৰাণকৃষ্ণ খাউণ্ডৰ**। প্ৰতিষ্ঠিতা লেখিকা **প্ৰণতি গোস্বামী**য়েও ভায়োলিন বজায়। দেৰগাঁৱৰে গুণী জীয়াৰী **প্ৰণামী গোস্বামী**য়ে ভায়োলিনৰ লগতে কণ্ঠসংগীততো বিশাৰদ ডিগ্ৰী লৈ বৰ্তমান বিবেকানন্দ কেন্দ্ৰীয় বিদ্যালয়ত সংগীতৰ শিক্ষয়িত্ৰী হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। তেওঁ আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ অনুমোদিত বেহেলা বাদক।

বাদ্যযন্ত্ৰী হিচাপে দেৰগাঁৱত সুন্দৰ দোতৰা আৰু টোকাৰী বজোৱা শিল্পীও যথেষ্ট আছে। দেৰগাঁৱৰ হাবিগাঁৱৰ **শ্ৰীদণ্ডধৰ বৰুৱাৰ** ঢোলবাদনৰ পাৰদৰ্শিতা সৰ্বজন স্বীকৃত। এইগৰাকী শিল্পীয়ে বহুসংখ্যক মালিতা ৰচনা কৰি আৰু ঢোলৰ লগত সংগত কৰি যথেষ্ট সুখ্যাতি অৰ্জন কৰিছে।

দেৰগাঁৱত নাট্যচৰ্চাৰ এক গৌৰৱময় ইতিহাস আছে। অতীজৰে পৰা প্ৰবাহিত এই সাংস্কৃতিক জয়যাত্ৰাই যুগোপযোগী পৰিৱৰ্তনৰ সুঁতিৰেও নিজৰ স্থিতি অব্যাহত ৰাখিছে। তাহানিৰ নটীনাচ, চোকোৰা নাচ, বহুবা নাচ আদিৰ পৰা যাত্ৰাৰ আৰ্হিত কৰা অভিনয় আৰু পাছত ভাওনা আৰু লাহে লাহে মঞ্চনাটে এক বিৰল সফলতা লাভ কৰিছে। গতিকে অংকীয়া নাট, বুৰঞ্জীমুলক নাটৰ পৰা আধুনিক সামাজিক নাটলৈকে ক্ৰমে সকলোধৰণৰ নাট পৰিৱেশনৰ ক্ষেত্ৰত অঞ্চলটোৱে এক সুস্থ ধাৰা অব্যাহত ৰাখিছে। সাহিত্যাচাৰ্য অতুল চন্দ্ৰ হাজৰিকাৰ অসমৰ নাট্য আন্দোলনৰ ওপৰত সংকলিত (১৪৬৮-১৯৬৭) গ্ৰন্থ 'মঞ্চলেখা'ত উল্লেখ থকামতে ১৮৯৭ চনতে বৰভূইকঁপৰ সময়ত দেৰগাঁৱত এখন নাট্যাভিনয় হৈছিল। (পৃষ্ঠা - ৪১৩)।

দেৰগাঁৱৰ নাট্য আন্দোলনত আধুনিকতাই জীপ লৈ উঠে বিংশ শতিকাৰ আদিভাগত। ১৯১১ চনৰ ১২ ডিচেম্বৰত পঞ্চম জৰ্জৰ অভিষেক উপলক্ষে চৰকাৰৰ সাহায্যত অস্থায়ীভাৱে ৰংগমঞ্চ সাজি স্থানীয় কলামোদীসকলে কৰা 'মেঘনাদ বধ' নাটকৰ অভিনয়েৰে দেৰগাঁৱৰ ৰাজহুৱা আৰু আনুষ্ঠানিক নাট্যাভিনয়ৰ পাতনি মেলা হৈছিল।

বিংশ শতাব্দীৰ দ্বিতীয় দশকত দেৰগাঁৱৰ উত্তৰাঞ্চলত প্ৰতিষ্ঠিত 'একতা নাট্য মন্দিৰে' দেৰগাঁৱত নাট্য আন্দোলনৰ ধাৰাবাহিকতা ৰক্ষা কৰাত সমৰ্থ হৈছিল। এক-ডেৰ দশকৰ পাছত এই নাট্য মন্দিৰৰ পৰাই দুটা দল গঠন হৈ দেৰগাঁৱৰ মাজ মজিয়াত প্ৰথমতে 'ধৰ্ম নাট্য মন্দিৰ' (১৯৩০) আৰু পাছলৈ ১৯৪৮ চনত 'বাপুজী মন্দিৰ' আৰু সমসাময়িক কালতে 'দেৰগাঁও টাউন ক্লাৱ' ৰংগমঞ্চ সৃষ্টি হৈ দেৰগাঁৱত নাট্য আন্দোলনত খলকনি তুলিছিল। এই স্মৃতিগ্ৰন্থখনিতে সন্নিবিষ্ট 'দেৰগাঁৱৰ নাট্য আন্দোলন' শীৰ্ষক নিবন্ধত ৰবীন্দ্ৰনাথ হাজৰিকাই এই সম্পৰ্কে বিস্তৃত আলোচনা দাঙি ধৰাৰ বাবে এই মঞ্চ আন্দোলন সম্পৰ্কে এই প্ৰবন্ধটিত বিস্তৃত বিৱৰণ দিয়া নহ'ল। কেৱল দেৰগাঁৱৰ নাট্যকাৰসকলৰ যিখিনি বৰঙণিয়ে অসমৰ সাংস্কৃতিক জগতখন সমৃদ্ধ কৰিছে সেইসকলৰ বিষয়েহে উনুকিওৱা হ'ল।

অসমৰ নাট অভিনয় তথা সাংস্কৃতিক জগতত দেৰগাঁও বাপুজী মন্দিৰৰ জন্মলগ্নৰে পৰা অদ্যাপি এক বিশেষ বৰঙণি আছে। এই বাপুজী মন্দিৰৰে অন্যতম প্ৰতিষ্ঠাতা অমৰেন্দ্ৰ শৰ্মা দেৰগাঁৱৰ সাংস্কৃতিক জগতৰ প্ৰাতঃস্মৰণীয় ব্যক্তি। দেৰগাঁৱৰ মঞ্চশিল্পৰ এগৰাকী বাটকটীয়া স্বৰূপ অমৰেন্দ্ৰ শৰ্মা, ব্ৰজ শৰ্মা, ফণী শৰ্মাৰ দৰে এগৰাকী বলিষ্ঠ অভিনেতা আছিল। সমসাময়িক অসমৰ মঞ্চশিল্পীসকলৰ মাজত অমৰেন্দ্ৰ শৰ্মাৰ নাম প্ৰতিষ্ঠিত হোৱাটো উল্লেখযোগ্য কথা। দেৰগাঁৱৰ এইগৰাকী সুসন্তানৰ স্মৃতিত ১৯৬৪ চনতে 'সদৌ অসম অমৰ শৰ্মা স্মৃতি পূৰ্ণাংগ নাট প্ৰতিযোগিতা'ৰ আয়োজন কৰা হৈছিল আৰু পাঁচবছৰ সগৌৰৱে অনুষ্ঠিত হোৱা এই প্ৰতিযোগিতাত অসমৰ উল্লেখযোগ্য নাট্যদলে অংশগ্ৰহণ কৰিছিল। পাছত ১৯৭০ চনত এই প্ৰতিযোগিতা 'অমৰ শৰ্মা স্মৃতি পূৰ্ণাংগ নাট' প্ৰদৰ্শনলৈ পৰিৱৰ্তিত হয়। যি কি নহওক অসমৰ





কলাক্ষেত্ৰত সেইসময়তে বাপুজী মন্দিৰ এনেদৰে নিজ প্ৰতিভাৰে উজলি উঠিছিল যে, অসমৰ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ কলাকাৰ বিষ্ণুপ্ৰসাদ ৰাভা আৰু ফণী শৰ্মাইয়ো ইয়াত অভিনয় কৰিছিলহি।

বাপুজী মন্দিৰৰ প্ৰযোজনাত দেৰগাঁৱৰ পৰা প্ৰচাৰ হোৱা প্ৰথম অনাতাঁৰ নাটক হ'ল 'বেন ৰজাৰ পতন'। যশস্বী নাট্যকাৰ-সাহিত্যিক **অৰুণ গোস্বামী** ৰচিত নাটক 'বেন ৰজাৰ পতন' প্ৰচাৰ হয় ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰযোগে ১৯৮৫ চনৰ ১৪ চেপ্টেম্বৰত। নাটখনি পৰিচালনা কৰিছিল গুণী শিল্পী প্ৰফুল্ল শৰ্মাই। এই বাপুজী মন্দিৰতে ১৯৫৮ চনত প্ৰতিকূল সামাজিক পৰিৱেশতো সহ-অভিনয়ৰ পাতনি মেলিছিল স্বনামধন্যা পাৰুল শৰ্মা, পুতু হাজৰিকা আৰু বীণা বৰুৱাই। ইয়াৰ আগতে দাধৰাৰ আলোক শিল্পী সমাজৰ পৰা বাপুজী মন্দিৰতে ১৯৫৭ চনত প্ৰথম সহ অভিনয়ৰ পাতনি মেলা হৈছিল বুলিও জনা যায় আৰু ইয়াৰ মূলতে আছিল দেৰগাঁৱৰ এগৰাকী নাট্যপ্ৰাণ ব্যক্তি প্ৰয়াত **কেশৱকান্ত বেজবৰুৱা**। যি কি নহওক, সমসাময়িক অসমৰ নাট্য আন্দোলনৰ বুৰঞ্জীত এই সহ-অভিনয়ৰ প্ৰচেষ্টা আছিল এক উল্লেখযোগ্য ঘটনা।

আনহাতে বাপুজী মন্দিৰৰ দৰে দেৰগাঁও টাউন ক্লাবেও সমসাময়িক অসমৰ নাট্য মঞ্চলৈ স্মৰণীয় বৰঙণি যোগাইছিল। এই নাট্যানুষ্ঠানৰ সৈতে জড়িত আছিল সেইসময়ৰ সক্ৰিয় নাট্যকৰ্মী দুৰ্গানাথ কাকতি, ঈশেশ্বৰ বৰঠাকুৰ, পদ্মেশ্বৰ বৰঠাকুৰ, হৰিপ্ৰসাদ খাউণ্ড, ডিম্বেশ্বৰ মিৰি বৰুৱা আদি বহুজনৰ অশেষ ত্যাগ আৰু পৰিশ্ৰম।

দেৰগাঁৱৰ লগতে দাধৰা আৰু বৰুৱাবামুণগাঁৱকে ধৰি বৃহত্তৰ মিছামৰা অঞ্চলত সমসাময়িক কালতে বহুতো নাট্যানুষ্ঠান গঢ়ি উঠিছিল। এইসমূহ নাট্যানুষ্ঠানতেই (যদিও পাছলৈ বেছিভাগেই তিষ্ঠি থাকিবলৈ সক্ষম নহ'ল বা বহুতৰে ৰূপান্তৰ ঘটিল) দেৰগাঁৱত সৃষ্টিৰ মহান আদৰ্শৰে প্ৰতিদ্বন্দ্বিতা আৰু সমিলমিলেৰে এক প্ৰাণৱন্ত সাংস্কৃতিক পৰিবেশ গঢ়ি তুলিছিল।

এইখিনিতে আৰু এটা কথা উল্লেখযোগ্য যে, নাটক লিখা আৰু নাটক কৰোৱা দুয়োটা কথা বেলেগ বেলেগ। গতিকে নাট্যকাৰ মানেই নাট্য সংগঠক নহয়। তদুপৰি নাট পৰিচালক এগৰাকীয়ে এটা সৰু-ডাঙৰ দল লৈহে নাটক কৰে, অৰ্থাৎ নাটক এখন প্ৰদৰ্শিত হয় (মঞ্চত) বহুজনৰ সন্মিলিত প্ৰচেষ্টাতহে। যিহেতু আমাৰ এই চমু পৰিসৰৰ লেখনিত দেৰগাঁৱৰ এই সকলো সাধকৰে নাম উল্লেখ কৰাটো সম্ভৱ নহয়। সেয়েহে অসমৰ নাট্যজগতলৈ বিশেষ বৰঙণি আগ বঢ়োৱা কেইগৰাকীমান নাট্যকাৰৰহে একোটি নিচেই চমু পৰিচয় দাঙি ধৰা হ'ল।

সাহিত্যিক অৰুণ গোস্বামী অসমৰ নাট্য জগতৰো পৰিচিত নাম। কথা-সাহিত্যিকগৰাকীয়ে ইতিমধ্যে নাট্যকাৰ হিচাপেও ৰাষ্ট্ৰীয় পৰ্যায়লৈকে বঁটা আৰু জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হৈছে। 'মাছমৰীয়া ছোৱালীৰ লাজ' নামৰ গোস্বামীৰ প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰা গল্পটিৰ আধাৰত যশস্বী বোলছবি পৰিচালিকা **মঞ্জু বৰাই** নিৰ্মাণ কৰা 'লাজ' নামৰ বোলছবিখনে ইতিমধ্যে বহুকেইটা বঁটা লাভ কৰিছে আৰু ছবিখন ইণ্ডিয়ান পেনোৰামালৈ নিৰ্বাচিত হৈছিল। আনহাতে 'আই ক'ত নাই' গল্পটিৰ আধাৰত একে নামৰ ছবিখনে জাতীয় সংহতিৰ 'নাৰ্গিছ দত্ত' বঁটা লাভ কৰিছে। সাহিত্যিকগৰাকীৰ কেইবাখনো নাটক হিন্দী, ইংৰাজী আৰু বাংলা ভাষালৈও অনুদিত হৈছে আৰু অসমৰ বাহিৰেতো মঞ্চস্থ হৈ গৌৰৱ বৃদ্ধি কৰিছে। নাট্যকাৰগৰাকীৰ পাঁচখন পূৰ্ণাংগ নাটকৰ বাহিৰেও ৪০ খনমান চুটি নাটক আলোচনী, কিতাপ আদিত প্ৰকাশ হোৱাৰ উপৰি অনাতাঁৰ, দূৰদৰ্শনযোগে প্ৰচাৰ হৈছে। তেখেতৰ মঞ্চসফল কেইখনমান নাটক হৈছে 'আজি', 'বেনৰজাৰ পতন', 'জনমভূমিৰ ছবি' ইত্যাদি। 'আজি' (হিন্দীৰূপ 'আজ') নাটকৰ বাবে ১৯৮৩ চনত নাগপুৰত পতা সৰ্বভাৰত ব্যংগ চুটি নাট প্ৰতিযোগিতাত শ্ৰেষ্ঠ নাট্যকাৰৰ 'স্বৰ্গীয় বিজয়েন্দ্ৰ গৌড়' বঁটা লাভ কৰে।

সংখ্যাত কম হ'লেও গভীৰ চিন্তাপ্ৰসূত লেখনিৰে সাহিত্যজগতলৈ উল্লেখযোগ্য অৱদান আগ বঢ়াই অহা নাট্যকাৰ পৰিচালক **সঞ্জীৱ কলিতাই** অভিনেতা হিচাপেও এক স্বকীয় স্থিতি গ্ৰহণ কৰিবলৈ সক্ষম হৈছে। বৰুৱাবামুণগাঁও 'নাট্য চৰ্চা কেন্দ্ৰ' গঠনৰ আঁৰত থকা এই উদ্যমী নাট্যকৰ্মী গৰাকীয়ে ন ন পৰীক্ষা-নীৰিক্ষাৰে নাট ৰচনা আৰু পৰিচালনাত সফলতা লাভ কৰিছে। নাট্যকাৰগৰাকীৰ পৰীক্ষামূলক প্ৰয়াস 'বাঞ্চাৰামৰ বাৰী' (অনুবাদ) নাটকখনিয়ে অসমৰ মঞ্চজগতত যথেষ্ট খলকনি তুলিছিল। ৰাইজৰ ইতিবাচক সঁহাৰি লাভ কৰা শ্ৰীকলিতাৰ কেইখনমান নাট হ'ল 'অনুপম মৃত্যুত জন্ম', 'নৈশভোজ', 'এটা যুগৰ কাহিনী', 'মই এটা সাপ' ইত্যাদি।

'ৰূপান্তৰেহে মাথো জগত ধুনীয়া কৰে' এই মন্ত্ৰৰেই যেন দীক্ষিত হৈ সময়োচিত ৰূপান্তৰেৰে অসমৰ নাট্য জগতত এক গতিশীল ধাৰা সৃষ্টি কৰাৰ উদ্দাম সপোনেৰে বিশাল নাট্যসমুদ্ৰত আকণ্ঠ নিমজ্জিত হৈ পৰিছে দেৰগাঁৱৰ জনপ্ৰিয় নাট্যকাৰ-পৰিচালক **সপোনজ্যোতি ঠাকুৰ**। সময়ত এই সমুদ্ৰমন্থিত অমৃত সেৱনৰ পৰাও যে অসমবাসী বঞ্চিত নহ'ব, তাৰ ৰেঙণিও পোৱা গৈছে ইতিমধ্যে বহুল সমাদৃত নাট্যকাৰগৰাকীৰ ন ন চিন্তাধাৰাৰে সমৃদ্ধ ন আংগিকৰ নাটকসমূহৰ মাজত। সাহিত্য চৰ্চাতো যথেষ্ট সুনাম অৰ্জন কৰা শ্ৰীঠাকুৰে ইতিমধ্যে অসমৰ বিভিন্ন অঞ্চলত বিভিন্ন জনগোষ্ঠী আৰু ভাষা-ভাষী মানুহৰ মাজত নাট-কৰ্মশালাৰ জৰিয়তে নাট্যচৰ্চাৰ এক সুস্থ বাতাবৰণ সৃষ্টি কৰাত ব্ৰতী হৈছে। আজিৰ পৰা প্ৰায় ১৩-১৪ বছৰ পূৰ্বেই মামণি ৰয়চম গোস্বামীৰ ব্যতিক্ৰমধৰ্মী গল্প 'সংস্কাৰ'ৰ নাট্যৰূপ দি তৰুণ নাট্যকাৰ সপোনজ্যোতি ঠাকুৰে যি দৃঢ় প্ৰত্যয়ৰ ইংগিত দিছিল তাৰেই বিকশিত ৰূপ আজিৰ 'মধুৰতম সময়'ৰ দৰে মধুৰতম সৃষ্টি। নাট্যকাৰগৰাকীৰ অন্যান্য কেইখনমান উল্লেখযোগ্য







নাটক হৈছে 'বৰধেমালি-সৰুধেমালি', 'বাঘময়', 'অন্ধৰাজ', 'দ্ৰৌপদী পৰিয়াল' আদি। 'দ্ৰৌপদী পৰিয়াল' নিঃসন্দেহে অসমীয়া নাট্যজগতত এক অগতানুগতিক সংযোজন। এইগৰাকী নাট্য সাধকৰে গতিশীল ধ্যান-ধাৰণা তথা কৰ্মৰাজিৰ স্বীকৃতি দি অসমৰ এটি সন্মানীয় সাংস্কৃতিক গোষ্ঠী 'ছিগালে' তেখেতক প্ৰথম বছৰৰ বাবে 'মহেন্দ্ৰ বৰঠাকুৰ বঁটা' (উত্তৰ-পূৰ্বাঞ্চল ভিত্তিত) প্ৰদান কৰে।

দেৰগাঁৱৰ এগৰাকী বিশিষ্ট সাহিত্যিক **লক্ষ্মীকান্ত মহন্তই** ছেইক্সপীয়েৰৰ অথেল' নাটকখন অনুবাদ কৰিছিল আৰু দেৰগাঁও টাউন ক্লাবত মঞ্চস্থ কৰা হৈছিল। উল্লেখযোগ্য যে ছেইক্সপীয়েৰৰ নাটক অভিনয় কৰা দেৰগাঁৱৰ এইখন প্ৰথম নাটক।

যশস্বী অভিনেতা নাট্যকাৰ তথা পৰিচালক **খনীন কাকতিৰ** 'চেনেহ লুইতৰ সুঁতি' এখন মঞ্চসফল নাটক। মিছামৰাৰ জনপ্ৰিয় নাট্যকাৰ **ঘনকান্ত বৰাৰ** ৰচিত পাঁচ অংকীয়া নাটক 'মিলন', 'পাণ্ডৱৰ দাসত্ব মোচন' আৰু তিনি অংকীয়া নাটক 'মাতৃহন্তা' আদি বাহৰুৱা গাঁৱৰ প্ৰতিষ্ঠিত মিলন নাট্য মন্দিৰত অভিনীত হৈছিল।

নাট্যকাৰ, পৰিচালক আৰু অভিনেতা হিচাপে ৰাইজৰ সমাদৰ লাভ কৰা অন্য এগৰাকী গুণী ব্যক্তি হৈছে **শৰৎৰাণা বৰা**। কবি হিচাপেও পৰিচিত নাট্যকাৰ গৰাকীৰ সংবেদনশীল মনৰ প্ৰকাশ 'ৰঙা প্ৰকোষ্ঠৰ গান', 'অপৰূপ অন্ধকূপ', 'নূপুৰ' আদি পূৰ্ণাংগ মঞ্চসফল নাটসমূহ। সেইদৰে 'তেল শোধনাগাৰৰ দাবীত', 'দেৱগ্ৰামৰ সূৰ্য', 'আমি টাইফুন', 'এটা শিলৰ কাহিনী' আদি নাট্যকাৰগৰাকীৰ জনপ্ৰিয় একাংকিকা নাটক। সমাজৰ সৰ্বসাধাৰণ লোকসকলৰ দুখ যন্ত্ৰণাৰ উপলব্ধি আৰু পৰিৱৰ্তিত সমাজ ব্যৱস্থাৰ প্ৰতি থকা আস্থাই কবি-নাট্যকাৰগৰাকীৰ সৃষ্টি জনমুখী কৰি তুলিছে।

বৰুৱাবামুণ গাঁৱৰ এগৰাকী আগশাৰীৰ নাট্যকাৰ **নাৰায়ণ বৰুৱাই** ভাওনাৰ বাবে নাট আৰু ধৰ্মমূলক নাট ৰচনা কৰি অঞ্চলটোলৈ নাট্যচৰ্চাৰ এক সুস্থ ধাৰা কঢ়িয়াই আনিছিল।

বৰুৱাবামুণ গাঁৱৰ জ্যেষ্ঠ শিল্পী **শ্ৰীভৰত ৰাজখোৱা** অনাতাঁৰ, দূৰদৰ্শন আৰু চলচিত্ৰৰো বলিষ্ঠ অভিনেতা হিচাপে অসমবাসীৰ পৰিচিত হৈ পৰিছে। শিল্পীগৰাকীয়ে 'প্ৰতিধ্বনি' 'বোৱাৰী', 'কল্লোল' আদি চলচিত্ৰত অভিনয় কৰিছিল।

বৰুৱাবামুণ গাঁৱৰ **ৰূপক শৰ্মাৰ** মঞ্চসফল একাংক নাটকসমূহ হৈছে 'মহাকাব্যৰ চিম্ফনী' 'অথ মধু সংবাদ', 'গান পইন্টত জগদীশ দাস', 'মুখা', 'মিনু বাইদেউৰ মেচ' ইত্যাদি আৰু পূৰ্ণাংগ নাট হৈছে 'খোজ', 'অনাৰ্য বৈভৱ', 'সপোন', 'কপিকুল সংবাদ' আদি। ৰূপক শৰ্মাৰ ভালেমান গল্প-প্ৰবন্ধও বিভিন্ন কাকতে-পত্ৰই প্ৰকাশ পাইছে।

নাট্যচৰ্চাৰ এক উৎসাহজনক পৰিৱেশ বিৰাজ কৰি থকা মিছামৰা আৰু বৰুৱাবামুণগাঁৱৰ অন্য কেইগৰাকীমান ন-পুৰণি নাট্যকাৰ আৰু নাট্যকৰ্মী হৈছে **অৰূপ গোস্বামী, মৃগাংক শইকীয়া, সন্ধিৰাম দত্ত, আনন্দ শৰ্মা, উপেন বৰুৱা, কুশেশ্বৰ শৰ্মা, পুলিন বিহাৰী বৰঠাকুৰ, উল্লাস ঘোষ, সত্যেন কলিতা, দুলাল বৰঠাকুৰ, কুশলদত্ত, ৰূপেশ্বৰ বৰা, নাৰায়ণ দাস, প্ৰদীপ শৰ্মা, বিতুল কলিতা, অমিতাভ ৰাজখোৱা** আদি। **কেশৱ বৰুৱা, অমিতাভ ৰাজখোৱা** আৰু **পদ্মবাগ গোস্বামী** অসমৰ বোলছবি জগতৰো পৰিচিত শিল্পী। আনহাতে সত্যেন কলিতা এগৰাকী সুদক্ষ অভিনেতা তথা নাট্য সংগঠকৰূপে পৰিচিত।

দেৰগাঁৱৰ অন্য এগৰাকী কৃতী নাট্যকাৰ আৰু অভিনেতা হৈছে দাধৰাৰ **দুলাল বৰদলৈ**। 'ভগা দেউকা', 'ছায়ামৃগ' আদি তেখেতৰ মঞ্চসফল একাংকিকা নাটক। ১৯৭১ চনত তেখেতৰ দ্বাৰা অনুদিত মেক্সিম গৰ্কীৰ 'এনিমি' দেৰগাঁৱৰ বিহুমেলাৰ মঞ্চত অভিনীত হয়।

দেৰগাঁৱৰ **পৰশমণি ঠাকুৰে** ৰচনা কৰা উল্লেখযোগ্য নাটকসমূহ হ'ল 'তেজে ধোৱা পৃষ্ঠা', 'কক্ষচ্যুত নক্ষত্ৰ', 'ক্ৰান্তিপথ' আদি।

বোলছবি পৰিচালনা আৰু বোলছবিৰ সংগীত পৰিচালক হিচাপে অসমৰ কলাপ্ৰেমী জনতাৰ আপোন হৈ পৰা স্বনামধন্য নাট্যকাৰ কেইবাগৰাকী দেৰগাঁৱৰ গৌৰৱময় সন্তান। ইয়াৰ ভিতৰত আছে **অতুল বৰদলৈ, শিৱপ্ৰসাদ ঠাকুৰ** আৰু **ডাঃ উপেন কাকতিৰ** দৰে প্ৰতিষ্ঠিত নাট্যকাৰ-পৰিচালকসকল।

'কল্লোল' খ্যাত **অতুল বৰদলৈৰ** ঘৰ বৰুৱাবামুণ গাঁৱত। ১৯৭৩ চনত বৰদলৈৰ পৰিচালনাত 'বনৰীয়া ফুল' নামৰ জনপ্ৰিয় কথাছবিখনে মুক্তিলাভ কৰে। উল্লেখযোগ্য যে এই সংগীতমধুৰ বোলছবিখনৰ সংগীত পৰিচালনা কৰিছিল দৰদী কণ্ঠশিল্পী জয়ন্ত হাজৰিকাই। ১৯৭৩ চনতে ভাৰতীয় বোলছবি জগতত প্ৰতিষ্ঠিত সংগীত পৰিচালকদ্বয় অসমৰ গৌৰৱ জিতু-তপনৰ সংগীত পৰিচালনাত অতুল বৰদলৈয়ে নিৰ্মাণ কৰা অন্য এখন বোলছবি হৈছে 'অনুতাপ'; ১৯৭৮ চনত নিৰ্মাণ কৰি উলিয়াই 'কল্লোল', যিখনৰ কাৰণে চলচিত্ৰৰ কৃচ্ছ সাধকগৰাকীয়ে লাভ কৰিছিল চলচিত্ৰ মহোৎসৱৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ। তাৰপাছত ক্ৰমে 'মেঘ' (১৯৭৯), 'গ্ৰহণ' (১৯৯০), চিএৰ (১৯৯০), আৰু 'দৃষ্টি' (১৯৯১) পৰিচালনা কৰে। (চিএৰ আৰু দৃষ্টি চিত্ৰগৃহত মুক্তি পোৱা নাই।) অতুল বৰদলৈয়ে নাট্যকাৰ (মঞ্চনাট) হিচাপেও সফলতা লাভ কৰিছিল। 'বিতৰ্কিত', 'ইংগিত', 'গহঁৱা', 'খেলিমেলি' তেখেতৰ মঞ্চসফল নাট।

অসমীয়া চলচিত্ৰ জগতৰ এটা সুৰীয়া নাম **শিৱপ্ৰসাদ ঠাকুৰ** মূলতে দেৰগাঁৱৰ ব্যক্তি। কেইবাখনো জনপ্ৰিয় অসমীয়া বোলছবিৰ পৰিচালক শিৱপ্ৰসাদ ঠাকুৰে প্ৰকৃতাৰ্থত এক উচ্চ মানৰ মনোৰঞ্জনধৰ্মী বোলছবি নিৰ্মাণ কৰিছিল। কলাকাৰগৰাকীৰ পৰিচালিত বোলছবি কেইখনমান হৈছে — 'বোৱাৰী' (১৯৮২), 'ঘৰ সংসাৰ' (১৯৮৩), 'সোণ-মইনা' (১৯৮৪), 'মন-মন্দিৰ'





(১৯৮৫), আৰু 'ময়ুৰী', এইদেশ মোৰ দেশ (১৯৮৬), 'শেৱালি' (১৯৮৯), অশান্ত প্ৰহৰ (১৯৯৪) আদি। উল্লেখযোগ্য যে ইয়াৰে 'বোৱাৰী'ৰ সংগীত পৰিচালনা কৰিছিল ডাঃ উপেন কাকতিয়ে। প্ৰয়াত ঠাকুৰে অসমৰ বোলছবি জগতলৈ যি বৰঙণি আগ বঢ়াই থৈ গ'ল সেইয়া সৰ্বজন স্বীকৃত।

অসমৰ বোলছবি জগতত শেহতীয়াকৈ সংযোজন হোৱা দেৰগাঁৱৰ এগৰাকী সাংস্কৃতিক কৰ্মীৰ নাম হৈছে **মঃ নুৰুল চুলতান**। দেৰগাঁৱৰ নাহৰণিত জন্মগ্ৰহণ কৰা এইগৰাকী গুণী ব্যক্তিয়ে ছাত্ৰাৱস্থাতে নিজে ৰচনা কৰা 'মহাজনৰ আঙুঠি' নামৰ নাটকখনত মহাজনৰ চৰিত্ৰটিত অভিনয় কৰি পাছলৈ 'মন পখিলী', 'টিলৌ-টিপৌ', 'মইনাজান' আদি ভিচিডি ছবিত অভিনয় কৰে। ইতিমধ্যে শিল্পীগৰাকীয়ে উপন্যাস সম্ৰাট চৈয়দ আব্দুল মালিকৰ 'জেতুকা পাতৰ দৰে' উপন্যাসখনৰ আলমত একেনামেৰে এখন বোলছবি নিৰ্মাণ (প্ৰযোজনা) কৰিছে। উল্লেখযোগ্য যে সাহিত্য-চৰ্চাতো যথেষ্ট পাৰদৰ্শিতা দেখুওৱা নুৰুল চুলতানে দেৰগাঁৱত 'মইনা কো-অপাৰেটিভ ছ্চাইটি' নামৰ এটি প্ৰযোজনা সংস্থা প্ৰতিষ্ঠা কৰি ইতিমধ্যে আইমণি, মইনাজান আৰু মৰম নামৰ ভিচিডিৰ প্ৰযোজনা কৰিছে আৰু শ্ৰেষ্ঠ প্ৰযোজক হিচাপে ৰাজ্যৰ সাংস্কৃতিক বঁটা, চিত্ৰলেখা বঁটা, মুনলাইট মিডিয়া বঁটা, ৰ'দালি এৱাৰ্ড আৰু সৰ্বভাৰতীয় ভিচিডিৰ ৰ'দালি বঁটাও (২০০৮ ত মইনাজানৰ বাবে) লাভ কৰে। উদ্যমী এই সাংস্কৃতিক কৰ্মী গৰাকী সাহিত্যসেৱী হোৱাৰ উপৰি এগৰাকী নিষ্ঠাবান সমাজ কৰ্মীও।

উল্লেখযোগ্য যে দেৰগাঁৱত কেইবাগৰাকী গুণী শিল্পীয়ে ভিচিডিযোগে কেইবাখনো অসমীয়া ছবি নিৰ্মাণ কৰিছে। তেনে এগৰাকী প্ৰতিষ্ঠিত শিল্পী শান্তমণি শৰ্মাৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। অন্য এগৰাকী বলিষ্ঠ নাট আৰু বোলছবি পৰিচালক হৈছে **সীমান্ত ফুকন**। ইতিমধ্যে অসম তথা ভাৰতবৰ্ষৰো বিভিন্ন মঞ্চত পৰিবেশিত প্ৰচুৰ জনপ্ৰিয়তা তথা ৰাষ্ট্ৰীয় পৰ্যায়ৰ পুৰস্কাৰ লাভ কৰা 'সেউজীয়া গাড়ী' শ্ৰীফুকনৰ অন্যতম কৃতী। 'সন্ত্ৰাস' আৰু 'প্লেটফৰ্ম' শ্ৰীফুকনৰ দ্বাৰা পৰিচালিত জনপ্ৰিয় আৰু ৰাষ্ট্ৰীয় পুৰস্কৃত নাটক। উল্লেখযোগ্য যে অসমৰ শিশুসকলক নাট্যচৰ্চাৰ যোগেদি এখন অনিৰ্বচনীয় সৌন্দৰ্যৰ জগতলৈ বাট দেখুৱাই লৈ যোৱাৰ অবিৰত সাধনাৰে শ্ৰীফুকনে প্ৰস্তুত কৰা শিশু কেন্দ্ৰীক নাটকসমূহ 'নেচনেল স্কুল অৱ ড্ৰামা'য়ো বিশেষ গুৰুত্বসহকাৰে প্ৰদৰ্শনৰ বাবে আমন্ত্ৰণ জনাইছে। যিকি নহওক এই কথা সৰ্বজন বিদিত যে শ্ৰীফুকনৰ বহুমুখী প্ৰতিভা আৰু অক্লান্ত শ্ৰমৰ অনবদ্য প্ৰকাশ হৈছে ড° ভবেন্দ্ৰনাথ শইকীয়াৰ একে নামৰ শিশু উপন্যাসৰ আলমত প্ৰস্তুত কৰা ভিচিডি ছবি 'শান্ত-শিষ্ট হৃষ্ট-পুষ্ট মহাদুষ্ট'।

ইতিমধ্যে দেৰগাঁৱৰ তৰুণ প্ৰজন্মৰ কেইবাগৰাকী শিল্পীয়ে ভিচিডিযোগে ছবি নিৰ্মাণৰ ক্ষেত্ৰত আগ্ৰহ দেখুৱাইছে। এইসকলৰ ভিতৰত ভিচিডি ছবি পৰিচালনা কৰিছে **বিপ্লৱ গোস্বামী, বসন্ত বৰা** আৰু **সত্যেন কলিতাই**। অনহাতে সমাজকৰ্মী **বন্তি আহমেদে** ভিচিডি ছবি প্ৰযোজনা কৰিছে আৰু চিত্ৰনাট্যও লিখিছে। বৰ্তমান দিল্লীত অধ্যয়নৰত **প্ৰীতিষা বৰঠাকুৰে** 'A Wake up Call' নামেৰে এইড্চৰ ওপৰত এখন চুটি ছবি নিৰ্মাণ কৰি আৰু বিভিন্ন প্ৰদৰ্শনীত চিত্ৰ প্ৰদৰ্শন কৰি শিল্প ৰসিকসকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। প্ৰীতিষা বৰঠাকুৰ শাস্ত্ৰীয় সংগীতৰো বিশাৰদ ডিগ্ৰীধাৰী সুগায়িকা।

উল্লেখযোগ্য যে বৰ্তমান অসমৰ দুগৰাকী অতিশয় জনপ্ৰিয় অভিনেত্ৰী **গায়ত্ৰী মহন্ত** আৰু **সাগৰিকা গোস্বামী** জন্মসূত্ৰে দেৰগাঁৱৰ জীয়াৰী। এই দুই সু-সন্তানক লৈ দেৰগাঁৱৰ ভূমি গৰ্বিতা। দেৰগাঁৱৰে **অজন্তা বৰুৱাই** 'ফাগুনী' বোলছবিখনত ফাগুনীৰ চৰিত্ৰত অভিনয় কৰিছিল।

দেৰগাঁৱৰ সাংস্কৃতিক ক্ষেত্ৰখনৰ অন্য এটি আলোকোজ্জ্বল দিশ হৈছে **চিত্ৰকলা আৰু ভাস্কৰ্য**। মানুহৰ হৃদয়ৰ অনুভূতি প্ৰকাশৰ প্ৰাচীনতম মাধ্যম এই দুয়োটা দিশতে দেৰগাঁৱত ভূমিষ্ঠ সন্তানে অসম তথা সৰ্বভাৰতীয় প্ৰেক্ষাপটত নিজৰ নাম জিলিকাই ৰাখিবলৈ সক্ষম হৈছে। ৰং-তুলিকাৰে জীৱনৰ অমল সৌন্দৰ্য সুসংহত শিল্প চেতনাৰ ৰূপত প্ৰকাশৰ কৃচ্ছ্ৰ সাধনাৰে স্থিতপ্ৰজ্ঞ শিল্পী **ননী বৰপূজাৰী** দেৰগাঁৱৰে সু-সন্তান। আন্তৰ্জাতিক খ্যাতিসম্পন্ন এইগৰাকী শিল্পীক লৈ দেৰগাঁওবাসী গৌৰৱান্বিত। উল্লেখযোগ্য যে অনেক ৰাষ্ট্ৰীয়-আন্তঃৰাষ্ট্ৰীয় চিত্ৰৰ জৰিয়তে কেৱল কলাজগততে নহয় সমাজৰ অন্যান্য ক্ষেত্ৰতো এক সৌন্দৰ্যশালী অৱিহণা আগ বঢ়াই আহিছে শিল্পীগৰাকীয়ে। প্ৰাপ্ত তথ্যমতে স্বাধীনতা আন্দোলনৰ আৰম্ভণিৰ কালতে দেৰগাঁৱত চিত্ৰকলাৰ আধুনিক ধাৰাটোৰ সূচনা হৈছিল। লাহে লাহে এচাম নীৰৱ সাধকৰ জীৱনজোৰা পৰিশ্ৰমেৰে দেৰগাঁৱত চিত্ৰকলাৰ চৰ্চাৰ এক সুস্থ বাতাবৰণ গঢ়ি উঠিল। এইক্ষেত্ৰত বাটকটীয়া শিল্পীসকল হ'ল **ধৰ্মেশ্বৰ নাথ, অৰুণ চন্দ্ৰ শৰ্মা ফুকন, গোপাল মহন্ত, চেনীৰাম বৰা** আদি। আনহাতে দেৰগাঁৱৰ নৱ প্ৰজন্মৰ মাজত চিত্ৰকলা প্ৰচাৰৰ বাবে আত্মোৎসৰ্গিত এটি চিৰস্মৰণীয় নাম হৈছে **শিৱপ্ৰসাদ ভট্টাচাৰ্য**। এইগৰাকী নিভাঁজ শিল্পীৰ হাতত ইতিমধ্যে নতুন প্ৰজন্মৰ ভালেমান চিত্ৰশিল্পীয়ে আত্মপ্ৰকাশ কৰিবলৈ সক্ষম হৈছে।

দেৰগাঁৱৰ চিত্ৰকলা চৰ্চাৰ ধাৰাবাহিকতা ৰক্ষা কৰাত অৰিহণা যোগাই অহা পৰিচিত চিত্ৰশিল্পীসকলৰ ভিতৰত আছে **স্বৰ্গীয় প্ৰফুল্ল ঠাকুৰ, যুতিমালা বৰঠাকুৰ, যোগপ্ৰসাদ মহন্ত, বিতোপনজ্যোতি ফুকন, পলাশজ্যোতি বৰা, পংকজ ৰাজখোৱা, অৰুণজ্যোতি হাজৰিকা, ৰঞ্জু পাঠক, সমীৰ আহমেদ, আশুতোষ বৰঠাকুৰ, মঃ হাছিবুৰ ৰহমান, আফাজুৰ ৰহমান, সিদ্ধাৰ্থ শৰ্মা, ৰিণুমণি তামুলী** আদি। **বিতোপনজ্যোতি ফুকনে** শান্তিনিকেতনৰ কলা ভৱনৰ পৰা







কলা শিক্ষা গ্ৰহণ কৰি এক বৌদ্ধিক সততাৰে চিত্ৰকলাৰ চৰ্চা আৰু প্ৰসাৰৰ হকে প্ৰচেষ্টা অব্যাহত ৰাখিছে। অন্য এগৰাকী চিত্ৰশিল্পী **পংকজ দত্তই** ভাস্কৰ্য শিল্পীৰ সাধনায়ো অসমৰ সাংস্কৃতিক জগতলৈ অমূল্য বৰঙণি আগ বঢ়াইছে।

মানুহৰ বুকুৰ সংবাদ কঠিন শিলত খোদিত কৰি নিজেই অসমৰ সাংস্কৃতিক জগতত এটি জীৱন্ত ভাস্কৰ্য হৈ ৰোৱা বিৰল প্ৰতিভাধৰ শিল্পী **প্ৰণবেন্দু বিকাশ ধৰ** দেৰগাঁৱৰ অম্লান গৌৰৱ। চিত্ৰশিল্পী হিচাপেয়ো সুপৰিচিত ভাস্কৰ গৰাকীৰ অকাল মৃত্যু অসমৰ ভাস্কৰ্য জগতৰ এক অপূৰণীয় ক্ষতি।

দৰাচলতে দেৰগাঁও এনে এখন ঠাই যাৰ গৌৰৱময় সাংস্কৃতিক পৰম্পৰা আছে যদিও কলা-সংস্কৃতি চৰ্চাৰ সুচল পৰিৱেশ এতিয়াও সৃষ্টি হোৱা নাই। তৎসত্ত্বেও দেৰগাঁৱৰ সাংস্কৃতিক পৰম্পৰাই ক্ৰমবিকশিত ৰূপত পৰিস্ফুট হৈ বৃহত্তৰ অসমৰ কলা-সংস্কৃতিৰ জয়যাত্ৰাত ক্লান্তিহীন সেৱা আগ বঢ়াই আহিছে। ক'ব পাৰি বিশাল লুইতৰ সোঁতে সোঁতে সৃষ্টিৰ সেউজীয়া প্ৰতিশ্ৰুতিৰে দেৰগঁঞা শিল্পীৰ সৌন্দৰ্য সাধনাই স্ৰোতস্বিনীৰ দৰে বিশ্ব জয়ৰ অভিমুখে দুৰন্ত গতিত প্ৰবাহিত হৈ আছে - হৈ থাকিব। ❑

*ক্ষমা প্ৰাৰ্থনা ঃ দেৰগাঁৱৰ বিশাল সাংস্কৃতিক জগতৰ পৰা পাৰ্যমানে যত্ন কৰি যিখিনি সমল সংগ্ৰহ কৰিব পৰা গ'ল তাৰপৰাই প্ৰকাশৰ উপযোগী পৰিসৰত এই প্ৰবন্ধটি যুগুত কৰা হ'ল। তথাপি কোনো গুণী শিল্পীৰ নাম আৰু কৰ্মৰাজিৰ উল্লেখ বাদ পৰি গ'লে লেখিকা অকুণ্ঠভাৱে ক্ষমাপ্ৰাৰ্থী।*

---

**প্ৰসংগ ঃ**

১। দেৰগাঁও (প্ৰবন্ধ) ঃ প্ৰয়াত কেশৱকান্ত বেজবৰুৱা, দেৰগাঁও হাইস্কুল আলোচনী, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৯৫১।

২। দেৰগাঁৱৰ চমু পৰিচয় ঃ শ্ৰীডালিম পাঠক।

৩। ইন্দ্ৰাণী ঃ স্মৃতিগ্ৰন্থ, মহাৰজত জয়ন্তী, ইন্দ্ৰাণী দেৱী উঃ মাঃ বিদ্যালয়।

৪। নামদৈয়াং ঃ স্মৃতিগ্ৰন্থ, অসম সাহিত্য সভা ৬২ তম অধিৱেশন, বোকাখাত, সম্পাদকদ্বয় - ভৱেশ শইকীয়া, শোভন শইকীয়া।

৫। মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ - ১৯৬৯ চন - লক্ষ্মীনাথ ফুকন।

৬। স্মৃতিগ্ৰন্থ ঃ সোণালী জয়ন্তী উৎসৱ - দেৰগাঁও সাহিত্য সভা, ১৯৭৪-৭৫, সম্পাদক - প্ৰফুল্ল চন্দ্ৰ বৰা।

৭। গৰীয়সী ঃ (আলোচনী) অষ্টম বছৰ ষষ্ঠ সংখ্যা, মাৰ্চ ২০০১।

৮। প্ৰয়াত বিভিন্ন শিল্পী সাহিত্যিকৰ আদ্যশ্ৰাদ্ধ উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থসমূহ। ❑

# দেৰগাঁৱৰ নাট্য আন্দোলন

**ৰবীন্দ্ৰনাথ হাজৰিকা**

প্ৰাচীন সংস্কৃতিৰ ক্ষেত্ৰত দেৰগাঁৱৰ গৌৰৱপূৰ্ণ ঐতিহ্য আছে যদিও বৰ্তমান দেৰগাঁৱৰ সাংস্কৃতিক দিশত মঞ্চ শিল্পইহে সৰ্বশ্ৰেষ্ঠ স্থান দখল কৰি আছে। আহোম ৰাজত্ব কালত 'নটী নাচ'ৰ কাৰণে দেৰগাঁও বিখ্যাত হৈ পৰিছিল। দেৰগাঁৱৰ শিৱ দ'লত এক শ্ৰেণী নৰ্তকী বা নটীক নৃত্যৰ কাৰণে নিয়োগ কৰা হৈছিল আৰু ইয়াৰ পৰাই ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়ত নৃত্যৰ বাবে নৃত্যাংগনাসকলক স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ ৰাজত্ব কালত স্থাপিত কৰা হৈছিল বুলি জনা যায়; পাছত সেই সকলৰ পৰাই অসমত দেৱদাসী নৃত্যৰো সূত্ৰপাত হৈছিল। শিৱ দ'লৰ নৰ্তকী বা নটীসকল বসবাসৰ কাৰণে দ'লৰ আশে-পাশে নটগাঁৱো প্ৰতিষ্ঠাপিত হৈছিল, য'ত গীত-বাদ্য-নৃত্যৰ অনুশীলন হৈছিল। এই নৰ্তকী বা নটীসকলৰ নাচৰ পৰাই দেৰগাঁৱত 'নটী-নাচ'ৰ পৰম্পৰা এটা সৃষ্টি হৈছিল বুলি জনা যায় আৰু এনে নটী-নাচ ঊনবিংশ শতাব্দীৰ শেষলৈকে বৰ্তি আছিল বুলিও শুনা যায়। কিন্তু সময়ৰ ধামখুমীয়াত নটী নাচক নব্য-শিক্ষিত সমাজে সহজভাৱে ল'ব নোৱাৰাৰ কাৰণে এটা সুন্দৰ পৰম্পৰাৰ অপমৃত্যু ঘটিছিল। নটী নাচৰ উপৰি ঢোল, নাগ্‌ৰা বাদ্য আদিৰ ক্ষেত্ৰতো দেৰগাঁৱৰ সুখ্যাতি আছিল। ইয়াৰ উপৰি 'চোক্‌ৰা' বা 'চোকোৰ নাচ' আৰু 'বহুৱা নাচ' নামৰ দুবিধ নাচৰো প্ৰচলন আছিল। কিন্তু এইবিলাকো এতিয়া লুপ্ত। ঊনবিংশ শতাব্দীৰ শেষভাগ পৰ্যন্ত দেৰগাঁৱত উচ্চমান বিশিষ্ট ভাওনা প্ৰদৰ্শনৰ বাহিৰে আধুনিক নাট্য-অভিনয় প্ৰচলন হোৱাৰ কোনো প্ৰমাণ নাই, কিন্তু গাঁৱে-ভূঞে যাত্ৰাৰ আৰ্হিত (বংগীয় সংস্কৃতিৰ প্ৰভাৱত) ভাওনাৰ পৰিৱৰ্তে দৃশ্যপট তৰি অভিনয় কৰা ৰীতি এটা প্ৰচলিত হৈছিল। কিন্তু বিংশ শতাব্দীৰ দ্বিতীয় দশকমানৰ পৰা ভাওনাৰ পুনৰ প্ৰচলন হোৱাত যাত্ৰাৰ প্ৰচলন সীমিত হৈ পৰে।

১৯০৬ চনৰ পৰাহে দেৰগাঁৱত আধুনিক নাট্য-আন্দোলনৰ আৰম্ভণি হয় বুলি ক'ব পৰা যায়। ১৯০৬ চনত দেৰগাঁৱৰ লঠা গাঁৱৰ মনুৰাম হাজৰিকাই (বৰ মহৰী) অতি আড়ম্বৰপূৰ্ণভাৱে ৰাসোৎসৱ পালন কৰি আধুনিক থিয়েটাৰৰ আৰ্হিৰে 'ৰাম বনবাস' নামৰ অভিনয় প্ৰদৰ্শন কৰিছিল। ইয়াৰ উপৰি সেই একে সময়তে মুকলিমূৰীয়া গোস্বামী আৰু মিছামৰা মৌজাদাৰৰ ঘৰতো আধুনিক থিয়েটাৰৰ আৰ্হিৰে নাট অভিনয় কৰিছিল বুলি জনা যায়। মনুৰাম হাজৰিকাৰ ঘৰত হোৱা নাট-অভিনয়ত গোলাঘাটৰ লম্বোদৰ ওস্তাদ নামৰ এজন লোকে গীত-বাদ্য আদিৰ শিক্ষা দি অভিনয় পৰিচালনা কৰিছিল। ১৯১১ চন পৰ্যন্ত এইদৰেই নাট্যমোদীসকলৰ বাবে কোনো ৰাজহুৱা অনুষ্ঠান নোহোৱাকৈয়ে থিয়েটাৰ কৰা হৈছিল। **১৯১১ চনৰ পৰাহে দেৰগাঁৱত ৰাজহুৱা আৰু আনুষ্ঠানিকভাৱে নাট্য-আন্দোলনৰ সূচনা হোৱা পৰিলক্ষিত হয়। অৱশ্যে ১৯০৮ চনতে বৃহত্তৰ দেৰগাঁৱৰ অন্তৰ্গত দাধৰা গাঁৱত 'একতা নাট্য মন্দিৰ' নামেৰে এটা নাটঘৰ নিৰ্মাণ হৈ নাটক মঞ্চস্থ কৰা হৈছিল বুলি জনা যায়।**



### কৰোনেছন থিয়েটাৰ

১৯১১ চনৰ ১২ ডিচেম্বৰত পঞ্চম জৰ্জৰ অভিষেক তথা 'দৰবাৰ দিৱস' উপলক্ষে সেই সময়ৰ চৰকাৰে বিভিন্ন ঠাইত নাট্যাভিনয় আদি সাংস্কৃতিক অনুষ্ঠানৰ কাৰণে বিশেষ আৰ্থিক সাহায্য দিছিল। গোলাঘাট মহকুমাৰ গোলাঘাট আৰু দেৰগাঁৱৰ সমসাময়িক নাট্যমোদীসকলেও সেই চৰকাৰী সাহায্য লাভ কৰিছিল। সেই সাহায্যৰ ওপৰতে ভিত্তি কৰি দেৰগাঁৱৰ কলামোদীসকলে স্থানীয় বগাই দত্ত হাজৰিকাৰ বাৰীত অস্থায়ী মণ্ডপ পাতি অভিনয়ৰ আয়োজন কৰিছিল। অভিনয়ৰ উদ্যোক্তাসকলৰ ভিতৰত আছিল সেই সময়ৰ কলামোদী (প্ৰয়াত) পূৰ্ণদেৱ ঠাকুৰ, চন্দ্ৰ খাওন্দ, বগাই দত্ত হাজৰিকা, ইন্দ্ৰ বৰুৱা, লোকাই দত্ত, বংশীধৰ গোস্বামী, ৰামেশ্বৰ দত্ত, জগত বৰদলৈ, চন্দ্ৰবল্লভ গোস্বামী, উমাকান্ত গোস্বামী, যোৰহাটৰ নন্দ বৰুৱা, কালীৰাম দত্ত, দেৱাই গাঁওবুঢ়া আদি। অভিনয় কৰা নাটকখন আছিল 'মেঘনাদ বধ'। **এই 'মেঘনাদ বধ' নাটক অভিনয়েই আছিল দেৰগাঁৱত আনুষ্ঠানিকভাৱে নাট্য-আন্দোলনৰ পাতনি আৰু বগাই দত্ত হাজৰিকাৰ বাৰীৰ অস্থায়ী ৰংগমঞ্চই দেৰগাঁৱৰ নাটঘৰৰ প্ৰথম সূচনা বুলি ক'ব পাৰি।** দৰবাৰ দিৱসত এই থিয়েটাৰ কৰাৰ কাৰণে ই **'কৰোনেছন থিয়েটাৰ'** নামে জনাজাত। এই ক্ষেত্ৰত উল্লেখযোগ্য যে ন-গোসাঁই পৰিয়ালৰ চন্দ্ৰবল্লভ গোস্বামী আছিল এগৰাকী প্ৰখ্যাত কলামোদী আৰু প্ৰতিভাশালী পুৰুষ। তেওঁ সেই কালতে নিজ হাতে দৃশ্যপট আঁকি অভিনয় কৰাৰ খ্যাতি অৰ্জন কৰিছিল। দেৰগাঁৱত প্ৰচলিত অসমীয়া সংকীৰ্তনৰ প্ৰৱৰ্তক এই গৰাকী লোকেই বুলি জনা যায়; অৱশ্যে কিছুমান অসমীয়া সংকীৰ্তন আধাৰ সত্ৰৰ বিষ্ণু গোস্বামীয়েও লিখিছিল। এই দুগৰাকীৰ দ্বাৰা ৰচিত সংকীৰ্তন আমাৰ সমাজত এতিয়াও অ'ত-ত'ত প্ৰচলিত হৈ আছে। উল্লেখযোগ্য যে 'মেঘনাদ বধ' নাটকত মেঘনাদৰ ভূমিকাত অৱতীৰ্ণ হৈছিল চন্দ্ৰবল্লভ গোস্বামী।

### এমেছাৰ থিয়েটাৰ

কৰোনেছন থিয়েটাৰৰ সক্ৰিয়তা 'দৰবাৰ দিৱস' আৰু দুই এক অভিনয় প্ৰদৰ্শনৰ পাছতে সমাপ্তি ঘটে। ইয়াৰ পাছত দ্বিতীয় প্ৰচেষ্টা হিচাপে ১৯১৯ চনত 'এমেছাৰ থিয়েটাৰ'ৰ জন্ম হয়। 'এমেছাৰ থিয়েটাৰ'ৰ ঘৰটো দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ চৌহদৰ কাষত পুণ্যেশ্বৰ বৰঠাকুৰৰ মাটিত স্থাপিত হৈছিল। ইয়াৰ উদ্যোক্তাসকল আছিল লাহৰ হাজৰিকা, কমলেশ্বৰ বৰঠাকুৰ, শিৱকান্ত পূজাৰী, ডিম্বেশ্বৰ গোস্বামী, নদৰাম দত্ত, মাণিক চন্দ্ৰ বৰা, বাপুৰাম শইকীয়া, গংগাধৰ বৰঠাকুৰ, গোলোক শৰ্মা আদি আৰু সহকাৰী উদ্যোক্তা আছিল পানীৰাম নাথ আদি। এই নাটঘৰত 'পাৰ্থ পৰাজয়', 'মেঘনাদ বধ' আৰু 'কুকুৰী কণাৰ আঠমঙলা' এই তিনিখন নাটক অভিনীত হয়। প্ৰথম অভিনয় হৈছিল 'পাৰ্থ পৰাজয়'। এমেছাৰ থিয়েটাৰৰ সভ্যসকলৰ পাৰস্পৰিক সহযোগৰ অভাৱত এই অনুষ্ঠানো বেছি দিন নিটিকিল। এই অনুষ্ঠানৰ নিষ্ক্ৰিয়তাৰ কাৰণেই সমসাময়িক কালতে 'একতা নাট্য মন্দিৰ' নামে অন্য এক নাট্য মন্দিৰ স্থাপিত হয়। অন্যহাতে এমেছাৰ থিয়েটাৰৰ সভ্যসকলৰ একাংশই আনসকলক সমৰ্থন নিবিচৰাকৈয়ে অন্য এটি নাটঘৰ দেৰগাঁও বালক উচ্চ বুনিয়াদী বিদ্যালয়ৰ পুখুৰীৰ কাষত স্থাপনৰ উদ্যোগ লয়। কিন্তু সিও সফলকাম নহ'ল। আনহাতে সেই ঠাইৰ বাকীসকল সদস্যই স্বাধীনতা সংগ্ৰামী গংগাৰাম বৰমেধিৰ ঘৰৰ কাষত 'অসমীয়া নাট্য মন্দিৰ' নামকৰণেৰে এটি নতুন নাটঘৰ গঢ়ি তোলে।

### একতা নাট্য মন্দিৰ (ইউনিয়ন ষ্টেজ)

বিংশ শতাব্দীৰ দ্বিতীয় দশকৰ আৰম্ভণিৰ লগে লগে 'এমেছাৰ থিয়েটাৰ'ৰ সক্ৰিয়তা লোপ পোৱাৰ উপক্ৰম হোৱাৰ সময়তেই ১৯১৯-২০ চনত প্ৰথমতে দেৰগাঁৱৰ উত্তৰ অঞ্চলত 'একতা নাট্য মন্দিৰ' (ইউনিয়ন ষ্টেজ) আৰু দক্ষিণ অঞ্চলত 'অসমীয়া নাট্য মন্দিৰ' নামেৰে দুটা নাটঘৰ গঢ়ি উঠে। 'একতা নাট্য মন্দিৰ' গঢ়ি তোলা হৈছিল বৰ্তমান টাউন এল পি (এতিয়া অভ্যসন বিদ্যালয়) থকা ঠাইত আৰু 'অসমীয়া নাট্য মন্দিৰ' স্থাপন কৰা হৈছিল গংগাৰাম বৰমেধিৰ ঘৰৰ ওচৰত।

'একতা নাট্য মন্দিৰ'ৰ প্ৰধান উদ্যোক্তাসকল আছিল — পানীৰাম নাথ, কান্তিৰাম নাথ, আনন্দি ফুকন, কৃষ্ণনাথ ফুকন, ৰাধানাথ ফুকন, মুক্তানাথ ফুকন, মহেন্দ্ৰনাথ বাপুবৰুৱা, মাণিকচন্দ্ৰ গোস্বামী, মুনিচন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীধৰ দত্ত, হিৰণ দত্ত আৰু কৃষ্ণাই ৰাজপুত। এই নাট্য মন্দিৰত প্ৰথম 'সীতাহৰণ' নাটকৰ অভিনয় হৈছিল। এই অনুষ্ঠান সক্ৰিয় হৈ উঠাৰ লগে লগে 'এমেছাৰ থিয়েটাৰ' ঘৰ নিষ্ক্ৰিয় হৈ লোপ পালে। 'একতা নাট্য মন্দিৰে' পোন্ধৰ-যোল্ল বছৰ ধৰি দুৰ্গা পূজাত অভিনয় কৰি থকাৰ উপৰি বহু বছৰ নিৰৱচ্ছিন্নভাৱে সক্ৰিয় হৈ থাকি দেৰগাঁও নাট্য আন্দোলনৰ এটি দিশ নিৰ্ণয় কৰিবলৈ সক্ষম হৈছিল। এই নাট্য মন্দিৰৰ শিল্পীসকলে অন্য ঠাইতো কৃতিত্বৰে অভিনয় প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছিল।

১৯২৬ চন মানৰ পৰা একতা নাট্য মন্দিৰলৈ এদল উদ্যোগী কৰ্মকুশল আৰু কলানুৰাগী শিল্পীৰ আগমন ঘটে, যিসকলে পৰৱৰ্তী দেৰগাঁৱৰ নাট্য আন্দোলনক সজীৱ আৰু গতিশীল কৰি তুলিছিল। সেইসকলৰ ভিতৰত বিশেষ উল্লেখযোগ্য হ'ল — ঈশেশ্বৰ বৰঠাকুৰ, লক্ষেশ্বৰ পূজাৰী, দুৰ্গানাথ কাকতি, কেশৱকান্ত বেজবৰুৱা, ধীৰেন দত্ত আৰু ত্ৰৈলোক্য নাথ শৰ্মা।

১৯২৯-৩০ চন মানৰ পৰা 'একতা নাট্য মন্দিৰ'ত ভাঙোন ধৰাৰ উপক্ৰম হয়। ইয়াৰ মূল কাৰণ আছিল, ইয়াৰ একাংশ সদস্যই দেৰগাঁৱৰ উত্তৰাঞ্চলত প্ৰায় এমূৰীয়া হোৱাৰ কাৰণে অনুষ্ঠানটো দেৰগাঁৱৰ মধ্য অঞ্চললৈ অনাৰ সপক্ষে মাত মতা। দেৰগাঁৱৰ দক্ষিণ অঞ্চলৰ লোকসকলৰ লগত এই লৈ মতৰ অমিল হোৱাত সম্ভৱতঃ ১৯৩৬ চন মানৰ পৰা ঈশেশ্বৰ বৰঠাকুৰ, ডিম্বেশ্বৰ মিৰিবৰুৱা,




লক্ষ্মী কাঠবৰুৱা, দুৰ্গানাথ কাকতি, হৰিপ্ৰসাদ খাওন্দ, কেশৱকান্ত বেজবৰুৱা প্ৰমুখ্যে ভালেখিনি সদস্যই 'একতা নাট্য মন্দিৰ'ৰ লগত অসহযোগ কৰে; ইয়াৰ ফলতে নাট্য মন্দিৰটিয়ে ধ্বংসৰ পথলৈ গতি কৰে।

'একতা নাট্য মন্দিৰ'ৰ লগত অসহযোগী ভাবাপন্ন উল্লিখিত অধিক সংখ্যকে সমগ্ৰ দেৰগাঁৱৰ নাট্যানুৰাগীসকলৰ আগ্ৰহৰ প্ৰতি লক্ষ্য ৰাখি মাজ ঠাইত এটি নতুন নাট্যানুষ্ঠান সৃষ্টিত মনোনিবেশ কৰে। সেই কাৰণেই নাটঘৰ নিৰ্মাণৰ অৰ্থে মধ্যস্থল নিৰ্বাচনৰ উদ্দেশ্যে সভ্যসকলৰ মাজত আলোচনা-বিলোচনা হ'বলৈ ধৰে। ১৯২৮ চনতে লক্ষেশ্বৰ পূজাৰী, বোধেশ্বৰ ঠাকুৰ, শশীধৰ গোস্বামী প্ৰমুখ্যে এটা দলে 'ধৰ্ম নাট্য মন্দিৰ' নামকৰণেৰে নাটঘৰ নিৰ্মাণৰ জল্পনা-কল্পনা কৰে। সেই মানসেৰেই এই দলটিয়ে বিংশ শতাব্দীৰ দ্বিতীয় দশকৰ শেষৰ ফালে অস্থায়ী মঞ্চ তৈয়াৰ কৰি অভিনয় কৰাৰো প্ৰচেষ্টা কৰে।

আনফালে, দেৰগাঁৱৰ সকলো মঞ্চ শিল্পীৰ সম্মিলন-প্ৰয়াসী দলটিয়ে ঈশেশ্বৰ বৰঠাকুৰ, ডিম্বেশ্বৰ মিৰি বৰুৱা, হৰিপ্ৰসাদ খাওন্দ আৰু দুৰ্গানাথ কাকতিৰ নেতৃত্বত সৰ্বসন্মত স্থানৰ অন্বেষণ কৰে। নাটঘৰৰ নতুন স্থান নিৰ্বাচন নোহোৱা পৰ্যন্ত এই শিল্পী দলটিয়ে দেৰগাঁৱৰ মধ্যস্থল নাৰিকলগুৰিৰ হাতখোলাত ৰভা দি কেইবা বছৰো ৰাজহুৱা দুৰ্গোৎসৱত অভিনয় কৰিছিল।

### অসমীয়া নাট্য মন্দিৰ

'একতা নাট্য মন্দিৰ' সক্ৰিয়ভাৱে চলি থকা সময়তেই কেশৱকান্ত বেজবৰুৱা, পূৰ্ণদেৱ ঠাকুৰ, ইন্দ্ৰ বৰুৱা, ত্ৰৈলোক্য নাথ শৰ্মা, প্ৰতাপ চন্দ্ৰ দেৱগোস্বামী, শিৱকান্ত পূজাৰী, চন্দ্ৰনাথ খাওন্দ আদিৰ উদ্যোগত 'অসমীয়া নাট্য মন্দিৰ' স্থাপিত হয়। এই নাট্য মন্দিৰ স্থাপন কৰাত সেই সময়ৰ দেৰগাঁও এম ই স্কুল আৰু এম ভি স্কুলৰ শিক্ষকসকলে ঐক্যবদ্ধভাৱে আগভাগ লৈছিল। দেৰগাঁৱৰ আধুনিক মঞ্চ শিল্পৰ পথ প্ৰদৰ্শকসকলৰ ভিতৰত এই শিক্ষকসকলক সদায়েই স্মৰণ কৰিব লাগিব। 'অসমীয়া নাট্য মন্দিৰ' স্থাপন কৰা হৈছিল স্বাধীনতা সংগ্ৰামী গংগাৰাম বৰমেধিৰ ঘৰৰ ওচৰত বৰ্তমান দেৰগাঁও বালিকা উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰাক্তন প্ৰধান শিক্ষক প্ৰয়াত যোগেশ্বৰ হাজৰিকাৰ ঘৰ থকা ঠাইত। এইটো নাট্য মন্দিৰত প্ৰথম অভিনীত হোৱা নাটকখন আছিল 'বিদ্যাৱতী'। যদিও 'অসমীয়া নাট্য মন্দিৰ' আৰু 'একতা নাট্য মন্দিৰ' দুটা পৃথক অনুষ্ঠান আছিল, তথাপি 'অসমীয়া নাট্য মন্দিৰ'ৰ প্ৰথম নিবেদন 'বিদ্যাৱতী'ৰ অভিনয়ত একতা নাট্য মন্দিৰে পূৰ্ণ সহযোগ দিছিল আৰু দুয়ো নাটঘৰৰ শিল্পীসকলে দেৰগাঁও নাট্য আন্দোলনৰ ক্ৰমোন্নতিত প্ৰথম বলিষ্ঠ অৰিহণা যোগাবলৈ সক্ষম হৈছিল। সন্মিলিত শিল্পীসকলৰ ভিতৰত সেই সময়ৰ অভিনেতা চন্দ্ৰনাথ খাওন্দ, ইন্দ্ৰেশ্বৰ বৰুৱা, পূৰ্ণদেৱ ঠাকুৰ, হৰিপ্ৰসাদ খাওন্দ, ত্ৰৈলোক্য নাথ শৰ্মা, ঈশেশ্বৰ বৰঠাকুৰ, চন্দ্ৰ মহন্ত, ৰাধানাথ ফুকন, আনন্দি ফুকন, দুৰ্গানাথ কাকতি, লক্ষেশ্বৰ পূজাৰী, শশীধৰ গোস্বামী, ডিম্বেশ্বৰ মিৰিবৰুৱা, লক্ষ্মী কাকতি, নদৰাম দত্ত, বিষ্ণু গোস্বামী, নৰনাথ মহন্ত, নৰেন ফুকন, মহেন্দ্ৰ বৰুৱা, শিৱকান্ত পূজাৰী, বোধেশ্বৰ ঠাকুৰ, ডিম্বেশ্বৰ গোস্বামী আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। 'অসমীয়া নাট্য মন্দিৰ'ক পিছলৈ দেৰগাঁও বালক উচ্চ বুনিয়াদী বিদ্যালয়ৰ ওচৰলৈ স্থানান্তৰিত কৰা হৈছিল যদিও আৰু নাটঘৰটো স্থায়ী কৰিবলৈ বিচৰা হৈছিল যদিও, নিজ মাটি নথকাৰ বাবে এই অনুষ্ঠান তিষ্ঠি থাকিব নোৱাৰিলে; চাৰি-পাঁচ বছৰ মান সক্ৰিয় হৈ থকাৰ পিছত লুপ্ত হৈ পৰিল। প্ৰথমাৰ্ধত এই নাট্য মন্দিৰৰ ষ্টেজ মেনেজাৰ আছিল দেৰগাঁৱৰ নাট্যপ্ৰাণ ব্যক্তি কেশৱকান্ত বেজবৰুৱা, পাছত আছিল বিষ্ণু হাজৰিকা।

### বিভিন্ন নাট্যানুষ্ঠান ঐক্যবদ্ধ হোৱাৰ প্ৰচেষ্টা আৰু 'নিউ থিয়েটাৰ':

১৯২৯ চনত দেৰগাঁৱৰ চুকে-কোণে কেবাটাও নাটঘৰ অনাকৰ্ষণীয়ভাৱে পৰিচালিত হৈ আছিল; তেতিয়া অস্থায়ী নাটঘৰ গঢ়ি উঠিছিল বুলি সেই সময়ৰ বিশিষ্ট অভিনেতাসকলৰ পৰা জনা যায়। ফলস্বৰূপে দেৰগাঁৱৰ সেই সময়ৰ প্ৰতিভাশালী মঞ্চশিল্পী, যেনে - হৰিপ্ৰসাদ খাওন্দ, দুৰ্গানাথ কাকতি, লক্ষেশ্বৰ পূজাৰী, চন্দ্ৰ মহন্ত, ঈশেশ্বৰ বৰঠাকুৰ, বোধেশ্বৰ ঠাকুৰ, নৰনাথ মহন্ত আদি পৃথকভাৱে আনুষ্ঠানিক গণ্ডীৰ ভিতৰত বা বাহিৰত আছিল। এই মঞ্চশিল্পীসকলে যদি ঐক্যবদ্ধভাৱে অন্য শিল্পীসকলকো একত্ৰিত কৰি দেৰগাঁৱৰ এটা নাট্য আন্দোলন গঢ়ি তুলিব পাৰিলেহেঁতেন তেন্তে দেৰগাঁৱৰ নাট্য সমাজে সদৌ অসমৰে ভিতৰতে এক বিশিষ্ট স্থান অধিকাৰ কৰিব পাৰিলেহেঁতেন। অৱশ্যে ইয়াৰ যে এক প্ৰচেষ্টা নহৈছিল সিও নহয়। ঐক্যবদ্ধ হোৱাৰ প্ৰচেষ্টাৰে হৰিপ্ৰসাদ খাওন্দ, দুৰ্গানাথ কাকতি আদি খ্যাতিমান মঞ্চশিল্পীসকলে ঐক্যবদ্ধ হোৱাৰ প্ৰচেষ্টাৰে আটাইকেইটা নাট্যানুষ্ঠানৰ শিল্পীসকলক লৈ সন্মিলিতভাৱে দেৰগাঁও হাইস্কুলত (বৰ্তমান উচ্চতৰ মাধ্যমিক বিদ্যালয়ত) অগণন দৰ্শকৰ সমাবেশত 'জয়মতী' নাটকৰ সফল অভিনয় কৰিবলৈ সক্ষম হৈছিল। এই নাট্যানুষ্ঠানতে একতা নাট্য মন্দিৰ, অসমীয়া নাট্য মন্দিৰ, লঠা গাঁৱৰ হীৰা নাট্য মন্দিৰ, জেলেংহুৱা গাঁৱৰ তৰুণ নাট্য মন্দিৰ এই আটাইকেইটা অনুষ্ঠানৰ শিল্পীসকলক একত্ৰ হ'বলৈ আহ্বান জনাইছিল আৰু কাৰ্যকৰী ব্যৱস্থাৰ কৰ্মপন্থা গ্ৰহণ কৰিছিল। সন্মিলিত নাট্যদল গঠন হৈ নাম লৈছিল 'নিউ থিয়েটাৰ'। এই নিউ থিয়েটাৰ বা সন্মিলিত নাট্য দলটিয়ে যোৰহাট সংগীত সমাজৰ উদ্যোগত হোৱা 'দেবেন্দ্ৰনাথ বৰদলৈ স্মৃতি নাট প্ৰতিযোগিতা'ত যোগদান কৰিছিল। পিছলৈ ইয়েই একপ্ৰকাৰ দেৰগাঁও নাট্য সমাজৰ সূচনা কৰে। অৱশ্যে একেটা দলতে সকলো অভিনেতাই যোগদান কৰাৰ সুযোগ নথকাত এই শিল্পীসকলৰ একাংশই 'একতা নাট্য মন্দিৰ'ৰ নামত প্ৰতিযোগিতাত যোগদান কৰিছিল। একতা নাট্য মন্দিৰৰ






প্ৰতিযোগী দলটিত আছিল কেশৱকান্ত বেজবৰুৱা, ঈশেশ্বৰ বৰঠাকুৰ, ডিম্বেশ্বৰ মিৰিবৰুৱা, চন্দ্ৰ মহন্ত, আনন্দি ফুকন, নৰেন ফুকন, মহেন বৰুৱা, ত্ৰৈলোক্য নাথ শৰ্মা, মাণিক চন্দ্ৰ শৰ্মা আৰু ধীৰেণ দত্ত। দলটি পৰিচালনা কৰিছিল কেশৱকান্ত বেজবৰুৱাই। প্ৰতিযোগিতাত পৰিবেশন কৰা নাটক আছিল 'গুলেনাৰ'।

'নিউ থিয়েটাৰ' অৰ্থাৎ সন্মিলিত দলটোত আছিল দুৰ্গানাথ কাকতি, হৰিপ্ৰসাদ খাওন্দ, লক্ষেশ্বৰ পূজাৰী, নৰনাথ মহন্ত, প্ৰদীপ হাজৰিকা আৰু কালিৰাম নাথ। এই 'নিউ থিয়েটাৰ' বা সন্মিলিত নাট্য দলটিয়ে চমকপ্ৰদ অভিনয় কৰি দেৰগাঁৱৰ নাট্য আন্দোলনত এটি অবিস্মৰণীয় ভূমিকা পালন কৰিছিল। শিল্পী দলটিৰ দলীয় অভিনয় কুশলতাই দেৰগাঁৱৰ নাট্য আন্দোলনৰ বুৰঞ্জীত তেওঁলোকক চিৰস্মৰণীয় কৰি ৰাখিব। সন্মিলিত দলটিয়ে প্ৰতিযোগিতাত পৰিবেশন কৰা নাটক আছিল 'জয়মতী' আৰু প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰি 'জয়শ্ৰী শ্বিল্ড' লাভ কৰিছিল। এই চমকপ্ৰদ সাফল্যৰ গুৰিতে আছিল হৰিপ্ৰসাদ খাওন্দ আৰু দুৰ্গানাথ কাকতিৰ অভিনয় পটুতা আৰু পৰিচালক হৰিপ্ৰসাদ খাওন্দৰ সু-পৰিচালনা। দলটিয়ে উচ্চ প্ৰশংসিত কৃতিত্ব লাভ কৰাৰ উপৰিও দলটিৰে প্ৰদীপ হাজৰিকাই সু-গায়কৰ পুৰস্কাৰ লাভ কৰিছিল। তবলা সংগত কৰিছিল কালিৰাম নাথে।

### বাপুজী মন্দিৰ

১৯২৮ চন মানত 'একতা নাট্য মন্দিৰ'ৰ সভ্যসকলৰ মাজত মতানৈক্য হোৱাত সেই অনুষ্ঠানৰ সভ্য লক্ষেশ্বৰ পূজাৰী, শশীধৰ গোস্বামী, বোধেশ্বৰ ঠাকুৰ, মহো বায়ন, নৰনাথ মহন্ত আৰু বৰুৱাবামুণ গাঁৱৰ ধীৰেন দত্তই এটা নতুন নাট্য অনুষ্ঠান গঢ়াৰ চেষ্টা কৰে। সেই উদ্দেশ্যে জয়নাথ সংস্কৃত টোলতে ১৯২৮ চনত ফাকুৱা উৎসৱত এই সকলে 'উৰ্বশী উদ্ধাৰ' নামৰ নাটকৰ অভিনয় কৰে। এয়ে 'বাপুজী মন্দিৰ'ৰ পাতনি। ইয়াৰ পাছত ১৯২৯ চনত জয়নাথ সংস্কৃত টোলৰ কাষতে ৰভা দি দুৰ্গাপূজা অনুষ্ঠিত কৰি পূজাৰ তিনিৰাতি 'পৰশুৰামৰ মাতৃ হত্যা', 'ৰাম বনবাস' আৰু 'হৰিশ্চন্দ্ৰ উপাখ্যান' অভিনয় কৰে। এই দুই বছৰৰ নাট অভিনয়ৰ নেতৃত্ব দিছিল টোলৰ প্ৰধান অধ্যাপক দুৰ্গানাথ শাস্ত্ৰীয়ে। সেই অভিনয়ৰ ষ্টেজ মেনেজাৰ আছিল লক্ষেশ্বৰ পূজাৰী আৰু অনুষ্ঠানৰ পৰিচালক সমিতিৰ সম্পাদক আছিল শশীধৰ গোস্বামী, সভাপতি আছিল কৃষি বিভাগৰ কৰ্মচাৰী আনন্দি গোহাঁই। ১৯৩০ চনত বৰ্তমান 'বাপুজী মন্দিৰ' থকা ঠাইত পদ্মনাথ ঠাকুৰৰ মাটিত 'ধৰ্ম নাট্য মন্দিৰ' নামকৰণ কৰি নাটঘৰৰ ভেটি স্থাপন কৰা হৈছিল। পাছত এক সংস্কৃতিবান পৰিয়ালৰ তিনি ভাতৃ ক্ৰমে দেৱেশ্বৰ ঠাকুৰ, সুৰেন্দ্ৰনাথ ঠাকুৰ আৰু বীৰেন্দ্ৰনাথ ঠাকুৰে তেওঁলোকৰ নিজ পট্টাৰ তিনিকঠা তেৰ লোচা মাটি পদ্মনাথ ঠাকুৰক দান দি 'ধৰ্ম নাট্য মন্দিৰ' প্ৰতিষ্ঠাত প্ৰভূত বৰঙণি যোগায়। কিন্তু গ্ৰীণৰুম আৰু পূজা মণ্ডপৰ কাৰণে মাটি কম হোৱাত মহেন্দ্ৰনাথ বৰাই (বিষ্ণু মহৰী বুলি জনাজাত) স্বেচ্ছাই মাটি দিবলৈ আগ বাঢ়ি আহে যদিও সেই মাটিও কম হোৱাত কাষৰীয়া মৌৰাম কলিতাৰ মাটিৰ লগত সালসলনি কৰি মাটি আগ বঢ়ায়। সৰ্বমুঠ মাটিৰ পৰিমাণ এবিঘাৰো অধিক হয়। শিল্পী দলটিয়ে নাটঘৰৰ বাবে নিজাকৈ মাটি পোৱাত আগতকৈও অধিক উদ্যমেৰে অনুষ্ঠানটোক স্থায়ী গঢ় দিয়াত আত্মনিয়োগ কৰে; এই ক্ষেত্ৰত চুবুৰীয়া আফুৰা গাঁও, চৰাই গাঁও আদিৰ ৰাইজে হাতে-কামে লাগি কায়িক পৰিশ্ৰমেৰে প্ৰধান ভূমিকা লৈ অনুষ্ঠানটি স্থায়ী ৰূপ দিয়াত বিশেষ বৰঙণি যোগাইছিল। এই 'ধৰ্ম নাট্য মন্দিৰ'ক ২৭/১১/৪৮ তাৰিখে মহামানৱ মহাত্মা গান্ধীৰ অস্থি বিসৰ্জনৰ দিনা 'বাপুজী মন্দিৰ' নামলৈ পৰিৱৰ্তন কৰা হয়। উল্লেখযোগ্য যে ১৯৩৪ চনত মহাত্মা গান্ধী দেৰগাঁৱলৈ আহোঁতে এই ঠাইতে পদাৰ্পণ কৰি অগণন জনতাৰ সন্মুখত স্বাধীনতাৰ বাণী প্ৰচাৰ কৰি জনতাক উদ্বুদ্ধ কৰিছিল। সেই স্মৃতি ৰক্ষাৰ বাবেই মহাত্মা গান্ধীৰ অস্থি বিসৰ্জনৰ দিনা স্থানীয় ইন্দ্ৰাণী দেৱী হাইস্কুলৰ প্ৰাণগণত সমাজসেৱী, গান্ধীবাদী গোলাপচন্দ্ৰ পূজাৰীৰ সভাপতিত্বত হোৱা বিৰাট জনসভাত সৰ্বসম্মতিক্ৰমে 'ধৰ্ম নাট্য মন্দিৰ'ৰ নাম 'বাপুজী মন্দিৰ' লৈ পৰিৱৰ্তন কৰা হয়। অদ্যাৱধি এই নামেই জনপ্ৰিয় হৈ আছে, সেই নামেই জনাজাত। আগৰ ধৰ্ম নাট্য মন্দিৰ পুৰণি দুই-চাৰিজনৰ স্মৃতিত থাকিলেও নতুন চামৰ মাজত সেই নাম বৰ্তমান অন্তৰ্হিত। সেই সভাতেই দেৰগাঁও অঞ্চলৰ তথা সমগ্ৰ অসমৰ খ্যাতিমান অভিনেতা আৰু সমাজসেৱী অমৰ শৰ্মাক ধৰ্ম নাট্যমন্দিৰ তথা বাপুজী মন্দিৰৰ পৰিচালনা সমিতিৰ সম্পাদক আৰু নাট্যপ্ৰাণ কেশৱকান্ত বেজবৰুৱাক সভাপতিৰ দায়িত্ব দিয়া হয়।

দেৰগাঁৱৰ সাংস্কৃতিক জীৱনত বিশেষ ভূমিকা গ্ৰহণ কৰা এই 'বাপুজী মন্দিৰ'ৰ সুদৃঢ় ভেটি স্থাপন কৰোঁতা আৰু উত্তৰোত্তৰ উন্নতিত বৰঙণি যোগাই অহাসকলৰ ভিতৰত বিশেষকৈ লক্ষেশ্বৰ পূজাৰী, শশীধৰ গোস্বামী, কেশৱ কান্ত বেজবৰুৱা, লোকাই দত্ত (ধৰ্ম নাট্যমন্দিৰ স্থাপন হোৱাৰ পৰাই লোকাই দত্তই আছিল সভাপতি), বাপুৰাম ঠিকাদাৰ, দুৰ্গেশ্বৰ হাজৰিকা, নৰনাথ মহন্ত, নবীন বৰুৱা, কমল খাওন্দ, ভোলা খাওন্দ, বিষ্ণু ভট্টাচাৰ্য, নাৰায়ণ গোস্বামী, সুৰেন্দ্ৰনাথ ঠাকুৰ, বোধেশ্বৰ ঠাকুৰ, মাখন চন্দ্ৰ দত্ত, দেৱেন বৰুৱা, ফণি কাকতি, বিষ্ণু মহৰী (মহেন্দ্ৰনাথ বৰা), অমৰ শৰ্মা, বিষ্ণু হাজৰিকা, বেণুধৰ হাজৰিকা, কনক চন্দ্ৰ দত্ত, ভুৱন চন্দ্ৰ দত্ত, বিহুৰাম হাজৰিকা, কালিৰাম নাথ, বালিৰাম নাথ, গণেশ দে, লক্ষেশ্বৰ নাথ, বাবুলা নাথ, মহেন্দ্ৰনাথ কটকী, জগত পূজাৰী, ইন্দ্ৰেশ্বৰ শৰ্মা, কুলনাথ বৰা, গণেশ হাজৰিকা, নলীন চন্দ্ৰ মহন্ত, হিমকান্ত বেজবৰুৱা, গোবিন্দ চন্দ্ৰ বেজবৰুৱা, সৰুল'ৰা খাটনিয়াৰ, কমল বৰা আদিয়েই প্ৰধান।

অসমৰ শৰ্মাই 'বাপুজী মন্দিৰ'ৰ দায়িত্ব লোৱাৰ পাছৰ পৰাই তেওঁৰ বহুমুখী প্ৰতিভা এই অনুষ্ঠানৰ মাজেদিয়েই বিকশিত হৈ





দেৰগাঁৱৰ সাংস্কৃতিক, সামাজিক জীৱনত এক অবিস্মৰণীয় আলোড়নৰ সৃষ্টি কৰিবলৈ সক্ষম হয়। তেওঁৰ অভিনয় প্ৰতিভা ব্ৰজনাথ শৰ্মা, ফণী শৰ্মাৰ দৰেই আছিল ভাস্বৰ; কিন্তু মৌজাদাৰৰ দৰে দায়িত্বৰ কাৰণে ঘৰৰ বাহিৰলৈ গৈ সেই প্ৰতিভা তেওঁ স্থায়ী কৰিব নোৱাৰিলে। 'বাপুজী মন্দিৰ'ক নতুন সাজেৰে আৰু প্ৰাণ চাঞ্চল্যৰে সঞ্জীৱিত কৰিলে অমৰ শৰ্মায়েই। সম্পূৰ্ণ প্ৰতিকূল পৰিবেশৰ সন্মুখীন হৈয়ো এইগৰাকী বিৰল প্ৰতিভাধৰ মঞ্চ শিল্পীয়ে নিজৰ বৰজীয়ৰী পাৰুল শৰ্মাক আগ বঢ়াই বাপুজী মন্দিৰ তথা সমগ্ৰ দেৰগাঁৱতে সহ-অভিনয়ৰ প্ৰথম প্ৰচলন কৰিলে। কিন্তু ১৯৬৩ চনত আকস্মিকভাৱে অমৰ শৰ্মাৰ মৃত্যু ঘটাত দেৰগাঁৱৰ নাট্য আন্দোলনেই যেন স্থবিৰ হৈ গ'ল; পঞ্চাশৰ দশকৰ উদ্যমত যেন হঠাৎ যতি পৰিল। কিন্তু বাপুজী মন্দিৰে সদায়েই স্মৰণ কৰি থাকিব দেৰগাঁৱৰ নাট্য আন্দোলনৰ এই গৰাকী উদ্যমী, নায়কস্বৰূপ ব্যক্তিক। অমৰ শৰ্মাৰ মৃত্যুৰ পাছত এই মহান শিল্পী গৰাকীৰ স্মৃতি ৰক্ষাৰ্থে 'অমৰ শৰ্মা স্মৃতি পূৰ্ণাংগ নাট প্ৰতিযোগিতা' আয়োজন কৰা হয় আৰু একেলেঠাৰিয়ে চাৰি বছৰ এই প্ৰতিযোগিতা অনুষ্ঠিত কৰাৰ পাছত ইয়াৰ উদ্যম স্তিমিত হৈ পৰিছিল। পুনৰ ১৯৯৩ চনত বাপুজী মন্দিৰৰ হীৰক জয়ন্তী উৎসৱত এক নতুন আৰম্ভণ ঘটিছিল। উল্লেখযোগ্য যে বাপুজী মন্দিৰে দুৰ্গাপূজাৰ তিনিৰাতি নাট্যাভিনয় কৰাৰ যি পৰম্পৰা সৃষ্টি কৰিছিল, তাক সম্পূৰ্ণ ৰূপত নহ'লেও বৰ্তমানো অক্ষুণ্ণ ৰাখি অভিলেখ সৃষ্টি কৰিছে। অন্যান্য নাট্যানুষ্ঠানেও এই অনুষ্ঠানৰ সক্ৰিয়তা ৰাখিব পৰাটো এক গৌৰৱৰ কথা।

### দেৰগাঁও টাউন ক্লাব ভৱন আৰু দেৰগাঁও নাট্য-সমাজ

যিটো অৰ্থত ১৯১৯-২০ চন মানত গঢ়ি উঠা 'একতা নাট্য মন্দিৰ' আৰু ১৯৩০ চনত গঢ় লৈ উঠা 'ধৰ্ম নাট্য মন্দিৰ' (পাছলৈ 'বাপুজী মন্দিৰ') দেৰগাঁও নাট্য-আন্দোলনৰ অগ্ৰগতিৰ বাবে অতীৱ গুৰুত্বপূৰ্ণ, সেই একেটা অৰ্থতে ১৯৩৮ চনত প্ৰতিষ্ঠাপিত 'দেৰগাঁও টাউন ক্লাব ভৱন' যথেষ্ট গুৰুত্বপূৰ্ণ। ১৯২৯ চন মানৰ পৰাই সকলো শিল্পীক একত্ৰ কৰি দেৰগাঁৱৰ মাজ মজিয়াত এটা নাটঘৰ প্ৰতিষ্ঠাৰ যি উদ্যম চলিছিল তাক কাৰ্যকৰী কৰিবৰ বাবে ১৯৩৮ চনৰ পাছৰ পৰা প্ৰথমতে ঈশেশ্বৰ বৰঠাকুৰ, ডিম্বেশ্বৰ মিৰিবৰুৱা, লক্ষ্মী কাঠবৰুৱা, পাছলৈ হৰিপ্ৰসাদ খাওন্দ, দুৰ্গানাথ কাকতি প্ৰমুখ্যে শিল্পীসকলে সন্মিলিত নাট্য সমাজৰ প্ৰস্তাৱিত 'দেৰগাঁও নাট্য সমাজ'ত সহযোগ কৰেহি। কিন্তু মিলিত দলটিৰ নিজা মাটি আৰু নাটঘৰৰ ব্যৱস্থা নথকাত দেৰগাঁৱৰ মধ্যস্থল নাৰিকলগুৰিত পূৰ্ণদেৱ ঠাকুৰৰ হাটখোলাৰ মাটিতে অস্থায়ী মঞ্চ সাজি দুৰ্গোৎসৱ আৰু অভিনয় কৰে। দুই-তিনিবছৰ হাটখোলাৰ মাটিতে ৰভা দি এই দেৰগাঁও নাট্য সমাজে দুৰ্গোৎসৱ আৰু অভিনয় কৰাৰ পাছত সেই সময়ৰ (১৯৩৯) দেৰগাঁৱৰ ছাব ডেপুটি কলেক্টৰ দীননাথ শৰ্মাৰ পৰামৰ্শ আৰু চন্দ্ৰনাথ খাওন্দ, ঈশেশ্বৰ বৰঠাকুৰ, হৰিপ্ৰসাদ খাওন্দ, দুৰ্গানাথ কাকতি, ডিম্বেশ্বৰ মিৰিবৰুৱা, পদ্মেশ্বৰ বৰঠাকুৰ, শিৱকান্ত পূজাৰী আদিৰ ঐকান্তিক প্ৰচেষ্টাত শিৱসাগৰ জিলাৰ উপায়ুক্তই নাৰিকলগুৰিত, বৰ্তমান টাউন ক্লাব ভৱন থকা ঠাইখণ্ড 'ক্লাব'ৰ কাৰণে মঞ্জুৰ কৰে। শিল্পীসকলে ক্লাবৰ কাৰণে মাটি পোৱাত ১৯৩৮-৩৯ চনত এটা অস্থায়ী ঘৰ ক্লাব হিচাপে নিৰ্মাণ কৰে আৰু সেই ঠাইতে ৰভা দি প্ৰথম প্ৰথম 'নগাকোঁৱৰ' নাটকৰ অভিনয় কৰে। 'নগাকোঁৱৰ'ৰ ভাও লৈছিল দুৰ্গানাথ কাকতিয়ে। কিন্তু 'ক্লাব'ৰ কাৰণে মঞ্জুৰ কৰা মাটিত এছডিছি দীননাথ শৰ্মাই নাটঘৰ নিৰ্মাণ কৰিবলৈ অনুমতি নিদিয়াত তেতিয়াই নাটঘৰ নিৰ্মাণ হৈ নুঠিল; বৰং 'দেৰগাঁও টাউন ক্লাব' নামে এটি অস্থায়ী ক্লাবঘৰহে উল্লিখিত মাটিত সজালে। কিন্তু অক্লান্ত নাট্য কৰ্মী ঈশেশ্বৰ বৰঠাকুৰ, দুৰ্গানাথ কাকতিৰ লগতে পদ্মেশ্বৰ বৰঠাকুৰ, শিৱকান্ত পূজাৰীয়ে নাটঘৰৰ কাৰণে মাটি বিচাৰি দেৰগাঁও চাৰিআলিত (মাৰোৱাৰী ঠাকুৰবাৰীৰ ওচৰত) ধৰ্মেশ্বৰ বৰুৱাৰ মাটিত ৰভা দি দেৰগাঁও নাট্য সমাজে দুই-তিনিবাৰ অভিনয় কৰে। সেই সময়ত ডাঃ বিকাশ চন্দ্ৰ গুপ্ত নামৰ এজন চিকিৎসক এই অভিনয়সমূহৰ প্ৰধান উদ্যোক্তা আছিল আৰু সম্পূৰ্ণ সহযোগ কৰি পৃষ্ঠপোষকতা কৰিছিল।

কিন্তু ১৯৪২ - ৪২ চনত দ্বিতীয় মহাসমৰৰ প্ৰৱল ঢৌ আৰু স্বাধীনতা আন্দোলনৰ তীব্ৰতাই সমগ্ৰ অসমৰ লগতে দেৰগাঁৱতো নাট-অভিনয়ৰ লগতে সংস্কৃতিৰ চৰ্চাত ব্যাঘাত সৃষ্টি কৰিছিল। স্বাভাৱিকতে দেৰগাঁও টাউন ক্লাবৰ নাট্য সমাজৰ সক্ৰিয়তা অন্তৰ্হিত হ'ল। তিনি-চাৰি বছৰ নিতাল মাৰি থকাৰ পাছত অকস্মাৎভাৱে এটা উপায় আহিল। মনোমত নাট্যানুষ্ঠান প্ৰতিষ্ঠাৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হোৱাত দোকানদাৰীৰে জীৱিকা নিৰ্বাহ কৰিব লগা ঈশেশ্বৰ বৰঠাকুৰৰ দোকানতে গোলাঘাটৰ নাট্য-কলানুৰাগী, দেৰগাঁও ইণ্ডাষ্ট্ৰিয়েল কো-অপাৰেটিভ বেংকৰ মেনেজাৰ স্বৰূপে থকা সুবোধ বৰবৰাই বৰঠাকুৰক নাট্যানুষ্ঠানটি পুনৰ প্ৰতিষ্ঠা কৰিবলৈ উৎসাহ দিয়ে আৰু নিজৰ ফালৰ পৰা এহেজাৰ টকা দিয়াৰ প্ৰতিশ্ৰুতি দিয়ে। এই প্ৰতিশ্ৰুতিয়ে বৰঠাকুৰক আত্মহাৰা কৰি তুলিলে আৰু ভাগি-ছিগি যোৱা আগৰ টাউন ক্লাবৰ অনুষ্ঠানিক সভাপতি ভদ্ৰেশ্বৰ দাস, সম্পাদক পদ্মেশ্বৰ বৰঠাকুৰ আৰু দেৰগাঁও নাট্য সমাজৰ সম্পাদক দুৰ্গানাথ কাকতিৰ লগত আলোচনা কৰি দেৰগাঁও টাউন ক্লাব আৰু দেৰগাঁও নাট্য সমাজৰ এখন যুটীয়া বৈঠক আহ্বান কৰাৰ সিদ্ধান্ত লয়। ১২/২/৪৪ তাৰিখে অনুষ্ঠিত হোৱা যুটীয়া বৈঠকতে দেৰগাঁও টাউন ক্লাব ভৱন নিৰ্মাণ কৰাৰ আঁচনি গ্ৰহণ কৰে। এই প্ৰচেষ্টাই দেৰগাঁও টাউন ক্লাব ভৱন প্ৰতিষ্ঠাৰ সফল আৰু সুদৃঢ় আয়োজন। এই প্ৰচেষ্টাত গুৱাহাটীৰ ভদ্ৰেশ্বৰ দাস আৰু গোলাঘাটৰ সুবোধ বৰবৰা, এই দুগৰাকী অস্থানীয় ব্যক্তিৰ উৎসাহ আৰু উদ্যম প্ৰশংসনীয়েই নহয়, অবিস্মৰণীয়। সুবোধ বৰবৰাই নিজৰ ফালৰ পৰা দুশ টকা আৰু অন্যৰ পৰা সংগ্ৰহ কৰি এহেজাৰ, মুঠ বাৰশ টকা







সংগ্ৰহ কৰি অনুষ্ঠানৰ পুঁজিত জমা দিয়ে, যিখিনি আজিৰ দিনত ত্ৰিশ হাজাৰৰো অধিক ধন। এক নতুন উদ্যমে নাট্য-শিল্পীসকলক সক্ৰিয় কৰি তুলিলে আৰু অতি কম দিনৰ ভিতৰতে পুখুৰীসদৃশ দ ভূমিখণ্ড পুতি তাতেই ভেটি বান্ধি মঞ্চ প্ৰতিষ্ঠা কৰিলে; এই মঞ্চতে ১৯৪৪ চনৰ নৰেশ্বৰ মাহত মিত্ৰদেৱ মহন্তৰ 'ৰুক্মিনী হৰণ' নাটৰ অভিনয় হয় আৰু ইয়েই আছিল নতুন মঞ্চৰ প্ৰথম অভিনয়।

এই মঞ্চতে ইয়াৰ কেইমাহমানৰ পাছতে 'দেৰগাঁও নাট্য সমাজ'ৰ নামত দেৰগাঁৱৰ সকলো খ্যাতিমান মঞ্চ শিল্পীয়ে সন্মিলিতভাৱে 'টিপু চুলতান' নাটকৰ অভিনয় কৰি দেৰগএগ নাট্যপ্ৰেমী ৰাইজৰ সন্মুখত এক নতুন আদৰ্শ প্ৰতিষ্ঠা কৰিছিল।

কলানুৰাগী সুবোধ বৰবৰাৰ দান, এছডিচি ভদ্ৰেশ্বৰ দাসৰ সু-পৰামৰ্শ আৰু নাট্য শিল্পীসকলৰ অক্লান্ত চেষ্টাত, বিভিন্ন ঠাইত ৰভা দি অভিনয় কৰি থকা এই থিতাপি ল'ব নোৱাৰা 'দেৰগাঁও নাট্য সমাজে' ১২।২।৪৪ তাৰিখে চৰকাৰৰ পৰা পোৱা সেই মাটিতে 'ক্লাব'ৰ লগতে ঐক্যবদ্ধভাৱে থিতাপি ল'বলৈ সক্ষম হয়। সেই তেতিয়াৰে পৰা যাঠিৰ দশকৰ প্ৰায় শেষলৈকে 'ক্লাব' আৰু 'দেৰগাঁৱৰ নাট্য সমাজ' অবিচ্ছিন্নভাৱে দেৰগাঁও টাউন ক্লাৱ ভৱনতে অতি সক্ৰিয়ভাৱে চলি আছিল। 'দেৰগাঁও নাট্য সমাজ'খনৰ প্ৰথম পৰিচালনা সমিতিখন গঠিত হয় ২২।৪।৪৪ তাৰিখে। এই সমিতিত আছিল ভদ্ৰেশ্বৰ দাস, সভাপতি; দুৰ্গানাথ কাকতি আৰু যোগেশ্বৰ হাজৰিকা, উপসভাপতি; পদ্মেশ্বৰ বৰঠাকুৰ, প্ৰধান সম্পাদক; ঈশেশ্বৰ বৰঠাকুৰ আৰু বেণীমাধৱ শৰ্মা, যুটীয়া সহকাৰী সম্পাদক; মফজল হুচেইন, শিৱকান্ত পূজাৰী, সদস্য।

১৯২৯ চনৰ পৰা ১৯৪৪ চনলৈকে এই সুদীৰ্ঘ কাল অনেক ঘাত-প্ৰতিঘাতৰ মাজেদি অবিৰাম প্ৰচেষ্টাৰ ফলত, দুৰ্গানাথ কাকতি, ঈশেশ্বৰ বৰঠাকুৰ, পদ্মেশ্বৰ বৰঠাকুৰ, হৰিপ্ৰসাদ খাওন্দ, ডিম্বেশ্বৰ মিৰিবৰুৱা আদিৰ অশেষ ত্যাগ স্বীকাৰৰ ফলত গঢ় লৈ উঠা টাউন ক্লাব ভৱনটি অকল নাট্যানুষ্ঠানৰেই নহয়, বিভিন্ন কলামোদীসকলৰ প্ৰাণস্বৰূপ দেৰগাঁৱৰ সাংস্কৃতিক জীৱনৰ এটা অবিচ্ছেদ্য অংগৰূপে পৰিগণিত। যাঠিৰ দশকৰ শেষৰ পৰা নাট্যানুষ্ঠানৰূপে এই ভৱন প্ৰায় নিষ্ক্ৰিয় হৈ পৰাৰ উপক্ৰম হৈছিল যদিও বৰ্তমান কেইজনমান উদ্যোগী তৰুণৰ যত্নত ই পুনৰ সক্ৰিয় হোৱাৰ পথত। দেৰগাঁৱৰ এগৰাকী সু-সন্তান প্ৰয়াত নিকুঞ্জবিহাৰী বৰঠাকুৰৰ পত্নী, সমাজ সেৱিকা মিনতি বৰঠাকুৰৰ পৰা পোৱা দুই লাখ টকা আৰু মুক্তিযোদ্ধা প্ৰয়াত হৰেন্দ্ৰনাথ বৰঠাকুৰৰ পত্নী নিৰদা বৰঠাকুৰে আগ বঢ়োৱা পঞ্চাশ হাজাৰ টকা, লগতে চৰকাৰী অনুদানেৰে এই ভৱন নতুনকৈ নিৰ্মাণ কৰি সক্ৰিয় কৰি তোলাৰ ব্যৱস্থা লোৱা হৈছে।

বৃহত্তৰ দেৰগাঁও অঞ্চলৰ হৃৎপিণ্ডস্বৰূপ দেৰগাঁৱৰ কেন্দ্ৰীয় স্থানৰ দ্বাৰা অনুপ্ৰাণিত হৈয়ে বিংশ শতাব্দীৰ তৃতীয়-চতুৰ্থ দশকৰ আশেপাশে ভালেকেইটা নাট্যানুষ্ঠান গঢ়ি উঠিছিল, ইয়াৰ ভিতৰত **বৰুৱাবামুণ গাঁও নাট্য মন্দিৰ**, মিছামৰাৰ বাহৰুৱা গাঁৱত **মিলন নাট্য মন্দিৰ**, পাছলৈ খনিকৰ গাঁৱত **শ্ৰীশ্ৰীশংকৰদেৱ নাট্য মন্দিৰ**, দুলীয়া গাঁৱত **যুৱক নাট্য মন্দিৰ**, নামলগোৱা গাঁৱত **হেম বৰুৱা ক্লাব**, দাধৰাৰ **একতা নাট্য মন্দিৰ**, বাৰীচোৱা গাঁৱৰ **শংকৰদেৱ নাটঘৰ**, দেৰগাঁৱৰ নাথগাঁৱৰ **তৰুণ নাট্য মন্দিৰ**, খণ্ডীয়া গাঁৱৰ **শান্তি মিলন নাট্য মন্দিৰ** আদি উল্লেখযোগ্য। কিন্তু নানা ঘাত-প্ৰতিঘাতৰ বাবে এইবোৰ নাট্যানুষ্ঠানৰ বেছিভাগেই নিষ্ক্ৰিয় হৈ পৰিল। সকলো নাট্যানুষ্ঠানৰ ভিতৰত বৰ্তমান **বৰুৱাবামুণ গাঁও নাট্য মন্দিৰ**, মিছামৰা বাহৰুৱা গাঁৱৰ **মিলন নাট্য মন্দিৰ** আৰু নামলগোৱাৰ **গণ নাট্য মন্দিৰে**ই সক্ৰিয় হৈ থাকি আঞ্চলিক মঞ্চ শিল্পৰ গুৰি ধৰি আহিছে।

### বৰুৱাবামুণ গাঁও নাট্য মন্দিৰ

১৯২১-২২ চনতে বৰুৱাবামুণ গাঁৱৰ নাট্যমোদীসকলে অস্থায়ীভাৱে মঞ্চ নিৰ্মাণ কৰি অভিনয় কৰিছিল যদিও প্ৰথম প্ৰথম মুকলিমূৰীয়া কুলচন্দ্ৰ গোস্বামীৰ ঘৰত 'শোণিত কুঁৱৰী' নাটকৰ অভিনয় কৰিছিল আৰু তাতেই বৰুৱাবামুণ গাঁৱৰ নাট্য অভিনয়ৰ আৰম্ভণ হয়। এই অভিনয়ৰ উদ্যোক্তা আৰু শিল্পীসকল আছিল সৰুকণ শৰ্মা, কুশেশ্বৰ শৰ্মা, পূৰ্ণ সভাপণ্ডিত, ৰত্নেশ্বৰ শৰ্মা, কণ্ঠিৰাম শৰ্মা আৰু ধীৰেন দত্ত। এই নাট্য শিল্পীসকলে অস্থায়ী ৰংগমঞ্চ সাজি অ'ত ত'ত অভিনয় কৰাৰ লগতে স্থায়ী ৰংগ মঞ্চ এটিও নিৰ্মাণৰ বাবে যত্ন কৰিছিল। ১৯৩০ চনত বৰুৱাবামুণ গাঁৱত স্থায়ী নাট্য মন্দিৰ স্থাপিত হয়। যি ঠাইত বৰুৱা বামুণ গাঁও নাট্য মন্দিৰ স্থাপন কৰা হৈছিল, তাত পূৰ্বতে এখন মধ্য ইংৰাজী বিদ্যালয় আছিল; কিন্তু স্কুল ভাগি যোৱাত স্কুলৰ ভেটিতেই বৰুৱা বামুণ গাঁও নাট্য মন্দিৰ গঢ় লৈ উঠে। এই নাট্য মন্দিৰৰ প্ৰতিষ্ঠাপকসকল আছিল সন্ধিৰাম দত্ত, পূৰ্ণ সভাপণ্ডিত, কুশেশ্বৰ শৰ্মা, সৰুকণ শৰ্মা, প্ৰতাপচন্দ্ৰ দেৱগোস্বামী, গোপাল ৰাজখোৱা, পুণ্যেশ্বৰ শৰ্মা আৰু ধীৰেন দত্ত। এইনাট্য মন্দিৰত অভিনীত হোৱা প্ৰথম নাটকখন আছিল 'নৰকাসুৰ'। বৰুৱা বামুণ গাঁৱৰ নাট্য মন্দিৰৰ কথা ক'বলৈ যাওঁতে সেই অনুষ্ঠানৰ এগৰাকী প্ৰতিষ্ঠাতা, অক্লান্ত কৰ্মী, সুদক্ষ অভিনেতা সৰুকণ শৰ্মাৰ অৱদান বিশেষ স্মৰণীয়। সেইগৰাকী খ্যাতিমান নাট্য শিল্পীৰ বাবেই বৰুৱা বামুণ গাঁও নাট্য মন্দিৰে প্ৰাণ পাই উঠিছিল। পূৰ্বৰ সক্ৰিয়তা হ্ৰাস পাই আহিছে যদিও এই নাট্য মন্দিৰে নাট্য চৰ্চা আৰু নাট্য অভিনয়েৰে ধাৰাবাহিকতা প্ৰায় অক্ষুণ্ণ ৰাখিব পাৰিছে।

### মিলন নাট্য মন্দিৰ

বৃহত্তৰ দেৰগাঁৱৰ দক্ষিণ-পশ্চিম অঞ্চলৰ বাহৰুৱা আৰু তেলীয়াসোণাৰী গাঁৱৰ কেইজনমান অভিনয় অনুৰাগী ছাত্ৰ আৰু স্থানীয় অভিনয় প্ৰেমী লোকৰ উদ্যোগত এটা নাটঘৰ প্ৰতিষ্ঠাৰ যত্ন ১৯৩৩ চনতেই হৈছিল যদিও সি বাস্তবায়িত হৈছিল ১৯৩৫ চনতহে। সেই চনতে বাহৰুৱা গাঁৱত 'মিলন নাট্য মন্দিৰ' নামৰ এক নাট্য

মঞ্চ প্ৰতিষ্ঠা হয়। উদ্যোক্তাসকলৰ ভিতৰত আছিল ঘনকান্ত বৰা, উমেশ্বৰ নেওগ, ডিম্বেশ্বৰ নেওগ, ৰতিকান্ত ৰাজখোৱা, বাপীৰাম নেওগ, নাৰায়ণ ৰাজখোৱা আদি। সেই মঞ্চত ১৯৩৫ চনৰ ১১ অক্টোবৰৰ লক্ষ্মীপূজাৰ ৰাতি ঘনকান্ত বৰাৰ স্বৰচিত নাটক 'মিলন' মঞ্চস্থ কৰা হৈছিল। লক্ষ্মীপূজাৰ উপলক্ষে পিছদিনাই বেজবৰুৱাৰ 'জয়মতী' অভিনয় কৰা হৈছিল। সেই অভিনয়ৰ অভিনেতাসকল আছিল ঘনকান্ত বৰা, প্ৰেমধৰ দত্ত, ডিম্বেশ্বৰ নেওগ, নাৰায়ণ ৰাজখোৱা, মাণিক চন্দ্ৰ নেওগ, বাথুৰাম দত্ত, অমূল্যভূষণ নাথ, দুৰ্গাধৰ দত্ত, ত্ৰৈলোক্য নাথ শৰ্মা, বাপুৰাম নেওগ, লক্ষেশ্বৰ দত্ত, কুশৰাম বৰুৱা আৰু বিপিন চন্দ্ৰ গোস্বামী। সেই সময়ত 'মিলন নাট্য মন্দিৰ'ৰ কাৰ্যকৰী সমিতিৰ সভাপতি আছিল প্ৰেমধৰ দত্ত আৰু সম্পাদক আছিল ঘনকান্ত বৰা।

১৯৩৫ চনৰ পৰা ১৯৪২ চনলৈকে মিলন নাট্য মন্দিৰে পূৰ্ণ পয়োভৰেৰে লক্ষ্মীপূজা আৰু ফাকুৱা উৎসৱত কেইবাদিনীয়াকৈ অভিনয় কৰিছিল। কিন্তু ৰাজনৈতিক হুলস্থুলৰ কাৰণে নাট্যানুষ্ঠানটিৰ সক্ৰিয়তা কমি আহিবলৈ ধৰে। লগতে স্থানীয় মঞ্চৰ বাবে মাটিলৈও খেলিমেলিৰ সৃষ্টি হয়। ১৯৫৫ চনত নাট্যানুষ্ঠানটো ভদ্ৰেশ্বৰ নেওগ আৰু ধনেশ্বৰ নেওগৰ মাটিলৈ স্থানান্তৰিত কৰা হৈছিল যদিও ১৯৬১ চনত পাহিতা নেওগে মাটি দান দিয়াত নাট্য মঞ্চটোক স্থায়ীভাৱে নিৰ্মাণ কৰা হয়। স্থায়ী মঞ্চ নিৰ্মাণ হ'লেও 'মিলন নাট্য মন্দিৰ'ৰ সদস্যসকলৰ মাজত মতানৈক্যৰ ফলত সেই অঞ্চলত 'গণ নাট্য মন্দিৰ' নামে অন্য এক নাট্যানুষ্ঠানৰ জন্ম হয়। প্ৰেক্ষাগৃহ নিৰ্মাণ নহ'লেও মঞ্চ স্থায়ী হোৱাৰ বাবে মিলন নাট্য মন্দিৰৰ নাট্য চৰ্চা অব্যাহত আছে বুলি ক'ব পাৰি। বৰ্তমান এই নাট্যানুষ্ঠানেই সেই অঞ্চলৰ সকলোতকৈ পুৰণি হিচাপে স্বকীয় ঐতিহ্য ৰক্ষা কৰি উন্নত অৱস্থা লাভ কৰিবলৈ সক্ষম হৈছে।

**মিছামৰা গণ নাট্য মন্দিৰ**

দেশে স্বাধীনতা লাভ কৰাৰ পাছতে 'মিলন নাট্য মন্দিৰ' ঠন ধৰি উঠাৰ সময়তে, সদস্যসকলৰ মাজত মতদ্বৈধতা অথবা কিবা এটা নতুন কৰাৰ হেঁপাহতে হয়তো, মিছামৰা অঞ্চলত 'হেম বৰুৱা ক্লাব', 'মিছামৰা যুৱক নাট্য মন্দিৰ', 'শ্ৰীশ্ৰী শংকৰদেৱ নাট্য মন্দিৰ' আদি নামেৰে কেইবাটাও নাট্যানুষ্ঠান গঢ়ি উঠে। ১৯৫৬ চনত এই কেউটা নাট্যানুষ্ঠানৰ পৃষ্ঠপোষক আৰু শিল্পীসকল ঐক্যবদ্ধ হৈ এটি সম্মিলিত নাট্য অনুষ্ঠান প্ৰতিষ্ঠা কৰাৰ পোষকতা কৰে। সেই কাৰণে স্থায়ীভাৱে মঞ্চাদি নিৰ্মাণৰ অৰ্থে 'হেম বৰুৱা ক্লাব'তে নিজ নিজ অনুষ্ঠানৰ সা-সম্পত্তি গোটাই সেই স্থানতে **'গণ নাট্য মন্দিৰ'** নামকৰণেৰে এটা নাট্যানুষ্ঠান গঢ়ি তোলে। এই নাট্যানুষ্ঠানৰ উদ্যোক্তাসকল আছিল মুক্তেশ্বৰ বৰা, প্ৰেমধৰ দত্ত, ৰোযেশ্বৰ বৰা, প্ৰফুল্ল শইকীয়া, বাপীৰাম দত্ত, হিতেশ্বৰ দত্ত, নগেন বৰুৱা, দীনেশ্বৰ শৰ্মা, প্ৰফুল্ল চন্দ্ৰ শৰ্মা, ৰাজেন বৰুৱা, ৰোযেশ্বৰ দত্ত, হিৰেশ্বৰ বৰা, ভাৰত শৰ্মা, সুৰেন্দ্ৰনাথ শৰ্মা, মাণিক চন্দ্ৰ বৰা আদি। এই নৱ প্ৰতিষ্ঠিত নাট্যানুষ্ঠানটিত মিলন নাট্য মন্দিৰ অন্তৰ্ভুক্ত নহ'ল যদিও তাৰ একাংশ সদস্যই গণনাট্য মন্দিৰত যোগদান কৰে। কিন্তু গণনাট্য মন্দিৰ চালুকীয়া অৱস্থাতে আছে। স্থায়ী মঞ্চ বা প্ৰেক্ষাগৃহ হ'বলৈ এতিয়াও বাকী।

**দাধৰা একতা নাট্য মন্দিৰ**

এইটো বৰ তাৎপৰ্যপূৰ্ণ কথা যে যিটো সময়ত অসমত আধুনিক নাট্য আন্দোলনে মঞ্চ-প্ৰেক্ষাগৃহসহ মূৰ দাঙি উঠিছিলহে মাথোন আৰু দেৰগাঁৱত ১৯১১ চনত প্ৰথমে 'কৰোনেছন থিয়েটাৰ', পাছত ১৯১৯ চনত 'এমেছাৰ থিয়েটাৰ', 'একতা নাট্য মন্দিৰ' তথা 'ইউনিয়ন ষ্টেজ'ৰ জৰিয়তে নাট্য আন্দোলনৰ পাতনি তৰা হৈছিলহে মাথোন, সেই সময়ৰ কেইবাবছৰো আগতে, ১৯০৮ চনতে দাধৰাৰ দৰে আপেক্ষিকভাৱে অনুন্নত গ্ৰামাঞ্চলত 'একতা নাট্য মন্দিৰ' নামেৰে এটা নাটঘৰ নিৰ্মাণ হৈ নাটক মঞ্চস্থ কৰা হৈছিল আৰু এই নাটঘৰে ১৯৩৫ চন মানলৈকে দেৰগাঁও অঞ্চলৰ নাট্য আন্দোলনক সজীৱ কৰি ৰাখিছিল। ১৯০৮ চনৰ ছেপ্টেম্বৰ মাহত দাধৰা অঞ্চলৰ তৰুণ শিল্পী হেমকান্ত বৰুৱা, মাণিক চন্দ্ৰ শৰ্মা, শুকদেৱ শৰ্মা, ফুলেশ্বৰ কোচ, ইন্দ্ৰেশ্বৰ আৰু কোমেশ্বৰ বৰা আদিৰ উদ্যোগত 'দাধৰা একতা নাট্য মন্দিৰ' স্থাপিত হয়। এই ক্ষেত্ৰত বিশেষ উদ্যোগী পুৰুষ আছিল হেমকান্ত বৰুৱা। নাটঘৰ নিৰ্মাণ হোৱাৰ পাছতেই এই নাট্য মন্দিৰত দুৰ্গোৎসৱ উপলক্ষে প্ৰথম অভিনয় 'বৈদেহী বিচ্ছেদ' নাটক মঞ্চস্থ কৰা হয়। সেই অভিনয়ৰ গীত-বাদ্য আৰু সংগীত পৰিচালনা কৰিছিল আউনীআটী সত্ৰৰ সেই সময়ৰ খ্যাতনামা ওজা কৃষ্ণৰাম ওজাই।

১৯১১ চনৰ পৰা, 'কৰোনেছন থিয়েটাৰ' অনুষ্ঠিত হোৱাৰ পৰা এই অনুষ্ঠানৰ সক্ৰিয়তা বৃদ্ধি পায়। সেই সময়ত এই নাট্যানুষ্ঠানটিৰ দৰে উন্নতশীল নাটঘৰ অনুষ্ঠান সমগ্ৰ অঞ্চলটোতে স্থাপিত হোৱা নাছিল। এই সময়ছোৱাতে ন-পুৰণি শিল্পীসকলৰ উদ্যোগত প্ৰেক্ষাগৃহও নিৰ্মাণ হয়। ১৯১১ চনৰ পৰা ১৯২৭ চনৰ ভিতৰত নাট্যানুষ্ঠানটিয়ে সৰ্বসাধাৰণ ৰাইজ আৰু নাট্যমোদীসকলক বিশেষভাৱে আকৃষ্ট কৰে। অনুষ্ঠানৰ প্ৰধান পৃষ্ঠপোষক হেমকান্ত বৰুৱাৰ উদ্যোগত একতা নাট্য মন্দিৰে গোলাঘাটৰ এমেচাৰ থিয়েটাৰৰ অনুকৰণত নতুন ৰূপ লাভ কৰে। ১৯১১ চনৰ পৰা ১৯৩৫ চনৰ ভিতৰত কুশেশ্বৰ শৰ্মা, দেৱাই শৰ্মা, টেপুৰাম শৰ্মা, ৰাজেন শৰ্মা, মুক্তানাথ পূজাৰী, শিৱ শৰ্মা, শিৱকান্ত বৰা, যজ্ঞধৰ শৰ্মা, ঠানু শৰ্মা, ত্ৰৈলোক্য নাথ বৰুৱা, কনকেশ্বৰ ৰাজখোৱা, মাণিৰাম ৰাজখোৱা, ফটিক চন্দ্ৰ শৰ্মা, গোলোক চন্দ্ৰ শৰ্মা, ধৰণীধৰ গোস্বামী, ইন্দ্ৰেশ্বৰ শৰ্মা, লক্ষেশ্বৰ পূজাৰী (দেৰগাঁও), চন্দ্ৰনাথ মহন্ত (দেৰগাঁও), মাণিক শৰ্মা আৰু ধনেশ্বৰ শৰ্মা আদি শিল্পীসকলে এই অনুষ্ঠানত বিশেষ অংশগ্ৰহণ কৰে। অনুষ্ঠানৰ কাৰ্যপালিকাৰ সম্পাদক আছিল কনকেশ্বৰ ৰাজখোৱা। সেই সময়ত গীত, বাদ্যৰ প্ৰধান সঁজুলি আছিল নাগেৰা, খোল, মৃদং আৰু বেহেলা। বিশিষ্ট ওজাসকলে ইয়াৰ পৰিচালনা কৰিছিল।

ৰাইজৰ সহযোগত নাট্যানুষ্ঠানটি প্ৰায় স্থায়ীভাৱেই প্ৰতিষ্ঠা কৰা হৈছিল। পুৰণি শিল্পীসকলৰ লগত গিৰীশ চন্দ্ৰ গোস্বামী, আনন্দ গোস্বামী, মুক্তেশ্বৰ শৰ্মা, টংকেশ্বৰ শৰ্মা, বংশীধৰ বৰা, চেনিৰাম শৰ্মা, গোপাল শৰ্মা, দেউৰাম সোণাৰী, গণেশ চন্দ্ৰ গোস্বামীকে প্ৰমুখ্য কৰি বহুতো শিল্পী আৰু নতুন কৰ্মীয়ে অনুষ্ঠানত যোগদান কৰি অধিক সক্ৰিয় কৰি তুলিছিল।

১৯৩৫ চন পৰ্যন্ত যিটো নাট্যানুষ্ঠানে সগৌৰৱে স্থানীয় নাট্য-কলা চৰ্চাত বিশিষ্ট স্থান অধিকাৰ কৰি আছিল, সেই অনুষ্ঠান কৰ্মী আৰু নেতৃত্বৰ অভাৱত নিষ্ক্ৰিয় হৈ পৰে। ১৯৪৬ চনত ইয়াৰ পুনৰুত্থানৰ এটা প্ৰচেষ্টা চলিছিল যদিও সি 'দাধৰা একতা নাট্য মন্দিৰ'ৰূপে আত্মপ্ৰকাশ কৰিবলৈ সুযোগ নাপালে। বৰং ইয়াৰ পাছৰ পৰাই **'দাধৰা তৰুণ নাট্য মন্দিৰ'** আৰু বাৰীচোৱা বামুণ গাঁৱত **'শংকৰদেৱ নাটঘৰ'** নামৰ দুটা নাট্যানুষ্ঠানৰহে জন্ম হ'ল।

ত্ৰৈলোক্য বৰুৱা, ত্ৰিলোচন শৰ্মা আৰু ভোলানাথ ফুকনে কাৰ্যপালিকাৰ ক্ৰমে সভাপতি আৰু সম্পাদকৰ দায়িত্ব লৈ 'তৰুণ নাট্য মন্দিৰ'ক ১৯৬৩ চন পৰ্যন্ত সক্ৰিয় কৰি পূৰ্বৰ একতা নাট্য মন্দিৰৰ সুনাম ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল যদিও, ইয়াৰ পাছৰ পৰা ইয়াৰ অৱনতি আহি পৰে আৰু অৱশেষত অচল হৈ পৰে।

**শংকৰদেৱ নাটঘৰ**

দাধৰা একতা নাট্য মন্দিৰৰ পৰা ফালৰি কাটি গৈ ১৯৪৮ চনত মিছামৰাৰ বাৰীচোৱা গাঁৱত শংকৰদেৱ নাটঘৰ প্ৰতিষ্ঠা হয়। এই নাটঘৰ নাট্যমোদী খগেশ্বৰ শৰ্মা, ত্ৰিলোচন শৰ্মা, আনন্দ কুমাৰ দত্ত, খগেশ্বৰ পূজাৰী, লোহিৰাম দত্ত, কটিয়া বৰুৱা, ফটিক চন্দ্ৰ শৰ্মা তামুলী, গিৰীশ চন্দ্ৰ গোস্বামী, মুক্তেশ্বৰ শৰ্মা, গোপাল চন্দ্ৰ শৰ্মা, কেশৰ কান্ত বেজবৰুৱা, ইন্দ্ৰেশ্বৰ শৰ্মা পণ্ডিত, ইন্দ্ৰেশ্বৰ শৰ্মা ভাগৱতী, আনন্দ গোস্বামী, চেনিৰাম শৰ্মা, গোলাপ চন্দ্ৰ বৰা আৰু পুণাই মুক্তিয়াৰ আদিৰ উদ্যোগত প্ৰতিষ্ঠা হয়। এই নাট্যানুষ্ঠানটিৰ বাবে পুণাই মুক্তিয়াৰে প্ৰয়োজনীয় মাটি দান দিছিল আৰু তাতেই নাটঘৰ প্ৰতিষ্ঠা হৈছিল। শংকৰদেৱ নাটঘৰৰ প্ৰথম পৰিচালক সমিতিৰ সভাপতি আছিল দেৰগাঁৰৰ নাট্যপ্ৰাণ ব্যক্তি কেশৱকান্ত বেজবৰুৱা আৰু উপ সভাপতি আছিল ইন্দ্ৰেশ্বৰ শৰ্মা পণ্ডিত। সম্পাদক আছিল আনন্দ চন্দ্ৰ গোস্বামী।

অৰ্ধ স্থায়ীভাৱে নিৰ্মাণ কৰা নাটঘৰৰ মঞ্চতে প্ৰথম উদ্যমতে ১৯৪৯ চনত 'লাচিত বৰফুকন', ১৯৫০ চনত 'পিয়লি ফুকন' আৰু ১৯৫৩ চনত 'বৈদেহী বিয়োগ' নাটকৰ মঞ্চ সফল অভিনয় যোগে মঞ্চ শিল্পীসকলে অঞ্চলটোত বিশেষ সুখ্যাতি অৰ্জন কৰিছিল। অঞ্চলটোৰ ন-পুৰণি শিল্পীসকলে 'শংকৰদেৱ নাটঘৰ'ক ক্ৰমোন্নতিৰ পথলৈ নিবলৈ সক্ষম হৈছিল যদিও এই নাটঘৰে পূৰ্বৰ গৌৰৱ অক্ষুণ্ণ ৰাখিব পৰা নাই।

**ইউনাইটেড ষ্টেজ আৰ্টিষ্ট**

১৯৫৯ চনৰ স্থানীয় তৰুণ শিল্পীসকলৰ উদ্যোগত 'ইউনাইটেড ষ্টেজ আৰ্টিষ্ট' নামকৰণেৰে এটা নাট্যানুষ্ঠান গঢ়ি তুলিছিল। এই অনুষ্ঠানটিয়ে সময়ে সময়ে সদৌ অসম ভিত্তিত অনুষ্ঠিত হোৱা বিভিন্ন নাট্য প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি খ্যাতি অৰ্জন কৰিব পাৰিছিল। এই অনুষ্ঠানৰ প্ৰধান উদ্যোক্তা আছিল দেৰগাঁও নাট্য আন্দোলনৰ এটা চিৰস্মৰণীয় নাম, সু-অভিনেতা দুৰ্গানাথ কাকতিৰ জ্যেষ্ঠ পুত্ৰ প্ৰয়াত খনিন কাকতি। ১৯৬১ চনত গুৱাহাটীত অনুষ্ঠিত হোৱা 'অসম একাংক নাটক প্ৰতিযোগিতা'ত এই অনুষ্ঠানে 'ক'ত কেনা লাগে' নাটক পৰিৱেশন কৰি 'ইউনাইটেড ষ্টেজ আৰ্টিষ্ট' দলৰ শিল্পী খনিন কাকতিয়ে তৃতীয় শ্ৰেষ্ঠ অভিনেতাৰ সন্মান লাভ কৰাৰ উপৰি সহ অভিনেত্ৰী পুতু হাজৰিকাই নিচুকণি বঁটা লাভ কৰিছিল।

তদুপৰি দেৰগাঁৱত ১৯৬৩ চনত অনুষ্ঠিত হোৱা 'সদৌ অসম অমৰ শৰ্মা' স্মৃতি পূৰ্ণাংগ নাট প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি খনিন কাকতিৰ 'চেনেহ লুইতৰ সুঁতি' নাটক পৰিৱেশন কৰি দ্বিতীয় শ্ৰেষ্ঠ প্ৰতিযোগী দল হিচাপে পৰিগণিত হোৱাৰ উপৰি দলৰ অন্যতম শিল্পী স্বৰীন অধ্যাপকে শ্ৰেষ্ঠ সহযোগী অভিনেতা, অলকা বৰাই দ্বিতীয়া শ্ৰেষ্ঠা অভিনেত্ৰী আৰু ডাঃ উপেন কাকতিয়ে শ্ৰেষ্ঠ সংগীত পৰিচালকৰ সন্মান লাভ কৰিছিল।

ইয়াৰ বাহিৰেও গোলাঘাটত ১৯৬৬ চনত অনুষ্ঠিত একাংক নাটক প্ৰতিযোগিতাত দুলাল বৰদলৈৰ 'ভগা ডেউকা' নাটক মঞ্চস্থ কৰি দ্বিতীয় শ্ৰেষ্ঠ দলৰ পুৰস্কাৰ লাভ কৰে আৰু দলৰ শিল্পী প্ৰদীপ বৰঠাকুৰে শ্ৰেষ্ঠ অভিনেতাৰ সন্মানেৰে সন্মানিত হয়। সেই একে বছৰতে তিনিচুকীয়াত অনুষ্ঠিত হোৱা 'সদৌ অসম একাংক নাটক প্ৰতিযোগিতা'ত এই দলৰ সুবৰ্ণ ঠাকুৰে শ্ৰেষ্ঠা অভিনেত্ৰীৰ সন্মান লাভ কৰে। একেটা বছৰতে 'অমৰ শৰ্মা স্মৃতি পূৰ্ণাংগ নাট প্ৰতিযোগিতা'ত এই দলে দ্বিতীয় শ্ৰেষ্ঠ দলৰূপে পুৰস্কাৰ লাভ কৰাৰ উপৰি দলৰ শিল্পী লাৱণ্য বৰদলৈয়ে শ্ৰেষ্ঠা অভিনেত্ৰী, সুৰৰ্ণ ঠাকুৰে দ্বিতীয় শ্ৰেষ্ঠা অভিনেত্ৰী আৰু ৰীণা শৰ্মা শ্ৰেষ্ঠা শিশু শিল্পীৰূপে পৰিগণিত হয়। মঞ্চস্থ কৰা নাটক আছিল দুলাল বৰদলৈৰ 'ভগা ডেউকা'।

**কল্পতৰু আৰু মিউজিক ওৰেভছ্**

১৯৬৪ চনত স্থানীয় যুৱকসকলৰ উদ্যোগত 'কল্পতৰু' নামেৰে এটা সাংস্কৃতিক অনুষ্ঠানৰ জন্ম হয় আৰু এই অনুষ্ঠানে দেৰগাঁৰৰ মঞ্চ শিল্পলৈ প্ৰশংসনীয় বৰঙণি যোগাইছিল। স্থানীয় আৰু ৰাজ্যখনৰ ভিতৰত হোৱা বিভিন্ন নাট প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি কৃতিত্ব অৰ্জন কৰিছিল। ১৯৭০ চনত দেৰগাঁৰৰ কেইজনমান

যুৱকৰ উদ্যোগত জন্মগ্ৰহণ কৰা 'মিউজিক ওৱেভছ্' নামৰ সাংস্কৃতিক অনুষ্ঠান এটিয়েও দেৰগাঁৱৰ মঞ্চ শিল্পলৈ যথেষ্ট অৰিহণা যোগাইছিল।

মুঠতে ক'বলৈ গ'লে, বিংশ শতাব্দীৰ ষাঠিৰ দশকৰ অন্তিম ভাগলৈকে দেৰগাঁও অঞ্চলৰ মঞ্চ শিল্পীসকলে সদৌ অসমৰ মঞ্চ শিল্পীসকলৰ লগত সমান যোগ্যতাৰে প্ৰতিযোগিতাত নামৰ যোগ্যতা অৰ্জন কৰিছিল। ইয়াৰ গুৰিতে আছিল বিংশ শতাব্দীৰ প্ৰথম দশকত প্ৰয়াত চন্দ্ৰ বল্লভ গোস্বামী আদিৰ ঐকান্তিক প্ৰচেষ্টা আৰু ত্যাগ স্বীকাৰ; তৃতীয় দশকত হৰিপ্ৰসাদ খাওন্দ, ঈশেশ্বৰ বৰঠাকুৰ, দুৰ্গানাথ কাকতি, লক্ষেশ্বৰ পূজাৰী, শশীধৰ গোস্বামী, শিৱকান্ত পূজাৰী, বিষ্ণু হাজৰিকা, ৰাধানাথ ফুকন, পদ্মেশ্বৰ বৰঠাকুৰ, বোধেশ্বৰ ঠাকুৰ, কেশৱকান্ত বেজবৰুৱা আৰু চতুৰ্থ দশকত অমৰ শৰ্মা আদিৰ দেৰগাঁও নাট্য আন্দোলনত বিৰামহীন কৰ্ম তৎপৰতা, ত্যাগ আৰু ঐকান্তিকতা।

**সংযোজন**

সজোৰে আৰু নিজস্ব ৰূপত, সামান্য সা-সুবিধাৰ সৈতে দেৰগাঁৱত নাট্য-চৰ্চাৰ পৰিবেশ এটা সত্তৰ দশকৰ মাজভাগমানলৈ চলি আছিল। চুকে-কোণে বিভিন্ন নাট্যানুষ্ঠান অনুষ্ঠিত হৈ আছিল। বিভিন্ন উপলক্ষত একো একোটা নাম লৈ একো একোটা দল গঠন হৈ একো একোখন নাটক মঞ্চস্থ হৈ আছিল। সেই নাটকবিলাক প্ৰায়ে মনোৰঞ্জনধৰ্মী আছিল। কিন্তু সত্তৰ দশকৰ শেষৰ ফালে অতুল ঠাকুৰে সম্পূৰ্ণ প্ৰগতিশীল চিন্তাৰে নতুন আৰ্হিত নাটক লেখি উলিয়ালে আৰু এটি নতুন নাট্যদল গঠন কৰিলে। 'অভিনৱ নাট্যগোষ্ঠী' নাম দি গঠন কৰা এই নাট্য দলটিয়ে তিনিখন পূৰ্ণাংগ নাট মঞ্চস্থ কৰিলে — (১) শতফুল ফুলি উঠিব, (২) আকাশীলতা, (৩) হাহাকাৰ জয়কাৰ। সেই তিনিখন নাটৰ উপৰি একাংক নাট 'অবন্তি দেশৰ কাহিনী' অতি গুৰুত্বপূৰ্ণ। একনায়কত্ববাদী শাসনৰ অনিবাৰ্য ফল 'জৰুৰীকালীন অৱস্থা'ক প্ৰত্যাহ্বান জনাই ৰচিত হোৱা এই নাটকে মানুহৰ মাজত যথেষ্ট আলোড়ন সৃষ্টি কৰিছিল। সেই নাট্য দলটি কালক্ৰমত 'উদয়ন' নামৰ ক্ৰীড়া সাংস্কৃতিক দল এটিৰ লগত সংযুক্ত হয় আৰু উদয়নে বিভিন্ন সময়ত বিভিন্ন নাট মঞ্চস্থ কৰে। লগতে বৰুৱাবামুণ গাঁৱৰ 'ৰূপকম' নিবেদিত 'বাঞ্ছাৰামৰ বাৰী' নাটকখনিও আমন্ত্ৰণ কৰি আনে। ১৯৭৬ চনত দেৰগাঁৱত স্থাপিত হোৱা 'ত্ৰিৱেনী' নাট্যদলে বিভিন্ন নাট্যকৰ্ম ১৯৮২ চন মানলৈ অব্যাহত ৰাখে।

সৰ্বভাৰতীয় নাট্যধাৰাৰ সৈতে পৰিচিত হৈ নাট্যপ্ৰশিক্ষণ আৰু প্ৰণালীবদ্ধ চৰ্চাৰ বিষয়ে সচেতন হৈ বৰুৱাবামুণ গাঁৱৰ নাট্যকাৰ, পৰিচালক সঞ্জীৱ কলিতাই ১৯৮৭ চনত স্থাপন কৰে 'নাট্য চৰ্চা কেন্দ্ৰ'। সেই নাট্য চৰ্চা কেন্দ্ৰই নাট প্ৰশিক্ষণ আৰু নাট্য প্ৰযোজনাত নতুন ৰূপ দিবলৈ সক্ষম হ'ল। গাঁৱৰ মাজলৈ সোমাই গৈ কৰ্মশালা আদি আয়োজন কৰি শিল্পীসকলক প্ৰশিক্ষণ দি নাট প্ৰযোজনা আৰম্ভ কৰিলে। বৰুৱাবামুণ গাঁও, মিছামৰা, ঢেকিয়াল আৰু দেৰগাঁৱৰ বিভিন্ন স্থানত নাট প্ৰশিক্ষণ আৰম্ভ কৰি নাট প্ৰযোজনা আৰম্ভ কৰিলে। মহেশ এলকুঁৱেশ্বৰৰ 'হলি' নাটকৰ অসমীয়া ৰূপান্তৰ 'খোজ'ৰ পৰাই আৰম্ভ হ'ল এই যাত্ৰা। তাৰ পাছত নাট্য চৰ্চা কেন্দ্ৰৰ দায়িত্বভাৰ আহি পৰে সপোনজ্যোতি ঠাকুৰৰ ওপৰত। নাট্য চৰ্চা কেন্দ্ৰই অসমৰ তথা ভাৰতৰ বিভিন্ন মঞ্চত নিজস্ব ৰূপত নাটক মঞ্চস্থ কৰি দেৰগাঁৱৰ নাম সেইবিলাক স্থানলৈ বোৱাই নিছে। মঞ্চনাট, মুকলি মঞ্চৰ নাট, অনাতাঁৰ নাট, অন্তৰংগ নাট, বাটৰ নাট আদি অনুষ্ঠিত কৰি নাট্য চৰ্চা কেন্দ্ৰই আজিলৈকে নাট্য চৰ্চা অব্যাহত ৰাখিছে। ১৯৮৯ চনৰ ১ জানুৱাৰীত গুণ্ডা বাহিনীৰ হাতত মৃত্যুবৰণ কৰা ছফদৰ হাছমীৰ জন্মদিৱস উপলক্ষে ১২ এপ্ৰিল ১৯৮৯ চনত বাটৰ নাটৰ যি আহ্বান আহিছিল সেই আহ্বানত সঁহাৰি জনাই নাট্যচৰ্চা কেন্দ্ৰই 'সুৰুযমুখীৰ কোৰাচ' নামৰ বাটৰ নাট কৰিছিল। সেই বাটৰ নাটখনেই বৃহত্তৰ দেৰগাঁও এলেকাৰ প্ৰথম বাটৰ নাট আছিল। তাৰ পাছতো নাট্য চৰ্চা কেন্দ্ৰই বিষ্ণুৰাভা দিৱস উপলক্ষে অসমৰ বিভিন্ন স্থানত গৈ বাটৰ নাট অনুষ্ঠিত কৰি আহিছে। চল্লিশটাতকৈয়ো অধিক নাট্য প্ৰযোজনা আগ বঢ়োৱা নাট্যচৰ্চা কেন্দ্ৰক এতিয়া অসমৰ নাট্য জগতত গুৰুত্ব সহকাৰে বিবেচনা কৰা হয়।

মিছামৰা খনিকৰ অঞ্চলত ১৯৮১ চনৰ পৰা আৰম্ভ হয় উমেশ্বৰ বৰা সোঁৱৰণী একাংক নাট প্ৰতিযোগিতা। অস্থায়ী মঞ্চ সাজি অনুষ্ঠিত কৰা এই নাট প্ৰতিযোগিতাখনি অতি জাকজমককৈ পতা হৈছিল। অসমৰ বিভিন্ন স্থানৰ নাট্যদল আহি এই প্ৰতিযোগিতাত অংশ লৈছিল। ১৯৮৭ চনৰ পৰা এই নাট্য প্ৰতিযোগিতাখনি 'শ্ৰীমন্তজ্যোতি সদৌ অসম একাংক নাট প্ৰতিযোগিতা' বুলি নামকৰণ কৰা হয়। ইতিমধ্যে ৰূপালী জয়ন্তী বৰ্ষ উদযাপন কৰা প্ৰতিযোগিতাখনিত মিছামৰা অঞ্চলৰ ৰাইজে মন-প্ৰাণ দি সহযোগিতা কৰাই নহয়, আন্তৰিকতাৰে উদযাপনো কৰে।

বৰুৱাবামুণগাঁৱৰ নাট্য পৰম্পৰা অতি চহকী। বহুতো নাট্যগোষ্ঠী জন্ম হৈছে আৰু নাট্য প্ৰদৰ্শন কৰি আহিছে। 'ক্ৰীড়াঘৰ' নাট্য গোষ্ঠীয়ে বিভিন্ন সময়ত বিভিন্ন ধৰণৰ নাট প্ৰদৰ্শন কৰাৰ উপৰি বিভিন্ন একাংক নাট প্ৰতিযোগিতাত অংশ লৈ সফলতা আৰু পুৰস্কাৰ লাভ কৰি আছে। বৰ্তমান এই দলৰ কাম-কাজ স্তিমিত যদিও কাম অব্যাহত ৰাখিছে।

বৰুৱাবামুণ গাঁৱত যিটো নাট্যদলে নতুনত্বৰ সংবাদ কঢ়িয়াই আনি ন ন পৰীক্ষা-নিৰীক্ষাৰ পাতনি মেলিছিল সেইটো হৈছে 'ৰূপকম'। ১৯৬৭ চনত স্থাপিত হোৱা এই নাট্যানুষ্ঠানটিয়ে বহুতো পূৰ্ণাংগ নাট পৰিবেশন কৰে। সঞ্জীৱ কলিতাৰ পৰিচালনাত ঘাইকৈ অনুষ্ঠিত হোৱা এই নাটসমূহত সেই সময়ৰ সৰ্বভাৰতীয় নাট্য ধাৰাৰ সৈতে কাষ চপাৰ প্ৰয়াস কৰা হয়। বহুতো অনুবাদ আৰু মৌলিক অসমীয়া নাট মঞ্চস্থ কৰা হয় দলটিৰ দ্বাৰা। এই নাট্য দলৰ অন্যতম সফলতা হ'ল যে অসমৰ ইমূৰৰ পৰা সিমূৰৰ নাট্য দলে অংশগ্ৰহণ কৰা একাংক নাট প্ৰতিযোগিতা অনুষ্ঠিত কৰাটো। বৰ্তমানৰ অতি নামধাম থকা, বলিষ্ঠ অভিনেতা-অভিনেত্ৰী, নাট্যকাৰ-পৰিচালকে এই প্ৰতিযোগিতাত অংশ লৈছিল। এই প্ৰতিযোগিতাৰ গুৰুত্ব তথা সন্মানৰ কথা অসমৰ বহু শিল্পীয়ে বৰ্তমানো সুঁৱৰি থাকে। ৰূপকমে বহুতো নতুন শিল্পীক পোহৰলৈ উলিয়াই অনাত সহায় কৰে। বৰুৱাবামুণ গাঁৱতে নব্বৈ দশকত জন্মলাভ কৰে 'কিংশুক' নাট্যদলে। এই নাট্যদলে পূৰ্ণাংগ নাট পৰিবেশনৰ উপৰি একাংক নাট প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি সফলতা লাভ কৰে। তেখেতসকলেও বহুতো নতুন শিল্পীক উলিয়াই আনি নাট্য জগতক চিনাকি কৰাই দিয়াৰ গধুৰ দায়িত্ব গ্ৰহণ কৰে। এই নাট্যদলে স্বৰ্গীয় নৰেন্দ্ৰনাথ দত্ত দেৱৰ সোঁৱৰণত আমন্ত্ৰণমূলক একাংক নাট প্ৰতিযোগিতা অনুষ্ঠিত কৰিবলৈ আৰম্ভ কৰি আজি পৰ্যন্ত চলাই আছে। বৰুৱাবামুণ গাঁও নাট্য মন্দিৰত অনুষ্ঠিত হোৱা এই নাট প্ৰতিযোগিতাত অসমৰ ভালেখিনি নাট্যদলে অংশগ্ৰহণ কৰিছে।

দাধৰা অঞ্চলত কেইবাটাও নাট্যদলে সাময়িকভাৱে জন্ম লয় আৰু এখন-দুখন নাট মঞ্চস্থ কৰে। অৰূপ গোস্বামীৰ ৰচনা আৰু পৰিচালনাৰে নতুন শিল্পীসকলক মঞ্চৰ পোহৰলৈ উলিয়াই আনি এই নাট্যদলবিলাকে কেইবাখনো নাট মঞ্চস্থ কৰে। সেইবিলাকৰ সাহিত্যিক মূল্য যিয়েই নহওক কিয়, কিছু সামাজিক মূল্য আছে। কিছুমান মানুহ একেলগ হৈ একোটা সৃষ্টিশীল কামত আত্মনিয়োগ কৰাৰ স্বাৰ্থত এই নাটবিলাকে প্ৰয়োজন পূৰণ কৰিব পাৰে। সেই অৰ্থত এই নাটবিলাকৰ সুকীয়া মূল্য থাকে বা আছে।

খঙীয়া নাট্য মন্দিৰতো সময় সাপেক্ষে বিভিন্ন উপলক্ষত নাট প্ৰযোজনা হৈ থাকে। গাঁৱৰ শিল্পীসকলে নিজস্ব ধাৰণাৰে নাট মঞ্চস্থ কৰি দৰ্শকসকলক আনন্দ দিয়াৰ উপৰি একোটা সামাজিক দায়িত্বও পালন কৰি আহিছে। ন-পুৰণি বহুতো শিল্পীয়েই এই অনুষ্ঠানবিলাকত অংশ লয়। তাৰ ফলস্বৰূপে এক সামাজিক বান্ধোনে মানুহৰ মাজত জন্ম লয়।

অসম পুলিচ ট্ৰেইনিং কলেজ আৰু আৰু অন্যান্য বেটেলিয়ন সমূহতো একোটা মঞ্চ সাজি থোৱা আছে। সেই মঞ্চসমূহতো দুৰ্গা পূজাৰ সময়ত নিয়মিত নাট্যাভিনয় হয়। কোনো কোনো বেটেলিয়নত লক্ষ্মী পূজাতো নাট মঞ্চস্থ হয়।

নবদ্বীপ ক্ৰীড়া সাংস্কৃতিক অনুষ্ঠান নামৰ দেৰগাঁৱৰ নাট্য দলটিয়ে কেইবাখনো নাটক সফলতাৰে মঞ্চস্থ কৰি যোৱাৰ পাছত তেওঁলোকৰ কাম-কাজ বৰ্তমান স্তিমিত। দেৰগাঁৱৰ এই নাট্যদলটিয়ে শৰৎৰাণা বৰাৰ নাটক আৰু অন্যান্য নাট্যকাৰৰ নাটক মঞ্চস্থ কৰিছিল। দেৰগাঁৱৰ নাট্য চৰ্চাৰ ইতিহাস ভালদৰে চালে দেখা যায় যে বৃহত্তৰ দেৰগাঁৱত মঞ্চৰ নাটনিয়ে দেৰগাঁৱৰ নাট্য চৰ্চাক বিপৰীতমুখী হেঁচা দি আহিছে। এটা বিজ্ঞানসন্মত মঞ্চততহে সফলভাৱে নাটক মঞ্চস্থ কৰা সম্ভৱ। কিন্তু দেৰগাঁৱত তেনে মঞ্চ নাই। চৰকাৰী ধনেৰে যিবোৰ মঞ্চ সজা হৈছে সেইবোৰত একো কৰাৰ সুবিধা নাই। তেনেবিলাক অসুবিধাৰ মাজতো দেৰগাঁৱত নাটক মঞ্চস্থ হৈ আছে। অস্থায়ী মঞ্চ সাজি হ'লেও নাটক মঞ্চস্থ কৰি থকা হৈছে। দুবছৰ আগতে স্থাপিত হোৱা 'নৰ্থ ইষ্ট থিয়েটাৰ একাডেমী' নামৰ নাট্যানুষ্ঠানটোৱে দেৰগাঁৱত অস্থায়ী মঞ্চ পাতিয়েই নাট মঞ্চস্থ কৰিবলৈ বাধ্য হয়। যদিও অসমৰ নাটকলৈ দেৰগাঁৱৰ অৱদান গুৰুত্বসহকাৰে বিবেচনা কৰা হয়, তথাপি কিয় দেৰগাঁৱত বিজ্ঞানসন্মত মঞ্চ এটা নিৰ্মাণ নহয় সেয়া অতি বেদনাদায়ক আৰু বিপদজনক কথা।

দেৰগাঁৱৰ মঞ্চতে নাট্য-চৰ্চাৰ খোজ পেলাবলৈ শিকি বহুতো লোকে অসমৰ তথা ভাৰতৰ নাট্য মঞ্চত নিজক পৰিচয় দিবলৈ সক্ষম হৈছে। নিজৰ কামৰ স্বীকৃতি পাইছে। নিৰ্দিষ্টকৈ নাম নক'লেও কেইবাজনো শিল্পীয়ে নাটকৰেই জীৱিকা উপাৰ্জন কৰিবলৈ সমৰ্থ হৈছে। বহুতো শিল্পীয়ে ব্যৱসায়িক নাট্য দলত জনপ্ৰিয়তা লাভ কৰিবলৈকো সক্ষম হৈছে। এই সকলোখিনি সম্ভৱ হৈছে দেৰগাঁৱৰ নাট্য চৰ্চাৰ এটা পৰম্পৰা দৃঢ়ভাৱে চলি অহাৰ বাবেহে।* ❑

** 'দেৰগাঁৱৰ নাট্য-আন্দোলন' শীৰ্ষক এই দীঘলীয়া নিবন্ধটি অত্যন্ত শ্ৰমেৰে দেৰগাঁৱৰ এগৰাকী বিশিষ্ট সমাজকৰ্মী, নিষ্ঠাবান শিক্ষক, দেৰগাঁও সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক আৰু সভাপতি প্ৰয়াত ৰবীন্দ্ৰনাথ হাজৰিকা (১৯২১-১৯৯১) ই যুগুতাই গৈছিল। পৰৱৰ্তী কালত দেৰগাঁৱৰ এগৰাকী বিশিষ্ট তথ্যান্বেষী, সাহিত্যানুৰাগী ব্যক্তি প্ৰয়াত প্ৰসন্ন কুমাৰ ফুকনে সম্পাদনা কৰি এই নিবন্ধটি পুস্তিকা ৰূপত হাজৰিকাদেৱৰ দশম মৃত্যু বাৰ্ষিকীত, ২০০১ চনৰ ১৭ মাৰ্চত প্ৰকাশ কৰি উলিয়াইছিল। প্ৰয়াত হাজৰিকাদেৱৰ স্বাস্থ্যজনিত কাৰণত নিবন্ধটিত বিংশ শতাব্দীৰ ষাঠিৰ দশকৰ মাজভাগমানলৈহে দেৰগাঁৱৰ নাট্য আন্দোলনৰ বুৰঞ্জী সন্নিবিষ্ট হৈছিল। অত্যন্ত তথ্যসমৃদ্ধ এই নিবন্ধটিৰ গুৰুত্ব উপলব্ধি কৰি সম্পাদিত পুস্তিকাখনিক সংক্ষিপ্ত ৰূপত পুনৰ সম্পাদিত কৰি (পুস্তিকাখনিৰ স্বত্বাধিকাৰী **শ্ৰীতপন হাজৰিকাৰ** অনুমতিক্ৰমে) দেৰগাঁৱৰ নাট্য-চৰ্চাৰ ধাৰাটি প্ৰকাশ কৰাৰ মানসেৰে ইয়াত সন্নিবিষ্ট কৰা হৈছে। লগতে সত্তৰ দশকৰ পাছৰ পৰা বৰ্তমানলৈকে 'সংযোজন' স্বৰূপে, বৰ্তমান প্ৰজন্মৰ বিশেষ নাট্য প্ৰতিভা, দেৰগাঁৱৰে সু-সন্তান শ্ৰীসপোনজ্যোতি ঠাকুৰৰ দ্বাৰা লিখোৱাই যোগ দিয়া হ'ল। সপোনজ্যোতি ঠাকুৰলৈ ধন্যবাদ জ্ঞাপন কৰাৰ উপৰি, প্ৰয়াত হাজৰিকাদেৱৰ পুস্তিকাৰূপত প্ৰকাশ পোৱা নিবন্ধটি সংক্ষিপ্তকৈ পুনৰ প্ৰকাশ কৰাৰ অনুমতি প্ৰদান কৰাৰ বাবে স্বত্বাধিকাৰী শ্ৰীতপন হাজৰিকাৰ লগতে পৰিয়াললৈ আমাৰ কৃতজ্ঞতা প্ৰকাশ কৰা হ'ল। পুনৰ সম্পাদিত এই সংক্ষিপ্ত নিবন্ধটিত প্ৰয়াত হাজৰিকাদেৱৰ ভাব-ভাষা, ক্ৰম সকলো একেই ৰখা হৈছে; ক'ৰবাতহে প্ৰয়োজন সাপেক্ষে দুই-এটা কথা যোগ অথবা বিয়োগ কৰা হৈছে।*

*সম্পাদনা সমিতিৰ হৈ নগেন ঠাকুৰ* । ঃঃঃ

# দেৰগাঁও সাহিত্য সভাৰ গৌৰৱময় অতীত আৰু বৰ্তমান

অতুল গোস্বামী

অসমৰ সৰ্ববৃহৎ ভাষা-সাহিত্যৰ জাতীয় অনুষ্ঠানটোৰ প্ৰতিষ্ঠা বৰ্ষ ১৯১৭ আৰু দেৰগাঁও শাখা সাহিত্য সভাৰ প্ৰতিষ্ঠা বৰ্ষ ১৯২৪। মূল অনুষ্ঠানটোৰ প্ৰতিষ্ঠাৰ সাত বছৰ পূৰ্ণতা প্ৰাপ্তত দেৰগাঁও শাখা সাহিত্য সভাৰ জন্ম। আজি আমাৰ ঘৰ-দুৱাৰ সকলো আছে। কিন্তু সেই সময়ত? সম্পাদকসকলে ঘৰে ঘৰে টোপোলা বান্ধি অনুষ্ঠানটোৰ গঢ় দিছিল। দেৰগাঁও অঞ্চলৰ ভৱিষ্যৎ পুৰুষ-মহিলা, যুৱক-যুৱতী, ছাত্ৰ-ছাত্ৰীসকলৰ বাবে অনুষ্ঠানৰ জন্মলগ্নত জড়িত সেই সকল মহান ব্যক্তিৰ পুণ্যাত্মালৈ শত শ্ৰদ্ধা নিবেদন কৰিলোঁ।

দেৰগাঁও সাহিত্য সভা অসম সাহিত্য সভাৰ স্বীকৃত শাখা হিচাপে আছিল যদিও বহুদিন ইয়াৰ সক্ৰিয়তা নথকাত পুনৰ ১৯৩৩ চনত শাখা সভাখন পুনৰ গঠন কৰি স্বীকৃত সভা হিচাপে গণ্য হ'ল। সভাই ইয়াৰ সীমা দেৰগাঁও, মিছামৰা মৌজা ধৰি লৈ সভ্য ভৰ্তি কৰায়। ইয়াৰ কাৰ্যবিৱৰণী মতে স্থায়ী সভাপতি নাই। ১৯৪১ চনত দেৰগাঁও সাহিত্য সভাৰ প্ৰধান সম্পাদক আছিল পদ্মেশ্বৰ বৰঠাকুৰ, যুটীয়া সম্পাদক আছিল ঈশেশ্বৰ বৰঠাকুৰ আৰু জীৱেশ্বৰ হাজৰিকা। ২১ জন সদস্যৰে দেৰগাঁও সাহিত্য সভাৰ কাৰ্যপালিকা সভা গঠন কৰা হয়। সেইসকল আছিল মোক্ষনাথ ফুকন, চন্দ্ৰনাথ খাউণ্ড, চাৰুচন্দ্ৰ দেৱগোস্বামী, প্ৰেমধৰ ৰাজখোৱা, নীল সভাপণ্ডিত, বেণুধৰ শাস্ত্ৰী, শিৱকান্ত পূজাৰী, নৰেন্দ্ৰনাথ শৰ্মা, গোলাপ চন্দ্ৰ দুৱৰা, জীৱেশ্বৰ হাজৰিকা, ঈশেশ্বৰ বৰঠাকুৰ, গোপাল শৰ্মা, গোলাপ চন্দ্ৰ পূজাৰী, ধীৰেন্দ্ৰনাথ দত্ত, যোগেশ্বৰ ঠাকুৰ, পূৰ্ণদেৱ ঠাকুৰ, দীননাথ শৰ্মা, দুৰ্গানাথ কাকতি, সুৰেন্দ্ৰনাথ শাস্ত্ৰী, লোকনাথ বৰুৱা, পদ্মেশ্বৰ বৰঠাকুৰ।

১৯২৪ চনতে দেৰগাঁও সাহিত্য সভা প্ৰতিষ্ঠা হ'লেও ১৯২৪ চনৰ পৰা ১৯৩৩ চনলৈ এই কেইবছৰৰ কাৰ্যাৱলী বিৱৰণ পোৱাৰ সুবিধা নহ'ল। সেই সময়লৈকে ত্ৰৈলোক্য নাথ শৰ্মা সম্পাদক আছিল বুলি জানিব পৰা যায়। ১৬। ১২। ১৯৩৩ তাৰিখত দেৰগাঁও হাইস্কুলত মোক্ষনাথ ফুকনৰ সভাপতিত্বত অনুষ্ঠিত সভাৰ কাৰ্যবিৱৰণী মতে উল্লেখ আছে যে সম্পাদক ত্ৰৈলোক্য নাথ শৰ্মাই নিজা ইচ্ছানুসৰি সভাৰ সম্পাদকৰ বাব শোধাই দিয়াত চাৰু চন্দ্ৰ দেৱগোস্বামীয়ে সভাৰ সম্পাদকৰ দায়িত্ব লয়। ১৯৩৯ চনৰ ২৬ জুন তাৰিখে সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাদেৱৰ সভাপতিত্বত অনুষ্ঠিত দেৰগাঁও সাহিত্য সভাৰ তৃতীয় বাৰ্ষিক অধিৱেশনত পদ্মেশ্বৰ বৰঠাকুৰদেৱে সম্পাদকৰ দায়িত্বভাৰ গ্ৰহণ কৰে। সেই সময়ত স্বীকৃত হৈ থকা সাহিত্য সভা হিচাপে দেৰগাঁও সাহিত্য সভাৰ স্থায়ী সভাপতি নাছিল। কাৰ্যকৰী সভাত সদস্যৰ মাজৰ পৰাই সভাপতি নিৰ্বাচন কৰি কাৰ্যকৰী সভাৰ বৈঠক পৰিচালিত হয়। ১৯৪১ চনৰ পৰা ১৯৪৪ চনলৈ এই ৪ বছৰ দেশৰ অস্বাভাৱিক পৰিস্থিতিৰ বাবে সভাৰ সক্ৰিয় অৱস্থা নোহোৱা হৈছিল। কাৰ্যবিৱৰণী মতে পোৱা হয় যে ৯। ৯। ৫৪ তাৰিখে অনুষ্ঠিত সভাখন গোলাঘাট মহকুমাধিপতিৰ অনুমতি লৈহে পতা হৈছিল। পদ্মেশ্বৰ বৰঠাকুৰদেৱ প্ৰধান সম্পাদক হৈ থাকোঁতে সমাজকৰ্মী জীৱেশ্বৰ হাজৰিকা আৰু ঈশেশ্বৰ বৰঠাকুৰদেৱ যুটীয়া সহকাৰী সম্পাদক আছিল। সভাৰ নিজা কাৰ্যালয় আদি নথকাত সভাসমূহ দেৰগাঁও টাউন ক্লাব ভৱন, দেৰগাঁও হাইস্কুল, দেৰগাঁও বালক মজলীয়া স্কুলত অনুষ্ঠিত কৰা হৈছিল।

১৯৩৩ চনৰ ১৬ ডিচেম্বৰৰ পৰা ১৯৪৪ চনৰ ৯ ছেপ্টেম্বৰ পৰ্যন্ত ৩ খন মুকলি অধিৱেশন, ৭ খন সাধাৰণ সভা, ৮ খন আলোচনা চক্ৰ আৰু প্ৰয়োজনীয় কাৰ্যনিৰ্বাহক সভা অনুষ্ঠিত হয়। ১৬। ১২। ৩৩ তাৰিখে মোক্ষনাথ ফুকন, ১৯৩৪ চনৰ মাৰ্চ মাহত গিৰীশ চন্দ্ৰ বৰুৱা ব্যাকৰণতীৰ্থ, ৭। ৯। ৩৫ তাৰিখে মৌলবী ফিৰদোছ আলি, ১৯। ১২। ৩৬ তাৰিখে মোক্ষনাথ ফুকন, ১৫। ১২। ৩৭ তাৰিখে উমাকান্ত শৰ্মা, ১৯। ১২। ৩৮ তাৰিখে দেৱেন্দ্ৰনাথ শৰ্মা, মৌজাদাৰ, দেৰগাঁও, ১৫। ১২। ৪০ তাৰিখে দীননাথ শৰ্মাৰ সভাপতিত্বত একোখন সাধাৰণ সভা বহে। এই কালছোৱাত ৯। ৯। ৩৪ তাৰিখে প্ৰথম মুকলি অধিৱেশন শ্ৰেষ্ঠ চুটি গল্প লেখক, ভূতপূৰ্ব বিদ্যালয়সমূহৰ পৰিদৰ্শক শৰৎ চন্দ্ৰ গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত হয়। এই সভাত সাহিত্য ৰত্ন চন্দ্ৰধৰ বৰুৱা, সেই সময়ৰ মহকুমাধিপতি সিদ্ধেশ্বৰ গোহাঁই, গংগাধৰ বৰঠাকুৰ, কৰুণাধৰ বৰুৱা, গোলাপচন্দ্ৰ গোস্বামী আদি অসমৰ খ্যাতনামা ব্যক্তিসকলে অংশগ্ৰহণ কৰে। প্ৰথম মুকলি অধিৱেশনতে প্ৰাচীন সম্পদৰ প্ৰাচুৰ্যৰে আকৰ্ষণীয় এখন প্ৰদৰ্শনীও অনুষ্ঠিত হয়। এইধৰণৰ প্ৰদৰ্শনী দেৰগাঁৱত কাহানিও অনুষ্ঠিত হোৱা নাছিল। ইয়াৰ উদ্যোক্তা আছিল চাৰুচন্দ্ৰ দেৱগোস্বামীদেৱ।

১৯। ১২। ৩৬ তাৰিখে দ্বিতীয় মুকলি অধিৱেশন যোৰহাটৰ দেৱেন্দ্ৰনাথ বেজবৰুৱাৰ সভাপতিত্বত, ২৬। ৬। ৩৯ তাৰিখে সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাদেৱৰ সভাপতিত্বত তৃতীয় মুকলি অধিৱেশনখন অনুষ্ঠিত হয়। ইয়াৰ পিছতে ৯। ৯। ৪৪ তাৰিখ পৰ্যন্ত কেইবাখনো সাধাৰণ সভা অনুষ্ঠিত হয়। ১৯৩৩ চনৰ পৰা ১৯৪৪ চনলৈকে দেৰগাঁও সাহিত্য সভাৰ বিষয়ববীয়াসকল আছিল মাননীয় — চাৰুচন্দ্ৰ দেৱগোস্বামী, পদ্মেশ্বৰ বৰঠাকুৰ, ত্ৰৈলোক্য নাথ শৰ্মা, ঈশেশ্বৰ বৰঠাকুৰ, জীৱেশ্বৰ হাজৰিকা আৰু নৰেন্দ্ৰনাথ শৰ্মা। ১৯৪৪ চনৰ পৰা প্ৰায় ১০ বছৰকাল বিশ্বজোৰা মহাসমৰৰ অসমত ইয়াৰ প্ৰতিক্ৰিয়াৰ বাবে সভাৰ উল্লেখযোগ্য কোনো কাম-কাজ হোৱা নাছিল।

১৯৫৪ চনত নৰেন্দ্ৰনাথ শৰ্মা (পাছত বিধায়ক)দেৱক মুখ্য কৰি ৰবীন্দ্ৰনাথ হাজৰিকা আদি কৰি কেইবাজনো ডেকাৰ উদ্যোগত নিষ্ক্ৰিয় হৈ থকা স্বীকৃত সভাখনি পুনৰ গঠন কৰি এখন শাখা সভালৈ উন্নীত কৰি অসম সাহিত্য সভাৰ দ্বাৰা অনুমোদিত কৰা হয়। সেই শাখা সভাৰ সভাপতি আছিল শ্ৰদ্ধেয় চাৰুচন্দ্ৰ দেৱগোস্বামী। সম্পাদক ৰবীন্দ্ৰনাথ হাজৰিকা, সহকাৰী সম্পাদক আছিল মঃ চিৰাজুদ্দিন আহমেদ। এই উদ্দেশ্যে ১৮। ১১। ৫৪ তাৰিখে স্থানীয় বালিকা মজলীয়া বিদ্যালয়ত চন্দ্ৰনাথ খাউণ্ডদেৱৰ সভাপতিত্বত অনুষ্ঠিত সভাই এই কাৰ্যনিৰ্বাহক সমিতিখন গঠন কৰে। ১৯৫৪ চনৰ পাছত চতুৰ্থ মুকলি অধিৱেশনখনি অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মিত্ৰদেৱ মহন্তদেৱৰ সভাপতিত্বত ১৭। ৫। ৫৯ তাৰিখে বাপুজী মন্দিৰত অনুষ্ঠিত হয়। অধিৱেশনখনত অসম সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক যতীন্দ্ৰনাথ গোস্বামী, প্ৰাক্তন সভাপতি পদ্মশ্ৰী আনন্দ চন্দ্ৰ বৰুৱা আদি কেইবাগৰাকীও বিশিষ্ট ব্যক্তিয়ে অংশগ্ৰহণ কৰে। এই কালছোৱাত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ স্মৃতি দিৱস, মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ আৱিৰ্ভাৱ মহোৎসৱ, হেমচন্দ্ৰ বৰুৱা স্মৃতি দিৱস অনুষ্ঠিত কৰা হয়। গুৰুজনাৰ জন্মোৎসৱৰ মুকলি সভাত সভাপতিত্ব কৰে ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱে।

১৯৫৪ চনৰ পৰা দেৰগাঁও সাহিত্য সভাই অসম সাহিত্য সভাৰ নিৰ্দেশ অনুযায়ী প্ৰয়োজনীয় দিৱস, আলোচনা চক্ৰ, সাহিত্য সভা সপ্তাহ আদি নিয়মীয়াকৈ অনুষ্ঠিত কৰি আহিছে। ১৪। ৪। ৫৬ তাৰিখে ৰত্নকান্ত বৰকাকতি, ১৪। ৫। ৫৬ তাৰিখে মহাদেৱ শৰ্মা, ২৫। ৫। ৫৭ তাৰিখে বিষ্ণুপ্ৰসাদ ৰাভা, চৈয়দ আব্দুল মালিক, ২৭। ৪। ৫৮ তাৰিখে অতুল চন্দ্ৰ হাজৰিকা, ১৬। ৪। ৫৯ তাৰিখে বেণুধৰ শৰ্মা, ২৯। ৭। ৬২ তাৰিখে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, ২৮। ২। ৬৫ তাৰিখে কীৰ্তিনাথ হাজৰিকা, ২৯। ১। ৬৬ তাৰিখে লোকসভাৰ সদস্য হেম বৰুৱা, ৩১। ১। ৬৫ তাৰিখে ত্ৰৈলোক্যনাথ গোস্বামী আৰু নিখিল ভাৰত প্ৰগতিশীল সাহিত্যিক সংঘৰ সম্পাদক চাজ্জাদ জাহিৰ আৰু শ্ৰীৰামচন্দ্ৰ দাসক সম্বৰ্ধনা জনোৱা হয়।

১১। ৬। ৬০ তাৰিখে দেৰগাঁও টাউন ক্লাব ভৱনত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱাদেৱৰ সভাপতিত্বত দেৰগাঁও সাহিত্য সভাৰ পঞ্চম মুকলি অধিৱেশন অনুষ্ঠিত হয়। অধিৱেশনে কেশৱকান্ত বেজবৰুৱা আৰু চাৰু চন্দ্ৰ গোস্বামীদেৱক উপদেষ্টাৰূপে ৰাখি ঈশেশ্বৰ বৰঠাকুৰক সভাপতি, ৰবীন্দ্ৰনাথ হাজৰিকা আৰু প্ৰফুল্ল কুমাৰ শৰ্মাক সম্পাদকৰূপে লৈ নতুন কাৰ্যপালিকা সভা গঠন কৰে। ২৮। ৬। ৬২ তাৰিখে ৰবীন্দ্ৰনাথ হাজৰিকা পুনৰ সম্পাদক নিৰ্বাচিত হয় আৰু প্ৰফুল্ল শৰ্মাৰ ঠাইত অম্বিকানাথ ঠাকুৰে দায়িত্ব লয়।

১৯। ১২। ৬৫ তাৰিখে অনুষ্ঠিত সাধাৰণ সভাই নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰে আৰু গোলাপ চন্দ্ৰ পূজাৰীক সভাপতি, ৰবীন্দ্ৰনাথ হাজৰিকা উপ সভাপতি, মুক্তানাথ দত্তক সম্পাদক, প্ৰফুল্ল চন্দ্ৰ বৰাক সহকাৰী সম্পাদকৰূপে লৈ কাৰ্যনিৰ্বাহক সমিতি গঠন কৰে। ১৮। ২। ৬৮ তাৰিখৰ সাধাৰণ সভাই নতুন কাৰ্যনিৰ্বাহক সমিতি এনেদৰে গঠন কৰে — গোলাপ চন্দ্ৰ পূজাৰী (শিক্ষক), সভাপতি, ৰবীন্দ্ৰনাথ হাজৰিকা, উপসভাপতি, দুলাল বৰদলৈ, সম্পাদক, যাদৱ নাথ আৰু অতুল গোস্বামী, সহকাৰী যুটীয়া সম্পাদক, দীপিকা হাজৰিকা কোষাধ্যক্ষ। এই কাৰ্যনিৰ্বাহক সমিতিয়ে ৰজনীকান্ত বৰদলৈ, লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, দুৰ্গাপ্ৰসাদ




মজিন্দাৰ বৰুৱা, মফিজুদ্দিন আহমদ হাজৰিকা, পদ্মনাথ গোহাঞিবৰুৱা আদিৰ জন্ম শতবৰ্ষ গাম্ভীৰ্যপূৰ্ণভাৱে পালন কৰে হয়।

**দেৰগাঁও সাহিত্য সভাৰ উল্লেখযোগ্য কাৰ্যাৱলী —**

দেৰগাঁও সাহিত্য সভাই প্ৰতিষ্ঠাৰ সময়ৰে পৰা অঞ্চলটোৰ ভাষা-সাহিত্যৰ উন্নয়নৰ বাবে অঞ্চলটোৰ ৰাইজৰ সাদৰ-সহযোগত আনুষ্ঠানিক কাৰ্য সম্পাদন কৰি আহিছে। ২৬। ৬। ৫৯ তাৰিখে আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু শতবাৰ্ষিকী উপলক্ষে এখন স্মৃতিসভা ত্ৰৈলোক্য নাথ শৰ্মাৰ সভাপতিত্বত দেৰগাঁও বাপুজী মন্দিৰত অনুষ্ঠিত হয়। এই সোঁৱৰণী দিৱসতে দেৰগাঁও সাহিত্য সভাই মিছামৰাৰ প্ৰতিভাবান গল্প লেখক লক্ষ্মীচন্দ্ৰ গোস্বামীৰ 'ষোল জুনৰ স্মৃতি'ত পুস্তিকাখনি প্ৰকাশ কৰে। এইবছৰতে দেৰগাঁও সাহিত্য সভাৰ প্ৰচাৰ কাৰ্য যথেষ্ট বৃদ্ধি পায়। ১৫। ৯। ৫৯ তাৰিখলৈকে উদ্‌যাপিত অসম সাহিত্য সভা সপ্তাহত দেৰগাঁও সাহিত্য সভাই কুৱালগুৰি উচ্চ মাধ্যমিক বিদ্যালয়ত 'নেফা দিৱস', নেঘেৰিটিং মধ্য ইংৰাজী বিদ্যালয়ত 'সম্প্ৰীতি দিৱস' উদ্‌যাপন কৰে। ছাত্ৰ-ছাত্ৰীসকলৰ মাজত সাহিত্যৰ প্ৰতি ধাউতি বঢ়োৱাৰ লক্ষ্যৰে ১৯৫৯ চনত ছাত্ৰ-ছাত্ৰীসকলৰ মাজত প্ৰবন্ধ, গল্প, কবিতাৰ এটি প্ৰতিযোগিতা মুকলি কৰা হয়। এই উদ্দেশ্যে স্থানীয় হাইস্কুলসমূহৰ আলোচনীত প্ৰকাশ পোৱা প্ৰবন্ধ, গল্প আৰু কবিতাৰ প্ৰতিযোগিতা পাতি শ্ৰেষ্ঠ প্ৰতিযোগীসলক পুৰস্কৃত কৰা হয়। এই প্ৰতিযোগিতাত দেৰগাঁও ছোৱালী হাইস্কুলৰ 'জ্যোতিমালা' মুখপত্ৰৰ 'বিনোৱাভাৱে আৰু ভূদান যজ্ঞ' প্ৰবন্ধৰ লেখিকা মীৰা দেৱীয়ে প্ৰথম স্থান, গল্পত কুৱালগুৰি হাইস্কুলৰ মুখপত্ৰ 'কাকলি'ৰ 'সখীৰ স্নেহ' গল্পৰ লেখিকা শীলাৰাণী দাস প্ৰথম স্থান, কবিতাত ইন্দ্ৰাণী দেৱী হাইস্কুলৰ মুখপত্ৰ 'শাৰদী'ত প্ৰকাশিত 'পূজাৰ বেদীত' কবিতাৰ লেখক গিৰীশ কাকতিয়ে প্ৰথম স্থান পায়। এই প্ৰতিযোগিতাৰ পৰীক্ষকসকল আছিল অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মিত্ৰদেৱ মহন্ত, নকুল চন্দ্ৰ ভূঞা আৰু সভাৰ প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামীদেৱ। বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে দেৰগাঁও সাহিত্য সভাই দুলাল বৰদলৈ আৰু প্ৰফুল্ল বৰাৰ ৰচনা 'আমাৰ বেজবৰুৱা' পুস্তিকা প্ৰকাশ কৰে। সম্পাদক নগেন ঠাকুৰৰ সম্পাদনাত পণ্ডিত হেমচন্দ্ৰ গোস্বামী শতবাৰ্ষিকীত তৃতীয় প্ৰকাশ স্মৃতিগ্ৰন্থখনি ১৬। ০৮। ৭৪ তাৰিখে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীদেৱে উন্মোচন কৰে।

দেৰগাঁও সাহিত্য সভাই দেৰগাঁৱৰ ৰাইজৰ সহায়-সহযোগ আৰু উপস্থিতিত প্ৰতিটো কাৰ্যসূচী সফলতাৰে পালন কৰি আহিছে। স্থানীয় প্ৰৱেশিকা পৰীক্ষাৰ্থীসকলে দেৰগাঁও সাহিত্য সভাৰ উন্নতিকল্পে বহু বছৰ অভিনয় কৰি সংগৃহীত অৰ্থ দেৰগাঁও সাহিত্য সভালৈ দান দি আহিছে।

**হেমচন্দ্ৰ বৰুৱা স্মাৰক নিধি —**

দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক ডালিম চন্দ্ৰ পাঠকে ২৫০.০০ (দুশ পঞ্চাশ) টকাৰ এটি দান 'হেমচন্দ্ৰ বৰুৱা স্মাৰক নিধি' নামকৰণেৰে দেৰগাঁও সাহিত্য সভালৈ আগ বঢ়ায়। এই টকা বেংকত জমা থৈ তাৰ সুদৰ পৰা আৰ্জিত ধনেৰে দেৰগাঁও কেন্দ্ৰৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষাত অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ পাওঁতাক দেৰগাঁও সাহিত্য সভাই পুৰস্কৃত কৰিব। এই বঁটা ১৯৬৭ চনৰ পৰা দি থকা হৈছে। কিন্তু বৰ্তমান শিৱসাগৰ জিলা কেন্দ্ৰীয় বেংক বন্ধ হৈ যোৱাত জমা টকা নোহোৱা হ'ল যদিও দেৰগাঁও সাহিত্য সভাৰ নিজা পুঁজিৰ পৰা এই বঁটা দি থকা হৈছে।

**চন্দ্ৰনাথ খাউণ্ড ভৱন —**

দেৰগাঁও সাহিত্য সভাৰ নিজা কাৰ্যালয় নথকাত গোলাপ চন্দ্ৰ পূজাৰী - সভাপতি, মুক্তানাথ দত্ত - সম্পাদক হৈ থকা কাৰ্যকালতে এই অভাৱ পূৰণৰ চিন্তা কৰা হয়। দেৰগাঁৱৰ বিশিষ্ট সমাজসেৱী চন্দ্ৰনাথ খাউণ্ডদেৱৰ পুত্ৰদ্বয় নগেন খাউণ্ড আৰু যোগেন খাউণ্ডদেৱৰ ওচৰলৈ কেশৰকান্ত বেজবৰুৱা, গোলাপ চন্দ্ৰ পূজাৰী, যতীন্দ্ৰনাথ হাজৰিকা, মুক্তানাথ দত্ত আৰু সুৰেন্দ্ৰনাথ বৰঠাকুৰক লৈ এটি প্ৰতিনিধি দলে তেখেতসকলক লগ কৰে আৰু মাটি দান হিচাপে বিচৰা হয়। যোগেন্দ্ৰনাথ খাউণ্ডদেৱে তেখেতৰ পিতৃৰ নামত 'চন্দ্ৰনাথ খাউণ্ড ভৱন' নামকৰণ কৰাৰ স্বাৰ্থত দেৰগাঁও নগৰৰ মাজ মজিয়াত একঠা মাটি দান দিয়াৰ প্ৰতিশ্ৰুতি দি ৮। ৬। ৬৬ তাৰিখে অনুষ্ঠিত কাৰ্যনিৰ্বাহক সভাত নিজে উপস্থিত থাকি উক্ত চৰ্তত আনুষ্ঠানিকভাৱে দেৰগাঁও সাহিত্য সভাক মাটি দান দিয়ে। (বৰ্তমান আইনগতভাৱে এই মাটি দেৰগাঁও সাহিত্য সভালৈ হস্তান্তৰ হয়) স্থানীয় ৰাইজৰ সহায়-সহযোগত চন্দ্ৰনাথ খাউণ্ড ভৱন গঢ় লৈ উঠিছে।

১৯৬৮ চনত নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন হোৱাত সম্পাদক দুলাল বৰদলৈ আৰু সদস্যসকলৰ তৎপৰতাত ৰাইজৰ পৰা ইটা, শিল, বালি, মাটি, অৰ্থ সংগ্ৰহ কৰি ১৯৭০ চনত ভৱনৰ প্লিণ্ঠৰ কাম আৰম্ভ কৰি সম্পূৰ্ণ কৰা হয়। অৰ্থাভাৱত প্লিণ্ঠতে কামৰ গতি মন্থৰ হৈ পৰে আৰু সমিতিখনৰো সক্ৰিয়তা কমি আহে। ১৯৭১ চনত দেৰগাঁও সাহিত্য সভাৰ সক্ৰিয়তা লোপ পোৱাৰ সময়তেই কাৰ্যনিৰ্বাহক সমিতিৰ সভাপতি গোলাপ চন্দ্ৰ পূজাৰী (শিক্ষক) দেৱে পদত্যাগ কৰাত উপসভাপতি ৰবীন্দ্ৰনাথ হাজৰিকাই অস্থায়ী সভাপতিৰূপে দায়িত্ব লৈ ২১। ১২। ৭১ তাৰিখে এখন ৰাজহুৱা সভা আহ্বান কৰে। এই সাধাৰণ সভাত সভাপতিত্ব কৰে অধ্যক্ষ হৰকান্ত মহন্তদেৱে। এই সভাতেই অস্থায়ী সভাপতি ৰবীন্দ্ৰনাথ হাজৰিকাই পুৰণি সমিতিৰ হৈ পদত্যাগ কৰাত এখন নতুন সমিতি গঠন কৰা হয়।

নতুন কাৰ্যনিৰ্বাহক সমিতিত অধ্যক্ষ হৰকান্ত মহন্ত -






সভাপতি, ৰবীন্দ্ৰনাথ হাজৰিকা -উপসভাপতি, নগেন ঠাকুৰ - সম্পাদক, হৰেন্দ্ৰনাথ শৰ্মা আৰু অতুল গোস্বামী - যুটীয়া সহকাৰী সম্পাদক, জীৱনাথ হাজৰিকাক কোষাধ্যক্ষ হিচাপে লৈ নতুন সমিতি গঠন কৰা হয়। ২১। ৪। ৭৩ তাৰিখৰ ষষ্ঠ মুকলি অধিৱেশনখনি অধ্যক্ষ হৰকান্ত মহন্তৰ সভাপতিত্বত অনুষ্ঠিত হয়। সভাই পুনৰ আগৰ সমিতিখনকে বাহাল ৰাখে। ১৯৭২-৭৩ চনত গঢ়ি তোলা দেৰগাঁও সাহিত্য সভাৰ কাৰ্যালয় সভাপতি হৰকান্ত মহন্তদেৱৰ কৰ্মতৎপৰতাত গঢ়ি উঠে আৰু এই তাৰিখতে অধিৱেশনৰ আৰম্ভণিতে গোলাঘাটৰ মহকুমাধিপতিদেৱে আনুষ্ঠানিকভাৱে ভৱন উন্মোচন কৰে। সভাত যতিনাৰায়ণ শৰ্মা আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামীয়ে বিশিষ্ট অতিথি হিচাপে যোগদান কৰে। এই বছৰতে অনুষ্ঠিত এখন সাধাৰণ সভাই দেৰগাঁও সাহিত্য সভাৰ 'সোণালী জয়ন্তী' উদ্‌যাপন কৰাৰ সিদ্ধান্ত লয়। সেয়ে দেৰগাঁও সাহিত্য সভাৰ বাবে এই দুটা বছৰ স্মৰণীয়।

দেৰগাঁও সাহিত্য সভাৰ পঞ্চাশ বছৰ পূৰ্ণ হোৱা উপলক্ষে সোণালী জয়ন্তী উৎসৱ তিনিদিনীয়া কাৰ্যসূচীৰে ১৯৭৪ চনৰ ২০, ২১ আৰু ২২ ডিচেম্বৰ তাৰিখে অতি আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। সোণালী জয়ন্তী উপলক্ষে স্মৃতিগ্ৰন্থ, প্ৰদৰ্শনী, সমদল যাত্ৰা, প্ৰতিকৃতি উন্মোচন আদি কাৰ্যসূচী উল্লেখযোগ্য। প্ৰতিকৃতিখন আটকধুনীয়াকৈ অংকিত কৰে ৰজাবাহৰ গাঁৱৰ চিত্ৰশিল্পী বীৰেন্দ্ৰ কুমাৰ বৰাই। তেওঁ ৰাইজৰ প্ৰশংসা বুটলিবলৈও সক্ষম হয়। তেওঁ এগৰাকী অনাতাঁৰ শিল্পী।

সোণালী জয়ন্তী উৎসৱৰ বিভিন্ন কাৰ্যসূচীত অংশগ্ৰহণ কৰে বাগ্মীবৰ নীলমণি ফুকন, বুৰঞ্জীবিদ বেণুধৰ শৰ্মা, বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা, সু-সাহিত্যিক মিত্ৰদেৱ মহন্ত, ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱা, মোহিনী ৰাজকুমাৰী, চৈয়দ আব্দুল মালিক, ড° মোহিনী কুমাৰ শইকীয়া আৰু নগেন শইকীয়াইও সভাত একোটি ভাষণ দিয়ে। সোণালী জয়ন্তীতে দেৰগাঁও সাহিত্য সভাৰ সপ্তম মুকলি অধিৱেশনো অনুষ্ঠিত হয়। এই অধিৱেশনতে সভাত নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হয়। অধ্যক্ষ হৰকান্ত মহন্ত - সভাপতি, ৰবীন্দ্ৰনাথ হাজৰিকা - উপসভাপতি, ভদ্ৰেশ্বৰ বড়া - সম্পাদক, পুণ্যেশ্বৰ পূজাৰী আৰু নগেন বৰাক সহকাৰী সম্পাদকৰূপে লৈ কাৰ্যনিৰ্বাহক সমিতি পুনৰ গঠন কৰা হয়। এই সময়ছোৱাত অনুষ্ঠানৰ আৰ্থিক দিশ টনকিয়াল কৰিবলৈ লটাৰী খেল, ভ্ৰাম্যমাণ থিয়েটাৰ (সুৰদেৱী থিয়েটাৰ) অনা হয়। ইয়াৰ পৰা আৰ্জিত ধনেৰে চন্দ্ৰনাথ খাউণ্ড ভৱনৰ অসম্পূৰ্ণ কাম সম্পূৰ্ণ কৰা হয়। ৫০ খন ষ্টীলৰ চকী লোৱা আদি কৰা হয়। দেৰগাঁও সাহিত্য সভাৰ কাৰ্যালয় চন্দ্ৰনাথ খাউণ্ড ভৱনত স্থায়ী বিজুলী সংযোগ ব্যৱস্থা দেৰগাঁৱৰ মৌজাদাৰ, সমাজকৰ্মী যাদৱ শৰ্মাদেৱে নিজা খৰচত কৰাই দিয়ে।

যি গৰাকী সভাপতিৰ কাৰ্যদক্ষতাৰ বাবে দেৰগাঁও সাহিত্য সভাই প্ৰাণ পাই উঠিছিল, নতুন নতুন আঁচনিৰে সভাৰ এক গতিশীল নেতৃত্ব দিছিল সেইগৰাকী কৰ্মপ্ৰাণ ব্যক্তি শ্ৰদ্ধাৰ হৰকান্ত মহন্তদেৱে ১৯৭৬ চনৰ ১২ জুলাই তাৰিখে মহাপ্ৰয়াণ কৰিলে। এই কথাটিয়ে সকলোকে ম্ৰিয়মান কৰিলে। তেখেতৰ আদ্যশ্ৰাদ্ধ উপলক্ষে সভাই স্মৃতিতৰ্পণ পুস্তিকা প্ৰকাশেৰে শ্ৰদ্ধা নিবেদন কৰিলে। ২৭।৩। ৭৭ তাৰিখে দেৰগাঁও সহিত্য সভাৰ এখন সাধাৰণ সভা অনুষ্ঠিত হয়। এই সভাতে নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হয়। ৰবীন্দ্ৰনাথ হাজৰিকা - সভাপতি, যাদৱ শৰ্মা - উপসভাপতি, গিৰীশ বৰুৱা - সহকাৰী সম্পাদক, অনিল শৰ্মা আৰু অৰুণ শৰ্মাক যুটীয়া সম্পাদক আৰু ৰাম অৱতাৰ জালানক কোষাধ্যক্ষৰ দায়িত্ব দিয়ে। এই সমিতিয়ে কেন্দ্ৰীয় সমিতিৰ নিৰ্দেশনুযায়ী বিভিন্ন অনুষ্ঠান অনুষ্ঠিত কৰে। পুথিভঁৰালৰ উন্নয়ন, সংসদ-সদস্য, সাহিত্যিক, প্ৰাক্তন সভাপতি হেম বৰুৱা, শিক্ষাবিদ দুৰ্গানাথ কাকতি আৰু ভাষাবিদ সুনীতি চট্টোপাধ্যায়ৰ পৰলোকত শোকসভা আৰু স্মৃতিচাৰণ সভা অনুষ্ঠিত কৰা হয়।

২৬। ৬। ৭৭ তাৰিখে অনুষ্ঠিত সাধাৰণ সভাত ব্যক্তিগত কাৰণত সম্পাদক গিৰীশ বৰুৱাই পদত্যাগ কৰাত লক্ষীকান্ত মহন্তক সম্পাদকৰ দায়িত্ব দিয়া হয়। সহকাৰী সম্পাদক অনিল শৰ্মাই পদত্যাগ কৰাত সেই ঠাইত বিশ্বেশ্বৰ দত্তক সহকাৰী যুটীয়া সম্পাদক নিৰ্বাচন কৰা হয়। এই সমিতিৰ কাৰ্যকালত আলোচনাচক্ৰ, সাহিত্য চ'ৰা, কবিতা আবৃত্তি, শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ বৈঠকত সহযোগ, অসম সাহিত্য সভাৰ গোলাঘাট অধিৱেশনত সক্ৰিয় সহযোগ, কালীৰাম মেধিৰ জন্ম শতবৰ্ষ উদ্‌যাপন কৰা আৰু প্ৰথমবাৰৰ বাবে স্বৰ্গীয় হৰকান্ত মহন্তদেৱৰ স্মৃতিত পূৰ্ণকান্ত মহন্ত সোঁৱৰণী কুইজ প্ৰতিযোগিতা ছাত্ৰ-ছাত্ৰীসকলৰ মাজত অনুষ্ঠিত কৰা হয়। শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ কাৰ্যনিৰ্বাহক সভা আৰু অধিৱেশনত যোগদান কৰা আদি প্ৰধান। ১১। ১১। ৭৯ তাৰিখে অনুষ্ঠিত হোৱা সাধাৰণ সভাই নতুন কাৰ্যনিৰ্বাহক সভা গঠন কৰে। নিৰ্বাচিত বিষয়ববীয়াসকল ৰবীন্দ্ৰনাথ হাজৰিকা-সভাপতি, নীলপদ্ম ফুকন-কাৰ্যকৰী সভাপতি, যাদৱ শৰ্মা, লক্ষীকান্ত মহন্ত, ভদ্ৰেশ্বৰ বৰা, দীপিকা হাজৰিকা - উপসভাপতি, অতুল গোস্বামী - সম্পাদক, বিশ্বেশ্বৰ দত্ত - সাংগঠনিক সম্পাদক, বীৰেন্দ্ৰ কুমাৰ বৰা - সাংস্কৃতিক সম্পাদক, অৰুণ শৰ্মা - সাহিত্য বিভাগৰ সম্পাদক। এই সভাত ১৯৭৭ চনৰ হেমচন্দ্ৰ বৰুৱা বঁটা প্ৰদান কৰা হয়।

নতুন কাৰ্যনিৰ্বাহক সভা অনুষ্ঠিত হয় ২৫। ১১। ৭৯ তাৰিখে। এই সমিতিৰ কাৰ্যকাল দুৰ্যোগপূৰ্ণ; কিয়নো অসমৰ অস্তিত্ব ৰক্ষা আন্দোলন ছাত্ৰ সন্থা আৰু গণ সংগ্ৰাম পৰিষদৰ নেতৃত্বত হোৱাত বিশেষকৈ 'চন্দ্ৰনাথ খাউণ্ড ভৱন' আন্দোলনৰ সভা-সমিতি আদি পাতিবলৈ কাৰ্যালয় হিচাপে ল'ব লগা হোৱাত কিছু সুবিধা আহে। যিহেতু আন্দোলনত অসম সাহিত্য সভাই সক্ৰিয়ভাৱে অংশ লয়। তদুপৰি দেৰগাঁও সাহিত্য সভাৰ সম্পাদক অতুল গোস্বামী





গণ সংগ্ৰাম পৰিষদৰ মুখ্য আহ্বায়ক হিচাপে সক্ৰিয় অংশ লৈ বাগ্মীবৰ নীলমণি ফুকনৰ জন্ম শতবৰ্ষ সভা শেষ কৰি ঘৰলৈ যোৱাৰ মুহূৰ্তত পি. ডি. এক্টত গ্ৰেপ্তাৰ হৈ যোৰহাট, গুৱাহাটী আৰু গোৱালপাৰা কাৰাগাৰত বন্দী হ'বলগা হয়। তথাপি সুযোগ-সুবিধা উলিয়াই সভাৰ কাম-কাজ চলাই নিয়া হয়।

এইখন কাৰ্যনিৰ্বাহক সভাৰ জৰিয়তে বাঁহগুৰি জনজাতি এলেকাত ধৰ্মেশ্বৰ পাচুঙৰ সভাপতিত্বত বাঁহগুৰিত শাখা সাহিত্য সভা, চ'গুৰি মিচিং গাঁৱত মণিৰাম পেগুৰ সভাপতিত্বত হোৱা ৰাজহুৱা সভাই চ'গুৰি শাখা সাহিত্য সভা, নেঘেৰিটিঙত ভৱ কলিতাৰ সভাপতিত্বত হোৱা ৰাজহুৱা সভাই নেঘেৰিটিঙৰ লগতে চাহ বাগিচাৰ লোকসকলক লৈ নেঘেৰিটিং শাখা সাহিত্য সভা গঠন কৰি সাহিত্য সভাৰ সাংগঠনিক দিশ সবল কৰাত গুৰুত্ব আৰোপ কৰা হয়।

এই সমিতিৰ উদ্যোগতে কাৰ্যনিৰ্বাহকৰ সভাৰ লগতে অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰীৰ জন্ম শতবৰ্ষ, জ্যোতি সোঁৱৰণী দিৱস, ৰঘুনাথ চৌধুৰীৰ জন্ম শতবাৰ্ষিকী, অসম সাহিত্য সভাৰ সভাপতি যতীন্দ্ৰনাথ গোস্বামীৰ সম্বৰ্ধনা সভা, বিষ্ণুৰাভা দিৱস, বাগ্মীবৰ নীলমণি ফুকনৰ জন্ম শতবাৰ্ষিকী, জ্ঞানদাভিৰাম বৰুৱাৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপন কৰাৰ উপৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য হীতেন্দ্ৰনাথ বৰুৱা, প্ৰবীণ ৰাজনীতিবিদ বামপন্থী নেতা যদুনাথ শইকীয়াৰ পৰলোকত শোকসভা পতা হয়। ১৯৮০ চনৰ ১৪ ডিচেম্বৰ তাৰিখে অসমৰ এগৰাকী সম্ভাৱনাপূৰ্ণ শিল্পী, গীতিকাৰ, ঔপন্যাসিক, নাট্যকাৰ, সংগীত পৰিচালক, বোলছবি পৰিচালক দেৰগাঁৱৰ সুযোগ্য সন্তান ডাঃ উপেন কাকতি জেংৰাইমুখত মটৰ চাইকেল দুৰ্ঘটনাত অকালতে আমাৰ মাজৰ পৰা হেৰাই যাব লগা হোৱাত দেৰগাঁও তথা অসমৰ বহু ক্ষতি হয়। তেখেতৰ বিয়োগত শোকসভা অনুষ্ঠিত কৰাৰ উপৰি আদ্যশ্ৰাদ্ধৰ দিনা প্ৰাৰ্থনা সভা আৰু এখনি স্মৃতি পুস্তিকা 'মন ক্ষণে ক্ষণে বিনায়' দেৰগাঁও সাহিত্য সভাৰ দ্বাৰা প্ৰকাশ কৰা হয়। প্ৰকাশক আছিল দেৰগাঁও সাহিত্য সভাৰ সম্পাদক অতুল গোস্বামী।

**সাংগঠনিক কাম-কাজ —**

দেৰগাঁও সাহিত্য সভাৰ প্ৰতিষ্ঠা কালৰে পৰা সাধ্যানুসৰি সভাই সাংগঠনিক দিশত কাৰ্যনিৰ্বাহ কৰি আহিছে। ছাত্ৰ-ছাত্ৰীৰ মাজত সাহিত্য প্ৰতিযোগিতা, স্থানীয় বিদ্যালয়ৰ আলোচনী প্ৰতিযোগিতা, আলোচনা চক্ৰ, কবিতা আবৃত্তি আদি সময়ে সময়ে অনুষ্ঠিত কৰি আহিছে। সাহিত্য সভা সপ্তাহৰ সময়ছোৱাত দেৰগাঁৱৰ বাহিৰেও বিভিন্ন স্থানত সভা-সমিতি অনুষ্ঠিত কৰি সাহিত্যে সভাৰ উদ্দেশ্য প্ৰচাৰ কৰা হৈছে। মিচিং জনগোষ্ঠী, চাহ মজদুৰ এলেকা আদিত শাখা সভা পাতি অসম সাহিত্য সভাৰ ভেটি টনকিয়াল কৰাৰ যত্ন কৰা হয়। দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক শ্ৰীডালিম চন্দ্ৰ পাঠকৰ ২৫০.০০ টকাৰ দানেৰে 'হেমচন্দ্ৰ বৰুৱা স্মাৰক নিধি' প্ৰতিষ্ঠা কৰা হয়। উক্ত টকা শিৱসাগৰ জিলা কেন্দ্ৰীয় সমবায় বেংকত থৈ তাৰ সুদৰ টকাৰে প্ৰতি বছৰে দেৰগাঁও কেন্দ্ৰত অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ পাওঁতা ছাত্ৰ-ছাত্ৰীক পুৰস্কৃত কৰা হয়। বৰ্তমান সেই বেংক বন্ধ হৈ যোৱাত সমিতিৰ সেই ন্যাস নোহোৱা অৱস্থা হ'ল। তথাপি সভাৰ নিজৰ পুঁজিৰ পৰা ছাত্ৰ-ছাত্ৰীসকলক উৎসাহিত কৰিবলৈ 'হেমচন্দ্ৰ বৰুৱা বঁটা' দি অহা হৈছে।

**শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ চতুৰ্থ বাৰ্ষিক দেৰগাঁও অধিৱেশন —**

তৃতীয় বাৰ্ষিক জিলা সাহিত্য পৰিষদৰ খনামুখ অধিৱেশনতে চতুৰ্থ বাৰ্ষিক অধিৱেশন দেৰগাঁৱলৈ নিমন্ত্ৰণ কৰা হয়। এই অধিৱেশনৰ সভাপতি আছিল ড' লক্ষ্মীনন্দন বৰাদেৱ। শিৱসাগৰ জিলা পৰিষদৰ অধিৱেশন ১৯৮১ চনত দুবাৰকৈ সভা স্থগিত ৰাখিব লগা হয়। সেই সময়ত সভাপতি ড' বৰাদেৱ আভ্যন্তৰীণ নিৰাপত্তা আইনৰ জৰিয়তে গ্ৰেপ্তাৰ হ'ব লগা হোৱাত, এবাৰ জিলা সমিতিৰ অন্যান্য অসুবিধাত। ২২। ১২। ৮১ তাৰিখে জিলা সভা আৰু অভ্যৰ্থনা সমিতিৰ যুটীয়া সভাত আমাৰ পৰামৰ্শৰ ভিত্তিত ১৭, ১৮ আৰু ১৯ মাৰ্চ ১৯৮১ তাৰিখ (মঙল, বুধ আৰু বৃহস্পতি বাৰে) চতুৰ্থ বাৰ্ষিক অধিৱেশন অনুষ্ঠিত কৰাৰ সিদ্ধান্ত কৰা হয়। শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ অধিৱেশন দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ত সফলতাৰে তিনিদিনীয়াকৈ অনুষ্ঠিত কৰা হয়। অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি - শ্ৰদ্ধেয় যোগেশ্বৰ হাজৰিকা, সম্পাদক - অতুল গোস্বামী। এই অধিৱেশনত প্ৰকাশ কৰা স্মৃতিগ্ৰন্থৰ সম্পাদক আছিল মঃ কুতুবুদ্দিন আহমেদ। তেখেত দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক। কমল দুৱৰা মহাবিদ্যালয়ৰ অধ্যক্ষ আৰু শিৱসাগৰ জিলা পৰিষদৰ অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতি নীলপদ্ম ফুকনে বহু সহায় আগ বঢ়ায়। প্ৰদৰ্শনী বিভাগৰ সভাপতি ললিতৰাম শইকীয়াদেৱে ২৯ খনৰো অধিক ষ্টল গোটাই এখন আটকধুনীয়া প্ৰদৰ্শনী অনুষ্ঠিত কৰিলে। স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিবলৈ অৰ্থৰ অভাৱ হোৱা সত্ত্বেও বন্ধু, বৰুৱাবামুণ গাঁৱৰ শ্ৰীমন্ত প্ৰেছৰ স্বত্ত্বাধিকাৰ শ্ৰদ্ধেয় দেৱেশ্বৰ হাজৰিকা, তেখেতৰ ভাতৃ পংকজ হাজৰিকাই সহায় কৰিছিল। দুয়ো আজি আমাৰ মাজত নাই। দুয়োৰে প্ৰতি শ্ৰদ্ধা জনাইছোঁ।

শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ অধিৱেশন এক সফল অধিৱেশন আছিল। কিন্তু সম্পাদক ঋণগ্ৰস্ত হ'ব লগা হ'ল। ঋণ পৰিশোধ কৰিবলৈ ভ্ৰাম্যমাণ থিয়েটাৰ 'আৱাহন'ক নিমন্ত্ৰণ কৰি চাৰিনিশা নাট মঞ্চস্থ কৰাই আমি যথেষ্ট অৰ্থ গোটাবলৈ সক্ষম হ'লোঁ। ৰাহি ধনৰ জৰিয়তে শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ ঋণ, স্মৃতিগ্ৰন্থৰ টকা বিভিন্ন শিতানত পৰিশোধ কৰি বাকী থকা অৰ্থৰে







দেৰগাঁও সাহিত্য সভাৰ সন্মুখৰ গাঁত মাটি ভৰাই পোতা, পুথিভঁৰালৰ আলমাৰী, কিতাপ ক্ৰয় কৰা, অধ্যক্ষ হৰকান্ত মহন্ত ছাৰৰ স্মৃতিত ৩,৬০০.০০ টকাৰ এটা ন্যাস খোলা আৰু শাখা সভাৰ সাধাৰণ পুঁজিলৈ ৫,০০০.০০ টকা জমা ৰখা আদি বিভিন্ন উন্নয়নমূলক কাম কৰা হয়। পাছত অধ্যক্ষ হৰকান্ত মহন্ত ন্যাসলৈ পৰিয়ালৰ পৰা ৫০০০.০০ টকা দান দিয়াত সেই পুঁজি বৰ্তমানে ৮,৬০০.০০ টকা সংৰক্ষিত পুঁজি হিচাপে ভাৰতীয় ষ্টেট বেংক, দেৰগাঁও শাখাত আছে। এই পুঁজিৰ সুদৰ পইচাৰে মহন্ত ছাৰৰ স্মৃতিত স্মাৰক বক্তৃতানুষ্ঠান অনুষ্ঠিত কৰা হয়। আমাৰ কাৰ্যকালতে দুবাৰ— প্ৰথমবাৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক ড' মুকুল শৰ্মা আৰু দ্বিতীয়বাৰ অসমৰ এগৰাকী আগশাৰীৰ লেখক, প্ৰবন্ধকাৰ, সাংবাদিক যতীন্দ্ৰনাথ বৰগোহাঞিদেৱে অংশগ্ৰহণ কৰি স্মাৰক বক্তৃতা প্ৰদান কৰে। অধ্যক্ষ হৰকান্ত মহন্ত সোঁৱৰণী ন্যাস শ্ৰদ্ধাৰ সভাপতি যতীন্দ্ৰনাথ হাজৰিকাদেৱ আৰু সম্পাদক অতুল গোস্বামীৰ কাৰ্যকালত গঠন কৰি ন্যাসৰ গঠন, নীতি-নিয়ম লিখিতভাৱে কৰি প্ৰতিলিপি বেংকতো দিয়া হয়। ১৯৮৯ চনৰ ২৫ নৱেম্বৰৰ পৰা ১৯৮১ চনৰ ২ মে' তাৰিখলৈকে কাৰ্যনিৰ্বাহ কৰা দেৰগাঁও সাহিত্য সভাৰ কাৰ্যপালিকা সভাৰ আন্তৰিক প্ৰচেষ্টাত ১৯৮১ চনৰ ১৭, ১৮ আৰু ১৯ মাৰ্চ তাৰিখে অবিভক্ত শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ চতুৰ্থ বাৰ্ষিক অধিৱেশন দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ত অতি আড়ম্বৰপূৰ্ণভাৱে উদ্‌যাপন কৰা হয়। পুথি প্ৰদৰ্শনী, স্মৃতিগ্ৰন্থ প্ৰকাশ, আলোচনা চক্ৰ, আকৰ্ষণীয় শোভাযাত্ৰা, সাংস্কৃতিক অনুষ্ঠান আছিল লেখত ল'বলগীয়া।

১৯৮১ চনৰ ২ মে' তাৰিখে দেৰগাঁও সাহিত্য সভাৰ সাধাৰণ সভা অনুষ্ঠিত হয়। সভাপতি যতীন্দ্ৰনাথ হাজৰিকাৰ সভাপতিত্বত অনুষ্ঠিত সভাত দেৰগাঁও সাহিত্য সভাৰ নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হয়। এই সমিতিত পূৰ্বৰ এজন-দুজন সদস্যৰ বাহিৰে পূৰ্বৰ সমিতিখনকে সামান্য সালসলনিৰে বাহাল থাকে। সেইমতে যতীন্দ্ৰনাথ হাজৰিকা - সভাপতি, নীলপদ্ম ফুকন - কাৰ্যকৰী সভাপতি, ভোলানাথ হাজৰিকা, ললিতৰাম শইকীয়া, গণেশ হাজৰিকা, দেৱযানী মহন্ত - উপ সভাপতি, অতুল গোস্বামী - সম্পাদক, বিশ্বেশ্বৰ দত্ত - সাংগঠনিক সম্পাদক, বীৰেন্দ্ৰ নাথ বৰা - সাংস্কৃতিক সম্পাদক, মহেন্দ্ৰনাথ হাজৰিকা - সাহিত্য বিভাগৰ সম্পাদক, যাদৱ শৰ্মা - কোষাধ্যক্ষ, অনিল ঠাকুৰ আৰু বীৰেন বৰা - হিচাপ পৰীক্ষক। এইখন কাৰ্যনিৰ্বাহক সমিতিলৈ নেঘেৰিটিং, বাঁহগুৰি, চ'গুৰিত নতুনকৈ প্ৰতিষ্ঠা কৰা তিনিওখন শাখা সভাৰ ক্ৰমে ধৰ্মেশ্বৰ পাচুং, মনোমতী দলে আৰু মঃ জান মহম্মদক সদস্য মনোনীত কৰা হয়।

এই সমিতিয়ে ৰবীন্দ্ৰনাথ হাজৰিকাক সভাপতি, অতুল গোস্বামীক সম্পাদক হিচাপে লৈ হৰকান্ত মহন্ত ন্যাস গঠন কৰাৰ উপৰি এইখন কাৰ্যনিৰ্বাহক সমিতিৰ দিনতে মাধৱদেৱৰ জন্ম তিথিক চৰকাৰী বন্ধ হিচাপে ঘোষণা কৰা আৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ জন্ম তিথিত ৰাষ্ট্ৰীয় বন্ধ ঘোষণা কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰি ৰাজ্যিক আৰু কেন্দ্ৰীয় চৰকাৰক অনুৰোধ জনায়। আন কাৰ্যসূচীত ড° সতেন্দ্ৰনাথ শৰ্মাক সম্বৰ্ধনা জ্ঞাপন, ঔপন্যাসিক দেৱেন্দ্ৰনাথ আচাৰ্যৰ বিয়োগত শোকসভা, হেমকান্ত বৰুৱা বঁটা প্ৰদান আদি অনুষ্ঠান অনুষ্ঠিত হয়। ১৯৮২ চনৰ ১১ এপ্ৰিলত ডিফু অধিৱেশনৰ প্ৰতিনিধি নিৰ্বাচনৰ সভা হয়। ২৮ এপ্ৰিল তাৰিখে যশস্বী সাহিত্যিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীৰ সম্বৰ্ধনা সভা, ১৯৮২ চনৰ ১৫ মে' তাৰিখে দেৰগাঁও সাহিত্য সভাই সন্মানীয় ডক্টৰেট ডিগ্ৰী লাভ কৰা শ্ৰীনগেন ঠাকুৰ, হেম বৰুৱা আৰু অনিল ঠাকুৰক সম্বৰ্ধনা জনায়।

দেৰগাঁও সাহিত্য সভাৰ দ্বাৰা গঠিত চ'গুৰি শাখা সাহিত্য সভাৰ উপ সভানেত্ৰী মনোমতী দলেৰ বিয়োগত শোকসভা ২৫। ৫। ৮২ তাৰিখে অনুষ্ঠিত কৰা হয়। প্ৰাচ্যতত্ত্ববিদ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ ১৯। ৩। ৮২ তাৰিখে দেহাৱসান ঘটাত ২০। ৫। ৮২ তাৰিখে ৰবীন্দ্ৰনাথ হাজৰিকাৰ সভাপতিত্বত শোকসভা অনুষ্ঠিত কৰা হয়। অসম সাহিত্য সভাৰ নিৰ্দেশত ১৭ জুন তাৰিখে দিনজোৰা কাৰ্যসূচীৰে পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ দিৱস পালন কৰা হয়। একে বছৰতে ২০ জুনত বিষ্ণুৰাভা সোঁৱৰণী দিৱস বিভিন্ন প্ৰতিযোগিতা আৰু আলোচনা চক্ৰৰে অনুষ্ঠিত কৰা হয়। দেৰগাঁও সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, শিক্ষক, মুক্তিযোদ্ধা গোলাপ চন্দ্ৰ পূজাৰীৰ বিয়োগত ৩০। ৬। ৮২ তাৰিখে ৰাজহুৱা শোকসভা দেৰগাঁও সাহিত্য সভাৰ উদ্যোগত অনুষ্ঠিত কৰা হয়।

একেদৰে বিশিষ্ট অভিনেতা তচদ্দুক ইউচুফ, ফুনু বৰুৱা, ভূদান আন্দোলনৰ নেতা আচাৰ্য বিনোৱা ভাবেৰ বিয়োগত ১৬। ১১। ৮২ তাৰিখে, অসম সাহিত্য সভাৰ সেই সময়ৰ সভাপতি সীতানাথ ব্ৰহ্মচৌধুৰীৰ আকস্মিক বিয়োগত ২৫। ১১। ৮২ তাৰিখে শোকসভা অনুষ্ঠিত কৰা হয়। ১৫। ১২। ৮২ তাৰিখে অসমৰ সু-সাহিত্যিক ড° মহেন্দ্ৰনাথ বৰাদেৱক দেৰগাঁও সাহিত্য সভাৰ দ্বাৰা সম্বৰ্ধনা জনোৱা হয়।

১৯৮৩ চনৰ ২৬ জানুৱাৰীত বকুলবনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাৰ বিয়োগত, ২৬। ৩। ৮৩ তাৰিখে স্থানীয় শিক্ষাবিদ, বৈষ্ণৱ পণ্ডিত কুশেশ্বৰ কলিতাৰ বিয়োগত, ২৭। ৩। ৮৩ তাৰিখে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মিত্ৰদেৱ মহন্তৰ বিয়োগত ৰাজহুৱা শোকসভা অনুষ্ঠিত কৰা হয়। এই সময়ছোৱাত বিশিষ্ট লেখক নন্দ তালুকদাৰ, দেৰগাঁও সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সদস্য, ৰাষ্ট্ৰপতি পুৰস্কাৰপ্ৰাপ্ত শিক্ষাবিদ পদ্মেশ্বৰ বৰঠাকুৰৰ বিয়োগত শোকসভা অনুষ্ঠিত কৰা হয়। ১৯৮৩ চনৰ ৩ ছেপ্টেম্বৰ তাৰিখে শিৱসাগৰ জিলাৰ সাহিত্য পৰিষদৰ প্ৰাক্তন উপ সভাপতি লেখক তৰুণ চন্দ্ৰ



পামেগামৰ বিয়োগত ৯ ছেপ্টেম্বৰ তাৰিখে 'তৰুণ চন্দ্ৰ পামেগাম দিৱস' দিনজোৰা কাৰ্যসূচীৰে পালন কৰা হয়। এই সভাত হৰকান্ত মহন্ত সোঁৱৰণী কুইজ প্ৰতিযোগিতা আৰু হেম চন্দ্ৰ বৰুৱা বঁটা প্ৰদান কৰা হয়।

দেৰগাঁও সাহিত্য সভাৰ অষ্টম মুকলি অধিৱেশন ১৯।২। ৮৪ তাৰিখে অনুষ্ঠিত কৰা হয়। অধিৱেশন মুকলি কৰে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামীদেৱে। সভাত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড° নগেন শইকীয়া, কবিতা কোঁৱৰ, অম্বেশ্বৰ চেতিয়া ফুকনে সভাত অংশগ্ৰহণ কৰে। সভাই সামান্য সাল-সলনিৰে নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰে। ৰবীন্দ্ৰনাথ হাজৰিকা - সভাপতি, ললিতৰাম শইকীয়া - উপ সভাপতি, অতুল গোস্বামী - সম্পাদক আৰু নীলপদ্ম ফুকনক কোষাধ্যক্ষৰূপে লৈ সমিতি গঠন কৰে। এই কাৰ্যনিৰ্বাহকে ২৩।১১।৮৯ তাৰিলৈকে কাৰ্যনিৰ্বাহ কৰে। কাৰ্যনিৰ্বাহকৰ সভা আৰম্ভণিতে সভাপতি ৰবীন্দ্ৰনাথ হাজৰিকাই পৰিচালনা কৰিছিল। পাছত তেখেতৰ অসুস্থতা হেতু উপ সভাপতি ললিতৰাম শইকীয়াই পৰিচালনা কৰিছিল। এইখন কাৰ্যনিৰ্বাহক সভাই অসম সাহিত্য সভাৰ নিৰ্ধাৰিত কাৰ্যসূচী যেনে - ২০ জুলত কলাগুৰু বিষ্ণুৰাভা দিৱস, ১৭ জানুৱাৰীত শিল্পী দিৱস আৰু সাহিত্য সভা সপ্তাহ পালন কৰে। সাহিত্যাচাৰ্য অতুল হাজৰিকা স্মৃতি দিৱস আৰু বিশিষ্ট ব্যক্তিসকলৰ বিয়োগত শোকসভা অনুষ্ঠিত কৰি সভাক কাৰ্যক্ষম কৰি তোলা হয়। তদুপৰি দেৰগাঁও সাহিত্য সভাৰ হেমচন্দ্ৰ বৰুৱা বঁটা প্ৰদান অনুষ্ঠান, হৰকান্ত মহন্ত সোঁৱৰণী ন্যাসৰ হৰকান্ত মহন্ত স্মাৰক বক্তৃতাৰ আয়োজন কৰা হয়। ১৯৮৫ চনৰ ৪ আগষ্ট তাৰিখে বাপুজী মন্দিৰত আয়োজন কৰা স্মাৰক বক্তৃতা মুকলি কৰে শিক্ষাবিদ, সাহিত্যিক পৰাগধৰ চলিহাদেৱে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগৰ প্ৰাধ্যাপক মুকুল শৰ্মাদেৱে 'বৰ্তমান শিক্ষা ব্যৱস্থা আৰু জাতীয় চৰিত্ৰ গঠন, ইয়াৰ প্ৰাসংগিকতা' শীৰ্ষক মনোজ্ঞ বক্তৃতা প্ৰদান কৰে। উক্ত বক্তৃতামালা পুস্তিকা আকাৰে দেৰগাঁও সাহিত্য সভাই প্ৰকাশ কৰে। এই অনুষ্ঠানত সভাপতিত্ব কৰে সভাপতি ৰবীন্দ্ৰনাথ হাজৰিকাদেৱে। এইখন কাৰ্যনিৰ্বাহকৰ দিনতে ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাদেৱৰ ডেৰশ বছৰীয়া জন্ম শতবাৰ্ষিকী পালনৰ বাবে ৮।৯।৮৫ তাৰিখে ৰাজহুৱা সভা অনুষ্ঠিত কৰি উদ্‌যাপন সমিতি গঠন কৰে।

হেমচন্দ্ৰ বৰুৱাৰ ডেৰশ বছৰীয়া জন্ম শতবাৰ্ষিকী দেৰগাঁৱত এই কাৰ্যনিৰ্বাহক সমিতিৰ কাৰ্যকালত হ'লেও সম্পাদক অতুল গোস্বামী অসমৰ ছবছৰীয়া আন্দোলনত গণ সংগ্ৰাম পৰিষদৰ মুখ্য আহ্বায়কৰ দায়িত্বত থকাৰ বাবে, বিশেষকৈ গোলাঘাটত ৰাজনৈতিক অভিবৰ্তনত ছাত্ৰ সস্থা আৰু গণ সংগ্ৰাম পৰিষদ লাগি থাকিবলগীয়া হোৱাত এই অনুষ্ঠানৰ দায়িত্ব গ্ৰহণ কৰা নাছিল।

অসম সাহিত্য সভাই দেৰগাঁও সাহিত্য সভাৰ সহযোগত ১৯৮৬ চনৰ ১০ জানুৱাৰী তাৰিখে আধুনিকতাৰ অগ্ৰদূত, ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ ডেৰশ বছৰীয়া জন্ম জয়ন্তী অনুষ্ঠান তেওঁৰ জন্মস্থান দেৰগাঁৱত কেন্দ্ৰীয়ভাৱে পালনৰ আয়োজন কৰে। সভাপতি - যাদৱ শৰ্মা, উপ সভাপতি - ধীৰেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য, ডালিম পাঠকক সম্পাদক, প্ৰভাত মহন্ত, যাদৱ ফুকনক সহ-সম্পাদক আৰু দিলীপ ফুকনক কোষাধ্যক্ষৰূপে লৈ দেৰগাঁও সাহিত্য সভাৰ বিষয়ববীয়াসকলেৰে এখন শক্তিশালী উদ্‌যাপন সমিতি গঠন কৰা হয়।

কাৰ্যসূচীমতে পুৱা ৮-৩০ বজাত পতাকা উত্তোলন কৰে অসম সাহিত্য সভাৰ সভাপতি যোগেশ দাসদেৱে। স্মৃতি তৰ্পণ অনুষ্ঠানত ভাগ লোৱাসকলৰ ভিতৰত সভাপতি যোগেশ দাস, জ্ঞানপীঠ বঁটা বিজয়ী সাহিত্যিক বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য। দেৰগাঁও সাহিত্য সভাৰ চন্দ্ৰনাথ খাউণ্ড ভৱনত স্মৃতিতৰ্পণ আৰু প্ৰতিকৃতিত মাল্যদান কৰাৰ পাছতে সভাপতি যোগেশ দাসক শোভাযাত্ৰাৰে নৱেন শৰ্মা স্মৃতি পথাৰৰ পৰা সভাগৃহ সাংস্কৃতিক অনুষ্ঠান বাপুজী মন্দিৰলৈ এখন খোলা জীপত গায়ন-বায়নেৰে সভাস্থলীলৈ আদৰি অনা হয়। শোভাযাত্ৰাৰ একেবাৰে আগত আছিল ছটা হাতী।

দিনৰ ১ বজাত বাপুজী মন্দিৰ প্ৰেক্ষাগৃহত যোগেশ দাসৰ সভাপতিত্বত মুকলি সভা অনুষ্ঠিত হয়। সভাখন উদ্বোধন কৰে জ্ঞানপীঠ বঁটা বিজয়ী সাহিত্যিক বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই। অনুষ্ঠানৰ আঁত ধৰে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক প্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্যদেৱে। মুকলি সভাত অংশগ্ৰহণ কৰা বিশিষ্ট সাহিত্যিকসকল আছিল সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামী, ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱা, সাহিত্যিক যোগেন্দ্ৰ নাৰায়ণ ভূঞা, মিতভাষৰ জনক ড° নগেন শইকীয়া, সেই সময়ৰ অসম সাহিত্য সভাৰ সহকাৰী সম্পাদকদ্বয় মহেশ ভট্টাচাৰ্য, গগন অধিকাৰী, শতবাৰ্ষিকী যোগাযোগ সহায়ক অমল ৰাজখোৱা, ভাষাজ্ঞান সচিব মঃ কুতুবুদ্দিন আহমেদ। উদ্‌যাপন সমিতিৰ সভাপতি যাদৱ শৰ্মাই ছপা কৰি প্ৰকাশ কৰা আদৰণী ভাষণত বৃহত্তৰ দেৰগাঁও অঞ্চলৰ, দেৰগাঁও সাহিত্য সভাৰ অতীত আৰু বৰ্তমানক আলোকিত কৰি নাতিদীৰ্ঘ অভিভাষণ পাঠ কৰে। এই সভাত ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ স্মৃতিত এটি পুথিভঁৰাল প্ৰতিষ্ঠাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়।

এই কাৰ্যনিৰ্বাহকে সফলতাৰে ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ ডেৰশ বছৰীয়া জয়ন্তী উৎসৱ পালনৰ লগতে সেই সময়ছোৱাত পৰলোক হোৱা অধ্যাপক ৰাইহান শ্বাহ, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি তীৰ্থনাথ শৰ্মা, অসম সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক আব্দুছ ছাত্তাৰ, বিশিষ্ট লেখক দধি মহন্ত, বিশিষ্ট ৰাজনীতিক বিশ্ব গোস্বামী, বিশিষ্ট সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱা, বীৰেন চন্দ্ৰ দাস, বিশিষ্ট সমাজ সেৱিকা, মইনা পাৰিজাতৰ গুৰি ধৰোঁতা কুঞ্জ হাজৰিকা আদি বিশিষ্ট ব্যক্তিসকলৰ বিয়োগত শোকসভা, স্মৃতি সভা অনুষ্ঠিত





কৰে। ২২।১।৮৯ তাৰিখে সাহিত্য সভা সপ্তাহ উপলক্ষে আয়োজন কৰা সামৰণী অনুষ্ঠানৰ সভাত হেমচন্দ্ৰ বৰুৱা ডেৰশ বছৰীয়া জন্ম জয়ন্তী উৎসৱত গ্ৰহণ কৰা প্ৰস্তাৱ অনুসৰি দেৰগাঁও সাহিত্য সভাৰ পুথিভঁৰালৰ নাম 'হেমচন্দ্ৰ বৰুৱা পুথিভঁৰাল' নামকৰণৰ উল্লিখিত প্ৰস্তাৱ সৰ্বসম্মতিক্ৰমে গ্ৰহণ কৰি কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰা হয়। আৱাহন থিয়েটাৰৰ সংগৃহীত টকাৰ পৰা ৩,৬০০.০০ (তিনিহাজাৰ ছশ) টকাৰে অধ্যক্ষ হৰকান্ত মহন্ত সোঁৱৰণী ন্যাস কাৰ্যনিৰ্বাহক সভাত সন্মতি সাপেক্ষে সম্পাদক অতুল গোস্বামীয়ে গঠন কৰে। দেৰগাঁও সাহিত্য সভাৰ প্ৰয়োজনীয় আঁচবাব, দূৰদৰ্শন ছেট আৰু আৰু অন্যান্য ভালেমান সাংগঠনিক কামো এই সময়ত সম্পন্ন হয়।

দেৰগাঁও সাহিত্য সভাৰ পুথিভঁৰাল চোৰা-চিতা আৰু ক্ৰম অনুসাৰে কিতাপ, আলোচনী বিভিন্ন ভাগত সজোৱা, আলোচনী, বাতৰি কাকত আদি সকলোৱে সদায় পঢ়িব পৰাকৈ নিয়াৰিকৈ ৰখা, সদস্যসকলৰ নিয়মীয়া উপস্থিতি ব চহী লোৱা — সকলো দিশত নিয়াৰিকৈ 'পুথিভঁৰালী' হিচাপে সভাক সহায় কৰা মোৰ ভাতৃপ্ৰতিম প্ৰফুল্ল ঠাকুৰৰ মৃত্যু পৰ্যন্ত যি অপৰিসীম ত্যাগ - শলাগিবলগীয়া। মাত্ৰ ত্ৰিশ টকা আছিল মাহেকীয়া মাননি। তেওঁ অতি নিষ্ঠাৰে সেই কাম সম্পাদন কৰিছিল। তেওঁক মই আজি স্মৰণ কৰিছোঁ, তেওঁৰ আত্মাৰ চিৰশান্তি কামনা কৰিছোঁ।

দেৰগাঁও সাহিত্য সভাৰ নৱম মুকলি অধিৱেশন ২৩।১১। ৮৯ তাৰিখে চন্দ্ৰনাথ খাউণ্ড ভৱনত অনুষ্ঠিত হয়। সভাপতি ৰবীন্দ্ৰনাথ হাজৰিকাৰ অসুস্থতাৰ হেতু সভাপতিত্ব কৰে ভোলানাথ হাজৰিকাই। অধিৱেশনৰ বিষয় বাছনী সভাই মুক্তানাথ দত্তক সভাপতি, অৰুণ শৰ্মাক সম্পাদকৰূপে লৈ কাৰ্যনিৰ্বাহক সমিতি গঠন কৰে। এইখন কাৰ্যনিৰ্বাহক সভাই ১৯৯০ চনৰ ১৭ জানুৱাৰীত শিল্পীদিৱস দিনজোৰা কাৰ্যসূচীৰে অনুষ্ঠিত কৰে।

৯।৪।৯১ তাৰিখে দেৰগাঁও সাহিত্য সভাৰ কাণ্ডাৰীস্বৰূপ ৰবীন্দ্ৰনাথ হাজৰিকাৰ বিয়োগত নীলপদ্ম ফুকনৰ সভাপতিত্বত ৰাজহুৱা শোকসভা, আদ্যশ্ৰাদ্ধৰ দিনা স্মৰণিকা প্ৰকাশ, সৰ্বধৰ্ম প্ৰাৰ্থনা সভা আৰু স্মৃতি সভা যাদৱ শৰ্মাৰ সভাপতিত্বত অনুষ্ঠিত হয়। দুখ আৰু পৰিতাপৰ কথা যে দেৰগাঁও সাহিত্য সভাৰ অক্লান্ত কৰ্ণধাৰ যাদৱ শৰ্মাৰ ১৯৯১ চনৰ ৮ আগষ্ট তাৰিখে অকাল বিয়োগ ঘটাত চন্দ্ৰনাথ খাউণ্ড ভৱনত নীলপদ্ম ফুকনৰ সভাপতিত্বত এখন বিশাল ৰাজহুৱা সভা অনুষ্ঠিত হয়। এই ৰাজহুৱা শোক সভাই তেখেতলৈ শ্ৰদ্ধা নিবেদন কৰাৰ লগতে দেৰগাঁৱৰ সমাজ জীৱনত তেখেতৰ অৱিহণা শ্ৰদ্ধাৰে বিভিন্ন বক্তাই স্মৰণ কৰে। ২২।৬।৯২ তাৰিখে ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ জন্মদিৱস গাম্ভীৰ্যপূৰ্ণভাৱে পালন কৰে। আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা লঘুসংগীতৰ এটি আকৰ্ষণীয় অনুষ্ঠান দেৰগাঁও সাহিত্য সভাই বাপুজী মন্দিৰত অনুষ্ঠিত কৰে। অসম সাহিত্য সভাৰ সভাপতি মহিম বৰাদেৱক সম্বৰ্ধনা জনোৱা হয়। ১৯৯৩ চনৰ ৩১ জানুৱাৰীত দেৰগাঁও সাহিত্য সভাৰ দশম অধিৱেশনৰ সাধাৰণ সভা সভাপতি মুক্তানাথ দত্তৰ সভাপতিত্বত অনুষ্ঠিত হয়। নতুন কাৰ্যনিৰ্বাহক সমিতিত পুনৰ মুক্তানাথ দত্তক সভাপতি, অৰুণ শৰ্মাক সম্পাদক নিৰ্বাচিত কৰে। এইখন কাৰ্যনিৰ্বাহক সমিতিয়ে ৩১।১২।৯৪ তাৰিখলৈকে এবছৰ কাৰ্যনিৰ্বাহ কৰে। এই সময়ছোৱাত বিশিষ্ট সমাজকৰ্মী হিম বেজবৰুৱা, গুণেশ বৰঠাকুৰ, চিকিৎসক নৰেশ চন্দ্ৰ ধৰৰ মৃত্যুত শোকসভা অনুষ্ঠিত কৰে। কাৰ্যনিৰ্বাহক সমিতিয়ে অনুষ্ঠিত কৰা বিশেষ সাধাৰণ সভাত দেৰগাঁৱলৈ অসম সাহিত্য সভাক নিমন্ত্ৰণ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰি প্ৰস্তাৱ গ্ৰহণ কৰে। ২৬।৭।৯৪ তাৰিখে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি লীলা গগৈৰ বিয়োগত শোকসভা আৰু ২।৮।৯৪ তাৰিখে স্মৃতি দিৱস পালন কৰে। অন্যান্য নিয়মীয়া কাৰ্যসূচীসমূহ পালন কৰি আহিলেও শেষৰফালে সমিতিখনৰ কাম-কাজ স্তিমিত হৈ পৰে। জিলা সাহিত্য সভাৰ লগতো যোগাযোগ কমি আহে। এনে এক অৱস্থাত ৩১।১২।৯৪ তাৰিখৰ সভাত সমিতিখনে কাৰ্যভাৰ ত্যাগ কৰে। ১৯৯৪ চনৰ ৩১ ডিচেম্বৰ তাৰিখে দেৰগাঁও সাহিত্য সভাৰ একাদশ অধিৱেশন বুলি ধৰিব পাৰি। এই সাধাৰণ সভাই গঠন কৰা সমিতিখন সভাপতি লক্ষ্মীকান্ত মহন্ত, উপ সভাপতি অতুল গোস্বামী, প্ৰভাত মহন্ত, সম্পাদক দুলাল বৰদলৈ, সহঃ সম্পাদক বিচিত্ৰভূষণ কলিতা আৰু সপোনজ্যোতি ঠাকুৰ। কাৰ্যালয় সম্পাদক সুনন্দ দত্ত, পুথিভঁৰালী প্ৰশান্ত শৰ্মা। এইখন সমিতিয়ে ২৯।১।৯৫ তাৰিখে কাৰ্যভাৰ গ্ৰহণ কৰে।

নতুন কাৰ্যনিৰ্বাহক সমিতিয়ে নতুন আঁচনি গ্ৰহণ কৰি দেৰগাঁও সাহিত্য সভাৰ পূৰ্বৰ গৌৰৱ পুনৰুদ্ধাৰৰ প্ৰচেষ্টাত ব্ৰতী হওঁতেই ১৯৯৫ চনৰ ২ এপ্ৰিল তাৰিখে সভাপতি লক্ষ্মীকান্ত মহন্তৰ অকাল বিয়োগ হয়। ৩।৪।৯৫ তাৰিখে দেৰগাঁও সাহিত্য সভাই উপ সভাপতি অতুল গোস্বামীৰ সভাপতিত্বত ৰাজহুৱা শোকসভা অনুষ্ঠিত কৰে। সেই শোক সভাত স্মৃতিচাৰণ সভা, স্মৰণিকা প্ৰকাশৰ ব্যৱস্থাৰে সঞ্জীৱ কলিতাক সম্পাদকৰ দায়িত্ব দি এখন সম্পাদনা সমিতি গঠন কৰে। স্মৰণিকা প্ৰকাশ নহ'ল। সভাপতি লক্ষ্মীকান্ত মহন্তৰ বিয়োগত দেৰগাঁও সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সভাই উপ সভাপতি অতুল গোস্বামীক সভাপতিৰ দায়িত্ব ল'বলৈ ২৭।৫।৯৫ তাৰিখৰ সভাই অনুৰোধ জনাই দায়িত্ব অৰ্পণ কৰে। আনহাতে এই সময়ছোৱাতে সম্পাদক দুলাল বৰদলৈয়ে ব্যক্তিগত কাৰণত পদত্যাগ কৰাত এক অচলাৱস্থাৰ সৃষ্টি হয়।

১৯৯৫ চনত দেৰগাঁও সাহিত্য সভাই দেৰগাঁও লেখিকা সমাৰোহ সমিতিৰ সহযোগত কলাগুৰু বিষ্ণুৰাভা দিৱস পালন কৰে। ভাৱপ্ৰাপ্ত সভাপতি অতুল গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত মুকলি সভাত দেৰগাঁও বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ প্ৰশিক্ষাৰ্থীসকলে গীত-মাতেৰে বিশেষ সহযোগিতা আগ বঢ়ায়। ১৯৯৫ চনৰ ৫ জুনত

দেৰগাঁও সাহিত্য সভাই এখন বিশেষ প্ৰতিনিধিত্বমূলক সভা অনুষ্ঠিত কৰে। সভাপতিত্ব কৰে ভাৰপ্ৰাপ্ত সভাপতি অতুল গোস্বামীয়ে। সভাত সভাৰ সম্পাদক দুলাল বৰদলৈৰ পদত্যাগ সম্পৰ্কত আলোচনা বিস্তৃতভাৱে হয়। সভাই আলোচনামৰ্মে উপ সভাপতি অতুল গোস্বামীক সভাপতিৰ দায়িত্ব ল'বলৈ অনুৰোধ জনাই প্ৰস্তাৱ গ্ৰহণ কৰে আৰু সম্পাদক দুলাল বৰদলৈৰ পদত্যাগ গ্ৰহণ কৰি বিচিত্ৰভূষণ কলিতা, সপোনজ্যোতি ঠাকুৰক যুটীয়া সম্পাদকৰ দায়িত্ব দি কাৰ্যভাৰ চলাই যাবলৈ অনুৰোধ জনায়।

১৫।৮।৯৫ তাৰিখে দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ সেই সময়ৰ উপাধ্যক্ষ ধীৰেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্যৰ সভাপতিত্বত প্ৰয়াত সভাপতি লক্ষ্মীকান্ত মহন্তৰ স্মৃতিত এখন স্মৃতি সভা অনুষ্ঠিত কৰে। সভাত প্ৰফুল্ল বৰা, ড° কালীপ্ৰসাদ গোস্বামী প্ৰমুখ্যে বিভিন্ন ব্যক্তিয়ে মহন্তদেৱৰ স্মৃতিত মহন্তৰ কৃতী আৰু কৃতিত্বৰ ওপৰত বহুলভাৱে আলোচনা কৰি বক্তব্য আগ বঢ়ায়। দেৰগাঁও সাহিত্য সভাই অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, গৱেষক পণ্ডিত মহেশ্বৰ নেওগৰ বিয়োগত ১৫।৯।৯৫ তাৰিখে শোকসভা আৰু ২৩।৯।৯৫ তাৰিখে স্মৃতিসভা অতুল গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত কৰে। এই সময়ছোৱাত সভাপতি অতুল গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত কাৰ্যনিৰ্বাহক সভাই সম্পাদকদ্বয়ৰ সহযোগত সভাক কাৰ্যক্ষম কৰিবৰ বাবে, বিভিন্ন শ্ৰেণীৰ লোকৰ বাবে জনপ্ৰিয় কৰি তোলাৰ মানসেৰে কিছুমান আঁচনি গ্ৰহণ কৰে। উল্লেখযোগ্য যে কেইবা বছৰো অনুষ্ঠিত নোহোৱাকৈ থকা অধ্যক্ষ হৰকান্ত মহন্ত ন্যাসৰ দ্বাৰা অনুষ্ঠিত কৰিব লগা অনুষ্ঠানভাগ আয়োজনৰ সিদ্ধান্ত গ্ৰহণ কৰে। ৩০।১।৯৬ তাৰিখে দেৰগাঁও সাহিত্য সভাই যশস্বী শিল্পী দুৰ্গেশ্বৰ বৰঠাকুৰ, বিশিষ্ট কবি, ৰাজনীতিবিদ নৰকান্ত বৰুৱাৰ বিয়োগত শোকসভা অনুষ্ঠিত কৰে।

১৯৯৬ চনৰ ১০ জুন তাৰিখে অনুষ্ঠিত হোৱা দেৰগাঁও সাহিত্য সভাৰ বিশেষ কাৰ্যনিৰ্বাহকৰ সভাই বিষ্ণুৰাভা দিৱস ২০ জুন তাৰিখৰ পৰিৱৰ্তে ৩০ জুনত পতাৰ সিদ্ধান্ত গ্ৰহণ কৰে। উক্ত দিনা অতি আড়ম্বৰপূৰ্ণভাৱে দিনজোৰা কাৰ্যসূচীৰে 'বিষ্ণুৰাভা দিৱস' উদযাপন কৰা হয়। দিৱস উপলক্ষে ছাত্ৰ-ছাত্ৰীসকলৰ মাজত বক্তৃতা প্ৰতিযোগিতা, পঞ্চম মানৰ পৰা স্নাতক পৰ্যায়লৈ তিনিটা শাখাত স্বৰচিত কবিতা প্ৰতিযোগিতা অনুষ্ঠিত হয়। 'বিষ্ণুৰাভাৰ চৰ্চা আজিও প্ৰয়োজনীয়' শীৰ্ষক আলোচনা সভাৰো আয়োজন কৰা হয়। অসম সাহিত্য সভাৰ সভাপতি ড° লক্ষ্মীনন্দন বৰাই মুকলি সভাত মুখ্য অতিথি হিচাপে ভাষণ প্ৰদান কৰে আৰু দেৰগাঁও সাহিত্য সভাৰ বৰ্তমান অৱস্থা আৰু কাম-কাজৰ ভূয়সী প্ৰশংসা কৰে। শাখা সভাৰ সভাপতি অতুল গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত হোৱা 'ৰাভা দিৱস'ৰ মুকলি সভাতে মাননীয় অসম সাহিত্য সভাৰ সভাপতি ড° বৰাদেৱক সম্বৰ্ধনা জ্ঞাপন কৰা হয়।

১৯৯৬ চনৰ ৮ অক্টোবৰ তাৰিখে হোৱা কাৰ্যনিৰ্বাহক সভাত দেৰগাঁৱৰ বিশিষ্ট শিক্ষাবিদ বেণীমাধৱ শৰ্মাৰ বিয়োগত গভীৰ শোক প্ৰকাশ কৰি বিদেহ আত্মাৰ চিৰ শান্তিৰ বাবে মৌন প্ৰাৰ্থনা জনোৱা হয় আৰু পৰিয়ালবৰ্গলৈ সমবেদনা জ্ঞাপন কৰা হয়। এইখন কাৰ্যনিৰ্বাহক সভাৰ কাৰ্যকালতে ২৩।১০।৯৬, ১২।১।৯৭ তাৰিখে অনুষ্ঠিত কাৰ্যনিৰ্বাহক সভাত দেৰগাঁও সাহিত্য সভাৰ ৰেৰা নিৰ্মাণৰ আঁচনি গ্ৰহণ, সাহিত্য সভাৰ সভ্য ভৰ্তি আৰু নৱীকৰণ সম্পৰ্কেও আঁচনি গ্ৰহণ কৰা হয়। ১৮।২।৯৬ তাৰিখৰ কাৰ্যপালিকা সভাৰ সিদ্ধান্ত অনুযায়ী সভাৰ পুঁজি টনকিয়াল কৰিবলৈ লোৱা সিদ্ধান্ত কাৰ্যকৰী কৰোঁতে যথেষ্ট কষ্ট কৰি পুঁজিৰ পৰিমাণ বৃদ্ধি কৰা হয়। এই পুঁজিৰে বহু বছৰ ধৰি বিদ্যুৎ সংযোগ ব্যাহত হৈ থকা চন্দ্ৰনাথ খাউণ্ড ভৱনত বিদ্যুৎ সংযোগ ঘটোৱা হয় আৰু ভৱনটো আংশিক মেৰামতি, চূণ-তেল দিয়া হয়।

১৯৯৭ চনৰ ৩০ জানুৱাৰীত দেৰগাঁও সাহিত্য সভাই আয়োজন কৰা এক বৈঠকত, সেই সময়ৰ অসম সাহিত্য সভাৰ নৱ-নিৰ্বাচিত সভাপতি, সকলোৰে অতি শ্ৰদ্ধা আৰু মৰমৰ ড° নগেন শইকীয়াদেৱে অংশগ্ৰহণ কৰে। দেৰগাঁও সাহিত্য সভাৰ সভাপতি অতুল গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত বৈঠকতে ড° শইকীয়াক সভাৰ সম্পাদকদ্বয় বিচিত্ৰভূষণ কলিতা আৰু সপোনজ্যোতি ঠাকুৰে ফুলাম গামোচাৰে সম্বৰ্ধনা জনায়। ২।৩।৯৭ আৰু ২৯।৫।৯৭ তাৰিখে দেৰগাঁও সাহিত্য সভাৰ দুখন অতি গুৰুত্বপূৰ্ণ কাৰ্যনিৰ্বাহক সভা অনুষ্ঠিত হয়। ২৯।৫।৯৭ তাৰিখে অনুষ্ঠিত কাৰ্যনিৰ্বাহক সভাই কেন্দ্ৰীয়ভাৱে দেৰগাঁৱত সাংবাদিক, সাহিত্যিক লক্ষ্মীনাথ ফুকনৰ জন্ম শতবৰ্ষ উছৱ আয়োজন কৰাত ঐক্যমত পোষণ কৰে। এই সভাত দেৰগাঁও সাহিত্য সভাৰ কাৰ্যালয় চন্দ্ৰনাথ খাউণ্ড ভৱনৰ সন্মুখত ভাষাৰ ওজা, হেমকোষ প্ৰণেতা হেমচন্দ্ৰ বৰুৱাদেৱৰ এটা আৱক্ষ মূৰ্তি স্থাপনৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। এই উদ্দেশ্যে ২৮।৬।৯৭ তাৰিখে অনুষ্ঠিত কৰিবলৈ সভাই ঠিক কৰি প্ৰস্তাৱ গ্ৰহণ কৰে। ২৯ মে' ৯৭ তাৰিখে অধ্যক্ষ হৰকান্ত মহন্ত স্মাৰক বক্তৃতা অনুষ্ঠিত কৰিবলৈয়ো সভাই মত প্ৰকাশ কৰে। ১৯৯৭ চনৰ ২৮ জুন তাৰিখে দেৰগাঁও চন্দ্ৰনাথ খাউণ্ড ভৱনত সভাপতি অতুল গোস্বামীৰ পৌৰোহিত্যত অনুষ্ঠিত ৰাজহুৱা সভাত সম্পাদক বিচিত্ৰভূষণ কলিতাই উদ্দেশ্য ব্যাখ্যাত কয় যে দেৰগাঁৱৰ সু-সন্তান সাংবাদিক, সাহিত্যিক লক্ষ্মীনাথ ফুকনৰ জন্ম শতবৰ্ষ অনুষ্ঠান দেৰগাঁৱত অনুষ্ঠিত কৰিবলৈ অসম সাহিত্য সভাই লোৱা সিদ্ধান্ত সমগ্ৰ দেৰগাঁৱৰ ৰাইজৰ গৌৰৱৰ বিষয়। গতিকে এই অনুষ্ঠান অনুষ্ঠিত কৰিবলৈ, অন্য এগৰাকী যশস্বী সন্তান ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাদেৱৰ আৱক্ষ মূৰ্তি স্থাপন আদি বিষয় সমূহ ৰাইজৰ জৰিয়তে আলোচনাৰ মাজেৰে সৰ্বসন্মত সিদ্ধান্ত গ্ৰহণ কৰাৰ মানসেৰে এই সভা আহ্বান কৰাৰ বিষয়ে উল্লেখ কৰে। সভাই বিস্তৃতভাৱে আলোচনা কৰি এই উছৱ অনুষ্ঠিত কৰাৰ সিদ্ধান্ত



লোৱাৰ লগতে হেমচন্দ্ৰ বৰুৱাৰ আৱক্ষ মূৰ্তি প্ৰতিষ্ঠাৰো সৰ্বসন্মত সিদ্ধান্তগ্ৰহণ কৰে। সভাই নীলপদ্ম ফুকনক সভাপতি, মঃ ৰেকিবুদ্দিন আহমেদ, দীপিকা হাজৰিকা, পুৰণমল সোমানীক উপ সভাপতি, অতুল গোস্বামীক সম্পাদক, ড° প্ৰকাশ কন্দলি, মুনীন বৰা, বিচিত্ৰভূষণ কলিতা, সপোনজ্যোতি ঠাকুৰক সহ-সম্পাদক, লক্ষ্যপ্ৰসাদ বৰাক কোষাধ্যক্ষ, অৰুণ বৰাক হিচাপ পৰীক্ষকৰূপে লৈ লক্ষ্মীনাথ ফুকন জন্মশতবৰ্ষ উদ্‌যাপন সমিতি গঠন কৰে। লগতে সভাই কেইবাখনো উপ সমিতি গঠন কৰে।

মূৰ্তি নিৰ্মাণৰ বাবে স্থপতিবিদ প্ৰণৱেন্দু বিকাশ ধৰৰ লগত যোগাযোগ আৰু লক্ষ্মীনাথ ফুকন জন্মশতবৰ্ষৰ শ্ৰদ্ধাৰ্ঘ শীৰ্ষক স্মৃতিগ্ৰন্থৰ সম্পাদক প্ৰফুল্ল বৰাকে দি এখন সম্পাদনা সমিতি গঠন কৰে। উপসমিতিসহ মুঠ ৯১ জন সদস্য-সদস্যাৰে উদ্‌যাপন সমিতি গঠন কৰা হয়। ১৯৯৭ চনৰ ২৮।৭।৯৭ তাৰিখে অনুষ্ঠিত হোৱা দেৰগাঁও সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সভাই অসম সাহিত্য সভাৰ নিয়মাৱলী সংশোধন সম্পৰ্কীয় কেইটামান গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰি মুখ্য কাৰ্যালয়লৈ প্ৰেৰণ কৰাৰ সিদ্ধান্ত লয়। এই গুৰুত্বপূৰ্ণ প্ৰস্তাৱকেইটা হ'ল অসম সাহিত্য সভাৰ সভাপতিগৰাকীৰ বৰ্তমানৰ নিৰ্বাচনৰ পদ্ধতিৰ বিলোপ ঘটাই উচ্চ ক্ষমতাসম্পন্ন সমিতিৰ দ্বাৰা অসমৰ এগৰাকী বৰেণ্য সাহিত্যিকক সভাপতি পদটোৰ বাবে মনোনীত কৰা। (২) উপ সভাপতি আৰু সম্পাদক গৰাকীৰ ক্ষেত্ৰত নিৰ্বাচন পদ্ধতি বাহাল ৰখা। (৩) অসমৰ গোৱালপাৰা অঞ্চলত সভাৰ চতুৰ্থটো কাৰ্যালয় মুকলি কৰা। উল্লেখযোগ্য যে এই সংশোধনী প্ৰস্তাৱসমূহ অসম সাহিত্য সভাৰ হাওৰাঘাট অধিৱেশনত গৃহীত হৈ বাস্তৱায়িত হৈছে। এয়া শাখা সভাখনৰ আনন্দৰ কথা।

অসম সাহিত্য সভাৰ কেন্দ্ৰীয় অনুষ্ঠানে সাংবাদিক, সাহিত্যিক লক্ষ্মীনাথ ফুকনৰ জন্ম শতবাৰ্ষিকী অনুষ্ঠান গোলাঘাট জিলা সাহিত্য সভা আৰু দেৰগাঁও সাহিত্য সভাৰ উদ্যোগত ১৯৯৭ চনৰ ২৯ আৰু ৩০ নৱেম্বৰ তাৰিখে দুদিনীয়া বিস্তৃত কাৰ্যসূচীৰে নৰেন শৰ্মা স্মৃতি পথাৰত অতি আড়ম্বৰপূৰ্ণভাৱে অনুষ্ঠিত কৰে। কাৰ্যসূচী অনুসৰি ২৯ নৱেম্বৰ তাৰিখে পুৱা অসম সাহিত্য সভাৰ সভাপতি ড° নগেন শইকীয়াদেৱে পতাকা উত্তোলনৰে অনুষ্ঠানৰ শুভাৰম্ভ কৰে। লক্ষ্মীনাথ ফুকনৰ পৰিয়ালে দান কৰা সু-বৃহৎ তৈলচিত্ৰ উন্মোচন কৰে সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকে। অসমৰ কেইবাগৰাকীও বিশিষ্ট সাংবাদিক তথা গোলাঘাট জিলাৰ বিভিন্ন প্ৰান্তৰ সাংবাদিকসকলে অংশগ্ৰহণ কৰা 'সুস্থ আৰু নিৰপেক্ষ সাংবাদিকতা' শীৰ্ষক সাংবাদিক সন্মিলনখন সঞ্চালনা কৰে 'দ্য ইষ্টাৰ্ণ ক্লেৰিয়ন' কাকতৰ সম্পাদক তথা বিশিষ্ট কৃষি বিজ্ঞানী ড° বদন বৰঠাকুৰে। সন্মিলনখন উদ্বোধন কৰে অসমৰ এগৰাকী প্ৰবীণ সাংবাদিক, লেখক নৰেশ চন্দ্ৰ ৰাজখোৱাই। বিয়লি অসমৰ বিশিষ্ট কবি, দেৰগাঁৱৰ এগৰাকী কৃতী সন্তান নীলমণি ফুকনৰ সঞ্চালনাত এখনি আকৰ্ষণীয় কবি-সন্মিলন অনুষ্ঠিত হয়। গোলাঘাট জিলাৰ অগ্ৰগণ্য কবিসকলে সমিতিখনত অংশগ্ৰহণ কৰে।

লক্ষীনাথ ফুকন জন্ম শতবৰ্ষ উছৱৰ দ্বিতীয় দিনা পুৱা ৯ বজাত বিশিষ্ট সাংবাদিকগৰাকীৰ নামত নামকৰণ কৰা 'লক্ষ্মীনাথ ফুকন পথ' উন্মোচন কৰে সেইসময়ৰ গোলাঘাট জিলাৰ উপায়ুক্ত জীৱন চন্দ্ৰ পেগুৱে। উল্লেখযোগ্য যে দেৰগাঁও সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতি আৰু শতবৰ্ষ উছৱ উদ্‌যাপন সমিতিৰ প্ৰচেষ্টাত পুৰণি চেউনী আলিৰ নাম লক্ষ্মীনাথ ফুকন পথ কৰাত অসম চৰকাৰৰ গড়কাপ্তানী বিভাগে আৰু সেই সময়ৰ মন্ত্ৰী অতুল বৰাদেৱৰ অনুমোদন সাপেক্ষে সন্মতি জনাই এই পুৰোধা ব্যক্তি ব্যক্তিগৰাকীৰ প্ৰতি সন্মান জনোৱাত শতবৰ্ষ উছৱ সমিতিয়ে অসম চৰকাৰৰ শলাগ লয়। পথটি ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দাধৰা চাৰিআলিৰ পৰা দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়, নাৰিকলগুৰি হৈ নেঘেৰিটিং চাৰিআলিত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথক সংযোগ কৰিছে। ইয়াৰ পাছতে চন্দ্ৰনাথ খাউণ্ড ভৱনৰ সন্মুখত হেমচন্দ্ৰ বৰুৱাৰ এটি সুবৃহৎ আৱক্ষ মূৰ্তি (স্থপতিবিদ প্ৰণৱেন্দু ধৰৰ দ্বাৰা নিৰ্মিত) উন্মোচন কৰে সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামীয়ে। এই আৱক্ষ মূৰ্তি নিৰ্মাণৰ যাৱতীয় খৰচ হেমচন্দ্ৰ বৰুৱাদেৱৰ পৰিনাতি হেমকোষ প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰ শ্ৰদ্ধাৰ দেবানন্দ বৰুৱাদেৱে বহন কৰি সহায় কৰাত শতবৰ্ষ উছৱ সমিতিয়ে তেখেতৰ শলাগ লয়।

বিয়লি ১ বজাত অসম সাহিত্য সভাৰ সভাপতি ড° নগেন শইকীয়াৰ পৌৰোহিত্যত অনুষ্ঠিত মুকলি সভাত মুখ্য অতিথি হিচাপে অংশগ্ৰহণ কৰে বিশিষ্ট সাহিত্যিক আৰু সাংবাদিক চন্দ্ৰপ্ৰসাদ শইকীয়াই। মুকলি সভাত অধ্যাপক প্ৰফুল্ল বৰাই সম্পাদনা কৰা লক্ষ্মীনাথ ফুকনৰ জীৱন আৰু কৃতী সম্পৰ্কীয় 'লক্ষ্মীনাথ ফুকন' গ্ৰন্থখন উন্মোচন কৰে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবীৰেন বৰকটকীদেৱে। অনুষ্ঠানত সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিক, সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামীকে ধৰি ভালেমান অসম সাহিত্য সভাৰ বিষয়-ববীয়াই অংশ গ্ৰহণ কৰে। মুকলি সভাৰ আঁত ধৰে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শৈলেন দাসে।

উল্লেখনীয় যে সাংবাদিক, সাহিত্যিক লক্ষ্মীনাথ ফুকনৰ শতবৰ্ষ অনুষ্ঠানৰ বাবে অসমৰ বাতৰি কাকতসমূহে বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। যোৰহাটৰ পৰা প্ৰকাশিত দৈনিক জনমভূমি কাকতে ২৯ নৱেম্বৰ তাৰিখে বিশেষ পৰিপূৰিকা প্ৰকাশ কৰিছিল। পিতৃস্বৰূপ লক্ষ্মীনাথ ফুকনৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি বিশেষ পৰিপূৰিকাত লিখিছিল 'লক্ষ্মীনাথ ফুকন' — অসমীয়া সাংবাদিকতাৰ পিতৃস্বৰূপ লক্ষ্মীনাথ ফুকন। অসমীয়া সাংবাদিকতাৰ বাটকটীয়া লক্ষ্মীনাথ ফুকন। ইংৰাজী দৈনিক 'আসাম ট্ৰিবিউন' কাকতৰ ২৫ বছৰৰো অধিক কাল সম্পাদনা কৰা লক্ষ্মীনাথ ফুকন। এইজনা বিশিষ্ট সাংবাদিক, সাহিত্য অকাডেমী বঁটা বিজয়ী সাহিত্যিকৰ জন্মস্থান





দেৰগাঁৱত আজিৰে পৰা দুদিনীয়াকৈ অনুষ্ঠানৰ আয়োজন কৰা হৈছে। এই শতবাৰ্ষিকীৰ লগত সংগতি ৰাখি আৰু ফুকনদেৱৰ স্মৃতিত প্ৰণিপাত জনাই দৈনিক জনমভূমিয়ে আগ বঢ়াইছে এই বিশেষ পৰিপূৰিকা। ২৯ আৰু ৩০ নবেম্বৰ দুয়ো দিনত দেৰগাঁৱৰ দুগৰাকী স্বনামধন্য শিল্পী আৰু সমাজকৰ্মী অমৰ শৰ্মা আৰু কুঞ্জ হাজৰিকাৰ স্মৃতিত সাংস্কৃতিক সন্ধ্যা অনুষ্ঠিত হয়। সাংস্কৃতিক সন্ধ্যা মুকলি কৰে সত্ৰীয়া নৃত্যৰ এগৰাকী সাধক দেৰগাঁৱৰে সু-সন্তান নৃত্যাচাৰ্য যতীন গোস্বামীয়ে।

লক্ষ্মীনাথ ফুকনৰ জন্ম শতবৰ্ষ অনুষ্ঠানত দেৰগাঁও সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ৰবীন্দ্ৰনাথ হাজৰিকাৰ স্মৃতিত উছৰ্ৱৰ 'সভা মণ্ডপ' উছৰ্গা কৰা হয়। ৩৭ নং ৰাষ্ট্ৰীয় পথ আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামী পথত ৯ খন সুদৃশ্য তোৰণ সাংবাদিক লক্ষ্মীনাথ ফুকন, মুক্তিযোদ্ধা নৰেন শৰ্মা, মুক্তিযোদ্ধা গংগাৰাম বৰমেধি, অধ্যক্ষ হৰকান্ত মহন্ত, ৰবীন্দ্ৰনাথ হাজৰিকা, মুক্তিযোদ্ধা, সমাজকৰ্মী জীৱেশ্বৰ হাজৰিকা আৰু চন্দ্ৰনাথ খাউণ্ডৰ সোঁৱৰণত দিয়া হয়।

১৯৯৭ চনৰ ২৯ আৰু ৩০ নৱেম্বৰ তাৰিখে দেৰগাঁৱত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ কেন্দ্ৰীয় অনুষ্ঠান 'লক্ষ্মীনাথ ফুকন'ৰ জন্ম শতবৰ্ষ অনুষ্ঠান দেৰগাঁৱত অসম সাহিত্য সভাৰ অধিৱেশন অনুষ্ঠিত কৰাৰ এক পৰীক্ষামূলক প্ৰদৰ্শন বুলিও বিজ্ঞজনে মত প্ৰকাশ কৰে।

১৯৯৪ চনৰ ২৫ জুন তাৰিখে এক প্ৰতিকুল অৱস্থাত দেৰগাঁও সাহিত্য সভাৰ নেতৃত্বৰ দায়িত্ব লোৱা সভাপতি অতুল গোস্বামীয়ে দুগৰাকী নবীন উদ্যোগী সম্পাদক বিচিত্ৰভূষণ কলিতা আৰু সপোনজ্যোতি ঠাকুৰৰ আন্তৰিকতাৰ বাবে কাৰ্যনিৰ্বাহক সমিতিৰ উপৰি বিভিন্ন প্ৰান্তৰৰ ব্যক্তিক ভাষা-সাহিত্যৰ এই অনুষ্ঠানটোৰ প্ৰতি আকৃষ্ট কৰাই অনুষ্ঠানটিক এক গতিশীল অৱস্থালৈ অনাৰ উপৰি চন্দ্ৰনাথ খাউণ্ড ভৱনৰ স্থায়ী বেৰা, তোৰণ নিৰ্মাণৰ আঁচনি গ্ৰহণ কৰি সফলতা অৰ্জন কৰে। এই কাৰ্যপালিকা সভাৰ যত্নত দেৰগাঁৱৰ এগৰাকী যুৱনেতা 'অজিত বৰঠাকুৰ'ৰ স্মৃতিত তেওঁৰ মাতৃ শ্ৰদ্ধেয়া বৰদা বৰঠাকুৰে 'অজিত বৰঠাকুৰ স্মৃতি তোৰণ', ভৱনৰ পূৱফালৰ পকী বেৰা আৰু লোহাৰ গে'ট নিৰ্মাণ কৰি দিয়ে। এইখন কাৰ্যনিৰ্বাহক সমিতিয়ে গোলাঘাট জিলা সাহিত্য সভাৰ লগতো সক্ৰিয় সম্পৰ্ক গঢ়ি তোলে। ১৯৯৬-৯৭ বৰ্ষত দেৰগাঁও সাহিত্য সভাৰ সভাপতি অতুল গোস্বামী, জিলা সভাৰ উপ সভাপতি বিচিত্ৰভূষণ কলিতা, জিলা কাৰ্যনিৰ্বাহকৰ সদস্য আৰু জিলা সভাৰ প্ৰথমখন পত্ৰিকা সম্পাদনা সমিতিৰ সদস্য নিৰ্বাচিত হয়। ১৯৯৭-৯৮ চনৰ অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহকৰ সমিতিলৈ অতুল গোস্বামী জিলা প্ৰতিনিধি নিৰ্বাচিত হয়। জিলা সভাৰ জৰিয়তে পোন-প্ৰথমবাৰ দেৰগাঁৱৰ পৰা প্ৰতিনিধিত্ব কৰাৰ সুযোগ পায়। অধ্যাপক প্ৰফুল্ল বৰা মনোনীত সদস্য হিচাপে সেই বছৰেই অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য হয়। লগতে দুয়োজন জিলা সভাৰ প্ৰকাশন সমিতিৰো সদস্য হয়। এই কাৰ্যনিৰ্বাহকে ২০। ১। ৯৮ তাৰিখে অধ্যক্ষ হৰকান্ত মহন্ত ন্যাসৰ সৌজন্যত অতি আড়ম্বৰপূৰ্ণভাৱে হৰকান্ত মহন্ত স্মাৰক বক্তৃতাৰ আয়োজন কৰে। বক্তৃতা প্ৰদান কৰে বুদ্ধিজীৱী, সাংবাদিক, সাহিত্যিক যতীন্দ্ৰনাথ বৰগোহাঞিয়ে। 'জাতীয়তাবাদৰ ঐতিহাসিক পটভূমি' শীৰ্ষক বক্তৃতামালা পুস্তিকা আকাৰে প্ৰকাশৰ ব্যৱস্থা কৰা হয়।

১৬। ৭। ৯৮ তাৰিখেদেৰগাঁও মাৰোৱাৰী ধৰমশালাত আয়োজন কৰা অভিনন্দন অনুষ্ঠানত ১৯৯৭-৯৮ চনৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাত প্ৰথম আৰু অষ্টম স্থান অধিকাৰ কৰা ক্ৰমে শ্ৰীত্ৰিনয়ন বৰা আৰু শ্ৰীবেদান্ত বিকাশ দত্তকদেৰগাঁও সাহিত্য সভাৰ দ্বাৰা গ্ৰন্থৰ টোপোলা আৰু প্ৰশস্তি পত্ৰৰে অভিনন্দন জনোৱা হয়। সেই বছৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাত কৃতিত্বপূৰ্ণ ফলাফল প্ৰদৰ্শন কৰা অৰুণজ্যোতি বৰা, জিতুমণি নাথ আৰু অভিজিত হাজৰিকাক অভিনন্দন জ্ঞাপন কৰা হয়। অভিনন্দন অনুষ্ঠানৰ ৰাজহুৱা সভাখনি পৰিচালনা কৰে শাখাৰ সভাপতি অতুল গোস্বামীয়ে। ১৯৯৮ চনৰ ২, ৩ আৰু ৪ তাৰিখে শ্ৰীমন্ত শংকৰদেৱৰ ৫৫০ তম জন্মোৎসৱ বাপুজী মন্দিৰৰ সহযোগত বাপুজী মন্দিৰ প্ৰাংগণত অনুষ্ঠিত কৰে। উক্ত অনুষ্ঠানত 'আধুনিক কালত শংকৰদেৱৰ প্ৰাসংগিকতা' শীৰ্ষক বিশেষ বক্তৃতাৰো আয়োজন কৰা হয়। অনুষ্ঠানত সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকক সম্বৰ্ধনা জনোৱা হয়। এই অনুষ্ঠানৰ মুখ্য আলোচক সাংবাদিক, সাহিত্যিক যতীন্দ্ৰনাথ বৰগোহাঞি। জন্মোৎসৱত আকৰ্ষণীয় শোভাযাত্ৰাও উলিওৱা হয়।

১৯৯৬ চনৰ ফেব্ৰুৱাৰীত অনুষ্ঠিত বোকাখাতত অসম সাহিত্য সভাৰ অধিৱেশন, ১৯৯৭ চনত বিলাসীপাৰা, ১৯৯৮ চনত হাওৰাঘাট, ১৯৯৯ চনত হাজো অধিৱেশনত দেৰগাঁও সাহিত্য সভাক প্ৰতিনিধিত্ব কৰে অতুল গোস্বামী, মুনীন বৰা, বিচিত্ৰভূষণ কলিতা, মঃ ইলতাফ আলি আদিয়ে। তদুপৰি এইসকল ব্যক্তিয়ে গোলাঘাট জিলা অধিৱেশনসমূহতো অংশগ্ৰহণ কৰি প্ৰতিনিধিত্ব কৰে। দীৰ্ঘদিন দায়িত্বত থকা এই কাৰ্যনিৰ্বাহক সমিতিৰ কাৰ্যকালত দেৰগাঁও সাহিত্য সভাৰ প্ৰাক্তন বিষয়ববীয়া ললিতৰাম শইকীয়া আৰু সমাজকৰ্মী ডিম্ব নাথৰ বিয়োগত শোকসভা অনুষ্ঠিত কৰাৰ লগতে আদ্যশ্ৰাদ্ধ উপলক্ষে সভাৰ তৰফৰ পৰা স্মৰণিকা প্ৰকাশ কৰি দুয়োগৰাকী বিশিষ্ট ব্যক্তিলৈ শ্ৰদ্ধা নিবেদন কৰা হয়।

১৯২৪ চনৰ পৰা ১৯৯৮ চনলৈকে দেৰগাঁও সাহিত্য সভাৰ তৰফৰ পৰা প্ৰকাশিত গ্ৰন্থ, পুস্তিকাসমূহ —

১। ১৬ জুনৰ স্মৃতিত (আনন্দৰাম ঢেকিয়ালফুকনৰ স্মৃতিত)
২। আমাৰ বেজবৰুৱা।
৩। হেমচন্দ্ৰ গোস্বামী। (প্ৰকাশ কাল ৮ জানুৱাৰী ১৯৭২)
৪। স্মৃতিগ্ৰন্থ, সোণালী জয়ন্তী উৎসৱ। (২২ ডিচেম্বৰ ১৯৭৪)







৫। সোণালী জয়ন্তীৰ সভাপতিৰ অভিভাষণ। (২২ ডিচেম্বৰ ১৯৭৪)
৬। অধ্যক্ষ হৰকান্ত মহন্ত স্মৃতি তৰ্পণ (জুলাই ১৯৭৬)
৭। মন ক্ষণে ক্ষণে বিনায় (২৬ ডিচেম্বৰ ১৯৮০)
৮। স্মৃতি গ্ৰন্থ, শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ চতুৰ্থ বাৰ্ষিক দেৰগাঁও অধিৱেশন। (মাৰ্চ ১৯৮১)
৯। হৰকান্ত মহন্ত স্মাৰক বক্তৃতা — বৰ্তমান শিক্ষা ব্যৱস্থা আৰু জাতীয় চৰিত্ৰ গঠনত ইয়াৰ প্ৰাসংগিকতা — ড° মুকুল শৰ্মা (৪ৰ্থ বৰ্ষ ১৯৮৫)
১০। ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ ডেৰশ বছৰীয়া জন্ম জয়ন্তীৰ মুখ্য বক্তা আৰু বিশিষ্ট অতিথিৰ ভাষণ — সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামী। (১০ জানুৱাৰী, ১৯৮৬)
১১। হেমচন্দ্ৰ বৰুৱাৰ ডেৰশ বছৰীয়া জন্ম জয়ন্তী উদ্‌যাপন সমিতিৰ সভাপতিৰ অভিভাষণ — যাদৱ শৰ্মা (১০ জানুৱাৰী ১৯৮৬)
১২। শ্ৰদ্ধাৰ্ঘ - ৰবীন্দ্ৰনাথ হাজৰিকাৰ স্মৃতিত।
১৩। লক্ষ্মীনাথ ফুকন গ্ৰন্থ, নৱেম্বৰ ১৯৯৭।
১৪। লক্ষ্মীনাথ ফুকনৰ জন্ম শতবাৰ্ষিকী আৰু আমাৰ কৃতজ্ঞতা (৩০। ১১। ১৯৯৭)
১৫। অধ্যক্ষ হৰকান্ত মহন্ত ন্যাসৰ দ্বাৰা স্মাৰক বক্তৃতা — জাতীয়তাবাদ বিকাশৰ ঐতিহাসিক পটভূমি, যতীন্দ্ৰনাথ বৰগোহাঞি (২০ জানুৱাৰী, ১৯৯৮)
১৬। কৰ্মযোগী ডিম্বেশ্বৰ নাথলৈ আদ্য শ্ৰাদ্ধৰ শ্ৰদ্ধাঞ্জলি (২ জানুৱাৰী ১৯৯৯)

১৯৯৮ চনৰ ২৫ ডিচেম্বৰ তাৰিখে দেৰগাঁও সাহিত্য সভাৰ দ্বাদশ অধিৱেশন আৰু সাধাৰণ সভা দেৰগাঁও সাহিত্য সভাৰ সভাপতি অতুল গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত হয়। বিষয়-বাছনী সভাত পুৰণা সমিতিয়ে পদত্যাগ কৰে, নতুন সমিতি গঠন কৰা হয়। নীলপদ্ম ফুকন সভাপতি, প্ৰফুল্ল বৰা, ভোলা বৰাক উপ সভাপতি, প্ৰতাপ কন্দলি সম্পাদক, মঃ ইলতাফ আলি সহঃ সম্পাদক(পুথিভঁৰাল আৰু কাৰ্যালয়) মুনীন বৰা সহঃ সম্পাদক, তপন হাজৰিকাক হিচাপ পৰীক্ষকৰূপে লৈ নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হয়। এই সভাতে ১৯৯৮ চনৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাত অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ পাওঁতা শ্ৰীবেদান্ত বিকাশ দত্তক হেমচন্দ্ৰ বৰুৱা বঁটা প্ৰদান কৰা হয়। নতুন সমিতিয়ে কাৰ্যভাৰ গ্ৰহণ কৰে ৭। ১। ৯৯ তাৰিখে। নতুন সমিতিয়ে কাৰ্যভাৰ লৈয়েই সাহিত্যিক ডিমাপুৰ শাখা সাহিত্য সভাৰ বিষয়ববীয়া গোবিন্দ চন্দ্ৰ পৈৰাৰ বিয়োগত এখন শোকসভা প্ৰাক্তন সভাপতি অতুল গোস্বামীৰ সভাপতিত্বত অনুষ্ঠিত কৰে। সভাত গোলাঘাট জিলা সাহিত্য সভাৰ সভাপতি অধ্যাপক প্ৰফুল্ল চন্দ্ৰ বৰাই গোবিন্দ চন্দ্ৰ পৈৰাৰ সাহিত্য কৰ্ম, অসমীয়া ভাষা-সাহিত্যলৈ ডিমাপুৰ শাখা সাহিত্যৰ অৱদান আদি বিভিন্ন বিষয় অৱগত কৰি বক্তৃতা প্ৰদান কৰে। ১৯৯৮ চনৰ পৰা ২০০০ চনলৈ এইখন কাৰ্যনিৰ্বাহক সমিতিয়ে অসম সাহিত্য সভা আৰু জিলা সভাৰ নিৰ্দেশানুযায়ী বিভিন্ন অনুষ্ঠান অনুষ্ঠিত কৰি আহিছে।

শিল্পী দিৱস, কেন্দ্ৰীয় অনুষ্ঠান ভাষা দিৱস, ২৭। ১১। ৯৯ তাৰিখে অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা দিৱস, অসম সাহিত্য ন্যাস আমেৰিকা বঁটাপ্ৰাপ্ত দেৰগাঁৱৰ ছাত্ৰী পল্লৱী দত্তক সম্বৰ্ধনা জ্ঞাপন, ১০। ৩। ২০০০ তাৰিখে গোলাঘাট জিলা সাহিত্য সভাৰ প্ৰতিষ্ঠা দিৱস, ২৬। ৩। ২০০০ তাৰিখে লক্ষ্মীনাথ বেজবৰুৱা দিৱস, ২৬। ৬। ২০০০ তাৰিখেদেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ ছাত্ৰী দুবৰি দত্তই উচ্চতৰ মাধ্যমিক কলা বিভাগত পঞ্চম স্থান লাভ কৰাৰ বাবে দেৰগাঁও সাহিত্য সভাৰ তৰফৰ পৰা কিতাপৰ টোপোলা, প্ৰশংসা পত্ৰৰে অভিনন্দন জনোৱা হয়। ২০। ৮। ২০০০ তাৰিখে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি লক্ষ্যধৰ চৌধুৰীৰ বিয়োগত শোকসভা, ২। ৯। ২০০০ তাৰিখে প্ৰাক্তন অসম সাহিত্য সভাৰ সভাপতি হিতেশ ডেকাৰ বিয়োগত শোকসভা অনুষ্ঠিত কৰে। ১৮। ১১। ২০০০ তাৰিখে দেৰগাঁও সাহিত্য সভাৰ প্ৰতিষ্ঠা দিৱস, ১৯। ১২। ২০০০ তাৰিখে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকদেৱৰ পৰলোকপ্ৰাপ্তিত ২০ ডিচেম্বৰৰ বিয়লি নৰেন শৰ্মা স্মৃতি পথাৰত দেৰগাঁও সাহিত্য সভাৰ দ্বাৰা আয়োজিত শ্ৰদ্ধাঞ্জলি অনুষ্ঠানত ৪৭ টাকৈ অনুষ্ঠান-প্ৰতিষ্ঠানে মালিক ছাৰৰ নশ্বৰ দেহত শেষ শ্ৰদ্ধা নিবেদন কৰে। ২১। ১২। ২০০০ তাৰিখে শোকসভা আৰু ২৯। ১২। ২০০০ তাৰিখে দেৰগাঁও সাহিত্য সভা আৰু গোলাঘাট জিলা সাহিত্য সভাৰ উদ্যোগত স্মৃতিচাৰণ সভা অনুষ্ঠিত কৰা হয়। সৰ্বধৰ্ম প্ৰাৰ্থনা সভা আৰু বিয়লি নৰেন শৰ্মা স্মৃতি পথাৰত জিলা সভাপতি শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰাৰ সভাপতিত্বত ৰাজহুৱা অনুষ্ঠিত হয়। সভাখন অনুষ্ঠিত কৰাত বিশেষভাৱে দেৰগাঁও নগৰ সমিতিয়ে সহায়-সহযোগ আগ বঢ়ায়।

১৪। ১। ২০০১ তাৰিখে জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদৰ মটৰ দুৰ্ঘটনাত অকাল বিয়োগ হোৱাত ১৫। ১। ২০০১ তাৰিখে নৰেন শৰ্মা স্মৃতি পথাৰত গোলাঘাট জিলা সভা আৰু দেৰগাঁও সাহিত্য সভাই যুটীয়াকৈ শ্ৰদ্ধাঞ্জলি অনুষ্ঠানৰ আয়োজন কৰে। এই অনুষ্ঠানত জিলাখনৰ তথা দেৰগাঁৱৰ ৮৫ টাৰো অধিক অনুষ্ঠান-প্ৰতিষ্ঠানে পুষ্পাঞ্জলি প্ৰদানেৰে শেষ শ্ৰদ্ধা নিবেদন কৰে। এইখন কাৰ্যনিৰ্বাহক সমিতিয়ে সাহিত্য সভা ভৱন পুনৰ নিৰ্মাণ আৰু মেৰামতি কৰে দেৰগাঁও সমষ্টিৰ বিধায়িকা সুশীলা হাজৰিকা আৰু কলিয়াবৰ লোকসভা সমষ্টিৰ সাংসদ মাননীয় তৰুণ গগৈদেৱৰ সমষ্টি উন্নয়ন পুঁজিৰ জৰিয়তে। তদুপৰি প্ৰস্ৰাৱগাৰ নিৰ্মাণ, চৌহদৰ বাকী থকা বেৰা দিয়া, বাৰ্ষিক পত্ৰিকা প্ৰকাশ আদিয়েই প্ৰধান কাম

আছিল। হেমচন্দ্ৰ বৰুৱা পুথিভঁৰাল নিয়মিতভাৱে খোলা, কিতাপ সংগ্ৰহ, বিভিন্ন আলোচনী, বাতৰি কাকত আদি সাহিত্যানুৰাগী ব্যক্তিসকলৰ সহায়ত সংগ্ৰহ কৰি পঢ়ুৱৈ সমাজক সুবিধা প্ৰদান কৰে। দেৰগাঁও সাহিত্য সভাৰ ত্ৰয়োদশ অধিৱেশন আৰু সাধাৰণ সভা নীলপদ্ম ফুকনৰ সভাপতিত্বত অনুষ্ঠিত হয়। এই সভাত পুৰণি কমিটিয়ে পদত্যাগ কৰে। সভাৰ সাংবিধানিক নিয়ম অনুযায়ী এখন নতুন কাৰ্যনিৰ্বাহক সভা গঠন কৰা হয়। এইখন কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰদ্যুৎ মহন্ত সভাপতি আৰু তপন হাজৰিকা সম্পাদক। নতুন সমিতিৰ দুবছৰীয়া কাৰ্যকালত সভাৰ নিয়মীয়া কাৰ্যসূচীৰ উপৰি দেৰগাঁও সাহিত্য সভাৰৈ সাহিত্যানুৰাগী ব্যক্তিৰ পৰা ১০০ খন চকী সংগ্ৰহ, সভাৰ বাৰ্ষিক পত্ৰিকা প্ৰকাশ, ভ্ৰাম্যমাণ থিয়েটাৰৰ নাট প্ৰদৰ্শন কৰি সংগৃহীত ধনেৰে সাহিত্য সভাৰ পুঁজি টনকিয়াল কৰা, বিদ্যুৎ যোগানৰ বাবত দিবলৈ থকা বিলৰ টকা আদায় দিয়া আদি কাৰ্যৰে সভাক গতিশীল কৰাত যথেষ্ট গুৰুত্ব প্ৰদান কৰা হয়।

দেৰগাঁও সাহিত্য সভাৰ চতুৰ্দশ অধিৱেশন আৰু সাধাৰণ সভাই নতুনকৈ গঠন কৰা কাৰ্যনিৰ্বাহক সমিতিয়ে ১৯।১১।২০০৬ তাৰিখে কাৰ্যভাৰ গ্ৰহণ কৰে। এই সমিতিৰ সভাপতি ভূপেন বৰঠাকুৰ আৰু সম্পাদক সঞ্জয় কুমাৰ হাজৰিকা। কাৰ্যনিৰ্বাহ সমিতিয়ে নিৰ্দিষ্ট সময়ত অসম সাহিত্য সভাৰ নিয়মীয়া কাৰ্যসূচী, জিলান্তৰত কাৰ্যসূচী পালন কৰাৰ লগতে হেমচন্দ্ৰ বৰুৱা পুথিভঁৰাললৈ গ্ৰন্থ সংগ্ৰহ আৰু নিয়াৰিকৈ পুথিভঁৰাল খোলা ৰখাৰ সুবিধাৰ বাবে এজন ৫০০.০০ টকা মাননি দিয়া ব্যৱস্থাৰে পুথিভঁৰালী নিযুক্তি দিয়ে। শাখা সভাই নিজাববীয়াকৈ গোলাঘাট জিলা গ্ৰন্থাগাৰ সংস্থাৰ সহায়ত গ্ৰন্থাগাৰ দিৱস ১২।৮।২০০৭ তাৰিখে, ৮।১০।২০০৮ তাৰিখে শৰতৰ সুবাসত কবিতাৰ আবেলি অনুষ্ঠান, ১৮।১২।২০০৮ তাৰিখে দেৰগাঁও সাহিত্য সভাৰ প্ৰতিষ্ঠা দিৱস, মালা নাথৰ কবিতা সংকলন, পাঞ্চুৰিকা হাজৰিকাৰ কবিতা পুথি, ৰাজীব হাজৰিকাৰ তথ্য কোষ - ইতিহাস উন্মোচন কৰা হয় প্ৰতিষ্ঠা দিৱসৰ সভাত।

২।১২।২০০৮ তাৰিখে অসম দিৱস, চুকাফা দিৱস উদ্‌যাপন, ২।৩।২০০৮ তাৰিখে দেৰগাঁও সাহিত্য সভাৰ অন্তৰ্গত অসম সাহিত্য সভাৰ আজীৱন আৰু হিতৈষী সদস্যসকলৰ সমাৰোহ অনুষ্ঠিত হয়। সভাত ২০০৮ চনত 'হেমচন্দ্ৰ বৰুৱা বঁটা সুকন্যা বৰঠাকুৰক প্ৰদান, ড° কালীপ্ৰসাদ গোস্বামীৰ 'কথাচণ্ডী' গ্ৰন্থ উন্মোচন কৰা হয়। উন্মোচন কৰে সাংবাদিক অপূৰ্ব গোস্বামীয়ে। ২০০৬ চনৰ পৰা ২০০৯ চনলৈ দেৰগাঁও সাহিত্য সভাৰ সভাপতি ভূপেন্দ্ৰনাথ বৰঠাকুৰ, সম্পাদক সঞ্জয় কুমাৰ হাজৰিকা। পঞ্চদশ অধিৱেশন আৰু সাধাৰণ সভাই দেৰগাঁও সাহিত্য সভাত নতুন কাৰ্যনিৰ্বাহক সমিতি গঠন কৰে। এই সমিতিৰ সভাপতি অতুল মহন্ত, সম্পাদক সঞ্জয় কুমাৰ হাজৰিকা।

২০০৯ চনলৈকে কাৰ্যনিৰ্বাহ কৰা সমিতিৰ কাৰ্যকালতে ধেমাজিত অনুষ্ঠিত অসম সাহিত্য সভাৰ সপ্ততিতম অধিৱেশনে ১৯৯৪ চনৰ পৰা দেৰগাঁৱলৈ অসম সাহিত্য সভাৰ অধিৱেশন নিমন্ত্ৰণ জনাই আহিছে যদিও ধেমাজি আধিৱেশনে আমাৰ আৱেদন গোলাঘাট জিলা সাহিত্য সভাৰ অনুমোদন অনুযায়ী কেন্দ্ৰীয় সমিতিয়ে 'ধেমাজি' অধিৱেশনত অনুমোদন জনায়।

দেৰগাঁওবাসীয়ে দীৰ্ঘদিন অপেক্ষা কৰাৰ পাছত এইবাৰ অসম সাহিত্য সভাই শাখা সভাৰ, জিলা সভাৰ যোগে যোৱা আবেদন গ্ৰহণ কৰি অনুমোদন জনোৱাত সকলোৱে আনন্দ প্ৰকাশ কৰে। জিলাখনৰ উপস্থিত প্ৰতিনিধিসকলে আনুষ্ঠানিকভাৱে সভাৰ সাংবিধানিক নীতিমতে শৰাই আগ বঢ়াই নিমন্ত্ৰণ কৰে। আদৰণী সমিতি গঠন, ৫০ খন উপসমিতি, কৰ্ণধাৰ সমিতি গঠনৰ লগতে গুৱাহাটী মহানগৰ উপসমিতি আৰু দিল্লীতো এখন উপসমিতি গঠন কৰা হয়।

ইতিহাস প্ৰসিদ্ধ দেৰগাঁৱত দেৰগাঁও চক্ৰ এলেকাৰ সকলো লোক, জিলাখনৰ ৰাইজ, শিক্ষক-কৰ্মচাৰী, জাতি-বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সকলোৱে মুক্ত সহায়-সহযোগ, উপস্থিতি, আৰ্থিক-কায়িক সহায়-সহযোগত অতি নিয়াৰিকৈ দেৰগাঁৱত অসম সাহিত্য সভাৰ একসপ্ততিতম অধিৱেশন অনুষ্ঠিত হোৱাটো আমি কামনা কৰি — পৰমেশ্বৰৰ ওচৰতো প্ৰাৰ্থনা জনালোঁ।

দেৰগাঁও সাহিত্য সভাৰ সোণালী জয়ন্তী, বৰ্তমান আৰু এৰি অহা দিনবোৰৰ সোণালী ইতিহাস লিখিবলৈ যেনেদৰে তথ্যপাতিৰ আৱশ্যক, সকলো গোটোৱাত অসুবিধা হ'ল। তথাপি প্ৰাক্তন সম্পাদক প্ৰতাপ কন্দলি আৰু বিচিত্ৰ ভূষণ কলিতাই কিছু তথ্যপাতিৰে সহায় কৰিলে। তেওঁলোকক ধন্যবাদ জনালোঁ। দোষ-ত্ৰুটি থাকি যোৱাটো স্বাভাৱিক। সেয়া দোষৰ বাবে মই ক্ষমা মাগিলোঁ।

জয়তু ভাষা জননী
চিৰ চেনেহী মোৰ ভাষা জননী। ❑



# দেৰগাঁও সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থসমূহৰ এক চমু পৰিচয় (১৯২৪-২০১০)

সঞ্জয় কুমাৰ হাজৰিকা

সম সাহিত্য সভা প্ৰতিষ্ঠা হোৱাৰ সাত বছৰৰ পাছতেই ১৯২৪ চনত দেৰগাঁও সাহিত্য সভা প্ৰতিষ্ঠা কৰা হয়। দেৰগাঁও সাহিত্য সভাই আৰম্ভণিৰে পৰাই সাধ্যানুসৰি অঞ্চলটোত আনুষ্ঠানিক ভাৱে কাৰ্যনিৰ্বাহ কৰি আহিছে। দেৰগাঁও সাহিত্য সভাৰ উদ্যোগত ১৯৫৯ চনৰ ১৬ জুনত স্থানীয় বাপুজী মন্দিৰত প্ৰয়াত ত্ৰৈলোক্য নাথ শৰ্মাৰ সভাপতিত্বত আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু শতবাৰ্ষিকী উপলক্ষে এখন স্মৃতি সভা অনুষ্ঠিত হয়। এই দিৱসৰ সোঁৱৰণতে দেৰগাঁও সাহিত্য সভাই মিছামৰাৰ গল্প লেখক লক্ষ্মীচন্দ্ৰ গোস্বামীৰ "যোল জুনৰ স্মৃতিত" নামৰ পুস্তিকাখনি প্ৰকাশ কৰে। এই পুস্তিকাখনিৰ দ্বাৰাই দেৰগাঁও সাহিত্য সভাই প্ৰকাশনৰ দিশত প্ৰথম খোজ পেলায়।

বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে দেৰগাঁও সাহিত্য সভাৰ দ্বাৰা দুলাল বৰদলৈ আৰু প্ৰফুল্ল চন্দ্ৰ বৰাই ৰচনা কৰা "আমাৰ বেজবৰুৱা" নামৰ পুস্তিকাখনি প্ৰকাশ কৰা হয়। এই পুস্তিকা দেৰগাঁও সাহিত্য সভাৰ দ্বিতীয় প্ৰকাশ। হেমচন্দ্ৰ গোস্বামী জন্ম শতবাৰ্ষিকী উপলক্ষে দেৰগাঁও সাহিত্য সভাৰ তদানীন্তন সম্পাদক ড° নগেন ঠাকুৰৰ সম্পাদনাত "হেমচন্দ্ৰ গোস্বামী জন্ম শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ" প্ৰকাশ পায়। ১৯৭৪ চনৰ১৬ আগষ্টত অসম সাহিত্য সভাৰ তদানীন্তন প্ৰধান সম্পাদক যতীন্দ্ৰ নাথ গোস্বামীয়ে উন্মোচন কৰা এই স্মৃতিগ্ৰন্থখন দেৰগাঁও সাহিত্য সভাৰ তৃতীয় প্ৰকাশ।

দেৰগাঁও সাহিত্য সভাৰ প্ৰকাশনৰ ক্ষেত্ৰত মাইলৰ খুঁটি হিচাপে থিয় দিলে দেৰগাঁও সাহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱৰ স্মৃতিগ্ৰন্থখনিয়ে। ১৯৭৪ চনৰ ২০,২১,২২ ডিচেম্বৰ তাৰিখে তিনিদিনীয়া কাৰ্যসূচীৰে পালন কৰা হৈছিল দেৰগাঁও সাহিত্য সভাৰ সোণালী জয়ন্তী উৎসৱ। প্ৰকৃততে দেৰগাঁৱত এই অনুষ্ঠানেই প্ৰথম বৰ্ণাঢ্য অনুষ্ঠান হিচাপে পৰিগণিত হৈছিল। সোণালী জয়ন্তী উপলক্ষে সাহিত্যিক প্ৰফুল্ল চন্দ্ৰ বৰাৰ সম্পাদনাত স্মৃতিগ্ৰন্থখনি ১২ ডিচেম্বৰত প্ৰকাশ পায়। তদানীন্তন সম্পাদক ড° নগেন ঠাকুৰে প্ৰকাশ কৰি উলিওৱা স্মৃতিগ্ৰন্থখনি দেৰগাঁৱৰ বাবে এক দলিল হিচাপে থিয় দিলে। স্মৃতিগ্ৰন্থখনিত ভাৰতৰ তেতিয়াৰ ৰাষ্ট্ৰপতিৰ হৈ প্ৰেছ সচিৱ এ. এম. আব্দুল হামিদ, মিত্ৰ দেৱ মহন্ত, মহেন্দ্ৰ মোহন চৌধুৰী, আনন্দ চন্দ্ৰ বৰুৱা, খনীন্দ্ৰ নাথ গোস্বামী আৰু ৰাতুল চন্দ্ৰ হাজৰিকাৰ সন্দেশ পত্ৰ, হৰকান্ত মহন্ত, নীলমণি ফুকন, মহেশ্বৰ নেওগ, গহন চন্দ্ৰ গোস্বামী, বিনন্দ চন্দ্ৰ বৰুৱা, চৈয়দ আব্দুল মালিক, আব্দুছ ছাত্তাৰ, হৰেন্দ্ৰ কুমাৰ দত্ত, লক্ষ্মীচন্দ্ৰ গোস্বামী, নগেন শইকীয়া, পবিত্ৰ কুমাৰ ডেকা, কুতুবুদ্দিন আহমেদ, গুণকান্ত ফুকন পূণ্যেশ্বৰ পূজাৰী, ড° মোহিনী কুমাৰ শইকীয়া, ডালিম চন্দ্ৰ পাঠক, কালীপ্ৰসাদ গোস্বামী, গিৰীশ বৰুৱা, ৰবীন্দ্ৰ নাথ হাজৰিকাৰ প্ৰৱন্ধৰ লগতে অসম সাহিত্য সভাৰ সভাপতি পদ্মনাথ গোহাঞি বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, ৰত্নকান্ত বৰকাকতী, মিত্ৰদেৱ মহন্ত, ডিম্বেশ্বৰ নেওগ আৰু জ্ঞান নাথ বৰাৰ সভাপতিৰ অভিভাষণ প্ৰকাশ



পাইছে। এই অনুষ্ঠানতে সোণালী জয়ন্তী উৎসৱ উদ্‌যাপন সমিতিৰ সভাপতি হৰকান্ত মহন্তৰ সভাপতিৰ অভিভাষণ প্ৰকাশ পায়।

দেৰগাঁও সাহিত্য সভাৰ ইতিহাসত সোণালী স্বাক্ষৰ বহন কৰা প্ৰাক্তন সভাপতি অধ্যক্ষ হৰকান্ত মহন্তৰ স্মৃতিত এখনি গ্ৰন্থ প্ৰকাশ কৰা হয়। ১৯৭৬ চনৰ ২০ জুলাইত প্ৰাক্তন সভাপতি গৰাকীৰ আদ্যশ্ৰাদ্ধৰ দিনা দেৰগাঁও সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত আৰু ভদ্ৰেশ্বৰ বৰাৰ সম্পাদনাত প্ৰকাশ পোৱা "অধ্যক্ষ হৰকান্ত মহন্তঃ স্মৃতি তৰ্পণ" উন্মোচন কৰা হয়। স্মৃতিগ্ৰন্থখনিত গোলাপ চন্দ্ৰ পূজাৰী, চৈয়দ আব্দুল মালিক, ৰবীন্দ্ৰ নাথ হাজৰিকা, কালীপ্ৰসাদ গোস্বামী, নগেন ঠাকুৰ, লক্ষীকান্ত মহন্ত, দুলাল বৰদলৈ, প্ৰফুল্ল কুমাৰ শৰ্মা, প্ৰফুল্ল চন্দ্ৰ বৰা, সুৰেণ বৰদলৈ, নীলপদ্ম ফুকন, গিৰিশ বৰুৱা, চন্দ্ৰ কটকী, গুণীন শৰ্মা, টুকুমণি কছাৰী আৰু উমেশ্বৰ বৰাই প্ৰাক্তন সভাপতি আৰু শিক্ষাবিদ গৰাকীৰ জীৱন আৰু কৃতিত্ব সম্পৰ্কীয় মতামত আগবঢ়ায়।

দেৰগাঁৱৰ বাসিন্দা তথা খ্যাতিমান শিল্পী ডা° উপেন কাকতীৰ এক শোকাবহ মটৰ চাইকেল দুৰ্ঘটনাত মৃত্যু হয়। শিল্পীগৰাকীৰ আদ্যশ্ৰাদ্ধৰ দিনা তেওঁৰ স্মৃতিত সাহিত্য সভাৰ দ্বাৰা "মন ক্ষণে ক্ষণে বিনায়" শীৰ্ষক পুস্তিকাখনি প্ৰকাশ কৰা হয়। দেৰগাঁও সাহিত্য সভাৰ তদানীন্তন সম্পাদক অতুল গোস্বামীৰ সম্পাদনাত প্ৰকাশ পোৱা পুস্তিকাখনিত শিল্পী গৰাকীৰ জীৱন আৰু কৃতিত্ব সম্পৰ্কত বহু কেইগৰাকী গুণমুগ্ধই আলোকপাত কৰে।

দেৰগাঁও সাহিত্য সভাই প্ৰকাশ কৰা দ্বিতীয়খন তথ্য সমৃদ্ধ স্মৃতিগ্ৰন্থ প্ৰকাশ হৈছিল ১৯৮১ চনৰ ১৯ মাৰ্চত। শিৱসাগৰ জিলা সাহিত্য পৰিষদৰ চতুৰ্থ বাৰ্ষিক দেৰগাঁও অধিৱেশন উপলক্ষত প্ৰকাশিত স্মৃতিগ্ৰন্থখনি সম্পাদনা কৰিছিল কুতুবুদ্দিন আহমেদে আৰু প্ৰকাশ কৰিছিল অতুল গোস্বামীয়ে। স্মৃতিগ্ৰন্থখনিত ৰবীন্দ্ৰনাথ হাজৰিকা, লক্ষ্মীনাথ ফুকন, গিৰীশ চন্দ্ৰ বৰুৱা, ৰেকিবুদ্দিন আহমেদ, ডা° উপেন কাকতী, ডালিম চন্দ্ৰ পাঠক, আনন্দ শৰ্মা, বিশ্বেশ্বৰ দত্ত, হৰেন্দ্ৰ কুমাৰ দত্ত, অনিল চন্দ্ৰ ঠাকুৰ, নীলপদ্ম ফুকন, অতুল গোস্বামীয়ে দেৰগাঁৱৰ বিভিন্ন বিষয়ত আলোকপাত কৰিছে।

পৰৱৰ্তী সময়ত ১৯৮৫ চনৰ ৪ আগষ্টত ড° মুকুল শৰ্মাৰ "বৰ্তমান শিক্ষা ব্যৱস্থা আৰু জাতীয় চৰিত্ৰ গঠনত ইয়াৰ প্ৰাসঙ্গিকতা", ১৯৮৬ চনৰ ১০ জানুৱাৰীত সাহিত্যাচাৰ্য যতীন্দ্ৰ নাথ গোস্বামীৰ "ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ ডেৰশ বছৰীয়া জন্ম-জয়ন্তীৰ মুখ্য বক্তা তথা বিশিষ্ট অতিথিৰ ভাষণ", যাদৱ শৰ্মাৰ "হেমচন্দ্ৰ বৰুৱাদেৱৰ ডেৰশ বছৰীয়া জন্মবাৰ্ষিকী উৎসৱ উদ্‌যাপন সমিতিৰ সভাপতিৰ অভিভাষণ" আৰু দেৰগাঁও সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ৰবীন্দ্ৰ নাথ হাজৰিকাৰ স্মৃতিত শ্ৰদ্ধাৰ্ঘ প্ৰকাশ কৰা হয়।

দেৰগাঁও সাহিত্য সভাৰ উদ্যোগত আৰু গোলাঘাট জিলা সাহিত্য সভাৰ সহযোগত অসম সাহিত্য সভাই ১৯৯৭ চনৰ ২৯ আৰু ৩০ নৱেম্বৰত দুদিনীয়া কাৰ্যসূচীৰে সাংবাদিক-সাহিত্যিক লক্ষ্মীনাথ ফুকনৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপন কৰে। এই উপলক্ষে সাহিত্যিক প্ৰফুল্ল চন্দ্ৰ বৰাৰ সম্পাদনাত "লক্ষ্মীনাথ ফুকনঃ জন্ম শতবাৰ্ষিকী শ্ৰদ্ধাৰ্ঘ" প্ৰকাশ কৰে অতুল গোস্বামীয়ে। গ্ৰন্থখনিত নীলপদ্ম ফুকন, প্ৰফুল্ল চন্দ্ৰ বৰা, অতুল গোস্বামী, চন্দ্ৰ প্ৰসাদ শইকীয়া, চৈয়দ আব্দুল মালিক, যতীন্দ্ৰ নাথ গোস্বামী, সতীশ চন্দ্ৰ কাকতী, যোগেশ দাস, নৰেশ ৰাজখোৱা, জগদীশ ফুকন, নীলমণি ফুকন, উপেন্দ্ৰ বৰকটকী, ড° নগেন শৰ্মা, ড° প্ৰহ্লাদ কুমাৰ বৰুৱা, প্ৰসন্ন কুমাৰ ফুকন, ড০ আনন্দ বৰমুদৈ, অৰুণ গোস্বামী, ড° হেম বৰা, ড° কালীপ্ৰসাদ গোস্বামী, মীৰা ফুকন, জগদীশ ফুকন, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু আৰ এন বৰুৱাই সাহিত্যিক- সাংবাদিক গৰাকীৰ জীৱন আৰু কৃতিত্ব সম্পৰ্কত আলোকপাত কৰিছে। ইয়াৰ লগতে "লক্ষ্মীনাথ ফুকন জন্ম-শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন তথা আমাৰ কৃতজ্ঞতা" প্ৰকাশ কৰা হয়।

১৯৯৮ চনৰ ২০ জানুৱাৰীত যতীন্দ্ৰ নাথ বৰগোহাঞিৰ "জাতীয়তাবাদ বিকাশৰ ঐতিহাসিক পটভূমি" আৰু ১৯৯৯ চনৰ ২ জানুৱাৰীত "কৰ্মযোগী ডিম্বেশ্বৰ নাথলৈ আদ্যশ্ৰাদ্ধৰ শ্ৰদ্ধাঞ্জলি" প্ৰকাশ কৰা হয়।

দেৰগাঁও সাহিত্য সভাৰ প্ৰথম পত্ৰিকা প্ৰকাশ পায় ২০০০ চনত। প্ৰয়াত প্ৰসন্ন কুমাৰ ফুকনৰ সম্পাদনাত সম্পাদক প্ৰতাপ চন্দ্ৰ কন্দলীয়ে প্ৰকাশ কৰা "দেৰগাঁও সাহিত্য সভা পত্ৰিকা"ত প্ৰসন্ন কুমাৰ ফুকন, যতীন্দ্ৰ নাথ গোস্বামী, ড° নগেন ঠাকুৰ, ড° নৰেণ কলিতা, ড° অখিল চক্ৰৱৰ্তী, ড° কালীপ্ৰসাদ গোস্বামী, নাৰায়ণ চন্দ্ৰ গোস্বামী, ড° দিলীপ কুমাৰ গোস্বামী, ডাঃ অজিত বৰুৱা, প্ৰফুল্ল চন্দ্ৰ বৰা, নীলপদ্ম ফুকন, অতুল মহন্ত, অংকুৰ ডেকা, বিচিত্ৰ ভূষণ কলিতা, তপন হাজৰিকা আৰু প্ৰতাপ চন্দ্ৰ কন্দলীয়ে বিভিন্ন বিষয়ত আলোকপাত কৰে।

দেৰগাঁও সাহিত্য সভাই আন এখন অতি উল্লেখযোগ্য গ্ৰন্থ প্ৰকাশ কৰে ২০০১ চনৰ মাৰ্চত। দেৰগাঁও সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ৰবীন্দ্ৰ নাথ হাজৰিকাৰ "দেৰগাঁৱৰ নাট্য আন্দোলন" শীৰ্ষক গ্ৰন্থখন প্ৰসন্ন কুমাৰ ফুকনৰ সম্পাদনাত প্ৰকাশ কৰে প্ৰতাপ চন্দ্ৰ কন্দলীয়ে। গ্ৰন্থখনিত লেখকে দেৰগাঁৱৰ নাট্য আন্দোলনৰ এক সম্পূৰ্ণ ইতিহাস বৰ্ণনা কৰিছে।

মৃদুপৱন গোস্বামীৰ "অসমৰ মাধ্যমিক শিক্ষাৰ সাম্প্ৰতিক প্ৰত্যাহ্বান আৰু সমাধান" শীৰ্ষক পুস্তিকা, ২০০১ চনৰ ১১ নৱেম্বৰ আৰু ড° আনন্দ বৰমুদৈৰ "উত্তৰ আধুনিকতাবাদ আৰু অসমীয়া সাহিত্য" শীৰ্ষক পুস্তিকা ২০০৪ চনৰ ২৮ আগষ্টত প্ৰকাশ কৰে প্ৰতাপ চন্দ্ৰ কন্দলীয়ে।

দেৰগাঁও সাহিত্য সভাৰ তিনিমহীয়া পত্ৰিকা "আকাশ"ৰ





প্ৰথম বছৰ প্ৰথম সংখ্যা প্ৰকাশ পায় ২০০৫ চনৰ জানুৱাৰীত। পত্ৰিকা সম্পাদক সত্য প্ৰসাদ বেজবৰুৱাৰ সম্পাদনাত তপন কুমাৰ হাজৰিকাই প্ৰকাশ কৰি উলিওৱা পত্ৰিকাখনিত চাৰু ডেকা বৰুৱা, অতুল চন্দ্ৰ মহন্ত, দুগ্ধচন্দ্ৰ গোস্বামী আৰু মৌচুমী দত্ত হাজৰিকাৰ লেখা প্ৰকাশ পায়। ইয়াৰ দ্বিতীয় সংখ্যাটি প্ৰকাশ পায় এপ্ৰিলত। সেই সংখ্যাত মাণিক চন্দ্ৰ দলে, ৰূপালীম ঠাকুৰ, আনন্দ চন্দ্ৰ গোস্বামী, লাতুমণি বৰা শইকীয়া, বকুল ভট্টাচাৰ্য, প্ৰদ্যুৎ মহন্ত, পদ্মলোচন নাথ আৰু অতুল মহন্তৰ প্ৰবন্ধ প্ৰকাশ পায়। "আকাশ"ৰ তৃতীয় সংখ্যাটো প্ৰকাশ পায় ২০০৬ চনৰ ২৯ অক্টোবৰত।

দেৰগাঁও সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অধ্যক্ষ হৰকান্ত মহন্ত স্মাৰক অনুষ্ঠান উপলক্ষত ড° বেণু গগৈৰ "অসমীয়া ভাষা সংস্কৃতিত জনজাতীয় উপাদান" শীৰ্ষক পুস্তিকাখনি প্ৰকাশ পায় ২০০৮ চনৰ ২৮ ছেপ্তেম্বৰত। পুস্তিকাখনি প্ৰকাশ কৰে সঞ্জয় কুমাৰ হাজৰিকাই।

দেৰগাঁও সাহিত্য সভাৰ ৮৪ সংখ্যক প্ৰতিষ্ঠা দিৱসত (১৮ নৱেম্বৰ, ২০০৮) মালা নাথৰ কবিতা সংকলন "উশাহত লৈ ফুৰোঁ তোমাৰ গুলপীয়া মৰম", পাঞ্চুৰিকা হাজৰিকাৰ কবিতা সংকলন "দূবৰিৰ দলিচাত মুকুতাৰ মালা" আৰু ৰাজীৱ হাজৰিকা, তপন কুমাৰ মহন্তৰ তথ্যকোষ "ইতিহাসত আজিৰ দিনটো" প্ৰকাশ কৰি উলিয়ায় সঞ্জয় কুমাৰ হাজৰিকাই।

দেৰগাঁও সাহিত্য সভাৰ পত্ৰিকা "আকাশ"ৰ তৃতীয় বছৰ প্ৰথম সংখ্যাটো জনগোষ্ঠী বিশেষ সংখ্যা হিচাপে প্ৰকাশ পায়। পত্ৰিকা সম্পাদক প্ৰশান্ত মাধৱ বৰাৰ সম্পাদনাত সম্পাদক সঞ্জয় কুমাৰ হাজৰিকাই প্ৰকাশ কৰি উলিওৱা পত্ৰিকাখনি ২০০৯ চনৰ ২২ মাৰ্চত উন্মোচন কৰে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি তথা বিশিষ্ট সাহিত্যিক ড° নগেন শইকীয়াই। পত্ৰিকাখনিত হীৰেণ গগৈ, লোকনাথ গোস্বামী, ড° উপেন ৰাভা হাকাচাম, ড° গণেশ পেগু, মানিক চন্দ্ৰ দাৱ, খীমছাইন্দি শইকীয়া সোণোৱাল, লক্ষ্যজ্যোতি নাথ, হৰিগোবিন্দ দেউৰী, গুণেশ্বৰ সোণোৱাল, মুবীন ৰাভা, স্বাতী কিৰণ, ড° বিনু সন্দিকৈ , ধৰ্মেশ্বৰ দুৱৰা, লক্ষেশ্বৰ তাঁতী, ড° ৰুদ্ৰমান থাপা, শোভিত কুমাৰ ছেত্ৰী, মুহিউদ্দিন আহমেদ আৰু লীনা বৰা দত্তই অসমৰ বিভিন্ন জনগোষ্ঠীৰ বিষয়ে বিভিন্ন দিশ আলোকপাত কৰে। আনহাতে পংকজ ঠাকুৰ, ড° অনিল শইকীয়া, সুৰেন্দ্ৰ মোহন হাজৰিকা, সত্য প্ৰসাদ বেজবৰুৱা, অৰ্চনা বৰঠাকুৰ, পাঞ্চুৰিকা হাজৰিকা, ত্ৰিলোচন নাথ, শৰৎ (ৰাণা) বৰা, নৰকুমাৰ বৰা, মালা নাথ, সুৰেশ নেওগ, চাৰু ডেকা বৰুৱা, নয়নতৰা বৰা, নগেন বৰা, প্ৰণৱ কুমাৰ শৰ্মা, সুস্মিতা বৰা, বিশ্বজিত শইকীয়া, সেউজ সজীৱ নাথ, অনিৰুদ্ধ শৰ্মা, অনুৰাগ বৰপাত্ৰ গোঁহাই, ৰণোজ বড়ি, দেৱজিত বড়ি, ৰণোজ কুমাৰ দাস, বিপ্লৱজ্যোতি গন্ধিয়া, স্বপ্নম জ্যোতি মহন্ত, সঞ্জয় কুমাৰ হাজৰিকা আদিয়ে বিভিন্ন বিষয়ত আলোকপাত কৰে।

দেৰগাঁও ৰজাবাহৰ নিবাসী নিৰু দেৱীৰ "নামৰ টোপোলা" নামৰ গ্ৰন্থখনি ২০১০ চনৰ ১০ জুলাইত প্ৰকাশ কৰি উলিয়ায় সম্পাদক সঞ্জয় কুমাৰ হাজৰিকাই। গ্ৰন্থখনিত গণেশ, শিৱ, শ্ৰীকৃষ্ণ আদি বহু কেইগৰাকী দেৱ-দেৱীৰ নাম সন্নিৱিষ্ট হৈছে। ❑

# শিক্ষা, সাহিত্য-সংস্কৃতি, ৰাজনীতিৰ ক্ষেত্ৰত দেৰগঞা নাৰীৰ অৱদান

**কল্পনা বৰা দত্ত**

দেৰগাঁও — গোলাঘাট জিলাৰ অন্তৰ্গত এখনি সৰু নগৰ। ইতিহাসপ্ৰসিদ্ধ এই সৰু নগৰখন কলা-কৃষ্টি, সাহিত্য-সংস্কৃতিৰ মণি-মুকুতাৰে ভৰপূৰ। ইয়াতেই ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, ৰমন্যাস আন্দোলনৰ গুৰি ধৰোঁতা হেমচন্দ্ৰ গোস্বামী , কথাশিল্পী চৈয়দ আব্দুল মালিক, সাংবাদিক লক্ষ্মীনাথ ফুকন, জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদ, 'গোলাপী জামুৰ লগ্ন'ৰ কবি নীলমণি ফুকন, 'কাঠমিস্ত্ৰীৰ ঘৰ'ৰ কবি ধীৰেণ দত্ত, নৃত্যাচাৰ্য যতীন গোস্বামী, চিত্ৰশিল্পী ননী বৰপূজাৰী আদি ভালেসংখ্যক পুৰোধা ব্যক্তিৰ জন্ম হৈছে। এই ব্যক্তিসকলৰ ভাব-চিন্তাৰে প্ৰোজ্জ্বল দেৰগাঁৱৰ বুকুত থকা সাহিত্য-সংস্কৃতি, ৰাজনীতিৰ বাখৰবোৰক লৈ দেৰগঞাই আজিও গৌৰৱ অনুভৱ কৰে।

শিক্ষা, সাহিত্য, সংস্কৃতি, ৰাজনীতিৰ ক্ষেত্ৰত দেৰগঞা পুৰুষসকলৰ অৱদান যথেষ্ট আৰু গুৰুত্বপূৰ্ণ। উপৰোক্ত ক্ষেত্ৰবিলাকত মহিলাসকলৰ অৱদানো অনবদ্য। দেৰগাঁও নগৰ আৰু ইয়াৰ নিকটৱৰ্তী গাঁওসমূহৰ বিভিন্ন ক্ষেত্ৰত প্ৰতিভাশালী কিন্তু আন্ধাৰতে থাকি যোৱা মহিলাসকলক পোহৰলৈ উলিয়াই আনি পাঠকক চিনাকি কৰি দিয়াই এই প্ৰবন্ধৰ মূল উদ্দেশ্য।

অসমৰ 'নাৰী শিক্ষাৰ উত্তৰণৰ পমখেদি ইতিহাসৰ পাত লুটিয়ালে' আমি এগৰাকী নাৰীৰ নাম পাওঁ যি গৰাকী আহোমৰ 'বৰৰজা'ৰূপে ৰাজসিংহাসনত অধিষ্ঠিত হৈছিল। সেই গৰাকী হ'ল চিনাতলী গায়নৰ জীয়াৰী ফুলমতী। আহোমৰ ৰাজকুঁৱৰী হৈ তেওঁ ফুলেশ্বৰী কুঁৱৰী নাম লয়। তেওঁ ৰাজহাউলীত নাৰী শিক্ষা প্ৰসাৰৰ অৰ্থে এখনি পঢ়াশালি স্থাপন কৰি অসমত স্ত্ৰী শিক্ষাৰ পাতনি মেলে।

প্ৰকৃততে দেৰগাঁৱত নাৰী শিক্ষাৰ বাট মুকলি হয় ১৯১৩ চনৰপৰাহে। মহদা বৰাই হ'ল দেৰগাঁৱৰ প্ৰথমগৰাকী শিক্ষয়িত্ৰী। বঙালগাঁৱৰ জীয়াৰী মহদা বৰা হ'ল কোচবিহাৰৰ কোচ ৰাজপৰিয়ালৰ বংশধৰ গুৱাহাটীৰ ৰংমহল নিবাসী ৰজত বৰাৰ পত্নী। এইগৰাকী শিক্ষয়িত্ৰীয়ে বৰ্তমান নাৰিকলগুৰিত অৱস্থিত চিনিয়ৰ বেচিক (উচ্চ বুনিয়াদী) বালিকা বিদ্যালয়ৰ স্থানতে এটি সৰু খেৰী ঘৰত ছাত্ৰীসকলক শিক্ষাদান কৰিছিল। পাছত এই বিদ্যালয়খন এম. ভি পৰ্যায়লৈ উন্নীত হয়। এম. ভি পৰ্যায়লৈ উন্নীত হোৱাৰ পাছত এই বিদ্যালয়ত হেড পণ্ডিত হিচাপে দিবাকৰ বৰঠাকুৰ আৰু তেওঁৰ পত্নী কনদা দেৱীয়ে শিক্ষয়িত্ৰীৰূপে নিযুক্তি লাভ কৰে আৰু ছাত্ৰীসকলক শিক্ষাদান কৰে। বৃহত্তৰ দেৰগাঁৱত 'বৰ বাইদেউ' নামেৰে পৰিচিত কনদা দেৱী আছিল এগৰাকী উপযুক্ত শিক্ষয়িত্ৰী আৰু পাকৈত শিপিনী। ১৯৩৮-৩৯ চনত এই বিদ্যালয়ত প্ৰথম ইংৰাজী শিক্ষাৰ পাতনি মেলা হয়।

১৯৪৬ চনত দেৰগাঁও টাউন ক্লাব ভৱনত হাইস্কুলৰ সপ্তম শ্ৰেণী খোলা হয় আৰু এই বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰীৰ দায়িত্ব গ্ৰহণ কৰে লক্ষ্মীপ্ৰিয়া বৰুৱাই। কিন্তু এই বিদ্যালয়খন স্থায়ী হৈ নাথাকিল। ছাত্ৰী



আৰু শিক্ষয়িত্ৰীৰ অভাৱত এই বিদ্যালয়খনো নিষ্ক্ৰিয় হৈ পৰে।

১৯৪৯ চনত মুক্তিযোদ্ধা নৰেন শৰ্মাকে মুখ্য কৰি যোগেশ্বৰ হাজৰিকা, বেণীমাধৱ শৰ্মা, দুৰ্গানাথ কাকতি আদি ভালেকেইজন সামাজিক খনিকৰৰ নিঃস্বাৰ্থ সেৱা আৰু ত্যাগৰ ফলশ্ৰুতিত গঢ় লৈ উঠে বালিকা উচ্চ ইংৰাজী বিদ্যালয়খনি। এইখনেই হ'ল গোলাঘাট জিলাৰ (অবিভক্ত) উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰথম স্ত্ৰী শিক্ষাৰ অনুষ্ঠান। ইয়াৰ পাছৰে পৰা দেৰগাঁৱৰ আশে-পাশে কেইবাখনো ছোৱালী হাইস্কুল গঢ়ি উঠে। ১৯৬৫ চনত অমৰ শৰ্মা ছোৱালী হাইস্কুল, ১৯৬৯ চনত কুৱালগুৰিত গুণীপ্ৰভা দত্ত ছোৱালী হাইস্কুল, ১৯৮০ চনত পশ্চিম মিছামৰা ছোৱালী হাইস্কুল, ১৯৮২ চনত মিছামৰা ছোৱালী হাইস্কুল, ১৯৮৩ চনত ১ নং খকন্দগুৰিত ছহিদ স্মৃতি ছোৱালী হাইস্কুল, ১৯৮৩ চনত কাকডোঙা ছোৱালী হাইস্কুল, ১৯৮৬ চনত পূব দেৰগাঁও কৃষ্ণৰাম ছোৱালী হাইস্কুল, ১৯৮৬ চনত দেৱগ্ৰাম ছোৱালী হাইস্কুল ইত্যাদি গঢ়ি উঠে। ইয়াৰ বাহিৰেও অন্য বিদ্যালয়সমূহত উচ্চ মাধ্যমিক শাখাত ছাত্ৰসকলৰ লগতে ছাত্ৰীসকলেও শিক্ষা গ্ৰহণ কৰিব পাৰিছিল যদিও এই বিদ্যালয়সমূহত ছাত্ৰীৰ সংখ্যা বৰ কম আছিল। কিয়নো সেই সময়ৰ সমাজ ব্যৱস্থাত স্ত্ৰী শিক্ষাৰ ওপৰত গুৰুত্ব দিয়া নহৈছিল।

১৯৪৯ চনত দেৰগাঁৱত বালিকা উচ্চ ইংৰাজী বিদ্যালয় (বৰ্তমান উচ্চতৰ মাধ্যমিক বালিকা বিদ্যালয়) স্থাপন হোৱাৰ পাছৰে পৰা দেৰগাঁৱত স্ত্ৰী শিক্ষাৰ প্ৰসাৰ ঘটে। নাৰী শিক্ষাৰ উত্তৰণত যোগাত্মক ভূমিকা পালন কৰি অহা এই বিদ্যালয়ৰ পৰা সুখ্যাতিৰে উত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰীসকল বৰ্তমান জিলাখনৰ উপৰি ৰাজ্যিক, ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত বিভিন্ন বিভাগত কৰ্ম কৰি সুপ্ৰতিষ্ঠিত হৈছে।

১৯৪৯ চনত এই বিদ্যালয়ত নিযুক্ত হোৱা শিক্ষয়িত্ৰীগৰাকী হ'ল ৰাজুবালা খাউণ্ড। তেওঁ বিদ্যালয়ৰ প্ৰথম গৰাকী আৰু একমাত্ৰ মহিলা শিক্ষয়িত্ৰী। এগৰাকী শিক্ষয়িত্ৰী নহ'লে বালিকা বিদ্যালয়খনে চৰকাৰী স্বীকৃতি আৰু সাহায্য পোৱাত আশা নাছিল বাবেই নৰেন শৰ্মা, চন্দ্ৰনাথ খাউণ্ড আহি ৰাজুবালা খাউণ্ডক এই বিদ্যালয়ত চাকৰি কৰিবলৈ কৈছিল। অংক আৰু ইংৰাজী বিষয়ত যথেষ্ট দখল থকা ৰাজুবালাই বিবাহৰ পূৰ্বে গোলাঘাটৰ মিছন স্কুলত ১৯৪৩ চনৰ পৰা ১৯৪৮ চনলৈ পাঁচ বছৰ কাল চাকৰি কৰিছিল। এইগৰাকী শিক্ষয়িত্ৰীয়েই নিজৰ মেধা, বুদ্ধি মণীষাৰে দেৰগাঁৱত স্ত্ৰী শিক্ষা বিস্তাৰত যথেষ্ট অৰিহণা আগ বঢ়াই গ'ল।

দেৰগাঁৱৰ স্ত্ৰী শিক্ষা প্ৰসাৰত আগভাগ লোৱা ৰাজুবালা খাউণ্ডৰ পিছতে নাম ল'ব পাৰি দীপিকা হাজৰিকাৰ। নাৰী শিক্ষা উত্তৰণৰ লগতে সাহিত্য-সংস্কৃতিৰ পৰিচয় দাঙি ধৰিবলৈ সক্ষম হোৱা যোগেশ্বৰ হাজৰিকাৰ পত্নী দীপিকা হাজৰিকাৰ ঘৰখনেই আছিল শিক্ষা-সংস্কৃতিৰ ক্ষেত্ৰ। ১৯২৯ চনত গুৱাহাটীত জন্মগ্ৰহণ কৰা দীপিকা হাজৰিকা (মেধি)ৰ পিতৃ হ'ল ভাষা-সাহিত্যৰ শ্ৰেষ্ঠ গৱেষক কালিৰাম মেধিৰ কনিষ্ঠ ভাতৃ চেনিৰাম মেধি। আনহাতে সাহিত্যাচাৰ্য অতুল চন্দ্ৰ হাজৰিকাৰ ভগ্নী হ'ল তেওঁৰ মাতৃ। গতিকে পিতৃ-মাতৃৰ বংশৰ প্ৰভাৱ তেওঁৰ গাত ভালদৰে পৰিছিল আৰু তেওঁৰ কাম-কাজত 'বংশগত মৰ্যাদাৰ পূৰ্ণ প্ৰতিফলন' ঘটিছিল। বিবাহৰ পাছত বৰ্তমানৰ দেৰগাঁও বালিকা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা (পাছত প্ৰধান শিক্ষয়িত্ৰী হয়) কৰাৰ উপৰি সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰতো তেখেতে সুনাম অৰ্জন কৰিছিল। 'আদি কবি', অন্ধমুনিৰ অভিশাপ', 'শকুন্তলা', 'উৰ্বশী', 'দেৱী দুৰ্গা' আদি ভালেমান নৃত্যনাটিকা দীপিকা হাজৰিকাই ৰচনা কৰি বিদ্যালয়ৰ ছাত্ৰীসকলৰ হতুৱাই অভিনয় কৰোৱাইছিল। বিদ্যালয়ৰ বাহিৰেও ৰাজহুৱা অনুষ্ঠানতো এইবোৰ প্ৰদৰ্শিত হৈছিল। দীপিকা হাজৰিকাই ৰচনা কৰা 'দেৱী দুৰ্গা'ই সম্ভৱ দেৰগাঁৱত প্ৰদৰ্শিত হোৱা প্ৰথম নৃত্য-নাটিকা। নৃত্য-নাটিকাৰ উপৰি তেওঁ ভালেমান গীত আৰু কবিতা, প্ৰবন্ধ ৰচনা কৰি থৈ গৈছে। এই গীত আৰু কবিতাবোৰত শব্দৰ যাদুকৰী প্ৰয়োগ মন কৰিবলগীয়া। 'দেৰগাঁৱৰ চমু আভাস' তেওঁৰ কবিতাত স্পষ্ট হৈছে এনেদৰে —

"আমাৰ দেৰগাঁও দেখিলেই আমি পমি যাওঁ  
ঋতুৱে ঋতুৱে বিবিধ বৰণ,  
উত্তৰে বৰলুইত কল কল শৱদে  
আনন্দে পখালে চৰণ।  
বিবিধ সম্ভাৰে দক্ষিণে ঢেকিয়ালে  
প্ৰাণ ঢালি কৰিছে বন্দন,  
পূবে কাকডোঙা পশ্চিমে দৰিয়া  
ঝুমুৰৰ সুৰ আৰু বৃক্ষ চন্দন।  
কলা-কৃষ্টি-সংগীতৰ মূৰ্চ্ছনাৰে মুখৰিত  
দেৰগাঁও মায়াবী অঞ্চল,  
বিহুগীত হুঁচৰিৰ জিকিৰৰ ধ্বনিয়ে  
মন-প্ৰাণ কৰে চঞ্চল।  
সত্ৰৰ মণিকূট, সাঁচিপাতৰ পুথিবোৰ  
নিপূণ কলাৰ অৰ্পণ,  
মন্দিৰৰ শংখধ্বনি, পূজাৰীৰ মন্ত্ৰধ্বনি  
শংকৰৰ চৰণে তৰ্পণ।  
কত কথা, কত গাথা ইতিহাসৰ কত মালা  
শিৱদৌল নয়ন অঞ্জন,  
কত মায়া, কত ছায়া দেৱদাসী কত লীলা  
ফুলেশ্বৰী ৰজাৰ ৰঞ্জন।  
সাহিত্যৰ ঢাপে ঢাপে, হেমকোষে দৌল সাজে  
জয়নাথ সংস্কৃত প্লাৱন,  
ৰজাই বাহৰ পাতে দেৰগাঁৱৰ প্ৰাণ জাগে



গোস্বামীৰ তত্ত্ব স্ফূৰণ।
দুৰৰা কমল আহে      মহাবিদ্যালয় উজলি উঠে
মণীষাৰ মধু মৌ-বন,
দুপতীয়া মূলাবোৰে      বিকাশ বিচাৰি ফুৰে
দেৰগাঁৱৰ উচ্ছল যৌৱন।"

ইয়াৰ বাহিৰেও তেওঁ আৰু বহুতো কবিতা ৰচনা কৰিছিল। কবিতাৰ বিষয়বস্তু আছিল প্ৰকৃতি, দেশপ্ৰেম, নিপীড়িত জনগণ, ঋতু, পৃথিৱী ইত্যাদি। সেইদৰে শংকৰ-মাধৱ, জ্যোতিপ্ৰসাদ, লক্ষ্মীনাথ বেজবৰুৱা, চৈয়দ আব্দুল মালিক, ৰেকিবুদ্দিন আহমেদ আৰু অজস্ৰজনক লৈ ৰচনা কৰিলে অলেখ কবিতা।

সংগীতপ্ৰেমী দীপিকা হাজৰিকাই ষাঠিৰ দশকত দেৰগাঁৱত সংগীত বিদ্যালয় খুলি সংগীতৰ জয়যাত্ৰা আৰম্ভ কৰে। তদুপৰি তেওঁ নিজ গৃহতো সংগীতৰ এটি সুন্দৰ পৰিৱেশ গঢ়ি তুলিছিল। তেওঁৰ অনুপ্ৰেৰণাতে দুই জীয়াৰীয়ে শাস্ত্ৰীয় নৃত্যত বিশেষ পাৰদৰ্শিতা লাভ কৰিছিল। তেওঁৰ কন্যা নীলাক্ষিয়ে ছাত্ৰী অৱস্থাতে 'প্ৰিয়দৰ্শিনী ইন্দিৰা' শীৰ্ষক গ্ৰন্থ লিখি প্ৰকাশ কৰি পাঠকৰ সমাদৰ লাভ কৰিছিল।

১৯৬৫ চনতে গঠন হোৱা দেৰগাঁও আঞ্চলিক মহিলা সমিতিৰ সভানেত্ৰীৰ দায়িত্ব গ্ৰহণ কৰা দীপিকা হাজৰিকাই দেৰগাঁও লেখিকা সমাৰোহ সমিতিৰ জন্মলগ্নৰে পৰা অৰ্থাৎ ১৯৮১ চনৰ পৰা মৃত্যু পৰ্যন্ত একেৰাহে ১৮ বছৰ কাল সভানেত্ৰীৰ আসন অলংকৃত কৰি সমিতিখনক এক স্থায়ী ৰূপত গঢ়ি থৈ গ'ল।

দেৰগাঁৱৰ শিক্ষা জগতত এক বিশেষ আসন লাভ কৰা চন্দ্ৰনাথ খাউণ্ডৰ সন্তান নলিনীপ্ৰভা কাকতি আৱাহন যুগৰ এগৰাকী কবি। 'অনুৰাগ', 'সোঁৱৰণী', 'নাৰী' আদি ভালেমান নলিনীপ্ৰভাই ৰচনা কৰা কবিতা আৱাহনৰ পাতত প্ৰকাশ হৈছিল। বঙলা সাহিত্য অধ্যয়ন কৰি ভালপোৱা অধ্যয়নপিপাসু নলিনীবালাই সাহিত্য চৰ্চা কৰাৰ উপৰি শুৱলাকৈ বিভিন্ন গীত, আইনাম, বিয়ানাম আদি গাইছিল, চেতাৰো বজাইছিল। তেখেতৰ শুৱলা কণ্ঠস্বৰত নিগৰাইছিল ৰবীন্দ্ৰ সংগীত আৰু অন্য বহুত বাংলা গীত। দেৰকুৰি বছৰ শয্যাগত হৈ থাকিও ভাগি নপৰা প্ৰবল মানসিক শক্তিৰ অধিকাৰী আছিল নলিনী কাকতি। এই গৰাকী মাতৃৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ পুত্ৰ ডাঃ উপেন কাকতিয়ে অসমৰ সংগীত, সাহিত্য, কথাছবি সকলোতে প্ৰতিভাৰ স্বাক্ষৰ ৰাখি থৈ গৈছে। নলিনীপ্ৰভাই 'প্ৰাণগংগা' নামৰ পুত্ৰই সংগীত পৰিচালনা কৰা কথাছবিখনৰ এটি গীত 'অথাই জলধিতে যশোৱা মা'ৰ সুৰ দিছিল বুলি পৰিয়ালৰ পৰা জনা গৈছে। তেওঁৰ কন্যা মৃদুলা কাকতি হাজৰিকায়ো কাব্য চৰ্চা কৰি বৰ্তমান প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছে। মৃদুলা কাকতি হাজৰিকাৰ ৰচিত গীত আৰু কবিতাৰ সংকলনখন হ'ল 'নিবিড় সম্পৰ্ক মোৰ পৃথিৱীৰ স'তে'।

নলিনীপ্ৰভাৰ ভগ্নী ননীমা বৰুৱাই শিক্ষকতা কৰাৰ লগতে সংগীত চৰ্চা, অভিনয়ো কৰিছিল।

সামাজিক দিশত আগ বঢ়া দেৰগাঁৱৰ এগৰাকী ধৰ্মপ্ৰাণা মহিলা হ'ল কুসুম হাজৰিকা। শ্বিলঙত জন্মগ্ৰহণ কৰা অত্যন্ত মেধাৱী কুসুমবালাই মেট্ৰিক পৰীক্ষাত যথেষ্ট সাফল্য লাভ কৰি বিদ্যালয়ৰ সুনাম কঢ়িয়াই অনাৰ লগতে সোণৰ পদকো লাভ কৰিছিল। বিয়াৰ পিছত স্বামীৰ কৰ্মসূত্ৰে (স্বামী দ্বাৰিকা হাজৰিকা) দেৰগাঁৱত স্থায়ীভাৱে বসবাস কৰিবলৈ লোৱা কুসুমবালাই ইংৰাজী সাহিত্য যথেষ্ট অধ্যয়ন কৰাৰ লগতে দেৰগাঁৱৰ বিভিন্ন সামাজিক অনুষ্ঠানৰ লগত জড়িত হৈ পৰিছিল। দেৰগাঁও মহিলা সমিতি, মইনা পাৰিজাত আদি অনুষ্ঠানৰ লগত সম্পৰ্ক থকা কুসুম হাজৰিকাই ১৯৪০ চনত প্ৰকাশিত 'গড়মূৰ সত্ৰৰ চমু বুৰঞ্জী আৰু নিয়মাৱলী' পুথিখনৰ নিজ উদ্যোগতে দ্বিতীয় তাঙৰণ পুনৰ মুদ্ৰিত কৰি প্ৰকাশ কৰে।

স্বৰাজোত্তৰ কালত অবিভক্ত দেৰগাঁও বিধান সভা সমষ্টিৰ (দেৰগাঁও, খুমটাই) জাতীয় কংগ্ৰেছৰ বিধায়ক, দেৰগাঁৱৰ খনিকৰ নৰেন শৰ্মাৰ পত্নী জয়া দেৱীয়ে সামাজিক কাম-কাজৰ লগতে সাহিত্য চৰ্চাও কৰিছিল। যিসময়ত নাৰী ঘৰৰ চাৰিবেৰৰ মাজত আৱদ্ধ আছিল সেই সময়তেই যৌথ পৰিয়ালৰ সকলো জঞ্জাল সামৰি মহিলাৰ মাজত সজাগতা আনি দিয়া জয়া দেৱীয়ে দেৰগাঁৱৰ দাঁতি কাষৰীয়া গাঁৱৰ উদ্যোগী মহিলাসকলক লগত লৈ মহিলা সমিতিসমূহ গঠন কৰিছিল। বৃহত্তৰ দেৰগাঁৱৰ শিপিনীসকলক সূতা কিনি দি ঘৰে ঘৰে গৈ তাঁতশাল উদ্যোগ গঢ়ি তুলিবলৈ চেষ্টা কৰি সফল হৈছিল। মহিলাসকলক স্বাৱলম্বী আৰু স্ব-নিৰ্ভৰশীল হ'বলৈ পৰামৰ্শ আগ বঢ়োৱা জয়া দেৱী বৰ্তমান গোলাঘাটৰ স্থায়ী বাসিন্দা হোৱা বাবে তাৰ বিভিন্ন সামাজিক, সাংস্কৃতিক সাহিত্য অনুষ্ঠানৰ লগত জড়িত হৈ অনুষ্ঠানসমূহক সবল নেতৃত্ব দি আহিছে। প্ৰচাৰবিমুখ, সু-গৃহিণী, সু-পৰামৰ্শদাতা এইগৰাকী অশীতিপৰ মহিলা সমাজৰ গৌৰৱ।

তেজপুৰ নিকামূল সত্ৰৰ সত্ৰাধিকাৰ, স্বাধীনতা আন্দোলনৰ অক্লান্ত সংগ্ৰামী, একালৰ গহপুৰ সমষ্টিৰ বিধায়ক, সংগীত নাটক অকাডেমি বঁটাপ্ৰাপ্ত গহন চন্দ্ৰ গোস্বামীৰ কন্যা, দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হৰকান্ত মহন্তৰ পত্নী দেৱযানী মহন্ত দেৰগাঁৱৰ বিভিন্ন সামাজিক, সাংস্কৃতিক, সাহিত্য অনুষ্ঠানৰ লগত জড়িত। দেৰগাঁও মহিলা সমিতি আৰু দেৰগাঁও লেখিকা সমাৰোহ সমিতিৰ লগত ওতপ্ৰোতভাৱে জড়িত এই গৰাকী মহিলাই বিভিন্ন লোকসংগীত গোৱাৰ উপৰি তেওঁ এগৰাকী সু-বক্তা। দেৱযানী মহন্তৰ জীয়াৰী ৰাণী বৰদলৈ (বৰ্তমান বোকাখাতৰ বাসিন্দা) বাতৰি কাকতৰ নিয়মীয়া লেখিকা হোৱাৰ উপৰি ৰাজ্যিক ভিত্তিত বিভিন্ন সময়ত অনুষ্ঠিত হোৱা সাহিত্য প্ৰতিযোগিতা (বিশেষকৈ চুটিগল্প)ত কেইবাবাৰো পুৰস্কৃত হৈছে।

বিশিষ্টা সমাজকৰ্মী, দেৰগাঁৱৰ বিভিন্ন অনুষ্ঠানৰ লগত জড়িত





এগৰাকী ধৰ্মপ্ৰাণা মহিলা হ'ল বিভা দত্ত শইকীয়া। গাঁও অঞ্চলত মহিলা সমিতিৰ শাখা গঠন, মইনা পাৰিজাত গঠনত বিশেষ সহযোগিতা আগ বঢ়োৱা বিভা দত্ত শইকীয়া বাপুজী মইনা পাৰিজাতৰ সৌজন্যত প্ৰতিষ্ঠা হোৱা শিশু প্ৰতিপালন কেন্দ্ৰ 'পাৰিজাত কুঞ্জ'ত শিক্ষয়িত্ৰী হিচাপে থাকি শিশুসকলৰ শাৰীৰিক, মানসিক, বৌদ্ধিক উৎকৰ্ষ সাধনৰ চেষ্টা কৰিছিল আৰু এই ক্ষেত্ৰত যথেষ্ট সফলো হৈছিল। বিয়ানাম, আইনাম, বৰগীত, দিহানাম আদি পৰিৱেশন কৰি ৰাইজৰ পৰা সমাদৰ লাভ কৰা বিভা দত্ত শইকীয়াৰ জীয়াৰী শিখা দত্ত শইকীয়া এগৰাকী প্ৰতিষ্ঠিত অনাতাঁৰ শিল্পী।

মুক্তিযোদ্ধা ৰত্নেশ্বৰ হাজৰিকা আৰু স্বাধীনতাৰ সেনানী দেৱেশ্বৰী হাজৰিকাৰ বৰ জীয়াৰী লক্ষ্মীপ্ৰভা বৰা অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী অৰু এগৰাকী সমাজকৰ্মী। দেৰগাঁও মহিলা সমিতি, দেৰগাঁও লেখিকা সমাৰোহ সমিতি, মইনা পাৰিজাতৰ লগত বিশেষভাৱে জড়িত এইগৰাকী মহিলাই এতিয়াও সাহিত্য চৰ্চা কৰি আছে।

সদৌ অসম লেখিকা সমাৰোহৰ কেন্দ্ৰীয় সমিতিৰ সদস্যা চম্পা বৰগোহাঞি বৰবৰুৱাই শিক্ষকতা কৰাৰ লগতে বিভিন্ন সামাজিক অনুষ্ঠান, মইনা পাৰিজাত, মহিলা সমিতিৰ লগত জড়িত হৈ সক্ৰিয়ভাৱে আছে। তেওঁ লিখা কবিতাসমূহ অসমৰ ভালেকেইখন আলোচনী আৰু বাতৰি কাকতত প্ৰকাশ হৈছে।

দেৰগাঁৱৰ নাট্য জগতখন সমগ্ৰ অসমতে পৰিচিত। এই নাট্য আন্দোলনৰ গুৰি ধৰা অনুষ্ঠান দুটা হ'ল বৰুৱাবামুণ গাঁও নাট্য মন্দিৰ আৰু বাপুজী মন্দিৰ। এই নাট্য জগতত প্ৰথম সহ অভিনয় কৰিবৰ কাৰণে অমৰ শৰ্মাই উলিয়াই আনিছিল নিজৰ জ্যেষ্ঠা কন্যা পাৰুল দেৱী আৰু স্থানীয় পুতু হাজৰিকাক। তেওঁলোকৰ লগতে নাটকত সহ অভিনয় কৰা আন এগৰাকী মহিলা হ'ল মুক্তিযোদ্ধা, শিল্পী, গীতিকবি চিদা শৰ্মাৰ ভগ্নী তৰু দেৱী। পুতু হাজৰিকাই অভিনয়ৰ উপৰি বিভিন্ন গীত-মাতো প্ৰদৰ্শন কৰিছিল। তেওঁ অৱসৰপ্ৰাপ্ত এগৰাকী কৃতী শিক্ষয়িত্ৰী।

'মহিলা আৰু শিশু প্ৰগতিৰ দিশ নিৰ্ণয়কাৰী, সাহিত্য-সংস্কৃতিৰ অনুৰাগী' কুঞ্জ হাজৰিকা দেৰগাঁৱৰ সকলো লোকৰে মাজত চিৰপৰিচিত। তেওঁ দেৰগাঁৱৰ উপৰি মিছামৰা, ঢেকিয়াল আদি অঞ্চলসমূহত স্ত্ৰী শক্তি জাগৰণত বিশেষভাৱে সহায় আগ বঢ়াইছিল। বাপুজী মইনা পাৰিজাত, দেৰগাঁও মইনা পাৰিজাত, গোলাঘাট জিলা মইনা পাৰিজাতৰ লগত নিবিড় সম্পৰ্ক আছিল কুঞ্জ হাজৰিকাৰ। ইয়াৰ বাহিৰেও তেওঁ দেৰগাঁও মহিলা সমিতি, দেৰগাঁও লেখিকা সমাৰোহ সমিতি গঠনত আগভাগ লৈ সমিতিসমূহ সবল কৰি ৰখাৰ লগতে মহিলাসকলক সামাজিকভাৱে একত্ৰিত কৰি মহিলা জাগৰণত বিশেষভাৱে সহায় আগ বঢ়ায়। তেওঁ লিখা বিভিন্ন কবিতা, প্ৰবন্ধ ভালেমান আলোচনীত প্ৰকাশ হৈছে। শিক্ষকতা কৰাৰ লগতে সাহিত্য চৰ্চা কৰা চিৰকুমাৰী কুঞ্জ হাজৰিকাৰ প্ৰকাশিত শিশু নাট হ'ল 'ধ্ৰুৱ' যিখন সদৌ অসম শিশু নাট প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰেৰে পুৰস্কৃত হৈছিল। তেওঁ হিন্দী নাটক অসমীয়ালৈ অনুবাদ কৰিছিল।

অসমৰ পদ্য বুৰঞ্জী ৰচোতা দুতিৰাম হাজৰিকাৰ পৰি নাতিনী দেৰগাঁৱত জন্মগ্ৰহণ কৰা অৰ্পণা বণিক্যই সৰুৰে পৰাই সাহিত্য চৰ্চা কৰিছিল। বিবাহসূত্ৰে গুৱাহাটীৰ বাসিন্দা হোৱা অৰ্পণাই প্ৰথমতে অনাতাঁৰত কবিতা পাঠ কৰে। তেওঁৰ কবিতা বিভিন্ন পত্ৰিকাত প্ৰকাশ হৈছিল। অৰ্পণা দাস বণিক্যই ৰচনা কৰা প্ৰকাশিত কবিতাপুথি কেইখন হ'ল — কবিতা কুঁহি (১৯৫৯) আৰু ছয় ঋতু (১৯৬১)। অনাতাঁৰ নাটিকা — মৰম, মৰীচিকা, সেতু আৰু চাকনৈয়া। তেওঁ লিখা কবিতাবোৰ অতি সৰল।

একালৰ এগৰাকী সুদক্ষ খেলুৱৈ, পাছলৈ কলা-সংস্কৃতিৰ সাধনা কৰা অসম সাহিত্য সভাৰ আজীৱন সদস্যা জয়া নাথ দেৰগাঁৱৰ বিভিন্ন সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠানৰ লগত জড়িত আছিল। মৃত্যুৰ আগলৈকে বিভিন্ন লেখা-মেলাত জড়িত জয়া নাথে দেৰগাঁৱৰ সমাজখনত ভালেখিনি অৱদান আগ বঢ়াই গৈছে।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নলবাৰীৰ সাহিত্যিক, সমালোচক ত্ৰৈলোক্য নাথ গোস্বামীৰ কন্যা বিবাহসূত্ৰে দেৰগাঁৱৰ বাসিন্দা হোৱা উৎপলা গোস্বামী এগৰাকী সংগীতশিল্পী, শিশু সাহিত্যিক আৰু কৃতী শিক্ষয়িত্ৰী। সৰুতে পিতৃৰ পৰা, বিবাহৰ পিছত স্বামী ড° কালীপ্ৰসাদ গোস্বামীৰ পৰা অনুপ্ৰেৰণা লাভ কৰা উৎপলা গোস্বামীয়ে গোলাঘাটৰ ফিলিপ মেকফাৰ্লিনৰ ওচৰত বেহেলা শিকি 'বিশাৰদ' ডিগ্ৰী লাভ কৰে। পিছত নিজা গৃহত এখন সংগীত বিদ্যালয় খোলে আৰু ইয়াতে ড° প্ৰদীপ ব্ৰহ্মাই কণ্ঠ সংগীতৰ শিক্ষা দিয়ে। সৰুৰে পৰা সাহিত্য চৰ্চা কৰি ভালপোৱা উৎপলা গোস্বামীৰ প্ৰকাশিত গ্ৰন্থকেইখন হ'ল — 'ত্ৰৈলোক্য নাথ গোস্বামী স্মৃতি তৰ্পণ', 'মণি মুক্তা', 'নুপূৰৰ ৰুণজুন', শিশু উপন্যাস — 'কাজি আৰু ৰঙা', 'হেঙুল আৰু হাইতাল', 'হোলোঙাপৰীয়া সাধু', কলামণিৰ ভ্ৰমণ কাহিনী', 'নাম মোৰ নামেৰী', 'মই পবিতৰাই কৈছোঁ'। প্ৰকাশিতব্য পুথি — 'শকুন্তলা ঃ অনুবাদ আৰু আলোচনা'

মইনী বালা খাউণ্ড দেৰগাঁৱৰ বিভিন্ন সামাজিক আৰু ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত। তেওঁ খাউণ্ডপাৰাৰে 'লখিমী মহিলা সমিতি'ৰ প্ৰতিষ্ঠাপক সভানেত্ৰী আছিল। তেওঁৰ প্ৰকাশিত গ্ৰন্থ হ'ল 'পুণ্যতীৰ্থ দৰ্শন'। তেওঁ লিখা কবিতা দেৰগাঁও লেখিকা সমাৰোহ সমিতিৰ মুখপত্ৰ 'সেউজী বন'ত প্ৰকাশ হৈছিল। ৭৪ বছৰীয়া এইগৰাকী মহিলাই এতিয়াও সুন্দৰকৈ গোসাঁনীৰ নাম গায়, বিভিন্ন সভা-সমিতিত সুন্দৰ ভাষণ আগ বঢ়ায়।

অসমৰ এগৰাকী আগ শাৰীৰ প্ৰতিষ্ঠিত কবি মীৰা ঠাকুৰে দেৰগাঁৱৰ নাম উজ্বল কৰি ৰাখিছে তেওঁৰ লিখনীৰে। সৰুৰে পৰাই

কবিতা লিখি ভালপোৱা দেৰগাঁৱৰ বোৱাৰী মীৰা ঠাকুৰে বৰ্তমানলৈকে দুহেজাৰতকৈও অধিক কবিতা লিখিছে। তেওঁৰ প্ৰথম কবিতা 'বসন্তৰ আগমন' বিদ্যালয়ৰ হাতেলিখা আলোচনীত প্ৰকাশ পোৱাৰ পিছৰেপৰা হাতৰ কলম থমকি ৰোৱা নাই। মীৰা ঠাকুৰৰ প্ৰকাশিত কবিতাপুথি সমূহ হ'ল — 'তেজত ফুলত ওঁঠত', 'মানুহ সপোন কবিতা', 'বন বকুলৰ সুগন্ধি', 'পাখিলগা শব্দ', 'এনেকৈয়ে দিন এনেকৈয়ে ৰাতি' কবিতাৰ উপৰি তেওঁ গল্পও লিখিছে। তেওঁৰ গল্প সংকলন কেইখন হ'ল — হাঁহিৰ চকুলো', 'জীৱন নৈৰ দুখৰীয়া ছবি'। শিশু সাহিত্য — 'ৰসাল ছবি ৰসাল কথা', 'মুনমী মইনাৰ ভ্ৰমণ কাহিনী', 'মইনাৰ আখৰৰ কবিতা'। শিশুনাট — 'এজনাই ঈশ্বৰ, ভিন্ন ৰূপ ভিন্ন ধৰ্ম'। একাংকিকা — 'কাঁচিজোন', 'পৰিণতি'। গীতি কবিতা — 'মন ময়ুৰী'।

মীৰা ঠাকুৰ অসমৰ বিভিন্ন সামাজিক অনুষ্ঠানৰ লগত জড়িত। তেওঁৰ প্ৰকাশিত কবিতাৰ ভালেখিনি ইংৰাজী, হিন্দী, নেপালী, বঙলা আৰু উড়ীয়া ভাষালৈ অনুবাদ হৈছে। অল ইণ্ডিয়া ৰেডিঅ'ই দিল্লীত আয়োজন কৰা সৰ্বভাৰতীয় কবি সন্মিলনত তেওঁ অসমক প্ৰতিনিধিত্ব কৰিছে। অসম লেখিকা সংস্থাৰ লগত সুদীৰ্ঘকাল জড়িত হৈ থকা দেৰগাঁৱৰ গৌৰৱ মীৰা ঠাকুৰ বৰ্তমান সাহিত্য ভাৰতীৰ কাৰ্যকৰী সভানেত্ৰী।

সাম্প্ৰতিক যুগৰ এগৰাকী জনপ্ৰিয় লেখিকা হ'ল প্ৰণতি গোস্বামী। তেওঁৰ গল্পত সমাজৰ সাধাৰণ মানুহৰ মনৰ ভিতৰত লুকাই থকা অসাধাৰণ মানসিকতাৰ স্বৰূপ প্ৰকাশ হৈছে। 'মৰণোত্তৰ', 'পিতামহৰ মৰণ', 'মহানগৰ', 'পৰিব্ৰাজক' আদি তেওঁৰ উল্লেখযোগ্য চুটিগল্প। ড° প্ৰহ্লাদ বৰুৱাই প্ৰণতি গোস্বামীৰ গল্পৰ বিষয়ে এনেদৰে কৈছে — "প্ৰণতি গোস্বামীৰ গল্পত সমাজ চেতনা, সমাজ চেতনাজনিত দায়বদ্ধতা, দৃষ্টিভংগীৰ স্পষ্টতা আৰু বক্তব্যৰ স্পষ্টতা আছে; কিন্তু গল্পবোৰ নান্দনিক সৌন্দৰ্যৰ পৰা আঁতৰি অহা নাই। চুটি গল্পৰ বাবে প্ৰয়োজনীয় সংযম, ব্যঞ্জনাদীপ্ত ভাষা, বুদ্ধিদীপ্ত বিশ্লেষণ আদি বৈশিষ্ট্যৰে বহুবোৰ গল্পই সমৃদ্ধিশালী হৈ উঠিছে।"

প্ৰণতি গোস্বামীৰ প্ৰকাশিত গল্প-সংকলন — 'সুমনৰ মা', উপন্যাস — 'ধৰিত্ৰী', 'শান্ত হ'ব শান্তনু', 'পখীৰ ঘৰ', 'সূৰ্যমুখীৰ বেদনা' ইত্যাদি।

সৰুৰে পৰা সংগীত, নৃত্য, অভিনয়ৰ দক্ষতা প্ৰদৰ্শন কৰা দাধৰা আলোক শিল্পী সংঘৰ লগত জড়িত বীণা ঠাকুৰ বেজবৰুৱাই সংগীত-নৃত্যৰ আদিপাঠ গ্ৰহণ কৰিছিল নৃত্যাচাৰ্য যতীন গোস্বামীৰ ওচৰত। পিছত তেওঁ সংগীত, নৃত্যৰ চৰ্চা এৰি সাহিত্য চৰ্চাৰ ওপৰত মনোনিৱেশ কৰে। দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ত ইতিহাস বিভাগত অধ্যাপনা কৰি শেষত অধ্যক্ষা হৈ অৱসৰ গ্ৰহণ কৰা বীণা ঠাকুৰ বেজবৰুৱাই কবিতা, প্ৰবন্ধ, অনুবাদ আদি সাহিত্যসম্বন্ধীয় কাম কৰিছে। তদুপৰি ইতিহাস সম্পৰ্কীয় বিশেষকৈ দেৰগাঁৱৰ ঐতিহাসিকতা সম্বন্ধে কেইবাটাও তথ্যপূৰ্ণ প্ৰবন্ধ প্ৰকাশ কৰিছে। তেওঁৰ এই লেখাসমূহ ইতিমধ্যে বিভিন্ন আলোচনীত প্ৰকাশ হৈছে। তেওঁ দেৰগাঁও লেখিকা সমাৰোহ সমিতি আৰু জাগৃতি মহিলা সংঘ এই দুয়োটা অনুষ্ঠানৰ গুৰি ধৰি সুচাৰুৰূপে পৰিচালনা কৰি আছে।

বিদ্যালয়ত পঢ়ি থকা অৱস্থাৰ পৰাই সাহিত্য চৰ্চা কৰা নীলিমা পাঠকৰ কেইবাটিও প্ৰবন্ধ 'নৱযুগ' আলোচনীত প্ৰকাশ হৈছিল। এইগৰাকী সহজ-সৰল, বিনয়ী, আদৰ্শ নাৰী - এগৰাকী দক্ষ শিক্ষয়িত্ৰী। তেওঁৰ কৰ্মস্পৃহা, সহনশীলতা গুণ নাৰী সমাজৰ কাৰণে অনুকৰণীয় আৰ্হি।

সাহিত্য-সংস্কৃতিৰ লগত জড়িত ৰেণু বৰাই বিভিন্ন আলোচনীৰ পাতত গল্প, প্ৰবন্ধ লিখি জনপ্ৰিয়তা অৰ্জন কৰিছে। তেওঁৰ প্ৰকাশিত গ্ৰন্থখন হ'ল - 'অ' মন তৰা', সম্পাদিত গ্ৰন্থ - 'আলোকৰ যাত্ৰী' (দেৰগাঁৱৰ অগ্ৰণী নাৰীৰ জীৱন গাঁথা - সম্পাদনা ৰেণু বৰা, কল্পনা বৰা দত্ত)। তদুপৰি ৰেণু বৰাই আৰু কেইবাখনো আলোচনী সম্পাদনা কৰিছে। শিক্ষয়িত্ৰী কল্পনা বৰা দত্তই বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত সক্ৰিয়ভাৱে জড়িত হৈ থাকি কেইবাখনো আলোচনী আৰু গ্ৰন্থ (আলোকৰ যাত্ৰী) সম্পাদনা কৰিছে। তেওঁৰ বিভিন্ন আলোচনীত তথ্যসমৃদ্ধ প্ৰবন্ধ লিখি আছে।

দেৰগাঁৱৰ এগৰাকী সফল প্ৰবন্ধ লেখিকা হ'ল লীনা বৰা দত্ত। তেওঁ জিলা আৰু ৰাজ্যিক পৰ্যায়ৰ সাহিত্য প্ৰতিযোগিতাসমূহত (বিভিন্ন সময়ত অনুষ্ঠিত হোৱা) অজস্ৰ পুৰস্কাৰেৰে পুৰস্কৃত হৈ দেৰগাঁৱলৈ গৌৰৱ কঢ়িয়াই আনিছে।

লাভুমণি বৰা শইকীয়া এগৰাকী কবি, শিশু সাহিত্যিক। তেওঁৰ ভালেমান গল্প আৰু প্ৰবন্ধ বিভিন্ন আলোচনী-বাতৰি কাকতত প্ৰকাশ হৈছে। তেওঁৰ প্ৰকাশিত শিশু কবিতা পুথি - 'বুলবুলিৰ পদ্য'। প্ৰকাশৰ পথত শিশু কবিতা - 'আবেলিৰ ধেমালি'।

শিল্পকলাৰ কোনো আনুষ্ঠানিক শিক্ষা গ্ৰহণ নকৰাকৈয়ে যূতিমালা বৰঠাকুৰে নিজৰ নিপুণ হাতেৰে চিত্ৰশিল্পৰ মাজেদি সুন্দৰৰ আৰাধনা কৰিছে; নিজৰ কাব্যিক ৰূপ ফুটাই তুলিছে। তেওঁ বৰ্তমান প্ৰুফ ৰীডাৰ হিচাপে কৰ্মৰত। এইগৰাকী চিত্ৰশিল্পীৰ দৰে গায়ত্ৰী, ইমামীহঁতেও নিজৰ অপূৰ্ব হাতৰ পৰশত সজীৱ কৰি তুলিছে বহুতো ছবি।

ৰাষ্ট্ৰীয় পৰ্যায়ত আঠখনকৈ গৱেষণা পত্ৰ প্ৰকাশ হোৱা বেলতলা লেখিকা সমাৰোহৰ লগত জড়িত ড° মনোৰমা শৰ্মা ৰাজধৰ বৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত ৰসায়ন বিজ্ঞানৰ বিষয় শিক্ষয়িত্ৰী। দেৰগাঁৱৰ জীয়াৰী এইগৰাকী মহিলাই সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাৰা প্ৰকাশিত 'ড° নিৰ্মলপ্ৰভা বৰদলৈৰ গীত আৰু কবিতা সমগ্ৰ' নামৰ ৬৬২ পৃষ্ঠাৰ গ্ৰন্থখন সম্পাদনা কৰি নিজৰ কৃতিত্বৰ পৰিচয় দাঙি ধৰিছে। তদুপৰি বিজ্ঞান সম্পৰ্কীয় বিভিন্ন প্ৰবন্ধ লিখিছে।



দেৰগাঁৱৰ ছাত্ৰ-ছাত্ৰীৰ মাজত বিজ্ঞান শিক্ষা জনপ্ৰিয়কৰণত নেতৃত্ব লোৱাসকলৰ ভিতৰত একমাত্ৰ মহিলা নেত্ৰীগৰাকী হ'ল শিক্ষয়িত্ৰী জ্যোতি শৰ্মা বৰঠাকুৰ। অসমৰ বিভিন্ন কাকত-আলোচনীত তেওঁৰ সাহিত্য আৰু বিজ্ঞান বিষয়ৰ প্ৰবন্ধ, গল্প, কবিতা, গীত, শিশু বিষয়ক ৰচনা প্ৰকাশ হৈছে। সাহিত্যৰ লগতে সংগীতৰো সাধনা কৰা এইগৰাকী মহিলাৰ প্ৰকাশিত গ্ৰন্থ হ'ল - 'অসমৰ অমূল্য সম্পদ'

যন্ত্ৰস্থ (১) বৈজ্ঞানিক প্ৰকল্প কেনেকৈ কৰিবা। (২) অসমৰ সহজলভ্য বনৌষধিবোৰ। (প্ৰবন্ধসংকলন - নাম স্থিৰ হোৱা নাই)।

সাংস্কৃতিক আৰু সামাজিক ক্ষেত্ৰত নৱ-প্ৰজন্মক আগুৱাই নিবৰ কাৰণে অহৰহ চেষ্টা কৰা সামাজিক কৰ্মী বন্তি আহমেদে নিজে গীত লিখি সুৰ দিছে আৰু কেছেটত এইবোৰ গীত বাণীবদ্ধ হৈছে।

কাব্যশ্ৰী মহন্ত সৰুৰে পৰাই সাহিত্যৰ লগত জড়িত। এগৰাকী প্ৰশাসনিক বিষয়া হৈয়ো সাহিত্যৰ জগতখনত বিচৰণ কৰি থকা এইগৰাকী লেখিকাৰ আঢ়ৈ কুৰিতকৈও বেছি গল্প বিভিন্ন আলোচনীত প্ৰকাশ হৈছে। National Book Trust of India ই ইতিমধ্যে তেওঁৰ দুখন অনুদিত গ্ৰন্থ প্ৰকাশ কৰিছে। বৰ্তমান অসম চৰকাৰৰ Science Technology Departmentৰ Under Secretary কাব্যশ্ৰী মহন্তৰ কেইবাটাও গল্প ইংৰাজী আৰু বঙলা ভাষালৈ অনুবাদ হৈছে।

বাতৰি কাকত, আলোচনীৰ পাতত বিভিন্ন কবিতা লিখি প্ৰতিষ্ঠা হোৱা নতুন কবিচামৰ মাজত মালা নাথ এটি চিনাকি নাম। কবিতাৰ ক্ষেত্ৰত ইতিমধ্যে ৰাজ্যিক ভিত্তিত বিভিন্ন বঁটা লাভ কৰিবলৈ সক্ষম হোৱা মালা নাথ অগ্ৰদূত কাকতৰ নিয়মীয়া লেখিকা। তেওঁৰ প্ৰকাশিত একমাত্ৰ কবিতাপুথি খন হ'ল - 'উশাহত লৈ ফুৰো তোমাৰ গুলপীয়া মৰম'। ৰীণু দেৱীয়েও বিভিন্ন বাতৰি কাকত, আলোচনীত ভালেমান কবিতা লিখিছে।

দূৰদৰ্শন (DY 365) ৰ যোগেদি ৰাইজৰ মাজত জনপ্ৰিয় হৈ পৰা অৰ্চনা বৰঠাকুৰে উন্নত মানৰ গল্প লিখিছে। তেওঁৰ গল্প কেইবাখনো আগশাৰীৰ আলোচনীত প্ৰকাশ হৈছে। তেওঁৰ প্ৰকাশিত গ্ৰন্থ 'অপৰাজিতা'। তেওঁৰ 'পৰিধি' নামৰ উপন্যাস এখনো অলপতে প্ৰকাশ পাইছে।

চতুৰ্থ শ্ৰেণীত থাকোতেই 'মৌচাক' নামৰ শিশু আলোচনীৰ যোগেদি আত্মপ্ৰকাশ কৰা নয়নতৰা বৰাৰ বিভিন্ন গল্প, প্ৰবন্ধ, অনুবাদ কবিতা অসমৰ কেইবাখনো আগশাৰীৰ কাকতত আৰু বিভিন্ন সাহিত্য আলোচনীত প্ৰকাশ হৈছে। অসমীয়া আৰু ইংৰাজীত বিভিন্ন প্ৰবন্ধ, কবিতা ৰচনা কৰা এইগৰাকী যুৱতীয়ে ৰচনা কৰা প্ৰকাশিত পুথি দুখন হ'ল - (১) বাইবেলৰ কাহিনী, (২) কুইজ ঃ জ্যোতিপ্ৰসাদৰ জীৱন আৰু সৃষ্টি। প্ৰকাশৰ পথত (৩) শোইকছপীয়েৰৰ নাটকৰ কাহিনী। তেওঁ 'সৌ আকাশত নীহাৰিকা উৰে' নামৰ কবিতা আবৃত্তিৰ কেছেটত সুন্দৰ কবিতা আবৃত্তি কৰিছে।

পাণ্ডুৰিকা হাজৰিকাই বিভিন্ন কাকতত চুটিগল্প লিখি প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছে। তেওঁৰ প্ৰকাশিত গল্প সংকলন — 'আৱৰ্তৰ অনুভৱ' (যুটীয়াভাৱে)। কবিতা সংকলন — 'দুবৰিৰ দলিচাত মুকুতাৰ মালা'। ড° সুপ্ৰীতি ফুকনে বিভিন্ন জনগোষ্ঠীৰ ওপৰত প্ৰবন্ধ লিখি লেখিকা হিচাপে তেওঁৰ দায়বদ্ধতা অটুত ৰাখিছে।

মিছামৰা অঞ্চলৰ স্ত্ৰী শিক্ষাৰ বাটকটীয়া হ'ল উপমাবালা বৰা। তেওঁ ১৯৩৭ চনত দুলীয়া গাঁৱত প্ৰাথমিক বিদ্যালয় প্ৰতিষ্ঠা কৰি নিজে তাৰ শিক্ষয়িত্ৰীৰ দায়িত্ব লৈ যথেষ্ট কষ্ট কৰি বিদ্যালয়খন চৰকাৰীকৰণ কৰায়।

খেলা-ধূলা, সংগীত, অভিনয় সাহিত্যৰ লগত জড়িত সুখ দত্ত হাজৰিকাই বৰুৱাবামুণ গাঁও নাট্য মন্দিৰত ভালেমান নাটকৰ অভিনয় কৰিছিল। তেওঁ লিখা ভালেমান গল্প, প্ৰবন্ধ, কবিতা কেইবাখনো আলোচনীত প্ৰকাশ হৈছে। 'শাশ্বত', 'সহযাত্ৰী' আদি কবিতা আৰু 'ওভতনি যাত্ৰা', 'বিভীষিকা' আদি সুখ দত্ত হাজৰিকাই ৰচনা কৰা গল্প। শিক্ষকতাৰ লগতে সাহিত্য চৰ্চা কৰা হাজৰিকা সদৌ অসম লেখিকা সমাৰোহ সমিতি, অসম সাহিত্য সভাৰ সদস্যা।

গুৱালগাঁৱৰ মোহদা হাজৰিকা ছাত্ৰী অৱস্থাতেই নাটকৰ লগত জড়িত আছিল। ১৯৪৯ চনত মলাইকুমাৰ প্ৰাথমিক বিদ্যালয়ত শিক্ষয়িত্ৰী হিচাপে কৰ্মজীৱনৰ পাতনি মেলা এইগৰাকী মহিলাই নাটকত পুৰুষ চৰিত্ৰত অভিনয় কৰি এসময়ত জনপ্ৰিয়তা অৰ্জন কৰিছিল।

পুহিতা বৰা নেওগ গান্ধীবাদী আদৰ্শৰে অনুপ্ৰাণিত এগৰাকী সংস্কৃতিপ্ৰেমী মহিলা। নাটক আৰু অভিনয় ভালপোৱা এইগৰাকী মহিলাই বৃহত্তৰ মিছামৰা অঞ্চলত নাট্যমঞ্চৰ অভাৱ দেখি পতিগৃহৰ ভূমি নাট্যমঞ্চৰ বাবে দান কৰে আৰু সেই মাটিতেই গঢ়ি উঠিল 'মিলন নাট্য মন্দিৰ'। তেওঁ এগৰাকী সংগীতপ্ৰেমী আৰু পাকৈত শিপিনী আছিল।

গাঁৱে গাঁৱে নাৰী উৎকৰ্ষৰ কাৰণে কৃষি- চৰ্চা মণ্ডল স্থাপন কৰা, বয়ন শিল্পত গুৰুত্ব আৰোপ কৰা, আলি বন্ধা, বুনিয়াদী প্ৰশিক্ষণলৈ মহিলা প্ৰেৰণ কৰা, প্ৰাপ্ত বয়স্ক শিক্ষাৰ সম্প্ৰসাৰণ ঘটোৱা আদি কৰ্মৰ যোগেদি সমাজখনৰ উন্নতি সাধিবলৈ চেষ্টা কৰা পশ্চিম মিছামৰা অঞ্চলৰ এগৰাকী মহিলা হ'ল প্ৰতিমা হাজৰিকা।

সৰুতে নৃত্যাচাৰ্য যতীন গোস্বামীৰ ওচৰত নৃত্যৰ প্ৰশিক্ষণ লোৱা মলাইকুমাৰ গাঁৱৰ ৰেণু মহন্তই কলেজত পঢ়ি থকা অৱস্থাত শ্ৰেষ্ঠা খেলুৱৈৰ সন্মান অৰ্জন কৰিছিল। হাইস্কুলত পঢ়ি থাকোতে অভিনয়ৰ প্ৰতি আকৰ্ষিত হোৱা ৰেণু মহন্তই ভৰেশ খাউণ্ড, ৰেণু দেৱী, ভোলা হাজৰিকা আদিৰ লগত দেৰগাঁৱৰ বাপুজী মন্দিৰ,

বৰুৱাবামুণ গাঁও নাট্য মন্দিৰ আদিত অভিনয় কৰি ৰাইজৰ প্ৰশংসা লাভ কৰিছিল। বৰ্তমান গুৱাহাটীৰ বাসিন্দা এইগৰাকী মহিলাই অভিনয় এৰি সাহিত্য চৰ্চাত মনোনিৱেশ কৰিছে।

'পৰিমল' কবিৰূপে পৰিচিত দাধৰাৰ বিমল ৰাজখোৱা ১৯৪৭ চনৰ আগৰ কবিসকলৰ মাজত এটা পৰিচিত নাম। ৰমন্যাসবাদী কবিসকলৰ কবিতাৰ সুৰতে তেওঁ কবিতাসমূহ ৰচনা কৰিছে। ব্যৰ্থ প্ৰেমাঞ্জলি, স্মৃতি স্তম্ভ, বিজয়া, আকাংক্ষা আদি কবিতাসমূহত ৰমন্যাসবাদী কবিতাৰ প্ৰভাৱ পৰিছে যদিও নিজৰ সঁচা আবেগৰ বোল সানিবলৈও চেষ্টা কৰিছে। ব্যৰ্থতা, অসমাপ্ত, বিষাদ নাই ক'ত, মুক্তি, প্ৰতিশ্ৰুতি আদি কবিতাসমূহৰ ৰচনা সাৱলীল। তেওঁ ৰচনা কৰা কবিতাসমূহ জয়ন্তী, পছোৱা, ৰামধেনু আদি আলোচনীত প্ৰকাশ হৈছিল। তেওঁ লিখা প্ৰকাশিত পুথিসমূহ হ'ল — 'পৰিমল' (কবিতাপুথি), 'এটি নিশা', 'মেঘৰ দেশ' (নাটিকা), বিষ্ণু সুৰ (নৃত্য-আলেখ্য)।

দাধৰাৰ মুক্তিযোদ্ধা খৰ্গেশ্বৰ শৰ্মাৰ পত্নী নিৰ্মলা দেৱী সমাজৰ বিভিন্ন অনুষ্ঠানৰ লগত জড়িত। তেওঁৰ চেষ্টাতেই 'মিলনজ্যোতি মহিলা সমিতি'খন গঠন হৈছিল। এই সমিতিৰ যোগেদি গাঁৱৰ মহিলাসকলে অসম কৃষি বিশ্ববিদ্যালয়ে দিয়া বিভিন্ন প্ৰশিক্ষণত অংশগ্ৰহণ কৰিছিল। ১৯৭৯ চনত ৰাৰ্ধাত অনুষ্ঠিত হোৱা বিশ্ব মহিলা সন্মিলনত গোলাঘাটৰ আৰতি শইকীয়া, কছাৰীহাটৰ নলিনী বৰঠাকুৰ, দেৰগাঁৱৰ কুঞ্জ হাজৰিকা, বৰ হাজৰিকাৰ লগতে নিৰ্মলা দেৱীয়েও অংশগ্ৰহণ কৰিছিল। এই সন্মিলনত বিশ্বৰ বিভিন্ন দেশৰ নাৰীসকলে অংশগ্ৰহণ কৰিছিল। আই সবাহ, গোপিনী সবাহ, অপেশ্বৰী সবাহৰ বিভিন্ন গীতমাতৰ চৰ্চা কৰা আশীৰ উৰ্দ্ধৰ এইগৰাকী মহিলাই বৰ্তমান বিভিন্ন প্ৰাথমিক চিকিৎসাও কৰে।

শিক্ষকতা কৰাৰ লগতে বিভিন্ন শিশু নাট ৰচনা কৰি শিশু সাহিত্যৰ জগতখন জীপাল কৰি তুলিছে কুঞ্জলতা শইকীয়া বৰাই। তেওঁৰ প্ৰকাশিত শিশু উপযোগী নাটক হ'ল 'মুক্তিৰ সন্ধানত এজাক চৰাই'।

লখিমী বৰদলৈ শইকীয়া, সঞ্চিতা বৰা, অনিমা দেৱী বৰঠাকুৰ আদি ভালেমান মহিলাই শিক্ষাৰ লগতে সাহিত্যৰ বিভিন্ন দিশত আলোকপাত কৰি নিজৰ প্ৰতিভাৰ পৰিচয় দাঙি ধৰিবলৈ সক্ষম হৈছে।

স্বাধীনতা আন্দোলনৰ সময়তে কুৰালগুৰি অঞ্চলত গঢ় লৈ উঠিছিল একমাত্ৰ প্ৰাথমিক বালিকা বিদ্যালয়খন। (পিছত এইখন বিদ্যালয় ১ নং কুৰালগুৰি প্ৰাথমিক বিদ্যালয়ৰ লগত চামিল হয়)। এই বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী ক্ৰমে প্ৰতিমা দেৱী আৰু স্বৰ্ণলতা দেৱীয়ে স্ত্ৰী শিক্ষাৰ উন্নতিৰ বাবে যথেষ্ট চেষ্টা কৰিছিল। তেওঁলোকৰ সুমধুৰ আৰু মাতৃসুলভ ব্যৱহাৰে ছাত্ৰীসকলক পঢ়িবলৈ যথেষ্ট আগ্ৰহ জন্মাইছিল। ধৈৰ্যৰে আৰু মৰমেৰে ছাত্ৰীসকলক বৰ্ণমালা শিকোৱা এই শিক্ষয়িত্ৰীসকল সমাজৰ অতি শ্ৰদ্ধাৰ পাত্ৰ। এই বিদ্যালয়তে শিক্ষা গ্ৰহণ কৰা এগৰাকী ছাত্ৰী যি পিছত শিলচৰ চিকিৎসা মহাবিদ্যালয়ত সহঃ অধ্যাপিকাৰূপে শিক্ষা প্ৰদান কৰি বৰ্তমান অৱসৰ গ্ৰহণ কৰিছে তেওঁ হ'ল ডা° শীলা দত্ত। তেৱেঁই দেৰগাঁও অঞ্চলৰ সন্তৰ প্ৰথম মহিলা চিকিৎসক।

কুৰালগুৰি অঞ্চলৰ এগৰাকী সমাজকৰ্মী আৰু নাৰীশিক্ষা উত্তৰণত আগভাগ লোৱা মহিলা হ'ল লক্ষেশ্বৰী দত্ত। ৰাজনীতি, সমাজনীতি, ধৰ্মীয় আৰু সাংগঠনিক দিশত বিশেষভাৱে জড়িত এইগৰাকী মহিলা স্পষ্টবাদী, সুবক্তা, নিৰ্ভীক, উদাৰ মনোবৃত্তিৰ আছিল। সৰুৰে পৰাই মেধাৱী লক্ষেশ্বৰীয়ে বাংলা, হিন্দী, ইংৰাজী, সংস্কৃত ভাষাৰ সাহিত্য সুবিধা পালেই অধ্যয়ন কৰিছিল। জ্যোতিষ শাস্ত্ৰ, গুৰু দুজনাৰ দ্বাৰা ৰচিত ধৰ্মপুথিসমূহ অধ্যয়ন কৰাৰ উপৰি বৌদ্ধ ধৰ্ম সম্পৰ্কীয় গ্ৰন্থ, মনুসংহিতা, পুৰাণ, লক্ষী চৰিত্ৰ আদিও সংগ্ৰহ কৰি অধ্যয়ন কৰিছিল। বৰুৱাবামুণ গাঁও মহিলা সমিতিৰ প্ৰতিষ্ঠাপক সভানেত্ৰী লক্ষেশ্বৰী দত্তই ১৯৬৯ চনত মাতৃ গুণীপ্ৰভা দত্তৰ নামত বিদ্যালয় প্ৰতিষ্ঠা কৰি নাৰী শিক্ষা আৰু নাৰী জাগৰণত অৰিহণা আগ বঢ়ায়।

এসময়ৰ চিত্ৰশিল্পী কুৰালগুৰিৰ যোগবালা বৰঠাকুৰ সত্তৰৰ দশকৰ বাতৰি কাকতৰ নিয়মীয়া কবি। তেখেতৰ প্ৰেৰণাতে একমাত্ৰ পুত্ৰ প্ৰবীণ বৰঠাকুৰ (যি অকালতে মৃত্যুবৰণ কৰিলে) অনাতাঁৰ আৰু দূৰদৰ্শনৰ শিল্পীৰূপে প্ৰতিষ্ঠিত হয়।

কুৰালগুৰিত থকা অসম লেখিকা সংস্থাৰ শাখা বৰুৱাবামুণ গাঁও লেখিকা সংস্থাৰ মুখপত্ৰ 'কলকণ্ঠ'ৰ যোগেদিও ভালসংখ্যক মহিলাই আত্মপ্ৰকাশ কৰে। সেইসকলৰ ভিতৰত প্ৰথমেই নাম ল'ব লাগিব ডেইজী কলিতাৰ। অনুবাদ সাহিত্যৰ ওপৰত মনোনিৱেশ কৰা এইগৰাকী মহিলা অভিনয়ৰ লগতো জড়িত। 'কলকণ্ঠ'ৰ কেইবাটাও সংখ্যা সম্পাদনা কৰাৰ উপৰি ষ্টুডেণ্টছ ষ্ট'ৰছে প্ৰকাশ কৰি উলিওৱা 'সাম্প্ৰতিক লেখিকাৰ গল্প' নামৰ সংকলনখন সম্পাদনা কৰিছে ডেইজী কলিতাই। 'কলকণ্ঠ'ৰ যোগেদি আত্মপ্ৰকাশ কৰা আন কেইগৰাকীমান মহিলা হ'ল বুলু কাকতি, চাৰু ঠাকুৰ, বীণু দেৱী ইত্যাদি। দীপালী মহন্ত গোস্বামীয়ে সৰুৰেপৰাই কাব্য চৰ্চা কৰি আহিছে। লেখিকা সংস্থাৰ আলোচনী 'কলকণ্ঠ' তেওঁ সম্পাদনা কৰিছিল। তেওঁ লিখা সংগীতালেখ্য (বিহু সম্পৰ্কীয়) ১৯৯০ চনৰ পৰা চলিত বৰ্ষলৈকে অনাতাঁৰযোগে প্ৰচাৰ হৈ আহিছে। অসম কবি সন্মিলনে দীপালী মহন্ত গোস্বামীক 'কাব্য কৌমুদী' পুৰস্কাৰেৰে পুৰস্কৃত কৰিছে। বৰ্তমান তেজপুৰৰ বাসিন্দা এইগৰাকী কবি তেজপুৰৰ বিভিন্ন সাহিত্য, সাংস্কৃতিক অনুষ্ঠানৰ লগত জড়িত।

প্ৰাথমিক বিদ্যালয়ত পঢ়ি থকাৰ পৰাই গীত পৰিৱেশন কৰা মীৰা মহন্তই ১৯৬৮ চনৰ পৰাই শাস্ত্ৰীয় সংগীতৰ শিক্ষা আৰম্ভ কৰে। এই গৰাকী শিল্পী দেৰগাঁৱৰ শাস্ত্ৰীয় সংগীতৰ প্ৰথম মহিলা





শিক্ষাৰ্থী। দেহবিচাৰ আৰু আধুনিক গীতৰ অনাতাঁৰ শিল্পী মীৰা মহন্ত বৰ্তমান কুৰালগুৰিৰ গুণীপ্ৰভা দত্ত ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী।

নাহৰণি অঞ্চলৰ নব্বৈৰ উৰ্দ্ধৰ তৈয়বননিছা এগৰাকী সামাজিক, ধাৰ্মিক মহিলা। নাহৰণিৰ প্ৰথম স্ত্ৰী শিক্ষাৰ অনুষ্ঠান নাহৰণি বালিকা বিদ্যালয়ৰ পৰা শিক্ষা গ্ৰহণ কৰা তৈয়বননিছাই জিকিৰ, বিয়ানাম, মণিৰাম দেৱান, ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত সুন্দৰকৈ গাব পাৰে। বৰ্তমানেও সংগীতৰ চৰ্চা কৰে এইগৰাকী মহিলাই।

চৈয়দ আব্দুল মালিকৰ ভগ্নী চৈয়দা লিলি বেগম এগৰাকী কবি। গুলেজা খাতুন ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত এগৰাকী পাকৈত শিপিনী।

বিভিন্ন নাৰী সংগঠনৰ লগত জড়িত মুজিবননিছা সাহিত্য চৰ্চাৰ উপৰি সামাজিক কাম-কাজত জড়িত।

অকালতে মৃত্যুবৰণ কৰা চুফিয়া খাতুন এগৰাকী সমাজকৰ্মী। তেওঁৰ সোঁৱৰণত নাহৰণি অঞ্চলৰ গাঁওবুঢ়া চুকত আমন্ত্ৰণমূলক ভলীবল প্ৰতিযোগিতা অনুষ্ঠিত কৰা হয় ৬০ৰ দশকত ৩/৪বছৰৰ বাবে।

নাহৰণি অঞ্চলৰ এগৰাকী কবি বন্দনা দত্তই কবিতাৰ বাহিৰেও গল্প-প্ৰবন্ধ লিখি ৰাজ্যিক পৰ্যায়ৰ প্ৰতিযোগিতাত পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছে। বন্দনা দত্ত ৰচিত প্ৰকাশিত কবিতাপুথি হ'ল 'এটি মাথোঁ শব্দৰ সন্ধানত'।

ওৱেটো জীৱন গান্ধীবাদী হৈ সমাজসেৱা কৰা বৰুৱা গাঁৱৰ কুসুম কুমাৰী কাকতিয়ে ১৯৩৪ চনত নাৰিকলগুৰিত থকা একমাত্ৰ স্ত্ৰী শিক্ষাৰ অনুষ্ঠান উচ্চ বুনিয়াদী বালিকা বিদ্যালয়ৰ পৰা এমভি পাছ কৰি ১৯৩৫ চনত হাবুঙীয়া প্ৰাইমেৰী বিদ্যালয়ত শিক্ষকতা কৰে। সংগীতানুৰাগী এইগৰাকী মহিলাই নিজৰ চাকৰিৰ দায়িত্ব পালন কৰাৰ উপৰি ধৰ্মীয় অনুষ্ঠান, মইনা পাৰিজাত, মহিলা সমিতি, সেৱাদল আদিৰ লগত নিজকে জড়িত কৰি ৰাখিছিল। আৰ্থিকভাৱে দুৰ্বল ছাত্ৰ-ছাত্ৰীক সহায় কৰাটো তেওঁৰ এক কৰ্তব্যত পৰিণত হৈছিল।

স্বৰ্ণলতা বৰুৱা বৰুৱাবামুণ গাঁও মহিলা সমিতিৰ প্ৰতিষ্ঠাপক সভানেত্ৰী। ব্ৰিটিছৰ দিনৰ দাৰোগা লোকনাথ বৰুৱাৰ পত্নী স্বৰ্ণলতা সমাজৰ বিভিন্ন কাম-কাজত জড়িত আছিল। তেখেতে কংগ্ৰেছৰ অধিৱেশনত বৰুৱাবামুণ গাঁৱৰ পৰা মহিলা প্ৰতিনিধি হিচাপে অংশগ্ৰহণ কৰিছিল। এইগৰাকী মহিলাৰ একমাত্ৰ সন্তান নীলকান্ত বৰুৱাৰ অকালতে মৃত্যু হোৱাত পুত্ৰৰ স্মৃতি ৰক্ষাৰ্থে এখনি বিদ্যালয় প্ৰতিষ্ঠা কৰাৰ মানস কৰে আৰু তিনিবিঘা মাটিৰে সৈতে এটি ঘৰ দান কৰে। এই বিদ্যালয়খনেই হ'ল নীলকান্ত বৰুৱা প্ৰাথমিক বিদ্যালয়।

নীলকান্ত প্ৰাথমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাপক শিক্ষয়িত্ৰী হ'ল ভুৱনেশ্বৰী বৰুৱা। কষ্টসহিষ্ণু, ধৈৰ্যশীলা, দৃঢ়মনা এইগৰাকী মহিলা এগৰাকী পাকৈত শিপিনীও। বিভিন্ন মহিলা সমিতি, সমাজৰ কল্যাণমূলক সংগঠনৰ লগত জড়িত এইগৰাকী মহিলাৰ গীত-মাততো যথেষ্ট ৰাপ আছিল। অধ্যয়নপিপাসু ভুৱনেশ্বৰী বৰুৱা স্বাধীনতা সংগ্ৰামী প্ৰমোদ বৰুৱাৰ পত্নী।

দেৰগাঁও - সাংস্কৃতিক দিশত অতীজৰে পৰাই আগ বঢ়া। নেঘেৰিটিং শিৱদ'লেই তাৰ প্ৰমাণ। এই দ'লতে দেৱদাসী নৃত্যৰ চৰ্চা হৈছিল। ৰাজন্যবৰ্গৰ সন্তুষ্টিৰ কাৰণে এই নৃত্যৰ প্ৰচলন হৈছিল। এই নৃত্যক নটী নৃত্য বুলিও কোৱা হয়। বৰবজা ফুলেশ্বৰী কুঁৱৰী এগৰাকী নটী আছিল। বুঢ়াগাঁৱৰ হিৰণ আৰু কিৰণেও নটী নাচ নাচিছিল।

নৃত্য চৰ্চাৰ ক্ষেত্ৰত এগৰাকী প্ৰতিষ্ঠিত শাস্ত্ৰীয় নৃত্য শিল্পী হ'ল অনুৰূপা হাজৰিকা। তেওঁ ব্যক্তিগত নৃত্যানুষ্ঠান 'নুপূৰ'ৰ যোগেদি ভালেমান নৃত্যশিল্পীৰ জন্ম দিছে। তেওঁৰে এগৰাকী শিষ্যা হ'ল কাকলি দত্ত কোঁৱৰ। মিনাক্ষী হাজৰিকাই শাস্ত্ৰীয় নৃত্যৰ লগতে ৰাজস্থানত হিন্দী নাট লিখি, নিজে পৰিচালনা আৰু অভিনয় কৰি সমাদৰ লাভ কৰে।

কুৰালগুৰিৰ মামণি দত্তবৰুৱা, সম্প্ৰীতি মহন্ত দুইগৰাকী শাস্ত্ৰীয় নৃত্যশিল্পী। সম্প্ৰীতি মহন্তই কথক নৃত্যত উচ্চ শিক্ষা লৈ ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত বিশেষ সফলতা অৰ্জন কৰিছে। ভাৰতৰ বিভিন্ন সাংস্কৃতিক বিভাগৰ লগত জড়িত সম্প্ৰীতিয়ে জাপান, মালয়েছিয়া আদি বিভিন্ন দেশত নৃত্য প্ৰদৰ্শনেৰে কৃতিত্ব অৰ্জন কৰি বৃহত্তৰ দেৰগাঁৱলৈ গৌৰৱ কঢ়িয়াই আনিছে।

পঞ্চাশৰ দশকৰ এগৰাকী কথক নৃত্যশিল্পী হ'ল নিৰু গোস্বামী। তেওঁ নৃত্যাচাৰ্য যতীন গোস্বামীৰ ওচৰত সৰুতে নৃত্যৰ শিক্ষা লৈছিল। যোৰহাটত অনুষ্ঠিত হোৱা All Assam Music Conferenceত ৰাষ্ট্ৰীয় শিল্পী, তবলাবাদক শান্তাকুমাৰ আৰু নৃত্য শিল্পী ৰৌশনকুমাৰীয়ে এই গৰাকী শিল্পীৰ নৃত্য দেখি ভূয়সী প্ৰশংসা কৰিছিল। ১৯৬২ চনত এইগৰাকী শিল্পী আৰু গিৰীশ মহন্ত, ইন্দ্ৰ বৰা আৰু কেইবাগৰাকী ব্যক্তিৰ সহযোগত মিছামৰা অঞ্চলত 'শংকৰী কলা বিদ্যালয়' নামেৰে এখন সংগীত বিদ্যালয় স্থাপন কৰা হয়। এইখনেই মিছামৰা অঞ্চলৰ প্ৰথম সংগীত বিদ্যালয় বুলি জনা যায়।

মিছামৰা অঞ্চলৰ নৃত্য, গীত, খোলবাদ্য, অভিনয় সকলোতে নিজৰ প্ৰতিভা বিকাশ কৰা এগৰাকী জনপ্ৰিয় সত্ৰীয়া নৃত্য শিল্পী হ'ল কুঞ্জ বৰবৰা।

দেৰগাঁৱৰ এসময়ৰ মেধাৱী ছাত্ৰী অকালতে মৃত্যুবৰণ কৰা মন্দিৰা ঠাকুৰে গীত, কবিতা লিখাৰ উপৰি এগৰাকী নৃত্য শিল্পী হিচাপেও পৰিচয় দাঙি ধৰিছিল।

জেলেঙ্গুৱা গাঁৱ (হাজৰিকা গাঁও)ৰ সাবিত্ৰী ভূঞা সৰুৰে পৰা অভিনয়ৰ লগত জড়িত। বৰ্তমান যোৰহাটৰ বাসিন্দা এইগৰাকী



মহিলা কান্ট্ৰি উইমেনচ, মহিলা সমিতি, লেখিকা সমাৰোহ সমিতিৰ লগত জড়িত থাকি সমাজৰ বিভিন্ন কাম-কাজত নিজকে নিয়োজিত কৰিছে আৰু এইক্ষেত্ৰত বিদেশলৈও গৈছে।

জেলেঙ্গা গাঁৱৰ সদ্যপ্ৰয়াত ইলা হাজৰিকা এগৰাকী নৃত্যশিল্পী আৰু সংগীত শিল্পী। অনাতাঁৰ আৰু মঞ্চৰ যোগেদি বিশেষ জনপ্ৰিয়তা লাভ কৰা এইগৰাকী দেৰগাঁৱৰ প্ৰথম মহিলা ঢুলীয়া শিল্পী।

ৰজাবাহৰৰ ৰুবলী বৰাই এটা সময়ত নৃত্য প্ৰদৰ্শন কৰি ৰাইজৰ প্ৰশংসা লাভ কৰিছিল। ৰুমু দেৱীয়েও সুন্দৰ শাস্ত্ৰীয় নৃত্য প্ৰদৰ্শন কৰিছিল।

কথাছবি আৰু মঞ্চত অভিনয়ৰ যোগেদি বিশেষ জনপ্ৰিয়তা লাভ কৰা কেইগৰাকীমান শিল্পী হ'ল অজন্তা বৰুৱা, সাগৰিকা গোস্বামী, ৰঞ্জুশ্ৰী বৰা ইত্যাদি।

সংগীতৰ ক্ষেত্ৰত আন্তৰ্জাতিক পৰ্যায়ত দেৰগাঁৱৰ নাম জিলিকাই ৰাখিছে এগৰাকী শিল্পীয়ে। তেওঁ হ'ল সংগীতা বৰঠাকুৰ। পেহীয়েক কুকিলকণ্ঠী দীপালী বৰঠাকুৰ আৰু খুৰাক ভবেন বৰঠাকুৰৰ পৰা সদায় প্ৰেৰণা লাভ কৰা সংগীতাই শাস্ত্ৰীয় সংগীতৰ শিক্ষা লাভ কৰিছিল শাস্ত্ৰীয় সংগীতজ্ঞ কৰুণা শংকৰ ঠাকুৰীয়াৰ ওচৰত। 'আইতা তুমি জেৰেঙাৰ ...', 'ব'হাগ মানে কুলিৰ মাত' আদি বিভিন্ন গীতৰ উপৰি চৈয়দ আব্দুল মালিক ৰচিত 'জীৱনে মৰণে মই চিৰদিন অসমীয়া' সৰ্বশ্ৰেষ্ঠ গীত গাই জনপ্ৰিয় হোৱা এইগৰাকী কণ্ঠশিল্পীয়ে আকাশবাণী, দূৰদৰ্শন, কেছেট আৰু মঞ্চযোগে গীত গোৱাৰ উপৰি বিদেশতো (লণ্ডন) গীত পৰিৱেশন কৰি সকলোৰে আদৰৰ পাত্ৰী হৈছে।

অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ত স্থায়ী সংগীত প্ৰশিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰা ইলোৱা বৰুৱাই এসময়ত দেৰগাঁৱত নিজৰ সুমধুৰ কণ্ঠৰে সকলোৰে মন জয় কৰিছিল। এইগৰাকী শিল্পীয়ে বিদেশতো শাস্ত্ৰীয় সংগীত পৰিবেশন কৰি প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰিছে।

অমৰ শৰ্মা বালিকা বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী পদত কাৰ্যনিৰ্বাহ কৰি অৱসৰ লোৱা ৰেণু দেৱী চক্ৰৱৰ্তী সৰুৰে পৰাই সংগীত আৰু অভিনয়ৰ লগত জড়িত। নিজে গীত লিখি সুৰ দি গোৱা এইগৰাকী শিল্পীয়ে এতিয়াও সংগীতৰ চৰ্চা কৰিয়েই আছে। ৰেণু দেৱীৰ কন্যা শৰ্মিষ্ঠা চক্ৰৱৰ্তীও এগৰাকী সংগীত শিল্পী।

এসময়ৰ ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰ 'সেউজী চ'ৰা'ৰ নিয়মীয়া শিল্পী পূবালী বৰুৱাই শাস্ত্ৰীয় সংগীত (কণ্ঠ)ৰ বিশাৰদ ডিগ্ৰী লৈ বৰ্তমান শাস্ত্ৰীয় সংগীতৰ চৰ্চা কৰি আছে। তেওঁৰ পিতৃ ফণীন্দ্ৰকুমাৰ বৰুৱাৰ স্মৃতিত সংগীত বিদ্যালয় স্থাপন কৰি ছাত্ৰ-ছাত্ৰীসকলক সংগীতৰ শিক্ষা প্ৰদান কৰি আহিছে।

বৰুৱাবামুণ গাঁৱৰ ঋতুপৰ্ণা বৰুৱাই (বিবাহসূত্ৰে বৰ্তমান গণকপুখুৰীৰ নিবাসী) বৰগীতৰ চৰ্চা কৰাৰ লগতে ইয়াক শুদ্ধভাৱে জনমানসত দাঙি ধৰিবলৈ চেষ্টা কৰিছে। এইগৰাকী অনাতাঁৰ শিল্পীয়ে বৰ্তমান নৱপ্ৰজন্মক প্ৰণালীবদ্ধ ৰূপত বৰগীতৰ শিক্ষা প্ৰদানত ব্যস্ত আছে।

এসময়ত লোকগীতৰ শিল্পীৰূপে বিশেষ জনপ্ৰিয়তা লাভ কৰা কুৱালগুৰিৰ মামণি বৰঠাকুৰৰ মধুৰ কণ্ঠই সকলোকে মোহিত কৰিছিল। অতি কম সময়ৰ ভিতৰতে অনাতাঁৰ শিল্পীৰূপে স্বীকৃতি লাভ কৰা শিক্ষয়িত্ৰী মামণি বৰঠাকুৰে বৰ্তমান সংগীত চৰ্চাৰ পৰা আঁতৰি অহাটো দুৰ্ভাগ্যৰ কথা।

শাস্ত্ৰীয় সংগীতৰ শিল্পী গীতাশ্ৰী খাউণ্ড দেৰগাঁৱত এটা চিনাকি নাম। সৰুতে পিতৃ যোগেন্দ্ৰনাথ খাউণ্ডৰ পৰা সংগীতৰ আখৰা কৰা গীতাশ্ৰীৰ ঘৰখনেই হ'ল সাংস্কৃতিক ক্ষেত্ৰ। তেওঁৰ ব্যক্তিগত সংগীত বিদ্যালয় 'গীতাশ্ৰী মিউজিক একাডেমী'ৰ যোগেদি বহু শিল্পীৰ জন্ম হৈছে আৰু সেইসকলে মঞ্চত প্ৰচুৰ জনপ্ৰিয়তা লাভ কৰিছে। প্ৰতি বছৰে ৰাজ্যিক ভিত্তিত সংগীতৰ বিভিন্ন প্ৰতিযোগিতা পাতি দেৰগাঁৱৰ সংগীত জগতত বিশেষ মাত্ৰা প্ৰদান কৰিছে গীতাশ্ৰী মিউজিক একাডেমীয়ে।

অনুপমা শৰ্মা, ববিতা ভট্টই সংগীতৰ ক্ষেত্ৰখন উৰ্বৰা কৰি তুলিছে তেওঁলোকৰ সুমধুৰ কণ্ঠৰে। আধুনিক গীত, ভজন, সংস্কৃত বন্দনাৰ লগতে হিন্দী, বঙলা, নেপালী, মিচিং আদি বিভিন্ন থলুৱা ভাষাত গীত পৰিৱেশন কৰি ববিতাই বিশেষ জনপ্ৰিয়তা লাভ কৰিছে।

এসময়ত গীতাঞ্জলি গগৈ (অনাতাঁৰ শিল্পী), গৌৰী খাউণ্ড, ৰূপলেখা পাটোৱাৰী, নিতুমণি দেৱী, ৰূপালীম ঠাকুৰ, এলিফেণ্টা বৰুৱা, ৰুমী হাজৰিকা, বেজিদা খাতুন, ৰশ্মিৰেখা বৰা আদি ভালেমান সংগীত শিল্পীয়ে তেওঁলোকৰ সুমধুৰ কণ্ঠৰে দেৰগাঁৱৰ সংগীতপ্ৰেমীৰ মন জীপাল কৰি তুলিছিল। এইসকলৰ বহুতেই এতিয়া সংগীতৰ ক্ষেত্ৰখনৰ পৰা কিছু আঁতৰি গৈছে ব্যক্তিগত কাৰণত।

লঠা গাঁৱৰ জয়ন্তী বৰা, ভানু হাজৰিকাই দিহানাম, দেহবিচাৰৰ গীত পৰিৱেশন কৰি দৰ্শকৰ সমাদৰ লাভ কৰিছে। এই দুগৰাকী শিল্পীয়ে লোক সংগীতৰ চৰ্চা বৰ্তমানেও অব্যাহত ৰাখিছে।

নিজে গীত লিখি, সুৰ দি বিভিন্ন মঞ্চত গীত পৰিৱেশন কৰা স্বপ্না বৰুৱা মহন্ত অনাতাঁৰ আৰু দূৰদৰ্শনৰ শিল্পীৰূপে পৰিচিত। ভক্তিমূলক গীত গোৱা স্বপ্নাৰ নিজা পৰিচালনাত প্ৰকাশ পোৱা একমাত্ৰ ভক্তিমূলক গীতৰ কেছেটটি হ'ল 'ভক্তিদীপ'।

সৰুৰে পৰা মাতৃ উৎপলা গোস্বামীৰ অনুপ্ৰেৰণাত বেহেলা আৰু সংগীত শিকা প্ৰণামী গোস্বামী বেহেলা আৰু কণ্ঠ সংগীতৰ স্নাতক। বৰ্তমান মাৰ্ঘেৰিতাত সংগীতৰ শিক্ষকতা কৰা প্ৰণামীয়ে উঠি অহা ছাত্ৰ-ছাত্ৰীসকলক সংগীতৰ লগতে বেহেলাৰো শিক্ষা প্ৰদান কৰি আহিছে।

দেৰগাঁৱৰ ৰূপজ্যোতি নাথে এটা সময়ত তেওঁৰ মিঠা কণ্ঠৰে ৰাইজৰ মাজত বিশেষ জনপ্ৰিয়তা অৰ্জন কৰিছিল। এইগৰাকী







শিল্পীয়ে বৰ্তমান মুম্বাইত সংগীতৰ সাধনা কৰি আছে।

তদুপৰি মিনাক্ষী বৰা, ৰৌজ বৰবৰা, লক্ষ্মী খাদৰীয়া, তৃপ্তি শইকীয়া, আল্পনা বৰঠাকুৰ, কুন্দন উপাধ্যায়, শিখামণি দত্ত, শ্যামলিমা বৰঠাকুৰ, প্ৰিয়ংগী বৰুৱা আদি ভালেমান সংগীত শিল্পীয়ে সংগীতৰ সাধনা কৰি দেৰগাঁৱৰ লগতে অসমৰ নাম উজলাবলৈ অহৰহ চেষ্টা কৰি আছে। ই এক শুভ লক্ষণ।

ভাৰতৰ স্বাধীনতা সংগ্ৰাম পৃথিৱীৰ এক স্মৰণীয় ইতিহাস। এই স্বাধীনতা সংগ্ৰামত অসমৰ হাজাৰ হাজাৰ পুৰুষ-মহিলাই ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে মাৰ বান্ধি থিয় দিছিল। এই আন্দোলনৰ প্ৰভাৱ গোলাঘাটতো পৰিছিল। দেৰগাঁৱত এই আন্দোলনৰ গুৰি ধৰিছিল নবেন শৰ্মাকে মুখ্য কৰি কেইবাজনো দেশপ্ৰেমীয়ে। সেই সময়ত ত্যাগ, সাধনা, শ্ৰম আৰু বিপ্লৱৰ প্ৰতীক গংগাৰাম বৰমেধিৰ ঘৰখন আছিল স্বাধীনতা সংগ্ৰামী ভলণ্টিয়াৰৰ ভাতঘৰ। গংগাৰাম বৰমেধিৰ পত্নী প্ৰমীলা বৰমেধিকে মুখ্য কৰি কন্যা দেৱেশ্বৰী, পদুমকুমাৰী, কনকপ্ৰভা আদিয়ে স্বাধীনতা সংগ্ৰামত সক্ৰিয় অংশগ্ৰহণ কৰে। দেশৰ স্বাধীনতাৰ বাবে যুঁজ দি ছোৱালী অৱস্থাতে পাঁচমাহ কাল কাৰাবৰণ কৰা অসমৰ প্ৰথমগৰাকী নাৰী হ'ল দেৱেশ্বৰী হাজৰিকা। তেওঁৰ লগতে আইতা ঠেঙাল, মাধৱী কোচ, মালতী কোচেও কাৰাদণ্ড ভোগে। এই আন্দোলনত অংশগ্ৰহণ কৰা আন মহিলাসকল হ'ল পুণ্যপ্ৰভা হাজৰিকা, পাহিতা হাজৰিকা, নিৰদাবালা হাজৰিকা, হেমলতা দত্ত, কনকলতা দত্ত, প্ৰেমলতা দত্ত, কুসুমকুমাৰী দত্ত, কনকপ্ৰভা ৰাজখোৱা, আইদেউ হাজৰিকা, বৰদা হাজৰিকা, ভানু হাজৰিকা, সুৰ হাজৰিকা, আইদেউ নাথ, দময়ন্তী নাথ, নীৰদা কাকতি, বিৰজা কাকতি ইত্যাদি। সৰুৰে পৰাই সংগ্ৰামী মনৰ অধিকাৰী দেৱেশ্বৰীয়ে দহ বছৰ বয়সতে স্বাধীনতা আন্দোলনত যোগদান কৰে। সৰুৰে পৰাই স্বৰাজ, স্বদেশ আদি শব্দৰ লগত সুন্দৰ পৰিচয় ঘটা দেৱেশ্বৰীয়ে ভগ্নীসকলক লগত লৈ সেই সময়ৰ ৰক্ষণশীল সমাজৰ বেহু ভাঙি ওলাই আহিছিল ৰাজপথলৈ, গাঁৱৰ স্ত্ৰী শক্তিক স্বাধীনতাৰ মন্ত্ৰৰে জগাই তুলিছিল। যিসকলে ৰক্ষণশীল সমাজৰ বান্ধোন ছিঙি ওলাই আহিবলৈ সংকোচবোধ কৰিছিল সেইসকল মহিলাক নাৰীৰ অধিকাৰ সম্পৰ্কে সজাগ কৰি তুলিছিল আটাইকেইজনী বাই-ভনীয়ে। গাঁৱে গাঁৱে সভা-সমিতি পাতি নাৰীসকলক একত্ৰিত কৰি স্বাধীনতাৰ ব্যাখ্যা দাঙি ধৰিছিল। একাগ্ৰতা, নিষ্ঠা, ধৈৰ্য আদি নানান গুণৰ অধিকাৰী দেৱেশ্বৰী হাজৰিকা (বৰমেধি) দেৰগাঁৱৰ বিভিন্ন সামাজিক অনুষ্ঠানৰ লগত জড়িত আছিল। সৰলতা, উদাৰতা, মানৱীয়তা আদি হ'ল তেওঁৰ চৰিত্ৰৰ ভূষণ। এইগৰাকী বীৰাংগনাই দেশৰ বাবে যি অৰিহণা আগবঢ়ালে তাৰ বাবে দেশবাসী সদায়ে তেওঁৰ প্ৰতি কৃতজ্ঞ হৈ থাকিব।

দেৱেশ্বৰী হাজৰিকাৰ ভগ্নী পদুমকুমাৰী দত্ত আৰু কনকপ্ৰভা ৰাজখোৱাৰ কোমল হৃদয়ত স্বৰাজৰ প্ৰভাৱ পৰাত তেওঁলোকেও সৰুৰে পৰা এই আন্দোলনত জঁপিয়াই পৰিবলৈ চেষ্টা কৰিছিল। হাতত হাৰমনিয়াম লৈ গোলাঘাট আৰু যোৰহাটৰ বিভিন্ন গাঁৱত দুই ভগ্নীয়ে স্বৰাজৰ গীত গাই নাৰী শক্তিক জাগ্ৰত আৰু মুকলিলৈ উলিয়াই আনিবলৈ চেষ্টা কৰিছিল। ১৯২৬ চনত পাণ্ডুত অনুষ্ঠিত হোৱা জাতীয় কংগ্ৰেছৰ অধিৱেশনত পদুমকুমাৰীয়ে মাতৃ প্ৰমীলা বৰমেধিৰ লগত গৈ যোগদান কৰি অসমৰ কংগ্ৰেছ মহাসভাত দেৰগাঁৱৰ নাম জিলিকাইছিল। ১৯৩২ চনত দেৰগাঁৱত বানৰ সেনানী (বাথিকা কোষ) গঠন কৰি নেতৃত্ব বহন কৰে কনকপ্ৰভাই। তেওঁ নিজে বানৰ বাহিনীত আন্দোলনৰ গীত লিখি সুৰ দি সমদলত অংশগ্ৰহণ কৰি দেৰগাঁওবাসীক আন্দোলনত অংশগ্ৰহণ কৰিবলৈ আহ্বান জনাইছিল।

আমি যাওঁ আগ বাঢ়ি  
বানৰ সেনানী,  
হাতে হাতে পতাকা তুলি  
আমি মুক্তি বাহিনী (কনকপ্ৰভা)

১৯৩২ চনৰ ২৭ জানুৱাৰীত মাদকদ্ৰব্য নিবাৰণৰ টৌৱে দেশত খলকনি তুলি ধুমুহাৰ সৃষ্টি কৰাৰ সময়তে দেৰগাঁৱৰ ৰাইজৰ লগতে পুণ্যপ্ৰভা, দেৱেশ্বৰী, কনকপ্ৰভাই গোলাঘাটলৈ পদব্ৰজে যাত্ৰা কৰি মাদক দ্ৰব্য বিক্ৰী কৰা দোকানৰ সন্মুখত পিকেটিং কৰে। পিকেটিং কৰাৰ অপৰাধত নিতৌ দলে দলে পুৰুষ-মহিলা গ্ৰেপ্তাৰ হৈছিল। ইয়াৰ ভিতৰত সৰুমাই, দ্বাৰিকী দাসী, ভোগেশ্বৰী, সোমেশ্বৰী, দেৱেশ্বৰী আদি ভালেমান মহিলাই কেইবামাহো সশ্ৰম কাৰাবণ কৰে। পুণ্যপ্ৰভা হাজৰিকা কেঁচুৱাৰ সৈতে এৰাতি হাজোতত ৰাখি এৰি দিয়ে। কনকপ্ৰভা নাবালিকা হোৱাৰ বাবে মুকলি কৰি দিয়ে ব্ৰিটিছ চৰকাৰে। শিৱসাগৰৰ কাৰাগাৰত বন্দী অৱস্থাতে প্ৰসৱজনিত কাৰণত দ্বাৰিকী দাসীৰ মৃত্যু হয়। তেৱেঁই জাতীয় আন্দোলনৰ বুৰঞ্জীত প্ৰথম মহিলা ছহিদ। ১৯৩১ চনত দেৰগাঁৱত প্ৰতিষ্ঠা হোৱা দেৰগাঁও মহিলা সমিতিৰ প্ৰথমগৰাকী সম্পাদিকা পদুম কুমাৰী দত্ত।

১৯১৬ চনত দেৰগাঁৱৰ আফুৰা অঞ্চলত জন্মগ্ৰহণ কৰা আইদেউ হাজৰিকা কিশোৰী অৱস্থাৰ পৰাই কংগ্ৰেছ দলৰ কৰ্মীসকলৰ বাবে খাদ্যবস্তু সংগ্ৰহ কৰি খাদ্য যোগান ধৰাৰ উপৰি ব্ৰিটিছ চৰকাৰৰ কাৰ্যকলাপ নিৰীক্ষণ কৰি গোপন খবৰবোৰ কংগ্ৰেছ কৰ্মীসকলক দিছিল। "গোলাঘাট জিলাৰ ব্ৰহ্মপুত্ৰ নদীৰ কাষৰ অঞ্চলসমূহ প্ৰায় ১৯৫০ চনলৈকে হাবি-জংঘল আছিল। ধনশ্ৰীমুখৰ পৰা নিমাতী ঘাটলৈকে এই ঠাই আন্দোলনৰ কৰ্মীসকলৰ নিৰাপদ ঠাই আৰু চৰ অঞ্চলৰ ওখ স্থানত মুক্তি সংগ্ৰামী আন্দোলনৰ শিবিৰ আছিল। বৰ্তমান দেৰগাঁৱৰ গেলাবিল নদীৰ কাষতে দেৰগাঁও বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ পূব দিশত থকা ওখ স্থান ন-গোসাঁই কাঠনিবাৰীত শিবিৰ কৰি আন্দোলনৰ আঁচনি যুগুত কৰিছিল। শিবিৰৰ দায়িত্ব আইদেউ হাজৰিকাই নিষ্ঠাৰে পালন কৰিছিল। লগতে আছিল কুসুম কুমাৰী দত্ত, দেৱেশ্বৰী হাজৰিকা। উক্ত পাঁচগৰাকী ছোৱালী নিৰাপদে শিবিৰত



থাকিবৰ বাবে আন্দোলনৰ কৰ্মীসকলে পাঁচজনী ছোৱালী থকাৰ জোখাৰে এটা গাঁত খান্দি ঘৰ সাজি দিছিল যাতে সকলো বিপদৰ পৰা নিৰাপদে থাকিব পাৰে। ছহিদ কুশল কোঁৱৰে সংগ্ৰহ কৰি দিয়া অৰ্থৰে ছোৱালী কেইগৰাকী পোহৰ হোৱাৰ আগতেই শুই উঠি অটব্য হাবিৰ লুংলুঙীয়া বাটেৰে গৈ চিকাৰী ঘাটৰ পৰা ব্ৰিটিছ কোম্পানীৰ জাহাজত অনা খাদ্যবস্তু কিনি আনি শিবিৰত জমা ৰাখে। এই শিবিৰৰ পৰাই খাদ্যবস্তু বংশী দত্তই যোৰহাট, কুশল কোঁৱৰে গোলাঘাট, সাগৰ বৰাই বোকাখাত, কাজিৰঙা, কঁহৰা শিবিৰলৈকো যোগান ধৰে।" (আলোকৰ যাত্ৰী, দেৰগঞা অগ্ৰণী নাৰীৰ জীৱন গাথা, পৃঃ ৩৭) ১৯৪২ চনৰ পৰা ১৯৪৭ চনলৈকে অবিৰতভাৱে তেওঁ দেশৰ হকে কাম কৰি যায়। দেৰগাঁৱত বয়ন উদ্যোগ স্থাপন, বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰাত সক্ৰিয় সহযোগিতা আগ বঢ়োৱাৰ উপৰি কছাৰীপাম, বিৰিণা গাঁও আৰু খুমটাই সমষ্টিৰ পঞ্চায়তৰ প্ৰথম মহিলা সভানেত্ৰীৰ দায়িত্বও গ্ৰহণ কৰি ৰাইজৰ কাম সুচাৰুৰূপে কৰিছিল আইদেউ হাজৰিকাই।

১৯১৮ চনত মিছামৰা গুৱাল গাঁৱত জন্মগ্ৰহণ কৰা কুসুম কুমাৰী দত্ত ১৯৩৮ চনৰ পৰাই মহিলা সংগঠনৰ লগত জড়িত হৈ বিভিন্ন সামাজিক কাম-কাজ কৰিছিল। ১৯৪২ চনৰ পৰা গণ আন্দোলনত জড়িত কুসুম কুমাৰীয়ে দেৱেশ্বৰী হাজৰিকা, পদুম কুমাৰী, কণকপ্ৰভাহঁতৰ লগতে আন্দোলনত জড়িত কংগ্ৰেছ কৰ্মীসকলক সৰ্বতোপ্ৰকাৰে সহায় আগ বঢ়াইছিল। বাৰীছোৱা গুৱালগাঁৱত প্ৰাথমিক বিদ্যালয় স্থাপন কৰি বিনামূলীয়া শিক্ষাৰ গুৰি ধৰিছিল এইগৰাকী মহিলাই।

অবিভক্ত শিৱসাগৰ জিলাৰ গোলাঘাট মহকুমাৰ উত্তৰৰ ৰঙামাটি মৌজাৰ অন্তৰ্গত দিচৈ সুঁতিৰ পাৰৰ পিছপৰা মেদক গাঁৱত জন্মগ্ৰহণ কৰা প্ৰমীলা মেদকে স্বাধীনতা আন্দোলনত অংশগ্ৰহণ কৰিবৰ কাৰণে স্বাধীনতা সংগ্ৰামৰ সংগ্ৰামীৰ তালিকাত ১৯২৮ চন মানত সদস্যাভুক্তা হয় আৰু বৰটিকা গাঁৱৰ বগীমলা মৰাঙক সহযোগী হিচাপে সেই তালিকাত নামভৰ্তি কৰায়। বিপ্লৱী বীৰ শংকৰ বৰুৱা আৰু ৰাজেন বৰুৱাক মিচিং গাঁৱত আত্মগোপন কৰিবলৈ সুবিধা দিয়াৰ বাবে তেওঁলোকক আশ্ৰয় দিয়াৰ অভিযোগত প্ৰমীলাক গ্ৰেপ্তাৰ কৰিবলৈ দুখনকৈ গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰিছিল। ফলত তেওঁ নিজেও আত্মগোপন কৰিবলগীয়া হৈছিল। ১৯৩৭ চনত গোলাঘাট মহকুমা কংগ্ৰেছত গঠন হোৱা শান্তি সেনা বাহিনীৰ সেনানায়ক কমলা মিৰিৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ প্ৰমীলাই নিৰ্ভীক কৰ্মী হিচাপে যোগদান কৰে আৰু ভিতৰুৱা গাঁওবিলাকত সেৱা আগ বঢ়ায়। বয়েল পঞ্চায়ত গঠন, গাঁও পঞ্চায়ত আদি গঠনৰ লগতে পিছ পৰা ভিতৰুৱা অঞ্চলত বিদ্যালয় স্থাপন, সমবায় সমিতি গঠনত প্ৰমীলাই সহযোগিতা আগ বঢ়োৱাৰ উপৰি বিধান সভা, লোক সভা আৰু নিৰ্বাচনী সভা সমিতিবোৰত দিনে ৰাতিয়ে জাতীয় কংগ্ৰেছৰ হৈ কাম কৰা প্ৰমীলা মেদকে মিচিং সমাজক প্ৰতিনিধিত্ব কৰি আহিছে।

সাম্প্ৰতিক কালৰ ৰাজনীতিৰ ক্ষেত্ৰত দেৰগাঁও বিধান সভা সমষ্টিক বৰ্তমানে প্ৰতিনিধিত্ব কৰা সুশীলা হাজৰিকা এগৰাকী বিশিষ্ট সমাজসেৱিকা আৰু সমষ্টিৰ উন্নয়নৰ লগত জড়িত এগৰাকী ৰাজনীতিক মহিলা। তদুপৰি আৰতি কছাৰী, ৰেণু দত্ত, বন্তি আহমেদ আদি বহুতো মহিলা সাম্প্ৰতিক কালৰ ৰাজনীতিৰ লগত জড়িত হৈ আছে।

*লেখিকাৰ টোকা ঃ প্ৰবন্ধটি যুগুত কৰোঁতে যথেষ্ট কষ্টৰে তথ্যপাতিসমূহ সংগ্ৰহ কৰিব লগা হৈছে। সমাজৰ গুণী-জ্ঞানী তথা নেতৃস্থানীয় ব্যক্তিৰ পৰা উপৰোক্ত তথ্যসমূহ সংগ্ৰহ কৰি যথাসাধ্য নৈৰ্ব্যক্তিকভাৱে উপস্থাপনৰ প্ৰয়াস কৰা হৈছে। অজ্ঞতাবশতঃ কোনো উল্লেখযোগ্য ব্যক্তিবিশেষ (মহিলা) এই প্ৰবন্ধত অন্তৰ্ভুক্ত নহ'বও পাৰে; তাৰ বাবে প্ৰবন্ধ লেখিকা ক্ষমাপ্ৰাৰ্থী। বৃহত্তৰ দেৰগাঁও অঞ্চলৰ মহিলাসকলৰ প্ৰামাণিক আৰু সমৃদ্ধ ইতিবৃত্তৰ বাবে প্ৰণালীবদ্ধ অনুসন্ধান, সুপৰিকল্পিত আৰু গৱেষণামূলক ক্ষেত্ৰ অধ্যয়নৰ অতি আৱশ্যক। ইয়াৰ দ্বাৰা নিতান্তই ন ন দিশ উন্মোচিত হ'ব আৰু নতুন তথ্যও সংগৃহীত হ'ব। এয়া এক আদৰণীয় প্ৰয়াস আৰু ই অব্যাহত হৈ ৰওক।* ❑

সহায় লোৱা গ্ৰন্থ ঃ


১। 'অসমীয়া সাহিত্যলৈ মহিলা লেখকৰ দান' ঃ ড° হেম বৰা, (পৃঃ ১৪১)

২। 'অসমীয়া সাহিত্য আৰু মহিলা লেখক' ঃ সম্পাদনা - নৱকান্ত বৰুৱা, (পৃঃ ১৪১)

৩। 'লুইতপাৰৰ মহিলা স্বাধীনতা সংগ্ৰামীৰ জীৱন গাঁথা' ঃ সম্পাদনা - স্বৰ্ণ বৰুৱা গগৈ, (পৃঃ ৮২-৮৩, ৯১-৯৬)

৪। 'মুক্তিযুঁজত লুইতপৰীয়া নাৰী' ঃ ড° দীপ্তি শৰ্মা, (পৃঃ ৭৬, ৭৭)

৫। 'আলোকৰ যাত্ৰী' দেৰগঞা অগ্ৰণী নাৰীৰ জীৱন গাথা ঃ সম্পাদনা - ৰেণু বৰা, কল্পনা বৰা দত্ত

৬। 'ইন্দ্ৰাণী' স্মৃতিগ্ৰন্থ, মহাৰজত জয়ন্তী ঃ ২০০৭-২০০৯ সম্পাদক - প্ৰদীপ বৰা, (পৃঃ ১৪৯-১৫৫)

৭। স্মৃতিগ্ৰন্থ, ৰূপালী জয়ন্তী বৰ্ষ, মিছামৰা বালিকা উচ্চ মাধ্যমিক বিদ্যালয় ঃ সম্পাদক - কমল কুমাৰ ৰাজখোৱা (পৃঃ ১০, ৪৫)

৮। 'সোণালী' - সোণালী জয়ন্তী স্মৰণিকা, দেৰগাঁও বালিকা উচ্চতৰ মাধ্যমিক বিদ্যালয় ঃ সম্পাদিকা ঃ বীণা ঠাকুৰ বেজবৰুৱা (পৃঃ ১২,১৩,১৭)

৯। নাহৰণি, মিছামৰা আৰু দাধৰাৰ তথ্য সংগ্ৰহত সহায় কৰিছে ক্ৰমে এম. ছাইফুল এইছ আৰু দীপাঞ্জলি মহন্তই।








# দেৰগাঁৱৰ অৰ্থনৈতিক ৰূপৰেখা

ড° অনিল চন্দ্ৰ ঠাকুৰ

কোনো এক অঞ্চলৰ অৰ্থনৈতিক ৰূপৰেখাৰ প্ৰধান উপাদানসমূহ হৈছে সেই অঞ্চলৰ অৱস্থিতি, ভূমিখণ্ড, প্ৰাকৃতিক সম্পদসমূহ, জনসংখ্যা, জনগাঁথনি, উৎপাদিত বিভিন্ন সামগ্ৰীৰ প্ৰকাৰ আৰু পৰিমাণ, উৎপাদন পদ্ধতি, বজাৰ ব্যৱস্থা, বুনিয়াদী সা-সুবিধা যেনে - পানী যোগান, পৰিবহণ ব্যৱস্থা, স্বাস্থ্যসেৱা, শিক্ষাৰ প্ৰসাৰ, বিজুলী শক্তিৰ যোগান আদি। ইয়াৰ উপৰি ভৱিষ্যৎ উৎপাদন আৰু উৎপাদন সম্ভাৱনীয়তা, উৎপাদনৰ উপাদানসমূহৰ যোগান (বৰ্তমান আৰু ভৱিষ্যতত) আৰু এইসমূহৰ যথাযথ প্ৰয়োগ আদিৰ কথাও সূচায়।

**দেৰগাঁও এলেকা আৰু ইয়াৰ জনসংখ্যা ঃ**

গোলাঘাট জিলাৰ গোলাঘাট মহকুমাৰ অন্তৰ্গত উত্তৰে ব্ৰহ্মপুত্ৰ নদী, দক্ষিণে গণকপুখুৰী, পূবে কাকডোঙা নদী আৰু পশ্চিমে দৰিয়াজানৰ দ্বাৰা আবেষ্টিত অঞ্চলটোৱেই হ'ল দেৰগাঁও। উত্তৰা-দক্ষিণাকৈ দেৰগাঁৱৰ দৈৰ্ঘ্য প্ৰায় ১২ মাইল আৰু পূবা-পশ্চিমাকৈ ৯ মাইল। এই প্ৰবন্ধত বৰ্ণিত দেৰগাঁৱৰ এলেকা বৰ্তমানে দেৰগাঁও ৰাজহচক্ৰৰ অন্তৰ্ভুক্ত অঞ্চলকে ধৰা হৈছে। এই ৰাজহ চক্ৰৰ উত্তৰে ব্ৰহ্মপুত্ৰ, দক্ষিণে ঢেকিয়াল আৰু দক্ষিণ হেঙেৰা মৌজা, পূবে কাকডোঙা নদী আৰু পশ্চিমে খুমটাই আৰু মহুৰা মৌজা।

সম্পূৰ্ণ দেৰগাঁও আৰু মিছামৰা মৌজা আৰু আংশিকভাৱে কাকডোঙা আৰু গুৰযোগনীয়া মৌজাৰে গঠিত হৈছে দেৰগাঁও ৰাজহ চক্ৰ (চাৰ্কল)। দেৰগাঁও ৰাজহচক্ৰ এলেকাধীন ভূমিৰ পৰিমাণ - ২৮২ বৰ্গ কিল'মিটাৰ (২,১০,৯৮০বিঘা)। *

ইয়াৰ মুঠ জনসংখ্যা ১,৩১,৮৬৯।* তলৰ তালিকাত দেৰগাঁও ৰাজহচক্ৰৰ কালি আৰু জনসংখ্যাৰ পৰিমাণ প্ৰদৰ্শিত হৈছে।

| ভূমিৰ পৰিমাণ | মুঠ জনসংখ্যা | পুৰুষ | মহিলা |
|---|---|---|---|
| ২৮২ বৰ্গ কি.মি. | ১,৩১,৮৬৯ | ৬৮,৪১৯ | ৬৩,৪৫০ |

উৎস - Statistical Handbook, Golaghat, 2003

মুঠ জনসংখ্যাৰ ৯.২ শতাংশ অনুসূচিত জাতিৰ লোক। অনুসূচিত জনজাতিৰ শতকৰা হাৰ ৮। তলৰ তালিকাৰ যোগেদি দেৰগাঁও ৰাজহ চক্ৰৰ অনুসূচিত জাতি আৰু অনুসূচিত জনজাতিৰ লোকসংখ্যা দেখুউৱা হৈছে।

দেৰগাঁও ৰাজহ চক্ৰৰ মুঠ জনসংখ্যা, অনুসূচিত জাতি আৰু অনুসূচিত জনজাতিৰ পৰিসংখ্যা (ভাৰত চৰকাৰৰ ২০০১ চনৰ লোকপিয়লৰ আধাৰত)



| মুঠ জনসংখ্যা | অনুসূচিত জাতিৰ লোকৰ সংখ্যা | | | অনুসূচিত জনজাতিৰ লোকৰ সংখ্যা | | |
|---|---|---|---|---|---|---|
| | মুঠ | পুৰুষ | মহিলা | মুঠ | পুৰুষ | মহিলা |
| ১,৩১,৮৬৯ | ১২,১৭৫ | ৬,১৯৬ | ৫,৯৭৯ | ১০,৪৬৬ | ৫,৪৪২ | ৫,০২৪ |

উৎস - Statistical Handbook, Golaghat.

ওপৰৰ তালিকাৰ পৰা দেখা যায় যে দেৰগাঁও ৰাজহ চক্ৰৰ মুঠ জনসংখ্যাৰ এক বুজন অংশ অনুসূচিত জাতি আৰু অনুসূচিত জনজাতিৰ লোক। অনুসূচিত জাতি আৰু অনুসূচিত জনজাতিৰ মুঠ লোকসংখ্যা ১২,৬৪১ আৰু সাধাৰণ জনসংখ্যা (অনা অনুসূচিত) ১,০৯,২২৮।

সমগ্ৰ ভাৰত তথা অসমৰ দৰে দেৰগাঁৱৰ জনসংখ্যা ভিন্ন জনগোষ্ঠীৰ এক সংমিশ্ৰিত ৰূপ। ইয়াত ভিন্ন জনগোষ্ঠীৰ লোক যেনে - কছাৰী, আহোম, মিচিং, দেউৰী, অনুসূচিত জাতি, জনজাতি, চাহ জনগোষ্ঠী আদি সকলো জনগোষ্ঠীয় লোক আছে। ধৰ্মীয় দৃষ্টিকোণৰ পৰাও হিন্দু, মুছলমান, খ্ৰীষ্টিয়ান, বৌদ্ধ, জৈন আদি প্ৰায় সকলো ধৰ্মীয় সম্প্ৰদায়ৰ লোকৰ দেৰগাঁও এক সমন্বিত আৰু শান্তিৰ বাসভূমি। দেৰগাঁৱত সামাজিক শান্তি আৰু সমন্বয়ৰ পৰিৱেশ বিৰাজমান। এই অঞ্চলৰ অৰ্থনৈতিক উন্নয়ন চমকপ্ৰদ নহয় যদিও সামাজিক শান্তিৰ পৰিৱেশৰ বাবে দেৰগাঁওবাসীয়ে গৌৰৱবোধ কৰে।

### দেৰগাঁও অঞ্চলৰ অৰ্থনৈতিক কাম-কাজ

দেৰগাঁও অঞ্চল কৃষিকাৰ্যত আগ বঢ়া। আহোম স্বৰ্গদেউসকলৰ দিনৰ পৰাই দেৰগাঁৱত কৃষিকাৰ্যৰ ওপৰত গুৰুত্ব দেখা যায়। আহোমৰ ৰাজত্বকালৰ পৰাই দেৰগাঁৱত বহুবিধ শস্য উৎপাদন হোৱাৰ উপৰি কুটীৰ শিল্পজাত ভালেমান সামগ্ৰী উৎপাদিত হৈছিল। ৰজাবাহৰৰ ভঁৰালৰ বাৰীৰ ৰাজভঁৰালত কৃষিজাত সামগ্ৰীসমূহ জমা কৰা হৈছিল। বৰ্তমানে দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয় স্থাপিত হোৱা স্থানতেই আহোম স্বৰ্গদেউসকলৰ ভঁৰালৰ বাৰী। লোৱাডোঙৰ দুয়োকাষে থকা ৰজাৰ দঙা খাটৰ ধান আৰু বৰগোহাঁই চাপৰিৰ মাহ সৰিয়হ আদি ৰাজভঁৰালত জমা হৈছিল। গুৰ যোগোৱাৰ দায়িত্ব গুৰযোগনীয়া অঞ্চলৰ ৰাইজৰ ওপৰত ন্যস্ত আছিল। ইয়াৰ পৰাই বুজা যায় দেৰগাঁও গুৰৰ বাবে পুৰণিকালৰ পৰাই বিখ্যাত আছিল।

তদুপৰি উইলিয়াম ৰবিনচনৰ মতে অসমত যি সামান্য লো ভিত্তিক কাৰ্য সম্পাদন হৈছিল সেয়া দেৰগাঁও আৰু কছাৰীহাটৰ সমীপতেই হৈছিল।* অসমৰ কেৱল দেৰগাঁও আৰু কছাৰীহাটতে লো আহৰণ কাৰ্য কেন্দ্ৰিত আছিল।

"The only ironworks of any extent now carried on in Assam are those near Dirgong and Kacharihat ... The iron is principally obtained from a ferrugious clay, which after being cleard of a portion of its eartlhy constituents, by washings, as afterwards melted in small clay furnaces."[1] অন্যান্য যাৱতীয় সামগ্ৰীও ইয়াত উৎপাদিত হয়।

### দেৰগাঁৱৰ কৃষিকাৰ্য ঃ

কৃষি কাৰ্যৰ দৃষ্টিকোণৰ পৰা দেৰগাঁও অঞ্চলক তিনি ভাগত ভগাব পাৰি। এভাগ ইয়াৰ উত্তৰ অঞ্চল। এই অঞ্চলটো ব্ৰহ্মপুত্ৰৰ নৈৰ পানীৰ দ্বাৰা বছৰি প্লাৱিত হয়। এই অঞ্চলত যথেষ্ট পৰিমাণে আহুধান, ঘেঁহু, শালিধান, মাহ, সৰিয়হ উৎপাদিত হয়।

ব্ৰহ্মপুত্ৰ নৈৰ মথাউৰিৰ পৰা গেলাবিল নৈ পৰ্যন্ত অঞ্চলটো দ্বিতীয় ভাগৰ অন্তৰ্গত। এই অঞ্চলটো যথেষ্ট সাৰুৱা। উপৰোক্ত প্ৰথমভাগত উৎপাদিত প্ৰায়বোৰ সামগ্ৰীয়েই ইয়াত উৎপাদিত হয়। এই অঞ্চলত শালি খেতিৰ গুৰুত্ব সিটো অঞ্চলতকৈ অধিক। ইয়াৰ আন এবিধ প্ৰধান খেতি কুঁহিয়াৰ। আলুৰ উৎপাদনো উল্লেখযোগ্য। এইবোৰৰ উপৰি শাক-পাচলি এই অঞ্চলৰ অন্যতম প্ৰধান খেতি।

দেৰগাঁৱৰ দক্ষিণ সীমাৰ পৰা গেলাবিল নৈ পৰ্যন্ত অঞ্চলটো তৃতীয়ভাগৰ অন্তৰ্ভুক্ত। এই অঞ্চলৰ বিশেষকৈ শালিধান, কুঁহিয়াৰ, তামোল-পাণ, শাক-পাচলি, মাটিকঠাল, ইত্যাদিৰ খেতি কৰা হয়। দেৰগাঁৱৰ অধিকাংশ কুঁহিয়াৰ এই অঞ্চলতেই উৎপাদিত হয়।

কুঁহিয়াৰ খেতিৰ প্ৰাধান্যৰ বাবেই অসমৰ প্ৰথম চেনিকল অসম সমবায় চেনিকল লিমিটেড, বৰুৱাবামুণ গাঁও, দেৰগাঁৱতেই প্ৰতিষ্ঠিত হৈছিল। এনে সবল, সুন্দৰ সম্ভাৱনাপূৰ্ণ উদ্যোগ এটা মৃত্যুমুখত পৰিবলগীয়া হোৱাটো দেৰগাঁও তথা সমগ্ৰ অসমবাসীৰ বাবেই দুৰ্ভাগ্যজনক।

সুখৰ বিষয় দেৰগাঁৱৰ খকন্দগুৰিত আন এটা সমবায় চেনিকল - শৰৎ চন্দ্ৰ সিংহ সমবায় চেনিকল নামেৰে প্ৰতিষ্ঠাৰ বাবে আধাৰশিলা অলপতে স্থাপিত হয়। দেৰগাঁও অঞ্চলৰ উৎপাদিত কুঁহিয়াৰ প্ৰস্তাৱিত নতুন চেনিকলটোৰ বাবে পৰ্যাপ্ত হ'ব। ইয়াত শ্ৰমিকৰো অভাৱ নাই। কেৱল সুস্থ পৰিকল্পনা, সুস্থ পৰিচালনা আৰু উদ্যোক্তাসকলৰ উৎসাহ-একাগ্ৰতাই প্ৰস্তাৱিত প্ৰতিষ্ঠানটো কৃতকাৰ্যতাৰ দিশত আগুৱাই নিব বুলি আশা কৰিব পাৰি।

এই কথা নিশ্চিতভাৱে ক'ব পাৰি যে দেৰগাঁও অঞ্চলটো চেনি উদ্যোগৰ বাবে সম্ভাৱনাপূৰ্ণ। দেৰগাঁও ৰাজহ চক্ৰৰ ১১,২০৭ বিঘা (১৫০২হেক্টৰ) মাটিত কুঁহিয়াৰ খেতি কৰা হয়। এই ৰাজহ চক্ৰৰ অধিক অঞ্চললৈ কুঁহিয়াৰ খেতিৰ সম্প্ৰসাৰণ সম্ভৱ। তদুপৰি গোলাঘাট জিলাৰ আন ভালেকেইটা অঞ্চলত যথেষ্ট কুঁহিয়াৰ উৎপন্ন হয়। অসমৰ ভিতৰত গোলাঘাট জিলাতেই সৰ্বাধিক পৰিমাণৰ কুঁহিয়াৰ খেতি হয়।







### চাহখেতি ঃ

দেৰগাঁৱৰ অৰ্থনীতিত চাহখেতিৰ অৱদানো উল্লেখযোগ্য। দেৰগাঁও ৰাজহ চক্ৰৰ প্ৰধান চাহ বাগান কেইখন নেঘেৰিটিং, বালিজান, ৰঙামাটি আৰু দৰিয়া। ১৮৪৪ চনতে নেঘেৰিটিং চাহ বাগিচাৰ কাম আৰম্ভ হয়। আনকেইখন বাগিচা তাতকৈ কিছু পাছৰ। এইবাগানসমূহ ১৮৬৩ চনত স্থাপিত ব্ৰহ্মপুত্ৰ টি কোম্পানীৰ অন্তৰ্ভুক্ত হয়।

বৰ্তমানে দেৰগাঁৱত বহু সংখ্যক ক্ষুদ্ৰ চাহ বাগিচা ক্ষুদ্ৰ উদ্যোগীৰ অধীনত গঢ় লৈ উঠিছে। যুৱ উদ্যোগীয়ে ক্ষুদ্ৰ চাহ বাগিচা স্থাপন কৰি আত্মসংস্থাপনৰ পথ মুকলি কৰাৰ লগে লগে বহুসংখ্যক শ্ৰমিকক নিযুক্তি দি নিবনুৱা সমস্যা সমাধানত আংশিকভাৱে সহায় কৰিছে আৰু আয়-প্ৰবাহ বৃদ্ধি কৰাত সহায় কৰিছে।

বৰ্তমানে দেৰগাঁও ৰাজহ চক্ৰত চাহখেতি কৰা ভূমিৰ পৰিমাণ ১৯৭৬৬ বিঘা (প্ৰায় ২৬৫০ হেক্টৰ)। মুঠ উৎপাদিত চাহপাতৰ পৰিমাণ বছৰি ১,৭৭,৮৯৪ কুইন্টল।

### দেৰগাঁৱৰ যোগাযোগ ব্যৱস্থা ঃ

দেৰগাঁৱৰ স্থলপথ আৰু ৰে'লপথ দুয়োটাৰে সু ব্যৱস্থা আছে। তদুপৰি জলপৰিবহণ ব্যৱস্থাও এসময়ত সুগম আছিল। পৰিবহণ আৰু যোগাযোগৰ সু-ব্যৱস্থাই এটা অঞ্চলৰ অৰ্থনৈতিক অৱস্থাৰ আভাস দিয়ে। প্ৰকৃততে যোগাযোগ ব্যৱস্থা কোনো এটা অঞ্চলৰ অৰ্থনীতিৰ মেৰুদণ্ড বুলি ক'ব পাৰি। আহোম স্বৰ্গদেউসকলে ৮০০ বছৰৰ আগেয়ে ইয়াৰ গুৰুত্ব উপলব্ধি কৰিছিল। আহোম স্বৰ্গদেউসকলে যুদ্ধ জয় কৰিলে অথবা নতুন অঞ্চল নিজৰ দখললৈ আনিলে তাত কীৰ্তিচিহ্নৰূপে দৌল, দেৱালয় নিৰ্মাণ কৰে, আলি-পদূলি বান্ধে, প্ৰশাসনিক ব্যৱস্থা নিকপকপীয়া কৰে। এনেবোৰ কাম অৰ্থনৈতিক উন্নয়নৰ সহায়ক হৈ পৰে।

আহোমসকলৰ অধীনলৈ অহাৰ আগতে দেৰগাঁৱৰ নেঘেৰিটিঙত শিৱমন্দিৰ আৰু অন্যান্য মন্দিৰ থকাৰ উল্লেখ পোৱা যায়। (দ্ৰষ্টব্য — History of Civilisation of the People of Assam in the Twelvth Century A.D - Revised 3rd Edn., Specturm Publication 1987, p. 436)

স্বৰ্গদেউ প্ৰতাপ সিংহইও (প্ৰতাপ সিংহৰ ৰাজত্বকাল ১৬০৩ ৰ পৰা ১৬৪১ চন) পুৰণি শিৱ মন্দিৰ থকা স্থানতেই পুনৰ শিৱ মন্দিৰ নিৰ্মাণ কৰায় আৰু এইজন স্বৰ্গদেৱেই নেঘেৰিটিঙৰ শিৱদৌলৰ পৰা মালৌ পথাৰৰ উত্তৰেদি গড়গাঁৱলৈ এটা আলি নিৰ্মাণ কৰাইছিল। ইয়াক বৰ আলি বোলা হৈছিল আৰু এই বৰ আলিটোৰে কাষৰীয়া লোকসকলক ব্ৰহ্মপুত্ৰৰ বানপানীৰ পৰা ৰক্ষা কৰিছিল। কিন্তু ব্ৰহ্মপুত্ৰৰ বানপানীয়ে এই মন্দিৰক বাৰে বাৰে ক্ষতি সাধন কৰাত, স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই (ৰাজত্বকাল ১৭৫১ চনৰ পৰা ১৭৬৯ চন) শিৱদৌলটো বৰ্তমানে নেঘেৰিটিঙৰ থকা ঠাইত নিৰ্মাণ কৰায় আৰু দৌলৰ কাষৰ পুখুৰীটো খন্দায়। শিৱদৌলক কেন্দ্ৰ কৰিয়েই এটা পৰ্যটন কেন্দ্ৰ গঢ়ি উঠিছে। এইদৰে দেৰগাঁৱৰ উন্নয়নত শিৱদৌলৰ এক বিশেষ ভূমিকা আছে। দৌল চৌহদ আৰু ইয়াৰ আশে-পাশে থকা অঞ্চলটোত পৰিকল্পিতভাৱে গছ-গছনি ৰোপণ কৰি, ফুলনি স্থাপন কৰি আৰু সুন্দৰ কৰি তোলাৰ সম্ভাৱনা আছে।

আহোম স্বৰ্গদেউসকলে যোগাযোগৰ সু-ব্যৱস্থা গঢ়ি তুলিছিল। ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহেদি পৰিবহণৰ সু-বন্দবস্ত কৰিছিল। পথ নিৰ্মাণ, মথাউৰি নিৰ্মাণ আৰু খাল খন্দা কাৰ্যত গুৰুত্ব দিছিল। স্বৰ্গদেউ চুহুংমুঙে (১৪৯৭ - ১৫৩৯ চন) দিহিং নদীৰ কাষত এক বৃহৎ মথাউৰি নিৰ্মাণ কৰায় যাতে ইয়াৰ কাষৰ অঞ্চলবোৰ এই নদীৰ প্লাৱনৰ পৰা ৰক্ষা পাব পাৰে। তেখেতক দিহিংগীয়া ৰজা বোলা হয় এই বাবেই যে দিহিং নদীৰ কাষৰীয়া অঞ্চল বকতাত তেখেতে ৰাজধানী স্থাপন কৰিছিল।

বৰ্তমানে ধুবুৰীৰ পৰা শদিয়ালৈ যিটো ৰাষ্ট্ৰীয় ঘাইপথ (National High Way - 37) তাৰ গতিপথ আহোম ৰজাসকলৰ দিনতেই নিৰ্ণিত হৈছিল বুলি ক'ব পাৰি আৰু আহোম স্বৰ্গদেউসকলৰ দিনতে ইয়াৰ অধিকাংশ নিৰ্মিত হৈছিল। বৰ্তমানে গোলাঘাট, যোৰহাট আৰু শিৱসাগৰ জিলাৰ (পূৰ্বে অবিভক্ত শিৱসাগৰ জিলা) অন্তৰ্ভুক্ত এই পথটোৰ বিভিন্ন অংশৰ নাম আছিল - চেউনি আলি (দেৰগাঁৱৰ দাধৰা তিনিআলিৰ পৰা জাঁজীলৈকে), যিটো জয়ধ্বজ সিংহই নিৰ্মাণ কৰাইছিল। জাঁজীৰ পৰা গৌৰীসাগৰলৈকে এই পথছোৱাৰ নাম আছিল মাছখোৱা গড়। এই অংশটোও জয়ধ্বজ সিংহয়েই সজোৱা। গৌৰীসাগৰৰ পৰা জয়সাগৰলৈকে অংশটোক বৰ আলি বা গজপুৰীয়া আলি বোলা হৈছিল, এই অংশটো চুচেনফা বা স্বৰ্গদেউ প্ৰতাপ সিংহই নিৰ্মাণ কৰায়। জয়সাগৰৰ পৰা শিৱসাগৰলৈ অংশটোক ন-আলি বোলা হৈছিল। শিৱসাগৰৰ পৰা ডিব্ৰুগড়লৈ অংশটো বৰবৰুৱা আলি নামে খ্যাত আছিল। এই অংশও স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই নিৰ্মাণ কৰাইছিল।

সেইদৰে ধোদৰ আলি (গদাধৰ সিংহই নিৰ্মাণ কৰোৱা), লাদৈগড় আলি, গড়গাঁও আলি, ডেকা বৰুৱা আলি, নগা আলি, খৰিকটীয়া আলি, বকতাৰ আলি, ধাই আলি ইত্যাদি পথসমূহ আহোম স্বৰ্গদেউসকলেই নিৰ্মাণ কৰা। এইবোৰৰ উপৰি তেখেতসকলে আৰু বহুসংখ্যক পথ নিৰ্মাণ কৰাইছিল।

গোলাঘাট জিলাৰ আঁকা আলি, দক্ষিণ হেঙেৰা আলি আদি আহোম স্বৰ্গদেউসকলেই নিৰ্মাণ কৰায়।[2]

আহোম স্বৰ্গদেউসকলে নিৰ্মাণ কৰোৱা গড় আৰু মথাউৰি কিছুমান আহোম শাসনৰ অন্তত স্থলপথলৈ ৰূপান্তৰিত হয়, যেনে - লাদৈগড়, বাহগড়, ৰাজগড়, পথালি গড়, নুমলিগড় ইত্যাদি। আহোম ৰাজত্বৰ বেলিমাৰ কালত প্ৰশাসনিক দুৰ্বলতা, অন্তঃকন্দল, মানৰ



আক্ৰমণ আদিৰ ফলত এই বাট-পথসমূহ অৱহেলা আৰু অযত্নত ক্ৰমান্বয়ে ভাগি-ছিগি যায়।

আহোম স্বৰ্গদেউসকলে ভালেসংখ্যক সৰু নদীৰ ওপৰত শিল, কাঠ আদিৰে দলং নিৰ্মাণ কৰাইছিল। এইবোৰ শিলসাঁকো, পাটসাঁকো আদি নামেৰে জনাজাত।

আঁকা আলি — আহোম ৰাজত্বকালতে নিৰ্মিত স্থলপথটো গোলাঘাট কছাৰীহাটৰ পৰা শিয়ালেখাটি, পদুমণি, ঢেকিয়াল, লাওভগা, কুৰালগুৰি হৈ দেৰগাঁৱৰ মাজেৰে চিকাৰীঘাট পৰ্যন্ত পাইছেগৈ। আঁকা আলি গোলাঘাট আৰু দেৰগাঁৱৰ মাজেৰে দক্ষিণ পাৰৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ (লক্ষীমপুৰ, নাৰায়ণপুৰ আদি স্থানলৈ) এক প্ৰধান যোগাযোগ পথ। চিকাৰীঘাটৰ পৰা নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ উত্তৰ পাৰৰ জামুগুৰিঘাট, শিলিখাগুৰি ঘাট আদিলৈ যোৱাটো সুগম আছিল। হয়তো নগাপাহাৰৰ পৰা অকা আলিয়েদি চিকাৰীঘাট হৈ অৰুণাচলৰ আঁকা পথাৰলৈ বেহা-বেপাৰ আৰু যাত্ৰীৰ আহ-যাহ আছিল। যাৰ বাবে ইয়াৰ নাম আঁকা আলি হৈছিল। দেৰগাঁও নগৰৰ পৰা গোলাঘাট নগৰলৈকে অকা আলিটোৰ অংশটোক বৰ্তমান পণ্ডিত হেমচন্দ্ৰ গোস্বামী পথ নামেৰে নামকৰণ কৰা হৈছে।

দাধৰা তিনিআলিৰ পৰা নেঘেৰিটিং চতিয়ানগুৰি পৰ্যন্ত চেউনি আলিটো আহোম ৰাজত্বকালতে নিৰ্মিত। বৰ্তমানে এই পথটোৰ একাংশ লক্ষ্মীনাথ ফুকন পথ নামেৰে নামকৰণ কৰা হৈছে।

দেৰগাঁও ৰাজহ চক্ৰৰ প্ৰায় সকলোবোৰ এলেকালৈকে যেনে - ব্ৰহ্মপুত্ৰৰ কাষৰীয়া অঞ্চল, পূবে কাকডোঙা নৈ পৰ্যন্ত বিস্তৃত অঞ্চল, দক্ষিণে গণকপুখুৰী, পশ্চিমে দৰিয়া (সমগ্ৰ মিছামৰা অঞ্চল সামৰি) ভালেসংখ্যক পকীপথ আৰু বহুসংখ্যক শিল দিয়া পথ, কেঁচা পথ আছে। সামগ্ৰিকভাবে দেৰগাঁৱৰ পথ যোগাযোগ ব্যৱস্থা ভালেই বুলি ক'ব পাৰি।

দেৰগাঁও গড়কাপ্টানী গ্ৰাম্য পথ উপসংমণ্ডলৰ অন্তৰ্গত পকীপথৰ দৈৰ্ঘ্য মুঠ ১০২.৫৪৬ কিঃ মিঃ আৰু কেঁচাপথৰ দৈৰ্ঘ্য মুঠ ২৪৩.২১৫ কিঃ মিঃ।* ইয়াৰ উপৰি দেৰগাঁও পৌৰসভাই নিৰ্মাণ কৰোৱা পথৰ দৈৰ্ঘ্য মুঠ ৪৯.০৫ কিঃ মিঃ। ইয়াৰ উপৰি গোলাঘাট উত্তৰ উন্নয়ন খণ্ডৰ অধীনতো ভালেসংখ্যক কেঁচা পথ আছে।

### দেৰগাঁৱৰ ৰে'ল পৰিবহন ঃ

ফৰকাটিং জংচনৰ পৰা মৰিয়ণি জংচনলৈ থকা শাখা ৰে'লপথটোৰেই দেৰগাঁৱৰ ৰে'ল যোগাযোগৰ ব্যৱস্থা। বৰুৱাবামুণ গাঁও সমীপৱৰ্তী ষ্টেছন। কুৰি শতিকাৰ ত্ৰিশৰ দশকৰ শেষৰ ফালে এই ৰে'লপথছোৱা নিৰ্মিত হয়। এই শাখা ৰে'লপথটো গোলাঘাট আৰু যোৰহাট মহকুমাৰ চাহবাগানসমূহৰ সুবিধাৰ্থে নিৰ্মাণ কৰা হৈছিল, যাতে বাগানসমূহত উৎপাদিত চাহপাত কঢ়িয়াই যোৰহাট ককিলামুখ জাহাজঘাটলৈ নিব পাৰি আৰু তাৰ পৰা জাহাজেৰে ব্ৰহ্মপুত্ৰ নদীয়েদি কলকাতা বন্দৰ পোৱাব পাৰি। ফৰকাটিং বৰুৱাবামুণ গাঁও মৰিয়ণি ৰে'লপথছোৱা আদিতে মিটাৰ গজৰ আছিল। বৰ্তমান ইয়াক ব্ৰডগজলৈ ৰূপান্তৰ কৰা হৈছে আৰু ইয়াৰ যোগেদি অসমৰ যিকোনো স্থানলৈ প্ৰত্যক্ষ ৰে'লসেৱা পাব পাৰি।

### দেৰগাঁৱৰ জল পৰিবহন ঃ

আহোম ৰাজত্ব কালৰ নৌ পথ যেনে ব্ৰহ্মপুত্ৰ, দিখৌ, দৰিকা, দিচৈ (ভোগদৈ), দিহিং, দিচাং, জাঁজী, কাকডোঙা এই নৈ পথসমূহ গুৰুত্বপূৰ্ণ আছিল। সেই সময়ত এই নৌ পথসমূহ প্ৰধানতঃ যুদ্ধ আৰু যোগাযোগৰ বাবে ব্যৱহৃত হৈছিল। পথ পৰিবহণ যিহেতু সিমান সুগম নাছিল, কিছুমান দুৰ্গম অঞ্চললৈ নৌ পৰিবহণেৰে যোৱাৰ সুবিধা কৰি লৈছিল। তদুপৰি নৌ পৰিবহণৰ যোগেদি বহুক্ষেত্ৰত দূৰত্বও হ্ৰাস হৈছিল। এই নদীসমূহ সেই সময়ত নাও চলাচলৰ বাবে সুগম আছিল। স্বৰ্গদেউসকলে আনকি খাল খান্দি কোনো কোনো নৈৰ গতিপথো সুবিধাৰ্থে সলনি কৰি লৈছিল। স্বৰ্গদেউ কমলেশ্বৰ সিংহই দিচৈ নদীৰ উজনি অংশত খাল খন্দাই ইয়াৰ গতিপথ পৰিবৰ্তন কৰাই ভোগদৈ নৈৰ ৰূপত। শিৱসাগৰ জিলাৰ ৰূপহী, খনাজান আদি খাল খন্দায় যাতে এইবোৰেদি নাৱেৰে ব্ৰহ্মপুত্ৰলৈ আৰু অন্যান্য স্থানলৈ ওচৰ হয়। নৌকাচালনা আৰু নৌ শক্তিৰূপে আহোমসকল সেই সময়ত অপৰাজেয় আছিল। মোগলসকলক বাৰে বাৰে নৌ যুদ্ধ আৰু স্থলযুদ্ধত পৰাজয় কৰি অসমৰ স্বাধীনতা ৰক্ষা কৰাৰ কথা সকলোৱেই জানে। শৰাইঘাটৰ কথা চিৰযুগমীয়া হৈয়ে থাকিব। নাও নিৰ্মাণ আৰু মেৰামতিৰ বাবে ভালেমান নাওচালি অসমত আছিল আৰু এইবোৰ নাওশলীয়া ফুকন আৰু বৰুৱাৰ তত্ত্বাৱধানত আছিল।

দেৰগাঁৱতো জল পৰিবহণৰ সু-ব্যৱস্থা আছিল। দেৰগাঁও ৰাজহ চক্ৰৰ চিকাৰীঘাট এটা বিশেষ নদী বন্দৰ হিচাপে এসময়ত পৰিগণিত হৈছিল। দেৰগাঁৱৰ পৰা নাৰায়ণপুৰ, লক্ষীমপুৰ, মাজুলী আদি ঠাইলৈ যোৱাৰ সুবিধা চিকাৰীঘাটেদিয়েই আছিল। ব্ৰিটিছৰ শাসনকালত দেৰগাঁৱৰ আশে-পাশে থকা চাহ বাগিচাবোৰলৈ শ্ৰমিক, বাগানৰ বিভিন্ন সা-সৰঞ্জাম, কয়লা আদি কঢ়িয়াবলৈ আৰু এই অঞ্চলত উৎপাদিত চাহপাত ব্ৰিটিছে নিজ দেশলৈ চালান দিবলৈ চিকাৰীঘাটেৰে ব্ৰহ্মপুত্ৰৰ জলপথ ব্যৱহাৰ কৰিছিল। তেতিয়া চিকাৰীঘাট দেৰগাঁৱৰ পৰা এতিয়াৰ দৰে দূৰৱৰ্তী নাছিল। এই জলপথৰ বাবেই দেৰগাঁৱৰ দুটুকুৰা ঠাই দুটা বিশেষ নামেৰে জনাজাত হৈছিল। (i) কয়লা ঘাট (ii) কুলীডিপো

ব্ৰিটিছে অসমত চাহখেতি সম্প্ৰসাৰণ কৰাৰ লগে লগে থলুৱা শ্ৰমিকৰ নাটনিয়ে দেখা দিলে। অসমৰ বাহিৰৰ পৰা যেনে - ছোটনাগপুৰ, উৰিষ্যা, ময়ুৰভঞ্জ আদি অঞ্চলৰ পৰা শ্ৰমিক আনিব





নদৈ-দৰিয়া

লগা হৈছিল। দেৰগাঁৱৰ আশে-পাশে যেনে - নেঘেৰিটিং, বালিজান, মিছামৰা, ৰঙামাটি, দৰিয়া আদি স্থানত ব্ৰিটিছে স্থাপন কৰা চাহ বাগিচাসমূহৰ বাবে প্ৰয়োজনীয় চাহ শ্ৰমিক অসমৰ বাহিৰৰ পৰা আনিব লগা হৈছিল আৰু শ্ৰমিকসকলে জিৰণি ল'বলৈ কিছুমান জিৰণি স্থানৰ ব্যৱস্থা কৰা হৈছিল, যিবোৰক কুলীডিপো (Colloe Depot) বোলা হৈছিল। নেঘেৰিটিং ঘাটৰ কাষত এতিয়াও এটা অঞ্চলক ডিপো বোলা হয়। সেইসময়ত ব্ৰহ্মপুত্ৰ নদী আৰু নেঘেৰিটিঙৰ মাজত দূৰত্ব নিচেই কম আছিল। বাহিৰৰ পৰা অনা চাহ শ্ৰমিকসকলক এই ডিপোত জিৰণি ল'বলৈ দিয়া হৈছিল।

দেৰগাঁৱৰ জল পৰিবহণ ব্যৱস্থাৰ স্বাক্ষৰ বহন কৰা ইয়াৰ কয়লাখাটি নামৰ অঞ্চলটোৱে দেৰগাঁৱৰ আশ-পাশৰ বাগানসমূহলৈ কয়লা আৰু যন্ত্ৰপাতি সৰবৰাহৰ বাবে আৰু বাগানবোৰত উৎপাদিত চাহপাত ভাৰতৰ বিভিন্ন প্ৰান্ত তথা বিশ্ব বজাৰলৈ পঠাবলৈ ব্ৰহ্মপুত্ৰৰ জলপথে বিশেষ ভূমিকা পালন কৰিছিল। সেই সময়ত বিশেষকৈ পশ্চিমবংগৰ ৰাণীগঞ্জৰ পৰা কয়লা অসমলৈ অনা হৈছিল। দেৰগাঁও অঞ্চলৰ চাহ বাগিচাবোৰৰ বাবে ব্ৰহ্মপুত্ৰৰ জলপথেৰে অনা কয়লা এই কয়লাঘাটতেই জমা কৰা হৈছিল। কয়লাঘাট তেতিয়া ব্ৰহ্মপুত্ৰৰ সমীপতেই আছিল। এই কয়লাঘাটৰ পৰাই কাষৰীয়া বাগানবোৰলৈ কয়লা প্ৰেৰণ কৰা হৈছিল।

অসমত চাহখেতিৰ সম্প্ৰসাৰণৰ বাবে ১৮৩৯ চনত অসম কোম্পানী গঠিত হয় আৰু সেই কোম্পানীয়ে নিজাববীয়াকৈ ব্ৰহ্মপুত্ৰয়েদি নৌকাসেৱা আগ বঢ়াইছিল। কিন্তু নৌকা যাত্ৰা বৰ সময়বহুল আছিল। ১৮৪৪ চনত গুৱাহাটীৰ পৰা শদিয়ালৈ উজাই নাৱেৰে যাত্ৰা কৰোঁতে প্ৰায় ছসপ্তাহ সময় লাগিছিল আৰু গুৱালেণ্ড (বৰ্তমানৰ বাংলাদেশৰ অন্তৰ্ভুক্ত)ৰ পৰা শদিয়ালৈ পৰিক্ৰমাত প্ৰায় তিনিমাহ সময় লাগিছিল।

অসম কোম্পানীয়ে ১৮৪১ চনত ভাপনাও আৰু জাহাজ সেৱাৰ প্ৰৱৰ্তন কৰে। অসমৰ চাহ বাগিচাৰ মালিকসকলৰ অনুৰোধমৰ্মে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ১৮৪৭ চনত অসম কোম্পানীৰ পৰা দুখন জাহাজ ক্ৰয় কৰি কলিকতা আৰু গুৱাহাটীৰ মাজত জাহাজ সেৱা প্ৰৱৰ্তন কৰে। ১৮৫৬ চনত এই জাহাজ সেৱা ডিব্ৰুগড়লৈকে সম্প্ৰসাৰিত হয়। কিন্তু এই জাহাজ সেৱা অনিয়মীয়া আৰু নিশ্চয়তাবিহীন আছিল। ১৮৬০ চনত জাহাজসেৱা আগ বঢ়োৱাৰ দায়িত্ব The India General Steam Navigation Company য়ে গ্ৰহণ কৰে।

অন্যতম জাহাজ কোম্পানী River Steam Navigation Company ৱেও ১৮৬৫ চনৰ পৰা নিজাববীয়াকৈ জাহাজ সেৱা প্ৰৱৰ্তন কৰে। ১৮৯০ চনত এই দুয়োটা কোম্পানী একত্ৰিত হৈ Joint Steam Navigation Company গঠন কৰে যাতে দুয়োটা প্ৰতিষ্ঠানৰ মাজত প্ৰতিযোগিতা ৰহিত হয় আৰু দুয়োটাই সমন্বিত জাহাজ সেৱা আগ বঢ়াব পাৰে।

১৯৬৫ চনত ভাৰত-পাক যুদ্ধৰ পাছত জাহাজ সেৱা বিঘ্নিত হয়। Joint Steam Navigation Company লোকচানৰ সন্মুখীন হয়। ১৯৬৭ চনত এই কোম্পানী বন্ধ কৰি দিয়া হয়। ইয়াৰ পাছত কেন্দ্ৰীয় আভ্যন্তৰীণ জলপৰিবহণ নিগমে জাহাজ সেৱা ডিব্ৰুগড় আৰু যোগীঘোপাৰ মাজত স্থাপন কৰে। অসম চৰকাৰেও ১৯৫৯ চনত আভ্যন্তৰীণ জল পৰিবহণ সঞ্চালকালয় স্থাপন কৰে আৰু ৰাজ্যখনৰ আভ্যন্তৰীণ জাহাজ আৰু নৌ সেৱাৰ দায়িত্ব লয়।

বৰ্তমানে চিকাৰীঘাট আৰু অসমৰ অন্যান্য ঘাটসমূহ আভ্যন্তৰীণ জলপৰিবহণ সঞ্চালকৰ তত্ত্বৱধানত পৰিচালিত হয়।

### দেৰগাঁৱৰ মানৱ সম্পদ ঃ

মানৱ সম্পদেই এটা অঞ্চলৰ অৰ্থনৈতিক উন্নয়নৰ প্ৰধান উৎস। জনসাধাৰণেই এটা অঞ্চলৰ মানৱ সম্পদ। বিভিন্ন প্ৰতিষ্ঠানসমূহৰ প্ৰয়োজনীয় মানৱ সম্পদ যেনে শ্ৰমিক, কাৰিকৰী আৰু প্ৰায়োগিক শিক্ষাসমৃদ্ধ ব্যক্তি, ব্যৱসায়ী, পৰিচালক, শিক্ষক, গাণনিক, আমোলা আদি সকলোখিনিয়েই মানৱ সম্পদৰ অন্তৰ্ভুক্ত। জনাল্পতাই যেনেকৈ শ্ৰমিকৰ যোগানত বাধাৰ সৃষ্টি কৰে সেইদৰে জনাধিক্যই নিবনুৱা সমস্যা আৰু সামাজিক অসন্তুষ্টিৰ সৃষ্টি কৰে।

তদুপৰি সেই অঞ্চলৰ জনসংখ্যাই কেনে ধৰণৰ শিক্ষাৰ সুবিধা পাইছে তাৰ ওপৰত মানৱ সম্পদৰ মান নিৰ্ভৰ কৰে। সাধাৰণ শিক্ষাৰ প্ৰসাৰ দেৰগাঁও ৰাজহ চক্ৰত সন্তোষজনক বুলি ক'ব পাৰি। দেৰগাঁও নগৰ অঞ্চলৰ শিক্ষিতৰ হাৰ (২০০১ চনৰ লোকপিয়ল অনুযায়ী) শতকৰা ৯২.২৬ (উৎস - Statistical Handbook Golaghat)। সমগ্ৰ দেৰগাঁও ৰাজহ চক্ৰৰ শিক্ষিতৰ হাৰৰ পৰিসংখ্যা পোৱা নগ'ল।

এটা অঞ্চলৰ বাসিন্দাসকলৰ সামাজিক পৰম্পৰা, সংস্কৃতি, সহনশীলতা, সামাজিক সদ্ভাব আদিয়েই মানৱ সম্পদৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰে। দেৰগাঁৱৰ সমাজ সহনশীল, সম্ভাৱনাপূৰ্ণ আৰু সংস্কৃতিবান। এইসমূহ যোগাত্মক উপাদান থকা সত্ত্বেও বৰ্ধিত নিবনুৱা সমস্যা আৰু উদ্যোগৰ অভাৱে অঞ্চলটোৰ উন্নতিত কিছু বাধাৰ সৃষ্টি কৰিছে।

শিক্ষাখণ্ড হিচাপে দেৰগাঁও গোলাঘাট উত্তৰ শিক্ষাখণ্ডৰ অন্তৰ্ভুক্ত। উত্তৰ শিক্ষাখণ্ডত প্ৰাদেশীকৃত মুঠ প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা ১৩১ খন। তদু পৰি চৰকাৰৰ অনুদানপ্ৰাপ্ত (Venture School) প্ৰাথমিক বিদ্যালয় আছে ১০ খন। প্ৰাদেশীকৃত মধ্য ইংৰাজী বিদ্যালয় ২২ খন আৰু স্বীকৃতিপ্ৰাপ্ত মধ্য ইংৰাজী বিদ্যালয়ৰ সংখ্যাও ২২ খন। প্ৰাদেশীকৃত উচ্চ বুনিয়াদী বিদ্যালয় ৭ খন। উচ্চ ইংৰাজী বিদ্যালয় (Composite School, পঞ্চম শ্ৰেণীৰ পৰা দশম শ্ৰেণীলৈকে) ১০ খন। উচ্চ ইংৰাজী বিদ্যালয় (অষ্টম শ্ৰেণীৰ

পৰা দশম শ্ৰেণীলৈকে) ৬ খন।

উচ্চতৰ মাধ্যমিক বিদ্যালয় ৫ খন। স্নাতক পৰ্যায়ৰ একমাত্ৰ শিক্ষানুষ্ঠানদেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়। তদু পৰি শীতলপথাৰত এখন কনিষ্ঠ মহাবিদ্যালয় কিছু বছৰৰ আগতে স্থাপিত হয়। জয়নাথ সংস্কৃত টোল এক ঐতিহ্যপূৰ্ণ শিক্ষানুষ্ঠান।

গোলাঘাট জিলা শিক্ষা আৰু প্ৰশিক্ষণ প্ৰতিষ্ঠান (DIET) দেৰগাঁৱত অৱস্থিত। দেৰগাঁও বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰও এটা বিশেষ শিক্ষানুষ্ঠান। ইয়াত মহিলা প্ৰশিক্ষাৰ্থীসকলক প্ৰশিক্ষণ দিয়া হয়।

অনা চৰকাৰী শিক্ষা প্ৰতিষ্ঠানৰ ভিতৰত দেৰগাঁৱত জাতীয় বিদ্যালয় আৰু শংকৰদেৱ শিশু নিকেতন এই দুয়োখন বিদ্যালয়ে শিক্ষাৰ ক্ষেত্ৰত বিশেষ ভূমিকা গ্ৰহণ কৰিছে। সেইদৰে ডনবস্ক' আৰু শিশু ভাৰতী — ইংৰাজী মাধ্যমৰ দুখন উল্লেখযোগ্য হাইস্কুল।

দেৰগাঁৱত ভালেকেইটা কম্পিউটাৰ প্ৰশিক্ষণ প্ৰতিষ্ঠান আছে। তাৰ ভিতৰত NICM সবাতোকৈ পুৰণি আৰু অগ্ৰণী প্ৰতিষ্ঠান।

অসম আৰক্ষী প্ৰশিক্ষণ মহাবিদ্যালয় দেৰগাঁৱতে অৱস্থিত। এই প্ৰতিষ্ঠানসমূহেও দেৰগাঁৱৰ মানৱ সম্পদ উন্নয়নত অৰিহণা যোগাইছে। প্ৰশিক্ষাৰ্থী, প্ৰশিক্ষকসকলৰ যাৱতীয় সা-সামগ্ৰীৰ চাহিদা পূৰণৰ ক্ষেত্ৰত একাংশ লোকৰ উপাৰ্জনৰ পথ প্ৰশস্ত কৰিছে। দেৰগাঁও আৰক্ষী প্ৰশিক্ষণ মহাবিদ্যালয় আৰু দেৰগাঁও বেটেলিয়ান ফিল্ডৰ সমগ্ৰ চৌহদটো নিকা আৰু মনোৰম। চৌহদৰ পথৰ কাষে কাষে শাৰী শাৰীকৈ ৰোৱা গছ-গছনি, ফুলনি আৰু প্ৰশিক্ষণ আৰু ক্ৰীড়াৰ বাবে থকা ক্ৰীড়াংগণ কেইখনেও বেটেলিয়ানৰ চৌহদৰ সৌন্দৰ্য বঢ়াই তুলিছে।

দেৰগাঁও বেটেলিয়ান ফিল্ডক কেন্দ্ৰ কৰি আশে-পাশে ব্যৱসায় কেন্দ্ৰ গঢ়ি উঠিছে। যেনে ৩নং গে'ট, নেঘেৰিটিং চাৰিআলিৰ বজাৰ ইত্যাদি।

### দেৰগাঁৱৰ স্বাস্থ্যসেৱা ঃ

দেৰগাঁও অঞ্চলৰ স্বাস্থ্য সেৱাৰ ক্ষেত্ৰত মিছামৰা খণ্ড জনস্বাস্থ্য কেন্দ্ৰ (Missamara Block Primary Health Centre) আৰু ধেমাজিস্থিত ৩০খন বিছনাযুক্ত দেৰগাঁও সামূহিক স্বাস্থ্য কেন্দ্ৰই (Community Health Centre) প্ৰধান ভূমিকা পালন কৰে। পৰিয়াল কল্যাণ আঁচনিসমূহ প্ৰধানতঃ মিছামৰা খণ্ড প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰই আগ বঢ়ায়।

ধেমাজিস্থিত দেৰগাঁও প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰই সাধাৰণ চিকিৎসা সেৱাৰ উপৰি জৰুৰীকালীন চিকিৎসা সেৱা, মৃত্যুঞ্জয় ১০৮ সেৱা আগ বঢ়ায়।

এই দুই প্ৰধান চিকিৎসা কেন্দ্ৰৰ উপৰি আৰু ভালেসংখ্যক উপস্বাস্থ্য কেন্দ্ৰ আছে, যেনে - বঙালগাঁও, কুৰালগুৰি, খনিকৰ, নাহৰণি, ভকতীয়া, শীতল পথাৰ, বালিজান, কুমাৰ গাঁও, নেঘেৰিটিং, বাঁহগুৰি, দানী চাপৰি, কয়লাঘাট, জৰাগুৰি, ৰঙামাটি, কৰৈয়নী, হাবিগাঁও আৰু মামৰণি ক্ষুদ্ৰ জনস্বাস্থ্য কেন্দ্ৰ।

যোৱাটো দশকত দেৰগাঁও স্বাস্থ্যসেৱাৰ বিপুল উন্নতি পৰিলক্ষিত হয়। অৰ্থনৈতিক উন্নয়নৰ মাপকাঠী হিচাপে স্বাস্থ্যসেৱাৰ গুৰুত্ব অপৰিসীম। স্বাস্থ্যসেৱাই জনকল্যাণ বৃদ্ধি কৰে। সাম্প্ৰতিক স্বাস্থ্যসেৱাই দৰাচলতে মানুহক যথেষ্ট সকাহ দিছে।

### বিদ্যুৎ যোগান ঃ

১৯৫৮ চনতে দেৰগাঁৱত বিজুলী যোগান ব্যৱস্থা আৰম্ভ হয়। তেতিয়া বিজুলী শক্তিৰ প্ৰধান গ্ৰাহক আছিল অসম সমবায় চেনিকল লিমিটেড, দেৰগাঁও আৰু মাথোন ৩০ জন গ্ৰাহক। বৰ্তমানে দেৰগাঁৱৰ বিজুলী শক্তিৰ যোগান বহুগুণে বৃদ্ধি পাইছে। বৰ্তমান দেৰগাঁৱৰ মুঠ বিজুলী শক্তিৰ উপভোক্তাৰ সংখ্যা - ৮৬০৩। ইয়াৰে গাৰ্হস্থ্য গ্ৰাহক ৭৫০২ আৰু বাণিজ্যিক গ্ৰাহক ৫৮১। বিজুলী শক্তি ব্যৱহাৰ কৰা গ্ৰাম্য উদ্যোগৰ সংখ্যা - ৪২, নগৰীয়া উদ্যোগৰ সংখ্যা ২৪। ইয়াৰ উপৰি তিনিখন চাহবাগিচা দেৰগাঁও বিদ্যুৎ কেন্দ্ৰৰ গ্ৰাহক। গ্ৰাহকসকলে উপভোগ কৰা বিজুলীশক্তিৰ মুঠ পৰিমাণ মাহিলি ৫,৪০,১১০ ইউনিট।

পোহৰৰ উপৰি অন্যান্য বিভিন্ন কামত যেনে উদ্যোগত যন্ত্ৰ চালন, জলসিঞ্চন, খোৱাপানী যোগান আদি কামৰ বাবেও বিজুলী শক্তিৰ ব্যৱহাৰ হয়। দেৰগাঁও অঞ্চলত উদ্যোগ, জলসিঞ্চন আদি কাৰ্যত নিচেই সীমিত বিজুলী শক্তি ব্যৱহৃত হয়। বিজুলী শক্তিৰ ব্যৱহাৰৰ পৰিমাণেও এটা অঞ্চলৰ অৰ্থনৈতিক অৱস্থাৰ উমান দিয়ে। উন্নত অঞ্চলত য'ত উদ্যোগৰ সংখ্যা অধিক তেনে অঞ্চলত অধিক বিজুলী শক্তি প্ৰয়োগ হয়।

### দেৰগাঁও অঞ্চলৰ উদ্যোগ ঃ

দেৰগাঁও ৰাজহ চক্ৰ অঞ্চলৰ উদ্যোগৰ ক্ষেত্ৰত চাহবাগিচা কেইখন, যেনে - নেঘেৰিটিং, বালিজান, ৰঙামাটি, দৰিয়া উল্লেখযোগ্য। এইবিষয়ে আগতে উল্লেখ কৰা হৈছে।

অন্যান্য ক্ষুদ্ৰ উদ্যোগো ভালেসংখ্যক আছে। এইসমূহৰ ভিতৰত আটাকল, তেল কল, ধান কল, বেল্ডিং কাৰ্য ইত্যাদি পৰে।

কুটীৰ উদ্যোগো বহুসংখ্যক আছে। এইবোৰৰ ভিতৰত কাপোৰ বোৱা, কমাৰ শাল, কুমাৰ শাল, জাপিসজা আদিয়েই প্ৰধান।

নাহৰণিৰ অগৰু শিল্পও উল্লেখযোগ্য। সাঁচি গছৰ পৰা অগৰু তেল নিষ্কাশন কৰাটো নাহৰণি গাঁৱৰ কিছুসংখ্যক লোকৰ এটা প্ৰধান ব্যৱসায়।

### দেৰগাঁৱৰ প্ৰধান ব্যৱসায়ৰ কেন্দ্ৰ ঃ

দেৰগাঁৱৰ ব্যৱসায়ৰ কেন্দ্ৰৰ ভিতৰত প্ৰথমেই উল্লেখনীয় দেৰগাঁও চাৰিআলি। দেৰগাঁও চাৰিআলিয়েই প্ৰধান ব্যৱসায়ৰ স্থল।





ইয়াৰ উপৰি নেঘেৰিটিং চাৰিআলি, কুৰালগুৰি, ৰঙামাটি, তিনি নং গে'ট আদিও ব্যৱসায়ৰ কেন্দ্ৰ।

কেইখানো হাটো ইয়াত বহে। বুধবাৰে নেঘেৰিটিং চাৰিআলিত আৰু দেওবাৰে নাৰিকলগুৰি আৰু ৰঙামাটিত বজাৰ বহে। আমগুৰি, জৰাগুৰি আৰু বৰমুকলিতো সাপ্তাহিক বজাৰ বহে।

### বেংক সেৱা ঃ

ভাৰতীয় ষ্টেট বেংক, ইউনাইটেড বেংক অৱ ইণ্ডিয়া, এলাহাবাদ বেংক, অসম ক'অপাৰেটিভ এপেক্স বেংক (লিমিটেড), অসম গ্ৰামীণ বিকাশ বেংকে দেৰগাঁৱত বেংকসেৱা আগ বঢ়াই আহিছে। এই বেংক প্ৰতিষ্ঠানসমূহৰ ভিতৰত ভাৰতীয় ষ্টেটবেংকৰ শাখাটোৱেই সবাতোকৈ পুৰণি। ১৯৬৮ চনতে এই শাখা স্থাপিত হয়। কমসংখ্যক গ্ৰাহকেৰে আৰম্ভ হোৱা এই বেংকৰ কাম-কাজ বৰ্তমান বহুগুণে বৃদ্ধি পাইছে। ২০১০ চনৰ এপ্ৰিল মাহলৈকে এই বেংকৰ গ্ৰাহকৰ সংখ্যা ত্ৰিশ (৩০)হাজাৰৰো অধিক। মুঠ জমাৰ পৰিমাণ বাসষ্ঠি (৬২) কোটি টকা আৰু মুঠ প্ৰদত্ত ঋণৰ পৰিমাণ (৫৭) সাতাবন্ন কোটি টকা*।

ষ্টেট বেংকৰ দুটা এটিএম (ATM) কাউণ্টাৰো দেৰগাঁৱত আছে। এটা দেৰগাঁও চাৰিআলিত, আনটো তিনি নং গে'টৰ কাষৰ বেটেলিয়ান ফিল্ডৰ চৌহদত (৩৭ নং ঘাইপথৰ নিচেই কাষত)।

ইউনাইটেড বেংক অৱ ইণ্ডিয়াৰ দেৰগাঁও শাখা ১৯৭৬ চনত স্থাপিত হয়। এই বেংকেও দেৰগাঁৱৰ অৰ্থনীতিত এক বিশেষ ভূমিকা পালন কৰিছে। বৰ্তমানে এই বেংকৰ গ্ৰাহকৰ সংখ্যা বিশ (২০) হাজাৰৰো অধিক। মুঠ জমাৰ পৰিমাণ (২০১০ চনৰ এপ্ৰিল মাহলৈকে) ২১ (একৈশ) কোটি টকা আৰু আগ বঢ়োৱা ঋণৰ পৰিমাণ ৭ (সাত) কোটি টকাৰ অধিক*। জমা আৰু ঋণৰ মাজৰ ব্যৱধান যথেষ্ট বেছি।

ইউনাইটেড বেংকৰ এটা শাখা কুৰালগুৰিতো আছে। কুৰালগুৰি, বৰুৱাগাঁও, মিছামৰা, নাহৰণি আদি অঞ্চলৰ ৰাইজ এই বেংকৰ সেৱাৰ দ্বাৰা উপকৃত হৈছে।

এলাহাবাদ বেংকৰ দেৰগাঁও শাখা ২০০৮ চনৰ ছেপ্তেম্বৰ মাহত স্থাপিত হয়। নিচেই চালুকীয়া যদিও এই বেংকৰ কাৰ্যাৱলী ক্ষিপ্ৰ গতিত বৃদ্ধি পাইছে।

অসম ক'অপাৰেটিভ এপেক্স বেংক, দেৰগাঁও শাখাৰ সেৱাৰ দ্বাৰাও দেৰগাঁৱৰ ৰাইজ উপকৃত হৈছে। এই শাখা ১৯৮৬ চনতে স্থাপিত হয়।

অসম গ্ৰামীণ বিকাশ বেংকৰ শাখা মিছামৰাত আছে। মিছামৰা, দৰিয়া আদি অঞ্চলৰ ৰাইজৰ বাবে এই বেংকৰ সেৱা বিশেষ সহায়ক হৈছে।❑

*এই পৰিসংখ্যা দেৰগাঁও ৰাজহ চক্ৰ কাৰ্যালয়ৰ পৰা সংগৃহীত।

1. A Descriptive Account of Assam, by William Robinson, Page - 34
2. Gazzetter of India - Sibsagar District, Page 228

* দেৰগাঁও গড়কাপ্তানী গ্ৰাম্য পথ উপসংমণ্ডলৰ প্ৰধান সহায়ক শ্ৰী ফণীধৰ খাউণ্ডৰ সৌজন্যত।

* এই তথ্যসমূহ ষ্টেট বেংক অৱ ইণ্ডিয়াৰ দেৰগাঁও শাখাৰ বিষয়া শ্ৰী সসীম তামুলীৰ পৰা প্ৰাপ্ত।

* এই পৰিসংখ্যা ইউনাইটেড বেংক দেৰগাঁও শাখাৰ বিষয়া শ্ৰী সুকুমাৰ দাসৰ পৰা সংগৃহীত।

---

**প্ৰসংগ পুথি -**

**এই প্ৰবন্ধটো যুগুত কৰোতে ব্যৱহৃত গ্ৰন্থ, আলোচনী আদি**

১। The History of Civilisation of the People of Assam in the Twelvth Century A.D. Revised 3rd Edn., published by Specturm Publications, 1987. Delhi - by P.C. Choudhury.
২। History of Assam - Edward Gait.
৩। Introduction to the Economy of Assam by Dr. P.C. Goswami, Published by Chetana Prakash, Guwahati.
৪। Gazetteer of India, Assam State, Sibsagar Distrist, Govt. of Assam, 1967.
৫। A Descriptive Account of Assam by W. Robinson.
৬। আসাম বুৰঞ্জী - গুণাভিৰাম বৰুৱা, অসম প্ৰকাশন পৰিষদ, ১৯৭২।
৭। স্মৃতিগ্ৰন্থ, শিৱসাগৰ জিলা সাহিত্য পৰিষদ, চতুৰ্থ বাৰ্ষিক অধিৱেশন, দেৰগাঁও ১৯৮১।
৮। Population Census of India, 2001.
৯। Statistical Handbook, Golaghat District, 2003 ❑



# ইতিহাসে গৰকা দেৰগাঁৱৰ উত্তৰাঞ্চল (ব্ৰহ্মপুত্ৰ অঞ্চল)ৰ আৰ্থ-সামাজিক দিশ

ৰাজেন পূজাৰী

ব্ৰহত্তৰ দেৰগাঁৱৰ উত্তৰ অংশ অৰ্থাৎ গোলাঘাট জিলাৰ উত্তৰ-পূবৰ বিশাল অংশটোৱেই হৈছে ব্ৰহ্মপুত্ৰ অঞ্চল। আমি যিটো অঞ্চলক ব্ৰহ্মপুত্ৰ বুলি কওঁ এই অঞ্চলটো একালত ব্ৰহ্মপুত্ৰই পতা চৰ-চাপৰি আছিল। গেলাবিল নদীৰ উত্তৰে বিভিন্ন চাপৰিৰ সমষ্টিয়েই হৈছে ব্ৰহ্মপুত্ৰ এলেকা। ঠাইখনৰ নামটোৰ লগত মহাবাহু ব্ৰহ্মপুত্ৰৰ সম্পৰ্ক আছিল। বুৰঞ্জীয়ে কয় বৰ্তমানৰ দেৰগাঁও মূল নগৰৰ পৰা ২ কিঃমিঃ উত্তৰে অৱস্থিত গেলাবিল নদীখনেই আহোম ৰাজত্বৰ কালত ব্ৰহ্মপুত্ৰৰ সীমা আছিল। দেৰগাঁৱৰ কাষলৈকে ব্ৰহ্মপুত্ৰ নদী বৈ আছিল। আগতে গেলাবিল বুলি কোনো নদী নাছিল। ব্ৰহ্মপুত্ৰই এৰি যোৱা পাছত থাকি যোৱা সুঁতিটোৱে কালক্ৰমত গেলাবিল নদী নাম পায় আৰু কাকডোঙা নদীৰ পানী দিলশিৰি নামৰ এখন বিলত মিলিত হৈ তাৰ পৰাই গেলাবিল আৰম্ভ হৈ পশ্চিমলৈ বৈ যায়। গেলাপানী (ঘোলাপানী) বৈ যায় বাবে ব্ৰহ্মপুত্ৰৰ এৰাসুঁতিক বিল আৰু বোকামিহলি পানীক একেলগে গেলাবিল বুলি কোৱা হয়। ব্ৰহ্মপুত্ৰৰ সুঁতিয়ে এৰি যোৱা পাছত থাকি যোৱা জলাশয় বিললৈ পৰিণত হয়। ব্ৰহ্মপুত্ৰ অঞ্চলত বহু বিল ব্ৰহ্মপুত্ৰৰ সুঁতি এৰি হোৱা। গেলাবিল ই বিল নহৈ কাকডোঙা আৰু ভোগদৈৰ পানী মিলিত হৈ বৈ গৈ নদীৰ ৰূপ ল'লে। সেয়ে গেলাবিল নদী হ'ল। দেৰগাঁৱৰ সুসন্তান বিশিষ্ট কবি নীলমণি ফুকনে গেলাবিল নদী নামটোক লৈ আমাৰ আগত কেইবাৰো অসন্তুষ্টি প্ৰকাশ কৰিছে। তেখেতে কাব্যিক সৌন্দৰ্য নথকা গেলাবিলৰ সলনি দিলশিৰি নদী নাম ৰখাৰ পোষকতা কৰে।

ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে The History of Civilization of the People of Assam নামৰ গ্ৰন্থত দেৰগাঁৱত খ্ৰীষ্টাব্দ একাদশ-দ্বাদশ শতিকাৰ পৰা দেৱ-দেৱীৰ মন্দিৰ থকাৰ কথা উল্লেখ কৰিছে। বৰ্তমানৰ নেঘেৰিটিং শিৱদ'লৰ নতুন মন্দিৰটো পুৰণি সামগ্ৰীৰ ভগ্নাংশবিলাকৰ পৰা নিৰ্মাণ কৰা হৈছিল। ই.এ গেইটে A History of Assam ত প্ৰতাপ সিংহৰ ৰাজত্ব কালত দেৰগাঁৱত শিৱ মন্দিৰ নিৰ্মাণ কৰাৰ কথা লিখিছে। পুৰণা মন্দিৰটো বৰ্তমানৰ নেঘেৰিটিঙৰ শিৱ মন্দিৰৰ পৰা প্ৰায় ৩ কিঃমিঃ পশ্চিমে গেলাবিলৰ পাৰত আছিল। দেৰগাঁৱৰ গেলাবিলৰ পকী দলঙৰ পৰা ১ ফাৰ্লংমান পূবে মন্দিৰটো আছিল। দেৰগাঁও তিনি নম্বৰ ৱাৰ্ডৰ কুমাৰগাঁৱত,স্বৰ্গীয় যোগেশ্বৰ বৰঠাকুৰ, বঙালী দাসৰ বাৰীৰ পিছফালে গেলাবিলৰ গড়াত ৰঙাগড়া নামেৰে ইটাৰ গাঁথনি আছে। এই গাঁথনিটো পুৰণা মন্দিৰৰ আছিল। ৰঙাগড়াৰ পৰা কনকেশ্বৰ পূজাৰী, ভোলা দাস আৰু মাটিয়া দাসৰ বাৰীৰ মাটিলৈকে পুৰণা মন্দিৰৰ শিল এতিয়াও সিঁচৰতি হৈ পৰি আছে। স্বৰ্গদেউ প্ৰতাপ সিংহই পুৰণি মন্দিৰ থকা ঠাইতে হাবি-জংঘল কাটি শিৱ মন্দিৰ সজাইছিল। পুৰণা মন্দিৰটো ব্ৰহ্মপুত্ৰই খহাইছিল। গতিকে অতীজত দেৰগাঁৱৰ কাষেদি বৈ গৈছিল ব্ৰহ্মপুত্ৰ। ক্ৰমান্বয়ে ব্ৰহ্মপুত্ৰই উত্তৰ দিশলৈ ধাবিত হয়। বৰ্তমান দেৰগাঁৱৰ পৰা প্ৰায় ৯/১০ কিঃ মিঃ দূৰ। ব্ৰহ্মপুত্ৰ উত্তৰ ফালে যোৱাৰ







লগে লগে দক্ষিণ ফালৰ পৰা চাপৰি সৃষ্টি কৰি গ'ল। ব্ৰহ্মপুত্ৰ উত্তৰমুখী হৈ মাজুলীৰ আঁহতগুৰি মৌজাটো নিঃশেষ কৰি গ'ল। ধ্বংস আৰু সৃষ্টি দুয়োটাই ব্ৰহ্মপুত্ৰই সমান্তৰালকৈ কৰি গৈছে। এই অঞ্চলটোৰ শ বছৰীয়া ইতিহাস সোমাই আছে। ব্ৰহ্মপুত্ৰই বিভিন্ন সমাজত চাপৰি পাতি গ'ল। এই চাপৰিবিলাকত দক্ষিণ ফালৰ পৰা মানুহ গৈ গৰু-ম'হৰ খুঁটি স্থাপন কৰি খেতি কৰিবলৈ ল'লে। নকৈ পাম পতা মানুহবোৰেই কালক্ৰমত স্থায়ী বাসিন্দা হ'ল। আনহাতে মাজুলিৰ পৰা খহনীয়াত স্থানান্তৰিত লোকেই এই চাপৰিত সংস্থাপিত হ'লহি।

গেলাবিলৰ উত্তৰে অতি পুৰণি কালত সৃষ্টি কৰা বিশাল বালিচক্ৰ আহোম ৰজাৰ দিনত পূৰ্ণানন্দ বুঢ়াগোহাঁই চাপৰি নামেৰে খ্যাত আছিল। মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ অধীনত থকা এই চাপৰিক গৰু-ম'হৰ চৰণীয়া পথাৰ হিচাপে ব্যৱহাৰ কৰা হৈছিল জনশ্ৰুতিমতে। (ব্ৰহ্মপুত্ৰৰ চমু পৰিচয় দ্ৰষ্টব্য)। ব্যাপক অৰ্থত ব্ৰহ্মপুত্ৰ অঞ্চল বুলিলে দেৰগাঁও, মিছামৰা, ৰঙামাটি মৌজাৰ উত্তৰ অংশ আৰু মাজুলিৰ আঁহতগুৰি মৌজাৰ দক্ষিণ অংশকে ল'ব লাগিব। আমাৰ আলোচ্য ব্ৰহ্মপুত্ৰ অঞ্চলৰ চাৰিসীমা হ'ল দক্ষিণে গেলাবিল, পূবে যোৰহাট মহকুমা, পশ্চিমে দুসুঁতিমুখ আৰু উত্তৰে ব্ৰহ্মপুত্ৰ নদী। ১৯৭৩ চনলৈকে মাজুলিৰ আঁহতগুৰি মৌজাটো দেৰগাঁও চক্ৰৰ অৰ্ন্তভুক্ত আছিল। ১৯৯০ চনত ৰঙামাটি মৌজাক খুমটাই চক্ৰৰ ভিতৰুৱা কৰা হয়।

আজিৰ ব্ৰহ্মপুত্ৰ অঞ্চলৰ নামকৰণ কৰা হয় ১৯৭১ চনৰ পৰাহে। গাঁও পঞ্চায়তৰ বাবে সীমা নিৰ্ধাৰণ কৰিবলৈ অনুষ্ঠিত গোলাঘাটৰ মহকুমাধিপতি আৰু বিধায়কসকলৰ উপস্থিতিত সভাই এই নামকৰণ কৰে। সেইমতে, দেৰগাঁও মৌজাৰ উত্তৰ অংশ অৰ্থাৎ গেলাবিল নদীৰ উত্তৰ অংশক লৈ ব্ৰহ্মপুত্ৰ গাঁও পঞ্চায়ত গঠন কৰা হয়। ১৯৯৬-৯৫ চনত তিনি তৰপীয়া পঞ্চায়ত ব্যৱস্থাত বৃহত্তৰ গাঁও পঞ্চায়তক বিভাজন কৰি পূব ব্ৰহ্মপুত্ৰ, মধ্য ব্ৰহ্মপুত্ৰ আৰু পশ্চিম ব্ৰহ্মপুত্ৰ গাঁও পঞ্চায়ত গঠন কৰা হয়। আনহাতে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে আঁহতগুৰি মৌজাৰ অন্তৰ্গত গেলাবিল নদীৰ উত্তৰে গোলোং টেমেৰা, দুসুঁতিংমুখ গাঁও পঞ্চায়ত গঠন কৰা হয়। আমাৰ লেখাত দেৰগাঁও চক্ৰৰ অন্তৰ্গত তিনিটা ব্ৰহ্মপুত্ৰ গাঁও পঞ্চায়ত এলেকাৰ আৰ্থ সামাজিক দিশ সামৰি মূলতঃ আলোচনা কৰিলেও মাজুলিৰ দক্ষিণ আঁহতগুৰি এলেকা আৰু ৰঙামাটি মৌজাৰ উত্তৰ অংশকো সম্ভৱপৰ আলোচনা কৰিবলৈ চেষ্টা কৰিছোঁ।

ব্ৰহ্মপুত্ৰই সৃষ্টি কৰা বালিচৰত কালক্ৰমত গজি উঠিল ঝাওবন, ইকৰা, নল-খাগৰি, বিৰিণা, কঁহুৱা, বিভিন্ন গছ-গছনি। বিভিন্ন জীৱ-জন্তুৰ বিচৰণ স্থলী হ'ল অঞ্চলটো। নতুন চাপৰিলৈ ঢাপলি মেলিলে দক্ষিণ দেৰগাঁৱৰ ফালৰ বহু পশুজীৱী তথা কৃষিজীৱী লোকে। দেৰগাঁৱৰ দক্ষিণ ফালে জনসংখ্যা বেছি হোৱাত গৰু-ম'হৰ বাবে চৰণীয়া পথাৰৰ অভাৱ হ'ল। দক্ষিণ পাৰৰ পৰা গৈ বহু লোকে গৰু-ম'হ লৈ চৰ-চাপৰিত খুঁটি সাজি ল'লে। পোহনীয়া জন্তু পোহা লোকসকলক গুৱাল বুলি কোৱা হয়। এই গুৱালসকলে একোটা অঞ্চল দখল কৰি খেতি কৰিবলৈ লয়। খেতি কৰাৰ সূত্ৰে চাপৰিলৈ আহি বহু লোক পিছলৈ স্থায়ী বাসিন্দা হৈ পৰে। এই সকলৰ ভিতৰত বিভিন্ন জাতি, সম্প্ৰদায়ৰ লোক আছিল। মাজুলিত ব্ৰহ্মপুত্ৰৰ খহনীয়াত ভূমিহীন হোৱা বহু লোক নতুন চাপৰিলৈ আহি বসবাস কৰে। পূবে মাজুলীত থকা গাঁৱৰ নামেৰে ইয়াতো গাঁও গঢ়ি উঠিল। পুৰণিমাটি ভকত গাঁও, কৰৈয়নী, শ'লমাৰি, নাচনীপাৰ আদি গাঁও। মাজুলিৰ আঁহতগুৰি সত্ৰ আৰু ভকতসকল ব্ৰহ্মপুত্ৰৰ খহনীয়াত বিধ্বস্ত হোৱাত ব্ৰিটিছসকলে সত্ৰসহ ভকতসকলক আনি প্ৰথম সংস্থাপন কৰিছিল। মাজুলীৰ ন-মাটি সত্ৰ স্থানান্তৰ হৈ আহিল বৰ্তমান কৰৈয়নিলৈ। বিভিন্ন জনগোষ্ঠীৰ মিলনস্থলী হ'ল ব্ৰহ্মপুত্ৰ অঞ্চল।

২০০১ চনৰ লোক পিয়লমতে ব্ৰহ্মপুত্ৰ অঞ্চলত তিনিটা গাঁও পঞ্চায়তৰ মুঠ জনসংখ্যা হ'ল ২৮০১৩ জন। ইয়াৰে সাধাৰণ, অন্যান্য জাতিৰ লোক হ'ল ১৮২৭৫ জন। জনজাতি ৯৭৩৫ জন আৰু অনুসূচিত জাতিৰ লোক হ'ল ৪৩৫৯ জন। বামুণ, গোসাঁই, কেওট, কলিতা, সূত, কোচ, চুটীয়া, মুছলমান, কৈৱৰ্ত, মিচিং, হিন্দীভাষী বিহাৰী, নেপালী, চাহ শ্ৰমিক সম্প্ৰদায় আদি জাতিৰ লোকে বসবাস কৰে। জনজাতিৰ সংখ্যাই বেছি। মিচিংসকল জনজাতি লোক। বৃহত্তৰ জনগোষ্ঠী হিচাপে মিচিংসকলক ধৰিব পাৰি। কোনটো জনগোষ্ঠী ব্ৰহ্মপুত্ৰলৈ প্ৰথম আহিছিল ঠাৱৰ কৰা টান যদিও মিচিং জনগোষ্ঠীৰ লোকে প্ৰথম বসবাস কৰিবলৈ অহা বুলি সপক্ষে যুক্তি দেখা যায়। অসমৰে নদীৰ পাৰত মিচিংসকল বসবাস কৰা দেখা যায়। মানৰ আক্ৰমণৰ আগে আগে মিচিংসকল পূৰ্বৰ ব্ৰহ্মপুত্ৰ (বৰ্তমান গেলাবিল)ৰ পাৰে পাৰে বসবাস কৰিছিল। মানৰ আক্ৰমণৰ সময়ত মিচিংসকল ব্ৰহ্মপুত্ৰৰ নতুন চাপৰিলৈ গ'ল। পুৰণা টেমেৰা বংকোৱাল মিচিংসকলেই প্ৰথম ব্ৰহ্মপুত্ৰৰ পাৰৰ বাসিন্দা বুলি ইতিহাসে কয়। মিচিংসকল আদিতে শদিয়াত বাস কৰিছিল। ইয়াৰে এটা ঠালক আহোম ৰজাই গোলাঘাট জিলাৰ দৈয়াং, মৰঙীত বহুৱাইছিল। ৰুদ্ৰ সিংহই আহোম সৈন্যৰ দলত মিৰিসকলক লৈ নগাক যুদ্ধত পৰাস্ত কৰিছিল। কছাৰীৰ বিৰুদ্ধে যুদ্ধতো মিচিঙে আহোম ৰজাক সহায় কৰিছিল। মিচিং গামসকলক আহোম ৰজাসকলে যথেষ্ট সন্মান কৰিছিল। আহোম ৰজাই খাজনাৰ পৰা ৰেহাই দিছিল। ধেমাজি, বিৰিণা, বাঁহগুৰিৰ মিচিং লোকে মানৰ আক্ৰমণ দেখাৰ কথা ককাকহঁতৰ মুখৰ পৰা শুনা বুলি মিচিং সমাজৰ বিশিষ্ট ব্যক্তি মাণিক দলেই কৈছে।

ব্ৰিটিছৰ দিনত উজনি-নামনি অসমৰ প্ৰধান যোগাযোগ ব্যৱস্থা আছিল ব্ৰহ্মপুত্ৰৰ জাহাজ। ধনশিৰিমুখ, মিছিমিআটী, কমলাঘাট, নেঘেৰিটিং, নিমাতীঘাটত অতীজত স্বাধীনোত্তৰ কালৰ

আগত ব্ৰহ্মপুত্ৰৰ জাহাজ ৰাখিছিল। কয়লাঘাটৰ পৰৱৰ্তী সময়ত ১৯৫০ চনৰ বৰভুঁইকঁপৰ পাছত ব্ৰহ্মপুত্ৰ নদী বাম হৈ পৰাত জাহাজ চলাচল বন্ধ হয়। ইয়াৰ পাছৰ পৰাই দেৰগাঁৱৰ পৰা মাজুলি হৈ লখিমপুৰলৈ চিকাৰীঘাটৰ পাৰ সেৱা চলিবলৈ লয়। প্ৰথম অৱস্থাত গোলাপ নাথ, চাৰু গোস্বামীয়ে চিকাৰীঘাট চলাইছিল। পিছত দেহিৰাম দলে, সোমেশ্বৰ দাস, লোকেশ্বৰ বৰা আদিয়ে লীজত লৈ ঘাটত মেচিন নাও চলাইছিল। ১৯৯২ চনত চিকাৰীঘাট অসম আভ্যন্তৰীণ জলপৰিবহণ বিভাগৰ অধীনলৈ যায়। ১৯৫০ চনত উত্তৰপাৰে আঁহতগুৰি ন-মাটিত আৰু দক্ষিণপাৰে লেমচাপৰিত থকা চিকাৰীঘাটৰ মাজত মেচিন নাও চলিছিল। মেচিন নাৱত এজন মানুহৰ ভাৰা আছিল চাৰি অনা। নেঘেৰিটিং অঞ্চলত জাহাজ ৰাখিছিল আৰু ব্ৰহ্মপুত্ৰ যে কাষেদি বৈ আছিল এই তথ্য পোৱা যায় শদিয়াৰ সহকাৰী ৰাজনৈতিক বিষয়া জে.এফ নীধামৰ ৰচিত Out Line Grammar of the Shaiyang Miri Language (1885) খনৰ পাতনিত। ব্ৰিটিছ বিষয়া নীধামে শদিয়াৰ পৰা কলিকতালৈ প্ৰদৰ্শনীত যোগদানৰ বাবে লগত মিচিং লোকক আনিছিল। নেঘেৰিটিঙত ১৮৮৩ ত নামোতে মিচিং লোকখিনিয়ে দেৰগাঁৱত একে ভাৱ-ভাষা কোৱা চেহেৰাৰ মিচিং মানুহ লগ পাইছিল। তেতিয়া মিচিং মানুহখিনি গেলাবিলৰ পাৰত বসবাস কৰিছিল। শদিয়াৰ মিচিঙৰ লগত মিল থকা বাবে শদিয়াৰ পৰাই তেওঁলোক অহা বুলি নিশ্চিত হৈছিল। কমলাঘাটত জাহাজেৰে আনি কমলা নমাইছিল। সেয়ে কমলাঘাট হ'ল। কমলা ঘাটৰ পৰা কমলা নিয়া হৈছিল নেঘেৰিটিং চাহ বাগানলৈ। নেঘেৰিটিঙৰ পৰা বৰুৱাবামুণ গাঁৱলৈ এটা ৰে'ল লাইন আছিল। জাহাজেৰে অনা কমলা অন্যান্য বস্তু ৰেলেৰে নেঘেৰিটিঙৰ পৰা উজনি অসমৰ বিভিন্ন বাগানলৈ সৰবৰাহ কৰা হৈছিল। যেতিয়াই ব্ৰহ্মপুত্ৰত জাহাজ চলা বন্ধ হ'ল তেতিয়াই নেঘেৰিটিঙৰ পৰা ৰে'ল চলাচল বন্ধ হ'ল। বৰ্তমান পুৰণা ৰে'লপথটোৰ অৱশিষ্ট জেলেহুৱা গাঁও অঞ্চলত দেখা যায়। আজি কেইবছৰ মানৰ আগতে নেঘেৰিটিঙত মাটিত পোত গৈ থকা জাহাজৰ অংশ মাটি খান্দি উদ্ধাৰ কৰা হৈছিল। ইয়ে এসময়ত জাহাজঘাট থকাকে সূচায়।

চিকাৰীঘাট শব্দটো ব্ৰিটিছ চাহাবসকলে ব্ৰহ্মপুত্ৰৰ চৰ এলেকাৰ চিকাৰ কৰা ঠাইৰ ঘাটৰ পৰাই হয়। ১৮৪৪ চনত মিঃ মণ্টি চাহাবৰ নেতৃত্বত নেঘেৰিটিং চাহ বাগান খোলা হয়। বাগানৰ চাহাবসকলে ব্ৰহ্মপুত্ৰৰ চাপৰিত চৰাই চিকাৰ কৰিছিল। এই চিকাৰ কৰা ঠাইত পাৰঘাট থকা বাবে চিকাৰীঘাট হোৱা বুলি মানুহে কয়। প্ৰয়াত অসমৰ বিশিষ্ট নেতা নিবাৰণ বৰাই 'বুধবাৰ' কাকতত (পৰাগ দাসৰ সম্পাদনাত) লেখা এটা প্ৰবন্ধত ঐতিহাসিক চিকাৰীঘাট ১৮৫৬ চনৰ বুলি উল্লেখ কৰা কথা পঢ়িবলৈ পাইছিলোঁ। এই কথাত একমত হ'ব পৰা নাই। চিকাৰীঘাট নাম সঘনে উচ্চাৰিত হৈছে



১৯৫০ চনৰ বৰভুঁইকঁপৰ পাছৰ পৰা। চিকাৰীঘাটৰ স্থান সলনি হৈ আহিছে। প্ৰথম অৱস্থাত গড়মৰা, ক্ৰমে লেমচাপৰি. নতুন চাপৰি, ধোদাং চাপৰিত চিকাৰীঘাট আছিল। বৰ্তমান চিকাৰীঘাট দক্ষিণ আঁহতগুৰিৰ ভীমপৰা গাঁৱত আছে। পৰিতাপৰ কথা যে দেৰগাঁৱৰ পৰা চিকাৰী ঘাটলৈ আজিও যোগাযোগ ব্যৱস্থা সুচল হৈ নুঠিল। কমলাঘাট, চিকাৰীঘাট বৃহত্তৰ অঞ্চলটোলৈ আৰ্থিক দিশত প্ৰভূত বৰঙণি যোগাইছিল। ব্ৰহ্মপুত্ৰত জাহাজ চলোতে ৰাতি দ পানীৰ নিচান দিবলৈ লেম্প জ্বলাই ৰখা হৈছিল বাবে সেই চাপৰিৰ নাম হ'ল লেমচাপৰি। জাহাজ যোৱা নদীৰ দ অংশবোৰত চাকি, বাতি জ্বলোৱা কৰ্মচাৰীক বাতিৱালা বুলি কোৱা হৈছিল। ৰঙামাটি মৌজাৰ নাককাটি চাপৰিৰ পশ্চিমে বাতিবালা নামৰ এখন গাঁও এতিয়াও আছে।

ব্ৰহ্মপুত্ৰ অঞ্চলৰ মিছামৰা মৌজাৰ অন্তৰ্গত গাঁওসমূহ হ'ল ১নং গড়মৰা (মাটিকালি ৬৯৬৩ বিঘা, জনসংখ্যা ১০১৬ জন), ২ নং গড়মৰা (মাটিকালি ৩০৭০ বিঘা, জনসংখ্যা ৭৫০ জন), লেঙেৰা চাপৰি (মাটিকালি ৭৮২ বিঘা, জনসংখ্যা ৩৮১ জন), চকিয়াল চাপৰি (মাটিকালি ২০০৩ বিঘা, জনসংখ্যা ১০৬ জন), দানি চাপৰি (মাটিকালি ২৩৪১ বিঘা, জনসংখ্যা ১৭০০ জন), কছাৰীপাম (মাটিকালি ৩০২৫ বিঘা, জনসংখ্যা ১১২২ জন), ১ নং জৰাগুৰি (মাটিকালি ২৮৩৩ বিঘা, জনসংখ্যা ১৪১৮ জন), ২ নং জৰাগুৰি (মাটিকালি ১০০৫ বিঘা, জনসংখ্যা ৮৫৬ জন), ১ নং খকন্দগুৰি (মাটিকালি ২২৮৬ বিঘা, জনসংখ্যা ১৩৩৬ জন), বালিদোৱা (মাটিকালি ২৮০৯ বিঘা, জনসংখ্যা ৮৪৯ জন), ওভোটা চাপৰি (মাটিকালি ৯৯৮ বিঘা, জনসংখ্যা ১৬৩ জন), পুৰণিমাটি ভকত গাঁও (মাটিকালি ৩০৪৩ বিঘা, জনসংখ্যা ১৮৪১ জন), কোবাল পাম (মাটিকালি ৮৪০ বিঘা, জনসংখ্যা ২৭৩ জন), পুলি কৰৈয়নি (মাটিকালি ১৮০৪ বিঘা, জনসংখ্যা ৪৭৯জন), কৰৈয়নী ভকত (মাটিকালি ২৭১৪ বিঘা, জনসংখ্যা ৬৫৬ জন), ২ নং খকন্দগুৰি (মাটিকালি ১১৫৪ বিঘা, জনসংখ্যা ৩৭৯ জন), হাঁহচোৰা (মাটিকালি ২৫১২ বিঘা, জনসংখ্যা ১০১৭ জন), মামৰণি পাম (মাটিকালি ২১৯৭ বিঘা, জনসংখ্যা ৬৪৫ জন), উত্তৰ দলিজলিয়া (মাটিকালি ১৪৫৫ বিঘা, জনসংখ্যা ৬৭৩ জন), বগৰীয়নি (মাটিকালি ২২০৯ বিঘা, জনসংখ্যা ৪৭৫ জন), কুমলীয়া চাপৰি (মাটিকালি ১৫৭৭ বিঘা, জনসংখ্যা ৮৫১ জন)। দেৰগাঁও মৌজাৰ অন্তৰ্গত গাঁওসমূহ হৈছে শিৰিষ টিকা (মাটিকালি ৩৭৭১ বিঘা, জনসংখ্যা ৬৯৫ জন), নতুন চাপৰি (মাটিকালি ২৩৬৬ বিঘা, জনসংখ্যা ৮৬৬ জন), লেম চাপৰি (মাটিকালি ৩৫১৮ বিঘা, জনসংখ্যা ৮৬২ জন), ধেমাজি মিৰি (মাটিকালি ৯০৪ বিঘা, জনসংখ্যা ৬১০ জন), ছগুৰি মিৰি (মাটিকালি ৩৯৯৫ বিঘা, জনসংখ্যা ১৫৫০ জন), ছগুৰি চাপৰি (মাটিকালি ৯৩১ বিঘা, জনসংখ্যা ১০৮৯ জন), বাঁহগুৰি (মাটিকালি





১৩৪২ বিঘা, জনসংখ্যা ১৩২২ জন), ধেমাজি কৈৱৰ্ত (মাটিকালি ১৪৫৯ বিঘা, জনসংখ্যা ১১১৭ জন) আৰু দীঘলীপাম (মাটিকালি ১৪৫৯ বিঘা, জনসংখ্যা ১২৩০ জন)। (তথ্য দেৰগাঁও চক্ৰ বিষয়া কাৰ্যালয়ৰ সৌজন্যত। জনসংখ্যাৰ তথ্য ২০১১ চনৰ লোক পিয়ল মতে)।

ৰঙামাটি মৌজাৰ অন্তৰ্গত গেলাবিলৰ উত্তৰ পাৰৰ গাঁওসমূহ হ'ল ওপৰ টেমেৰা, নাম টেমেৰা, মাজৰ চাপৰি, কাঠৰী, গুলুং টেমেৰা, হুটা গাঁও, নাচনীপাৰ, তিনিচুকী মিচিং, ভকত চাপৰি, তালছীবাৰী, বাহাদুৰ ভেটি, বহিখোৱা মিচিং, চেলেক, আলামি, দুৰ্সুঁতিমুখ, পাঠৰি, চেলেক আদি।

মাজুলিৰ দক্ষিণ আঁহতগুৰি গাঁও পঞ্চায়তৰ অন্তৰ্গত গাঁওসমূহ হ'ল জয়পুৰ, ভাঙোনমাৰি,, বালিজান মিচিং, শ'লমাৰী, ন-মাটি, দলখোৱা, মূৰীয়া, নাৰমাৰি, যুৰীয়া মিচিং, সাকোপাৰা, ভীমপৰা, চৈধ্যশৰীয়া, কৰৈগুৰি, বিলতীয়া, চকলা, সাৰআটী, বাঘেধৰা, উজিৰআটী, চৰলাপাৰ, কাৰ্গিল চাপৰি, বালি চাপৰি, বোকোৰা, বৌমাৰা, বাহিৰ টেমেৰা, লগুৱা আটি, নতুন চকলা, দলিজলিয়া আদি। দক্ষিণ আঁহতগুৰি অঞ্চলত জনসংখ্যা প্ৰায় দহ হেজাৰ।

চৰাই চাপৰি, শগুন পৰা চাপৰি, ফুৰফুৰীয়া চাপৰি ৭০ দশকত ব্ৰহ্মপুত্ৰই পতা চাপৰি আছিল। একে সময়তে ধোদাং চাপৰিও সৃষ্টি হৈছিল। এই চাপৰি বিলাকত মাজুলিৰ গৰাখহনীয়াত ঘৰ-ভেটি হেৰুৱা লোকক চৰকাৰে সংস্থাপিত কৰিছিল। পূৰ্বৰ মাজুলিৰ নামেৰে গাঁওসমূহ গঢ়ি উঠিছিল এই চাপৰিসমূহত। ১৯৯৬-৯৭ চনত দক্ষিণ আঁহতগুৰি গাঁও পঞ্চায়ত গঠন কৰা হয়। দক্ষিণ মাজুলি খ্যাত এই বিশাল এলেকাটো মাজুলি মহকুমাৰ অন্তৰ্ভুক্ত হ'লেও ইয়াৰ জনসাধাৰণৰ যোগাযোগ, ব্যৱসায়-বাণিজ্য হয় দেৰগাঁৱৰ লগতহে। দেৰগাঁৱৰ লগত অঞ্চলটোৰ আত্মিক সম্পৰ্ক আছে। গোলাঘাট জিলাৰ লগত অন্তৰ্ভুক্ত হোৱা হ'লে দক্ষিণ মাজুলীৰ ৰাইজৰ বেছি সুবিধা হ'লহেঁতেন। চৰকাৰে প্ৰশাসনক জনসাধাৰণৰ ওচৰ চপাইছে যদিও দক্ষিণ আঁহতগুৰিবাসী প্ৰশাসনৰ পৰা বহুত দূৰত হোৱাত তেওঁলোকৰ দুৰ্দশাৰ সীমা নাইকিয়া হৈছে। ভূতৰ ওপৰত দানহ পৰাদি পুনৰ ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াই জুৰুলা কৰিছে মানুহখিনিক। ১৯৯৮-৯৯ চনত শিকলি চাপৰিৰ পূব প্ৰান্তৰ সুবিধা চাপৰি আৰু ভেকেলি চাপৰিৰ মাজৰ উদয়পুৰৰ চিতলডুবিৰ এটা সৰু জালেৰে ব্ৰহ্মপুত্ৰৰ এটা সুতি প্ৰৱল হৈ দক্ষিণ-পশ্চিম হৈ সোমাই আহে। ২০০২ চনত ফুৰফুৰীয়া চকলা গাঁও, কৰৈগুৰিগাঁও খহোৱাৰ পাছত ২০০৭ চনলৈ বাঘেধৰা, ভীমপৰা, চৰাইচাপৰি, দলিজলিয়া, নাৰমাৰি, বালিগাঁও জাহ যায়। চৰকাৰীভাৱে ২৮২ টা পৰিয়াল গৃহহীন হয়। খহনীয়াত ৪ খন গাঁও সম্পূৰ্ণভাৱে আৰু ৩ খন গাঁও আংশিকভাৱে নদীত জাহ যায়। প্ৰায় তিনি হেজাৰ বিঘা মাটি খহনীয়াৰ কবলত পৰে। এই তথ্য 'তথ্য জনা অধিকাৰৰ আইন'ৰ দ্বাৰা প্ৰাপ্ত। চৰকাৰে ভূমিহীন পৰিয়ালখিনিক সংস্থাপন দিয়াৰ মানৱীয় দায়িত্ব পালন কৰিব পৰা নাই। দক্ষিণ আঁহতগুৰি খহনীয়া প্ৰতিৰোধৰ বাবে জলসম্পদ বিভাগে ১.৬৬ কোটি টকাৰে আৰ.চি.চি পাৰ্কিউপাইন আঁচনি গ্ৰহণ কৰিছিল। আঁচনিৰ কাৰ্য ৰূপায়ণত ধনৰ সদ ব্যৱহাৰ নোহোৱাৰ অভিযোগ উঠিছে। ১৯৯৪ চনত চৰাই চাপৰিত স্থাপন কৰা শংকৰ-মাধৱ মিলন কৃষ্টি সংঘটো ২০০৭ চনত নদীয়ে খহাই নিয়ে। মাজুলিৰ পৰা স্থানান্তৰ কৰি অনা এলেঙী মদাৰগুৰি সত্ৰ আৰু চকলা সত্ৰ দুখনো উপৰ্যুপৰি বান-খহনীয়াত বিপৰ্যস্ত হৈছে।

ব্ৰহ্মপুত্ৰ অঞ্চলৰ অধিবাসীসকলৰ মূল জীৱিকাৰ উপায় কৃষি। এই অঞ্চলৰ কৃষি অৰ্থনীতি সবল। প্ৰচুৰ শাক-পাচলি, ধান, মাহ, সৰিয়হ, মৰাপাট, কুঁহিয়াৰ, আলু, কচু খেতি উৎপাদন হয়। চাপৰি অঞ্চলত গৰু-ম'হ পোহা হয়। প্ৰচুৰ গাখীৰ উৎপাদন হয়। এই অঞ্চলৰ গাখীৰ দেৰগাঁও নগৰকে ধৰি অন্যান্য ঠাইলৈ পঠোৱা হয়। বৰ্তমান ব্ৰহ্মপুত্ৰ এলেকাত জনসংখ্যা বাঢ়িছে। ফলত গৰু-ম'হৰ চৰণীয়া এলেকা কমি আহিছে। পশ্চিমে ব্ৰহ্মপুত্ৰৰ জৰাগুৰিৰ বেঙেনা খেতি অসম বিখ্যাত। জৰাগুৰিৰ বেঙেনা অসমৰ অন্য ঠাইলৈ ৰপ্তানি হয়। জৰাগুৰিৰ পৰা এই খেতি সমগ্ৰ অঞ্চলটোলৈ বিস্তাৰিত হৈছে। বেঙেনা খেতিৰ বাবে ব্ৰহ্মপুত্ৰ অঞ্চলৰ মাটি উপযোগী। বেঙেনাৰ বাবে বালিচহীয়া মাটি লাগে। বেঙেনাৰ লগতে প্ৰচুৰ শাক-পাচলি উৎপাদন হয়। দীঘলীপাম অঞ্চলত কচু খেতি হয়। যোৱা কেইটামান বছৰত ভালেমান কৃষি ফাৰ্ম খুলি নিবনুৱা যুৱকে আত্ম সংস্থাপনৰ পথ সুগম কৰিছে।

অঞ্চলটোত প্ৰচুৰ কুঁহিয়াৰ খেতি হয়। বৰুৱাবামুণ গাঁৱৰ চেনিকলত ১৯৫৮ চনত উৎপাদন আৰম্ভ হয়। ১৯৯৪ চনলৈকে উৎপাদন চলি থকা চেনিকললৈ এই অঞ্চলৰ কুঁহিয়াৰ নিয়া হৈছিল। চেনিকলটোৰ পৰা কৃষকসকল উপকৃত হৈছিল। চেনিকল বন্ধ হোৱাৰ পাছত দেৰগাঁও অঞ্চলৰ টিকামাটিৰ কুঁহিয়াৰ খেতি একেবাৰে কমি যায়। টিকামাটিত কুঁহিয়াৰৰ সলনি চাহ খেতিয়ে স্থান লয়। কিন্তু ব্ৰহ্মপুত্ৰ অঞ্চলৰ গেলাবিল আৰু দিচৈ নদীৰ মাজত আগৰ কুঁহিয়াৰতলিত পাচলি খেতি কৰা হৈছে। ব্ৰহ্মপুত্ৰ অঞ্চলত চাহ খেতি নহয়। চেনিকল বন্ধ হ'লেও বহু কৃষকে কুঁহিয়াৰ খেতি বাদ দিয়া নাই। কুঁহিয়াৰ পেৰি গুৰ উৎপাদন কৰি আৰ্থিকভাৱে কৃষক লাভবান হোৱা দেখা গৈছে। ১৯৯০ চন মানৰ পৰা নেঘেৰিটিং বংকোৱাল, শ'লমাৰি, ন-পমুৱা, আবানি, বগলী, নতুন চাপৰি, ফুৰফুৰীয়া, শিৰিষটিকা, নাককাটি, ভকত চাপৰি, গোসাঁই চাপৰি, শগুণ পৰা, চৰাই চাপৰি আদিত হোৱা ব্যাপক কুঁহিয়াৰ খেতিয়ে আৰ্থিক পৰিৱৰ্তনৰ সূচনা কৰিছে। গুৰৰ ভাল চাহিদা আছে। ইয়াৰ গুৰ দেৰগাঁও, যোৰহাট, শিৱসাগৰ, নগালেণ্ডলৈ যায়। সমগ্ৰ অঞ্চলত কেবাহেজাৰ বিঘা মাটিত কুঁহিয়াৰ খেতি কৰা হয়। কুঁহিয়াৰৰ খেতিয়ে



কোনো কোনো কৃষকক লাখপতিও কৰিছে। যোগাযোগৰ অসুবিধাৰ বাবে খেতিয়কে গুৰৰ উচিত মূল্য পাব পৰা নাই। ব্যাপক কুঁহিয়াৰ খেতি হোৱালৈ চাই খকন্দগুৰিত সমবায়ভিত্তিত এটা চেনিকল স্থাপনৰ চেষ্টা চলিছে। শৰৎ চন্দ্ৰ সিংহৰ নামেৰে চেনিকলটোৰ আধাৰশিলা স্থাপন কৰে কেন্দ্ৰীয় গ্ৰাম্য উন্নয়ন বিভাগৰ ৰাজ্যিক মন্ত্ৰী আগাথা চাংমাই। বৃহত্তৰ গড়মৰা পথাৰত পূৰ্বে আহুধানৰ খেতি কৰা হৈছিল। যোৱা কেইটামান বছৰত আহুধানৰ স্থান লৈছে বড়ো, পুছা ধানে। এই খেতি কৰি কৃষক লাভবান হৈছে।

জৈৱ-বৈচিত্ৰ্যৰ ফালৰ পৰা চহকী অঞ্চলটো বিভিন্ন বিল, জান, খালেৰে প্ৰাকৃতিক সৌন্দৰ্য বৃদ্ধি কৰিছে। বিলবোৰ হৈছে ঘোলোং, লেঙেৰা, শ'লমাৰি, কুঁহিমাৰি, পুঙণি, মৰিদিচৈ, নভঙা, মানৰ জুৰি, গড়মৰা, চিঙাবিল, বাঁহগুৰি চিঙা ডোবা আদি। জান আছে গবিয়াসুঁতি জান আৰু দিচৈ জান। বিলবিলাকলৈ শীতকালত পৰিভ্ৰমী চৰাইৰ আগমন ঘটে। গড়মৰা, পুঙণি বিললৈ শীতকালত জাক জাক প্ৰব্ৰজনকাৰী চৰাই আহে। এচাম দুষ্কৃতিকাৰীয়ে চৰাই নিধন কৰে। ১৯৯৬ চনত গড়মৰা জলাশয় পথাৰৰ পক্ষী সংৰক্ষণ কেন্দ্ৰলৈ ৰাষ্ট্ৰীয় পৰ্যায়ত শিশু বিজ্ঞান সমাৰোহৰ প্ৰকল্প কৰা হৈছিল। প্ৰকৃতি সংৰক্ষণৰ সজাগতা অহা নাই। গড়মৰাত পক্ষী নিৰীক্ষণ স্তম্ভ ১.৫ লাখ টকা ব্যয়েৰে নিৰ্মাণ কৰা হ'ল যদিও ব্যৱহাৰ উপযোগী নহ'ল। অঞ্চলটোত ইক' টুৰিজিমৰ ভৱিষ্যৎ সম্ভাৱনা আছে। বিলসমূহত মাছ উৎপাদন হয়। বিলবিলাক মীন মহলক ডাকত দি চৰকাৰে ৰাজহ পায়। আগৰ দৰে মাছ এতিয়া নাই। দুষ্কৃতিকাৰীয়ে বিল, খাল, ডোঙা আদিত বিহ দি মাছৰ কণ-কঠীয়া মাৰিছে।

নদী কাষৰীয়া এলেকাটোত প্ৰচুৰ শিমলু গছ হয়। গছবোৰ ব্যৱসায়ীয়ে কাটি নি থকাত প্ৰাকৃতিক পৰিৱেশত বিৰূপ প্ৰভাৱ পেলাইছে।

অঞ্চলটোৰ প্ৰধান সমস্যা হৈছে পথ যোগাযোগ ব্যৱস্থা। গেলাবিল নদী আৰু মৰি দিচৈ মাজলৈকে যোৱা কেইটামান বছৰত পথ যোগাযোগ ব্যৱস্থা উন্নত হোৱা পৰিলক্ষিত হৈছে যদিও দিচৈ নদীৰ উত্তৰ অংশত যোগাযোগ বিচ্ছিন্ন হৈ আছে। ১৯৮৭ চন আৰু ১৯৮৮ চনত ব্ৰহ্মপুত্ৰৰ বানপানীয়ে মথাউৰি ভাঙি দেৰগাঁও ৰাজহ চক্ৰৰ ব্ৰহ্মপুত্ৰ অঞ্চলত বিস্তৰ ক্ষতি কৰিছিল। ৮৮ চনৰ বাবে দেৰগাঁও চিকাৰীঘাট পথৰ গেলাবিল নদীৰ ওপৰৰ কাঠৰ দলংখন উটুৱাই নিয়াত অঞ্চলটোৰ লগত যোগাযোগ বিচ্ছিন্ন হৈ পৰে। সেই দুটা বছৰৰ বানে অঞ্চলটোৰ গড়কাপ্তানী পথসমূহ আৰু দলং ভাঙিছিঙি ছিন্ন-ভিন্ন কৰিলে। সেই ক্ষতি আজিও পূৰণ হোৱা নাই। যোগাযোগৰ বাবে ব্ৰহ্মপুত্ৰবাসী ৰাইজৰ যন্ত্ৰণাৰ সীমা নাই। দেৰগাঁৱত গেলাবিল নদীৰ ওপৰত প্ৰায় চাৰি কোটি টকা ব্যয়ত নিৰ্মাণ কৰা পকী দলংখন গড়কাপ্তানী মন্ত্ৰী শৰৎ বৰকটকীয়ে মুকলি কৰে। বৰ্তমান দেৰগাঁও চাৰিআলিৰ পৰা পকী দলং হৈ দিচৈ চাৰিআলিৰ ধেমাজিলৈ প্ৰধান মন্ত্ৰী গ্ৰাম চড়ক যোজনাত পথ পকীকৰণ কৰা হৈছে। দিচৈ চাৰিআলিৰ পৰা জৰাগুৰিলৈকে প্ৰায় ৯ কিঃমিঃ দৈৰ্ঘৰ পথছোৱা পকীকৰণৰ কাম চলি আছে। দিচৈ চাৰিআলিৰ পৰা বাঁহগুৰি হৈ চিকাৰীঘাট পথৰো উন্নয়নৰ কাম চলি আছে। দেৰগাঁৱৰ পৰা হাঁহচোৰা ঘাটৰ গেলাবিল দলং হৈ বগৰিয়নি ন-ভঙা আমগুৰিলৈ গড়কাপ্তানী পথ পকীকৰণৰ কাম চলি আছে। ৰঙামাটিত গেলাবিলৰ দলংখনেদি পশ্চিম ব্ৰহ্মপুত্ৰবাসী ৰাইজৰ যোগাযোগ চলে। কিন্তু পথ ব্যৱস্থা সুচল হোৱা নাই। চকলাঘাটত গেলাবিল নদীৰ ওপৰত দলং নিৰ্মাণৰ ৰাজহুৱা দাবী উঠি আছে। চকলাঘাটৰ পৰা কছাৰীপাম আৰু দানি চাপৰিলৈ গড়কাপ্তানী পথছোৱা পকীকৰণৰ কাম চলি আছে। ৮৮ চনৰ বানপানী, গেলাবিলৰ খহনীয়াই দেৰগাঁও পকী দলঙৰ পৰা উত্তৰ দলিজলিয়ালৈ যোৱা গড়কাপ্তানী পথটো প্ৰায় আধা কিঃমিঃ দূৰ খহাই পেলায়। এই পথ পৰিত্যক্ত হৈ পৰিছে।

দিচৈ নদী উত্তৰে মধ্য ব্ৰহ্মপুত্ৰ গাঁও পঞ্চায়ত আৰু গোলোং টেমেৰা গাঁও পঞ্চায়ত এলেকাক সংযোগ কৰাকৈ গড়কাপ্তানী বিভাগৰ কোনো পথ আৰু দলং নাই। এতিয়াও যোগাযোগৰ দিশত এলেকাটো দুৰ্গম হৈ আছে। দিচৈ নদীত আমগুৰি লেঙেৰা সংযোগ পথত দলং-পথ উন্নয়নৰ ৰাজহুৱা দাবী বহু পুৰণি। গড়মৰা ফুলগুৰি আৰু নাচনীপাৰত দিচৈৰ ওপৰত দলং নিৰ্মাণৰ দাবী বহু দিনৰ পৰা উঠি আছে।

১৯৬৪ চনত নেঘেৰিটিং ৰঙাগড়া মথাউৰি নিৰ্মাণ কৰা হয়। পিছত এই মথাউৰি বংকোৱাললৈকে সম্প্ৰসাৰণ কৰি নিৰ্মাণ কৰা হয়। এই মথাউৰিৰ দৈৰ্ঘ প্ৰায় ২০ কিঃমিঃ। বাঁহগুৰিৰ পৰা কলবাৰী নিমাতীলৈ সংযোগ কৰা খুটিয়েপোতা বান্ধ (মথাউৰি) নিৰ্মাণ কৰা হৈছিল। এই মথাউৰিয়ে বছৰি ব্ৰহ্মপুত্ৰৰ বানৰ পৰা অঞ্চলটোক সুৰক্ষা দি আছে। দিচৈ নদীৰ উত্তৰ অংশত এই মথাউৰিটোৱেই পূবা-পশ্চিমাকৈ যোগাযোগৰ সম্বল। যোৱা ২০ বছৰমান ধৰি মথাউৰিটো মেৰামতিৰ অভাৱত জৰাজীৰ্ণ হৈ পৰিছে। মথাউৰিৰ ওপৰত প্ৰকাণ্ড প্ৰকাণ্ড খাল হৈছে। মথাউৰিটো মেৰামতিৰ বাবে চৰকাৰৰ কাণসাৰ নাই।

আন্তৰ্জাতিক উল্কাপিণ্ডৰ মানচিত্ৰত দেৰগাঁৱে স্থান লাভ কৰিছে। দেৰগাঁও নগৰৰ পৰা প্ৰায় ১৩ কিঃমিঃ দূৰ পশ্চিমে পশ্চিম ব্ৰহ্মপুত্ৰ গাঁও পঞ্চায়তৰ অন্তৰ্গত বালিডোৱা গাঁও, মধ্য ব্ৰহ্মপুত্ৰ গাঁও পঞ্চায়তৰ অন্তৰ্গত কমলাঘাট আৰু মাজুলি চৰাই চাপৰিত ২০০১ চনৰ ২ মাৰ্চ তাৰিখে বিয়লি চাৰিমান বজাত আকাশত তীব্ৰ বেগেৰে শব্দ কৰি পৰা চাৰিটুকুৰা উল্কা পাথৰ উদ্ধাৰ কৰা হয়। উল্কা এটা আকাশত ভাগি টুকুৰা হৈ মাটিত পৰিছিল। বালিডোৱাৰ উল্কাটোৰ ওজন আছিল ১০.৩ কিঃগ্ৰাঃ। চৰাই চাপৰিত দুটুকুৰা পৰিছিল। ইয়াৰে এটুকুৰা এই লেখকে বাঘধৰা মিচিং গাঁৱৰ পৰা







উদ্ধাৰ কৰিছিল। বালিডোৱাৰ উল্কাৰ শিলাখণ্ড গৱেষণাৰ বাবে নিয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পদাৰ্থবিজ্ঞান বিভাগে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ তেতিয়াৰ মুৰব্বী অধ্যাপিকা ড° কল্পনা দুৱৰাৰ নেতৃত্বত এই বিষয়ে গৱেষণা কৰে। অসমৰ ইতিহাসত দেৰগাঁৱৰ উল্কাৰ বিষয়ে প্ৰথম প্ৰণালীবদ্ধ বৈজ্ঞানিক গৱেষণা হৈছে। ইয়াৰ অংশবিশেষ আহমেদাবাদৰ ফিজিকেল লেবৰেটৰী, কৰ্ক্ৰি বিশ্ববিদ্যালয়ৰ ইলেক্ট্ৰনিক অনুবীক্ষণ যন্ত্ৰৰ দ্বাৰা পৰীক্ষা কৰা হয়। আন্তৰ্জাতিক উল্কাপিণ্ড সম্থাত পোনপ্ৰথমবাৰৰ বাবে অসমৰ দেৰগাঁও উল্কাপিণ্ড পঞ্জীয়ন হয়। আন্তৰ্জাতিক ৰেবচাইটকে ধৰি দেশ-বিদেশৰ জাৰ্নেলত দেৰগাঁৱৰ উল্কাৰ বিষয়ে গৱেষণামূলক প্ৰবন্ধ প্ৰকাশ পাইছিল। দেৰগাঁৱৰ উল্কাৰ বিষয়ে প্ৰাথমিক অধ্যয়ন কৰি পোৱা তথ্যমতে ইয়াৰ ২৭ শতাংশ লো, ইয়াৰ বাহিৰেও আছে ছিলিকা, সামান্যভাৱে এলুমিনিয়াম, জিংক ইত্যাদি। এই উল্কা মংগলগ্ৰহৰ কাষৰে গ্ৰহাণুপুঞ্জৰ পৰা অহা বুলি বিজ্ঞানীসকলে ঠাৱৰ কৰিছে। ই Stoney জাতীয় শিল বুলি কোৱা হৈছে (ড° কল্পনা দুৱৰাৰ প্ৰবন্ধ, 'আংগিক'। এই উল্কাপিণ্ড সংগ্ৰহ কৰি ক্ষেত্ৰ অধ্যয়ন কাৰ্যত গৱেষণাকাৰী বিজ্ঞানীসকলক সহায় কৰিছিল ৰাজেন পূজাৰী, ডি.জি ফটো মিডিয়া আৰু ডি.কে.ডি কলেজৰ প্ৰবক্তা সুৰেন্দ্ৰনাথ বৰাই। বালিডোৱাৰ ' পথাৰৰ মাজত প্ৰায় তিনিফুট দকৈ মাটিত উল্কাপিণ্ডটো সোমাই পৰিছিল। সেই স্থানডোখৰ পৰিদৰ্শন কৰি ড° কল্পনা দুৱৰাই সংৰক্ষণ কৰাৰ ওপৰত গুৰুত্ব আৰোপ কছিছিল। কিন্তু কোনেও এই বিষয়ক লৈ গুৰুত্ব দিয়া দেখা নগ'ল।

গোলাঘাট উত্তৰ খণ্ড উন্নয়ন কাৰ্যালয়ৰ অন্তৰ্গত বৃহত্তৰ গড়মৰা এলেকাক আদৰ্শ গাঁও হিচাপে ১৯৯৭ চনৰ ৫ ছেপ্টেম্বৰত গোলাঘাট জিলাৰ উপায়ুক্ত জীৱন চন্দ্ৰ পেগুৱে বৃহৎ ৰাজহুৱা অনুষ্ঠানত আনুষ্ঠানিকভাৱে ঘোষণা কৰিছিল। শ'লমাৰি, ন-পমুৱা, বগলী, ৰহিয়াল, নেপালী আৰু ফুলগুৰি এই সাতটা চুবুৰীক লৈ গড়মৰা আদৰ্শ গাঁও কৰা হয়। গড়মৰা চাপৰি সৃষ্টি হৈছিল ১৯২০-৩০ চনত। জনশ্ৰুতিমতে, দুই নং বগলী আৰু ন-প'মুৱাৰ মাজত থকা বিলত পানী খাবলৈ আহি বোকাত সোমাই পৰা এটা গঁড়ক ব্ৰিটিছ চাহাবে গুলীয়াই মাৰিছিল বাবে অঞ্চলটোৰ নাম গঁড়মৰা হয়। গঁড়মৰাক এক নং আৰু দুই নং ৰাজহ চক্ৰত ভাগ কৰা হৈছে। গঁড়মৰাৰ মুঠ ভূমি হৈছে ১০,০৩০ বিঘা। ইয়াৰে ৫৪৫২ বিঘা চৰকাৰী সংৰক্ষিত গ্ৰেজিং। দুই নং গঁড়মৰাত মাজুলীত খহনীয়াত বিধ্বস্ত হোৱা শ'লমাৰী গাঁৱৰ ২৮ টা পৰিয়াললৈ অসম চৰকাৰে আৰ এছ এছ ৭২৩/০৩/৪৬, তাৰিখ ২২/১২/০৩ পত্ৰযোগে মুঠ ১৫৫ বিঘা ২ কঠা ১৩ লোচা মাটি আবণ্টন দিছিল। গঁড়মৰা আদৰ্শ গাঁও হ'ল যদিও যোগাযোগ, বিদ্যুৎ, স্বাস্থ্য আদি সমস্যা সমাধান কৰা নহ'ল। গঁড়মৰাত কুঁহিয়াৰ খেতি আৰু বড়ো ধানৰ খেতিয়ে আৰ্থিক পৰিৱৰ্তন আনিছে। গঁড়মৰা জলাশয় পথাৰত বছৰি জাক জাক প্ৰব্ৰজনকাৰী চৰাইৰ বিচৰণে শোভাবৰ্ধন কৰে। একাংশ দুষ্কৃতিকাৰীয়ে পক্ষী নিধন কৰা খবৰ বাতৰি কাকতত প্ৰকাশ পাই থাকে। ইয়াত ভৱিষ্যতে ইক'টুৰিজিমৰ সুবিধা আছে। গঁড়মৰা চেক বান্ধৰ পৰা শ'লমাৰী গাঁৱলৈকে প্ৰায় চাৰেতিনি কিলোমিটাৰ দূৰ দৈৰ্ঘৰ গ্ৰাম্য উন্নয়ন বিভাগৰ আঁচনিত ওখ পথ নিৰ্মাণ হৈছে। ভূমি সংৰক্ষণ বিভাগৰ দ্বাৰা গঁড়মৰা চেক বান্ধৰ চিঙা খাল-দোঙ নিৰ্মাণ কৰা হয়। ন-পমুৱা, শ'লমাৰীলৈ বিদ্যুৎ যোৱা নাই। ২ নং গঁড়মৰাত স্বাস্থ্য উপকেন্দ্ৰ স্থাপনৰ দাবী উঠিছে। গঁড়মৰাত এটা ওখ ভেটি আছে। বাৰিষা বানপানী হ'লে গৰুৱে ওখ ভেটিত আশ্ৰয় লয়।

ঊনৈশ শতিকাৰ তৃতীয়-চতুৰ্থ দশকত ব্ৰহ্মপুত্ৰ অঞ্চলত শিক্ষাৰ পাতনি মেলা হয়। দুৰ্গম এলেকাটোত শিক্ষানুষ্ঠান নাছিল। এই অঞ্চলৰ শিক্ষানুৰাগী লোকে সন্তানক শিক্ষা গ্ৰহণৰ বাবে দেৰগাঁৱলৈ পঠিয়াইছিল। মিছামৰা, ঢেকিয়াল অঞ্চললৈ গৈও এই অঞ্চলৰ আগ্ৰহী লোকে শিক্ষাগ্ৰহণ কৰিছিল। স্বাধীনতা কালৰ আগে আগে অঞ্চলটোত প্ৰাথমিক শিক্ষাৰ পাতনি মেলা হয়। কালক্ৰমত প্ৰাথমিক, মাধ্যমিক আৰু উচ্চ মাধ্যমিক বিদ্যালয় স্থাপন হোৱাৰ পাছত অঞ্চলটোৱে শিক্ষাৰ ক্ষেত্ৰত দ্ৰুত অগ্ৰগতি লাভ কৰিছে। প্ৰাদেশীকৃত প্ৰাথমিক বিদ্যালয়সমূহ হৈছে — বগৰিয়নী, কৰৈয়নী, নভঙা, খকন্দগুৰি, জৰাগুৰি, শ'লমাৰী, ২ নং হাঁহচোৰা, পশ্চিম জৰাগুৰি, বালিডোৱা, মামৰণি, জৰাগুৰি, চোমনীয়া, গবিয়াসুঁতি, আমগুৰি, কছাৰীপাম, উঃ দলিজলিয়া, ১ নং পুৰণিমাটি, কোবাল পাম, ডুবি গাঁও, ন-পমুৱা, লেঙেৰা চাপৰি, বঙালপাম, গোসাঁইসুতি, নেপালী, মুদৈ ঘোলোং, ২ নং পুৰণিমাটি, গঁড়মৰা, দিচৈ পৰীয়া, ১ নং জৰাগুৰি আৰু বিৰিণা গাঁও চৰকাৰী বিদ্যালয়। বাঁহগুৰি, লেমচাপৰি, শলা বৰা, দীঘলীপাম, বাঘবাৰী, কয়লাঘাট আদি প্ৰাথমিক বিদ্যালয়। ইয়াৰ বাহিৰেও বেচৰকাৰী প্ৰাথমিক বিদ্যালয় আছে ৰঙা মাটি মৌজাৰ গোলোংটেমেৰা আৰু দুসুঁতিমুখ গাঁও পঞ্চায়ত এলেকাত ২৫ খন প্ৰাদেশীকৃত প্ৰাথমিক বিদ্যালয়, ১২ খন এম.ই স্কুল আৰু ৯ খন হাইস্কুল আছে। দক্ষিণ আঁহতগুৰি গাঁও পঞ্চায়ত এলেকাত ৩৪ খন প্ৰাথমিক বিদ্যালয় আছে। ৫ খন এম.ই, এম.ভি স্কুল আৰু ৩ খন হাইস্কুল আছে। প্ৰাথমিক শিক্ষাৰ প্ৰসাৰ সকলো গাঁৱলৈকে হৈছে। ১৯৫৮ চনত কৰৈয়নী এম.ই স্কুল, ১৯৬০ চনত বাঁহগুৰি এম.ই স্কুল, নাককাটি এম.ই স্কুল আশী দশকত স্থাপন কৰা হয়। বাঁহগুৰি, নভঙা, কৰৈয়নী, নাককাটি, গঁড়মৰা, মামৰণি, খকন্দগুৰি মধ্য ইংৰাজী বিদ্যালয়ৰ লগতে উচ্চ মাধ্যমিক বিদ্যালয় স্থাপন কৰা হয়। ওপৰ টেমেৰা কমলামিৰি মধ্য ইংৰাজী বিদ্যালয়, উচ্চ ইংৰাজী বিদ্যালয় আৰু বৰ্তমান এই বিদ্যালয়ত উচ্চতৰ কলা শাখাও খোলা হৈছে। দানি চাপৰি মধ্য ইংৰাজী বিদ্যালয়, ধেমাজি কৈৱৰ্ত মধ্য ইংৰাজী বিদ্যালয় উল্লেখযোগ্য। বাঁহগুৰি হাইস্কুল স্থাপন

হয় ১৯৭০ চনত। কৰৈয়নী উচ্চ ইংৰাজী বিদ্যালয় ১৯৬৫ চনত স্থাপন হোৱা। নাককাটি হাইস্কুল (বৰ্তমান স্বীকৃতিপ্ৰাপ্ত) ১৯৯২ চনত স্থাপিত হোৱা। মাজৰ চাপৰি এম.ই আৰু হাইস্কুলো প্ৰায় একে সময়ৰ। প্ৰাদেশীকৃত হাইস্কুল কেইখন হৈছে বাঁহগুৰি উদয়ন জনজাতি হাইস্কুল, নভঙা বাপুজী হাইস্কুল, কৰৈয়নী হাইস্কুল, ওপৰটেমেৰা কমলা মিৰি হাইস্কুল। দক্ষিণ আঁহতগুৰিত থকা প্ৰাদেশীকৃত হাইস্কুল কেইখন হৈছে ছিউলাল বায়াৱালা হাইস্কুল, ধোদাং নৱজ্যোতি হাইস্কুল আৰু আউনীআটী বিষ্ণুদেৱ হাইস্কুল। ছিউলাল বায়াৱালা হাইস্কুলখন গৰাখহনীয়াৰ বাবে শিৰিষ-টিকালৈ স্থানান্তৰ কৰা হৈছে। এই বিদ্যালয়খন ১৯৬৪ চনত মাজুলিত স্থাপন কৰা হৈছিল। অঞ্চলটোৰ প্ৰথম স্ত্ৰী শিক্ষাৰ অনুষ্ঠান শ্বহীদ স্মৃতি খকন্দগুৰি ছোৱালী হাইস্কুল গঢ়ি তোলা হৈছিল ১৯৮৩ চনত। বিদ্যালয়খন চৰকাৰী স্বীকৃতিপ্ৰাপ্ত। শিৰিষ টিকাত ব্ৰহ্মপুত্ৰ কনিষ্ঠ কলেজ অলপতে খোলা হৈছে। অসম মাধ্যমিক শিক্ষা পৰিষদে নভঙা হাইস্কুল আৰু গঁড়মৰা হাইস্কুলত দুটা হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ কেন্দ্ৰ স্থাপন কৰাত বৃহত্তৰ অঞ্চলটোৰ ছাত্ৰ-ছাত্ৰীৰ সুবিধা হৈছে। খকন্দগুৰি ছোৱালী হাইস্কুলতো মেট্ৰিক পৰীক্ষা কেন্দ্ৰ কেই বছৰমানৰ বাবে আছিল। আমগুৰিত ব্ৰহ্মপুত্ৰ শিশু নিকেতন নামৰ ব্যক্তিগত খণ্ডত বিদ্যালয় স্থাপন হৈছে।

স্বাস্থ্য সেৱাৰ ক্ষেত্ৰত এই অঞ্চলটোৰ ৰাইজ ৮০ চনৰ আগলৈকে বঞ্চিত হৈ আছিল। আধুনিক চিকিৎসাই ঢুকি নোপোৱা অঞ্চলবাসী ৰাইজে বেজালিৰ আশ্ৰয় ল'ব লগা হৈছিল। কালক্ৰমত স্বাস্থ্যসেৱাৰ দ্ৰুত উন্নতি হৈছে। ৮০ চনৰ আগত আমগুৰি (খকন্দগুৰি), বাঁহগুৰি, কমলাঘাট (বাঘবাৰী) আৰু মামৰণিত উপস্বাস্থ্য কেন্দ্ৰ স্থাপন কৰা হৈছিল। দানিচাপৰিতো এটা উপস্বাস্থ্য কেন্দ্ৰ আছে। ১৯৮৬ চনতে আমগুৰি (খকন্দগুৰি) উপস্বাস্থ্য কেন্দ্ৰক ক্ষুদ্ৰ প্ৰাথমিক চিকিৎসালয়লৈ উন্নীত কৰা হয়। পূব ব্ৰহ্মপুত্ৰ গাঁও পঞ্চায়তৰ অন্তৰ্গত ধেমাজিত ৮৮ চনত ৩০ খন বিছনাযুক্ত গ্ৰাম্য চিকিৎসালয় জনসাধাৰণৰ বাবে মুকলি কৰিছিল অসমৰ মুখ্য মন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই। এই চিকিৎসালয়খনে বৰ্হি আৰু অন্তঃ দুয়োটা বিভাগতে পূৰ্ণ পৰ্যায়ত সেৱা আগ বঢ়াই আছে। এই চিকিৎসালয়খনে গোলাঘাটৰ উত্তৰ-পূব আংশৰ লগতে মাজুলিৰ আঁহতগুৰি মৌজাৰ পৰা অহা ৰোগীকো চিকিৎসা সেৱা আগ বঢ়াইছে। ৰঙামাটি মৌজাৰ অন্তৰ্গত দুসুঁতিমুখ ৰাজ্যিক চিকিৎসালয়ে বিশাল বানাক্ৰান্ত এলেকাৰ জনসাধাৰণক সেৱা আগ বঢ়াইছে।

চিকিৎসা সেৱাৰ ক্ষেত্ৰত বঞ্চিত হৈ আছে দক্ষিণ আঁহতগুৰি গাঁও পঞ্চায়ত এলেকা। এলেকাটোৰ ধোদাঙৰ উজিৰআটিত উপস্বাস্থ্য কেন্দ্ৰ এটা আছে বাঁহগুৰি আৰু নভঙাত দুটা পশু চিকিৎসা কেন্দ্ৰ আছে।

ভাৰতৰ স্বাধীনতা আন্দোলনত ব্ৰহ্মপুত্ৰ অঞ্চলো পিছপৰি থকা নাছিল। ব্ৰহ্মপুত্ৰ অঞ্চলৰ কমলা মিৰিয়ে পিছ পৰা মিচিং জনজাতিৰ মাজৰ পৰা গৈ স্বদেশ প্ৰেমেৰে উদ্বুদ্ধ হৈ স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰিছিল। কমলা মিৰিয়ে কেবামাহো জে'ল খাটিছিল। জে'লতে অসুস্থ হোৱাত ব্ৰিটিছ শাসকে তেওঁক মুকলি কৰি দিছিল যদিও তাক প্ৰত্যাখ্যান কৰিছিল। দেশৰ কাৰণে মৰিলেও মৰিম বুলি তেওঁ জে'ল নেৰিলে। জে'লতে তেওঁৰ ১৯৪৩ চনত মৃত্যু হয়। স্বাধীনতা আন্দোলনৰ অসমৰ শ্বহীদসকলৰ ভিতৰত কমলা মিৰিও এজন। কমলা মিৰিৰ জন্ম হৈছিল ওপৰ টেমেৰা গাঁৱত। কমলা মিৰিৰ লগত গ্ৰেপ্তাৰ বৰণ কৰি মুক্তি পাইছিল কদিক মৰাং, বিপিন গোস্বামীয়ে। ভাৰতৰ স্বাধীনতা আন্দোলনত কছাৰী পামৰ আইদেউ হাজৰিকায়ো যোগদান কৰিছিল। আটাই কেইজনেই তাম্ৰ পত্ৰ লাভ কৰিছিল স্বাধীনতা সংগ্ৰামত দেশৰ স্বাৰ্থত ত্যাগ স্বীকাৰ কৰা স্বীকৃতিৰ স্বৰূপে। আইদেউ হাজৰিকাৰ ২০১০ চনত মৃত্যু হয়। বৰ্তমান জীৱিত মুক্তিযোদ্ধা আছে বিপিন গোস্বামী। ❑

প্ৰসংগ পুথি ঃ


১। দেৰগাঁৱৰ চমু পৰিচয়, ডালিম চন্দ্ৰ পাঠক, ২০০৫ চন।

২। ব্ৰহ্মপুত্ৰ অঞ্চলৰ চমু পৰিচয়, ব্ৰজেন কুমাৰ বৰা ১৯৯১ চন।

৩। ব্ৰহ্মপুত্ৰ স্মৃতিগ্ৰন্থৰ (১৯৯৮), বিপিন চন্দ্ৰ গোস্বামীৰ প্ৰবন্ধ।

৪। অভ্যৰ্থনা সমিতিৰ সম্পাদকৰ প্ৰতিবেদন, গঁড়মৰা আদৰ্শ গাঁও উদ্বোধনী অনুষ্ঠান, ১৯৯৭ চন।

৫। ড° কল্পনা দুৱৰাৰ দেৰগাঁৱৰ উল্কাপিণ্ড, 'আংগিক', প্ৰথম বছৰ পঞ্চম আৰু ষষ্ঠ সংখ্যা।



কৃতজ্ঞতা ঃ দেৰগাঁও চক্ৰ বিষয়াৰ কাৰ্যালয়, গোলাঘাট উত্তৰ খণ্ড উন্নয়ন কাৰ্যালয় আৰু কাকডোঙা খণ্ড উন্নয়ন কাৰ্যালয়।



৬। Outline Grammar of the Shaiyang Miri Language (1885) by J.F. Needham.




# দেৰগাঁও অঞ্চলত প্ৰচলিত লোকগীত-পদ


ৰেণু বৰা


লোকগীত অনাখৰী লোকমনৰ পৰা প্ৰকাশ পোৱা মৌখিক ৰচনা। এই ৰচনাসমূহ যুগ যুগ ধৰি মানুহৰ মুখে মুখে চলি আহিছে। লোকমনৰ আবেগ-অনুভূতি, সামাজিক লোকাচাৰ, বিভিন্ন অভিজ্ঞতা, কৃষ্টি-সংস্কৃতি, জনজীৱনৰ আশা-আকাংক্ষা আদি এই ৰচনাসমূহত প্ৰতিফলন ঘটে। ৰচনাসমূহ কোনো এজন ব্যক্তিৰ দ্বাৰা সৃষ্টি নহয় — ভিন ভিন সময়ত বিভিন্নজন স্বভাৱ কবিৰ দ্বাৰা মুখে মুখে সৃষ্টি হয়। এই ৰচনাসমূহেই যুগ যুগ ধৰি মুখ বাগৰি জনপ্ৰিয় লোকগীতৰূপে সৰ্বজন সমাদৃত হৈ সমাজত প্ৰচলিত হৈ আহিছে। নতুন যুগৰ মানুহৰ মনতো এই গীতবোৰৰ প্ৰভাৱ চিৰবিদ্যমান।

মানুহ প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল। মানুহে সমাজ পাতি বাস কৰিবলৈ লোৱাৰে পৰা কৃষি সভ্যতাৰ বিকাশ ঘটে। ফলস্বৰূপে জীৱন-ধাৰণৰ নতুন পদ্ধতি উন্মোচিত হয়। জীৱিকা অৰ্জনৰ পথ বাছি ল'লৈ কৃষি-কৰ্মৰ যোগেদি। গতিকে কৃষিক কেন্দ্ৰ কৰিয়েই আজৰি পৰত প্ৰকৃতি আৰু জীৱনৰ প্ৰেৰণাতে কিছুমান ৰীতি-নীতি আৰু উৎসৱ-অনুষ্ঠানৰো আয়োজন কৰা হ'ল। লোক-বিশ্বাসৰ ভিত্তিতে কৃষিৰ সুফলৰ কাৰণে কৃষিজীৱীসকলে কিছুমান ব্যক্তিগত বা সামাজিক অনুষ্ঠান পালন কৰিবলৈ ল'লৈ। এই উৎসৱ-অনুষ্ঠানৰ লগত সংগতি ৰাখি লিপি আৱিষ্কাৰ হোৱাৰ আগৰে পৰা কোনো আক্ষৰিক জ্ঞান নথকা লোক কবিসকলৰ দ্বাৰা উৎসৱকেন্দ্ৰিক কিছুমান গীতৰ সৃষ্টি হৈছিল। সৰ্বসাধাৰণ লোকসকলেই অতি প্ৰাচীন কালৰ পৰাই সৃষ্টি কৰি আহিছে।

লোকগীতৰ বিষয় আলোচনা কৰাৰ আগতে লোক স্যাহিত্যৰ বিষয়েও কিছু আলোকপাত কৰাৰ আৱশ্যক। লোকগীতৰ বাহিৰেও সাধাৰণ মানুহৰ মুখে মুখে সাধুকথা, ফকৰা যোজনা, পটন্তৰ আৰু সাঁথৰ আদি এক শ্ৰেণীৰ সাহিত্যৰ সৃষ্টি হৈছিল। এই শ্ৰেণীৰ সাহিত্যতো মানুহৰ আবেগ-অনুভূতি, অভিজ্ঞতা, আশা-নিৰাশা, হৰ্ষ-বিষাদ জাতীয় জীৱনৰ আনন্দ-উৎসৱ আদিৰ প্ৰকাশ ঘটিছে। সাম্প্ৰতিক কালত অনাখৰী লোকসকলৰ দ্বাৰা প্ৰচাৰিত এই শ্ৰেণীৰ সাহিত্যই বিশেষ সমাদৰ লাভ কৰি আহিছে। এই লেখাত দেৰগাঁও অঞ্চলত প্ৰচলিত কিছুমান লোকগীত-পদৰ বিষয়ে আলোচনা কৰিবলৈ প্ৰয়াস কৰিছোঁ। আচলতে উজনি অসমৰ এক অঞ্চল হিচাপে বৃহত্তৰ দেৰগাঁও অঞ্চলতো উজনিৰ সকলোবোৰ গীত-মাতৰে চৰ্চা হোৱা দেখা যায়।

লোক সাহিত্যৰ এটা বিস্তৃত অংশ দখল কৰি থকা লোকগীত, পদবিলাকৰ লগত নিৰক্ষৰ সহজ-সৰল সাধাৰণ মানুহৰ আশৈশৱ সম্পৰ্ক। জন্মৰ পৰা মৃত্যুলৈকে মানুহে পালন কৰা বিভিন্ন উৎসৱ-অনুষ্ঠান, সামাজিক লোকাচাৰ, ধৰ্ম-কৰ্ম আদিৰ লগত লোকগীতবোৰৰ নিবিড় সম্পৰ্ক। গীতবোৰৰ সাৱলীল ভাষা, সৰল বৰ্ণনা. কাব্যিকতা, সুৰ, লয় আৰু ছন্দৰ ব্যৱহাৰে সাহিত্যিক সৌন্দৰ্য বৃদ্ধি কৰিছে। এই গীতবোৰক

প্ৰধানকৈ তিনিটা ভাগত ভগাব পাৰি— অনুষ্ঠানমূলক, বিবিধ বিষয়ক আৰু আখ্যানমূলক।

উপৰোক্ত বিবিধ ধৰণৰ গীত-পদবোৰ প্ৰায় ব্যাপকভাৱেই দেৰগাঁও অঞ্চলতো প্ৰচলিত হৈ আহিছে। এই অঞ্চলৰ আটাইতকৈ জনপ্ৰিয় আৰু অন্তৰপৰশা গীতবোৰ হ'ল **বিহুগীত** বা **বিহুনাম**। বহাগ বিহুক কেন্দ্ৰ কৰিয়েই অতীজৰে পৰা মানুহৰ মুখে মুখে বিহুনামবোৰ ৰচিত হৈ আহিছে। বিহুৰ নৃত্য, গীত, বাদ্য আৰু আচাৰ নীতিত অসমীয়া সংস্কৃতিৰ সকলো সম্পদ সোমাই আছে। বিহুনাম সম্পৰ্কে ড° লীলা গগৈয়ে অনুপম মন্তব্য আগ বঢ়াইছে— "বিহুনাম অসমীয়া লোক সাহিত্যৰ এটি অমূল্য সম্পদ। ইয়াৰ বুকুত আছে জাতিৰ স্পন্দন, জীৱনৰ বুৰঞ্জী আৰু সমাজৰ প্ৰতিচ্ছবি। ইয়াৰ ভাষা সৰল, ছন্দ সাৱলীল, সুৰ মনোমোহা।"

দেৰগাঁও অঞ্চলত যুগ যুগ ধৰি প্ৰচলিত বিহুৰ হুঁচৰি আৰু বিহুগীত (বা নাম) বিলাক হ'ল —

দেউতাৰ পদুলিত গোন্ধাইছে মধুৰী
কেতেকী মলে মলাই ঐ গোবিন্দাই ৰাম।

হুঁচৰি এ চ'ত
আমি যে ওমলোঁ য'ত,
দূৰৰি নগজে ত'ত।

হুৰাই ল' সৰগৰ তৰা
চাই থাক ঐ চাই থাক ঐ নিলগৰ পৰা।

সৰু সূতাৰ চেলেংখনি বৈ দিয়া সৰু ভনী
তাকে লৈ বিহুলৈ যাওঁ ঐ গোবিন্দাই ৰাম।

ন ঘৰ ঐ পুৰণি কামি
হুঁচৰি গাবলৈ আহিছোঁ আমি।

এনে ধৰণে হুঁচৰি নামেৰে দুটামান কীৰ্তন দি বিহুনাম আৰম্ভ কৰে এইদৰে —

প্ৰথমে প্ৰণামো আই সৰেস্বতী
দ্বিতীয়ে প্ৰণামো হৰি;
তৃতীয়ে প্ৰণামো গাঁৱৰ বুঢ়া মেথা
ধৰি যাওঁ নামৰে গুৰি।

নামৰে কঠীয়া ঈশ্বৰে দিছিলে
ব্ৰহ্মাই সৰজা নাম;
বেয়া নাম ওলালে খেমিবা সদৌৰে
বিহুৰে গীতকে গাম।

প্ৰায়বোৰ বিহুনামতে ডেকা-গাভৰুৰ প্ৰেমৰ কথা উল্লেখ আছে। নাহৰ ফুল ফুলাৰ বতৰত ডেকা-গাভৰুৰ মন-প্ৰাণ সাতখন-আঠখন হয়। পৰস্পৰে পৰস্পৰৰ কাষ চাপিবলৈ ব্যাকুল হৈ পৰে। প্ৰেমৰ তাড়নাত ডেকা-গাভৰুৰ মুখৰ পৰা বেয়া নাম ওলালেও যাতে দায়-দোষ নধৰে তাৰ বাবে নামেৰেই সকীয়াই দিয়ে।

কিছুমান বিহুগীতত ডেকা-গাভৰুৰ কামনা, বিৰহ যৌৱনৰ উন্মাদনা, আবেগ-অনুভূতি প্ৰকাশ পায়। বহুদিনৰ আগতে শুনা বিহুগীতবোৰ (তেতিয়া বিহুনাম বুলিহে কোৱা হৈছিল) এতিয়া শুনিবলৈ পোৱা নাযায়।

(ক) মইনাৰ মুখলৈ চাবকে নোৱাৰি
মুখত মিচিকিয়া হাঁহি;
বিজুলী চমকে মন ঐ মুহিলে
পদুলি বাটলৈ আহি।

(খ) ওলায় জকেমকে আকাশী চন্দ্ৰমা
ওলায় জকেমকে তৰা;
ওলায় জকেমকে মোৰ প্ৰিয়তমা
বৰঘৰৰ ভিতৰৰ পৰা।

(গ) চমকত চাবলৈ নহওঁ মই বিজুলী
নহওঁ মই বোৰতী নৈ;
চৰায়ো নহ'লো তোমাক উৰি চাবলৈ
দুপাশে দুপাখি লৈ।

(ঘ) চিৰিপ চিৰিপ কৰি কাপোৰ ধুই আছিলোঁ
চিৰী লুইতলৈ চাই;
চিৰী লুইততে সুহুৰি মাৰিলে
ধনে নাও মেলি যায়।

দৈনন্দিন জীৱনত ধনৰ অতি প্ৰয়োজন। ধন নহ'লে কোনো কামেই কৰিব নোৱাৰি। ধনবান ডেকাকহে গাভৰুৱে পচন্দ কৰে। বিহুগীতত আছে—

ভোগদৈ নৈত পাভ মাছ উজালে
দিখৌ নৈত উজালে নাৰ;
মোকে ঐ পাবলৈ বিচাৰ পিলিঙা
কিমান ধন ভাঙিব পাৰ।

হালৰে বেচিমে ক'লাকৈ কপিলা
গোহালিৰ বেচিমে গাই।
তেওঁ যদি ধনেৰে জোৰাব নোৱাৰোঁ
বেচিম সোদৰৰে ভাই।

আমাৰ ডেকা-গাভৰুৱে গোৱা বিহুগীতত অসমীয়া তিৰোতাৰ অতিকৈ মৰমৰ তাঁতশালখনৰ এখনি নিখুঁত চিত্ৰ ফুটি উঠে। — 'বৰঘৰৰ মুধতে, চেনাইটিৰ তাঁতে শাল, থুৰি কলাপাতৰ মাকো', 'দীঘলে দীঘলে কৰোঁ তাতে বাটি লেখে বুঢ়ী আয়ে বিহা', 'বহোঁ তাঁতৰ পাতত চকু আলিবাটত মাকো সৰি সৰি পৰে', 'এড়ুখৰি গামোচা বৈ থৈ আহিছোঁ পদুম ফুল এপাহি বাচি', — এনে ধৰণৰ বহুতো বিহুগীত তাঁতশালক লৈ আছে।





অতীজত পৰ্বত-ভৈয়ামত বাস কৰা লোকসকলৰ মাজত নিবিড় সম্পৰ্ক আছিল। বিহু নামত গাইছিল — 'পৰ্বতত মাৰিলোঁ নোদোকা গাহৰি, ভৈয়ামত মাৰিলোঁ গঁড়', এইবাৰ লাহৰী মোলৈ আহিম বুলি, গালৈ চাই শপথ কৰ।' 'নগাৰে চাঙতে পেঁপাটি বজালে ডফলাই ধৰিলে টকা', 'ইটো পৰ্বতত কুকুৰা কাটিলোঁ, সিটো পৰ্বতত তেজ'। 'চটাই পৰ্বতৰ নাহৰফুল আনিছোঁ, মোৰ ধনৰ হাততে দিম'। 'পৰ্বতে পৰ্বতে বগাব পাৰোঁ মই, লতা বগাবলৈ টান' আদি গীতৰ পৰা পৰ্বত-ভৈয়ামৰ মানুহৰ মাজৰ সম্প্ৰীতিৰ কথা জলজল পটপট হৈ আছে।

বিহু নামত অসমীয়া মানুহৰ বহাগ বিহুৰ প্ৰতি থকা আকুল উচ্ছাস সুন্দৰৰূপে ফুটি উঠে। —

চ'তে গৈ গৈ বহাগে পালেহি
ফুলিলে ভেবেলি লতা,
কৈনো কৈ থাকিলে ওৰকে নপৰে
বহাগৰ বিহুৰে কথা।

গোটেই ৰাতি বিহু মাৰি থাকিলেও আমনি নালাগে —

এপৰ দুপৰ কৰি ৰাতি পাৰে হ'ব
আমাৰ বিহুত আমনি নাই,
ৰাতি পৰে পৰে ফেঁচাই কুৰুলিয়াই
আমাৰ বিহু ভাঙোতা নাই।

বিহুগীতত বিনন্দীয়া প্ৰকৃতিৰ গছ-গছনি, ফুলপাত, আকাশ, জোন-তৰা, নদ-নদী, হাবি-জংঘল, জীৱ-জন্তু, দেৱ-দেৱী, মানুহৰ সহজাত প্ৰণয়, বিৰহ, আনন্দ-বিষাদ, সুখ-দুখ, আশা-আকাংক্ষাৰ এখনি জ্বলন্ত চিত্ৰ ফুটি উঠিছে। উদাহৰণস্বৰূপে 'পৰ্বতে পৰ্বতে বগাব পাৰোঁ মই লতা বগাবলৈ টান', 'লুইতৰ বালি বগী ঢকেঢকী, কাছই কণী পাৰে লেখি', 'হাবিৰ লতাপাতে বাটটি ভেটিলে', 'বেলিয়ে মেলিলে ঠেং', 'দেৱীলৈ বান্ধি যাওঁ ক'লাকৈ ছাগলী, দেৱতালৈ টোপোলা বান্ধো' আদি। ইয়াৰ বাহিৰেও বিহুনামত ব্যৱহাৰ কৰা বাদ্য-যন্ত্ৰ ঢোল, পেঁপা, গগনা, টকা আদিৰো বিহুনামত উল্লেখ আছে। 'আগলি বাঁহৰে লাহৰী গগনা বহি তাঁতৰ পাতত বাওঁ', 'টকাৰ সৰু সৰু মাতে সমনীয়া টকাৰ সৰু সৰু মাত', 'ম'হৰ শিঙৰ পেঁপাটি নবজাবি ককাইটি, মোৰে মন উৰুঙা কৰে', 'ঢোলত চাপৰ মাৰি ঢুলীয়া ওলালে বহি বৈ আছিলোঁ তাঁত', আদি অনেক বিহুনাম আছে।

বহাগ বিহুত হুঁচৰি গাই বিহু মৰাৰ পিছত গৃহস্থক 'মূৰৰ চুলি চিঙি' আশীৰ্বাদ দিয়ে বিহুগীতেৰে —

এটা বাতিত নহৰু এটা বাতিত পনৰু
এটা বাতিত খুতৰা শাক,
মূৰৰ চুলি চিঙি আশীৰ্বাদ কৰিছোঁ
গৃহস্থ কুশলে থাক।

উজনি অসমত প্ৰচলিত এই বিহুগীতসমূহ বৃহত্তৰ দেৰগাঁও অঞ্চলৰ ল'ৰা-ছোৱালী, যুৱক-যুৱতী, বুঢ়া-মেথা সকলোৰে মুখে মুখে প্ৰচলন কৰি আহিছিল। কিন্তু এই কথা অনস্বীকাৰ্য যে আজিকালি আধুনিক গায়কসকলে গোৱা বিহুসুৰীয়া নতুন গীতবোৰহে হুঁচৰি আৰু বিহুৱা দলৰ মাজত জনপ্ৰিয় হোৱা দেখা গৈছে। দেৰগাঁও অঞ্চলো ইয়াৰ ব্যতিক্ৰম নহয়।

দেৰগাঁও অঞ্চলত বহুলভাৱে প্ৰচলিত আন এবিধ লোকগীত-পদ হ'ল **বিয়ানাম**। বিয়ানাম গোৱা বা চৰ্চাত দেৰগাঁৱৰ মহিলাৰ উজনি অসমৰ ভিতৰতে নাম আছে। এগৰাকী সত্তৰোৰ্দ্ধৰ মহিলায়ো অন্তৰ পৰশি যোৱাকৈ পুৰণি দিনৰ আৰু পৰিস্থিতিৰ লগত খাপ খোৱাকৈ সুললিত সুৰত এনেধৰণে বিয়ানাম গাই যে ভাবিলে আচৰিত লাগে। আমাৰ মনত পৰে আজি কিছুদিনৰ আগলৈকে গ্ৰামাঞ্চলৰ মহিলাসকলে সম্বন্ধীয় বা গাঁৱৰ কাৰোবাৰ ঘৰত বিয়া হ'লেই এসপ্তাহমানৰ আগৰ পৰা খাৱন-শোৱন নোহোৱাৰ নিচিনা হয়। শোওঁতে-বহোঁতে, তাঁতৰ শালত তাঁত বৈ থাকোঁতে গুণগুণাই বিয়ানাম আওঁৰায়। বিয়াত পানী তোলাৰ পৰা কন্যা দৰাঘৰত সুমুৱালৈকে গোটেই ৰাতি টোপনি খতি কৰি বিয়া নাম গাই কটাই দিয়ে। কিন্তু আজিকালি মহিলাসকলো বিভিন্ন কামত ব্যস্ত হৈ থাকিব লগা হয়। আগৰ নিচিনাকৈ টোপনি খতি কৰি বিয়া নাম গাবলৈ সময় নাই। তথাপি আজিকালি বিয়ানামৰ পয়োভৰ কমিলেও সমাদৰ কমা নাই। সাম্প্ৰতিক কালত বিয়ানামৰ প্ৰতিযোগিতা হয়। প্ৰতিযোগিতাত আমাৰ মহিলাসকলে পাৰদৰ্শিতা দেখুৱাব পাৰিছে। ইয়াৰ পৰা ধাৰণা হয় বৃহত্তৰ দেৰগাঁও অঞ্চলতো বিবাহ উৎসৱৰ প্ৰাণস্বৰূপ বিয়া নামবোৰ মানুহৰ মনত চিৰ উজ্জ্বল হৈ আছে আৰু থাকিব।

অতি প্ৰাচীন কালৰ পৰাই বিবাহ উৎসৱৰ লগত সংগতি ৰাখি বিবাহৰ বিভিন্ন স্তৰত গাব পৰাকৈ নিৰক্ষৰ মহিলাসকলেও মনোৰম প্ৰকাশ ভংগীৰে, অদ্ভুত কল্পনা শক্তিৰে, সুললিত সুৰেৰে অন্তৰ পৰশি যোৱাকৈ গাব পৰাকৈ বিয়ানাম ৰচনা কৰি আহিছে। বিয়ানাম সম্পৰ্কে ড° সত্যেন্দ্ৰনাথ শৰ্মাই কৈছে— 'দাম্পত্য জীৱনৰ আদৰ্শ, বৰ-কন্যাৰ ৰূপ যৌৱন, উলিয়াই দিবলৈ ধৰা কন্যাৰ আসন্ন বিচ্ছেদৰ কাৰুণ্য, নাৰী জীৱনৰ আশা-আকাংক্ষা আৰু ঘৰুৱা চিত্ৰৰ সুন্দৰ প্ৰকাশ বিয়ানামবোৰত লক্ষ্য কৰা যায়।'

বিয়াত জোৰোণ দিয়াৰ পৰা বাহী বিয়ালৈকে বিভিন্ন স্তৰতে গাব পৰাকৈ নামতীসকলে বিয়ানামবোৰ ৰচনা কৰে। নামবোৰত বিবাহ উৎসৱত প্ৰচলিত নীতি-নিৰ্দেশনাৰ এখন চিত্ৰ ফুটি উঠে। জোৰোণ দিবলৈ কি কি নিব বিয়ানামত উল্লেখ কৰিছে এইদৰে —

কেৰু লোৱা মণি লোৱা কুণ্ডল সাতেসৰী,
তেল, সেন্দূৰ, ফণি, কাঁকে লোৱা শৰাই ভৰি।
তামৰে কলসী লোৱা ৰূপৰ আমদালি,
মাহে-হালধি লোৱা টোপোলাতে বান্ধি।

থোক তামোল পাৰি লোৱা পাণৰ গুছি,
মাছ-মিঠাই নাৰিকলো লোৱা ভাৰত বান্ধি।
অযোধ্যাৰ যত নাৰী গৈয়া সমদলে,
জনক জীয়ৰী সীতাক জোৰোণ পিন্ধাই গৈয়ে।

নাৰী সৌন্দৰ্যপ্ৰিয়। আ-অলংকাৰে নিজক সজাই-পৰাই তোলাত নাৰীসকলৰ বৰ চখ। সেয়েহে বিবাহ উৎসৱত অলংকাৰৰ প্ৰাধান্য বেছি।

পাণত পত্ৰ লেখি দিলাহে আইদেউ
ঐ ৰাম পাণত পত্ৰ লেখি দিলাহে।
সেই পত্ৰখনি পাই ৰামচন্দ্ৰই
ঐ ৰাম অলংকাৰ পঠিয়াই দিলাহে।

দৰাৰ ঘৰৰ পৰা কন্যাক পিন্ধাবলৈ সাজ-পাৰ, অলংকাৰ, তেল-সেন্দূৰ প্ৰসাধনসামগ্ৰী আনি দৰাৰ মাকে উলিয়াই দিওঁতে নামতীসকলে বিয়া নাম গায় এইদৰে —

ৰামৰে ঘৰৰে অয়ে অলংকাৰে
আনিছে শৰাই ভৰায়,
ভিতৰতে বহি কি কৰা আইদেউ লোৱাহি মাথা দোঁৱাই।

বিনন্দীয়া প্ৰকৃতিৰ ৰূপ সৌন্দৰ্যৰ লগত আজীৱন সম্পৰ্ক থকা কোমলমনা অনাখৰী নাৰীয়ে ৰচনা কৰা বিয়ানামত প্ৰকৃতিৰ মনোৰম বৰ্ণনা পোৱা যায়। বিহুগীতৰ নিচিনাকৈ নদ-নদী, গছ-লতা, জান-জুৰি, নানা তৰহৰ ফুল, জোন-তৰা, আকাশৰ বেলি, পথাৰ আদি প্ৰাকৃতিক সম্পদসমূহ, বিভিন্ন উপাস্য দেৱ-দেৱীৰ এখন সুন্দৰ চিত্ৰ বিয়ানামত প্ৰতিফলিত হৈছে। বিয়াত পানী তোলা, দৰা-কন্যাক নোওৱা-ধুওৱা আদি অনুষ্ঠানৰ বিভিন্ন নাম বিয়ানামত আছে —

ওলাই আহাঁ শশীপ্ৰভা ৰজাৰ মহাদৈ,
শুভক্ষণে যাত্ৰা কৰি জল আনোগৈ।
ওলাই আহাঁ দৈৱকীয়ে যমুনালৈ যাওঁ
কৃষ্ণক নোৱাব জলে, দিব গংগা মাও।

বিয়াত দৰা-কন্যাক কৃষ্ণ-ৰুক্মিণী, হৰ-গৌৰী, ৰাম-সীতা, উষা-অনিৰুদ্ধ আদি ৰূপত কল্পনা কৰি আৰু দৰা বা কন্যাৰ মাকক দৈৱকী, ৰাধা, শশীপ্ৰভা, কৌশল্যা আদি ৰূপে কল্পনা কৰি বিয়া নাম গোৱা হয়। 'সৰগত জ্বলি থকা থুপি থুপি তৰা', 'সাগৰৰ ঢৌ', 'ভৰা যমুনা', 'আকাশী গংগাৰ জল', 'দৈৱকীয়ে পানী তুলিবলৈ যোৱা সেন্দূৰীয়া আলি', 'কদমৰ তলেদি বৈ যোৱা যমুনা', 'সৰগৰ অপেছৰা', কলপুলি, আমদালি, যূতি, জাই, মালতী, পাৰিজাত, তগৰ আদি নানাধৰণৰ ফুল, তামোল-পাণ আদি প্ৰকৃতিৰ অনুপম বৰ্ণনা বিয়ানামত আছে। দৰা-কন্যাৰ ৰূপ লাৱণ্যৰ কথা বৰ্ণনা কৰিবলৈ যাওঁতেও নামতীসকলে প্ৰকৃতিৰ বস্তুৰ লগত ৰিজনি দিয়ে। যেনে—

কেলেই ঘঁহিছা কেতুৰী হালধি
আপুনি কেতেকীৰ পাহি।

ই বোলে আইদেউ সি বোলে আইদেউ,
আইদেউ তিয়ঁহৰ জালি।

আমাৰে আইদেউ নিচেই কুমলীয়া
নিচেই কলাপাতৰ থুৰি।

বিয়াত থিতাতে সাজি গোৱা যোৰানাম নাৰীসকলৰ অপূৰ্ব সৃষ্টি। এই ৰচনাত নাৰীসকলৰ উপস্থিত বুদ্ধি প্ৰকাশ পায়। বিয়ানাম সম্পৰ্কে বিশিষ্ট সাহিত্যিক-সমালোচক ড° মহেশ্বৰ নেওগে কৈছে—'হোমৰ গুৰিত দৰা-কন্যাক লৈ বহোঁতে এফালে দুজনৰ মিলন আনফালে বিচ্ছেদৰ সূত্ৰপাত — এই দুই আনন্দ-বিষাদৰ মাজত আয়তী-বায়তীহঁতে এবাৰ হাঁহে, এবাৰ কান্দে। হাঁহি আৰু অশ্ৰুৱ এনে মিলন কৰুণ আৰু বিচিত্ৰ। যোৰা নামেৰে দৰাঘৰীয়াৰ গাত আক্ৰমণৰ চোকা বাণ মৰাৰ উপৰি আটাইতকৈ উপভোগ্য হয় বেচেৰা পুৰোহিত বাপুৰ গাত লগা চোকা শৰ কেইপাত।'

যোৰা নামবোৰ এনেধৰণৰ —
খৰুৱা বেঙেনাৰ জোকা হৰি হৰি,
ঐ ৰাম খৰুৱা বেঙেনাৰ জোকাহে।
হোমৰে গুৰিতে দৰাটো বহিছে,
ঐ ৰাম নাকতে শেঙুনৰ থোপা হে।

আহু ধানৰ মাজে মাজে সৰল কাঠৰ মূঢ়া
আইদেৰে দৰা পাইছে বাপেকতকৈ বুঢ়া।

বাপুদেৱে বিধি পঢ়ে ভুলে শুদ্ধাই গায়,
মাজে মাজে বৰণ সাজত কিনো দিছে চায়।

থলীতে থাউকতে এই যোৰা নামবোৰ যাকে-তাকে লৈ ৰচনা কৰি সুৰ লগাই গাব পৰা অনেক নিৰক্ষৰ গঞা মহিলাৰ কথা পাহৰিব নোৱাৰি।

উপৰোক্ত বিয়ানামবোৰ সমগ্ৰ দেৰগাঁও অঞ্চলৰ নাৰীসকলৰ মাজত প্ৰচলন আছে। ইয়াৰ বিষয়বস্তু, সহজ-সৰল ৰচনাভংগী আৰু আকৰ্ষণীয় সুৰে যুগ যুগ ধৰি মানুহক আকৰ্ষণ কৰি আহিছে। অসমৰ লোক সাহিত্যৰ অমূল্য সম্পদ বিয়ানামবোৰ অসমীয়া মহিলাৰ এক আচুতীয়া সম্পত্তি। উল্লেখযোগ্য যে নোৱাই তোলনি বিয়াতো গোৱা বিয়ানামবোৰ দেৰগাঁও অঞ্চলত তোলনি বিয়াখনৰ অপৰিহাৰ্য অংগ আছিল। সেইবোৰ ক্ৰমান্বয়ে দেখোন হেৰোৱাৰ উপক্ৰম হৈছে।

দেৰগাঁও অঞ্চলৰ গাঁৱে-ভূঞে বহুত ঠাইত কাৰোবাৰ আই ওলালে অৰ্থাৎ বসন্ত ৰোগ হ'লে আই সবাহ পতাৰ পৰম্পৰা আছে। আয়তীসকলে গোট খাই মাহ, প্ৰসাদ, পৰমান্ন নৈৱেদ্যৰূপে আগ





বঢ়াই আই সবাহ পাতে। এই আই সবাহত গোৱা ধৰ্মীয় নামবিলাকেই হ'ল **আইনাম**। সমগ্ৰ উজনি আৰু নামনি অসমতে আইনামৰ প্ৰচলন আছে। উজনি অসমত প্ৰচলিত আইনামৰ সুৰ দেৰগাঁৱৰ বিভিন্ন ঠাইতো শুনিবলৈ পোৱা যায়।

লোকবিশ্বাস মতে শীতলা আইৰ সাতগৰাকী বাই-ভনী। এই সাতগৰাকী বাইভনীক তুতি-মিনতি কৰি সন্তুষ্ট কৰিব পাৰিলেই বসন্ত ৰোগৰ নিচিনা মহামাৰী ৰোগো নিৰাময় হয় বুলি নাৰীসকলে বিশ্বাস কৰে। পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ মাজেদি দেহ-মন শুদ্ধ কৰি পবিত্ৰ ভাৱেৰে আইক সোঁৱৰণ কৰি নৈৱেদ্য আগ বঢ়াই নাৰীসকলে এইদৰে তুতি-গীত-আইনাম গায় —

দুখীয়াৰ ঘৰলৈ আহে সাতো ভনী
দিবলৈ নাইকিয়া একো;
মূৰৰ চুলি চিঙি দুটি পাৰ মলচি
দেহাক পাৰি দিমে সাঁকো।
নাজানি সোমালো আইৰে ফুলবাৰীত
নিচিনি চিঙিলো কলি,
এইবাৰ দোষকে ক্ষমা ভাগৱতী
মাতো চৰণতে ধৰি।

আইৰ অনন্ত শক্তি। আইক ভক্তিভাৱে পূজা-অৰ্চনা নকৰিলে দাসক নগুৰ-নাকতি কৰে। প্ৰকৃতিৰ ৰাজালৈ আইৰ আগমনৰ লগে লগেই ভক্তিত গদ্ গদ্ হৈ 'তৃণ তৰু লতা সবে মাথা দোঁৱায়'। আইলৈ অচলা ভক্তি থকা সত্বেও এশ-এবুৰি সংসাৰৰ জঞ্জালৰ মাজত 'পথালি চকুৱা মনিচৰ' আইক তুতি-মিনতি কৰাত কিবা আসোঁৱাহ থাকিব পাৰে বুলি 'ইবাৰৰ দোষকে ক্ষমিবা ভৱানী' বুলি নাৰীসকলে আকুলচিত্তে প্ৰাৰ্থনা জনায়।

চহৰ ফুৰি আই আহে এ মালতীৰে ফুল,
আম পাতত ছাতি মাৰি হৃদয় কৰা জুৰ।
স্বৰ্গৰ পৰা আই আহে এ লগত আছে তৰা,
দুখীয়ালৈ পেলাই দিছে এয়ে ফুলৰ মালা।
... ... ... ...
আই আহি উলটিলে এ দেখিলে জঞ্জাল।
আমি পাপী নেদেখিলো অভাগী কপাল।।
নযাইবা নযাইবা মাতৃ আমাক ছাৰিয়া।
তুমি তৰু আমি লতা থাকিবো বেড়িয়া।।
ৰাখা ৰাখা আই ৰাখা এ মায়াৰ বাঘে খায়।
তুমি মাতৃ নাৰাখিলে ৰাখোতাযে নাই।।

আই জগততে মাতৃ, অতি দয়াশীলা। শান্ত পৰিৱেশত ভক্তিভাৱে প্ৰাৰ্থনা কৰিলে অলপতে সন্তুষ্ট হয়। আইৰ ওচৰত আত্মসমৰ্পণ কৰি তেওঁৰ নামেৰেই তেওঁক পূজা-অৰ্চনা কৰিলে সকলোকে দয়া কৰি যায়।

উজাই আহিলে আইৰে সাতেভনী
লুইতত মাৰিলে খেৱা,
ভয় নকৰিবা ভয়াতুৰ নহ'বা
আয়ে কৰি যাব দয়া।
উজাই আহিলে আইৰে সাতেভনী
সাতালি পৰেৰত জুৰি,
তৃণ তৰু লতা সবে মাথা দোঁৱায়
আই আহিবৰে শুনি।

যি বাটেৰেই আইসকল পৃথিৱীলৈ আহিছিল সেই বাটেৰেই পুনৰ উভতি যাবলৈ নাৰীসকলে আইসকলক হিয়া ঢালি ভক্তিৰে প্ৰাৰ্থনা কৰে —

উজাই আহিলে আইৰে সাতেভনী
বালিতে পুটিলে খুটি এ,
ভটীয়াই যোৱাঁগৈ আইৰে সাতেভনী
গোপিনী কৰিছে স্তুতি এ।

আইৰ আগত আগ বঢ়োৱা মাননি সম্পৰ্কেও আইনামত আছে —

বৰ আই মাননি শুকুলা পিঠাগুৰি
মাজু আইৰ মাননি গুৱা,
সৰু আই মাননী কৈলাশৰ গোপিনী
নাম লয় গধূলি পুৱা।

আইক পূজিবলৈ পাৰ্থিৱ বস্তু একোৱেই নাই। সকলো বস্তুৱেই অপবিত্ৰ —

পুষ্প দি পূজিলোহেঁতেন, ভ্ৰমৰে চুম্বিলে।
দুগ্ধ দি পূজিলোহেঁতেন, দামুৰীয়ে পিলে।।
ধন দি পূজিলোহেঁতেন, আপোনাৰে আছে।
জল দি পূজিলোহেঁতেন, বিতালিলে মাছে।।
মন দি পূজিলোহেঁতেন, মনো নহয় স্থিৰ।
চিত্ত দি পূজিলোহেঁতেন, পাপে জৰ্জৰিত।।

'যেই বস্তু দিব খোজো, সেই বস্তু চুৱা' বুলি গোপিনীসকলে নামেৰে পূজিবো মাতৃ, গধূলি-পুৱা' বুলি কাতৰ অনুৰোধ কৰি মহামায়া আই মাতৃক নিজ-গুণে সন্তোষ হ'বলৈ আকুল আহ্বান জনাইছে।

এইদৰেই ঘৰত বা চুবুৰিত কাৰোবাৰ বসন্ত ৰোগে দেখা দিলে নাৰীসকলে আকুল চিত্তে, সভক্তিৰে আই মহামায়াক তুতি - মিনতি কৰি আইনাম গায়। দেৰগাঁও অঞ্চলতো প্ৰচলিত আইনাম নাৰীসকলৰ আচুতীয়া সম্পত্তি। ইয়াৰ কোমল সুৰ, শব্দচয়ন আৰু উপমা অতি অনুপম। দেৰগাঁও অঞ্চলৰ মহিলাদলে অনাতাঁৰ কেন্দ্ৰত আইনাম, গোঁসানী নাম পৰিৱেশন কৰি সুনাম অৰ্জন কৰি আহিছে। দুৰ্গাপূজা, লক্ষ্মীপূজা, সৰস্বতী পূজা আদিত দেৰগাঁৱৰ মহিলাই অতি সুললিত কণ্ঠৰে দেৱীৰ মাহাত্ম্য প্ৰকাশ কৰি এই নাম পৰিৱেশন কৰি আহিছে। দুৰ্গাপূজাত দুৰ্গাদেৱীক কালী মহামায়া,



চামুণ্ডা, অন্নপূৰ্ণা আদি ৰূপত কল্পনা কৰি গোৱা নাম দেৰগাঁৱৰ মহিলাৰ অতি জনপ্ৰিয় লোক সংগীত।

দেৰগাঁও অঞ্চলত প্ৰচলিত **শ্ৰীশ্ৰীকৃষ্ণৰ জন্মাষ্টমীত** গোৱা নামো অতি জনপ্ৰিয় লোকসংগীত। এই গীতবোৰত কৃষ্ণৰ জন্ম কাহিনী আৰু নন্দ ৰজাৰ ঘৰত পতা আনন্দ উৎসৱৰ কথা উল্লেখ আছে। জন্মাষ্টমী তিথিত মহিলাসকলেও শৰাই সজাই নাম গায়, প্ৰসংগ কৰে। নামবিলাকৰ সুৰৰ বৈশিষ্ট্য মন কৰিব লগীয়া।

আজি ৰাতি শিলা বৰষিলে এ
নুশুনি প্ৰজাৰ মাত,
পালি পহৰীয়া সবে নিদ্ৰা গ'লে
উপজিলে জগন্নাথ।

বৃহত্তৰ দেৰগাঁও অঞ্চলত ঠাই বিশেষে উজনি অসমৰ প্ৰচলিত 'অপেশ্বৰী সবাহ' পতাৰো প্ৰচলন আছে। ঘৰুৱা জীৱনত ল'ৰা-ছোৱালী শুকাই-খীনাই গ'লে বা ডাঙৰবো কিছুমান ৰোগ যেনে গাত খৰ-খজুৰতী হ'লে, ল'ৰা-ছোৱালীৰ মাত নুফুটিলে কেঁচুৱাই নিৰ্দিষ্ট সময়ত খোজ নাকাঢ়িলে বা কন্যা সময়মতে পুষ্পিতা নহ'লে অপেশ্বৰীৰ দোষ লাগিছে বুলি বিশ্বাস কৰি মহিলাসকলে সভক্তিৰে দেৱী মহামায়াক পূজা-পাতল কৰি গীত গায়। আইনামৰ লগত অপেশ্বৰী সবাহৰ নামৰ মিল আছে। গীতবোৰ হ'ল এনেধৰণৰ —

আই অপেছ্বৰীক মাতিম কেনে কৰি
কৰিম কোন ভাবে সেৱা।
দুপৰ বেলা মেল কৰে
ছাঁয়াত পৰে ভৰি।
কাতৰ কৰি মাতো
আই অপেশ্বৰী।

নামৰ শেষত অপেশ্বৰীক আশীৰ্বাদ বিচাৰে এইদৰে —

ৰূপৰো এযুৰি ধূপ
সোণৰো এযুৰি ধূপ
আই অপেছ্বৰীক তুতিকৈ মাতিছোঁ
এই নামে হ'বা সন্তোষ।।

কৃষিক কেন্দ্ৰ কৰিয়েই অসমৰ জনসাধাৰণে বিভিন্ন কৃষিভিত্তিক উৎসৱ পালন কৰি আহিছে। লোক বিশ্বাস মতে খেতি আৰম্ভ কৰাৰ আগতে এই উৎসৱ পাতিলে অপায়-অমংগল, প্ৰাকৃতিক দুৰ্যোগ আঁতৰ হয়, খেতি নদন-বদন হয়। সেয়েহে দেৰগাঁও অঞ্চলতো জেঠ, আহাৰ মাহত গাঁৱৰ ডেকা-বুঢ়া, ল'ৰা-ছোৱালী মিলি 'বৰসবাহ' পাতি লখিমীক আদৰণি জনায়। এই অনুষ্ঠানত কোনো অঞ্চলত হীৰা নাম, দিহা নামো পৰিবেশন কৰে।

লখিমী আদৰা সবাহৰ দৰে লখিমী আদৰা অনুষ্ঠানৰো দেৰগাঁৱত প্ৰচলন আছে। লোক পৰম্পৰা অনুসৰি আঘোণ-পুহ মাহত পথাৰত ধান দাই শেষ হ'লে ঘৰৰ গৃহস্থই এগছি বন্তি আৰু এযোৰ তামোল-পাণ আগ বঢ়াই ধানৰ তিনিটা গোছাত সোঁহাতেৰে ধৰি বাওঁহাতেৰে তিনি গোছা ধানৰ ঠোক কাটি বান্ধি আগলি কলপাত এখনৰ ওপৰত থৈ ফুলাম গামোচা এখনেৰে মূৰৰ ওপৰত তুলি মুখেৰে মাতবোল নকৰি পিছলৈ ঘূৰি নোচোৱাকৈ ঘৰৰ ভঁৰালৰ আগত অথবা ঘৰৰ চালত তুলি থয়। পিছত সেই ধানখিনিকে লক্ষ্মী হিচাপে জ্ঞান কৰি দিন-বাৰ চাই অনুষ্ঠান পাতি মাহ-প্ৰসাদ আগ বঢ়াই ভঁৰালত সুমায়। **লখিমী আদৰা** গীতবোৰ এনেধৰণৰ —

উদুলি মুদুলি লক্ষ্মী আইৰ পদূলি
ভাগি যায় মদাৰৰ পুলি এ,
আজি ভালে বাৰে লক্ষ্মী আইক আনোঁগৈ
কপিলী কান্ধতে তুলি এ।
পথাৰৰ লখিমী ধান হৰি হৰি
পথাৰৰ সোণ বৰণীয়া ধান।
লক্ষ্মীকে যেতিয়া লখিমী আই বুলিবা
লখিমীহে ৰাখিব মান।

বহুত দিন ধৰি বতৰ খৰাং হৈ থাকিলে শস্যৰ পথাৰ চিৰালফটা দিলে, বৰষুণ নহ'লে ভেঁকুলী বিয়া পাতিলে বৰষুণ হয় বুলি অতি প্ৰাচীন কালৰ পৰাই মানুহে বিশ্বাস কৰি আহিছে। লোক **বিশ্বাস**ৰ ভিত্তিতে খৰাং বতৰৰ পৰা পৰিত্ৰাণ পাবৰ কাৰণে **ভেঁকুলী-বিয়া** পাতে। দেৰগাঁও অঞ্চলৰো ভিন ভিন ঠাইত ভেঁকুলী-বিয়া পাতে। সাধাৰণ বিয়াৰ নিচিনাকৈ এই বিয়াতো মহিলাসকলে বিয়ানাম গায়। বিয়ানামবিলাক অলপ ধেমেলিয়া ধৰণৰ। বিয়ানামবোৰত বৰুণ দেৱতাৰ নাম উল্লেখ থাকে। ভেঁকুলী-বিয়াত গোৱা বিয়া নামবোৰ এনেধৰণৰ—

ৰাম ৰাম ভেঁকুলীৰ বিয়ালৈ
ৰাম ৰাম আহে ইন্দ্ৰদেৱে
ৰাম ৰাম বতাহ বৰষুণত তিতিহে।
ৰাম ৰাম স্বৰ্গৰ অপেশ্বৰী
ৰাম ৰাম নামি আহিছে
ৰাম ৰাম ভেঁকুলীৰ বিয়া শুনিহে।
ৰাম ৰাম খহুলী ভেঁকুলীৰ
ৰাম ৰাম বিয়াখন পাতিছে
ৰাম ৰাম ৰাইজে বেৰি বেৰি চাইহে।

অতি প্ৰাচীন কালৰ পৰাই বৃহত্তৰ দেৰগাঁও অঞ্চলত **দেহ- বিচাৰ** গীতৰ চৰ্চা হৈ আহিছে। মানুহৰ শৰীৰ অৰ্থাৎ দেহতত্ত্বক লৈ বিভিন্ন সময়ত বিভিন্ন গীত-পদ ৰচিত হৈ আহিছে। মানুহৰ দেহ আৰু সংসাৰ সম্পৰ্কীয় বহুতো তত্ত্বগধুৰ কথা সোমাই আছে কাৰণে এই শ্ৰেণী গীতক দেহ-বিচাৰৰ গীত বুলি কোৱা হয়। এই গীত পৰিবেশন কৰোঁতে টোকাৰীক বাদ্যযন্ত্ৰ হিচাপে ব্যৱহাৰ কৰাৰ কাৰণে ইয়াক টোকাৰী গীতো বোলা হয়। সংসাৰখন এখন মায়াৰ জগত। মানুহৰ





নদিচৈ-দৰিয়া

দেহৰ ভিতৰতে গোটেই বিশ্বব্ৰহ্মাণ্ড আছে। জীৱনৰ কোনো ভাৰসা নাই, ই অনিত্য। শৰীৰটো এখন টলং-ভটং নাওৰ নিচিনা, মানুহৰ দেহটো এটা সাঁজা, মাত্ৰ হৰি নামেইহে একমাত্ৰ গতি — এনেবোৰ তত্ত্বগধুৰ কথা দেহবিচাৰৰ গীতত সন্নিবিষ্ট আছে। গীতবোৰ এনেধৰণৰ —

ভজ মন ভাই চিন্ত মন ভাই
এই হেন সুন্দৰ দেহা কোন দিনা যায়,
বিচাৰি নাপায়।

এ প্ৰাণ গোপাল পাতিলি মায়াৰে খেলা
ঘৰগুটি সাজ মনাই খাব জীৱৰ আশে,
সিও ঘৰ ভঙা গ'ল ধুমুহা বতাহে।।
... ... ... ...
ন খান দুৱাৰতে ন জন দুৱৰী।
তাৰে মাজে বহি আছে পূৰ্ণানন্দ হৰি।।
... ... ... ...
সৰু কালৰ পৰা ঘৰ সাজি ভাঙি
শিৰৰো পকালোঁ চুলি।
অন্তিম বেলিকা বাজত উলিয়ায়
ঘৰ চুৰা যাব বুলি।

বাৰীৰে কোণতে জাতিবাঁহ এজুপি
সিয়েসে সোদৰৰ ভাই,
জীয়াই থাকোঁতে কৰোঁ খুঁটা কামি
মৰিলে লগতে যায়।

এনেধৰণৰ বহুতো দেহবিচাৰৰ গীত আছে। এই গীত-পদবোৰ দেৰগাঁও অঞ্চলত অতি জনপ্ৰিয়। কাৰণ বৃহত্তৰ দেৰগাঁও অঞ্চলৰ কেইবাগৰাকীও দেহবিচাৰ গীতৰ শিল্পীয়ে এই গীত পৰিবেশন কৰি সুনাম অৰ্জন কৰিছে। দেৰগাঁৱৰ বৰুৱাবামুণ গাঁৱৰ গিৰীশ মহন্ত, তেখেতৰ পত্নী মীৰা মহন্ত আৰু তেখেতসকলৰ সংগীবৃন্দই ১৯৭৬ চনৰ পৰাই দেহবিচাৰৰ গীত পৰিবেশন কৰি ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰ নিয়মীয়া শিল্পী হিচাপে স্বীকৃতি লাভ কৰি আহিছে। দূৰদৰ্শন কেন্দ্ৰতো দেহবিচাৰ গীত পৰিবেশন কৰি অসমৰ লোক-সংগীতৰ জগতখনত নিজৰ স্থিতি যুগমীয়া কৰিছে। তেখেতে নিজাববীয়াকৈ ভক্তিমূলক গীত আৰু দেহবিচাৰৰ গীতৰ 'সুপ্ৰভাত' আৰু 'নূপুৰ' নামৰ দুটা কেছেটত কণ্ঠদান কৰি দেহবিচাৰৰ গীতক এক সুকীয়া মৰ্যাদা দিছে। আন এজন দেহ বিচাৰ গীতৰ শিল্পী প্ৰয়াত প্ৰবীণ বৰঠাকুৰে ১৯৭৭ চনৰ পৰাই ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰত দেহবিচাৰৰ গীত পৰিবেশন কৰি নিয়মীয়া শিল্পী হিচাপে প্ৰতিষ্ঠা লাভ কৰিছিল। তেওঁ 'ভজ গোবিন্দ' আৰু 'বহে ব্ৰহ্মাণ্ডক ভেদি' আদি কেইবাটাও ভক্তিমূলক আৰু দেহবিচাৰৰ গীতৰ কেছেটত কণ্ঠদান কৰি লোকগীতৰ শিল্পী হিচাপে নিজৰ নাম প্ৰতিষ্ঠা কৰি গ'ল। দেৰগাঁৱৰ আন এজন সুপ্ৰতিষ্ঠিত দেহবিচাৰ গীতৰ শিল্পী হ'ল বীৰেন্দ্ৰনাথ বৰা। বীৰেন্দ্ৰনাথ বৰা আৰু তেখেতৰ সংগীবৃন্দই বিভিন্ন ঠাইত দেহবিচাৰ গীত পৰিৱেশন কৰি বিশেষ জনপ্ৰিয়তা লাভ কৰিছে। তেখেত অনাতাঁৰ কেন্দ্ৰৰ প্ৰতিষ্ঠিত দেহ বিচাৰ গীতৰ শিল্পী। জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদৰ লগত যুটীয়াভাৱে এওঁ ভক্তিমূলক গীতৰ এটা কেছেট আৰু এখন ৰেকৰ্ডো উলিয়াইছিল। এইসকল জনপ্ৰিয় লোক শিল্পীয়েই এই ধাৰাৰ লোকগীতক অধিক জনপ্ৰিয় কৰি নতুন এচাম গায়কৰ সৃষ্টি কৰিছে।

দেৰগাঁও অঞ্চলত প্ৰচলিত আন এবিধ লোকগীত পদ হ'ল সুৰীয়া **জিকিৰ** আৰু **জাৰী**। প্ৰকৃতপক্ষে জিকিৰ আৰু জাৰী গীত চৰ্চাৰ পীঠস্থান আছিল দেৰগাঁৱৰ নাহৰণি অঞ্চল। ইয়াতেই বাস কৰিছিল জিকিৰ গীতৰ প্ৰখ্যাত গায়ক আৰু গুৰি ধৰোঁতা গাম ফকীৰ নামে জনাজাত মৰহুম (স্বৰ্গীয়) পিয়াৰুদ্দিন আহমেদ। এইজন জিকিৰ গায়ক ৰেকিবুদ্দিন আহমেদৰ গুৰু আছিল। আন এটা গুৰুত্বপূৰ্ণ কথা হ'ল নাহৰণিকে ধৰি উজনি অসমৰ বিভিন্ন ঠাইত চৰ্চিত মুখে মুখে প্ৰচলিত জিকিৰ গীতবিলাক সংগ্ৰহ কৰিছিল আৰু সম্পাদনা কৰিছিল সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকে। 'জিকিৰ আৰু জাৰী' গীত নামৰ এই গ্ৰন্থখন প্ৰকাশ কৰিছিল গুৱাহাটী বিশ্ববিদ্যালয়ে। গতিকে নাহৰণিৰ চৈয়দ আব্দুল মালিকে জিকিৰ আৰু জাৰী গীত উদ্ধাৰ কৰিলে। দেৰগাঁৱৰ বালিবাটৰ প্ৰয়াত ৰেকিবুদ্দিন আহমেদে অসমৰ বিভিন্ন লোক সংগীতৰ পৰা সুৰ আনি জিকিৰ-জাৰীৰ লগত সংযোগ ঘটাই জিকিৰ আৰু জাৰী গীতসমূহ অসমৰ জনগণৰ হিয়াৰ মাজলৈ লৈ গ'ল।

জিকিৰ গীতসমূহে ঐক্য আৰু সম্প্ৰীতিৰ বাহকৰূপে সমগ্ৰ অসমতে প্ৰতিষ্ঠা লাভ কৰি আহিছে। জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদ, সহঃ শিল্পী কুতুবুদ্দিন আহমেদ আৰু নেকিবুৰ ৰহমানে জিকিৰ আৰু জাৰী গীতসমূহ মঞ্চত, অনাতাঁৰ কেন্দ্ৰত পৰিবেশন কৰি এই গীতসমূহক জনপ্ৰিয়তাৰ উচ্চ শিখৰলৈ লৈ গ'ল। দুখৰ বিষয় ৰেকিবুদ্দিন আহমেদ, তেখেতৰ পত্নী খালেদা বেগম আৰু তেখেতৰ সহঃশিল্পীসকলৰ ২০০১ চনৰ ১৪ জানুৱাৰীত এটা পথ দুৰ্ঘটনাত অকাল মৃত্যু ঘটিল।

'মোৰ মনত ভেদ ভাব নাই অ' আল্লা
মোৰ মনত ভিন পৰ নাই অ' আল্লা
হিন্দু কি মুছলমান
একে আল্লাৰ ফৰমান
মোৰ মনত একেটি ভাব।'

হিন্দুৰে বিলালে, হয় চাহেব হয়
মাহে পৰসাদে, হয় চাহেব হয়



মুছলমানে বিলালে ৰুটি, আল্লা ৰহমৰ গিৰিহঁত
তুমি আল্লা চাহেব ঐ
যদি কৰা দৰীয়াৰ পাৰ।

ঘোষা —
মোমিম হে দোস্তি ৰাখা
আল্লাহে পৰম ধন।
অ' এ ভাইৰে নামহে পৰম ধন।
মোমিনে মোমিনে দোস্তি ৰাখিলে
পাৰৰ মচি গ'লে ধূলি।
কাৰে দোস্তি কৰিলা মনাই ঐ
অকলে মৰিবা কান্দি।।

জিকিৰ গীতসমূহ সাধাৰণতে টোকাৰী আৰু দোতোৰা, বাদ্যযন্ত্ৰ হিচাপে লৈ হাত চাপৰি বজাই শিল্পীসকলে পৰিবেশন কৰিছিল। এই গীত বহি লৈ গাইছিল। জাৰী গীতবোৰ হুঁচৰিৰ নিচিনাকৈ বৃত্তাকাৰে থিয় হৈ গীতৰ তালে তালে পদচালনা কৰি গাইছিল। এই গীতবোৰৰ জনপ্ৰিয় আকৰ্ষণ আছে। জাৰী গীতবোৰ কাৰবালাৰ কাহিনীৰ অৱলম্বনতে ৰচনা কৰা। গীতবোৰ এনেধৰণৰ —

কিনো বাবাৰ কিনো হাল
চম্পাফুল যেন দুই গাল,
লহুত মিহলি হ'ল হায়, হায়ৰে।
ঘোষা — চেনেহৰ চৈয়দ, যুঁজৰ ছহিদ
হায়ৰে হায়ৰে হায়।
হাচেন হুছেন দুভাই
কান্দিছে বিনাই,
আৰছত লাগিল গোলমাল।
হাচেনে পিন্ধিব
পাগবৰ জামা
হুচেনে পিন্ধিব লাল।

জিকিৰ আৰু জাৰী গীতৰ চৰ্চা কেৱল মুছলমান ল'ৰা-ছোৱালীয়েই নকৰে, হিন্দু ল'ৰা-ছোৱালীয়েও সমান আগ্ৰহেৰেই চৰ্চা আৰু মঞ্চত পৰিবেশন কৰা দেখা যায়। আজিকালি দেৰগাঁও অঞ্চলৰ বিভিন্ন শিক্ষানুষ্ঠান আৰু সাংস্কৃতিক অনুষ্ঠানবিলাকত জিকিৰ পৰিবেশন কৰা দেখা যায়। দেৰগাঁও অঞ্চলৰ বিভিন্ন ঠাইত এই গীতৰ প্ৰতিযোগিতাও হোৱা দেখা যায়। বৃহত্তৰ দেৰগাঁও অঞ্চলত জিকিৰ চৰ্চাৰ এটা পৰিবেশ সৃষ্টি কৰাৰ মূলতে আছিল জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদৰ দৰদী কণ্ঠ, সহঃ শিল্পী কুতুবুদ্দিন আহমেদ আৰু নেকিবুৰ ৰহমানৰ জিকিৰক সমগ্ৰ অসমত জনপ্ৰিয় কৰাৰ নিৰলস প্ৰচেষ্টা।

এসময়ত বৃহত্তৰ দেৰগাঁও অঞ্চলত **ফুলকোঁৱৰৰ গীত, মণিকোঁৱৰৰ গীত, মণিৰাম দেৱানৰ গীত, কমলা কুঁৱৰীৰ গীতবো**ৰ চৰ্চা হৈছিল। প্ৰয়াত জিকিৰ শিল্পী ৰেকিবুদ্দিন আহমেদৰ পিতৃ তমিজুদ্দিন আহমেদে ফুল কোঁৱৰ, মণি কোঁৱৰৰ গীত গাইছিল বুলি শুনা যায়। আকৌ নাহৰণিৰ মহিবুদ্দিন আহমেদে (চৈয়দ আব্দুল মালিকৰ ঘৰৰ সমীপত) মণিৰাম দেৱানৰ গীত (মালিতা) টোকাৰী বজাই সুন্দৰকৈ গাইছিল। পিছলৈ ৰেকিবুদ্দিন আহমেদে ফুলকোঁৱৰ, মণিকোঁৱৰৰ গীত, কমলা কুঁৱৰীৰ গীত মঞ্চত পৰিবেশন কৰিছিল। এই কেইবিধ গীত জিকিৰ ওজা ৰেকিবুদ্দিন আহমেদৰ বাহিৰে আন কোনো শিল্পীয়েই মঞ্চত পৰিবেশন কৰা নাছিল যেন অনুভৱ হয়।

অতীজতে দেৰগাঁৱৰ নেঘেৰিটিং শিৱদ'লত প্ৰচলিত নটী নাচৰ লগতে কিছুমান গীত-পদ পৰিবেশিত হৈছিল। কিন্তু ক্ৰমান্বয়ে সেই গীত-পদবোৰ লোপ পাই আহিবলৈ ধৰিলে। এতিয়া সেইবোৰ গীত-পদ বিচাৰি পাবলৈ নাই।

দেৰগাঁও আৰু ইয়াৰ আশে-পাশে থকা ঢুলীয়া শিল্পীসকলৰ অতি মধুৰ সুশ্ৰাব্য 'ছয়আঁৰা হাত' (একুৰি চাৰিখন) হাতৰ মালিতাবোৰ সুদীৰ্ঘকাল ধৰি চৰ্চিত হৈ আহিছে। বৃহত্তৰ দেৰগাঁও অঞ্চলৰ মোলাই ওজা, ভৰাম ওজা, লীলাই ওজা, মইনা ওজা আদি প্ৰখ্যাত ঢুলীয়া ওজাসকলে ঢুলীয়া হাতৰ মালিতা সুন্দৰকৈ পৰিবেশন কৰিছিল বুলি শুনা যায়। বৰ্তমান দেৰগাঁৱৰ মিছামৰা অঞ্চলৰ জনপ্ৰিয় শিল্পী দণ্ডধৰ বৰুৱাই ঢোলবাদ্য আৰু ঢুলীয়া হাতৰ মালিতাসমূহ চৰ্চাৰ ক্ষেত্ৰত আগ ভাগ লৈ আহিছে। উল্লেখযোগ্য যে, শ্ৰীবৰুৱাই বিখ্যাত ব্যক্তি আৰু কিছুমান বিষয়ক লৈ কিছুসংখ্যক **ঢোলৰ মালিতা** নিজেই ৰচনা কৰিছে আৰু সভাই-সমিতিয়ে পৰিবেশন কৰিছে।

বৰ্তমান দেৰগাঁও অঞ্চলত পুৰুষ-মহিলা উভয়ৰে মাজত যথেষ্ট জনপ্ৰিয় লৌকিক গীত-পদযুক্ত নাম হ'ল **নাগেৰা নাম**। বৈষ্ণৱ সমাজত, নামঘৰ বা অন্যান্য অনুষ্ঠানত নাগেৰা নাম সুন্দৰকৈ পৰিবেশিত হয়। মহিলাসকলে আজিকালি এই নাগেৰা নাম সুন্দৰকৈ পৰিবেশন কৰে। মহিলাসকলে নাগেৰা নামৰ প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি যথেষ্ট পাৰদৰ্শিতা দেখুৱাই আহিছে। নাগেৰা নামত কীৰ্তনৰ পদ ব্যৱহাৰ কৰিলেও ইয়াত কিছুমান লৌকিক গীত-পদ গোৱা হয়।

সৰু সৰু ল'ৰা-ছোৱালীক শুৱাবৰ কাৰণে, কান্দিলে নিচুকাবৰ কাৰণে কিছুমান গীত গোৱা হয়। শিশুৱে সহজতে চিনি পোৱা জোন, বেলি, তৰা, আকাশ, শিয়াল, ফুল আদি বস্তুক লৈয়ে গীত ৰচনা কৰি মন শাঁত পৰি যোৱাকৈ সুললিত সুৰত গাই নাৰীসকলে শিশুৰ মনত বিমল আনন্দ দিয়ে। সমগ্ৰ অসমতে শিশু ওমলোৱা এই **নিচুকনি গীত**বোৰৰ প্ৰচলন আছে। দেৰগাঁও অঞ্চলতো প্ৰায়বোৰ মহিলাই অতি কোমল সুৰেৰে নিচুকনি গীত গাই শিশুক ওমলায়।

আমাৰে মইনা শুব এ
বাৰীতে বগৰী ৰুব এ





বাৰীতে বগৰী পকি সৰি যাব
আমাৰে মইনাই বুটলি খাব।

জোনবাই এ বেজি এটা দিয়া
বেজিনো কেলেই?
মোনা সিঁবলৈ।

শিয়ালী এ নাহিবি ৰাতি,
তোৰে কাণ কাটি লগামে বাতি,
কাণকাটীৰ মূৰতে মৌৰা ফুল
কাণকাটী পালেগৈ ৰতনপুৰ।

নিচুকনি গীতবোৰৰ ৰচনা অতি অনুপম। কণ কণ শিশুহঁতে কান্দিলে সিহঁতক শান্ত কৰাটো বৰ জটিল কাম। কিন্তু নিচুকনি গীতৰ সুমধুৰ সুৰে শিশুক সহজেই শান্ত কৰে আৰু টোপনিত লালকাল যায়। অৱশ্যে আজিকালি দেৰগাঁৱতেই নহয় অন্যান্য ঠাইতো পুৰণি দিনৰ সেই সুমধুৰ নিচুকণি গীতবোৰ আধুনিক বোৱাৰীয়ে বা আইতাকসকলে গাই নিজৰ শিশু বা নাতিক ওমলোৱাৰ দৃশ্য অতি বিৰল।

সামৰণিত এই কথা নক'লেও হ'ব যে দেৰগাঁও উজনি অসমৰ ঐতিহাসিকভাৱে প্ৰসিদ্ধ এখন ঐতিহ্যপূৰ্ণ ঠাই। বৃহত্তৰ দেৰগাঁৱতে লাগি থকা আন দুটি বিশিষ্ট জনগোষ্ঠী হ'ল মিচিং আৰু চাহ জনগোষ্ঠী। মিচিংসকলৰ ঐনিতমৰ সুৰ দেৰগাঁৱৰ আশে-পাশে যুগ যুগ ধৰি শুনি অহা হৈছে। আৰু ঠিক সেইদৰেই দেৰগাঁৱৰ আষে-পাশে থকা নেঘেৰিটিং, ৰঙামাটি আদি বাগিচাত প্ৰচলিত ঝুমুৰ গীতৰ ছন্দ আৰু সুৰে এই অঞ্চলৰ মানুহক চিৰদিনেই পৰিতৃপ্ত কৰি আহিছে। এই অঞ্চলৰ চৌদিশে সিঁচৰতি হৈ আছে উজনি অসমৰ প্ৰায়বোৰ গীত-মাতৰ সুৰ। সেই গীত আৰু সুৰবিলাকে অসমৰ লগতে এই বৃহত্তৰ অঞ্চলটিকো সাংস্কৃতিক বৈশিষ্ট্য সদায়েই পৰিচিত কৰাই আহিছে। ❑

---

**সহায়ক গ্ৰন্থ ঃ**

অসমীয়া লোক সাহিত্যৰ ৰূপৰেখা — ড° লীলা গগৈ।
অসমীয়া লোক সাহিত্য — সম্পাদক ঃ প্ৰহ্লাদ কুমাৰ বৰুৱা।
অসমীয়া সাহিত্যত দৃষ্টিপাত — ড° হেমন্ত কুমাৰ শৰ্মা।

# দেৰগাঁৱৰ জিকিৰ-জাৰী চৰ্চা

**ৰাজিদুৰ ৰহমান**

"ভিন ভিন ধৰ্ম আৰু সংস্কৃতিৰ লগত চিনাকি হ'লেহে সাম্প্ৰদায়িক ঐক্য আৰু মিলনৰ সেতু বন্ধাটো সম্ভৱপৰ হয়। অজ্ঞতাই অসূয়াৰ ঘাই কাৰণ, সংকীৰ্ণ দৃষ্টিভংগীৰ পৰা চালে এই মহান সত্য উপলব্ধি কৰিব নোৱাৰি। ভাবৰ আদান-প্ৰদানে জ্ঞানৰ আৰু মিলনৰ পথ প্ৰশস্ত কৰে। এই মহৎ উদ্দেশ্য আগত ৰাখি যি সকলে মাতৃভাষা আৰু মাতৃভূমিৰ সেৱা-ব্ৰতত ব্ৰতী হয় তেওঁলোক সদৌ জাতিৰ চিৰবৰেণ্য।"

— পদ্মধৰ চলিহা

চল্লিশৰ দশকত চাকৰিসূত্ৰে অসমৰ বিভিন্ন ঠাইত ঘূৰি-ফুৰা আৰু অসমীয়া জিকিৰ-জাৰীৰ গুৰুত্ব উপলব্ধি কৰি তাৰে কিছু সংখ্যক উদ্ধাৰ কৰি পোনপ্ৰথমবাৰলৈ লিখিত ৰূপ দিয়া শিৱসাগৰৰ মুহিবুল হুছেইনৰ 'হজৰত আজান পীৰ' নামৰ পুথিখনৰ 'চিনাকি'ত ১৯৫৪ চনত সাহিত্যিক পদ্মধৰ চলিহাই যি বক্তব্য প্ৰকাশ কৰিছিল সেয়া সকলো সংমিশ্ৰিত জাতিসত্তাৰ বাবেহে তাৎপযপূৰ্ণ। সৌভাগ্যৰ বিষয় যে বৃহত্তৰ অসমীয়া জাতি গঠনত এনে মহৎ উপলব্ধিৰে অনেক সংস্কৃতিবান ব্যক্তিত্বই আমাৰ বাবে অনবদ্য বৰঙণি আগ বঢ়াই গৈছে। কিন্তু সময়ে যেতিয়া এনে এটা প্ৰশ্নৰ উদ্ৰেকেই কৰা নাছিল অথবা কোনো কাৰণতে এনে উপলব্ধি মনলৈ অহাৰ প্ৰশ্নই উঠা নাছিল তেতিয়াও যিসকলে অতি দূৰদৰ্শিতাৰে মহৎ কাৰ্য সমাধা কৰি জাতিৰ শক্তিশালী বৰভেটি বান্ধিলে তেওঁলোকৰ অন্যতম আছিল মহাপুৰুষ শংকৰদেৱ আৰু জিকিৰ-জাৰীৰ স্ৰষ্টা আধ্যাত্মিক শক্তিৰে বলিয়ান আজান ফকীৰ। এই দৃষ্টান্তৰে আমি দুয়োগৰাকীৰ মাজত তুলনা আনিব খোজা নাই। মাথোঁ সময়তকৈ আগ বাঢ়ি ভাষা-সংস্কৃতিৰক্ষেত্ৰত দুয়োজনাই আগ বঢ়োৱা মহৎ বৰঙণি কিদৰে অমূল্য সম্পদ হৈ উঠিল তাৰহে মাত্ৰ উমান ল'ব খুজিছোঁ।

যি কি নহওক ১৪০৫ হিজৰী অথবা ১৬৩৫-৩৭ খ্ৰীষ্টাব্দত হজৰত আজান পীৰ ওৰফে মইনুদ্দিন ওৰফে শ্বাহ মীৰান ওৰফে শ্বাহ মিলনে শিৱসাগৰৰ স'ৰাগুৰি চাপৰিত ৰজাই বন্ধাই দিয়া মঠত ছকুৰি ভকতৰে বহি জিকিৰ লিখা কাম সমাধা কৰিলে বুলি নিজে কৈ গৈছে।

"দহশ দুকুৰি নবীচন হিজিৰী আৰু পাঁচ বছৰ যায়,
চাহ মিলনে এই জিকিৰ কৰিলে কোৰাণ কিতাপত পায়"।

আত্ম পৰিচয় গোপন কৰি ৰাখিছিল যদিও আজানপীৰ সম্পৰ্কে তেখেতে ৰচনা কৰা জিকিৰৰ পৰাই যথেষ্ট আভাস পাব পাৰি। কিম্বদন্তি আৰু প্ৰচলিত বিশ্বাসৰ পৰাও কিছু তথ্য পোৱা যায়। ১০৪৫ হিজৰীৰ আগতে অসমলৈ আহি তেওঁ অসমীয়া ভাষা চৰ্চা কৰি উৰ্দু, পাৰ্চী শব্দৰ সমাহাৰ ঘটাই সাধাৰণ লোকে বুজি পোৱা নিৰহ-নিপানী অসমীয়া ভাষাত জিকিৰ ৰচনা কৰিছিল। কিন্তু পঢ়িব নজনা আজানে নিশ্চয় এই জিকিৰসমূহ



তেখেতৰ ভকতসকলৰ মনত খোদিত হোৱাকৈ নিজে সুৰদি সুৰীয়া মাতেৰে পৰিৱেশন কৰিবলৈ সক্ষম নোহোৱা হ'লে এই জিকিৰসমূহ সৃষ্টিৰ তিনিশ বছৰৰ পাছতো মানুহৰ কণ্ঠত থিতাপি লৈ থাকিব নোৱাৰিলেহেঁতেন। সেই দিশৰ পৰা এই পীৰ বা ফকীৰজনক এজন সুধাকণ্ঠৰ সংগীতজ্ঞৰ সৈতেও তুলনা কৰিব পৰাৰ স্থল আছে। দুগৰাকী পত্নী (বিবি ছিদ্দিকা এগৰাকীৰ নাম, আনগৰাকীৰ নাম জনা নাযায়), তিনিজন পুত্ৰ সন্তান আৰু এগৰাকী জীয়ৰীৰে ইছলামৰ নীতিৰ আধাৰত সম্পূৰ্ণ গৃহস্থী হৈও আজান পীৰে সাধকৰূপে নিজৰ মাহাত্ম্য প্ৰতিষ্ঠা কৰিব পাৰিছিল। কোৰাণ অনুসৰি সহজ-সৰল উপায়েৰে শংকৰদেৱৰ আৰ্হিত জিকিৰ-জাৰীৰ 'কলিমা নামাজ'ৰ প্ৰচাৰত আত্মনিয়োগ কৰিছিল। ইতিহাসত এই পীৰজনৰ আগতে অন্য কোনো সাধক বা ধৰ্ম প্ৰচাৰকৰ নাম অসমত ইছলাম প্ৰচাৰৰ ক্ষেত্ৰত উল্লেখ থকা পোৱা নাযায়। আনহাতে কোনো কোনোৱে তেওঁক এজন চুফী সাধক হিচাপে চিহ্নিত কৰিব খুজিলেও ধৰ্মাচাৰ, প্ৰচাৰ তথা সাংসাৰিক লিপ্ততাৰ দিশৰ পৰা তেওঁক 'ফকীৰ' বুলি কোৱাটোও অযুগুত হৈ পৰে।

হিন্দু-মুছলমান, কোৰাণ-পুৰাণ, কলিমা-নাম আদিৰ মাজত থকা সংহতি তথা যথাৰ্থতা আজিৰ সমাজৰ মানুহক যুগদ্ৰষ্টা আজান ফকীৰৰ দৃষ্টিৰে সুৰেৰে সজাই, কিতাপত বন্ধাই জনাবলৈ কুৰি শতিকাত তাৎপৰ্যপূৰ্ণভাৱে নানান সীমাবদ্ধতাৰ মাজতো গোলাঘাট জিলাৰ দেৰগাঁও অঞ্চলৰ কেইবাজনো স্বনামধন্য ব্যক্তিয়ে অনবদ্য বৰঙণি আগ বঢ়ালে। এইক্ষেত্ৰত আমি নাহৰণি বাতিপৰীয়া অঞ্চলৰ জিকিৰৰ ওজা নামে খ্যাত 'গাম ফকীৰ' ওৰফে মৰহুম পিয়াৰুদ্দিনৰ নাম প্ৰথমেই ল'ব লাগিব। যিজন লোকে অসংখ্য জিকিৰ-জাৰী কণ্ঠস্থ কৰি ৰখাৰ উপৰি গাঁৱলীয়া সমাজত বিয়া-বাৰু আদি সামাজিক অনুষ্ঠানত জাঁত লগাই হাত চাপৰি বাই নাচি নাচি গোৱাৰ ৰীতি প্ৰচলন কৰাত আগভাগ লৈছিল। এইজন ব্যক্তিকে জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদেও গুৰু বুলি মানিছিল আৰু যথেষ্ঠ সংখ্যক জিকিৰ-জাৰী তেখেতৰ পৰা পাছত সংগ্ৰহ কৰিছিল। অৱশ্যে গাম ফকীৰৰ সময়তে মকবুল হুছেইন, আশ্ৰুফ আলী, চেমিৰতদ্দিন, আলিমতদ্দিন, চতাই বুঢ়া আদিয়েই জিকিৰ জনসমাজত জনপ্ৰিয় কৰাত বিশেষ ভূমিকা লৈছিল। বৰ্তমানেও বদৰতদ্দিন আহমেদ আলী, আমিৰ হুছেইন, হবিবুৰ ৰহমান, মেৰাচুদ্দিন আদি অনেক ব্যক্তিয়ে জিকিৰ-জাৰীৰ চৰ্চাৰ ক্ষেত্ৰত যি আশাসুধীয়া প্ৰচেষ্টা চলাই আছে সি নিশ্চয় শলাগিবলগীয়া। পদ্মশ্ৰী, সাহিত্যাচাৰ্য, নাহৰণিৰ সুযোগ্য সন্তান চৈয়দ আব্দুল মালিকে জিকিৰ-জাৰী সম্পৰ্কে অধ্যয়ন কৰি সমগ্ৰ অসম ভ্ৰমণ কৰি জিকিৰ সংগ্ৰহতো মনোনিৱেশ কৰিছিল আৰু তেখেতৰ গৱেষণা-পত্ৰ অসমীয়া জিকিৰ আৰু জাৰী (১৯৫৮), আজান ফকীৰ আৰু সুৰীয়া জিকিৰ (১৯৮৮), অসমীয়া জিকিৰ-জাৰী সাৰ (১৯৯০), 'জীৱৰ সাৰথি নাম' প্ৰকাশ কৰে।

হেৰাই যাব খোজা জিকিৰসমূহত সুৰ সঞ্চাৰ কৰি দেৰগাঁও বালিবাটৰ সুসন্তান, শিক্ষাবিদ, জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদে ইয়াক শদিয়াৰ পৰা ধুবুৰীলৈ সঁচা অৰ্থত জনপ্ৰিয় কৰি তুলিবলৈ সক্ষম হয়। সত্তৰৰ দশকৰ পৰা নব্বৈৰ দশকৰ শেষলৈকে জীৱন কালত ৰেকিবুদ্দিন চাহাবে নিজৰ সুৰদী কণ্ঠৰে জিকিৰক অসমীয়া সংগীত-সংস্কৃতিৰ এক সন্মানজনক স্থানত প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হোৱাই নহয় লগতে জিকিৰৰ মাধ্যমেৰে সামাজিক তথা ধৰ্মীয় সংহতি-সম্প্ৰীতি ৰচনাতো মুখ্য ভূমিকা গ্ৰহণ কৰিলে। গজল, কাৱালী, মাৰ্চিয়া গীত, বাউল গীত যেনেকৈ দেশৰ অন্য প্ৰান্তৰ কিছু সংখ্যক মুছলমানৰ সাংস্কৃতিক পৰিচয়স্বৰূপ, একেধৰণেৰে আজি অসমীয়া মুছলমানৰ সাংস্কৃতিক পৰিচয়স্বৰূপ হৈছে জিকিৰ-জাৰী। স্বকীয় পৰম্পৰা শৈলীৰে প্ৰতিষ্ঠাপিত এনে জিকিৰ-জাৰী গীতৰ চৰ্চা অন্য কোনো প্ৰান্ততে নাই। সেয়েহে অসমীয়া মুছলমানৰ হিয়াৰ আমঠু এই জিকিৰ-জাৰীসমূহৰ সংৰক্ষণ, প্ৰচলন, চৰ্চা কৰাত যিসকলে গুৰি ধৰিলে তেখেতসকলক ইতিহাসে মনত ৰাখিবই লাগিব।

'জিকিৰ সম্ৰাট'ৰূপে স্বীকৃত ৰেকিবুদ্দিন আহমেদে নিজ প্ৰতিভাৰ গুণেৰে ধৰ্মীয় সংকীৰ্ণতাৰ পৰা আঁতৰত থাকি সুকণ্ঠেৰে জিকিৰ পৰিৱেশন নকৰা হ'লে অৱশ্যে দেৰগঞা বা অন্য আজান ফকীৰৰ উত্তসূৰীসকলে আগ বঢ়োৱা অৱদান যিমানেই গুৰুত্বপূৰ্ণ নহওক লাগিলে — সেইসমূহে জিকিৰক অসমীয়া সংস্কৃতিৰ এবিধ মূল্যবান সম্পদৰূপে প্ৰতিষ্ঠা কৰিব নোৱাৰিলেহেঁতেন। যিহেতু সোতৰ শতিকাৰ পৰা কুৰি শতিকা পৰ্যন্ত যি দুটা গুণৰ বাবে জিকিৰ-জাৰীসমূহ মুখে মুখে বৰ্তি থাকিল সেই দুটা গুণেই হৈছে ইয়াৰ সাংগীতিক মাধুৰ্য আৰু আধ্যাত্মিক তত্ত্বৰ সৰলতা। কিন্তু সময়ৰ কাল গ্ৰাসত হয়তো আজান ফকীৰৰ ৰচিত আঠকুৰি জিকিৰৰ সৰহভাগেই হেৰাই যোৱাৰ দৰে বাকীবিলাকো বিস্মৃতিৰ গৰ্ভত হেৰাই গ'লহেঁতেন। তাকে হোৱাৰ পৰা মুহিবুল হুছেইন, চৈয়দ আব্দুল মালিক আৰু ৰেকিবুদ্দিন আহমেদে ৰক্ষা কৰি মহৎ কাৰ্য সমাধা কৰিলে।

১৯৫৮ চনত সুৰীয়া কণ্ঠৰ জিকিৰ গায়কজনৰ প্ৰতিভাৰ উমান পাই সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকে অসমৰ এই স্বকীয় লোক সংগীতৰ ধাৰা জিকিৰ-জাৰীৰ সংগৃহীত ৰূপ তেওঁৰ হাতত তুলি দিছিল। সেই সময়ৰ জনপ্ৰিয় জিকিৰ-জাৰীৰ গায়কসকলৰ আশীৰ্বাদ লৈ আকৰ্ষণীয় ৰীতিৰে এই গীত পৰিৱেশন কৰি অতি কম দিনৰ ভিতৰতে ৰেকিবুদ্দিন সমগ্ৰ অসমত পৰিচিত হৈ পৰিছিল আৰু অসমৰত্ন ড° ভূপেন হাজৰিকাৰ দৰে বিশ্ববৰেণ্য শিল্পীয়েও তেওঁৰ প্ৰশংসাত পঞ্চমুখ হৈছিল। তেওঁৰ সুমধুৰ কণ্ঠত প্ৰতিটো জিকিৰ-জাৰীয়েই প্ৰাণ পাই উঠিছিল। উৎসৰ্গীকৃত মনোভাৱৰ কেইবাজনো যুৱকক লগত লৈ ৰাজ্যৰ বিভিন্ন প্ৰান্তৰ উপৰি ৰাজ্যৰ বাহিৰতো তেওঁ অনুষ্ঠান পৰিৱেশন কৰিছিল। জিকিৰ পৰিৱেশন





কৰাৰ লগতে বিহুগীত, ফুলকোঁৱৰৰ গীত, মণিকোঁৱৰৰ গীত, বৰগীত, লোকগীত, দেহবিচাৰৰ গীত আদিও পৰিবেশন কৰি ৰেকিবুদ্দিন আহমেদে সমন্বয়ৰ সেতু বান্ধিবলৈ সক্ষম হৈছিল। বিহুতলীত জিকিৰ পৰিবেশন তেওঁৰ স্বকীয় প্ৰতিভাৰ বাবেই একপ্ৰকাৰ এক নিয়মত পৰিণত হৈছিল। জিকিৰ অবিহনে যেন বিহু সন্মিলনৰ সাংস্কৃতিক অনুষ্ঠান অসম্পূৰ্ণ হৈ ৰ'ব, এনে এটা ধাৰণাৰ সৃষ্টি হোৱা নিশ্চয় এক তাৎপৰ্যপূৰ্ণ কথা। ৰেকিবুদ্দিনৰ বাবেই কুৰি শতিকাৰ ষাঠিৰ পৰা শেষলৈকে (একৈশ শতিকাৰ সন্ধিক্ষণলৈকে) জিকিৰ-জাৰীৰ গৌৰৱোজ্জ্বল যুগ বুলি ক'লে বঢ়াই কোৱা নহয়। তেওঁৰে চেষ্টাতে জিকিৰ-জাৰীৰ প্ৰতি আকৃষ্ট বৃহত্তৰ দেৰগাঁৱৰ এটি সুদক্ষ শিল্পীৰ দল গঢ় লৈ উঠিল। শিল্পীগৰাকীয়ে দেৰগাঁৱৰ বিভিন্ন গ্ৰামাঞ্চলৰ উপৰি শিৱসাগৰ, নগাঁও, জাজৰি আদি অঞ্চল ভ্ৰমণ কৰি সিঁচৰতি হৈ থকা বহু জিকিৰৰ কথা আৰু সুৰ বুটলিলে আৰু ১১ টা কেছেট প্ৰস্তুত কৰি প্ৰচাৰ কৰাৰ লগতে ৰাজ্যিক সাংস্কৃতিক সঞ্চালকালয়ত জমা দিলে। কিন্তু শিল্পীজনৰ বাণীবদ্ধ সেই কেছেটসমূহৰ কোনো সন্ধান এতিয়া পাবলৈ নাই। ইয়াতকৈ দুখৰ কথা আৰু আছেনে বাৰু?

১৯৬৪ চনত তেওঁ সহ শিল্পীসহ অসম সাহিত্য সভাৰ ডিগবৈ অধিৱেশনত জিকিৰ পৰিৱেশন কৰাৰ পৰাই এইপদ লোকসংগীতৰ মান আৰু ওপৰলৈ উঠিল। ক্ৰমান্বয়ে গীতসমূহৰ সুৰ, ধৰ্মীয় তত্ত্ব আৰু থলুৱা ভাব-ভাষাই সকলোৰে মন মুহিলে বিশেষকৈ — বৈষ্ণৱ ভাবাদৰ্শৰ সৈতে সামঞ্জস্য থকা ইয়াৰ উদাৰনৈতিক আহ্বানে শিল্পীজনাৰ সুৱদী কণ্ঠত সাৰ্বজনীন ৰূপ পালে। মানুহে উচ্চাৰণ নকৰাকৈ ক'লে—

আজানে ৰচিলে,
মালিকে গোটালে
ৰেকিবে দিলেহি সুৰ
জিকিৰৰ মাততে
জিলিকি উঠিছে
মানৱী মনৰে নুৰ।

চৈয়দ আব্দুল মালিকে এঠাইত উল্লেখ কৰিছে — তিনিশ বছৰৰো অধিক কাল এই জিকিৰ গীতবোৰৰ কথা, সুৰ আৰু নৃত্যৰ মাজেদি প্ৰকাশ পোৱা লালিত্যই বিশেষকৈ উজনি অসমৰ গাঁও অঞ্চলবাসী মুছলমানসকলৰ এক উচ্চ আৰু আধ্যাত্মিক চিন্তা জগতৰ লগত চিনাকি কৰি দিয়াৰ লগতে শ্ৰমজীৱী কৃষকসকলৰ মনত প্ৰেৰণা আৰু উদ্দীপনা যোগাই আহিছে। সমগ্ৰ দেৰগাঁও অঞ্চলকে মুখ্য কৰি গোলাঘাট জিলাত এতিয়াও বিয়াবাৰুৰ দৰে মাংগলিক অনুষ্ঠানৰ সৈতে ৰজিতা খুৱাই আৰু অন্যান্য কিছুমান উৎসৱ-পাৰ্বন, সন্মিলনত হিন্দু-মুছলিম যুৱক-প্ৰৌঢ় সন্মিলিত হৈ হাত চাপৰি বজাই নাচি নাচি জিকিৰ পৰিবেশন কৰে। শিল্পী ৰেকিবুদ্দিনৰ উপৰি তেওঁৰে প্ৰেৰণাত আৰ্গ বঢ়া অনাতাঁৰ শিল্পী চফিউৰ ৰহমান, কুতুবুদ্দিন আহমেদ, বদৰুদ্দিন আদি লেখত ল'বলগীয়া শিল্পীয়ে এনেদৰে পৰিবেশন কৰা জিকিৰৰ আঁত ধৰিছিল। এইসকল সুমধুৰ কণ্ঠৰ ব্যক্তিত্বসম্পন্ন শিল্পীয়েও দেৰগাঁও অঞ্চলত জিকিৰ-জাৰীৰ চৰ্চাৰ ব্যাপক ৰূপ দিয়াত প্ৰভূত বৰঙণি আগ বঢ়াইছিল। অতি দুৰ্ভাগ্যজনক কথা যে অসমীয়া লোক-সংস্কৃতিৰ এক অমূল্য সম্পদ জিকিৰৰ ওজা ৰেকিবুদ্দিন আহমেদ আৰু উদীয়মান জিকিৰ শিল্পী কুতুবুদ্দিন আহমেদ, নেকিবুৰ ৰহমানক সহস্ৰাব্দৰ কালসন্ধিত ২০০১ চনৰ ১৪ জানুৱাৰীত চিৰদিনৰ কাৰণে হেৰুৱাৰ বেদনাৰে মৰ্মাহত হ'বলগীয়া হ'ল। এক শোকাবহ পথ দুৰ্ঘটনাত পতিত হৈ এই তিনিওগৰাকী শিল্পীৰ লগতে ৰেকিবুদ্দিন আহমেদৰ সুযোগ্যা পত্নী খালেদা বেগমেও প্ৰাণ হেৰুৱালে। সেই কালপুৱাতে দুৰ্ঘটনাগ্ৰস্ত গাড়ীখনৰ শিল্পীদলৰ আন এজন অন্যতম সদস্য অনাতাঁৰ শিল্পী চফিউৰ ৰহমান ভাগ্যক্ৰমে নিৰ্বিঘ্নে থাকিল যদিও কিছুদিনৰ পাছতে তেওঁকো কাল নিয়তিয়ে আঁতৰাই নিলে। এইসকল জনপ্ৰিয় গায়ক শিল্পীৰ অবৰ্তমানত দেৰগাঁৱৰ জিকিৰ-জাৰী চৰ্চাৰ পৰিবেশত স্বাভাৱিকতে এক স্থবিৰতা আহি পৰিছে। বিশেষকৈ জিকিৰ সম্ৰাটগৰাকীৰ সুৰ সাধনা আৰু পৰিবেশনশৈলী, কুতুবুদ্দিন আহমেদ আৰু চফিউৰ ৰহমানৰ সুমধুৰ কণ্ঠৰ প্ৰকৃত উত্তৰাধিকাৰী বিচাৰি যেন সংস্কৃতিপ্ৰাণ ৰাইজ হতাশ হ'বলগীয়া হৈছে। তথাপি আশাসুধীয়া প্ৰচেষ্টাৰে অনাতাঁৰ শিল্পী চামচুদ্দিন আহমেদ, বদৰতদ্দিন, ৰাজিদুৰ ৰহমান (বালিবাট) আৰু ৰেকিৱ পুত্ৰ নেকিৱ-উজ-জামানে জিকিৰ-জাৰীক পুনৰ উজ্জীৱিত কৰাৰ ক্ষেত্ৰত আগ বাঢ়ি যোৱা পৰিলক্ষিত হৈছে। ৰূপালীম আঞ্চলিক জিকিৰ-জাৰী চৰ্চা কেন্দ্ৰ, জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদ স্মৃতিৰক্ষা সমিতি আদি গঠন হৈছে। গোলাঘাট জিলা সাহিত্য সভাৰ উদ্যোগত ৰেকিবুদ্দিন চাহাবৰ জীৱনকালতে মৰঙী লুৰুকীহাটত হোৱা সদৌ অসম জিকিৰ সমাৰোহৰ পাছত নাহৰণিৰ কুৰিঘৰীয়াত ৰূপালীম আঞ্চলিক জিকিৰ-জাৰী চৰ্চা কেন্দ্ৰৰ উদ্যোগত জিকিৰ সমাৰোহ অনুষ্ঠিত হৈছে। জিকিৰ-জাৰীৰ প্ৰচাৰ আৰু প্ৰসাৰত পৰোক্ষভাৱে অনেকজনে পৰৱৰ্তী সময়তো বৰঙণি আগ বঢ়াইছে। এই সকলৰ ভিতৰত দেৰগাঁৱৰে সাহিত্যিক প্ৰফুল্ল চন্দ্ৰ বৰা অন্যতম। মৰঙীৰ জিকিৰ সমাৰোহৰ ক্ষেত্ৰত তেখেতেই গুৰি ধৰিছিল। জিকিৰ সম্পৰ্কীয় এটা লিখনিত বৰাদেৱে উল্লেখ কৰা কথাখিনি প্ৰণিধানযোগ্য — "অতি আনন্দৰ আৰু গৌৰৱৰ বিষয় যে আজিকালি জিকিৰ-চৰ্চাত অসমৰ জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলোৰে মাজত পৰম উৎসাহ পৰিলক্ষিত হৈছে। এতিয়া আৰু জিকিৰ কেৱল এটা মাত্ৰ ধৰ্মীয় সম্প্ৰদায়ৰ চৰ্চাৰ বিষয় হৈ থকা নাই। ইয়াৰ এনে প্ৰসাৰতা, জনপ্ৰিয়তা আৰু সাৰ্বজনীনতাৰ এক ইতিহাস আছে।" অসমৰ মাটি, পানী, বায়ুক আন্তৰিকতাৰে আপোন কৰি, ইয়াৰ ভাব-ভাষাক আত্মস্থ কৰি জিকিৰত আজান ফকীৰে দি







যোৱা সাৰ্বজনীনতা প্ৰকৃতপক্ষে এই জনপ্ৰিয়তাৰ মূল আধাৰ। আজানদেউ চাহাবে ক'ব পাৰিছিল —

কোৰাণে পুৰাণে
একেকে কৈছে
বুজিবা গিয়ানৰ লোকে।
আৰু —
ওঁঠেই কলম জিভাই কাগজ
দাঁতে চাব চিয়াঁহি বাটে,
সন্ত মহন্ত আউলীয়াসকলে
একেটি নামতে খাটে।

দেৰগাঁৱৰ সন্তান মহান শিল্পী ৰেকিবুদ্দিন আহমদে সংহতি-সম্প্ৰীতিৰ এই সুৰ বুকুৰ সুৰ কৰিবলৈ সমৰ্থ হ'ল। অসমৰ চুকে-কোণে শত সহস্ৰ শ্ৰোতাৰ অন্তৰ চুই তেওঁ গাইছিল —

'মোৰ মনত ভেদ ভাব নাই অ' আল্লা
মোৰ মনত ভেদ ভাব নাই
হিন্দু কি মুছলমান একে আল্লাৰ ফৰমান
মোৰ মনত একেটি ভাব ...'

শংকৰ-মাধৱৰ প্ৰেম-অমৃতৰ বাণী আৰু জিকিৰৰ ৰিজনি দি সমন্বয়ৰ সুৰত তেওঁ কণ্ঠ নিগৰাইছিল —

"শংকৰদেৱত এৰাতি মাধৱদেৱত পিৰিতি
গোপালদেৱ সৰোবৰ খনি
শ্ৰীকৃষ্ণৰ এখনি কণ্ঠতে পিন্ধিলে
ব্ৰহ্মাণ্ডত লগালে ধ্বনি।'

তেওঁ নিজেই সম্প্ৰীতিৰ গীত ৰচি গাইছিল —

শংকৰদেৱ আজি তুমি আকৌ এবাৰ আহাঁ
আজানপীৰৰ স'তে মিলি নতুন অসম গঢ়া।
লুইতৰ পাৰে পাৰে বাৰেৰহণীয়া
সম্প্ৰীতিৰে গঢ়া
প্ৰকৃতিৰ মনোমোহা কি যে পৰিবেশ
আমি এই মাটিকেই সাবতি ল'লো
আমি এই মাটিকেই আপোন বুলিলো
যাৰ ৰূপৰ তুলনা নাই।"

সঁচা অৰ্থতেই জিকিৰ সম্ৰাটজনৰ নেতৃত্বতে জিকিৰ কেৱল অসমীয়াৰ লোক-সংস্কৃতিৰ এপদ মাধুৰীসনা সম্পদ হৈ পৰাই নহয় লগতে ৰাজ্যখনৰ ইমূৰ-সিমূৰ হিন্দু-মুছলমান আৰু অন্যান্য সম্প্ৰদায়ৰ মাজতো সংহতিৰ এক বাতাবৰণ অনাত সফল হ'ল। সাম্প্ৰতিক সময়ত ইয়াৰ ধাৰাবাহিকতা ৰক্ষা কৰাটোৱেই আটাইতকৈ প্ৰয়োজনীয় কথা হৈ পৰিছে। উদ্ধাৰ নোহোৱা জিকিৰসমূহ উদ্ধাৰ কৰা আৰু সংৰক্ষণ কৰাটো আন এটা গুৰুত্বপূৰ্ণ বিষয়। আজান ফকীৰ ৰচিত আঠ কুৰি জিকিৰৰ সৰহভাগেই এতিয়াও উদ্ধাৰ নোহোৱাকৈ আছে। আনহাতে জিকিৰ-জাৰীৰ প্ৰকৃত আৰু স্বকীয় বৈশিষ্ট্যৰ ক্ষেত্ৰত উদীয়মান শিল্পীসকলক প্ৰশিক্ষণ দি ইয়াৰ সুৰ-তাল-মান আদি বিকৃত নোহোৱাকৈ ৰখাৰো প্ৰয়োজনীয়তা আছে। সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকে এইক্ষেত্ৰত উল্লেখ কৰিছে — "আজান ফকীৰে ৰচনা কৰি যি সুৰ তালত জিকিৰ গীতবোৰ গাইছিল আৰু গোৱাইছিল তাত কোনো প্ৰকাৰৰ নতুনত্ব বা আধুনিকতা যোগ দি মূলৰ গায়ক আৰু সুৰকাৰজনৰ প্ৰতিভাক অপমান কৰাৰ অধিকাৰ আমাৰ নাই।" জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদ, চফিউৰ ৰহমান, কুতুবুদ্দিন আহমেদ প্ৰভৃতি অগ্ৰণী শিল্পীসকলৰ কণ্ঠত বাণীবদ্ধ জিকিৰসমূহ আধুনিক কাৰিকৰীৰে সংৰক্ষণ কৰাটো সেয়েহে অতীৱ প্ৰয়োজনীয়।

এক শক্তিশালী আৰু ঐক্যবদ্ধ জাতীয় জীৱন গঢ়ি তোলাৰ ক্ষেত্ৰত জিকিৰৰ গুৰুত্ব আৰু প্ৰয়োজনীয়তা উপলব্ধি কৰাটো আজিৰ সময়ৰ আহ্বান। 'অসমীয়া সংস্কৃতিত ইছলামীয় প্ৰভাৱ' গ্ৰন্থত পণ্ডিত ড° মোহিনীকুমাৰ শইকীয়াই কৈছে, "আকাৰত সৰু হ'লেও অসমীয়া মুছলমান সমাজে অসমীয়া সংস্কৃতি আৰু জীৱনধাৰালৈ যি অৱিহণা দিলে সেইখিনি এই দেশৰ চালিকা শক্তি হৈ পৰা, টাই আৰু টাই সংস্কৃতিৰ দৰেই সবল আৰু গুণসম্পন্ন বুলি দৃঢ়ভাৱে ক'ব পৰা যায়। ... নিজৰ উপৰিপুৰুষৰ দলে মেহনত কৰি অৰ্জন কৰা মানৱতাবোধৰ সংবৰ্ধন আৰু সংৰক্ষণত মনোনিৱেশ কৰিব পাৰিলেহে স্বতন্ত্ৰ জাতীয় চৰিত্ৰ সুস্থিৰে থাকি এই জাতিক জীয়াই থকাত সহায় কৰিব।' আজানদেউ চাহাবে প্ৰায় চাৰিশ বছৰৰ আগতে আমাক এইদৰে সকীয়াই থৈ গৈছে —

আপোনাৰ আকেলক বুজাব নোৱাৰোঁ
লোকৰ মনলৈ যায়,
পলত মাছ বান্ধি হেলাতে নধৰি
সাগৰত হেতাব যায়।

জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদে জিকিৰৰ যথাৰ্থ উপলব্ধিৰে জাতীয় সংহতিৰ উদ্দেশ্যে জীৱন পাত কৰি গ'ল। তেওঁ আৰু সংগীসকলৰ উত্তৰসূৰীসকলে এই মহান উপলব্ধিৰে আমাৰ জাতীয় জীৱন সমৃদ্ধ কৰাৰ লগতে ৰজাঘৰ-প্ৰজাঘৰে সন্মিলিতভাৱে সুৱদিসুৰীয়া জিকিৰ-জাৰী সংৰক্ষণ আৰু সংবৰ্ধনত গুৰুত্ব প্ৰদান কৰাৰ ওপৰতে জিকিৰৰ ভৱিষ্যৎ আৰু ইয়াৰ সুদূৰপ্ৰসাৰী প্ৰভাৱ নিৰ্ভৰ কৰিছে। ❑



# দেৰগাঁৱৰ চিত্ৰকলা-চৰ্চা

**বিতোপনজ্যোতি ফুকন**

লোককলাৰ পৰা আঁতৰি আহি দেৰগাঁৱত চিত্ৰকলাৰ আধুনিক যুগটোৱে কেতিয়া গা কৰি উঠিছিল তাক সঠিককৈ কোৱা টান। বিভিন্নজনৰ পৰা পোৱা তথ্যৰ ভিত্তিত দ্বিতীয় মহাসমৰৰ সময়ৰ পৰাই ইয়াত আধুনিক ৰীতিৰে চিত্ৰ-চৰ্চা হৈছিল বুলি ক'ব পাৰি। সেই সময়ৰ চিত্ৰবোৰ একেবাৰে আধুনিক নহ'লেও লোককলাৰ ভাবধাৰাৰ পৰা মুক্ত আছিল বুলি অনুমান কৰিব পাৰি। ইতিমধ্যে সমগ্ৰ অসমৰ চিত্ৰকলাত তেতিয়া আধুনিক যুগৰ প্ৰভাৱ পৰিছিলহি। চিত্ৰ চৰ্চাৰ কৌশল বা পদ্ধতিৰ ক্ষেত্ৰত আধুনিকতা প্ৰকাশ হৈছিল যদিও সেই সময়ৰ বেছিভাগ শিল্পীৰে আধুনিক সৃষ্টিৰ বাবে প্ৰয়োজনীয় মন, চাক্ষুস চেতনা, নান্দনিক বোধ, চিত্ৰৰ ৰস আস্বাদন ক্ষমতা আদি প্ৰায়ে নাছিল বুলিবই পাৰি। দেৰগাঁৱৰ চিত্ৰকলাৰ ক্ষেত্ৰতো সেই সময়ৰ অৱস্থা একেই আছিল। প্ৰয়োজন সাপেক্ষেহে ইয়াৰ চিত্ৰকৰসকলে ছবি আঁকিছিল। সৃষ্টিৰ সন্ধানত ছবি আঁকা চিত্ৰকৰ বোধহয় কোনো নাছিল। আমাৰ বেছিভাগ চিত্ৰকৰেই আছিল স্বশিক্ষিত। ছবি আঁকি জীৱন নিৰ্বাহ কৰিব পৰাকৈ পৰিৱেশ এটা দেৰগাঁৱত আজিও গঢ়ি উঠা নাই। গতিকে তেতিয়াৰ দিনত এনে এটা পৰিৱেশৰ কল্পনাও হয়তো অবান্তৰ আছিল। যি কেইজনে ছবি আঁকিছিল জীৱিকাৰ সন্ধানত তেওঁলোকেও ছবি আঁকা এৰি অৰ্থ উপাৰ্জনৰ বাবে চাকৰি বা আন কামত আত্মনিয়োগ কৰিব লগা হৈছিল। চাকৰিসূত্ৰে কোনো কোনোৱে জীৱনৰ অধিকাংশ সময় দেৰগাঁৱৰ বাহিৰতে কটাইছিল। তাৰ মাজৰে কোনো কোনোৱে কামৰ মাজতে চিত্ৰচৰ্চা অব্যাহত ৰাখিছিল। আনহাতে দেৰগাঁও মূলৰ চিত্ৰশিল্পীয়ে দেৰগাঁৱৰ বাহিৰত চিত্ৰচৰ্চা কৰি আন্তঃৰাষ্ট্ৰীয় খ্যাতি বুটলিবলৈ সক্ষম হৈছে। দেৰগাঁৱৰ কলা জগতখনত এনেবোৰ চিত্ৰকৰৰ অৱদান দেৰগাঁৱত থাকি চৰ্চা কৰা চিত্ৰকৰসকলৰ সমান নহয় যদিও আমি সকলো চিত্ৰকৰকে এই আলোচনাত সামৰি লৈছোঁ।

দেৰগাঁৱৰ চিত্ৰকলাত আধুনিক যুগটোৰ আদিপুৰুষ বা বাটকটীয়া কোন আছিল সঠিককৈ জনা নাযায় যদিও পুৰণিচাম চিত্ৰকৰৰ ভিতৰত জ্যেষ্ঠতাৰ ভিত্তিত প্ৰথমে নাম ল'ব পাৰোঁ ধৰ্মেশ্বৰ নাথৰ। দেৰগাঁৱৰ নাথগাঁৱত জন্মগ্ৰহণ কৰা এই গৰাকী স্বশিক্ষিত শিল্পী পাছলৈ ব্যৱসায়িক সূত্ৰে বোকাখাতত থাকিবলৈ লয়। বিভিন্নজনৰ পৰা পোৱা তথ্যৰ যোগেদি জানিব পাৰিছোঁ যে তেওঁ পানীৰঙেৰে ছবি আঁকিছিল। সেয়া সম্ভৱ স্বাধীনতা আন্দোলনৰ প্ৰাৰম্ভণি কাল।

স্বাধীনতা আন্দোলনৰ লগে লগে চলি আছিল দ্বিতীয় বিশ্বযুদ্ধ। সেই সময়ৰ দেৰগাঁৱকো বিশ্বযুদ্ধৰ বতাহে চুই গৈছিল। আমেৰিকা আৰু চীনা সৈন্যসকলে দেৰগাঁৱতো শিবিৰ পাতিছিলহি। আমেৰিকাৰ সৈন্যসকলৰ মাজত আছিল কিছুমান চিত্ৰশিল্পী। তেওঁলোকে দেৰগাঁৱৰ বিভিন্ন ঠাইত বাটেপথে ঘূৰি মানুহৰ জীৱন চিত্ৰ অংকন কৰি ফুৰিছিল। সৈনিক শিল্পীসকলৰ এনে কামে এচাম দেৰগাঁৱৰ শিল্পীকো অনুপ্ৰাণিত কৰিছিল। এই শিল্পীসকলৰ ভিতৰত অন্যতম আছিল দেৰগাঁও ফুকন নগৰৰ অৰুণ চন্দ্ৰ ফুকন। এইজন







শিক্ষিত শিল্পীয়ে সৰুৰেপৰাই চিত্ৰ চৰ্চা কৰিছিল যদিও সৈনিক শিল্পীসকলৰ চিত্ৰচৰ্চাই তেওঁক চিত্ৰকলা সম্পৰ্কীয় নতুন দিশ এটাৰ লগত পৰিচয় কৰাত সহায় কৰে। ফলত তেওঁ ৰেখা অংকন, স্কেচ পানীৰং আদিৰ ব্যৱহাৰৰ বিষয়ে জানিব পাৰিছিল। সেই সময়ত আমেৰিকাৰ সৈনিকসকলৰ অলাগতিয়াল সামগ্ৰীসমূহ আৱৰ্জনা হিচাপে দেৰগাঁৱৰ গেলাবিল নদীৰ পাৰত পেলাইছিল। এই আৱৰ্জনাৰ মাজতে আমাৰ মানুহে তেওঁলোকৰ বহু লাগতিয়াল সামগ্ৰী বিচাৰি পাইছিল। তাৰ পৰাই শিল্পী ফুকনে পানীৰঙৰ কেইটামান কেক সংগ্ৰহ কৰিছিল আৰু তাৰেই তেওঁ কেইবাখনো চিত্ৰ আঁকিছিল। পানীৰঙৰ এই কেকবোৰত ইউনিচন এণ্ড নিউট্ৰন নামৰ এটা কোম্পানীৰ মোহৰ আছিল। পানীৰঙৰ বাহিৰেও শিল্পীজনে বিভিন্ন অসাধাৰণ মাধ্যমত চিত্ৰচৰ্চা কৰিছিল। প্ৰতিকৃতি আৰু মূৰ্তি সজাৰ উপৰি তেওঁ মঞ্চৰ বাবে পশ্চাৎপটো আঁকিছিল।

ফুকনৰ সমসাময়িক আন এজন শিল্পী হ'ল বঙালগাঁৱৰ কাঠবাপু সত্ৰৰ গোপাল মহন্ত। চাকৰিসূত্ৰে তেওঁ ১৯৫৪ চনতে দেৰগাঁও এৰি যোৰহাটত থাকিবলৈ লয়। যোৰহাটৰ পৰাই মেট্ৰিক পাছ কৰি ১৯৫৫ চনত বৰোদাৰ জে.জে. স্কুল অৱ আৰ্টত চিত্ৰকলাৰ ডেৰবছৰীয়া শিক্ষা লৈ ১৯৫৭ চনত পুনৰ যোৰহাটলৈ ঘূৰি আহে। তেওঁ আঁকা ছবিবোৰৰ বেছিভাগেই তেলৰঙৰ প্ৰতিকৃতি যদিও পানীৰং, গোৱাছ (Gouache) ড্ৰইং আদি মাধ্যমতো তেওঁৰ সমানে দখল আছিল। ইন্দ্ৰীয়গ্ৰাহ্য আবেদনময়ী ৰঙৰ প্ৰয়োগ কৰি শিল্পী মহন্তই তেওঁৰ চিত্ৰবোৰত এক বিশেষ বৈশিষ্ট্য প্ৰদান কৰিছে। যি সময়ত আমাৰ শিল্পীসকলে ৰঙৰ আৱেগিক দিশটোৰ কথা নাজানিছিল নাইবা উদাসীন আছিল সেই সময়ত এইজন শিল্পীয়ে আৱেগ উদ্ৰেককাৰী ৰঙৰ ব্যৱহাৰ কৰিছিল। তেওঁৰ উল্লেখযোগ্য শিল্পকৰ্ম হিচাপে দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ত থকা মহাবিদ্যালয়খনৰ প্ৰথম অধ্যক্ষ স্বৰ্গীয় হৰকান্ত মহন্তদেৱৰ পূৰ্ণাৱয়ব প্ৰতিকৃতিখনৰ কথা ক'ব পাৰি। শিল্পী মহন্তই সৌ সিদিনালৈকে চিত্ৰকলা চৰ্চা কৰি আছিল যদিও চকুৰ অসুবিধাৰ বাবে বৰ্তমান এই চৰ্চা কিছু কমিছে।

নীৰৱে সাধনা কৰা আন এজন শিল্পী আছিল দাধৰাৰ চেনী বৰা। তেওঁ পানীৰঙৰ চিত্ৰ আঁকিছিল বুলি জানিব পৰা গৈছে। তেওঁৰ সমসাময়িকভাৱে দেৰগাঁও অঞ্চলত চিত্ৰকলা চৰ্চা কৰি জনাজাত হৈছিল শিল্পী শিৱপ্ৰসাদ ভট্টাচাৰ্য। দেৰগাঁও বঙালগাঁও নিবাসী ভট্টাচাৰ্যই দেৰগাঁও অঞ্চলত চিত্ৰকলা জনপ্ৰিয় কৰাত বিশেষ অৱদান যোগাইছে। তেওঁ শিল্পী সুৰেন বৰদলৈ, বৈকুণ্ঠ বেজবৰুৱা আৰু পুলক গগৈৰ ওচৰত ক্ৰমে চচ পেইণ্টিং আৰু স্কেচিঙৰ শিক্ষা লৈছিল। প্ৰখ্যাত চিত্ৰশিল্পী মাধৱ বৈশ্য আৰু ৰঞ্জিত বৰুৱাৰ সান্নিধ্যইও ভট্টাচাৰ্যৰ শিল্পী জীৱনক জীপাল কৰি তুলিছিল। তেলৰং, পানীৰং আদি প্ৰায়বোৰ মাধ্যমতে তেওঁ ছবি আঁকিছিল। তেওঁ আঁকা পানীৰঙৰ চিত্ৰবোৰত গোৱাছ বা টেম্পেৰাৰ দৰে ৰঙৰ অস্বচ্ছ প্ৰয়োগ দেখা যায়। ১৯৮৮ চনৰ ৮ জানুৱাৰীৰ দিনা শিল্পী ভট্টাচাৰ্যই নিজ গৃহত 'সিদ্ধাৰ্থ সুকুমাৰ কলা বিদ্যালয়' নামৰ এটি কলা শিক্ষানুষ্ঠানৰ যোগেদি দেৰগাঁও আৰু ইয়াৰ উপকণ্ঠ অঞ্চলবোৰত তেওঁৰ নিজস্ব ধাৰাটোৰ বিস্তাৰ কৰিবলৈ সক্ষম হয়। তেওঁৰ ছাত্ৰ-ছাত্ৰীসকলৰ জৰিয়তে এই ধাৰা সমগ্ৰ অঞ্চলটোতে বিয়পি পৰে। বিশেষ যোগ্যতা অৰ্জন কৰা তেওঁৰ ছাত্ৰ-ছাত্ৰীসকলৰ ভিতৰত মৃদুমণি মহন্ত, গায়ত্ৰী ভট্টাচাৰ্য বৰুৱা, গীতাৰ্থ ভট্টাচাৰ্য, সিদ্ধাৰ্থ ভট্টাচাৰ্য (১৪ বছৰ বয়সত মৃত্যু হয়), বাবুল খান, ৰঞ্জু পাঠক, মনোজ কাকতি, গণেশ চাহু, বীথিকা বেজবৰুৱা, অংগনা গোস্বামী, ত্ৰিনয়ন বৰা, সূৰুযপ্ৰতিম বৰুৱা, অৰুণজ্যোতি বৰা, মঞ্জিল গোস্বামী, মল্লিকা বৰুৱা, ভূপেন হাজৰিকা, নৱজ্যোতি হাজৰিকা, নয়নমণি বৰুৱা, ভাস্কৰ শইকীয়া, সুদক্ষিণা বেনাৰ্জী, সঞ্চিতা বৰা, ইনাজ হুছেইন, অন্বেষা গোস্বামী, অংকুৰ গোস্বামী আদিৰ নাম উল্লেখ কৰিব পাৰি। শিল্পী ভট্টাচাৰ্যই প্ৰতিষ্ঠা কৰা 'সিদ্ধাৰ্থ সুকুমাৰ কলা বিদ্যালয়' নামৰ অনুষ্ঠানটোৱেই সম্ভৱতঃ দেৰগাঁৱৰ প্ৰথমটো কলা শিক্ষানুষ্ঠান আছিল। তেওঁৰ শিল্পকৰ্ম ইতিমধ্যে অসমৰ বিভিন্ন ঠাইত প্ৰদৰ্শিত হৈছে।

দেৰগাঁৱত জন্মগ্ৰহণ কৰা দুজন প্ৰখ্যাত শিল্পী ননী বৰপূজাৰী আৰু প্ৰণৱেন্দু বিকাশ ধৰৰ বিষয়ে হয়তো পাঠকক নতুনকৈ কোৱাৰ প্ৰয়োজন নাই। আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন শিল্পী ননী বৰপূজাৰীয়ে প্ৰথমাৱস্থাত ছপা মাধ্যমত কাম কৰি ভাৰতীয় প্ৰিণ্ট মেকাৰসকলৰ মাজত অন্যতম স্থান দখল কৰিবলৈ সক্ষম হৈছিল। পাছলৈ তেওঁ ছপা মাধ্যমতকৈ চিত্ৰ অংকন কৰাত বেছি গুৰুত্ব দিবলৈ লয় আৰু তেওঁৰ চিত্ৰৰ ৰং আৰু ফৰ্মে সমগ্ৰ বিশ্বৰে দৃষ্টি আকৰ্ষণ কৰে। পিতৃৰ চাকৰিসূত্ৰে তেওঁ বিভিন্ন সময়ত বিভিন্ন স্থানত থাকিব লগাত পৰিছিল। শ্বিলঙত প্ৰাথমিক শিক্ষা আৰম্ভ কৰি কলেজীয়া জীৱনৰ শেষৰ সময়খিনি নগাঁৱত কটাবলগীয়া হৈছিল। তাতে তেওঁ প্ৰখ্যাত শিল্পী প্ৰণৱ বৰুৱাৰ সান্নিধ্য লাভ কৰে। শিল্পী প্ৰণৱ বৰুৱাৰ সান্নিধ্যই তেওঁৰ শিল্পী জীৱনত বিশেষ প্ৰভাৱ পেলাইছিল। কলেজীয়া জীৱন শেষ কৰি বৰপূজাৰীয়ে গুৱাহাটীৰ বিভিন্ন প্ৰকাশন গোষ্ঠীৰ কাকত, আলোচনী আদিত ছবি আঁকিবলৈ লয়। তদুপৰি তেওঁ বিভিন্ন চৰকাৰী বিভাগত বিভিন্ন সময়ত চাকৰি কৰিছিল যদিও পাছলৈ এই সকলোবোৰ ত্যাগ কৰি ক্ৰমান্বয়ে সৃজনশীল কামত মনোনিৱেশ কৰে। বৰ্তমান তেওঁৰ সৃষ্টি সমগ্ৰ বিশ্বতে সমাদৃত হৈছে। এই শিল্পীজনৰ কেইখমান উল্লেখযোগ্য প্ৰদৰ্শনী হৈছে — স্পেইনৰ আন্তঃৰাষ্ট্ৰীয় মিনি প্ৰিণ্ট প্ৰদৰ্শনী (১৯৮৩), ১৯৮৪ চনৰ দিল্লীত হোৱা নৱম আন্তঃৰাষ্ট্ৰীয় কন্টেমপৰেৰি আৰ্ট প্ৰদৰ্শনী, ১৯৮৫ চনত পোলেণ্ডত যুদ্ধৰ বিৰুদ্ধে হোৱা আন্তঃৰাষ্ট্ৰীয় চিত্ৰ প্ৰদৰ্শনী। তদুপৰি আমেৰিকা, নেপাল, ঢাকা, কানাডা আদি ঠাইত তেওঁৰ একক প্ৰদৰ্শনী অনুষ্ঠিত হৈছে। গুৱাহাটী, দিল্লী, কলকাতা, মুম্বাই, চণ্ডীগড় আদি





ঠাইত তেওঁৰ শিল্প কৰ্ম নিয়মিতভাৱে প্ৰদৰ্শিত হৈ আছে। ভাৰতৰ উপৰি আমেৰিকা, পোলেণ্ড, নেপাল আদি দেশত তেওঁৰ চিত্ৰ সংগৃহীত হৈছে। উল্লেখযোগ্য যে তেওঁৰ কিছুমান শেহতীয়া চিত্ৰই কলাৰ ৱেব আলোচনীত স্থান পাইছে আৰু ইয়াৰ যোগেদি ছবি বিক্ৰীও হৈছে। শিল্পী ননী বৰপূজাৰীৰ চিত্ৰই সাধাৰণতে মানুহৰ জীৱনৰ আৱেগ অনুভূতিক প্ৰতিফলন কৰে। কেতিয়াবা ৰাজনৈতিক বিষয়ো তেওঁৰ শিল্পকৰ্মৰ বিষয়বস্তু হৈ পৰে। তেওঁৰ ছবি মূলতঃ অৱয়ৱধৰ্মী। বৰপূজাৰীৰ প্ৰথমাৱস্থাৰ চিত্ৰবোৰত প্ৰাথমিক ৰং তিনিটাৰ উজ্জ্বল প্ৰয়োগ দেখা গৈছিল যদিও শেহতীয়া ছবিবোৰত মিশ্ৰিত ৰঙহে প্ৰতিভাত হৈছে।

দেৰগাঁৱৰ আন এজন স্বনামধন্য শিল্পী হ'ল প্ৰণবেন্দু বিকাশ ধৰ। তেওঁ আছিল মূলতঃ ভাস্কৰ্য শিল্পী। তেওঁৰ শিল্পকৰ্ম অসমৰ বাহিৰেও ভাৰতৰ বিভিন্ন ঠাইত স্থাপন হৈছে। দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ কমল দুৱৰাৰ প্ৰতিমূৰ্তি, দেৰগাঁও সাহিত্য সভা ভৱন প্ৰাংগণত স্থাপিত হেমচন্দ্ৰ বৰুৱাৰ প্ৰতিমূৰ্তি আদি শিল্পী ধৰৰ কৰ্মৰ উৎকৃষ্ট নিদৰ্শন। পুনৰ নেশ্যনেল ডিফেন্স অকাডেমিত স্থাপন কৰা লাচিত বৰফুকনৰ মূৰ্তি, তিনিচুকীয়াৰ তিনিকোণীয়া পুখুৰীত স্থাপন কৰা মটক ৰজা সৰ্বানন্দ সিংহৰ মূৰ্তিশিল্পী ধৰৰ অন্যতম উল্লেখযোগ্য সৃষ্টি। শান্তি নিকেতনৰ বিশ্বভাৰতী বিশ্ববিদ্যালয়ত ভাস্কৰ্যৰ উচ্চ শিক্ষা গ্ৰহণ কৰি ১৯৭৭ চনত তেওঁ সুখ্যাতিৰে উত্তীৰ্ণ হয়। ১৯৮০ চনত লণ্ডনৰ চেণ্ট মাৰ্টিন স্কুল অৱ আৰ্টৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ভাৰতীয় পৰম্পৰাগত টেৰাকোটা আৰু পেলনীয়া সামগ্ৰীৰে কৰা তেওঁৰ উল্লেখযোগ্য কামৰ বাবে দুবাৰকৈ ভাৰত চৰকাৰৰ প্ৰেছিডেন্ট ফেল'শ্বিপ লাভ কৰিছিল। লাচিত বৰফুকনৰ প্ৰতিমূৰ্তিটোৰ বাবে অসমৰ ৰাজ্যপালৰ পৰাও তেওঁ বিশেষ সন্মান পাইছিল। পাছলৈ তেওঁ ভাৰত চৰকাৰৰ সাংস্কৃতিক মন্ত্ৰালয়ৰ পৰা ছিনিয়ৰ ফেল'শ্বিপ লাভ কৰিছিল। গুৱাহাটীৰ গভৰ্ণমেণ্ট কলেজ অৱ আৰ্ট এণ্ড ক্ৰাফটৰ যোগেদি তেওঁ বহুতো ছাত্ৰ-ছাত্ৰীক ভাস্কৰ্যৰ শিক্ষা দিছিল। কলা জগতত শিল্পী ধৰে যি অৱদান আগ বঢ়ালে তাৰ বাবে সমগ্ৰ ভাৰতবাসীৰ লগতে আমি দেৰগঞা ৰাইজো গৌৰৱান্বিত। তেওঁৰ অকাল মৃত্যুত দেৰগাঁৱৰ শিল্প-কলা জগতৰ পৰা এটি উজ্জ্বল নক্ষত্ৰ চিৰকালৰ বাবে অন্তৰ্হিত হ'ল।

১৯৭০-৮০ দশকটোত দেৰগাঁৱত নীৰৱে চিত্ৰকলা সাধনা কৰা এজন শিল্পী আছিল প্ৰয়াত প্ৰফুল্ল ঠাকুৰ। দেৰগাঁও ঠাকুৰ চুকৰ স্বশিক্ষিত শিল্পীজনে বিভিন্ন সহজলভ্য মাধ্যমেৰে ছবি আঁকিছিল।

দেৰগাঁৱলৈ বোৱাৰী হৈ অহা যোৰহাটৰ যুতিমালা বৰঠাকুৰে দেৰগাঁৱৰ কলা জগতখনলৈ বহুখিনি অৱদান আগ বঢ়াইছে। সৰুৰেপৰাই শ্ৰীমতী বৰঠাকুৰে বিভিন্ন বাতৰি কাকতৰ যোগেদি স্কেচ প্ৰকাশ কৰিছে। কিতাপৰ বেটুপাত আৰু অন্তৰ্ভাগৰ চিত্ৰণ কৰিও তেওঁ সুখ্যাতি লাভ কৰিছে। প্ৰতিকৃতি অংকনতো শ্ৰীমতী বৰঠাকুৰৰ দক্ষতা প্ৰশংসনীয়। দেৰগাঁৱৰ পৰা প্ৰকাশিত ৰাইজৰ দৰ্পণ নামৰ কাকতত নিয়মিতভাৱে কাৰ্টুন আঁকি তেওঁ পাঠকৰ মাজত জনপ্ৰিয় হৈছিল। চিত্ৰচৰ্চাৰ মাধ্যম হিচাপে তেওঁ পেঞ্চিল আৰু চিঞাহীৰ স্কেচ আৰু পানী ৰঙকে প্ৰাধান্য দিয়ে। দেৰগাঁও আৰু যোৰহাটৰ বিভিন্ন ঠাইত হোৱা প্ৰদৰ্শনীতো শ্ৰীমতী বৰঠাকুৰে অংশগ্ৰহণ কৰিছে। শেহতীয়াকৈ তেওঁ বিভিন্ন অনুষ্ঠানৰ যোগেদি ছাত্ৰ-ছাত্ৰীক কলাশিক্ষা প্ৰদান কৰি আছে।

শিৱপ্ৰসাদ ভট্টাচাৰ্যৰ ছাত্ৰী মৃদুমণি মহন্তই একাগ্ৰতাৰে চিত্ৰকলাৰ চৰ্চা কৰি আহিছে। দেৰগাঁও বঙালগাঁৱৰ এইগৰাকী শিল্পীয়ে বৰ্তমান বোকাখাতৰ আয়ুষ্ক চিত্ৰকলা বিদ্যালয়ৰ জৰিয়তে ছাত্ৰ-ছাত্ৰীক কলা শিক্ষা প্ৰদান কৰি আছে। গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনৰ লগতে বোকাখাত, দেৰগাঁও আৰু যোৰহাটৰ বিভিন্ন প্ৰদৰ্শনীত ইতিমধ্যে তেওঁৰ চিত্ৰ প্ৰদৰ্শিত হৈছে।

যোৱা শতিকাৰ শেষৰ দশকটোৰ প্ৰথমাৰ্ধত দেৰগাঁৱৰ যোগপ্ৰসাদ মহন্ত আৰু বিতোপনজ্যোতি ফুকনে যোৰহাটৰ প্ৰয়াত মুহি ডেকাৰ অধীনত কলা শিক্ষা লৈ আহে। এই দুয়ো শিল্পীৰ প্ৰচেষ্টাত ১৯৯৩ চনত দেৰগাঁৱত 'দেৰগাঁও একাডেমী অৱ আৰ্ট এণ্ড মিউজিক' নামৰ কলা শিক্ষানুষ্ঠানটিৰ প্ৰতিষ্ঠা হয়। শান্তি নিকেতনত শিক্ষা লাভ কৰা শিক্ষাগুৰু মুহি ডেকাৰ ছাত্ৰ হিচাপে দুয়ো শিল্পীয়ে এই অনুষ্ঠানৰ যোগেদি দেৰগাঁৱৰ কলা জগতত এক নতুন প্ৰভাৱশালী ধাৰাৰ সংযোগ কৰিবলৈ সক্ষম হয়। বিতোপনজ্যোতি ফুকনৰ তত্ত্বাৱধানত এই অনুষ্ঠান বৰ্তমানেও চলি আছে। বৰুৱাবামুণ গাঁৱৰ যোগ প্ৰসাদ মহন্ত বৰ্তমান দেৰগাঁও বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ কলা নিৰ্দেশক পদত অধিষ্ঠিত হৈ আছে যদিও আজৰি সময়ত কলা চৰ্চা অব্যাহত ৰাখিছে। তেওঁ প্ৰথমাৱস্থাত প্ৰখ্যাত চিত্ৰশিল্পী প্ৰয়াত প্ৰণৱ বৰুৱাৰ অধীনত কলা শিক্ষা গ্ৰহণ কৰিছিল। তেলৰং, পানীৰং, ক'লাজ, কাগজৰ মণ্ড, পেঞ্চিল আদি সকলো মাধ্যমতে তেওঁৰ দক্ষতা প্ৰশংসনীয়। শিল্পী মহন্তই অসমৰ বিভিন্ন ঠাইত কৰ্মশালা আৰু প্ৰদৰ্শনীত ইতিমধ্যে অংশগ্ৰহণ কৰিছে। এইবোৰৰ ভিতৰত যোৰহাট ফাইন আৰ্ট ছ'চাইটিয়ে আয়োজন কৰা মুখ আৰু পুতলা তৈয়াৰ সম্পৰ্কীয় কৰ্মশালাখনৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি। কৰ্মসূত্ৰে তেওঁ বৰ্তমানলৈকে প্ৰাথমিক বিদ্যালয়ৰ প্ৰায় ১৮০০ শিক্ষক-শিক্ষয়িত্ৰীক কলা শিক্ষা প্ৰদান কৰিছে। এই প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষক-শিক্ষয়িত্ৰীসকলৰ যোগেদি কণ কণ ছাত্ৰ-ছাত্ৰীসকল উপকৃত হৈছে। ছবি সম্পৰ্কে তেওঁলোকে বহুখিনি জানিব পাৰিছে। চৰকাৰী দায়িত্বৰ লগতে মাজে মাজে মহন্তই দুই এখন প্ৰতিকৃতিও অংকন কৰিছে। শেহতীয়াকৈ তেওঁ কাৰ্টুন অংকনত মনোনিৱেশ কৰিছে। বুলি জানিব পৰা গৈছে। দেৰগাঁৱৰ পৰা প্ৰকাশিত 'প্ৰত্যয' নামৰ মাহেকীয়া বাৰ্তালোচনীখনত তেওঁৰ কাৰ্টুন নিয়মীয়াকৈ প্ৰকাশ হৈছে।







বিতোপনজ্যোতি ফুকনে অবিৰতভাৱে একাগ্ৰতাৰে কলা সাধনাত জড়িত হৈ আছে। তেলৰং, এক্ৰেলিক, পানী ৰং, পেষ্টেল আদি বিভিন্ন মাধ্যমত কাম কৰা ফুকনে বিভিন্ন প্ৰদৰ্শনী আৰু কৰ্মশালাতো অংশগ্ৰহণ কৰিছে। প্ৰায় সহস্ৰাধিক কিতাপ-আলোচনীৰ বেটুপাত আৰু ভিতৰৰ ছবি আঁকি প্ৰকাশন জগতত এক সুকীয়া স্থান দখল কৰিবলৈ সক্ষম হৈছে। শিল্পী ফুকনে অসমৰ প্ৰখ্যাত ভাস্কৰ্য শিল্পী যোৰহাটৰ ত্ৰিদীপ দত্তৰ অধীনত একক কৰ্মশালাৰ যোগেদি ভাস্কৰ্যৰ প্ৰাথমিক শিক্ষা লাভ কৰে। তেতিয়াৰ পৰাই চিত্ৰৰ লগতে মাজে মাজে ভাস্কৰ্যৰ কামো কৰিবলৈ লৈছে। তেওঁৰ আৰ্হিৰে নিৰ্মিত হৈছে দেৰগাঁৱৰ কেইবাখনো শিক্ষানুষ্ঠানৰ স্থায়ী তোৰণ। ইয়াৰ ভিতৰত কুৱালগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ তোৰণ, দেৰগাঁও টাউন অভ্যাসন বিদ্যালয়ৰ তোৰণ (নিৰ্মীয়মান) আদিয়েই প্ৰধান। উল্লেখযোগ্য যে দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শতবৰ্ষ তোৰণৰ দুয়োটা খুঁটাতে থকা মূৰ্তি দুটা ৰাজহুৱা স্থানত স্থাপন হোৱা তেওঁৰ প্ৰথম ভাস্কৰ্য (চিমেণ্ট কাষ্টিং)। দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ প্ৰেক্ষাগৃহত থকা জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিষ্ণু ৰাভাৰ তেলৰঙৰ প্ৰতিকৃতি দুখন ফুকনৰ শিল্পকৰ্মৰ এক অন্যতম নিদৰ্শন। দুয়োখন চিত্ৰই তেওঁৰ কলাশিক্ষাৰ অনুশীলন পৰ্যায়ৰ প্ৰথমাৱস্থাতে অঁকা।

যোৰহাটৰ মুহি ডেকাৰ অধীনত শিক্ষা লৈ অহা আন দুজন শিল্পী হ'ল মিছামৰা দুলীয়া গাঁৱৰ পলাশ বৰা আৰু মিছামৰাৰ পংকজ কুমাৰ দত্ত। পলাশ বৰাই দেৰগাঁৱত 'সুকুমাৰ কলা সাধনা বিদ্যালয়' নামেৰে এটা কলা শিক্ষানুষ্ঠান স্থাপন কৰি ল'ৰা-ছোৱালীক কলা শিক্ষা দিবলৈ লয়। পানী ৰং, তেল ৰং আৰু পেষ্টেল মাধ্যমত কাম কৰা শ্ৰীবৰা বৰ্তমান কলা জগতৰ পৰা আঁতৰি আছে। পংকজ দত্তই অসম ফাইন আৰ্ট এণ্ড ক্ৰাফট ছচাইটি গুৱাহাটীৰ পৰা চিত্ৰ আৰু ভাস্কৰ্যৰ দুবছৰীয়া পাঠ্যক্ৰম সমাপ্ত কৰি প্ৰখ্যাত ভাস্কৰ্যশিল্পী ত্ৰিদিপ দত্তৰ অধীনত যোৰহাটত ভাস্কৰ্যৰ শিক্ষা লয়। বৰ্তমান দেৰগাঁৱত ভাস্কৰ্য চৰ্চা কৰা শিল্পীসকলৰ কথা ক'বলৈ গ'লে প্ৰথমেই নাম ল'ব লাগিব পংকজ কুমাৰ দত্তৰ। ব্ৰঞ্জ বা ফাইবাৰ গ্লাছৰ কাষ্টিঙৰ উপৰি শিল্পী দত্তই কাঠ আৰু বাঁহত খোদাইৰ কামো কৰিছে। তদুপৰি চিত্ৰৰ ক্ষেত্ৰত তেওঁ পানী ৰং, তেল ৰং আৰু মিশ্ৰ মাধ্যমত দক্ষতাৰ পৰিচয় দিছে। যোৰহাটৰ ওমকাৰ আৰ্ট গেলাৰিত কেইবাবাৰো দলীয়ভাৱে তেওঁৰ ভাস্কৰ্য প্ৰদৰ্শন হৈছে। 'From 1950' নামৰ তেওঁৰ কাঠখোদাইৰ ভাস্কৰ্যটোৰ বাবে তেওঁ ওমকাৰ আৰ্ট গেলাৰিৰ পৰা প্ৰণবেন্দু বিকাশ ধৰ বঁটা লাভ কৰিছে। শংকৰদেৱ কলা ক্ষেত্ৰৰ অল আছাম এমেছাৰ আৰ্ট এণ্ড স্কাল্পচাৰ প্ৰদৰ্শনীতো দত্তৰ ভাস্কৰ্য প্ৰকাশিত হৈছে। বৰ্তমান তেওঁ দেৰগাঁও, গণকপুখুৰী আদি ঠাইত কলা শিক্ষা দান কৰি আছে।

দেৰগাঁৱৰ কলা শিক্ষা জগতলৈ শেহতীয়াকৈ আহিছে সমীৰ আহমেদ। দেৰগাঁৱৰ বিভিন্ন অনুষ্ঠানৰ যোগেদি তেওঁ কলাশিক্ষা প্ৰদান কৰি ছাত্ৰ-ছাত্ৰীক উপকৃত কৰিছে।

ৰঞ্জু পাঠক দেৰগাঁৱৰ এজন সফল চিত্ৰশিল্পী। প্ৰথমাৱস্থাত তেওঁ শিল্পী শিৱপ্ৰসাদ ভট্টাচাৰ্যৰ অধীনত কলাশিক্ষা গ্ৰহণ কৰে যদিও পাছলৈ শশাংক শৰ্মা, ড° ৰঞ্জিত বৰুৱা, ধ্ৰুৱ ডেকা, তপন বৰদলৈ, সমীৰণ বৰুৱা আদি শিল্পীৰ অধীনত কলা শিক্ষা লৈছিল। ইতিমধ্যে তেওঁ বিভিন্ন ঠাইত নিজৰ চিত্ৰ প্ৰদৰ্শন কৰাৰ উপৰি শংকৰদেৱ কলা ক্ষেত্ৰত তৈলচিত্ৰৰ কৰ্মশালাতো অংশগ্ৰহণ কৰিছে। বৰ্তমান তেওঁ জ্যোতিষ্ক কলাকেন্দ্ৰৰ যোগেদি দেৰগাঁৱত আৰু আয়ুষ্কৰ চিত্ৰকলা বিদ্যালয়ৰ জৰিয়তে বোকাখাতত কলা শিক্ষা দান কৰি আছে। তেল ৰং, এক্ৰেলিক, চচ, পানী ৰং আদি সকলো মাধ্যমতে শিল্পী পাঠকে দক্ষতা অৰ্জন কৰিছে। তেওঁৰ লেখত ল'বলগীয়া কামসমূহৰ ভিতৰত দেৰগাঁও ডন বস্ক' স্কুলত থকা যীশুখ্ৰীষ্টৰ পূৰ্ণাৱয়ৱৰ তৈলচিত্ৰখনৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি। শিল্পী পাঠকৰ ছাত্ৰ-ছাত্ৰীসকলৰ ভিতৰত নন্দেশ্বৰ কুটুম, উজ্জ্বল মহন্ত, প্ৰাঞ্জল পায়েং, গৌতম বৰা, তপন বৰা, নৱজ্যোতি, পূৰৱী, বিনীতা, আশুতোষ, ববিতা, বীথিকা, প্ৰিয়ংকা, ৰিমা আৰু হেমাংগই ভাল কাম কৰিবলৈ সক্ষম হৈছে। এই ছাত্ৰ-ছাত্ৰীসকলৰ কোনো কোনোৱে বিভিন্ন অনুষ্ঠানৰ যোগেদি চিত্ৰকলাৰ শিক্ষা দান কৰি আছে।

দেৰগাঁৱৰ কলা জগতখনত অৱদান যোগোৱা আন এজন শিল্পী হ'ল মিলনপুৰৰ মনোজ কাকতি। কাকতিয়ে শিল্পী শিৱপ্ৰসাদ ভট্টাচাৰ্যৰ উপৰি শশাংক শৰ্মা আৰু যোৰহাটৰ ড° ৰঞ্জিত বৰুৱাৰ অধীনত কলাশিক্ষা লৈছিল। তেওঁ ইতিমধ্যে পানীৰং, তেলৰং, পেষ্টেল, পেঞ্চিল আদি মাধ্যমত চিত্ৰ চৰ্চা কৰিছে। বৰ্তমানে তেওঁ দেৰগাঁৱৰ জ্যোতিষ্ক কলা কেন্দ্ৰৰ যোগেদি ছাত্ৰ-ছাত্ৰীক কলা শিক্ষা দি আছে। বিভিন্ন প্ৰদৰ্শনী আৰু কৰ্মশালাত যোগদান কৰি শিল্পী কাকতিয়ে নিজৰ কৰ্ম দক্ষতাৰ পৰিচয় দিবলৈ সক্ষম হৈছে। তেওঁৰ ছাত্ৰ-ছাত্ৰীসকলৰ ভিতৰত আশুতোষ বৰঠাকুৰ, ববিতা কুমাৰী আৰু বীথিকা কাশ্যপৰ কামত শিল্পীসুলভ দক্ষতা প্ৰকাশ পাইছে।

পলাশজ্যোতি বৰাৰ এজন ছাত্ৰ দেৰগাঁও বালিবাটৰ আফাজুৰ ৰহমান — প্ৰায় এটা দশকৰ অধিক কাল চিত্ৰকলা শিক্ষাৰ লগত জড়িত হৈ আছে। পলাশজ্যোতি বৰাৰ উপৰি তেওঁ যোৰহাটৰ আশুতোষ ৰয়ৰ অধীনত কলা শিক্ষা লৈ পেষ্টেল, পানী ৰং, তেল ৰং আদি মাধ্যমত দক্ষতা অৰ্জন কৰে। তেওঁৰ ছাত্ৰ-ছাত্ৰীসকলৰ ভিতৰত প্ৰাৰ্থনা দেৱী, জ্যোতিৰ্ময় গগৈ, দীপজ্যোতি বৰা, আকাশদীপ খনিকৰ আদিৰ নাম উল্লেখযোগ্য।

আফাজুৰৰ সমসাময়িক শিল্পী বাবুল খানেও দেৰগাঁও কলা শিক্ষা জগতত অৱদান যোগাই আহিছে। শিল্পী শিৱ ভট্টাচাৰ্যৰ অধীনত





কলা শিক্ষা গ্ৰহণ কৰি খানে বিভিন্ন অনুষ্ঠানৰ যোগেদি কলা শিক্ষা দান কৰিবলৈ লয়। ইতিমধ্যে তেওঁ পেঞ্চিল, পেষ্টেল, পানী ৰং, তেল ৰং আদি মাধ্যমত চিত্ৰ চৰ্চা কৰিছে। গণেশ চাহু, অংকিতা নেৱাৰ, লক্ষ্মণ দাস, শুভম থাপা আদি ছাত্ৰ-ছাত্ৰীসকলে শিল্পী খানৰ অধীনত শিক্ষা লৈ উপকৃত হৈছে।

শিল্পী শিৱ প্ৰসাদ ভট্টাচাৰ্যৰ আন এজন ছাত্ৰ মঃ হাছিবুৰ ৰহমান বৰাও বৰ্তমান কলা শিক্ষাৰ লগত জড়িত হৈ আছে। তেওঁ কৰা কামসমূহৰ ভিতৰত প্ৰতিকৃতিৰ সংখ্যাই বেছি। শিল্পী শিৱ ভট্টাচাৰ্যৰ কন্যা আৰু পুত্ৰ ক্ৰমে গায়ত্ৰী ভট্টাচাৰ্য (বৰুৱা) আৰু গীতাৰ্থ ভট্টাচাৰ্যই পিতৃৰ শিল্পধাৰাকে বহন কৰি আহিছে। কলা শিক্ষাৰ ক্ষেত্ৰত দুয়োজন শিল্পীয়ে যথেষ্ট অৱদান আগ বঢ়াইছে। তেওঁলোকৰ চিত্ৰ ইতিমধ্যে বিভিন্ন প্ৰদৰ্শনীত প্ৰদৰ্শিত হৈছে। এই ছবিবোৰত তেওঁলোকৰ সৃষ্টিশীল মনৰ পৰিচয় পোৱা যায়।

দেৰগাঁও, মিছামৰা কুমাৰগাঁৱৰ পংকজ ৰাজখোৱাই বহু কেইবছৰ ধৰি দেৰগাঁৱৰ বিভিন্ন ঠাইত কলা শিক্ষা প্ৰদান কৰি আহিছে। বহুতো কৰ্মশালাত যোগদান কৰাৰ উপৰি শিল্পী ৰাজখোৱাই আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ কেইবাখনো প্ৰতিযোগিতাত পুৰস্কাৰ লাভ কৰিছে। দুলীয়াজানৰ পৰা দেৰগাঁৱলৈ বোৱাৰী হৈ অহা ৰিণুমণি তামুলীয়ে দেৰগাঁৱৰ চিত্ৰকলা জগতখনলৈ কিছু পৰিমাণে হ'লেও অৱদান আগ বঢ়াইছে। শিল্পী তামুলীয়ে দুলীয়াজানৰ অৰিন্দম ৰয়, অৰুণ বৰদলৈ আৰু দেৰগাঁৱৰ শিৱপ্ৰসাদ ভট্টাচাৰ্যৰ অধীনত কলা শিক্ষা গ্ৰহণ কৰে। ১৯৯৯ চনত তেওঁ দেৰগাঁৱত এটা কলা শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰি কলাশিক্ষা প্ৰদান কৰিবলৈ লয়। তেওঁৰ ছাত্ৰ-ছাত্ৰীসকলৰ ভিতৰত দেৱাশীষ ফুকন, মৃদুপৱন শৰ্মা, বেদান্ত বিকাশ দত্ত আৰু বিশাল হাজৰিকাই কলা-চৰ্চাত দক্ষতাৰ পৰিচয় দিছে।

শিল্পী ইমামী হাজৰিকাই কলাজগতখনলৈ বহুখিনি অৱদান আগ বঢ়াইছে। বিতোপনজ্যোতি ফুকনৰ অনুগামী ছাত্ৰ-ছাত্ৰীসকলৰে অন্যতম শ্ৰীমতী হাজৰিকাই ছাত্ৰী অৱস্থাৰ পৰাই সচেতনতাৰে শিল্প-চৰ্চা কৰি আহিছে। বিভিন্ন প্ৰদৰ্শনীৰ যোগেদি তেওঁৰ চিত্ৰই চিত্ৰপ্ৰেমীৰ প্ৰশংসা লাভ কৰিবলৈ সক্ষম হৈছে। ইতিমধ্যে বিভিন্ন কৰ্মশালাত অংশগ্ৰহণ কৰা শিল্পীগৰাকীয়ে কেইবাখনো কিতাপ, আলোচনীৰ বেটুপাত আঁকিছে। কলা সম্পৰ্কীয় বিভিন্ন প্ৰবন্ধপাতি ৰচনা কৰাৰ উপৰি কেইবাখনো কাকত, আলোচনীত প্ৰকাশ পোৱা তেওঁৰ শিল্পকলা বিষয়ৰ প্ৰবন্ধই সমাজক শিল্পকলা শিক্ষাৰ ক্ষেত্ৰত সচেতন কৰাত সহায় কৰিছে। প্ৰায় সকলো মাধ্যমতে দক্ষ শ্ৰীমতী হাজৰিকাৰ চিত্ৰত তেওঁৰ সৃজনশীল মনৰ পৰিচয় পোৱা যায়। বৰ্তমান তেওঁ যোৰহাটৰ আগশাৰীৰ চিত্ৰশিল্পী পৰেশ শইকীয়াৰ অধীনত কলা শিক্ষা গ্ৰহণ কৰি আছে।

অৰুণজ্যোতি হাজৰিকা শিল্পী বিতোপনজ্যোতি ফুকনৰ এজন অন্যতম ছাত্ৰ। ছাত্ৰকালৰ পৰাই চিত্ৰত নিজৰ দক্ষতাৰ পৰিচয় দিবলৈ সক্ষম হোৱা হাজৰিকাই ইতিমধ্যে বহুকেইখন কিতাপ, আলোচনীৰ বেটুপাত আঁকিছে। বিভিন্ন প্ৰদৰ্শনীৰ দ্বাৰা প্ৰদৰ্শিত তেওঁৰ চিত্ৰই দৰ্শকৰ প্ৰশংসা লাভ কৰিছে। শিল্পী হাজৰিকাৰ ছাত্ৰী লিপ্সিতা ৰাজখোৱাই সফলতাৰে কলাচৰ্চা কৰাৰ উপৰি কলা শিক্ষাত জড়িত হৈ আছে।

বিতোপনজ্যোতি ফুকনৰ অন্যতম ছাত্ৰী মালা মহন্তই চিত্ৰকলা জগতখনলৈ বহুখিনি অৱদান যোগাইছে। চিত্ৰকলা শিক্ষা গ্ৰহণ কৰি থকা সময়ৰ পৰাই তেওঁ সচেতনতাৰে চৰ্চা কৰি আহিছে। তদুপৰি বিভিন্ন কাকত-আলোচনীত চিত্ৰকলা সম্পৰ্কীয় প্ৰবন্ধ প্ৰকাশ কৰি জনসাধাৰণৰ মাজত চিত্ৰকলাক জনপ্ৰিয় কৰাত সহায় কৰিছে। দেৱাশ্ৰী পৰাশৰ, প্ৰিয়াক্ষী কৌশিক, ময়ুৰপংখী বৰঠাকুৰ, সংগীতা বৰুৱা, আশাজ্যোতি কোঁৱৰ, তুলসী ৰবিদাস, আশা নাথ আদি ফুকনৰ অনুগামী ছাত্ৰ-ছাত্ৰীসকলে শিল্পী ফুকনৰ শিল্পধাৰাৰে চিত্ৰচৰ্চা কৰি সফলতা অৰ্জন কৰিছে।

পানী ৰং, পেষ্টেল আৰু পেঞ্চিলৰ মাধ্যমেৰে চিত্ৰ চৰ্চা কৰি সুনাম অৰ্জন কৰা দেৰগাঁৱৰ আন এজন উদীয়মান শিল্পী আশুতোষ বৰঠাকুৰ। তেওঁৰ চিত্ৰত শিল্পীজনৰ উজ্জ্বল ভৱিষ্যৎ প্ৰতিফলিত হৈছে। কলা শিক্ষাৰ লগত জড়িত দেৰগাঁৱৰ আন এজন শিল্পী সিদ্ধাৰ্থ শৰ্মা। তেওঁ ইতিমধ্যে বিভিন্ন মাধ্যমত চিত্ৰ চৰ্চা কৰিছে। দেৰগাঁৱত অতি কম সময়ৰ বাবে থাকিও চিত্ৰকলা জগতখনত অৱদান আগ বঢ়াই গৈছে শিল্পী স্বপল তালুকদাৰে। তেওঁৰ দৰে আৰু বহুতো শিল্পী আছে যি দেৰগঞা কলা জগতখনত নীৰৱে কাম কৰি আছে। এইসকলৰ ভিতৰৰে কাৰোবাৰ হয়তো নামো প্ৰচাৰ হোৱা নাই। সেয়ে আমাৰ এই প্ৰবন্ধৰ পৰা তেনে নাম বাদ পৰি যোৱাৰো সম্ভাৱনীয়তা নুই কৰিব নোৱাৰি। দেৰগঞা চিত্ৰকলা চৰ্চাৰ এই ধাৰা ক্ৰমে বিকশিত হৈ বৰ্তমান যুগটো পাইছেহি। আজিৰ এই পৰিৱেশ এটা দিশৰ পৰা আশাব্যঞ্জক যেন লাগিলেও ইয়াক একেবাৰে সন্তোষজনক বুলিব নোৱাৰি। কাৰ্যতঃ দেখা যায় বৰ্তমান দেৰগাঁৱত চিত্ৰকলা চৰ্চাৰ বাবে উপযুক্ত পৰিৱেশ এটা এতিয়াও গঢ়ি উঠা নাই। দেৰগাঁৱৰ যিসকল ব্যক্তি চিত্ৰকলাৰ লগত জড়িত আছে তেওঁলোকৰ কেইজনমানৰ বাহিৰে বেছি ভাগেই চিত্ৰকলাৰ সৃজনীশীল দিশটোৰ প্ৰতি উদাসীন। কলা-শিক্ষা সমাপ্ত কৰি তেওঁলোকৰ বেছিভাগেই চিত্ৰকলাৰ শিক্ষা দিয়াতহে ব্যস্ত হৈ থকা পৰিলক্ষিত হয়। তেওঁলোকৰ কামৰ পৰিসৰ শিক্ষাদানতেই সীমাবদ্ধ হৈ পৰিছে। ফলত চিত্ৰকলাৰ সৃজনীশীল দিশটোৰ কথা তেওঁলোকে একেবাৰে পাহৰি পেলাইছে। অৱশ্যে ইয়াৰ অন্য এটা কাৰণো নুই কৰিব নোৱাৰি। এওঁলোকৰে একাংশই চিত্ৰকলা শিক্ষাদানকো বৃত্তি হিচাপে লৈছে। সেয়ে স্বাভাৱিকতে তেওঁলোক কলা-শিক্ষা দানত ব্যস্ত হ'ব লগা হৈছে। শেহতীয়াকৈ দেৰগাঁৱৰ বিভিন্ন অঞ্চলত







কেইবাখনো কলা-শিক্ষানুষ্ঠান গঢ়ি উঠিছে। সেই অনুপাতে ভাল সৃষ্টি কৰিব পৰা শিল্পীৰ জন্ম হোৱা নাই। এই অনুষ্ঠানবোৰত শিশুসকলক কলা-শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছে যদিও ইয়াৰে কেইটামান অনুষ্ঠানেহে শিশু-কলা শিক্ষাৰ নিয়ম মানি শিক্ষাদান কৰিছে। বাকীবোৰ অনুষ্ঠানত শিশুৰ বাবে প্ৰয়োজনীয় শিক্ষা পদ্ধতি অৱলম্বন কৰিব নোৱৰাৰ বাবে এই অনুষ্ঠানবোৰত শিশু ছাত্ৰ-ছাত্ৰীসকলে উপযুক্ত পৰিৱেশ পোৱা নাই; ফলত এনেবোৰ অনুষ্ঠানৰ শিশুসকলে অঁকা ছবিত শিশু চিত্ৰৰ বৈশিষ্ট্য প্ৰতিভাত হৈ উঠা নাই। আমাৰ অভিভাৱকসকলো এই বিষয়ত একেবাৰে অজ্ঞ। নিজৰ শিশুটোৱে স্কুলৰ চিত্ৰকলা বিষয়ত বেছি নম্বৰ পাওক বুলি ভাবিয়েই এওঁলোকে শিশুটিক ছবি শিকিবলৈ কলা-শিক্ষানুষ্ঠানলৈ পঠায়। অভিভাৱকৰ বাদেও শিশুৰ সৃজনশীল মনটোক প্ৰতিপালন কৰিবৰ বাবে কেনে পৰিৱেশৰ প্ৰয়োজন এই সম্পৰ্কে কোনো কোনো শিক্ষকৰো জ্ঞানৰ অভাৱ। শিশু এটাক ছবি আঁকিবৰ বাবে উপযুক্ত পৰিৱেশ এটা দিব পাৰিলেহে শিশুটিৰ পৰা আমি কলাৰ মৰ্যাদা দিব পৰা এখন ৰস-গুণ সমৃদ্ধ ছবি পাব পাৰোঁ। অন্যথা শিশুটিৰ জন্মগত সৃজনীশীলতাকণো নষ্ট হোৱাৰ আশংকাহে বেছি। গতিকে এনেবোৰ সমস্যালৈ লক্ষ্য ৰাখি প্ৰতিজন দেৰগঞা শিল্পী তথা চিত্ৰকলাৰ লগত জড়িত ব্যক্তিয়ে ইয়াৰ সমাধানৰ ব্যৱস্থাও কৰিব লাগিব। জীৱিকা উপাৰ্জনৰ লগে লগে তেওঁলোকে সৃষ্টিতো মনোনিৱেশ কৰিব লাগিব। লক্ষ্য ৰাখিব লাগিব যাতে দেৰগাঁৱৰ প্ৰতিজন শিশুৱে চিত্ৰকলা চৰ্চাৰ বাবে উপযোগী পৰিৱেশ পায়। তেতিয়াহে দেৰগঞা চিত্ৰকলাক বিশ্ব দৰবাৰলৈ আগুৱাই নিয়া পথ সুগম হ'ব। ❑

*(প্ৰবন্ধটো যুগুত কৰোঁতে বিভিন্ন ব্যক্তিৰ পৰা সংগ্ৰহ কৰা তথ্যৰ লগতে ৰেব ছাইটৰ যোগেদি নৱ ঠাকুৰীয়া আৰু হৃদয়ানন্দ গগৈৰ প্ৰবন্ধৰ সহায় লোৱা হৈছে। তেওঁলোকৰ ওচৰত আমি কৃতজ্ঞ।)*



# বৃহত্তৰ দেৰগাঁৰৰ ক্ৰীড়া-জগত

বিপুল ঠাকুৰ

আমাৰ সমাজত এনে কিছুমান ক্ৰীড়াপ্ৰেমী বা ক্ৰীড়া সংগঠক লোক আছে যি সকলে ডেকা কালত হয়তো সাৰ্থকভাৱে ক্ৰীড়া চৰ্চা কৰিছিল আৰু পৰৱৰ্তী কালত সেই অভিজ্ঞতাৰ বলতে উঠি অহা চামৰ ক্ৰীড়াৰ উন্নতিৰ বাবে ক্ৰীড়া অনুষ্ঠানৰ ভেটি তৈয়াৰ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। আন এচাম ব্যক্তি আছে যি নিজে খেলুৱৈ নহয় যদিও এইসকল ব্যক্তি ক্ৰীড়াপ্ৰেমী। ক্ৰীড়াৰ প্ৰতি, ক্ৰীড়াৰ উন্নতিৰ হকে এইসকলৰ অন্তৰত সদায়েই মহান লক্ষ্য থাকে। এই দুয়োবিধ ব্যক্তিৰ অনলস প্ৰচেষ্টাৰ বাবেই আজি আমাৰ সমাজত ক্ৰীড়া অনুষ্ঠানবিলাক গঢ় লৈ উঠিছে। এইসকল ব্যক্তিৰ আপ্ৰাণ চেষ্টা, নিস্বাৰ্থ ত্যাগ, বদান্যতা আৰু কৰ্ম-কুশলতাৰ বাবে আজিৰ সমাজত ক্ৰীড়া অনুষ্ঠানবোৰ জীয়াই আছে আৰু লগে লগে ক্ৰীড়াই উন্নতি আৰু প্ৰসাৰতা লাভ কৰিছে।

বৃহত্তৰ দেৰগাঁও অঞ্চলতো এনে ধৰণৰ ক্ৰীড়াপ্ৰেমী আৰু ক্ৰীড়া সংগঠকসকলেই বিভিন্ন সময়ত ক্ৰীড়া অনুষ্ঠানসমূহ গঢ়ি তুলিছিল আৰু ক্ৰীড়া উন্নতিৰ কল্পে দেহেকেহে খাটিছিল। বৃহত্তৰ দেৰগাঁও অঞ্চলৰ ক্ৰীড়াৰ আলোকপাত কৰিবলৈ হ'লে ক্ৰীড়াৰ বাটকটীয়া অনুষ্ঠান দেৰগাঁও ক্ৰীড়া সন্থাৰ বিষয়েই জয় জয়তে আৰম্ভ কৰিব লাগিব আৰু লগতে এই বাটকটীয়া অনুষ্ঠানটিৰ এক চমু ইতিহাসো দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে। বৃহত্তৰ দেৰগাঁও অঞ্চলৰ ক্ৰীড়াৰ এটা পৰিবেশ প্ৰাক্ স্বাধীনতা কালৰে পৰাই চলি আহিছিল। সেই সময়ৰ আমাৰ সমাজত আধুনিক খেলৰ ভিতৰত ফুটবল খেলৰহে জনপ্ৰিয়তা মন কৰা যায়। ভলীবল খেলৰ জনপ্ৰিয়তা ইমান নাছিল। ক্ৰিকেট খেলৰ প্ৰচলন নাছিল আনকি এই খেলবিধৰ বিষয়ে একো জনা নাছিল। সেই সময়ত দেৰগাঁৱত কোনো ৰাজহুৱা খেলপথাৰ নাছিল। দেৰগাঁও হাইস্কুলৰ খেলপথাৰখনকে খেলুৱৈসকলে ব্যৱহাৰ কৰিছিল আৰু প্ৰতিযোগিতাসমূহ সেই পথাৰতে অনুষ্ঠিত কৰিছিল। সেই সময়ৰ দৰিয়া বাগানৰ মেনেজাৰ Blanner Hatchet এ ফুটবল প্ৰতিযোগিতাৰ বাবে এখন শ্বিল্ড আগ বঢ়াইছিল। পৰৱৰ্তী কালত সেইখনকে Hatchet শ্বিল্ড নামে জনা যায়। তেতিয়াৰ এই মহান ক্ৰীড়াপ্ৰেমীজনৰ ক্ৰীড়াৰ প্ৰতি থকা প্ৰেমক শলাগ লোৱা হ'ল। দেৰগাঁৱত ফুটবল খেলৰ এটা সুন্দৰ পৰিবেশ প্ৰায় ১৯৩৩ চন মানৰ পৰাই আছিল বুলি বিভিন্নজনৰ কথোপকথনৰ পৰা জনা যায়। সেই সময়ত দেৰগাঁৱত ফুটবল খেলত বিশেষ ভূমিকা গ্ৰহণ কৰা উদ্যোগী ব্যক্তিসকলৰ নাম জনমানসৰ পৰা জানিব পাৰি উল্লেখ কৰা হ'ল। সেইসকলৰ ভিতৰত প্ৰয়াত দুৰ্গানাথ কাকতি, দেবেন্দ্ৰনাথ খাওন্দ, নৰেন ফুকন, চন্দ্ৰকান্ত মহন্ত, সতীশ ঘোষ, ৰজনী ফুকন, ৰমজান আলী, নজিৰ আলী, বেণীমাধৱ শৰ্মা, ডিম্ব নাথ, চহিদুৰ ৰহমান, গণেশ ঠাকুৰ, বিপিন দত্ত, গোলাপ পূজাৰী, নগেন খাওন্দ, ঘনশ্যাম হাজৰিকা, শ্ৰীকালীনাথ কন্দলি, তফজ্জুল হুছেইন আদিয়েই প্ৰধান। সেই সময়ৰ এই ক্ৰীড়া সংগঠকসকলৰ পৰিশ্ৰম আৰু নিস্বাৰ্থ ত্যাগ আৰু আপ্ৰাণ প্ৰচেষ্টাৰ ফলতেই







ফুটবল আৰু ভলীবল খেলে প্ৰসাৰতা লাভ কৰিছিল। দেৰগাঁও টাউন ক্লাব নামৰ এটা অনুষ্ঠানৰ জন্ম দি তেখেতসকলে প্ৰতিনিধিত্ব কৰিছিল। তেতিয়াৰ ফুটবল প্ৰতিযোগিতাসমূহৰ ভিতৰত বেনা হেছেড শ্বিল্ড, জাতিৰাম মে'মৰিয়েল, গোলাপ মেম'ৰিয়েল আদি প্ৰতিযোগিতাসমূহ দেৰগাঁও হাইস্কুল খেল পথাৰতেই অনুষ্ঠিত হৈছিল। পৰৱৰ্তী সময়ত (দ্বিতীয় মহাযুদ্ধৰ সময়ত) দেৰগাঁও হাইস্কুল খেল পথাৰখন সৈন্যবাহিনীৰ চাউনিৰ বাবে অধিগ্ৰহণ কৰাত খেলৰ বাবে ব্যৱহাৰ কৰাটো বন্ধ হৈ পৰে। ইয়াৰ পৰিবৰ্তে ক্ৰীড়াপ্ৰেমী ব্যক্তি আৰু খেলুৱৈসকলে দেৰগাঁও চকিয়াল গাঁৱৰ কাকতি ফিল্ড নামেৰে এখন খেল পথাৰ ১৯৪৪-৪৫ চনৰ পৰাই খেল আৰু প্ৰতিযোগিতাৰ বাবে ব্যৱহাৰ কৰে। সেই সময়ৰ অংশগ্ৰহণকাৰী দলসমূহ ক্ৰমে দেৰগাঁও হাইস্কুল, দেৰগাঁও টাউন ক্লাব, দাধৰা লাচিত ক্লাব, কুৱালগুৰিৰ বঞ্জিৎ টীম, দেৰগাঁও কমাৰ গাঁৱৰ আইৰণ টীম, ৰজাবাহৰ টীম, নাহৰণি মাজগাঁও, নেঘেৰিটিং, ভোলাগুৰি, বহুপথাৰ, চেকিয়াল আদিয়েই প্ৰধান। উক্ত কাকতি ফিল্ড ব্যক্তিগত পট্টামাটিত হোৱা বাবে সেই ঠাইত খেল খেলাটো বন্ধ কৰিব লগা হোৱাত ক্ৰীড়াপ্ৰেমী উদ্যোগী ব্যক্তিসকলে বিকল্প খেল পথাৰৰ চিন্তা কৰিব লগা হ'ল। ক্ৰীড়াপ্ৰেমী ব্যক্তিসকলে আৰু খেলুৱৈসকলে গেলাবিল নদীৰ পাৰত চৰকাৰী গ্ৰেজিং মাটিত বহু পৰিশ্ৰম কৰি এখন ফিল্ড ব্যৱহাৰৰ উপযোগী কৰি উলিয়ায়। নতুনকৈ নিৰ্মাণ কৰা বাবে উক্ত ফিল্ডখনৰ নাম 'নিউ ফিল্ড' নামে জনা যায়। এই ফিল্ডখন বেচিক ট্ৰেইনিং চেণ্টাৰৰ (বৰ্তমান ডায়েট) মূল ভৱনৰ স্থানতে আছিল। এই ফিল্ডখনতে পোনতে দেৰগাঁৱৰ এগৰাকী ক্ৰীড়ানুৰাগী ব্যক্তি উমেশ্বৰ গোস্বামীয়ে আগ বঢ়োৱা 'লক্ষ্মীনাথ সোঁৱৰণী' ট্ৰফীৰেই ফুটবল প্ৰতিযোগিতা আৰম্ভ কৰা হয় বুলি জনা যায়। সেই সময়ত ওপৰত উল্লেখ কৰা টাউন ক্লাবৰ উপৰি দেৰগাঁও তৰুণ টীম নামেৰে এটা ফুটবল দল গঠন হৈছিল বুলি জনা যায়। ইয়াৰ পাছত ১৯৫৩ চনত ক্ৰীড়া উদ্যোক্তাসকলৰ প্ৰচেষ্টাত দেৰগাঁও টাউন ক্লাব আৰু তৰুণ টীমক একত্ৰিত কৰি 'দেৰগাঁও ক্ৰীড়া সন্থা' নামৰ এটা অনুষ্ঠান জন্ম দিয়ে। প্ৰয়াত দুৰ্গানাথ কাকতিক সভাপতি, গংগাধৰ বৰঠাকুৰক উপ সভাপতি আৰু নবীন হাজৰিকাক সম্পাদক হিচাপে লৈ সংস্থাৰ প্ৰথম কাৰ্যকৰী সমিতি গঠন কৰা হৈছিল। সেই সময়ত দেৰগাঁও ক্ৰীড়া সন্থাৰ কোনো কাৰ্যালয় ভৱন নথকাত দেৰগাঁও গড়কাপ্তানী বিভাগৰ কৰ্মচাৰী সুদক্ষ ফুটবলাৰ প্ৰয়াত হেম বৰাৰ চৰকাৰী বাসভৱনতে সন্থাৰ কাম-কাজ চলাইছিল। ১৯৫৭ চনত দেৰগাঁও ক্ৰীড়া সন্থাৰ সংবিধানৰ ভিতৰতে ক্ৰীড়া এটা শাখা হিচাপে দেৰগাঁও স্পৰ্টছ ক্লাবৰ জন্ম হয়। সেই সময়ত উল্লিখিত লক্ষ্মীনাথ সোঁৱৰণী ট্ৰফীৰ উপৰি নুৰজাহান শ্বিল্ড প্ৰতিযোগিতা, দেৱান ওজা মেম'ৰিয়েল ফুটবল প্ৰতিযোগিতা দেৰগাঁও ক্ৰীড়া সন্থাৰ সৌজন্যত অনুষ্ঠিত হৈছিল।

১৯৬২ চনত দেৰগাঁও ক্ৰীড়া সন্থাৰ প্ৰতিষ্ঠাপক বিষয়ববীয়া নবীন হাজৰিকাদেৱে তেখেতৰ পিতৃৰ সোঁৱৰণত বগাই দত্ত হাজৰিকা ট্ৰফী আগ বঢ়ায়। এই প্ৰতিযোগিতা এতিয়াও চেগা-চোৰোকাকৈ চলি আছে। ১৯৬৩ চনত সেই সময়ৰ দেৰগাঁও নগৰ সমিতিৰ সভাপতি পদ্মকুমাৰ দত্ত, স্থানীয় বিধায়ক প্ৰয়াত নৰেন শৰ্মাৰ সহযোগত দেৰগাঁও ক্ৰীড়া সন্থাৰ কাৰ্যালয় ভৱনৰ বাবে চৰকাৰৰ পৰা সাহায্য পোৱাৰ বন্দবস্ত কৰা হয়। বৰ্তমান এটি সুন্দৰ আৰ.চি.চি. ভৱন চৰকাৰৰ কোনো অনুদান নোহোৱাকৈ সদস্যসকলৰ আপ্ৰাণ প্ৰচেষ্টাত হুঁচৰি আৰু ভ্ৰাম্যমাণ নাট্য দলৰ যোগেদি পোৱা অৰ্থৰ যোগেদি নিৰ্মাণ কৰা হয়। সেই সময়ত দেৰগাঁও ক্ৰীড়া সন্থাই ব্যৱহাৰ কৰি থকা খেল পথাৰতে দেৰগাঁও বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ প্ৰতিষ্ঠা কৰিবলৈ লোৱাত চৰকাৰৰ যোগেদি প্ৰায় ২১ বিঘা মাটিৰ এখন খেল পথাৰৰ ব্যৱস্থা কৰি দিয়ে। পৰৱৰ্তী পৰ্যায়ত দেৰগাঁও উত্তৰ উন্নয়ন খণ্ডৰ যোগেদি এন আৰ পি আৰু ডিআৰডিএৰ আৰ্থিক সাহায্যৰ যোগেদি উক্ত খেলপথাৰখনিক উন্নত কৰি এখন বৃহৎ খেলপথাৰ হিচাপে গঢ়ি তোলা হয়। লগতে এটা মাটিৰ গেলাৰী আৰু এটা পেভিলিয়ন তৈয়াৰ কৰা হয়। দেৰগাঁও ক্ৰীড়া সন্থাই ক্ৰীড়াৰ মান বৃদ্ধি কৰিবৰ বাবে সময়ে সময়ে ফুটবল আৰু ভলীবলৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰে আৰু বিভিন্ন প্ৰতিযোগিতাসমূহো অনুষ্ঠিত কৰি আহিছে।

দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক প্ৰয়াত লক্ষ্মীকান্ত মহন্ত ভাৰত-ছোভিয়েট সাংস্কৃতিক পৰিক্ৰমাৰ প্ৰচাৰ আৰু সংগঠনৰ বাবে সেই সময়ৰ 'ইচকাচ' নামৰ এটি ফুটবল প্ৰতিযোগিতাৰ বাবে আগ বাঢ়িছিল আৰু এইটো কেইবা বছৰ ধৰি চলিছিল।

১৯৭৪ চনৰ দেৰগাঁও ক্ৰীড়া সন্থাৰ এগৰাকী সক্ৰিয় সদস্য বিশিষ্ট সমাজকৰ্মী শ্ৰীঅতুল গোস্বামীদেৱে তেখেতৰ পিতৃৰ সোঁৱৰণত মুৰুলীধৰ গোস্বামী ট্ৰফী আগ বঢ়াইছিল। এই ট্ৰফীটো প্ৰথম অৱস্থাত ফুটবল প্ৰতিযোগিতাত, পাছৰ পৰ্যায়ত ভলীবল প্ৰতিযোগিতাত আগ বঢ়োৱা হয়। এইটো এতিয়াও চেগাচোৰোকাকৈ চলি আছে।

দেৰগাঁও ক্ৰীড়া সন্থাৰ এগৰাকী সক্ৰিয় সদস্য নেশ্যনেল চেম্পল চাৰ্ভেৰ এগৰাকী বিষয়া হৰেশ্বৰ ঠাকুৰৰ সোঁৱৰণত জিলা ভিত্তিত বেডমিণ্টন প্ৰতিযোগিতা অনুষ্ঠিত কৰা হৈছিল আৰু বহুদিন চলাৰ পিছত এতিয়া বন্ধ হৈ আছে।

দেৰগাঁও ক্ৰীড়া সন্থাৰ এসময়ৰ এজন দক্ষ খেলুৱৈ খগেন হাজৰিকা, যিজনে যোৰহাটৰ জেবি কলেজত পঢ়ি থাকোতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ ৰাষ্ট্ৰীয় পৰ্যায়ৰ ফুটবল প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিছিল আৰু তেওঁৰ অকাল বিয়োগত তেওঁৰ সোঁৱৰণত ১৯৭৮ চনৰ পৰাই সদৌ অসম ভিত্তিত আমন্ত্ৰণমূলক ফুটবল প্ৰতিযোগিতা



দেৰগাঁও ক্ৰীড়া সন্থাৰ দ্বাৰা অনুষ্ঠিত কৰা হৈছিল। কিছু বছৰ চলাৰ পিছত অনিবাৰ্য কাৰণ বশতঃ বৰ্তমানে এই প্ৰতিযোগিতাখনি বন্ধ হৈ আছে। এই প্ৰতিযোগিতাৰ মূল ট্ৰফীটো পৰিয়ালৰ তৰফৰ পৰা আৰু ৰাণাৰ্চ আপ ট্ৰফীটো আন এগৰাকী কৃতী খেলুৱৈ ৰিপুণ হাজৰিকাৰ সোঁৱৰণত ক্ৰীড়া সন্থাৰ তৰফৰ পৰা প্ৰদান কৰা হৈছিল।

দেৰগাঁও গড়কাপ্তানী বিভাগৰ বিষয়া ৰবীন ভূঞাদেৱে ভলীবল প্ৰতিযোগিতা অনুষ্ঠিত কৰিবলৈ লক্ষ্মীনাথ ভূঞা সোঁৱৰণী ট্ৰফী আগ বঢ়াইছিল আৰু এই প্ৰতিযোগিতাও বহুদিন ধৰি চলি আছিল, বৰ্তমান বন্ধ হৈ আছে।

দেৰগাঁও ক্ৰীড়া সন্থাৰ সক্ৰিয় সদস্য জিলা ন্যায়াধীশ, একালৰ কৃতী ফুটবল খেলুৱৈ প্ৰয়াত ৰমাকান্ত বৰাৰ সোঁৱৰণত তেখেতৰ পৰিয়ালে বেডমিণ্টন প্ৰতিযোগিতা অনুষ্ঠিত কৰিবলৈ এটা ট্ৰফী আগ বঢ়াইছিল আৰু এই প্ৰতিযোগিতাখনি এতিয়াও এৰা-ধৰাকৈ চলি আছে।

এনেদৰে দেৰগাঁও ক্ৰীড়া সন্থাই ৫০ বছৰ গৌৰৱোজ্জ্বল বছৰ অতিক্ৰম কৰি ২০০৩ চনত সোণালী বৰ্ষত ভৰি দিলেহি। সেই বছৰতে দেৰগাঁও ক্ৰীড়া সন্থাই অতি সুন্দৰ আৰু জাক জমককৈ সোণালী জয়ন্তী উদ্‌যাপন কৰিলে লগতে এখনি স্মৃতিগ্ৰন্থও প্ৰকাশ কৰিলে। দেৰগাঁও ক্ৰীড়া সন্থাই অকলযে ফুটবল আৰু ভলীবল প্ৰতিযোগিতাসমূহ অনুষ্ঠিত কৰে এনে নহয়। বিভিন্ন সময়ত সন্থাই ব্ৰীজ, কেৰম, ডবা, টেবুল টেনিছ প্ৰতিযোগিতাসমূহো অনুষ্ঠিত কৰিছিল। দেৰগাঁৱৰ বালিকা উঃ মাঃ বিদ্যালয়ৰ প্ৰধান শিক্ষক প্ৰয়াত যোগেশ্বৰ হাজৰিকাৰ সোঁৱৰণত কেৰম প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল।

উক্ত প্ৰতিযোগিতাসমূহে অঞ্চলটোৰ ক্ৰীড়ামোদী ৰাইজক অকল আমোদ দিয়াই নহয় সেই সময়ত দেৰগাঁও ক্ৰীড়া সন্থাই সদৌ গোলাঘাট জিলাৰ ক্ৰীড়াৰ ক্ষেত্ৰত এক অনবদ্য সুন্দৰ পৰিৱেশ গঢ়ি তুলিছিল, যাৰ বাবে কেইবাগৰাকীও দক্ষ, কৃতী খেলুৱৈ সৃষ্টি হৈছিল আৰু সেই সকলে বিভিন্ন সময়ত জিলা আৰু ৰাজ্যিক পৰ্যায়ত প্ৰতিনিধিত্ব কৰিছিল। সেই সকলৰ ভিতৰত হেম বৰা, ৰাজেন পূজাৰী, খগেন হাজৰিকা, তৰুণ ব্ৰহ্মা, ভৰেন ঠাকুৰ, জীৱন কলিতা, ইন্দু সিং আদিয়েই জিলাক প্ৰতিনিধিত্ব কৰাৰ সুযোগ লাভ কৰিছিল। ভৰেন ঠাকুৱে গুৱাহাটীৰ মহাৰাণা ক্লাব আৰু কুতুবুদ্দিন আহমেদে গুৱাহাটীৰ টাউন ক্লাবৰ হৈ খেলিছিল।

দেৰগাঁও ক্ৰীড়া সন্থাই যুৱ প্ৰজন্মক ক্ৰীড়াৰ ক্ষেত্ৰত আগ বঢ়াই লৈ যাবলৈ স্থানীয় খেলুৱৈসকলক সু-সংগঠিত কৰি অসমৰ বিভিন্ন ফুটবল প্ৰতিযোগিতাসমূহত যোগদান কৰাইছিল। এই বিলাকৰ ভিতৰত গুৱাহাটীৰ বৰদলৈ ট্ৰফী, নগাঁৱৰ স্বাধীনতা দিৱস, তেজপুৰৰ ডুগৰ শ্বিল্ড, যোৰহাটৰ এটিপিএ শ্বিল্ড আদি। এবাৰ বৰদলৈ ট্ৰফী প্ৰতিযোগিতাত উন্নত প্ৰদৰ্শনৰ বাবে Assam Tribune কাকতত এনেদৰে প্ৰকাশ পাইছিল 'Giant Killer Dergaon Sports Club'। উক্ত প্ৰতিযোগিতাসমূহৰ ট্ৰফী আনিব নোৱাৰিলেও ভাল খেল প্ৰদৰ্শন কৰিছিল।

দেৰগাঁও ক্ৰীড়া সন্থাৰ বিভিন্ন সময়ত যিসকল ব্যক্তিয়ে সভাপতি আৰু সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি কৰ্ম কুশলতাৰে অনুষ্ঠানটি পৰিচালনা কৰি আজিৰ এই পৰ্যায় পোৱাইছেহি সেই সকলৰ নাম উল্লেখ নকৰিলে অনুষ্ঠানটিৰ ইতিবৃত্ত অসমাপ্ত হৈ'ৰ।

**সভাপতিসকল ঃ** প্ৰয়াত পদ্মকুমাৰ দত্ত, ৰামেশ্বৰ পূজাৰী, যাদৱ শৰ্মা, যাদৱ ফুকন, নবীন হাজৰিকা, শ্ৰীকুতুবুদ্দিন আহমেদ, শ্ৰীবিপুল ঠাকুৰ, শ্ৰীঅনিল মহন্ত (বৰ্তমানৰ)।

**সম্পাদকসকল ঃ** প্ৰয়াত দুৰ্গানাথ কাকতি, নবীন হাজৰিকা, মুক্তানাথ দত্ত (যুঃসঃ), যাদৱ ফুকন, শ্ৰীকুতুবুদ্দিন আহমেদ, শ্ৰীবিপুল ঠাকুৰ, ড° প্ৰকাশ কন্দলি, ড° পৰাগ ঠাকুৰ, শ্ৰীঅনিল মহন্ত, শ্ৰীআদিত্য ঠাকুৰ (বৰ্তমানৰ)।

দেৰগাঁও ক্ৰীড়া সন্থাৰ দৰে দেৰগাঁৱত ক্ৰীড়া পৰম্পৰাৰ ক্ষেত্ৰত আৰু কৃতী খেলুৱৈ জন্ম দিয়াৰ ক্ষেত্ৰত দেৰগাঁৱৰ অতি প্ৰাচীন শতবৰ্ষ গৰকি পাব কৰা শিক্ষানুষ্ঠান দেৰগাঁও হাইস্কুল (বৰ্তমান দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়)ৰ অৱদান যথেষ্ট। এই ক্ষেত্ৰত দেৰগাঁও হাইস্কুলৰ সমূহ ক্ৰীড়াৰ ইতিবৃত্ত আৰু ৰেকৰ্ডসমূহ প্ৰকাশ কৰিবলৈ হ'লে নিবন্ধটোৰ কলেবৰ যথেষ্ট ডাঙৰ হ'ব, সেয়েহে বছা বছা কেইটিমান ৰেকৰ্ডহে দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে।

১৯০৮ চনতে প্ৰতিষ্ঠা হোৱা দেৰগাঁও হাইস্কুলে বিগত সময়ছোৱাত শিক্ষাৰ ক্ষেত্ৰত যিদৰে বিশেষ উল্লেখযোগ্য বৰঙণি আগ বঢ়াইছে সেইদৰে ক্ৰীড়াৰ ক্ষেত্ৰতো সমানেই অৱদান আগ বঢ়াইছে। ১৯৬০ চনত অনুষ্ঠিত উজনি অসম আন্তঃবিদ্যালয় টুৰ্ণামেণ্টত দেৰগাঁও হাইস্কুল দলে ফুটবলত বিজয়ীৰ সন্মান পাইছিল।

১৯৬২ চনত উজনি অসম আন্তঃবিদ্যালয় টুৰ্ণামেণ্টত কুটুবি চেমাই টুৰ্ণামেণ্টৰ শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান লাভ কৰিছিল আৰু ফুটবল দলটিয়ে বিজয়ীৰ সন্মান পাইছিল।

১৯৬৬ চনত অনুষ্ঠিত উজনি অসম আন্তঃ বিদ্যালয় টুৰ্ণামেণ্টত বিদ্যালয়ৰ ফুটবল দলটোৱে ৰাণাৰ্চ আপ আৰু টেবুল টেনিছত বিপুল ঠাকুৰ আৰু সত্যনাৰায়ণ আগৰৱালাই ৰাণাৰ্চ আপ ট্ৰফী লাভ কৰে। সেই সময়ত বিদ্যালয়ত টেবুল টেনিছৰ লেখিয়া খেলৰো যে প্ৰাধান্য আছিল তাকে প্ৰমাণ কৰে। ১৯৬৯ চনত যোৰহাটত অনুষ্ঠিত উজনি অসম আন্তঃ বিদ্যালয় টুৰ্ণামেণ্টত অৰুণ দাসে টুৰ্ণামেণ্টৰ সৰ্বশ্ৰেষ্ঠ খেলুৱৈৰ সন্মান পাইছিল। ১৯৭০ চনত অবিভক্ত শিৱসাগৰ জিলাৰ আন্তঃ বিদ্যালয় টুৰ্ণামেণ্টত বিদ্যালয়ৰ ফুটবল দলটি বিজয়ী হয়।

এই সময়ছোৱাত দেৰগাঁও হাইস্কুলে জন্ম দিয়া এগৰাকী দক্ষ ফুটবল খেলুৱৈ আৰু ভলীবল খেলুৱৈ হৈছে জীৱন কলিতা।





জীৱন কলিতা জুনিয়ৰ ৰাজ্যিক পৰ্যায়ৰ খেলুৱৈ আছিল আৰু অসম দলক প্ৰতিনিধিত্ব কৰিছিল।

১৯৭৭ চনত শিৱসাগৰত অনুষ্ঠিত হোৱা আন্তঃ জিলা উচ্চ আৰু উচ্চতৰ মাধ্যমিক আন্তঃ বিদ্যালয় খেল প্ৰতিযোগিতাত দেৰগাঁও উচ্চ মাধ্যমিক বিদ্যালয়ৰ বাস্কেট বল দলটিয়ে শ্ৰেষ্ঠ দলৰ সন্মান পাইছিল।

১৯৭৭ চনত বিদ্যালয়ৰ ছাত্ৰ বিশ্বজিৎ বৰাই নতুন দিল্লীত সৰ্বভাৰতীয় বাস্কেট বল প্ৰতিযোগিতাত অসম দলক প্ৰতিনিধিত্ব কৰিছিল।

১৯৮০ চনত বিশ্বজিৎ দুৱৰাই হায়দৰাবাদত অনুষ্ঠিত হোৱা স্কুল গেমছত অসম দলক প্ৰতিনিধিত্ব কৰিছিল।

১৯৮০ চনত প্ৰয়াত গিবিন্দ্ৰনাথ বৰুৱা বাস্কেট বল ছাব জুনিয়ৰ ৰাজ্যিক দলৰ অসম দলটিলৈ নিৰ্বাচিত হৈছিল।

১৯৮৪ চনত গুৱাহাটীত অনুষ্ঠিত মিনি নেশ্যনেল কাবাদি প্ৰতিযোগিতাৰ বাবে এই বিদ্যালয়ৰ বিনোদ সিং আৰু ভূপেন বৰাই ৰাজ্যিক দলক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল।

১৯৮৬ চনত বিদ্যালয়ৰ ছাত্ৰ চন্দন মজুমদাৰে শ্ৰীনগৰত অনুষ্ঠিত আন্তঃৰাজ্যিক ছাব জুনিয়ৰ ফুটবল প্ৰতিযোগিতাত অসম দলক প্ৰতিনিধিত্ব কৰিছিল।

১৯৮৭ চনত গুৱাহাটীত অনুষ্ঠিত ৩২ সংখ্যক ৰাষ্ট্ৰীয় স্কুল গেমছত 'ডিছকাছ থ্ৰ'ত অসম দলক প্ৰতিনিধিত্ব কৰিছিল আৰু শ্ৰীলংকাত অনুষ্ঠিত SAF গেমছত ভাৰতীয় দলৰ হৈ অংশগ্ৰহণ কৰিছিল।

১৯৮৭ চনত উত্তম সন্দিকৈয়ে গুজৰাটৰ নদীয়াত মিনি স্কুল গেমছত অসম দলক প্ৰতিনিধিত্ব কৰিছিল আৰু পদক পাবলৈ সক্ষম হৈছিল। উক্ত স্কুল গেমছত অসম ৪ x ১০০ মিঃ ৰীলে দলটিয়ে এক নতুন অভিলেখ স্থাপন কৰে। উত্তম সন্দিকৈ উক্ত দলৰ এজন খেলুৱৈ আছিল।

১৯৮৮ চনত বিদ্যালয়ৰ ছাত্ৰ মৃত্যুঞ্জয় শইকীয়াই সৰ্বভাৰতীয় স্কুল গেমছত হকী প্ৰতিযোগিতাত অসম দলক প্ৰতিনিধিত্ব কৰিছিল।

১৯৯১ চনত হাৰিয়ানাত অনুষ্ঠিত ৰাষ্ট্ৰীয় গেমছত এই বিদ্যালয়ৰ ছাত্ৰ মৃদুল দাসে হেণ্ডবলত অসম দলক প্ৰতিনিধিত্ব কৰিছিল।

২০০০ চনত বিদ্যালয়ৰ দুজন খেলুৱৈ ক্ৰমে ৰাতুল বৰ্মন আৰু অৰূপ শইকীয়াই অসম দলৰ হৈ আন্তঃৰাজ্যিক এথলেটিকছ প্ৰতিযোগিতাত যোগদান কৰাৰ সুযোগ লাভ কৰে। ৰাতুল বৰ্মন ৪ x ১০০ মিঃ আৰু ৪ x ৪০০ মিঃ ৰীলৈ প্ৰতিযোগিতাত স্বৰ্ণপদক বিজয়ী দলৰ সদস্য আছিল। অৰূপ শইকীয়া হাই জাম্পত স্বৰ্ণ আৰু ৪ x ১০০ মিঃ ৰীলেত স্বৰ্ণপদক বিজয়ী দলৰ সদস্য আছিল।

২০০০ চনত কলকাতাত অনুষ্ঠিত হোৱা ৰাষ্ট্ৰীয় এমেচাৰ বক্সিং জুনিয়ৰ শাখাত প্ৰফুল্ল গগৈয়ে স্বৰ্ণপদক অৰ্জন কৰিছিল।

২০০৫ চনত ডেৰাডুনত অনুষ্ঠিত আন্তঃৰাজ্যিক স্কুল বক্সিং প্ৰতিযোগিতাত বিদ্যালয়ৰ ছাত্ৰ বিক্ৰম থাপাই অসমৰ হৈ খেলাৰ সুযোগ পাইছিল।

এই দৰে দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ খেলুৱৈসকলে এটা শতিকা ধৰি জিলা পৰ্যায়, ৰাজ্যিক পৰ্যায় আৰু ৰাষ্ট্ৰীয় পৰ্যায়ত বিভিন্ন খেলত যোগদান কৰি দেৰগাঁৱৰ ক্ৰীড়া ক্ষেত্ৰখন জিলিকাই ৰাখিছে।

দেৰগাঁও উচ্চতৰ মাধ্যমিক বালিকা বিদ্যালয়ৰ ছাত্ৰীসকলেও খেলা-ধূলাত পূৰ্বতকৈ কিছু দক্ষতা দেখুৱাবলৈ সক্ষম হৈছে আৰু দেৰগাঁও ক্ৰীড়া বিন্যাসত কিছু অৱদান আগ বঢ়াইছে।

২০০৯ বৰ্ষত গোলাঘাটত অনুষ্ঠিত উত্তৰ-পূব এথলেটিকছ মিট (উইমেন ফেষ্টিভেল)ত এই বিদ্যালয়ৰ ছাত্ৰীয়ে কেইবাটাও পুৰস্কাৰ পাবলৈ সমৰ্থ হয়।

জ্যোতিস্মিতা বৰাই ৮০০ মিঃ দৌৰত সোণৰ পদক আৰু ২০০ মিঃ দৌৰত ব্ৰঞ্জৰ পদক পাইছিল। ২০১০ বৰ্ষত গুৱাহাটীত অনুষ্ঠিত আন্তঃ জিলা স্কুল গেমছত বক্সিং প্ৰতিযোগিতাত সোণৰ পদক পাবলৈ সমৰ্থ হৈছিল। জ্যোতিস্মিতা বৰাই ৩৮ কেঃজিঃ বিভাগত সোণৰ পদক পাইছিল। শ্ৰীশিল্পা লিম্বুই ৪২ কেঃজিঃ বিভাগত সোণৰ পদক, শ্ৰীনিতা দাসে ৪৬ কেঃজিঃ বিভাগত সোণৰ পদক পাইছিল। অন্যান্য খেলবিলাকতো অলপমান গুৰুত্ব আৰু মনোযোগ দিলে বিশেষ নাম কৰাৰ সম্ভাৱনা আছে।

দেৰগাঁও ইন্দ্ৰাণী দেৱী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰসকলেও প্ৰতিযোগিতাসমূহত বিশেষ ৰেকৰ্ড কৰিব নোৱাৰিলেও কিন্তু খেলৰ এটা সুন্দৰ পৰিৱেশ বিদ্যালয় স্থাপনৰ কালৰে পৰা গঢ় দি আহিছে আৰু ফুটবল, ভলীবল খেলসমূহত বহুতো কৃতী, দক্ষ খেলুৱৈৰ জন্ম দি আহিছে। ঠাইৰ অভাৱত সেই সকলৰ নাম ইয়াত উল্লেখ কৰিব নোৱাৰি দুঃখিত।

দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীসকলেও ক্ৰীড়াৰ ক্ষেত্ৰত বিশেষ গুৰুত্ব দি আহিছে। বিভিন্ন সময়ত বিশ্ববিদ্যালয়ৰ আন্তঃমহাবিদ্যালয়ৰ প্ৰতিযোগিতাসমূহ অনুষ্ঠিত কৰি ক্ৰীড়াৰ এটা সুন্দৰ পৰিৱেশ গঢ়ি তোলাত অৰিহণা যোগাই আহিছে।

১৯৭৯ চনত দেৰগাঁও ক্ৰীড়া সন্থা খেলপথাৰত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ আন্তঃ মহাবিদ্যালয় ফুটবল প্ৰতিযোগিতা অতি সুন্দৰকৈ আৰু নিয়াৰিকৈ অনুষ্ঠিত কৰিছিল।

২০১০ বৰ্ষত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ আন্তঃ মহাবিদ্যালয় ভলীবল প্ৰতিযোগিতা অতি সুন্দৰভাৱে অনুষ্ঠিত কৰি দেৰগাঁৱা ক্ৰীড়ামোদী ৰাইজৰ পৰা শলাগ পাইছিল এই প্ৰতিযোগিতাত দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয় ভলীবল দলটি চেম্পিয়ন হয়। বৰ্তমানে



দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ত আৰ্চাৰি খেলৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাবে প্ৰয়োজনীয় সামগ্ৰী ক্ৰয় কৰি ২০১০ বৰ্ষত ১৫ দিনীয়া এক প্ৰশিক্ষণ শিবিৰ অনুষ্ঠিত কৰিছিল। গতিকে ছাত্ৰ-ছাত্ৰীসকলে মনোনিবেশ কৰিলে সময়ত কৃতী খেলুৱৈ হিচাপে নিজকে গঢ় দিব পাৰিব। সমলৰ অভাৱত বিতং তথ্য দিব পৰা নগ'ল।

দেৰগাঁৱত বিভিন্ন সময়ত প্ৰতিষ্ঠিত ক্লাব আৰু ক্ৰীড়া অনুষ্ঠান বিলাকেও ক্ৰীড়াৰ পৰিৱেশ সৃষ্টি কৰাত অৱদান আগ বঢ়াই আহিছে লগতে দক্ষ খেলুৱৈৰো জন্ম দিছে। তাৰ বাবে ক্ৰীড়া সংগঠকসকলৰো অৱদান শলাগিবলগীয়া। সেয়েহে এই সুযোগতে অনুষ্ঠানবিলাকৰ থুলমূল বিৱৰণ দাঙি নধৰিলে আমাৰ উদ্দেশ্য অসম্পূৰ্ণ হৈ ৰ'ব।

শৰীৰ চৰ্চাৰ বাবে দেৰগাঁৱৰ কেইজনমান ব্যক্তিয়ে অহৰহ চেষ্টা কৰি আহিছে আৰু ইয়াৰ ফলত ১৯৮৪ চনত ৰমেন দত্ত, কিৰণ নাথ আৰু পৰাগ ঠাকুৰ আদিৰ প্ৰচেষ্টাত দেৰগাঁৱত গঢ় লৈ উঠে তৰুণৰাম ফুকন ব্যায়ামাগাৰ। এই অনুষ্ঠানটোৰ সৌজন্যত ১৯৯১ চনত দেৰগাঁৱত বডী বিল্ডিং প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল। এই অনুষ্ঠানটোৰ কেইজনমান পাঞ্জা খেলুৱৈয়ে সদৌ অসম ভিত্তিত অনুষ্ঠিত প্ৰতিযোগিতাত পুৰস্কাৰ পাবলৈ সমৰ্থ হৈছিল। সেই সকলৰ তিলোত্তমা শইকীয়া, ৰমেন দত্ত, জন শইকীয়া, ভাৰতী বৰুৱা আদি। পাছলৈ ৰমেন দত্তই আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ ৰেফাৰী হিচাপে খ্যাতি লভিছিল আৰু ছুইজাৰলেণ্ডলৈ যাবলৈ নিৰ্বাচিত হৈছিল। ১৯৯১-৯২ চনত গৌতম বৰাই সদৌ অসম বডী বিল্ডিং প্ৰতিযোগিতাত প্ৰথম স্থান লাভ কৰিছিল।

১৯৯২ চনত দেৰগাঁও নাৰিকলগুৰিৰ যুৱক সংঘৰ নেতৃত্বত আৰু এটি জিমনেছিয়াম ক্লাব প্ৰতিষ্ঠা কৰা হয়। বৰ্তমান এই জিমনেছিয়াম ক্লাবটোৱে যুৱ প্ৰজন্মক প্ৰশিক্ষণ দি আছে। ১৯৮৯ চনত দেৰগাঁৱৰ কেইগৰাকীমান উদীয়মান যুৱকৰ যোগেদি এটি বক্সিং ক্লাবৰ প্ৰতিষ্ঠা হয়। এই ক্লাবৰ যোগেদি নৱ প্ৰজন্মক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰা হয় যাৰ ফলত বিভিন্ন বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলে জিলা আৰু ৰাজ্যিক ভিত্তিত পুৰস্কাৰ পাবলৈ সমৰ্থ হৈছে। এই ক্লাবৰ যোগেদি দেৰগাঁৱত জিলা পৰ্যায়ৰ প্ৰতিযোগিতা অনুষ্ঠিত কৰে।

পৰৱৰ্তী সময়ত ২০০৮ বৰ্ষত দেৰগাঁৱত স্থাপন কৰা হয় এমেছাৰ বক্সিং এছ'চিয়েশ্যন। দিগন্তনাথ সম্পাদক থাকোঁতে ২০০৭ বৰ্ষত সদৌ অসম পাঞ্জা প্ৰতিযোগিতা অনুষ্ঠিত হয়। বৰ্তমান এই অনুষ্ঠানৰ সভাপতি শ্ৰীগুণ শৰ্মা বৰুৱা আৰু সম্পাদক শ্ৰী ৰাজমোহন শৰ্মা। ২০০৯ বৰ্ষত এই অনুষ্ঠানৰ সৌজন্যত সদৌ অসম ভিত্তিত আন্তঃজিলা বক্সিং প্ৰতিযোগিতা নৰেন শৰ্মা স্মৃতি পথাৰত অনুষ্ঠিত হয় আৰু ২০১০ বৰ্ষত বক্সিঙত অসম দলক প্ৰতিনিধিত্ব কৰিব লগা খেলুৱৈসকলৰ প্ৰশিক্ষণ শিবিৰ অনুষ্ঠিত হৈছিল।

বৃহত্তৰ দেৰগাঁও অঞ্চলত বেডমিণ্টন খেলৰ প্ৰতি যুৱ প্ৰজন্মক আকৃষ্ট কৰিবৰ বাবে দেৰগাঁৱৰ কেইগৰাকীমান ক্ৰীড়া সংগঠকৰ যোগেদি প্ৰত্যেক বছৰে এখন সৰ্বসন্মত সমিতি গঠন কৰি ২০০৬ বৰ্ষৰ পৰা দেৰগাঁৱৰ এজন সফল ব্যৱসায়ী সমাজকৰ্মী ব্যক্তিৰ সোঁৱৰণত চুৰতৰাম খাদৰীয়া সোঁৱৰণী বেডমিণ্টন প্ৰতিযোগিতা অনুষ্ঠিত কৰা হয়। জন্মলগ্নৰে পৰা এই সমিতিখনৰ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে শ্ৰীঅৰুণ শৰ্মাই আৰু প্ৰতিযোগিতা কেইবাটাও স্তৰত শিবসাগৰ, যোৰহাট আৰু গোলাঘাট জিলা ভিত্তিত বৰ সুন্দৰকৈ আৰু নিয়াৰিকৈ অনুষ্ঠিত হৈ আহিছে।

প্ৰায় ৯০ দশকত প্ৰতিষ্ঠা হোৱা 'দেৰগাঁও কচিং চেণ্টাৰ' নামৰ এটি ক্ৰীড়া অনুষ্ঠানে ফুটবল, ভলীবল, বক্সিং আদি বিভিন্ন খেলৰ বাবে নৱ প্ৰজন্মক প্ৰশিক্ষণ দি আহিছে আৰু বিভিন্ন প্ৰতিযোগিতা অনুষ্ঠিত কৰি আৰু যোগদান কৰি ক্ৰীড়াৰ এটা সুন্দৰ পৰিৱেশ গঢ়ি তুলিছে। বৰ্তমান এই অনুষ্ঠানৰ সভাপতি শ্ৰীগুণ শৰ্মা বৰুৱা আৰু সম্পাদক শ্ৰীসুজিত হাজৰিকা।

ভকতীয়া গাঁও যুৱ প্ৰজন্মৰ সৌজন্যত ১৯৮০ চনত ভকতীয়া গাঁও পূৰ্বজ্যোতি খেলপথাৰ স্থাপিত হয়। এই খেল পথাৰতে ২০০৪ চনৰ পৰা লোকনাথ বৰা সোঁৱৰণী চলন্ত শ্বিল্ড আৰু তুলসী বৰা সোঁৱৰণী ৰাণাৰ্ছ আপ ট্ৰফী ফুটবল প্ৰতিযোগিতা চলি আহিছে। লগতে সেই অঞ্চলত ক্ৰীড়াৰ এক মধুৰ পৰিৱেশ গঢ়িব পাৰিছে।

প্ৰায় ৮০ দশকত 3F ক্লাব নামৰ এটি ক্ৰীড়া অনুষ্ঠান দেৰগাঁৱত গঢ় লৈ উঠিছিল আৰু ফুটবল খেলকে প্ৰাধান্য দি বিভিন্ন প্ৰতিযোগিতাত অংশগ্ৰহণ কৰিছিল। এই অনুষ্ঠানে দেৰগাঁও উচ্চতৰ মাধ্যমিক খেলপথাৰত ৰিপুন হাজৰিকা সোঁৱৰণী ফুটবল প্ৰতিযোগিতা অনুষ্ঠিত কৰিছিল। বৰ্তমান উক্ত প্ৰতিযোগিতা বন্ধ হৈ আছে। এই অনুষ্ঠানে দুলু-ৰাজা সোঁৱৰণী বেডমিণ্টন প্ৰতিযোগিতাও অনুষ্ঠিত কৰিছিল। বৰ্তমানে এই অনুষ্ঠান অচল হৈ আছে।

১৯৮৫ চনত দেৰগাঁও ইন্দ্ৰাণী দেৱী উচ্চতৰ মাধ্যমিক বিদ্যালয়কে আশ্ৰয় কৰি উদয়ন ক্লাব নামৰ এটি ক্ৰীড়া অনুষ্ঠানৰ জন্ম হয়। এই অনুষ্ঠানে ইন্দ্ৰাণী দেৱী উচ্চতৰ মাধ্যমিক খেল পথাৰত ভলীবল প্ৰতিযোগিতা অনুষ্ঠিত কৰিছিল আৰু একেৰাহে কেইবা বছৰো ধৰি চলিছিল, বৰ্তমান বন্ধ হৈ আছে।

বৃহত্তৰ দেৰগাঁৱৰ ক্ৰীড়া জগতত দেৰগাঁৱৰ সমীপৰে নাহৰণিৰ অৱদান বিশেষ লেখত ল'বলগীয়া। নাহৰণি এটি বৃহৎ গ্ৰামাঞ্চল। গ্ৰাম্য অঞ্চল হ'লেও ঠাইটুকুৰা কিন্তু ক্ৰীড়াৰ ক্ষেত্ৰত যথেষ্ট আগ বঢ়া। প্ৰাক্ স্বাধীনতা কাল ১৯ শতিকাৰ তৃতীয় দশকৰ পৰাই নাহৰণিৰ ফুটবল দলটো অতি জনপ্ৰিয় আছিল। পৰৱৰ্তী পৰ্যায়ত নাহৰণিয়ে ক্ৰীড়াৰ ক্ষেত্ৰত এক উজ্জ্বল ফল দেখুৱাই আহিছে। নাহৰণিৰ ক্ৰীড়াৰ এক গৌৰৱোজ্জ্বল ইতিহাস আছে। বিশেষ লেখত ল'বলগীয়া কেইটিমান ৰেকৰ্ড এই নিবন্ধত দাঙি ধৰিলোঁ। নাহৰণিত ফুটবলতকৈ ভলীবল খেলেহে বিশেষ জনপ্ৰিয়তা লাভ







কৰে। বহুতো উদীয়মান প্ৰখ্যাত খেলুৱৈৰ জন্ম দিয়ে। সেই সময়ৰ নাহৰণিৰ হাইস্কুলৰ প্ৰধান শিক্ষক প্ৰয়াত আব্দুল মতিন দেৱ নাহৰণি ভলীবলৰ পিতৃস্বৰূপ বুলি আখ্যা দিব পাৰি, কাৰণ তেখেতৰ প্ৰচেষ্টাত 'জালাল মেহমুদ শ্বিল্ড' আমন্ত্ৰণ ভলীবল প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল। ১৯৮৭ চনৰ পৰা মীৰ মুকিবুৰ ৰহমান আৰু চৈয়দ মোস্তাকা খুৰেছিৰ অশেষ প্ৰচেষ্টাত নাহৰণিত ল'ৰা আৰু মহিলাৰ ভলীবল দল গঠন হৈছিল। সেই সময়ত নাহৰণি দলত আছিল কেইবাবাৰো অসম দলক প্ৰতিনিধিত্ব কৰা ইউচুফ আলী আহমেদ আৰু মেৰাচুদ্দিন আহমেদ। প্ৰয়োজনীয় আন্তঃগাঁথনিৰ অভাৱ যদিও নাহৰণিৰ ভলীবল প্ৰেমী ৰাইজ আৰু উদ্যমী যুবকসকলৰ প্ৰচেষ্টাত ২০০৫ বৰ্ষত নাহৰণি ক্ৰীড়া সন্থাই ২০ তম সদৌ অসম আন্তঃজিলা ছাত্ৰ জুনিয়ৰ ভলীবল প্ৰতিযোগিতাখনি সফলতাৰ সৈতে অনুষ্ঠিত কৰিছিল।

নাহৰণিৰ বিশেষ কেইজনমান খেলুৱৈৰ পাৰদৰ্শিতাৰ তথ্য তলত দাঙি ধৰা হ'ল।

**মেৰাছুদ্দিন আহমেদ ঃ**

১৯৮৯ চনত ৰাষ্ট্ৰীয় ভলীবল, ১৯৯১ চনত ৰাষ্ট্ৰীয় স্কুল গেমছ চণ্ডীগড়, ৯৪ ৰাষ্ট্ৰীয় স্কুল গেমছ চণ্ডীগড়, ৯৪ ৰাষ্ট্ৰীয় স্কুল গেমছ পাটিয়ালা, ৰাষ্ট্ৰীয় ভলীবল কেৰেলা, ৯৯- ৰাষ্ট্ৰীয় বীচবল চেন্নাই, ২০০০ চিনিয়ৰ উত্তৰ-পূব ভলীবল পশ্চিমবংগ, ২০০১ ৰাষ্ট্ৰীয় চিনিয়ৰ ভলীবল কেৰালা।

**ইউচুফ আলী আহমেদ ঃ**

১৯৮৯ ছাত্ৰ জুনিয়ৰ ৰাষ্ট্ৰীয় ভলীবল, ডেৰাডুন, ৯১ ৰাষ্ট্ৰীয় স্কুল গেমছ, হাৰিয়ানা, ৯৪ ৰাষ্ট্ৰীয় ভলীবলশ্বিপ, পাটিয়ালা, ৯৬ ৰাষ্ট্ৰীয় যুৱ ভলীবল কেৰালা।

**কুতুবুদ্দিন আহমেদ ঃ**

ছাই ফুটবল দলৰ খেলুৱৈ। ১৯৯৩ চনত ৰাষ্ট্ৰীয় ছাত্ৰ জুনিয়ৰ ফুটবল, গোৱা, ৯৪ ৰাষ্ট্ৰীয় ফুটবল, বিহাৰ, ৯১-৯২ নেচনেল কেম্প, মণিপুৰ, ৯৩-৯৪ মেঘালয়।

**মঃ হামিদুৰ ৰহমান ঃ**

৮৬ ৰুৰেল নেশ্যনেল, হাৰিয়ানা, ৯১ ৰাষ্ট্ৰীয় স্কুল গেমছ, পাটিয়ালা, ৯২ ৰুৰেল আন্তঃজিলা, গুৱাহাটী।

**আব্দুল কুদ্দুছ ঃ**

ইৰ ফুটবল খেলুৱৈ, ৮৯ আন্তঃজিলা মিনি ৰাজ্যিক পৰ্যায়ত দুবাৰ প্ৰতিনিধিত্ব কৰিছে।

শেষত নাহৰণিৰ ভলীখেলে পুনৰ হেৰুওৱা গৌৰৱ ঘূৰাই পাওক আৰু অসম তথা দেশৰ ক্ৰীড়া জগত উজ্বলাই ৰাখক এই আশা ৰাখিছোঁ।

কুৰালগুৰি অঞ্চলৰো ক্ৰীড়া জগতত যথেষ্ট অৱদান আছে। প্ৰাক্ স্বাধীনতা কালৰে পৰাই কুৰালগুৰিৰ বৰুৱাবামুণ গাঁও অঞ্চলৰ ক্ৰীড়াপ্ৰেমী কেইগৰাকীমান উদ্যোগী ব্যক্তিৰ প্ৰচেষ্টাত বৰুৱাবামুণ গাঁও কুৰালগুৰিৰ খেলা-ধূলা পৰিচালিত হৈছিল। কুৰালগুৰি অঞ্চলটো এক বৃহৎ গ্ৰাম্য অঞ্চল। কেইবাটাও মৌজাৰ কেইবাখনো গাঁৱৰ প্ৰাণকেন্দ্ৰ কুৰালগুৰিত কেইগৰাকীমান ক্ৰীড়া সংগঠক আৰু ক্ৰীড়াপ্ৰেমীৰ প্ৰচেষ্টাত ১৯৬৪ চনত বৰুৱাবামুণ গাঁও ক্ৰীড়াসন্থা গঠন হৈছিল। এই ক্ৰীড়ানুষ্ঠানৰ বিভিন্ন সময়ত প্ৰয়াত ডিম্ব নাথ, চৈয়দ আব্দুল মতলিব, শ্ৰীলক্ষেশ্বৰ বৰুৱা, প্ৰয়াত যুগলকিশোৰ দত্ত আৰু শ্ৰীতৰুণ কলিতাই এই দায়িত্ব পালন কৰি আহিছে। ২০০০ চনত বৃহত্তৰ বৰুৱাবামুণ গাঁও অঞ্চলৰ ভালেকেইজন ক্ৰীড়াপ্ৰেমী ব্যক্তিৰ সহযোগত কুৰালগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ত কাবাদি আৰু খো খো কচিং চেণ্টাৰে জন্মলাভ কৰে আৰু এই বিদ্যালয়কে প্ৰধান কাৰ্যালয় হিচাপে লৈ গোলাঘাট জিলা খো খো সন্থা নামৰ এটি ক্ৰীড়া অনুষ্ঠানৰ জন্ম দিয়ে। এই সন্থাৰ সম্পাদক আৰু প্ৰশিক্ষক হিচাপে শ্ৰীতৰুণ কলিতাকে দায়িত্ব অৰ্পণ কৰে। ১৯৮৫-৮৬ চনত কেইজনমান উদীয়মান যুৱকৰ প্ৰচেষ্টাত ফ্ৰেণ্ডশ্বিপ ক্লাবৰ জন্ম হৈছিল। কিন্তু বৰ্তমান এই অনুষ্ঠানৰ কাম-কাজ অচল।

কুৰালগুৰিৰ প্ৰয়াত বাপীৰাম নেওগ নামৰ এজন ব্যক্তিৰ আশাশুধীয়া প্ৰচেষ্টাত ১৯৪৯ চনত চেনিকলৰ ওচৰত কমাৰবাৰী নামৰ এখন খেলপথাৰৰ ব্যৱস্থা কৰা হয়। ইয়াতেই কুৰালগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়কে ধৰি অঞ্চলটোৰ সকলো খেলাধূলা অনুষ্ঠিত হয়।

১৯৮৯ চনত কুৰালগুৰি অঞ্চলত কেইজনমান খেলুৱৈৰ তত্বাৱধানত 'গদাধৰ যুৱ বিকাশ কেন্দ্ৰ' গঢ় লৈ উঠে। এই সক্ৰিয় অনুষ্ঠানটোৱে বহুতো খেলুৱৈৰ জন্ম দি ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় স্তৰতো প্ৰতিভা বিকাশ ঘটাইছিল।

কুৰালগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকল ক্ৰীড়াৰ ক্ষেত্ৰত সদায়েই আগ বঢ়া আৰু জিলা আৰু ৰাজ্যিক পৰ্যায়ত বহুতো বঁটা পাবলৈ সক্ষম হৈছে। পৰিসৰ বৃদ্ধি হ'ব বুলি বিবেচনা কৰি আটাইবিলাক ৰেকৰ্ড ইয়াত লিপিবদ্ধ কৰিব নোৱাৰি মাত্ৰ ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্যায়ৰ ৰেকৰ্ডহে দাঙি ধৰা হ'ল। এইখিনিতে কোৱা ভাল হ'ব যে বিদ্যালয়ত অধ্যয়নৰত অৱস্থাত কিবা কাৰণত কোনো খেলুৱৈয়ে ৰাজ্যিক বা ৰাষ্ট্ৰীয় পৰ্যায়ত অংশগ্ৰহণৰ সুবিধা নাপালেও পিছৰ পৰ্যায়ত কুৰালগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ভালেকেইজন ছাত্ৰই তেনে প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি অঞ্চলটোৰ সুনাম অক্ষুণ্ণ ৰাখিছে।

১৯৯০ চনত (চন্দ্ৰপুৰ, মহাৰাষ্ট্ৰ) সদৌ ভাৰত দেহশ্ৰী প্ৰতিযোগিতাত সুনীল মেধাই দ্বিতীয় স্থান আৰু শ্ৰীগৌতম বৰাই দ্বাদশ স্থান পাইছিল। ১৯৯১ চনত পৰাগ গোস্বামীয়ে ৰাষ্ট্ৰীয় ভলীবল দলত অংশগ্ৰহণ কৰিছিল। ১৯৯১ চনত শ্ৰীপ্ৰণৱ কলিতাই সদৌ অসম বক্সিং প্ৰতিযোগিতাত দ্বিতীয় স্থান পাইছিল। ইয়াৰ বাহিৰেও ১৯৯৭ চনত মৰিছাছত আৰু ১৯৯৮ চনত কানাডাত অনুষ্ঠিত হোৱা

বিশ্ব কাৰাটে প্ৰতিযোগিতাত দুবাৰকৈ ভাৰতীয় কাৰাটে দলত প্ৰতিনিধিত্ব কৰাৰ সুবিধা পাইছিল। শ্ৰীসঞ্জীৱ কলিতা মাৰ্চ্ছিয়েল আৰ্টৰ এজন ৰাষ্ট্ৰীয় পৰ্যায়ৰ খেলুৱৈ আৰু বিচাৰক আছিল। ১৯৯২ চনত মৌচুমী শৰ্মাই ৰাষ্ট্ৰীয় পাঞ্জা প্ৰতিযোগিতাত চতুৰ্থ স্থান পাইছিল। ১৯৯৩ চনত লক্ষ্ণৌত অনুষ্ঠিত হোৱা পাঞ্জা প্ৰতিযোগিতাত মৌচুমী শৰ্মাই দ্বিতীয় স্থান পাইছিল আৰু কানাডাত অনুষ্ঠিত হোৱা আন্তঃৰাষ্ট্ৰীয় পাঞ্জা প্ৰতিযোগিতাত যোগদান কৰাৰ সুযোগ পাইছিল। প্ৰয়োজনীয় আন্তঃগাথনি আৰু পৰ্যাপ্ত সুবিধা পালে এই অঞ্চলৰ খেলুৱৈ যে অধিক আগুৱাই যাব পাৰিব সেয়া আশা কৰিব পাৰি।

মিছামৰা অঞ্চলতো ক্ৰীড়াই যথেষ্ট প্ৰসাৰতা লাভ কৰি আহিছে আৰু এই ক্ষেত্ৰত মিছামৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলেও জিলা আৰু ৰাজ্যিক পৰ্যায়ত ভাল ফল দেখুৱাই আহিছে।

প্ৰায় ৬০ ৰ দশকত মিছামৰাত ধীৰেন দত্ত সোঁৱৰণী ফুটবল প্ৰতিযোগিতাখনি সুন্দৰকৈ অনুষ্ঠিত হৈছিল। ইয়াৰ পাছত প্ৰায় ৭০ দশকমানৰ পৰা দিলীপ ট্ৰফী ফুটবল প্ৰতিযোগিতাখনি একেৰাহে কিছু বছৰ ধৰি চলিছিল। বৰ্তমান এই প্ৰতিযোগিতাসমূহ বন্ধ হৈ আছে। তলত কেইটিমান ৰেকৰ্ড দাঙি ধৰা হ'ল।

১৯৮১ চনত শ্ৰীজিতু ফুকনে ত্ৰিবান্দ্ৰমত অনুষ্ঠিত ৰাষ্ট্ৰীয় বিদ্যালয় ক্ৰীড়াত অসম দলক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পায়। ২০০৪ চনত শ্ৰীতপোবন হাজৰিকাই বাংগালোৰত অনুষ্ঠিত ৰাষ্ট্ৰীয় খো খো প্ৰতিযোগিতাত অসম দলক প্ৰতিনিধিত্ব কৰিছিল। ইয়াৰ উপৰি বিদ্যালয়ৰ শিক্ষক-কৰ্মচাৰীয়ে প্ৰবীণ এথলেটিক্‌ছত পদক পাবলৈ সক্ষম হৈছিল। বিদ্যালয়ৰ কৰ্মচাৰী শ্ৰীবীৰেন দত্তই ডিব্ৰুগড়ত অনুষ্ঠিত সদৌ অসম প্ৰবীণ এথলেটিক্‌ছ প্ৰতিযোগিতাত ত্ৰিপোল জাম্পত ৰূপৰ পদক পাইছিল আৰু ২০০২ চনত বাংগালোৰত অনুষ্ঠিত তৃতীয় নেশ্যনেল ভেটাৰ্ন এথলেটিক্‌ছত যোগদান কৰাৰ সুযোগ পাইছিল। বিদ্যালয়ৰ শিক্ষক শ্ৰীপ্ৰফুল্ল বৰাই ডিব্ৰুগড়ত অনুষ্ঠিত সদৌ অসম ভেটাৰ্ণ এথলেটিক্‌ছ প্ৰতিযোগিতাত ষষ্ঠ স্থান পাইছিল। এইসকলে মিছামৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ক্ৰীড়া ক্ষেত্ৰখন উজলাই ৰাখিছিল।

বাঁহগুৰি এক জনজাতি অধ্যুষিত অঞ্চল যদিও ইয়াৰ কেইজনমান আশাসুধীয়া ব্যক্তিৰ প্ৰচেষ্টাত বাঁহগুৰি ক্ৰীড়া সন্থা গঠন হৈ প্ৰায় ২০০০ চনৰ পৰাই এখনি ফুটবল প্ৰতিযোগিতা ক্ৰমাগতভাৱে চলি আছে আৰু ক্ৰীড়াৰ ক্ষেত্ৰখন পোহৰাই ৰখাৰ লগে লগে যুৱ প্ৰজন্মক ক্ৰীড়াৰ প্ৰতি অনুৰাগ বৃদ্ধি কৰি আহিছে। বৰ্তমান এই ক্ৰীড়া সংগঠনৰ সভাপতি শ্ৰীফণীধৰ পেগু আৰু সম্পাদক শ্ৰীপ্ৰমোদ পাচুং। সমলৰ অভাৱত বিতং তথ্য দিব পৰা নগ'ল।

গণকপুখুৰী গ্ৰাম্য অঞ্চলটোও ক্ৰীড়াৰ ক্ষেত্ৰত যথেষ্ট আগবঢ়া বুলি ক'ব পাৰি। প্ৰায় ৮০ দশকমানৰ পৰা গণকপুখুৰী ক্ৰীড়া সন্থাৰ যোগেদি ভলীবল আৰু বেডমিণ্টনৰ সুন্দৰ প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল। ১৯৭০ চনতে গণকপুখুৰী অঞ্চলত খেলাধূলাৰ প্ৰগতিৰ বাবে কেইজনমান ক্ৰীড়া সংগঠকে গণকপুখুৰী ক্ৰীড়া সন্থা প্ৰতিষ্ঠা কৰিছিল। সেইসকল হ'ল প্ৰাক্তন বিধায়ক লক্ষেশ্বৰ দাস, প্ৰয়াত ডিম্বেশ্বৰ বৰা, শ্ৰীদীনেশ্বৰ শৰ্মা, শৈল্যধৰ বৰা, শ্ৰীপূৰ্ণ হাজৰিকা, গোলাপ দাস, খগেন বৰা আদি। অনুষ্ঠানটিয়ে ১৪ বছৰৰ অনূৰ্ধ্ব সকলৰ বাবে সৰ্বেশ্বৰ বৰা সোঁৱৰণী চলন্ত শ্বিল্ড প্ৰতিযোগিতাখনি আৰু দুৰ্গেশ্বৰ শৰ্মা স্মৃতি ফুটবল প্ৰতিযোগিতা অনুষ্ঠিত কৰে। ক্ৰীড়া সন্থাই ভলীবল প্ৰতিযোগিতাখনি বৰ সুন্দৰকৈ অনুষ্ঠিত কৰি আহিছিল। ক্ৰীড়া সন্থাৰ এটি স্থায়ী কাৰ্যালয় আছে আৰু সন্থালৈ নেহৰু যুৱক কেন্দ্ৰৰ যোগেদি ক্ৰীড়া সামগ্ৰী প্ৰেৰণ কৰে। ক্ৰীড়া সন্থাই প্ৰেৰণ কৰা তথ্যমতে কোনবিধ প্ৰতিযোগিতা বৰ্তমান চলিত অৱস্থাত আছে জানিব পৰা নগ'ল। সন্থাৰ বৰ্তমান সম্পাদক শ্ৰীবিনোদ ঠাকুৰ আৰু খেলসমূহ পৰিচালনা কৰে শ্ৰীপূৰ্ণ হাজৰিকাই। আমাৰ দৃষ্টি আৰু স্মৃতিত গণকপুখুৰী ক্ৰীড়া সন্থাই ক্ৰীড়াৰ জগতখন এসময়ত যে পোহৰাই ৰাখিছিল এইটো সত্য আৰু সকলো একগোট হৈ পূৰ্ণ উদ্যমেৰে আগ বাঢ়ি আহিলে পূৰ্বৰ খ্যাতি আৰু গৌৰৱ ঘূৰি আহিব বুলি আশা কৰিব পাৰি।

এই নিবন্ধৰ যোগেদি বৃহত্তৰ দেৰগাঁও অঞ্চলৰ ক্ৰীড়াৰ এক চমু আলোকপাত কৰিবলৈ প্ৰয়াস কৰা হৈছে। এই কাম কৰিবলৈ যাওঁতে অনুসন্ধানসমূহৰ পৰা পোৱা সমল, বিভিন্ন প্ৰবন্ধপাতি, বিশেষ ব্যক্তিৰ লগত হোৱা আলোচনা আৰু স্মৃতিৰ কৰণিৰ পৰা তথ্যসমূহ যুগুত কৰা হৈছে। এই প্ৰবন্ধত বহু খেলুৱৈৰ নাম, ক্ৰীড়া সংগঠক আদিৰ নাম ঠাইৰ অভাৱত আৰু কলেৱৰ বৃদ্ধি হোৱাৰ আশংকাত বাদ পৰি যোৱাটো নিতান্তই স্বাভাৱিক আৰু এই বৈ যোৱা অনিচ্ছাকৃত ভুলৰ বাবে ক্ষমা বিচাৰিলোঁ।

ক্ৰীড়া হ'ল এক নিৰৱচ্ছিন্ন প্ৰক্ৰিয়া য'ত এচাম ক্ৰীড়া সংগঠক, ক্ৰীড়াবিদ, খেলুৱৈ আদিৰ দৰে কৰ্মঠ, গতিশীল মনৰ মানুহৰ সমূহীয়া প্ৰচেষ্টাৰ যোগেদি সমাজৰ বিকাশ আৰু প্ৰগতি আগুৱাই যায়। অৱশ্যে আজিৰ ব্যয়বহুল সমাজত ক্ৰীড়াৰ বাবে প্ৰয়োজনীয় আন্তঃগাঁথনি গঢ়ি তোলাটো বৰ সহজ নহয়। তাৰ বাবে প্ৰয়োজন চৰকাৰ আৰু বে'চৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠান আৰু ৰাইজৰ সহযোগিতা, পৃষ্ঠপোষকতা, খেলুৱৈৰ আগ্ৰহ আৰু নিষ্ঠাবান ক্ৰীড়া সংগঠকৰ। বৰ্তমান বৃহত্তৰ দেৰগাঁৱত ক্ৰীড়া ক্ষেত্ৰৰ উজ্বলতা অনিবাৰ্য কাৰণত স্তিমিত হোৱা পৰিলক্ষিত হৈছে। সেয়ে সকলোৱে ঐক্যবদ্ধভাৱে এটা গতিশীল মন লৈ ক্ৰীড়াৰ উন্নতিৰ কাৰণে বাস্তৱ আঁচনি প্ৰস্তুত কৰি কামত অগ্ৰসৰ হ'লে ক্ৰীড়াৰ ক্ষেত্ৰখন উজলি উঠিব। ❑



# দেৰগাঁৱৰ সংবাদসেৱা ঃ এটি সংক্ষিপ্ত পৰিচিতি

**বিচিত্ৰ ভূষণ কলিতা**

ইতিহাস ৰঞ্জিত দেৰগাঁৱৰ সংবাদ সেৱা তথা সাংবাদিকতাৰ এক গৌৰৱোজ্জ্বল ইতিহাস আছে। 'হেমৰ কোষেৰে ওখ দৌল বান্ধি ভাষাক সাৰথি কৰি' নুমাবলগীয়া অসমীয়াৰ নাম উজ্জ্বল কৰি ৰখা অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ (১৮৩৫—১৮৯৬) দেৰগাঁৱৰ ৰজাবাহৰত জন্ম হৈছিল। 'অৰুনোদয় সংবাদ পত্ৰ'ত 'সোণাৰ চাঁদ ডেকাবৰুৱা' ছদ্মনামত প্ৰবন্ধ প্ৰকাশ কৰা হেমচন্দ্ৰ বৰুৱাৰ কীৰ্তিস্তম্ভ 'হেমকোষ অভিধান' ১৯০০ চনত পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু গৰ্ডন চাহাবৰ যুটীয়া প্ৰচেষ্টাত ছপা হৈ ওলায়। এইজন হেমচন্দ্ৰ বৰুৱাই গুৱাহাটীৰ পৰা মাণিক চন্দ্ৰ বৰুৱা আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ 'বৰুৱা ফুকন ব্ৰাদাৰ্চ'ৰ দ্বাৰা প্ৰতিষ্ঠিত 'আছাম প্ৰিণ্টিং কৰ্পোৰেচন'ত মুদ্ৰিত 'আসাম নিউচ' (১৮৮২-৮৫) নামৰ ইংৰাজী-অসমীয়া সাপ্তাহিক কাকতৰ সম্পাদনাৰ দায়িত্ব বহন কৰিছিল। উল্লেখ্য যে হেমচন্দ্ৰ বৰুৱা সম্পাদিত 'আসাম নিউচ' কাকতখনে অসমীয়া বাতৰি কাকতৰ আৰ্হিভাষাৰূপে বিশেষ খ্যাতি অৰ্জন কৰিছিল।

প্ৰাচীন দেৰগাঁও ৰাজহ চক্ৰৰ অন্তৰ্গত ঢেকিয়াল মৌজাৰ ঢেকিয়াল অঞ্চলৰ গৌৰাঙ্গ সত্ৰত পণ্ডিত হেমচন্দ্ৰ গোস্বামী(১৮৭২-১৯২৮) ৰ জন্ম হয়। 'জোনাকী যুগ'ৰ অসমীয়া সাহিত্যৰ ত্ৰিমূৰ্তিৰ অন্যতম, প্ৰথম অসমীয়া চনেট লেখক পণ্ডিত হেমচন্দ্ৰ গোস্বামী একেধাৰে বুৰঞ্জীবিদ, প্ৰত্নতাত্ত্বিক আৰু এগৰাকী যশস্বী কবি। 'জোনাকী', 'বিজুলী', 'উষা', 'বাঁহী' আদি কাকত আলোচনীত তেওঁৰ ভালেমান সাৰগৰ্ভ প্ৰবন্ধ প্ৰকাশ পাইছিল। এইগৰাকী সাহিত্যিক ১৮৮৯ চনত প্ৰকাশ হোৱা 'জোনাকী' কাকতৰ অন্যতম উদ্যোক্তা আছিল। এই কাকতখনৰ তেওঁ দ্বিতীয় বছৰৰ সম্পাদকৰ দায়িত্বও বহন কৰিছিল।

দেৰগাঁৱৰ চকিয়াল গাঁৱত জন্মগ্ৰহণ কৰা অসমৰ সাংবাদিকতাৰ অন্যতম বাটকটীয়া লক্ষ্মীনাথ ফুকনে (১৮৯৪-১৯৭৫) ২৯ বছৰ বয়সতে 'টাইমছ অব আছাম'ৰ দৰে শীৰ্ষস্থানীয় বাতৰিকাকত সম্পাদনাৰ লগতে 'অমৃত বাজাৰ পত্ৰিকা'ৰ সহকাৰী সম্পাদকৰূপেও কাৰ্যনিৰ্বাহ কৰাৰ সুযোগ লাভ কৰিছিল। প্ৰথম অসমীয়া 'দৈনিক বাতৰি'ৰ সহকাৰী সম্পাদক, চন্দ্ৰ কুমাৰ আগৰৱালাৰ দ্বাৰা প্ৰকাশিত 'অসমীয়া'ৰ সম্পাদক আৰু শেহলৈ ৰাধাগোবিন্দ বৰুৱাই আৰম্ভ কৰা বৰ্তমান উত্তৰ পূৰ্বাঞ্চলৰ অগ্ৰণী ইংৰাজী দৈনিক 'দ্যা আছাম ট্ৰিবিউন'ৰ তেওঁ ২৫ বছৰৰো অধিক কাল সম্পাদকৰ গুৰু দায়িত্ব বহন কৰি খ্যাতি অৰ্জন কৰি গৈছে। তদুপৰি 'পায়োনিয়াৰ', 'ইংলিছ মেন', 'ষ্টেটছমেন' কাকত আৰু লগতে 'এছ'চিয়েট প্ৰেছ'ৰ তেওঁ কিছুদিন সংবাদদাতা হিচাপেও সেৱা আগবঢ়াইছিল।

দেৰগাঁৱৰ লঠাগাঁৱৰ হৰনাথ হাজৰিকাৰ পুত্ৰ কীৰ্তিনাথ হাজৰিকাই 'নতুন অসমীয়া' কাকতৰ সহকাৰী সম্পাদক আৰু পিছলৈ 'দৈনিক অসমীয়া' আৰু 'দৈনিক অসম' কাকতৰ সফল সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰি

অসমৰ সাহিত্য আৰু সংবাদ জগত সমৃদ্ধিশালী কৰি গৈছে।

যোৰহাটৰ পৰা প্ৰকাশিত সু-প্ৰাচীন 'জনমভূমি' কাকতৰ একালত সম্পাদকৰ দায়িত্ব পালন কৰা জগদীশ ফুকন সাংবাদিকতাৰ অগ্ৰদূত লক্ষ্মীনাথ ফুকনৰ পুত্ৰ। ফুকনে সাপ্তাহিক 'জনমভূমি' কাকতৰ লগতে 'ডিগবৈ বাতৰি'ৰো সম্পাদক পদত কাৰ্যনিৰ্বাহ কৰিছিল।

সাহিত্যিক-সাংবাদিক হৰেন্দ্ৰ নাথ বৰুৱাৰ জন্ম দেৰগাঁৱৰ কাকডোঙা মৌজাৰ কুকুৰপুহীয়া গাঁৱত। ১৯৩৪ চনত প্ৰকাশিত তিনিদিনীয়া আৰু সাদিনীয়া 'অসমীয়া কাকত'ৰ সহকাৰী সম্পাদক, স্বাধীনতাৰ পাছত ১৯৪৮ চনত প্ৰকাশিত 'দৈনিক অসমীয়া' কাকতৰ যোগেদি অসমৰ সংবাদজগত সমৃদ্ধিশালী কৰি থৈ গৈছে। ১৯৪৯ চনত মুক্তিযোদ্ধা বেলিৰাম দাসৰ সহযোগত 'তিনিদিনীয়া ৰাইজ' নামৰ আন এখন কাকতৰো তেওঁ সম্পাদকৰ দায়িত্ব বহন কৰিছিল। ১৯৫৬ চনৰ পৰা ১৯৭৬ চনলৈকে দৈনিক কাকতৰূপে প্ৰকাশ পোৱা 'নতুন অসমীয়া'ৰ তেওঁ সুদীৰ্ঘ বিশ বছৰকাল সম্পাদনাৰ দায়িত্বত থাকি আন এক কৃতিত্ব অৰ্জন কৰি গৈছে। তেওঁৰ প্ৰচেষ্টাতে ১৯৪৫ চনত অসমত পোন প্ৰথমবাৰৰ বাবে অসমৰ বাতৰি কাকতসমূহৰ সম্পাদক আৰু সাংবাদিকৰ সংঘ প্ৰতিষ্ঠা হৈছিল।

অসমীয়া সাহিত্যৰ মুকুটবিহীন সম্ৰাট চৈয়দ আব্দুল মালিকে (১৯১৯-২০০০) 'পায়গাম' (১৯৪৬) আৰু 'ত্ৰিশংকু' (১৯৮৬) নামৰ আলোচনী দুখনৰো সম্পাদনা কৰিছিল। গোলাঘাটৰ পৰা প্ৰকাশিত 'সাপ্তাহিক ধনশিৰি'ৰ তেওঁ প্ৰতিষ্ঠাপক সম্পাদক আছিল। পিছলৈ এইগৰাকী সাহিত্য কাণ্ডাৰী 'সান্ধ্য বাতৰি', 'দৈনিক জনমভূমি' আদি কাকতৰ লগতো জড়িত আছিল।

ভাৰত চৰকাৰৰ উচ্চপদস্থ জনসংযোগ বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰা দেৰগাঁৱৰ পুলিন বিহাৰী বৰঠাকুৰে 'প্ৰেছ ট্ৰাষ্ট অৱ ইণ্ডিয়া', 'দ্যা আছাম ট্ৰিবিউন', 'দ্যা ছেণ্টিনেল', 'দৈনিক জনমভূমি' আদি কাকতত সেৱা আগবঢ়াইছিল।

অসমীয়া সাহিত্যৰ অন্যতম চিনাকী নাম 'মিতভাষ'ৰ স্ৰষ্টা ড° নগেন শইকীয়াৰ জন্মস্থানো বৃহত্তৰ দেৰগাঁৱৰ অন্তৰ্গত হাতীয়েখোৱাত। তেওঁ গোলাঘাটৰ স্থানীয় সংবাদদাতাৰূপে সংবাদ আৰু সাহিত্য জীৱন আৰম্ভ কৰি পিছলৈ 'নতুন দৈনিক' আৰু 'আমাৰ অসম' আদি কাকতৰ সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰিছিল।

অসমৰ সাহিত্য জগতত বৰ্তমান বিশেষ স্থান দখল কৰিবলৈ সক্ষম হোৱা সাহিত্যিক প্ৰফুল্ল চন্দ্ৰ বৰাই সাপ্তাহিক 'নীলাচল' কাকতত সংবাদ সেৱা কৰাৰ লগতে 'শ্ৰীমন্ত' নামৰ আলোচনীখনৰো সম্পাদকৰ দায়িত্ব বহন কৰিছিল। সাহিত্য সৃষ্টিত জড়িত হৈ থকা প্ৰফুল্ল চন্দ্ৰ বৰা এতিয়া 'আমাৰ অসম' কাকতৰ এগৰাকী স্তম্ভ লেখক। কাব্য ৰচনাৰে অসমৰ সাহিত্য জগতত পদাৰ্পণ কৰা আধুনিক অসমীয়া ভাষা সহিত্যৰ এগৰাকী নিপুণ গৱেষক তথা ভাষাতত্ত্ববিদ ড° নগেন ঠাকুৰো এসময়ত 'মণিদীপ' নামৰ কাকতখনৰ লগত জড়িত আছিল। বিশিষ্ট গল্পকাৰ তথা গৱেষণাধৰ্মী ৰচনাৰে অসমীয়া সাহিত্যত অৱদান যোগোৱা ড° কালীপ্ৰসাদ গোস্বামীয়ে 'দৈনিক অসম' কাকতত এসময়ত সংবাদ সেৱা কৰিছিল। শিক্ষাবিদ প্ৰয়াত দুৰ্গানাথ কাকতি(১৯০২-১৯৭৭) য়ে 'দ্যা আছাম ট্ৰিবিউন', 'দৈনিক বাতৰি', 'অসম বাণী', সংস্কৃত পণ্ডিত তোষেশ্বৰ ঠাকুৰে(১৯০২-১৯৭৬) 'দৈনিক অসমীয়া', 'দৈনিক বাতৰি', 'অসম বাণী', সাপ্তাহিক 'জনমভূমি', 'নৱযুগ', 'সাহিত্যদূত' আদি স্থানীয় কাকতত স্থানীয় সংবাদদাতা হিচাপে দেৰগাঁৱৰ পৰা বা-বাতৰি প্ৰেৰণ কৰিছিল। আধুনিক দেৰগাঁৱৰ নিৰ্মাতা, বিশিষ্ট ৰাজনীতিবিদ নৰেন শৰ্মা, সমাজকৰ্মী-শিক্ষাব্ৰতী ৰামেশ্বৰ পূজাৰী আদিও সংবাদ সেৱাৰ লগত জড়িত আছিল।

অসমৰ এগৰাকী বিশিষ্ট বুদ্ধিজীৱী অৰুণ গোস্বামীৰ অসমীয়া সাহিত্যলৈ অৱদান বিশেষভাৱে উল্লেখযোগ্য। ৰাজ্যখনৰ অধিকাংশ সংবাদপত্ৰতেই গোস্বামীয়ে ক্ষুৰধাৰ লেখনিৰে এক সুকীয়া আসন দখল কৰিছে। সংবাদধৰ্মী ৰচনাৰে তেওঁ অসমৰ সংবাদজগত বিশেষভাৱে উৰ্বৰ কৰি ৰাখিছে।

দেৰগাঁৱৰ সংবাদজগতৰ এগৰাকী নীৰৱ সাধক হ'ল প্ৰসন্ন কুমাৰ ফুকন। ১৯৫০ চনত গুৱাহাটীৰ পৰা প্ৰকাশ হোৱা 'ৰাইজ' নামৰ সাপ্তাহিক কাকতত ফুকনে কিছুদিনৰ বাবে সংবাদদাতাৰূপে কাম কৰিছিল। ১৯৯৫ চনত প্ৰকাশ কৰা প্ৰসন্ন কুমাৰ ফুকনৰ 'অসমৰ সম্বাদ পত্ৰৰ সমীক্ষাত্মক অধ্যয়ন' গ্ৰন্থত অৰুণোদয় যুগৰ পৰা ১৯৮৫ চনলৈকে অসমত প্ৰকাশ পোৱা 'অসমীয়া আৰু আন ভাৰতীয় ভাষা', 'অসমৰ ভৌগোলিক সীমান্তৰ সিপাৰে' প্ৰকাশ হোৱা অসমীয়া ভাষাৰ ৮৫৩ খন সংবাদপত্ৰ আৰু আলোচনীৰ সংক্ষিপ্ত ইতিহাস সন্নিৱিষ্ট হৈছে। ১৯৮৫ চনৰ পিছৰ কালছোৱাৰ সংবাদপত্ৰ আৰু আলোচনীৰ ইতিহাস গ্ৰন্থখনৰ ২য় সংস্কৰণৰ প্ৰকাশৰ প্ৰচেষ্টা চলাই থকা অৱস্থাতে ২০০২ চনৰ ২৮ নৱেম্বৰত তেওঁৰ দেহাৱসান ঘটে।

দেৰগাঁৱৰ নিকটৱৰ্তী খুমটাইৰ লেখক-ৰাজনীতিবিদ জীৱকান্ত গগৈয়ে 'আচাম এক্সপ্ৰেছ' কাকত প্ৰকাশৰ যোগেদি সংবাদ-সেৱাৰ জগতলৈ অৰিহণা যোগাই গৈছে।

দেৰগাঁও সাহিত্য সভাৰ সম্পাদক আৰু সভাপতি হিচাপে কাৰ্যনিৰ্বাহ কৰা শিক্ষাব্ৰতী ৰবীন্দ্ৰ নাথ হাজৰিকা (১৯২১-১৯৯১)ই 'নতুন অসমীয়া' কাকতত, বিশিষ্ট লেখক পদ্মেশ্বৰ বৰঠাকুৰে(১৯০৮-১৯৮৩) 'আৱাহন' কাকতত, সমাজকৰ্মী তথা মইনা সংগঠক মণি দত্তই 'অসম বাতৰি' আৰু 'মণিদীপ'ত, গীতিকাৰ-শিল্পী চিদানন্দ শৰ্মাই(১৯২৬-২০০৪) 'সাদিনীয়া অসমীয়া' আৰু 'কাঁচিজোন'ত সাংবাদিকতা কৰিছিল।

সাহিত্যিক অধ্যাপক লক্ষ্মীকান্ত মহন্ত (১৯৩৩-১৯৯৫)ই সাহিত্যৰ লগতে সাপ্তাহিক 'জনমভূমি' আদি কাকতত নিৰন্ধকাৰ-সংবাদদাতাৰূপে এসময়ত বিভিন্ন লেখা প্ৰকাশ কৰি দেৰগাঁৱৰ



সংবাদজগত উজলাই ৰাখিছিল। দেৰগাঁৱতে জন্মগ্ৰহণ কৰা গোবিন্দ প্ৰসাদ বেজবৰুৱাই গোলাঘাটৰ পৰা 'দৈনিক জনমভূমি' আৰু সাপ্তাহিক 'জনমভূমি'ত স্থানীয় সংবাদদাতা ৰূপে সংবাদ সেৱা কৰিছিল। ১৯৬৭ চনত পোনপ্ৰথমবাৰৰ বাবে লেখক দুলাল বৰদলৈৰ সম্পাদনাত দেৰগাঁৱৰ লক্ষ্মীদা প্ৰেছৰ পৰা মুদ্ৰিত আৰু প্ৰকাশিত হৈছিল পযেকীয়া আলোচনী 'দৃষ্টিপাত'। অসম চৰকাৰৰ এসময়ৰ জনসংযোগ বিষয়া ভৱেশ খাউণ্ড 'সাদিনীয়া অসমীয়া', 'দ্যা আছাম ট্ৰিবিউন', 'ৰামধেনু' আদিৰ সৈতে জড়িত আছিল। সাহিত্যিক লক্ষ্মীচন্দ্ৰ গোস্বামীয়ে 'বৰদৈচিলা', 'ৰামধেনু' কাকতত বিভিন্ন সংবাদধৰ্মী লেখা, গল্প, কবিতা আদি প্ৰকাশ কৰি সাহিত্য-চৰ্চা কৰিছিল। দেৰগাঁৱৰ বৰুৱাবামুণ গাঁৱৰ কবি, অভিনেতা, নাট্যকাৰ-পৰিচালক সঞ্জীৱ কলিতাই আশীৰ দশকত 'দৈনিক জনমভূমি' কাকতৰ উপ-সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। দৈনিক জনমভূমিৰ জন্মলগ্নত দেৰগাঁৱৰে শিশু সাহিত্যিক অতুল মহন্ত আৰু নাট্যকাৰ অতুল ঠাকুৰে প্ৰায় এবছৰকাল উপ-সম্পাদক হিচাপে কাকতখনিলৈ সেৱা আগবঢ়াইছিল। দেৰগাঁৱৰে বিশিষ্ট লেখক পংকজ ঠাকুৰে 'মাহেকীয়া আজিৰ সময়' আৰু 'আমাৰ সময়' নামৰ আলোচনী দুখনৰ সম্পাদনাৰ লগতে 'আজিৰ অসম' কাকতৰ দেওবৰীয়া পৰিপূৰিকাখনৰো কৃতিত্বপূৰ্ণ সম্পাদনা কৰিছিল। একেদৰে সঞ্জীৱ নাথ আৰু শম্ভূদয়াল শৰ্মায়ো বিভিন্ন কাকত-আলোচনীত সম্পাদনাৰ দায়িত্ব বহন কৰিছিল। যশস্বী বোলছবি পৰিচালক, নাট্যকাৰ অতুল বৰদলৈয়ে নিজৰ সাংস্কৃতিক কৰ্মৰ লগতে কিছুদিন সংবাদ সেৱাৰ লগতো জড়িত হৈছিল।

দেৰগাঁৱৰ জ্যেষ্ঠ সাংবাদিক মহেন্দ্ৰ নাথ হাজৰিকাই 'দৈনিক জনমভূমি', 'দ্যা ইষ্টাৰ্ণ ক্লেৰিয়ন', 'দৈনিক অসম', 'দ্যা আছাম ট্ৰিবিউন' কাকতত দীৰ্ঘদিন ধৰি সংবাদসেৱা কৰি দেৰগাঁৱৰ সংবাদজগত উজলাই ৰাখিছিল।

মিছামৰা অঞ্চলৰ পৰা এসময়ত ধীৰেন্দ্ৰ নাথ নেওগে 'দৈনিক জনমভূমি', 'সাপ্তাহিক জনমভূমি', 'ইষ্টাৰ্ণ ক্লেৰিয়ন' আদিত সংবাদ সেৱা কৰিছিল। কুৱালগুৰিৰ প্ৰকাশ আগমাচাৰ্যই 'দ্যা আছাম এক্সপ্ৰেছ', দেৰগাঁৱৰ দিলীপ হাজৰিকাই 'নতুন দৈনিক', মুনীন চন্দ্ৰ বৰাই 'নতুন দৈনিক' আৰু 'অসমীয়া প্ৰতিদিন', নুৰুল চুলতানে গোলাঘাটৰ পৰা প্ৰকাশিত 'দৃষ্টিকোণ', 'সাপ্তাহিক মোজাহিদ' আদি কাকতত অতি কমদিনৰ বাবে সংবাদ সেৱা কৰিছিল। মিছামৰাৰ সুৰেন্দ্ৰ নাথ বৰাই 'দ্যা চেণ্টিনেল', পংকজ মহন্তই 'অসমীয়া খবৰ' কাকতত বাতৰি পৰিৱেশন কৰিছিল। অসমৰ সংবাদ জগতত এক বিশেষ স্থান দখল কৰা জ্যেষ্ঠ সাংবাদিক নগেন বৰাই ৰাজ্যখনৰ বিভিন্ন কাকতৰ লগত জড়িত থকাৰ লগতে ডিফুৰ পৰা 'ফেৰাংকে' নামৰ সাপ্তাহিক কাকত এখনো সম্পাদনা কৰিছিল। 'সাপ্তাহিক জনমভূমি' কাকতৰ সম্পাদনাৰ দায়িত্ব বহন কৰা দেবেন্দ্ৰ নাথ বৰা দেৰগাঁও মিছামৰাৰ সন্তান। অধ্যাপক গুণকান্ত ফুকন, মানস ভৰদ্বাজ, প্ৰশান্ত মাধৱ বৰা, প্ৰণৱ কলিতা, প্ৰবীণ বৰা, সঞ্জীৱ বৰা, পৱিত্ৰ কলিতা, পূৰবী বৰা, আদিত্য নেওগ আদিয়েও বিভিন্ন কাকতত কমদিনৰ বাবে সংবাদ সেৱা কৰিছিল। ইয়াৰে উদীয়মান সাংবাদিক আদিত্য নেওগে গুৱাহাটীৰ পৰা প্ৰকাশিত 'আজিৰ দৈনিক বাতৰি' আৰু 'এদিনৰ সংবাদ' কাকতত কাৰ্যনিৰ্বাহ কৰি পিছত 'ডি-ৱাই-৩৬৫' নামৰ ইলেক্ট্ৰনিক প্ৰচাৰ মাধ্যমৰ প্ৰাৰম্ভিক কামকাজত ব্যস্ত থকা অৱস্থাতে গুৱাহাটীৰ এক পথ দুৰ্ঘটনাত শোকাবহভাৱে মৃত্যুক সাৱটি লয়।

১৯৯৮ চনৰ ডিচেম্বৰ মাহৰ পৰা দেৰগাঁৱৰ কাষৰীয়া ব্ৰহ্মপুত্ৰ অঞ্চলৰ পৰা 'জাগৃতি' নামেৰে এখনি বাৰ্তালোচনীয়ে আত্মপ্ৰকাশ কৰিছিল যদিও কেইটামান সংখ্যা প্ৰকাশৰ পাছতেই বাৰ্তালোচনীখনৰ প্ৰকাশ বন্ধ হয়। ব্ৰজেন বৰা আৰু ক্ষীৰেশ্বৰ লয়িং 'জাগৃতি'ৰ সম্পাদনাৰ লগত জড়িত আছিল।

২০০২ চনৰ ১৮ আগষ্টত দেৰগাঁৱৰ পৰা 'ৰাইজৰ দৰ্পণ' নামেৰে সাপ্তাহিক কাকত এখন প্ৰকাশ পায়। সমাজকৰ্মী তথা ব্যৱসায়ী জয়প্ৰকাশ খাদৰীয়াৰ বিশেষ উদ্যোগত প্ৰকাশ পোৱা সপ্তাহিকখনৰ সম্পাদক আৰু কাৰ্যবাহী সম্পাদকৰ দায়িত্বত আছিল অতুল শইকীয়া আৰু বেদান্ত কুমাৰ বৰা। অৱসৰপ্ৰাপ্ত অধ্যাপক অতুল শইকীয়াই কিছুদিনৰ পাছতে সম্পাদকৰ দায়িত্ব এৰাত বেদান্ত কুমাৰ বৰাক সম্পাদক হিচাপে নিযুক্তি দিয়ে। ২০০৬ চনৰ পহিলা জানুৱাৰীত বেদান্ত কুমাৰ বৰাই কাকতখনৰ পৰা অব্যাহতি লয়। উল্লেখ্য যে ছাত্ৰাৱস্থাৰ পৰাই সংবাদসেৱাৰ লগত জড়িত বেদান্ত কুমাৰ বৰাই ইয়াৰ আগতে 'দৃষ্টিকোণ', 'ফেৰাংকে', 'প্ৰহৰী', 'মহাজাতি', 'সাপ্তাহিক প্ৰগতি', 'বাতাবৰণ' আদি কাকতত সংবাদ সেৱা কৰিছিল। তেওঁৰ সম্পাদনাত ১৯৮৯-৯০ চনত 'মৌকোঁহ' নামেৰে শিশু আলোচনী এখনো প্ৰকাশ পাইছিল। বিশিষ্ট লেখক-সাংবাদিক প্ৰফুল্ল প্ৰাণ মহন্তই পৰৱৰ্তী অৱস্থাত 'ৰাইজৰ দৰ্পণ'ৰ সম্পাদকৰ দায়িত্ব লয় যদিও ২০০৬ বৰ্ষৰ মাজভাগত কাকতখনৰ প্ৰকাশ বন্ধ হয়। 'ৰাইজৰ দৰ্পণ' কাকতখনে বৃহত্তৰ দেৰগাঁৱৰ লগতে অবিভক্ত শিৱসাগৰ জিলাৰ বিশেষকৈ গ্ৰামাঞ্চলত সংবাদসেৱাৰ বাবে যুৱক-যুৱতীসকলক অনুপ্ৰাণিত কৰাৰ লগতে বহু নতুন লেখক-লেখিকাৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। এই কাকতখনৰ সম্পাদনাৰ লগত গৌতম শৰ্মা, পৰাগ শৰ্মা, পংকজ ভট্টাচাৰ্য, পংকজ শৰ্মা, আদিত্য নেওগ, মানস ভৰদ্বাজ, যুতিমালা বৰঠাকুৰ আদি বিশেষভাৱে জড়িত আছিল।

২০০৬ চনৰ ফেব্ৰুৱাৰী মাহত দেৰগাঁৱৰ পৰা 'নতুন সংবাদ' নামৰ আন এখন সাপ্তাহিক কাকত বেদান্ত কুমাৰ বৰাৰ সম্পাদনাত প্ৰকাশ পায় যদিও কম দিনৰ ভিতৰতে এই কাকতখনৰো প্ৰকাশ বন্ধ হয়।

কিছুদিনৰ আগলৈকে দেৰগাঁৱৰ সংবাদজগত জিলিকাই ৰখা জ্যেষ্ঠ সাংবাদিক মহেন্দ্ৰ নাথ হাজৰিকাই 'দৈনিক জনমভূমি', 'দ্যা ইষ্টাৰ্ণ ক্লেৰিয়ন', 'দৈনিক অসম', 'দ্যা আছাম ট্ৰিবিউন' আদি কাকতত দীৰ্ঘদিন সেৱা আগবঢ়াই ইতিমধ্যে অৱসৰ গ্ৰহণ কৰিছে। পথ দুৰ্ঘটনাত দেহাৱসান ঘটা উৎপল কলিতাই 'দৈনিক জনমভূমি' কাকতেৰে সংবাদজীৱনৰ আৰম্ভণি কৰিছিল। মৃত্যুৰ সময়ত তেওঁ 'আজিৰ দৈনিক বাতৰি' নামৰ কাকতখনৰ গোলাঘাটৰ সংবাদদাতা আছিল। দেৰগাঁৱৰ জ্যেষ্ঠ সাংবাদিক শিৱদয়াল কাব্ৰা 'পূৰ্বাঞ্চল প্ৰহৰী', 'পূৰ্বোদয়' আদি একাধিক কাকতৰ লগত জড়িত আছিল।

'আজিৰ অসম' কাকতৰ জৰিয়তে সংবাদ জগতত খোজ পেলোৱা জ্যেষ্ঠ সাংবাদিক ৰাজেন পূজাৰী 'আমাৰ অসম' কাকতৰ লগত প্ৰতিষ্ঠা কালৰে পৰা জড়িত আছিল যদিও তেওঁ বৰ্তমান 'ফ্ৰিলেন্স' সাংবাদিক হিচাপে বিভিন্ন কাকতত প্ৰবন্ধ-নিবন্ধ আদি লিখি আহিছে। 'নতুন দৈনিক', 'আজিৰ বাতৰি' 'অসমীয়া খবৰ' আদি কাকতত দেৰগাঁৱৰ পৰা সংবাদসেৱা কৰা পংকজ ভট্টাচাৰ্যই 'এদিনৰ সংবাদ'ত উপ-সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ সুযোগ লাভ কৰিছিল। বৰ্তমান তেওঁ গুৱাহাটীৰ পৰা সম্প্ৰচাৰ হ'বলগীয়া এটা ইলেক্ট্ৰনিক প্ৰচাৰ মাধ্যম 'নিউজ টাইম'ত যোগদান কৰিছে। 'আজিৰ অসম', 'ৰাইজৰ দৰ্পণ' কাকতেৰে সংবাদ সেৱা আৰম্ভ কৰা গৌতম শৰ্মাই কিছুদিন 'ডি ৱাই-৩৬৫' নামৰ ইলেক্ট্ৰনিক প্ৰচাৰ মাধ্যমত দেৰগাঁৱৰ সংবাদদাতা হিচাপে সেৱা আগবঢ়াই বৰ্তমান 'নিউজ টাইম' নামৰ চেনেলটোত সম্পাদনা বিভাগৰ সহকাৰী হিচাপে নিযুক্তি লাভ কৰিছে। দেৰগাঁৱৰ পৰাগ শৰ্মা বৰ্তমান 'আমাৰ অসম' কাকতত কৰ্মৰত। দেৰগাঁৱৰ সমীপৰ ঢেকীয়ালৰ পৰা এসময়ত ঈশ্বৰ প্ৰসাদ তামুলী, গণেশ গোস্বামী, মৃদুল শৰ্মা আদিয়ে সংবাদ সেৱা কৰিছিল। দেৰগাঁৱৰে সন্তান বৰ্তমান মৰঙী নিবাসী পৰাগ পৱন শৰ্মা বড়াও সংবাদ সেৱাৰ লগত জড়িত। দেৰগাঁৱৰ সমীপৱৰ্তী শিঙৰাজানৰ সদ্যপ্ৰয়াত বসন্ত শৰ্মাও 'দৈনিক জনমভূমি' কাকতত ফটো-সাংবাদিক হিচাপে এসময়ত কৰ্মৰত আছিল।

২০০৯ চনৰ ১৫ ছেপ্টেম্বৰত দেৰগাঁৱৰ পৰা 'মাহেকীয়া প্ৰত্যয়' নামৰ বাৰ্তালোচনীখন প্ৰকাশ হয়। বাৰ্তালোচনীখনে সফলতাৰে ইতিমধ্যে এটা বছৰ পূৰ্ণ কৰিছে। তপন কুমাৰ মহন্তৰ দ্বাৰা প্ৰকাশিত বাৰ্তালোচনীখনৰ সম্পাদক ৰাজীৱ হাজৰিকা, কাৰ্যবাহী সম্পাদক যোগানন্দ খাটনিয়াৰ আৰু সহযোগী সম্পাদকৰ দায়িত্বত আছে পদুম ৰাজবংশী।

দেৰগাঁৱৰ সংবাদজগত সমৃদ্ধিশালী কৰি ৰখাসকলৰ তালিকা বহু দীঘলীয়া যদিও বহুকেইজনে বৰ্তমান প্ৰত্যক্ষভাৱে সংবাদ সেৱাৰ পৰা আঁতৰি আহি সাহিত্য চৰ্চাত ব্ৰতী হৈছেহি। সুদীৰ্ঘকাল সংবাদসেৱাৰ লগত জড়িত দেৰগাঁৱৰ সক্ৰিয় সাংবাদিকসকল হৈছে— বিতোপন বৰবৰা (ষ্টাফ ৰিপ'ৰ্টাৰ - দৈনিক অসম), সৌৰভ বৰা (ষ্টাফ ৰিপ'ৰ্টাৰ - আজিৰ দৈনিক বাতৰি) সুষিম ঘোষ (ষ্টাফ ৰিপ'ৰ্টাৰ- দৈনিক অসম) অঞ্জন কুমাৰ বৰা (উপ সম্পাদক - আমাৰ অসম), গীতিমণি বৰা (উপ সম্পাদক - আমাৰ অসম), সন্তোষ কাব্ৰা (আৱাসিক সম্পাদক-পূৰ্বোদয়), অৰুণ বিকাশ বৰুৱা (দৈনিক জনমভূমি, অসমীয়া প্ৰতিদিন), বিচিত্ৰ ভূষণ কলিতা (দৈনিক জনমভূমি, দৈনিক অগ্ৰদূত), ধীৰেণ গগৈ (ডি.জি. ফটো- আমাৰ অসম, এল.পি.এন-দৈনিক জনমভূমি), সঞ্জয় কুমাৰ হাজৰিকা (আছাম ট্ৰিবিউন, দৈনিক অসম), পদ্মলোচন নাথ (অসমীয়া প্ৰতিদিন), ভাস্কৰজ্যোতি বৰদলৈ (আমাৰ অসম, জনসাধাৰণ, নিউজ লাইভ), ইন্দুভূষণ মহন্ত (অসমীয়া খবৰ, আজিৰ দৈনিক বাতৰি), লুইত নীল ডন (নিউজ লাইভ), অনুপম মহন্ত (নিউজ লাইভ), বৰ্ণালী বৰা মহন্ত (নিউজ লাইভ), প্ৰমোদ শৰ্মা (আমাৰ অসম), জিন্তু বৰঠাকুৰ (আমাৰ অসম), মৃগাংক শইকীয়া(ডি-ৱাই-৩৬৫ৰ অসমীয়া বাতৰি বিভাগৰ প্ৰধান), পংকজ শইকীয়া (নিউজ লাইভৰ বাৰ্তা সম্পাদক), ৰাজিদুৰ ৰহমান (দূৰদৰ্শন), দীপক জৈন (পূৰ্বাঞ্চল প্ৰহৰী, পূৰ্বোদয়), সুনীল বৰা (দৈনিক জনমভূমি, আজিৰ দৈনিক বাতৰি), সুশান্ত কুমাৰ বৰা (আমাৰ অসম, আজিৰ দৈনিক বাতৰি), প্ৰশান্তপ্ৰসাদ দত্ত (আমাৰ অসম), দেৱজিৎ শৰ্মা (দৈনিক জনমভূমি), কাজু ৰবিদাস (অসমীয়া প্ৰতিদিন), সুৰেশ গোস্বামী (এছ. ভি চেনেল), এম চাইফুল হুচেইন (অসমীয়া খবৰ)। শেহতীয়াকৈ আবেদুল চুলতান (আজিৰ দৈনিক বাতৰি), কিশোৰ কুমাৰ শইকীয়া (দৈনিক জনসাধাৰণ), গোলোক দাস (আজিৰ দৈনিক বাতৰি), জয়ন্ত বৰা আদিয়েও সংবাদ সেৱা জগতত প্ৰৱেশ কৰিছে। উল্লেখযোগ্য যে ইলেকট্ৰনিক প্ৰচাৰ মাধ্যম 'এন ই'ত ৰাজমোহন শৰ্মাই সংবাদসেৱা আৰম্ভ কৰিছিল যদিও বৰ্তমান তেওঁ নতুনকৈ সম্প্ৰচাৰ হ'ব লগা 'জি আচামিজ' নামৰ এটি চেনেলত সংবাদসেৱাৰ বাবে সাজু হৈছে। একেদৰে দীপক শইকীয়াই 'এন. ই.'ত, পলাশ বৰাই 'ডি ৱাই-৩৬৫' আৰু জগত সোণোৱালে নতুনকৈ আত্মপ্ৰকাশ কৰিবলগীয়া 'নিউজ-টাইম'ত সংবাদ সেৱাৰ বাবে প্ৰস্তুতি চলাইছে।

**দেৰগাঁও সাংবাদিক সংস্থা ঃ**

বৃহত্তৰ দেৰগাঁৱৰ সংবাদসেৱীসকলক লৈ ১৯৮৯ চনৰ ১৬ ডিচেম্বৰত 'দেৰগাঁও সাংবাদিক সংস্থা' গঠন কৰা হয়। সংস্থাৰ প্ৰতিষ্ঠাপক সভাপতি জ্যেষ্ঠ সাংবাদিক মহেন্দ্ৰ নাথ হাজৰিকা আৰু সম্পাদক ৰাজেন পূজাৰী। বৰ্তমান 'দেৰগাঁও সাংবাদিক সংস্থা'ৰ সভাপতি আৰু সম্পাদকৰ দায়িত্বত আছে জ্যেষ্ঠ সাংবাদিক পদ্মলোচন নাথ আৰু বিচিত্ৰভূষণ কলিতা।

*(অনিচ্ছাকৃতভাৱে কোনো উল্লেখযোগ্য সাংবাদিকৰ নাম বাদ পৰি যাব পাৰে। এনে অনভিপ্ৰেত ভুলৰ বাবে লেখক ক্ষমাপ্ৰাৰ্থী)*





# দেৰগাঁৱৰ সোণালী সম্পদ ঃ মহিমামণ্ডিত 'খনিকৰ পুথি'

লাতুমণি (বৰা) শইকীয়া

মানৰ অসম আক্ৰমণ, অসম বুৰঞ্জীৰ এটি দুখৰ অধ্যায়— জনমানসত এতিয়াও এখন ধূসৰ ছবি ভাহি উঠে। মানৰ অসম আক্ৰমণৰ সময়তেই, দেৰগাঁৱৰ খনিকৰ গাঁৱত এক সোণালী কিৰণ উদ্ভাসিত হৈ উঠে। সেই সোণালী কিৰণ হ'ল — খনিকৰ পুথি দুখনৰ প্ৰাপ্তি।

খনিকৰ পুথি দুভাগৰ প্ৰাপ্তি সম্পৰ্কে বুৰঞ্জীৰ সমলতকৈ জনশ্ৰুতিয়েহে প্ৰাধান্য লাভ কৰা দেখা যায়। তথাপি পুথিৰ সম্পৰ্কে থকা ঐতিহাসিক তথ্যভিত্তিক কথাবোৰ আমি নুই কৰিব নোৱাৰোঁ। খনিকৰ পুথিৰ ক্ষেত্ৰত বহু সময়ত বুৰঞ্জী নিমাত বাবেই, খনিকৰ পুথিৰ সম্পৰ্কত বিভিন্ন লেখকৰ লেখনিত ভিন্নতাই স্থান পাইছে।

এই প্ৰবন্ধটি যুগুত কৰোঁতে বিভিন্ন লেখকৰ মতামতসমূহ গ্ৰহণ কৰা হৈছে যদিও, নিজস্বভাৱে আধ্যাত্মিক ধাৰণাৰ ওপৰত ভিত্তি কৰি গঢ় লোৱা সামাজিক ধাৰণা আৰু জনশ্ৰুতিমূলক বক্তব্যৰ ওপৰতো যথেষ্ট প্ৰাধান্য দিয়া হৈছে।

আমাৰ সমাজৰ নৱ-প্ৰজন্মক, অসমীয়া সাহিত্য-সংস্কৃতিৰ বিভিন্ন ঐতিহাসিক সমলসমূহৰ বিষয়ে বিস্তৃতভাৱে জনাৰ সুযোগ দিব লাগিব। এই মহান উদ্দেশ্য সাৰোগত কৰি শংকৰী-সংস্কৃতিৰ ধ্বজা কীৰ্তন-ঘোষা আৰু নাম-ঘোষাৰ সাঁচিপতীয়া পুথি, মহিমামণ্ডিত খনিকৰ পুথিৰ ওপৰত এটি প্ৰবন্ধ যুগুত কৰাৰ মানস কৰিছোঁ।

ঃ গুৰুবাণী ঃ

"কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্বজন।
জল বুদ-বুদ যেন অথিৰ জীৱন।।
কেতিক্ষণে পৰৈ প্ৰাণ তাৰো নাহি থিতি।
অদ্যপি নুপজৈ কিয় মৰণৰ ভীতি।।
ভাৰতে মনুষ্য তনু কত' পুণ্যে পায়।
চিন্তামণি জন্মহেৰা হাততে হৰাই।।
টুটি পৰৈ আয়ু অনুক্ষণে দিনে-দিনে।
কলিতে নাহিকৈ গতি হৰি নাম বিনে।"

গোলাঘাট জিলাৰ অন্তৰ্গত, দেৰগাঁও নগৰৰ পৰা প্ৰায় পাঁচ কিঃ মিঃ নিলগত দেৰগাঁৱৰ দক্ষিণ-পশ্চিম দিশত অৱস্থিত মিছামৰা মৌজাৰ ঐতিহ্যপূৰ্ণ খনিকৰ গাঁৱতে থুপ খাই আছে অলেখ মাণিক-মুকুতা। ঐতিহাসিক যুগৰে পৰা এই অঞ্চলটি জিলিকি আছিল স্বকীয় সাহিত্য চৰ্চা আৰু শিল্পকলাৰে। তাৰ জীৱন্ত



প্ৰমাণ হ'ল — খনিকৰৰ আপুৰুগীয়া সম্পদ মহিমামণ্ডিত পুথি দুভাগ। খনিকৰ অঞ্চলত অলেখ সাঁচিপতীয়া পুথিৰ প্ৰচলন আৰু সংগ্ৰহে খনিকৰৰ সোণালী অতীতক আজিও সোঁৱৰাই আছে।

আহোমসকলে অসমত ৰাজত্ব কৰাৰ আগতে মিছামৰাৰ খনিকৰ অঞ্চল, কছাৰী ৰজাৰ অধীনত আছিল। আনুমানিক ১৫১২/১৩ খ্ৰীঃত আহোম ৰজা চুহুংমুঙৰ আক্ৰমণত, কছাৰী ৰাজ্যৰ সীমান্ত অঞ্চল নাহৰণি, শীতলা নেঘেৰী পথাৰ আদি অঞ্চল যথেষ্ট অশান্ত হৈ উঠিছিল। কনচেং নগা কোঁৱৰে বিপুল সৈন্যবাহিনী লৈ ধনশিৰিয়েদি আগুৱাই আহি, শাওঁতলীৰ ওচৰেদি আহি, খনিকৰ গাঁৱৰ মাজেদি গৈ মিছামৰাৰ দাধৰাত তীব্ৰ সংগ্ৰামত লিপ্ত হৈছিল।

আহোম ৰাজত্বকালত খনিকৰ অঞ্চলত সাঁচিপাতৰ যোগান ধৰা শিল্প গঢ় লৈ উঠিছিল। এতিয়াও খনিকৰ গাঁৱত যথেষ্ট সাঁচিগছ দেখিবলৈ পোৱা যায়। খনিকৰ পুথিৰ বাকচ, নামঘৰসমূহত থকা গুৰু আসন, হেঙুল-হাইতালৰ পৰশ, চালপীৰা আদিৰ কাৰুকাৰ্যই এতিয়াও খনিকৰৰ ঐতিহ্য, অতীত গৌৰৱৰ ধ্বজা বহন কৰি আহিছে।

খনিকৰ পুথিৰ কিম্বদন্তিমূলক তথ্যসমূহ অধ্যয়ন কৰি, এই সিদ্ধান্তত উপনীত হ'ব পৰা হৈছে যে, মানৰ আক্ৰমণৰ সময়তেই খনিকৰ পুথি দুভাগ, এই গাঁৱলৈ অনা হৈছিল। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনত, দেৰগাঁৱৰ ৰজাবাহৰত শাস্ত্ৰচৰ্চাৰ এক উন্নত পৰিৱেশ থকাৰ প্ৰমাণ পোৱা গৈছে। সেই সময়ৰ পৰাই মিছামৰাৰ খনিকৰ অঞ্চলতো বৈষ্ণৱ সংস্কৃতিৰ গভীৰ প্ৰভাৱ পৰিছিল।

খনিকৰ গাঁৱৰ ভৌগোলিক স্থিতি —

| | | |
|---|---|---|
| জিলা | ঃ | গোলাঘাট। |
| ৰাজহচক্ৰ | ঃ | দেৰগাঁও। |
| মৌজা | ঃ | মিছামৰা। |
| বিধানসভা সমষ্টি | ঃ | খুমটাই। |
| জনসংখ্যা | ঃ | প্ৰায় ১,৪৪২ জন। |
| মাটিকালি | ঃ | ৪৭,৪৯৬ হেক্টৰ। |

চাৰিসীমা —

পূবে ঃ নামলগোৱা, তেলীয়া সোণাৰি গাঁও।
পশ্চিমে ঃ দৰিয়াজান আৰু মিছামৰা চাহ বাগিচাৰ সুবিস্তীৰ্ণ সমতল ভূমিখণ্ড।
উত্তৰে ঃ দুলীয়া গাঁও।
দক্ষিণে ঃ হালোৱা গাঁও, হাবিয়াল।

খনিকৰ ৰাজহ চক্ৰৰ মাজেৰে যোৱা পথসমূহ হৈছে —

(১) ম'হবন্ধা আলি।
(২) খনিকৰ শ্ৰীমন্ত শংকৰদেৱ - মাধৱদেৱ মিচন পথ।
(৩) মিছামৰা বৰটিকা পথ।
(৪) যুগীবাৰী পথ।
(৫) ১ নং আৰু ২ নং খনিকৰ পথ।
(৬) মুক্তিযোদ্ধা প্ৰয়াত যোগেন দত্ত পথ।
(৭) ধুনাগুৰি পথ।

দেৰগাঁও নগৰৰ পৰা গোলাঘাট নগৰ অভিমুখে, পণ্ডিত হেমচন্দ্ৰ গোস্বামী পথেৰে পুথি থকা স্থানলৈ যাব পাৰি। কুৱালগুৰি নামৰ স্থানতে পশ্চিম দিশে মিছামৰা উচ্চতৰ মাধ্যমিক বিদ্যালয় অভিমুখে আগ বাঢ়িব লাগে। কুৱালগুৰিৰ পৰা খনিকৰ পুথি থকা নামঘৰৰ দূৰত্ব প্ৰায় পাঁচ কিঃ মিঃ।

ৰাজ্যিক গড়কাপ্তানী বিভাগ আৰু গোলাঘাট জিলা গ্ৰাম্য অভিকৰণ আঁচনিৰ দ্বাৰা খনিকৰ গাঁৱৰ সমূহ যাতায়াতী পথৰ উন্নয়ন সাধন কৰা হৈছে।

জগত গুৰু শ্ৰীমন্ত শংকৰদেৱ আৰু শ্ৰীশ্ৰী মাধৱদেৱ বিৰচিত কীৰ্তন-ঘোষা আৰু নামঘোষা এই পুথি দুভাগেই হ'ল খনিকৰ পুথিৰ মূল আধাৰ।

ভগৱান শ্ৰীকৃষ্ণই বৈকুণ্ঠপ্ৰয়াণ কৰাৰ পূৰ্বে জগতৰ লোকসকলৰ মুক্তিৰ বাবে, তেৰাৰ নাম, যশ, মহিমা প্ৰকাশ কৰি গৈছে। ভগৱন্তৰ মহিমা, গুণাৱলী, কীৰ্তন-শ্ৰৱণ কৰি সকলো জীৱই সংসাৰৰ কালচক্ৰৰ পৰা মুক্তি লাভ কৰিব পাৰে। পৰমাত্মাৰ লগত বিলীন হ'ব পাৰে।

'পূৰ্বে যেন ফল পাৰে কৃষ্ণ দৰশনে।
আৰে ততোধিক ফল কলিত কীৰ্তনে।। — ভাগৱত শাস্ত্ৰ

ভগৱানৰ নাম, গুণ, যশ, মহিমা আদিকেই ভাগৱত শাস্ত্ৰত বিস্তৃতভাৱে বৰ্ণনা কৰা হৈছে। এই ভাগৱত শাস্ত্ৰভাগিকেই, অতি ভক্তিসহকাৰে গুৰুগৃহৰ থাপনা বা সিংহাসনত প্ৰতিষ্ঠা কৰি, ভক্তজনে সাক্ষাৎ ঈশ্বৰ জ্ঞান কৰি সেৱা কৰি আহিছে। সৃষ্টিকৰ্তাই সৃষ্টি ৰক্ষাৰ বাবে যুগে-যুগে এই ধৰাতলত অৱতীৰ্ণ হোৱাৰ দৰে কলিযুগতে শ্ৰীমন্ত শংকৰদেৱে অসম ভূমিত জন্মলাভ কৰিছিল। শ্ৰীমন্ত শংকৰদেৱে জগতৰ তাৰণৰ হেতু, ভাগৱত শাস্ত্ৰ মন্থন কৰি কীৰ্তন-দশম ৰচনা কৰি অশেষ কল্যাণ সাধি গৈছে। তেখেতৰ প্ৰিয় শিষ্য মাধৱদেৱকো ঘোষা শাস্ত্ৰভাগি ৰচনাৰ কামত ব্ৰতী হ'বলৈ নিৰ্দেশনা দিয়ে —

'শুনিও মাধৱ মোৰ থাকিবাৰ থান।
কীৰ্তন-দশম মোৰ মূৰ্তিৰ সমান।।
ঘোষা নাম শাস্ত্ৰ এক তুমিও কৰিবা।
ঘোষা ৰত্নাৱলী মধ্যে তুমিও থাকিবা।।
নিপুন যিজনে গুৰু আমাক বোলয়।
কীৰ্তনতে দশমতে দেখিবে নিশ্চয়।।

মহাপুৰুষ দুজনাৰ বিৰচিত উক্ত কীৰ্তন আৰু ঘোষা পুথি দুভাগৰ পৰৱৰ্তী সংস্কৰণ খনিকৰ পুথিৰ এই পুথি দুভাগ গুৰু দিৱসৰ প্ৰায় ৩০০ বছৰৰ পাছত লিখা বুলি অনুমান কৰা হয়। কীৰ্তন পুথি ভাগৰ ৰচনা ১৬৯০ শকৰ ৫ মাস, ৪ বাৰ, ২ তিথিত সমাপ্ত বুলি





লিখা আছে। ঘোষা পুথিভাগ ১৬৯০ শকৰ মাস ২, বাৰ বুধ বুলি পুথিৰ শেষত লিখা আছে। খনিকৰ গাঁৱেই আছিল পুথি দুখনৰ প্ৰাপ্তি স্থান গতিকে গাঁৱৰ নামানুসাৰে পুথি দুখনক 'খনিকৰ পুথি' বুলিয়েই জনা যায়। অসমৰ গাঁৱে গাঁৱে, জাতি-বৰ্ণ নিৰ্বিশেষে, সকলো লোকেই জাগ্ৰত দেৱতা, মহিমা-মণ্ডিত পুথি বুলি সভক্তিৰে হৃদয়ত স্থান দিছে।

'খনিকৰ পুথি' বৈষ্ণৱ-প্ৰাণ অসমীয়াৰ কেৱল সেৱা-ভক্তিৰ মহৎ অনুষ্ঠান বুলি কোৱাতকৈ, অসমীয়া সাহিত্য-সংস্কৃতিৰ এটি বিৰল সম্পদ বুলি ক'ব পাৰি।

বৰ্তমান ভোগবাদী সংস্কৃতিৰ কবলত পৰি অসমীয়া জাতিৰ জীৱন-সংস্কৃতি সকলোৰে প্ৰতি তীব্ৰ সংকটৰ সৃষ্টি হৈছে। কালজয়ী, সনাতন, উচ্চমানৰ আধ্যাত্মিক ভাবধাৰাৰ প্ৰতি যুৱচামৰ তীব্ৰ অনীহাৰ সৃষ্টি হৈছে। সামাজিক উচ্ছৃংখলতা, নৈতিক অৱক্ষয়ে সমাজৰ এচাম কল্যাণকামী, শান্তিপ্ৰিয় জনতাৰ চকুৰ টোপনি হৰণ কৰিছে। ঐতিহাসিক খনিকৰ পুথিয়ে যুৱ-মানসত গভীৰভাৱে প্ৰভাৱিত কৰি, তেওঁলোকৰ জীৱন-শৈলীৰ যাতে পৰিৱৰ্তন কৰে তাৰ বাবে আমাৰ অভিভাৱকসকলে চেষ্টা কৰাটো দৰকাৰ।

ঐতিহাসিক খনিকৰ পুথিয়ে অসমীয়া জনগণৰ অন্তৰত, মহাপুৰুষীয়া ধৰ্মৰ আধ্যাত্মিক ভাবধাৰাক চিৰকালৰ বাবে প্ৰবহমান কৰি ৰাখিব। সাঁচিপাতৰ ওপৰত হেঙুল-হাইতালৰ পৰশেৰে অপূৰ্ব সৃষ্টি এই পুথি দুভাগে অগণন লোকৰ অন্তৰ সিক্ত কৰি ৰাখিছে। প্ৰাচীন অসমীয়া লিপিৰ আৰ্হিৰে এই পুথি দুখন লিখা হৈছে। ইয়াৰ লিপি আৰু অসমীয়া সংযোগী আখৰসমূহৰ, বৰ্তমানৰ সংযোগী আখৰৰ লগত মিল নাই।

সুন্দৰকৈ ফুলকটা, কাঠৰ বাকচত এই পুথি দুভাগ সযতনে ৰখা হৈছে। একোখনকৈ গামোচাৰে বাকচ দুটাত আৱৰণ দি ৰখা হয়।

'কীৰ্তন' পুথিখনত মুঠ পাতৰ সংখ্যা হ'ল ১০৫ খিলা, ইয়াৰে দুখিলা বকলা। পাতসমূহ দীঘলে ৪৫ ছেঃমিঃ আৰু বহলে ১৬ ছেঃমিঃ। পদৰ শেষ সংখ্যা হ'ল ২২০৯। কীৰ্তন পুথিভাগ নকল কৰি সমাপ্ত কৰা হৈছিল ১৭৬৮ চনৰ আগষ্ট মাহত। ২০০৩ চনৰ আগষ্ট মাহলৈ এই কীৰ্তন পুথি ভাগৰ বয়স হ'ব ২৩৫ বছৰ। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ তিৰোভাৱ হয় ১৫৬৮ শকত। গতিকে এই কীৰ্তনপুথি ভাগ নকল কৰা হয় শ্ৰীমন্ত শংকৰদেৱৰ তিৰোভাৱৰ ২০০ বছৰৰ পাছত।

'নামঘোষা' পুথিভাগৰ মুঠ পৃষ্ঠাৰ সংখ্যা হ'ল ৫৩। ইয়াৰে এখিলা বকলা। পৃষ্ঠাসমূহ দীঘে ৩৫ ছেঃমিঃ আৰু প্ৰস্থই ১০ ছেঃমিঃ। পদৰ সংখ্যা ১০০০। নামঘোষা পুথিভাগ লিখি বা নকল কৰি শেষ কৰা হৈছিল ১৭৬৮ চনৰ মে' মাহত। ২০০৩ চনৰ মে' মাহলৈ এই ঘোষা পুথিভাগৰ বয়স হ'ব ২৩৫ বছৰ। মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ তিৰোভাৱ হয় ১৫৯৬ চনত। গতিকে এই ঘোষা পুথিভাগ মহাপুৰুষ মাধৱদেৱৰ তিৰোভাৱৰ ১৭২ বছৰৰ পাছত ৰচনা কৰা হয় বুলি প্ৰমাণিত হৈছে।



**নামঘৰৰ ভিতৰত খনিকৰ পুথিভাগ**

দুয়োভাগ পুথিৰে কোনো পাতনি আৰু সূচীপত্ৰ নাই। লিখোতাৰ নাম-ঠিকনাৰ কোনো উল্লেখ নাই। কেৱল 'যথা দৃষ্টং তথা লিখিতং' বুলি লিখা আছে। পুথি দুভাগৰ আখৰ, আখৰ লিখাৰ আৰ্হি, শক, তিথি, বাৰ, সংস্কৃত শ্লোক আদিৰ পৰা অনুমান কৰিব পাৰি, পুথি লিখোঁতাজন নিঃসন্দেহে এজন অগাধ পণ্ডিত। "The Khonikor Puthis were composed on the bark of Sachi tree in Ancient Assamese script with 'hangul haital' a technique used by our ancient composed for giving durability and transperency to such writings (J.F. PB)"

জনবিশ্বাস মতে, মানৰ অসম আক্ৰমণৰ সময়তে, (প্ৰথম বা দ্বিতীয়), আনুমানিক ১৮১৯ ৰ পৰা ১৮২১ চনৰ ভিতৰত স্বৰ্গীয় ৰামেশ্বৰ বৰুৱাৰ আজোককা স্বৰ্গীয় মণি বৰুৱাৰ দিনতেই, এই পুথি দুভাগ পোৱা গৈছিল। মানৰ অমানুষিক অত্যাচাৰৰ ফলত খনিকৰ গাঁৱৰ মানুহো ঘৰ এৰি পলাই ফুৰিছিল। বাৰ্ধক্যৰ বাবে স্বৰ্গীয় মণি বৰুৱা পলাব নোৱাৰি ঘৰতে আছিল। ধন-সোণৰ লুভীয়া মানসকলে মণি বৰুৱাৰ গৃহৰ সকলো বস্তু লৈ গৈছিল যদিও আশ্চৰ্যজনকভাৱে তেখেতৰ হাতত এটা টোপোলা দি থৈ গৈছিল। মান সৈন্যসকল আঁতৰি যোৱাৰ পাছত, পৰম আগ্ৰহেৰে টোপোলাটো খুলি তাত চাৰিখন সাঁচিপতীয়া পুথি পাইছিল। সেয়া আছিল 'কীৰ্তন', 'নামঘোষা', 'দশম' আৰু 'ভক্তি-ৰত্নাৱলী'। চাৰিভাগ পুথিৰ 'দশম' ভাগ খনিকৰগাঁও নামঘৰলৈ, 'ভক্তি-ৰত্নাৱলী'খন হালোৱা গাঁও নামঘৰলৈ আগ বঢ়ায়। 'কীৰ্তন' আৰু 'নামঘোষা' পুথি দুখন মণি বৰুৱাই নিজা গুৰুগৃহত স্থাপন কৰি ভক্তিভাৱে ৰাখিছিল।

খনিকৰ গাঁৱৰ উপৰি ওচৰ-পাজৰৰ গাঁৱতো প্ৰায় এশ বছৰৰ অধিক আগৰ পৰাই খনিকৰ পুথি দুভাগৰ অপাৰ মহিমা আৰু প্ৰভাৱ



পৰাৰ কথা জানিব পৰা গৈছে। বৰ্তমান খনিকৰ পুথিৰ প্ৰচাৰ আৰু ব্যাপক বিস্তৃতি গোটেই অসম জুৰি হৈছে। পুথি দুভাগৰ চোৰাচিতাৰ দায়িত্বত আছে শ্ৰীহেৰম্ব বৰুৱাৰ পৰিয়ালবৰ্গ।

১৯৫০ চন মানৰ পৰা স্বৰ্গীয় ৰামেশ্বৰ বৰুৱাৰ তত্ত্বাৱধানত, খনিকৰ গাঁৱৰ স্বৰ্গীয় উমাই বৰুৱা, স্বৰ্গীয় যুবকান্ত মহন্ত, শ্ৰীপুনিৰাম দত্ত আদি ব্যক্তিসকলে নিয়মিত পুথিৰ নাম-কীৰ্তন কৰাৰ কথা জানিবলৈ পোৱা গৈছে। স্বৰ্গীয় ৰামেশ্বৰ বৰুৱাই দীৰ্ঘদিন নিজে নাম-কীৰ্তন কৰি পুথিভাগ সভক্তিৰে পৰিচালনা কৰিছিল। তেখেতৰ মৃত্যুৰ পাছত শ্ৰীযুত হেৰম্ব বৰুৱাই পুথি দুভাগ পৰিচালনাৰ গুৰু দায়িত্বভাৰ এতিয়ালৈকে বহন কৰি আহিছে। প্ৰায় চাৰিকুৰিৰ দেওনা পাৰ কৰা শ্ৰীযুত হেৰম্ব বৰুৱা; বৰ্তমানেও এজন দুৰন্ত তৰুণৰ দৰে অতি আনন্দ মনেৰে পুথি, নামঘৰৰ সমস্ত দায়িত্ব তেখেতে কান্ধ পাতি লৈছে।



খনিকৰ পুথিভাগিৰ হস্তলিপিৰ নমুনা

প্ৰাপ্তিৰ সময়ৰ পৰা আজিকোপতি খনিকৰ পুথি দুভাগে অতিশয় মহিমা প্ৰদৰ্শন কৰি আহিছে। 'বিশ্বাসে মিলয় হৰি, তৰ্কে বহু দূৰ' এই কথাফাঁকিৰ সত্যতা, ধৰ্মপৰায়ণ প্ৰতিজন ব্যক্তিয়ে অন্তৰেৰে উপলব্ধি কৰি আহিছে। বৰুৱা বংশৰ আজোককা মণি বৰুৱাৰ পুত্ৰ আছিল চাদি। তেখেতৰ পত্নী 'ৰ'দায়নী' অতিশয় ধৰ্মপৰায়ণা নাৰী আছিল। এই বুঢ়ী আইগৰাকীয়ে প্ৰথমে পুথি দুভাগ, ৰন্ধনশালৰ পানীচাঙতে যথেষ্ট ভক্তি সহকাৰে ৰাখিছিল। ৰন্ধনৰ বাবে যুগুত কৰা সকলো সামগ্ৰী পুথি দুভাগৰ ওচৰত আগ বঢ়াইহে ৰন্ধন কাৰ্য সমাপণ কৰিছিল। এবাৰ এটা আশ্চৰ্যজনক ঘটনা ঘটিছিল। খনিকৰ গাঁৱৰ নামঘৰটোৰ বাবে গাঁৱৰ ৰাইজে খেৰ কাটিবলৈ গৈছিল। (বৰ্তমান বুঢ়ালিকচন কুঁহিয়াৰ গৱেষণা কেন্দ্ৰ অৱস্থিত টিকাত)। ৰাইজে জলপান খাবলৈ মন কৰাত, বুঢ়ী আই ৰ'দায়নীয়ে কোমল চাউলৰ টোপোলা এটা আৰু পাচি দুটামান ককা মণি বৰুৱাৰ হাততে দি পঠালে। প্ৰথমে ৰাইজে চাউলৰ টোপোলাটো দেখি সন্দেহ কৰিছিল এয়া চাউলেৰে খাবলৈ নিশ্চয় নাটিব। চাউলখিনি পাচিত ভৰাই দৰিয়াজানৰ পানীত তিয়াই থৈছিল। সেয়া চাউলেৰে ৰাইজে খায়ো, বহুত চাউল থাকিহে গ'ল। তেতিয়াৰ পৰাই এই পুথি দুভাগৰ মহিমা ৰাইজৰ মাজত প্ৰচলন হ'বলৈ ধৰিলে।




চাদি বৰুৱাৰ পুত্ৰ আছিল ক্ৰমে কণ্ঠি, বগাই আৰু নৰাম বৰুৱা। নৰাম বোলাজনে পুথি দুভাগৰ চোৰা-চিতাৰ দায়িত্ব লয়। নৰাম বৰুৱাৰ পুত্ৰ স্বৰ্গীয় ৰামেশ্বৰ বৰুৱা আৰু স্বৰ্গীয় কুশেশ্বৰ বৰুৱাৰ দিনত শৰাই আগ বঢ়াই নাম-প্ৰসংগৰ ব্যৱস্থাৰে, প্ৰণালীবদ্ধভাৱে সেৱা আগ বঢ়োৱাৰ ব্যৱস্থা চলি আহিছে। পুথি দুভাগ সংৰক্ষণৰ বাবে খনিকৰৰ এজন শিল্পী প্ৰয়াত লীলাৰাম বৰুৱাই প্ৰথমে দুটি বাকচ তৈয়াৰ কৰি দিছিল। স্বৰ্গীয় ৰামেশ্বৰ বৰুৱাৰ দিনৰ পৰা পুথি দুভাগ স্থানীয় লোকসকলে নিজা গৃহলৈ নি নামসেৱাৰ ব্যৱস্থাৰ প্ৰচলন কৰিছিল।

২০০০ চনলৈকে ৰামেশ্বৰ বৰুৱাৰ নিজা গুৰু-গৃহতে পুথিদুভাগ ৰাখি সেৱা অৰ্চনা কৰি থকা হৈছিল। কিন্তু সেৱকীৰ সংখ্যা বৃদ্ধি, স্থানৰ নাটনি আদি কাৰণত তেখেতসকলৰ ঘৰৰ সন্মুখত নিজা মাটিত ১৯৯৭ চনৰ ১৫ এপ্ৰিলত আধাৰশিলা স্থাপন কৰি, ২০০০ চনৰ মাৰ্চত আনুষ্ঠানিকভাৱে এই সাৰ্বজনীন পুথিৰ নামঘৰ ৰাইজৰ সেৱাৰ অৰ্থে উচৰ্গা কৰা হয়। ৰাইজৰ দান-বৰঙণি আৰু পুথিৰ পৰা পোৱা অৰিহণাকে পুঁজি হিচাপে লৈ এই নামঘৰ স্থাপন কৰা হৈছে। এই নামঘৰত জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলো লোকেই তেওঁলোকৰ মনোগত অভীষ্ট সিদ্ধিৰ বাবে প্ৰৱেশ কৰিব পাৰে। ৰাজহুৱা নামঘৰত থকাৰ দৰে এই নামঘৰত কোনো অংশীদাৰৰ ব্যৱস্থা নাই।

নামঘৰলৈ বিভিন্ন ব্যক্তিয়ে আগ বঢ়োৱা গামোচা অঞ্চলটোৰ কোনো ৰাজহুৱা অনুষ্ঠান, সাহিত্য সভা, মইনা পাৰিজাতৰ সভা-সমিতি আদিলৈ মুক্তহস্তে আগ বঢ়াই দিয়া হয়। তাৰ বিনিময়ত উদ্যোক্তাসকলে পুথিৰ ওচৰত নামমাত্ৰ অৰিহণা এটি আগ বঢ়াই যায়। ইয়াৰ উপৰি প্ৰতি দুবছৰৰ মূৰে মূৰে এটি বিশেষ নাম-প্ৰসংগৰ আয়োজন কৰা হয়। এই দ্বি-বাৰ্ষিক অনুষ্ঠানত নিমন্ত্ৰিত ভকত-বৈষ্ণৱক একোখনি গামোচা আগ বঢ়াই দিয়া হয়। খনিকৰ পুথি দুভাগৰ বৰ্তমানৰ মুখ্য তত্ত্বাবধায়ক শ্ৰদ্ধেয় শ্ৰীযুত হেৰম্ব বৰুৱা আৰু তেখেতৰ ভতিজা সংবাদসেৱী শ্ৰীঅৰুণবিকাশ বৰুৱাই এটি গুৰুত্বপূৰ্ণ সিদ্ধান্তৰ কথা আমাৰ আগত ব্যক্ত কৰিছে। পুথিৰ বাবে





ৰাইজে আগ বঢ়োৱা দান-বৰঙণিৰে খনিকৰ পুথি শৈক্ষিক ন্যাস গঠন কৰাৰ বাবে তেখেতসকলে চিন্তা-চৰ্চা কৰিছে। এই ন্যাস পুঁজিৰ টকাৰে অঞ্চলটোৰ দুখীয়া দুই-এজন ছাত্ৰ-ছাত্ৰীক উচ্চ শিক্ষাৰ বাবে আৰ্থিকভাৱে সহায় কৰাৰ ব্যৱস্থা কৰা হ'ব। নিঃসন্দেহে, এইটো বৰ সুন্দৰ দৃষ্টান্তমূলক কথা হ'ব।

মহিমামণ্ডিত খনিকৰ পুথি দুভাগৰ কোনো দিনে জিৰণি নাই। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ (বিশেষভাৱে উজনি অসমত) প্ৰতিখন গাঁৱে গাঁৱে এই পুথি দুভাগে ভক্তপ্ৰাণ ৰাইজৰ অন্তৰ শ্ৰদ্ধা-ভক্তিৰে আপ্লুত কৰি ৰাখিছে, অদ্ভুত জনপ্ৰিয়তা অৰ্জন কৰিছে। এই প্ৰবন্ধ যুগুত কৰা সময়লৈকে, ২০১০ চনৰ ডিচেম্বৰ মাহলৈকে, পুথি আনিব খোজা ব্যক্তিৰ নাম-ঠিকনাৰ বহী সম্পূৰ্ণ হৈ আছে।

খনিকৰ পুথি নি গৃহাগত কৰোৱাই সেৱা-কৰ্ম সমাপণ কৰিব পৰাটো প্ৰতিজন লোকেই পৰম ভাগ্য বুলি জ্ঞান কৰে। আহ্বান কৰা লোকসকলৰ সুবিধাৰ বাবে পুথিৰ গৃহস্থৰ ঘৰত দুখন বহী ৰখা হৈছে। এখন বহী 'ঘোষা পুথি' আৰু আনখন 'কীৰ্তন পুথি'ৰ বাবে ৰখা হৈছে। বহী দুখনত ইচ্ছুক ব্যক্তিৰ নাম, ঠিকনা উল্লেখ কৰি আগতীয়াকৈ তাৰিখ নিৰ্ধাৰিত কৰাৰ ব্যৱস্থা আছে। সেইমতে যথাসময়ত সেৱকীয়ে পুথি সংগ্ৰহ কৰি সেৱা কাৰ্য সমাপণ কৰিব পাৰে।

খনিকৰ পুথিৰ এটা প্ৰধান বিশেষত্ব হ'ল — পুথিভাগ এঠাইৰ পৰা আন ঠাইলৈ অনা-নিয়া কৰোঁতে, কোনো যান-বাহন ব্যৱহাৰ কৰা নহয়। দুই-তিনিজনমান ব্যক্তিয়ে, পদব্ৰজে এই পুথিভাগ অনা-নিয়া কৰে। গামোচা দি মেৰিয়াই থোৱা কাঠৰ বাকচত ৰখা পুথি দুভাগ, সভক্তিৰে কান্ধত অনা-নিয়া কৰে। ৰঙা বাকচৰ পুথিভাগ কীৰ্তনঘোষা আৰু নীলা বাকচৰ পুথিভাগ নামঘোষা। "One of the specialities of the 'Khonikor Puthis' is that no vehicle is used to take, it to any place whether the distance may be and that it has always been carried in a wooden box by human beings." ৰাস্তাইদি পুথি অনা-নিয়া অৱস্থাত দেখা পোৱাটোও এক পৰম সৌভাগ্য বুলি সকলোৰে জ্ঞান কৰে। সভক্তিৰে যান-বাহনৰ পৰা নামি ৰাইজে অন্তৰৰ সেৱা যাঁচে, কোনোজনে দান-বৰঙণিও আগ বঢ়ায়।

দীৰ্ঘদিন ধৰি পুথি অনা-নিয়া কামত ব্ৰতী ভালেকেইজন লোকক, ব্যক্তিগতভাৱে সাক্ষাৎকাৰৰ ভিত্তিত অৱতাৰণা কৰা কেইটিমান প্ৰশ্নৰ উত্তৰত এইটো সিদ্ধান্তত উপনীত হোৱা গ'ল যে — অতি শুদ্ধ অন্তঃকৰণেৰেহে এই সেৱা কাৰ্যত ব্ৰতী হ'ব পাৰে। অন্যথাই এয়া সম্ভৱ নহয়। ডুবিয়াল গাঁৱৰ কেইজনমান ব্যক্তি, শ্ৰদ্ধেয় শ্ৰীগকুল শইকীয়া, গণেশ হাজৰিকা, কমল ফুকন, গাঁঠিৰাম হাজৰিকা, তিলেশ্বৰ ফুকন —— তেখেতসকলে একেমুখে মন্তব্য কৰিছে যে — পুথিভাগ কান্ধত নি থকা অৱস্থাত এক অনিৰ্বচনীয় আনন্দ অনুভৱ হয়। গালৈ অজানিতে এক উচ্ছ্বাসৰ ভাব জাগ্ৰিত হয়। ইয়াৰ মাজেৰে কোনো কোনো ব্যক্তিয়ে অলৌকিক অভিজ্ঞতাও লাভ কৰিছে।

পুথি সম্পৰ্কে লাভ কৰা এটি অলৌকিক অভিজ্ঞতা এনেধৰণৰ — 'এবাৰ কোনো এক স্থানলৈ এজন ব্যক্তিয়ে পুথিভাগ অকলে নিব লগা হ'ল। ব্যক্তিজন চিন্তাত পৰিছিল সৰুপানী চুব লগা হ'লে কি হ'ব? এনেকৈ ভাবি থাকোঁতেই ৰাস্তাতে হঠাৎ এজন লোকক লগ পালে। তেখেতে ক'লে — 'সৌৱা চাওক অলপ দূৰতে পানী আছে, আপুনি বাহিৰলৈ গৈ লওক। মই আপোনাৰ কান্ধৰ পৰা পুথিভাগ খন্তেক লৈ দিওঁ।' মানুহজন বাহিৰলৈ গৈ মুখ-হাত ধুই পুনৰ পুথিভাগ অচিনাকি ব্যক্তিজনৰ পৰা কান্ধত ল'লে। লগতে আহি থকা মানুহজনৰ লগত কথা-বতৰা পাতোঁ বুলি ভাবোঁতেই হঠাৎ দেখে লগত আহি থকা মানুহজন নাই। এয়া কোনো কল্প-কাহিনী নহয়। এয়া ভকতীয়া গাঁৱৰ ধৰ্মপৰায়ণ ব্যক্তি শ্ৰীযুত শ্যাম বৰা (দীৰ্ঘদিন এখেত খনিকৰ পুথিৰ নাম-পাঠৰ লগত জড়িত)ৰ ভাষ্য। তেখেতে খনিকৰ পুথি দুভাগৰ সম্পৰ্কে মন্তব্য আগ বঢ়ায় এনেদৰে — 'খনিকৰ পুথি অপাৰ মহিমামণ্ডিত পুথি। যিহকে বাঞ্ছা কৰে সেয়াকে পুথিয়ে দিয়ে'। স্বপ্নদৰ্শনৰ জৰিয়তে কীৰ্তন পুথিভাগৰ নামগোৱা অনুষ্ঠান, একে ৰাতিৰ ভিতৰতে কেনেকৈ পাতিবলৈ সক্ষম হৈছিল তাৰ বাস্তৱ বৰ্ণনা তেখেতে আমাৰ আগত দাঙি ধৰিছিল।

মিছামৰা খনিকৰ গাঁৱৰ এজন ব্যক্তি শ্ৰীকেহোৰাম বৰুৱা, তেখেতে সৰুপথাৰ-বৰপথাৰ আদি দূৰণি ঠাইলৈ পুথি অনা-নিয়া কৰে। তেখেতৰ মন্তব্য এনেধৰণৰ — এবাৰ সৰুপথাৰলৈ পুথি নি থাকোঁতে বাটত এপাল বনৰীয়া হাতীৰ সৈতে মুখামুখি হ'ল। হাতীৰ পালটোৱে একো অপকাৰ নকৰি ৰাস্তা এৰি দি নিজে নিজে আঁতৰি গ'ল। এনেকুৱা বহুত বিৰল অভিজ্ঞতা বহু কেইজন ব্যক্তিয়ে নিজ মুখে ব্যক্ত কৰিছে।

খনিকৰ পুথিৰ নামঘৰটো যথেষ্ট আহল-বহল; আৰু যথেষ্ট সুবিধা আছে। ভক্তপ্ৰাণ ৰাইজে যথেষ্ট দান-বৰঙণি আৰু বয়-বস্তু এই নামঘৰলৈ আগ বঢ়াইছে। প্ৰতিদিনে ইয়াত নাম-প্ৰসংগ অনুষ্ঠিত হয়। পবিত্ৰ ভাদ মাহত দৈনিক দুবাৰ নাম-প্ৰসংগ হয়। ভাদ মাহত অগণন লোকৰ সমাগম হয়। স্থানীয় লোক আৰু অসমৰ বিভিন্ন প্ৰান্তৰ পৰা ইয়ালৈ ৰাইজৰ আগমন হয়। এই নামঘৰত এগছি অক্ষয় বন্তি স্থাপন কৰা ক্ষণৰে পৰা জ্বলি আছে। শ্ৰীমন্ত শংকৰদেৱ সংঘৰ আৰ্হিত ইয়াৰ নামঘৰত দৈনিক নাম-প্ৰসংগ কৰা হয়। গোলাঘাট উত্তৰ আঞ্চলিক উন্নয়ন খণ্ডৰ পৰা নামঘৰ নিৰ্মাণৰ বাবে এটি আৰ্থিক অনুদান আগ বঢ়াইছে। এইটোও পৰম সৌভাগ্যৰ কথা।

খনিকৰ পুথি নামঘৰত বৰ্তমান তিনিজন অভিজ্ঞ, ধৰ্মপৰায়ণ ব্যক্তিয়ে সেৱা কৰ্ম আগ বঢ়াই আহিছে। তেখেতসকল হ'ল শ্ৰীযুত ভৰেশ বৰুৱা, শ্ৰীযুত দিলীপ দত্ত আৰু শ্ৰীযুত অমূল্য দত্ত। শ্ৰীযুতা



নিৰু বৰুৱা নামৰ স্থানীয় এগৰাকী মহিলাই ২০ বছৰ ধৰি পুথিৰ নামঘৰত ৰাইজৰ সেৱাৰ্থে বিভিন্ন কৰ্মত অংশগ্ৰহণ কৰি আহিছে।

পুথি দৰ্শনাৰ্থে, পুথিৰ নামঘৰলৈ যাওঁতে সাধাৰণতে পৰম্পৰাগত অসমীয়া জাতীয় সাজ-পোচাক, কান্ধত গামোচা, চেলেং আদি লৈ যোৱাটো নিয়ম। অৱশ্যে সৰু সৰু ল'ৰা-ছোৱালী বা অনা অসমীয়া ব্যক্তিৰ ক্ষেত্ৰত এই নিয়ম কিছু শিথিল কৰা হয়।

মহিমামণ্ডিত, জাগ্ৰত দেৱতা খনিকৰ পুথিয়ে অসমৰ বিভিন্ন স্থানত বিশাল জনপ্ৰিয়তা আৰু সমাদৰ লাভ কৰিছে। শিৱসাগৰ, মাজুলী, গুৱাহাটীলৈকে এই পুথিয়ে পদব্ৰজে ভ্ৰমণ কৰিছে। গুৱাহাটীলৈ পুথি নিওঁতে প্ৰতি ৫০-৬০ কিঃমিঃ মান আঁতৰে আঁতৰে থকা নামঘৰত জিৰণি লৈ, গন্তব্যস্থানত উপনীত হৈছিলগৈ। বাটত ঠায়ে ঠায়ে জিৰণি লোৱা নামঘৰসমূহত ৰাইজৰ বিপুল সমাগম হৈছিল। পুথিৰ গুৱাহাটী ভ্ৰমণৰ লগত জড়িত এজন ব্যক্তি শ্ৰীঅনিল বৰা (চৰাই গাঁৱৰ)ই অতি সুন্দৰভাৱে এই বৰ্ণনা আমাৰ আগত দাঙি ধৰিছিল।

বৰ্তমান কোনো কোনো স্থানত ৰাজহুৱাকৈ খনিকৰ পুথিৰ নাম-কীৰ্তনৰ ব্যৱস্থা কৰা হয়। ২০১০ চনৰ ফেব্ৰুৱাৰী মাহত দেৰগাঁও চৰাই গাঁৱৰ ৰাইজে ৰজাবাহৰ পুথিভঁৰাল প্ৰাংগণত তিনিদিনীয়াকৈ খনিকৰ পুথি (কীৰ্তন-ঘোষা)ৰ নাম-কীৰ্তনৰ আয়োজন কৰিছিল। ৰাজহুৱা এই অনুষ্ঠানত অগণন লোকৰ সমাগম হৈছিল। ৰাজহুৱাভাৱে পুথিৰ নাম-কীৰ্তনৰ ব্যৱস্থাটো নিঃসন্দেহে আমাৰ সমাজত এটি সুন্দৰ প্ৰক্ৰিয়া বুলিব পাৰি। সামাজিক ঐক্য আৰু পাৰস্পৰিক সম্প্ৰীতি বৃদ্ধিৰ ক্ষেত্ৰত ই এক গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰিব বুলি আমাৰ বিশ্বাস। ব্যক্তিগতভাৱে ইচ্ছা থাকিলেও বহু লোকে মনৰ ইচ্ছা পূৰণ কৰিব নোৱাৰে। গতিকে সমূহীয়াকৈ আয়োজন কৰিলে, সকলোৰে মনৰ ইচ্ছা পূৰ্ণ হয়।



খনিকৰ পুথি নামঘৰ

অতিশয় সহজ-সৰল, প্ৰতিজন বৈষ্ণৱপ্ৰাণ ব্যক্তিৰ অন্তৰাত্মাত খনিকৰ পুথিৰ ওপৰত অগাধ বিশ্বাস থুপ খাই আছে। পুথিয়ে অগণন সেৱকৰ মনৰ কামনা পূৰ্ণ কৰিছে।

দেৰগাঁও, কমাৰগাঁও নিবাসী ধৰ্মপৰায়ণ নামাচাৰ্য শ্ৰীযুত বিপুল গোস্বামীদেৱে খনিকৰ পুথি সম্পৰ্কে তেখেতৰ মন্তব্য আগ বঢ়ায় এনেদৰে — 'খনিকৰ পুথি জাগ্ৰত দেৱতা, পুথিয়ে কোনো ব্যক্তিৰ অহংকাৰ সহ্য নকৰে।' কথা প্ৰসংগত তেখেতে ব্যক্তিগত এটা অভিজ্ঞতা বৰ্ণনা কৰিছিল। খনিকৰ পুথিৰ নাম-প্ৰসংগ অনুষ্ঠান পাতিব বুলি, তেখেতে তাৰিখ নিৰ্দিষ্ট কৰি থোৱাৰ পাছত, সেই কাম পাছ পেলাই গৃহ নিৰ্মাণৰ বাবে আগ বাঢ়িছিল। গৃহ নিৰ্মাণ কাৰ্যৰ আৰম্ভৰ আগ দিনা তেখেতৰ সকলো কামৰ বেমেজালি হ'ল, গৃহত অভাৱনীয়ভাৱে অপায়-অমংগলে দেখা দিবলৈ ধৰিলে। অৱশেষত তেখেতে পুথি গৃহাগত কৰোৱাই নাম-কীৰ্তন কৰাৰ পাছতহে শান্তি লাভ কৰিছিল। এই কথাৰেই জনমানসত খনিকৰ পুথিয়ে কিদৰে প্ৰভাৱ বিস্তাৰ কৰি আছে, তাৰে প্ৰমাণ দাঙি ধৰে।

খনিকৰ পুথি-গৃহৰ পৰিয়ালৰ এজন সদস্য, সংবাদসেৱী, শিক্ষক অৰুণবিকাশ বৰুৱাই তেখেতৰ ব্যক্তিগত অভিমত আগ বঢ়ায় এনেদৰে — 'খনিকৰ পুথি এটি ভ্ৰাম্যমাণ পুথিভঁৰালৰ দৰে। অন্য সাঁচিপতীয়া পুথিতকৈ এই পুথিৰ বিশেষত্ব এটা দিশত, সেয়া হ'ল সাৰ্বজনীনতা।'

দাধৰা, বাৰীচোৰা গাঁৱৰ দীপক বৰাই অতি সভক্তিৰে মন্তব্য কৰে এনেদৰে — 'সন্তানহীনতা, দুৰাৰোগ্য ব্যাধি নিৰাময়ত খনিকৰ পুথি আন্তৰিকতাৰে কামনা কৰিলে, সেই মনোকামনা পূৰ্ণ কৰে।' তেখেতে ব্যক্তিগতভাৱে এই প্ৰমাণ পাইছে।

মিছামৰা খনিকৰ গাঁৱৰে এগৰাকী বোৱাৰী মীনাক্ষী হাজৰিকাৰ মন্তব্য এনেকুৱা — 'তেখেতে মেট্ৰিক পৰীক্ষা দিবলৈ ওলাই আহোঁতে, কান্ধত খৰি এভাৰ লৈ অহা মানুহ এজনক দেখি, ভুলবশতঃ পুথি আনি থকা বুলি ভাবি খৰিভাৰকে পুথি বুলি সভক্তিৰে সেৱা জনাইছিল। তেখেতে ভৱামতেই পৰীক্ষাৰ ফলাফল লাভ কৰিছিল।' পাছত পুথিক আহ্বান কৰি গৃহত নাম-কীৰ্তনৰ আয়োজন কৰিছিল।

মিছামৰা খনিকৰৰ সমীপৰ কমাৰগাঁৱৰ চিত্ৰশিল্পী, অভিনেতা পংকজ ৰাজখোৱাই অতি আন্তৰিকতাৰে পুথিৰ মহিমা সম্পৰ্কে বক্তব্য দাঙি ধৰে। খনিকৰ পুথি দুভাগ 'জাগ্ৰত পুথি' বুলি তেখেতে মন্তব্য কৰে। তেখেতক দীৰ্ঘদিন পীড়া দি থকা এটি শাৰীৰিক ব্যাধি চিকিৎসকৰ চিকিৎসাতো আৰোগ্য হোৱা নাছিল, কিন্তু অপাৰ মহিমামণ্ডিত পুথিৰ প্ৰভাৱত তেখেত ৰোগমুক্ত হৈছে বুলি গভীৰ বিশ্বাস ৰাখিছে।

প্ৰতিদিনে অসমৰ গাঁৱে গাঁৱে খনিকৰ পুথি দুভাগৰ কীৰ্তন-শ্ৰৱণ প্ৰক্ৰিয়া অবিৰতভাৱে চলি আহিছে। পাঠ কৰোঁতে কৰোঁতে, কিছুমান পদ বৰ্তমান অস্পষ্ট হৈ পৰিছে। অভিজ্ঞ পাঠকসকলে পঢ়ি পঢ়ি অভ্যাস হৈ যোৱাৰ ফলত মচ খাই যোৱা পদবোৰ সাৱলীলভাৱে গাই যাব পাৰে। বৰ্তমান কীৰ্তন-ঘোষাখনৰ চতুৰ্বিংশতি অধ্যায়টোৰ বহু পদ মচ খাই গৈছে।

ডুবিয়াল গাঁৱৰ পাঠক গকুল শইকীয়া প্ৰমুখ্যে ভালেকেইজন ব্যক্তিয়ে পুথিভাগ কোনো অভিজ্ঞ, সংযমী, সাত্ত্বিক ব্যক্তিৰ দ্বাৰা উপযুক্তভাৱে নকল কৰিলে, পুথিভাগ সংৰক্ষণ হ'ব পাৰে বুলি মন্তব্য কৰে।







পুথিৰ অপাৰ মহিমা সম্পৰ্কে ডুবিয়াল উচ্চ বুনিয়াদী বিদ্যালয়ৰ প্ৰাক্তন প্ৰধান শিক্ষক শ্ৰীযুত শিৱ শৰ্মা ঠাকুৰৰ এটি বিৰল অভিজ্ঞতা এনেধৰণৰ — 'দেৰগাঁও কুৱালগুৰিৰ নিবাসী শিৱ শৰ্মা ঠাকুৰৰ পুথি সম্পৰ্কত এই অভিজ্ঞতা আজিৰ পৰা প্ৰায় ২৫ বছৰৰ আগৰ। দীৰ্ঘদিন ধৰি তেখেতে খনিকৰ পুথি পাঠ কৰা কামত অংশ গ্ৰহণ কৰি আহিছে। এবাৰ কাকডোঙাত অনুষ্ঠিত পুথিৰ নাম-কীৰ্তনলৈ তেখেতক পাঠৰ বাবে আমন্ত্ৰণ জনাইছিল। পানীলগা জ্বৰ, কাহ হৈ থকাৰ বাবে আৰু প্ৰতিকূল বতৰৰ খাতিৰত তেখেতৰ ঘৰৰ বাই-ভনীসকলে পাঠ কৰিবলৈ যোৱাত বাধা দিলে। এই অসুখৰে আলম লৈ প্ৰথমে তেখেতৰ মাত বহি গ'ল। বহু চিকিৎসা কৰিও সুফল পোৱা নাছিল। কিছুদিনৰ পাছত তেখেতে সম্পূৰ্ণভাৱে বাকশক্তি হেৰুৱাই পেলাইছিল। অৱশেষত তেখেতে কাগজত কথাবোৰ লিখি দিবলৈ ল'লে। অৱশেষত পুথিৰ ওচৰত দোষ স্বীকাৰ কৰি, তেখেতৰ গৃহত পুথিৰ নাম-কীৰ্তনৰ আয়োজন কৰিলে। তাৰ পাছৰ পৰা এতিয়ালৈকে সম্পূৰ্ণ সুস্থ। এতিয়াও তেখেতে অবিৰতভাৱে খনিকৰ পুথিৰ নাম-পাঠ কৰি আছে। এয়া তেখেতৰ ভগ্নী ননী ফুকনে আমাৰ আগত আন্তৰিকতাৰে ব্যক্ত কৰা কথা। এনেকুৱা আৰু পুথিৰ মহিমাসম্পৰ্কীয় অলেখ কাহিনী আমি শুনিবলৈ পাইছোঁ। জনমানসত পুথিৰ প্ৰতি শংকামিশ্ৰিত শ্ৰদ্ধা-ভক্তিয়ে প্ৰাধান্য লাভ কৰি আহিছে।

খনিকৰ পুথি কোনো গৃহস্থৰ ঘৰলৈ আমন্ত্ৰণ কৰিলে, গৃহস্থই শৰাইত গামোচা, তামোল-পাণ, চাকি-বন্তি লৈ যথেষ্ট শ্ৰদ্ধা সহকাৰে সেৱা ধৰে। গায়ন-বায়নেৰে পৰিবেষ্টিত এটি গুৰু-গম্ভীৰ পৰিবেশত পুথিক গৃহলৈ আদৰি অনাটো নিয়ম। গৃহস্থৰ ঘৰৰ পদূলিমুখত কলপুলি পুতি, চৌদিশে চাকি-বন্তি জ্বলাই, শুদ্ধ সংস্কাৰেৰে এটি সাত্ত্বিক পৰিবেশত পুথিক সন্মান জনোৱা হয়। আয়তীৰ মংগল উৰুলি ধ্বনিৰে পুথিক আদৰণি জনায়। পুথিভাগ গৃহস্থই কান্ধ পাতি লোৱাৰ সময়ত অতি গুৰু গম্ভীৰ পৰিবেশ এটি বিৰাজ কৰে। আসন স্থাপনা কৰা স্থানলৈকে নতুন, শুদ্ধ চেলেং চাদৰ পাৰি দিয়া হয়। ইয়াত ভৰি নপৰাকৈ ৰাখি অতি সভক্তিৰে সামৰি, মূৰত তুলি আনি আছুতীয়া স্থানত সংৰক্ষণ কৰা হয়। খনিকৰ পুথিৰ ওপৰত ৰাইজৰ আজিকোপতি হৃদয়ত কিমান গভীৰ বিশ্বাস থুপ খাই আছে, সেয়া এই ব্যৱস্থাবোৰেই প্ৰমাণ কৰে। পুথি গৃহাগত কৰাৰ সময়ৰে পৰা বিদায় জনোৱা সময়লৈকে যথেষ্ট শ্ৰদ্ধা-ভক্তি আৰু শুদ্ধ সদাচাৰ নিয়মমতে থকা হয়। পুথিৰ নাম-কীৰ্তন অনুষ্ঠানত এটা গুৰু-গম্ভীৰ সাত্ত্বিক, পবিত্ৰ আৰু শান্তিময় পৰিবেশ বিৰাজমান হৈ থাকে। অহোৰাত্ৰি নাম-কীৰ্তন হয়। তাৰ পাছতে পুথি পাঠ আৰু ভকতসকলে ব্যাখ্যাকৰণৰ জৰিয়তে গোটেইখোৱা ৰাইজক সৰলভাৱে বুজাই দিয়ে। পিছদিনা নাম-কীৰ্তন আৰু চাউলখোৱা অনুষ্ঠানেৰে সকলো সেৱা কাৰ্য সামৰা হয়। এই নাম-কীৰ্তন অনুষ্ঠান সাধাৰণতে ৰাতিৰবঞ্চা হয়। কেতিয়াবা কোনো লোকে অসুবিধা বশতঃ দিনজোৰা বা খন্তেকীয়াকৈ অনুষ্ঠিত কৰে। আমন্ত্ৰিত কৰি অনা ভকত বৈষ্ণৱসকলক গৃহস্থই সাধ্যানুসাৰে বস্ত্ৰ, দক্ষিণা, তামোল-পাণ সহিতে, গলে বস্ত্ৰ বান্ধি ভকতসেৱা কৰে। পুথি বিদায় দিবৰ পৰতো, শৰাই আগবঢ়াই, অপৰাধ মাৰ্জনাৰ বাবে সেৱা-প্ৰাৰ্থনা কৰি বিদায় জনায়। আয়তীৰ মংগল উৰুলি ধ্বনিৰে পুথিৰ ওচৰত সন্মান যঁচা হয়।

এই প্ৰবন্ধটি যুগুত কৰিবলৈ লোৱাৰ পৰা লেখিকাই নিজেও কেইটামান বিচিত্ৰ অভিজ্ঞতাৰ সন্মুখীন হৈছে। প্ৰবন্ধৰ বাবে সমল বিচাৰি যোৱাৰ আগতে দুটি স্বপ্ন দৰ্শনেৰে, বিৰল অভিজ্ঞতাৰ সন্মুখীন হোৱা গৈছে। এয়াও নিশ্চিতভাৱে খনিকৰ পুথিৰ অপাৰ মহিমা বুলি গভীৰ বিশ্বাস জাগিছে।

বৃহত্তৰ গোলাঘাট জিলাৰ গৌৰৱ, খনিকৰ গাঁৱৰ গৌৰৱৰ ধ্বজা, খনিকৰ পুথি দুভাগৰ বিষয়ে লিখোতে যথেষ্ট শ্ৰদ্ধা সহকাৰে আগ বঢ়া গৈছে, অতি আন্তৰিকতাৰে পুথিৰ নামঘৰ, পুথিৰ ঘৰৰ ব্যক্তিসকলক লগ ধৰা হৈছে। তথাপি অজানিতে হ'ব পৰা ভুলৰ বাবে, মহিমামণ্ডিত পুথিৰ চৰণত, আৰু ইতিহাসৰ পাতে পাতে গৌৰৱোজ্জ্বল স্বাক্ষৰ থকা খনিকৰ গাঁওবাসী ৰাইজৰ ওচৰত বিনম্ৰতাৰে গোহাৰি জনাইছোঁ। ইতিহাসে গৰকা মিছামৰাৰ খনিকৰ অঞ্চল এখন অতীতৰে পৰা প্ৰসিদ্ধ আৰু সু-সংস্কৃত অঞ্চল। বৃহত্তৰ দেৰগাঁৱৰ বুকুতে লীন হৈ আছে এই অঞ্চলটি। দেৰগাঁৱক বাদ দি এই প্ৰসিদ্ধ অঞ্চলটি আৰু এই অঞ্চলটি বাদ দি দেৰগাঁৱৰ কোনো ঐতিহাসিক, সাংস্কৃতিক আৰু সামাজিক মূল্যায়ন সম্ভৱ নহয়।

খনিকৰৰ সোণালী সম্পদ খনিকৰ পুথি সমগ্ৰ অসমীয়া জাতিৰ এটি আপুৰুগীয়া মুকুতাসদৃশ সম্পদ। নিৰন্তৰ প্ৰবাহিত বিশাল বৰনদী ব্ৰহ্মপুত্ৰৰ দৰেই গতিমান এই সম্পদ। জাতি-বৰ্ণ ধৰ্ম নিৰ্বিশেষে, বৃহত্তৰ অসমীয়া জাতিৰ প্ৰাণে প্ৰাণে পুথিভাগে সুঘ্ৰাণ বিলাই আছে। শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱৰ নাম, যশ, প্ৰভাৱ গাঁৱে গাঁৱে বিলাই ফুৰিছে। আধ্যাত্মিক উৎকৰ্ষতাৰ জৰিয়তে বিভিন্ন জাতি-উপজাতি একত্ৰিত কৰি, সামাজিক সমন্বয় আনিব খুজিছিল অসমীয়া জাতীয় জীৱনৰ গুৰু দুজনাই। তেখেতসকলৰ আন্তৰিক সপোন প্ৰতিনিয়ত কঢ়িয়াই ফুৰিছে অসমৰ চুকে-কোণে খনিকৰৰ এই সোণালী সম্পদ দুভাগে। সাঁচিপাতত হেঙুল-হাইতালেৰে ৰঙালী কৰি তোলা পুথি দুখনে অলেখ লোকৰ আধ্যাত্মিক চেতনাক; নিৰ্মল জলৰ দৰে সদা প্ৰবহমান কৰি ৰাখিব। ❑

সহায়ক গ্ৰন্থৰ তালিকা

১। খনিকৰ — ২০০০, সম্পাদনা ঃ শ্ৰীবীৰেন্দ্ৰনাথ বৰুৱা।

২। ঐতিহ্যমণ্ডিত খনিকৰ পুথি(প্ৰবন্ধ) ঃ শ্ৰীউপেন্দ্ৰনাথ দত্ত।

# অসমৰ শিল্প-সংস্কৃতিৰ ক্ষেত্ৰলৈ নাহৰণিৰ অৱদান

এম. ছাইফুল এইছ

(এক)

**নাহৰণিৰ নীৰৱ কুটিৰ শিল্প — সাঁচি উদ্যোগ —**

'নাহৰণি নাহৰণি নাহৰণি
শাৰী শাৰী নাহৰৰ ফুল হালি-জালি
সাঁচিপাতৰ সুবাস মিলি
হৈছেহি এটা মিঠা সুৰ শুবনি।'

নাহৰণি — নাহৰণি অঞ্চলৰ সৰহভাগ মানুহেই সুগন্ধি অগৰু কাঠৰ ব্যৱসায় কৰে। এই বিৰাট অঞ্চলটো সাঁচি গছেৰে ভৰি আছে। মানুহবোৰে জীৱিকাৰ তাড়নাত ওচৰৰ ঠাইবোৰৰ পৰা সাঁচি কাঠ সংগ্ৰহ কৰি আনি বিভিন্ন প্ৰকাৰৰ আগৰ অগৰু কাঠ তৈয়াৰ কৰি অথবা তেল উলিয়াই স্থানীয় ব্যৱসায়ী বা হোজাই আদি অঞ্চলৰ মহাজনৰ ওচৰত বিক্ৰী কৰে। কোনো কোনোৱে মুম্বাই আদিলৈ নিয়ে, তাত প্ৰতিষ্ঠিত ব্যৱসায়ী আৰু মধ্য প্ৰাচ্যৰ দেশ যেনে - ছৌদি আৰব, বাহৰেইন, কুৱেইট, আবুধাবি, ডুবাই আদিৰ বৃহৎ ব্যৱসায়ীসকলক বিক্ৰী কৰে। এই ধৰণে এই অঞ্চলটো কুটীৰ শিল্পৰ কেন্দ্ৰ হিচাপে গঢ় লৈ উঠিছিল আৰু এতিয়াও এই শিল্প নীৰৱে চলি আছে।

গ্ৰাম্য অঞ্চলৰ প্ৰায়বিলাক লোকেই আগৰ (Agor) ব্যৱসায়ৰ লগত জড়িত। প্ৰায় ৭০ শতাংশ লোক কৃষিভিত্তিক আৰু ১০ শতাংশ লোক চাকৰিজীৱী, প্ৰায় ৩০-৪০ হেজাৰ লোক এই কুটিৰ শিল্প সাঁচি উদ্যোগৰ লগত জড়িত। ভাষা, জাতি, বৰ্ণ নিৰ্বিশেষে সাঁচি কৃষকৰ পৰা ক্ষুদ্ৰ সাঁচি ব্যৱসায়ীলৈ সৰ্বমুঠ ১০-১২ পৰিয়াল ইয়াৰ লগত প্ৰত্যক্ষভাৱে জড়িত। এই শিল্প উদ্যোগ স্থবিৰ হ'লে অথবা সাময়িকভাৱে বন্ধ হ'লে অঞ্চলটোৰ ৰাইজে পেটিত গামোচা বান্ধিব লাগে। কিয়নো তৃণমূল পৰ্যায়ৰ এই কৃষক অথবা ক্ষুদ্ৰ ব্যৱসায়ীখিনিয়েই সৰ্বেসৰ্বা নহয়। এই ব্যৱসায় হোজাই অঞ্চল আৰু মুম্বাই তথা আৰব দেশসমূহৰ পৰাহে নিয়ন্ত্ৰিত হয়। ৰাইজে ইয়াকে কৰি দুবেলা দুমুঠি মোকলাই আছে। অন্যথা পেটিত শিল বন্ধাৰ বাহিৰে গত্যন্তৰ নাই। তাহানিৰ পূৰ্ববংগ অৰ্থাৎ এতিয়াৰ বাংলাদেশৰ ছিলেট জিলাৰ পাহাৰীয়া অঞ্চল ঘাইকৈ চুজানগৰ, ৰফিনগৰ আৰু দক্ষিণভাগ মৌজা সাঁচিকাঠ, অগৰু ব্যৱসায়ৰ উৎপত্তি স্থল বুলি ঠাৱৰ কৰা হৈছে। বংগ বিভাজনৰ পিছত পূৰ্ববংগৰ বিশেষকৈ ছিলেট জিলাৰ পৰা বেহা-বেপাৰৰ উদ্দেশ্যে অহা বিভিন্ন লোকৰ উত্তৰ পূৰ্বাঞ্চললৈ





সোঁত ব'বলৈ ধৰে। এওঁলোক উনৈশ শতিকাৰ শেষভাগ আৰু কুৰি শতিকাৰ প্ৰথম ভাগত প্ৰব্ৰজন কৰি অসমলৈ আহিছিল। বংগ বিভাজনৰ ঠিক পিছতেই অন্য লোকৰ সৈতে ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে অহা পীৰ আতৰ আলী চাহাবে ১৯১৭ চনত ডিমাপুৰৰ হাতী মহলদাৰ আলহাজ মণিগুল খান চাহাবৰ লগ লাগি এই আগৰ (অগৰুক আগৰ বুলিও কোৱা হয়) মহল খুলি ব্যৱসায় কৰিবলৈ লয়। সেই সময়তেই তেওঁ গোলাঘাটৰ ববপথাৰ অঞ্চলৰ পৰা সাঁচিগছৰ আমদানি কৰিছিল। তাৰ পিছত তেওঁ ১৯২০ চনৰ পৰা ১৯২৫ চনৰ ভিতৰত বৰ্তমানৰ গোলাঘাট জিলাৰ নাহৰণিলৈ আহে। ইয়াতে তেওঁ বিয়া-বাৰু কৰাই স্থায়ীভাৱে থাকিবলৈ লয়। ইয়াতো ধৰ্ম প্ৰচাৰৰ লগতে ছোগা-চোৰোকাকৈ ব্যৱসায় চলায়। এই সময়ছোৱাত নাহৰণি অঞ্চলৰ ৰাইজ সেই সম্পৰ্কে সিমান জ্ঞাত নাছিল, অৱশ্যে তেওঁলোক আগ্ৰহীও নাছিল। বেপাৰ তেতিয়া বাহিৰে বাহিৰে চলি থাকে। ছিলেট ইয়াৰ ঘাইসুঁতি আছিল।

দেশ বিভাজনৰ ফলত পূব বংগ, পূব পাকিস্তান হোৱাত ৰে'ল-বাছ আদি যাতায়াত ব্যৱস্থা বন্ধ হৈ পৰে, তেতিয়া এই ব্যৱসায়টো ইয়াত অৰ্থাৎ নাহৰণিতে থাকিবলৈ বাধ্য হয়। সেই সময়ত ইয়াৰ মধ্যস্থল হৈ পৰে শিলচৰ। তেতিয়া ব্যৱসায়ৰ ঘাই কেন্দ্ৰস্থল আছিল কলিকতা (কলকাতা) আৰু শেষ স্তৰ আছিল ডুবাই, ছৌদি আৰব। এই বিষয়ে সবিশেষ সেই সময়ৰ সৰ্বসাধাৰণ ব্যৱসায়ীসকলে নাজানিছিল।

১৯৫২ চন মানত এই ব্যৱসায় স্থায়ীভাৱে নাহৰণিত প্ৰচলন কৰে আতৰ আলী চাহাবৰ প্ৰথম পুত্ৰ আবু চৈয়দ চাহাবে। তাৰ দুই এবছৰৰ পাছত ব্যৱসায়টো জনাজাত হৈ পৰাত ইয়াৰ স্থায়ী বাসিন্দাসকল ইয়াৰ প্ৰতি আকৃষ্ট হৈ পৰে। লাভজনক অগৰু ব্যৱসায় কঠিন শ্ৰমসাধ্য নহয় দেখি শিক্ষা ল'বলৈ হোজাই অঞ্চলৰ কিছু ছিলেটীয়া লোক আহে। বৰ্তমানৰ আগৰ শিল্প প্ৰখ্যাত সদাগৰ বদৰুদ্দিন আজমলৰ পিতৃ আজমল এওঁলোকৰ মাজত আছিল। আজমলে বটালি কামৰ হাজিৰা কৰিছিল। পিছলৈ বিধায়ক আব্দুল ৰৌফ আদিও আহিছিল। তাৰ ঠিক পাছত ১৯৫৬ চনত অবিভক্ত শিৱসাগৰ জিলাৰ ক্ৰমে বেছিভাগ মানুহ এই ব্যৱসায়ত নামি পৰিল। লাহে লাহে ব্যৱসায়ৰ কেন্দ্ৰস্থল কলিকতাৰ পৰা বোম্বাই (মুম্বাই)লৈ সলনি হ'ল। ৰবদলৈ চৰকাৰৰ দিনত ছিলেট অসমৰ পৰা বিচ্ছিন্ন হৈ পূব পাকিস্তানত চামিল হোৱাত চৰকাৰী কৰ্মচাৰীসকলে ভাৰতীয় নাগৰিকত্ব হেৰুৱাইছিল। তেওঁলোকে ৰবদলৈ চৰকাৰৰ আদেশৰ বিৰুদ্ধে প্ৰত্যাহ্বান জনাইছিল আৰু কলিকতা উচ্চ ন্যায়ালয়ে ৰবদলৈ চৰকাৰৰ অধিকাৰ নাকচ কৰাত তেওঁলোকে অসম চৰকাৰৰ চাকৰিত থাকিবলৈ অধিকাৰ লাভ কৰি অসমৰ বিভিন্ন অঞ্চলত বসবাস কৰিবলৈ লয়। তেওঁলোকৰ ভাই-ভতিজাসকল (ছিলেটৰ পৰা বেহা-বেপাৰৰ উদ্দেশ্যে যোৱা) আৰবত থাকে। সেয়াই অতীততে আগৰ ব্যৱসায়ৰ বাবে ছিলেট আৰু আৰবৰ যোগসূত্ৰ। ১৯৭৩ চনত নাহৰণিত চৰকাৰী পাৰমিট লাভ কৰি প্ৰতিষ্ঠা কৰা 'নাহৰণি আগৰ উড্ এণ্ড আতৰ কো-অপাৰেটিভ ছ'চাইটি লিমিটেড' নামৰ সমবায় অনুষ্ঠানটোৰ মেম্বাৰশ্বিপত গোলাঘাট, যোৰহাট আৰু শিৱসাগৰত একোটাকৈ চৰকাৰী মহল স্থাপন কৰা হয়। সেই মহলত শ্বেয়াৰ হল্ডাৰ হিচাপে ডাক কৰে হোজাই ইছলাম নগৰ অঞ্চলৰ এজন লোক। তাৰ পাছত লাহে লাহে হোজাই অঞ্চলত এই ব্যৱসায়ে প্ৰসাৰ লাভ কৰে। মুছলমান লোকসকল বেছিকৈ জড়িত হৈ পৰাৰ বাবে আৰু এক ধৰ্মীয় কাৰণ (সাঁচিগছৰ অমূল্য গুণৰ সম্পৰ্কে এক ইছলামিক ধৰ্মীয় প্ৰবাদ আছে। প্ৰবাদ মতে, ইছলাম ধৰ্ম প্ৰৱৰ্তক হজৰত মহম্মদে এদিন ভ্ৰমণ কালত ভাগৰত সাঁচি গছৰ গাতে ছাঁ লৈ আউজি আৰাম কৰি আছিল। তেনে অৱস্থাতে তেওঁৰ টোপনি আহিল। সেই সময়ত তেওঁৰ গাৰ ঘাম লাগি সাঁচি গছজোপাত এক প্ৰাকৃতিক পৰিৱৰ্তন ঘটে। লগে লগে ই অমূল্য আদৰ পায়।) জড়িত হৈ থকাৰ বাবেই হয়তো এই উদ্যোগ মুছলমানৰ মাজতে সীমাবদ্ধ আছিল। লাহে লাহে চুবুৰীয়া হিন্দু ৰাইজে ব্যৱসায়টো লাভজনক দেখি পশ্চিমবংগ (কলিকতা)ৰ পৰা আহি গোলাঘাট জিলাত বাস কৰিবলৈ লোৱা কিছুবঙালী মানুহ তথা গাঁৱে-ভূঞে থকা মাৰোৱাৰী ব্যৱসায়ীও আগৰ কাঠ আৰু আতৰৰ কাৰবাৰ কৰিবলৈ ল'লে।



আগৰ প্ৰস্তুতকৰণ

মহল চলি থাকোঁতে মেৰাপানী, কাকজান, দেৰেৰাপাৰ, চৰাইদেউ আদি অঞ্চলত ব্যৱসায়টো বিয়পি পৰিছিল। বৰ্তমানে গোলাঘাট জিলাৰ নাহৰণি গাঁও, নাহৰণি অঞ্চল ঘাইকৈ বাতিপৰীয়া, কুৰিঘৰীয়া, মাজগাঁও আৰু ঢেকিয়াল, কছাৰীহাট, শিয়ালখাটি, ৰাংচালী, হাতীয়েখোৱা, উজনি অসমৰ নামতি, কাকজান, জেঙনিকটিয়া আদি অঞ্চলত চলি আছে। সাঁচি গছ হৈ পৰিল এক দুৰ্লভ, দুৰ্মূল্য আৰু আপুৰুগীয়া দ্ৰব্য। ভাৰতৰ ভিতৰত আগৰ 'তেলৰ বজাৰ' হ'ল। অসমৰ ভিতৰত প্ৰধান উৎপাদন কেন্দ্ৰস্থল হ'ল নাহৰণি আৰু মধ্যৱৰ্তী বজাৰখন নগাঁও জিলাৰ হোজাই অঞ্চল।





সাঁচিগছ কাটি আনি, ছেও দি ডোখৰ ডোখৰ কৰি সেই টুকুৰাবোৰ কুঠাৰ, কৰত বা দাৰে ফালি তাৰপৰা দা আৰু বটালীৰে কাঠৰ মাজত সোমাই থকা ক'লা, সুগন্ধি তেলযুক্ত টান আৰু আঁহ নথকা সৰু-ডাঙৰ টুকুৰাবোৰ কাটি উলিওৱা হয়। তাক ঘঁহি-পিহি নিমজ কৰি চেম, বাংতাং, চিপিং, দোম আদি ভাগত ভাগ কৰা হয়।

অতীজতে সাঁচিগছবোৰত প্ৰকৃতিস্থ আগৰ 'মাল' ক'লা অংশবোৰ উলিয়াইছিল যাক 'কছ' বোলা হয়। এই বেছি ক'লা অংশবোৰক 'কলাকছি' বুলি কোৱা হয়। বৰ্তমান এনে প্ৰাকৃতিকভাৱে উৎপন্ন হোৱা 'কলাকছি' কম দেখা যায়, সেয়েহে কৃত্ৰিমভাৱে ইয়াক উৎপাদন কৰিবলৈ পূৰঠ হ'বলৈ ধৰা গছবোৰ দাৰে ঘাপ দিয়া হয়। যাক 'দাঘাপ' বোলে। আন কিছুমান গছত সৰু সৰু ফুটা কৰি পোক ভৰাই দিয়া হয়, যাক 'ফুটি' বোলে। অৱশ্যে এই ফুটি, বন্ধফুটি, কলাকছি বৰ্তমানেও কম পৰিমাণে প্ৰাকৃতিকভাৱে পোৱা যায়।

সাঁচিগছৰ পৰা বগা পলসবোৰ পেলাই দিলে মাজে মাজে ওলোৱা ক'লা সাৰ অংশৰ পৰা ওলায় 'আগৰ কাঠ'। আগৰ উলিয়াওঁতে বটালিৰে চুঁচি পলসৰ মাজৰ ক'লা ক'লা আঁহবোৰ কুটি সৰু কৰা হয়। প্ৰকাণ্ড কাঠৰ ঢেঁকীথোৰাত ৰবৰৰ দাঁতলগা গুল আৰু গাৰিশলি ব্যৱহাৰ কৰা হয়। তেনেকৈ ঢেঁকীৰে পানীত তিয়াই থোৱা আঁহ থকা কাঠৰ গুৰিবোৰ টান খৰিৰ জাল দি কেইবাদিনো সিজোৱা হয়। ডেকচিৰ সাঁফৰখন বাহিৰফালে ভাপ যাব নোৱৰাকৈ বন্ধ কৰা হয়। সাঁফৰৰ ওপৰলৈ থকা নলীডালৰ মাজেদি ভাপ যায়। সেই ভাপ চেঁচাপানীৰ পাত্ৰ (টেংকি)ৰ মাজেদি পাৰ কৰা হয়। তাৰ পিছত ভাপে ৰূপ লয় আতৰৰ টোপাললৈ, যিবোৰ নিয়ৰৰ টোপালৰ নিচিনা। সেই টোপালবোৰ (আতৰৰ কণিকাবোৰ) অন্য তাম বা ষ্টিলৰ পাত্ৰত জমা হ'বলৈ দিয়া হয়, যিটো পাত্ৰক 'বখোৱা' বোলা হয়। সেইবোৰ ধৰি টুকি, চেকি আতৰ জমা কৰা হয়। জুইৰ ওপৰত নিৰ্ভৰ কৰি এতোলা বা বেছি নাইবা কম আতৰ পোৱা যায়।

পাতন প্ৰক্ৰিয়াৰে নিষ্কাশন কৰা তেলৰো কোনো নিৰ্দিষ্ট দৰ নাই। ই নিৰ্ভৰ কৰে গুণগত মানৰ ওপৰত। এইখিনিতে উনুকিওৱা উচিত হ'ব যে আজিকালি সাঁচিকাঠৰ পৰাও অৰ্থাৎ বগা পলসখিনিৰ পৰাও তেল ওলায়, যাক কোৱা হয় 'বয়া' আতৰ। অৱশ্যে ইয়াৰ দাম কম। বয়া আতৰ উৎপন্ন কৰিবলৈ লোৱাৰ পৰা কুইন্টল হিচাপে (Log Cft.) সাঁচিগছ বিক্ৰী কৰা হয়। এই কুটিৰ শিল্প পৰিকল্পিতভাৱে পৰিচালনা কৰিবলৈ সমবায় আন্দোলনৰ লগত সংগতি কৃষক আৰু নিবনুৱা যুৱক তথা অন্য ব্যক্তিক অংশীদাৰ হিচাপে লৈ বৃহত্তৰ নাহৰণি অঞ্চলত ১৯৭৩ চনত 'নাহৰণি কো-অপাৰেটিভ অগৰ উড এণ্ড আতৰ ছচাইটি লিমিটেড' নামেৰে গঠিত সমবায় সমিতিখনে বিভিন্ন সময়ত সাঁচি কাঠ সংগ্ৰহ কৰিবৰ বাবে অনুজ্ঞাপত্ৰ বিচাৰি অসম চৰকাৰক বহুবাৰ আবেদন-নিবেদন কৰিছিল। কিন্তু ইতিবাচক সঁহাৰি পোৱা নগ'ল। এই সমবায় সমিতি তথা উজনি অসম কৃষক আৰু ক্ষুদ্ৰ ব্যৱসায়ী সন্থাই সাঁচি গছক কাঠ ভিত্তিক উদ্যোগৰ পৰা সলনি কৰি কৃষিভিত্তিক উদ্যোগলৈ উন্নীতকৰণ কৰিবলৈ অনুৰোধ জনায়। এই গছৰ ওপৰত চৰকাৰী নীতি-নিৰ্দেশনা প্ৰস্তুত কৰি চৰকাৰী ৰাজহ সংগ্ৰহৰ বাবে টিপি/চালান (Transit)ৰ ব্যৱস্থা কৰি মুক্তভাৱে ব্যৱসায় কৰিবলৈ সুবিধা কৰি দিয়াৰ বাবে চৰকাৰক তথা বন বিভাগক অনুৰোধ জনায়। চৰকাৰে সাঁচি খেতিৰ বাবে নিবনুৱা যুৱক-কৃষকক ভূমি আবণ্টন দি বাগিচা খুলিবলৈ উদ্‌গনিমূলক আঁচনি গ্ৰহণৰ ব্যৱস্থা কৰিলে ৰাজ্যখনৰ প্ৰাচীন আৰু প্ৰসিদ্ধ এই ব্যৱসায়ে উদ্যোগৰ ৰূপ ল'ব পাৰে। অন্যথা নাহৰণিৰ এই নীৰৱ কুটিৰ শিল্প উদ্যোগটো অচিৰেই ইতিহাস হৈ পৰিব।

অসমৰ ঘাইকৈ উজনিৰ ৫০-৬০ হেজাৰ ক্ষুদ্ৰ ব্যৱসায়ীৰ পৰিয়ালসহ প্ৰায় ৬-৭ লাখ লোক এই শিল্পৰ লগত জড়িত। সাঁচি কাঠৰ ব্যৱসায়ক ভিত্তি কৰি উজনি অসমৰ সৰ্বসাধাৰণ লোকসকলে ব্যাপকভাৱে সাঁচি পুলি ৰোপণ কৰিছে। তাৰ বিপৰীতে ২০০৪ চনতে অসমৰ বন বিভাগে ঘোষণা কৰিছে যে অসমৰ হাবিত সাঁচি কাঠ নাই। অৰ্থাৎ ব্যক্তিগত পট্টাৰ মাটিত ৰোৱা সাঁচিগছৰ ওপৰতে ব্যৱসায় নিৰ্ভৰশীল।

'আছাম ফৰেষ্ট ৰেগুলেচন এক্ট'ত আগৰ (সাঁচিগছ) সম্পৰ্কে কোনো স্পষ্ট নীতি নাই। যাৰ বাবে এই শিল্প সন্দৰ্ভত অন্য মানুহে বিশেষ নাজানে। ইপিনে শেহতীয়া ৰাজনৈতিক পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত ইয়াৰ অপব্যাখ্যাহে দাঙি ধৰাৰ প্ৰয়াস কৰা পৰিলক্ষিত হৈছে। এনে অৱস্থাত নাহৰণিৰ এই নিৰক্ষৰ আৰু অৰ্ধশিক্ষিত আগৰ শিল্পীসকলৰ লগত অসমৰ বিভিন্ন ঠাইৰ হিন্দু, মুছলমান, বঙালী আৰু মাৰোৱাৰী সম্প্ৰদায়ৰ লোকেৰে মিলি ৫-৬ লাখ মানুহৰ উপাৰ্জনৰ অন্য পথ নাথাকিব।

অগৰু এক শিল্প। বৃহত্তৰ নাহৰণিৰ ৰাইজে কাঠত বটালী মাৰি, মৰা কাঠৰ টুকুৰাবোৰ জীৱন্ত কৰি তোলে। প্ৰাণৱন্ত শিল্পৰ সূচনা কৰে, প্ৰতিমা গঢ়া খনিকৰস্বৰূপ এই শিল্পীসকল কোনো গুণেই কম নহয়। এয়া যেন প্ৰাচীন স্থাপত্য-ভাস্কৰ্যৰ কলাহে।

কিন্তু ১৯৮৩ চনতে কেন্দ্ৰীয় চৰকাৰে চাইপ্ৰাছ বননীতিৰ অধীনত এক অহৌবলিয়া চিন্তাধাৰাক প্ৰশ্ৰয় দি আজিকোপতি দৰিদ্ৰ কৃষক তথা ক্ষুদ্ৰ ব্যৱসায়ীসকলক বঞ্চিত কৰি আহিছে। আজি ৰাইজে সাঁচি খেতি কৰিবলৈ গৈছে, সাঁচি গছ বিক্ৰী কৰি ছোৱালী বিয়া দিয়ে, ব্যৱসায়ীসকলে কোনোমতে দুবেলা দুমুঠি উলিয়াই আছে। তাকে বন্ধ হ'লে সকলোৰে পেটত শিল বান্ধিব লাগিব। উজনি অসমৰ প্ৰায় তিনি-চাৰিলাখ লোক প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে এই শিল্পকৰ্মৰ লগত জড়িত। এইহেন মহামন্দা আৰু শিক্ষিত নিবনুৱাই হাবাথুৰি খোৱাৰ যুগত চৰকাৰ বাহাদুৰ তথা বন বিভাগে এই শিল্পক উদ্যোগলৈ পৰিণত কৰিবলৈ চেষ্টা কৰাটো সময় উপযোগী কাম







হ'ব। নহ'লে লগন উকলি যাব আৰু সময়েও আমাক ক্ষমা নকৰিব।

(দুই)

**অসমীয়া সংস্কৃতিৰ ঐতিহ্য জিকিৰ-জাৰী আৰু নাহৰণি ঃ**

'দুৰৈৰ মোগল আহি হ'ল অসমীয়া
কোনে চিনে কোন তেওঁ
কাৰ বঙহৰ দেও
গৰীয়ানে মহাপুৰুষীয়া।'

নাহৰণি উজনি অসমৰ ঐতিহ্যপূৰ্ণ এখনি গাঁও। এই গাঁওখনি আহোমৰ দিনৰ এটা মৌজা আছিল। অতীজতে নাহৰ গছেৰে ভৰপূৰ গাঁওখন বহু পুৰণি। ইয়াৰ গাতে লাগি আছে বহু পুৰণি গাঁও। চিনিবৰ উপায় নাই, কাৰ কি সম্প্ৰদায়, কাৰ কি বৰ্ণ, জাত-পাত ধৰ্ম, কিন্তু ক'ব পাৰি এয়া অসমীয়া মানুহৰ গাঁও। আহোম ৰজাৰ যুগৰ কুৰিঘৰীয়া, বাৰেঘৰীয়া, বাতিপৰীয়া, ক'লাহাবি, বৰুৱাঢাপ, গুৰযোগনীয়া, ভকতীয়া, পাচনী বৰা, খণ্ডীয়া, লুকুমাই, ডোমজৰীয়া, হাঁহপানী, খনিকৰ, কচুবৰীয়া, কৈৱৰ্ত গাঁও, বুঢ়া গাঁও, ডেকা গাঁও, তৰুৱা গাঁও, দেৱান গাঁও, কোঁচ গাঁও, ৰাংঢালী, কছাৰী গাঁও, বেজগাঁও, মাজুকুছি, ডুবিয়াল, গোহাঁইমেৰ আদি লগ লাগি ঐতিহ্যমণ্ডিত নাহৰণি অঞ্চল গঠিত। সেয়েহে এই অঞ্চলৰ অন্য ঠাইৰ নামৰ আগত নাহৰণি নামটো উল্লেখ কৰা হয়।

প্ৰায় ৩৭০ বছৰৰ আগতে মিৰজুমলাৰ লগত অসম আক্ৰমণ কৰিবলৈ অহা মোগল সৈন্যই এই গাঁৱতে 'বুঢ়া মছজিদ'ৰ ভেটি স্থাপন কৰিছিল। এনেদৰে মুছলমান সমাজখন বাঢ়িছিল। ঊনবিংশ শতিকাৰ শেষ আৰু কুৰি শতিকাৰ আৰম্ভণিৰ সময়। গাঁওখন বাঢ়ি গৈ হাবিতলীয়া অঞ্চলৰ প্ৰাচীন হিন্দু গাঁওবিলাকৰ সীমা চুলেগৈ। দক্ষিণ পশ্চিম চুকেদি সৰু বামুণ গাঁও এখন মুছলমান গাঁওখনৰ বুকুলৈকে সোমাই আহিল। পূবফালে থকা আহোম, কোচ, কলিতা বাস কৰা গাঁওবিলাক নাহৰণি গাঁৱৰ লগত মিশ্ৰিত হৈ গ'ল। উত্তৰ দিশতো হিন্দু কৈৱৰ্ত গাঁওখনেও বিস্তাৰ লাভ কৰি নাহৰণিক বুকুৰ মাজত সুমুৱাই ল'লে। পশ্চিমত থকা গাঁওখনো মিহলি হৈ পৰিল। মিৰজুমলাৰ লগত অসম আক্ৰমণ কৰিবলৈ আহি কপাহতলী, ফুটুকাতলী (বৰ্তমান দেৰগাঁওস্থিত অসম পুলিচ ট্ৰেইনিং কলেজ) আৰু উত্তৰ ফালে ব্ৰহ্মপুত্ৰৰ দাঁতিত বসতি কৰিবলৈ লোৱা যুদ্ধবন্দী বা ইয়াৰ পৰিৱেশত মোহ গৈ নিজেই থাকি যোৱা 'গৰীয়া' চাপৰিৰ পৰা ইয়ালৈ মানুহ উঠি আহিছিল।

সেই সময়তে যুদ্ধ বন্দী হিচাপে থাকি যোৱা বা অসমৰ অমিয়া পৰিৱেশৰ মোহত আৱদ্ধ হৈ ৰৈ যোৱা মুছলমান মোগলসকলে অসমীয়া গাভৰু বিয়া কৰাই এখন নতুন অসমীয়া সমাজ গঢ়িলে। এনে বৈবাহিক সমন্ধৰ ফলত দুই ধৰণৰ সংস্কৃতিৰ মাজত সমন্বয় ঘটে। প্ৰথম অৱস্থাত গঢ় লৈ উঠা অসমীয়া ইছলামিক সমাজখন সম্পূৰ্ণ ইছলামিক নাছিল। লাহে লাহে গঢ়ি উঠিছিল ইছলামৰ আচাৰ-আনুষ্ঠানিকতা। অসমলৈ পৰ্যায়ক্ৰমে ইছলামধৰ্মী লোকৰ আগমন ঘটে আৰু সেই সকলে অসমত ইছলামৰ যি স্থানীয় ৰূপ প্ৰচলিত আছিল তাৰ নানা উৎকৰ্ষ সাধন কৰে। আজান ফকিৰো আছিল তেনে এজন সাধক। ১৬৩৫-৪২ খ্ৰীঃত হজৰত শ্বাহমিলান বা শ্বাহমিলান চাহাবে অসমত 'চুফীবাদ'ৰ প্ৰচাৰ কৰিছিল। সুদূৰ বাগদাদ শ্বৰীফৰ পৰা আহি শ্বাহমিলান চাহাবে অসমৰ ইছলামিক সমাজখনত ইছলাম ধৰ্মৰ মূল তত্ত্বসমূহ সঠিকভাৱে অনুসৰণ কৰা নহৈছিল বাবে স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনত দিখৌ নদীৰ কাষত ছকুৰি ভকত গোটাই গীত-মাতৰ মাধ্যমেৰেই 'এক প্ৰভু'ক আৰাধনা কৰাৰ এক পৰিবেশ ৰচনা কৰিছিল।

'সৰাগুৰি চাপৰি দিখৌ নৈৰ কাষৰি
ৰজাই সজাই দিলে মঠ,
ছকুৰি ভকতে লয় আল্লাহৰ নাম
মাদুৰি বনৰে কঠ।'

জিকিৰ গীতৰ লগত অসমীয়া মানুহৰ কেইবা বছৰীয়া সম্পৰ্ক, জাৰী গীত তাতোতকৈ পুৰণি। অসমীয়া হিন্দু মানুহৰ যিদৰে গীত-পদৰ অন্তৰংগতা আছে, জিকিৰ জাৰীৰ লগত সেইদৰেই অসমীয়া মুছলমান সম্প্ৰদায়ৰ অন্তৰংগ সম্বন্ধ, কিন্তু বহুত দিন ধৰি এই জিকিৰ-জাৰী গীত হিন্দু-মুছলমান নিৰ্বিশেষে সকলো অসমীয়াৰে হৈ পৰিছে অতিশয় আদৰৰ। ইয়াৰ মূলতে হ'ল জিকিৰ গীতত প্ৰধানকৈ ইছলাম ধৰ্মৰ মৰ্মবাণী প্ৰতিফলিত হ'লেও ইয়াৰ এক সাৰ্বজনীন আদৰ আছে। জিকিৰ গীতত বিশেষভাৱে সম্প্ৰীতিৰ চানেকি দাঙি ধৰা হৈছে। এই গীতবোৰত অসমৰ হাজাৰ বছৰীয়া প্ৰাচীন লোকগীতৰ ভাষা আৰু সুৰ বিদ্যমান।

নাহৰণি অঞ্চলত সাহিত্যপূৰ্ণ অসমীয়া সংস্কৃতিৰ সুৰীয়া সম্পদ জিকিৰ-জাৰী কোন শতিকাৰ পৰা প্ৰচলন হ'ল তাক খাটাংকৈ ক'ব পৰা নাযায় যদিও দুটা শতিকাৰ আগৰে পৰা এই গীতসমূহৰ প্ৰচলন আছিল বুলি ঠাৰৰ কৰিব পৰা গৈছে। এই অঞ্চলৰ প্ৰতিখন বিয়া-সবাহত জিকিৰ গোৱাটো প্ৰচলিত নিয়ম। ডেকা-বুঢ়া সকলো মিলি থিয় হৈ গীতৰ তালে তালে হাত চাপৰি বজাই বিশেষ ভংগীৰে ঘূৰি ঘূৰি জিকিৰ গোৱা হয়। জিকিৰ ওজাসকলে এই ক্ষেত্ৰত আগভাগ লৈ বাকীসকলক জিকিৰ গোৱাত সহায় কৰে। এইবিলাকৰ ওজা আছিল প্ৰয়াত কবিশ্বাহ মুক্তিয়াৰ (নাহৰণি), প্ৰয়াত আলহাজ পিয়াৰুদ্দিন আহমেদ ওৰফে গাম ফকীৰ (বৰুৱাঢাপ), প্ৰয়াত মকবুল হুছেইন (বাতিপৰীয়া), প্ৰয়াত আশ্ৰফ আলী, প্ৰয়াত চমিৰুদ্দিন



(কুৰিঘৰীয়া), প্ৰয়াত আলিমত (মাজগাঁও), প্ৰয়াত চতাই বুঢ়া (বৰুৱা ঢাপ) বিশেষভাৱে স্মৰণীয়। এইসকল বয়োবৃদ্ধৰ আশাসুধীয়া প্ৰচেষ্টাক আগ বঢ়াই নিয়াত আগভাগ লৈছিল প্ৰয়াত জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদ, অনাতাঁৰ আৰু দূৰদৰ্শনৰ শিল্পী প্ৰয়াত কুতুবুদ্দিন আহমেদ, প্ৰয়াত চফিউৰ ৰহমান, প্ৰয়াত নেকিবুৰ ৰহমান আদিয়ে। 'জিকিৰ সম্ৰাট' ৰেকিবুদ্দিন চাহাবে তেওঁৰ জিকিৰৰ কঠীয়াতলি নাহৰণি বুলি অভিহিত কৰি থৈ গৈছে। তেওঁৰ গুৰু আছিল 'গাম ফকীৰ'।

ৰেকিবুদ্দিন আহমেদে অসমীয়া মুছলমানৰ ভক্তিগীত বা একমাত্ৰ সংগীত আৰু অসমীয়া ৰাইজৰ এপদ মূল্যৱান সাংস্কৃতিক সম্পদক ৰাষ্ট্ৰীয় পৰ্যায়ৰ স্বীকৃতি প্ৰদান কৰোৱালে।

বৰ্তমান জীৱিত জিকিৰৰ ওজাসকলৰ ভিতৰত মঃ বদৰুদ্দিন, মঃ আহমেদ আলী (নাহৰণি), মঃ আজিমতদ্দিন, মঃ হবিবুৰ ৰহমান (বাতিপৰীয়া), মঃ মেৰাছুদ্দিন (গোহাঁইমেৰ), মঃ আফতাবুদ্দিন আহমেদ (কুৰিঘৰীয়া), অনাতাঁৰ শিল্পী মুকিবুৰ ৰহমান আদিৰ অৱদান উল্লেখযোগ্য। জিকিৰসমূহত আমি এক মুকলি আৰু উদাৰ মনোভাব দেখোঁ। এই উদাৰতা সম্ভৱতঃ ঐতিহ্যমণ্ডিত ভাৰতীয় সংস্কৃতিৰ পৰাই আহিছে। জিকিৰসমূহে ব্যাপক সমাদৰ লাভ কৰাৰ কাৰণ হ'ল ইয়াক হুঁচৰি গোৱাৰ দৰে হাত চাপৰি বজাই ঘূৰি ঘূৰি নাচি গোৱা হয়। এইবোৰক জাৰী বুলিও কোৱা হয়। জাৰী গীতবোৰত কেৱল কাৰবালাৰ কৰুণ কাহিনী গোৱা হয়। এইবিলাক সাধাৰণতে বিবাহ আদি অনুষ্ঠানতহে গোৱা হৈছিল। তদুপৰি 'ৰাতিখোৱা' বা 'ভিতৰকতীয়া' (ৰাতি খোৱা) সকামতো জিকিৰসমূহ পৰিৱেশিত হৈছিল। গাম ফকীৰে ৰাতিখোৱা সকামৰ গোপন আৰাধনাৰ প্ৰথম চাকিগছি জ্বলাইছিল। এই গীত সভাত গোৱা হয় —

'বনি আদমে পুখুৰী খন্দালে
সৰিয়হ নগ'লে তল।
সাধু মোৰ মহন্ত সবাই খাই গ'লে,
এনু মোৰ পুখুৰীৰ জল।'

জিকিৰে একে সময়তে দুটা বিশেষ তাৎপৰ্য বহন কৰিছে। এহাতেদি ইছলামীয় ভাৱাদৰ্শৰ প্ৰচাৰ কৰিছে আৰু আনহাতে অসমৰ চিৰাচৰিত সংস্কৃতিৰ পৰম্পৰাক ঊৰ্ধ্বত তুলি ধৰিছে। জিকিৰ গীতসমূহৰ এটা গুৰুত্বপূৰ্ণ দিশ হ'ল ইয়াত প্ৰকাশ পোৱা কিছুমান মানৱীয় দৃষ্টিভংগীৰ সাৰ্বজনীন প্ৰকাশ। জিকিৰত উল্লিখিত সম্প্ৰীতি আৰু সংহতিৰ বাণীসমূহে ইয়াৰ সৌন্দৰ্য বৃদ্ধি কৰিছে।

অতি আনন্দ আৰু গৌৰৱৰ কথা যে আজিকালি জিকিৰ চৰ্চাত অসমৰ জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৱে মাজত উৎসাহ পৰিলক্ষিত হৈছে। এতিয়া আৰু জিকিৰ কেৱল এটা মাত্ৰ ধৰ্মীয় সম্প্ৰদায়ৰ চৰ্চাৰ বিষয় হৈ থকা নাই। ইয়াৰ এনে প্ৰসাৰতা, জনপ্ৰিয়তা আৰু সাৰ্বজনীনতাৰ এক বৰ্ণময় ঐতিহ্য আছে।

নাহৰণি — আহোমৰ ৰাজত্ব কালৰ ৰাজবিষয়া বৰপাত্ৰ গোহাঁই ডাঙৰীয়াৰ তত্ত্বাৱধানত চলা এটা মৌজা আছিল। লিখিত ইতিহাস নাথাকিলেও সৌ সিদিনালৈকে প্ৰখ্যাত গায়নৰ ঘৰৰ ঢুলীয়াই ৰাজসন্মান অৰ্জন কৰিছিল বুলি জনা যায়। আজিৰ পৰা কেই পুৰুষৰ আগলৈকে ঢোল-পেঁপা-গগনাৰে বহাগৰ বিহুত হুঁচৰি গোৱা দলত মুছলমান যুৱকৰ সংখ্যাই আছিল সৰহ। মাঘৰ বিহুত ম'হৰ যুঁজৰ বাবে অঞ্চলটো আছিল বিখ্যাত। ৰজাঘৰীয়া ডা-ডাঙৰীয়া বিহু উপলক্ষে অনুষ্ঠিত হোৱা উৎসৱৰ ৰং চাবলৈ ইয়ালৈ আহিছিল। আহোম যুগৰ দ্বিতীয়াৰ্ধৰ ফালে বৰুৱাঢাপত এজোপা বৃহৎ বৰগছ আছিল। সেই বৰগছৰ ওপৰত চাং পতাই, তাৰ ওপৰত বহি আহোম ৰজাই শেন-কনুৱাৰে যুঁজ চাই আনন্দ উপভোগ কৰিছিল বাবে স্থানীয় লোকে উক্ত বৰগছক 'ৰং (যুঁজ বা খেল) চোৱা বৰ' বুলিবলৈ লৈছিল। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে এই ৰংচোৱা বৰৰ নিচেই ওচৰতে আহোম শাসনযন্ত্ৰৰ 'বৰা' উপাধি লাভ কৰা এটা মুছলমান 'বৰা' পৰিয়াল আছিল। এই বৰাৰ পৰিয়ালক পিছলৈ 'ৰংচোৱা বৰাৰ ঘৰ' বুলিও কোৱা হৈছিল। 'ৰংচোৱা বৰা'ৰ পৰিয়ালৰ কাম হৈছিল যুঁজৰ সময়ত কনুৱা চৰাইবোৰক বাহৰ পৰা হুৰাই দিয়া। সম্ভৱ উকি বা উৰুলি দি কনুৱাবোৰক হুৰাইছিল বাবে পিছলৈ স্থানীয় লোকে ৰংচোৱা বৰাৰ পৰিয়ালক 'উহুৰিয়া বৰাৰ ঘৰ' বুলিবলৈ ল'লে, পাছলৈ এই পৰিয়ালৰ দুটা ঠাল বৰুৱাঢাপৰ পৰা উঠি আহি এটা ঠালে নাহৰণিত (এই লেখক সেই বংশৰে সন্তান) আৰু আন এটা ঠাল বালিবাটত (জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদৰ পৰিয়াল) বসবাস কৰিবলৈ ল'লে।

আকৌ নেঘেৰিটিং শিৱ দ'ললৈ স্বৰ্গদেউসকলৰ আগমনত যি অনুষ্ঠান অনুষ্ঠিত হৈছিল তাত নাহৰণিৰ বুঢ়া গাঁৱৰ নৃত্য নৰ্তকীয়েও নৃত্য প্ৰদৰ্শন কৰি ৰজাঘৰীয়া প্ৰশংসা লাভ কৰিছিল। সেই অনুসৰি সৰু গাঁওখনৰ আন নাম নটগাঁও।

১৯৩৩ চনত লুকুমাই গাঁৱত 'নাহৰণি তৰুণ যুৱক সংঘ' নামেৰে জন্ম লাভ কৰা অনুষ্ঠানটোৱে লুকুমাই তিনিআলিত ম'হবন্ধা আলিৰ কাষত বাঁহ, খেৰ আদিৰে মঞ্চ সাজি বাপুৰাম মহাজনে দান দিয়া 'ড্ৰপচিন' ব্যৱহাৰ কৰি এই অঞ্চলত প্ৰথম মঞ্চ নাটকৰ আৰম্ভ কৰিছিল। বৰ্তমানৰ খণ্ডীয়াত (১৯৪৬) দেৰগাঁও পূৰ্বাঞ্চলিক শান্তি মিলন নাট্য মন্দিৰৰ ঠাইত নাটঘৰ সাজিছিল গাঁওখনৰ ডেকাসকলেও। সেই নাটঘৰত নাহৰণিৰ যুৱকে কেইবাখনো নাট মঞ্চস্থ কৰিছিল। তেওঁলোকৰ ভিতৰত আছিল স্বৰ্গীয় হবিউল্লাহ, স্বৰ্গীয় আইনুদ্দিন আহমেদ, স্বৰ্গীয় দেৰাজুদ্দিন, স্বৰ্গীয় মীৰ আব্দুল হাচিব। উল্লেখযোগ্য ১৯৩৫ চনতে স্বৰ্গীয় আইনুদ্দিনৰ দ্বাৰা ৰচিত হাতেলিখা নাট বৰ্তমানে উদ্ধাৰ হৈছে।





জিকিৰ-জাৰী, গায়ন-বায়ন, বিহুগীত-হুঁচৰিৰ উপৰি নাহৰণি অঞ্চলত অতীজৰে পৰা ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত, বিয়ানাম, কাৰবালাৰ কৰুণ কাহিনীৰ গীত, গজল, কশ্বীদা (কেশ্বীদা), পগলা-পাৰ্বতী গীত, মণিৰাম দেৱানৰ গীত, স্বদেশ প্ৰেমমূলক গীত আদি প্ৰচলন আছিল। বৰ্তমানেও কম-বেছি পৰিমাণে সেইবোৰৰ চৰ্চা চলি থাকে। ইফালে চুফীবাদী লোকসকলে 'বাউল গীত' গোৱাৰ উপৰি ভকত সেৱাত প্ৰচলিত গীতৰো চৰ্চা চলি আছে।

নাহৰণিৰ সুযোগ্য সন্তান কথাশিল্পী, গল্প সম্ৰাট, সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকে ভাৰত বিখ্যাত সাহিত্যিক হিচাপে ইতিপূৰ্বে স্বীকৃতি পাইছে। তেওঁৰ ভাতৃ স্বৰ্গীয় চৈয়দ মেৰাজ হুছেইনৰ প্ৰচেষ্টাত নাহৰণিত কেন্দ্ৰীয় পুথিভঁৰাল প্ৰতিষ্ঠা হৈছিল। নাহৰণিত জন্মলভা এজন দাৰ্শনিক কবি সাহিত্যিক আছিল ডাঃ জামাল আহমেদ, নাহৰণিৰে সু-সাহিত্যিক প্ৰফুল্ল চন্দ্ৰ বৰা বৰ্তমান অসমীয়া সাহিত্য জগতৰ এটা চিনাকি নাম। সাহিত্যৰ সকলো দিশতে কম-বেছি পৰিমাণে দখল থকা চৈয়দ আজিজুল হুছেইনো এক পৰিচিত নাম আছিল। মিছেছ মুজিবুননিছা আৰু বন্দনা দত্তই বহু দিনৰে পৰা লেখা-মেলা কৰি আহিছে।

সমাজকৰ্মী নুৰুল চুলতানৰো কবিতাত ভাল হাত আছে। তেওঁ অধুনালুপ্ত মাহেকীয়া আলোচনী 'মনীষা'ৰ পৰিচালন সম্পাদকৰ দায়িত্বত আছিল। ইয়াৰ মুখ্য সম্পাদক আছিল চৈয়দ আজিজুল হুছেইন আৰু কাৰ্যবাহী সম্পাদকৰ দায়িত্বত আছিল মঃ ছাইফুল হুছেইন। ইয়াৰ আগেয়ে ছাইফুল হুছেইনৰ সম্পাদনাত আব্দুল আৰিফ, চামচুন নাহাৰ, মুস্তাফা আহমেদৰ সহযোগত 'ঢলফাট' (The Dawn) নামেৰে এখন মাহেকীয়া আলোচনী প্ৰকাশ পাইছিল। ছাইফুল হুছেইনে বিভিন্ন কাকত-আলোচনীত প্ৰবন্ধ, কবিতা আদি লিখি আহিছে। তদুপৰি কেইবাখনো স্মৃতিগ্ৰন্থ সম্পাদনা কৰাৰ লগতে তিনিখন গ্ৰন্থ প্ৰকাশ কৰিছে। সম্প্ৰতি লিখনীৰ জৰিয়তে মঃ আবেদুল চুলতানৰ নামটো চিনাকি হৈ পৰিছে। ইতিমধ্যে তেওঁৰ এখন প্ৰবন্ধ-পুথিও প্ৰকাশ পাইছে।

নাহৰণিৰ এই সংস্কৃতিৰ ধাৰাটো বৰ্তমান ধৰি ৰাখিছে নাহৰণিৰ সন্তান, সমাজকৰ্মী তথা ভিচিডি ছবি নিৰ্মাতা নুৰুল চুলতানে কিছু অগতানুগতিক চিন্তাধাৰা আৰু কাহিনীৰে ভিচিডি ছবি নিৰ্মাণৰ দ্বাৰা। তেওঁৰ 'আইমণি' আৰু 'মইনাজান' ভিচিডি ছবি দুখনে কেইবাটাও বঁটা লাভ কৰিবলৈ সক্ষম হৈছে। এইবাৰো লাভ কৰিছে কেইবাটাও বঁটা। এই বঁটা লাভৰ যোগেদি তেওঁ সমগ্ৰ দেৰগাঁও অঞ্চললৈ গৌৰৱ কঢ়িয়াই আনিছে। বৰ্তমান তেওঁ সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিকৰ উপন্যাস 'জেতুকা পাতৰ দৰে' কাহিনীৰ আলমত দেৰগাঁৱৰ পৰা দ্বিতীয়খন চেলুলয়ড বোলছবি নিৰ্মাণ কৰিছে। প্ৰথমখন কৰিছিল ডাঃ উপেন কাকতিয়ে। ❑



নাহৰণিৰ বুঢ়া মছজিদ

# গোলাঘাট জিলাত সমন্বয়ৰ ঐতিহ্য

ইছমাইল হোছেইন

পৰিসৰত ক্ষুদ্ৰ হ'লেও গোলাঘাট জিলাখন অসমৰ অন্যতম জিলা। বিভিন্ন জনগোষ্ঠীৰ লোকেৰে পৰিপূৰ্ণ জিলাখনক সমন্বয়ৰ এক বহল ক্ষেত্ৰ বুলি অভিহিত কৰিব পাৰি। শিক্ষা, সংস্কৃতি আদি দিশৰ পৰা জিলাখনে অসমৰ ৰাইজৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। বিশেষকৈ জিলাখনৰ সাংস্কৃতিক ক্ষেত্ৰখন অতিকে সমৃদ্ধ। হিন্দু, ইছলাম, খ্ৰীষ্টান আদি ধৰ্মৰ বিভিন্ন জনগোটৰ লোকেৰে সমৃদ্ধ জিলাখনত সাম্প্ৰদায়িক বা গোষ্ঠীগত সংঘাতৰ বিপৰীতে সমন্বয়ৰ ঐতিহ্য লক্ষ্য কৰা যায়। ক'ৰবাত দুস্কৃতিকাৰী বা সমন্বয় বিনষ্টকাৰী লোকৰ সন্ধান পালে জিলাখনৰ সচেতন নাগৰিকসকলে তৎপৰ হৈ তৎক্ষণাত বিহিত ব্যৱস্থা গ্ৰহণ কৰাও দেখা যায়। সেয়ে জিলাখনক সমন্বয়ৰ ক্ষেত্ৰ বুলি কোৱাৰ উপৰি সচেতন নাগৰিকৰ বিচৰণভূমি বুলিও অভিহিত কৰিব পাৰি।

আমাৰ সীমিত অভিজ্ঞতা আৰু ক্ষেত্ৰভিত্তিক অধ্যয়নৰ ওপৰত ভিত্তি কৰি এই জিলাখনৰ সমন্বয়ৰ দুই এটা ঐতিহ্যৰ কথা চমু পৰিসৰত উল্লেখ কৰিব খুজিছোঁ। ধৰ্মীয়, সামাজিক আৰু সাংস্কৃতিক সমন্বয়ৰ ক্ষেত্ৰত জিলাখনৰ এটি উল্লেখযোগ্য নাম হ'ল শ্ৰীশ্ৰীআঠখেলীয়া নামঘৰ। আহোম ৰাজত্বকালতে গঢ় লৈ উঠা আঠখেলীয়া নামঘৰটো আঠটা খেলক কেন্দ্ৰ কৰি গঢ় লৈ উঠিছিল বুলি কোৱা হয়। এই খেল কেইটা হ'ল — (১) বামুণকুৰি খেল, (২) বৈৰাগীকুৰি খেল, (৩) নাঙলকুৰি খেল, (৪) শলালকুৰি খেল (৫) বৰাহীকুৰি খেল (৬) কছাৰীকুৰি খেল (৭) বচাকুৰি খেল আৰু (৮) নটকুৰি খেল।[১] ইয়াৰে নটকুৰি খেলটোৰ বংশ ঘিলাধাৰীত আছিল। তেওঁলোকক খা-কালি ঘৰ বুলি কৈছিল। এই খেলৰ লোক বৰহোলাত দুঘৰ আছে বুলি জনা যায়।

বহুতৰ মতে, আঠোটা কুৰিয়ে আঠোটা জনগোষ্ঠীক বুজাইছিল। যেনে — বামুণকুৰিৰ বামুণসকল, কছাৰীকুৰিৰ কছাৰীসকল, বৰাহীকুৰিৰ বৰাহীসকল আদি। তেনেদৰে বৈৰাগীকুৰি, নাঙলৰকুৰি, শলালকুৰি, বচাকুৰি, নটকুৰি আদি খেলত থকা জনগোষ্ঠীসমূহ আছিল কলিতা, কোচ, আহোম, চুতীয়া, কৈৱৰ্ত আদি। আঠোটা খেলেৰে গঠিত আঠখেলীয়া নামঘৰৰ সমাজ-জীৱনৰ গঠন প্ৰণালীৰ পৰা জনা যায় যে এই নামঘৰটি জন্মলগ্নৰে পৰা সমন্বয়ৰ এক পবিত্ৰ থলী আছিল। সমগ্ৰ গোলাঘাট জিলাৰ সমন্বয়ৰ মধ্যমণিস্বৰূপ এই নামঘৰত সৰ্বধৰ্ম আৰু সৰ্ববৰ্ণৰ লোকৰ প্ৰৱেশৰ অধিকাৰ আছে। নামঘৰ পৰিচালনা সমিতিয়ে সকলোৰে বাবে খুলি দিছে পৱিত্ৰ ধৰ্মানুষ্ঠানটিৰ দুৱাৰ। এই নামঘৰটিয়ে শ্ৰীমন্ত শংকৰদেৱৰ ভক্তি আন্দোলনৰ আধাৰত সমন্বয়ৰ কি নিদৰ্শন দাঙি ধৰি আহিছে তাৰ উদাহৰণ পোৱা যায় নামঘৰটিৰ ইতিবৃত্তমূলক গ্ৰন্থ এখনৰ পৰা। 'ঐতিহ্যমণ্ডিত শ্ৰীশ্ৰী আঠখেলীয়া নামঘৰ' শীৰ্ষক গ্ৰন্থখনত নামঘৰটিৰ ঐতিহ্যক সুঁৱৰি কোৱা হৈছে — "আহে, হেজাৰ বিজাৰ বৈষ্ণৱ ভক্ত শ্ৰীশ্ৰী আঠখেলীয়া নামঘৰলৈ গোটেই বছৰ ধৰি মহাজীৱনৰ আশিস-নিৰ্মালি বিচাৰি। আহে, অসমৰ সকলো জনগোষ্ঠীৰ মানুহ সেৱকীৰূপে। চাহ-বনুৱা ভাইসকল আহে ৰুণ্‌জুন্‌ নুপূৰ পিন্ধি। এগে-গাচৰ চমকাই আহে লাবনি মিচিং ডেকা-গাভৰু, আহে, ৰাভা জনগোষ্ঠী সাজিকাচি বিফান-কান্দুং পিন্ধি। নেপালী জনগোষ্ঠীও আহে আপোন সংস্কৃতিৰ সাজ-পাৰ পিন্ধি। শিখ, বঙালী, বিহাৰী, জৈন সকলো আহে পুৰুষ-মহিলা নিৰ্বিশেষে। ইছলামিক পুৰুষ-মহিলাও আহে ধুতী-পাঞ্জাৰী, মুগা-পাটৰ সাজপাৰ পিন্ধি, সন্ত-মহন্ত, বামুণ-গোসাঁই আহে। বহু সন্মানেৰে বিভূষিত কবি-সাহিত্যিক, শিল্পী, সাংবাদিক, চিকিৎসক, ৰাজনীতিজ্ঞ, প্ৰশাসনিক বিষয়া সকলো আহে অসমৰ বিভিন্ন প্ৰান্তৰ পৰা। নাই ভেদাভেদ মুনিহ-তিৰোতা, জাতি, বৰ্ণ বা পদ মৰ্যাদাৰ, উচ্চ-নীচতাৰ। অংশগ্ৰহণ কৰিব পাৰে নামত, ল'ব পাৰে সেৱা, খাব পাৰে প্ৰসাদ একেশাৰীতে বহি। ত্ৰিবেণী সংগমৰ দৰে আঠখেলীয়া মক্ৰং, ঘিলাধাৰী, কাকডোঙা নদীৰ সংগমস্থলীত অৱস্থিত। ত্ৰিবেণী সংগমৰ দৰে আঠখেলীয়া হৈ পৰিছে নানান জাতি-উপজাতিৰ সংগমৰ স্থলী। যেন মহাপুৰুষ শংকৰদেৱে জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সৃষ্টি কৰিবলৈ আশা প্ৰকাশ কৰা অসমীয়া মহাজাতিৰ প্ৰতিচ্ছবিহে। ই যেন জাতি সংহতিৰ এনাজৰীৰ প্ৰতিচ্ছবিহে। ই যেন জাতীয় সংস্কৃতিৰ এনাজৰীৰ প্ৰাণ কেন্দ্ৰ।"[২]

আঠখেলীয়া নামঘৰটিয়ে জাতীয় সমন্বয়ৰ ক্ষেত্ৰত কেৱল যে উদাহৰণমূলক নিদৰ্শন দাঙি ধৰিছে তেনে নহয়; নামঘৰটিয়ে স্থায়ী আৰু পৰম্পৰাগত ঐতিহ্যৰো সৃষ্টি কৰিছে। উদাহৰণস্বৰূপে আঠখেলীয়া নামঘৰৰ ওচৰে-পাজৰে বসবাস কৰা ইছলামধৰ্মী লোকৰ কথাকে ক'ব পাৰি। ধৰ্মীয় পৰম্পৰাৰ ভিন্ন হ'লেও অঞ্চলটিৰ অনেক মুছলমানে পৱিত্ৰ আঠখেলীয়া নামঘৰটিৰ সৈতে আন্তৰিক সম্পৰ্ক ৰক্ষা কৰি আহিছে। এই সম্পৰ্কে 'ঐতিহ্যমণ্ডিত শ্ৰীশ্ৰী আঠখেলীয়া নামঘৰ' শীৰ্ষক গ্ৰন্থত উল্লেখ কৰা হৈছে — 'আঠখেলীয়াত বৰহোলা অঞ্চলৰ বহুতো মুছলমান পৰিয়ালৰ বৰ্ষৰ নিৰ্দিষ্ট দিনত, শৰাই, সঁফুৰা দিয়া নীতি-বিধি আছে। বহুতো মুছলমান পৰিয়ালে পাইছে মহাজীৱনৰ আশিস নিৰ্মালি। অসমৰ স্বনামধন্য সাহিত্যিক চৈয়দ আব্দুল মালিক চাহাবে জীৱনৰ বিয়লি বেলাত ভতিজাক এজনৰ হাতত শৰাই, সঁফুৰা আৰু এশ টকা অৰিহণা আগ বঢ়াই কৈছিল, 'প্ৰভুলৈ ইয়াৰ পৰাই সেৱা যাচিছোঁ। ৰাইজক ক'বাঁগৈ - জীৱনত আৰু কিজানি প্ৰভুৰ ওচৰলৈ সেৱা যাচিবলৈ যাব নোৱাৰিম।' মালিক চাহাবৰ দৰে স্বনামধন্য সাহিত্যিক, কবি বা ৰাজনীতিজ্ঞ-বিশেষজ্ঞসকল বছৰত এবাৰ বা দুবাৰ নামঘৰলৈ সেৱকীৰূপে অহা বহু নিদৰ্শন আছে।'[৩]

উল্লেখযোগ্য সাহিত্যিক চৈয়দ আব্দুল মালিকে আঠখেলীয়া নামঘৰলৈ বুলি আগ বঢ়োৱা শৰাই, সঁফুৰা আৰু নগদ ধন দিয়াৰ ক্ষেত্ৰত অন্যতম ভূমিকা গ্ৰহণ কৰিছিল বিশিষ্ট সাহিত্যিক, দেৰগাঁৱৰ সন্তান প্ৰফুল্ল চন্দ্ৰ বৰাই। ২০০০ চনৰ ৯ জানুৱাৰীত চৈয়দ আব্দুল মালিকৰ দেহাৱসান ঘটে। তাৰে দহদিনমান আগতে তেওঁ আঠখেলীয়া নামঘৰত শৰাই দি যাউতীযুগীয়া সমন্বয়ৰ নিদৰ্শন দাঙি ধৰিছিল।

গোলাঘাট জিলাত সমন্বয়ৰ নিদৰ্শন দাঙি ধৰাত নাহৰণি গাঁওখনৰ গুৰুত্ব অপৰিসীম। উল্লেখ্য যে এই গাঁওখনতেই জন্ম গ্ৰহণ কৰিছিল সাহিত্যিক চৈয়দ আব্দুল মালিকে। নাহৰণি গাঁওখনৰ আন এগৰাকী উল্লেখযোগ্য ব্যক্তি হ'ল জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদ (১৯৩৯ - ২০০১)। আজানপীৰৰ জিকিৰসমূহক অসমৰ চুকে-কোণে প্ৰচাৰ কৰি ৰেকিবুদ্দিন আহমেদে সমন্বয়ৰ নিদৰ্শন দাঙি ধৰিছিল। বিশেষকৈ তেওঁৰ উদ্যোগতেই ইছলামধৰ্মীয় কাহিনী আধাৰিত জিকিৰসমূহ আন ধৰ্মৰ শিল্পীসকলেও চৰ্চা কৰি আজান পীৰৰ সৰ্বজন গ্ৰহণযোগ্যতা বৃদ্ধি কৰাত সহায় কৰিছিল। শংকৰদেৱৰ ধৰ্ম দৰ্শনৰ সৈতে সামঞ্জস্য থকা অনেক জিকিৰ ৰেকিবুদ্দিন আহমেদে তেওঁৰ ইছলামধৰ্মী আৰু হিন্দুধৰ্মী শিষ্যৰ দ্বাৰা গোৱাই জিকিৰসমূহক অসমীয়া জাতীয় জীৱনৰ গীত বুলি স্বীকৃতি দিয়াত সহায় কৰিছিল। ৰেকিবুদ্দিন আহমেদৰ তত্বাৱধানত নাজিৰাৰ দিলীপ কলিতা নামৰ এগৰাকী শিল্পীয়ে জিকিৰ গীত শিকি যথেষ্ট সুনাম অৰ্জন কৰিছিল। দেৰগাঁও কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনে বছৰি প্ৰদান কৰা ৰেকিবুদ্দিন আহমেদ বঁটা প্ৰথমবাৰৰ বাবে দিলীপ কলিতাক প্ৰদান কৰা হৈছিল। উল্লেখযোগ্য যে জিকিৰৰ মাজেৰে সংহতিৰ অভিযান আৰম্ভ কৰা ৰেকিবুদ্দিন আহমেদৰ শিষ্যসকলৰ মাজত ইছলামধৰ্মীতকৈ হিন্দুধৰ্মী জিকিৰ শিল্পীৰ সংখ্যা সৰহ আছিল।

নাহৰণিৰ দৰেই গোলাঘাট জিলাৰ বৃহৎ ইছলামধৰ্মী গাঁওসমূহ সমন্বয়ৰ একো একোটা উজ্বল নিদৰ্শন। তাহানিতে মঙলদৈৰ মাৰৈগাঁৱৰ নজৰ আলী পণ্ডিতে 'মোৰ জীৱনৰ কিছু কথা' শীৰ্ষক আত্মজীৱনীত লিখাৰ দৰে কছাৰীহাটৰ মুছলমানসকলেও এসময়ত নামঘৰ আৰু হিন্দু ধৰ্মীয় অন্যান্য অনুষ্ঠানৰ সৈতে সম্পৰ্ক বজাই ৰাখিছিল। কছাৰীহাটৰ হিন্দু-মুছলমান উভয় গোটৰ লোকৰ মাজত নামটো আৰু ধৰ্মৰ বাহিৰে আন কোনো দিশত বিশেষ পাৰ্থক্য নাছিল। এই সন্দৰ্ভত বিশিষ্ট গল্পকাৰ জেহিৰুল হুছেইনে 'অসমৰ হিন্দু মুছলমান সম্প্ৰীতি আৰু কছাৰীহাট' শীৰ্ষক লেখাত উল্লেখ কৰিছে — 'কছাৰীহাটৰ মুছলমান মানুহৰ নামতো নিভাঁজ অসমীয়া চাপ। কনপাই, ভাইটি, অকণ, অকণটি, মামণি, পেটুৱা, গেৰেলা, বুলু, বুলুগৰিয়া আদি অসংখ্য অসমীয়া নাম। অসমীয়া সম্বন্ধবাচক শব্দবোৰ যেনে — পেহীটি, খুৰীটি, বাইটি, দদাইটি, মোমাইটি, ককাইটি, বৰপাই, দেউতা, বৰদেউতা আদি অসমীয়া মুছলমানৰ মাজত আজিও প্ৰচলিত।[৪] এনে নিদৰ্শন গোলাঘাট জিলাৰ ঢেকিয়ালৰ মুছলমানসকলৰ মাজতো বিদ্যমান। আনকি ঢেকিয়ালৰ শয়েকৰ অনেক মুছলমানে নামঘৰত শৰাইয়ো আগ বঢ়াইছিল। ঢেকিয়ালৰ একাংশ মুছলমান কিছুদিন আগলৈকে ৰাতিখোৱা সম্প্ৰদায়ৰ নীতি-

নিয়মমতে চলিছিল।[৫] আজিও গোলাঘাটৰ নাহৰণি, ঢেকিয়াল, ঘিলাধাৰী, বোকাখাত আদি অঞ্চলৰ মুছলমানসকলে নামঘৰৰ সৈতে আন্তৰিক সম্পৰ্ক বজাই ৰাখি সমন্বয়ৰ নিদৰ্শন দাঙি ধৰিছে। কুৰি শতিকাৰ চতুৰ্থ দশকত নুৰ মহম্মদ মৌলৱীয়ে বোকাখাতৰ পূজা মন্দিৰ নিৰ্মাণ কৰিবৰ বাবে এক বাণ্ডিল টিন দান দি মহত্ত্বৰ পৰিচয় দিছিল।[৬] গোলাঘাট জিলাৰ মুছলমান পুৰুষসকলৰ পুৰণিচামে ৰাজহুৱা জীৱন আৰু উৎসৱ-পাৰ্বণত ধুতী-পাঞ্জাৱী পিন্ধাৰ দৰে মুছলমান মহিলাসকলেও মেখেলা-চাদৰ পৰিধান কৰাৰ পৰম্পৰা ৰক্ষা কৰি আহিছে। ২০০৮ চনৰ ৯ জুলাইত প্ৰয়াণ ঘটা এই লেখকৰ শাহুআই ৰৌচন নিছাই (ফুল আই) সমগ্ৰ জীৱন কপাহী আৰু পাটৰ মেখেলা-চাদৰ পৰিধান কৰিছিল। তেওঁ জীৱনত শাৰী জাতীয় পোছাক পিন্ধি পোৱা নাছিল বুলি মৃত্যুৰ আগতে ব্যক্ত কৰিছিল। গোলাঘাট জিলাৰ উষা গৰগাৰ ৰৌচন নিছাৰ দৰেই অনেক ইছলামধৰ্মী মহিলাই অসমীয়া হিন্দু মহিলাৰ দৰে মেখেলা-চাদৰ পিন্ধিয়েই সমগ্ৰ জীৱন অতিবাহিত কৰিছে। সেয়ে, কেৱল মাত-কথা, সম্বোধন বা নামৰ ক্ষেত্ৰতেই নহয়; পোছাক-পাতি, আ-অলংকাৰৰ ক্ষেত্ৰতো গোলাঘাট জিলাৰ হিন্দু আৰু মুছলমান মহিলাৰ মাজত পাৰ্থক্য দেখা নাযায়। এই পাৰ্থক্য নথকাৰ বাবেই জিলাখনৰ এনে এখন ইছলামধৰ্মী গাঁও নাই য'লৈ হিন্দুধৰ্মী ছোৱালী বোৱাৰী হৈ অহা নাই। তেনেদৰে জিলাখনত এনে এখন হিন্দুধৰ্মী গাঁও নাই য'ত ইছলামধৰ্মী বা খ্ৰীষ্টানধৰ্মী ছোৱালী বোৱাৰী হৈ অহা নাই। এই সামাজিক আৰু পাৰিবাৰিক সম্পৰ্ক গঢ় লৈ উঠিছে একে সাংস্কৃতিক বৈশিষ্ট্য আৰু মানসিকতাৰ বাবে। এই নিদৰ্শন জিলাখনৰ মিচিং, চাহ জনগোষ্ঠী, খ্ৰীষ্টানধৰ্মী আদিৰ মাজতো লক্ষ্য কৰা যায়। ধৰ্ম আৰু বৰ্ণৰ বাদে এই জনগোটসমূহৰ মাজত বিশেষ পাৰ্থক্য নাই। জিলাখনৰ মিচিং, চাহ জনগোষ্ঠী আদি জনগোটে নিজস্ব লোক-সংস্কৃতি আৰু উৎসৱ পালন কৰাৰ উপৰি বিহুৰ দৰে জাতীয় উৎসৱক নিজৰ সংস্কৃতি বুলি গ্ৰহণ কৰিছে। গোলাঘাট জিলাৰ মুছলমান, মিচিং, চাহ জনগোষ্ঠী আদিৰ অনেক ডেকা-গাভৰু পাকৈত বিহুৱা আৰু বিহুৱতী। এই জনগোটসমূহে শংকৰী ভাওনা, নাম-কীৰ্তন আদিতো অংশগ্ৰহণ কৰে। খ্ৰীষ্টানধৰ্মী ফিলিপ মেকফাৰ্লিন নামৰ গোলাঘাটৰ এজন লোকে অসমীয়া বাদ্যযন্ত্ৰ আৰু গীত-মাত চৰ্চা কৰি সুনাম অৰ্জন কৰিছিল। মুঠতে অসমীয়া থাইসূতিৰ সৈতে বিভিন্ন জনগোষ্ঠী মিলি যোৱাৰ যি প্ৰক্ৰিয়া তাক ত্বৰান্বিত আৰু সমৃদ্ধিশালী কৰাত গোলাঘাট জিলাৰ বিভিন্ন জনগোষ্ঠীৰ লোকে গুৰুত্বপূৰ্ণভূমিকা পালন কৰি আহিছে।

ধৰ্মীয় আৰু সাংস্কৃতিক ঐতিহ্যৰ বাদেও কৃষক আন্দোলন আৰু স্বাধীনতা আন্দোলনতো গোলাঘাটৰ হিন্দু-মুছলমান সমন্বিতে বিভিন্ন ধৰ্মাৱলম্বী লোকে একেলগে একে পতাকাৰ তলত থিয় হৈ সংগ্ৰামৰ ধ্বনি দিয়াৰ নিদৰ্শন আছে। এনে নিদৰ্শনৰ বাবেই জিলাখনত সাম্প্ৰদায়িক শক্তিয়ে গা কৰি উঠিব পৰা নাই। কুৰি শতিকাৰ সত্তৰৰ দশকৰ দৈয়াঙৰ কৃষক আন্দোলন আৰু একৈশ শতিকাৰ প্ৰথমটো দশকৰ দৈয়াং আৰু টেঙানীৰ কৃষক আন্দোলনতো হিন্দু মুছলমান, জনজাতি-অ-জনজাতিৰ ঐক্যবদ্ধ সংগ্ৰামে জিলাখনৰ সমন্বয়ৰ ধাৰাটোক যথেষ্ট পৰিমাণে চহকী কৰিবলৈ সক্ষম হৈছে। আনকি সাম্প্ৰদায়িক সংঘাত সৃষ্টি কৰিব খোজা অপশক্তিৰ বিৰুদ্ধেও গোলাঘাট জিলাৰ হিন্দু-মুছলমান উভয় গোটৰ লোকে ধৈৰ্যসহকাৰে থিয় দি তেনে শক্তিক পৰাভূত কৰাৰ নিদৰ্শন আছে। তেনে এটি নিদৰ্শন ১৯৯৪ চনত দাঙি ধৰিছিল মেৰাপানীৰ হিন্দু-মুছলমান ৰাইজে। সেই বছৰৰ ৫ ছেপ্টেম্বৰত জিলাখনৰ সীমামূৰীয়া অঞ্চল মেৰাপানীৰ এটি নামঘৰত দুষ্কৃতিকাৰীয়ে গৰুৰ মাংস পেলাই যোৱাত অপ্ৰীতিকৰ পৰিস্থিতিৰ সৃষ্টি হয় ৷অঞ্চলটোৰ শুভ বুদ্ধিসম্পন্ন হিন্দুধৰ্মী আৰু ইছলামধৰ্মী ৰাইজে শান্তি কমিটি গঠন কৰি উমৈহতীয়া প্ৰচেষ্টাৰে অপৰাধীক কৰায়ত্ব কৰি আৰক্ষীৰ হাতত গতাই দিবলৈ সক্ষম হয়।[৭]

এনেদৰেই সংহতি স্থাপন আৰু অপশক্তিৰ বিৰুদ্ধে সংগ্ৰাম কৰাৰ মাজেৰে গোলাঘাট জিলাৰ হিন্দু-মুছলমান সমন্বিতে বিভিন্ন ধৰ্মাৱলম্বী আৰু জনগোষ্ঠীৰ লোকে সমন্বয়ৰ ধাৰাটোক শক্তিশালী কৰাত বিশেষ ভূমিকা পালন কৰি অসমবাসীৰ শ্ৰদ্ধা আদায় কৰিবলৈ সক্ষম হৈছে। ❑

উৎস সূচী/পাদটীকা

(১) ঐতিহ্যমণ্ডিত শ্ৰীশ্ৰী আঠখেলীয়া নামঘৰ - শশী বড়া, ২০০৫, পৃষ্ঠা ৬ -৭।
(২) ঐ গ্ৰন্থ, পৃষ্ঠা ৩।
(৩) ঐ গ্ৰন্থ, পৃষ্ঠা ৩ - ৪।
(৪) উৎস ঃ জেহিৰুল হুছেইন ৰচনাৱলী। নতুন সাহিত্য পৰিষদ, গোলাঘাট শাখা, ২০০৭, পৃষ্ঠা ৩৫৫
(৫) ঐ গ্ৰন্থ, পৃষ্ঠা ৩৫৫।
(৬) বোকাখাতৰ থলুৱা মুছলমানৰ সামাজিক অৱদান ঃ হাচানহোনা বেগম। স্মৃতিগ্ৰন্থ, অসম সাহিত্য সভাৰ ৬২ তম্ অধিৱেশন। বোকাখাত, ১৯৯৬, পৃষ্ঠা ১৫১।
(৭) আজিৰ বাতৰি ২৩ ছেপ্টেম্বৰ, ১৯৯৪ত প্ৰকাশিত মেৰাপানীৰ নামঘৰ সম্পৰ্কীয় বাতৰি। উৎস - গো হত্যা আৰু সাম্প্ৰদায়িকতা - ইছমাইল হোছেইন। নন্দন প্ৰকাশন, ১৯৯৮। পৃষ্ঠা ৪৫ - ৪৬।



# বিহংগম দৃষ্টিত গোলাঘাট
## এটি সংক্ষিপ্ত বিৱৰণ

আফ্ৰীদা হুছেইন

এটা পৰিচিত অতি চিনাকি নাম — গোলাঘাট। সুজলা-সুফলা শ্যামলা চাৰিও কাষে চাহ বাগিচাৰে আৱৰি থকা অসমৰ দক্ষিণ-পূব সীমান্তত অৱস্থিত গোলাঘাটৰ এখন ঠাই, এখন নগৰ, এটা মহকুমা আৰু এখন জিলা হিচাপে নিজস্ব চিনাকি আছে।

গোলা শব্দৰ অৰ্থ দোকান। বহুতো দোকান-পোহাৰৰ বজাৰ বুলিও ক'ব পাৰি। গোলাঘাট নামটোৰ উৎপত্তিৰ বিষয়ে বিভিন্ন মতামত আছে, হ'লেও গোলাঘাট নামটোৰ উৎপত্তিৰ তাৎপৰ্যৰ বিষয়ে দুটা মত দাঙি ধৰা হ'ল —

প্ৰথমটো হ'ল — ৰাজস্থানৰ মাৰোৱাৰী আৰু ঢাকাৰ সদাগৰসকলে লাভজনক বজাৰ বিচাৰি ধনশিৰি নৈয়েদি উজাই আহি পূৰ্বৰ ঘন জনবসতিৰ ওপৰ দৈয়াঙৰ ধনশিৰিৰ পাৰত গোলা পাতিবৰ বাবে মুকলি ঠাই দেখি ঘাটলৈ নাও চপাই পাৰত গোলা খুলি তেওঁলোকৰ দ্বাৰা আমদানিকৃত সামগ্ৰীবোৰ অসমত উৎপাদিত ভিন ভিন সামগ্ৰীৰ বিনিয়মত বিক্ৰী কৰিছিল। গতিকে যিটো ঘাটৰ কাষত বহু সংখ্যক গোলা খুলি এখন বজাৰ সৃষ্টি কৰা হৈছিল সেই ঘাটেই পাছলৈ গোলাঘাট নামেৰে নামাংকিত হৈছিল।

দ্বিতীয় মত অনুসৰি ব্ৰিটিছসকলৰ আধিপত্য বিস্তাৰৰ পিছত উজনি অসম নিজৰ অধীনলৈ আনি শিৱসাগৰ জিলা গঠন কৰিছিল। এই নৱগঠিত জিলাখনত নগা পাহাৰৰ এটা অংশও সোমাই আছিল, সেই কাৰণে ব্ৰিটিছসকল আংগামী নগাসকলৰ পৰা বহুতো বাধাৰ সন্মুখীন হৈছিল। এই নগাসকলক বশ কৰিবলৈ ব্ৰিটিছসকলে যুদ্ধৰ পৰিকল্পনা কৰিছিল। এই অভিযানৰ বাবে বনুৱা আৰু ৰণ সম্পৰ্কীয় ৰছদ আদি নগাঁও, তেজপুৰৰ পৰা লুইতেদি আনি ধনশিৰিয়েদি উজাই আহি যি ঘাটত ৰাখিছিল তাতেই কাষৰীয়া অঞ্চলৰ পৰাও বেপাৰৰ যোগে সামগ্ৰী লোৱাৰ বাবে দোকান-পোহাৰ বহুৱাইছিল, কালক্ৰমত সেই ঘাটৰ নাম গোলাঘাট হ'ল।

দৈয়াং আৰু ধনশিৰি নৈৰ এক বিশাল উপত্যকা অঞ্চল ১৮৩৮ চনলৈকে আহোম বংশৰ শেষ ৰজা পুৰন্দৰ সিংহৰ ৰাজ্যৰ পশ্চিমৰ এটা অংশ আছিল। আহোম ৰাজত্ব কালত এই বৃহৎ অঞ্চলটো দৈয়াং চহৰ নামেৰে জনাজাত আছিল। এই চহৰ তিনিভাগত বিভক্ত আছিল। বৰ্তমান বোকাখাতৰ পৰা মৰঙী মৌজা সামৰি পশ্চিম অঞ্চল নামদৈয়াং, গোলাঘাট নগৰক ধৰি ফৰকাটিং, মেৰাপানী, কাছমাৰী অঞ্চল, কছাৰীহাট, কাকডোঙাৰ পশ্চিম অঞ্চল সামৰি ওপৰদৈয়াং বোলা হৈছিল। ১৮৩৮ চনত ইংৰাজে আহোম ৰজা পুৰন্দৰ সিংহক আঁতৰাই নিজৰ হাতলৈ শাসনভাৰ আনিছিল। ওপৰদৈয়াং আৰু কাকডোঙাৰ পৰা যোৰহাটৰ সীমালৈকে এই অঞ্চলক বচাদৈয়াং বোলা হৈছিল। ব্ৰিটিছসকলে শিৱসাগৰ জিলা গঠন কৰি জিলাখনক তিনিটা মহকুমাত বিভক্ত কৰে, সেই কেইটা আছিল শিৱসাগৰ, যোৰহাট, গোলাঘাট।





পৰৱৰ্তী কালত শিৱসাগৰ জিলাক দুভাগত বিভক্ত কৰি শিৱসাগৰ আৰু যোৰহাট জিলা গঠন কৰা হয়। ১৯৮৭ চনৰ ২৩ অক্টোবৰ তাৰিখে ১৮৩৮ চনতে গঠিত পুৰণি মহকুমা গোলাঘাটক পূৰ্ণাংগ জিলাৰ মৰ্যাদা দিয়া হয়। বৰ্তমান গোলাঘাট জিলাৰ তিনিটা মহকুমা আছে — গোলাঘাট, ধনশিৰি আৰু বোকাখাত।

গোলাঘাট জিলাখন ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে ৯৩.২ - ৯৪.১০ দ্ৰাঘিমা আৰু ২৫.৮ - ২.৬৭ অক্ষাংশৰ মাজত অৱস্থিত, ৩৫৪১ বৰ্গ কিঃ মিঃ আয়তনৰ গোলাঘাট জিলাখন প্ৰায় দহলাখ জনসাধাৰণৰ বাসভূমি; গোলাঘাট জিলাখনৰ চাৰিওফালে আগুৰি আছে কেইখনমান অন্য জিলা আৰু নগাভূমিৰে। কিছু পাহাৰীয়া নামনি অংশ, উত্তৰ সীমাত মহাবাহু ব্ৰহ্মপুত্ৰ, যাক অতিক্ৰম কৰি গ'লে আমি পাওঁ শোণিতপুৰ জিলা আৰু লক্ষীমপুৰ জিলা, পূব সীমাত বৈ আছে কাকডোঙা নৈ, সিটো পাৰে যোৰহাট জিলা, দক্ষিণে নাগালেণ্ড, পশ্চিমে নগাঁও আৰু কাৰ্বি আংলং জিলা।

জিলাখনৰ বুকুত থকা দৈয়াং, নামবৰ, দক্ষিণ নামবৰ, উত্তৰ ডিফু ৰেংমা, ওপৰ দৈয়াং, লৱাৰ দৈয়াং আৰু পাণবাৰী সংৰক্ষিত বনাঞ্চল। তদুপৰি বিশ্ববিখ্যাত অভয়াৰণ্য কাজিৰঙা এই গোলাঘাট জিলাতেই। এশিঙিয়া গঁড়ৰ বাবে বিখ্যাত বিশ্বৰ পৰ্যটকৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু। বিশ্বৰ বিভিন্ন ঠাইৰ পৰা বহু পৰ্যটকে ভিৰ কৰেহি কাজিৰঙাত, এশিঙিয়া গঁড়ৰ উপৰি বহুকেইবিধ আপুৰুগীয়া জীৱ-জন্তুৰ বাসস্থান, প্ৰত্যেক বছৰে বিশ্বৰ বিভিন্ন ঠাইৰ পৰা পৰিভ্ৰমীচৰাইৰ আগমণ হয় কাজিৰঙালৈ। উল্লেখযোগ্য যে, পৰিভ্ৰমী চৰাই পেলিকানে অভয়াৰণ্যৰ বিভিন্ন ঠাইত বাহ সাজি নিগাজিকৈ থাকিবলৈ লৈছে। সেয়ে কাজিৰঙালৈ পৰ্যটকৰ আকৰ্ষণ বৃদ্ধি হ'বলৈ লৈছে।

সীমামূৰীয়া জিলা গোলাঘাটক নগা পাহাৰ, কাৰ্বি পাহাৰে আবৰি আছে। এই পাহাৰৰ পাদদেশত বহুতো থান, মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। এই মন্দিৰসমূহৰ ইতিহাস পাবলৈ নাই যদিও পুৰাতত্ত্ববিদসকলে অনুমান কৰিছে যে, প্ৰাক আহোম যুগৰ কছাৰী, চুতীয়া বা অন্য কোনো জনগোষ্ঠীৰ ৰজাই প্ৰতিষ্ঠা কৰা দ'ল, দেৱালয়। বোকাখাতৰ কাকগোসাঁনী থান, দেও পাহাৰৰ বাবা থান, কাৰ্বিআংলঙৰ সীমাত থকা দেওপানী থান, ফৰকাটিঙৰ কোটোৰা বাহৰ থান, দৈয়াং বনাঞ্চলত আৱিষ্কৃত হোৱা জয় পুখুৰী, ৰজা পুখুৰীয়ে প্ৰধান। এই মন্দিৰবিলাকৰ দৰেই প্ৰাক্ আহোম যুগৰ চুতীয়া বা কছাৰী ৰজাই আঠখেলীয়া নামঘৰ থকা ঠাইত দ'ল-দেৱালয় নিৰ্মাণ কৰিছিল। সেই স্থানৰ ৰক্ষণা-বেক্ষণৰ দায়িত্ব পালন কৰিছিল এগৰাকী দেৱ পুৰুষে। কোনো পুস্তিকাত উল্লেখ থকামতে পলৰীয়া গদাপাণিয়ে অনাই-বনাই থাকোঁতে সেই দেৱ পুৰুষজনৰ সান্নিধ্যত কিছুদিন আছিল। দেৱ পুৰুষজনৰ সহায় আৰু বুদ্ধিত সৈন্যবল গোটাই লৈ ল'ৰা ৰজাৰ বিৰুদ্ধে যুদ্ধ কৰি যুদ্ধত জয়ী হৈছিল। গদাপাণিয়ে দেৱ পুৰুষগৰাকীৰ সান্নিধ্যত থকা কালত বহুতো অলৌকিক ঘটনা দেখিছিল। সেয়ে ৰজা হোৱাৰ পিছত দেৱ পুৰুষগৰাকীক লগ কৰিবলৈ আহিছিল। অটব্য অৰণ্যৰ মাজত মহিমামণ্ডিত ঠাইডোখৰ পালে, কিন্তু দেৱ পুৰুষগৰাকীক লগ নাপালে। এই তীৰ্থক্ষেত্ৰভাগৰ মহিমা যুগজয়ী, কালজয়ী কৰিবৰ বাবে চাৰিওফালে — (১) বামুণ কুৰি, (২) কলিতা কুৰি, (৩) কোচৰ কুৰি, (৪) কছাৰী কুৰি, (৫) আহোম কুৰি, (৬) চুতীয়া কুৰি, (৭) কৈৱৰ্ত কুৰি, (৮) নটৰ কুৰি এই আঠোটা কুৰি বা খেল প্ৰতিষ্ঠা কৰি তীৰ্থভাগৰ সেৱা-পূজা আৰু ৰক্ষণাবেক্ষণৰ দায়িত্ব অৰ্পণ কৰিলে। এই আঠোটা খেল বা জাতিৰ পৰাই আঠখেলীয়া হ'ল। তদুপৰি সকলো ধৰ্মৰ প্ৰাৰ্থনা স্থল আছে। গোলাঘাট চান্দমাৰীত থকা হজৰত লংগৰ চাহ আউলিয়াৰ মাজাৰ সম্প্ৰীতিৰ কেন্দ্ৰ হৈ পৰিছে। বিখ্যাত নেঘেৰিটিং শিৱদ'লত দৈনিক দেশৰ বিভিন্ন ঠাইৰ পৰা অহা অগণন ভক্তৰ সমাবেশ হয়। তদুপৰি নুমলীগড়, ৰাঙলী আইদেউৰ মৈদামৰ উপৰি বহু ধৰ্মীয় অনুষ্ঠান পৰ্যটকক আকৰ্ষণ কৰিব পৰাকৈ গোলাঘাটত আছে।

শৈক্ষিক দিশত গোলাঘাট জিলা কোনো কাৰণতে পিছপৰা নহয়। গোলাঘাট দেৱৰাজ ৰয় মহাবিদ্যালয়, বাণিজ্য মহাবিদ্যালয়, হেমপ্ৰভা ছোৱালী মহাবিদ্যালয়, ডি.কে.ডি কলেজ, ফৰকাটিং কলেজ, বোকাখাত কলেজ, সৰুপথাৰ কলেজ আদিকে ধৰি বহু কেইখন মহাবিদ্যালয় আছে। তদুপৰি গোলাাটৰ পৰা অলপ দূৰত পুলিবৰত গাৰ্লছ পলিটেক্নিক আছে। সেইদৰে ইংৰাজী মাধ্যমৰ কেইবাখনো বিদ্যালয় আছে।

সাংস্কৃতিক দিশতও গোলাঘাট চহকী। ১৮৯৫ চনত প্ৰতিষ্ঠা কৰা এমেচাৰ থিয়েটাৰ হলত বহুতো নামজ্বলা অভিনেতা-অভিনেত্ৰীয়ে নাটক অভিনয় কৰি নাট্যপ্ৰেমীসকলক আনন্দিত কৰিছিল। সেইদৰে ১৯২৬ চনত প্ৰতিষ্ঠা কৰা দেৰগাঁও বাপুজী মন্দিৰতো বহুতো নামজ্বলা অভিনেতা-অভিনেত্ৰীয়ে নাটকত অভিনয় কৰি নাট্যপ্ৰেমীসকলক আনন্দ দিছিল।

একেদৰে সত্ৰীয়া গীতমাত, লোক সংগীতত গোলাঘাট আগ বঢ়া। ১৯৪৭ চনত প্ৰদীপ চলিহা, যদু শইকীয়াদেৱে প্ৰতিষ্ঠা কৰা অজন্তা কলা মণ্ডল প্ৰথমখন সংগীত বিদ্যালয়, তাৰ পিছত কেইবাখনো বিদ্যালয় প্ৰতিষ্ঠা হয়। উপৰোক্ত বিদ্যালয়কেইখনত সত্ৰীয়া গীত-মাত আদি শিক্ষা আৰু চৰ্চা হৈ আছে।

১৯২০ চনত অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি স্বাধীনতা আন্দোলনত অৱদান আগ বঢ়োৱাসকল — ১। ছহিদ কুশল কোঁৱৰ, ২। শংকৰ বৰুৱা, ৩। গঙাই বৰমেধি, ৪। তাৰাপ্ৰসাদ বৰুৱা, ৫। মহেশ্বৰ বৰুৱা, ৬। গুণীন বৰুৱা, ৭। ৰাজেন বৰুৱা, ৮। গন্দৰাম গগৈ, ৯। চেখ হাফিজুদ্দিন, ১০ । আমানুৰ আলি, ১১। চৰিফুল হুছেইন, ১২। কনক দাস, ১৩। উমা দাস, ১৪। হেমধৰ পাত্ৰবৰা, ১৫। ভোলা বৰুৱা, ১৬। নৰেন শৰ্মা, ১৭। ভদ্ৰ ফুকন, ১৮। কমলা মিৰি, ১৯। সুৰেন ফুকন আৰু লগতে বহু কেইগৰাকী







আছে। উল্লেখযোগ্য যে ১৯৩৪ চনৰ ১৫ এপ্ৰিলত গোলাঘাটত মহাত্মা গান্ধীয়ে পদাৰ্পণ কৰোঁতে মহাত্মাৰ হাতত দিয়া ধনৰ টোপোলাৰ পৰিমাণ আছিল ১,৭৩৫,১৪ অনা ৩ পাই।

বৰ্তমান গোলাঘাটত ক্ষুদ্ৰ চাহ বাগিচা বাদ দি ৬৫ খন চাহ বাগিচা আছে। বৰ্তমান গোলাঘাটৰ জনসংখ্যা এনেধৰণৰ —

| | | |
|---|---|---|
| গ্ৰামাঞ্চল | ঃ পুৰুষ | - ৩৯০২৬৯ |
| | মহিলা | - ৩৬৩৫৫২ |
| | মুঠ | - ৭৫৩৮২১ |
| নগৰাঞ্চল | ঃ পুৰুষ | - ২৬৯৬২ |
| | মহিলা | - ২০৯৫৬ |
| | মুঠ | - ৪৭৯১৮ |
| শিক্ষিতৰ সংখ্যা | ঃ পুৰুষ | - ২৩০১৫৮ |
| | মহিলা | - ১৫৬৯৪৬ |
| | মুঠ | - ৩৮৭১০৪ |

| | |
|---|---|
| মহকুমা | ঃ তিনিটা |
| মুঠ অঞ্চল | ঃ ৩৫০২ বৰ্গ কিঃ মিঃ |
| বনাঞ্চল | ঃ ১০৩৬২৭ বৰ্গ কিঃ মিঃ |
| খেতিৰ মাটি | ঃ ১০৯৪৩২.৪৩ হেক্টৰ |
| চাহ খেতিৰ মাটি | ঃ ২৫১৬৪.৩৩ হেক্টৰ |
| ৰাজহচক্ৰ | ঃ ৫ টা (গোলাঘাট, দেৰগাঁও, খুমটাই, বোকাখাত, সৰুপথাৰ) |
| খণ্ড উন্নয়ন | ঃ ৮ টা |
| ১। উত্তৰ গোলাঘাট | ঃ দেৰগাঁও |
| ২। দক্ষিণ গোলাঘাট | ঃ সৰুপথাৰ |
| ৩। পূব গোলাঘাট | ঃ পদুমনি |
| ৪। পশ্চিম গোলাঘাট | ঃ বোকাখাত |
| ৫। চেণ্ট্ৰেল | ঃ কঁঠালগুৰি |
| ৬। গমাৰিগুৰি (উ.ব.) | |
| ৭। মৰঙী (উ.ব.) | |
| ৮। কাকডোঙা (উ.ব.) | |

মৌজা ঃ ১৮ টা - কাজিৰঙা, বোকাখাত, খুমটাই, দেৰগাঁও, গুৰযোগনীয়া, কাকডোঙা, দক্ষিণ হেঙেৰা, আঠগাঁও, ঘিলাধাৰী, কছাৰীহাট, মৌখোৱা, মৰঙী, বৰপথাৰ, সৰুপথাৰ, মিছামৰা, ঢেকীয়াল, ৰঙামাটি, মহুৰা।

| | |
|---|---|
| পৌৰ সভা | ঃ ২ খন - দেৰগাঁও, গোলাঘাট |
| টাউন কমিটি | ঃ ২ খন - সৰুপথাৰ, বোকাখাত |
| মুঠ গাঁও | ঃ ৬০৯ জৰীপ (আৰু ১৪ খন জৰীপ নোহোৱা)। ❑ |

*(এই লেখা লিখোঁতে গোলাঘাটৰ বিশিষ্ট ব্যক্তি, শিক্ষাবিদ, সাংবাদিক ড° উপেন দত্ত ডাঙৰীয়াৰ পৰা তথ্যৰ সহায় লোৱা হৈছিল।)*



# পৰ্যটনৰ প্ৰচুৰ সম্ভাৱনা থকা গোলাঘাট

অপূৰ্ব বল্লভ গোস্বামী

গোলাঘাট জিলা ২৬০ ৰ পৰা ২৭০ দ্ৰাঘিমাংশ আৰু ৯৩০ৰ পৰা ৯৪০১৭ৰ পূব অক্ষাংশৰ মাজত অৱস্থিত। জিলাখনৰ চাৰিসীমা হৈছে উত্তৰে ব্ৰহ্মপুত্ৰ, দক্ষিণে নাগালেণ্ড, পূবে কাকডোঙা নদী আৰু যোৰহাট জিলা আৰু পশ্চিমে কাৰ্বিআংলং আৰু নগাঁও জিলা। ব্ৰহ্মপুত্ৰৰ এখন উপনৈ ধনশিৰি নদীখন জিলাখনৰ মাজেদি পাৰ হৈ গৈছে। তদুপৰি দৈয়াং, কাকডোঙা, দৈগ্ৰোং, কালিয়নী, ঘিলাধাৰী, মক্ৰং আৰু গেলাবিল আদি উপনৈসমূহে জিলাখনৰ বিস্তীৰ্ণ অঞ্চল সামৰি লৈছে। জিলাখনৰ বতৰ জহকালি গৰম আৰু সেমেকা হোৱাৰ লগতে বছৰি গড়ে ১৩০০ মিঃমিঃ বৰষুণ হোৱা দেখা যায়। জুন আৰু জুলাই মাহত বৰষুণৰ পৰিমাণ সৰ্বোচ্চ হোৱা দেখা যায়। গড় হিচাপে জহকালি তাপমাত্ৰা ৩৮° চেলেচিয়াচ আৰু শীতকালত ১০° চেলচিয়াচৰ আশে-পাশে থকা দেখা যায়। ২০০১ চনৰ গণনা অনুসৰি জিলাখনৰ মুঠ জনসংখ্যা ৯ লাখ ৪৬ হেজাৰ ২৭৯ জন, মুঠ জনসংখ্যাৰ পুৰুষৰ হাৰ ৫১.৮১ শতাংশ আৰু মহিলাৰ হাৰ ৪৮.১৯ শতাংশ। জিলাখনত সাক্ষৰতাৰ হাৰ ৫৮.৯০ শতাংশ, পুৰুষৰ সাক্ষৰতাৰ হাৰ ৬৫.৬৯ শতাংশ আৰু মহিলাৰ সাক্ষৰতাৰ হাৰ ৫১.৬০ শতাংশ। ভাষাভিত্তিক মুখ্য গোটসমূহ হৈছে অসমীয়া, বেংগলী, হিন্দী আৰু অন্যান্য জনজাতীয় লোক, যেনে — বড়ো, মিচিং, কাৰ্বি, আদিবাসী ইত্যাদি। জিলাখনৰ মূল ধৰ্মীয় গোটসমূহ হৈছে হিন্দু, মুছলিম, খ্ৰীষ্টান, জৈন, বৌদ্ধ ধৰ্মাৱলম্বী আদি। প্ৰশাসনীয় আৰু সমষ্টি গাথঁনি, জিলা - গোলাঘাট, মহকুমা - গোলাঘাট (সদৰ), দেৰগাঁও, মৰঙী, খুমটাই, বোকাখাত, সৰুপথাৰ। ব্লকসমূহ হ'ল - গোলাঘাট পূব ব্লক, গোলাঘাট মধ্য ব্লক, গোলাঘাট উত্তৰ ব্লক, গোলাঘাট পশ্চিম ব্লক, কাকডোঙা ব্লক, গোলাঘাট দক্ষিণ ব্লক, মৰঙী ব্লক, জামুগুৰি ব্লক। আৰক্ষী থানা - গোলাঘাট আৰক্ষী থানা, দেৰগাঁও আৰক্ষী থানা, কমাৰগাঁও আৰক্ষী থানা, বোকাখাত আৰক্ষী থানা, সৰুপথাৰ আৰক্ষী থানা, বৰপথাৰ আৰক্ষী থানা, মেৰাপানী আৰক্ষী থানা, ঘিলাধাৰী আৰক্ষী থানা, উৰিয়ামঘাট আৰক্ষী থানা, চুঙাজান আৰক্ষী থানা। মৌজা ১৮ টা, গাঁও ১,১৮৯ খন। গাঁও পঞ্চায়ত ১০২ খন। আঞ্চলিক পৰিষদ ৮ খন, জিলা পৰিষদ ১ খন, বিধানসভা সমষ্টি ৯৫ নং গোলাঘাট সমষ্টি, ৯৬ নং খুমটাই সমষ্টি, ৯৩ নং বোকাখাত সমষ্টি, ৯৪ নং সৰুপথাৰ সমষ্টি।

গোলাঘাট জিলাখনে অসমৰ পৰ্যটন মানচিত্ৰত সুকীয়া স্থান দখল কৰিছে। পৃথিৱী বিখ্যাত এশিঙীয়া গঁড়ৰ বিচৰণভূমি কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান গোলাঘাট জিলাতে। গোলাঘাটৰ নামবৰ হাবিলৈ বিশ্বৰ বহু ঠাইৰ পৰা উদ্ভিদবিদসকল আহি উদ্ভিদসমূহৰ নমুনা সংগ্ৰহ কৰেহি। তদুপৰি প্ৰাচীন কীৰ্তিচিহ্নৰে গোলাঘাটৰ ঐতিহাসিক আৰু সাংস্কৃতিক দুয়োটা দিশ যথেষ্ট চহকী। জিলাখনৰ বিভিন্ন স্থানত খনন কাৰ্যত উদ্ধাৰ হোৱা প্ৰাচীন কীৰ্তিচিহ্নসমূহ সংৰক্ষণ কৰি পৰ্যটন উদ্যোগৰ বিকাশ ঘটালে সেই অঞ্চলসমূহ পৰ্যটক আৰু গৱেষকসকলৰ আকৰ্ষণীয় স্থান হৈ পৰিব। পূৰ্বতে গোলাঘাট অঞ্চলটো বছা দৈয়াং, নাম দৈয়াং আৰু ওপৰ দৈয়াং নামেৰে তিনিটা





ভাগত আছিল বুলি বুৰঞ্জীবিদসকলে ক'বলৈ বিচাৰে। আঠখেলীয়া, ঘিলাধাৰী, মকৰং আদি অঞ্চল বছা দৈয়াঙৰ অন্তৰ্গত। কাজিৰঙা, বোকাখাত, নুমলীগড়, নামদৈয়াং আৰু গোলাঘাট, দেৰগাঁও, নেঘেৰিটিং অঞ্চল ওপৰ দৈয়াং অঞ্চল। গোলাঘাট নামটো ঊনবিংশ শতিকাৰ মাজভাগৰ পৰাহে প্ৰখ্যাত হৈ উঠে। ব্ৰিটিছসকলৰ আমোলত গোলাঘাট, শিৱসাগৰ জিলাৰ বৃহৎ মহকুমা হিচাপে আছিল। গোলাঘাটে জিলাৰ মৰ্যাদা পায় ১৯৮৭ চনৰ ২০ অক্টোবৰত; গোলাঘাট, ধনশিৰি, বোকাখাত আৰু গোলাঘাট মহকুমা লৈ ৩৫০২ বৰ্গ কিলোমিটাৰ মাটিকালিৰে প্ৰায় ১০ লাখ জনসংখ্যা। দৈয়াং, উত্তৰ নামবৰ, দক্ষিণ নামবৰ, বেংমা আৰু ডিফুকে ধৰি ৫ খন সংৰক্ষিত বনাঞ্চলৰ মুঠ মাটিকালি ১০৩৬.২৭ বৰ্গ কিলোমিটাৰ আছিল যদিও বৰ্তমান উত্তৰ নামবৰ বনাঞ্চলৰ কিছু অংশৰ বাহিৰে সকলো বনাঞ্চল জনাঞ্চললৈ পৰিণত হ'ল। প্ৰায় ২০০ খনমান সৰু-বৰ চাহ বাগিচাৰে গোলাঘাটত উৎকৃষ্ট মানৰ চাহ উৎপাদন হয়। ৰাজনৈতিক বুৰঞ্জীতো গোলাঘাটৰ এক স্থান আছে। ১৮৫৭ চনৰ ভাৰতৰ প্ৰথম স্বাধীনতা সংগ্ৰামৰ (চিপাহী বিদ্ৰোহ) অসমত সূচনা হৈছিল গোলাঘাটৰ নোগোৰা অঞ্চলত। সেই মহান দেশপ্ৰেমিক চিপাহীসকলৰ স্মৃতিত বৰ্তমান নোগোৰাত এটা সৌধ নিৰ্মাণ হৈছে। গোলাঘাটত স্থাপিত নুমলীগড় শোধনাগাৰ আৰু গোলাঘাটৰ প্ৰখ্যাত প্ৰকৃতিবিদ ডাঃ ৰবীন বেনাৰ্জীৰ বাসভৱনত থকা যাদুঘৰ পৰ্যটকৰ আকৰ্ষণৰ স্থান হৈ পৰিছে। গোলাঘাটৰ ভৌগোলিক অৱস্থান হ'ল — পূবে কাকডোঙা নদীৰ সীমাকে ধৰি যোৰহাট জিলা, পশ্চিমে নগাঁও আৰু কাৰ্বিআংলং জিলা, উত্তৰে চিৰ প্ৰবহমান ব্ৰহ্মপুত্ৰ নদ আৰু দক্ষিণে নগাভূমি। গোলাঘাট জিলাৰ দৈয়াং আৰু ধনশিৰি নৈয়ে প্ৰাচীন সাহিত্য-সংস্কৃতিৰ এক সাক্ষ্য বহন কৰি আহিছে। পূৰ্বতে এই দৈয়াং আৰু ধনশিৰি উপত্যকাতেই কছাৰীসকলে বসবাস কৰিছিল। কাছমাৰি অঞ্চলৰ ৰজাবাৰীত থকা পুখুৰী, মন্দিৰৰ ভগ্নাৱশেষ আৰু উদ্ধাৰ হোৱা শিলৰ মূৰ্তিসমূহে কছাৰী সভ্যতা-সংস্কৃতিৰ কথা সোঁৱৰাই আহিছে। বৰপথাৰৰ দুৱৰণি অঞ্চলত অলপতে অসম প্ৰত্নতাত্ত্বিক বিভাগে খনন কাৰ্য চলাই শিৱলিংগ, বিষ্ণু মূৰ্তি, শিৱ মূৰ্তিকে ধৰি ভালেমান মূৰ্তি উদ্ধাৰ কৰিছে।

অসমৰ পৰ্যটকৰ কেন্দ্ৰবিন্দু বিশ্ব-ঐতিহ্য কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ জনশ্ৰুতি মতে কাজি নামৰ বুঢ়ী আৰু ৰঙাই নামৰ বুঢ়াই অঞ্চলটোত বৃদ্ধ দম্পত্তি হিচাপে বসবাস কৰিছিল। তেওঁলোকৰ মৃত্যুৰ পিছত কাজি আৰু ৰঙাইৰ নামেৰে কাজিৰঙাৰ সৃষ্টি হ'ল বুলি কয়। বিংশ শতিকাৰ পৰা কাজিৰঙা নামটো জনাজাত হ'বলৈ ধৰে যদিও ব্ৰিটিছৰ শাসনৰ কালত কাজিৰঙা আছিল ঘাঁহনি ভৰা অৰণ্য। ১৮৬৫ চনত কাজিৰঙাইদি উজনি অসমলৈ ব্ৰিটিছে চাউথ ট্ৰাংক ৰ'ডৰ কাম আৰম্ভ কৰোঁতে কৰ্ণেল পল নামৰ এজন ব্ৰিটিছ ইঞ্জিনিয়াৰে কাজিৰঙা অঞ্চলত দৈনিক চিকাৰ কৰিছিল বুলি জনা যায়। ১৯০০ চনত লৰ্ড কাৰ্জন আৰু তেওঁৰ পত্নী লেডী লেইষ্টাৰ কাৰ্জন উজনি অসমৰ কয়লাৰ নগৰী লিডুলৈ আহিছিল। লিডুৰ পৰাই লেডী কাৰ্জনে কাজিৰঙালৈ গঁড় চাবলৈ আহিছিল যদিও গঁড়ৰ ঠেঙৰ খোজহে দেখা পাইছিল। লেডী কাৰ্জনক গঁড় দেখুৱাবলৈ নিছিল কাজিৰঙাৰে নিগনা চিকাৰী নিগনা হাজৰিকাই। দূৰদৰ্শী ব্ৰিটিছ মহিলা লেডী কাৰ্জনৰ নিৰ্দেশতে ১৯০৫ চনত কাজিৰঙাক প্ৰস্তাৱিত সংৰক্ষিত বনাঞ্চল হিচাপে ঘোষণা কৰা হয়। ইয়াৰ পাছতে ১৯০৮ চনৰ ৩ জানুৱাৰীত ব্ৰিটিছ গৱৰ্ণৰ জেনেৰেল লৰ্ড কাৰ্জনে ব্ৰিটিছ ব্যুৰক্ৰেচি ৰুলিং প্ৰয়োগ কৰি কাজিৰঙাক সংৰক্ষিত বনাঞ্চললৈ উন্নীত কৰে। ১৯১৬ চনৰ ১০ নৱেম্বৰত কাজিৰঙা সংৰক্ষিত বনাঞ্চলক কাজিৰঙা প্ৰমোদ উদ্যান (Game Park) হিচাপে নামকৰণ কৰা হয়। সেই সময়ত কাজিৰঙা প্ৰমোদ উদ্যানত দেশী-বিদেশী পৰ্যটকে বন্যপ্ৰাণী চাবলৈ আহি মুক্তভাৱে গুলীয়াই বন্যপ্ৰাণী নিধনত নামি পৰে। ১৯৩৪ চনত মহীচন্দ্ৰ মিৰি নামৰ অসমৰ এজন সুযোগ্য সন্তানে কাজিৰঙাত 'এক্সট্ৰা এছিছটেণ্ট কন্‌জাৰভেটৰ অৰ ফৰেষ্ট' বিষয়া হিচাপে যোগদান কৰি গঁড় সংৰক্ষণৰ বাবে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। মহী মিৰিয়ে বাগৰি ৰেঞ্জৰ এটা টিলাত উঠি কাজিৰঙাৰ বন্য জীৱ-জন্তু আৰু চোৰাং চিকাৰী নিৰীক্ষণ কৰিছিল। সেই টিলাটোৰ নাম 'মহি মিৰি নিৰীক্ষণ কেন্দ্ৰ' নামেৰে বহুত পলমকৈ নামকৰণ কৰি নিষ্ঠাবান বন বিষয়াজনৰ প্ৰতি সন্মান যাচে। এ.জে. মিলৰয় নামৰ এজন দূৰদৰ্শী ব্ৰিটিছ বন সংৰক্ষক বিষয়াই ১৯৩৮ চনত কাজিৰঙাত চিকাৰ নিষেধ কৰি কেৱল পৰ্যটকক বন্যপ্ৰাণী দৰ্শন কৰিবলৈ অনুমোদন দিয়ে। ভাৰতবৰ্ষৰ স্বাধীনতাৰ পিছতে ১৯৫০ চনত প্ৰমোদ উদ্যান কাজিৰঙাক বন্যপ্ৰাণীৰ অভয়াৰণ্য হিচাপে নামকৰণ কৰা হয়। ১৯৭৮ চনৰ ১১ ফেব্ৰুৱাৰীত কাজিৰঙাই ৰাষ্ট্ৰীয় উদ্যানৰ মৰ্যাদা পায়। ১৯৮৫ চনত কাজিৰঙাই বিশ্ব ঐতিহ্য স্থানৰূপে স্বীকৃতি পায়। বিশ্ব ঐতিহ্য স্থান হিচাপে কাজিৰঙাই স্বীকৃতি পোৱাৰ পিছতে লণ্ডনৰ পৰিবেশ সংগঠন 'এনভাৰমেণ্ট ইনভেষ্টিগেচন এজেন্সি'য়ে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান বিশ্ব সুৰক্ষিত উদ্যান হিচাপে স্বীকৃতি দিয়াৰ লগতে ২০০০ বৰ্যত 'ৱৰ্ল্ড ৱাইল্ড লাইফ ফাউণ্ডেচনে কাজিৰঙাক 'সহস্ৰাব্দ বঁটা' প্ৰদান কৰে। ১৯০৮ চনত কাজিৰঙাত গঁড়ৰ সংখ্যা আছিল মাত্ৰ ১২ টা। বিলুপ্তপ্ৰায় গঁড়ক সুৰক্ষাৰ ক্ষেত্ৰত কাজিৰঙাই লোৱা ব্যৱস্থাৰ ফলত ৰাষ্ট্ৰীয় উদ্যানখনত বৰ্তমান গঁড়ৰ সংখ্যা প্ৰায় ২,০০০ টা। ইয়াৰ বাবে কৃতিত্বৰ অধিকাৰী কাজিৰঙাৰ বনৰক্ষীসকল। কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত চোৰাং চিকাৰীয়ে গৰিষ্ঠ সংখ্যক গঁড় নিধন কৰাটো অতি পৰিতাপৰ বিষয়। বৰ্তমান কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ মুঠ মাটিকালি ৪৩০ বৰ্গ কিলোমিটাৰ। উত্তৰ দিশে মহাবাহু ব্ৰহ্মপুত্ৰ নিৰবধি বৈ আছে। দক্ষিণে কাৰ্বি আংলং জিলাৰ কেইবাখনো বন্যপ্ৰাণী অভয়াৰণ্য ৰাষ্ট্ৰীয় উদ্যানখনৰ লগত সংযোজন হৈ আছে। পূবে বোকাখাত আৰু পশ্চিমে নগাঁও জিলাৰ এক অঞ্চলে





আৰৰি আছে কাজিৰঙাক। বন্যপ্ৰাণীসমূহ বিচৰণ কৰিবলৈ প্ৰকৃতিয়ে কাজিৰঙাক এক আচৰিত ধৰণেৰে সজাই তুলিছে। জলাহ, পিতনি, ঘাঁহনি, ঘন অৰণ্য, অৰ্ধ সেউজীয়া অঞ্চল, কাঠনি অঞ্চল, ওখ গছৰ অৰণ্য অঞ্চলো আছে কাজিৰঙাত। তদুপৰি কাজিৰঙাত আছে অসংখ্য বিল। এই বিলসমূহ হ'ল — বৰবিল, ডোঙা, মোনাবিল, চিতলমাৰি, চহলা, মেৰবিল, কাঠপৰা, বৰ্নলনি, গৰৈমাৰি, হাতীচৰা, বৰালিমৰা, বাঘবিল, ভৈচামাৰি, উজানতলি, গেলাকাটি, বোকাবিল, বকপৰা, গেন্ধামাৰি, ৰজামাৰি, নাৰমৰা, বাহুবিল আদি। তদুপৰি ডিফলু, মৰাডিফলু, বৰজুৰি, দিৰিং, কঁহৰা, দিহিং, ভালুকজুৰি আদি সৰু সৰু নৈ বৈ গৈছে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ মাজেৰে। ৰাষ্ট্ৰীয় উদ্যানখনৰ উত্তৰ অঞ্চলত ব্ৰহ্মপুত্ৰৰ খহনীয়াই উদ্যানৰ মাটি-কালি কমাইছে। ব্ৰহ্মপুত্ৰ নদীৰ বাঢ়নী পানীয়ে প্ৰতি বছৰে কাজিৰঙাৰ বন্যপ্ৰাণীসমূহৰ প্ৰতি ভাবুকিৰ সৃষ্টি কৰে। বানপানীৰ সময়ত সৰহ সংখ্যক বন্যপ্ৰাণী ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ অতিক্ৰম কৰি কাৰ্বি পাহাৰত উঠে। পানী শুকালে পুনৰ উভতি আহে কাজিৰঙালৈ। প্ৰতি বছৰে অহা বানপানীয়ে কাজিৰঙাত তৃণভোজী প্ৰাণীৰ বাবে ঘাঁহৰ সৃষ্টি কৰে। অৱশ্যে বছৰ বছৰ ধৰি বানে কঢ়িয়াই অনা পলসৰ বাবে কাজিৰঙাৰ খাল, বিল, জান আদি বাম হৈ কিছু জলাশয়ৰ অস্তিত্ব লোপ পাইছে। কাজিৰঙাৰ বিশ্বখ্যাত এশিঙীয়া গঁড়ৰ বৈজ্ঞানিক নাম Rhinoceros unicornis। উষ্ণ মণ্ডলীয় অৰ্ধ চিৰ সেউজীয়া বনাঞ্চল বিচৰণৰ বাবে উপযোগী হোৱাৰ বাবে কাজিৰঙাত অধিক গঁড় বিচৰণ কৰে। গঁড়ৰ উপৰি বাঘ, হাতী, বনৰীয়া ম'হ, দল হৰিণ, সুগৰী পহু, শৰ পহু, গাহৰি, ভালুক আদিৰ লগতে ভিন্ন প্ৰজাতিৰ সৰীসৃপ, অজগৰ, ফেটী সাপ, বিলসমূহত প্ৰচুৰ মাছ, কাছ আছে। কাজিৰঙাত ২০০7 বৰ্ষৰ ৬ ডিচেম্বৰত দল হৰিণৰ গণনাত ৬৮১ টালৈ বৃদ্ধি পোৱাটো এক উল্লেখযোগ্য ঘটনা। গঁড়, হাতী, ম'হ, ঢেকীয়াপতীয়া বাঘ আৰু দল হৰিণক কাজিৰঙাৰ 'বিগ ফাইভ' হিচাপে আখ্যা দিয়া হয়। কাজিৰঙা দেশৰ সৰ্বোত্তম পক্ষী নিবাস বুলিও পক্ষীবিদসকলে কয়। দেশৰ ৪৩৬ খন মনোৰম পক্ষী বিচৰণভূমিৰ তালিকাত কাজিৰঙাৰ স্থান প্ৰথম। 'বাৰ্ড লাইফ ইণ্টাৰনেশ্যনেল' আৰু 'বম্বে নেচাৰেল হিষ্ট'ৰিকেল ছ'চাইটী'য়ে চলোৱা গৱেষণাত কাজিৰঙাৰ স্থান শীৰ্ষত। উক্ত সংগঠন দুটাই প্ৰকাশ কৰা মতে 'ইম্পৰ্টেণ্ট বাৰ্ড এৰিয়া ইন ইণ্ডিয়া' নামৰ কিতাপত কাজিৰঙাত ৪৯০ টা প্ৰজাতিৰ পক্ষী থকাৰ লগতে ১৯৯৯ চনত কাজিৰঙাৰ পক্ষী প্ৰজাতি সংখ্যা ৫৭৮ বুলি উল্লেখ কৰে। অৱশ্যে ইয়াৰে ২৪ টা প্ৰজাতিৰ পক্ষীৰ অস্তিত্ব বিপন্ন। কাজিৰঙাত থকা মুঠ প্ৰজাতিৰ ১৯৭ টা স্থানীয়, ১৬৫ টা বিদেশী পৰিভ্ৰমী পক্ষী আৰু ৪৬ টা স্থানীয় প্ৰজাতিৰ পৰিভ্ৰমী পক্ষী। প্ৰতি বছৰে সুদূৰ চাইবেৰিয়াৰ পৰা জাকে জাকে পেলিকান কাজিৰঙা উদ্যানৰ অগৰাতলি ৰেঞ্জলৈ আহে। উদ্যানৰ শিমলু গছবোৰত বাহ সাজি কণীৰ পৰা পোৱালি জগাই ডাঙৰ কৰি এপ্ৰিল, মে' মাহত পুনৰ এক বৃহৎ পৰিয়াল লৈ পেলিকান ঘৰমুৱা হয়। পেলিকান চৰাইজাকৰ এটাই লক্ষ্য কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ অগৰাতলি ৰেঞ্জৰ শিমলু গছবোৰত বাহ সাজি এপ্ৰিল মাহলৈকে কটোৱা। ৰাষ্ট্ৰীয় উদ্যানখনলৈ আগষ্ট, ছেপ্টেম্বৰ মাহত পৰিভ্ৰমী পক্ষী পেলিকান প্ৰতি বছৰে আহে আৰু এই উদ্যানত ক'লা দুৱাৰ বিলত প্ৰতি বৰ্ষতে প্ৰায় দুই শতাধিক পেলিকান দেখা যায়। কাজিৰঙাৰ জৈৱ বৈচিত্ৰ্যত আকৰ্ষিত হৈ হাজাৰ হাজাৰ কিলোমিটাৰ অতিক্ৰম কৰি প্ৰতি বছৰে পেলিকান আহে। পেলিকান জাক পাতি অৱস্থান কৰি থকাটো এক গৱেষণাৰো বিষয় হ'ব পাৰে। জাক জাক পেলিকানে বিলত একেলগে ভ্ৰমি মাছ ধৰা দৃশ্য বিৰল। বিশ্বৰ বিভিন্ন প্ৰান্তৰ পৰা অহা পৰ্যটক কাজিৰঙাৰ প্ৰাকৃতিক সৌন্দৰ্যত আপ্লুত হৈ পৰে। পৰ্যটকৰ মন্তব্য — 'অন্য উদ্যানতকৈ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত প্ৰচুৰ পৰিমাণে বন্য জন্তু দেখিবলৈ পোৱা যায়।' কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানখন চাৰিটা ৰেঞ্জত ভাগ কৰা হৈছে। অগৰাতলি, কঁহৰা, বাগৰি আৰু বুঢ়াপাহাৰ ৰেঞ্জ। শেহতীয়াকৈ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ সমীপতে গঢ়ি উঠিছে 'ডাগৰৱ ইক' টুৰিজিম এণ্ড ইক' ডেভেলপমেণ্ট ছ'চাইটী'। ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ পৰা ৫ কিলোমিটাৰ দূৰত্বত ধনশিৰি মুখৰ ধোৱাআটী গাঁৱৰ কেইজনমান মিচিং উদীয়মান যুৱকৰ প্ৰচেষ্টাত উজলি উঠিছে বিশ্বৰ মানচিত্ৰত উক্ত গাঁওখন। ইটালী, জাৰ্মান, ফ্ৰান্স, পৰ্টুগাল, ইংলেণ্ড আদি বিশ্বৰ বহুকেইখন আগশাৰীৰ দেশৰ পৰ্যটক আহিবলৈ ধৰিছে ধোৱাআটী গাঁৱলৈ। পৰ্যটকসকলক মিচিং জনগোষ্ঠীৰ চাং ঘৰত ৰখাৰ লগতে আপ্যায়নৰ ব্যৱস্থা কৰা, থলুৱা বিভিন্ন খাদ্য-আলু ভজা, সৰু মাছ ভজা, পোৰা গাহৰিৰ মঙহ, ছাই আপং আদি নিজা মিচিং জনগোষ্ঠীৰ সাংস্কৃতিক কাৰ্যসূচীৰে মনোৰঞ্জন দিয়াৰ লগতে জনগোষ্ঠীৰ সংস্কৃতিকো পৰিচয় কৰি দিয়াৰ চেষ্টা কৰিছে উক্ত গাঁওখনত। গাঁওখনত ৬০ ঘৰ মিচিং লোকে পৰ্যটকৰ বাবে ১০ জন অতিথি ৰখাৰ ব্যৱস্থা কৰিছে। পৰ্যটকে বিশ্ব ঐতিহ্য কাজিৰঙা পৰিদৰ্শন কৰাৰ লগতে অসমৰ গাঁৱৰ পৰিবেশৰ অভিজ্ঞতা ল'বলৈ সুবিধা হৈছে। এনেদৰে অসমৰ বিভিন্ন পৰ্যটনস্থলীত ইক' টুৰিজিমৰ ব্যৱস্থাৰে বিভিন্ন জনগোষ্ঠীৰ পৰিচয় পোৱা এক সুযোগ পাব পৰ্যটকে। গতিকে ধোৱাআটীৰ আদৰ্শ অসমৰ অন্য গাঁওসমূহেও গ্ৰহণ কৰিলে পৰ্যটন উদ্যোগ অধিক টনকিয়াল হৈ উঠিব।

নুমলীগড়ৰ ঐতিহাসিক দেওপৰ্বত এক জনবসতিপূৰ্ণ অঞ্চল আছিল। বৰ্তমান অঞ্চলটো নুমলীগড় অঞ্চল বুলি জনাজাত। এই নুমলীগড় অঞ্চলতেই এসময়ত কছাৰীসকলে ৰাজত্ব কৰিছিল। ডেৰশ শতিকাৰ আদিতে ইয়াত শাসনৰ দায়িত্বত আছিল ডেটচুং নামৰ এজন কছাৰী ৰজা। আহোম ৰজা চুহুংমুং আৰু কছাৰী ৰজা ডেটচুঙৰ মাজত হোৱা যুদ্ধত কছাৰী ৰজা পৰাজিত হোৱাত কছাৰী ৰজাৰ কন্যা নুমলীক চুহুংমুঙে বিয়া কৰাই কিছুদিন দেওপৰ্বততে ৰাখিছিল বুলি







কয়। চুহুংমুং ৰাজধানী গড়গাঁৱলৈ উভতি যোৱাৰ পিছত ৰাণী নুমলীয়ে কাৰ্বি পৰ্বতৰ পৰা ধনশিৰি নৈৰ কাষে কাষে পশ্চিম দিশে থকা লখৌজানলৈকে এক গড় সজাইছিল বুলি প্ৰবাদ আছে। নুমলী কুঁৱৰীৰ নাম অনুসৰি পাছত অঞ্চলটোৰ নাম নুমলীগড় হয়। জনশ্ৰুতিমতে দেৱতাৰ বাসভূমি বাবেহে এই পৰ্বতক সকলোৱে দেও পৰ্বত বোলে। ইতিহাসত থকা দেও পৰ্বতেই পিছলে দেওপাহাৰ নামে জনাজাত হ'ল। লোককথা মতে দেওপৰ্বত জৰাসন্ধ ৰজাৰ ৰাজধানী আছিল। প্ৰাচীন কামৰূপী ৰজাৰ তাম্ৰফলিত উল্লিখিত 'হস্যকা' নামৰ ঠাইত 'জয়স্কন্ধেভাৰ'ৰ (দুৰ্জয় দুৰ্গ) পৰাই অপভ্ৰংশ হৈ জৰাসন্ধ হ'ব পাৰে। দেও পৰ্বতৰ প্ৰাচীন ভাস্কৰ্য শিল্পৰ ভিতৰত শিলত খোদিত উৰন্ত অপ্সৰা, বিষ্ণুৰ মোহনীয় লীলাভংগী, দ্বাৰপাল শিৱৰ বিবিধ ভংগী, গণেশ, যম, সূৰ্য, শনি মূৰ্তি, হাতীৰ ওপৰত দেৱ-দেৱীৰ নৃত্যৰত মূৰ্তি, স্ত্ৰী-পুৰুষৰ সামূহিক নৃত্য আদি নানা নৃত্যৰত মূৰ্তি অক্ষয় অৱস্থাত আছে। প্ৰায় দশম-একাদশ শতিকাৰ এটা শিৱ মন্দিৰৰ ভগ্নাৱশেষত চাৰিকোণীয়া শিলৰ মজিয়াৰ ওপৰত লোৰ শলখা কৰি শিল জাপি মন্দিৰটো নিৰ্মাণ কৰিছিল। সম্ভৱতঃ ভূমিকম্প বা প্ৰাকৃতিক দুৰ্যোগৰ ফলত মন্দিৰটো ভাঙি পৰিল। মন্দিৰৰ দ্বাৰৰ ফ্ৰেম আছিল শিলৰ। তাত লতাফুল, জীৱ-জন্তুৰ ভাস্কৰ্য খোদিত আছিল। বেৰৰ শিলত ৰামায়ণ, মহাভাৰতৰ কাহিনী খোদিত কৰা আছিল। ৰাৱণে সীতাক হৰণ কৰি নিওঁতে জটায়ু পক্ষীৰ লগত ৰাৱণৰ যুদ্ধ, লক্ষ্মণ শক্তিশেলত অচেতন হৈ পৰি থকা, লংকাৰ সুসেন বৈদ্যই লক্ষ্মণক মৃত্যুৰ মুখৰ পৰা বচাবলৈ কবিৰাজী দৰৱ খুন্দি থকা, মহাভাৰতৰ ৰজা পাণ্ডুৱে কিমিন্দৰ মুনিক হৰিণাৰ ৰূপত পত্নীৰ লগত মৈথুনৰত অৱস্থাত শৰবিদ্ধ কৰা আদি শৈল ভাস্কৰ্য দেও পৰ্বতত এতিয়াও আছে। মন্দিৰৰ কলচীত নৃত্য কৰি থকা ইন্দ্ৰ-ইন্দ্ৰাণী, শিৱ-শিৱানীৰ মূৰ্তি অতি আকৰ্ষণীয়। মন কৰিব লগীয়া যে মূৰ্তিসমূহৰ কাণৰ অলংকাৰসমূহ জনজাতীয় লোককলাৰ, বিশেষকৈ কাৰ্বিসকলৰ কাণৰ অলংকাৰৰ লগত বহু মিল আছে। দেও পৰ্বতত মহিষৰ ওপৰত বহি থকা যমৰ মূৰ্তিটো বিৰল। উপযুক্তভাৱে সংৰক্ষণ নকৰাৰ বাবেই যমৰ মূৰ্তিটোৰ মূৰৰ অংশ খহি নিশ্চহ্ন হ'ল। দেও পৰ্বতৰ শিল্পকলাৰ নিদৰ্শনে প্ৰাচীন অসমৰ শৈল-ভাস্কৰ্যৰ এক উচ্চমানৰ চানেকি দাঙি ধৰিছে। দেও পৰ্বতৰ মন্দিৰৰ ধ্বংসাৱশেষ দেখি কোনো এক সময়ত সঁচাকৈ যে ই এটা অত্যন্ত সমৃদ্ধিশালী মন্দিৰ আছিল সেইটো অনুমান কৰিব পাৰি। মন্দিৰৰ স্তম্ভবোৰ ডাঙৰ ডাঙৰ শিল কাটি বন্ধোৱা হৈছিল আৰু অত্যন্ত উচ্চমানৰ শিল্প ভাস্কৰ্যৰ কাৰুকাৰ্যৰে নিৰ্মাণ কৰা। শিলখোদিত মূৰ্তিসমূহৰ পৰা প্ৰত্নতাত্ত্বিকসকলে এই মন্দিৰ নৱম-দশম শতাব্দীৰ বুলি ক'ব বিচাৰে। দেও পৰ্বতৰ ওপৰত সঠিকভাৱে গৱেষণা কৰিলে বহু তথ্য পোহৰলৈ আহিব। দেও পৰ্বতৰ শিলবোৰ চালে অনুমান কৰিব পাৰি যে এই শিলসমূহ কোনো স্থানৰ পৰা কঢ়িয়াই অনা হৈছিল। অৱশ্যে দেও পৰ্বতৰ তলতে ৩৯ নং ৰাষ্ট্ৰীয় ঘাইপথৰ পশ্চিমলৈ ৰাংচালী নদী বৈ গৈছে। এই ৰাংচালী নৈৰ কাষতো বহু শিলৰ টুকুৰা সিঁচৰতি হৈ আছে। ৰাংচালী নৈৰ পৰা এই পৰ্বতলৈ শিল উঠোৱাটো সহজ কথা নহয়। সেই সময়ত শিল উঠাবলৈ নিশ্চয় কোনো প্ৰযুক্তিবিদ্যাৰ সহায় লোৱা হৈছিল। দেও পৰ্বতৰ প্ৰাচীন শিল্প-ভাস্কৰ্যৰ লগতে জৈৱবৈচিত্ৰ্যৰে ভৰপূৰ বনাঞ্চলখন বহুতো বিৰল প্ৰজাতিৰ বন্যপ্ৰাণীৰ বিচৰণ ভূমি। নুমলীগড়, দেও পৰ্বত, ৰজাবাৰী, লখৌজান, বোকাখাত, কাজিৰঙা আদি ঠাইসমূহ সেই সময়ত মৰঙী অঞ্চলৰ অন্তৰ্গত আছিল। মৰঙীখোৱা গোহাঁইৰ তত্ত্বাৱধানত বোকাখাত ৰজাদিনীয়া খাত আছিল। এই খাতৰ মাজতেই অসমৰ চাৰি সত্ৰৰ অন্যতম মূল সত্ৰ কুৰুৱাবাহী সত্ৰ। আহোম ৰজা স্বৰ্গদেউ গদাধৰ সিংহই পলাই ফুৰোঁতেই এই বুৰঞ্জীপ্ৰসিদ্ধ নামদৈয়াং অঞ্চলতেই পাণবাৰী পাতিছিল। গদাধৰ সিংহই কাকবাঁহৰ চুঙাত লৈ ফুৰা দুৰ্গা গোসাঁনীৰ মূৰ্তি প্ৰতিষ্ঠা কৰা ঠাই কাক গোসাঁনী থান ঐতিহ্যপূৰ্ণ ঠাই। এই অঞ্চলৰ কাকচাং পাহাৰৰ লাংচুন জলপ্ৰপাত পৰ্যটকৰ বাবে আকৰ্ষণীয়। পৰ্যটকে দুৰ্গম পথৰ বাবেই জলপ্ৰপাতটোৰ সৌন্দৰ্য উপভোগ কৰিব পৰা নাই। কাকচাং পাহাৰৰ প্ৰায় ১০০ ফুট তলত শিলৰ মাজেৰে কাকজান নৈ থিয়ভাৱে শুকুলা দলিচা যেন হৈ অহৰহ হৰ হৰ শব্দ কৰি বৈ গৈ জলপ্ৰপাতৰ সৃষ্টি কৰিছে। নুমলীগড়ৰ বাবা থান, দৈগ্ৰোঙৰ দুৰ্গা গোসাঁনী থান, কোটোহাগুৰি থান ঐতিহাসিক ঠাই। তদু পৰি দৈগ্ৰোং অঞ্চলৰ বুদ্ধ ধৰ্মাৱলম্বী লোকসকলৰ কালিয়নী বৌদ্ধ বিহাৰ উল্লেখযোগ্য। গোলাঘাটৰ ৰাঙলী আইদেউৰ মৈদাম, ভদৰী বৰুৱাৰ মৈদাম আজি বিলুপ্তিৰ পথত। দেৰগাঁও অঞ্চলৰ নেঘেৰিটিং শিৱ মন্দিৰে কছাৰী আৰু আহোমসকলৰ ভাস্কৰ্যৰ সংমিশ্ৰণৰ এক নিদৰ্শন দাঙি ধৰিছে। গোলাঘাটৰ আঠখেলীয়া নামঘৰ এক তীৰ্থস্থান। আঠখেলীয়াত ভাদ মাহত অসমৰ বিভিন্ন প্ৰান্তৰ পৰা ভক্তৰ সমাগম ঘটে।

গোলাঘাট চহৰৰ পৰা ১৫ কিলোমিটাৰ নিলগৰ নামবৰ হাবি বিশ্বৰ ভিতৰতে সবাতোকৈ পুৰণি বনাঞ্চল হিচাপে খ্যাত। নামবৰ বনাঞ্চলে ৰাছিয়াৰ আৰ্ষ্বৱাইল্ড (Earstwhile) বনাঞ্চলৰ সমসাময়িক সুকীৰ্তি পাইছিল বুলি কিছুদিনৰ আগতে নামবৰ বনাঞ্চললৈ অহা মস্কো বিশ্ববিদ্যালয়ৰ Entomology বিভাগৰ মুৰব্বী অধ্যাপক ড° মাৰ্জনি ভাডিজি চাতোভিকৰ পৰা জনা গৈছিল। তদুপৰি বিশ্বৰ উদ্ভিদবিদসকলে নামবৰ বনাঞ্চল আৰু ৰাছিয়াৰ আৰ্ষ্বৱাইল্ড বনাঞ্চলক উদ্ভিদ জগতৰ গৱেষণাৰ স্থল হিচাপে লোৱা বুলি চাতোভিকে জনাইছিল। নামবৰ হাবিৰ জলবায়ু উপ-নাতিশীতোষ্ণ মণ্ডলৰ অন্তৰ্ভুক্ত। বনাঞ্চলত জুলাই মাহত সৰ্বাধিক বৃষ্টিৰ পৰিমাণ প্ৰায় ১২০ ছেণ্টিমিটাৰ। নামবৰ হাবিৰ মাজেৰে ধনশিৰি নদী বৈ যোৱাৰ লগতে নামবৰ, দৈয়াং, দৈগ্ৰোং আৰু ৰেংমা উপনৈ বৈ গৈছে। নামবৰ নামটোৰ উৎপত্তিৰ বিষয়ে সঠিকভাৱে জনা নাযায় যদিও কাৰ্বিসকলে নামবৰ হাবিৰ নৈখনৰ নাম নামবৰ বুলি কোৱাৰ পৰা হাবিখন নামবৰ



নামে জনাজাত হ'ল যেন লাগে। বিভিন্ন জান-জুৰিৰে উপবিষ্ট নামবৰত কেইবাখনো বিল আছে, যেনে — চেকাইমৰা, দীঘলী, ম'হমৰা, বান্দৰদেৱা বিল ইত্যাদি। ধনশিৰি আৰু ইয়াৰ উপনৈ নামবৰে নামবৰ বন্যপ্ৰাণী অভয়াৰণ্যক প্ৰাকৃতিকভাৱে আকৰ্ষণীয় কৰি তুলিছে। গেলিপুং, বৰপুং, ফটাশিল জলপ্ৰপাত, গৰমপানীৰ উঁহৰ দৰে গৌৰৱোজ্জ্বল সম্পদসমূহ ভৌগোলিকভাৱে আকৰ্ষণীয় আৰু প্ৰকৃতিপ্ৰদত্ত নামবৰৰ এক সৌন্দৰ্যৰ প্ৰতীক। ১৮৭২ চনৰ ৯ আগষ্টৰ দিনটোতে গোলাঘাট মহকুমাৰ ১,৪১,৩৬৪ হেক্টৰ বনাঞ্চলক নামবৰ সংৰক্ষিত বনাঞ্চল হিচাপে ঘোষণা কৰিছিল। জৈৱ বৈচিত্ৰ্যপূৰ্ণ নামবৰ বনাঞ্চলত ব্ৰিটিছে ১৯১১ চনতে এটা পৰিদৰ্শন বঙলা নিৰ্মাণ কৰিছিল। এই পৰিদৰ্শন বঙলাত এতিয়াও সংৰক্ষিত হৈ থকা অতিথিৰ পঞ্জীয়ন বহীত সেই সময়ত বিভিন্ন প্ৰান্তৰ পৰা অহা বন বিভাগৰ লোককে ধৰি কেইবাজনো বিশিষ্ট উদ্ভিদবিদৰ নাম অন্তৰ্ভুক্ত হৈ আছে। এই বঙলাটোৱে নামবৰ বনাঞ্চলৰ ঐতিহ্য আজিও সোঁৱৰাই আছে। জৈৱ বৈচিত্ৰ্যৰে চহকী নামবৰ-দৈগ্ৰোং বন্যপ্ৰাণী অভয়াৰণ্যত হাতী, মেথোন, ঢেকীয়াপতীয়া বাঘ, হলৌ বান্দৰ, লাজুকী বান্দৰ, হনুমান বান্দৰ, গাহৰিনেজীয়া বান্দৰ, মলুৱা বান্দৰ, শহা পহু, সুগৰী পহু, শৰ পহু, গাহৰি, জহামাল, বনবোন্দা, উদ, কেৰ্কেটুৱা, উৰণীয়া কেৰ্কেটুৱা, কেটেলা পহু, জুনজুনি, মেটেলা পহু, বনৰৌ (কেমটাই পহু), গুঁই আৰু বিভিন্ন প্ৰজাতিৰ সাপ আছে। তদুপৰি নামবৰত বিভিন্ন প্ৰজাতিৰ কাছ, যেনে — বৰকাছ, ঢোৰাকাছ, খতৌকাছ, উলুকাছ আদি পোৱা যায়। নামবৰৰ জীৱ-বিচিত্ৰতাক কেতিয়াও নেওচিব নোৱাৰি। প্ৰকৃতিৰ চিৰলগৰী বিভিন্ন প্ৰজাতিৰ চৰাই ইয়াত পোৱা যায়, যেনে — ধনেশ, লক্ষ্মী ফেঁচা, ৰজা শগুণ, টেকটেকী, কনুৱা, তেলীয়া সাৰেং, হাড়গিলা, বৰটোকোলা, বৰশৰালি, দেওহাঁহ, কুৰুৱা, উকহ, দেওডৰিক, হুদু, ফেঁচা, শামুকভঙা, চিলনী, মাছৰোকা, দাউক, ডৰিক, বাটৈটোকা, সখিয়তী, বনকুকুৰা, ভীমৰাজ, মইনা, মৌপিয়া আদি বহুতো। ইয়াৰ উপৰি নামবৰত বিভিন্ন প্ৰজাতিৰ মৌ-মাখি আৰু কীট-পতংগ পোৱা যায়। বন্যপ্ৰাণীৰ লগতে নামবৰত বহু দুষ্প্ৰাপ্য উদ্ভিদ পোৱা যায়। বিভিন্ন প্ৰজাতিৰ উদ্ভিদেৰে ভৰা নামবৰ বিশ্বৰ ভিতৰতে এটা উল্লেখনীয় গৱেষণাগাৰ। বিভিন্ন বনৌষধি গছৰ সমাহাৰে নামবৰক প্ৰাচুৰ্য প্ৰদান কৰিছে। এই বনাঞ্চলতে আছে বিশুদ্ধ খোৱাপানী পাব পৰা ঔলতা বা পানীলতা উদ্ভিদ। বনাঞ্চলত পৰিভ্ৰমণ কৰা লোকে পিয়াহ লাগিলে ঔ লতা কাটি পানী খাই পিয়াহ গুচায়।

গোলাঘাট জিলাৰ ৰজাবাৰী অঞ্চলত সিঁচৰতি হৈ থকা দশম-একাদশ শতিকাৰ প্ৰাচীন ভাস্কৰ্য-শিল্পৰ কীৰ্তিচিহ্নসমূহ কছাৰী ৰজাৰ বুলি প্ৰত্নতাত্ত্বিকসকলে ক'বলৈ বিচাৰে। সঠিক সময় আৰু কোন বংশৰ ৰজাৰ দিনত এই শিলাস্তম্ভসমূহ বিভিন্ন চিত্ৰৰে খোদিত কৰি স্থাপন কৰা হৈছিল সেই বিষয়ে বৰ্তমান কোৱাটো কঠিন। খোদিত চিত্ৰসমূহ হ'ল বিশেষকৈ পদুমফুলৰ আকৃতিৰ, কিছুমান দুয়োফালে ধাৰ থকা তৰোৱাল আকৃতিৰ, ড্ৰেগন আকৃতিৰ জিভা মেলি থকা সিংহ, মতা কুকুৰা, ঘোঁৰা, হাতী আদি আকৃতিয়েই প্ৰধান। ড্ৰেগন আকৃতিৰ সিংহই এটা কথা নিশ্চিত কৰে যে যি বংশৰ ৰজাই এই শিলাস্তম্ভসমূহ স্থাপন কৰিছিল তেওঁলোক মংগোলীয় উদ্ভৱৰ। শিলাস্তম্ভসমূহ কি কাৰণে স্থাপন কৰিছিল সেই কথাও সঠিককৈ জনা নাযায়। কোনো কোনোৰ মতে শিলাস্তম্ভসমূহ বিজয় স্তম্ভ। অৰ্থাৎ যুদ্ধত জিকি জয়ৰ চিন স্বৰূপেহি এই স্তম্ভসমূহ স্থাপন কৰিছিল। অন্য এক মত হ'ল — ৰাজ পৰিয়ালৰ বিশেষ লোকৰ কবৰত এই শিলাস্তম্ভসমূহ স্থাপন কৰা হৈছিল বুলি ধাৰণা হয়। কিয়নো খাচীয়া আৰু জয়ন্তীয়াসকলে সৌ সিদিনালৈকে পুৰুষৰ কবৰত গোটা শিল আৰু মহিলাৰ কবৰত চেপেটা শিল স্থাপন কৰিছিল। কোনো কোনোৱে ক'বলৈ বিচাৰে যে এই শিলাস্তম্ভসমূহ স্থাপন কৰিছিল সেই সময়ৰ ৰাজ্যৰ পূজাৰ থলীত। আজিও বড়ো জনগোষ্ঠীৰ লোকে গাৰ্জাশালী (পূজাৰ থলী)ত মাটিৰে ঢিপ কৰি লয় আৰু তেওঁলোকে বহু দেৱ-দেৱীক একেলগে পূজা কৰিলেও মূল দেৱ-দেৱী (বাথৌ-ব্ৰা) বুঢ়া-বুঢ়ী, শিৱ-দুৰ্গা, শিৱ-পাৰ্বতী। একে আকৃতিৰ প্ৰায় একেধৰণৰ ছবি খোদিত এনে শিলাস্তম্ভ নাগালেণ্ডৰ ডিমাপুৰ চহৰৰ আৱৰ্ত ভৱনৰ সন্মুখত পোৱা যায়। সেই শিলাস্তম্ভসমূহ কছাৰী ৰজাসকলৰ বুলি নিশ্চিত হৈছে। সেই ফালৰ পৰা চাবলৈ গ'লে ৰজাবাৰীৰ শিলাস্তম্ভসমূহ ডিমাপুৰতকৈ আগতে কছাৰীসকলে স্থাপন কৰাটো সত্য যেন লাগে। যদি সেয়া হয় তেন্তে ৰজাবাৰীৰ শিলাস্তম্ভসমূহ তেৰশ-চৈধ্যশ শতিকাৰহে হ'ব লাগে। অন্যহাতেদি ৰজাবাৰীৰ ওচৰতে কাছমাৰীত পোৱা শিৱ, দুৰ্গা বা কালী, বিষ্ণু, গণেশ আদিৰ মূৰ্তিসমূহৰ গুপ্ত যুগৰ ভাস্কৰ্যৰ লগত বহু মিল আছে, যিখিনি দ্বাদশ-একাদশ শতিকাৰ সময়ৰ। কাছমাৰিৰ পশ্চিম দিশত থকা দৈয়াঙৰ পশ্চিম পাৰত অৱস্থিত দুবৰণি আৰু দুবৰণিৰ দক্ষিণ-পশ্চিম কোণত ধনশিৰি নৈ পাৰতে দেওপানী আদিত পোৱা বিষ্ণু মূৰ্তিসমূহত শ্ৰীশ্ৰীমহাধিৰাজ জীৱৰা আৰু দ্বিগলেশ বৰ্মাৰ নাম উল্লেখ আছে। দেওপানীৰ দুৰ্গা থানলৈ অনেক ভক্তৰ আগমন ঘটে। অলপতে দুৰ্গা থানৰ ওচৰতে মাটিৰ তলৰ পৰা বৃহৎ শিৱৰ মূৰ্তি উদ্ধাৰ হৈছে। সম্ভৱতঃ দশম-একাদশ শতিকাত এই গোটেই অঞ্চলটোত ৰাজত্ব কৰিছিল কোনো এক প্ৰতাপী গোষ্ঠীৰ ৰজাই। কাছমাৰী দুবৰণি অঞ্চলতেই সেই ৰাজ্যৰ ৰাজধানী আছিল যেন লাগে। সঠিক বুৰঞ্জীৰ উদ্ধাৰৰ বাবে কাছমাৰী, দুবৰণি, ৰজাবাৰী আৰু ইয়াৰ চাৰিওফালে থকা কিছু অংশ খনন কাৰ্য চলাই প্ৰণালীবদ্ধ অধ্যয়ন চলালে আৰু বহু নতুন তথ্য উদ্ধাৰ হোৱাৰ সম্ভাৱনা আছে। গোলাঘাট জিলাৰ পৰ্যটনৰ থলীসমূহ সুন্দৰকৈ সজাই তুলি বহুল প্ৰচাৰৰ ব্যৱস্থাৰ দ্বাৰা পৰ্যটকক আকৰ্ষিত কৰিব পাৰি। ❑









# জীৱন বৃত্ত



এই শিতানত দেৰগাঁও আৰু ইয়াৰ সমীপৱৰ্তী অঞ্চলত জন্মগ্ৰহণ কৰা অথবা দেৰগাঁৱৰ শিপাৰ পৰা গৈ সাহিত্য-সংস্কৃতিৰ জগতত মহীৰুহ হোৱা কেইজনমান স্বনামধন্য সাহিত্যিকৰ জীৱন আৰু সাহিত্য-কৃতিৰ সম্পৰ্কে আলোচনা সন্নিৱিষ্ট কৰা হৈছে। এই শিতানত অন্তৰ্ভূক্ত হ'ব লগা ব্যক্তি যথেষ্ট আছিল যদিও সকলোকে সামৰিব নোৱাৰি আমি দুখ প্ৰকাশ কৰিছোঁ।

— সম্পাদনা সমিতি



# দেৰগঞা 'সাহিত্যৰত্ন' চন্দ্ৰধৰ বৰুৱাৰ সাহিত্য-কৃতি

ড° নমিতা ডেকা

"মহাভাৰতৰ দ্ৰোণৰ দৰে তেওঁৰ আকৰ্ণ-পালিত কেশ। কাণৰ নোমলৈকে তেওঁৰ কেশৰাশি অসমীয়া ধোৱা পাটৰ দৰে চিক্‌মিকিয়া শুকুলা। পিন্ধনত তেওঁৰ চাহাবী পোছাকেই হওক বা চুৰিয়া-চেলেঙেই হওক, মাৰ্জিত এক ৰুচিৰ পৰিচয়। বয়সতো মুখৰ ক্লান্তি অম্লান, প্ৰশান্ত। মুখৰ মাতটি মাধুৰ্যময়, আলাপনত ৰুচি, স্নিগ্ধতা আৰু আলাপীৰ মনোমুগ্ধকাৰী অমায়িকতা।" ড° মহেশ্বৰ নেওগৰ ভাষাত কান্তিময় ৰূপ লাভ কৰা এই ব্যক্তিজনা হ'ল অসমৰ গৌৰৱ দেৰগঞা সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা। নেঘেৰিটিঙৰ শিৱদ'লৰ প্ৰতিষ্ঠাতা পুৰোহিত ভূধৰ আগমাচাৰ্যৰ বংশ উজলোৱা চন্দ্ৰধৰ বৰুৱা সমগ্ৰ অসমৰ বাবেই এটি উজ্জ্বল ৰত্ন। প্ৰথমতে ওকালতি আৰু পাছত চাহ-ব্যৱসায়ৰ জৰিয়তে জীৱন নিৰ্বাহ কৰিও তেওঁ আকৰ্ষিত হৈছিল সাহিত্য-সেৱাৰ প্ৰতি। তেওঁৰ জীৱনৰ আটাইতকৈ উল্লেখনীয় দিশ হৈছে সাহিত্য-চৰ্চাৰ দিশটো। সাহিত্যিক সমাজত বৰখুঁটাৰ কাষত স্থান পোৱা চন্দ্ৰধৰ বৰুৱাৰ সাহিত্যিক জীৱনৰ সূচনা হয় 'জোনাকী'ৰ পাততে। 'জোনাকী', 'বিজুলী', 'বাঁহী' আলোচনীত সৰহসংখ্যক কবিতা প্ৰকাশেৰে এজন সফল আৰু কৃতী কবি হিচাপে স্বীকৃতি পোৱা বৰুৱা এগৰাকী সফল নাট্যকাৰো।

চন্দ্ৰধৰ বৰুৱাৰ একমাত্ৰ কবিতাৰ পুথি হ'ল 'ৰঞ্জন'। ১৯২৭ চনত প্ৰথম প্ৰকাশ পোৱা 'ৰঞ্জন'ত ধেমেলীয়া, ব্যংগাত্মক আৰু গহীন ভাবৰ সমন্বয় ঘটিছে। 'কামৰূপ জীয়ৰী' আৰু 'বিদ্যুদ্বিকাশ' নামৰ দুখন দীঘলীয়া বৰ্ণনাত্মক কাব্য ছোৱা ছোৱাকৈ 'আৱাহন'ত (ক্ৰমে ৯-১০ বছৰ আৰু ১০-১১ বছৰ) প্ৰকাশ হৈছিল। এই দুখনক খণ্ড-কাব্য বুলি অভিহিত কৰিব পাৰি। 'ৰঞ্জন'ত সন্নিবিষ্ট প্ৰথমটো কবিতা হৈছে 'বন্দনা'। সৰস্বতী দেৱীৰ প্ৰতি ভক্তিভৰা আকুলতাৰে তেওঁ কৈছেঃ

"দিয়াঁ দেৱি পোহৰ সুন্দৰ।
আহাঁ কমলিনি, আহাঁ বীণাপাণি,
বোৱাঁ মধুৰ বীণা মনোহৰ।
লোৱাঁ ভক্তি লোতক ধাৰ
হৃদয় আসন
চৰণ সেৱন
প্ৰীতি ফুল উপহাৰ,
কৰাঁ কৃপা বিতৰণ কৃপাময়ি,
দিয়াঁ দিয়াঁ হিয়া পোহৰাই,
আহাঁ বাগ্বাদিনি




তম-হাৰিণি
হৰাঁ হৰাঁ তম তনয়ৰ।"

"জোনাকী'ৰ পাততে কবিতা ৰচি জোনাকীৰ জয়গান গাই 'জোনাকী' কবিতাত কৈছে—

'আছিল অলপ আগে জগত আন্ধাৰ
নিৰল নিমাত ক'তো নাই সুৰ-সাৰ,
পশু-পক্ষী আদি কৰি টোপনি মগন
বহল বিশ্বৰ যেন নাছিল চেতন।
জোনাকৰ অধিষ্ঠাত্ৰী জোনাকী গোসাঁনী
কোমল হাতেৰে তুলি ল'লে বীণাখনি,
শুৱলা মধুৰ সুৰ বজাব ধৰিলে
নিৰ্জীৱ জগত আজি সজীৱ কৰিলে।"

সেইদৰে বাঁহী নামৰ কবিতাৰ মাজেদি মাহেকীয়া কাকত বাঁহীত পুনৰ প্ৰকাশৰ কামনা কৰি লিখিছে —

"ন'ৰবাঁ ন'ৰবাঁ দেৰি আকৌ বজোৱাঁ
বাঁহীৰ শুৱলা মাত আকৌ শুনোৱাঁ;
মধুৰ ৰাগিণী ধৰি
বাঁহীত যতন কৰি
সা ৰে গা মা পা ধা নি সা আকৌ বজোৱাঁ।"

ব্যংগাত্মক কবিতা ৰচি চন্দ্ৰধৰ বৰুৱাই অন্ধ-কুসংস্কাৰ, ভণ্ডামি, প্ৰাচীন ৰক্ষণশীলতাক সমাজৰপৰা আঁতৰাই পঠিয়াবলৈ চেষ্টা কৰিছে। সমাজ তথা ব্যক্তিবিশেষৰ প্ৰতি তীব্ৰ বক্ৰোক্তি প্ৰকাশেৰে তেওঁ কবিতাৰ মাজত সানি দিছে হাস্যৰসৰ সুমিষ্ট স্বাদ। দেশকৰ্মী, শিক্ষিত ব্যক্তি, ভকত-গোসাঁই, নকল চাহাব আদিৰ ফোঁপোলা আৰু কৃত্ৰিম ৰূপক উদঙাই তেওঁ ৰচনা কৰিছে ধেমেলীয়া সুৰৰ কবিতাবোৰ। সামাজিক সমালোচনাৰ মনোভাবেৰে কবিতা ৰচনা কৰি এটি নতুন ৰীতি সৃষ্টি কৰি লোৱাটো তেওঁৰ কবিতাৰ অন্যতম বৈশিষ্ট্য। তেওঁৰ বেছিভাগ কবিতাই কাহিনীপ্ৰধান। একোটা কাহিনী প্ৰকাশৰ ছলেৰে তাত তেওঁ সানি দিছে হাস্যৰস আৰু বক্ৰোক্তিৰ শেলৰ বেদনা। 'হৰনাথৰ হৰদম প্ৰাৰ্থনা' কবিতাটিৰ জৰিয়তে আপোনপেটীয়া মানুহৰ স্বাৰ্থপৰতাৰ চিত্ৰখনি সুন্দৰভাৱে দাঙি ধৰিছে। হৰনাথৰ প্ৰাৰ্থনা কেৱল নিজক লৈ; পৰশ্ৰীকাতৰতা হৰনাথৰ চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্য। সেয়ে তেওঁ দয়াময় হৰি, কৰুণাসাগৰৰ ওচৰত প্ৰাৰ্থনা জনাইছে —

"দয়াময় হৰি,
দিয়া মোক আৰু ধন আৰু মাটি-বাৰী
আমাৰ দেশত কৰা চহকী মোকেই।
আন সকলোকে কৰাঁ তেনেই দুখীয়া
সকলোৱে বন্দী বওক মোৰ ঘৰতেই।
মংগল আলয়,
কমলৰ ঘৰ মোৰ ঢাপৰ দাঁতিতে,
জহনীত কৰাঁ তাক সবংশে নিধন।
পতিত দৰ্খাস্ত কৰি লৈ মাটিডৰা
বহলাই লওঁ মই মোৰ বাৰীখন।"

এইজন হৰনাথ আমাৰ সমাজৰে স্বাৰ্থলোভী মানুহৰ প্ৰতিনিধিস্বৰূপ। যেতিয়াই আনৰ ভাল হোৱা দেখিছে, তেতিয়াই ৰোগ, শোক, আলাই-আথানিৰে ভালবোৰ বিনষ্ট কৰিবলৈ ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছে। ভোট বিচাৰি মানুহৰ দুৱাৰে দুৱাৰে ঘূৰি অৱশেষত পৰাজয়ৰ গ্লানি ল'বলগীয়া হোৱা নেতাৰ দৰেই হৰনাথে জগন্নাথৰ ওচৰত মিনতি জনাইছে —

"সিদিনা গোলায়ে মোক ভোটটো নিদিলে
ভালকৈ যেন প্ৰভু এপালি শিকোৱাঁ।
পাণ্ডিছোঁ এখন মই মিছা ফৌজদাৰী
দুবছৰমান তাক জে'লত ভৰোৱাঁ।"

'অল্পবিদ্যা ভয়ংকৰী' — কথাষাৰে তেওঁৰ কবিতাত বক্ৰোক্তি হৈ হাঁহিৰ খোৰাক যোগাইছে। 'মই শিক্ষিত ডেকা' তেনে এটি কবিতা য'ত নতুন যুগৰ শিক্ষিত ডেকাৰ অহংকাৰ আৰু মিছা ভেম প্ৰকাশ পাইছে।

"(মই) নতুন যুগৰ ডেকা
(মোৰ) নতুন শিক্ষা একা !
শিক্ষিত ডেকা, সেওঁতা ফালোঁ বেঁকা
(মোৰ) ৰীতি-নীতি একা-চেকা
(মই) মুখেৰে বুলিম যিটো
কামত নকৰোঁ সিটো;
(মই) শিক্ষিত ডেকা, (মোৰ) কথা একাঁ বেঁকা
জানিব লাগিব সিটো।"

ইংৰাজী শিক্ষাৰ নামত গপত ওফন্দি উঠা পদুমৰ মানসিকতাৰ চিত্ৰ তেওঁ অংকন কৰিছে 'ডাঙৰ হোৱাটো ভুল' কবিতাটোত। পদুমৰ সংকীৰ্ণ মনে ভাবে —

"শঙ্কৰ মাধৱ ৰাম সৰস্বতী
যদুমণি দামোদৰে
ইংৰাজী নেজানে যেতিয়া কি ৰূপে
যোৰ মাৰে পদুমেৰে ?"

ইংৰাজী, সংস্কৃত আৰু অসমীয়া ভাষাৰ সংমিশ্ৰিত ৰূপ তেওঁৰ কবিতাত হাস্যৰস সৃষ্টিৰ এক বিশেষ কৌশল। 'কা-কা-কাব্য বিশাৰদোহহং' নামৰ কবিতাটি এইক্ষেত্ৰত এক উল্লেখযোগ্য উদাহৰণ।

"শুনা শুনা মোৰ বচনং
কাব্য বিশাৰদ মই, (এই) মস্ত খবৰং;
পণ্ডিতৰ ধূমকেতু






ভাষা সংস্কাৰৰ হেতু
ধৰিছোঁহি পৃথিৱীত নব জনমং;
(অহো কাব্য বিশাৰদোহহং)"

শুদ্ধ অসমীয়া ভাষাৰ অভাৱত আতংকিত হৈ পৰা কবিয়ে বক্ৰোক্তিৰে মনৰ ক্ষোভ প্ৰকাশ কৰিছে এনেদৰে,

"Damn অসমীয়া নোৱাৰি লেখিব
go to devil হক
ইংৰাজী idea express নহয়।
নাই word ৰ stock
Quarter hour brain খটালোঁ
মিছাতে কৰিলোঁ try
কটাকুটা কৰি এপিঠি কাগজ
spoil কৰিলোঁ হায়।"
— ইত্যাদি

সেইদৰে বিশেষ শব্দ প্ৰয়োগৰ যোগেদিও হাস্যৰসৰ সৃষ্টি কৰিছে। চন্দ্ৰধৰ বৰুৱাৰ 'হঠাৎ পেট্ৰিয়ট' এটা উল্লেখযোগ্য কবিতা। ভণ্ড দেশপ্ৰেমিকৰ মুখা খুলি দি 'Extremist', 'moderate' আৰু 'retrograde' শব্দ তিনিটাৰে তেওঁলোকৰ স্বৰূপ প্ৰকাশ কৰিছে।

"আমি হঠাৎ 'পেট্ৰিয়ট'
(আমাৰ) হঠাৎ মহৎ মত
আন কোনো লোকে আমাৰ মতৰ
নোৱাৰে ধৰিব তৎ।
আমিহে সকলো জানো
জনা নাই আৰু কোনো
আমাৰ বাহিৰে নাই নাই জ্ঞান
কাৰো এধানি মানো"

বক্ৰোক্তি আৰু হাস্যৰস সৃষ্টি বৰুৱাৰ কবিতাৰ প্ৰধান বৈশিষ্ট্য হ'লেও ৰোমাণ্টিক কবিতাৰ কেতবোৰ লক্ষণে তেওঁৰ কবিতাক অনন্য ৰূপ প্ৰদান কৰিছে। প্ৰকৃতিৰ প্ৰতি থকা তেওঁৰ সূক্ষ্ম দৃষ্টি আৰু অনুভূতিৰ প্ৰমাণ পোৱা যায় 'বিজুলী', 'চন্দ্ৰ', 'শৰতৰ জোন', 'আজলী' আদি সুখপাঠ্য কবিতাসমূহত। আকাশৰ জোনটোক পৰম প্ৰেমিক আখ্যা দি প্ৰশংসা কৰিছে এনেদৰে —

"তথাপিতো হায়
নোৱাৰিলা ছিঙি যাব প্ৰেমৰ বন্ধন;
ঘূৰিব লাগিছা তুমি
পৃথিৱীৰ চৌপাশে সদায়,
দেখুৱাই উচ্চ আৰ্হি জীৱ জগতক
স্বাৰ্থ নাই অচল প্ৰেমত।"

'আজলী' কবিতাটোত কবিগৰাকীৰ ফুলৰ নাম আৰু সেইবোৰ ফুলৰ গুণাগুণ সম্পৰ্কে থকা জ্ঞানৰ পৰিচয় পোৱা যায়। কবি ৰঘুনাথ চৌধাৰীৰ দৰেই তেওঁৰ কবিতাটোত গোলাপ, কেতেকী, চম্পা, বকুল, যূতি, গুটিমালি, তগৰ, শেৱালি, খৰিকাজাঁই, পদুম আদি তেওঁৰ সৰু ফুলনিত ফুলি থকা ফুলৰ নাম উল্লেখ কৰিছে। কিন্তু পিন্ধিবলৈ এপাহিও উপযুক্ত নহয়। গোলাপৰ ৰঙা-চিঙা ৰং, কেতেকীৰ কাঁইট, যূতি, গুটিমালি, খৰিকাজাঁইৰ উগ্ৰ গোন্ধ, কিছুমান ফুলৰ গোন্ধহীন আঁভজা গঢ় এইবোৰেই কবিক পিন্ধিব নোৱাৰাকৈ আহুকালত পেলাইছে। পদুম আকৌ সূৰুযৰ বাবেহে; আনহাতে বৰ ওখ বাবেই বকুল পাৰি পিন্ধিব নোৱাৰি। অৱশেষত কবিয়ে একোকে নজনা 'আজলী মালতী পাহি'কৈই পিন্ধিবৰ বাবে উপযুক্ত বুলি বিবেচনা কৰিছে। লক্ষ্মীনাথ বেজবৰুৱায়ো মালতী এপাহিকে খোপাত গুজি লোৱাৰ কথা কৈছে।

পৰম প্ৰেমিক হোৱাৰ উপৰি কবিগৰাকীৰ বাবে শৰতৰ জোন অপূৰ্ব সৌন্দৰ্যৰ অধিকাৰী। শৰতৰ জোনটিৰ আছে মন মোহিত কৰিব পৰা গুণ, মুখত আছে হাঁহিৰ অফুৰন্ত ৰেখা। সেয়েহে কবিয়ে কৈছে —

"যেনেহে অমিয়া আছে তোমাৰ হাঁহিত
যেনে সুধা তোমাৰ মুখত,
ভোমোৰাই তাৰ হায় মোলকে নেপায়
তেনে সুধা নোপজে ফুলত।"

শৰতৰ জোনটিক কবিয়ে প্ৰেমিকা হিচাপেও কল্পনা কৰিছে। কবিৰ প্ৰতি থকা জোনটিৰ ভালপোৱাৰ উমান কবিয়ে পাইছে। জোনটিৰ প্ৰতি কবিৰ এয়া দৃঢ় বিশ্বাসৰ ধ্বনি —

"জানো তুমি মনে মনে ভালপোৱা মোক
ফুটাইহে নোকোৱা আগত,
নোৱাৰা ফুটাই ক'ব নোলায় মুখত
সিটি কথা থাকে অন্তৰত।
নহ'লে চকুত চকু পৰিলে হঠাৎ
চাওঁতে ধুনীয়া মুখখনি,
মিচিকি হাঁহিটি মাৰি মূৰ তল কৰি
কিয় ল'বা মেঘৰ ওৰণি ?"

চিকিমিকি বিজুলীৰ সৌন্দৰ্য শোভাই কবিৰ দুচকুত চাট মাৰি ধৰিছে। হঠাতে দেখা বিজুলীৰ অনুপম সৌন্দৰ্য পুনৰ চাবৰ বাবে কবিয়ে বাট চাই আছে যদিও পুনৰ দেখা নাপাই তেওঁ ভাগৰি পৰিছে। তাৰ কাৰণ হিচাপে কবিয়ে কৈছে যে লাজৰ বশৱৰ্তী হৈয়ে বিজুলীয়ে পুনৰ দেখা দিয়া নাই। কাৰণ, 'লাজেই প্ৰকৃতি ভাৰ, লাজ তাৰ অলংকাৰ'। এই লাজৰ বাবেই বিজুলীৰ ইমান আদৰ। অৱশেষত বিজুলীক পুনৰ দেখাৰ আশা পৰিত্যাগ নকৰি বেলিকে অনুৰোধ কৰিছে —

"লুকুৱাঁ লুকুৱাঁ বেলি লুকুৱাঁ এবাৰ
কৰাহি ডাৱৰ তুমি আকৌ এন্ধাৰ





ধীৰেৰে মলয়া ব'ক
মন প্ৰাণ জুৰ হক
ওলাওক বিজুলী মোৰ আকৌ এবাৰ।"

চন্দ্ৰধৰ বৰুৱাৰ এই প্ৰকৃতি-প্ৰীতি তথা সূক্ষ্ম ইন্দ্ৰিয়বোধ বখানিবলগীয়া।

বৰুৱাৰ ৰচনাত আক্ৰোশহীন ব্যংগ আৰু ৰসিকতাৰ সুৰ থাকিলেও প্ৰেমৰ চিত্ৰও অংকিত হৈছে। 'স্মৃতি' তেওঁৰ তেনে এটা প্ৰণয়াত্মক কবিতা। কবি যেন নষ্টাল্‌জিক হৈ পৰিছে।

"পৰেনে মনত সেই ৰিণিকি মনত পৰা
মলয়া বায়ুৰ দৰে মুকলি মূৰেৰে উৰা
চিনা-জনা নাই একো
দেখা নাই কোনে কাকো
আপোন মনেৰে দুয়ো আপুনি উমলি ফুৰা?
আছেনে মনত সেই হঠাৎ এদিন গৈ
দেখা-দেখি হোৱা দুয়ো কদম তলত সেই
চকুত চকুটি পৰি
আকৌ আহিল ঘূৰি
হিয়াৰ কথাটি কিবা বেগতে সলাই লৈ।"

অতীতৰ স্মৃতি পাহৰিব নোৱাৰি কবিয়ে তাৰ মাজতে ভগৱানৰ আনন্দ উপলব্ধি কৰিছে আৰু প্ৰেয়সীৰ প্ৰতি স্পষ্টভাৱেই সদিচ্ছা প্ৰকাশ কৰি কৈছে, 'যতে আছা থাকা ভালে, কৰোঁ অভিলাষ এই।'

ব্যক্তিগত প্ৰেমৰ ৰেঙনিৰ উপৰি স্বদেশপ্ৰেমৰ উত্তাল তৰংগই তেওঁৰ কবিতাক বিশেষ মাত্ৰা প্ৰদান কৰিছে। সেইদৰে কিছুমান কবিতাত সমাজতত্ত্বৰ চিত্ৰ আঁকি সকলোৰে চকু মোকলোৱাৰ প্ৰচেষ্টা কৰিছে। তীব্ৰ ব্যংগৰ মাজতে লুকাই আছে দেশ, ভাষা, মানুহৰ প্ৰতি থকা তেওঁৰ গভীৰ ভালপোৱা আৰু দায়িত্ববোধ। 'ধূলিকণা মই' কবিতাটিৰ জৰিয়তে তেওঁ জীৱনৰ অসাৰত্ব প্ৰকাশ কৰি দাৰ্শনিক ভাবৰ স্ফূৰণ ঘটাইছে। চন্দ্ৰধৰ বৰুৱাৰ কবিতা সম্পৰ্কে ড° মহেশ্বৰ নেওগে এনেদৰে মন্তব্য আগ বঢ়াইছে — "যদি সৰল সংবেদনশীলতাই কবিতাৰ মূল্যৰ জোখ-কাঠি হয়, তেতিয়া হ'লে 'আজলী', 'স্মৃতি', 'বিজুলী', 'শৰতৰ জোন' আৰু 'ধূলিকণা মই' কবিতাই কবি চন্দ্ৰধৰক অক্ষয় কীৰ্তি দিব লাগিব। আনফালে স্বভাৱ - মৃদুল চন্দ্ৰধৰৰ তিতা-মিঠা ব্যংগৰ কবিতাবোৰে অনেক পাঠকৰ হৃদয় কেতিয়াবাই জয় কৰি থৈছে আৰু সমাজৰ উদৰস্থ দুৰ্বল টাইপ বা ব্যক্তি চৰিত্ৰৰ ছবি আঁকি হেমচন্দ্ৰ বৰুৱা বা গাল্পিক লক্ষ্মীনাথৰ দৰে অত্যুগ্ৰভাৱে নহ'লেও চৰিত্ৰ সন্তুলনৰ অৰ্থে সাৱধানবাণী শুনাই থৈছে।"

'ৰঞ্জন'ত সন্নিৱিষ্ট কবিতাৰাজিয়ে পাঠকৰ হৃদয় যেনেদৰে ৰঞ্জিত কৰে, সেই একেদৰেই 'কামৰূপ-জীয়ৰী' আৰু 'বিদ্যুৎ-বিকাশ'ৰ কবিতাই পাঠকৰ মনত গভীৰ হেন্দোলনি তোলে। 'কামৰূপ-জীয়ৰী' ৰচনা কৰোঁতে সমগ্ৰ অসম জুৰি প্ৰচলিত বেউলা-লক্ষীন্দৰৰ আখ্যানৰ অতিৰঞ্জিত কাহিনীভাগ পৰিত্যাগ কৰি তেওঁ মূল কাহিনীৰ সত্যতা ৰক্ষা কৰিবলৈ চেষ্টা কৰিছে। কাব্যখনিৰ আৰম্ভণিতে তেওঁ লিখিছে, "... সেইবিলাক এৰি দিলে মুঠ কথা ৰয়গৈ যে বেউলাই স্বামীৰ মৃতদেহ ভূৰত তুলি লৈ গ'ল, আৰু শেহত নেতাই ধুবুনীক লগ পালেগৈ। ধুবুনীয়ে বেউলাক ধুবুনীৰ নিজৰ ৰজাৰ ওচৰলৈ লৈ গ'ল। সেই কালত ভাৰতবৰ্ষৰ সৰু সৰু ঠায়েপতি একোজন সৰু বা চমুৱা ৰজা আছিল; আৰু কামৰূপ দেশ সৰ্প চিকিৎসাৰ বাবে অতি প্ৰসিদ্ধ আছিল। আনকি, তাৰ পৰৱৰ্তী কালতো কামৰূপীয় বেজে সাপে খাই মৰা মানুহক কেইবা দিনৰ পাছতো জীওৱাৰ কথা জনা যায়। সেইবাবেই, অসম দেশত এতিয়াও এটা কথা আছে বোলে সাপে খাই মৰা মানুহক খৰি নিদি পুতি থ'বহে লাগে। ধুবুনীয়ে বেউলাক নি ভেটাই দিলত, সেই ৰজাজনে নিজে চিকিৎসা কৰি নাইবা অন্য কোনোবা ভাল বেজ লগাই বেউলাৰ স্বামীক আৰোগ্য কৰিলে। বেউলা-লক্ষীন্দৰৰ আখ্যানটোৰ ভিতৰত অন্ততঃ এইছোৱা অতিৰঞ্জিত নহয় বুলি ধৰি ল'ব পাৰি।" মুঠ চৈধ্যটা সৰ্গত তেওঁ কাহিনীভাগ বৰ্ণনা কৰিছে। প্ৰথম সৰ্গ 'কামৰূপ'ৰ আৰম্ভণিতে চন্দ্ৰধৰৰ ভক্তি-বিগলিত হৃদয়ৰ আকুল প্ৰাৰ্থনা প্ৰকাশ পাইছে। কাব্যৰ ঈশ্বৰী বীণাপাণিৰ প্ৰতি নিৱেদন কৰা ভক্তিৰ আকুলতা তেওঁৰ ৰচনাৰ এক বিশেষ বৈশিষ্ট্য। কৃপাময়ীৰ শক্তি প্ৰাৰ্থনা কৰি তেওঁ কৈছে,

"তোমাৰ কৃপাত আই, হ'ল ৰত্নাকৰ
কবিগুৰু চিৰপূজ্য অমৰ বাল্মীকি,
কালিদাস মহাকবি ভূৱন বিখ্যাত।
সকাতৰে মাগোঁ এই অধম সেৱকে
শক্তি দিয়াঁ কৃপাময়ী শক্তি বিধায়িনী
সম্প্ৰতিকে গাওঁ এক সতীৰ মহিমা,
সুধীৰ সমাজে শুনি লভক তৃপিতি।"

সৰুৰে পৰাই ধৰ্মীয় গন্ধবাহ সেৱন কৰা চন্দ্ৰধৰ বৰুৱাৰ সিৰাত ভক্তিপূৰ্ণ ৰোহিত কণিকা আছিল চিৰ বিদ্যমান। পিতৃ দুৰ্গাধৰ বৰুৱা আৰু মাতৃ প্ৰেমাৱতী দেৱীৰ পৰা যেন উত্তৰাধিকাৰী সূত্ৰে তেওঁ এই সংস্কৃতিৰ কণিকা লাভ কৰিছিল।

'বিদ্যুৎ বিকাশ' কাব্য ৰচনা কৰোঁতে তেওঁ পৰম পুৰুষৰ ওচৰত প্ৰাৰ্থনা জনাই লিখিছে —

"বেদান্তই ব্ৰহ্ম আখ্যা দিয়ে যিজনক
পৰম পুৰুষ যাক বোলে কোনো জনে
কোনোৱে বিশ্বৰ নতু ঈশ্বৰ কাৰণ
প্ৰণতি জনাওঁ সেই নিত্য সত্য
সদাশিৱ অজ্ঞেয় বিভুক।







তেওঁৰ কৃপাত যেন
গ্ৰন্থৰ ৰচনা মোৰ হয় মধুময়।"

এনেদৰে ৰচনাৰ আৰম্ভণিতে ভক্তি নিৱেদন কৰি আশিস বিচৰা কৌশল তেওঁৰ ৰচনাৰ এক বিশেষ বৈশিষ্ট্য। আঠোটা অধ্যায়ত বিভক্ত বৃত্ৰাসুৰ বধৰ কাহিনীৰ শেষত বিদুৎ আৰু মেঘৰ সম্পৰ্কৰ কথা উল্লেখ কৰিছে। নাৰায়ণৰ আদেশতে ৰংগিনী বিজুলী চিৰদিন মেঘৰ সংগিনী হ'ল।

"বিদ্যুৎ নামেৰে আজি
অভিহিতা কৰিলোঁ তোমাক;
মেঘৰ সংগিনী হ'ই
আকাশত থাকিবা সততে,
স্মৰা মাত্ৰে দেৱৰাজে
বজ্ৰত হ'বাহি অধিষ্ঠিতা;
আদেশ পালিবা চিৰকালে।"

চন্দ্ৰধৰ বৰুৱা মাইকেল মধুসূদন দত্তৰ অমিত্ৰাক্ষৰ ছন্দৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল। সেইদৰে 'বিদ্যুৎ বিকাশ' ৰচনাতো হেমচন্দ্ৰ বন্দোপাধ্যায়ৰ 'বৃত্ৰ সংহাৰ' কাব্যৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা যেন লাগে। 'বিদ্যুৎ বিকাশ'ৰ পৰিসমাপ্তিত তেওঁ স্পষ্টভাৱে উল্লেখ কৰিছে—

"প্ৰথমে লিখকে এই অমিত্ৰ ছন্দত
মেঘনাদ বধ নামে নাটক কৰিলে;
তিলোত্তমা, ৰাজৰ্ষি নাটক আৰু
পুনৰ্জন্ম নামেৰে নাটকো
ত্ৰমান্বয়ে বিৰচিলে সেই ছন্দৰেই;
কামৰূপ জীয়ৰীৰো
গুণৰ কাহিনী সেই ছন্দতে গাঁথিলে;
অষ্টাদশ শত আৰু যাঠি শকাব্দৰ
বিজয়া দশমী দিনা,
পুনৰপি সেই গাঁথনিৰে
ক্ষুদ্ৰ এই মালিকাৰো গাঁথন সমাপি,
ভকতি চন্দন সানি
অৰ্পিলে ইয়াক মাতৃদেৱীৰ উদ্দেশ্যে।"

'তিলোত্তমা সম্ভৱ'ত আছে সুন্দ-উপসুন্দৰ মাজত তিলোত্তমাৰ বাবে হোৱা যুদ্ধ আৰু দুয়োৰে পতনৰ কাহিনী। বৰুৱাৰ ভাষাত, 'মেঘনাদ আৰু তিলোত্তমা দুইও একেখন ফুলনিৰ ফুলেৰে গঁথা। ইয়াতো তাৰ দৰেই মাজে মাজে লিখকৰ ফুটুকা ফুলো সুমাই দিয়া হৈছে, সেইবাবে আৰু গাঁথিব নজনাৰ দোষতো ই আপচু হৈছে বুলিহে লিখকে ভয় কৰিছে।' লেখকৰ এই সংশয়ৰ বিপৰীতে ক'ব পাৰি যে ইয়াত গাঁথনিৰ নিকপ্‌কপীয়া বান্ধোনহে লক্ষ্য কৰা যায়। হৰিশ্চন্দ্ৰৰ কাহিনীৰে তেওঁ 'ৰাজৰ্ষি' আৰু ৰত্নাকৰ দস্যু বাল্মীকি হোৱাৰ কাহিনীৰে 'পূণৰ্জন্ম' নাটকখন ৰচনা কৰিছে। 'আহোম সন্ধ্যা' আৰু 'মোগল বিজয় তেওঁৰ আন দুখনি উল্লেখযোগ্য নাট। 'বিয়া-বিলৈ' নাটত ঊনবিংশ শতিকাৰ শেষ দশকৰ অসমীয়া সমাজৰ চিত্ৰ অংকন কৰিছে।

চন্দ্ৰধৰ বৰুৱাই 'শান্তি' নামৰ উপন্যাসো ৰচনা কৰে যদিও আখ্যান কথকতাৰ লক্ষণহে ইয়াত অধিক পৰিস্ফূট হৈছে। তেওঁ সিদ্ধহস্ত কথাশিল্পী হ'ব পৰাকৈ গল্প-উপন্যাস সৃষ্টি নকৰিলেও কাব্য আৰু নাটক ৰচনাৰ জৰিয়তে তেওঁ অসমীয়া সাহিত্যৰ বৰঘৰত বৰপীৰা পাৰি বহিবলৈ সক্ষম হ'ল। নৈতিক প্ৰমূল্যৰ প্ৰতি আগ্ৰহান্বিত বৰুৱাই 'মুক্তাৱলী'ত চাণক্য শ্লোক আৰু নীতিকথাযুক্ত শ্লোকৰ ভাঙনি সন্নিৱিষ্ট কৰে। তেওঁৰ 'মুক্তাৱলী' সম্পৰ্কত উচ্চ প্ৰশংসা আগ বঢ়াই তুলসী নাৰায়ণ শৰ্মাই লিখিছিল, "আজি প্ৰায় দুহেজাৰ বছৰৰ ওপৰ কাল চাণক্যৰ নীতিশ্লোকসমূহে ভাৰতীয় জনসমাজত আদৰ পাই আহিছে। চাণক্য বা কৌটিল্য অশেষ প্ৰতিভাশালী লোক আছিল। তেওঁৰ ৰচিত বৃদ্ধ চাণক্য, লঘু চাণক্য আৰু অৰ্থশাস্ত্ৰই তেওঁৰ অভিজ্ঞতা, দূৰদৰ্শিতা আৰু গভীৰ শাস্ত্ৰজ্ঞানৰ পৰিচয় দিয়ে। চাণক্যৰ নীতিশ্লোকসমূহ পৰৱৰ্তী গ্ৰন্থকাৰ সকলোৱেই অনুসৰণ কৰিছে। অনেক সময়ত ব্যক্তিগত জীৱনত দ্বিধাবোধৰ উদ্ভৱ হ'লে চাণক্যৰ নীতি-বাক্যই সেইসমস্যা খণ্ডন কৰে। সাহিত্যৰত্নদেৱে এই পুথিখনিত ১৩৮ টা নীতি শ্লোকৰ সৰল ভাঙনি পদ্যত ল'ৰা-ছোৱালীৰ মনত লগাকৈ লিখিছে। পুথিখনিৰ সৰহভাগেই চাণক্যৰ নীতিশ্লোকৰ ভাঙনি, দুই-এটা শ্লোক মহাভাৰত আদিৰ পৰা লোৱা হৈছে। সাহিত্যৰত্নদেৱৰ ভাষা অসমীয়া সাহিত্যিক সমাজৰ সুপৰিচিত। চাণক্যৰ ৰত্নসমূহে অসমীয়া ভাষাত সাহিত্যৰত্নদেৱৰ পৈণত লিখনিৰ পৰাই যথাৰ্থতে 'মুক্তাৱলী'ৰূপেই প্ৰকাশ পাইছে। আমি আশাকৰোঁ এই মুক্তাৱলী অসমীয়া ছাত্ৰ-ছাত্ৰীসমাজৰ জীৱনপথত সহায় হ'ব আৰু ইয়াক তেওঁবিলাকে হেঁপাহেৰে আদৰিব।" কলিকালৰ দুৰ্গতি আৰু অসূয়াপূৰ্ণ সময়ত ছাত্ৰ-ছাত্ৰীসকলৰ মনত 'মুক্তাৱলী' অধ্যয়নৰ হেঁপাহ জাগ্ৰত হোৱাৰ অতীৱ প্ৰয়োজন বুলি বোধ হয়। 'মুক্তাৱলী'ৰ দুটিমান উদাহৰণ —

'অগাধ পানীতো ৰৌৰ উম্‌ঘাম নাই
পুঠিয়ে অংগুষ্ঠ মানো পালে চটচটায়।'
ঃঃঃ ঃঃঃ ঃঃঃ
"ইন্দ্ৰিয়ৰ অসংযম আপদৰ পথ
সম্পদৰ ইন্দ্ৰিয় বিজয়,
এতেকতে বাছি লোৱাঁ সেই পথকেই
যি পথেদি ইষ্ট লাভ হয়।"
ঃঃঃ ঃঃঃ ঃঃঃ



"কাব্য শাস্ত্ৰ চৰ্চা কৰি
কাল যায় সুবুদ্ধিমানৰ,
কলহত ব্যসনত
নিদ্ৰাত নতুবা মূৰুখৰ।"

বৰ্ণমালা মতে সজোৱা সংস্কৃত শ্লোকৰ পদ্য ভাঙনি 'মুক্তাৱলী' নিঃসন্দেহে এক অমূল্য সম্পদ।

ৰত্নৰ কোষেৰে ওখ দৌল বান্ধি ভাষাৰ সমৃদ্ধ মূৰ্তিক সুস্থাপিত কৰা চন্দ্ৰধৰ বৰুৱাৰ 'ৰত্নকোষ' তেওঁৰ সাহিত্যিক জীৱনৰ অম্লান কৃতি। দুটা খণ্ডত তেওঁ অসমীয়া খণ্ডবাক্য আৰু জতুৱা ঠাঁচ সংগ্ৰহ, সংকলন আৰু সম্পাদনা কৰি 'ৰত্নকোষ'ৰ পৰিকল্পনা কৰিছিল। 'ৰত্নকোষ'ৰ প্ৰথম খণ্ডটি বৰুৱাৰ মৃত্যুৰ পাছত ১৯৬২ চনত প্ৰকাশিত হয়। তেওঁ খণ্ডবাক্য আৰু জতুৱা ঠাঁচ আদিৰ অৰ্থ আৰু ব্যাখ্যা লিখি ইমানেই আনন্দ পাইছিল যে সাহিত্যানুৰাগী লোক পালেই সেইবোৰ পঢ়ি শুনাই আনন্দৰ ভাগ দিছিল। কেতিয়াবা অৰ্থ উলিয়াবলৈ আলোচনাও কৰিছিল। তীৰ্থনাথ শৰ্মাই তেওঁৰ 'ৰত্নসংগম' গ্ৰন্থত লিখিছে— 'সাহিত্যত ৰাপ থকা কোনোবা গ'লেই ৰত্নকোষৰ কথাবোৰকে হয় পঢ়ি শুনাইছিল, নহ'লে আলোচনা কৰিছিল। অসমীয়া জীৱন আৰু পৰম্পৰাৰ লগত সাক্ষাৎ পৰিচয় আৰু ঘনিষ্ঠ আত্মীয়তা থকা অসমীয়া ডাঙৰীয়াসকলক তেতিয়া প্ৰায় একে একে নোহোৱা হৈ আহিছিল। যিকেইজন আছিল তেখেতসকলৰো ভাষাৰ সেৱাই আনফালে গতি লৈছিল। ভাষাৰ ৰত্ন আৰু সমৃদ্ধি থূপ খুৱাই সাহিত্য-সেৱকসকলৰ চকুত পৰাকৈ তাৰ কোষ নিৰ্মাণ কৰাৰ নিচিনা ধৈৰ্য আৰু পৰিশ্ৰমৰ কাম হাতত ল'বলৈ কোনেও গা কৰা নাছিল। তেতিয়া তেখেতে প্ৰৌঢ়াৱস্থাকো অতিক্ৰম কৰি বৃদ্ধত্বৰ দুৱাৰদলিত ভৰি দিছিল। নিজ ভাষাৰ প্ৰতি অদম্য আৰু অকৃত্ৰিম স্নেহ নাথাকিলে সেই বয়সত কোনেও এনে দুৰূহ অথচ ৰসাল্প কাম কৰিবলৈ আগ নাবাঢ়ে।"

তীৰ্থনাথ শৰ্মাই কোৱাৰ দৰেই চন্দ্ৰধৰ বৰুৱাৰ ভাষা-প্ৰীতি আছিল অকৃত্ৰিম আৰু অপৰিসীম। অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত তেওঁ অসমীয়া ভাষা সম্পৰ্কে কৈছে— "অসমীয়া ভাষাটোক আন কোনোবা ভাষাৰ অপভ্ৰংশ বুলি আন কোনোবাই যদি মনত শান্তি আৰু গাত সুত পায়, তেন্তে বোলক। আমাৰ কিন্তু সেই কথালৈ কাণ দিয়াৰ সময় নাই। ... বহুত ভাষাবিদ ডাঙৰ ডাঙৰ পণ্ডিতে কৈছে আৰু আমি নিজেও দেখি-শুনি চৰ্চা কৰি পাইছোঁ, এতেকে আমি সুন্দৰকৈ বুজিছোঁ — অসমীয়া ভাষাটো এটা অতি প্ৰাচীন আৰ্যভাষা। প্ৰাকৃত ইয়াৰ মাক আৰু দেৱভাষা সংস্কৃত ইয়াৰ বুঢ়ীমাক। ইয়াৰ পুৰণি সাহিত্যত ৰত্নৰাজি নিহিত আছে। এই অসমীয়া ভাষা অতি মধুৰ আৰু সুললিত। ইয়াৰ শব্দৰ ভঁৰালো মানুহৰ মনোভাব প্ৰকাশ কৰিবৰ উপযুক্ত ধুনীয়া ধুনীয়া আৰু অতি শুৱলা অসংখ্য শব্দৰে খুন্দ খাই ভৰি আছে। ভাৰতবৰ্ষৰ সকলো চলিত ভাষাৰে পৰা ই সম্পূৰ্ণৰূপে স্বতন্ত্ৰ, কাৰণ, ইয়াৰ ব্যাকৰণ, উচ্চাৰণ আৰু ভাব প্ৰকাশৰ প্ৰণালী, আন কোনো ভাষাৰে সৈতে নিমিলে।"



চন্দ্ৰধৰ বৰুৱাই কিছুসংখ্যক প্ৰয়োজনীয় প্ৰবন্ধ ৰচনা কৰি থৈ গৈছে। 'স্ত্ৰী শিক্ষা', 'হঠাৎ বুদ্ধি', 'অসমীয়া যোজোনা আৰু খণ্ডবাক্য আদিৰ বিষয়ে একাষাৰ', 'জাঁজিৰ লাচিত মেলা', 'দেশনেতা তৰুণৰাম', 'বিলাতৰ কথা' আদি তেওঁৰ উল্লেখযোগ্য প্ৰবন্ধ।

সম্পাদনাৰ ক্ষেত্ৰতো চন্দ্ৰধৰ বৰুৱাই কৃতিত্বৰ পৰিচয় দি থৈ গৈছে। 'অসম সাহিত্য সভা পত্ৰিকা'ৰ সম্পাদকস্বৰূপে লিখা সম্পাদকীয়ত তেওঁ 'জাতীয় উন্নতি'ৰ হকে চিন্তা কৰি এটা মিলিত শক্তি গঠন কৰিবৰ প্ৰয়োজনীয়তাৰ কথা কৈছিল। তেওঁৰ সমগ্ৰ সাহিত্যকৰ্ম অধ্যয়ন কৰি এই সিদ্ধান্তত উপনীত হ'ব পাৰি যে ব্যক্তিগৰাকীৰ অন্তৰত স্বদেশৰ প্ৰতি তীব্ৰ অনুৰাগ নিহিত হৈ আছিল। তেওঁ ৰচনা কৰা গীতৰ মাজতো শুনিবলৈ পোৱা যায় স্বদেশৰ গৰিমাৰ কীৰ্তন।

"অসম আমাৰ নিজৰ দেশ
কেনে ৰমক্ জমক্ বেশ
ধনে ধানে গছে বনে
ফলে ফুলে ভৰা এনে,
নদন বদন সুখৰ ঠাই।

জনমভূমি আমাৰ আই
তোমাৰ পৰ আপোন নাই
তুমি আমাৰ অসম আই
নিচেই আপোন নিজা ঠাই।"

চন্দ্ৰধৰ বৰুৱাৰ বৰ্ণনা শক্তি আৰু কল্পনাৰ প্ৰখৰতা মন কৰিবলগীয়া। এইজনা কবি-সাহিত্যিকে দেৰগঞা বৰুৱা পৰিয়ালৰ মান-সম্ভ্ৰম অক্ষুণ্ণ ৰাখি কাললৈকে খ্যাতি আৰ্জি থৈ গ'ল। ভাষা-সাহিত্যৰ অক্লান্ত সাধক চন্দ্ৰধৰ বৰুৱাক কামৰূপ সঞ্জীৱনী সভাই ১৯২৬ চনত সভাপতিৰ পদত অধিষ্ঠিত কৰাৰ লগতে ১৯২৯ চনত 'সাহিত্যৰত্ন' উপাধিৰে বিভূষিত কৰে। তেতিয়াৰেপৰা তেওঁ পৰিচিত হ'ল 'সাহিত্যৰত্ন' চন্দ্ৰধৰ বৰুৱাৰূপে। স্বৰূপতে চন্দ্ৰধৰ বৰুৱা অসমীয়া সাহিত্যৰ ৰত্ন হৈ ভাষা সাহিত্যৰ শিৰোমণিত চিৰদিনলৈ খচিত হৈ থাকিল। কৃতিত্বৰ জৰিয়তে তেওঁ অমৰ হৈ ৰ'ল। 'সুকীৰ্তিযস্য স জীৱতি' কথাষাৰৰ সত্যতা আকৌ প্ৰতিপন্ন হ'ল। ❑



# আধুনিক অসমীয়া সাহিত্যৰ কাণ্ডাৰী পণ্ডিত হেমচন্দ্ৰ গোস্বামী

লীনা বড়া দত্ত



ৰ চেনেহী ভাষা-জননীক জগত সভালৈ আগুৱাই নিয়াৰ মানসেৰে আজিৰ পৰা প্ৰায় এশ বছৰৰ আগতে যিসকল পুৰোধা ব্যক্তিয়ে নিস্বাৰ্থ আৰু আন্তৰিকতাৰে সাহিত্য কৰ্ম কৰি গৈছিল, যাৰ ফলত আই অসমীয়ে বিশ্বত এখন যোগ্য আসন লাভ কৰিবলৈ সমৰ্থ হৈছিল, সেইসকল প্ৰাতঃস্মৰণীয় বৰেণ্য ব্যক্তিৰ ভিতৰত পণ্ডিত হেমচন্দ্ৰ গোস্বামী আছিল অন্যতম। অসমীয়া নৱন্যাস সাহিত্যৰ ত্ৰিমূৰ্তিৰ তৃতীয়জনেই হৈছে পণ্ডিত হেমচন্দ্ৰ গোস্বামী। তেখেত আছিল একাধাৰে শিশু সাহিত্যিক, অসমীয়া সাহিত্যত প্ৰথম চনেট লেখোতা কবি, প্ৰবন্ধ লেখক, বুৰঞ্জীবিদ আৰু প্ৰত্নতত্ত্ববিদ।

পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ জন্মৰ প্ৰাক্ সময়ছোৱা অসম বুৰঞ্জীৰ বাবে অন্ধকাৰাচ্ছন্ন সময়। এই সময়ছোৱাত অন্তঃকন্দল, যুঁজ-বাগৰ, মোৱামৰীয়া বিদ্ৰোহ, মানৰ আক্ৰমণ ইত্যাদিয়ে ৰাজ্যখন জুৰুলা কৰিছিল। এনে অৱস্থাৰ পৰা অসমক সকাহ দিবলৈ ইংৰাজসকল অসমলৈ আমন্ত্ৰিত হৈছিল।

ব্ৰিটিছ শাসন প্ৰৱৰ্তনৰ ফলত অসমলৈ শান্তি ঘূৰি আহিল আৰু লগে লগে অসমত ছশ বছৰীয়া আহোম ৰাজত্বৰ অৱসান ঘটিল। ব্ৰিটিছৰ শাসন কালত অসমত যুগ যুগ ধৰি নিৰৱচ্ছিন্নভাৱে প্ৰবাহিত হৈ থকা অসমীয়া ভাষা সাহিত্য-সংস্কৃতি, ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক সকলো ক্ষেত্ৰতে আমূল পৰিৱৰ্তন ঘটে।[১] ইংৰাজ চৰকাৰে বাঙালী আমোলাৰ প্ৰৰোচনাত পৰি অসমৰ আদালত, স্কুলসমূহৰ পৰা অসমীয়া ভাষাক বহিষ্কৃত কৰি বঙলা ভাষা প্ৰয়োগ কৰিলে। ১৮৩৬ চনৰ পৰা ১৮৭২ চনলৈ অসমীয়া ছাত্ৰই বঙলা মাধ্যমত বিদ্যালয়ৰ শিক্ষা গ্ৰহণ কৰিবলগীয়া হ'ল। ফলস্বৰূপে অসমীয়া ভাষাৰ মৃতপ্ৰায় অৱস্থা হ'ল। এই সময়ছোৱাতে আমেৰিকান ব্যাপ্টিষ্ট মিছনেৰীসকলে যীশুখ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰিবলৈ অসমলৈ আহে। তেওঁলোকে অসমীয়া ভাষাৰ দুৰৱস্থা প্ৰত্যক্ষ কৰি এই ভাষাৰ পুনৰ প্ৰতিষ্ঠাৰ উদ্দেশ্যে প্ৰচেষ্টা আৰম্ভ কৰিলে। তেওঁলোকে অসমীয়া ভাষাত গ্ৰন্থ প্ৰণয়নৰ লগতে ১৮৪৬ খ্ৰীঃত (১৮৮২ খ্ৰীঃলৈ) 'অৰুণোদয়' নামেৰে এখনি মাহেকীয়া আলোচনী উলিয়ালে। উক্ত আলোচনীৰ জৰিয়তে খ্ৰীষ্টধৰ্ম প্ৰচাৰ সম্পৰ্কীয় বাতৰিৰ লগতে পছিমীয়া দেশবিলাকৰ সাহিত্য, বিজ্ঞান, সংস্কৃতি ইত্যাদি প্ৰচাৰ কৰা হৈছিল। ইয়াৰ লগতে অসমীয়া ভাষা সম্পৰ্কীয় অনেক প্ৰবন্ধ প্ৰচাৰ হৈছিল আৰু অসমীয়া ভাষাটো যে বঙলা ভাষাৰ উপভাষা নহয় সেই কথা প্ৰচাৰ কৰা হৈছিল। 'অৰুণোদয়' কাকতৰ মিছনেৰী লেখকসকল আছিল এ. এইচ. ডেনফোৰ্থ, এম, ব্ৰনছন, আৰ. এন. ব্ৰাউন আদি। এই লেখকসকলে অসমীয়া ভাষাক ৰাজ্যভাষা হিচাপে পুনৰ প্ৰৱৰ্তনৰ বাবে ১৮৫৩ খ্ৰীঃত ইংৰাজ চৰকাৰৰ ওচৰত দাবী জনায়। মিছনেৰীসকলৰ এনে কাৰ্যই এচাম স্থানীয় লোকক অনুপ্ৰাণিত কৰিছিল। তেওঁলোকৰ মাজত আছিল ইংৰাজী শিক্ষাৰে শিক্ষিত অসমীয়া বিদ্যুৎসাহী যুৱক আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯-১৮৫৯), হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, যদুৰাম বৰুৱা, ভোলাৰাম



দাস আদি। বিগত সময়ছোৱাত অসমৰ জাতীয় জীৱন, জাতীয় চেতনা, জাতীয় আদৰ্শৰ যি মৃতপ্ৰায় অৱস্থাৰ সৃষ্টি হৈছিল তাৰ পৰা অসমক উদ্ধাৰ কৰিবৰ বাবে তেওঁলোকে বিভিন্ন মূল্যৱান লিখনি 'অৰুণোদই' কাকতৰ জৰিয়তে প্ৰকাশ কৰিছিল। ফলত বেপ্তিষ্ট মিছনেৰীসকল আৰু অসমীয়া লেখকসকলৰ প্ৰভাৱত ইংৰাজ চৰকাৰে ১৮৭৩ খ্ৰীঃৰ পৰা অসমীয়া ভাষাক ৰাজ্যভাষা হিচাপে পুনৰ প্ৰতিষ্ঠা কৰিলে। কিন্তু বাস্তৱত দেখা গৈছিল যে বঙলা ভাষাৰ সৰ্বগ্ৰাসী ৰূপটো অসমৰ গাঁৱে-ভূঞে, নগৰে-চহৰে বিয়পি আছিল। আনহাতে এচাম বঙলাভাষী লোকে অসমীয়া ভাষা বঙলা ভাষাৰ অপভ্ৰংশ বুলি প্ৰচাৰ কৰি ফুৰিছিল। এনে সন্ধিক্ষণত ১৮৮২ চনত হেমচন্দ্ৰ বৰুৱাই গুৱাহাটীৰ পৰা 'আসাম নিউজ' নামৰ অসমীয়া-ইংৰাজী কাকত প্ৰকাশ কৰি এই কাকতৰ জৰিয়তে অসমীয়া শব্দৰ বানান পদ্ধতি আৰু ৰচনা ৰীতি সুসংগঠিত কৰিছিল আৰু গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু' কাকতত সাহিত্য আৰু বুৰঞ্জী সম্পৰ্কীয় চিন্তাগধুৰ প্ৰবন্ধ প্ৰকাশ পাইছিল। তেওঁলোকৰ আহ্বানত অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে এচাম নবীন সাহিত্যিকৰ জন্ম হৈছিল।

এনে পটভূমিতে হেমচন্দ্ৰ গোস্বামীৰ জন্ম হৈছিল গোলাঘাট জিলাৰ অন্তৰ্গত ঢেকিয়ালৰ গৌৰাংগ সত্ৰত। ১৮৭২ চনৰ ৮ জানুৱাৰীত (১৭৮৮ শক, ৮ মাঘ) জন্মগ্ৰহণ কৰা হেমচন্দ্ৰ গোস্বামীৰ দেউতাক আছিল ডম্বৰুধৰ গোস্বামী আৰু মাতৃৰ নাম ঘনকান্তী দেৱী। মাত্ৰ ৮ বছৰ বয়সতে হেমচন্দ্ৰ গোস্বামীয়ে পিতৃক হেৰুৱাব লগা হৈছিল। প্ৰাথমিক শিক্ষা ঢেকিয়ালত সমাপ্ত কৰি মাতৃৰ তত্ত্বাৱধানত ক্ৰমে গোলাঘাট উইলিয়ামছন মাইনৰ স্কুল, শিৱসাগৰ আৰু নগাঁও হাইস্কুলত শিক্ষা গ্ৰহণ কৰি নগাঁৱৰ পৰাই ১৮৮৮ খ্ৰীঃত প্ৰথম বিভাগত এন্‌ট্ৰেন্স পাছ কৰিলে।

ইয়াৰ পাছত হেমচন্দ্ৰ গোস্বামীয়ে উচ্চ শিক্ষা লাভ কৰিবলৈ কলিকতালৈ যায় আৰু প্ৰেচিডেন্সি কলেজত নাম ভৰ্তি কৰে। ১৮৯০ খ্ৰীঃত তেখেতে এফ. এ পাছ কৰে। বি. এ পৰীক্ষা দিছিল যদিও তেখেতে ভাষা-জননীৰ কামত নিজকে ইমানেই নিয়োগ কৰিছিল যে ডিগ্ৰী গ্ৰহণ কৰা নহ'ল। সেয়ে শিক্ষা আধৰুৱা কৰিয়েই অসমলৈ ঘূৰি আহিল।

১৮৯৪ চনত হেমচন্দ্ৰ গোস্বামীয়ে গুৱাহাটীৰ সোণাৰাম হাইস্কুলত প্ৰধান শিক্ষকৰ পদবীৰে কৰ্মজীৱন আৰম্ভ কৰে। ইয়াৰ পাছতে হেমচন্দ্ৰ গোস্বামী এডৱাৰ্ড এলবাৰ্ট গেইট নামৰ ইংৰাজ চাহাবৰ সান্নিধ্যলৈ আহে। এই সান্নিধ্যই তেখেতৰ জীৱনৰ গতি সলনি কৰিলে। গেইট চাহাবে তেখেতক ইংৰাজ চৰকাৰৰ অধীনত সচিবালয়ৰ কাৰ্যালয়ত অসমৰ ঐতিহাসিক অনুসন্ধানৰ চাকৰি দিলে। পাছত তেখেতে ছাব ডেপুটি কলেক্টৰ আৰু শেষত ই.এ.চি পদলৈ পদোন্নতি লাভ কৰিছিল। শেষত গোস্বামীদেৱে অসম উপত্যকাৰ আয়ুক্ত বিশেষ সহকাৰী হিচাপে ছখন জিলাৰ প্ৰশাসনিক কামত সহায় কৰিবলগীয়া হৈছিল। অসমীয়া ভাষা-সাহিত্যৰ পূজাৰীগৰাকীয়ে কৰ্ম জীৱনৰ ফাকে ফাকে ভাষা জননীৰ সেৱা কৰি গৈছিল। আৰু এই কামত অধিক মনোযোগ দিবলৈ গৈ তেওঁ চৰকাৰী চাকৰিৰ পৰা আগতীয়াকৈ অৱসৰ গ্ৰহণ কৰিলে। (১৯২৫ চন)

হেমচন্দ্ৰ গোস্বামীয়ে কিশোৰ অৱস্থাৰ পৰাই সাহিত্যৰ জগতখনৰ লগত জড়িত হৈছিল। বিশেষকৈ নগাঁও হাইস্কুলত পঢ়ি থকা অৱস্থাত তেওঁ সেই সময়ৰ খ্যাতনামা সাহিত্যিক গুণাভিৰাম বৰুৱা, বলদেৱ মহন্ত, ৰত্নেশ্বৰ মহন্ত আদিৰ সান্নিধ্যলৈ আহিছিল। তেওঁলোকৰ সান্নিধ্যই তেখেতৰ ধমনীলৈ জাতীয় প্ৰেমৰ সত্তা প্ৰবাহিত কৰিছিল। সেয়ে শিশুকালতে গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু' কাকতৰ পাততে ১৮৮৫ চনত কৃষি বিষয়ক এটি প্ৰবন্ধ প্ৰকাশ কৰি সাহিত্যিক জীৱনৰ পাতনি মেলে। 'আসাম বন্ধু'ৰ পাততে তেওঁ কবি হিচাপেও আত্মপ্ৰকাশ কৰিছিল। গোস্বামীদেৱৰ সম্পাদনাত ১৯১৬ চনত 'অকণ' নামেৰে এখনি মাহেকীয়া শিশু আলোচনী প্ৰকাশ হৈছিল। সেয়ে প্ৰথমে তেখেতক এগৰাকী শিশু সাহিত্যিক হিচাপে আখ্যা দিব পৰা যায়।

ঊনবিংশ শতাব্দীৰ শেষলৈ কলিকতা হৈ পৰিছিল শিক্ষা, সংস্কৃতি, সাহিত্যৰ বিকাশৰ কেন্দ্ৰস্থল। ইয়াৰ কাৰণ আছিল যে ইংৰাজসকলে অসমতকৈ আগতে বংগদেশৰ ৰাজনৈতিক অধিকাৰ লাভ কৰিছিল। সেয়ে তাত আমাৰ অসমতকৈ আগতে পাশ্চাত্যৰ পোহৰ বিকিৰণ হৈছিল। সেইবাবে কিছুসংখ্যক অসমীয়া ডেকাই উচ্চ শিক্ষা লাভাৰ্থে কলিকতালৈ যাত্ৰা কৰাৰ দৰে হেমচন্দ্ৰ গোস্বামীও ১৮৮৮ চনত কলিকতাত উপস্থিত হৈছিল। তাতে তেখেতে লগ পাইছিল লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, কনকলাল বৰুৱা আদিক। কলিকতাত তেওঁলোকে উপলব্ধি কৰিছিল যে আন প্ৰদেশৰ তুলনাত অসমখন বহু দিশতে পিছপৰা। সেয়ে তেওঁলোকে কেৱল নিজৰ পাঠ্যপুথি অধ্যয়নতে আবদ্ধ নাথাকি অসমীয়া ভাষাৰ সমৃদ্ধিৰ বাবে 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা' (১৮৭২ চন) গঠন কৰিলে। এই সভাই ক্ৰমে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'লৈ (১৮৮৮) পৰিৱৰ্তন হ'ল। অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ উদ্দেশ্যসমূহ আছিল — (১) পুৰণি পুথি সংগ্ৰহ কৰা আৰু প্ৰকাশ কৰা, (২) অসমৰ সকলো শিক্ষানুষ্ঠানতে অসমীয়া ভাষা প্ৰচলন কৰা, (৩) অশুদ্ধ ব্যাকৰণ আৰু বৰ্ণ বিন্যাসৰ ঠাইত শুদ্ধ ব্যাকৰণ আৰু বৰ্ণ বিন্যাসৰ প্ৰচলন কৰা, (৪) সংস্কৃত বা আন ভাষাৰ পৰা ভাল পুথি অসমীয়ালৈ অনুবাদ কৰা, (৫) অসমৰ সামাজিক আৰু ধৰ্মীয় ৰীতি-নীতিৰ বৃত্তান্ত সংগ্ৰহ আৰু বুৰঞ্জী প্ৰণয়ন কৰা, (৬) সাহিত্য আৰু পাঠ্যপুথিৰ অভাৱ দূৰ কৰা ইত্যাদি।[2]

উল্লিখিত আঁচনিসমূহ কাৰ্যকৰী কৰিবৰ উদ্দেশ্যে অসমীয়া ভাষা উন্নতি সাধিনী সভা'ই এখন মুখপত্ৰ প্ৰকাশ কৰি উলিওৱাৰ





ব্যৱস্থা কৰিলে। তাৰ ফলশ্ৰুতিতে ১৮৮৯ চনত মাহেকীয়া মুখপত্ৰ 'জোনাকী'য়ে জন্মলাভ কৰিলে। 'জোনাকী'ৰ প্ৰথমগৰাকী সম্পাদকৰ দায়িত্ব বহন কৰিছিল চন্দ্ৰকুমাৰ আগৰৱালাই। কবি চন্দ্ৰকুমাৰ আগৰৱালাই প্ৰকৃতি বিষয়ক, জীৱন বিষয়ক, বিশ্বপ্ৰেম বিষয়ক কবিতা লিখি 'জোনাকী'ৰ জৰিয়তে অসমীয়া সাহিত্যক সমৃদ্ধ কৰে।

আনহাতে জোনাকীৰ জন্মলগ্নৰে পৰা জড়িত লক্ষ্মীনাথ বেজবৰুৱাক 'জোনাকী' যুগৰ সাহিত্যিকসকলৰ ভিতৰত 'মহাৰথী' আখ্যা দিব পৰা যায়। তেখেতে কাকতখনৰ যোগেদি অসমীয়াৰ জাতীয় চেতনা জগাই তোলাৰ অপৰিসীম চেষ্টা কৰিছিল। বেজবৰুৱাৰ কলমত প্ৰকাশ পাইছিল গল্প, নাটক, সাধুকথা, উপন্যাস, সাহিত্য সম্পৰ্কীয় বিভিন্ন লেখা। তদুপৰি তেওঁৰ হাস্যৰসাত্মক লিখনিসমূহ অসমীয়া সাহিত্যৰ সম্পদ। বাস্তৱিকতে বেজবৰুৱাই জোনাকী কাকতৰ জৰিয়তে অসমীয়া সাহিত্যৰ ভেটি গজগজীয়া কৰিলে। সেয়ে অসমীয়া সাহিত্যত উক্ত সময়ছোৱাক 'বেজবৰুৱা যুগ' বুলি চিহ্নিত কৰা হৈছে।

জোনাকী কাকতৰ দ্বিতীয় বৰ্ষত সম্পাদকৰ গুৰু দায়িত্ব বহন কৰিছিল হেমচন্দ্ৰ গোস্বামীদেৱে। তেখেতে কাকতখনৰ যোগেদি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক মুমূৰ্ষু অৱস্থাৰ পৰা প্ৰাণৱন্ত ৰূপ দিবলৈ অশেষ চেষ্টা কৰিছিল।

অসমীয়া নৱন্যাস সাহিত্যৰ নৌকাখনিৰ চালকৰ ভূমিকা গ্ৰহণ কৰা চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী এই তিনিগৰাকী সাহিত্যিকক অসমীয়া সাহিত্যৰ বুৰঞ্জীত 'ত্ৰিমূৰ্তি' আখ্যা দিছে। এই তিনিওগৰাকী সাহিত্যিকে 'জোনাকী'ৰ পাততে কাব্য সৃষ্টিত নতুনত্বৰ সূচনা কৰিলে। এই নতুনত্ব আছিল বিষয়বস্তু, ৰচনা কৌশল উভয় ক্ষেত্ৰতে। পুৰণি অসমীয়া সাহিত্যৰ ধৰাবন্ধা ৰীতি পদ্ধতি বিদায় দি তেওঁলোকৰ ৰচনাত পাশ্চাত্য সাহিত্যৰ কাব্যৰীতি প্ৰকাশ পাইছিল। সেয়ে নগেন শইকীয়াদেৱৰ ভাষাত ক'ব পাৰি, 'ঊনবিংশ শতাব্দীৰ শেষ আৰু বিংশ শতাব্দীৰ আৰম্ভণি আধুনিক অসমীয়া ভাষা সাহিত্যৰ আৰু আধুনিক অসমৰ সাংস্কৃতিক জীৱনৰ এটা সংক্ৰান্তিৰ সময়।'[3]

ৰোমাণ্টিক যুগৰ ত্ৰিমূৰ্তিৰ তৃতীয় গৰাকী কবিয়েই হ'ল হেমচন্দ্ৰ গোস্বামী। তেখেতৰ একমাত্ৰ কবিতা পুথিখন হৈছে 'ফুলৰ চাকি'। কবিতা পুথিখনত মুঠ চৌবিশটা কবিতা অন্তৰ্ভুক্ত হৈছে। তীৰ্থনাথ শৰ্মাৰ ভাষাত কবিতাসমূহ সংখ্যাৰ ফালৰ পৰা 'দেধাৰ নহ'লেও গুণত আমোলমণি'।[4] কবিয়ে নিজস্ব চিন্তাৰে কবিতাসমূহক আধুনিক সাজ পৰিধান কৰাবলৈ প্ৰয়াস কৰিছে। কবিতাসমূহ সহজ-সৰল আৰু ৰোমাণ্টিক ভাবধাৰাৰে সাৱলীল ভাষাত লিখা। সেয়ে ড° সূৰ্যকুমাৰ ভূঞাই গোস্বামীৰ কাব্য সংকলনখনিক 'আচল ফুলৰ চাকি' বুলি অভিহিত কৰিছে।[5]

উক্ত কবিতাপুথিত সন্নিবিষ্ট কবিতাসমূহ হৈছে - বিশ্বাস, জাহাজ, মন, সংসাৰত সুখ নাই, সংসাৰ সুখৰ ঠাই, স্তুতি, বিজুলী, প্ৰকৃতি, প্ৰকৃতিৰ স্তুতি, পেট, কবি আৰু বিজ্ঞান, মেঘদূত, দীপাৱলী, এটি কটাক্ষ, কাকো আৰু হিয়া নিবিলাওঁ,আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা, জাতীয় সংগীত, পুৱা, কাকুতি, এপাহি পদুম, প্ৰিয়তমাৰ চিঠি, হঁহা-কন্দা, ধৰা পৰা, স্বৰ্গীয় ৰত্নেশ্বৰ মহন্ত। এই কবিতাসমূহ কবিয়ে কিশোৰ অৱস্থাৰ পৰা প্ৰাপ্তবয়স্ক বয়সৰ ভিতৰত ৰচনা কৰা। উক্ত কবিতাসমূহৰ একাংশ ১৮৮৫-১৮৮৬ চনত প্ৰকাশিত 'আসাম বন্ধু' কাকতত, সৰহ সংখ্যক ১৮৮৯ চনত প্ৰকাশিত 'জোনাকী' কাকতত আৰু ১৯০৭ চনত প্ৰকাশিত 'ঊষা' কাকতত প্ৰকাশ পাইছিল।

হেমচন্দ্ৰ গোস্বামীদেৱৰ 'পুৱা' কবিতাটো এটা উল্লেখযোগ্য কবিতা। কবিতাটি 'জোনাকী'ৰ ৩য় বছৰ ১ম সংখ্যাত প্ৰকাশ পাইছিল। কবিতাটিত কবিয়ে পুৱাৰ এখনি মনোৰম চিত্ৰ অংকন কৰিছে। ই এটা প্ৰতীকধৰ্মী কবিতা। কবিতাটিত কবিয়ে 'জোনাকী'ক পুৱাৰ লগত তুলনা কৰিছে। 'জোনাকী' কাকতৰ জৰিয়তে ,অসমীয়া সাহিত্যত যি নৱজাগৰণৰ সূচনা হৈছে, সি যেন চিৰজ্যোতিষ্মান হয়, তাকে কবিয়ে কামনা কৰিছে —

"বৰষা অনন্তকাল জ্ঞানৰ পোহৰ
জ্যোতিৰ্ময়ী জোনাকী সবিতা।
বজোৱা অনন্ত কাল পঞ্চমত তুলি
বীণাপাণি কোমল কবিতা।"

হেমচন্দ্ৰ গোস্বামীৰ আন এটি উল্লেখযোগ্য কবিতা 'জাহাজ' এটি দেশপ্ৰেমমূলক কবিতা। ঊনবিংশ শতিকাৰ আৰম্ভণিতে ইংৰাজে আহি অসম দেশ শাসন কৰিবলৈ ল'লে। তেতিয়াৰ পৰা বিভিন্ন কাম-কাজৰ বাবে অসমত জাহাজৰ ব্যৱহাৰ কৰিছিল। কবিয়ে 'জাহাজ'ক প্ৰতীক হিচাপে লৈ ইয়াৰ যোগেদি পছিমীয়া সভ্যতা আৰু জ্ঞান-বিজ্ঞানৰ গৰিমা প্ৰকাশ কৰিছে।

আনহাতে কবিয়ে অনুভৱ কৰিছে যে যি সময়ত পছিমীয়া দেশসমূহে'স্বৰ্গতো অধিক জন্মভূমি' বুলি নিজৰ দেশক শক্তিশালী ৰূপত সজাই তুলিছে; সেই সময়ত ভাৰত তথা অসম পৰাধীনতাৰ কবলত পৰি জ্ঞানচৰ্চাৰ পৰা যেন বহু নিলগত নিদ্ৰামগ্ন হৈ আছে। সেয়ে কবিয়ে শেষত অতীত অসমৰ ঐশ্বৰ্যশালী ৰূপ মনত পেলাই দি অসমীয়াক পুনৰ জাগি উঠিবলৈ আহ্বান কৰিছে।

'পেট' - কবিগৰাকীৰ এটা খুহুটীয়া কবিতা। 'কাকুতি' হ'ল ৰহস্যবাদী কবিতা। কবিগৰাকীৰ এটি উল্লেখযোগ্য ৰচনা হৈছে 'আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা'। এই কবিতাটি হৈছে এটি শোকৰ কবিতা বা ইলিজি। অসম গৌৰৱ আনন্দৰাম বৰুৱাৰ অকাল মৃত্যুত শোকত ম্ৰিয়মান হৈ গোস্বামীদেৱে উক্ত কবিতা ৰচিছিল।

'জোনাকী' কাকতৰ প্ৰথম বছৰ দ্বিতীয় সংখ্যাত প্ৰকাশিত কবিতা 'কাকো আৰু হিয়া নিবিলাওঁ' এটা প্ৰেম সম্পৰ্কীয় কবিতা।

মানুহে কাৰোবাক সঁচাকৈ ভাল পাব পাৰেনে নোৱাৰে তাকে প্ৰমাণ চাবলৈ কবিয়ে নিজৰ হিয়া আনক সঁপি দিছে। কিন্তু প্ৰতি খোজতে উজুটি খাই তেওঁ দুখত ম্ৰিয়মান হৈ পৰিছে। ভালপোৱা শব্দটো তেওঁৰ বাবে অৰ্থহীন হৈ পৰিছে। ফলত তেওঁ সিদ্ধান্ত লৈছে যে ‘কাকো আৰু হিয়া নিবিলাওঁ’।

হেমচন্দ্ৰ গোস্বামীয়ে পাশ্চাত্যৰ নৱন্যাস আন্দোলনৰ পূৰ্ণ জোনাক অসমীয়া সাহিত্যত প্ৰতিষ্ঠা কৰাৰ মানসেৰে পোন প্ৰথমে পাশ্চাত্যৰ চনেট বা চতুৰ্দশপদী কবিতাক অসমীয়া সাহিত্যত ৰঙা দলিচা পাৰি বহুৱালে। তেখেতে ত্ৰয়োদশ শতাব্দীত জন্ম হোৱা ইটালিয়ান চনেট বা চতুৰ্দশপদী কবিতাৰ আৰ্হিত ‘প্ৰিয়তমাৰ চিঠি’ নামৰ চতুৰ্দশপদী কবিতা ৰচিলে।

‘চনেট’ হৈছে গীতি-কবিতাৰ এটা বিভাগ। গীতি-কবিতাৰ দৰে চনেটত এটি অনুভূতি সামগ্ৰিক ৰূপত প্ৰকাশ পায়। এই আবেগ-অনুভূতিক চৈধ্যটা পংক্তিৰ ভিতৰতে পৰিসমাপ্তি ঘটাব লাগিব। ভাবৰ সংহতি আৰু সামঞ্জস্যও বজাই ৰাখিব লাগিব।[৫] ভাৰতত প্ৰথম বংগৰ কবি মাইকেল মধুসূদন দত্তই ইটালীয় চনেট (Sonnet)ক চতুৰ্দশপদী কবিতাৰ নাম দি চনেট ৰচনা কৰিছিল। গোস্বামীদেৱে তেখেতৰ আৰ্হিতে চতুৰ্দশপদী কবিতা ৰচনা কৰিছিল। চনেট কবিতাত দুটা অংশ থাকে। প্ৰথম অংশটো পংক্তিৰে গঠিত হয়। ইয়াক কোৱা হয় অষ্টক। প্ৰথম আঠোটা পংক্তিৰ অন্ত্যমিল এনেধৰণৰ — ক খ খ ক, ক খ খ ক। দ্বিতীয় অংশৰ ছটা পংক্তিৰ অন্ত্যমিল এনেধৰণৰ — গ ঘ, গ ঘ, গ ঘ। ‘প্ৰিয়তমাৰ চিঠি’ৰ অষ্টক আৰু ষটকৰ একাংশৰ স্বৰূপটি এনেধৰণৰ ঃ

অষ্টক

‘সৌন্দৰ্যৰ বুকুৰ কাচলি উদঙাই, ।। ক।।<br>
প্ৰকৃতিৰ চোঁ ঘৰ চালো পিত্‌পিত; ।। খ।।<br>
কুকুৰা ঠেঙীয়া এই আখৰকিটিত ।। খ।।<br>
যি অমিয়া ঘঁহা আছে, ক’তো আৰু নাই।।’ ।। ক।।

ষটক

ফুল ফুলে, সৰি যায়, শুকায় বননি ।। গ।।<br>
বসন্তৰ কুঁহিপাত ৰ’দত লেৰেলে। ।। ঘ।।<br>
তোমাৰ চিঠিয়ে, প্ৰিয়ে, জানে কি মোহিনী ।। গ।।<br>
নিতৌ নোহোৱা বাহী, ন ন ফুল মেলে। ।। ঘ।।

উল্লিখিত কবিতাটিত গোস্বামীদেৱে ইটালীয় আৰু পেট্ৰাৰ্কীয় দুয়োটা ৰীতিকে গ্ৰহণ কৰিছে। কবিতাটোত কবিয়ে সাধাৰণ বিষয় বস্তু এটা গ্ৰহণ কৰি তাত অসামান্য প্ৰেম ঢালি সৌন্দৰ্যৰ সমাহাৰ ঘটাইছে। য’ত প্ৰেয়সীৰ কুকুৰাঠেঙীয়া আখৰ কেইটিৰ মাজত থকা প্ৰেম-ভালপোৱা-সৌন্দৰ্য নিহিত আছে। য’ত কবিৰ আমনি নালাগে আৰু



কবিৰ হৃদয়ত হেঁপাহৰ ভোটা তৰা জ্বলে। ইটালীয় চনেটৰ আৰ্হিত লেখা কবিতাটিয়ে কবিৰ দক্ষতা পুৰা দাবী কৰিব পাৰে। সাহিত্যিক বেণুধৰ শৰ্মাদেৱে কৈছিল, ‘হেমচন্দ্ৰ গোস্বামী তেনেই লেহেৰা বিধৰ কবি নাছিল।’ আনহাতে কবিগৰাকীৰ ৰচিত চনেট কবিতা সম্পৰ্কে সাহিত্যিক পদ্মনাথ গোহাঞিবৰুৱাই ‘জুৰণি’ত লিপিবদ্ধ কৰিছে —

“চনেট চানেকি আঁকি পোন প্ৰথমতে<br>
প্ৰকৃতিৰ চোঁ ঘৰ চাই পিত পিত<br>
অসমীয়া সাহিত্যৰ ভঁৰালত থিত্<br>
নতুন সম্ভাৰ এটি কৰিলা লাচতে।”

গোস্বামীদেৱৰ আৰু দুটি চনেট হৈছে ‘হঁহা কন্দা’ আৰু ‘স্বৰ্গীয় ৰত্নেশ্বৰ মহন্ত’।

হেমচন্দ্ৰ গোস্বামীৰ কিছু সংখ্যক কবিতাত পছিমীয়া সুৰ ভাহি উঠে যদিও এইবোৰত অসমৰ মাটি-পানীৰ গোন্ধ পোৱা যায়। যাৰ বাবে এইবোৰক জাতীয় সম্পদৰূপে স্বীকৃতি দিয়া হৈছে। এই ক্ষেত্ৰত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে মন্তব্য দিছে এইদৰে, ‘গাছেৰ গোৰায় বিদেশী সাৰ দিলেয় গাছ বিদেশী হয় না। যে মাটি তাৰ স্বদেশী, তাৰ মূলগত প্ৰাধান্য থাকিলে ভাৱনা নেই।’[৬] গোস্বামীদেৱে তেখেতৰ গীতিধৰ্মী কবিতাসমূহৰ বাক্য-গাঁথনিত জটিলতা পৰিহাৰ কৰিছে। তেখেতৰ কবিতাত সেই সময়ত স্থানীয়ভাৱে ব্যৱহৃত হোৱা কেতবোৰ শব্দৰ ব্যৱহাৰ দেখা গৈছে। যিবোৰ বৰ্তমান অপ্ৰচলিত। উদাহৰণস্বৰূপে - ভেবুৰা, ফাহাফুহা, হুতাশীল, ঘৈয়াই, ঢোপাকলি, দুখ লখ, নুসুতাই, সুতুৰাত, ধুমখুলি ইত্যাদি।

‘জোনাকী’ৰ জৰিয়তে গোস্বামীদেৱে কাব্য সৃষ্টিৰ যি নতুন ধাৰা সৃষ্টি কৰি গ’ল, তাক অনুকৰণ কৰি বহু কবি-সাহিত্যিকে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছিল।

হেমচন্দ্ৰ গোস্বামীদেৱে কেৱল কবিতা ৰচনাতে আৱদ্ধ নাথাকি এজন গীতিকাৰ ৰূপেও আত্মপ্ৰকাশ কৰিছিল। তেখেতে ৰচনা কৰা গীতসমূহ ১৯০৭ চনত পদ্মনাথ গোহাঞি বৰুৱাই সম্পাদনা কৰা ‘উষা’ কাকতত (প্ৰথম আৰু দ্বিতীয় খণ্ডত) প্ৰকাশ পাইছিল। গীত (স্বৰ্গীয় লক্ষেশ্বৰ শৰ্মাৰ মৃত্যু উপলক্ষে ৰচিত), গীত (মাধৱদেৱৰ তিথি উপলক্ষে), সৰস্বতী তুতি (অৰুণ, প্ৰথম বছৰ, ১৯১৪) আদি গীতসমূহ বিভিন্ন উপলক্ষত গোস্বামীদেৱে ৰচনা কৰিছিল তথা পৰিবেশন কৰাইছিল। এই গীতসমূহৰ সুৰ, ৰাগ দিছিল সেই সময়ৰ সংগীতজ্ঞ, সুৰকাৰ লক্ষীৰাম বৰুৱাদেৱে। মাধৱদেৱৰ তিথি উপলক্ষে ৰচনা কৰা গীতটি এটি প্ৰশস্তিমূলক ৰচনা। গীতটি তেজপুৰত অনুষ্ঠিত মাধৱদেৱৰ তিথিত পৰিবেশন কৰোৱা হৈছিল। ‘সৰস্বতী তুতি’ গীতটি বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱী সৰস্বতীৰ পূজাৰ উপলক্ষত ৰচনা কৰিছিল। জ্ঞান আহৰণৰ ক্ষেত্ৰত দেৱী সৰস্বতীৰ কৰুণাৰ প্ৰয়োজন। সেয়ে কবিয়ে গীতটি বিদ্যালয়ৰ ছাত্ৰৰ উপযোগীকৈ আগ বঢ়াইছে। ছাত্ৰসকলে প্ৰাৰ্থনা কৰিছে —





‘লোকে বোলে সৰস্বতী আমি বোলো আই<br>
পাহৰোঁ যিখিনি যেন দিবা সোঁৱৰাই।’

হেমচন্দ্ৰ গোস্বামীদেৱে কাব্য চৰ্চাৰে সাহিত্যিক জীৱন আৰম্ভ কৰিলেও পাছত তেখেতে অসমীয়া ভাষা সাহিত্যৰ ঐতিহ্য ৰক্ষাৰ বাবে উঠি-পৰি লাগিছিল। যাৰ ফলস্বৰূপে তেখেত এগৰাকী সফল প্ৰবন্ধকাৰৰূপে প্ৰতিষ্ঠিত হৈছিল। জোনাকী কাকতত তেখেতে যথেষ্ট প্ৰবন্ধ-পাতি লিখি অসমীয়া ভাষাৰ প্ৰাণ প্ৰতিষ্ঠাত অৰিহণা যোগাইছিল। ১৮৭৩ চনৰ পৰা অসমীয়া ভাষাই ৰাজ্যিক ভাষা হিচাপে পুনৰ মৰ্যাদা লাভ কৰিলেও ৰাজ্যখনৰ পৰা বঙলা ভাষাৰ বিষ মাৰ যোৱা নাছিল। সেয়ে গোস্বামীদেৱে অসমীয়া ভাষাক পুনৰ সবল ৰূপত প্ৰতিপন্ন কৰিবলৈ যথেষ্ট যুঁজ দিছিল। এই প্ৰক্ৰিয়াৰ প্ৰথম খোজ হিচাপে অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ দ্বিতীয় বাৰ্ষিক অধিৱেশনত (১৮৯০) ‘অসমীয়া ভাষা’ শীৰ্ষক এটি দীঘলীয়া প্ৰবন্ধ পৰিবেশন কৰিছিল। উক্ত প্ৰবন্ধত তেখেতে অসমীয়া ভাষাৰ উৎপত্তি আৰু ইয়াৰ বৈশিষ্ট্যৰ বিষয়ে আলোচনা কৰিছে। খ্ৰীষ্টীয় সাত শতিকাত চীনা পৰিব্ৰাজক হিউৱেন চাং ভাৰত ভ্ৰমণ কৰিবলৈ আহি যি বিৱৰণী লিখিছিল তাত কামৰূপ অঞ্চলৰ ভাষা বংগ, বিহাৰ আদিৰ অঞ্চলতকৈ পৃথক আছিল। উক্ত তথ্যৰ আলম লৈ গোস্বামীদেৱে স্পষ্টকৈ বুজাব বিচাৰিছে যে অসমীয়া ভাষা বঙালী ভাষাৰ ঠেঙুলি নহয়। ‘অসমীয়া ভাষা পুৰাতন কামৰূপত বসতি কৰিবলৈ অহা আৰ্যবিলাকৰ ভাষাৰে ৰূপান্তৰ মাথোন।’[৭] অসমীয়া ভাষাৰ উৎপত্তিৰ পৰা আৰম্ভ কৰি ইংৰাজৰ ৰাজত্বলৈকে সুদীৰ্ঘ সময়ছোৱাক তেখেতে তিনিটা ভাগত ভগাইছে। প্ৰথম ভাগত অসমীয়া ভাষাৰ উৎপত্তিৰ পৰা শংকৰদেৱৰ জন্মলৈকে, দ্বিতীয় ভাগত শংকৰদেৱৰ আবিৰ্ভাৱৰ পৰা ইংৰাজে অসম অধিকাৰ কৰালৈকে আৰু তৃতীয় ভাগত ব্ৰিটিছে অসমত খোপনি লোৱাৰ পৰা বৰ্তমানলৈকে সময় সীমা বান্ধি প্ৰতিছোৱা সময়ৰে অসমীয়া ভাষা সাহিত্যৰ বিষয়ে গভীৰভাৱে আলোচনা কৰিছিল। ‘অসমীয়া ভাষা’ শীৰ্ষক এই প্ৰবন্ধটি ‘জোনাকী’ কাকতত ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। সেই সময়ত এই প্ৰবন্ধটোৱে বিশেষকৈ বাঙালী পণ্ডিতৰ মাজত আলোড়ন সৃষ্টি কৰিছিল। এই সম্পৰ্কে স্বনামধন্য সাহিত্যিক বেণুধৰ শৰ্মাদেৱে ‘অৰ্ঘাৱলী’ পুথিত লিখিছে, “সেই সময়তে ‘প্ৰবাসৰ অস্ফুট স্মৃতি’ নামে এখনি ভ্ৰমণমূলক পুস্তিকা প্ৰকাশ হয়। গ্ৰন্থকাৰজন অসমীয়া ভাষাতংকগ্ৰস্ত বুলি তেওঁৰ লেখাৰ পৰা ভালকৈ বুজিব পাৰি। পুস্তিকাখনি সৰু হ’লেও বিষৰ কি সৰু বৰ আছে? এৱেঁই পুস্তিকাত থুনুবাই যিযাৰ মাত দিছিল, সেই যাৰেই বংগ সাহিত্য পত্ৰিকাৰ লব্ধপ্ৰতিষ্ঠ সম্পাদক আৰু বংগীয় সাহিত্য পৰিষদ পত্ৰিকাৰ সম্পাদক স্বনামধন্য ৰজনীকান্ত গুপ্তৰ মুখতো ঘিটিঙাই বাজিছিল।” উক্ত পুথিতে আৰু প্ৰকাশ পাইছিল — ‘সম্প্ৰতি আসামী ভাষায় লিখিত ‘জোনাকী’ নামক সাময়িক পত্ৰে ‘অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা’ৰ সম্পাদক, ধীমান শ্ৰীযুক্ত হেমচন্দ্ৰ গোস্বামী মহাশয়; বঙ্গালা ও আসামী ভাষাৰ স্বাতন্ত্ৰ্য প্ৰতিপাদনে ততোধিক পাণ্ডিত্য প্ৰকাশ কৰিয়াছেন।’[৮]

হেমচন্দ্ৰ গোস্বামীদেৱে ১৯২০ চনত অসম সাহিত্য সভা আৰু ১৯২২ চনত অসম ছাত্ৰ সন্মিলনত প্ৰদান কৰা সভাপতিৰ ভাষণ দুটিৰ যথেষ্ট সাহিত্যিক মূল্য আছে। তেখেতে বহু কেইখন আলোচনী বা কাকতত ভালেসংখ্যক সাহিত্যিক মূল্যবিশিষ্ট প্ৰবন্ধ-পাতি প্ৰকাশ কৰিছিল। এই প্ৰবন্ধসমূহ হৈছে — মহাৰাজ ৰুদ্ৰসিংহৰ দিনত অসম (জোনাকী, প্ৰথম বছৰ, ১৮৮৯ চন), শ্যান জাতি (বাঁহী, ১৮শ বছৰ, ষষ্ঠ সংখ্যা, ১৮৫১ শক), আহোম বুৰঞ্জীৰ পাতদিয়েক (বাঁহী, ১৮শ আৰু ১৯শ বছৰ, ১৮৫১-৫২ শক), কলিতা ৰজা (বাঁহী, সপ্তম বছৰ, ১০ম সংখ্যা, ভাদ ১৮৩৮ শক), হায়ংথল (জোনাকী, নতুন খণ্ড, দ্বিতীয় বছৰ, আহাৰ ৮২৬), শৰাইঘাটৰ যুদ্ধ (উষা, পহিলা খণ্ড অষ্টম সংখ্যা), অসম বুৰঞ্জীৰ টোকা আদি। ‘শ্যান জাতি’ত গোস্বামীদেৱে শ্যান বা টাই জাতি আহি অসমত থিতাপি লোৱা আৰু তেওঁলোকৰ ৬০০ বছৰীয়া ৰাজত্বৰ কথা বৰ্ণনা কৰিছে। ‘বুৰঞ্জীৰ পাতদিয়েক’ত চক্ৰধ্বজ সিংহ, উদয়াদিত্য, গদাধৰ, ৰুদ্ৰসিংহ, ৰাজেশ্বৰ সিংহ আদি ৰজাসকলৰ ৰাজনৈতিক কথা, বিষয়াৰ কথা প্ৰকাশ কৰিছে। ‘শৰাইঘাটৰ যুদ্ধ’ শীৰ্ষক প্ৰবন্ধত লাচিত বৰফুকনৰ স্বদেশ প্ৰেমৰ কথা মূৰ্ত হৈ উঠিছে। উক্ত প্ৰবন্ধৰ দ্বাৰা অনুপ্ৰাণিত হৈ বেজবৰুৱাই ‘চক্ৰধ্বজ সিংহ’ নামৰ ঐতিহাসিক নাটক আৰু পদ্মনাথ গোহাঞি বৰুৱাই ‘লাচিত বৰফুকন’ নাট ৰচিছিল।

উল্লিখিত প্ৰবন্ধসমূহৰ যোগেদি গোস্বামীদেৱে অসমৰ জনগণক স্বদেশ প্ৰেমেৰে উদ্বুদ্ধ কৰিবলৈ চেষ্টা কৰিছিল আৰু সফলো হৈছিল। ইতিহাস সম্বলিত প্ৰবন্ধসমূহৰ কাৰণে তেখেতক এগৰাকী ইতিহাসবিদ হিচাপেও আখ্যা দিব পাৰি।

হেমচন্দ্ৰ গোস্বামীয়ে এগৰাকী সুদক্ষ প্ৰত্নতত্ত্ববিদ হিচাপেও গুৰুত্বপূৰ্ণ আসন লাভ কৰিছে। ইংৰাজসকলে অসমত নিজৰ শাসন নিকপ্‌কপীয়া কৰাৰ আঁচনিৰ অংশ হিচাপে (১৮৯৪ চনৰ ১৮ জুলাইত) চীফ কমিছনাৰ মিঃ চি.জে. লায়ালৰ জৰিয়তে অসমৰ পুৰাতত্ত্ব অনুসন্ধানৰ প্ৰস্তাৱ আগ বঢ়াইছিল। সেয়ে লায়ালে অসমৰ ঐতিহাসিক সমলসমূহ সংগ্ৰহ কৰিবলৈ অসম কেডাৰৰ দক্ষ বিষয়া এড্‌ৱাৰ্ড গেইটক দায়িত্ব অৰ্পণ কৰিলে। গেইট চাহাবে পুৰাতত্ত্ব অনুসন্ধানৰ বাবে অসমত সিঁচৰতি হৈ থকা পুৰণি মুদ্ৰা, লিপি, বুৰঞ্জীমুলক নথিপত্ৰ, ধৰ্মগ্ৰন্থ আদি উদ্ধাৰ কৰিবলৈ আঁচনি প্ৰস্তুত কৰিলে আৰু উদ্ধাৰ অভিযানত অসমৰ বিভিন্ন জিলাৰ পৰা সৰ্বমুঠ ১৭ খন পুথিহে সংগ্ৰহ কৰিব পাৰিলে। এই উদ্ধাৰ কাৰ্যত তেখেতক হেমচন্দ্ৰ গোস্বামীদেৱে সহায় কৰিছিল। কিন্তু গোস্বামীদেৱে অনুভৱ কৰিছিল যে অসমৰ বিভিন্ন স্থানত বহুতো পুথি-পাঁজি তেতিয়াও উদ্ধাৰ কৰিবলৈ বাকী আছে। সেয়ে তেওঁ এই বিষয়ে সেই সময়ৰ



কটন কলেজৰ অধ্যক্ষ চুডমাৰ্চন চাহাবক জনাইছিল আৰু কৈছিল যে এগৰাকী দায়িত্বশীল বিষয়াক পুথি সংগ্ৰহৰ কামত নিযুক্তি দিলে উচিত ফল পোৱা যাব। ফলশ্ৰুতি হিচাপে চুডমাৰ্চন চাহাব এই বিষয়ে ওপৰৰ ইংৰাজ বিষয়াৰ লগত মিলিত হ'ল। ১৯১২ চনত তেতিয়াৰ চীফ্ কমিছনাৰ ছাৰ আৰ্চডেল আৰ্লে গোস্বামীদেৱকে পুথি সংগ্ৰহৰ দায়িত্ব অৰ্পণ কৰিলে। গোস্বামীদেৱৰ এই নিযুক্তিক 'টাইমচ অব আসাম' কাকতে যোগ্য ব্যক্তিক এই দায়িত্ব অৰ্পণ কৰা হৈছে বুলি সন্তোষ প্ৰকাশ কৰিছিল। দায়িত্ব গ্ৰহণ কৰি গোস্বামীদেৱ অতি নিষ্ঠাৰে অসমৰ অ'ত-ত'ত সিঁচৰতি হৈ থকা পুথি-পাঁজি সংগ্ৰহ অভিযানত নামি পৰিল। অৱশেষত সমগ্ৰ ৰাজ্যখনৰ পৰা বাৰশখনমান পুথি সংগ্ৰহ কৰিলে। আৰু এই পুথিসমূহ লগ কৰি এখন গ্ৰন্থ প্ৰস্তুত কৰিলে। এই গ্ৰন্থখনৰ বিৱৰণমূলক তালিকা (ইংৰাজীত) প্ৰস্তুত কৰোঁতে প্ৰথমে সংগ্ৰহ কৰা পুথিৰ ক্ৰমিক নম্বৰ, পুথিৰ নাম, পুথিৰ বিষয়, গ্ৰন্থকাৰৰ নাম, লেখাৰ সময়, পুথিৰ বিৱৰণ, আৰম্ভণী শাৰী, সামৰণী শাৰী, টোকা, পুথিৰ বৰ্তমান মালিক, পুথি সম্পৰ্কে মন্তব্য ইত্যাদি সম্পৰ্কে গুৰুত্ব দিছিল আৰু গ্ৰন্থখনৰ নাম দিছিল 'অসমীয়া হাতেলিখা পুথিৰ বৰ্ণনাত্মক তালিকা' ('A Descriptive Catalogue of Assamese Manuscripts')। গোস্বামীদেৱৰ এই পুথিখনৰ সম্পৰ্কত পি.আৰ.টি গৰ্ডন চাহাবে লিখিছিল 'The Descriptive Catalogue of Assamese Literature was the work of Hem Chandra Goswami's alone, and it is on great achivement that his fame will probably rest and go down to posterity.'

তেখেতে সংগ্ৰহ কৰা পুথিবোৰ ভালদৰে সংৰক্ষণ কৰিবলৈ ১৯১২ চনৰ ৭ এপ্ৰিলত গুৱাহাটীত 'কামৰূপ অনুসন্ধান সমিতি' প্ৰতিষ্ঠা কৰে। তেখেতে ১৩৩৪ খন সাঁচিপতীয়া পুথি একাদিক্ৰমে সজাই-পৰাই তাৰে ২২৩ খন পুথি ইংৰাজী ভাষাত সম্পাদনা কৰি উলিয়াইছিল।

সেই সময়ৰ কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আছিল ছাৰ আশুতোষ মুখাৰ্জী। তেখেতৰ প্ৰচেষ্টাতে কলিকতা বিশ্ববিদ্যালয়ৰ এম.এ মহলাত 'অসমীয়া' ভাষাই পঠনীয় বিষয় হিচাপে স্থান লাভ কৰিছিল। ইতিমধ্যে উক্ত বিশ্ববিদ্যালয়ত মূলতঃ গোস্বামীদেৱৰ প্ৰচেষ্টাতে অসমীয়া ভাষা সাহিত্যই বি.এ. মহলাৰ অধ্যয়নৰ বিষয় হিচাপে স্বীকৃতি লাভ কৰিছিল। গোস্বামীদেৱে উক্ত শ্ৰেণীৰ বাবে গ্ৰন্থ বাছনি কৰি যোগান ধৰিছিল। আকৌ তেওঁকে এম.এ মহলাৰ বাবে গ্ৰন্থ প্ৰণয়নৰ দায়িত্ব আশুতোষ মুখাৰ্জীয়ে প্ৰদান কৰিলত গোস্বামীদেৱে পৰম শ্ৰদ্ধাৰে গ্ৰহণ কৰিছিল। উপাচাৰ্য মুখাৰ্জীৰ পৰামৰ্শমৰ্মে গোস্বামীদেৱে অসমীয়া সাহিত্যৰ আৰম্ভণিৰে পৰা বৰ্তমানলৈকে সকলো যুগ, সকলো প্ৰকাৰৰ সাহিত্য-কৰ্ম সম্বলিত এখনি আটকধুনীয়া গ্ৰন্থ প্ৰস্তুত কৰিলে। গোস্বামীদেৱে ১৯১৮ চনৰ পৰা আৰম্ভ কৰি ১৯২১ চনলৈকে নিৰলস প্ৰচেষ্টাৰে 'অসমীয়া সাহিত্যৰ চানেকি' বা 'Typical Selection from Assamese Literature'নামৰ এই গ্ৰন্থখনি লিখি উলিয়াইছিল। ধনৰ অভাৱৰ কাৰণে কলিকতা বিশ্ববিদ্যালয়ে বৃহৎ গ্ৰন্থখন প্ৰকাশ কৰিব পৰা নাছিল। কিন্তু আশুতোষ মুখাৰ্জীয়ে নিজেই কিতাপখনৰ দায়িত্ব গ্ৰহণ কৰি ভোলানাথ বৰুৱা অৰ্থ সাহায্যৰে সাতোটা খণ্ডৰ বিশাল গ্ৰন্থখনি প্ৰকাশ কৰি উলিয়ালে। পুথিখনত অন্তৰ্ভুক্ত হৈছে —গীতি যুগ, মন্ত্ৰ আৰু ভনিতা যুগ, প্ৰাক্ বৈষ্ণৱ যুগৰ সাহিত্য, বৈষ্ণৱ যুগৰ সাহিত্য, বিস্তাৰ যুগৰ সাহিত্য আৰু বৰ্তমান যুগৰ সাহিত্য।

অতি পৰিতাপৰ কথা যে গোস্বামীদেৱে জীৱিত কালতে গ্ৰন্থখনিৰ ছপা ৰূপটি দেখিবলৈ নাপালে। ১৯২৮ চনৰ ২ মে' তাৰিখে পণ্ডিত হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়া স্বৰ্গগামী হয়। তেখেতৰ মৃত্যুৰ পাছত ১৯২৯ চনৰ ছেপ্টেম্বৰত ড° সূৰ্যকুমাৰ ভূঞাৰ সম্পাদনাত 'অসমীয়া সাহিত্যৰ চানেকি' কলিকতাৰ পৰা প্ৰকাশিত হয়। আৰু উক্ত পুথিখনেই কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ অসমীয়া ভাষাৰ পাঠক্ৰম হিচাপে গৃহীত হয়। অসম গৌৰৱ গোস্বামীদেৱৰ প্ৰচেষ্টাতে অসমীয়া ভাষা ভাৰতীয় শ্ৰেষ্ঠ ভাষাৰ শাৰীলৈ উন্নীত হ'ল।

পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে ১৯১৮ চনত ভট্টদেৱ বিৰচিত 'কথা-গীতা' সম্পাদনা কৰি প্ৰকাশ কৰিছিল। গোস্বামীদেৱে অ, ভ, উ, সা সভাৰ ১৯১৮ চনৰ ২২ জুলাইত গুৱাহাটীৰ বৈঠকত ভট্টদেৱৰ জীৱনী পাঠ কৰিছিল। এই জীৱনী তেখেতে 'কথা গীতা' গ্ৰন্থখনিত সন্নিবিষ্ট কৰিছে। উক্ত গ্ৰন্থখনিৰ যোগেদি অসমীয়া সাহিত্যৰ গদ্য বুৰঞ্জী বঙলা বা অন্য ভাষাতকৈ প্ৰাচীন সেই কথাই সুন্দৰকৈ প্ৰতিপন্ন কৰিছিল। পণ্ডিতগৰাকীয়ে ১৪৮০-১৫৬০ শককে ভট্টদেৱৰ ৰচনা কাল বুলি ঠিৰাং কৰি গৈছে।[9] 'কথা গীতা' পঢ়ি ১৯১৯ চনত বংগৰ সন্তান আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে বঙলা ভাষাতকৈ অসমীয়া ভাষাৰ পদ্য যে বহুত পুৰণি সেই কথা স্বীকাৰ কৰি কৈছিল, 'Indeed the prose Gita of Bhattadeva composed in the sixteenth century is unique of its kind. I had an opportunity of coming across an excellent edition of this book, which we owe to the patriotism and scholarship of Pandit Hem Chandra Goswami. It is a priceless treasure.'তেখেতে ভট্টদেৱক চৈতন্যদেৱৰ সমসাময়িক বুলি মন্তব্য আগ বঢ়ালে। এয়া আছিল গোস্বামীদেৱে মাতৃভাষা প্ৰতিষ্ঠাৰ কাৰণে কৰি অহা যুঁজখনৰে সফলতা। গোস্বামীদেৱে ভট্টদেৱৰ 'কথা ভাগৱত'ও সম্পাদনা কৰিছিল। কিন্তু তেখেতে এইখনৰ প্ৰকাশ দেখি নগ'ল।

অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰা ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া হেমকোষ' অভিধানখনি অসমীয়া ভাষা শিকাৰুৰ





বাবে 'গীতা'স্বৰূপ। বৰুৱাদেৱে জীৱনজোৰা সাধনাৰে অভিধানখনি লিখি উলিয়ালে যদিও দুখৰ কথা যে তেখেতে ইয়াৰ ছপা ৰূপটো দেখিবলৈ নাপালে। ১৮৯৬ চনৰ ২৮ এপ্ৰিলত হেমচন্দ্ৰ বৰুৱাদেৱে ইহ সংসাৰৰ পৰা বিদায় মাগিলে। তেখেতৰ আধৰুৱা স্বপ্ন বাস্তৱায়িত কৰিবলৈ আগ বাঢ়ি আহে সেইসময়ত ছাবডেপুটি কলেক্টৰ হিচাপে শ্বিলঙত কাৰ্যনিৰ্বাহ কৰি থকা হেমচন্দ্ৰ গোস্বামীদেৱ। গোস্বামীদেৱৰ প্ৰচেষ্টা আৰু গেইট চাহাবৰ সহযোগত ১৮৯৭ চনৰ জানুৱাৰী মাহত 'হেমকোষ'ৰ ছপা আৰম্ভ হয়। কিন্তু সেই বছৰতে অহা বৰ ভুঁইকঁপত হেমকোষ ছপা কৰা ছপাখানাটো ভাগি তাৰ কাগজ-পত্ৰবোৰ নষ্ট হয়। হাতেলিখা হেমকোষখন গেইট চাহাবে নিজেই ফটা-ছিটা আৰু জুৰুলা অৱস্থাত ভগা ঘৰৰ এদম জাবৰত উদ্ধাৰ কৰে। ইয়াৰ পাছতেই ১৮৯৭ চনৰ ৪ নৱেম্বৰ তাৰিখে গেইট চাহাব অসম এৰি যায়। তেখেতৰ পাছত অসম উপত্যকাৰ ডেপুটি কমিছনাৰ হিচাপে আহে পি.আৰ গৰ্ডন চাহাব। গোস্বামীদেৱে হেমকোষৰ অসমীয়া অংশ সম্পাদনা কৰাৰ বিপৰীতে ইংৰাজী অংশ সম্পাদনা কৰিছিল অসম অসমীয়াৰ পৰম হিতৈষী কৰ্ণেল গৰ্ডন চাহাবে। ভুঁইকঁপত ইটা-মাটিৰ তলত অনেক দিন পৰি থকা আৰু বৰষুণত তিতাৰ ফলত তাপলিৰ ওপৰত তাপলি মৰা 'হেমকোষ'খন অনেক কষ্টৰে সম্পাদনা কৰিব লগা হৈছিল। অৱশেষত হেমচন্দ্ৰ গোস্বামী আৰু গৰ্ডন চাহাবৰ বিৰামহীন যুটীয়া পৰিশ্ৰমৰ অন্তত ১৯০০ চনত 'হেমকোষ' অভিধান প্ৰকাশ হৈ ওলাল।

সাহিত্যিক বেণুধৰ শৰ্মাদেৱে 'পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী'ত গোস্বামীদেৱৰ ভালেকেইখন অপ্ৰকাশিত ৰচনাৱলীৰ সম্ভেদ দিছে। মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱকে আদি কৰি অন্যান্য নাট্যকাৰসকলে ৰচনা কৰা নাটকসমূহ গোস্বামীদেৱে একত্ৰ ৰূপত সম্পাদনা কৰি প্ৰকাশ কৰাৰ আয়োজন কৰিছিল। কিন্তু নিয়তিয়ে তেখেতক এইখিনি সম্পন্ন কৰিবলৈ নিদিলে। তেখেতৰ মৃত্যুৰ পাছত উক্ত নাট্যসংকলনৰ কেইটামান খণ্ড প্ৰকাশ পাইছে। প্ৰকাশ পোৱা নাটককেইখন হৈছে - কালিয় দমন, পত্নী প্ৰসাদ, ৰাসক্ৰীড়া, ৰুক্মিণী হৰণ, শ্ৰীৰামবিজয় নাট, পাৰিজাত হৰণ, চোৰধৰা ঝুমুৰা ইত্যাদি।

হেমচন্দ্ৰ গোস্বামীদেৱে ৰাজ সাহায্যত হস্তী-বিদ্যাৰ্ণৱ, কামৰত্ন-তন্ত্ৰ, ডাকভণিতা, অসমৰ দুখন বুৰঞ্জী, ঐতিহাসিক চিঠিপত্ৰ আদি ইংৰাজীলৈ অনুবাদ কৰি অসমীয়া সম্পদৰ উন্নয়ন সাধন কৰিছিল। তেখেতে 'বৰ অসম' নিৰ্মাণৰ হেতু গোৱালপাৰাত অসমীয়া ভাষা প্ৰচলন কৰিছিল।

গোস্বামীদেৱে আনন্দৰাম বৰুৱা, গুণাভিৰাম বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা আদিৰ জীৱনী ৰচনা কৰি এগৰাকী জীৱনী লেখক হিচাপেও কৃতিত্ব অৰ্জন কৰিছিল।

গোস্বামীদেৱৰ ডায়েৰীৰ একাংশ মাধৱ বেজবৰুৱা সম্পাদিত 'বাঁহী'ৰ পাতত প্ৰচাৰ হৈছিল। যিবিলাকত সাহিত্যিক তথ্য মূল্যায়ন কৰিব পৰা যায়।

'কামৰূপা মোৰ - সুৱদী সুৰীয়া
জগত সভালৈ যাব
উজ্জ্বল সমুজ্জ্বল কহিনুৰ পিন্ধি
হাঁহি জ্যোতিৰূপা হ'ব।' — ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ

আগৰৱালা ৰচিত উক্ত কবিতাৰ পংক্তিটি যেন তেখেতৰ পূৰ্বসুৰী সাহিত্যিক হেমচন্দ্ৰ গোস্বামীৰ চিন্তাধাৰাত সংযোজন কৰিব পাৰোঁ। গোস্বামীদেৱে অসমীয়া ভাষাক জগতসভাত প্ৰতিষ্ঠা কৰিবলৈ গৈ কি কৰা নাই! কৈশোৰৰ পৰা আমৃত্যু ভাষাজননীৰ শ্ৰীবৃদ্ধিৰ হকে কাম কৰি গ'ল। জীৱনৰ দীঘ আৰু বাণিৰ মাত্ৰ ৫৬ টা বসন্তত তেখেতে মাথো কৰি গ'ল আই অসমীৰ গুণ-গান। ১৯ শতিকাৰ আৰম্ভণিতে ব্ৰিটিছ শাসনৰ কবলত পৰি চিৰ চেনেহী ভাষা জননীয়ে সংকটৰ চাকনৈয়াত পৰি প্ৰায় ডুবিবৰে উপক্ৰম হৈছিল। ফলত বঙলা ভাষাই অসমৰ বৰঘৰত তামুলী পীৰা পাৰি বহিছিলহি। এনে সংকট কালতে হেমচন্দ্ৰ গোস্বামীকে প্ৰমুখ্য কৰি এচাম আই অসমীৰ সুদক্ষ সন্তান আগ বাঢ়ি আহিল। বংগৰ বঙালে কাঢ়ি নিয়া অসমীৰ মাত-কথা পুনৰ প্ৰতিষ্ঠাৰ বাবে হাতত কাপ-মৈলাম লৈ যুঁজ দি গ'ল। তৰোৱালৰ ধাৰতকৈ কলমৰ ধাৰ বেছি। সেয়ে এই যুঁজত তেওঁলোক জয়ী হৈছিল। ভাষা-জননীয়ে পুনৰ প্ৰাণ পাই উঠিল। আইৰ মাত সৰল ৰূপত প্ৰতিষ্ঠা কৰিবলৈ গৈ এচাম স্বদেশপ্ৰেমী সন্তানে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' প্ৰতিষ্ঠা কৰিলে। চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী এই তিনিগৰাকীৰ একক প্ৰচেষ্টাত 'জোনাকী' প্ৰকাশিত হ'ল। শ্ৰদ্ধেয় সাহিত্যিক নগেন শইকীয়াৰ ভাষাত — "জোনাকী কেৱল এটি নাম নহয়, ই কেৱল এখন আলোচনী নহয়, ই এটা যুগ, এটা আন্দোলন আৰু নিজেই ই এক ইতিহাস। আধুনিক অসমীয়া সাহিত্য নিয়ন্ত্ৰণ কৰিবলৈ জোনাকীয়ে সৃষ্টি কৰিলে এটা ভাৱশক্তি (Spirit)। আসাম বন্ধুৰ পাততে (১৮৮৫ খ্ৰীঃ ১৮০৬ শক) অসমীয়া ৰোমাণ্টিক কবিতাই যদিও প্ৰথমে ভুমুকি মাৰিছিল, জোনাকীৰ পাততে ইয়াৰ বৈভৱ আৰু প্ৰাচুৰ্য পৰিলক্ষিত হয়। ৰোমাণ্টিকতাৰ প্লাৱনে অসমীয়া কবিতাৰ পৰিক্ৰমাত অভূতপূৰ্ব আলোড়ন সৃষ্টি কৰি নতুন দিগন্তৰ সূচনা কৰিলে।"[10] গোস্বামীদেৱে বিদেশী কাব্য 'চনেট'ক অসমীয়া সাহিত্যলৈ আদৰণি জনালে। ই অসমীয়া সাহিত্যলৈ আনিলে এটা জাগৰণ। যাৰ ফলত সংস্কৃত ভাষাৰ ঠাইত কথিত ভাষাই লিখিত ৰূপ ল'লে। পুৰণি ভক্তিবাদৰ পৰা আঁতৰি আহি অসমীয়া সাহিত্যত নতুন নতুন দিশ উন্মোচন হ'ল। যেনে — গল্প, উপন্যাস, নাটক, ব্যংগাত্মক ৰচনা, ভ্ৰমণ কাহিনী, জীৱনী আদি, যাৰ ফলত অসমীয়া সাহিত্যই ফলে-ফুলে জাতিষ্কাৰ হৈ বৰ্তমানৰ অৱস্থা পাইছেহি।

অসমীয়া ভাষা সাহিত্যৰ কাৰণে তেখেতে যথেষ্ট সংখ্যক

প্রবন্ধ আৰু পোন্ধৰখনমান বিশিষ্ট পুথি ৰচনা কৰি গৈছে। তাৰ ভিতৰত উল্লেখযোগ্য গ্ৰন্থখনি হৈছে 'অসমীয়া সাহিত্যৰ চানেকি'। আমাৰ গৌৰৱৰ কথা যে উক্ত ২,৫০০ পৃষ্ঠাৰ বৃহৎ গ্ৰন্থখনিৰ একাংশ জামনিীৰ বাৰ্লিন বিশ্ববিদ্যালয়ৰ অধ্যাপক এইছ. ভোঁ গ্লোচেনেপে তেখেতৰ গৱেষণা গ্ৰন্থত প্ৰকাশ কৰিবলৈ বিচাৰিছিল। ইয়াৰ পৰাই স্পষ্ট হৈ পৰিছে গোস্বামীদেৱে অসমীয়া ভাষা-সাহিত্য শক্তিশালী ৰূপত প্ৰতিষ্ঠা কৰাৰ লগতে বিশ্ব দৰবাৰত আসন দিবলৈ সক্ষম কৰালে।[১৩]

অতীতক বাদ দি ভৱিষ্যৎ গঢ়িব নোৱাৰি। গোস্বামীদেৱে ভাষা জননীক গঢ় দিবলৈ গৈ সাগৰৰ তলিৰ মাণিক বিচৰাৰ নিচিনাকৈ অতীত অসমৰ বুকুত সিঁচৰতি হৈ থকা সাহিত্যিক তথা ঐতিহাসিক সম্পদসমূহ বুটলি আনি অসমীয়া সাহিত্যৰ স্বৰ্ণমন্দিৰ নিৰ্মাণ কৰিলে।

এয়া পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ সাহিত্যিক কৃতী। এনে এজন মহান ব্যক্তিক যেনেদৰে সন্মান জনাব লাগে আমি পাৰিছোঁনে? তেখেতৰ জন্ম শতবাৰ্ষিকীৰ পাছতহে আমাৰ ৰাইজে তেখেতক মনত পেলাইছে। আজিৰ যুগৰ সাহিত্যিক হোৱা হ'লে বহুতো বঁটা-বাহনেৰে সন্মানিত হ'লহেঁতেন। হেমচন্দ্ৰ গোস্বামীদেৱক মৰণোত্তৰভাৱে হ'লেও 'অসম ৰত্ন'ই নহয়, 'ভাৰত ৰত্ন'ৰে চৰকাৰে সন্মানিত কৰিব লাগে। এই ক্ষেত্ৰত বিদ্বৎ-সমাজে চিন্তা-চৰ্চা কৰি পদক্ষেপ গ্ৰহণ কৰিলে এটা ভাল কাম হ'ব বুলি ভাবিছোঁ।

দেৰগাঁৱত আজি অসম সাহিত্য সভাৰ একসপ্ততিতম অধিবেশন অনুষ্ঠিত হৈছে। অধিবেশনৰ প্ৰাক্ ক্ষণত গোলাঘাটৰ গৌৰাংগ সত্ৰত জন্ম হোৱা অসম গৌৰৱ সাহিত্যিকজনাক শত-সহস্ৰ শ্ৰদ্ধা নিবেদন কৰিলোঁ। তেখেতৰ কৰ্মই জাতিটোৰ প্ৰেৰণাৰ উৎস হওক।

'চিৰ চেনেহী মোৰ ভাষা জননী'।
'জয় আই অসম' ❑

---

**প্ৰসংগ পুথি —**

১। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য ঃ 'ডেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি'।
২। লিলি মজিন্দাৰ বৰুৱা ঃ 'সংক্ৰান্তি' অসমীয়া ভাষা উন্নতি সাধিনী সভা আৰু 'জোনাকী'ৰ শতবাৰ্ষিকীৰ বিশেষ সংখ্যা।
৩। নগেন শইকীয়া ঃ 'হেমচন্দ্ৰ গোস্বামী আৰু তেওঁৰ সাহিত্য সেৱাব প্ৰেৰণা'। পুথি — হেম বৰাৰ সম্পাদনা, 'প্ৰত্নতাত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী' ঃ প্ৰকাশক গোলাঘাট সাহিত্য সভা।
৪। তীৰ্থনাথ শৰ্মা ঃ 'পণ্ডিত হেমচন্দ্ৰ গোস্বামী'।
৫। হেম বৰুৱা ঃ 'অসমীয়া সাহিত্য'।
৬। (৮) ড° হেম বৰা, 'পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ সাহিত্য প্ৰতিভা'।
৭। বেণুধৰ শৰ্মা ঃ 'পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী'।
৯। ড° মহেশ্বৰ নেওগ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা'।
১০। সম্পাদনা ঃ অৰবিন্দ ৰাজখোৱা - 'অসমীয়া কাব্য পৰিক্ৰমা'।
১১। দেৰগাঁও সাহিত্য সভা, 'হেমচন্দ্ৰ গোস্বামী জন্ম শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ'।
১২। সম্পাদক — অধ্যাপক হেম বৰা - 'প্ৰত্নতাত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী' ইত্যাদি।
১৩। হেমন্ত কুমাৰ ভৰালীৰ প্ৰবন্ধ ঃ 'হেমচন্দ্ৰ গোস্বামী'। কনকসেন ডেকাৰ সম্পাদিত 'অগ্ৰদূত' কাকত। ২৩ এপ্ৰিল, ২০০০ চন।ঃঃঃ





# বিপ্লৱী কবি, মুক্তিযোদ্ধা ধীৰেন দত্ত

পৰাগ পৱন শৰ্মা বড়া

১৯৩৫ চন। ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় জীৱন তথা অসমৰ জাতীয় জীৱনৰ বাবেই এই বছৰটো বা এই বছৰৰ ওচৰ-পাজৰৰ সময়খিনি অত্যন্ত গুৰুত্বপূৰ্ণ। ব্ৰিটিছ ঔপনিবেশিক শাসক শ্ৰেণীয়ে জাতীয় আন্দোলনৰ ওচৰত আংশিক নতি স্বীকাৰ কৰি সীমিত ঔপনিবেশিক স্বায়ত্তশাসন ভাৰতবাসীক প্ৰদান কৰাৰ বাবে ১৯৩৫ চনত 'ভাৰত চৰকাৰ আইন' (Government of India Act) গ্ৰহণ কৰে। এই কথা আজি বহলাই নক'লেও হ'ব যে স্বাধীন ভাৰতৰ শাসনতন্ত্ৰ বা শাসনযন্ত্ৰ এই ১৯৩৫ চনৰ 'ভাৰত চৰকাৰ আইন'খনৰে এক পৰিবৰ্ধিত বা পৰিমাৰ্জিত ৰূপহে মাত্ৰ। ইয়াৰ এটা বছৰৰ আগতে অৰ্থাৎ ১৯৩৪ চনত ভাৰতৰ আধুনিক সমাজবাদী আদৰ্শত বিশ্বাসী লোকসকল ৰাষ্ট্ৰীয় ভিত্তিত সংগঠিত হৈ কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি গঠন কৰিছিল। যোৱা শতিকাৰ ত্ৰিশৰ দশকটো আমাৰ দেশত (জাতীয় আন্দোলনৰ মাজত) বাওঁপন্থী সমাজবাদী বিপ্লৱী ভাবধাৰাৰ প্ৰসাৰৰ বাবে বিশেষভাৱে গুৰুত্বপূৰ্ণ সময়। ১৯৩১ চনত ছহিদ ভগৎ সিং আৰু সহযোগীসকলৰ ফাঁচীৰ হুকুমৰ বিৰুদ্ধে হোৱা দেশজোৰা (বিশেষকৈ যুৱশক্তিক আলোড়িত কৰা) বৃহৎ প্ৰতিবাদী গণ আন্দোলনৰ সূচনা। এই সময়ত ভগৎ সিঙৰ জনপ্ৰিয়তাই মহাত্মা গান্ধীৰ জনপ্ৰিয়তাৰ চূড়ান্ত শিখৰকো স্পৰ্শ কৰিছিল। একেদৰে ১৯৩৯ চনত ত্ৰিপুৰী কংগ্ৰেছ অধিবেশনত মহাত্মা গান্ধীৰ সমৰ্থিত প্ৰাৰ্থী পট্টভি সীতাৰামায়াক পৰাস্ত কৰি কমিউনিষ্ট ছ'চিয়েলিষ্ট ফৰৱাৰ্ড ব্লক (তেতিয়া আনুষ্ঠানিকভাৱে গঠন হোৱা নাছিল) আদি কংগ্ৰেছৰ বাওঁপন্থী অংশটোৰ উমৈহতীয়া প্ৰাৰ্থী সুভাষ চন্দ্ৰ বসু ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হৈছিল। উল্লেখযোগ্য যে যোৱা শতিকাৰ ত্ৰিশৰ দশকৰ প্ৰাক্মুহূৰ্তত ভগৎ সিঙৰ সহযোগীসকলৰ দৰে সমাজবাদৰ প্ৰতি আকৰ্ষিত সহিংস বিপ্লৱীসকলৰ লগতে সুভাষ বসু আদি কংগ্ৰেছৰ নবীন সংগ্ৰামী যুৱ নেতৃত্বৰ আপোচহীন মনোবৃত্তিৰ ওচৰত সেও মানিয়েই গান্ধীজীৰ নেতৃত্বৰ পুৰণা আলোচনাকামী কংগ্ৰেছীসকলে ১৯২৯ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ লাহোৰ অধিবেশনত 'স্ব ৰাজ' বা ঔপনিবেশিক স্বায়ত্ত শাসনৰ সলনি পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলগীয়া হৈছিল। সেই সময়তে আধুনিক সমাজবাদী আদৰ্শৰ প্ৰতি ৰাজহুৱাকৈ নিজৰ আকৰ্ষণ বা সমৰ্থন ব্যক্ত কৰি বিপ্লৱী ৰূপান্তৰকামী তৰুণ চামৰ বিশেষ প্ৰিয়ভাজন হৈ পৰা আঢ্যৱন্ত দুলাল জৱাহৰলাল নেহৰুক গান্ধীজী প্ৰমুখ্যে পুৰণা আপোচকামী নেতৃত্বই তুলি আনি জাতীয় কংগ্ৰেছৰ শীৰ্ষ নেতৃত্বলৈ (জাতীয় কংগ্ৰেছৰ ১৯২৯ চনৰ লাহোৰ অধিবেশনৰ সভাপতি হিচাপে) প্ৰক্ষেপ কৰি মধ্যমপন্থী অৱস্থানলৈ আধুনিক সমাজবাদী আদৰ্শৰে অনুপ্ৰাণিত বাওঁপন্থী তৰুণ চামৰ পৰা অহা প্ৰত্যাহ্বান চম্ভালি নিজৰ অৱস্থান ৰক্ষা কৰিবলগীয়া হৈছিল। এইখিনিতে এটা কথা বিশেষভাৱে উল্লেখযোগ্য যে জাতীয় আন্দোলনৰ পূৰ্বৰ চৰমপন্থী অংশটো (যেনে লালা লাজপত ৰায়, বাল গংগাধৰ তিলক, বিপিন পাল দাস, চমুকৈ লাল বাল পাল বাহিনী) উগ্ৰ হিন্দুত্ববাদী পুনৰুত্থানবাদী সাম্প্ৰদায়িকতাদুষ্ট ভাবধাৰাৰে অনুপ্ৰাণিত হোৱাৰ বিপৰীতে যোৱা শতিকাৰ ত্ৰিশৰ দশকৰ



পৰা বৈপ্লৱিক পৰিৱৰ্তনকামী বা বিদেশী সাম্ৰাজ্যবাদী শাসনৰ বিৰুদ্ধে আপোচহীন সংগ্ৰামৰ পোষকতা কৰা সংগ্ৰামী তৰুণ চাম (ৰুচ বিপ্লৱৰ আন্তৰ্জাতিক প্ৰভাৱতে) আধুনিক বৈজ্ঞানিক সমাজবাদৰ আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ পৰিছিল। যোৱা শতিকাৰ ত্ৰিশৰ দশকৰ পৰা দেশজুৰি প্ৰবাহিত হোৱা সমাজবাদী চিন্তাধাৰাৰ প্ৰসাৰৰ পৰা অসমভূমিও আঁতৰি নাথাকিল। সেই সময়তে যুৱ-ছাত্ৰ, শ্ৰমিক কৃষকৰ মাজলৈ জাতীয় আন্দোলনৰ লগতে বা মাজেৰে সমাজতান্ত্ৰিক ভাবধাৰাৰ প্ৰভাৱ বিস্তাৰৰ সূচনা ঘটাৰ সমসাময়িকভাৱে অসমীয়া জাতীয় জীৱনত অন্য এক গুৰুত্বপূৰ্ণ ঘটনাও সংঘটিত হৈছিল। জোনাকী যুগতে আৰম্ভ হোৱা আধুনিক অসমীয়া সাহিত্যৰ নৱজাগৰণ বা নৱন্যাস আন্দোলনে ত্ৰিশ-চল্লিশৰ দশকত আৱাহনৰ পাতত পূৰ্ণ প্ৰস্ফূটিত হৈ সুঁতি সলনিৰ এক নতুন সন্ধিক্ষণত উপনীত হৈছিল। আধুনিক অসমীয়া সাংস্কৃতিক জগতৰ যুগান্তকাৰী ঘটনা — ১৯৩৫ চনত জ্যোতিপ্ৰসাদৰ দ্বাৰা প্ৰথম অসমীয়া কথাছবি 'জয়মতী'ৰ মুক্তি লাভ, ১৯৩৬ চনৰ অসম সাহিত্য সভাৰ তেজপুৰ অধিবেশনত জ্যোতিপ্ৰসাদৰ নিৰ্দেশত বিষ্ণুপ্ৰসাদ ৰাভাৰ পৰিচালনা বা সহযোগত পোন-প্ৰথমবাৰৰ বাবে নিভাঁজ অসমীয়া থলুৱা সুৰৰ আধুনিক সংগীতৰ অৰ্কেষ্ট্ৰা দলৰ সাংস্কৃতিক অনুষ্ঠান পৰিবেশন, যাক সাহিত্য সভাৰ তেজপুৰ অধিবেশনৰ সভাপতি বিহগী কবি ৰঘুনাথ চৌধুৰীয়ে 'জ্যোতিৰ জ্যোতি ৰাভাৰ আভা'ত তেজপুৰ অধিবেশন উজলি উঠা বুলি কৰা মন্তব্য বাতৰি কাকত যোগে গোটেই অসম বিয়পি পৰিছিল। যোৱা শতিকাৰ ত্ৰিশৰ দশকৰ মাজভাগত ৰাষ্ট্ৰীয় তথা জাতীয় জীৱনৰ এনে উখল-মাখল সৃষ্টিউন্মুখ উত্তাল সময়খিনিতে ১৯৩৫ চনত গোলাঘাট নগৰত তেনেই সামান্য ঘটনা এটা সংঘটিত হয়। কংগ্ৰেছৰ সৰ্বক্ষণ কৰ্মী হিচাপে স্বাধীনতা আন্দোলনত যোগ দিয়া দেৰগাঁও কুৰালগুৰিৰ বাংলাভাষীৰ পৰিয়াল এটাত জন্মগ্ৰহণ কৰা এজন পঁচিশবছৰীয়া অসমীয়া যুৱকে পাৰ ভাঙি উথলি উঠা (সংগ্ৰামী) আবেগৰ বিপ্লৱী ভাবধাৰাৰ এখন সৰু অসমীয়া কবিতা-পুথি প্ৰকাশ কৰিছিল। সেই তেতিয়াৰে পৰা কোনেও বিশেষ একো গুৰুত্ব নিদিয়া 'অভিযান' নামৰ সৰু কবিতা পুথিখনেই অসমীয়া ভাষাৰ প্ৰথম প্ৰগতিশীল কাব্যগ্ৰন্থ হিচাপে আৰু ইয়াৰ ৰচক ধীৰেন দত্তই প্ৰথমজন অসমীয়া প্ৰগতিশীল কবি হিচাপে পৰিগণিত হ'ল। অসমীয়া কাব্য সাহিত্যৰ ইতিহাসৰ ই এটা গুৰুত্বপূৰ্ণ ঘটনা।

পাৰ ভাঙি ওফন্দি উঠা ব্যক্তি হৃদয়ৰ শক্তিশালী আবেগ-অনুভূতিৰ স্বতঃস্ফূৰ্ত স্ফুৰণ বুলি কবি ওৱৰ্ডচৱৰ্থে আগ বঢ়োৱা কবিতাৰ বিশেষ সংজ্ঞাটো যেন ধীৰেন দত্তৰ কবিতাৰ ক্ষেত্ৰত বিশেষভাৱে প্ৰযোজ্য হয়। এতিয়াৰ আধুনিক কবিৰ দৰে তথাকথিত সংবেদনশীল তৰিৎস্পৰ্শী (Sensitive Charged) কাব্যভাষা নিৰ্মাণৰ বাবে নিৰন্তৰ কষ্টকৰ অধ্যয়ন-অনুশীলন বা প্ৰয়াস প্ৰচেষ্টাৰ অৱকাশ বা এই সম্পৰ্কীয় অভিধাৰণাও ধীৰেন দত্তৰ দৰে সেই যুগৰ কবিসকলৰ নাছিল। ব্যক্তি হৃদয়ৰ স্বতঃস্ফূৰ্ত স্ফুৰণ তেতিয়াৰ ৰোমাণ্টিক যুগৰ কবিতাৰ প্ৰধান লক্ষণ আছিল। কিন্তু সেই যুগৰ অন্য অসমীয়া কবিসকলৰ ভিতৰত ধীৰেন দত্ত হৈছে এক স্ব-মহীয়ান বৈশিষ্ট্যৰে অনন্য ব্যতিক্ৰম। কাৰণ কবি নৱকান্ত বৰুৱাই উল্লেখ কৰাৰ দৰে তেতিয়াৰ অন্য অসমীয়া ৰোমাণ্টিক কবিসকলৰ দৰে তুমি আৰু মই গঢ়া প্ৰেমৰ পৃথিৱীখনেই ধীৰেন দত্তৰ কবিতাৰ সাধন ক্ষেত্ৰ নাছিল। তেওঁৰ অতি সংবেদনশীল ব্যক্তি হৃদয়ৰ পাৰ ভাঙি প্ৰকাশ পোৱা শক্তিশালী আবেগ আছিল দৰাচলতে আমাৰ জাতীয় ঘূৰ্ণী ঝঞ্ঝা, বিটৌত যুগৰ এক বিশেষ প্ৰজন্মৰ সংগ্ৰাম সাধনা তথা স্বপ্ন প্ৰতিজ্ঞাৰ প্ৰত্যয়সিদ্ধ এক অসাধাৰণ আবেগৰ বহিঃপ্ৰকাশ। সেয়ে ধীৰেন দত্তৰ সংগ্ৰামী ৰাজনৈতিক জীৱন, বিপ্লৱী মতাদৰ্শ তথা সেই যুগৰ ৰাজনৈতিক সংঘাত-সংগ্ৰামজৰ্জৰ ঘটনাবহুল ঐতিহাসিক পৃষ্ঠভূমিৰ প্ৰতি দৃষ্টি নিক্ষেপ নকৰাকৈ তেওঁৰ কবিতা বা কাব্য প্ৰতিভাৰ যথাৰ্থ মূল্যায়ন কাহানিও সম্ভৱ নহয়। সেয়ে এই নিবন্ধটিৰ আৰম্ভণিতে সেই যুগৰ বিশিষ্ট ৰাজনৈতিক ৰাষ্ট্ৰীয় পৰিবেশ আৰু প্ৰাদেশিক সাহিত্যিক, সাংস্কৃতিক পৰিবেশ-পৰিস্থিতি সম্পৰ্কে কিঞ্চিৎমান উল্লেখৰ প্ৰয়োজনীয়তা অনুভৱ কৰা হ'ল।

ধীৰেন দত্তৰ কবিতাৰ মাজত বিদ্ৰোহী বাংলা কবি নজৰুল ইছলাম আৰু বাংলা লোক কবি জসিমুদ্দিনৰ প্ৰভাৱ স্পষ্টভাৱে অনুৰণন হোৱাৰ কথাটো অনেকজন বিশিষ্ট কাব্য সমালোচকে ইতিমধ্যে উল্লেখ কৰি থৈ গৈছে। বিদ্ৰোহী অসমীয়া কবি প্ৰসন্নলাল চৌধুৰী বা জ্যোতিপ্ৰসাদৰ কোনো কোনো কবিতাতো নজৰুলী কবিতাৰ প্ৰভাৱ কিছুপৰিমাণে অনুভূত হ'লেও সমকালীন অসমীয়া কবিতাৰ ঘাই প্ৰবাহটোৰ তুলনাত ধীৰেন দত্তৰ কবিতাৰ 'স্বৰ' কিছু আছুতীয়া আছিল। সেয়ে সমকালীন কাব্য সমালোচকসকলৰ পৰা তেখেতে প্ৰাপ্য স্বীকৃতি নেপালে নে কি এই প্ৰশ্ন নৱকান্ত বৰুৱাই উত্থাপন কৰিছে। যতিনাৰায়ণ শৰ্মাই কৰা আধুনিক কবিতাৰ সেই প্ৰথম সংকলনটোত 'কাঠ মিস্ত্ৰীৰ ঘৰ' কবিতাটোক ঠাই দিয়াৰ বাহিৰে কোনো সংকলক বা সমালোচকে ধীৰেন দত্তক সোঁৱৰা চকুত পৰা নাই বুলিও তেখেতে ধীৰেন দত্ত স্মৃতি গ্ৰন্থত প্ৰকাশিত 'ধীৰেন দত্তৰ কবিতাৰ সোঁৱৰণ'ত শীৰ্ষক নিবন্ধটোত আক্ষেপ প্ৰকাশ কৰিছে। এই একেটা নিবন্ধতে তেখেতে ধীৰেন দত্তৰ 'অভিযান' নামৰ প্ৰকাশিত কবিতাপুথিখন ছাত্ৰাৱস্থাতে পঢ়াৰ কথা উল্লেখ কৰাৰ লগতে লেখিছে 'তাৰ পিছত কলেজীয়া জীৱনত যতি নাৰায়ণ শৰ্মাৰ সংগ্ৰহত পঢ়িলো - কাঠ মিস্ত্ৰীৰ ঘৰ'। কবিতাত ধ্বনি আশ্ৰিত ব্যঞ্জনাই মোক সদায়ে মুগ্ধ কৰে। আমাৰ নগাঁৱৰ ঘৰৰ ওচৰতে এঘৰ কাঠ মিস্ত্ৰী আছিল। তাৰে এজন আছিল মোৰ বন্ধু। সিহঁতৰ ঘৰত শুনিছিলোঁ ৰাণ্ডাৰ শব্দ, কৰতৰ খৰ খৰ শব্দ, হাঁতুৰীৰ কোব, কৰতৰ ধাৰত ৰেতিৰ ঘঁহনিৰ নানান বিচিত্ৰ শব্দ। তেতিয়া সেইবোৰ আছিল কোলাহল। ধীৰেন দত্তৰ কবিতাই মোৰ সেই অতীতৰ কোলাহলময় স্মৃতিক যেন ছন্দলয়েৰে বান্ধি পেলালে। শব্দ বাণী হ'ল। মোক যদি কোনোবাই দহোটা অসমীয়া শ্ৰেষ্ঠ কবিতাৰ নাম সোধে, তাৰ মাজত এটা হ'ব - 'কাঠ মিস্ত্ৰীৰ ঘৰ'। আধুনিক অসমীয়া কবিতা জগতৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কবি হিচাপে স্বীকৃত নৱকান্ত বৰুৱাই 'পূৰ্ব কবি অপ্ৰমাদী' ধীৰেন দত্তক দিয়া এই বিৰল স্বীকৃতিৰ পিছত অন্য কাৰোবাৰ আৰু অধিক ক'ব লগা একো নাথাকে। কবি নৱকান্তৰ এই অকপট মুক্ত স্বীকৃতিৰ পিছত যেন কবি ধীৰেন দত্তৰ সমগ্ৰ জীৱনজোৰা অৱজ্ঞা-অৱহেলাৰ ঋণ পৰিশোধ ঘটিল; অসমীয়া কবিতাৰ ইতিহাসত তেখেত যেন স্ব-মহীয়ান অৱস্থানত অধিষ্ঠিত হ'ল। কিন্তু ইয়াৰ পাছতো বৰ্তমানলৈকে কোনো মান্য আধুনিক অসমীয়া কবিতাৰ সংকলনতে কবি ধীৰেন দত্তৰ কবিতাই স্থান নোপোৱাটো নিঃসন্দেহে এক আশ্চৰ্যজনক কথা।

'ধীৰেন দত্তৰ কবিতা' শীৰ্ষক নিবন্ধ এটাত ড° হীৰেন গোহাঁয়ে লেখিছে "বিপ্লৱমুখৰ পৰিবেশত যেনে উত্তেজিত আৰু উত্তেজক কবিতাই আমাক অনুপ্ৰাণিত কৰে, আন সময়ত কৰিব নোৱাৰে। সি কবিতাৰ দোষ নহ'বও পাৰে। কবিতাৰ ভাষা দৈনন্দিন জীৱনৰ ভাষাতকৈ বেলেগ হ'লেও, দৈনন্দিন জীৱনৰ ভাষাৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন নহয়। দৈনন্দিন জীৱন সমাজৰ ঘটনা-প্ৰবাহে আলোড়িত কৰি ৰাখে - সেয়ে আন্দোলন, বিপ্লৱ, সামাজিক আলোড়নৰ সময়ত এক শ্ৰেণীৰ কবিতা জীৱন্ত হৈ উঠে। আন সময়ত সেই কবিতাবোৰৰ ভাব-ভাষা-ধ্বনি কিছু পৰিমানে অতিৰঞ্জিত বা অতিশয়োক্তিদুষ্ট যেন লাগিব পাৰে।" ধীৰেন দত্তৰ কিছুমান কবিতা এই ধৰণৰ বুলি তেখেতে নিজৰ অভিমত প্ৰকাশ কৰে। তদুপৰি তেখেতৰ মতে ধীৰেন দত্তৰ কবিতাবোৰত কাজী নজৰুল ইচলামৰ অনুপ্ৰাসপ্ৰধান ধ্বনি বৈচিত্ৰ্য, ছন্দৰ হিল্লোল আৰু বাক্‌ভংগীৰ স্পষ্টতা আৰু তেজস্বিতা স্পষ্ট। আনকি শব্দ-চয়নতো ৰক্ষণশীল বান্ধোন ভঙাৰ হাবিয়াস তেখেতে লক্ষ্য কৰিছে।

'দধীচি তুমি পচালা শৰীৰ মাটিত খাটি পেলালা হাড়,
তোমাৰ ভোগত ভোকৰ তাড়না নিদ্ৰাবিহীন ৰাত গুজাৰ।
ঃঃ ঃঃ ঃঃ
ফাল পুথি ফাল পুৰণিকলীয়া সাঁচিপাত কিয় থৈছ সাঁচি,
থাচি থাচি কিয় মিথ্যাৰ বোজা লৈছ শিৰত নাচি নাচি।।'

'ধীৰেন দত্তৰ কবিতা আৰু জীৱন' শীৰ্ষক নিবন্ধ এটাত প্ৰয়াত বিশিষ্ট প্ৰগতিশীল কবি যজ্ঞোৰাম গগৈয়ে লেখিছে - 'কবিৰ কাব্য সাধনাৰ গুৰিত বংগদেশৰ দুজন খ্যাতিমন্ত কবিৰ অনুপ্ৰেৰণা আছিল। তেওঁলোক নজৰুল ইচলাম আৰু পল্লীকবি জসিমুদ্দিন। কবি নজৰুল আছিল বিপ্লৱী ভাবধাৰাৰ উৎস, কবি জসিমুদ্দিন আছিল গ্ৰাম্য জীৱনৰ চিত্ৰকল্পৰ উৎস। বহুসময়ত সংলাপৰ মাজত জসিমুদ্দিনৰ ছন্দ-ধ্বনি কবি কণ্ঠত শুনা গৈছিল।

'এইখানে তোর দাদিৰ কবর
দালিম গাছের তলে,
কুরিটি বছর ভিজিয়ে রেখেছি
দুই নয়নের জলে।'

কবি জসিমুদ্দিনৰ এই সৰল শব্দ ঝংকাৰ পোনপ্ৰথমে মই (কবি যজ্ঞেশ্বৰ গগৈয়ে - নিবন্ধ লেখক) দত্তৰ কণ্ঠতে শুনা। 'হাঠু তার তুই, দোয়া মাঙ দাদু হাঁয় খোদা রহমান।' কবি জসিমুদ্দিনৰ এনে ঘৰুৱা বাঙালী শব্দমালাৰ প্ৰতিধ্বনি অসমীয়া ভাষাৰ মাজতো কবি দত্তই বিচাৰি চাইছিল। তেনে অনুশীলনৰ ফলস্বৰূপে তেওঁৰ সৰল শব্দৰ ৰচনাসমূহ -

... কাৰ কান্দোনত স্বৰগ ভাগি বৰজ পৰে গিৰিসাই -
ঃঃ ঃঃ ঃঃ
... উঠ খেতিয়ক নাঙল চলা, লগাই দে ভাই গণ্ডগোল
ঃঃ ঃঃ ঃঃ
টপাটপ পৰে কপালৰ ঘাম।

বঙালী মাতৃৰ গৰ্ভত জনম লোৱা কবিজনাৰ ই কেৱল সৰস শব্দ সাধনাই নহয়, ই জাতীয় সংহতিৰো নমুনা। ১৯৪২ চনৰ পৰা ১৯৪৭ৰ ভাৰতৰ স্বাধীনতাৰ শেষ সংগ্ৰামৰ কালছোৱাত জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'বিশ্ব বিজয়ী নৱ জোৱান' আৰু ধীৰেন দত্তৰ 'উঠ খেতিয়ক নাঙল চলা' এই গান দুটা সমগ্ৰ অসমতে সমানে সৰবৰহী হৈ উঠিছিল।

ৰোমাণ্টিক যুগৰ কবিকুলৰ মাজতেই ধীৰেন দত্তৰ আবিৰ্ভাৱ। কিন্তু আৱাহন আৰু সমকালীন আলোচনীবোৰত তেওঁৰ কবিতাবোৰৰ বহুল প্ৰচাৰ নহৈছিল; তেওঁৰ কৰ্মৰ কঠীয়াতলি আছিল বাগানৰ মজদুৰ আৰু চহা খেতিয়ক; সেইবাবেই সেই সকলৰ মাজত আহ্বান কৰা সভা-সমিতিত কবিতা আবৃত্তি কৰিয়েই শেষ কৰিছিল। আলোচনীত প্ৰকাশৰ ধাউতি কম হোৱাৰ বাবেই দত্ত সমালোচকৰ মাপকাঠিৰ পৰা এৰাই গৈছিল।

১৯৭২ চনৰ ১০ অক্টোবৰত ধীৰেন দত্তৰ মৃত্যুৰ পিছৰ পৰাই ধীৰেন দত্তক লৈ নানা সভা-সমিতি, আলোচনাচক্ৰ আদি অনুষ্ঠিত হৈ অহাৰ লগতে কাকত-পত্ৰ আলোচনী আদিত তেওঁৰ কবিতা বা সামাজিক-ৰাজনৈতিক কৰ্মৰাজিৰ ওপৰত নানা ধৰণৰ লেখনিও প্ৰকাশ পাই আহিছে। এনেকৈয়ে ৰাজ্যখনৰ বৌদ্ধিক সমাজৰ মাজত ধীৰেন দত্তৰ বিপ্লৱী সত্তা তথা কবি প্ৰতিভাই যথাযোগ্য স্বীকৃতি বা গুৰুত্ব লাভ কৰিবলৈ সক্ষম হৈছে। এই ক্ষেত্ৰত





ধীৰেন দত্তৰ মৃত্যুৰ দ্বিতীয় বৰ্ষত প্ৰকাশ পোৱা দেৱেশ্বৰ শৰ্মা, বিজয় চন্দ্ৰ ভাগৱতী, নৱকান্ত বৰুৱা, যজ্ঞেশ্বৰ গগৈ, দধি মহন্ত, ফণী বৰা, বিশ্বনাথ মুখাৰ্জী আদিৰ লেখনিৰে সমৃদ্ধ স্বৰ্গীয় চিদানন্দ শইকীয়াৰ দ্বাৰা সম্পাদিত ধীৰেন দত্ত স্মৃতিগ্ৰন্থখনৰ বিশেষ ভূমিকা আছে। এইখিনিতে বিশেষভাৱে উল্লেখযোগ্য যে এসময়ত স্বাধীনতা আন্দোলনৰ উত্তাল সময়খিনিৰ ব্যক্তিগতভাৱে স্পৰ্শ পোৱাৰ উপৰি বাওঁপন্থী প্ৰগতিশীল ছাত্ৰ আন্দোলন তথা ছাত্ৰ সংগঠনৰ (প্ৰথমৰ অসম ছাত্ৰ সন্মিলন পাছত নিখিল ভাৰত ছাত্ৰ ফেডাৰেচন) নেতৃত্ব কৰ্মী হোৱা প্ৰয়াত চিদানন্দ শইকীয়াই গোলাঘাট জিলাখনৰ স্বাধীনতা আন্দোলনৰ ঘটনাপ্ৰবাহ তথা সৰু-বৰ নেতা কৰ্মীসকলৰ জীৱন চৰিত লিখিত ৰূপত সংৰক্ষিত কৰি ৰাখি ভৱিষ্যৎ প্ৰজন্মৰ বাবে এক আপুৰুগীয়া ঐতিহাসিক সম্পদ এৰি থৈ গৈছে। প্ৰয়াত চিদানন্দ শইকীয়াই ‘দেশপ্ৰেমৰ উতলা তেজ’ নামৰ গ্ৰন্থখনৰ লগতে শংকৰ বৰুৱা-স্মৃতি গ্ৰন্থ, চানু খেৰীয়া-স্মৃতি গ্ৰন্থ, ধীৰেন দত্ত-স্মৃতি গ্ৰন্থ সম্পাদনা কৰাৰ উপৰি ধীৰেন দত্তৰ জীৱন আৰু কৰ্ম আধাৰিত ‘জুয়ে পোৰা সোণ’ নামৰ উপন্যাস এখনো লেখি থৈ গৈছে। ধীৰেন দত্তৰ স্মৃতিগ্ৰন্থৰ নিবন্ধলানিৰ উপৰি চিদানন্দ শইকীয়াৰ ব্যক্তিগত লেখনিৰাজিৰ পৰাও ধীৰেন দত্তৰ ব্যক্তিগত, পাৰিবাৰিক জীৱন, বংশ পৰিচয় তথা সেই যুগটোৰ বিষয়ে অনেক কথা জানিব পাৰোঁ।

ধীৰেন দত্ত সম্পৰ্কে চিদানন্দ শইকীয়াই লেখিছে ‘এসময়ত গোলাঘাট কংগ্ৰেছৰ তেওঁ প্ৰাণস্বৰূপ আছিল। ভালে কেইবছৰ তেওঁ প্ৰাদেশিক কংগ্ৰেছৰ সদস্য আছিল আৰু জিলা কংগ্ৰেছৰ গুৰুত্বপূৰ্ণ পদবীত অধিষ্ঠিত আছিল। ত্যাগবীৰ হেম বৰুৱা, কৃষ্ণ মামা আৰু অমিয় কুমাৰ দাসে গোলাঘাট কংগ্ৰেছক শক্তিশালী কৰি ৰখাত তেওঁ অশেষ কষ্ট আৰু নিৰ্যাতনকো মূৰ পাতি লৈছিল। সেই সময়ত কংগ্ৰেছেই আছিল একমাত্ৰ সাম্ৰাজ্যবাদ বিৰোধী শক্তিশালী ৰাজনৈতিক সংগঠন। গোলাঘাটত এই কংগ্ৰেছ অনুষ্ঠানক শক্তিশালী কৰাত শংকৰ বৰুৱা, ৰাজেন বৰুৱা, ভোলা বৰুৱা, হেমধৰ বৰপাত্ৰ বৰা, দ্বাৰিকা গোস্বামী আদি বহুতো নিস্বাৰ্থ দেশসেৱক কংগ্ৰেছ কৰ্মীয়ে অশেষ চেষ্টা কৰিছিল। ধীৰেন দত্তই এই সকলৰ লগত কংগ্ৰেছ সংগঠনৰ অপৰিহাৰ্য ব্যক্তি হিচাপে কাম কৰিছিল। তেওঁ কংগ্ৰেছৰ স্বেচ্ছাসেৱকবাহিনীৰ অধিনায়ক আছিল। ১৯৩৮ চনত গোলাঘাটত বহা অসম ৰাষ্ট্ৰীয় কংগ্ৰেছৰ সন্মিলনত ধীৰেন দত্তই স্বেচ্ছাসেৱক বাহিনী পৰিচালনা কৰি বিশেষ কৃতিত্ব দেখুৱাইছিল। দত্ত বহুবাৰ জে’ললৈও যায়। বহুবাৰ পলাতক হৈও থাকে। কংগ্ৰেছ বেআইনী হৈ থকা সময়ত শংকৰ বৰুৱা আৰু তেওঁ লগলাগি গুপ্ত আন্দোলন পৰিচালনা কৰিছিল। সকলো সময়তে কংগ্ৰেছৰ কাম অব্যাহত ৰখাত তেওঁৰ অৱদান কম নাছিল। ১৯৩০-৩১ চনত ব্ৰিটিছ চৰকাৰৰ নৰকস্বৰূপ জে’ললৈ ধীৰেন দত্ত গৈ অশেষ নিৰ্যাতন ভোগ কৰিছিল। তেওঁ জেলত নিৰ্জন ফাটেকত থাকিবলগীয়া হৈছিল আৰু দাণ্ডাবিড়ি ল’বলগীয়াত পৰিছিল। এবাৰ যোৰহাটৰ পুলিচ চাহাবে তেওঁৰ বঙলাৰ সন্মুখেদি যোৱা ভলণ্টিয়াৰৰ সমদল এটাক বাধা দিছিল। কিন্তু ধীৰেন দত্তৰ নেতৃত্বত এই নিষেধাজ্ঞা ভংগ কৰি ‘বন্দে মাতৰম’ ধ্বনি দি সমদলে পুলিচৰ লাঠীৰ কোব খাইছিল। কংগ্ৰেছত যোগ দিয়াৰ দিন ধৰি তেওঁ অসমত কমিউনিষ্ট পাৰ্টি গঠন নোহোৱা পৰ্যন্ত, কংগ্ৰেছক সক্ৰিয় কৰি ৰখাত মনেপ্ৰাণে খাটিছিল।

ধীৰেন দত্ত সাম্যবাদী সংগঠনৰ লগত জড়িত হোৱা সম্পৰ্কে চিদানন্দ শইকীয়াই লেখিছে ‘কংগ্ৰেছত থকা সময়তেই তেওঁ ভাৰতৰ বিপ্লৱী আন্দোলনৰ বুজ লৈছিল আৰু তাক অসমত ৰূপ দিয়াৰ কথাও ভাবিছিল। কংগ্ৰেছ সংগঠনত একানপটীয়াকৈ লাগি থকা অৱস্থাতেই তেওঁ ৰাচিয়াৰ সমাজতান্ত্ৰিক বিপ্লৱ, মীৰাট ষড়যন্ত্ৰৰ মোকৰ্দমা, চিতাগঙৰ বিদ্ৰোহীসকলৰ কাৰ্যকলাপ আদিৰ বিষয়ে শুনে আৰু সেই সম্পৰ্কীয় কাগজ-পত্ৰ পঢ়ে। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে ৰাচিয়া ভ্ৰমণ কৰি আহি ‘প্ৰবাসী’ত ‘ৰাচিয়াৰ চিঠি’ নাম দি লিখা প্ৰবন্ধখিনি পঢ়ি বিশেষ অনুপ্ৰাণিত হয়। এবাৰ তেওঁ ঢাকাৰ বিক্ৰমপুৰলৈ যাওঁতে গোপাল বসাক নামৰ এগৰাকী নেতৃস্থানীয় কমিউনিষ্টক লগ পায়। তেওঁৰ লগত কথা-বতৰা হৈ দত্তই পথৰ সন্ধান পায়। তেওঁৰ বিপ্লৱী চিন্তাধাৰাক বাস্তৱত ৰূপায়িত কৰিবৰ বাবে যত্ন কৰিবলৈ ধৰে। ইতিমধ্যে অসমৰ বিভিন্ন ঠাইত প্ৰগতিবাদী চিন্তাধাৰাই কিছু প্ৰসাৰতা লাভ কৰিবলৈ ধৰে। ভাৰতৰ কমিউনিষ্ট পাৰ্টি সেই সময়ত বেআইনী আছিল আৰু কমিউনিষ্টসকলে কংগ্ৰেছৰ ভিতৰতে থাকি কাম কৰিছিল। ধীৰেন দত্তই ইংৰাজী আৰু বাংলা ভাষাত লিখা কমিউনিষ্ট পাৰ্টিৰ বিভিন্ন পত্ৰ কংগ্ৰেছ কৰ্মী, ছাত্ৰ আৰু যুৱকসকলৰ মাজত বিতৰণ কৰিছিল। এই কাম তেওঁ অত্যন্ত গোপনীয়ভাৱে কৰিছিল। কলিকাতা, ঢাকা আদিৰ বিপ্লৱী কিছুমানৰ লগত তেওঁ যোগসূত্ৰ স্থাপন কৰিছিল।

যোৱা শতিকাৰ ত্ৰিশৰ দশকটোত কমিউনিষ্ট ছ’চিয়েলিষ্ট সকলে ভাৰতীয় জাতীয় কংগ্ৰেছৰ ভিতৰতে থাকি সমাজতান্ত্ৰিক আদৰ্শত বিশ্বাসীসকলক একত্ৰিত কৰি কংগ্ৰেছ ছ’চিয়েলিষ্ট পাৰ্টি বা গ্ৰুপ গঠন কৰিছিল। সেই সময়তে অসমতো প্ৰথম ছ’চিয়েলিষ্ট দল সংগঠন গঢ় লোৱা প্ৰক্ৰিয়া সম্পৰ্কত চিদানন্দ শইকীয়াই লেখিছে ‘নিজ নিজ চেষ্টাৰে অসমত সমাজতান্ত্ৰিক সংগঠন কৰাৰ বাবে ভালেকেইজন বিপ্লৱী দেশকৰ্মীয়ে যত্ন কৰি আছিল। বিশেষকৈ ডিব্ৰুগড়ত ডাঃ বিনয় চক্ৰৱৰ্তী (যাক ডাক্তৰদা বুলি সকলো কমিউনিষ্টেই পিছলৈ শ্ৰদ্ধা কৰিছিল) আৰু নীলমণি বৰঠাকুৰ, গোৱালপাৰাত পবিত্ৰ ৰয় আৰু সাধু সিং আদি, লামডিং আদিতো কিছু তেনে কৰ্মী আছিল। গোলাঘাটত ধীৰেন দত্তই এই চিন্তাধাৰাৰে ইতিমধ্যে কাম আৰম্ভ কৰিছে। ছাত্ৰ, কংগ্ৰেছকৰ্মী বহুতেই ধীৰেনৰ সংস্পৰ্শলৈ আহি প্ৰগতিবাদী চিন্তাধাৰাৰ বুজ ল’বলৈ আৰম্ভ কৰিছে। এই সময়তেই যদুনাথ শইকীয়াই বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত পঢ়ি







এলএলবি পাছ কৰি গোলাঘাটলৈ ঘূৰি আহিছে। তেখেত তাত থকা অৱস্থাতেই বহুতো সমাজবাদী বিপ্লৱী লোকৰ সান্নিধ্যলৈ আহে আৰু সমাজবাদী বিজ্ঞান অধ্যয়ন কৰে। কমিউনিষ্ট আদৰ্শৰ লগত পৰিচিত শইকীয়াক পাই ধীৰেন দত্তই বল পালে আৰু দুগুণ উৎসাহেৰে কামত ধৰিলে। গোলাঘাটৰ কংগ্ৰেছ কৰ্মী একাংশক লৈ কৃষক সংগঠন গঢ়াৰ অভিপ্ৰায়েৰে ‘হালোৱা সংঘ’ নাম দি এটি সংগঠন গঢ়ি তোলে। সেই সময়ত অসমৰ বিভিন্ন ঠাইত ৰায়ত সভাই মূৰ তুলি উঠিছিল। আৰু কংগ্ৰেছৰ কৰ্মী একাংশই কংগ্ৰেছৰ ভিতৰতে ৰায়ত সভা গঠনৰ চেষ্টা কৰিছিল। ছাত্ৰসকলৰ মাজতো প্ৰগতিবাদী দৃষ্টিভংগীৰে সংগঠন গঢ় লয়। গোলাঘাটত দত্তই ছাত্ৰসকলৰ মাজত সংগঠন গঢ়াত সহায় কৰে। বহুতো ছাত্ৰ তেওঁৰ মতবাদৰ প্ৰভাৱত পৰে। নিখিল ভাৰত ছাত্ৰ ফেডাৰেচনৰ যুটীয়া সম্পাদক শ্ৰী বিশ্বনাথ মুখাৰ্জী অসম ভ্ৰমণলৈ আহে আৰু অসমত সিঁচৰতি হৈ থকা কমিউনিষ্ট ভাবাপন্ন লোকসকলক একত্ৰিত কৰি এটি সংগঠন গঢ়াৰ চেষ্টা কৰে। এই সমাজবাদীসকলৰ এখন অভিৱৰ্তন পতাৰ কথা চিন্তা কৰিলেও স্থান নিৰ্ণয় কৰিব পৰা নাছিল। কমৰেড দত্তই গোলাঘাটৰ মিছামৰাত এই অভিৱৰ্তন পতাৰ দায়িত্ব লয়। দত্তই অশেষ খাটি ৰাইজৰ পৰা পুঁজি সংগ্ৰহ কৰি ১৯৪০ চনৰ ২৯/৩০ জানুৱাৰীত মিছামৰা নাট্য মন্দিৰত এই অভিৱৰ্তন অনুষ্ঠিত কৰায়।

১৯৩৯-৪০ চনত দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হোৱাৰ পৰা ব্ৰিটিছ চৰকাৰৰ দমন-পীড়ন বাঢ়ি অহাত অসম প্ৰাদেশিক কংগ্ৰেছ ছ’চিয়েলিষ্ট দলৰ সংগঠন প্ৰথম অৱস্থাতে বিকল হৈ পৰিল। সেই সময়ত কমিউনিষ্ট ছ’চিয়েলিষ্ট সকলৰ মাজত মতবিৰোধ ক্ৰমাৎ বৃদ্ধি পোৱাত কংগ্ৰেছ ছ’চিয়েলিষ্ট পাৰ্টীৰ পৰা গোটেই ভাৰতবৰ্ষতে কমিউনিষ্টসকলক উলিয়াই দিয়া হৈছিল। ইতিমধ্যে নাজী জাৰ্মানীয়ে ছোভিয়েট ৰাচিয়া আক্ৰমণ কৰাত ৰাচিয়াই দ্বিতীয় বিশ্বযুদ্ধত ইংৰাজ, ফ্ৰান্স, আমেৰিকা আদি মিত্ৰপক্ষৰ লগত যোগ দিয়াত কমিউনিষ্টসকলেও ভাৰতবৰ্ষত পূৰ্বৰ নীতি সলনি কৰি ব্ৰিটিছ চৰকাৰৰ লগত যুদ্ধৰ ক্ষেত্ৰত সহযোগিতাৰ নীতি গ্ৰহণ কৰে। ইয়াতে কমিউনিষ্টসকলৰ লগত ছ’চিয়েলিষ্টসকলকে ধৰি দেশপ্ৰেমিক স্বাধীনতা সংগ্ৰামীসকলৰ বিৰোধ তথা বিবাদ বহুখিনি বাঢ়ি যায়। এইখিনি সময়ৰ ভিতৰতে ধীৰেন দত্তই শংকৰ বৰুৱাৰ লগ এৰি বেলেগে থাকিবলৈ লয়। সেই সময়তে অৰ্থাৎ ১৯৪২ চনত গোলাঘাট, যোৰহাটত কেইবাটাও মাৰ্ক্সীয় দৰ্শনৰ আলোচনাচক্ৰ হয়। বেংগলৰ পৰা অহা প্ৰশান্ত সান্যাল, অমিয় দাসগুপ্ত, প্ৰবীৰ ঘোষ, মনচুৰ হবিব আদিয়ে এইবোৰ পৰিচালনা কৰিছিল। এবাৰ গোলাঘাটৰ আমোলাপট্টীত চলি থকা এনে পাৰ্টিস্কুলত কমিউনিষ্ট পাৰ্টীৰ পৰিবৰ্তিত ‘জনযুদ্ধ’ নীতিত অসন্তুষ্ট হৈ পৰা কংগ্ৰেছ কৰ্মী কিছুমানে আক্ৰমণো চলাইছিল। খোদ ধীৰেন দত্ত অলপতেহে ৰক্ষা পৰিছিল। এই সময়খিনিৰ মাজতে ধীৰেন দত্ত আকৌ দীঘলীয়া সময়ৰ বাবে ব্ৰিটিছ চৰকাৰৰ জে’ললৈ যাব লগা হৈছিল। ধীৰেন দত্ত, যদু শইকীয়াৰ বাবে গোলাঘাট অসমৰ সাম্যবাদী ৰাজনীতিৰ প্ৰধান অভিকেন্দ্ৰ হৈ পৰিছিল। ১৯৪৩ চনৰ গোলাঘাট নগৰৰে খৰ্গেশ্বৰ তামুলীৰ ঘৰতে অসম প্ৰাদেশিক সমিতি কমিউনিষ্ট পাৰ্টীৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়।

চিদানন্দ শইকীয়াৰ নিজা লেখনি তথা তেখেতৰ দ্বাৰা সম্পাদিত ধীৰেন দত্ত স্মৃতিগ্ৰন্থৰ বিভিন্ন লেখকৰ লেখনিৰ পৰা জানিব পাৰোঁ যে ধীৰেন দত্ত মানুহজন কঠোৰ পৰিশ্ৰমী আছিল। পাৰ্টীয়েই তেওঁৰ জীৱন আছিল। ডেকাকালত তেওঁ কংগ্ৰেছৰ সভাত যোগ দিবলৈ গোলাঘাটৰ পৰা গুৱাহাটীলৈ বাইচাইকেলেৰে গৈছিল। গোলাঘাট মহকুমাৰ বিভিন্ন ঠাইত চাইকেলেৰে গৈ সভা-সমিতি পাতি ফুৰিছিল। খোজ কাঢ়িবলৈও ভয় নকৰিছিল। দুৰ্গম ঠাইলৈকো আৱশ্যক হ’লে খোজ কাঢ়ি গৈছিল। নিজৰ আদৰ্শৰ প্ৰতি তেওঁৰ গভীৰ শ্ৰদ্ধা আছিল। তেওঁ কেতিয়াও আদৰ্শভ্ৰষ্ট নহৈছিল। সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনত দত্তই সক্ৰিয় অংশগ্ৰহণ কৰি কংগ্ৰেছক শক্তিশালী কৰাৰ মাজেদিয়েই কমিউনিষ্ট আদৰ্শৰ সন্ধান পায় আৰু মুক্তি কিদৰে আহিব পাৰে তাৰ বাবে আজীৱন কঠোৰ ব্ৰতেৰে সংগ্ৰাম কৰি গ’ল। সকলো সমস্যাৰ সমাধান কেৱল যে সমাজবাদ প্ৰতিষ্ঠা হ’লেহে হ’ব পাৰে, সেই কথা তেওঁ বিজ্ঞানসন্মতভাৱে বিশ্লেষণ কৰি হৃদয়ংগম কৰিছিল।

ধীৰেন দত্তৰ বংশ পৰিচয় সম্পৰ্কে বৰ্তমানলৈকে জানিব পৰা মতে তেওঁলোকৰ উপৰিপুৰুষসকল বৰ্তমান বাংলাদেশৰ ঢাকাৰ ওচৰৰ বিক্ৰমপুৰৰ অন্তৰ্গত পোগঘৰ নামে গাঁৱৰ বাসিন্দা আছিল। ধীৰেন দত্তৰ ককাদেউতাক ব্ৰজবাসী দত্ত ইয়ালৈ আহে। তেওঁৰ দুজন পুত্ৰ ডাঃ বৃন্দাবন দত্ত আৰু ডাঃ শৰৎ চন্দ্ৰ দত্ত। মাত্ৰ এগৰাকী কন্যা আছিল মামনি দত্ত। ডাঃ বৃন্দাবন দত্ত চৰকাৰী ডাক্তৰ আছিল। তেওঁ অতি সুখ্যাতিৰে চাকৰি সম্পন্ন কৰি পেঞ্চন লাভ কৰিছিল। তেওঁৰ কামত চৰকাৰ ইমান সন্তুষ্ট হৈছিল যে, অৱসৰ গ্ৰহণৰ পাছতো তেওঁক চাকৰি যাচিছিল। সেই সময়ত ভাৰতবৰ্ষত জাতীয় আন্দোলন তীব্ৰ হৈ উঠাত তেওঁ পুনৰ চৰকাৰী চাকৰি নকৰিলে। পিছত তেওঁ প্ৰাইভেট প্ৰেক্‌টিচ কৰে। ব্ৰজবাসী দত্তৰ দ্বিতীয় পুত্ৰ ডাঃ শৰৎ চন্দ্ৰ দত্ত। তেওঁ ১৯০৩ চন মানত অসমলৈ আহি গোলাঘাট মহকুমাৰ অন্তৰ্গত ইউৰোপীয় চাহ বাগিচা কৰুণাটিঙত ডাক্তৰী কামত ভৰ্তি হয়। সেই সময়ত অসমীয়া ডাক্তৰ নাছিল বুলিয়েই ক’ব পাৰি। বাগিচাবোৰত প্ৰায় বাঙালী ডাক্তৰ আছিল। ১৯২১ চনত জাতীয় আন্দোলন গাঁৱে গাঁৱে বিয়পি পৰে। ডাঃ শৰৎ চন্দ্ৰ দত্তইও দেশৰ আহ্বানত বিলাতী চাহাবৰ তলত চাকৰি নকৰি ইস্তফা দি গুচি আহি গোলাঘাট মহকুমাৰ কুৱালগুৰি (বৰুৱাবামুণ গাঁও)ত প্ৰাইভেট প্ৰেক্‌টিচ কৰিবলৈ লয়, লগতে তেওঁ এখন দোকানো তৰে। তেওঁ





বৰ উদাৰচিতীয়া আছিল। ডাক্তৰী ব্যৱসায়ত তেওঁৰ জনপ্ৰিয়তা বাঢ়িল। কিন্তু ধন নাবাঢ়িল। তেওঁৰ পাঁচগৰাকী কন্যা যথাক্ৰমে গিৰিবালা দত্ত, বিৰজাবালা দত্ত, আশালতা দাস, মণিবালা দাস আৰু ননীবালা দাস আৰু দুটি পুত্ৰ আছিল ধীৰেন দত্ত আৰু নৰেন চন্দ্ৰ দত্ত। কবি ধীৰেন দত্তৰ ভাতৃ নৰেন চন্দ্ৰ দত্তও এজন বিদ্যুৎসাহী ব্যক্তি তথা অসমৰ বিখ্যাত পুথি প্ৰকাশন প্ৰতিষ্ঠান ষ্টুডেণ্টচ্ ষ্ট'ৰৰ স্বত্বাধিকাৰী আছিল। ১৯২২ চনত শৰৎ চন্দ্ৰ দত্তৰ অকাল বিয়োগ ঘটাত তেওঁ বিশেষ ধন-সম্পত্তিও থৈ যাব নোৱৰাত পৰিয়ালটো অভাৱনীয় আৰ্থিক সংকটৰ সন্মুখীন হয়।

১৯১০ চনত কৰুণাটিঙ চাহ বাগিচাত জন্ম হোৱা ধীৰেন দত্তই কুৱালগুৰি প্ৰাইমেৰী স্কুলতে বিদ্যাৰম্ভ কৰে। প্ৰাথমিক শিক্ষা সাং কৰি দেৰগাঁও উচ্চ মাধমিক বিদ্যালয়ত নাম ভৰ্তি কৰে। কিন্তু দেউতাক ডাঃ শৰৎ চন্দ্ৰ দত্তৰ অকাল মৃত্যু ঘটাত পৰিয়ালৰ আৰ্থিক সংকট ৰ বাবে আধৰুৱাকৈ মাধ্যমিক শিক্ষা সাং কৰিবলগীয়া হয়। জীৱিকাৰ উপায় বিচাৰি যতীন্দ্ৰ মোহন দাস নামৰ আত্মীয়লোকৰ ওচৰত কম্পাউণ্ডৰী শিকিবলগীয়া হৈছিল। "গোলাঘাট নগৰৰ ওচৰৰ শালমাৰা বাগিচাত কম্পাউণ্ডাৰৰ কাম এটা খালী হ'ল। গম পাই যতীন্দ্ৰমোহন দাসে দত্তক তালৈ পঠালে। বাগিচাৰ মেনেজাৰজন ইংৰাজ আছিল। তেওঁ প্ৰায় তিনি ঘণ্টা সময় অপেক্ষা কৰিও চাহাবৰ দৰ্শন লাভ নোহোৱাত মনত বৰ কষ্ট পালে। তেওঁৰ পৰিয়ালত জাতীয় চিন্তাধাৰাৰ অভাৱ নাছিল। বাপেক, বৰদেউতাক তেনে জাতীয় ভাবাপন্ন লোক আছিল। ১৭/১৮ বছৰীয়া চেঙেলীয়া লোক ধীৰেনৰ অন্তৰত চাহাবৰ প্ৰতি এটা বিতৃষ্ণাৰ ভাব জন্মিল। এনেদৰে চাহাবে দেখা নিদিয়াট তেওঁ অৱজ্ঞা বুলি ভাবিলে। নিজৰ ঘৰুৱা অৱস্থা বেয়া হোৱা সত্ত্বেও চাকৰিৰ আশা বাদ দি স্বাধীনতা আন্দোলনত যোগ দি চাহাববোৰৰ এনে গৰ্ব খৰ্ব কৰাৰ কথাকে চিন্তা কৰিলে। তেনে সময়তেই নিঃস্বাৰ্থ দেশসেৱক শংকৰ বৰুৱাক লগ পায় আৰু কংগ্ৰেছত যোগদান কৰে। তেতিয়া ১৯২৮ চন। বৰুৱাই ধীৰেনৰ দৰে এটা নোদোকা হৃষ্টপুষ্ট ডেকাক পাই বৰ ভাল পালে আৰু কংগ্ৰেছৰ ভৱিষ্যতে এইজন ডেকাৰ পৰা বিশেষ কাম হ'ব বুলি ধাৰণা কৰিলে। ধীৰেন কংগ্ৰেছী হোৱাত যতীন্দ্ৰমোহন দাস মৰ্মাহত হ'ল। পৰিয়াললৈ দুৰ্যোগ নামি আহিল। তেতিয়া কংগ্ৰেছৰ সাধাৰণ কৰ্মীক ভলণ্টিয়াৰ বুলিছিল। ধীৰেনো তেনে ভলণ্টিয়াৰ হ'ল। গোলাঘাটত থাকোঁতেই কিছুদিনৰ পাছত ঘৰলৈ গ'ল। মূৰত গান্ধী টুপী, মাকে বৰ দুখেৰে ক'লে - 'বোপাই! তই ভলণ্টিয়াৰ হ'লি। পিছে সৰু সৰু ল'ৰা-ছোৱালীকেইটাৰে মই কেনেকৈ তৰোঁ?' উত্তৰত তেওঁ মাকক কৈছিল - 'মা, তোমাৰ নিচিনা বহুতো 'মা' অভাৱ-অনাটনত জৰ্জৰিত হৈ আছে। তুমি যেনিবা তেওঁলোকৰ এজনী। দুখ নকৰিবা এই দৰিদ্ৰতা দূৰ কৰিবৰ বাবেই মই স্বাধীনতা সংগ্ৰামত যোগ দিছোঁ।' সেইদিন অৱধি ধীৰেনে সঁচাকৈয়ে দৰিদ্ৰতা দূৰ কৰিবৰ বাবে প্ৰকৃত সংগ্ৰামৰ পথ বাছি লৈ চিৰজীৱন উচৰ্গা কৰি গ'ল।" (চিদানন্দ শইকীয়া - চিৰ বিপ্লৱী ধীৰেন দত্ত, ধীৰেন দত্ত স্মৃতি গ্ৰন্থ)

'ব্ৰিটিছ সাম্ৰাজ্যবাদ বিৰোধী জাতীয় সংগ্ৰামৰ সময়খিনি আধুনিক অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰো সোণালী ক্ষণ' বুলি ড° হীৰেন গোহাঁয়ে এটা নিবন্ধত কথা এযাৰ উল্লেখ কৰিছিল। এই প্ৰসংগতে ড° গোহাঁয়ে জ্যোতিপ্ৰসাদ আগৰৱালা, চবিলাল উপাধ্যায়, ধীৰেন দত্ত আদি অসমীয়া সামাজিক, সাংস্কৃতিক তথা ৰাজনৈতিক জীৱনত বিশিষ্ট ভূমিকা গ্ৰহণ কৰা লোকৰ নাম উল্লেখ কৰে। ধীৰেন দত্ত ৰাজনৈতিক, সামাজিক কাৰ্যকলাপৰ উপৰি কুৱালগুৰি বৰুৱাবামুণ গাঁৱৰে স্থানীয় কছাৰী গাঁৱৰ খিলঞ্জীয়া চুতীয়া পৰিয়াল এটাৰ লগত বৈবাহিক সম্পৰ্কত আৱদ্ধ হৈ পৰিল। ফলত তেখেতৰ লগতে তেখেতৰ সতি-সন্ততিসকল এতিয়া সম্পূৰ্ণ খিলঞ্জীয়া অসমীয়া হৈ পৰিল। ধীৰেন দত্তৰ দৰেই বৰ্তমান কুৱালগুৰি, বৰুৱাবামুণ গাঁও বা বৃহত্তৰ দেৰগাঁও অঞ্চলত নিগাজীকৈ বসবাস কৰা বহুতো পুৰণি বাংলাভাষী লোকৰ ইতিমধ্যে বৈবাহিক সম্পৰ্কৰ লগত সামাজিক-সাংস্কৃতিক দিশত ক্ৰমবৰ্ধিত একাত্মীকৰণৰ যোগেদি স্থানীয় জনসমাজৰ মাজত অন্তৰ্ভুক্তিকৰণৰ প্ৰক্ৰিয়াও বহুখিনি আগ বাঢ়ি গৈছে। একদেশদৰ্শী অতি সংকীৰ্ণ জাতীয়তাবাদীমহলে আমাৰ অসমীয়া জাতি গঠনৰ এই উদাৰ গতিশীল প্ৰক্ৰিয়াটোক বিশেষ গুৰুত্ব আৰোপ কৰিব নোখোজে। কিন্তু বৰ্তমান আমি বিগত দিনৰ বহুতো নেতিবাচক ঘটনা-দুৰ্ঘটনা তথা অসংখ্য তিক্ত অনভিপ্ৰেত ফলশ্ৰুতিৰ পাছত এইবোৰ কথাতো বিশেষ গুৰুত্ব দিবলগীয়া হৈছে।

গোলাঘাটৰ স্বাধীনতা আন্দোলনৰ প্ৰধান সংগ্ৰামী নেতা শংকৰ বৰুৱাৰ প্ৰধান সহযোগী ধীৰেন দত্ত আছিল জিলা স্বেচ্ছাসেৱকবাহিনীৰ অধিনায়ক, মুচি ৰামদাস ৰবিদাস আছিল এই কংগ্ৰেছ সেৱা দলৰ সহকাৰী অধিনায়ক। সেই সময়ৰ স্বাধীনতা আন্দোলনত যোগ দিয়া বা ইয়াৰ প্ৰতি সহায়-সহযোগিতা আগ বঢ়োৱা পণ্ডিত ধ্যানচান্দ শৰ্মা, চৰ্দাৰ বৈকুণ্ঠ সিং, গজানন জালান, ভগৱতী প্ৰসাদ লাডিয়া, দেৱৰাজ ৰয় আদিৰ জিলাখনৰ শৈক্ষিক, সাংস্কৃতিক, সামাজিক বিকাশৰ ক্ষেত্ৰত অৰ্থাৎ আধুনিক গোলাঘাটখনৰ নিৰ্মাণত এক প্ৰভূত অৱদান আছে। স্বাধীনতা আন্দোলনৰ সময়ৰ প্ৰবল জাতীয়তাবাদী আৱেগৰ জোৱাৰে জাতিভেদ, অস্পৃশ্যতা আৰু ঠেক পুৰণি ৰক্ষণশীল ভাবধাৰাৰ প্ৰাচীৰতো কঠোৰ আঘাত হানিছিল। অসমৰ স্বাধীনতা আন্দোলনত যোগ দিয়া প্ৰথমজন ধৰ্মগুৰু দেৰগাঁৱৰ ওচৰৰ ঢেকিয়াল মধুমিশ্ৰ সত্ৰৰ সত্ৰাধিকাৰ দ্বাৰিকানাথ গোস্বামী (বৰ্তমান অসমৰ বহু লেখক গৱেষকে এখেতৰ নাম নাজানেই)। তেখেত তাহানিৰ দিনতে ওচৰৰ নাহৰণিৰ মুচলমান গাঁৱত মৃত্যু হোৱা লোকৰ জানাজা, কবৰ দিয়াতো নিজে উপস্থিত থকাৰ কথা জনা যায়। ১৯৩০ চনতে দেৰগাঁৱৰ দৰে ঠাইত স্বাধীনতা







আন্দোলনৰ নেতৃত্বত জীৱেশ্বৰ হাজৰিকাৰ দৰে অনুসূচিত জাতিৰ লোক অধিষ্ঠিত হ'ব পাৰিছিল। ১৯৪২ চনত যোৰহাট জে'লত পুলিচী লাঠীচালনাত মূৰ ফাটি তেজ বৈ অহা নৰেন শৰ্মাক গোটেই নিশাটো নাৰিকলগুৰিৰ মহম্মদ হোচেইনে নিজৰ কোলাত শুৱাই লৈ শুশ্ৰূষা কৰিছিল। একেদৰে নৰেন শৰ্মাই নিজৰ কোলাত শুৱাই শুশ্ৰূষা কৰি থাকোঁতেই দেৰগাঁৱৰ ওচৰৰ ওপৰ টেমেৰা মিচিং গাঁৱৰ ৰুগীয়া কমলা মিৰিয়ে যোৰহাট জেলত প্ৰাণত্যাগ কৰিছিল। বিপ্লৱী কবি, মুক্তিযোদ্ধা ধীৰেন দত্তৰ স্মৃতিচাৰণৰ মুহূৰ্তত স্বাধীনতা আন্দোলনৰ সময়ৰ তেনেই সাধাৰণ যেন লগা এই উদাহৰণবোৰৰ সোঁৱৰণৰো এক বিশেষ প্ৰাসংগিকতা আছে। কাৰণ বৰ্তমান দেশ-জাতিৰ প্ৰতি দায়বদ্ধতাহীন ক্ষমতালোভী স্বাৰ্থপৰ ৰাজনীতিত সাম্প্ৰদায়িক ভোটবেংকৰ সৃষ্টি বা সুৰক্ষাৰ বাবে জাতি-বৰ্ণ, গোষ্ঠী সম্প্ৰদায়গত সাম্প্ৰদায়িক আৱেগক উচতনি দিয়াটো একপ্ৰকাৰ লাভজনক কাৰবাৰ হিচাপে পৰিগণিত হৈছে। সেয়ে স্বাধীনতা আন্দোলনৰ বিৰোধিতা কৰি ব্ৰিটিছ শাসকৰ লগত সহযোগিতা কৰি বা তেওঁলোকৰ প্ৰৰোচনাত পৰি সংকীৰ্ণ জাতি-বৰ্ণ-সম্প্ৰদায়গত সংগঠন কৰা জাতীয় আন্দোলনৰ সময়ৰ 'ভিলেইন'সকলকহে বৰ্তমান জাতীয় নায়ক হিচাপে প্ৰক্ষেপ কৰাৰ জোৰদাৰ প্ৰচেষ্টা চলিছে। ফলত কৃষ্ণ শৰ্মা, শংকৰ বৰুৱা, ধীৰেন দত্তৰ দৰে স্বাৰ্থত্যাগী মুক্তিযোদ্ধা বীৰ, জাতীয় নায়কসকলৰ নাম পৰ্যন্ত আগৰ প্ৰজন্মৰ স্মৃতিৰ পৰাও লোপ পোৱাৰ উপক্ৰম হৈছে। কিন্তু ঘোৰ আন্ধাৰ নিশা সামান্য জোনাকী পৰুৱাৰ দুৰ্বল পোহৰেও অসহায় পথিকক বাট দেখুওৱাৰ দৰে এতিয়াৰ দুৰ্নীতি-ব্যভিচাৰেৰে সংকীৰ্ণ স্বাৰ্থলোভী, দেশপ্ৰেমহীন, জাতিদ্ৰোহী ৰাজনীতিকৰ দপদপনি চলা দুঃসময়ত তাহানিৰ মুক্তিযুদ্ধৰ গৌৰৱজনক ঘটনাপ্ৰবাহ তথা মুক্তিযোদ্ধাসকলৰ জীৱন চৰিতৰ স্মৰণ তথা শ্ৰৱণ-কীৰ্তনেও আমাৰ ভৱিষ্যৎ প্ৰজন্মক সত্য আৰু ন্যায়ভিত্তিত উন্নত মানৱীয়, সমতাপূৰ্ণ সমাজ প্ৰতিষ্ঠাৰ বাবে সংগ্ৰাম কৰিবলৈ প্ৰেৰণা যোগাই থাকিব। এইকণ প্ৰত্যাশাৰেই ধীৰেন দত্তৰ দৰে বিপ্লৱী মনীষীৰ প্ৰতি শতবৰ্ষৰ শ্ৰদ্ধাঞ্জলি আগ বঢ়াই এই লেখনিৰ ইতি টানিছোঁ।❑





# সাংবাদিক লক্ষ্মীনাথ ফুকনৰ জীৱন আৰু সাহিত্য

দুগ্ধচন্দ্ৰ গোস্বামী

১৬৫৫ চনত ‘অক্সফোৰ্ড গেজেট’ প্ৰকাশ হোৱাৰ লগে লগে সাংবাদিকতাৰ এক নতুন যুগৰ উন্মেষ ঘটে। পৰৱৰ্তী সময়ছোৱাত বিশ্বৰ বিভিন্ন ঠাইৰ লগতে ভাৰতবৰ্ষতো প্ৰথমখন সংবাদপত্ৰ ১৭৮০ চনতে জেমছ আগষ্টাছ হিকিৰ ‘বেংগল গেজেট’ ওৰফে ‘কলিকতা জেনেৰেল এড্‌ভাৰটাইজাৰ’ কলিকতাৰ পৰা প্ৰকাশ হৈ ওলাইছিল। কিন্তু অসমত তাৰ বহু বছৰৰ পাছত সংবাদ- পত্ৰই ভুমুকি মাৰিছিল। ১৮৪৬ চনৰ ড° নাথান ব্ৰাউনৰ সম্পাদনাত প্ৰকাশ পোৱা অৰুণোদয়কে পথিকৃৎ হিচাপে লৈ আগ বঢ়া বিভিন্ন সংবাদপত্ৰধৰ্মী মাহেকীয়া, পষেকীয়া, সাপ্তাহিক আলোচনীয়ে এচাম সাহিত্যিক সৃষ্টি কৰাৰ লগতে সাংবাদিকতাৰ সৃষ্টি আৰু বিকাশতো সহায় কৰিলে।

এনে এগৰাকী ব্যক্তি, যি গৰাকীয়ে সংবাদ সেৱাকে জীৱনৰ ব্ৰত হিচাপে লৈ সাহিত্য সৃষ্টি-কৰ্মত হাত দিছিল সেইজন লক্ষ্মীনাথ ফুকনৰ জন্ম হয় গোলাঘাট জিলাৰ দেৰগাঁৱৰ চকীয়ালচুকত ১৮৯৪ চনৰ ২৯ জানুৱাৰীত। নিজে লিখি যোৱা মতে ১৯১৬ শকৰ ১৬ মাঘত। লক্ষ্মীনাথ ফুকনৰ পিতৃৰ নাম আছিল কাৰ্তিক ফুকন আৰু মাতৃৰ নাম আছিল দশমী । লক্ষ্মীনাথ ফুকনৰ পৰিয়ালৰ ‘ফুকন’ উপাধিটো আহোম ৰজাৰ পৰা লাভ কৰা উপাধি আছিল। লক্ষ্মীনাথ ফুকনৰ আজোককাক জুৰণে আহোম ৰজাৰ পৰা এই ফুকন উপাধি লাভ কৰিছিল আৰু তেতিয়াৰ পৰাই এওঁলোকৰ পৰিয়ালে ফুকন উপাধি লিখি আহিছে। বেণুধৰ শৰ্মাৰ মতে — “জুৰণ ফুকনে মান খেদাত সহায় কৰাৰ কাৰণে গোলাঘাটৰ কাকডোঙাৰ ওচৰত গৱৰ্ণমেণ্টৰ পৰা নিষ্কৰ খাত এখন ভোগ কৰিবলৈ পাইছিল। আজিও সেইখন ‘মানখাত’ নামেৰে প্ৰসিদ্ধ হৈ আছে। প্ৰশাসনীয় কৰ্মত সুদক্ষ দেখি, এওঁলোকৰ পৰিয়ালে চৰকাৰী কামত সদায় প্ৰথম বাছনি লাভ কৰিব বুলি চৰকাৰে এখন ‘চনদ’ দিছিল। জুৰণ গোলাঘাটৰ নাঙলৰটুপ মৌজাৰ মৌজাদাৰ আছিল। তেওঁৰ সাধনীদাৰ আছিল বাপাৰাম, মহৰী বাপুটি, টেকেলা লুকী আৰু বলো। মৌজাটোৰ মাটিকালি আছিল ১৩৩২ পুৰা ৩ হালিছা ১৭ লোচা।”[১]

লক্ষ্মীনাথ ফুকনৰ পৰিয়ালটোৰ বংশাৱলী অনুসৰি বাৰভূঞা ‘ভটীয়া বৰবৰা’ বংশ বুলিহে পোৱা যায়। বেণুধৰ শৰ্মাই লিখিছে — ‘ভটীয়া বৰবৰাৰ বংশটো বাৰভূঞা পূৰ্ণানন্দ গিৰৰ পৰা বঢ়া।’ আচলতে ফুকনৰ বংশলতা খুঁচৰিবলৈ গ’লে দেখা যায় যে, পূৰ্ণানন্দৰ পুতেক গৰা, গৰাৰ পুতেক পৰমানন্দ, পৰমানন্দৰ পুতেক ৰাম, ৰামৰ পুতেক সুৰথ, সুৰথৰ পুতেক সৰুমন, সৰুমনৰ পুতেক কৃষ্ণৰাম। এওঁৰ পাঁচজন পুত্ৰ যথাক্ৰমে - জুৰণ, জগন্নাথ, চিত্ৰসেন, ৰুদ্ৰাম আৰু মায়াৰাম। জুৰণৰ পুতেক নাৰায়ণ, নাৰায়ণৰ পুতেক কাৰ্তিক আৰু কাৰ্তিকৰ পুতেক চাৰিজন যথাক্ৰমে - লক্ষ্মীনাথ, কীৰ্তিনাথ, অনন্ত আৰু বংশী। লক্ষ্মীনাথ ফুকনেই আছিল এই চাৰিজনৰ ভিতৰত জ্যেষ্ঠ।

লক্ষ্মীনাথ ফুকনৰ উপৰিপুৰুষসকল অৰ্থাৎ ভটীয়া বৰবৰাৰ পৰিয়ালটো প্ৰথম অৱস্থাত গোলাঘাটত







বাস কৰিছিলহি। কিন্তু কমতাপুৰ ৰাজ্যৰ পৰা অৰ্থাৎ নামনি অসমৰ পৰা গোলাঘাটলৈ কেতিয়া আহিছিল তাৰ কোনো নিৰ্দিষ্ট চন, তাৰিখ বৰ্তমানলৈকে উদ্ধাৰ হোৱা নাই। গোলাঘাটৰ পৰা এই পৰিয়ালটো দেৰৰগাঁৱত কেনেকৈ বসবাস কৰিবলগীয়া হ’ল, এই বিষয়ে উল্লেখ কৰা হৈছে — “বংশটোৰ বহু লোক এতিয়াও গোলাঘাটত আছে। কিন্তু জুৰণ ফুকনৰ পুত্ৰ নাৰায়ণ ফুকনৰ ঠালটোহে প্ৰধানকৈ দেৰগাঁৱলৈ আহিছিল। চিপাহী বিদ্ৰোহৰ সময়ত মণিৰাম দেৱানক সহায় কৰাৰ কাৰণে নাৰায়ণ ফুকনে জে’ল খাটি মুক্তি পাই গম পালে যে, ইংৰাজ চৰকাৰে তেওঁৰ মৌজা, খাত আদি সকলো স্থাৱৰ-অস্থাৱৰ ধন-সম্পত্তি বাজেয়াপ্ত কৰি পৰিয়ালটো নিঠৰুৱা কৰিলে। এসময়ত মানৰ আক্ৰমণেও টলাব নোৱৰা পৰিয়ালটো কঠোৰ নৃশংসতাৰ বলি হ’ব লগা হ’ল। নাৰায়ণ ফুকনে গোলাঘাটতে পুত্ৰ, পৰিবাৰ এৰি সন্ন্যাসী হৈ অসম এৰি ক’ৰবালৈ গুচি গ’ল। বহুদিনৰ মূৰত পঞ্জাৱৰ পৰা অহা চিঠি এখনৰ পৰা জনা গৈছিল যে সন্ন্যাসীজনৰ কৰ্ণাচল নামৰ ঠাইত মৃত্যু হ’ল। তেওঁ সৰ্বস্বান্ত হৈ অসম এৰাৰ পিছত তেওঁৰ পৰিবাৰে একমাত্ৰ সন্তানসহ গোলাঘাট এৰি মাকৰ ঘৰ দেৰগাঁও পালেহি।”[২] সেইজন সন্তানেই আছিল কাৰ্তিক আৰু কাৰ্তিকৰ পুত্ৰ লক্ষ্মীনাথ ফুকন।

বৰ্তমান সময়তকৈ লক্ষ্মীনাথ ফুকনৰ সময়ছোৱাত শিক্ষা-দীক্ষা, যাতায়তি ব্যৱস্থাকে ধৰি সকলোবোৰ বৰ সুবিধাজনক নাছিল। কিন্তু এনে আহুকলীয়া ব্যৱস্থাপনাৰ মাজেদিয়েই একাণপতীয়া, দৃঢ়মনা লক্ষ্মীনাথ ফুকনে ১৯০৫ চনত দেৰগাঁও বেজবৰুৱা স্কুলত নাম ভৰ্তি কৰিলে। প্ৰাথমিক পৰ্যায়ৰ বিদ্যালয় নেদেখাকৈ পলমকৈ ইংৰাজী স্কুলতহে নাম ভৰ্তি কৰিছিল। দেৰগাঁও বেজবৰুৱা বিদ্যালয়ৰ পৰা ১৯১০ চনত গোলাঘাট বেজবৰুৱা হাইস্কুলত নামভৰ্তি কৰেগৈ। গোলাঘাটত প্ৰায় এবছৰকাল অধ্যয়ন কৰাৰ পাছত পুনৰ ১৯১১ চনত যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলত শিক্ষা গ্ৰহণ কৰেগৈ। যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলত ফুকনদেৱৰ সহপাঠী আছিল পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈ আৰু সাহিত্যাচাৰ্য মিত্ৰদেৱ মহন্ত। এই তিনিওগৰাকী অসমৰ সুসন্তান পঢ়াৰ জীৱনৰ পৰাই যে বিদ্যোৎসাহী, সাহসী আৰু কৰ্মপটু আছিল সেই কথা আমি জানিব পাৰোঁ মিত্ৰদেৱ মহন্তৰ বক্তব্যৰ পৰা — “আমি মানে পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈ, সাহিত্যিক-সাংবাদিক লক্ষ্মীনাথ ফুকন আৰু মই যোৰহাটৰ চৰকাৰী হাইস্কুলত একেখন বেঞ্চতে বহা সহপাঠী আছিলোঁ। স্বৰ্গীয় চন্দ্ৰকান্ত বৰপূজাৰী আমাৰ শ্ৰেণী শিক্ষক আছিল। তেখেতে সন্দিকৈক ধেমালিতে ‘পণ্ডিত’ বুলি মাতিছিল। ফুকনে স্কুলীয়া কালত হাতেলিখা আলোচনী এখন উলিয়াইছিল, সেইকাৰণে তেওঁক ‘এডিটৰ’ (সম্পাদক) আৰু গান-বাজনাৰ প্ৰতি মোৰ ৰাপ থকা দেখি মোক ‘আৰ্টিষ্ট’ (শিল্পী) বুলি মাতিছিল।”[৩] শিক্ষকৰ সেই ধেমেলীয়া আশীৰ্বাদে যেন সঁচাকৈয়ে তেখেতসকলৰ শিৰত পুষ্প বৰষিছিল।

১৯১৩ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ফুকনদেৱে দেৰগাঁও বেজবৰুৱা স্কুলত শিক্ষকতা কৰে। এই বিদ্যালয়ত কেইমাহমান কৰাৰ পাছতে ১৯১৫ চনত ডিব্ৰুগড়ত থকা ককা নীলমণি ফুকনদেৱে প্ৰতিষ্ঠা কৰা মাধ্যমিক বিদ্যালয় জৰ্জ ইনষ্টিটিউচনত শিক্ষকৰূপে যোগদান কৰে। ইয়াৰ ঠিক এবছৰমানৰ পাছত ১৯১৬ চনত কৃষ্ণকান্ত সন্দিকৈদেৱৰ উৎসাহত কলকাতালৈ গৈ ৰিপন কলেজত নাম ভৰ্তি কৰিলে যদিও পঢ়া কিন্তু অসমাপ্ত হৈ থাকিল। সাংবাদিকতাকে জীৱনৰ ব্ৰত হিচাপে লোৱা এইগৰাকী সুসন্তানে বিভিন্ন আলোচনীৰ সম্পাদনাত আত্মনিয়োগ কৰিলে।

মজিন্দাৰ বৰুৱাৰ পৰিয়ালৰ শ্ৰীনাথ বৰুৱাৰ কন্যা নলিনীপ্ৰভা বৰুৱাৰ লগত লক্ষ্মীনাথ ফুকন বিবাহপাশত আৱদ্ধ হয় ১৯২২ চনত। চাৰিটি পুত্ৰ সন্তানেৰে সৈতে এখন সুখৰ সংসাৰ।

সৰুৰে পৰাই লক্ষ্মীনাথ ফুকনৰ পঢ়াৰ প্ৰতি চকু দিছিল ডাঙৰ মোমায়েকে। এইজন ব্যক্তি আছিল দেৰগাঁৱৰ শিক্ষাৰ বাটকটীয়া, শিক্ষাবিদৰূপে সকলোৰে জ্ঞাত চন্দ্ৰনাথ খাউণ্ড। এইজন ব্যক্তিৰ ইংৰাজী ভাষাত যি ব্যুৎপত্তি আছিল আজিকালি বহুতো স্নাতকোত্তৰ ছাত্ৰই তাৰ জোৰ ল’ব নোৱাৰে। মোমায়েকৰ ইংৰাজী শিক্ষাত অৱগাহন কৰা লক্ষ্মীনাথ ফুকনে নিৰ্ভীক আৰু দক্ষভাৱে অসমীয়া আৰু ইংৰাজী দুয়োটা ভাষাতে সমানভাৱে সাংবাদিকতা কৰিব পাৰিছিল।

সাংবাদিক লক্ষ্মীনাথ ফুকন ১৯১৫ চনৰ পৰা ১৯৬৪ চনলৈকে জীৱনৰ এছোৱা সুদীৰ্ঘ সময় অসমৰ সাংবাদিকতাৰ ক্ষেত্ৰখনত অগ্ৰগণ্য ব্যক্তি হিচাপে প্ৰতিভাত হৈছে। সাংবাদিকতাকে জীৱনৰ মহৎ আদৰ্শৰ লগত একাকাৰ কৰি বহু কাকতৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ পৰিছে। যদিও সাংবাদিকগৰাকীয়ে ১৯১৫ চনৰ পৰা সাংবাদিকতাত নিৰলসভাৱে সেৱা আগ বঢ়াই আহিছে তথাপি আমি আৰু কেইবছৰমান আগলৈ গৈ ১৯১২ চনৰ পৰা ধৰিলেও ভুল নহ’ব। ফুকনদেৱৰ সাংবাদিকতাৰ প্ৰতি ইমান স্পৃহা কেনেকৈ হ’ল, ই ক’ত অংকুৰিত হৈছিল, সেই কথা আমি জানিব পাৰোঁ এনেদৰে — “হাইস্কুলৰ একেবাৰে ওপৰ শ্ৰেণীত পঢ়োঁতে দেৰগাঁৱৰ পৰা দেৰগাঁৱৰ খবৰ এটা ইংৰাজীত লিখি ‘টাইমচ অৱ আসাম’লৈ পঠিয়াই দিছিলোঁ। অলপ সংশোধিত হৈ খবৰটো কাকতখনত ওলাল। কাকতখনৰ স্বত্বাধিকাৰী আৰু সম্পাদক ৰাধানাথ চাংকাকতীৰ পৰা মোলৈ এডুখৰি চিঠিও আহিল। মই মোৰ লিখাত চিনাকি উজু শব্দ ব্যৱহাৰ নকৰি আচহুৱা কঠিন শব্দ ব্যৱহাৰ কৰিছিলোঁ হ’ব পায়। তাতে আসোঁৱাহ ধৰি তেওঁ মোক আগলৈ তেনে শব্দ ব্যৱহাৰ কৰিবলৈ মানা কৰিলে। তেতিয়া ময়েই বা ভাবিব পাৰিছিলোঁ, চাংকাকতীয়েই বা ভাবিব পাৰিছিল তেওঁৰ পিছত ময়ে ‘টাইমচ অৱ আসাম’ৰ সম্পাদক হ’ম। ... মোৰ ইংৰাজী বিদ্যা তেওঁ যে তেওঁৰ কাকতখনৰ যোগে জাহিৰ কৰিলেই, মোলৈ আকৌ উপদেশ-বাণীও পঠালে।”[৪]

দেৰগাঁৱৰ দৰে সৰু এখন চহৰৰ এনে এজন ব্যক্তিয়ে

সাংবাদিকতাৰ জীৱনৰ আদিপাঠৰ বুনিয়াদ পঢ়াৰ কালতে ৰচনা কৰি শেষত গভীৰৰ পৰা গভীৰতলৈ যাত্ৰা কৰি জীৱনৰ জয়গান ঘোষণা কৰিলে। ১৯১৫ চনত ডিব্ৰুগড়ৰ জৰ্জ ইন্‌ষ্টিটিউটত শিক্ষকতা কৰি থাকোঁতে ইফালে ককা নীলমণি ফুকনদেৱে সম্পাদনা কৰা 'আলোচনী' নামৰ মাহেকীয়া আলোচনীখনত সাংবাদিকতা কৰিছিল। ডিব্ৰুগড়ৰ পৰাই সেই সময়ত ৰাধানাথ চাংকাকতীৰ সম্পাদনাত ১৯১৫ চনৰ ৫ জানুৱাৰীৰ পৰা 'টাইমচ অৱ আসাম' নামৰ ইংৰাজী সাপ্তাহিক কাকতখন ছপা হৈ ওলায়। যিখন কাকতে পঢ়া কালতেই ফুকনদেৱক উৎসাহ যোগাই আহিছিল, লাহে লাহে সেইখন কাকতৰ লগত জড়িত হৈ সহকাৰী সম্পাদকৰ পদত অধিষ্ঠিত হয়। 'টাইমচ অৱ আসাম'ৰ সহকাৰী সম্পাদক হোৱাৰ আগতে 'আলোচনী' কাকতত কাম কৰি আছিল। আলোচনীত কাম কৰাৰ কেইবছৰমানৰ পাছতেই কলকাতালৈ যায় আৰু তেতিয়া কলকাতাৰ পৰা প্ৰকাশ পোৱা সৰ্বভাৰতীয় পৰ্যায়ৰ প্ৰখ্যাত জাতীয়তাবাদী কাকত 'অমৃত বাজাৰ পত্ৰিকা', 'হিন্দুস্তান ষ্টেণ্ডাৰ্ড' আৰু 'ইণ্ডিপেণ্ডেণ্ট'ৰ সহকাৰী সম্পাদক হৈছিল। 'অমৃত বাজাৰ পত্ৰিকা'ৰ সহকাৰী সম্পাদক হৈ থাকোঁতে ফুকনদেৱৰ আৰ্থিক অৱস্থা একেবাৰে দুখজনক হৈ পৰিছিল। সাংবাদিকতাই তেখেতৰ জীৱনলৈ কেনে বিপৰ্যয় নমাই আনিছিল তাকে দাঙি ধৰিলোঁ —"পীযুষকান্তি ঘোষে মোক 'অমৃতবাজাৰ পত্ৰিকা'ত বিনা দৰমহাত কাম শিকিবলৈ দিলে। এনেকৈ তিনি-চাৰিমাহ কাম কৰিলোঁ। ইফালে মোৰ তলি উদং। যিটো হোটেলত আছিলোঁ তাত থকাৰ বাবে মাহে ৫ টকা আৰু দুবেলা মাছে-ভাতে খোৱাৰ বাবে মাহে ১০ টকা দিব লাগিছিল। তাকে দিব নোৱাৰা অৱস্থা মোৰ।" এনে অৱস্থাই ফুকনদেৱক 'অমৃত বাজাৰ পত্ৰিকা'ৰ দায়িত্বৰ পৰা অব্যাহতি ল'বলৈ বাধ্য কৰিলে আৰু তাৰ কাম এৰি ডিব্ৰুগড়ৰ পৰা ছপা হৈ ওলোৱা 'অসমীয়া'ত ৩৬ টকীয়া মেনেজাৰৰূপে নিযুক্তি হ'লহি। সেই একে সময়তে 'আলোচনী'তো সম্পাদকৰূপে কাম কৰিছিল। এনে সময়তে 'টাইমচ অৱ আসাম' কাকতখনৰ পৰিচালনাৰ ক্ষেত্ৰত কিছু বিপৰ্যয় নামি আহিছিল। লক্ষ্মীনাথ ফুকনক 'টাইমচ অৱ আসাম'ত লোৱা কথা চাংকাকতী আৰু মহম্মদ আব্দুল্লাই ভাবিলে। "মই অমৃতবাজাৰ পত্ৰিকাৰ কাম এৰি তেতিয়া ডিব্ৰুগড়ত আছিলোঁহি। যোগেন্দ্ৰনাথৰ মৃত্যুত প্ৰিণ্টাৰৰ পৰা প্ৰমোচন পাই মেনেজাৰ হোৱা মহম্মদ আব্দুল্লাই মই থকা ঠাইলৈকে আহি মোক লগ ধৰি 'টাইমচ অৱ আসাম'ৰ সহকাৰী সম্পাদকৰ পদ যাঁচিলে। মই ৰাজী হ'লোঁ আৰু পিছদিনা কামত যোগ দিলোঁ।" আকৌ সম্পাদকৰ সম্পৰ্কে অন্য এষাৰ কথা কৈছে। 'চাংকাকতীৰ মৃত্যুৰ লগে লগে আঠাইশ বছৰীয়া মই আঠাইশ বছৰীয়া 'টাইমচ অৱ আসাম'ৰ সম্পাদক হ'লোঁ।'[৬] টাইমচ অৱ আসামৰ সম্পাদনা কৰোঁতে ফুকনদেৱে যি কঠোৰ পৰিশ্ৰম কৰিবলগীয়া হৈছিল আৰু তাৰ লগতে যিখিনি সমস্যাৰ সন্মুখীন হ'বলগীয়া হৈছিল সেয়া আজিৰ দিনৰ সাংবাদিকসকলতকৈ বহুগুণে কষ্টকৰ।



ৰাধানাথ চাংকাকতীৰ মৃত্যুৰ পাছত আঠাইশ বছৰীয়া সম্পাদক ফুকনদেৱে কাকতখনৰ নীতি সু-প্ৰতিষ্ঠা কৰি ল'লে। সেই সময়ত মহাত্মা গান্ধী আৰু কংগ্ৰেছৰ নেতৃত্বত অসহযোগ আন্দোলন দেশজুৰি ব্যাপি পৰিছিল। সেই সংকটাৱস্থাতো ফুকনদেৱে —'সেই সোঁতত গা এৰি নিদি কাকতখনৰ সুৰ কংগ্ৰেছী নকৰি পুৰা জাতীয়তাবাদী কৰি তুলিবলৈ যত্ন কৰিছিল।'[৭]

অন্যহাতে স্বনামধন্য চন্দ্ৰকুমাৰ আগৰৱালাই ১৯১৮ চনত প্ৰতিষ্ঠা কৰা 'অসমীয়া' কাকতখন সকলোপিনে অসমীয়া কৰি তুলিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। তদুপৰি কাকতৰ ব্যৱসায়ৰ লগত অসমীয়াক জড়িত কৰাৰ যি প্ৰয়াস সেয়া একমাত্ৰ প্ৰথমবাৰৰ বাবে আগৰৱালাইহে অসমত আৰম্ভ কৰিছিল। অসমীয়া কাকতখনৰ সম্পৰ্কে ৰাধিকামোহন ভাগৱতীয়ে এইদৰে মন্তব্য কৰিছে — 'অসমীয়াৰ জাতিসত্তা দৃঢ়ীকৰণ আৰু জাতীয়তাৰ উত্তৰণৰ এক বলিষ্ঠ পদক্ষেপ'। যিখন অসমীয়াত লক্ষ্মীনাথ ফুকনে প্ৰথমে ৩৬ টকীয়া কেৰাণীৰ পৰা সম্পাদকৰ দায়িত্ব বহন কৰালৈকে; তাতোতকৈও কথা হ'ল যে এখন কাকতৰ পৰা তিনিবাৰকৈ ওলাই আহিও পুনৰ দায়িত্ব মূৰ পাতি ল'বলগীয়া হোৱাটো এক গৌৰৱৰ কাৰণ আৰু ফুকনদেৱ যে এজন সুদক্ষ ব্যক্তি তাৰ পৰাই অনুধাৱন কৰিব পৰা যায়। 'অসমীয়া'ৰ মূলমন্ত্ৰ আছিল — 'সকলো সম্প্ৰদায়কে সামৰি ধৰি সমূহ অসমীয়াৰ সেৱা আৰু মংগল কামনা কৰা। সেই মূলমন্ত্ৰৰ পৰা এচুলিমানো আঁতৰি নহা 'অসমীয়া'খন বৰ্তাই ৰাখিবৰ কাৰণে অমিয়কুমাৰ দাস আৰু লক্ষ্মীনাথ ফুকনে বিভিন্ন অঞ্চলৰ পৰা অংশীদাৰ গোটাইছিল।'[৮]

'অসমীয়া' সংবাদপত্ৰৰ পৰা ওলাই আহি লক্ষ্মীনাথ ফুকনে ১৯৩৫ চনত যোৰহাটৰ পৰা পোৱা সাদিনীয়া 'বাতৰি'ত যোগদান কৰে। ১৯৩৬ চনত ঠেঙালৰ পৰা প্ৰকাশিত দৈনিক বাতৰি যিখন কাকত অসমৰ প্ৰথম অসমীয়া দৈনিক বাতৰিৰূপে প্ৰকাশ পাইছিল সেইখন কাকতত যোগদান কৰে। ফুকনদেৱে এই কাকতৰ পৰাও পদত্যাগ কৰি ১৯৩৬-৩৭ চনত দ্বিতীয়বাৰৰ কাৰণে 'ফৰৱাৰ্ড' কাকতত পুনৰ যোগদান কৰিলে। 'হিন্দুস্তান ষ্টেণ্ডাৰ্ড' কাকতত সহকাৰী সম্পাদকৰূপেও ১৯৩৮-৩৯ চনলৈকে আছিল। কিন্তু তেতিয়ালৈকে ফুকনদেৱে যিবোৰ কাকতত যোগদান কৰিছিল সকলোবোৰেই স্থায়িত্ব লাভ কৰিব পৰা নাছিল। ১৯৩৯ চনত ডিব্ৰুগড়ৰ পৰা ৰাধাগোবিন্দ বৰুৱাৰ দ্বাৰা প্ৰকাশিত সাপ্তাহিক আছাম ট্ৰিবিউনৰ শুভ উদ্বোধন হয়। লক্ষ্মীনাথ ফুকনদেৱে এই আছাম ট্ৰিবিউনৰ প্ৰতিষ্ঠাপক সম্পাদকৰূপে যোগদান কৰে। ১৯৪৬ চনত প্ৰেছটো ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ তুলি আনি গুৱাহাটীত প্ৰতিষ্ঠা কৰিলেহি আৰু অসমবাসীৰ কাৰণে এয়াই গৌৰৱৰ কথাযে আছাম ট্ৰিবিউনে দৈনিক বাতৰিকাকত হিচাপে আত্মপ্ৰতিষ্ঠা কৰিলে, যিখনৰ প্ৰতিষ্ঠাকালীন সম্পাদক লক্ষ্মীনাথ ফুকন আছিল। ১৯৩৯ চনৰ পৰা ১৯৬৪ চনলৈকে পঁচিশ বছৰ আছাম ট্ৰিবিউনৰ সম্পাদক হিচাপে





জীৱনৰ সবাতোকৈ গুৰুত্বপূৰ্ণ কাল অতিবাহিত কৰি ১৯৬৪ চনৰ ৩১ জুলাইত সাংবাদিক জীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰিলে। আছাম ট্ৰিবিউনৰ বিষয়ে ৰাধিকামোহন ভাগৱতীয়ে মন্তব্য কৰিছে — 'অসমৰ প্ৰথমখন ইংৰাজী দৈনিক কাকতৰ সম্পাদক ফুকনে কাকতখনক পূৰ্বোত্তৰৰ মুখপত্ৰ হৈ পৰা অৱস্থালৈ নিয়ে। জনসাধাৰণৰ আস্থাৰ কাকত কৰিব পৰাটো ফুকনৰ কৃতিত্ব নিশ্চয়।'[৯] সঁচা অৰ্থত ফুকনদেৱ আছিল তেজস্বী সাংবাদিক। এখন কাকত পৰিচালিত কৰিবৰ বাবে যি কৌশল সেই কৌশল প্ৰয়োগ কৰিছিল আৰু সেইদৰে সমলো গোটাইছিল। — 'অসমৰ জাতীয় জীৱনৰ সমস্যাবিলাকৰ বেলিকা কাকতখনে কিদৰে একাত্মীয়তাৰে অথচ নিৰাবেগ নিৰপেক্ষভাৱে সাংবাদিকতাৰ পথ চলাই নিবলৈ সক্ষম হ'ল সেই বিলাকলৈ লক্ষ্য কৰিলে দৰাচলতে কাকত তথা সম্পাদকৰূপে ফুকনৰ ভূমিকাৰ সঠিক মূল্যায়ণ সম্ভৱ হৈ পৰিব। ভূমিকাৰ এনে মূল্যায়ণ এইবাবেই প্ৰয়োজন যে ফুকনে সেৱাভিত্তিক সাংবাদিকতাৰ ঐতিহ্য ৰক্ষা কৰি আহিছিল।'[১০] ৰবীন্দ্ৰনাথ বৰুৱাই ফুকনদেৱৰ সাংবাদিকতাত নিষ্ঠা আৰু একাত্মীয়তা দেখি বক্তব্য আগ বঢ়াইছে — 'News is Sacred — বাতৰি সদায় পবিত্ৰ। ফুকনে বস্তুনিষ্ঠ সাংবাদিকতাৰ পোষকতা কৰিছিল। কোনো নিজৰ মতামত সন্নিবিষ্ট কৰি দিয়াটো তেওঁ পছন্দ নকৰিছিল।'[১১] সংবাদ জগতখনত লক্ষ্মীনাথ ফুকনে সংবাদসেৱাৰ মাজেদি কেনেদৰে জীৱিকা নিৰ্বাহ কৰিব পাৰি তাৰ জ্বলন্ত নিদৰ্শন দেখুৱাই গ'ল। ধৈৰ্য, একাগ্ৰতা আৰু নিষ্ঠা থকাৰ কাৰণে জীৱনৰ সকলো দুৰ্যোগ, আৰ্থিক অনাটনকো এফলীয়া কৰি লক্ষ্মীনাথ ফুকন অসমৰ সাংবাদিকৰূপে পৰিচিত হ'ল। সেয়েহে সাংবাদিক মুনীন বৰকটকীৰ ভাষাৰে কওঁ — "লক্ষ্মীনাথ ফুকন অসমৰ স্বতন্ত্ৰতা আৰু অসমীয়াৰ আত্মপ্ৰতিষ্ঠাৰ আন্দোলনৰ এগৰাকী শক্তিশালী আৰু নিষ্ঠাবান মুখপাত্ৰ প্ৰবক্তা। ফুকনে সংবাদ সেৱাৰ মাধ্যমেৰে কেৱল যে অসমৰ বৃহৎ স্বাৰ্থৰ হকে কাম কৰি গৈছে সেয়া নহয়। তেওঁ নিজে আধা শতিকাকাল অসম আৰু অসমীয়াৰ স্বাৰ্থ সংৰক্ষণৰ আৰু প্ৰসাৰণৰ প্ৰহৰীৰ ভূমিকা সগৌৰৱে সাৰ্থকৰূপে বহন কৰিব পাৰিছিল।"[১২]

সাহিত্যিক হিচাপে লক্ষ্মীনাথ ফুকনৰ স্থান অতি উচ্চ। ফুকনৰ নামটোৰ লগত সংপৃক্ত হৈ থকা সকলোবোৰ দিশতকৈ প্ৰথমেই আমাৰ মনলৈ আহে সাংবাদিকতাৰ দিশটোহে। এই সাংবাদিকতাৰ আঁৰত যিটো সংবেদনশীল মন আছিল, সেয়াই তেখেতক দান কৰিছিল সৃষ্টিশীল কৰ্মৰাজি। ফুকনদেৱে সাহিত্য জগতত খোজ পেলালে 'মালা' নামৰ ১৯১৮ চনতে প্ৰকাশ পোৱা ছটা গল্প সংকলনৰ মাজেদি। ১৯৫২ চনত প্ৰকাশ পোৱা 'ওফাইডাং'; ১৯৬৩ চনত প্ৰকাশ পোৱা 'মৰমৰ মাধুৰী'; ১৯৬৫ চনত প্ৰকাশ পোৱা 'আশাত উৎফুল্ল প্ৰাণ'; ১৯৬৭ চনত প্ৰকাশ পোৱা 'আনন্দে নধৰে হিয়া' আদি গল্প সংকলন কেইখনে ফুকনদেৱৰ সৃষ্টি প্ৰতিভাক আদৰণি জনালে।

লক্ষ্মীনাথ ফুকনৰ গল্পসমূহৰ বিষয়বস্তু, ভাৱবস্তু আৰু ৰূপবস্তুৰ প্ৰতি লক্ষ্য কৰিলে দেখা যায় যে 'আৱাহন যুগীয় চুটিগল্পৰ যি ধ্যান-ধাৰণা আছিল সেই ধ্যান-ধাৰণাৰ সমধৰ্মী ফুকনদেৱৰ গল্পসমূহ।' ফুকনদেৱে গল্পৰ বিষয়বস্তু গ্ৰহণ কৰিছে সেই সময়ৰ মধ্যবিত্ত আৰু নিম্নবিত্ত সমাজৰ পৰা। এফালে শিক্ষিত মধ্যবিত্ত সমাজখন আৰু তাৰ বিপৰীতে নিম্নবিত্ত শ্ৰেণীটোৰ প্ৰাত্যাহিক জীৱনৰ সীমাবদ্ধতা, তুচ্ছতা আৰু গ্ৰামীণ সৰলতাক আদৰি আনিলে গল্পসমূহে। 'কোৱা বাহুল্য মাথোন যে, তেওঁৰ দৃষ্টিত ধৰা পৰিছে কেৱল কেতবোৰ ক্ষুদ্ৰ মানুহৰ সাধনাৰ ক্ষুদ্ৰতা, নীচতা, ভণ্ডামি আৰু অন্তঃসাৰশূন্যতা।'[১৩]

লক্ষ্মীনাথ ফুকনে গল্পসমূহৰ মাজেদি পছিমীয়া আদব-কায়দাৰে অসমীয়া নতুন শিক্ষাৰে শিক্ষিত হোৱা, আধুনিকতাৰ মাজত সোমাই নিজকে সজাবলৈ যাওঁতে কেনেদৰে জীৱনলৈ চৰম বিপৰ্যয়, দ্বন্দ্ব, সমস্যা আদি নামি আহিছে তাৰ বাস্তৱ ছবি এখন উদঙাই দেখুৱাইছে। সহজ-সৰল ভাষাৰে কাহিনী মনোগ্ৰাহী কৰি তোলা ফুকনদেৱৰ সাধাৰণ মানুহৰ প্ৰতি প্ৰকাশ পোৱা গভীৰ সহানুভূতি সহজেই অনুমেয় হয়। 'মেধি', 'মহিমাময়ী', 'টাইপিষ্টৰ জীৱন', 'প্ৰাইভেট চেক্ৰেটেৰী', 'বিহুসন্মিলন', 'নতুন সুৰ', 'ওফাইডাং' আদি গল্পৰ মাজেদি সাধাৰণ মানুহৰ সুখ-দুখৰ কাহিনীকে সাৱলীল ভাষাৰে চৰিত্ৰ চিত্ৰণৰ মাধ্যমেদি সম-সাময়িক সমাজৰ দিশ এটাও ব্যংগাত্মক ৰূপত মানৱীয় অনুভূতিক উদঙাই দেখুউৱাত সিদ্ধহস্ত হৈছে। 'ওফাইডাং' গল্প সংকলনটিৰ বিষয়ে বাণীকান্ত কাকতিয়ে মত আগ বঢ়াইছে — 'আপোনাৰ ছটা গল্প বৰ্তমান সমাজৰ ছটা জ্বলন্ত চিত্ৰ। প্ৰত্যেকটো চৰিত্ৰই সেই চিত্ৰৰ সজীৱ মূৰ্তি। বেজবৰুৱাৰ পিছত এই অকণমান কিতাপখনেই সময়ৰ দাপোণ। ভাষাৰ কথানো কি ক'ম? ইংৰাজী অসমীয়া দুটাতেই আপুনি সিদ্ধহস্ত।'[১৪]

ফুকনদেৱৰ গল্পৰ ভাৱবস্তুৰ সৈতে মানুহৰ সহৃদয়তা আছে। 'টাইপিষ্টৰ জীৱন' গল্পৰ মাজেদি টাইপিষ্টৰ জীৱনৰ কাৰুণ্য দাঙি ধৰিছে। 'ঋণ পৰিশোধ' গল্পটোত অনিৰুদ্ধ দুৱৰাই ভৈৰৱ চন্দ্ৰ হাজৰিকাৰ ভিতৰত লুকাই থকা উদাৰতাৰ এক মহানুভৱতা আৱিষ্কাৰ কৰিছে। 'ডাক্তৰ' গল্পত ডাক্তৰৰ মহানুভৱতা প্ৰতিষ্ঠাৰ বাবেই তেওঁৰ জীৱনবোধক গতানুগতিকতাৰ পৰা আঁতৰাই লৈ যোৱা হৈছে। 'মৰমৰ মাধুৰী' গল্পত প্ৰতিফলিত হোৱা মানসিক আৰু আৱেগ প্ৰৱণতা সহজেই লক্ষ্য কৰিব পাৰি। 'মেধি' এটা ব্যতিক্ৰমী গল্প। এই মেধিৰ ভাষা একেবাৰে গ্ৰাম্য আৰু সহজ-সৰল। 'আঁঠুলৈকে পৰা তেল চিকটি বান্ধি যোৱা চুৰিয়া এডোখৰ হ'লেই মেধিৰ হয়... মেধিয়নীয়ে ঘৰতে নিকা সাজপাৰ কৰি থাকে। দিনৌ ৰিহা-মেখেলা চাবোনেৰে ধুই লয়।' গল্পকাৰৰ মন সদায় পৰিৱৰ্তনশীল। সমাজখনলৈ গল্পকাৰে নতুন পৰিৱৰ্তন আনিবলৈ বিচাৰিছে। মেধিয়নীয়ে চকী এখন আৰু লণ্ঠন এটা কিনাৰ কথা কওঁতে মেধিয়ে উত্তৰ দিছে — 'লণ্ঠনৰ কথাটো বাৰু বুজিলোঁ ... কিন্তু চকীখন



কেলেই? মূঢ়াত বহিবলৈ দিবলৈ যদি বেয়া পাৰ, বহুৱাবি সেই বৰপীৰাখনতে। বৰপীৰাৰ জোৰ চকীয়ে নেপায় জানিছ। মেৰধৰা পাটীধৰাও আছে নহয়...।'

মানৱীয় সহানুভূতি আৰু উদাৰতাই মেধি গল্পটোৰ কাহিনী সু-পৰিকল্পিতভাৱে নিৰ্মাণ কৰিছে। 'ফুকনৰ গল্পত যি গভীৰ সংবেদনশীলতা অনুভূত হয় সেয়া গভীৰ জীৱন জিজ্ঞাসাজনিত নহয়। ফুকন বাস্তৱ জীৱন আৰু বাস্তৱ জগতৰ ৰূপকাৰ।'[১৫]

লক্ষ্মীনাথ ফুকনক এজন সাৰ্থক সমসাময়িক গল্পকাৰ হিচাপে দাবী জনাব পাৰিলেও কিন্তু কলা-কৌশলৰ দিশত ইমান উন্নত যেন নালাগে। কলা-কৌশলেহে চুটি গল্পক উন্নত মানলৈ নিয়ে। এই ক্ষেত্ৰত এইষাৰ কথা উল্লেখনীয় যে — "লক্ষ্মীনাথ ফুকনৰ গল্প সুখপাঠ্য যদিও চুটি গল্পৰ কলা-কৌশলৰ দিশত কিন্তু উন্নত নহয়। কাৰণ চুটিগল্পত জীৱনৰ খণ্ডিত অৱস্থা এটাৰ মাজেদি জীৱনৰ বিচিত্ৰতাক নিৰীক্ষণ কৰা হয়। কিন্তু লক্ষ্মীনাথ ফুকনৰ গল্পত জীৱনৰ ব্যাপক অংশ সামৰি লোৱা বাবে একেটা গল্পতে বহু ঘটনাৰ সমাৱেশ হৈছে। ইয়াৰ ফলত ফুকনৰ গল্প অনাৱশ্যকভাৱে যথেষ্ট দীঘল হৈ পৰে।'[১৬] সি যি কি নহওক লক্ষ্মীনাথ ফুকনৰ কোনো কোনো গল্পৰ বাহিৰে সৰহ সংখ্যক গল্পতে পৰিস্থিতি, ঘটনাৰ অভিজ্ঞতা, বাস্তৱধৰ্মী চৰিত্ৰ আৰু কল্পনাৰ সমাহাৰ ঘটাই তেখেতে অসমীয়া সাহিত্যলৈ একুঁকি চুটিগল্প অকপটভাৱে আগ বঢ়াই সাহিত্যৰ ভঁৰাল চহকী কৰিলে।

ঔপন্যাসিক হিচাপে লক্ষ্মীনাথ ফুকনক দুখন উপন্যাসত লগ পাওঁ। 'নিশাৰ পুৰতি সুৰ', ৰচনাকাল ১৯৭৩ আৰু আনখন শিশু উপন্যাস 'বাপুকণ' ১৯৮৭ চনত প্ৰকাশ পায়। 'নিশাৰ পুৰতি সুৰ' উপন্যাসখনৰ পটভূমি অসমৰ গ্ৰাম্য জীৱন। কাহিনীভাগ আগ বাঢ়িছে মৌজাদাৰৰ ঘৰত বনকৰা এগৰাকী সৰল, আজলী গাভৰুৰ জীৱনৰ দুখ-দুৰ্গতি, জীৱন-সংগ্ৰাম আৰু আশা-নিৰাশাৰে ভৰা ঘটনাৰাজিক লৈ। মৌজাদাৰৰ ঘৰত আলহী হৈ থকা খুলশালিয়েক দুলালৰ কামনাৰ বলি হৈ আজলীয়ে নাৰী জীৱনৰ সৰ্বস্ব হেৰুৱাবলগীয়া হ'ল। তথাপি তাই দুলালক জগৰীয়া কৰিব খোজা নাই। সৰলমনা, অবলা আজলীয়ে দুলালৰ সাক্ষীস্বৰূপে তাইৰ গৰ্ভত ভাববান্ধি সত্য ৰক্ষা কৰিছে। তাই গৰ্ভ নষ্ট কৰিবলৈ বিচৰা নাই। দুলালৰ যি কাপুৰুষালি সেয়া তাই ক্ষমাৰ চকুৰে চাইছে। তাই স্পষ্টভাৱে ঘোষণা কৰিছে — 'ময়ে মৰিম, আপোনাক নামাৰোঁ।' আজলী, দুখীয়া, নিচলা, কেও-কিছু নাইকিয়া ছোৱালী। তাই দুলালৰ বিৰুদ্ধে মাত মাতিব পৰা শক্তি ভগৱানে দিয়া নাই। তাই এডোখৰ কাপোৰ, এসাঁজ ভাতৰ কাৰণেহে মৌজাদাৰৰ ঘৰত গেবাৰি খাটিছে। দুখন হাতেৰে গাৰ যথাশক্তিৰে মৌজাদাৰৰ ভৰা ঘৰখনৰ কাম কৰে। তথাপি তাই ভাগৰি নপৰে। সুখ-দুখ, আশা-নিৰাশাৰ জীৱন, কঠোৰ সংগ্ৰাম আজলীয়ে মূৰ পাতি লৈ জীয়াই আছে। কেৱল প্ৰাণৰ মমতাত জীয়াই থকাৰ আশা। এয়া যেন আজলীৰ কাৰুণ্যৰে ভৰা সমাজ জীৱনৰ জীৱন্ত সাক্ষী। ঔপন্যাসিকে লিখিছে — 'হাতুৰীৰ কোবত পিতল চেপেটা হৈ যোৱাৰ দৰে আজলী হয়তো চেপেটা হৈ যায়, কিন্তু ভাগি দুটুকুৰা নহয়।'

আজলীৰ এটা সন্তান হ'ল আৰু সেই সন্তানক ভৱিষ্যতে মানুহ কৰাৰ সপোন দেখি স্নেহময়ী মাতৃয়ে নানা বিলাই-বিপত্তি, দুখ-ক্লেশৰ মাজতো আৰ ঘৰে তাৰ ঘৰে গেবাৰি খাটি পুনৰ মৌজাদাৰৰ ঘৰতে অচিন ৰোগত হাড়ডাল পেলালেহি। একমাত্ৰ আশাৰ কঠীয়া, পুতেক জীৱনৰ পঢ়াৰ প্ৰতি যি আগ্ৰহ আছিল তাত চেঁচা পানী ঢালিলে মৌজাদাৰণীয়ে।

হঠাতে এদিন ভায়েক দুলাল আহি তাত উপস্থিত হ'লহি। সি গুৱাহাটীত আইন পৰীক্ষা দি ঘূৰি আহিছে। তেতিয়া দুলালে মাতৃহাৰা জীৱনক দেখি নিৰ্ভীক আৰু সততাৰে ঘোষণা কৰিছে যে আচলতে জীৱন তাৰ নিজৰ তেজৰ সন্তান। এলাগী আজলীৰ হৃদয়ৰ উত্তাপ আৰু অকৃত্ৰিম ভালপোৱাক দুলালে তেতিয়াহে অনুভৱ কৰিছে। আজলীৰ সঁচা প্ৰেমত দুলাল যেন জাহ যাবলৈ ধৰিছে। আজলীয়ে নীৰৱ প্ৰেমৰ এগছি শলিতা আগ বঢ়াই থৈ গ'ল দুলাললৈ। সেয়ে দুলালে মৌজাদাৰ আৰু মৌজাদাৰণীৰ সাক্ষাতে জীৱনক পুত্ৰৰূপে গ্ৰহণ কৰিছে।

'নিশাৰ পুৰতি সুৰ' লক্ষ্মীনাথ ফুকনে উপন্যাসখনৰ কাহিনীভাগ সুপৰিকল্পিত, সাৱলীল, মনোৰম আৰু অন্তস্পৰ্শী কৰি কৌশলগতভাৱে আগ বঢ়াই নিছে। গ্ৰাম্য জীৱনৰ পটভূমিত ৰচনা কৰা উপন্যাসখনত জিলিকি উঠিছে দুখীয়া আৰু ধনীৰ দুখন সমাজ, নিঃস্ব চৰিত্ৰবোৰ, আজলীৰ দৰে সঁচা নাৰী চৰিত্ৰ, দুলালৰ দৰে পলায়নবাদী নোহোৱা সাহসী চৰিত্ৰবোৰ। চকীদাৰ জুৰমন আৰু তৰুণীৰ দৰে উপকাহিনীক লৈ উপন্যাসখন আগ বঢ়াই নিয়াত সফল হৈছে। উপন্যাসখনে নিখুঁত বাস্তৱধৰ্মী এখন চিত্ৰ দাঙি ধৰিছে। একেবাৰে ঘৰুৱা প্ৰাঞ্জল ভাষাৰে উপন্যাসখন সজীৱ আৰু হৃদয়ানুভূতি কৰি তোলাত ঔপন্যাসিকক ফুকনদেৱ সাৰ্থক হৈছে।

লক্ষ্মীনাথ ফুকনৰ দ্বিতীয়খন শিশু উপন্যাস 'বাপুকণ'। এইখন উপন্যাসৰ কাহিনীভাগ আগ বাঢ়িছে গাঁৱৰ পৰিৱেশ, সহজ-সৰল জীৱন-যাত্ৰাত অভ্যস্ত হৈ পৰা এখন গ্ৰাম্য সমাজত বসবাস কৰা বাপুকণ আৰু তাৰ মাক-দেউতাকক লৈ। বাপুকণেই হ'ল উপন্যাসখনৰ নায়ক। নায়ক বাপুকণৰ শৈশৱ, কৈশোৰৰ সন্ধিক্ষণতেই উপন্যাসৰ কাহিনীভাগ আৰম্ভ হৈছে। মান-অভিমান, খং, জেদ বাপুকণে সকলো ধৰিলেও তাৰ কুমলীয়া কৈশোৰ মনটোৱে খন্তেকৰ পিছতে এৰি দি আপোন পাহৰা হৈ পৰে। স্বভাৱগত শিশুমনৰ এখন চিত্ৰ ঔপন্যাসিক গৰাকীয়ে দাঙি ধৰিছে। বাপুকণৰ এনে শিশুসুলভ স্বভাৱৰ লগতে গাঁৱৰ পৰিৱেশৰ লগত খাপ খুৱাই মাক-দেউতাকো অভ্যস্ত হৈ পৰিছে। বাপুকণৰ চৰিত্ৰ বিকাশত সহায় কৰিছে বয়সস্থ কেইবাটাও চৰিত্ৰই। চাহ বাগিচাৰ পৰিৱেশে শিশু উপন্যাসখন বিকাশ হোৱাত সহায় কৰিছে। যোগেশ দাসে শিশু







উপন্যাসখনৰ বিষয়ে মন্তব্য কৰিছে — 'শিশু উপন্যাসখন 'বাপুকণ' যিখনৰ সম্প্ৰতি ধাৰাবাহিক টেলিনাট হৈছে। ভাষাও তেওঁলোকৰ নিমিলে, বেজবৰুৱাৰ ক্ষীপ্ৰ গতি, জটুৱা ভাষাৰ (কেতিয়াবা খিচিৰিও হয়) বিপৰীতে ফুকনদেৱে শ্লথ গতি নাগৰিক ভাষা প্ৰয়োগ কৰিছিল।।'[১৭]

চৰিত্ৰ কাহিনী আৰু ভাষা দুয়োখন উপন্যাসতে লক্ষ্মীনাথ ফুকনদেৱে বুকুৰ উমেৰে উমাল কৰি পাঠকৰ আগলৈ উলিয়াই দিলে। গ্ৰাম্য সমাজ, ৰসঘন কাব্য, জঁটুৱা ঠাঁচ, চিনাকি পৰিৱেশ আৰু চৰিত্ৰই পাঠকৰ মনত ডোলা দিব পৰাতেই ঔপন্যাসিক হিচাপে ফুকনদেৱৰ সাৰ্থকতা।

কবি লক্ষ্মীনাথ ফুকনে হৃদয়ৰ অনুভূতি লিখিছিল ১৯১০ চনৰ 'উষা' আলোচনীৰ চতুৰ্থ ভাগত 'উষা' নামৰ কবিতাটিৰ জৰিয়তে। কবি ফুকনৰ অনুভূত হৃদয়ত জোনৰ পোহৰ আঁতৰাই উষাই প্ৰথম কিৰণ ঢালিলে। সেই কিৰণৰ পৰিপূৰ্ণতাৰে বিকিৰণ ঘটিল বাঁহীৰ পাতলৈ। চাওঁতে চাওঁতে ১৯৬৪ চনত 'সোণালী সপোন' একুৰি পোন্ধৰটা কবিতাৰে এখন পুথি আগ বঢ়ালে অসমীয়া কাব্য জগতলৈ। এই কবিতা পুথিখনত প্ৰকাশ হোৱা কবিতাসমূহৰ কিছুমান কবিতাৰ আবেদন ব্যক্তিগত প্ৰেমৰ আৰু কিছুমান কবিতাৰ আবেদন দেশপ্ৰেম আৰু অতীত প্ৰীতি। প্ৰেমৰ কবিতাত ইন্দ্ৰিয়ৰ উন্মাদনা বা যৌৱনৰ আকাংক্ষা বা বিৰহ বেদনাত বিধৌত হোৱা নাই। আছে মাথো সৌন্দৰ্য, ধ্যান-ধাৰণা আৰু তন্ময়তা। সেয়ে কবিয়ে 'সাক্ষী' নামৰ কবিতাতত প্ৰিয়াৰ ৰূপ অংকন কৰিবলৈ গৈ প্ৰকৃতিৰ আশ্ৰয় লৈছে। আৰু তাতেই যেন লাজুকী প্ৰিয়াৰ ৰহস্যময় ৰূপ চিত্ৰিত কৰিছে এনেদৰে —

দেখা পায় কিয় বা লুকালা
মণিটিয়ে সুলকি পৰিল?
আঁচলৰ আগটিতে লাগি
ফুলবো যে পাহিটি সৰিল। (সাক্ষী)

লক্ষ্মীনাথ ফুকনৰ কিছুমান কবিতাত ৰহস্যবাদী বিশ্ব দৃষ্টিৰ অভাৱ দেখা যায়। আকৌ কিছুমান কবিতাত ইতিহাসসন্মত আৰু মনোবিজ্ঞানসন্মত মানৱতাবোধ দেখা যায়। বহু জাতি-জনজাতি, ধৰ্ম, বৰ্ণ, গোষ্ঠী- উপগোষ্ঠীৰে বিচিত্ৰ বাসভূমি এই অসম। ইয়াতেই বামুণ, চণ্ডাল, উষা, চিত্ৰলেখা, ভগদত্ত, ভাস্কৰবৰ্মা, হিউৱেনচাং, শংকৰ-মাধৱৰ জন্ম হৈছিল। এই সকলোৰে সাক্ষীস্বৰূপে যেন মহাবাহু ব্ৰহ্মপুত্ৰ চিৰপ্ৰবাহিত হৈ আছে। সেয়ে কবি ফুকনে ব্ৰহ্মপুত্ৰৰ প্ৰতি কবিতাত লিখিছে —

বামুণৰে চণ্ডালৰে নাই ভেদাভেদ    বুলি শ্ৰীমন্ত শংকৰে ৰাগ টানি
প্ৰচাৰিলে বিয়াকুল বাণী।
কবিতাৰ ছন্দে ছন্দে বোৱালে    অমৃত নদী মাধৱদেৱে লগ লাগি
মুগ্ধ কৰি শত শত প্ৰাণী।

অসমবাসীৰ প্ৰাণ সঞ্চাৰ কৰি অহা ব্ৰহ্মপুত্ৰ নদীক কবিয়ে প্ৰতীকৰূপে কল্পনা কৰিছে। মানৱীয় আৰু জাতীয় চেতনাক উদ্বুদ্ধ কৰি জাতি, জনজাতি একেডাল সূতাৰে গ্ৰথিত কৰিব বিচৰা বিশাল ব্ৰহ্মপুত্ৰই যেন ইতিহাসৰ কথা পদে পদে সোঁৱৰাই জাতীয় জীৱন উদ্দীপনাময় কৰিবলৈ প্ৰয়াস কৰে। সেয়ে কবিয়ে শেষত কৈছে—

আনন্দ আবেগ ভৰা উচ্ছ্বাসৰ কলৰোল সকলোতে
দিলে লালকাল।
আথেবেথে কোলাত তোমাৰ।
আকাশে-বতাহে মাথোঁ তাৰে এটি হুমুনিয়া তাৰে এটি
হাহাকাৰ ধ্বনি
উঠে আজি গুজৰি গুমৰি।
হে বিশাল ব্ৰহ্মপুত্ৰ, আহিলে বাৰিষা তুমি দশোদিশ
তুলি খলকনি
দিয়ানেকি তাৰেই বাতৰি।    (ব্ৰহ্মপুত্ৰৰ প্ৰতি)

ড° মহেশ্বৰ নেওগে কবি ফুকনৰ কবিতা সম্পৰ্কে কৈছেঃ 'সুকুমাৰ অনুভূতি আৰু কুসুম কোমল প্ৰকাশৰ ফালৰ পৰা লক্ষ্মীনাথ ফুকনৰ কবিতাকেইটি অনুপম।'

লক্ষ্মীনাথ ফুকনৰ কবিতাসমূহ লেখত তাকৰ হ'লেও কিন্তু বাচকবনীয়া শব্দ, ব্যঞ্জনাময় ভাষা, চিত্ৰকল্প প্ৰতীক, উপমা-ৰূপক আদি অলংকাৰ আৰু ছন্দসজ্জাৰে কবিতাসমূহ আলোকিত। কবিতা সমূহৰ মাজত জাতীয় সত্তা নিহিত হৈ আছে। কবিতাসমূহৰ বিষয়ে ভাষাবিদ বাণীকান্ত কাকতীয়ে মন্তব্য কৰিছিল — 'এই এমুঠি সপোনত ভাবৰ মৃদুস্পৰ্শ, ভাষাৰ কোমলতা আৰু ছন্দৰ নমনীয়তাৰ এটি অপূৰ্ব সমাবেশ আছে।'[১৮]

'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' — লক্ষ্মীনাথ ফুকনৰ অন্য এক উল্লেখযোগ্য গ্ৰন্থ। মহাত্মা গান্ধীৰ পৰা ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালালৈকে সোতৰজন ব্যক্তি আৰু পিছত সংযোজন কৰা অন্য এক বীৰপুৰুষ তৰুণৰাম ফুকন। এই ওঠৰজন শ্ৰেষ্ঠ পুৰুষৰ লগত লেখকৰ সম্পৰ্ক কেনেধৰণৰ আছিল তেওঁলোকৰ কৰ্মৰাজি আৰু ব্যক্তিত্বসুলভ কথাখিনিকে সহজ-সৰল ভাষাৰে অসমীয়া সাহিত্যলৈ আগ বঢ়ালে। ১৯৬৯ চনতে প্ৰকাশ পোৱা আত্মজীৱনীমূলক গ্ৰন্থখনিয়ে ১৯৭১ চনত অকাডেমি পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হয়। এই গ্ৰন্থখনিৰ মাজতে অন্তৰ্নিহিত হৈ আছে কথাশিল্পী ফুকনদেৱৰ শ্ৰেষ্ঠ সাহিত্য-প্ৰতিভা। এই গ্ৰন্থখনিয়ে আত্মজীৱনীমূলক এই কথা লেখকে প্ৰথম কলমতে কৈছে। — 'মহাত্মা গান্ধী আৰু পণ্ডিত নেহৰুৰ লগতে পোন্ধৰজন অসমীয়ালৈ শ্ৰদ্ধা নিবেদন কৰি আত্মজীৱনীমূলক ভংগীৰে এই প্ৰবন্ধকেইটা লিখা।'[১৯] পিছত তৰুণৰাম ফুকনদেৱক সংযোজন কৰি ওঠৰগৰাকী ব্যক্তিৰ জীৱনীৰে গ্ৰন্থখন স্বয়ংসম্পূৰ্ণ কৰিলে। লেখকগৰাকীৰ প্ৰতিজন ব্যক্তিৰ লগত অন্তৰংগ সম্পৰ্ক আছিল। যাৰ কাৰণে গভীৰ প্ৰত্যয় আৰু সংবেদনশীলভাৱে তেওঁলোকৰ জীৱনৰ পৰিচয় দিব পাৰিছে। কোনো জটিলতাৰ মাজলৈ নোসোমাই সহজ-সৰল ভাষাৰে,

কম কথাতে প্ৰতিজন ব্যক্তিৰ ব্যক্তিত্বৰ একোখনকৈ ছবি নিখুঁতভাৱে অংকন কৰি পাঠকৰ হাতত তুলি দিব পৰাটোৱেই গ্ৰন্থখনৰ বিশেষ বৈশিষ্ট্য আৰু কথাশিল্পী হিচাপে ফুকনদেৱে তাতেই শ্ৰেষ্ঠতা লাভ কৰিছে। চন্দ্ৰকুমাৰ আগৰৱালাৰ বিষয়ে লিখিছে — 'তেওঁৰ খঙৰ গ্ৰাসত পৰা দুই একক খং মাৰ গ'লে তেওঁ ক'বলৈ কুণ্ঠিত হোৱা নাছিল, বাগিচাত কাম কৰি কৰি মোৰ মেজাজ বেয়া হৈ গৈছে। তোমালোক মোৰ কথাত নেলাগিবা।' এনেকৈ কেইজন মানুহে ক'ব পাৰে? খং নকৰা অৱস্থাত আৰু পিছলৈ তেওঁৰ খং তেনেকৈ নাছিলো। তেওঁয়ে আছিল দেৱতা সদৃশ। কিমান পবিত্ৰ আছিল তেওঁৰ অন্তৰখন। সকলোৰে লগত তেওঁ কৰিছিল মধুৰ ব্যৱহাৰ। এযাৰি সাদৰী মাতৰ পৰা কোনো বঞ্চিত নহৈছিল। বাটৰ দুবৰি বনৰ নিচিনা তেওঁ আছিল নিৰহংকাৰী।'[২০] এনেধৰণৰ কথনভংগী, বাক্যৰীতি, জতুৱা ঠাচ, অলংকাৰ, দেশী-বিদেশী শব্দ আৰু মাজে মাজে দিয়া কাব্যিকতাৰে গ্ৰন্থখনি সৰস আৰু সুখপাঠ্য কৰি তুলিছে। গ্ৰন্থখনিৰ সম্পৰ্কত ড° নগেন শইকীয়াদেৱে মন্তব্য কৰিছে — 'ফুকনৰ এই ৰচনাৰ ঘাই বৈশিষ্ট্য হ'ল প্ৰতিখন ৰচনা তেওঁৰ মনৰ ওপৰত পেলোৱা সোতৰগৰাকী ব্যক্তিৰ ব্যক্তিত্বৰ সাঁচৰ শব্দৰূপে হ'লেও আৰু তেওঁ প্ৰতিখন ৰচনাত সোঁ শৰীৰে থাকিলেও তেওঁ নিজৰ ছবি আঁকা নাই। আঁকিছে সোতৰগৰাকী ব্যক্তিৰহে। ইয়াত যদি ফুকনৰ কিবা ছবি ফুটি উঠিছে সেয়া তেওঁৰ হৃদয়ৰ উত্তাপৰ 'ছবি' দেশাত্মবোধ আৰু মানৱিকবোধৰ ছবি, বীৰপূজাৰ আন্তৰিক অনুপ্ৰেৰণাৰ ছবি। লক্ষ্মীনাথ ফুকন এই অৰ্থতেই সমগ্ৰ গ্ৰন্থখনিত বিয়পি আছে বিশ্লিষ্ট কৰিব নোৱৰাকৈ।'[২১]

এইগৰাকী মহান ব্যক্তিয়ে বিভিন্ন ঘাত-প্ৰতিঘাতকো আওকাণ কৰি, আৰ্থিক সংকটকো তুচ্ছজ্ঞান কৰি ওৰেটো জীৱন সংবাদসেৱাৰ জৰিয়তে সমাজৰ প্ৰতি এটা জাতিৰ প্ৰতি যি আদৰ্শ থৈ গ'ল সেয়া জাতিটোৰ কাৰণে অতি গৌৰৱৰ কথা। যিগৰাকী ব্যক্তি অকল সাংবাদিকেই নহয়, গল্প, উপন্যাস, কবিতাৰে আমাৰ সাহিত্য সমৃদ্ধ কৰি গৈছে, যিগৰাকী ব্যক্তিয়ে কৃচ্ছসাধ্য ব্ৰতৰ দ্বাৰাই উত্তৰণ ঘটাইছিল সেই গৰাকী আমাৰ অতি শ্ৰদ্ধাৰ দেৰগাঁও তথা অসমৰ সু-সন্তান লক্ষ্মীনাথ ফুকন। যাৰ ব্যক্তিত্ব এটা জাতিৰ দাপোণ স্বৰূপ। ❑

পাদটীকা ঃ

১। মণিৰাম দেৱান, পৃঃ ১৬৭, বেণুধৰ শৰ্মা।
২। লক্ষ্মীনাথ ফুকন ঃ জন্ম শতবৰ্ষ শ্ৰদ্ধাৰ্ঘ, পৃঃ ৪৬, সম্পাঃ প্ৰফুল্ল চন্দ্ৰ বৰা, প্ৰথম সংস্কৰণ ১৯৯৭ খ্ৰীঃ।
৩। ল'ৰাৰ মিত্ৰদেৱ, পৃঃ ১১, প্ৰথম প্ৰকাশ ১৯৮৭ চন, শ্ৰীপ্ৰসেনজিৎ গোস্বামী।
৪। মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, পৃঃ ৮৯, ২য় প্ৰকাশ, ১৯৯১ চন।
৫। মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, পৃঃ ৯৯, দ্বিতীয় প্ৰকাশ, ১৯৯১।
৬। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১০১।
৭। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১০১।
৮। ব্যক্তি, ধৰ্ম, সাহিত্য আৰু অন্যান্য, পৃঃ ৮৬, প্ৰথম প্ৰকাশ ২০০৬, উপেন্দ্ৰ বৰকটকী।
৯। কথাবৰেণ্য ১০০, পৃঃ ৫৩, প্ৰথম সংস্কৰণ - ২০০৬।
১০। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৫৩।
১১। লক্ষ্মীনাথ ফুকনৰ স্মাৰক বক্তৃতা, ১৯৯৮ চন, ৰবীন্দ্ৰনাথ বৰুৱা।
১২। অসমকোষ, পৃঃ ৪০৬, প্ৰথম প্ৰকাশ ২০০৫, হেমন্ত কুমাৰ ভৰালী।
১৩। অসমীয়া গল্প সংকলন, প্ৰথম খণ্ড, পৃঃ ৯৫, সম্পাঃ হোমেন বৰগোহাঞি।
১৪। মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, পৃঃ ১২৪।
১৫। অসমীয়া চুটিগল্পৰ অধ্যয়ন, পৃঃ ৭৭, ড° প্ৰহ্লাদ কুমাৰ বৰুৱা।
১৬। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৭৭।
১৭। লক্ষ্মীনাথ ফুকন ঃ জন্ম শতবৰ্ষ শ্ৰদ্ধাৰ্ঘ, পৃঃ ৩৬-৩৭, সম্পাঃ প্ৰফুল্ল চন্দ্ৰ বৰা।
১৮। মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, পৃঃ ১২৪।
১৯। পূৰ্বোক্ত গ্ৰন্থৰ আগকথা।
২০। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৪৯।
২১। লক্ষ্মীনাথ ফুকন ঃ জন্ম শতবৰ্ষ শ্ৰদ্ধাৰ্ঘ, পৃঃ ৬৮, সম্পাঃ প্ৰফুল্ল চন্দ্ৰ বৰা।





# ঔপন্যাসিক স্বৰ্গীয় লক্ষ্মীকান্ত মহন্ত ঃ কৃতি, সমালোচনা আৰু কিছু কথা

কাব্যশ্ৰী মহন্ত

মহন্তদেউ,

আপোনাৰ 'এখন আকাশ আশাহীন,
এখন পৃথিৱী ভাষাহীন'
উপন্যাসখন সুন্দৰ। সেইখন পূজা সংখ্যালৈ ৰাখিলে বেয়া পাব নেকি?

১৯৬৭ চনতে, অসমৰ সাংস্কৃতিক জগতৰ মহীৰূঢ় তথা 'আমাৰ প্ৰতিনিধি' আলোচনীৰ সম্পাদনাৰ যোগেদি অসমীয়া সাহিত্য তথা বৌদ্ধিক জগতৰো অন্যতম কাণ্ডাৰীৰ ভূমিকা পালন কৰা চিৰতৰুণ ভূপেন হাজৰিকাদেৱে দেৰগাঁও অঞ্চলৰ সেই সময়ৰ নাতিখ্যাত তৰুণ ঔপন্যাসিক লক্ষ্মীকান্ত মহন্তলৈ এখন পোষ্ট-কাৰ্ডত উক্ত কথাযাৰ লিখি পঠিয়াইছিল। উত্তৰত লক্ষ্মীকান্ত মহন্তই উল্লিখিত উপন্যাসখন আমাৰ প্ৰতিনিধিত ছোৱা-ছোৱাকৈ প্ৰকাশ কৰিবৰ বাবেহে ভূপেন হাজৰিকাদেৱক অনুৰোধ জনালে। ইয়াৰ কাৰণ আছিল, বিশেষ সংখ্যাত একেলগে প্ৰকাশ পোৱা উপন্যাসতকৈ ধাৰাবাহিকভাৱে প্ৰকাশ হোৱা উপন্যাসে পঢ়ুৱৈৰ অধিক সমাদৰ পায়। এই সৰু কথাটোৱে সেই সময়ৰ অসমীয়া সাহিত্য জগতৰ কেইটামান ডুখৰীয়া সত্য প্ৰকাশ কৰিছে। 'আমাৰ প্ৰতিনিধি' সেই সময়ৰ লব্ধপ্ৰতিষ্ঠ এখন আলোচনী। বাতৰি কাকত-আলোচনীয়ে সাংস্কৃতিক ক্ষেত্ৰত প্ৰথম আৰু প্ৰধান মাধ্যমৰূপে দায়িত্ব পালন কৰি আছিল। বিহু বা শাৰদীয় সংখ্যাৰ উৎকৃষ্টমানৰ (এই মানৰ কথাটো অৱশ্যে আপেক্ষিক) এখন আলোচনী আৰু উপন্যাস পঠন আছিল শিক্ষিত, মধ্যবিত্তীয় চামৰ বিনোদনৰ অন্যতম উপকৰণ। আলোচনীৰ সম্পাদকে বিচাৰিছিল শাৰদীয় সংখ্যাটো টনকিয়াল হওক। প্ৰকাশকে বিচাৰিছিল বৃহৎ কলেৱৰৰ উপন্যাস আৰু লেখকে বিচাৰিছিল পঢ়ুৱৈৰ সমাদৰ। ষাঠি-সত্তৰৰ দশকৰ অসমীয়া উপন্যাসৰ ওপৰত উপৰোক্ত কথাকেইটাই প্ৰভাৱ পেলাইছিল।

এতিয়া আহোঁ ওপৰত উল্লেখ কৰা 'এখন আকাশ আশাহীন, এখন পৃথিৱী ভাষাহীন' নামৰ উপন্যাসখনৰ কথালৈ। ১৯৬৭ চনত আলোচনীৰ পাতত প্ৰকাশ পোৱা উপন্যাসখন পিছত বনলতা প্ৰকাশনে কিতাপ আকাৰে প্ৰকাশ কৰি উলিয়াইছিল 'প্ৰেম আৰু কামনাৰে' শিৰোনামেৰে। ভূপেন হাজৰিকাদেৱে সুন্দৰ বুলি কোৱা উপন্যাসখন আজিৰ পাঠকৰ দৃষ্টিত বিশেষ গুৰুত্বপূৰ্ণ নহ'ব পাৰে। অকল সেইখনেই নহয়, তাৰ আগতে কিতাপ আকাৰে প্ৰকাশ পোৱা লক্ষ্মীকান্ত মহন্তৰ দ্বাৰা ৰচিত 'জীৱন কিয়নো লাগে' (প্ৰথম খণ্ড), 'জীৱনৰ মোহ', 'জীৱনৰ জোনাক বিচাৰি', 'গোপনীয়' এইকেইখনৰ এখনো ৰসোত্তীৰ্ণ সাহিত্যৰ পৰ্যায়লৈ গৈছে বুলি মই ক'ব খোজা নাই। ঔপন্যাসিক হিচাপে ক'বলৈ গ'লে লক্ষ্মীকান্ত মহন্ত এজন সাৰ্থক কলাকাৰ নাছিল। কিন্তু তেখেত আছিল প্ৰকৃতাৰ্থত এজন অধ্যৱসায়ী সাহিত্যিক। সাহিত্য কেৱল তেখেতৰ স্পৃহাই

নাছিল, ই আছিল তেখেতৰ আত্মাৰ সঞ্জীৱনী।

আজি কিছুদিনৰ আগতে এজন যশস্বী অসমীয়া সাহিত্যিকে ঘৰুৱা কথা প্ৰসংগত কৈছিল যে অসমীয়া উপন্যাসৰ ক্ষেত্ৰত এটা ডাঙৰ শূন্যতা আহিছে। নতুন লেখক-লেখিকাৰ মাজত গল্পকাৰ বহুত আছে। কিন্তু ঔপন্যাসিক নাই বুলিব পাৰি। এইষাৰ কথা ইয়াত এইবাবেই উনুকিয়াব লগা হৈছে, কাৰণ লক্ষ্মীকান্ত মহন্তৰ ওপৰত উল্লেখ কৰা আটাইকেউখন উপন্যাসেই তেখেতৰ ত্ৰিশ-বত্ৰিশ বছৰ বয়সৰ ৰচনা। উপন্যাসৰ দৰে গভীৰ আৰু বিস্তৃত অন্তৰ্বীক্ষণৰ প্ৰয়োজন হোৱা এটা কলাত আগ বাঢ়িবলৈ হ'লে পূৰঠ ভাবাবেগৰো প্ৰয়োজন যিটো আগবয়সত দুষ্কৰ। সেয়ে হ'লেও তেখেতে কেৱল স্পৃহাৰ দ্বাৰা উদ্দীপিত হৈয়েই এই কলাত হাত দিছিল। কিন্তু আগ বয়সৰ শিথিল ভাবাবেগ, সীমিত অভিজ্ঞতা তথা অপৰিণত জীৱনবোধৰ ছাপ কেউখনতেই বিদ্যমান। উল্লেখ কৰা কেউখনৰ বাহিৰেও আৰু দুখনমান অন্যান্য আলোচনীৰ পাতত আছিল বা প্ৰকাশো পাইছিল। চুটিগল্প মহন্তদেৱে তেনেকৈ লিখা নাছিল। হ'ব পাৰে চুটিগল্পৰ কথাশৈলীৰ মুষ্ঠিবদ্ধতা বা কাহিনীৰ আকস্মিকতাৰ ওপৰত তেখেতৰ অনুশীলন নাছিল। ১৯৬৪ চন মানৰ পৰা ১৯৭৫ চনলৈ তেখেতে নিৰৱচ্ছিন্নভাবে উপন্যাস ৰচনাৰ কামত আত্মনিয়োগ কৰিছিল আৰু ১৯৭৫ চনৰ 'আমাৰ প্ৰতিনিধি'ৰ বিশেষ সংখ্যাত প্ৰকাশ হৈছিল তেখেতৰ 'বৰঘৰৰ মেকুৰী সৰুঘৰলৈ যায়' এখন নাতিদীৰ্ঘ উপন্যাস, যিখন পৰৱৰ্তী কালত 'নতুন দিনৰ স্বপ্ন' শিৰোনামেৰে বনলতা প্ৰকাশনে প্ৰকাশ কৰি উলিয়াইছিল। আমাৰ বিচাৰত এই সৰু উপন্যাসখনেই লক্ষ্মীকান্ত মহন্তৰ সমূহ সৃষ্টিশীল সাহিত্যৰ ভিতৰত শ্ৰেষ্ঠ। কলেৱৰ বা ঘটনাক্ৰমৰ বিস্তৃতিৰ ফালৰ পৰা চাবলৈ গ'লে ইয়াক উপন্যাসিকা বোলাহে যুগুত। সেয়ে হ'লেও ঘটনাসমূহৰ সংযোগ, চৰিত্ৰ চিত্ৰণ বা কাহিনীৰ গভীৰতাৰ গুণাগুণ ইয়াৰ আগতে প্ৰকাশ পোৱা উপন্যাসকেইখনতকৈ বেছি। মন কৰিব পাৰি যে এই সৰু উপন্যাসখনৰ মাজেদি লেখকজনৰ সৃষ্টিশীল সাহিত্যই এটা মোৰ লৈছিল। ডেকা বয়সৰ ৰোমাণ্টিক ভাবতকৈ সমাজ জীৱনৰ কিছুমান জটিল প্ৰশ্ন উত্থাপন কৰা সাধাৰণ চহা মানুহৰ জীৱনচৰ্যা, খাটিখোৱা মানুহৰ সংগ্ৰাম ইত্যাদি তেখেতৰ সৃষ্টিশীল ৰচনাৰ উপজীৱ্য হ'বলৈ ধৰিছিল। এইখিনিতে এটা কথা উল্লেখ কৰিব পাৰি যে সত্তৰৰ দশকৰ আৰম্ভণিতে স্বৰ্গীয় লক্ষ্মীকান্ত মহন্ত বাওঁপন্থী ভাবধাৰাৰ প্ৰতি আকৃষ্ট হৈছিল। সেই সংগ্ৰামী অভিব্যক্তিৰ লগত ৰোমাণ্টিক অনুভূতি বা স্বাভাৱিক কল্পনাশক্তি একীভূত হৈ হয়তো আৰু দুখনমান সাৰ্থক উপন্যাস পঢ়ুৱৈক উপহাৰ দিলেহেঁতেন। কিন্তু এইখিনিতে এটা ঘটনা ঘটিল। যিটো ঘটনাই তেখেতৰ সৃষ্টিশীল সাহিত্যৰ ক্ষেত্ৰত প্ৰভাৱ পেলালে।

১৯৭৬ চনত যশস্বী সমালোচক ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া উপন্যাসৰ গতিধাৰা' প্ৰকাশ হৈ ওলাল। এই পুথিখনত ড° শৰ্মাদেৱে স্বৰাজোত্তৰ কালৰ খ্যাত-অখ্যাত প্ৰায়খিনি অসমীয়া ঔপন্যাসিকৰ উপন্যাসসমূহৰ ওপৰত টোকা আগ বঢ়াইছিল। যশস্বী সমালোচকজনৰ সমালোচনা আছিল বস্তুনিষ্ঠ। ভাষা আছিল কঠোৰ। আমাৰ দৰে নামগোত্ৰহীন ব্যক্তিয়ে কোৱাৰ প্ৰয়োজন নাই, কিন্তু পাটীগণিতীয় দৃষ্টিকোণৰ পৰা ইয়াতকৈ শুদ্ধ সমালোচনা অসমীয়া সাহিত্যত হয়তো খুব কমেইহে আছে। কিন্তু ব্যক্তিৰ মনোজগত যেনেদৰে কেৱল পাটীগণিতেৰে সমৃদ্ধ নহয়, সেইদৰে সৃষ্টিশীল কলা এটাৰ গতিধাৰাক আলোচনা কৰিবলৈ যাওঁতেও কেৱল নীতি আৰু যুক্তিযুক্ততাকে মূলধন কৰি ল'লে সেই সৃষ্টিশীল কলাৰ গতিধাৰাক উজ্জীৱিত কৰি ৰখা বহুজনৰ প্ৰতি হয়তো কিঞ্চিৎ অবিচাৰ কৰা হয়। কাৰণ সাহিত্যৰ এটা দিশৰ ধাৰাবাহিকতা ৰক্ষাও এটা ভাষাৰ সাহিত্যৰ ইতিহাসত খুবেই গুৰুত্বপূৰ্ণ। সাধাৰণ দক্ষতাৰ একোজন লেখকক তেওঁৰ সাম্প্ৰতিক সময়ৰ বা তাৎক্ষণিকভাৱে পূৰ্বৰ সাহিত্যৰাজিয়ে বিশেষ প্ৰভাৱান্বিত কৰে। ষাঠিৰ দশকৰ অসমীয়া উপন্যাসৰ ঘাই উপজীৱ্য চহা অসমীয়া মানুহৰ দৈনন্দিন জীৱনৰ লগতে নগৰীয়া নতুন মধ্যবিত্ত শ্ৰেণীৰ প্ৰেম, বিৰহ, বিলাস, ৰোমাণ্টিকতা ইত্যাদিয়েই আছিল।

এইখিনি কথা ক'বলগীয়া হৈছে এইকাৰণেই যে ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ উক্ত কিতাপখনত লক্ষ্মীকান্ত মহন্তৰ উপন্যাস সম্পৰ্কে কৰা মন্তব্য কোনো ফালৰ পৰাই যোগাত্মকতো নাছিলেই বৰঞ্চ সকলোবোৰ ঔপন্যাসিকৰ ভিতৰত লক্ষ্মীকান্ত মহন্তৰে নিন্দাবাদ কৰা হৈছিল বেছি। কিতাপখনৰ এঘাৰ পৃষ্ঠাত লেখকে 'লক্ষ্মীকান্ত মহন্তৰ লগতে সেই সময়ৰ আৰু দুজন ঔপন্যাসিকক 'ডেকা পাঠক সমাজক দৃষ্টিৰ আগত ৰাখি ব্যৱসায়ৰ দৃষ্টিৰে উপন্যাস ৰচনা কৰা' বুলি লিখিছিল।

আগতেই কৈ অহা হৈছে যে লক্ষ্মীকান্ত মহন্ত এজন অতি প্ৰতিভাশালী ঔপন্যাসিক নাছিল বা তেখেতৰ ৰচিত কোনো এখন উপন্যাসেই কালজয়ী বোলা স্বীকৃতি পাব নোৱাৰে। বৰ্ণনাৰ চাতুৰ্যৰে চমকপ্ৰদ পৰিৱেশ সৃষ্টি বা সূক্ষ্ম পৰ্যবেক্ষণৰ মাজেদি জীৱন আৰু জগতৰ শাশ্বত সত্যক উদ্‌ঘাটন আৰু কাহিনীৰ মহাকাব্যিক গভীৰতা হয়তো তেখেতৰ উপন্যাসত নাই।

'সকলো চৰায়ে কোমল পাখিত
নোৱাৰে সানিব ওখ ডাৱৰৰ ৰূপালী বোল।'

কিন্তু এই কথা ক'বই লাগিব যে উপন্যাস ৰচনা তেখেতৰ ব্যৱসায় নাছিল। ব্যৱসায়িক মনোবৃত্তিৰে তেখেতে কাহিনী সৃষ্টি কৰা নাছিল। শিক্ষকতাৰে জীৱন নিৰ্বাহ কৰা মহন্তদেৱৰ বৈষয়িক প্ৰয়োজনো আছিল নিতান্তই সীমিত। দুখীয়া পৰিয়ালৰ ছাত্ৰ-ছাত্ৰীক এপইচাও মাননি নোলোৱাকৈ ঘৰত পঢ়ুৱাই, ভাত-পানীও তেখেতে খুৱাইহে পঠিয়াইছিল। তৰুণ মনৰ স্বাভাৱিক অপৰিপক্কতাক 'ব্যৱসায়িক মনোবৃত্তি' বুলি শূন্য দূৰত্বত এজন বিদগ্ধ পণ্ডিতে



কেনেদৰে ক'লে, সি অলপ উচপ খাবলগীয়া কথা। ষাঠি-সত্তৰৰ দশকৰ অসমীয়া উপন্যাসৰ কিছুমান বৈশিষ্ট্য হয়তো স্বৰ্গীয় লক্ষ্মীকান্ত মহন্তৰ উপন্যাসত অবিকশিত ৰূপত ধৰা দিছিল। কিন্তু সামগ্ৰিকভাৱে উপন্যাস ৰচনাৰ স্পৃহাকে কৰা নিন্দাবাদ সেই অবিকশিত বৈশিষ্ট্যৰ সমালোচনা হ'ব নোৱাৰে। উল্লেখযোগ্য যে এই কিতাপখন প্ৰকাশ হোৱাৰ পিছত স্বৰ্গীয় লক্ষ্মীকান্ত মহন্তদেৱে উপন্যাস ৰচনাত পূৰ্বৰ ধাৰাবাহিকতা ৰক্ষা নকৰিলে। ইয়াৰ পিছত যদি দুই-এখন উপন্যাস তেখেতৰ কোনোবা কিতাপ-আলোচনীত প্ৰকাশ হৈছেও সি পূৰ্বৰ ৰচনা। ইয়াৰ পিছত দীঘলীয়া এছোৱা সময় (প্ৰায় ঊনৈশ বছৰ কাল) মহন্তদেৱে অনুবাদ কৰ্ম, জীৱনী, ৰাজনৈতিক নিবন্ধ, ভ্ৰমণ কাহিনী ইত্যাদি লিখি পাৰ কৰি দিলে। গতিকে আগতেই উল্লেখ কৰি অহা 'আমাৰ প্ৰতিনিধি'ৰ বিশেষ সংখ্যাত প্ৰকাশ হোৱা 'বৰঘৰৰ মেকুৰী সৰু ঘৰলৈ যায়' উপন্যাসখনিত যি এটা নতুন মনোভংগীৰ পৰিচয় পোৱা গৈছিল, তাৰ অধিক বিকাশ আৰু নঘটিল। এইখন ৰচনাৰ সময়ত মহন্তদেৱৰ বয়স আছিল বিয়াল্লিশ বছৰ। সমালোচনাক প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰিব নোৱৰাটো নিঃসন্দেহে লেখকৰ দুৰ্বলতা। কিন্তু উপন্যাস ৰচনাৰ ক্ষেত্ৰত যদি অবান্তৰ সংলাপ, প্ৰেম বা যৌনতাৰ অধিক বৰ্ণনা, কাহিনীৰ শিথিলতা আদি পোনপটীয়া নিন্দাবাদৰ যুক্তি হ'ব পাৰে, সেইদৰে ধাৰাবাহিকতা ৰুদ্ধ কৰিব পৰা যিকোনো সমালোচনাও আদৰণীয় হ'ব নোৱাৰে। সেয়ে হ'লেও আধুনিক অসমীয়া সমালোচনা সাহিত্যৰ এজন প্ৰধান বাটকটীয়া সেই যশস্বী পণ্ডিতজনৰ প্ৰতি সন্মান জনাই আমি তেখেতে আলোচনাৰ মজিয়ালৈ অনা কেউখন উপন্যাসৰ ওপৰত পৃথক মন্তব্য আগ বঢ়োৱাৰ পৰা বিৰত থাকিলোঁ। কিন্তু যিহেতু উক্ত পুথিখন অসমীয়া সাহিত্যৰ ছাত্ৰ আৰু শিক্ষক সকলোৰে বহুপঠিত, সেয়ে দুটামান কথা উল্লেখ কৰাৰ প্ৰয়োজনবোধ কৰিছোঁ।

'জীৱন কিয়নো লাগে' উপন্যাসখনৰ বিষয়ে ড° শৰ্মাই কৈছে — 'সমস্যাৰ কোনো সমাধানসূচক পৰিণতি প্ৰদৰ্শন নকৰি চৰিত্ৰকেইটাক দোদুল্যমান অৱস্থাত এৰি দিছে' কিন্তু আচল কথাটো হ'ল শ্ৰীভূমি পাব্লিচাৰ্ছে প্ৰকাশ কৰি উলিওৱা 'জীৱন কিয়নো লাগে'। লেখকৰ ৰচিত উপন্যাসখনৰ প্ৰথম খণ্ডহে আছিল। অজ্ঞাত কাৰণত তাৰ দ্বিতীয় খণ্ড প্ৰকাশ হৈ নোলাল। বহু বছৰ পিছত বনলতা প্ৰকাশনে সম্পূৰ্ণ উপন্যাসখন প্ৰকাশ কৰিছিল। সেয়ে চৰিত্ৰৰ সম্পূৰ্ণতা বা ঘটনাৰ পৰিণতিৰ প্ৰকাশ সম্পূৰ্ণ নাছিল।

এতিয়া আহোঁ ১৯৭৫ চনত প্ৰকাশিত 'বৰঘৰৰ মেকুৰী সৰুঘৰলৈ যায়' নামৰ উপন্যাসখনলৈ। যিখন পিছত কিতাপ আকাৰে প্ৰকাশ কৰোঁতে নামটো সলনি কৰি 'নতুন দিনৰ স্ব প্ন' ৰখা হৈছিল। তাৰ বাহিৰে অইন কোনো সালসলনি ঘটোৱা নাছিল। এইখন লিখাৰ পূৰ্বেই লক্ষ্মীকান্ত মহন্ত বাওঁপন্থী ভাবধাৰাৰ প্ৰতি আকৃষ্ট হৈছিল। সত্তৰৰ দশকলৈকে শিক্ষিত মধ্যবিত্তসকলৰ বহুতৰে মনত উজ্জীৱিত হৈ থকা বৈজ্ঞানিক সমাজবাদৰ স্পৃহা, খাটিখোৱা মানুহৰ সংগ্ৰাম, মাটিৰ মালিকৰ দমন আৰু তাৰ লগতে সমান্তৰালকৈ গতি কৰিছে গাঁৱলীয়া চহাৰ সংসাৰত লগা আউলে।

কাহিনী আৰম্ভ হৈছে মুখ্য চৰিত্ৰ এধানৰ পত্নী সুমলা মাকৰ ঘৰলৈ গুচি যোৱাৰ প্ৰসংগৰ পৰা। শাহুৱেকৰ গালি-শপনি সহিব নোৱাৰি দুবছৰীয়া ল'ৰাটো লৈ সুমলা মাকৰ ঘৰলৈ গুচি গ'ল। মানসিক অস্থিৰতাত ৰাতি শুব নোৱাৰি এধান ঘৰৰ বাহিৰলৈ ওলাই আহিছে। ওলাই গৈ বাটত লগ পাইছে আন এক সক্ৰিয় চৰিত্ৰ তুলসীক। সাধাৰণ খেতিবাতিৰ কথা, সাংসাৰিক কথাৰ মাজেদি তুলসী আৰু এধানৰ চৰিত্ৰৰ বৈপৰীত্য প্ৰকাশ পাইছে। এধানে নিঃসহায়ভাৱে পৰিস্থিতিৰ ওচৰত আত্মসমৰ্পণ কৰিব খোজে। তুলসীৰ মন আনহাতেদি বৈপ্লৱিক। সমাজবাদৰ তত্ত্ব অধ্যয়ন নকৰা চহা মনটোৰেও সি ক'ব পাৰিছে — "দিনকাল সলনি হৈছে বুইছ এধান, আমাৰ দৰে দুখীয়া নিচলাবোৰক গচকি ৰাখিব খোজা এদল মানুহ অকল এইখন ঠাইতে নহয় গোটেই দেশখনতে আছে। কিন্তু সেইসকলক আমাক আৰু গচকি থাকিবলৈ দিব নোৱাৰি। আমাৰ অধিকাৰ আমি নিজেই আদায় কৰি ল'ব লাগিব।"

বাওঁপন্থী ভাবাদৰ্শৰ সেইখিনি সময়ৰ অপৰিণামদৰ্শী নীতিয়ে আনকি ৰিজাৰ্ভৰ মাটি বলপূৰ্বক দখল কৰা কাৰ্যকো সমৰ্থন কৰিছিল। তাৰ ইংগিতো উপন্যাসখনত আছে। এধান লাহে লাহে তুলসীহঁতৰ মতাদৰ্শৰ প্ৰতি আকৃষ্ট হৈছে। কলেজৰ অধ্যাপক মুহিধৰ কেওঁটে গাঁৱৰ ডেকাচামৰ মাজত অন্ধবিশ্বাস আৰু প্ৰচলিত সংস্কাৰৰ বিৰুদ্ধে সচেতনতা আনিছে। মাটিৰ মালিক নৰ গোসাঁইৰ অন্যায় যেনেদৰে তেওঁলোকে মানি ল'ব খোজা নাই, তেনেদৰে সত্ৰৰ বৰমেধিকো কৰকাটল দিব খোজা নাই। প্ৰচলিত নিয়ম সংস্কাৰক অধোমুখে মানি ল'বলৈ নতুন প্ৰজন্ম অমান্তি হৈছে। তুলসী, বেণী, সৰ্বেশ্বৰহঁতৰ কথা হ'ল গোসাঁইৰ বৰমেধিক কৰ-কাটল দিয়াৰ দিন আৰু নাই। সকলো মানুহেই পৰিশ্ৰম কৰি খাব লাগিব। এইখিনিতে এটা কথা ক'ব লাগিব যে উপন্যাসখনত ধনী শ্ৰেণীৰ প্ৰতিভূ হিচাপে যিজন নৰ গোসাঁইক থিয় কৰোৱা হৈছে সি পুৰামাত্ৰাই এটা কাল্পনিক চৰিত্ৰ। প্ৰকৃততে অসমীয়া সমাজত তেনেকুৱা অত্যাচাৰী ভূস্বামী নাই বুলিব পাৰি। স্বৰাজোত্তৰ অসমত শ্ৰেণী বিভাজনো সিমান তীব্ৰ নহয়। কিন্তু সি এক ভিন্ন প্ৰসংগ। আমাৰ আলোচিত উপন্যাসখনৰ ঘটনাক্ৰম সেই সত্যই অবাস্তৱ কৰি তোলা নাই। মুহিধৰ কেওঁটে গাঁৱৰ মানুহক কোৱা কথাবোৰ সকলোৱে যে সমানে বুজি পাইছে সেয়া নহয়। কিন্তু দ্বিধা, জড়তাৰ মাজেদিও অভাৱগ্ৰস্ত মানুহখিনি এটা কঠিন পদক্ষেপৰ বাবে সাজু হৈছে। সেয়া হৈছে নৰ গোসাঁইৰ মাটিত আগৰে পৰা খাই থকা আধিয়াৰবোৰে বলপূৰ্বক হাল বোৱা। উপন্যাসখনৰ সেই কেন্দ্ৰীয় ঘটনাটোৰ লগত সমান্তৰালকৈ আগ বাঢ়িছে এধান আৰু সুমলাৰ নীৰৱ অন্তৰ্দ্বন্দ্ব। সুমলা গুচি যোৱাৰ

কিছুদিন পাছত খুব সহজভাবেই এধানে বেলেগ এজনী ছোৱালীক জোৰোণ পিন্ধাই ঘৰ কৰিছে। এই ঘটনাৰ প্ৰতিক্ৰিয়া সুমলাৰ পিতাক দেহিৰামে প্ৰকাশ কৰিছে এনেদৰে — 'মই পিছে বেয়া নোবোলো বোপাই, সকলো মোৰ ছোৱালীৰ কপালৰ লিখন'।

লাহে লাহে এধান তুলসীৰ নেতৃত্বত গাঁৱৰ বিপ্লৱী ডেকাদলৰ সক্ৰিয় এজন হৈ পৰিছে। শেষত পুৱতি নিশা নৰ গোসাঁইৰ ভেৰোণীয়া গুণ্ডাৰ লগত এধান, তুলসী আৰু সিহঁতৰ পক্ষৰ মানুহৰ মাৰপিট লাগিছে। ৰাইজৰ প্ৰতি আক্ৰমণত তিষ্ঠিব নোৱাৰি ভেৰোণীয়া গুণ্ডাৰ দল পলাই গৈছে (যিটো সাধাৰণতে নহয়) আৰু পিছত ঘটনাৰ বিষয়ে নৰ গোসাঁয়ে পুলিচত ওলোটা ৰিপৰ্ট দিয়াত পুলিচে তুলসীৰ সমৰ্থনত থকা গাঁৱৰ সকলো মতা মানুহক সাঙুৰি এৰেষ্ট কৰি লৈ গৈছে। গুণ্ডাৰ মাৰত তুলসী, এধান হস্পিটেলত ভৰ্তি হ'ব লগা হৈছে।

কিন্তু ইয়াৰ পিছতো গাঁৱৰ ৰাইজৰ মাজত প্ৰতিবাদৰ জোৱাৰ শেষ হৈ যোৱা নাই। মুহিধৰ কেওঁটৰ অনুগামী দুজনমান প্ৰগতিশীল যুৱকে এইবাৰ গাঁৱৰ তিৰোতাসকলক সংগঠিত কৰি নৰ গোসাঁইৰ কাৰ্য আৰু পুলিচৰ অবিচাৰৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰিবলৈ চহৰলৈ লৈ আহিছে। ইয়াৰ মাজতে এধানৰ পিছত বিয়া কৰাই অনা ঘৈণীয়েক মাকণে তাক এৰি গৈছে। সংকটৰ সময়ত তাৰ কাষ চাপি আহিছে সুমলা। সিহঁত দুয়োৰে পুনৰ্মিলন হৈছে। কাৰণ সুমলাৰ পিতাক দেহীৰাম এধান আৰু তুলসীৰ আদৰ্শত বিশ্বাসী। প্ৰকৃততে সুমলা আৰু এধানৰ সাময়িক বিচ্ছেদ গাঁৱলীয়া সমাজত ঘটি থকা চিৰাচৰিত ঘটনাবোৰৰ এটা। সংস্কাৰৰ ওচৰত ভীৰু, অশিক্ষিত, অপৈণত মনে মাথোঁ তাৰ সমাধান উলিয়াব পৰা নাছিল। কিন্তু আদৰ্শৰ অভিন্নতাই আবেগিক সত্তাকো জোকাৰি পেলাই সেই সমস্যাৰ সমাধান ঘটালে।

উপন্যাসখনিৰ আটাইতকৈ আকৰ্ষণীয় দিশটো হৈছে চৰিত্ৰ চিত্ৰণ। কম পৰিসৰ, তাকৰীয়া বক্তব্যৰ মাজতো কেউটা চৰিত্ৰই নিজস্ব পৰিচয় দাঙি ধৰিবলৈ সক্ষম হৈছে। তুলসীৰ সাহস আৰু প্ৰতীতি, এধানৰ ওচৰত তাৰ প্ৰভাৱ, সুমলাৰ সৰলতা, দেহিৰামৰ সততা, সুৰেণ মাষ্টৰৰ খকুৱা, দুমুখীয়া মনোবৃত্তি, মুহিধৰ কেওঁটৰ আদৰ্শ, সকলো পৰিষ্কাৰ ৰূপত ফুটি উঠিছে। উপন্যাসখনিত এটাও অপ্ৰয়োজনীয় বাক্য নাই। উপন্যাসৰ শেষ অধ্যায়ত লেখকে কৈছে — "সকলোবোৰ খেতিয়ক, অভাৱ-অনাটনত পোত গৈ থকা মানুহ। ইহঁতে এটাই দোষ কৰিছে ইমানদিন নিজৰ সকলো দুখ-দুৰ্দশা নীৰৱে সহ্য কৰি আহিছে। সিহঁতৰ অৱস্থা যে বেয়া সেই কথাও সিহঁতে অনুভৱ কৰিব নোৱাৰে। অলপ কষ্ট কৰিলে যে সিহঁতৰ অৱস্থা ভাল কৰি ল'ব পাৰে, সেই কথা সিহঁতে কাহানিও ভবা নাই।"

উপন্যাসৰ ভাষা অতি প্ৰাঞ্জল আৰু বৰ্ণনাও গাঁৱলীয়া জীৱনৰ সহজ পৰিচিত দৃশ্যৰে মনোগ্ৰাহী।

নক'লেও হ'ব, আগ বয়সৰ অপৈণত ভাববিলাসেৰে ৰচনা কৰা উপন্যাস কেইখনতকৈ এই সৰু উপন্যাসখনিত লক্ষ্মীকান্ত মহন্তই কাহিনীৰ গঠন, চৰিত্ৰ সৃষ্টি আৰু আদৰ্শবোধ সকলো দিশৰ পৰাই উত্তৰণ ঘটাব পাৰিছিল। লগতে আছিল উপন্যাসখনৰ নিমজ ভাষা আৰু সৰল প্ৰকাশভংগী। এই উত্তৰণ যদি অৱধাৰিত হ'লহেঁতেন, তেতিয়াহ'লে জীৱনৰ বাকীছোৱা কালত তেখেতৰ কাপৰ পৰা হয়তো আৰু দুই-চাৰিখন সাৰ্থক উপন্যাস সৃষ্টি হ'লহেঁতেন। কিন্তু সেয়া হৈ নুঠিল।

পিছৰফাললৈ স্বৰ্গীয় মহন্তদেৱৰ ৰাজনৈতিক আদৰ্শৰো কিছু পৰিৱৰ্তন ঘটিছিল। বামপন্থীৰ প্ৰতি নিৰংকুশ সমৰ্থনতকৈ গণতান্ত্ৰিক মূল্যবোধৰ প্ৰতি তেখেত অধিক সচেষ্ট হৈ পৰিল। ছোভিয়েট ব্যৱস্থাৰ পতন, তাৰ পিছৰ পূব ইউৰোপৰ ঘটনাৱলী, বিশ্বশান্তিৰ বাবে চলোৱা ৰাষ্ট্ৰসংঘৰ প্ৰয়াস ইত্যাদিৰ ওপৰত ৰচিত তেখেতৰ ভালেমান প্ৰবন্ধ কাকতে-পত্ৰই প্ৰকাশ পাইছিল। এগৰাকী ৰাজনৈতিক নিবন্ধকাৰ হিচাপেহে তেখেত শেষৰফালে জনাজাত হৈছিল। ইয়াৰ মাজতে তেখেতৰ ভ্ৰমণ কাহিনী, জীৱনী গ্ৰন্থ, কিছু অনুবাদ আৰু লগতে সাহিত্য সমালোচনাৰ ভালেকেইখন পুথি প্ৰকাশ হৈছিল।

মৃত্যুৰ আগলৈকে মোৰ পিতৃদেৱ স্বৰ্গীয় লক্ষ্মীকান্ত মহন্তই হাতৰ কলম এৰা নাছিল। সংসাৰৰ হেজাৰটা আহুকাল, দৈনন্দিন জীৱনৰ অজস্ৰ উদ্বিগ্নতা, ঘাত-প্ৰতিঘাতৰ মাজতো পুৱা শুই উঠিয়েই লেখাৰ মেজত গৈ বহাটো তেখেতৰ নৈমিত্তিক আছিল। প্ৰতিদিনেই কিবা একলম লিখিব নোৱাৰিলে তেখেতে মনত শান্তি নাপাইছিল। কালজয়ী প্ৰতিভাৰ অধিকাৰী নহ'লেও হাতৰ লিখনী আছিল তেখেতৰ জীৱন চৰ্যা। সাহিত্য সৃষ্টিৰ প্ৰতি থকা আন্তৰিকতা, পৰিশ্ৰম আৰু অধ্যৱসায়েৰে সেয়ে তেখেত অপৰাজেয়। ❑





# ডাঃ উপেন কাকতিঃ এক অনন্য ব্যক্তিত্ব

নুৰুল চুলতান

কোখন ঠাইত কেতিয়াবা এনে এজন মানুহ জন্ম হয় যিজনে নিজৰ লগতে ঠাইখনকো ইতিহাসত উজলাই থৈ যায়। তেনে এগৰাকী অসম-সন্তান ডাঃ উপেন কাকতি, যাৰ নামৰ পিছত আমি এগৰাকী জনদৰদী, সাহিত্যিক, গীতিকাৰ, সংগীত পৰিচালক, সুৰকাৰ, অভিনেতা, নাট্যকাৰ, বোলছবি পৰিচালক, সুচিকিৎসক আদি বিভিন্ন বিশেষণেৰে বিভূষিত কৰোঁ। সম্প্ৰীতিৰ সাঁকো গঢ়োঁতা ডাঃ কাকতি এগৰাকী বিশিষ্ট সমাজ সংগঠকো আছিল। ডাঃ উপেন কাকতিৰ গীত, নাটক, উপন্যাস আদিৰ বহুকথা ইতিমধ্যে ৰাইজে জানিছে যদিও নেপথ্যত এনে কিছু কাহিনী আছে সেইখিনি নিলিখিলে হয়তো তেওঁৰ বিষয়ে জনাটো অসম্পূৰ্ণ হ'ব। অদম্য সাহসী, মানৱতাবোধ থকা উপেন কাকতিয়ে বিষয়  সমাধান ইমান খৰতকীয়াকৈ কৰিছিল সেয়া হয়তো সাধাৰণ মানুহৰ বাবে অসম্ভৱ আছিল।

তেওঁ যদিও আৰক্ষী বিভাগৰ ডাক্তৰ আছিল, আৰক্ষীত নতুনকৈ নিযুক্তিপ্ৰাপ্ত প্ৰশিক্ষাৰ্থীসকলৰ প্ৰতি অতি দয়াশীল আছিল। বাহিৰত কঠোৰ যেন দেখুৱালেও প্ৰশিক্ষাৰ্থীসকলে নানা অজুহাত দেখুৱাই ছুটীৰ বাবে প্ৰমাণ পত্ৰ বিচাৰি আহোঁতে প্ৰতিজনৰ আবেগ-অনুভূতি বুজি ছুটী পোৱাৰ সুবিধা কৰি দিছিল। ইয়াৰ বিনিময়ত তেওঁ কাৰো পৰা এটিও পইচা লোৱা নাছিল। চাপৰি অঞ্চলৰ মানুহৰ বাবে বিশেষকৈ মিচিং সম্প্ৰদায়ৰ মানুহখিনিৰ বাবে তেওঁ ভগৱানসদৃশ আছিল। তেওঁলোকৰ গাঁৱলৈ নিজৰ মটৰ চাইকেল লৈ গৈ বিনা পইচাৰে চিকিৎসা কৰাৰ উপৰি ঔষধ-পথ্যৰ ব্যৱস্থা কৰি দিছিল। এনে মানসিকতা আজিৰ যুগত বিৰল। তেওঁ ওচৰ-চুবুৰীয়াৰ উপৰি দেৰগাঁৱৰ প্ৰায় সকলোৰে লগত আত্মিক সম্পৰ্ক ৰাখিছিল। তেওঁ দুৰ্দান্ত সাহসী আছিল বাবেই আৰু কৰিম বুলি ভবা কথাটো কৰি পেলাইছিল। ১৯৭০ দশকৰ আৰম্ভণিত 'বিশেষ এৰাতি' বোলছবিৰ পুঁজি সংগ্ৰহৰ বাবে অসমৰ বিভিন্ন ঠাই নিজৰ মটৰ চাইকেলেৰে ঘূৰি ফুৰিছিল। এনেদৰে ঘূৰি থাকোঁতেই অনেক আমোদজনক কাহিনীৰ সৃষ্টি হৈছিল। এবাৰ জাৰকালি তেওঁৰ ভ্ৰাতৃপ্ৰতিম ৰাণা (শৰৎ বৰা)ক মটৰ চাইকেলত লৈ আবেলি সময়ত বোকাজান পালেগৈ। তাত গৈ সেই অঞ্চলৰ এগৰাকী নামজ্বলা খেতিয়ক তৰুণ ফুকনৰ ঘৰত গান-বাজনাৰ মজলিছত বহিল। মিনিট-ঘণ্টা পাৰ হৈ ৰাতি বাৰ বাজিল। হঠাতে সম্বিৎ ঘূৰাই পাই পিছদিনাখনৰ কৰ্তব্য আছে বাবে সকলোৰে বাধা নেওচি মটৰ চাইকেল ষ্টাৰ্ট দি লাইটৰ চুইচটোও অন কৰে। ষ্টাৰ্ট দিয়েহে দিয়ে লাইট কিন্তু নজ্বলে। তেতিয়া তেওঁ ফুকন ককাইদেউক এখন কম্বল আৰু এটা টৰ্চ বিচাৰিলে। সকলোৰে বধ শপত নেওচি মটৰ চাইকেল ষ্টাৰ্ট দিলে আৰু ৰাণাক টৰ্চটো আন্ধাৰ ঠাইবোৰত মাজে মাজে জ্বলাবলৈ কৈ দেৰগাঁও অভিমুখে ৰাওনা হ'ল। সেই অটব্য নামবৰ হাবিৰ মাজেৰে ক্ষীণ এটি টৰ্চৰ পোহৰত যাত্ৰা কৰাটো তেওঁৰ দুঃসাহসৰ নিদৰ্শন।

লিখা-মেলা কৰাত তেওঁৰ কোনো নিৰ্দিষ্ট সময় বা স্থান নাছিল। সৰ্বসাধাৰণতে তেওঁ উপন্যাস আদি



লিখোঁতে বাবাণ্ডাৰ ঘূৰণীয়া টেবুল এখনত লিখিছিল আৰু সন্মুখৰ ৰাস্তাটোৰে যোৱা প্ৰতিজন মানুহকে বিবিধ সম্বোধনেৰে মাতবোল কৰি ৰসালাপ কৰিছিল আৰু তেনেকৈয়ে তেওঁ নিপুণতাৰে জীৱনৰ গীত-নাটক, উপন্যাস আদি সৃষ্টি কৰি দেৰগাঁৱৰ সাংস্কৃতিক জগত উদ্ভাসিত কৰিবলৈ সক্ষম হৈছিল।

উপস্থিত বুদ্ধিত তেওঁ আছিল অতুলনীয়। যিকোনো সমস্যা যিমানেই কঠিন নহওক লাগিলে তেওঁ পলকতে সমাধান কৰি দিব পাৰিছিল। এদিনৰ এটা সঁচা ঘটনা — দেৰগাঁৱৰ গড়কাপ্তানী বিভাগৰ পৰিদৰ্শন বাংলাত তেওঁ দুজনমান সহযোগীৰ সৈতে বহি আছিল। এনেতে নিৰ্মীয়মান বোলছবি এখনৰ পৰিচালকে আগতীয়া বন্দবস্তমতে গীত নিবলৈ আহিল। কিন্তু আমোদজনক কথা হ'ল যে তেওঁ সেই সময়লৈকে গীতৰ কথা একো ভবাই নাছিল। হঠাতে তেওঁ সৃষ্টিশীল মগজুৰে এটি গীতৰ দুটা লাইন গুণগুণাই গাই দিলে আৰু গানকেইটা পিছদিনা দিম বুলি সেই দিনটোৰ বাবে মুক্তি পালে আৰু পৰিচালকজনো গীত দুশাৰী আৰু সুৰত মুগ্ধ হৈ গুচি গ'ল। আচৰিত কথা যে সেই বিশেষ চিনেমাখনৰ সেই গীতটোৱেই আটাইতকৈ জনপ্ৰিয় গীত হিচাপে পৰিগণিত হ'ল।

দিনটোৰ কঠোৰ মানসিক পৰিশ্ৰমৰ পিছতো তেওঁ সৃষ্টিশীল মনটো জিৰণি দিয়া নাছিল। তেওঁৰ বাসগৃহৰ কাষত নিজা বাৰীতে আছুতীয়াকৈ সাজি লোৱা এটি খেৰী ঘৰত তেওঁ ন ন গীতৰ সুৰ সৃষ্টি কৰি গৈছিল। কেতিয়াবা অকলে অকলে শেষ নিশালৈকে গীতৰ আখৰা কৰিছিল। পুৱা কৰ্মস্থলীলৈ ওলাই যোৱা মানুহজন এজন বেলেগ উপেন কাকতি আছিল।

এনেবোৰ অসামান্য গুণৰ অধিকাৰী ডাঃ উপেন কাকতিৰ জন্ম হৈছিল ১৯৪২ চনত, দেৰগাঁও নগৰৰ এতিয়াৰ ৮ নং ৱাৰ্ডত। দেৰগাঁৱৰ এগৰাকী বিশিষ্ট শিক্ষাবিদ- সংগঠক স্বৰ্গীয় দুৰ্গানাথ কাকতি আৰু স্বৰ্গীয়া নলিনীপ্ৰভা কাকতিৰ তিনিগৰাকী সন্তানৰ দ্বিতীয়গৰাকী সন্তানেই ডাঃ কাকতি। তেখেতৰ একমাত্ৰ ককায়েকৰ নাম স্বৰ্গীয় খনীন কাকতি আৰু ভগ্নীৰ নাম মৃদুলা কাকতি হাজৰিকা।

এটি অনুসন্ধিৎসু মনৰ অধিকাৰী আৰু তীক্ষ্ণ মেধাসম্পন্ন ডাঃ কাকতিয়ে বালক উচ্চ বুনিয়াদী বিদ্যালয়ত প্ৰাথমিক শিক্ষা গ্ৰহণ কৰিছিল। পৰৱৰ্তী সময়ত দেৰগাঁও হাইস্কুলত (এতিয়াৰ দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়) শিক্ষা গ্ৰহণ কৰে আৰু ১৯৫৮ চনত সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ত আইএছচিত নাম ভৰ্তি কৰে। ১৯৬০ চনত তেওঁ আইএছচি পাছ কৰি অসম চিকিৎসা মহাবিদ্যালয়ত নাম ভৰ্তি কৰে। ১৯৬৭ চনত এমবিবিএছ ডিগ্ৰী লাভ কৰি চিকিৎসক হিচাপে ৰাইজৰ সেৱাত আত্মনিয়োগ কৰিব লৈ ওলাই আহে। ১৯৬৯ চনত অঞ্জলি বৰুৱাৰ লগত বিবাহপাশত আবদ্ধ হয়। তেওঁলোকৰ একমাত্ৰ সন্তানৰ নাম ডাঃ অভিজিত কাকতি; পুত্ৰবধু হৈছে অৰুন্ধতী কাকতি। তেওঁ গোলাঘাট জিলাৰ কালুজান গাঁৱত অৱস্থিত নোগোৰা বাজ্যিক চিকিৎসালয়ত চিকিৎসক হিচাপে কৰ্মজীৱন আৰম্ভ কৰি পৰৱৰ্তী সময়ত অসম আৰক্ষীৰ বেটেলিয়ান বৰপেটা আৰু দেৰগাঁৱস্থ অসম আৰক্ষী প্ৰশিক্ষণ মহাবিদ্যালয়ত চিকিৎসক হিচাপে থাকি মৃত্যু পৰ্যন্ত সেৱা আগ বঢ়াইছিল।

ডাঃ কাকতিয়ে এগৰাকী সুলেখক হিচাপেও অসমৰ ৰাইজৰ মাজত পৰিচয় দি গৈছে। তেওঁৰ জীৱনৰ প্ৰথম লেখাটো ১৯৫০ চনত দেৰগাঁৱৰ বালক উচ্চ বুনিয়াদী বিদ্যালয়ত চতুৰ্থ শ্ৰেণীত পঢ়ি থাকোঁতে কবিতাৰূপত লিখি উলিয়াইছিল। ১৯৫১ চনত দেৰগাঁও হাইস্কুলত পঞ্চম শ্ৰেণীত পঢ়োঁতে প্ৰয়াত হৰকান্ত মহন্তৰ সম্পাদনাত প্ৰকাশিত 'দেৰগাঁও হাইস্কুল আলোচনী'ত 'আমি স্বাধীন ভাৰতৰ উন্নত জাতি' নামৰ ৫৬ শাৰীৰ এই দীঘলীয়া কবিতাটো প্ৰকাশ হৈছিল। ১৯৫৫ চনত 'ৰাষ্ট্ৰসংঘ দিৱস' পালনৰ 'ৰচনা' প্ৰতিযোগিতাত সদৌ অসম ভিত্তিত প্ৰথম হৈছিল। তেওঁ দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ আলোচনীৰ সম্পাদকো আছিল। ডাঃ কাকতিয়ে কেইবাখনো উপন্যাস ৰচনা কৰিছিল। প্ৰাণ গংগাৰ পাৰ, পদুমৰ পানচৈ, মাতৃ, মিঠা জেংৰাই, মন দুৰাচাৰ, সিপাৰে চিনাকি ঘাট, হায় ৰবৰাৰী উপন্যাসেৰে তেওঁ এগৰাকী সফল ঔপন্যাসিক হিচাপে পৰিচয় দি গৈছে। 'মাতৃ' আৰু 'মিঠা জেংৰাই' প্ৰথম খণ্ড পুথি আকাৰে প্ৰকাশ পাইছিল। বাকীখিনি বিভিন্ন আলোচনীত প্ৰকাশিত হৈছিল। তেওঁৰ একমাত্ৰ গল্প পুথিখন হৈছে 'মন মেঘৰ অশ্ৰু'।

এগৰাকী সফল নাট পৰিচালক, মঞ্চ অভিনেতা লগতে এগৰাকী বিশিষ্ট নাট্যকাৰ হিচাপেও ডাঃ উপেন কাকতি অসমৰ ৰাইজৰ চিনাকি। তেখেতে আঠখন একাংকিকা নাট 'সোণ নালাগে ৰূপ নালাগে', 'জীৱন নেওচি', 'কুৰুক্ষেত্ৰ', 'প্ৰস্তুতি', 'ডাঃ পটংগীয়াৰ চেম্বাৰ', 'ৰবলাৰ মেছ', 'অমৃত যাত্ৰা' আৰু 'তেজ মাটি আৰু মানুহ' ৰচনা কৰাৰ উপৰি 'ৰাজপথৰ সাধু' নামৰ এখনি চুটি নাটো ৰচনা কৰিছিল। এই নাটখনি দেৰগাঁৱৰ অভিনয় শিল্পীৰে উত্তৰ প্ৰদেশৰ এলাহাবাদত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় লঘু নাটক প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি তৃতীয় স্থান অধিকাৰ কৰি নটৰাজ ব্ৰঞ্জ ট্ৰফি লাভ কৰিছিল। 'সম্ভ্ৰান্ত অতিথি', 'মাটিৰ তলৰ ধন', 'চুবেদাৰ ফুকন' (ৰক্ষী) নামৰ তিনিখন পূৰ্ণাংগ নাটক তেওঁৰ কাপেৰেই নিগৰিত হৈছিল।

ডাঃ উপেন কাকতিয়ে অসমীয়া সংগীত জগতখনত নিজৰ বাবে এটুকুৰা আছুতীয়া ঠাই ৰাখি থৈ গৈছে। অসমীয়া সংগীতৰ ভোটাতৰাস্বৰূপ ডাঃ কাকতিয়ে 'ৰশ্মিৰেখা' বোলছবিখনত প্ৰথম সংগীত পৰিচালক হিচাপে আত্মপ্ৰকাশ কৰিছিল। পৰৱৰ্তী পৰ্যায়ত প্ৰাণগংগা, ফাগুণী, বোৱাৰী আৰু বিশেষ এৰাতি বোলছবিৰ সংগীত পৰিচালনা কৰাৰ উপৰি অসংখ্য অমৰ গীত ৰচনা কৰি আৰু সুৰ দিছিল। পৰিস্থিতি-পৰিৱেশৰ লগত সমানে ফেৰ মাৰি গীত ৰচনা







কৰিব পৰাটো তেওঁৰ আটাইতকৈ ভাল গুণ আছিল। ডাঃ কাকতিৰ গীতৰ ৰচনাশৈলী দেখি স্বৰ্গীয় জয়ন্ত হাজৰিকাই কৈছিল ভূপেনদাই এবেলাত ছটা গীত ৰচনা কৰা দেখিছোঁ, কিন্তু উপেন কাকতিয়ে ইচ্ছা কৰিলে এবেলাত বাৰটা গীত ৰচনা কৰিব পাৰিব। তেওঁৰ প্ৰতিটো গীতেই আছিল চমকপ্ৰদ আৰু অভিনৱ। ১৯৭৫ চনত গোলাঘাটত স্বৰ্গীয় জয়ন্ত হাজৰিকাৰ নেতৃত্বত বিপদগ্ৰস্ত ৰাইজক সহায় কৰাৰ উদ্দেশ্যে জন্মগ্ৰহণ কৰা 'সুৰবাহিনী'ৰো এজন প্ৰধান উদ্যোক্তা আছিল ডাঃ কাকতি। এই সুৰ বাহিনীৰ বাবে তেওঁ মাত্ৰ বিশ মিনিটৰ ভিতৰতে এটি কালজয়ী গীত ৰচনা কৰিছিল। গীতটি আছিল 'দুৰ্যোগ লগ্নৰ দেখোঁ হাহাকাৰ/ হেৰ' বলীয়া বৰনৈ হলি দুৰাচাৰ/ৰাইজক সাৱটিম কণ্ঠৰ সুৰেৰে/ বোধিবই লাগিব গতি দুৰ্বাৰ ...'। অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ সময়ত জনতাক জাগ্ৰত কৰিবলৈ দেৰগাঁৱত তেওঁ 'মিউজিক ৰেডছ'ৰ পৰিচালনাত সৃষ্টি কৰিছিল 'গণ সংগ্ৰামী হেংদাং সুৰবাহিনী'। ইয়াৰ বাবে লিখিছিল 'তইঁত অসমীয়াই গম পোৱা নাই আজিৰ লুইতৰ চাপৰিত জুই, হিয়াত জুই, মনত জুই' শীৰ্ষক গীত। ডাঃ কাকতিয়ে 'মালক্ষ্মী' ভ্ৰাম্যমাণ থিয়েটাৰৰো সংগীত পৰিচালনা কৰিছিল।

ডাঃ উপেন কাকতিয়ে ড° লক্ষ্মীনন্দন বৰাৰ গল্পৰ আধাৰত 'বিশেষ এৰাতি' নামৰ চলচ্চিত্ৰ পৰিচালনা কৰিছিল। সকলো কৰ্মতে এগৰাকী নিষ্ঠাবান ব্যক্তি হিচাপে চিনাকি দিয়া পৰিচিত ডাঃ কাকতি 'মিঠা জেংৰাই' (দ্বিতীয় খণ্ড) নামৰ উপন্যাসখনিৰ সমলৰ কামত মাজুলীৰ জেংৰাইমুখৰ পৰা কমলাবাৰীলৈ আহোঁতে মটৰ চাইকেল দুৰ্ঘটনাত পতিত হয়। যোৰহাট অসামৰিক চিকিৎসালয়ত ২৪ দিন অচেতন অৱস্থাত থাকি তেওঁ ১৯৮০ চনৰ ১৪ ডিচেম্বৰ তাৰিখে (আঘোণ মাহৰ শুক্লা সপ্তমী তিথি) মাত্ৰ ৩৯ বছৰ বয়সতে জীৱন নাটৰ সমাপ্তি ঘটায়। প্ৰকৃততে এইজন স্বনামধন্য ব্যক্তিৰ গোটেই জীৱনটোৱেই এখন বিয়োগান্ত নাটকৰ বাদে একো নহয়। ❑

*বিঃ দ্ৰঃ ডাঃ কাকতিৰ বিষয়ে প্ৰবন্ধটো যুগুত কৰোঁতে তেখেতৰ পত্নী অঞ্জলি কাকতি, পুত্ৰ ডাঃ অভিজিত কাকতি, বোৱাৰী অৰুন্ধতী আৰু শৰৎ বৰাই বিশেষ সহায় আগ বঢ়ায়।* ঃঃঃ

# এজন কবি এখন নৈ

পদ্মলোচন নাথ

পাতি সোণাৰুৰো পোহৰ আছে। ডাঠ অগাইধনী গেজেপনি মৰা হাবি, য'ত আনকি ভৰ দুপৰতো ৰ'দ নোসোমায়, দিনতে ঘোপমৰা আন্ধাৰ; তেনে হাবিত ব'হাগৰ শেহৰ পৰা জেঠ-আহাৰলৈ পাতি সোণাৰুৱে পোহৰ দিয়ে। গেজেপনি মৰা আন্ধাৰ হাবিখনৰ অ'ত-ত'ত হালধীয়া শিখা জ্বলাই পোহৰাই তোলে পাতি সোণাৰুৱে। তেনে এখন অগাইধনী হাবিৰ এমূৰে এখন গাঁও। গাঁওখনৰ উত্তৰে এখন নৈ। সেই গাঁৱৰে এজন কিশোৰ। অগাইধনী হাবিৰ মাজেৰে পাতি সোণাৰুৰ পোহৰত সেই কিশোৰ নৈখনৰ পাৰলৈ যায়। নিৰন্তৰ তেওঁৰ অহা-যোৱা। এনেকৈয়ে পাতি সোণাৰু আৰু নৈখনৰ সৈতে তেওঁৰ পৰিচয়, তাৰ পাছত আত্মীয়তা আৰু অৱশেষত একাত্মতা। নৈপৰীয়া গাঁও আৰু নৈখনৰ ঘাট কালক্ৰমত তেওঁৰ বাবে হৈ পৰে — 'মোক পোৱা ঘাট মই জীয়া মাটি।'

নৈখনৰ নাম গেলাবিল। নামটোহে কিবা, পিছে নৈখন 'গেলাও নহয় বিলো নহয়'। শীতত শীৰ্ণ হৈ পৰিলেও বাৰিষা নৈ একোখনৰ সকলো গৰিমা আৰু মহিমাৰে উচ্ছল হৈ পৰে গেলাবিল। গেলাবিলৰ আছে অনেক ভাঁজ-কেঁকুৰি, ডোৱা-উঁৰিয়লি, পানীতোলা ঘাট-পাৰ ঘাট। দুপাৰে নানা গছ-বিৰিখ, সেউজীয়া গাঁও। বাৰিষা উদ্ভিন্ন যৌৱনা যুৱতীৰ দৰে চঞ্চল হৈ উঠা গেলাবিল বছৰৰ আন সময়ত সৰীসৃপৰ দৰে মসৃণ, একা-বেঁকা; কিন্তু শান্ত-সমাহিত। সেই কিশোৰৰ আকুল দৃষ্টিত ধৰা পৰে নৈখনৰ সংগীতময় চিত্ৰ-বিচিত্ৰ ৰূপ। যি ভাষাৰে নৈ এখনে কথা পাতে নল-বিৰিণা, কলমৌ-পানী মেটেকাৰ সৈতে, কথা পাতে বালিমাহী হেটুলুকা-কপৌ-গঙা চিলনীৰ সৈতে, আকাশলৈ হাত মেলি থিয় দি থকা শিমলুৰ সৈতে; সেই ভাষা বুজিব পাৰে কেৱল সংবেদী আকুল হৃদয়ে। নৈখনৰ গাতে লাগি থাকে সেই অগাইধনী হাবিৰ গোন্ধটো। নৈখনে সেই কিশোৰক শিকালে নৈৰ ভাষা, সুৰ আৰু চিত্ৰ। কিশোৰজনৰ প্ৰাণৰ পাত্ৰ ওপচাই দি নৈখনে যেন ক'লে — তুমি কবি হোৱা। নৈৰ যাদু লাগি সেই কিশোৰ এদিন নিৰুদ্দেশ হ'ল। নৈখন আৰু তাৰ দুপাৰৰ প্ৰকৃতিৰ প্ৰপ্ৰান্তি আৰু সৌন্দৰ্যৰ পৰা পোৱা 'এছিকটাকেই আপুতৰ পুত, সোণৰ সোলেং বুলি বুকুত বান্ধি' কাৰো হকা-বাধা নামানি সেই কিশোৰ ঘৰৰ পৰা ওলাই গ'ল — কবি হ'বলৈ বুলি। গেলাবিলৰ ঐশ্বৰ্য আৰু নিজা প্ৰাণশক্তিৰে তেওঁ হৈ পৰিল নৈ আৰু জীৱনৰ কবি। সেই তেতিয়াৰে পৰা 'জনা-নজনা'কৈ নৈখন তেওঁৰ লগত লৈ ফুৰিছে। বুকুৰ ভিতৰত নৈ এখন কঢ়িয়াই লৈ ফুৰা তেওঁ এজন কবি। নৈখন বুকুতে লৈ তেওঁ কেতিয়াবা স্পেইনলৈ যায়। জলফাই বনত কিবা এটা বিচাৰি ফুৰে। অগাইধনী হাবি, পাতি সোণাৰুৰ ফুলৰ সন্ধান কৰে স্পেইনৰ মাটিত। স্পেইনৰ বতাহত বিয়পি থকা লৰ্কাৰ সৈতে কথা পাতে। বুকুৰ মাজত বৈ নিয়া নৈখনক লৰ্কাৰ লগত চিনাকি কৰি দিয়ে। লৰ্কাক দি আহে অগাইধনী হাবিৰ এজাৰৰ এপাহ ফুল।

বুকুত থকা নৈখনৰ উঁহ বিচাৰি কেতিয়াবা কবি গৈ চীন পায়গৈ। চুটি চুটি চীনা কবিতাত, লোককথা আৰু লোকগাঁথাত বিচাৰি ফুৰে গেলাবিলখন। শিয়াল কটাহি, ভেদাই লতা-আমৈলতাৰ গোন্ধ আছে চীনা কবিতাত। চীনা কবিতাৰ সঁচ আনি আমাৰ মাটিত সিঁচিব খোজে গেলাবিলৰ পাৰৰ কবিয়ে। জাপানৰ মাটিও বোলে কবিতাৰ বাবে বৰ উৰ্বৰ। জাপানৰ হাইকুত পালে আমাৰ মাটি-পানীৰ সেমেকা গোন্ধ। জাপানৰ চেৰীফুল, উঁইচিৰিঙি, পখিলা, ভেকুলীক চিনাকি কৰি দিয়ে আমাৰ ফল-ফুল, পোক-পতংগৰ লগত। জাপানতো পালে এখন গেলাবিল, এখন অশৰীৰী নৈ। বুকুৰে বুকুৰে বৈ আছে, বৈ বৈ গৈ আছে — গৈ আছে!!

গৈ গৈ কবি এইবাৰ ষ্ট্ৰুগা পালেগৈ। যুগোশ্লাভিয়াৰ ষ্ট্ৰুগা। ষ্ট্ৰুগাত হৈছিল কবি আৰু কবিতাৰ এখন কুম্ভমেলা। কবিতাৰ এজন সাধক-সন্ন্যাসীৰূপে সেই মেলাত তেওঁৰ আন্তৰিক অংশগ্ৰহণ। টিকটিককৈ ৰঙা এপাহ জিৰেইনিয়াম ফুলে কবিক ষ্ট্ৰুগাত আদৰণি জনালে। এইবাৰ বুকুত কঢ়িয়াই নিয়া গেলাবিলখন যেন বুকুৰ পৰা ওলাই আহি এটা সৰোবৰত সোমাল। সৰোবৰটোৰ পৰা খিলখিলাই ওলাই 'ক্ৰিনি ড্ৰিম' নাম লৈ ষ্ট্ৰুগাৰ মাজেৰে বৈ গ'ল। এখন অন্য গেলাবিল। কবিৰ ভাষাত — 'যেন এটি সৰু সপোন। নদী নহয় চিৰদিনৰ কবি। মাটিৰ তলেৰে-ওপৰেৰে, আকাশৰে-বতাহৰে যেন বৈ গৈছে — মানুহৰ হৃদয়ত সেইজীয়া হৈ লাহ ল'বলৈ।' এইখন নৈপাৰতে পৃথিৱীৰ বহু কবিয়ে বেহালে হাট। জীৱন ৰসেৰে উজাৰ খাই উঠিল কবিতাৰ কুম্ভ! এই মেলাতে কবিক আন এজন কবিয়ে নিজ হাত এখন দিলে। ভাছকো পপা তেওঁৰ নাম। কবিয়ে ভমকাফুলিয়া এখন গামোচা আৰু এপাহ খৰিকাজাঁইৰ বিনিময়ত হাতখন ল'লে। পৃথিৱীৰ সকলো মানুহৰ প্ৰতি শুভেচ্ছা আৰু শুভ কামনাৰ এখন হাত। যেন মৃত্যুৰ পৰা অমৃতলৈ, আন্ধাৰৰ পৰা পোহৰলৈ অজ্ঞ আৰু অহংকাৰী মানুহক বাট দেখুওৱা সেইখন এখন চিৰন্তন হাত। অভিভূত কবিয়ে কি কৰিব সেই হাতেৰে? হয়তো ৰুই দিব লাগিব গেলাবিলৰ পাৰৰ ৰসাল মাটিত। পৃথিৱীৰ সকলো নৈৰ যি ভাষা, সেয়ে বিশ্বভাষা। সেই ভাষাৰে নৈয়ে বৃক্ষৰ সৈতে, বায়ু আৰু নক্ষত্ৰৰ সৈতে কথা পাতে। ভাছকো পপাৰ হাত পৃথিৱীৰ দুখ জৰ্জৰ মানুহৰ বাবেও অভয় আৰু পৰিত্ৰাণৰ আশ্বাস। তেনে এখন হাতৰ উত্তৰাধিকাৰ! যিকোনো কবিৰ বাবেই এক প্ৰত্যাহ্বান। জীৱনৰ দুখ কবিতাৰ ঘাই উপজীব্য। সকলো কবিয়েই দুখৰ কবি আৰু সকলো কবিতাই দুখৰ কবিতা। দুখৰ বিলাপে চিৰকালেই ভেদ কৰি আহিছে নিৰ্জনতা। এনে কোনো নিৰ্জনতা নাই য'ত জনতাৰ হা-হুমুনিয়াহৰ কোনো স্পৰ্শ নাই। নিৰ্জনতাৰ যি বতাহ উশাহত কবিৰ বুকুৰ ভিতৰলৈ সোমাই যায় তাতো থাকে জনতাৰ হৰ্ষ-বিষাদৰ গোন্ধ। নৈপৰীয়া অগাইধনী হাবিৰ পাতি সোণাৰুৰ পোহৰৰ যি নিৰ্জনতাত বিলীয়মান কবিৰ সত্তা, সেয়াও কিন্তু জনহীন নিৰ্জন নহয়। জীৱনৰ যি দুখে নিৰ্জনতা ভেদ কৰে সেই দুখ উপাসনাৰ বিষয় নহয়, সি বিদ্ৰোহৰ বিস্ফোৰকহে। বুদ্ধৰ দৰেই সেই দুখৰ উৎস সন্ধান কৰি নিৰোধৰ উপায় বিচৰাই নৈপৰীয়া কবিৰ কাম। তেনে কাৰ্যত ব্ৰতী কবিৰ কবিতা তেতিয়া হৈ পৰে 'বেদনাই ধাৰ দিয়া খোলা তৰোৱাল।' জীৱন-দায়িনী নৈয়ে তেতিয়া কবিক কবিতাৰ শৰীৰ নিৰ্মাণৰ বাবে দিয়ে 'ৰূপ-বৰ্ণ-বাক'। কবিতাৰ চোকা অস্ত্ৰৰ এখন যুঁজৰ অন্তত কবিয়ে পাবলৈ বাঞ্ছা কৰে এখন দেশ য'ৰ পৰা

ঃ দুৱাৰ মেলিলেই দেখি
নিত্য আৱৰ্তিত
এখন প্ৰেমৰ পৃথিৱী।'

কিন্তু কবিৰ বাবে তেনে এখন বাঞ্ছিত পৃথিৱীত উপনীত হোৱাৰ সম্ভাৱনা এতিয়া যেন সুদূৰপৰাহত। নিৰ্মল আনন্দ আৰু সৰল জীৱন চৰ্যা কলুষিত হৈছে বৃহৎ শক্তিৰ ভোগ-লিপ্সাৰ স্বাৰ্থত পৰিচালিত আজিৰ বিশ্ব ব্যৱস্থাত। বিশ্বায়নে গৰকা বৰ্তমানৰ বিপন্ন বিশ্বত গা-কৰি উঠিছে অমানুষিক নিষ্ঠুৰতাই।

'নাজানো কোনেও নাজানো
কুৰুৱাৰ ধুমুহাত কাৰ ডুবিল নাও
বাটত জঁপিয়াই পগলা ঘোঁৰাৰ
হেঁহনি।'

কিন্তু সকলো দুৰ্ভাৱনা সত্ত্বেও জীৱনক জাতিষ্কাৰ কৰে এক দুৰ্দমনীয় আশাবাদে। কবি মাত্ৰেই প্ৰেমিক আৰু বিদ্ৰোহী। সুতীব্ৰ আশাবাদ প্ৰেমৰো আৰু বিদ্ৰোহৰো ইন্ধন। জীৱনৰ গভীৰতম প্ৰদেশত প্ৰেমৰ অৱস্থান। প্ৰেম সেইবাবেই সাগৰতলিৰ শংখৰ দৰেই সমুজ্জ্বল-জ্যোতিষ্মান। কবিৰ মতে, প্ৰেম আৰু বিদ্ৰোহত তেওঁৰ

অন্তিম ভৰসা। দুখজৰ্জৰ মানুহে যুগ যুগ ধৰি জীৱনক এটা কাংক্ষিত ৰূপত তুলি ধৰিবলৈ, জগতখনক সজাই তুলিবলৈ নানা প্ৰযত্ন কৰি আহিছে। এয়ে ইতিহাস। জীৱনক, জগতক সজাই তুলিবলৈ, নতুনকৈ গঢ়িবলৈ মানুহৰ যি অবিৰত প্ৰয়াস, মানুহৰ যি শ্ৰম, সেয়া কেতিয়াবা ব্যৰ্থতালৈ পৰ্যবসিত হ'ব পাৰে। কিন্তু সেইবুলি জানো ভাহুকো পপাৰ সেই চিৰন্তন হাত সৃজনৰ পৰা বিৰত থাকিব? টোপনিতো তেওঁক খেদি ফুৰা মাতৃস্বৰূপা সেই স্ৰোতস্বীনিৰ পলসুৱা পাৰত কবিয়ে ভাহুকো পপাৰ হাতেৰে ৰ'ব খোজে এটি কলপুলি। ভৱিষ্যতৰ এপাচি সেন্দুৰীয়া সোন্দাকলৰ বাবে!!

কবিৰ বুকু জুৰি বৈ আছে এখন নৈ যেন চিৰকাল এটি কবিতা। গেলাও নহয়, বিলো নহয়। অথচ প্ৰাণচঞ্চলা এই নৈয়ে পালে এটা অতি অকাব্যিক নাম 'গেলাবিল'। ছেক্সপীয়েৰে কৈছিল — নামতনো কি থাকে? আমাৰ কবিৰ বাবে নামত বহু কিবাই থাকে। বৰদেউতাক বিশিষ্ট সাংবাদিক লক্ষ্মীনাথ ফুকনে দেৰগাঁৱৰ ৰাইজৰ লগত আলোচনা কৰি নৈখনৰ গেলাবিল নাম সলাব পাৰি নেকি চেষ্টা কৰি চাবলৈ কৈছিল। কবিৰ সেই চেষ্টা আজিও অব্যাহত আছে। গেলাবিলত জীন গৈ আছে আৰু দুখন সৰু নৈ — ভোগদৈ আৰু কাকডোঙা। গেলাবিল মিলিছে গৈ ধনশিৰিত। গেলাবিলৰ নাম সলনিৰ কবিৰ এই প্ৰস্তাৱৰ প্ৰতি নৈ আৰু কবিতাৰ আজন্ম প্ৰেমিক সুধীসমাজৰ মনোযোগ আকৰ্ষণ কৰা হ'ল!! ❑







# চিন্তা-বিচিত্ৰা





# আনন্দৰাম বৰুৱাৰ জীৱন আৰু কৰ্মৰ কিছু বিতৰ্কিত আৰু ৰহস্যাবৃত প্ৰসংগৰ পৰ্যালোচনা ঃ

## এক প্ৰস্তাৱিত প্ৰকল্পৰ প্ৰাৰম্ভিক খচৰা

ড° বীৰেন্দ্ৰনাথ দত্ত

স্তাৱনা ঃ

আধুনিক অসমৰ সাৰস্বত সাধনাৰ শ্ৰেষ্ঠতম প্ৰতিভূ আনন্দৰাম বৰুৱাই যিদৰে এক অলৌকিক জ্যোতিঃপুঞ্জৰ দৰে গগণমণ্ডল উদ্ভাসিত কৰি তুলিছিল, সেইদৰে উল্কাসুলভ তীব্ৰ গতিৰে পথ পৰিক্ৰমা কৰি অচিৰে নীলিমাত বিলীন হৈ গৈছিল। তাৰ পিছৰ পৰা সমতুল্য প্ৰতিভা আৰু মনীষাৰে ভাস্বৰ কোনো জ্যোতিষ্কৰ আবিৰ্ভাৱ অসমৰ আকাশত দৃশ্যমান হোৱা নাই। আনন্দৰামে অকল ভাৰতবৰ্ষতে নহয়, সমগ্ৰ বিশ্বতে নিজৰ বিৰল কৃতিত্বৰ স্বাক্ষৰ ৰাখি অসম আৰু অসমীয়া জাতিক চিৰদিনৰ বাবে ঋণী কৰি থৈ গৈছে।

পিছে ভাবিলে আচৰিত লাগে যে এইগৰাকী ক্ষণজন্মা পুৰুষৰ পূৰ্ণাংগ জীৱনী কোনো ভাষাতে আনকি অসমীয়াতো প্ৰকাশ হোৱা নাছিল তেওঁৰ মৃত্যুৰ ৩১ বছৰ পাৰ হৈ যোৱালৈকে। প্ৰশংসনীয় একাগ্ৰতা, শ্ৰম আৰু অধ্যৱসায়ৰ বলেৰে আনন্দৰামৰ প্ৰথমখন নিৰ্ভৰযোগ্য জীৱন চৰিত যুগুতাই প্ৰকাশ কৰিছিল অসমৰ আন এগৰাকী ধীমান সুসন্তান ড° সূৰ্যকুমাৰ ভূঞাই ১৯২০ চনত। *আনন্দৰাম বৰুৱা* নামেৰে অসমীয়া ভাষাত ৰচিত জীৱনী গ্ৰন্থখনৰ সেয়া আছিল প্ৰথম তাঙৰণ। তাৰ পিছত ক্ৰমে ১৯২৫ আৰু ১৯৫৫ চনত প্ৰকাশ পাইছিল গ্ৰন্থখনৰ দ্বিতীয় আৰু তৃতীয় তাঙৰণ। মন কৰিবলগীয়া কথা যে পৰৱৰ্তী কালত আনন্দৰাম বৰুৱাৰ জীৱনৰ আধাৰত যিকেইখন গ্ৰন্থ লিখিত আৰু প্ৰকাশিত হৈছে, তাৰ প্ৰায় প্ৰতিখনেই সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াৰ প্ৰামাণ্যস্বৰূপ জীৱনীখন প্ৰাথমিক সমলৰ উৎস হিচাপে ব্যৱহৃত হৈছে। সংশ্লিষ্ট গ্ৰন্থসমূহৰ প্ৰতিখনৰ চমু বিৱৰণী তলত দাঙি ধৰা হ'ল।

১। ড° মুকুন্দমাধৱ শৰ্মাৰ দ্বাৰা ইংৰাজীত ৰচিত Anundoram Borooah শীৰ্ষক গ্ৰন্থখনে পোহৰৰ মুখ দেখে ১৯৯২ চনত। Anundoram Borooah Institute of Language, Art and Culture (চমুকৈ ABILEC) ৰ দ্বাৰা প্ৰকাশিত এই গ্ৰন্থখনৰ গ্ৰন্থকাৰ বিশিষ্ট-পণ্ডিতগৱেষক গৰাকীয়ে সম্পূৰ্ণ বিদ্যায়তনিক দৃষ্টিভংগী আৰু মান্য পদ্ধতি অৱলম্বন কৰি ইয়াক যুগুত কৰি উলিয়াইছে। তেখেতে আলোচনাৰ বাবে যতনাই লোৱা সমলখিনিকে তিনিটা খণ্ডত বিভক্ত কৰিছে, আৰু সেই খণ্ডকেইটাক যথাক্ৰমে এই তিনিটা শিৰোনামাৰে চিহ্নিত কৰিছে — (ক) Introductory Note on Anundoram's Life; (খ) The Work of Anundoram Borooah; আৰু (গ) The Personality of Anundoram Borooah। প্ৰথম খণ্ডত আনন্দৰামৰ জীৱন বৃত্তান্ত বৰ্ণনা কৰা হৈছে, দ্বিতীয়খনত তেওঁৰ ৰচনাৱলীৰ বিচাৰ আগ বঢ়োৱা হৈছে, আৰু তৃতীয় খণ্ডত আলোকপাত কৰা হৈছে তেওঁৰ ব্যক্তিত্বৰ ওপৰত। ড° ভূঞাদেৱৰ



গ্ৰন্থৰ পৰা আহৰণ কৰা যাৱতীয় তথ্যৰ উপৰি ড° শৰ্মাই আন আন উৎসৰ পৰা সংগ্ৰহ কৰা অতিৰিক্ত তথ্যও আলোচনাৰ অন্তৰ্ভুক্ত কৰিছে। গ্ৰন্থখনৰ এক বিশেষ সম্পদ হ'ল তাত সন্নিবিষ্ট হোৱা বুজন কলেবৰৰ পৰিশিষ্ট অংশ। তাৰ ভিতৰত আকৌ Appendix F অৰ অন্তৰ্গত আনন্দৰাম বৰুৱাৰ কিছুমান দুষ্প্ৰাপ্য প্ৰকাশনৰ পাণ্ডিত্যপূৰ্ণ গ্ৰন্থৰ ব্যৱহাৰিক উপযোগিতা যে অকল অৰ্হতা আৰু অভিজ্ঞতাৰে পুষ্ট সীমিত সংখ্যক পাঠকৰ বাবেহে, তাক নক'লেও হ'ব।

২। ইয়াৰ আগতে ইংৰাজী ভাষাত লিখা আনন্দৰাম বৰুৱাৰ আন এখন জীৱনী গ্ৰন্থৰ নামো আছিল Anundoram Boroah। ড° বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে এইখন যুগুত কৰিছিল। National Book Trust, India (NBT) ৰ Makers of Indian Literature (MIL) শৃংখলাৰ বাবে। ১৯৮৪ চনত প্ৰকাশিত নাতিবৃহৎ কলেবৰৰ গ্ৰন্থখন সৰ্বসাধাৰণ পাঠকৰ উপযোগী হোৱাকৈ সীমিত লক্ষ্যৰে ৰচিত হৈছে। শাস্ত্ৰীদেৱে ইয়াত দুই এটা নতুন তথ্যৰ ইংগিত দিয়াৰ বাহিৰে আনন্দৰামৰ জীৱন আৰু কৃতিত্বৰ বিষয়ে ইতিমধ্যে সদৰী হোৱা তথ্যসমূহকেই সাৱলীল ভাষাৰে উপস্থাপন কৰিছে।

৩। ২০০৮ চনত প্ৰকাশ হৈ ওলায় শ্ৰীশূল শৰ্মাই প্ৰস্তুত কৰা *আনন্দৰাম বৰুৱা* নামৰ পুথিখন আইকণ প্ৰকাশনৰ উদ্যোগত। পুথিখনৰ বিশেষত্ব এইখিনিতেই যে ইয়াত শ্ৰীশৰ্মাই আনন্দৰামৰ বিষয়ে প্ৰকাশিত বিভিন্ন উৎসৰ পৰা সংগ্ৰহ কৰা সমলখিনিক নিজৰ বিশিষ্ট ঠাঁচত সজাইছে আৰু তাৰ উপৰি সংযোজন কৰিছে কেইবাগৰাকী বিশিষ্ট ব্যক্তিয়ে আগ বঢ়োৱা অসমীয়া আৰু ইংৰাজী মাধ্যমৰ অৰিহণা প্ৰবন্ধ আৰু মন্তব্যৰ ৰূপত। সেই বিশিষ্ট ব্যক্তিসকলৰ ভিতৰত আছে ড° অমৰজ্যোতি চৌধুৰী, শ্ৰীঅতুলানন্দ গোস্বামী আৰু শ্ৰীৰমনীকান্ত ডেকা।

৪। এইখিনিতে জনাই থ'ব খুজিছোঁ যে ড° সূৰ্যকুমাৰ ভূঞাৰ *আনন্দৰাম বৰুৱা* গ্ৰন্থৰ তৃতীয় তাঙৰণটি (প্ৰথম আৰু দ্বিতীয় তাঙৰণৰ ভূমিকা দুটিৰে সৈতে) সম্পূৰ্ণৰূপে অন্তৰ্ভুক্ত হৈছে ড° অঞ্জলি শৰ্মাৰ দ্বাৰা সম্পাদিত *সূৰ্যকুমাৰ ভূঞাৰ জীৱনী সাহিত্য* নামৰ সংকলনত। ২০০৭ চনত অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰি উলিওৱা এই সংকলনটিত ভূঞাদেৱ উক্ত গ্ৰন্থৰ উপৰি সন্নিবিষ্ট হৈছে পণ্ডিতগৰাকীয়ে বিভিন্ন সময়ত ৰচনা কৰা অন্যান্য জীৱনীমূলক গ্ৰন্থ আৰু নিবন্ধ (তাৰে এটা ইংৰাজীত লিখা)। ব্যৱহাৰ কৰাত সুচল হোৱাৰ হেতুকে এই লেখাটি যুগুত কৰাৰ সময়ত ড° শৰ্মা সম্পাদিত সংকলনত থকা আনন্দৰাম বৰুৱা (৩য় তাঙৰণ) খনকেই প্ৰামাণ্য হিচাপে লোৱা হৈছে আৰু তাৰ পৰাই সংশ্লিষ্ট সন্দৰ্ভৰ বাবে প্ৰসংগ নিৰ্দেশ দিয়াৰ ব্যৱস্থা কৰা হৈছে; যেনে, সু.কু.ভূ.জী.সা. পৃঃ ৬২।

প্ৰসংগক্ৰমে ইয়াৰ লগতে আনন্দৰাম বৰুৱাৰ জীৱন আৰু কৰ্মৰ বিভিন্ন দিশ উজ্জ্বল ৰূপত দাঙি ধৰাৰ আন দুগৰাকী ব্যক্তিয়ে কৰা সহ প্ৰচেষ্টাৰ আভাস দিব খুজিছোঁ। তাৰ ভিতৰত প্ৰথম গৰাকী হ'ল অসমৰ নাট্য আৰু আবৃত্তি জগতৰ সুপৰিচিত আৰু সুপ্ৰতিষ্ঠিত ঈশান বৰুৱা। তেখেতে আনন্দৰামৰ জীৱনক লৈ নিৰ্মাণ কৰা এখন তথ্য চিত্ৰত কিছু নতুন দিশৰ সন্ধান দিবলৈ যত্ন কৰিছিল। বিশেষকৈ কলিকতা বিশ্ববিদ্যালয়ত আনন্দৰামৰ নাম থকা ফলকখনৰ উদ্ধাৰৰ ক্ষেত্ৰত তেখেতৰ উদ্যম আছিল প্ৰশংসনীয়। তেখেতে তথ্য চিত্ৰখনৰ পিছৰ কিছু খণ্ডৰ বাবেও পৰিকল্পনা কৰিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ তেখেতৰ অকাল বিয়োগ ঘটাত সেই পৰিকল্পনা বাস্তৱায়িত হ'বলৈ নাপালে।

আনগৰাকী ব্যক্তি শ্ৰীজহৰলাল হ'ল আনন্দৰামৰ গুণমুগ্ধ পৰম ভক্তসকলৰ অন্যতম। সংস্কৃত ভাষাত বিশেষ ব্যুৎপত্তি থকা এইগৰাকী বংগভাষী বিদ্যানুৰাগীয়ে আনন্দৰামৰ প্ৰতি থকা তেখেতৰ অকৃত্ৰিম আৰু অবিচলিত মুগ্ধতাৰ পৰিচয় দিছে বাংলা আৰু অসমীয়াত ৰচিত তেখেতৰ বিভিন্ন প্ৰবন্ধপাতিৰ মাজেৰে। তাৰ উপৰি তেখেতে আনন্দৰাম বৰুৱাৰ কিছুমান বিশেষ সংস্কৃত ৰচনাৰ অভিনৱ ব্যাখ্যাও আগ বঢ়াইছে।

ইয়াৰ উপৰি আনন্দৰামৰ জীৱন কালত আৰু তেওঁৰ মৃত্যুৰ পিছত দেশ-বিদেশৰ বহুসংখ্যক ব্যক্তিয়ে তেওঁৰ বিষয়ে কৰা মন্তব্য তেওঁৰ প্ৰতি নিবেদিত প্ৰশস্তিমূলক ৰচনা, ব্যক্তিগত আৰু আনুষ্ঠানিক শোক বাৰ্তা আদিয়েও আনন্দৰামৰ বিষয়ে নানাধৰণৰ সন্দেশ দিয়ে। আকৌ আনন্দৰামৰ সান্নিধ্য লাভ কৰা আৰু তেওঁক ঘনিষ্ঠভাৱে জনা জ্যেষ্ঠ, সমবয়সী আৰু কনিষ্ঠ অসমীয়া-অনাঅসমীয়া ব্যক্তিৰ স্মৃতিচাৰণ জাতীয় ৰচনাতো তেওঁৰ জীৱনৰ কিছুমান দিশলৈ আঙুলি নিৰ্দেশ কৰা প্ৰাসংগিক সংকেত পোৱা যায়।

**এই প্ৰবন্ধৰ প্ৰতিপাদ্য বিষয়ৰ উপস্থাপন ঃ**

প্ৰস্তাৱনাৰ যোগেদি পটভূমি প্ৰস্তুত কৰি লোৱাৰ পিছত এতিয়া আমি আমাৰ মূল বিষয়ত প্ৰৱেশ কৰিব খুজিছোঁ।

প্ৰস্তাৱনাত বৰ্ণনা কৰা আনন্দৰাম বৰুৱা সম্পৰ্কীয় জীৱনী আৰু অন্যান্য আনুষংগিক তথ্যপাতিখিনি সতৰ্কতাৰে বিশ্লেষণ কৰি চালে ধৰা পৰে যে পণ্ডিতগৰাকীৰ জীৱন আৰু কৰ্মৰ লগত জড়িত কিছুমান খুটিনাটিৰ ক্ষেত্ৰত যথেষ্ট প্ৰশ্নৰ অৱকাশ থাকি গৈছে। সেইবোৰ ক্ষেত্ৰক আমি 'ধূসৰ ক্ষেত্ৰ' (ইংৰাজীত grey area) বুলি চিহ্নিত কৰিব খুজিছোঁ। ধূসৰ বা অস্পষ্ট এই কাৰণেই যে, (ক)





সংশ্লিষ্ট তথ্যখিনিৰ ভিত্তি সুদৃঢ় বা সুনিৰ্দিষ্ট নহয়; (খ) আৰু / নাইবা তথ্যখিনিৰ ভিতৰত বিসংগতি আছে আৰু (গ) তথ্যখিনিৰ ব্যাখ্যা পৰস্পৰ বিৰোধী ধৰণে কৰিব পাৰি। আমি সেই বিশেষ ক্ষেত্ৰখিনিক তিনিটা বহল ভাগত বিভক্ত কৰিছোঁ আৰু প্ৰতিটোকে একোটা প্ৰসংগৰ লগত যুক্ত কৰি আলোচনাত প্ৰবৃত্ত হ'ব খুজিছোঁ।

প্ৰসংগ এক ঃ বহৰমপুৰ চহৰৰ লগত আনন্দৰামৰ সম্পৰ্ক।
প্ৰসংগ দুই ঃ আনন্দৰামৰ স্বদেশ-স্বজন প্ৰীতিৰ স্বৰূপ।
প্ৰসংগ তিনিঃ আনন্দৰাম অবিবাহিত হৈ থকাৰ কাৰণ।

**প্ৰসংগ এক ঃ বহৰমপুৰৰ লগত আনন্দৰামৰ সম্পৰ্ক।**

আমি জানো যে বিলাতত আই.চি.এছ. পৰীক্ষাত উত্তীৰ্ণ হৈ অহাৰ পিছত প্ৰশাসনীয় বিষয়া হিচাপে আনন্দৰামে কৰ্ম জীৱনৰ পাতনি মেলিছিল শিৱসাগৰত ১৮৭২ চনত। কিন্তু তাৰ কিছুদিন পিছতেই ১৮৭৪ চনত তেওঁৰ কৰ্মস্থলীৰ পৰিৱৰ্তন ঘটে অসমৰ পৰা বৰ্তমানৰ পশ্চিমবংগ আৰু বাংলাদেশক সামৰি লোৱা বংগ প্ৰদেশলৈ। ১৮৭৪ চনৰ পৰা ১৮৮৯ চনলৈকে সুদীৰ্ঘ বছৰ কাল তেওঁ বংগৰ বিভিন্ন ঠাইত প্ৰশাসনিক দায়িত্ব চম্ভালাৰ লগতে বিদ্যায়তনিক কৰ্মও সম্পাদন কৰি যায়। তেওঁ কাৰ্যনিৰ্বাহ কৰা বিভিন্ন স্থান আৰু কালৰ এটি থূলমূল ধাৰণা পোৱা যাব তলত দিয়া তালিকাখনৰ পৰা।

১৮৭৪ ঃ ময়মনসিং
১৮৭৪ ঃ দিনাজপুৰ
১৮৭৭ ঃ বৰ্ধমান
১৮৭৭ ঃ ৰাণীগঞ্জ (মাজতে কিছুদিন বিষ্ণুপুৰ)
১৮৭৭/৭৮ ঃ কাটোৱা/খুলনা
১৮৭৮ ঃ গোৱালপাৰা (অসমৰ গোৱালপাৰা?)
১৮৭৯ ঃ দিনাজপুৰ (পদোন্নতিসহ)
১৮৮১ মে'-আগষ্ট ঃ তিনিমাহৰ ছুটী
১৮৮১ নৱেম্বৰৰ পৰা ১৮৮৩ নৱেম্বৰ ঃ অধ্যয়নৰ বাবে দুবছৰৰ ছুটী।
১৮৮৩ ডিচেম্বৰ ঃ ছুটীৰ শেষত চট্টগ্ৰামত কাৰ্যভাৰ গ্ৰহণ।
১৮৮৪ ঃ যশোহৰ
১৮৮৪ ঃ নোৱাখালি
১৮৮৫ ঃ তিনোৰা
১৮৮৬ ঃ বগুড়া
১৮৮৬ ডিচেম্বৰৰ পৰা ১৮৮৭ মাৰ্চ ঃ অধ্যয়নৰ বাবে তিনিমাহৰ ছুটী।
১৮৮৭ ঃ পুনৰ নোৱাখালি
১৮৮৭ - ১৮৮৯ (মৃত্যুৰ পৰলৈকে) ঃ নোৱাখালিৰ দায়িত্বত।

এতিয়ালৈকে ৰাজহুৱাভাৱে সদৰী হোৱা ওপৰৰ তথ্যসমূহত এনে কোনো সমল নাই য'ৰ পৰা জানিব পাৰি যে আনন্দৰাম কোনো সময়ত মুৰ্শিদাবাদ জিলাৰ সদৰ বহৰমপুৰত কোনো প্ৰশাসনিক পদত থাকি কাৰ্যনিৰ্বাহ কৰিছিল। অথচ অন্যান্য তথ্যৰ পৰা স্পষ্টভাৱে জনা যায় যে আনন্দৰামে ভালেমান বছৰ ধৰি বহৰমপুৰ চহৰখনকস গৃহচহৰ (home town)ৰ স্থান দিছিল। সূৰ্যকুমাৰ ভূঞাৰ *আনন্দৰাম বৰুৱাৰ* তৃতীয় তাঙৰণত লিখা আছে যে ১৮৮১ চনত আনন্দৰাম কলিকতাৰ বাগবাজাৰত 'মণিৰাম' নামেৰে এটা ছাপাখানা স্থাপন কৰে। আৰু তাৰ পাছত?

'তাৰ পাছত মিঃ বৰুৱাই বন্ধুবৰ মিঃ বিহাৰীলাল গুপ্তৰ জৰিয়তে বহৰমপুৰত এটি ঘৰ কিনে। এই ঘৰটি ৮০০০ টকা দি মিঃ বৰুৱাই দনপটচিং ৰায়বাহাদুৰ নামে এজন মাৰোৱাৰীৰ পৰা কিনে। অৰুণোদয় যন্ত্ৰ নামে এটি ছপাখানা মিঃ বৰুৱাই ইয়াতে স্থাপন কৰে। কামাখ্যাপ্ৰসাদ গাংগুলী ইয়াৰ পৰিচালক নিযুক্ত হয়। এই ঘৰ এতিয়া সুপ্ৰসিদ্ধ সদাগৰ শ্ৰীযুত ভোলানাথ বৰুৱাৰ সম্পত্তি। এই ঘৰতে তাহানিৰ ব্ৰহ্ম ৰজাৰ সেনাপতি বন্দুলাক মানে বন্দী কৰি থৈছিল। মিঃ বৰুৱাই পাছলৈ এই ঘৰটোৰ কাষতে থকা মাটিডোখৰ ৰাণী স্বৰ্ণময়ীৰ পৰা কিনি তাতে বাগান পাতিবলৈ ধৰিলে।' (সু.কু.ভূ.জী.সা., পৃঃ ৬২)।

আকৌ, এই বাগানবাৰীত উৎকট পৰিশ্ৰম কৰি এই বিৰাট গ্ৰন্থ (অৰ্থাৎ বহু খণ্ডৰ সংস্কৃত ব্যাকৰণ?) ৰচনাৰ কামত তেওঁ অলপ অগ্ৰসৰ হ'ল ... আনন্দৰামে ভাবিলে যে বিলাতলৈ গ'লে এই গ্ৰন্থ ৰচনাত বিশেষ সুবিধা হ'ব। ব্ৰিটিছ মিউজিয়াম আৰু বডেলিয়ান লাইব্ৰেৰী অক্ষয় গ্ৰন্থ ভাণ্ডাৰ তেওঁ আলোচনাৰ কাৰণে হাততে পাব। তাৰ উপৰি ভট্ট মোক্ষমূলাৰৰ পৰা বিশেষ সহায় আৰু দিহা-পোহা পাব। ইত্যাদি কাৰণত তেওঁ বিলাতলৈ যোৱাটোকে ঠিক কৰিলে আৰু দুবছৰ ফাৰ্ল বা দীঘল বিদায়ৰ কাৰণে গৱৰ্ণমেণ্টলৈ দৰ্খাস্ত দিলে।

আনন্দৰামৰ দৰ্খাস্ত মঞ্জুৰ হ'ল। তেওঁ ১৮৮১ চনৰ ১৩ নৱেম্বৰৰ পৰা আৰম্ভ কৰি দুবছৰ ফাৰ্ল পালে। তেওঁ ছুটীলৈ পোনতে কিছুদিন সংস্কৃত চৰ্চাৰ কাৰণে বহৰমপুৰৰ বাগানবাৰীত গ্ৰন্থ ৰচনাত কটালে আৰু তেওঁৰ বিৰাট গ্ৰন্থাৱলীৰ দশম ভাগ অৰ্থাৎ পিংগলসূত্ৰৰ ভাগুনি আৰু সমালোচনাৰ সৈতে সংস্কৃত ছন্দ বিষয়ক গ্ৰন্থখনি ১৮৮২ চনৰ অক্টোবৰ মাহত প্ৰকাশ কৰে আৰু গংগা নদীৰ বুকুতে কিতাপৰ পাতনি লিখে।' (সু.কু.ভূ.জী.সা., পৃঃ ৬২-৬৩)

ড° মুকুন্দমাধৱ শৰ্মাৰ পূৰ্বোল্লিখিত Anundoram Borooah পুথিত Appendix F অত বৰুৱাৰ *নামালিঙ্গানুশাসনম্* গ্ৰন্থৰ শিৰোনাম পৃষ্ঠা (title page) প্ৰতিলিপি মুদ্ৰিত হৈছে। তাত আছে — Printed by Kamakhya Prasad Ganguli at the Arunodaya Press, Berhampore ... 1887. Edited by

Anundoram Borooah, offg. District Magistrate and Collector, Noakhally.' অৰ্থাৎ আনন্দৰাম বংগৰ আন আন ঠাইত প্ৰশাসনিক পদত অধিষ্ঠিত থকাৰ সময়তো নিজৰ গ্ৰন্থ 'অৰুণোদয় যন্ত্ৰ'ত ছপা কৰাইছিল। একে ধৰণৰ সাক্ষ্য *ধাতুবৃত্তিসাৰ* গ্ৰন্থৰ শিৰোনাম পৃষ্ঠাৰ প্ৰতিলিপিৰ পৰাও পোৱা যায়। (Anundoram Borooah, 1992, Appendix F)

বহৰমপুৰক এক ধৰণে নিজৰ বিদ্যা চৰ্চাৰ, সম্পত্তি আহৰণৰ আৰু গ্ৰন্থ মুদ্ৰণৰ কেন্দ্ৰ হিচাপে আনন্দৰামে বাছি লোৱাৰ আঁৰত কি ৰহস্য আছিল বাৰু? এইখিনিতে 'বাগানবাৰী' অভিধাটোৰ বিষয়ে অলপ ক'বলগীয়া আছে। বহৰমপুৰত আনন্দৰামৰ এটা 'বাগানবাৰী' আছিল বুলি ক'লে এটা ভ্ৰান্ত ধাৰণাৰ উদয় হোৱাটো অস্বাভাৱিক নহয়। তাৰ কাৰণ জমিদাৰকালীন বাঙালী সমাজত 'বাগানবাড়ি' শব্দটোৰ এনে এক বিশেষ অনুষংগ আছিল যিটোৰে পৰোক্ষভাৱে হ'লেও এটা নিন্দাসূচক তাৎপৰ্য বহন কৰিছিল। জমিদাৰ শ্ৰেণীৰ পুৰুষে নিজৰ পাৰিবাৰিক বাসগৃহৰ পৰা আঁতৰত আমোদ-প্ৰমোদৰ উদ্দেশ্যেৰে বিশেষভাৱে সজাই লোৱা আবাসেই আছিল 'বাগানবাড়ি'। (দ্ৰষ্টব্য ঃ সংসদ বাঙ্গালা অভিধান, ১৯৭১ ঃ 'বাগান বাড়ি' – বাগান – শোভিত প্ৰমোদ – ভৱন)। আনন্দৰামৰ তথাকথিত বাগানবাৰীৰ দেখদেখকৈ তেনেধৰণৰ অনুষংগৰ লগত কোনো ধৰণৰ সম্পৰ্ক নাছিল। তেওঁৰ 'বাড়ি' অৰ্থাৎ ঘৰটো আছিল সংস্কৃত চৰ্চাৰ পৱিত্ৰ গৃহ। পিছত যেতিয়া তেওঁ ঘৰটোৰ সংলগ্ন মাটিডোখৰ কিনি এখন বাগান পাতে, তেতিয়া 'বাগান' আৰু 'বাড়ি' এই দুটা শব্দ লগ লাগি 'বাগানবাৰী'ৰ ৰূপ ল'লে।

এতিয়া মই মোৰ কিছু সাম্প্ৰতিক অভিজ্ঞতাৰ ভিত্তিত বহৰমপুৰৰ লগত আনন্দৰামৰ সম্পৰ্কৰ আন এক 'ধূসৰ এলেকা'ৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিব খুজিছোঁ। আমি ইতিমধ্যে দেখিছোঁ যে ১৮৮১ চন মানৰ পৰা আৰম্ভ কৰি অন্ততঃ ১৮৮৭ চনলৈ আনন্দৰামে সা-সম্পত্তি ক্ৰয় আৰু প্ৰেছ স্থাপনৰ যোগেদি বহৰমপুৰক আপোন কৰি লোৱাৰ উপৰি মাজে সময়ে চহৰখনত থাকি গভীৰ ধৰণৰ বিদ্যা চৰ্চাও কৰিছিল। মুৰ্ছিদাবাদ জিলাখন পলাছীৰ যুদ্ধৰ পিছতে ব্ৰিটিছৰ হাতলৈ গৈছিল আৰু তাৰ সদৰ ঠাই বহৰমপুৰ ব্ৰিটিছ সামৰিক আৰু অসামৰিক প্ৰশাসনৰ কেন্দ্ৰ হৈ পৰিছিল। ব্ৰিটিছ চৰকাৰৰ তৎপৰতাত জিলাখনত আধুনিক পদ্ধতিৰ শিক্ষা প্ৰতিষ্ঠান স্থাপন হ'বলৈ ধৰে আৰু ১৮৬৩ চনত বহৰমপুৰত স্থাপিত হয় কৃষ্ণনাথ কলেজ (ইংৰাজী বানানত Krishnath College)। সেয়া আছিল ১৯০১ চনত গুৱাহাটীত কটন কলেজ স্থাপন হোৱাৰ ৩৮ বছৰৰ আগৰ কথা।

বৈবাহিক সূত্ৰে আমাৰ নুমলী জী বহৰমপুৰৰ বোৱাৰী হোৱাৰ হেতুকে বহৰমপুৰ চহৰৰ নিবাসী হৈ আছে। আমি যেতিয়াই জী-জোঁৱাইৰ ওচৰলৈ যাওঁ, তেতিয়াই মই অন্ততঃ এবাৰ কৃষ্ণনাথ কলেজখন বাহিৰৰ পৰাই চাই আহোঁ। পুৰণি ইউৰোপীয় আৰ্হিৰ ভব্য অট্টালিকাসদৃশ ভৱনবোৰে তাৰ একালৰ উন্নত মৰ্যাদাৰ স্মৃতি বহন কৰে। সেই মৰ্যাদা এতিয়া বঞ্চিত হৈ থকা নাই যদিও কলেজখনক লৈ বহৰমপুৰ বাসীয়ে গৌৰৱ অনুভৱ কৰে আৰু সেয়া স্বাভাৱিকো। যোৱা কেইমাহমান আগতে আমি বহৰমপুৰলৈ যাওঁতে সেই কলেজখনৰ ফালৰ পৰা মোক নিমন্ত্ৰণ কৰা হৈছিল এটি বক্তৃতা দিবলৈ। সেই উপলক্ষতে কলেজখনৰ শিক্ষকসকলৰ উপৰি চহৰখনৰ কেইবাগৰাকী গণ্যমান্য ব্যক্তিৰ লগত কলেজখনক কেন্দ্ৰ কৰি কিছু কথা আলোচনা কৰাৰ সুযোগ পাইছিলোঁ। মই তাত আনন্দৰাম বৰুৱাৰ প্ৰসংগ উত্থাপন কৰিছিলোঁ যদিও লক্ষ্য কৰি আচৰিত হৈছিলোঁ সেই সকলৰ কোনেও আনন্দৰাম বৰুৱাৰ নাম পৰ্যন্ত শুনা নাছিল। কলেজখনৰ ডেৰশ বছৰীয়া জয়ন্তীৰ প্ৰস্তুতি স্বৰূপে প্ৰকাশ কৰা স্মৃতিগ্ৰন্থখনৰ কপি এটা মোক দিয়া হৈছিল। সেই বৃহৎ কলেবৰৰ স্মৃতিগ্ৰন্থখনত স্থাপনৰ কালৰ পৰা আৰম্ভ কৰি বৰ্তমানলৈকে কলেজখনৰ ইতিহাসৰ লগত সন্নিবিষ্ট হৈছে বিভিন্ন সময়ত তাৰ লগত জড়িত থকা ব্যক্তিসকলৰ নাম। তাৰ কোনো অংশতে আনন্দৰামৰ নাম বিচাৰি নোপোৱাত মোৰ মনত প্ৰশ্ন জাগিছিল ঃ আনন্দৰামৰ দৰে এগৰাকী অগাধ পণ্ডিত দীৰ্ঘকাল ধৰি বহৰমপুৰক আপোন কৰি লোৱা সত্ত্বেও কলেজখনৰ লগত তেওঁৰ কোনো ধৰণৰ সম্পৰ্ক ঘটা নাছিল নেকি? স্মৃতিগ্ৰন্থখনৰ পৰা জনা যায় যে কলিকতা বিশ্ববিদ্যালয় স্থাপনৰ পূৰ্বেই কৃষ্ণনাথ কলেজক বিশ্ববিদ্যালয়ৰ মৰ্যাদা দিয়াৰ কথা চলিছিল। স্মৰণযোগ্য যে ১৮৮৫ চনত আনন্দৰাম কলিকতা বিশ্ববিদ্যালয়ৰ 'ফেলো' হিচাপে মনোনীত হৈছিল। অথচ তেনে স্বীকৃতিপ্ৰাপ্ত এগৰাকী পণ্ডিত তথা প্ৰশাসনিক বিষয়া কৃষ্ণনাথ কলেজৰ বিদ্যায়তনিক আৰু প্ৰশাসনিক কোনো দিশৰ লগত যুক্ত নথকাৰ ব্যাখ্যা কি হ'ব পাৰে? মই বহৰমপুৰৰ দুগৰাকীমান সচেতন বিদ্যানুৰাগীৰ লগত যোগাযোগ কৰিছোঁ এই ৰহস্যৰ শুংসূত্ৰ উলিওৱাত সহায় বিচাৰি। আমাৰ প্ৰস্তাৱিত প্ৰকল্পৰ বাস্তৱায়নৰ দিশত এয়া আমাৰ প্ৰাথমিক পদক্ষেপ মাত্ৰ। ইয়াৰ অগ্ৰগতিৰ বাবে গুৱাহাটীস্থ আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা (ABILEC) আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সমৰ্থনৰ আৱশ্যক হ'ব।

**প্ৰসংগ দুই ঃ আনন্দৰামৰ স্বদেশ-স্বজন প্ৰীতিৰ স্বৰূপ**

স্বদেশ প্ৰীতি বোলোতে যদি ভাৰত-প্ৰীতিক বুজোৱা হয়, তেনেহ'লে এই কথা সকলোৰে একেবাক্যে স্বীকাৰ কৰিব যে আনন্দৰামৰ ভাৰত-প্ৰীতি আছিল গভীৰ, অকৃত্ৰিম আৰু অবিচলিত। লগতে ক'ব পাৰি যে তেওঁ আছিল ভাৰতীয়ত্বৰ সাধক। তেওঁ যদিও বিদেশী শাসকৰ শিক্ষা ব্যৱস্থাৰ মাজেৰেই নিজৰ জীৱনক গঢ় দিছিল আৰু সেই শাসক শক্তিৰ অধীনতেই বিষয়া হিচাপে সেৱা আগ বঢ়াইছিল, তথাপি তেওঁ শাসক গোষ্ঠীৰ আগত হীনমন্যতা প্ৰদৰ্শন কৰা নাছিল; বৰং এজন ভাৰতীয় হিচাপে নিজৰ শিৰ উন্নত কৰি ৰাখিছিল। তেওঁ আছিল ভাৰতৰ গৌৰৱেৰে গৌৰৱান্বিত। তেওঁ গণিতৰ দৰে বিষয়তো অসাধাৰণ পাৰদৰ্শিতা অৰ্জন কৰিছিল; কিন্তু তেওঁ সংস্কৃত ভাষা-সাহিত্য অধ্যয়নকে জীৱনৰ ব্ৰত কৰি লৈছিল কাৰণ তেওঁ বিশ্বাস কৰিছিল যে সংস্কৃত ভাষা-সাহিত্যৰ বৈভৱে ভাৰতৰ গৰিমাৰেই প্ৰতিনিধিত্ব কৰে।

পিছে জন্মসূত্ৰে আনন্দৰাম যিহেতু অসমীয়া আছিল সেয়েহে তেওঁৰ স্বদেশপ্ৰীতিৰ নিদৰ্শনৰূপে অসম-প্ৰীতি প্ৰত্যাশা কৰাটোও অমূলক নহয়। সেইদৰে অসম-প্ৰীতিৰ লগতে অসমীয়া-প্ৰীতিৰ কথাটোও সাঙোৰ খাই আছে।

দেখা যায় যে আনন্দৰামৰ জীৱন কালত আৰু তেওঁৰ মৃত্যুৰ পিছতো এটা সময়লৈকে তেওঁৰ বিষয়ে ৰক্ষণশীল অসমীয়া সমাজত এক সন্দেহৰ মনোভাৱ বিৰাজ কৰিছিল। তাৰ প্ৰধান কাৰণ দুটা হ'ব পাৰে। প্ৰথম বিলাতৰ পৰা ঘূৰি অহাৰ পিছত তেওঁ বিষয়া হিচাপে অতি কম সময়হে অসমত কটাইছিল আৰু শীঘ্ৰে এক ধৰণৰ 'স্বেচ্ছা নিৰ্বাসন'লৈ বংগদেশলৈ গৈছিল আৰু জীৱনৰ বাকীছোৱা তাতেই কটাইছিল। ফলত তেওঁৰ অনন্য গুণাৱলীৰ লগত অসমীয়া সমাজৰ সম্যক পৰিচয় ঘটা নাছিল। দ্বিতীয়, আনন্দৰামে অসমীয়া ভাষাত কেতিয়াও লিখা-মেলা কৰি প্ৰকাশ কৰা নাছিল। ইমান মেধাবী হৈও নিজৰ মাতৃভাষালৈ প্ৰত্যক্ষ সেৱা আগ নবঢ়োৱা বাবে অসমীয়া মানুহৰ মনত ক্ষোভৰ উদ্ৰেক হোৱাটোকো অস্বাভাৱিক বুলি ক'ব নোৱাৰি।

অনন্দৰাম বৰুৱাৰ বিষয়ে থকা এই অভিযোগটোৰ সূত্ৰ ধৰি আমি এইদৰে প্ৰশ্ন তুলিব পাৰোঁ আনন্দৰামৰ অসমৰ প্ৰতি কোনো আকৰ্ষণ বা আনুগত্য নাছিল নেকি? সেইদৰে, তেওঁ অসমীয়া সমাজক হীন চকুৰে চাইছিল নেকি? উত্তৰত দুই ধৰণৰ সাক্ষ্য দাঙি ধৰিব পাৰি। যিবোৰ সাক্ষ্যৰ দ্বাৰা উল্লিখিত অভিযোগটো খণ্ডন কৰিব পাৰি, সেইবোৰ হ'ল এনে ধৰণৰ।

ক) আনন্দৰামে তেওঁ সংস্কৃতত কৰা বিভিন্ন কৃতি তেওঁৰ পিতৃ-মাতৃৰ নামত আৰু একাধিক ভ্ৰাতৃৰ নামত উছৰ্গা কৰিছে আৰু তাকে কৰোঁতে সেইসকলক আৰু নিজকো লৌহিত্য, প্ৰাগজ্যোতিষ আদিৰ দৰে প্ৰাচীন অসমক চিহ্নিত কৰা নামৰ লগত যুক্ত কৰিছে। যেনে —

'ভ্ৰাতা পৰশুৰামস্য লৌহিত্যতটজন্মনঃ।'

'জানকীৰাম সোদৰ্য্যো দুৰ্লভাগৰ্গনন্দনঃ
আনন্দৰাম বৰুৱা প্ৰাগজ্যোতিষপুৰ সম্ভৱঃ।'

'আসীন্মে দমিতো ভ্ৰাতা জানকীৰাম বিশ্ৰুতঃ
পিত্ৰোঃ প্ৰিয়তৰঃ পুত্ৰঃ প্ৰাগজ্যোতিষপুৰ নন্দনঃ।

খ) Ancient Geography of India নামৰ গ্ৰন্থত আনন্দৰামে প্ৰাচীন সংস্কৃত সাহিত্যৰ সাগৰ মথি বিভিন্ন উৎসত পোৱা ৰাজ্য, নগৰ, গাঁও আদিৰ ভৌগোলিক অৱস্থান চিহ্নিত কৰাৰ প্ৰশংসনীয় প্ৰয়াস কৰিছে। এইদৰে ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলৰ বৰ্ণনা কৰি আহি যেতিয়াই তেওঁ পূব দিশৰ পুণ্ড্ৰবৰ্ধন বা পুণ্ড্ৰদেশৰ (বৰ্তমান উত্তৰ বংগ) বিৱৰণ দিবলৈ আগ বাঢ়িছে, তেতিয়াই যেন আগ্ৰহেৰে অপেক্ষা কৰিছে সেই ৰাজ্যৰ উত্তৰ-পূব পিনত গাতে লাগি থকা কামৰূপৰ বিৱৰণ দিবলৈ আৰু কামৰূপ ৰাজ্যৰ বিষয়ে ক'বলৈ আৰম্ভ কৰিছে এইদৰে —

'To the north-east of Pundra Desa lay to important kingdom of Kamarupa, which is said to have extended from the banks of the Karatoya to the extremities of Assam.' তাৰ পিছত ক্ৰমে আছে এই অঞ্চলৰ প্ৰাকৃতিক সম্পদৰ পৰা, ব্ৰহ্মপুত্ৰ তীৰত প্ৰাচীন প্ৰাগজ্যোতিষৰ কথা আৰু তাৰ লগত আধুনিক গুৱাহাটীৰ সম্পৰ্কৰ কথা, নীলাচল পাহাৰৰ কামাখ্যা দেৱীৰ কথা, উত্তৰ গুৱাহাটীৰ অশ্বক্ৰান্তৰ কথা, শিৱসাগৰ-গড়গাঁৱৰ কথা, এই দেশলৈ হিউৱেন চাঙৰ আগমনৰ কথা, ভগদত্ত, ভাস্কৰ বৰ্মাৰ কথা, শ্ৰীহট্ট-কাছাৰ- মণিপুৰ ইত্যাদিৰ কথা। (দ্ৰষ্টব্য ঃ উক্ত গ্ৰন্থৰ অসম প্ৰকাশন পৰিষদ সংস্কৰণ ১৯৭১, পৃঃ ৬৮-৭০)। এই সুদীৰ্ঘ বৰ্ণনাত আনন্দৰামৰ যি আগ্ৰহ আৰু যেন কিছু আৱেগৰো আভাস পোৱা যায়, তাৰ মাজেৰে অসমৰ প্ৰতি থকা তেওঁৰ আত্মীয়তাবোধৰ স্পষ্ট ইংগিত পোৱা যায়।

গ) আনন্দৰাম বৰুৱাই কেতিয়াও অসমীয়া ভাষাত লিখা-মেলা কৰা নাছিল, এই কথা সঁচা। কিন্তু তেওঁ বাংলা ভাষাত লিখাৰ কথাও জনা নাযায় যদিও সেই ভাষাত তেওঁৰ গভীৰ ব্যুৎপত্তি আছিল। তেওঁৰ সমগ্ৰ প্ৰকাশিত ৰচনাৰ মাধ্যম আছিল সংস্কৃত আৰু ইংৰাজী। সংস্কৃতৰ একনিষ্ঠ সেৱক আনন্দৰামে দৃঢ়তাৰে বিশ্বাস কৰিছিল যে সংস্কৃত সেৱাৰ মাজেৰেই তেওঁ ভাৰত মাতৃৰেই সেৱা কৰিছিল আৰু তেওঁ আগ বঢ়োৱা অৱদানৰ সুফল ভাৰতবাসী অন্যান্য সম্প্ৰদায়ৰ নিচিনাকৈ তেওঁৰ স্বদেশী-স্বজন অসমীয়াসকলৰো প্ৰাপ্য। কিয়নো অসমীয়াসকলো হৈছে বৃহত্তৰ ভাৰতীয় ভ্ৰাতৃতন্ত্ৰৰ অংগীভূত। এই কথাখিনি তেওঁ নিজে এখন গ্ৰন্থৰ পাতনিত ইংৰাজী ভাষাত লিপিবদ্ধ কৰিছে এইধৰণে — 'What I do for our common mother India will be shared by my own Assamese fellow countrymen who form an essential factor of the great Indian brotherhood'. 'My own Assamese fellow countrymen' অভিব্যক্তিটি এই সন্দৰ্ভত অত্যন্ত তাৎপৰ্যপূৰ্ণ নহয়নে?

ঘ) জীৱনীকাৰসকলৰ ভাষ্যৰ পৰা এনে ধাৰণা হ'ব পাৰে যে



অৱসৰৰ পিছত আনন্দৰামে বাকীছোৱা জীৱন বংগদেশত কটোৱাৰ কথা ভাবিছিল। এই সন্দৰ্ভত বহৰমপুৰৰ নাম বিশেষভাৱে উল্লিখিত হৈছে। 'বহৰমপুৰত তেওঁৰ নিজৰ ঘৰ এটি আছিল; কামৰ পৰা অৱসৰ লৈ তেওঁ এই ঘৰত থাকি সাহিত্য চৰ্চা কৰিবৰ ইচ্ছা কৰিছিল ...'। (সু.কু.ভূ.জী.সা., পৃঃ ৯৪)

ইয়াৰ বিপৰীতে আমি এইখিনি কথাও পাওঁ — 'পেঞ্চন পাবলৈ দহ-বাৰ বছৰ থকাৰ পৰা তেওঁ অসমলৈ পুনৰ আহি তাত থিতাপিকৈ থাকি অসমৰ উন্নতিত লাগিবলৈ মন কৰিছিল। বুঢ়া বয়সত পেঞ্চনৰ উপৰি আন উপাৰ্জনৰ বাট উলিয়াবলৈ তেওঁ অসমত এখন বাগিচা খুলিবলৈ চেষ্টা কৰিছিল আৰু তাৰ কাৰণে মিঃ মাণিক চন্দ্ৰ বৰুৱাৰ সহায় খুজিছিল।'

আকৌ, 'ছপাখানা, গ্ৰন্থাদি কিনোতে মিঃ বৰুৱাৰ বহুত টকা খৰচ হৈছিল। তেওঁ এখনি বাগিচা কিনিবলৈ ইচ্ছা কৰিছিল আৰু সেই অৰ্থে মঙলদৈৰ কলাইগাঁও বাগিচাখন কিনি মিঃ মাণিকচন্দ্ৰক তাৰ অংশীদাৰ আৰু মেনেজাৰ পাতি সেই বাগিচা চলাব খুজিছিল আৰু সেই বিষয়ে মৃত্যুৰ পূৰ্বলৈকে মিঃ মাণিক চন্দ্ৰ বৰুৱাৰ লগত আনন্দৰাম বৰুৱাই লিখালিখি কৰিছিল।' (সু.কু.ভূ.জী.সা., পৃঃ ৯১)

এই তথ্যসমূহে কিহৰ ইংগিত দিয়ে? আনন্দৰাম বৰুৱাৰ অসম-বিৰাগ আৰু অসমীয়া বিৰাগৰ নে তাৰ বিপৰীতটোৰহে?

ইয়াৰ পিছত আমি বিচাৰ কৰি চাব পাৰোঁ এই ধাৰণাটো যে আনন্দৰামৰ মন বংগদেশ আৰু বংগীয় সমাজৰ প্ৰতি ঢাল খোৱা আছিল। এই কথা ঠিক যে তেওঁৰ কৰ্মজীৱনত অতি সামান্য অংশহে অসমত কটাইছিল আৰু মৃত্যুৰ পৰলৈকে বংগদেশত কটোৱা সুদীৰ্ঘকাল এবাৰো অসমলৈ অহা নাছিল। তাৰ কাৰণ যে অসম অনীহা নহ'বও পাৰে সেইটো আমি আগতে দেখিছোঁ। তথাপি এইটো সম্ভৱ যে আনন্দৰামে বংগদেশত আৰু বংগীয় সমাজৰ মাজত থাকি অধিক সন্তোষ আৰু স্বস্তি লাভ কৰিছিল। তাৰ সপক্ষে যুক্তি নথকা নহয়। এণ্ট্ৰেন্স পাছ কৰাৰ পিছৰে পৰা আনন্দৰাম কলিকতাত আছিল আৰু তাত তেওঁৰ সহপাঠী-সহকৰ্মী, বন্ধু-বান্ধৱ সৰহভাগেই আছিল বাঙালী সম্প্ৰদায়ৰ। তেওঁৰ শিক্ষকসকলৰ ভিতৰতো কেইবাগৰাকী আছিল বাঙালী পণ্ডিত। বিলাততো তেওঁৰ ঘনিষ্ঠতম বন্ধু আৰু সহচৰ আছিল কেইগৰাকীমান প্ৰতিভাধৰ বাঙালী তৰুণ। যেনে - তাৰকনাথ পাল, বিহাৰীলাল গুপ্ত আদি। সেইদৰে তেওঁ যিসকল পণ্ডিতৰ পৰা সংস্কৃত চৰ্চাত সহায়-সহযোগ লাভ কৰিছিল, সেইসকলো আছিল বংগ সন্তান। আকৌ প্ৰশাসনিক বিষয়া হিচাপেও তৃণমূল পৰ্যায়ত তেওঁৰ লেনদেন ঘটিছিল সৰ্বসাধাৰণ বাঙালী ৰাইজৰ লগত। এনে অৱস্থাত বংগীয় সমাজ-সংস্কৃতিৰ লগত তেওঁৰ আত্মীয়তা গঢ়ি উঠাত আচৰিত হ'বলগীয়া একো নাই।

আনন্দৰাম বৰুৱাৰ বাঙালী সংস্কৃতিৰ প্ৰতি 'দুৰ্বলতা' থকাৰ কথা আৰু সেই সংস্কৃতিৰ দ্বাৰা তেওঁ প্ৰভাৱিত হোৱাৰ কিছু নিদৰ্শন ড° মুকুন্দমাধৱ শৰ্মাই Anundoram Boroah গ্ৰন্থত দাঙি ধৰিছে। উদাহৰণস্বৰূপে আনন্দৰামে তেওঁৰ উপাধি বৰুৱা ইংৰাজীত Borooah বুলি লিখিছিল যদিও দেৱনাগৰী লিপিত 'বড়ুয়া' ৰূপটোহে ব্যৱহাৰ কৰিছিল যিটো বংগীয় ৰূপ। এই বিষয়ে ড° মুকুন্দমাধৱ শৰ্মাই মন্তব্য কৰিছে এইদৰে — 'It may, however be pointed out here that from the manner in which he refers to his surname in Sanskrit it appears that Anundoram used to behave nore as a Bengalee than as an Assamese and he had greater love for the Bengali culture.' অৱশ্যে ড° শৰ্মাই ইয়াকো কৈছে যে তাৰ আগতে কিছুমান প্ৰত্নলিপিত বৰুৱা আৰু বৰবৰুৱাক 'বড়ুয়া' আৰু 'বড়বড়ুয়া' ৰূপে লিখিত হৈছিল। গতিকে উপাধিত 'বড়ুয়া' ব্যৱহাৰ কৰাটোৱে আনন্দৰামৰ বংগ সংস্কৃতিৰ প্ৰতি থকা পক্ষপাতিত্বৰ প্ৰমাণ নহ'বও পাৰে।

অৱশ্যে আনন্দৰামে বাংলা ভাষাৰ উপকাৰ সাধনৰ বাবে এনে এক পদক্ষেপ গ্ৰহণ কৰিছিল যিটোৱে তেওঁৰ বংগীয় সমাজৰ প্ৰতি নহ'লেও বাংলা ভাষাৰ প্ৰতি থকা বিশেষ সম্ভাৱৰ সাক্ষ্য বহন কৰে। তেওঁ বংগদেশৰ বিভিন্ন অঞ্চলত প্ৰচলিত বাংলা ভাষাৰ শব্দাৱলী সংগ্ৰহ কৰি এখনি বৃহৎ বাংলা অভিধান প্ৰস্তুত কৰাৰ আঁচনি প্ৰস্তুত কৰি চৰকাৰৰ ওচৰত দাখিল কৰিছিল আৰু সি চৰকাৰৰ অনুমোদনো লাভ কৰিছিল।

এই সকলোবোৰ উপাদান বিশ্লেষণ কৰিলে এনে এক ধাৰণা দৃঢ় হয় যে অসমীয়া আৰু বাঙালী সমাজ-সংস্কৃতিৰ লগত আত্মীয়তা আৰু ঘনিষ্ঠতা ৰক্ষাৰ বিষয়ত আনন্দৰামৰ এক ধৰণৰ দ্বন্দ্বই ক্ৰিয়া কৰিছিল। তেওঁৰ এই স্থিতিক দোদুল্যমান বুলি অভিহিত কৰিব পাৰি আৰু সেয়েহে ই ইমানখিনি বিতৰ্কৰ সৃষ্টি কৰিছে।

**প্ৰসংগ তিনি ঃ আনন্দৰাম অবিবাহিত হৈ থকাৰ প্ৰকৃত কাৰণ ঃ**

বিদ্যাৰ প্ৰতি সমৰ্পিত প্ৰাণ আনন্দৰামে বিদ্যাৰূপিনী কামিনীকে নিজৰ জীৱন সংগীনিৰূপে কল্পনা কৰি লৈছিল আৰু সেয়েহে তেওঁ চিৰজীৱন অবিবাহিত হৈয়েই থাকিল— এইদৰেই সাধাৰণতে বিশ্বাস কৰি অহা হৈছে। মানুহৰ প্ৰশ্নৰ উত্তৰত তেওঁ নিজে এই ধৰণে কৈছিল বুলি জীৱনীত পোৱা যায়। আনন্দৰামৰ প্ৰবৃত্তি আৰু মানসিকতাৰ ফালে চাবলৈ গ'লে এই যুক্তিৰ প্ৰাসংগিকতা নোহোৱা নহয়। নিবিড় নিষ্ঠা আৰু একাগ্ৰতাৰে আনন্দৰামে যিদৰে বিদ্যাৰ সাধনা কৰিছিল, বিবাহ বন্ধনে তাৰ অন্তৰায় ঘটাব পাৰে বুলি তেওঁ অবিবাহিত হৈ থকাৰ সিদ্ধান্ত লোৱাটোক স্বাভাৱিক বুলি ভাবিব পাৰি। কিন্তু এনেকুৱা ভালেমান সন্তেদ পোৱা যায় যিবোৰৰ পৰা এই ধাৰণা জন্মে যে ওপৰত উল্লেখ কৰা যুক্তিটো আছিল এক





গ্ৰহণযোগ্য অজুহাত মাত্ৰ। বিদ্যা চৰ্চাৰ কাৰণে সংসাৰ বন্ধনৰ পৰা আঁতৰত থাকিব খোজাজনৰ বাবে পিতৃ-মাতৃ, সহোদৰ, বন্ধু আদিৰ সংসৰ্গও অবাঞ্ছনীয় হ'ব লাগে। কিন্তু আনন্দৰামৰ জীৱনত আমি তেনেকুৱা প্ৰৱণতা দেখা নাপাওঁ। বৰং তেওঁৰ আত্মীয়-স্বজনৰ সান্নিধ্যৰ প্ৰতি থকা আকৰ্ষণৰ পৰিচয়হে পাওঁ।

'আনন্দৰামে বিদেশৰ পৰা উভতি আহি আত্মীয়-কুটুম্বৰ সৈতে উত্তৰ গুৱাহাটীত মিলিজুলি থকাৰ আকাংক্ষা এৰা নাছিল। তেওঁ ভায়েকহঁতলৈ এই মৰ্মে চিঠি দিছিল। 'তোমালোকে গাঁৱৰ ভিতৰৰ পৰা উঠি আহি ব্ৰহ্মপুত্ৰৰ পাৰত পৰ্বতৰ ওপৰত ঘৰ বন্ধোৱাহি। ঈশ্বৰে কৰিলে ময়ো গৈ আগলৈ তাত থাকিব পাৰিম।' (সু.কু.ভূ.জী.সা., পৃঃ ৯২)

এই সন্দৰ্ভত আনন্দৰামৰ লগত প্ৰত্যক্ষ আৰু অন্তৰংগ যোগাযোগ থকা বলীনাৰায়ণ বৰাৰ তলৰ কথাখিনিৰ পৰা স্পষ্টকৈ ওলাই পৰে যে আনন্দৰাম অবিবাহিত থকাৰ বিষয়ে প্ৰচলিত ধাৰণাটো সঠিক নাছিল। বৰাদেৱে ইংৰাজীতে লিখা আনন্দৰাম সম্পৰ্কীয় স্মৃতিচাৰণত ড° সূৰ্যকুমাৰ ভূঞাই কৰা অসমীয়া অনুবাদত এইদৰে ধৰা পৰিছে ঃ

'মিঃ বৰুৱাই কেতিয়াও বিয়া কৰোৱা নাছিল। সাহিত্য সৰস্বতীৰ সৈতে বিবাহ বন্ধনত সংবদ্ধ হৈ মিঃ বৰুৱাই সকলো বুদ্ধি, শক্তি, উদ্যম আৰু অৱসৰ সেই দেৱীক সমৰ্পণ কৰিছিল। কিন্তু ইয়াৰ পৰা কোনোৱে যেন নাভাবে যে মিঃ বৰুৱাই কেতিয়াও বিয়া কৰাবলৈ মন কৰা নাছিল। কাৰণ একুৰি চাৰি বছৰ বয়স হওঁতেই বিলাতৰ পৰা উভতি অহাৰ পিছত তেওঁ হেনো কোনো এজন বন্ধুক তেওঁৰ অভিপ্ৰেত পত্নীৰ ছবি এখন দেখুৱাইছিল।' (সু.কু.ভূ.জী.সা., পৃঃ ৯২)

অৰ্থাৎ আনন্দৰাম বিবাহ বন্ধনৰ প্ৰতি অনাগ্ৰহী নাছিল; আনকি তেওঁ কোনোবা তৰুণীক মনেৰে বৰণ কৰিও লৈছিল। কিন্তু সেই 'অভিপ্ৰেত পত্নী'গৰাকীৰ আৰু 'কোনো এজন বন্ধুৰ' পৰিচয় অনিশ্চয়তাৰ অন্ধকাৰত ডুব গৈ থাকিল।

এইদৰেও মত প্ৰকাশ কৰা হৈছে যে আনন্দৰাম বিলাতলৈ গৈ 'অশুদ্ধ আচাৰ'ত লিপ্ত হোৱা বাবে 'কোনো সজকুলীয়া সম্ভ্ৰান্ত অসমীয়া মানুহে' তেওঁক ছোৱালী যচা নাছিল। আনহাতে যদি গুণী-জ্ঞানী তৰুণ সুপুৰুষ আনন্দৰামৰ হাতত নিজ নিজ কন্যাক অৰ্পণ কৰিবলৈ প্ৰলোভনৰ জাল পেলাইছিল তাত আচৰিত হ'বলগীয়া একো নাছিল। কিন্তু আনটো সম্ভাৱনাৰ দিশটোও কম তাৎপৰ্যপূৰ্ণ নহয়। আনন্দৰাম বৰুৱাই দুখুনী অসমৰ প্ৰতি মৰম ৰাখিছিল। তেওঁ দেশ এৰি বিদেশত সম্বন্ধ পাতিবলৈ স্বাভাৱিকতে অনিচ্ছুক আছিল। আনন্দৰামে এইদৰে দোধোৰ-মোধোৰ কৰি থাকোঁতে যেতিয়া ভাটি বয়সত ভৰি দিলে তেতিয়া বিবাহৰ বয়স চৰি গ'ল।' (সু.কু.ভূ.জী.সা., পৃঃ ৮৫), যদি সেয়ে হয় তেনেহ'লে সি আনন্দৰামৰ জীৱনৰ এক চৰম ট্ৰেজেদি বুলি গণ্য হ'বৰ যোগ্য। অকল সেয়ে নহয় ইয়াক অসমীয়া সমাজৰ কাৰণেও এক কৰুণ পৰিহাস বুলি ধৰিব লাগিব।

এইখিনিতে এটি প্ৰশ্ন উঠে; আনন্দৰাম যদি অসমীয়া কন্যাৰ পাণিগ্ৰহণৰ প্ৰতিহে ইচ্ছুক আছিল কিছু আগতে উল্লিখিত হোৱা তেওঁৰ অভিপ্ৰেত পত্নীগৰাকী অসমীয়া যুৱতী আছিল নেকি? এই সন্দৰ্ভত ড° ভূঞাৰ *আনন্দৰাম বৰুৱা* গ্ৰন্থত থকা এই কথাখিনিও অত্যন্ত কৌতূহলোদ্দীপক ঃ 'আমি শুনিছোঁ মৃত্যুৰ দুবছৰ কি তিনিবছৰ পূৰ্বে এজন অসমীয়া ডাঙৰীয়াই স্বকন্যাক আনন্দৰামক বিয়া দিব খুজিছিল আৰু এই অৰ্থে সেই কন্যাক বোলে আনন্দৰাম বৰুৱাৰ আগত থিয় কৰাইছিল। আনন্দৰাম এই প্ৰলোভনৰ হাত সাৰিলে। তেওঁ সেই কন্যাক এটি সুবৰ্ণপদক উপহাৰ দি বিদায় দিলে।' (সু.কু.ভূ.জী.সা., পৃঃ ৮৫)। ইয়াত এটি ৰহস্যৰ গোন্ধ পোৱা যায়। আনন্দৰামে যদি কন্যাগৰাকীক আগ বঢ়াই দিয়াটো প্ৰলোভন বুলি ভাবিছিল আৰু তাৰ পৰা 'হাত সাৰিছিল' তেওঁক মূল্যবান উপহাৰ এটি কিয় দান কৰিছিল। পিছে জীৱনীকাৰৰ নিজৰ ভাষ্যমতে এয়া 'শুনা কথা'হে।

বৈবাহিক জীৱন সম্পৰ্কে আনন্দৰাম যে উদাসীন নাছিল বৰং সেই বিষয়ে তেওঁৰ যথেষ্ট আগ্ৰহ আছিল সেই কথা জনা যায় তলত উদ্ধৃত কৰা কথাখিনিৰ পৰা ঃ 'ভাটি বয়সত ভৰি দিয়াৰ পিছতো তেওঁ বৈবাহিক জীৱনৰ ছবি কল্পনাত আঁকিবলৈ বেয়া নাপাইছিল। শ্ৰীযুত পোনাৰামে (আনন্দৰামৰ এজন ভায়েক) মাজে সময়ে তেওঁক কৈছিল — 'ককাইদেউ আপুনি বিয়া কৰক'। আনন্দৰামে তাৰ উত্তৰত কয়, 'মই বিয়া কৰিলে তুমি সঁচাকৈয়ে ভাল পাবানে? পৰশুৰাম ককাইদেউৰ ঘৈণীয়েক বৌক যেনেকৈ মৰম কৰিছিলা তেনেকৈ মৰম কৰিবানে?' শ্ৰীযুত পোনাৰাম বৰুৱাই কৈছিল — 'আমি কি সাধ্যে মৰম কৰিবৰ পাত্ৰ? আপোনালোক দুয়ো বাগীত হেৱা খাবলৈ যাব, মই দূৰৈৰ পৰা চাই ভাবিম, সৌৱা ককাই আৰু বৌ।' মিঃ বৰুৱাই এই কথা শুনি বৰ আনন্দ লাভ কৰিছিল, আৰু সেই কথা পুনৰ ক'বলৈ পোনাৰামক বাৰে বাৰে অনুৰোধ কৰিছিল।' (সু.কু.ভূ.জী.সা., পৃঃ ৮৬)

এইজন আনন্দৰাম বিবাহবিৰোধী, সংসাৰ বিৰাগী আনন্দৰামজনেই হয় নে?

ভূঞাদেৱে ১৯২৫ চনত প্ৰথমে প্ৰকাশ কৰা আনন্দৰামৰ জীৱনীত আনন্দৰামক কোনোবা অসমীয়া ডাঙৰীয়াই ছোৱালী যঁচা যি 'শুনা কথা'ৰ উল্লেখ আছে, ১৯৫৫ চনৰ তাঙৰণতো তাৰ ইফাল-সিফাল হোৱা নাছিল। অৰ্থাৎ সি তেতিয়াও 'শুনা কথা'ই হৈ আছিল।

কিন্তু ১৯৯১ চনত প্ৰথমে প্ৰকাশ পোৱা ড° তিলোত্তমা মিশ্ৰৰ *স্বৰ্ণলতা* উপন্যাসত স্পষ্ট ইংগিত দিয়া হৈছে যে গুণাভিৰাম বৰুৱাৰ কন্যা *স্বৰ্ণলতা*ৰ লগত আনন্দৰামৰ বিবাহ ঘটিত কথা বতৰাৰ সূত্ৰপাত হৈছিল। সেই বৰ্ণনামতে আনন্দৰাম নোৱাখালিৰ

জিলাধিপতি হৈ থাকোঁতে (সেয়া তেওঁৰ মৃত্যুৰ দুই-তিনি বছৰ আগৰ কথা) কলিকতাত গুণাভিৰাম বৰুৱাৰ ঘৰলৈ গৈছিল আৰু তাত প্ৰথম দৃষ্টিতে স্বৰ্ণলতাৰ প্ৰতি আকৃষ্ট হৈছিল। তেওঁ আনকি তেওঁৰ ঘনিষ্ঠ বন্ধু বৰাৰ যোগেদি গুণাভিৰামৰ ওচৰলৈ স্বৰ্ণলতাৰ লগত বিবাহৰ প্ৰস্তাৱ দি পাঠাইছিল। কিন্তু গুণাভিৰাম দম্পতীয়ে অতি খেদেৰে ক'বলগীয়া হৈছিল যে সেই অতি লোভনীয় আৰু আদৰৰ প্ৰস্তাৱ ৰক্ষা কৰাটো তেখেতসকলৰ পক্ষে সম্ভৱ নহ'ব এইবাবেই যে স্বৰ্ণলতা ইতিমধ্যে বাগদত্তা হৈছে এক গুণী বাঙালী সুপাত্ৰৰ লগত তেওঁৰ বিয়াৰ আয়োজন চলিছে। ফলত নিজৰ ফালৰ পৰা বিয়াৰ বাটত ইমানদূৰ আগ বঢ়াৰ পিছতো আনন্দৰামৰ সংসাৰ পতাৰ স্বপ্ন পূৰণ নহ'ল।

এই ঘটনাক্ৰমৰ উপস্থাপনত ঔপন্যাসিক ড° মিশ্ৰই নিশ্চয় কিছু কল্পনাৰ আশ্ৰয় লৈছিল। কিন্তু ইয়াৰ যে বাস্তৱ ভিত্তিও আছিল সেইকথা জনাৰ সুযোগ হৈছিল তেখেতৰ লগত এইবিষয়ে আলোচনা কৰি। গুণাভিৰামৰ পুত্ৰ আৰু স্বৰ্ণলতাৰ কনিষ্ঠ ভাতৃ জ্ঞানদাভিৰাম বৰুৱাই তেওঁৰ আত্মজীৱনীমূলক ৰচনাৰ এঠাইত উল্লেখ কৰিছে যে আনন্দৰাম বৰুৱাই বায়েক স্বৰ্ণলতাক বিয়া কৰোৱাৰ ইচ্ছা প্ৰকাশ কৰিছিল। কিন্তু কন্যাগৰাকীৰ ইতিমধ্যে বিয়া ঠিক হৈ যোৱাৰ কাৰণে কন্যাৰ পিতৃ-মাতৃয়ে আনন্দৰামক বিমুখ কৰিবলগীয়া হৈছিল। তৎসত্ত্বেও স্বৰ্ণলতাৰ বিবাহোৎসৱত আনন্দৰাম নিমন্ত্ৰিত অতিথি হিচাপে উপস্থিত আছিল আৰু কইনাক এযোৰ চকুত লগা কাণফুলি উপহাৰ দিছিল। (দ্ৰষ্টব্য ঃ ড° তিলোত্তমা মিশ্ৰৰ *স্বৰ্ণলতা*, ৩ য় সংস্কৰণ, ১৯৯৭, পৃঃ ১৮৪-১৮৫); ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা সম্পাদিত *জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী*)।

ওপৰৰ আলোচনাখিনিৰ পৰা এই কথা প্ৰতীয়মান হয় যে আন কিছুমান ক্ষেত্ৰত হোৱাৰ দৰে এই ক্ষেত্ৰতো আনন্দৰামৰ স্থিতি আছিল ছাঁ-পোহৰৰ দোমোজাত, যাক ভূঞাদেৱে 'দোধোৰ-মোধোৰ' আখ্যা দিছে। এয়াও আনন্দৰামৰ জীৱনৰ লগত জড়িত এক ধূসৰ এলেকা।

শেষত আমি আমাৰ এই খচৰা প্ৰবন্ধৰ মোখনি মাৰিব খুজিছোঁ এইখিনি মন্তব্যৰে ঃ আনন্দৰাম বৰুৱাৰ জীৱনৰ প্ৰায়বোৰ দিশেই আলোকেৰে উজ্জ্বল হৈ আছে যদিও এনে কিছুমান দিশো আছে যিবোৰ অস্পষ্ট, ধূসৰ আৰু ৰহস্যাবৃত। সেই 'ধূসৰ এলেকাসমূহ'ত পোহৰ পেলাব পাৰিলে অসমৰ আৰু ভাৰতৰ গৌৰৱ এই অসাধাৰণ পুৰুষগৰাকীক অধিক ঘনিষ্ঠভাৱে জনাটো সম্ভৱ হ'ব। তাকে কৰিব পাৰিলে আমাৰ সমাজ জীৱনৰ ইতিহাসতো অতিৰিক্ত সমল সংযোজিত হ'ব। ❑





# ভাৰতীয় নৱজাগৰণ আৰু ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা

ড° শৈলেন ভৰালী

আমাৰ জাতীয় জীৱনৰ ইতিহাসত উনবিংশ শতিকাই অতি গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আছে। এই শতিকাৰ আদিভাগত ভাৰতৰ সামাজিক, সাংস্কৃতিক আৰু বৌদ্ধিক জীৱনত এক অভূতপূৰ্ব জাগৰণৰ সৃষ্টি হৈছিল। ইয়াৰ পৰাই ভাৰতীয় মানসিকতাত এটা নতুন অধ্যায়ৰ সূত্ৰপাত হৈছিল। আচলতে, এইটো আছিল এটি সংস্কাৰধৰ্মী আন্দোলন, ভাৰতীয় সমাজৰ ৰক্ষণশীলতা, কুসংস্কাৰ আৰু অন্ধবিশ্বাসৰ বিৰুদ্ধে গঢ়ি উঠা আন্দোলন, ভাৰতীয় সমাজক যুক্তিবাদী আৰু বৈজ্ঞানিক দৃষ্টিভংগীৰ অধিকাৰী কৰি তোলাৰ আন্দোলন। আন্দোলনটোৰ নেতৃত্ব দিছিল কলিকতাৰ কেইগৰাকীমান বুদ্ধিজীৱীয়ে। তেওঁলোকৰ ভিতৰত আছিল ৰামমোহন ৰায়, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, কেশৱচন্দ্ৰ সেন, দেবেন্দ্ৰনাথ ঠাকুৰৰ দৰে লোক। এই বিশিষ্ট লোকসকলে ক্ষোভেৰে লক্ষ্য কৰিছিল ভাৰতীয়সকলৰ প্ৰতি ইংৰাজসকলৰ বৈষম্যমূলক আচৰণ। তেওঁলোকে উপলব্ধি কৰিছিল যে ইংৰাজসকলৰ উন্নতি আৰু শক্তি-সামৰ্থ্যৰ ভাগ ল'বলৈ ভাৰতীয়সকল আধুনিক চিন্তা-চৰ্চা আৰু জ্ঞান-বিজ্ঞানৰ অধিকাৰী হ'ব লাগিব। এইটো সম্ভৱ হ'ব পাৰে ইংৰাজী শিক্ষাৰ জৰিয়তেহে। গতিকে, তেওঁলোকে ইংৰাজী শিক্ষাৰ পোষকতা কৰিলে। মন কৰিব লগীয়া কথা যে ইংৰাজ শাসকসকলে ভাৰতীয়সকলক পোনতে ইংৰাজী শিক্ষা দিবলৈ বিচৰা নাছিল। কাৰণ, তেনে শিক্ষাই ভাৰতীয়সকলক শাসক শ্ৰেণীৰ বিৰুদ্ধে উঠিবলৈ প্ৰেৰণা দিব পাৰে বুলি তেওঁলোকে আশংকা কৰিছিল। ভাৰতীয়সকল নিজেই আগ বাঢ়ি আহিছিল ইংৰাজী শিক্ষা ল'বলৈ। এই উদ্দেশ্যেই ৰামমোহন ৰায়ে ১৮১৭ চনত কলিকতাত 'হিন্দু কলেজ' স্থাপন কৰিছিল। এই কলেজেই মুকলি কৰি দিছিল পছিমীয়া জ্ঞানৰ ভাণ্ডাৰ। ইয়াৰ পৰাই ওলাই আহিছিল এদল তৰুণ বিদ্ৰোহী। তেওঁলোকৰ জৰিয়তে আৰম্ভ হৈছিল প্ৰচলিত সামাজিক মূল্যবোধৰ নৱ মূল্যায়ন। নৱজাগৰণৰ পিতৃস্বৰূপ আৰু আধুনিক ভাৰতৰ নিৰ্মাতাসকলৰ অন্যতম ৰামমোহন ৰায়ে 'ব্ৰাহ্ম সমাজ' স্থাপন কৰিলে। হিন্দুধৰ্মৰ ৰক্ষণশীলতা আৰু কু-সংস্কাৰৰ বিৰুদ্ধে আন্দোলন গঢ়ি উঠিল। ধৰ্মৰ নামত চলা অন্ধবিশ্বাসৰ বিপৰীতে, যুক্তিবাদী চিন্তাৰ প্ৰসাৰ ঘটাবলৈ বিচৰা হ'ল। মানৱতাবাদ আৰু যুক্তিবাদৰ সহায়ত উদাৰ মানৱ ধৰ্ম প্ৰতিষ্ঠাৰ বাবে আগ্ৰহ প্ৰবল হৈ উঠিল। বংগদেশত আৰম্ভ হোৱা এই আন্দোলন ক্ৰমে ভাৰতৰ অন্যান্য ঠাইলৈ বিস্তাৰিত হ'ল। 'ব্ৰাহ্ম সমাজ'ৰ আদৰ্শত বোম্বাইত প্ৰতিষ্ঠিত হ'ল 'প্ৰাৰ্থনা সমাজ' আৰু পঞ্জাৱত প্ৰতিষ্ঠিত হ'ল 'আৰ্য সমাজ'। শিক্ষা, সমাজ, সংস্কৃতিত গা কৰি উঠা এই নতুন জাগৰণৰ প্ৰতি বহুতো লোকে সঁহাৰি জনালে আৰু তাৰ ফলতেই উনবিংশ শতিকাৰ শেষৰ ফালে এদল লেখক, সাহিত্যিক, দাৰ্শনিক আৰু বিজ্ঞানীৰ জন্ম হ'ল। এওঁলোকক প্ৰকৃততে ভাৰতীয় নৱজাগৰণৰ সন্তান বুলি ক'ব পাৰি।

বংগদেশত আৰম্ভ হোৱা সংস্কাৰধৰ্মী আন্দোলনৰ ঢৌৱে অসমক স্পৰ্শ কৰিছিল কিছু পলমকৈ। কাৰণ, অসম ইংৰাজৰ অধীনলৈ গৈছিল একেবাৰে শেষত, বংগদেশতকৈ তিনি কুৰিৰো অধিক বছৰ পাছত। গতিকে, ইংৰাজী শিক্ষাৰ প্ৰচলন অসমত পলমকৈ হৈছিল আৰু ভালেমান দিনলৈ ইংৰাজী শিক্ষাৰে শিক্ষিত



লোক অসমত নিচেই কম আছিল। তথাপি, ঊনবিংশ শতিকাৰ মাজভাগৰ পৰাই মিছনেৰীসকলে প্ৰকাশ কৰা সংবাদপত্ৰ 'অৰুনোদই' (১৮৪৬)ৰ জৰিয়তে আধুনিক যুক্তিবাদী চিন্তা-চৰ্চাই অসমত ভুমুকি মাৰিছিল। মিছনেৰীসকলে অকল স্কুল, আদালতৰ পৰা অপসাৰিত হোৱা অসমীয়া ভাষাৰ পুনৰ সংস্থাপনৰ বাবেই যুঁজ দিয়া নাছিল, আধুনিক জ্ঞান-বিজ্ঞানেৰে অসমীয়া সমাজক সমৃদ্ধ কৰাৰ চেষ্টাও কৰিছিল। 'অৰুনোদই'ত অন্ধবিশ্বাস, সামাজিক কু-সংস্কাৰ আদিৰ বিপক্ষে বৈজ্ঞানিক দৃষ্টিভংগীৰ পোষকতা কৰি আৰু সকলো ব্যভিচাৰৰ প্ৰতিকাৰস্বৰূপে শিক্ষা-বিস্তাৰৰ ওপৰত গুৰুত্ব আৰোপ কৰি প্ৰবন্ধ প্ৰকাশ কৰা হৈছিল। অৱশ্যে, 'অৰুনোদই'ৰ পাতত আধুনিক চিন্তা-চৰ্চাই ভুমুকিহে মাৰিছিল। নৱজাগৰণৰ যুক্তিবাদী, মানৱতাবাদী চিন্তাই স্পষ্টতা লাভ কৰিছিল ইংৰাজী শিক্ষা লাভ কৰা তিনিগৰাকী বিশিষ্ট অসমীয়াৰ ৰচনা আৰু কৰ্মৰ মাজেদি। তেওঁলোক আছিল আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱা।

আনন্দৰাম ঢেকিয়াল ফুকনে কলিকতাত ইংৰাজী শিক্ষা লাভ কৰিছিল। ইংৰাজ চৰকাৰৰ তেওঁ এগৰাকী সুদক্ষ বিষয়া আছিল। তথাপি, অসমীয়াৰ আত্মপৰিচয়ৰ যুঁজত তেওঁ সাহসেৰে থিয় দিছিল। অসমীয়া ভাষাৰ পুনৰ সংস্থাপনৰ বাবে ফুকনে সৰ্বতোপ্ৰকাৰে চেষ্টা কৰিছিল। সেই উদ্দেশ্যে তেওঁ পঢ়াশলীয়া পুথি লিখাই নহয়, ১৮৫৩ চনত অসমৰ বিষয়ে প্ৰতিবেদন যুগুত কৰিবলৈ অহা মফাট মিলছ্ৰ হাতত অসমীয়া ভাষাক ন্যায্য মৰ্যাদা দিবলৈ স্মাৰক পত্ৰ দাখিল কৰিছিল। তদুপৰি, অসমীয়া যে এটা স্বতন্ত্ৰ ভাষা, আন কোনো ভাষাৰ উপভাষা নহয়, সেই কথা অকাট্য যুক্তিৰে প্ৰতিপন্ন কৰি ১৮৫৮ চনত তেওঁ 'এ ফিউ ৰিমাৰ্কছ্ অন দ্য এচামিছ লেংগুৱেজ' শীৰ্ষক এখন পুথিও ৰচনা কৰিছিল। ১৮৭৩ চনত অসমীয়া ভাষা স্বস্থানত সংস্থাপিত হোৱাত এই পুথিখনে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। স্বদেশ আৰু স্বজাতিৰ কল্যাণৰ হকে সমাজত প্ৰচলিত কু-সংস্কাৰৰ বিৰুদ্ধে মাত মাতি আৰু যুক্তিবাদী বৈজ্ঞানিক দৃষ্টিভংগীৰ পোষকতা কৰি ঢেকিয়াল ফুকনে আধুনিক অসম গঢ়াৰ সপোন ৰচনা কৰিছিল। অসমত কল-কাৰখানা, বেপাৰ-বাণিজ্য আদি গঢ়ি উঠা আৰু ৰে'ল-জাহাজ আদিৰ চলাচল হোৱা দিনলৈকে তেওঁ আগ্ৰহেৰে অপেক্ষা কৰিছিল। দুৰ্ভাগ্যবশতঃ আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু হৈছিল মাথোন ত্ৰিশ বছৰ বয়সতে। কিন্তু তেওঁ কান্ধত লোৱা ভাৰখন কঢ়িয়াই নিছিল তেওঁৰ যোগ্য উত্তৰাধিকাৰী গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাই।

গুণাভিৰাম বৰুৱাই কলিকতাত উচ্চ শিক্ষা লাভ কৰি থকা সময়তে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ আৰু ৰামমোহন ৰায়ৰ সম্পৰ্কলৈ আহিছিল। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে আৰম্ভ কৰা বিধৱাৰ পুনৰ্বিবাহৰ আন্দোলনত তেওঁ সহযোগ কৰাই নহয়, বাস্তৱ জীৱনত নিজে সেই আদৰ্শ কাৰ্যকৰী কৰিছিল। তেওঁ প্ৰথমা পত্নীৰ মৃত্যুৰ পিছত এগৰাকী বিধৱাৰ পাণি গ্ৰহণ কৰিছিল আৰু বিধৱা জীয়েক স্বৰ্ণলতাক পুনৰ বিবাহ দিছিল। তদুপৰি, বিধৱাৰ পুনৰ্বিবাহৰ মত সমৰ্থন কৰি তেওঁ ৰাম-নৱমী নাটক' (১৮৫৭) ৰচনা কৰিছিল। এইখনেই ইউৰোপীয় ঢঙত লিখা প্ৰথম অসমীয়া নাটক। 'ৰাম-নৱমী নাটক' প্ৰথম আধুনিক নাটকেই নহয়, অসমীয়া সাহিত্যত প্ৰথম ট্ৰেজেদিও। একেটা বিষয়ক লৈ 'বিবাহ ৰহস্য নাটক' নামৰ আন এখন নাটকো তেওঁ ৰচনা কৰিছিল। কিন্তু নাটকখন সম্পূৰ্ণ কৰিব নোৱাৰিলে। ১৮৬৯ চনত ৰামমোহন ৰায়ৰ 'ব্ৰাহ্ম সমাজ'ৰ তেওঁ সভ্য হৈছিল। গুণাভিৰামৰ সম্পাদনাত কলিকতাৰ পৰা প্ৰকাশিত 'আসাম বন্ধু' (১৮৮৫) কাকতত নৱজাগৰণৰ লগত জড়িত উদাৰ, মানৱতাবাদী দৃষ্টিভংগীয়ে প্ৰাধান্য লাভ কৰিছিল।

আনন্দৰাম ঢেকিয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাৰ বিপৰীতে, হেমচন্দ্ৰ বৰুৱাই কলিকতাত ইংৰাজী শিক্ষা লাভ কৰা নাছিল। হেমচন্দ্ৰ বৰুৱা জন্মিছিল এটা ৰক্ষণশীল ব্ৰাহ্মণ পৰিয়ালত। ইংৰাজী পঢ়িলে জাত যায় বুলি বিশ্বাস কৰি পৰিয়ালে তেওঁক ইংৰাজী শিক্ষা ল'বলৈ দিয়া নাছিল, ঘৰতে শিক্ষক নিযুক্ত কৰি সংস্কৃত পঢ়ুৱাইছিল। কিন্তু হেমচন্দ্ৰই পৰিয়ালৰ লোকে নজনাকৈ আজৰি সময়ত গোপনে ইংৰাজী পুথি পঢ়ি আধুনিক বৈজ্ঞানিক আৰু যুক্তিবাদী চিন্তাৰ পোষকতা কৰিছিল। কলিকতাত আৰম্ভ হোৱা সংস্কাৰধৰ্মী আন্দোলনৰ প্ৰত্যক্ষ সম্পৰ্কলৈ অহাৰ সুযোগ তেওঁ পোৱা নাছিল যদিও, নৱজাগৰণৰ সৈতে জড়িত জাতীয়তাবাদী আৰু সংস্কাৰধৰ্মী চিন্তাৰ প্ৰভাৱ তেওঁৰ ওপৰত ভালদৰে পৰিছিল। গুণাভিৰামৰ দৰে হেমচন্দ্ৰও বিদ্ৰোহী আছিল। কিন্তু দুয়োজনৰ দৃষ্টিভংগীৰ মাজত কিছু পৃথকতা আছিল। গুণাভিৰামৰ বিপৰীতে, হেমচন্দ্ৰৰ দৃষ্টিভংগীত প্ৰকাশ পাইছিল উগ্ৰতা, কঠোৰতা। দুয়োজনে অসমীয়া সমাজৰ কু-সংস্কাৰ আৰু অন্ধবিশ্বাসক ব্যংগ কৰিছিল। কিন্তু গুণাভিৰামৰ মৃদু ব্যংগৰ বিপৰীতে হেমচন্দ্ৰৰ ব্যংগ আছিল অতি তীব্ৰ, চোকা। যি হওক, অসমীয়া সমাজৰ সৰ্বাংগীণ উন্নতি দুয়োজনৰে জীৱনৰ একমাত্ৰ লক্ষ্য আছিল। তাৰ বাবে গুণাভিৰাম বৰুৱাৰ নিচিনাকৈ হেমচন্দ্ৰ বৰুৱায়ো মাথোন আদৰ্শ প্ৰচাৰেই কৰা নাছিল, নিজৰ জীৱনত সেই আদৰ্শৰ প্ৰতিফলন ঘটাইছিল। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বিধৱা-বিবাহৰ প্ৰচেষ্টাক তেওঁ অকল সমৰ্থনেই কৰা নাছিল, বিধৱাক পুনৰ বিবাহৰ পৰা বঞ্চিত কৰাৰ প্ৰতিবাদত নিজে দ্বিতীয়বাৰ বিবাহ কৰিবলৈ অস্বীকাৰ কৰিছিল। বিয়াৰ তিনি বছৰৰ পিছতেই তেওঁৰ প্ৰথমা পত্নীৰ মৃত্যু হৈছিল। দ্বিতীয় বিবাহৰ কাৰণে পৰিয়ালৰ লোকৰ প্ৰচণ্ড হেঁচা তেওঁ অতিক্ৰম কৰিছিল এই যুক্তিতেই যে যিখন সমাজত নাৰীয়ে দ্বিতীয়বাৰ বিবাহ কৰাৰ অধিকাৰ নাপায় সেইখন সমাজত পুৰুষে দ্বিতীয়বাৰ বিবাহ কৰাৰ কোনো যুক্তি থাকিব নোৱাৰে। অসমীয়া জাতীয় জীৱনৰ উন্নতি কামনা কৰি হেমচন্দ্ৰই অসমীয়া সমাজৰ অন্ধবিশ্বাস, কু-সংস্কাৰ, ভণ্ডামি, বাহ্যিকতা আৰু দুৰ্বলতাৰ বিৰুদ্ধে অভিযান চলাইছিল। হেমচন্দ্ৰৰ চোকা ব্যংগই অসমীয়াক শেলে বিন্ধাদি বিন্ধিছিল। তাৰ বাবে সেই সময়ৰ অসমীয়া







সমাজে তেওঁক 'সমাজ বিৰোধী' আৰু 'ভ্ৰষ্টাচাৰী' আখ্যা দিছিল। কিন্তু সেইবোৰে হেমচন্দ্ৰক বিন্দুমাত্ৰও টলাব পৰা নাছিল। অসমীয়াসকলক বৈজ্ঞানিক, যুক্তিবাদী পৰম্পৰাৰ অধিকাৰী কৰাৰ কাৰণে তেওঁ যি সংগ্ৰাম আৰম্ভ কৰিছিল তাৰ পৰা তেওঁ কোনো দিনেই আঁতৰি অহা নাছিল।

হেমচন্দ্ৰ বৰুৱাৰ সাহিত্য-সৃষ্টিৰো একমাত্ৰ লক্ষ্য আছিল অসমীয়া সমাজখন। অসমীয়া সমাজক শুধৰোৱাৰ বাবেই তেওঁ সাহিত্যক এপাট অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছিল। ইয়াৰ বাবেই তেওঁ ব্যংগ ৰচনাত হাত দিছিল। তেওঁৰ 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' (১৮৭৬)ক এইবিধ ৰচনাৰ পথ-প্ৰদৰ্শক বুলি ক'ব পাৰি এই কাৰণেই যে ইয়াৰ আগতে অসমীয়াত সামাজিক বাস্তৱতাক কেন্দ্ৰ কৰি কোনেও ব্যংগ ৰচনাত হাত দিয়া নাছিল। ঊনবিংশ শতিকাৰ মাজভাগত নৱ-জাগৰণৰ ধ্যান-ধাৰণাৰে পুষ্ট বংগদেশত ব্যংগপ্ৰধান ৰচনাই গা কৰি উঠিছিল। ইয়াৰ দুটা ভাল উদাহৰণ টেকচাঁদ ঠাকুৰৰ 'আলালেৰ ঘৰেৰ দুলাল' আৰু কালিপ্ৰসন্ন ঘোষৰ 'হুতোম প্যেঁচাৰ নক্সা'। পুথি দুখনত মধ্যবিত্ত জীৱনৰ দুৰ্বলতা, বিলাসিতা আৰু কু-সংস্কাৰক তীব্ৰভাৱে ব্যংগ কৰা হৈছে। হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী'তো সমাজৰ বাহ্যিকতা, ভণ্ডামি আৰু ৰক্ষণশীলতাৰ বিৰুদ্ধে প্ৰচণ্ড ক্ষোভ চোকা ব্যংগধৰ্মী ৰচনাৰীতিৰে প্ৰকাশ কৰা হৈছে। অসমীয়া সামাজিক জীৱনৰ অধঃপতন আৰু ধৰ্মীয় জীৱনৰ গোড়ামি আৰু কপটতা কেইটামান চৰিত্ৰৰ যোগেদি উদঙাই দিয়া হৈছে। সত্ৰৰ অধিকাৰৰ পৰা আৰম্ভ কৰি পূজাৰী ব্ৰাহ্মণলৈ সমাজৰ তথাকথিত বৰমূৰীয়াসকলৰ কোনোৱেই তেওঁৰ আক্ৰমণৰ পৰা সাৰি যাব পৰা নাই। শ্লেষ আৰু ব্যাজস্তুতিৰ সহায়েৰে চৰিত্ৰসমূহৰ স্বৰূপ উন্মোচন কৰা হৈছে। কোৰখনীয়া সত্ৰৰ অধিকাৰ গোবৰ্ধন দেউৰ ধৰ্মীয় জ্ঞানৰ শূন্যতা, ভণ্ডামি আৰু কৃত্ৰিমতাৰ পৰিচয় দাঙি ধৰা হৈছে এইদৰে —

"ঘোষা, কীৰ্ত্তন, ৰত্নাৱলী, এই তিনিখানি শাস্ত্ৰ প্ৰভুৰ ওষ্ঠগ্ৰ; ইয়াত কাজে গুণমালা, ভটিমা, চপয়, তোটয়, এইবিলাক মুখে আখৈ ফুটাৰ দৰে ফুটে। বৰগীতত গোসাঁইদেউ এনেহে পাৰ্গত যে, তেওঁ পুৰঁতীয়া নিশা গীত ধৰিলে ওচৰৰ গছবিলাকেও পাত-লৰোৱাৰ ছলেৰে তাল ধৰে, আৰু কুকুৰ-শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে। গোসাঁই-ঈশ্বৰৰ উপৰিপুৰুষসকল তিৰী-লগীয়া আছিল; কিন্তু গোসাঁইদেউৱে মধুপুৰ-থানৰ ধূলা-মালা লৈ নিৰ্ম্মল উদাসীন-ধৰ্ম্মত আশ্ৰয় কৰিছে, তিৰী জাতিৰ মুখকে নেচায়; আন কি? তিৰী-লগীয়া ভকতে আন জলকো গ্ৰহণ নকৰে।"

গোবৰ্ধন দেউৰ লুতুৰা স্বভাৱক ব্যংগ কৰা হৈছে এইদৰে—

'এইৰূপে থাকোঁতে থাকোঁতে গুৰু-শিষ্যে দুইকো দুয়ো চিনি পাই প্ৰেমভাব উপজিল। গোসাঁইদেউৱে নতুন শিষ্যৰ ভক্তিত তুষ্ট হৈ পূৰ্ব্বে কৃষ্ণৰ যিবিলাক লীলাৰ কথা মুখেৰে শুনাইছিল, পাচত ঘৰতে বৃন্দাবন পাতি সেইবিলাক লীলা দেখাই দিবলৈ ধৰিলে; বস্ত্ৰহৰণকে আদি কৰি মানভঞ্জনলৈকে লাহে লাহে সকলো লীলা সাঙ্গকে দেখালে।'

পূজাৰী ব্ৰাহ্মণ বীৰেন্দ্ৰ বৰুৱাৰ ৰক্ষণশীলতা আৰু ভণ্ডামিক আঘাত কৰা হৈছে এইধৰণৰ বক্ৰোক্তিৰে —

"তেওঁ পূজাত বহিলে ঘণ্টাৰ কোবে-পতি পাপবিলাক এক ঘণ্টাৰ বাটলৈ উফৰি যায়। অঘমৰ্ষণত সকলো পাপৰ হাড় গুৰি উঠে। মাজত তিনিডালিমান টিকনিৰে সৈতে তেওঁৰ মূৰটি ঠাৰিলগা জাতিলাউটি যেন দেখা যায়, ললাটত ৰক্তচন্দনৰ তিলক, তাৰ ওপৰৰ গঙ্গা-মৃত্তিকাৰ ত্ৰিপুণ্ড্ৰ (ৰেখা) এনেহে ডাঠকৈ লিপে যেন নিলগৰ পৰা দেখাত নৈৰ গৰাত খুম-মৰা ভতৰাৰ কপাল বুলি ভ্ৰম জন্মিব পাৰে।"

"আমাৰ সিদ্ধপুৰুষৰ সমান শুচি আৰু ধৰমী লোক জগতত নাই; তেওঁৰ ঘৰৰ বাজে আন সকলো অনাচাৰী আৰু পতিত; এই কাৰণে সূৰ্য্য-দেৱতা পাটত থাকে মানে তেওঁ কাৰো ঘৰত জল গ্ৰহণো নকৰে। আন কি? শূদিৰে অনা পানীৰো ব্যৱহাৰ নাই। কিন্তু সূৰ্য্য অস্ত গ'লে কি কৰা যায় তাক কোনে চায়?"

এইধৰণৰ অনেক উদাহৰণ পুথিখনৰ পৰা দিব পাৰি। অসমীয়াৰ সামাজিক আৰু ধৰ্মীয় জীৱনৰ অন্ধকাৰ দিশবোৰত পোহৰ পেলাবৰ বাবেই বৰুৱাই কাহিনীৰ অন্তৰ্ভুক্ত চৰিত্ৰসমূহক চোকা ব্যংগ-বাণেৰে থকা-সৰকা কৰিছে, প্ৰশংসাৰ ছলেৰে তীব্ৰভাৱে নিন্দা কৰিছে।

'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী'ৰ লেখক হেমচন্দ্ৰ বৰুৱা অসমীয়া ব্যংগ ৰচনাৰেই নহয়, উপন্যাসধৰ্মী ৰচনাৰো বাটকটীয়া। উপন্যাসধৰ্মী ৰচনা ইয়াৰ আগতে ওলাইছিল যদিও, সামাজিক বাস্তৱতাৰ আধাৰত কাহিনী আৰু চৰিত্ৰ নিৰ্মাণ কৰাৰ চেষ্টা, 'কোৱাভাতুৰী'তেই পোনতে চকুত পৰে। বৰুৱাৰ 'কানীয়া কীৰ্তন' (১৮৬১) আধুনিক অসমীয়া সাহিত্যৰ দ্বিতীয় নাটক। চাৰি অংকীয়া চৈধ্যটা দৃশ্যযুক্ত নাটকখন ৰচনা কৰা হৈছিল কানি পানৰ সৰ্বনশীয়া কুফলবোৰ দেখুৱাই সেই ৰবিহৰ গ্ৰাসৰ পৰা অসমীয়া সমাজক উদ্ধাৰ কৰাৰ উদ্দেশ্যে। নাটকখন ব্যংগধৰ্মী। হাস্য-ব্যংগৰ সহায়েৰে ইয়াতো তেওঁ অসমীয়াৰ অকৰ্মণ্যতা, ভেম, ভণ্ডামি আৰু অন্ধবিশ্বাসক কঠোৰভাৱে নিন্দা কৰিছে। কানি খাই খাই সৰ্বস্বান্ত হোৱা ব্ৰাহ্মণ-সন্তান কীৰ্তিকান্তই বৃকোদৰৰ পিতৃশ্ৰাদ্ধত দান-দক্ষিণা পাই সন্তুষ্টি লাভ কৰিছে এইদৰে —

"বামুণ হোৱাৰ অনেক গুণ। বামুণে ভিতৰত যিমান অকৰ্ম কৰোক, বাহিৰত লোকক দেখুৱাই সন্ধ্যা-পূজা কৰি ফোঁটটো লৈ থাকিলেই সকলোৰে পৰা মান পায়। মই যিবোৰ কাম কৰিছোঁ, মোৰ নগুণৰ গোসাঁই কেতিয়াবাই পলাল; তেওঁ বাহিৰত সঁচাই-মিছাই সন্ধ্যাটো কৰি ফোঁটটো লৈ থাকোঁ

দেখি এটায়ে বামুণ বুলি মানে।”

মহাপুৰুষীয়া পন্থৰ মহন্তৰ ভণ্ডামি প্ৰকাশ কৰিছে বাহিৰত সদাচাৰৰ মন্ত্ৰ গোৰা পদ্মপাণি মহন্তৰ মুখত দিয়া এইধৰণৰ সংলাপেৰে —

‘বাপা! এতিয়া গুৰা-ভোজন কৰা নেযায়, ফুৰা গা। নোৱাৰাত থাকি জানিবা দৰবফেৰি খোৱা গ’ল, তাতে বৰ তিতা লাগিল দেখি গাখীৰ-কলেৰে তিতাটো মাৰিলোঁহক; আকও গুৰাভোজন কৰিলে সদাচাৰ ক’ত ৰব?’

“এই মানুহটি ভাল, দেহ-প্ৰাণ লগাই থানৰ হিত চিন্তে। আমাক দৰব-ফেৰি খোৱা দেখি জানিবা আমাৰ চৰ্ধা ভক্তি-খিনি অলপ লৰফৰ হৈছিল। পাচত যেতিয়া আমি ‘সৰ্ব্বভইখ অগনি যেন সবাকো শোষে। মহন্তক কি কৰিব ইসব দোষে,’ শাস্ত্ৰৰ এই বচন মাতি বুজাই দিলোঁ যে সন্ত মহন্তক, ঘাইকৈ মহাপুৰুষ-গুৰুৰ শুধ, সত সেৱকক এনে ক্ষুদ্ৰ পাপে পশিব নোৱাৰে, এই কথা গুৰুজনে নিজ মুখে কহিছন্ত, তেতিয়াৰ পৰা তাৰ ভকতিখিনি আগতকৈও দিৰিঢ় হ’ল।”

ল’ৰা-ছোৱালীৰ অসুখ-বিসুখ হ’লে শনি-স্তোত্ৰও পাঠ কৰাই আৰু মংগল চোৱাই ৰোগৰ উপশম ঘটাবলৈ বিচৰা অসমীয়াৰ অন্ধবিশ্বাসক বিদ্ৰূপ কৰিছে মংগলমতী চৰিত্ৰৰ মুখত দিয়া এই ধৰণৰ কথাৰে —

“গধূলি পাঁচ জন বা সাত জন কানীয়া ভকতক কানিপাণ খুৱাই একে-ৰদীয়া ভাল কোমল-চাউল, ম’হৰ এঠা গাখীৰ, মালভোগ কল, গুড় এইবিলাকেৰে তেওঁলোকক আকণ্ঠ পূৰাই জলপান কৰাব লাগে। ইয়াৰে নাম কানীয়া-সেৱা। ইয়াৰ সমান ডাঙৰ কাম নাই। মিঠৈ-বন্ধা বৰ সবাহ, পালনাম, হীৰানাম একো ইয়াৰ সমান নহয়। এই কেইটা কাম কৰিলেই বাপা ভাল হ’ব।”

হেমচন্দ্ৰ বৰুৱা সাহিত্যৰ নন্দনতাত্বিক দিশটোতকৈ সামাজিক দিশটোৰ প্ৰতিহে অধিক সজাগ আছিল। নৱজাগৰণে আনি দিয়া জাতীয়তাবাদী চিন্তাৰে উদ্বুদ্ধ হৈ অসমীয়া সমাজক আধুনিক চিন্তা-চৰ্চাৰে সমৃদ্ধ কৰাৰ লক্ষ্য স্থিৰ কৰি লৈ তেওঁ হাতত কলম লৈছিল। আনকি, অসমীয়া পাঠ্যপুথিৰ অভাৱ পূৰণৰ চেষ্টাৰে যুগুত কৰা ‘আদিপাঠ’, ‘পাঠমালা’ আদিতো তেওঁ সংস্কাৰকৰ ভূমিকা পালন নকৰাকৈ থকা নাছিল। হেমচন্দ্ৰ বৰুৱাক আমি শীৰ্ষস্থানীয় সাহিত্যিকৰ শাৰীত স্থান দিব নোৱাৰিব পাৰোঁ। কিন্তু তেওঁ যে অসমীয়া ভাষাৰ নিৰ্মাতাসকলৰ অন্যতম আছিল সেই বিষয়ে অকণো সন্দেহ নাই। হেমচন্দ্ৰৰ আগতে মিছনেৰীসকলে ব্যাকৰণ ৰচনা কৰি আৰু অভিধান প্ৰণয়ন কৰি অসমীয়া ভাষাৰ সংস্থাপনত বিশেষ বৰঙণি আগ বঢ়াইছিল যদিও, ভাষাটোৰ এটা সুনিৰ্দিষ্ট পদ্ধতি নিৰ্ণয় কৰিব পৰা নাছিল। এই কামটো সম্পন্ন কৰিলে হেমচন্দ্ৰ বৰুৱাই। হেমচন্দ্ৰৰ ‘অসমীয়া ব্যাকৰণ’ (১৮৫৯) আৰু ‘হেমকোষ’ (১৯০০) অভিধানে অসমীয়া ভাষাক এটি শৃংখলাবদ্ধ ৰূপ গ্ৰহণত সহায় কৰিলে। মিছনেৰীসকলে শিৱসাগৰ অঞ্চলৰ কথিত ভাষাৰ উচ্চাৰণৰ ওপৰত নিৰ্ভৰ কৰি অসমীয়া শব্দৰ আখৰ-জোঁটনি নিৰ্ণয় কৰিছিল। হেমচন্দ্ৰই মিছনেৰীসকলৰ উচ্চাৰণভিত্তিক বৰ্ণবিন্যাসৰ বিৰোধিতা কৰি তেওঁৰ ব্যাকৰণ আৰু অভিধানত তিনিধৰণে জোঁটনি নিৰ্ণয় কৰিছিল — কিছুমানৰ মূল অৰ্থাৎ সংস্কৃতৰ প্ৰতি লক্ষ্য ৰাখি, কিছুমানত উচ্চাৰণৰ প্ৰতি লক্ষ্য ৰাখি আৰু আন কিছুমান শব্দত পৰম্পৰাৰ প্ৰতি লক্ষ্য ৰাখি। তেওঁৰ সম্পাদনাত প্ৰকাশ পোৱা ‘আসাম নিউচ’ (১৮৮২) নামৰ বাতৰি কাকতখনতো তেওঁ আখৰ জোঁটনিৰ এই নীতি ৰক্ষা কৰিছিল। হেমচন্দ্ৰই নিৰ্ধাৰণ কৰা নীতিকে এতিয়ালৈকে অসমীয়া ভাষাত প্ৰায় গ্ৰহণ কৰি অহা হৈছে। এটা অঞ্চলত কথিত ভাষাৰ উচ্চাৰণৰ ওপৰত নিৰ্ভৰ কৰি স্থিৰ কৰা আখৰ-জোঁটনি যে শুদ্ধ হ’ব নোৱাৰে সেই কথা তেওঁ যুক্তিসহকাৰে প্ৰতিপন্ন কৰিছিল। একক প্ৰচেষ্টাৰে প্ৰণয়ন কৰা বাইশ হাজাৰতকৈও অধিক শব্দ অন্তৰ্ভুক্ত হেমচন্দ্ৰৰ ‘হেমকোষ’ আজিও অভিধান প্ৰণেতাসকলৰ কাৰণে আদৰ্শস্বৰূপ হৈ আছে। বৰ্তমান সময়ত বৰ্ণবিন্যাসৰ সৰলীকৰণৰ কথা চিন্তা কৰা হৈছে যদিও, হেমচন্দ্ৰৰ অভিধানক কোনেও সম্পূৰ্ণৰূপে উপেক্ষা কৰিব পৰা নাই। সেইদৰে, হেমচন্দ্ৰৰ ‘অসমীয়া ব্যাকৰণ’ আজিও অসমীয়া ব্যাকৰণৰ ভেটি হৈ আছে। হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাটোক সংস্কৃতীয়া কৰা বুলি এতিয়া কোনো কোনোৰে অভিযোগ কৰা শুনা গৈছে। কিন্তু মন কৰিবলগীয়া কথা যে অসমীয়া লিখোঁতে হেমচন্দ্ৰই সদায় নিভাঁজ ঘৰুৱা শব্দহে ব্যৱহাৰ কৰিছিল। ঘৰুৱা অসমীয়া শব্দৰ পৰিবৰ্তে সংস্কৃত শব্দ ব্যৱহাৰ কৰাৰ পক্ষপাতী তেওঁ নাছিল।

অসমীয়া জাতিৰ কল্যাণৰ হকে ইমানখিনি কৰা সত্ত্বেও হেমচন্দ্ৰ বৰুৱাক সেই সময়ৰ অসমীয়া সমাজে ঘৃণাৰ দৃষ্টিৰে চাইছিল, তেওঁক সমাজবিৰোধী আৰু ভ্ৰষ্টাচাৰী আখ্যা দিছিল। ইয়াৰ কাৰণ আছিল সমাজে অন্ধভাৱে মানি অহা যুক্তিহীন নিয়মবোৰ মানি চলিবলৈ তেওঁ অস্বীকাৰ কৰিছিল। আচল কথা, তেওঁৰ মনটো সেই সময়ৰ সমাজতকৈ বহুতগুণে আগ বঢ়া আছিল। আৰু কুৰি-পঁচিশ বছৰ পিছত জন্ম হোৱা হ’লে একেগৰাকী হেমচন্দ্ৰই সমাজৰ পৰা নিশ্চয় আজিৰ দৰে সন্মান লাভ কৰিলেহেঁতেন। কিন্তু হেমচন্দ্ৰৰ মহত্ত্ব এইখিনিতে যে অসমীয়া সমাজৰ বিদ্বেষলৈ অকণো ভ্ৰূক্ষেপ নকৰি, আত্মপ্ৰচাৰৰ প্ৰতি বিমুখ হৈ অসমীয়াৰ সৰ্বাংগীণ উন্নতিৰ কাৰণে নীৰৱে তেওঁ কাম কৰি গৈছিল। অসমীয়া সমাজক কু-সংস্কাৰ, অন্ধবিশ্বাসৰ পৰা মুক্ত কৰাৰ চেষ্টাৰে, অসমীয়া সমাজক বৈজ্ঞানিক, যুক্তিবাদী দৃষ্টিভংগীৰ অধিকাৰী কৰাৰ কাৰণে, অসমীয়া ভাষা-সাহিত্যৰ ভেটি সুদৃঢ় কৰাৰ কাৰণে তেওঁ যি কৰি থৈ গ’ল তাৰ কাৰণে অসমীয়াই তেওঁক যুগে যুগে স্মৰণ কৰিব লাগিব। ❑





# অসম সাহিত্য সভা আৰু বেজবৰুৱা

ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা

যদিও ১৯১৭ খ্ৰীষ্টাব্দত শিৱসাগৰত অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশন অনুষ্ঠিত হয়, দৰাচলতে মহৎ বটবৃক্ষস্বৰূপ এই জাতীয় অনুষ্ঠানটোৰ বীজ-বপন হয় তাৰ আগৰটো বছৰতে, অৰ্থাৎ ১৯১৬ চনত (পুহ মাহৰ ১০ তাৰিখ, ২৫ ডিচেম্বৰ) গুৱাহাটীত। সেই বপন-ক্ৰিয়াৰ লগত জড়িত আছিল লক্ষ্মীনাথ বেজবৰুৱা। চন্দ্ৰনাথ শৰ্মাৰ নেতৃত্বত ১৯১৬ চনত গুৱাহাটীত থকা ‘অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলন’ত লক্ষ্মীনাথ বেজবৰুৱাই সভাপতিত্ব কৰিছিল। সেই সন্মিলনত পচোৱা গুটিটোৱে গজালিহে মেলিছিল ১৯১৭ চনত। অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলন বা সভাখনো আকৌ গুৱাহাটীৰ ‘একতা সভা’ৰ উদ্যোক্তাসকলৰ মনস্থ হৈছিল ১৯১৫ চনতে। সেই বছৰত বৰ্ধমানত অনুষ্ঠিত বংগীয় সাহিত্য সন্মিলনলৈ অসমৰ প্ৰতিনিধি হিচাপে গৈছিল কটন কলেজৰ ছাত্ৰ হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰনাথ শৰ্মা, সৰ্বেশ্বৰ কটকী আৰু ৰত্নকান্ত বৰকাকতী। তেওঁলোকৰ ‘এই বৰ্দ্ধমান সাহিত্য সন্মিলন দৰ্শনৰ ফলতে’ চন্দ্ৰনাথ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰী আৰু ৰত্নকান্ত বৰকাকতী ‘এই তিনিওৰ যুটীয়া যত্নত অসম সাহিত্য সন্মিলনৰ জন্ম’ বুলি ৰত্নকান্ত বৰকাকতীয়ে কৈছে (‘ৰত্নকান্ত কাকতীৰ গদ্য সম্ভাৰ’, পৃ. ৩৭৩)। বৰকাকতীয়ে এইটোও কৈছে বোলে সেই সাহিত্য সন্মিলনেই ‘পাক-লাগি’ অসম ছাত্ৰ সন্মিলন হ’ল। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে ৰত্নকান্ত বৰকাকতীৰ উপৰি অতুলচন্দ্ৰ হাজৰিকা আৰু বিশ্বনাৰায়ণ শাস্ত্ৰীয়েও বুলিছে ‘অসম ছাত্ৰ সন্মিলন’ (‘ভাষণাৱলী’, অসম প্ৰকাশন পৰিষদ), কিন্তু অনুষ্ঠানটোৰ প্ৰথম অধিৱেশনৰ কাৰ্যবিৱৰণীত ‘অসমীয়া ছাত্ৰ সন্মিলনী’ নামটোহে পোৱা গৈছে। ক্ষেত্ৰধৰ বৰগোহাঁইয়ে যুগুতোৱা এই কাৰ্যবিৱৰণীত প্ৰকাশ পোৱা কথাখিনি এনেকুৱা — “শ্ৰীযুত অম্বিকানাথ বৰাই প্ৰথম প্ৰস্তাৱত কয় যে এই সভাৰ নাম ‘অসমীয়া ছাত্ৰ সন্মিলনী’ ৰখা হওক। এই সন্মিলনী প্ৰতি বছৰে বহিব; ইয়াত সাহিত্য, বিজ্ঞান, দৰ্শন, ইতিহাস সম্বন্ধীয় কথাৰ মাথোন আলোচনা হ’ব। কোনো ৰাজনৈতিক আলোচনালৈ ইয়াত ঠাই নাই। শ্ৰীযুত পদ্মধৰ চলিহাই এই প্ৰস্তাৱ সমৰ্থন কৰে আৰু সৰ্বসন্মতিক্ৰমে এই প্ৰস্তাৱ গৃহীত হয়। (‘অতীত মাধুৰী’, আৱাহন, ১০ম বছৰ, ২য় সংখ্যা)। ‘অসম সাহিত্য সন্মিলন’ৰ অগ্ৰজ ‘অসমীয়া ছাত্ৰ সন্মিলনী’ বা ‘অসমীয়া ছাত্ৰৰ সাহিত্য সভা’লৈ ‘কলিকতীয়া কলেজ, ধুবুৰী হাইস্কুল, গৌৰীপুৰ প্ৰভাত চন্দ্ৰ ইনষ্টিটিউশ্যন, গুৱাহাটী কটন কলেজ, আৰ্ল ল কলেজ, কলেজিয়েট স্কুল, একতা সভা, মংগলদৈ হাইস্কুল, তেজপুৰ হাইস্কুল, নগাঁও হাইস্কুল, গোলাঘাট হাইস্কুল, যোৰহাট ট্ৰেইনিং স্কুল আৰু ডিব্ৰুগড় মেডিকেল স্কুলৰ মুঠতে ৫০ জন ডেলিগেট অৰ্থাৎ প্ৰতিনিধি ছাত্ৰ আহিছিল। সভাত সাহিত্যানুৰাগী ছাত্ৰ আৰু ভদ্ৰ লোক প্ৰায় ৫০০ জন উপস্থিত আছিল” (একে উৎস)।

অসমৰ ছাত্ৰসকলৰ এই সন্মিলন যে সাহিত্যৰহে সভা, তাৰ সাক্ষ্য দিছে অভ্যৰ্থনা সমিতিৰ হৈ আদৰণি জনাওঁতা চন্দ্ৰনাথ শৰ্মাৰ ভাষণেও। আদৰণী ভাষণত শৰ্মাই কৈছে, ‘আপোনালোক আহিছে সাহিত্য



সভাৰ নামত। আপোনালোক আহিছে মাতৃভাষাৰ সেৱাত যোগ দিবলৈ, মাতৃপূজাত অঞ্জলি প্ৰদান কৰিবলৈ। আপোনালোকৰ অনেকেই নিস্বাৰ্থ সাহিত্যসেৱী; সাহিত্য চৰ্চা আপোনালোকৰ বৰ প্ৰিয়, মাতৃভাষা অতি চেনেহৰ, অতি আদৰৰ; ... সাহিত্য চৰ্চা কৰিবলৈ এনে সভা-সমিতি-আন্দোলনৰ প্ৰয়োজন নাই বুলি বহুতৰ বিশ্বাস থাকিব পাৰে। ... কিন্তু অসমীয়া ভাষাৰ বৰ্তমান অৱস্থাত এনে সভা-সমিতিৰ অত্যন্ত প্ৰয়োজন হৈছে (বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য সম্পাদিত ‘কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা’, অ. প্ৰ. পৰিষদ, পৃ. ১৫৮)।

লক্ষ্মীনাথ বেজবৰুৱা আছিল তেতিয়া কলিকতাত। উক্ত ‘সন্মিলনী’ বা ‘সাহিত্য সভাত’ সভাপতিত্ব কৰিবৰ বাবে তেওঁ ২৩ ডিচেম্বৰত (১৯১৬) কলিকতা এৰে সপৰিয়ালে। ৰে’ল টিকটৰ বাবত ব্যয় হয় ৯৫ টকা। যতীন্দ্ৰনাথ দুৱৰাও আহে একেটা ডবাতে। প্ৰতিনিধি হিচাপে অহা ১২/১৪ জন কলিকতাৰ ছাত্ৰ আছিল বেজবৰুৱা পৰিয়ালৰ ৰক্ষী-সহযাত্ৰী (escort)।

সেই সভাৰ কাৰ্যবিৱৰণীমতে ২৫ ডিচেম্বৰৰ পুৱা ৮ বজাৰ পৰা ১২ বজালৈ অনুষ্ঠিত সভাত ‘শ্ৰীযুত পদ্মধৰ চলিহা এম.এ.ৰ প্ৰস্তাৱত আৰু শ্ৰীযুত ধীৰেশ্বৰ ভট্টাচাৰ্যৰ অনুমোদনত প্ৰবীণ সাহিত্যৰথী শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই সভাপতিৰ আসন গ্ৰহণ কৰে।’ সভাপতিৰূপে দিয়া বেজবৰুৱাৰ ভাষণ আছিল, ‘সাৰুৱা, গভীৰ উপদেশপূৰ্ণ, সুদীৰ্ঘ।’ দুপৰীয়া ১ বজাৰ পৰা ৬ বজালৈ অনুষ্ঠিত সভাৰ আৰম্ভণিতে বেজবৰুৱাৰ কন্যা অৰুণাই বেজবৰুৱাৰ ‘ব্ৰহ্মপুত্ৰ সংগীত’ নামৰ কবিতাটো গীতৰূপে পৰিৱেশন কৰাৰ পাছত গংগাপ্ৰসাদ বৰুৱাই ‘বৰাগী আৰু বীণ’ কবিতাটো আবৃত্তি কৰে। এই সভাতে ৰচনা (প্ৰতিযোগিতা)ৰ বাবে কৃষ্ণকান্ত সন্দিকৈয়ে লক্ষ্মীনাথ বেজবৰুৱাৰ নামেৰে পোন্ধৰ টকীয়া তিনিটা পুৰস্কাৰ তিনি বছৰৰ বাবে দিয়াৰ প্ৰস্তাৱ গৃহীত হয়। বেজবৰুৱাই সভাপতিৰ ভাষণত ছাত্ৰোপযোগী অন্যান্য অনেক প্ৰাসংগিক কথাৰ লগতে কয়, ‘যিসকল ডেকাৰ সাহিত্যৰ প্ৰতি অনুৰাগ আছে, সেই সকলে সাহিত্য চৰ্চাতে মনপুতি লাগক। তাতো তেওঁলোকে সুফল পাব। আমাৰ মাতৃভাষা আৰু সাহিত্য-সেৱাৰ নিমিত্তে এই দল ডেকাই এহাশুধীয়াভাৱে লাগিব লাগিব, তেহে আমাৰ মাতৃভাষাৰ আৰু সাহিত্যৰ দাৰিদ্ৰ্য গুচিব’ (‘ভাষণ মালা’, অ.প্ৰ. পৰিষদ, পৃ. ২৫)।

অসমীয়া ভাষা-সাহিত্যৰ দাৰিদ্ৰ্য দূৰ কৰাৰ লক্ষ্য আৰু উদ্দেশ্য সমুখত ৰাখিয়েই অসম সাহিত্য সভা স্থাপিত হ’ল ১৯১৭ চনৰ ২৬ আৰু ২৭ ডিচেম্বৰত শিৱসাগৰত পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত। বেজবৰুৱাহে অনুপস্থিত অসম সাহিত্য সভাৰ প্ৰথমটো অধিৱেশনত। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ সোপান ৰচনা কৰাত উক্ত দিন দুটাত যেতিয়া অসমীয়া ভাষা-সাহিত্যানুৰাগীসকলে সামূহিক উখল-মাখল লগাইছে অসমত, বেজবৰুৱাই তেতিয়া অকলশৰে আপোন দাৰিদ্ৰ্য দূৰীকৰণৰ অৰ্থে সংগ্ৰাম কৰিবলগীয়া হৈছে উৰিষ্যাৰ সম্বলপুৰত। ১৯১৭ চনৰ ২২ ডিচেম্বৰত তেওঁ মেষপাল নামৰ ঠাইলৈ যায় আৰু ২৩ ডিচেম্বৰত মেষপালত হাবিৰ কাম চায় ('Inspected forest work')। ৪ অক্টোবৰ তাৰিখৰ পৰা ২৭ ডিচেম্বৰলৈকে কালছোৱাত তেওঁৰ দিনলেখাত চকু ফুৰালে এনেহেন লাগে যেন ভাষা-সাহিত্য বোলা কথাটোৰ লগত লক্ষ্মীনাথ বেজবৰুৱাৰ কোনো ধৰণৰ পৰিচয়েই নাই। তৎসত্ত্বেও অসম সাহিত্য সভাৰ প্ৰথমখন অধিৱেশনত গঠিত কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য মনোনীত হ’ল লক্ষ্মীনাথ বেজবৰুৱা।

সভাৰ দ্বিতীয় অধিৱেশন চন্দ্ৰধৰ বৰুৱাৰ সভাপতিত্বত অনুষ্ঠিত হয় ১৯১৮ চনৰ ২৭ আৰু ২৮ ডিচেম্বৰত গোৱালপাৰাত। সেই অধিৱেশনতো বেজবৰুৱা অনুপস্থিত। তেতিয়াও তেওঁ সম্বলপুৰত; যতীন্দ্ৰনাথ দুৱৰালৈ লিখা এখন চিঠিত কোৱামতে ‘বনবাসী বনৰীয়া’ আৰু ‘অসম আৰু অসমীয়াৰ প্ৰভাৱৰ পৰা আঁতৰত।’ আকৌ হেমচন্দ্ৰ গোস্বামীলৈ লিখা চিঠি এখনে কোৱা মতে, সভাৰ দ্বিতীয় অধিৱেশনৰ প্ৰায় ডেৰ মাহমানৰ পূৰ্বৰে পৰা বেজবৰুৱা আৰু তেওঁৰ পৰিয়ালৰ সকলোটিয়েই জ্বৰত ভুগিছে। নৱেম্বৰ মাহৰ ৮ তাৰিখে লিখা চিঠিখনত কৈছে, 'I am still very weak and unfit for work, though fever has left me.'

বেজবৰুৱা উপস্থিত থকা নাই সভাৰ তৃতীয় (বৰপেটা, ১৯১৯) আৰু চতুৰ্থ (তেজপুৰ, ১৯২০) অধিৱেশনতো। শৈশৱৰ স্মৃতি বিজড়িত এই দুখন ঠাইত অনুষ্ঠিত সাহিত্য সভালৈ তেওঁ চাগৈ পাৰোঁতে নহাকৈ থকা নাছিল। আত্মজীৱনীত কোৱা মতে, ধুঁৱলী-কুঁৱলীকৈ মনত থকা তেওঁৰ শৈশৱৰ বৰপেটাৰ চাৰিটা কথাৰ অন্ততঃ দুটাই তেওঁক টানি আনিব লাগিছিল সভাৰ প্ৰথম বৰপেটা অধিৱেশনলৈ। সেই কথা দুটাৰ এটা হ’ল দেউতাক দীননাথ বেজবৰুৱাৰ সৈতে শৈশৱত তেওঁ সততে বৰপেটাৰ কীৰ্তন ঘৰলৈ গৈছিল; কীৰ্তন ঘৰৰ বৰখুঁটা, বৰগছাৰ উপৰি কাঁথিত বহি বুঢ়ী ভকতনীসকলে নাম গোৱা দেখিছিল; আৰু আনটো হ’ল, ‘সত্ৰৰ হাটীত বৰবহাৰ আতৈৰ বহাৰ ভিতৰত হাতীখুজীয়া বাটিত ম’হৰ এঠা দৈ গাখীৰ আৰু এখামোচ গুৰেৰে সৈতে সুন্দৰকৈ কোমলা বোকা-চাউল বা কোমল-চাউলৰ জলপান’ খাইছিল। কিন্তু মধুৰ অতীত স্মৃতিৰ তুলনাত বেজবৰুৱাৰ বাবে তেতিয়া অন্ন-চিন্তাহে আছিল গধুৰ। একেদৰেই তেজপুৰো বেজবৰুৱাৰ শৈশৱৰ সোঁৱৰণীৰে ভৰপূৰ। শৈশৱতে দেখা তেজপুৰৰ ‘সুন্দৰ সুগন্ধ ফুলেৰে ভৰি থকা ঢেপাই তিতাৰ সৰু সৰু গছবোৰ, দেউতাকৰ সৈতে নিকামূল সত্ৰলৈ কৰা যাতায়াত, কুমাৰ গাঁৱৰ কুমাৰে উমলিবলৈ দিয়া মাটিৰ জুনুকা আৰু ভুৰুকা, ‘ধেমালিৰ লগৰীয়া আৰু সাধুকথাৰ ডাঙৰ থুন্‌পাক’ ককা ৰবিনাথ মাজুদলৰ বৰুৱা আদি কথা বা বস্তুৰ বাবে নহ’লেও তেওঁৰ মৰমৰ গোসাঁই ('My dear Gossain') হেমচন্দ্ৰ গোস্বামীৰ সভাপতিত্বৰ বাবেই বেজবৰুৱা







সাহিত্য সভাৰ তেজপুৰ অধিৱেশনলৈ আহিব লাগিছিল। পিছে, তেজপুৰ অধিৱেশনৰ প্ৰায় ডেৰ মাহৰ পূৰ্বে (১৭ নৱেম্বৰত) জোড়াসাঁকোত জীয়েক অৰুণাৰ বিয়া সত্যব্ৰত মুখাৰ্জীৰ লগত সম্পাদন কৰি ১১ ডিচেম্বৰত সম্বলপুৰলৈ উভতি গৈছেহে মাথোন বেজবৰুৱা। অৰুণাৰ বিয়াৰ পাছতে জ্বৰ আৰু কাহেও বাৰুকৈ আমনি কৰিছিল তেওঁক। সেইবোৰ কাৰণতে চাগৈ বেজবৰুৱাই সম্বলপুৰক এৰি তেজপুৰৰ সাহিত্য সভাক ধৰিবহি নোৱাৰিলে। নাইবা এনেকুৱাও হ’ব পাৰে — ১৯২০ চনৰ ২৮ ডিচেম্বৰত যেতিয়া হেমচন্দ্ৰ গোস্বামী অসম সাহিত্য সভাৰ সভাপতিৰ আসনত বহি আছিল, বেজবৰুৱাই তেতিয়া সম্বলপুৰৰ হাবিত, পৰমাণপুৰত পহু চিকাৰ কৰিছিল ('I shot a dear at Parmanpur.')। সেই তাৰিখৰ তেওঁৰ দিনলেখাত অসম সাহিত্য সভাৰ নাম-গোন্ধো পাবলৈ নাই; তাৰ পৰিৱৰ্তে লিপিবদ্ধ হৈ আছে 'Important Events' শিৰোনামেৰে ১৫৭৫ টকাৰ হিচাপ এটা, 'Memoranda' শিৰোনামেৰে অৰুণাৰ বিয়াৰ হিচাপ এটা, আৰু 'chorus' শিতানেৰে —

বিয়ে কৰ বিয়ে কৰ ওহে বুড়াৰ দল।
বিয়ে কৰলে পাবেৰে ভাই অক্ষয় স্বৰ্গেৰ ফল।।
বয়স বয়স কৰে মৰে যত অৰ্বাচীন ষণ্ড।
মৰ্ম বোঝে কেবা, বোঝে ঘোড়াৰ অণ্ড।’

ইত্যাদি ধেমেলীয়া লেখা এটাহে।

দেশজোৰা অসহযোগ আন্দোলনৰ বাবে ১৯২১ আৰু ১৯২২ চনত অসম সাহিত্য সভাৰ অধিৱেশন অনুষ্ঠিত নহ’ল। ১৯২৩ চনৰ ৩১ মাৰ্চ আৰু ১ এপ্ৰিলত যোৰহাটত অমৃতভূষণ অধিকাৰীৰ, আৰু ১৯২৪ চনৰ ১৯ আৰু ২০ এপ্ৰিলত ডিব্ৰুগড়ত কনকলাল বৰুৱাৰ সভাপতিত্বত বহা অধিৱেশনতো সাহিত্য সভাৰ মঞ্চত বেজবৰুৱাক কোনেও নেদেখিলে। ডিব্ৰুগড়ীয়া ৰাইজৰ বেজবৰুৱালৈ হেঁপাহ কিমান, তাৰ প্ৰমাণ আছে ২০/১২/১৯২৬ তাৰিখে দুৱৰাই বেজবৰুৱালৈ লিখা চিঠি এখনত (‘প্ৰায় ৬/৭ হেজাৰ মানুহে এইবাৰ আপোনাক Dibrugarh অত দেখা পাবলৈ আশা কৰিছিল। সঁচাকৈয়ে আপুনি বৰ আপুৰুগীয়া বস্তু হৈ পৰিছেগৈ। সুবিধা বুজি ছেগ চাই এটা Upper Assam অলৈ trip ল’ব। পৰাপক্ষত সকলোৰে মনত সন্তোষ দিব পাৰিলে ভাল। সেইফালৰ সকলোবিলাকেই আপোনাক চাবলৈ হেঁপাহ কৰি আছে’)। কিন্তু একেটা বছৰতে, অৰ্থাৎ ১৯২৪ চনতে (২৭,২৮,২৯ ডিচেম্বৰ) গুৱাহাটীত অনুষ্ঠিত সভাৰ সপ্তম অধিৱেশনত বেজবৰুৱাক অসমৰ ৰাইজে দেখিবলৈ পালে সভাপতি ৰূপত। অসম সাহিত্য সভাৰ মঞ্চত বেজবৰুৱা যেন ‘উপজিয়েই সভাপতি’।

গুৱাহাটীৰ লতাশিল পথাৰত অনুষ্ঠিত এই অধিৱেশনত অসমৰ বিভিন্ন প্ৰান্তৰ লোকৰ সমাৱেশ ঘটিছিল। অতুল চন্দ্ৰ হাজৰিকাই কোৱা মতে, ‘ইতিপূৰ্বে সাহিত্য সভাৰ অধিৱেশনত একেখন সভাথলীতে ইমানবিলাক সাহিত্যিক গোট খোৱা নাছিল’ (অসম সাহিত্য সভাৰ ৰূপৰেখা’, পৃ. ৪০)। ক’ব পাৰি, তাৰ কাৰণ আছিল বেজবৰুৱা নিজেই। ইতিমধ্যে ‘বাঁহী’ (১৯০৯) কাকতৰ সম্পাদনাৰে, আৰু ‘লিতিকাই’ (১৯০১), ‘কামত কৃতিত্ব লভিবৰ সংকেত’ (১৯০৩), ‘কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা’ (১৯০৪), ‘পদুম কুঁৱৰী’ (১৯০৫), ‘ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱন চৰিত’, ‘কৃপাবৰ বৰুৱাৰ ওভতনি’, ‘সুৰভি’ (১৯০৯), ‘সাধুকথাৰ কুকি’ (১৯১০), ‘শংকৰদেৱ’ (১৯১১), ‘বুঢ়ী আইৰ সাধু’ (১৯১২), ‘জোনবিৰি’, ‘ককাদেউতা আৰু নাতি ল’ৰা’, ‘জুনুকা’, ‘কদমকলি’, ‘নোমল’, ‘পাতনি’, ‘চিকৰপতি নিকৰপতি’ (১৯১৩), ‘মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ’ (১৯১৪), ‘বাখৰ’, ‘চক্ৰধ্বজ সিংহ’, ‘ভগৱৎকথা’, ‘জয়মতী কুঁৱৰী’ আৰু ‘বেলিমাৰ’ (১৯১৫) — এই আটাই কেইখন গ্ৰন্থৰ প্ৰকাশনাৰে অসমৰ পঢ়ুৱৈ সমাজৰ মনত লক্ষ্মীনাথ বেজবৰুৱাই এখন সুউচ্চ আসন লাভ কৰিছে। তেওঁ অধিৱেশনলৈ আহি ২৬ ডিচেম্বৰত গুৱাহাটী পোৱাৰ পাছত পাণ্ডুত কেনেকৈ তেওঁক মানুহৰ এক বিৰাট সমাবেশে লগ পাইছিল, কেনেকৈ এটা বিৰাট শোভাযাত্ৰাৰে ৰে’ল ষ্টেছনৰ পৰা তেওঁৰ সাময়িক আবাস জ্ঞানদাভিৰাম বৰুৱাৰ ঘৰলৈ আগ বঢ়াই আনিছিল, আৰু কেনেকৈ তেওঁক চাবলৈ অসংখ্য মানুহ গৈছিল, সেই কথা বেজবৰুৱাই সেই তাৰিখৰ দিনলেখাত কৈ গৈছে এনেকৈ — "Arrived Gauhati. Big Concourse of people met me at Pandu. Big procession from the station to the place of my Sojourn; i.e. J. Borooah's house. Innumerable people came to see me." গুৱাহাটী পোৱাৰ পূৰ্বে ২১ ডিচেম্বৰত কলিকতা ষ্টেছনতো যতীন্দ্ৰনাথ দুৱৰা আৰু অন্যান্য অসমীয়া ছাত্ৰসকল তেওঁক লগ পাবলৈ আহিছিল। আহিছিল স্বয়ং ৰবীন্দ্ৰনাথো ('Mr. Rabindra Tagore also came.')। ২২ ডিচেম্বৰত কলিকতাৰ দ্বাৰকানাথ ঠাকুৰ লে’নত এদিনৰ বাবে থাকোঁতে পোৱা সমাদৰৰ বৰ্ণনা সেই তাৰিখৰ দিনলেখাত তেওঁ দিছে এনেদৰে — 'Many people came to see me. Assamese gave me a party at St. Pauls. I had to give a speech. Met there Durgadhar Barkotoky, Harekrishna Das & others.' ২৫ ডিচেম্বৰত কলিকতাৰ পৰা গুৱাহাটীলৈ আহোঁতে বেজবৰুৱাৰ সহযাত্ৰী হ’ল দুৱৰা আৰু লক্ষ্মীধৰ শৰ্মাৰ উপৰি আন বহু কেইগৰাকী। জীয়েক ৰত্নাও আহিছিল বেজবৰুৱাৰ লগতে।

২৭ ডিচেম্বৰত সভাৰ অধিৱেশন বহিল। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল সত্যনাথ বৰা। তেওঁৰ আদৰণী ভাষণ ১৫ মিনিটীয়া। সভাপতি বেজবৰুৱাৰ ভাষণে সময় লৈছিল আঢ়ৈ ঘণ্টা। চুটি কৰাৰ উপায় নাছিল কাৰণেই দীঘল হৈছিল ভাষণটো।



২১/১২/২৪ তাৰিখে পত্নী প্ৰজ্ঞাসুন্দৰীলৈ লিখা চিঠিত আছে— 'speech লিখ্‌ছি। কিন্তু সে আৰ শেষ হতে জানে না দেখ্‌ছি। পাগলেৰ কাণ্ড আৰ কি?' বেজবৰুৱা 'পাগল' নাছিল; পিছে, তেওঁহে আৰু তেওঁৰ ভাষণেহে পাগল কৰি গ'ল শ্ৰোতাসকলক। ২৮/১/২৫ তাৰিখে দুৱৰাই বেজবৰুৱালৈ লিখা চিঠিত আছে, "এইবাৰৰ conference যে সৰ্বাংগসুন্দৰ হৈছে, তাত অকণো সন্দেহ নাই। মই য'লৈকে গৈছোঁ, তাতেই ইয়াৰ সুখ্যাতি। মুঠৰ ওপৰত ই এটা huge success। তাৰ কাৰণ আপুনিয়েই। তেওঁ নাযাওঁ নাযাওঁ কৰে! চাওকচোন আপোনাৰ কি অন্যায়!... এইবাৰ আপুনি আসাম জয় কৰি আহিলে।"

বেজবৰুৱাৰ ভাষণ যে অপূৰ্ব মনোৰম, সেই কথা তেওঁ ভাষণ দিয়াৰ পূৰ্বেই অনুভূত হৈছিল যতীন্দ্ৰনাথ দুৱৰা, লক্ষ্মীধৰ শৰ্মা আদিৰ মনত। দীঘলীয়া হ'লেও যে ভাষণখন আমনিদায়ক নহয়, অনুভূত হৈছিল সেই কথাও। ভাষণখন ছপোৱা হৈছিল কলিকতাত, আৰু ছপোৱাৰ সমস্ত দায়িত্ব পালন কৰিছিল যতীন্দ্ৰনাথ দুৱৰাই। এই প্ৰসংগত কলিকতাৰ পৰা দুৱৰাই সম্বলপুৰস্থ বেজবৰুৱালৈ ১৩/১২/১৯২৪ তাৰিখে লিখা চিঠিখনৰ একাংশ উদ্ধৃত কৰিলেহে প্ৰকৃত কথাখিনি প্ৰকাশ পাব বুলি ভাবিছোঁ। দুৱৰাৰ চিঠিত আছে — "ইমানদিন আপোনাৰ Address লৈ বৰ ব্যস্ত থকাত উত্তৰ দিব পৰা নাছিলোঁ। আশা কৰোঁ দোষ ক্ষমা কৰে যেন। address খন বৰ বিতোপন হৈছে। লখীহঁতে কৈছে ইমান comprehensive address অসম সাহিত্য সভাত কেতিয়াও পঢ়া হোৱা নাই। সেই কাৰণে ছপোৱাৰ অনুমতিৰ কাৰণে অনুমতি বিচাৰিলোঁ। কাৰণ ই এটা piece of literature হ'ব। আৰু ইয়াৰ প্ৰত্যেক points বিলাকৰ ওপৰতে ভৱিষ্যৎ লেখাৰুসকলে একো একোখন নতুন ৰচনা লেখিব পাৰিব। address টো অলপ দীঘল হৈছে যদিও মানুহ tired নহয়। ... সঁচাকৈয়ে address খন বৰ মনোৰম হৈছে।" দুৱৰাই তেনেকৈ কোৱাটো যে অমূলক বা অতিভাষণ নাছিল, তাৰ প্ৰমাণ সেই সভাত উপস্থিত থাকি বেজবৰুৱাৰ অভিভাষণ শুনা যজ্ঞেশ্বৰ শৰ্মাই (পাছলৈ সাহিত্যাচাৰ্য) প্ৰায় আঢ়ৈ কুৰি বছৰৰ ব্যৱধানত কোৱা কথা আষাৰ- চেৰেকেই দিয়ে। শৰ্মাই কৈছে, 'সাময়িক প্ৰসংগ যথেষ্ট থাকিলেও বেজবৰুৱাৰ অভিভাষণ পঢ়ি সাহিত্য সাহিত্য লাগে।... বেজবৰুৱাৰ পঢ়াৰ ঠাঁচ, সভা জিনিব পৰা গহীন মাত, মাজে মাজে হাঁহিৰ সমল যোগোৱা কথা — এই আটাইখিনি লগ লাগি এটা বিশেষ আকৰ্ষণ সৃষ্টি হৈছিল। ('সাহিত্য সংস্কৃতিৰ প্ৰবাহ', পৃ. ১২৭-১২৮)। পিছে, লক্ষণীয় বিষয় এইটোহে যে এনে এখন বিতোপন আৰু সাহিত্য সাহিত্য লগা অভিভাষণনো বেজবৰুৱাই কেনেকৈ আৰু কেতিয়া লিখিলে, তাৰহে সামান্য আভাসো (পত্নীলৈ লিখা কথাষাৰৰ বাহিৰে) তেওঁ ক'তো দি যোৱা নাই। ১৯২৪ চন বছৰটোৰ কোনোটো দিনতে তেওঁ অসম সাহিত্য সভালৈ মনত পেলোৱা নাই, কোনোটো তাৰিখৰ দিন-লেখাতে অভিভাষণ লিখাৰ প্ৰস্তুতিৰ কথা (তাহানিখন অঃ ভাঃ উঃ সভাত পঢ়া 'অসমীয়া ভাষা' শীৰ্ষক বক্তৃতাৰ বিষয়ে কোৱাৰ দৰে) ঘূণাক্ষৰেও উল্লেখ কৰা নাই। ব্যৱসায় সংক্ৰান্ত ব্যস্ততা তেতিয়া তেওঁৰ ইমান বেছি যে 'এখন এখন বাঁহী' যিজন নিঃকিনৰ এডোখৰ এডোখৰ', সেইজন বেজবৰুৱাই ডিম্বেশ্বৰ নেওগলৈ লিখা দুখন চিঠিত (ক্ৰমে ২/৭/১৯২৪ আৰু ৮/১২/১৯২৪) একেটা কথাকে দুখেৰে প্ৰকাশ কৰিছে এনেকৈ — 'কামৰ জঞ্জালত এনেকৈ পৰিছোঁ যে বাঁহীলৈ কোনো প্ৰবন্ধকে লিখিব পৰা নাই', 'আজিলৈকে এটা প্ৰবন্ধ বাঁহীলৈ লিখিব পৰা নাই!' উপৰোক্ত চিঠিৰ পাছৰখনত কৈছে, 'Conference অত preside কৰিবলৈ মাতিছে, যাবলৈ গাত লৈছোঁ। কিন্তু কি মস্কিলেৰে সৈতে যে কৰ্মক্ষেত্ৰ এৰি যাব লাগিব, মইহে জানিছোঁ। লোকে নপতিয়াব।'

বেজবৰুৱাৰ মস্কিলৰ কথা সকলোৱে নহ'লেও এজন লোকে পতিয়াইছিল। সেইজন সূৰ্যকুমাৰ ভূঞা। অসম সাহিত্য সভাৰ সপ্তম অধিৱেশনত পঠিত বা পাঠিত বুলি গৃহীত সূৰ্যকুমাৰ ভূঞাৰ 'বৰ্তমান অসমীয়া সাহিত্য' শীৰ্ষক প্ৰবন্ধত (বাঁহী, ১৫ শ বছৰ, ৬ ষ্ঠ সংখ্যা) আছে, 'আজিৰ সভাত যিজন সাহিত্যসেৱীক আমি অতি আদৰেৰে সভাপতিৰ আসনত বহুৱাইছোঁ, কৃপাবৰ বৰবৰুৱাৰ নিচিনা হাঁহি উঠা মৌলিক চৰিত্ৰৰ সৃজনকৰ্তা শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াইও জীৱিকাৰ কাৰণে সুদূৰ সম্বলপুৰ অঞ্চলত এই ভাটি বয়সত হাবি-বননি মহতিয়াই ফুৰিব লগাত পৰিছে।' সঁচা কথা, ১২ অক্টোবৰত 'জপু' নামৰ প্ৰহসন এখনত অভিনয় কৰাৰ বাহিৰে বছৰটোৰ কোনোটো দিনতে বেজবৰুৱাই কিতাপ এখন পঢ়াৰ বা কলমটো হাতত লৈ সাহিত্যৰ নামত কিবা এষাৰ লিখাৰ সংবাদ পাবলৈ নাই। তৎসত্ত্বেও বেজবৰুৱাৰ অভিভাষণ 'ৰজা-অভিভাষণ' হ'ল; অসম সাহিত্য সভাৰ ক্ষেত্ৰখনত বেজবৰুৱা অসম প্ৰতিভাৰ অধিকাৰী অধিনায়ক ৰূপে পৰিগণিত হ'ল। পূৰ্বোক্ত প্ৰবন্ধটোত সূৰ্যকুমাৰ ভূঞাই 'আমাক এজন ডিক্‌টেটোৰ লাগে' বুলি প্ৰস্তাৱ দাঙি ধৰিব খুজিছিল; — আমাৰ ভাষা-সাহিত্য আওপাকে গ'লে সজ বাটলৈ পোনাই আনিব পৰা, নিৰুৎসাহী হতোদ্যম সাহিত্যসেৱীক উৎসাহপূৰ্ণ আশ্বাস-বাণী শুনাব পৰা, 'মতদ্বৈধৰ মাজত পৰি খকা-খুন্দা লাগি ভাষা আৰু সাহিত্যৰ জীৱন কণ্টকময় হ'লে তেওঁ নিৰ্ব্বিবাদে সেই কণ্টক গুচাব' পৰা 'এজন ডিক্‌টেটাৰ'। প্ৰস্তাৱটোৰ ব্যাখ্যাত তেওঁ এনেকৈয়ে কৈছিল, 'বৰ্তমান যুগত গুৰিবঠা ধৰোঁতা কোনজন সাহিত্যৰথী 'ডিক্‌টেটাৰ' পদৰ উপযুক্ত, আপোনালোকে বিচাৰি উলিয়াবলৈ এই সভা-মণ্ডপৰ চাৰিসীমাৰ বাহিৰে নগ'লেও হ'ব বুলি মোৰ বিশ্বাস। এই সভাৰ মাজত যদি আপোনালোকে নাপায়, তেন্তে অসমৰ ক'তো তেওঁক বিচাৰি নাপাব বুলি মোৰ ধ্ৰুৱপ বিশ্বাস।' সন্দেহ নাই, সূৰ্যকুমাৰ ভূঞাৰ সেই ইংগিতৰ অৰ্থ আছিল লক্ষ্মীনাথ





বেজবৰুৱা। ভূঞাৰ ইংগিতটো অপাত্ৰৰ প্ৰতি নাছিল। তেওঁ তেনেকৈ কোৱা বাৰ বছৰমানৰ পাছত জগন্নাথ বৰুৱায়ো বাঁহীলৈ পঠোৱা টোকা এটাত নিজ ভাই-ভতিজা, পো-নাতি আৰু সেইসকলৰ সমবয়স্ক বন্ধুসকলক সম্বোধন কৰি কৈছিল, আসামৰ ভিতৰত অসমীয়া সাহিত্যিক বুলিলে শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাকে বুলিব পাৰি' ('পত্ৰ লেখা', পৃ. ২৩৮)। সি যি হওক, অসম সাহিত্য সভাৰ সভাপতি লক্ষ্মীনাথ বেজবৰুৱাক সেই অধিৱেশনতে সভাৰ 'স্থায়ী সভ্য মনোনীত কৰা হ'ল। বেজবৰুৱাৰ বাহিৰে মনোনীত আনকেইজন স্থায়ী সভ্য হ'ল হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা, ৰজনীকান্ত বৰদলৈ, কালিৰাম মেধি, ঈশ্বৰপ্ৰসাদ বৰুৱা আৰু গংগাৰাম চৌধুৰী (ড° মহেশ্বৰ নেওগৰ 'Annals of Assam Sahitya Sabha' p.14)

অসম সাহিত্য সভাৰ সভাপতি আৰু স্থায়ী সভ্য লক্ষ্মীনাথ বেজবৰুৱাৰ অসম-বাস হ'ল নিচেই অস্থায়ী। ৩১ ডিচেম্বৰতে তেওঁ গুৱাহাটী এৰিলেই। পাছৰ বছৰত (২৭, ২৮, ২৯ ডিচেম্বৰ, ১৯২৫) ৰজনীকান্ত বৰদলৈৰ সভাপতিত্বত অনুষ্ঠিত নগাঁও অধিৱেশনত বেজবৰুৱাক নগাঁৱৰ সাহিত্যানুৰাগী ৰাইজে নেদেখিলে। আদৰণী সমিতিৰ সভাপতি জ্ঞানদাভিৰাম বৰুৱাই তেওঁৰ ভাষণত কৈছিল, 'আসামৰ বাহিৰে অসমীয়াৰ নাম জিলিকোৱা আমাৰ গৌৰৱ, অসমীয়া সাহিত্য-বীৰ লক্ষ্মীনাথ বেজবৰুৱাক গ'লবাৰ গুৱাহাটীবাসীয়ে পাই আনন্দত কেইদিনমান কটোৱাৰ' লেখিয়া সৌভাগ্য নগাঁওবাসীৰ নহ'ল (দ্ৰঃ 'জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী', পৃ. ৩৯৭)। 'বয়সে নকৰে বুঢ়া' বুলি বাৰ্ধক্যৰ বিৰুদ্ধে সদায় চিঞৰি অহা বেজবৰুৱাই ৯/১১/২৫ তাৰিখে জীয়েক অৰুণালৈ লিখা চিঠিত নিজৰ বয়স হোৱাৰ কথা লিখিছিল ('আমৰাতো বয়সে কমছি না, বাড়তেই চলেছি; কোন দিন চক্ষু বুজি তাৰ ঠিক কি আছে?')। নগাঁও অধিৱেশনৰ চাৰি মাহ পাছত জোঁৱায়েক সত্যব্ৰতলৈ লিখা চিঠি এখনতো প্ৰকাশ কৰিলে নিজৰ বয়স হোৱাৰ কথাটো ('I am aging and withering like a leaf exposed to inclement weather')। হ'ব পাৰে, স্বাস্থ্যজনিত কাৰণতে নগাঁও অধিৱেশনলৈ বেজবৰুৱা আহিব নোৱাৰিলে। অন্যথা জ্ঞানদাভিৰাম বৰুৱাই আদৰণী ভাষণত কোৱাৰ দৰে, শংকৰদেৱৰ জন্মভূমি বুলিলেই যি নগাঁও 'সকলো অসমীয়াৰে পবিত্ৰ পুণ্যভূমি, সকলো অসমীয়াৰে তীৰ্থক্ষেত্ৰ, সকলো অসমীয়াৰে গৌৰৱৰ স্থল', তেনেখন নগাঁৱত অনুষ্ঠিত সাহিত্য সভালৈ, আৰু বিশেষকৈ তেওঁ সভাপতিত্ব কৰা অধিৱেশনৰ অব্যৱহিত পৰৱৰ্তী অধিৱেশনটোলৈ বেজবৰুৱা নহাৰ কোনো কাৰণ আপাততঃ দেখা নাযায়। অৱশ্যে তেওঁৰ দিনলেখাত সেই সময়ছোৱা পাবলৈ নাই।

পিছে, বাৰ্ধক্যজনিত দুৰ্দিনতো, 'inclement weather' -ৰ মাজতো ১৯২৬ চনত (২৯, ৩০ ডিচেম্বৰ) বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত অনুষ্ঠিত ধুবুৰী অধিৱেশনলৈ বেজবৰুৱা আহিল। হয়তোবা অসমীয়া ভাষা-সাহিত্য সংক্ৰান্তত তেতিয়া অতিশয় স্পৰ্শকাতৰ ঠাই এখনত সভাৰ অধিৱেশন হৈছিল বাবেই, গোৱালপাৰাখন অসমীয়াৰ সৈতে কঢ়া-আঁজোৰা কৰিবলৈ বাঙালীসকলৰ কিছুমানে হাত মেলি আছিল বাবেই তেওঁৰ এই আগমন আৰু উপস্থিতি। লগত আহিছিল যতীন্দ্ৰনাথ দুৱৰা আৰু জীয়েক ৰত্না। দুৱৰাই ২৭/৯/২৬ তাৰিখে বেজবৰুৱালৈ লিখা চিঠি এখনত আছে, 'বহুত কথা ভাবি চাবলৈ গ'লে আপোনাৰ Dhubri ৰ Conference ত যোগ দিয়াটো বৰ বাঞ্ছনীয়। মোৰ বিশ্বাস, গোৱালপাৰাত অসমীয়া ভাষা ভালকৈ চলা বিষয়ে Conference ৰ ওপৰত বহুত নিৰ্ভৰ কৰিছে।' বেজবৰুৱা সেই কাৰণতে ধুবুৰীলৈ আহিছিল বুলিব পাৰি। অধিৱেশনত বেজবৰুৱাই গোৱালপাৰাৰ প্ৰাচীন গৌৰৱ প্ৰকাশক প্ৰবন্ধ এটাও পাঠ কৰিছিল।

ধুবুৰী অধিৱেশনৰ আদৰণী সমিতিৰ সভাপতি ৰবীন্দ্ৰনাৰায়ণ চৌধুৰীয়ে অসমীয়া ভাষাতে তেওঁৰ ভাষণ পাঠ কৰিলেও বেজবৰুৱাৰ মতে অসমীয়াৰ বাবে তাত অৰুচিকৰ কিবা কথা ('Something there was unpalatable to Assamese') আছিল। সভাপতি বেণুধৰ ৰাজখোৱাৰ ভাষণতো বাঙালীয়ে বেয়া পোৱা কথা দুআষাৰমান থকা বাবে বাঙালীসকল তেওঁলোকৰ স্বেচ্ছাসেৱকসকলৰ সৈতে সভাকক্ষ ত্যাগ কৰি ওলাই গ'ল, আৰু ৰবীন্দ্ৰনাৰায়ণ চৌধুৰীৰ ঘৰত এখন প্ৰতিবাদ সভা পাতিলেগৈ। বিশিষ্ট অতিথি হিচাপে বেজবৰুৱাই তেওঁৰ প্ৰবন্ধটো পাঠ কৰাৰ পাছত বিবাদৰ অৱসান ঘটিল। দিনলেখাত বেজবৰুৱাই নিজেই কৈ গৈছে এইবুলি — 'I read my speech which roused people, & চুঙা চাই সোপা হ'ল।' প্ৰবন্ধটোত তেওঁ কৈছিল, 'গোৱালপাৰাখন অসমৰ বুকুৰ পৰা ফালি নিবলৈ তেওঁলোকৰ ভিতৰত যিসকলে সদায় কূট-নাট কৰি আছে, সেইসকলে সেইটো অনুগ্ৰহকৈ পৰিত্যাগ কৰক। আমাৰ প্ৰাণ থাকোঁতে আমাৰ গোৱালপাৰাক আমি কেতিয়াও আমাৰ বুকুৰ পৰা কাঢ়ি নিবলৈ নিদিওঁ। তেনে কৰিবলৈ গ'লে অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে জুই জ্বলিব' (দ্ৰষ্টব্য ঃ 'বেজবৰুৱা গ্ৰন্থাৱলী', পৃ. ১৮৮০)। এই অধিৱেশনত বেজবৰুৱাৰ কন্যা ৰত্নাই চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অসমা সুষমা কামৰূপা/জয়তু জননী ধৰিত্ৰী দুহিতা' আদি গীতটো গায় বুলি আনন্দচন্দ্ৰ আগৰৱালাই কৈছে। (আৱাহন, ৯ম বছৰৰ ৫ম সংখ্যা, 'অতীত মাধুৰী')।

ধুবুৰী অধিৱেশনৰ পৰৱৰ্তী বছৰৰ সাহিত্য সভাত বেজবৰুৱা অনুপস্থিত। ১৯২৭ চনত গোৱালপাৰাত অধিৱেশন বহাৰ দহ দিনৰ পূৰ্বৰে পৰা তেওঁ শাল গছৰ সন্ধানত অসমৰ খিলঙৰ হাবিয়ে-বননিয়ে ঘূৰি ফুৰিছে। ৯ অক্টোবৰত গোৱালপাৰাত যেতিয়া অসমীয়া সাহিত্যিকসকল সাহিত্য সভাৰ মঞ্চত উপবিষ্ট, বেজবৰুৱা



সেইদিনা তেওঁৰ হাবি-পৰিদৰ্শনৰ প্ৰতিবেদন লিখাত ব্যস্ত ('wrote out a report of my forest inspection')। ১৯২৯ চনত যোৰহাটত তেওঁ হৰিভকত কমলাকান্ত ভট্টাচাৰ্যৰ সভাপতিত্বত বহা অধিৱেশনৰ দিনাওঁ (৩০ এপ্ৰিল) বেজবৰুৱা পত্নী আৰু কন্যা দীপিকাৰ সৈতে সম্বলপুৰৰ হাবিত। ১৯৩০ চনত মফিজুদ্দিন আহমদ হাজৰিকাৰ সভাপতিত্বত গোলাঘাটত সভা বহাৰ দিনকেইটাতো (৩০, ৩১ মাৰ্চ) তেওঁ উৰিষ্যাত। উপস্থিত থাকিল ১৯৩১ চনত নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ সভাপতিত্বত শিৱসাগৰত বহা অধিৱেশনতহে।

সভাৰ সেই শিৱসাগৰ অধিৱেশনত বেজবৰুৱাক অভিনন্দন পত্ৰ দি সম্বৰ্ধনা জনোৱা হৈছিল। সম্বৰ্ধনা জনাবৰ বাবে ইয়াৰ আগৰটো অধিৱেশনতে প্ৰস্তাৱ গৃহীত হৈছিল সৰ্বসন্মতিক্ৰমে। সম্বৰ্ধনা কাৰ্যত হোৱা ব্যয়ো বহন কৰে গোলাঘাট অধিৱেশনৰ আদৰণী সমিতিয়েই। অধিৱেশনৰ ৰাহি ধনখিনি সেই উদ্দেশ্যেই সমিতিয়ে অসম সাহিত্য সভাক দিছিল (আৱাহন, ৩ য় বছৰ, ৫ ম সংখ্যা দ্ৰষ্টব্য)। বেজবৰুৱাক জনোৱা এই সম্বৰ্ধনা সম্পৰ্কত সূৰ্যকুমাৰ ভূঞাৰ লেখা এটা স্মৰণীয়। আৱাহনত (১৫শ বছৰ, ৩য় সংখ্যা) প্ৰকাশিত তেওঁৰ 'সাহিত্য টোকা' শীৰ্ষক লেখাটোৰ 'অসমীয়া সাহিত্যিকৰ সম্বৰ্ধনা' উপশীৰ্ষত ১৯২৬ চনতে তেওঁ কৈছিল, "আমাৰ দেশত আমাৰ সাহিত্যসেৱীসকলৰ সমাদৰ কৰিবলৈ আমি এতিয়াও শিকা নাই। অসমীয়া কিতাপ যথেষ্ট বিক্ৰী নাযায়, অসমীয়া সাহিত্যিকে নিজৰ অৰ্থ হানি কৰি গ্ৰন্থ প্ৰচাৰ কৰিবলগীয়াত পৰে। এইবোৰৰ ক্ষতিপূৰণ কৰিবলৈ হ'লে মুখিয়াল অসমীয়া সাহিত্যিকক সম্বৰ্ধনা কৰি অভিনন্দন পত্ৰাদি দিলে তেওঁলোককো উৎসাহ দিয়া হ'ব, অন্ততঃ তেওঁলোকে জানিব পাৰিব সমসাময়িকসকলে তেওঁলোককনো কেনেকৈ গ্ৰহণ কৰিছে; আৰু ইয়াৰ দ্বাৰা অন্যকো উৎসাহ দিয়া হ'ব।"

শিৱসাগৰ অধিৱেশনৰ শেহৰ দিনা বেজবৰুৱাক অভিনন্দন-পত্ৰ দি সম্বৰ্ধনা জনোৱা হয় নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সভাপতিত্বত অনুষ্ঠিত সভাত। অৱশ্যে অসম সাহিত্য সভাই সম্বৰ্ধনা জনোৱাৰ পূৰ্বৰটো বছৰতে লক্ষ্মীনাথ বেজবৰুৱাক সম্বৰ্ধনা জনাইছিল বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে। ১৯৩০ চনৰ ছেপ্টেম্বৰ মাহৰ ১৯ তাৰিখে সম্বলপুৰৰ পৰা পত্নী আৰু কন্যা দীপিকাক লগত লৈ অসমলৈ ৰাওনা হোৱাৰ বাটত ২২ ছেপ্টেম্বৰত জ্ঞানদাভিৰাম বৰুৱাৰ সভাপতিত্বত কটন কলেজৰ ছাত্ৰসকলে অভিনন্দন জনোৱাৰ পাছতে অসমৰ ৰাইজে হেঁপাহ পলুৱাই বেজবৰুৱাক আদৰে। ২৫ তাৰিখে ডিব্ৰুগড় পোৱাৰ পাছতে বহুজনে তেওঁক চাবলৈ অহাটো ('Lot of people saw me') এই আদৰণি পৰ্বৰ অংশ মাথোন। ২ অক্টোবৰত মহিলা সমিতিৰ উদ্যোগত ডিব্ৰুগড়ৰ ৰাইজে, ১৬ অক্টোবৰৰ পুৱা শিৱসাগৰ বিদ্যাপীঠে, আবেলি শিৱসাগৰ সাহিত্য সভাই, ১৮ আৰু ১৯ অক্টোবৰত চন্দ্ৰকান্ত সন্দিকৈ ভৱনত যোৰহটীয়া ৰাইজে, ২০ অক্টোবৰত বেজবৰুৱা হাইস্কুলৰ ল'ৰাহঁতে, ২১ অক্টোবৰত গোলাঘাটৰ পুৰুষ, মহিলা আৰু স্কুলীয়া ল'ৰাই, আৰু ২৯ অক্টোবৰত গুৱাহাটীৰ আৰ্ল ল কলেজে সম্বৰ্ধনা জনায় আৰু অভিনন্দন-পত্ৰ দিয়ে। অসমৰ পৰা উভতি অহাৰ পাছত ২২ নৱেম্বৰত অভিনন্দন জনায় কলিকতাৰ বেজবৰুৱা সমিতিয়েও। বেজবৰুৱাৰ জীৱদ্দশাতে ১৯৩০ চনত কলিকতা প্ৰবাসী অসমীয়াসকলে বেজবৰুৱা সমিতি (দুৰ্ৱাৰ কথাৰে ক'বলৈ গ'লে 'বোধহয় শ্বেইক্সপীয়েৰিয়ান সভাৰ দৰে') গঠন কৰাটো অতিশয় তাৎপৰ্যপূৰ্ণ কথা। এই দিশত বেজবৰুৱাৰ প্ৰতিক্ৰিয়াও প্ৰাসংগিকভাৱে মন কৰিবলগীয়া। ১০/২/৩০ তাৰিখে দুৰ্ৱালৈ লিখা চিঠিত বেজবৰুৱাই কৈছে, "আমাৰ অসমত মান্যবৰ গণি মেধিকে আদি কৰি ইমানবোৰ ভব্য-গব্য মানুহ থকাতো ডেকা ল'ৰাসকলে আৰু কাকো বিচাৰি নাপালে; পালে এই সম্বলপুৰৰ হাবিত বাঘ-ভালুকৰ গাত পৰি থকা চিকৰা এটাকহে। ... তোমাৰ সমিতিৰ 'সেৱায়ৎ' সকলক ক'বা যে, যাক লৈ তেওঁলোকে আঁজোৰ-পিজোৰ কৰিবলৈ লৈছে, তেওঁ আৰু হাবিৰ পৰা নোলায়; হাবিতে টেপা খাই পৰি থাকিবৰহে মনোগত কৰিছে। তেওঁ ভয়ত অসমীয়াৰ সং এৰি এইখিনি পাইছিলহি, আৰু শেহত মানুহ মাত্ৰকৰে লগ এৰি চতুষ্পদ জন্তুৰ লগ ল'ব। এনে এটাক তাৰ আগডোখৰ কালৰ কাৰ্য বা অকাৰ্যবোৰৰ কথা লৈ মেল পাতি থকা-সৰকা কৰিবলৈ গ'লে তেওঁলোকৰ কোনো পুণ্য যে নহয়েই, পৌৰুযো প্ৰকাশ পাবৰ সম্ভৱ নাই।"

পাপ-পুণ্য, পৌৰুষ-ক্লীৱত্বলৈ ভ্ৰূক্ষেপ নকৰি অসমীয়া ৰাইজে বেজবৰুৱাক জনোৱা সাদৰ-সম্বৰ্ধনাৰ সম্পৰ্কত জীয়েক অৰুণালৈ বেজবৰুৱাই ২/১০/৩০ তাৰিখে ডিব্ৰুগড়ৰ পৰা লিখা চিঠি এখনৰ দুআষাৰ কথা উদ্ধৃত কৰাৰ লোভ সম্বৰণ কৰিব নোৱাৰিলোঁ। তেওঁ লিখিছে, "আসাম থেকে বেৰিয়ে না যাওয়া পৰ্যন্ত এই বিপদেৰ হাত থেকে উদ্ধাৰ নেই। যোড়হাট, শিবসাগৰ, গোলাঘাটেও এই ৰকম বিপদ আমাৰ কপালে আছে। আমি যেন অদ্ভুত জানোৱাৰ হয়ে পড়েছি, দেশ শুদ্ধ লোক ভেঙ্গে আমায় দেখতে আসে। এখানে একদিন জ্বৰ হয়েছিল। বিছানায় পড়ে ৰয়েছি, ৫০/৬০ জন স্কুলেৰ মেয়ে ও শিক্ষয়িত্ৰীৰ সেখানেই 'invasion!"

সম্বৰ্ধনাৰ তেনে 'invasion!' চলিল পাছৰটো বছৰতো, শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিৱেশনৰ মঞ্চতো। ড° মহেশ্বৰ নেওগ ('Annals of Assam Sahitya Sabha') আৰু অতুল চন্দ্ৰ হাজৰিকাই ('অসম সাহিত্য সভাৰ ৰূপৰেখা') এই অধিৱেশনৰ তাৰিখ নিৰ্দিষ্টকৈ দেখুৱা নাই যদিও ২৭, ২৮ আৰু ২৯ ডিচেম্বৰত অধিৱেশন বহিছিল বুলি খাটাংকৈ ক'ব পৰা হৈছে বেজবৰুৱাৰ দিনলেখাৰ পৰাই। ২৮ তাৰিখে মূল অধিৱেশনৰ সমাপ্তি ঘটাৰ পাছত ২৯ ডিচেম্বৰত বেজবৰুৱাৰ অভিনন্দন অনুষ্ঠান (My Abhinandan Ceremony') হ'ল। আৱাহনৰ (৩য় বছৰ ৩য়





সংখ্যা) 'বিশ্বপ্ৰবাহ শিতানত 'অসম সাহিত্য সভাত বেজবৰুৱাৰ অভিনন্দন' উপশীৰ্ষক বাতৰিত অনুষ্ঠানটোৰ বৰ্ণনা দিছে এনেদৰে — "সম্বৰ্ধনাৰ নিমিত্তে যি বেদী ৰচনা কৰা হৈছিল, তাক বৈদিক যুগৰ আভাসেৰে ধূপ, দীপ, ধূনা আৰু শৰাইৰে সজোৱা হৈছিল। বেজবৰুৱা ডাঙৰীয়াক আনি বেদীত বহুৱাই কেবাটিও সৰু সৰু ছোৱালীয়ে আদৰণী গীত গায়। পিছত শ্ৰীযুত দেৱেশ্বৰ চলিহা ডাঙৰীয়াই সময়ৰ উপযোগী অভিনন্দনৰ সূচনা কৰি এতাই অভিনন্দন পাঠ কৰে। অভিনন্দনখনি সাঁচিপাতত সুন্দৰকৈ ছপা কৰি কাৰুকাৰ্য আৰু হাতী দাঁতেৰে তৈয়াৰী সৰু বাকচত ভৰাই পিতলৰ শৰাই এখনিৰে দিয়া হৈছিল। সম্পাদক ডাঙৰীয়াই অভিনন্দনখনি অতি সুন্দৰ সুৱলা মাতেৰে সভাঘৰ জিনি যোৱাকৈ পঢ়াৰ পিছত মহিলাসকলৰ উৰুলি ধ্বনি আৰু ৰাইজৰ হাত-চাপৰিত এক অপূৰ্ব দৃশ্যৰ সৃষ্টি হৈছিল। সাহিত্য সভাৰ জীৱনত এই দিন চিৰস্মৰণীয় হৈ থাকিব।" অভিনন্দনৰ সূচনাত সম্পাদক দেৱেশ্বৰ চলিহাই কোৱামতে বেজবৰুৱাক জনোৱা এই সম্বৰ্ধনা আৰু অভিনন্দন সমগ্ৰ অসমৰ ৰাইজৰ হৈ অসম সাহিত্য সভাই আগ বঢ়োৱা সন্মান। কোনোগৰাকী অসমীয়া ব্যক্তিয়েই অসম সাহিত্য সভাৰ ঊৰ্ধ্বত নহয়; অন্ততঃ তেনেকৈয়ে ভাবি অহা হৈছে। কিন্তু সভাই বেজবৰুৱাক দিয়া অভিনন্দন-পত্ৰৰ শেষত 'সাহিত্য সভাৰ অশেষ ক্ৰুটিলৈ লক্ষ্য নকৰি সমজুৱাসকলৰ আন্তৰিক স্নেহ আৰু শ্ৰদ্ধাৰ আদৰ দেখুৱাই এই অকিঞ্চন অভিনন্দন গ্ৰহণ কৰি আপুনি আসাম সাহিত্য সভাক যেন কৃতাৰ্থ কৰে' বুলি কোৱা কথাষাৰে খন্তেকলৈ হ'লেও ভৱাই তোলে। আনহাতে, সভাৰ 'অভিনন্দনৰ ফুল-চন্দন মূৰ পাতি' লৈ বেজবৰুৱাই কোৱা কথা এষাৰো কম প্ৰণিধানযোগ্য নহয়। তেওঁ কৈছিল, "... মোৰ এনে দীঘলীয়া বয়সৰ শেহছোৱাত আপোনাসকলৰ আদৰ-সমাদৰৰ যি পত্ৰখনি মই পালোঁ, আন নহ'লেও সেইখিনিৰ নিমিত্তে মই ইমান দিন এই পৃথিৱীত দুখ কৰি অন্ন ধ্বংস কৰি জীয়াই থকাৰ পৰিশ্ৰমটো সাৰ্থক হ'ল বুলি ভাবিছোঁ।" সেই তাৰিখৰ দিনলেখাত বেজবৰুৱাৰ মনৰ প্ৰতিফলন বৰকৈ প্ৰকাশ পোৱা নাই। দিনলেখাত মাত্ৰ এইকেআষাৰ কথাহে আছে— "Sibsagar, My Abhinandan Ceremony. Grand procession & in the pandal grand reception. I was presented with the অভিনন্দন পত্ৰ in an ivory-wood box in a Sarai. At Polytechnics also অভিনন্দন।"

অসম সাহিত্য সভাই অভিনন্দন জনোৱাৰ পাছতো সভাৰ সপ্তম অধিৱেশনৰ সভাপতি লক্ষ্মীনাথ বেজবৰুৱাক ষোড়শ অধিৱেশনৰ (তেজপুৰ, ১৯৩৬) বাবেও সভাপতি নিৰ্বাচন কৰিছিল কাৰ্যনিৰ্বাহক সভাই। এবাৰ নহয়, দুবাৰকৈ; এবাৰ ২০/১২/৩৫ তাৰিখে, আৰু আনবাৰ ৫/৩/৩৬ তাৰিখে। পিছে, দুয়োবাৰেই সেই পদ প্ৰত্যাখ্যান কৰিলে বেজবৰুৱাই ('Annals of Assam Sahitya Sabha' P. 18-19)। আনহাতে, লক্ষ্মীনাথ বেজবৰুৱাক সাহিত্যিক পেঞ্চন দিব লাগে বুলি ১৯৩৩ চনত উত্তৰ লখিমপুৰ অধিৱেশনত প্ৰস্তাৱ গ্ৰহণ কৰি চৰকাৰক অনুৰোধ জনাইছিল অসম সাহিত্য সভাই। কিন্তু আৰ্থিক অনাটনৰ অজুহাতত চৰকাৰে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাক সাহিত্যিক পেঞ্চন নিদিলে। চৰকাৰে সাহিত্যিক পেঞ্চন দিয়া হ'লে বেজবৰুৱাই ল'লেহেঁতেন নে নল'লেহেঁতেন, সেইটোও বিচাৰ্য বিষয়। ❑



# লক্ষ্মীধৰ শৰ্মাৰ নাটকৰ চমু আলোচনা

অৰুণ শৰ্মা



ঠৰশ ছাব্বিশ খ্ৰীষ্টাব্দত অসম ব্ৰিটিছ শাসকৰ অধীনলৈ আহিল। তেওঁলোকক শাসন ব্যৱস্থাত সহায় কৰিবলৈ ইতিমধ্যে ইংৰাজী ভাষা জনা লোক প্ৰতিবেশী ৰাজ্য বংগদেশৰ পৰা আনিব লগা হ'ল। একে সময়তে ইংৰাজ কোম্পানীয়ে অসমত চাহ উদ্যোগ আৰম্ভ কৰিলে। তাতো তেওঁলোকক সহায় কৰিবলৈ ওচৰৰে ইংৰাজী জনা বঙালী লোকসকলক আনিব লগা হ'ল। এনেকৈয়ে অসমত বঙালী লোকৰ প্ৰৱেশ আৰু স্থিতি লাভ হ'ল। ভাষাৰ লগতে ওতপ্ৰোতভাবে জড়িত তেওঁলোকৰ নিজৰ সংস্কৃতিও তেওঁলোকে বহন কৰি আনিলে, লগতে আনিলে আধুনিক নাটক আৰু প্ৰজেনিয়ম থিয়েটাৰৰ পৰম্পৰা।

সেই সময়তে আৰু এটা নিয়ম আৰম্ভ হৈছিল। অসমত তেতিয়া ইংৰাজী শিক্ষাৰ বিশেষকৈ উচ্চ শিক্ষাৰ সুবিধা নথকা হেতুকে শিক্ষানুৰাগী যুৱকসকলে সেই সুবিধা ল'বৰ কাৰণে ক'লকাতালৈ গৈছিল। তেওঁলোকে কলকাতাত বাংলা নাট্যাভিনয় চাইছিল। তাৰেই প্ৰভাৱত গুণাভিৰাম বৰুৱাই ১৮৫৫ চনত বিধবা বিবাহৰ বিষয়ে এখন নাটক ৰচনা কৰিছিল ঃ ৰাম নৱমী — যিখন অসমীয়া আধুনিক নাট্য বুৰঞ্জীৰ প্ৰথম নাট্যৰচনা বুলি স্বীকৃত হ'ল।

নাটক দুটা প্ৰয়োজনত ৰচিত হয়। এটা, নাটক সাহিত্যৰ অংগ নাইবা শাখা হিচাপে, আনটো কোনো মঞ্চ বিশেষৰ তাগিদাত। প্ৰথম অৱস্থাত অসমীয়া সাহিত্যৰ সকলো শাখাকে ঠন ধৰাই তোলাৰ, বিকাশ ঘটোৱাৰ দায়িত্ব আহি পৰিছিল জোনাকী যুগৰ পুৰোধা সাহিত্যিক সকলকে ধৰি পূৰ্বসুৰী সাহিত্যিকসকলৰ ওপৰত। সেয়ে তেখেতসকলৰ প্ৰত্যেকেই 'নাটকো লিখিব লাগিব' এনে এটা দায়বদ্ধতাৰ মনোভাৱেৰে নাটক লিখাৰ প্ৰতি সচেতন আৰু সক্ৰিয় আছিল।

অসমীয়া সাহিত্যক সামাজিক ৰূপত চহকী কৰিব লাগিব সেই দায়বদ্ধতাৰে সেই সময়ৰ অৰ্থাৎ বিগত শতিকাৰ প্ৰথম চাৰি দশক মানলৈকে সাহিত্যিকসকলৰ প্ৰত্যেকেই কবিতা, গল্প, উপন্যাস আৰু নাটকো লিখিছিল। সময়ৰ এনে আহ্বানত লক্ষ্মীধৰ শৰ্মাই এজন গহীন, বুদ্ধিদীপ্ত নিবন্ধকাৰ, এজন কবি, কৃতী গল্পকাৰ হোৱাৰ উপৰি অসমীয়া সাহিত্যৰ এজন বিশিষ্ট সাহসী নাট্যকাৰৰূপে স্বীকৃতি লাভ কৰিলে।

লক্ষ্মীধৰ শৰ্মাই মুঠ দহখন নাটক ৰচনা কৰিছিল ছপা আখৰত প্ৰকাশ পোৱা হিচাপত। সেইকেইখন আছিল **প্ৰজাপতিৰ ভুল, হৃদয়ৰ মূল্য, নিৰ্মলা, দেশৰ কথা, শৃংখল বিচাৰ, ৰীণা, কবিৰ জীৱন, আত্মসন্মান** আৰু **সতী জয়মতী কুঁৱৰী**। নাটকখিনি আনুমানিক ১৯২৪ চনৰ পৰা ১৯৩৪ চনৰ ভিতৰত ৰচনা কৰা হৈছিল বুলি জনা গৈছে। সামগ্ৰিকভাৱে নাটকসমূহৰ উপজীব্য বিষয় সামাজিক। ইয়াৰ ভিতৰত 'দেশৰ কথা'খনত কিছু ৰাজনৈতিক চাপ, 'ৰীণা'ত পৌৰাণিক ঠাঁচ আৰু 'জয়মতী কুঁৱৰী'ত বুৰঞ্জীৰ বিষয় ব্যৱহাৰ কৰা হৈছে। দৰাচলতে, গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী', হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্তন', পদ্মনাথ গোহাঞিবৰুৱাৰ 'গাঁওবুঢ়া' আদি সামাজিক নাটকেৰে অসমীয়া আধুনিক নাট্য প্ৰৱাহৰ গতি আৰম্ভ হৈছিল যদিও তাৰ পিছতে প্ৰথম কেই দশকমানত অসমৰ মঞ্চত প্ৰধানকৈ পৌৰাণিক আৰু বুৰঞ্জীমূলক নাটকৰ ব্যৱহাৰ হৈছিল কিছুমান বাস্তৱ কাৰণত। কিন্তু জ্যোতিপ্ৰসাদ আগৰৱালাই বিগত শতিকাৰ তৃতীয় দশকত শুদ্ধ অসমীয়া সামাজিক নাটকৰ পৰম্পৰাৰ পাতনি মেলাৰ লগে লগে তেওঁৰ প্ৰথমজন সহযাত্ৰীয়েই আছিল লক্ষ্মীধৰ শৰ্মা। এক সামাজিক দায়বদ্ধতাৰ মনোভাৱেৰে তেওঁ নাটকৰ বিষয়সমূহ নিৰ্বাচন কৰিছিল।







লক্ষ্মীধৰ শৰ্মা মূলতঃ যিহেতু এজন কৃতী সৃষ্টিশীল সাহিত্যিক আছিল। গতিকে তেওঁৰ নাট্য ৰচনাখনি সাহিত্যগুণ পুষ্ট আৰু কাব্য সমৃদ্ধিৰে চহকী। নাটসমূহৰ মঞ্চায়নৰ দিশটোৰ প্ৰতি নাট্যকাৰ কিমান সচেতন আছিল, সেই কথাত নিশ্চিত হ'ব নোৱাৰি, কিন্তু তেখেতে যে নাট্য ৰচনাৰ মাজেৰে সাহিত্য সৃষ্টিৰ প্ৰতি গুৰুত্ব আৰোপ কৰিছিল সেই কথা স্পষ্ট। জ্যোতিপ্ৰসাদ আগৰৱালাৰ চকুৰ সমুখত বান ৰংগমঞ্চৰ অস্তিত্বই যিদৰে তেওঁ মনত মঞ্চায়ন গুণসিদ্ধ নাটক ৰচনাৰ প্ৰতি সচেতনতা আৰু আগ্ৰহ স্বীকাৰ কৰিছিল সেইদৰে লক্ষ্মীধৰ শৰ্মাৰ কাৰণে বিশেষ এটা মঞ্চৰ তাগিদা হয়তো নাছিল। সেয়ে তেওঁৰ নাটকসমূহ সেইসময়ত কিমান মঞ্চসফল হৈছিল সেই বিষয়ে নিশ্চিত হ'ব নোৱাৰি। কিন্তু প্ৰতিখন নাটকৰ বক্তব্যৰ স্পষ্টতা, মননীয়তা, মাৰ্মিক গভীৰতা, বৌদ্ধিক আবেদন আৰু ভাষাৰ প্ৰাঞ্জলতা আৰু সমৃদ্ধিয়ে অসমীয়া সাহিত্যৰ বুৰঞ্জীত নাটকখিনিৰ স্বকীয় স্থান আৰু মান নিশ্চিত কৰিছে।

এই কথাখিনিকে প্ৰতিপন্ন কৰিবলৈ ইয়াৰ পিছত শৰ্মাৰ নাটককেইখনৰ প্ৰতিখনৰ একোটি চমু আলোচনা কৰিবলৈ লৈছোঁ।

**প্ৰজাপতিৰ ভুল ঃ**

লক্ষ্মীধৰ শৰ্মা উচ্চশিক্ষাৰ বাবে ভালেমান দিন ক'লকাতাত আছিল। সেইসময়ত ক'লকাতা আছিল আধুনিক শিক্ষা সাহিত্য-সংস্কৃতিৰ চৰ্চাৰ এক অতি শক্তিশালী আৰু বৃহৎ কেন্দ্ৰস্থল। সামান্যও সাহিত্যানুৰাগ থকা এজনে ৰবীন্দ্ৰনাথ ঠাকুৰ, শৰৎ চন্দ্ৰ চট্টোপাধ্যায়, বিভূতিভূষণ বন্দোপাধ্যায়ৰ ৰচনা নপঢ়াকৈ, তেওঁলোকৰ সাহিত্য কৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত নোহোৱাকৈ থাকিব নোৱাৰিছিল। ৰাজা ৰামমোহন ৰায়, মাইকেল মধুসুদন দত্ত, ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ আদিৰ হিন্দু ধৰ্ম আৰু ভাৰতীয় সমাজ সংস্কাৰৰ প্ৰবল ঢৌ, তাৰ দ্বাৰা প্ৰভাৱান্বিত ৰবি ঠাকুৰ, শৰৎ চট্টোপাধ্যায়ৰ সাহিত্যৰ এক বিশেষ দিশে লক্ষ্মীধৰ শৰ্মাক প্ৰবলভাৱে আকৰ্ষিত কৰিছিল। সেইটো হৈছে নাৰী মুক্তিৰ আহ্বান। অসমৰো সমসাময়িক সামাজিক জীৱনত নাৰীৰ যি স্থান, বিশেষকৈ হিন্দু ব্ৰাহ্মণ সমাজত নাৰীৰ যি দুৰ্গতি সেই সম্পৰ্কে লক্ষ্মীধৰ অতি গভীৰভাৱে উদ্বিগ্ন হৈছিল। তেওঁৰ মনত এক প্ৰচণ্ড প্ৰতিবাদী ভাৱৰ সঞ্চাৰ হৈছিল। সেই কাৰণেই তেওঁৰ গল্প নাইবা নাটকসমূহৰ সৰহ ভাগেই নাৰীমুক্তি আৰু নাৰীৰ মৰ্যাদা ৰক্ষা বিষয়বোৰে প্ৰাধান্য লাভ কৰিছিল।

প্ৰজাপতিৰ ভুল এখন উচ্চমানৰ প্ৰহসন। উষা বিএ পাছ কৰা উচ্চশিক্ষিত এগৰাকী বিবাহযোগ্যা ছোৱালী। শশধৰ এজন টুলুঙা, অনবৰতে নিজক জাহিৰ কৰি থকা গোড়ামি-দুষ্ট, পুৰণিকলীয়া ধ্যান-ধাৰণা বিশ্বাসী সাহিত্যিক। তেওঁ উষাৰ পাণি প্ৰাৰ্থী হৈ উষাৰ হাকিম দেউতাক খাউগুৰ ওচৰত বিয়াৰ প্ৰস্তাৱ দিবলৈ গ'ল। কিন্তু খাউগুৰ প্ৰগাঢ় পাণ্ডিত্য আৰু বিদেশী সাহিত্যৰ জ্ঞানৰ ওচৰত নিজ তুচ্ছতাৰে তিষ্ঠিব নোৱাৰি আৰু বিশেষকৈ মূল্যবোধৰ বৈষম্যক স্বীকাৰ কৰি ল'ব নোৱাৰি এক হাস্যকৰ পৰিণতিৰে শশধৰে প্ৰস্থান কৰিলে।

শশধৰে উষাৰ দৰে এগৰাকী উচ্চ শিক্ষিতা ছোৱালীয়ে তেওঁৰ ভৱিষ্যত হিচাপে যিটো ৰূপত বিচাৰিছিল সেইটো তেওঁৰ এখন উপন্যাসৰ নায়িকাৰ চৰিত্ৰৰ মাজেৰে প্ৰকাশ কৰিছে। নায়িকা ৰেণুকা ভাতপানী ৰান্ধি নিশা ১২ বজালৈকে লঘোণে মাতাল স্বামী অহালৈ বৈ আছে। স্বামী আহিয়েই দুৱাৰ খোলাত সামান্য পলম হোৱাৰ কাৰণে ৰেণুকাক গুৰিয়াবলৈ ধৰিলে। ৰেণুকা সন্তান সম্ভৱা আছিল। দুদিন পিছত তেওঁ মৃত্যু মুখত পৰিল। মৃত্যুৰ আগমুহূৰ্তত মাতাল গিৰিয়েকক বিচাৰি বিচাৰি আনি উপস্থিত কৰোৱাত, ৰেণুকাই সেই স্বামীৰ চৰণ চুই চকু মুদিলে। শশধৰে শিক্ষিতা উষাক বিয়াৰ প্ৰস্তাৱ দি ক'লে, 'এই সাধ্বী নাৰী মোৰ কিতাপৰ নায়িকা। তুমিও (মোৰ পত্নী হিচাপে) এনে হ'বা বুলি আশা কৰিলোঁ।'

লক্ষ্মীধৰ শৰ্মাৰ দিনত (কিছু পৰিমাণে এতিয়াও) বিবাহিতা নাৰী আৰু পুৰুষ স্বামীৰ সম্পৰ্কৰ এনে এখন করুণ ছবিৰ অস্তিত্বক নিৰ্মূল কৰাৰ যি তীব্ৰ আহ্বান ধ্বনিত হৈছে, প্ৰহসনৰ মাজেৰে, প্ৰজাপতিৰ ভুল নাটকত। যোগ্য পৰিচালকৰ হাতত এই প্ৰহসনৰ এতিয়াও কিছু সম্পাদনাৰে মঞ্চত দৰ্শকক আবেদন কৰিব পৰাকৈ মঞ্চায়ন কৰাৰ থল আছে।

**নিৰ্মলা ঃ**

বহুজনৰ মতে নিৰ্মলা লক্ষ্মীধৰ শৰ্মাৰ সৰ্বশ্ৰেষ্ঠ নাটক। আকাৰত অৱশ্যে এইখন সৰ্বাধিক পৃষ্ঠাৰ নাটক। পাঁচ অংকীয়া, প্ৰতি অংকতে গড়ে ছটা মানকৈ দৃশ্য আছে। চৰিত্ৰও সৰু ডাঙৰ লৈ প্ৰায় ত্ৰিশটামান হ'ব।

বিষয়বস্তুৰ নিৰ্বাচন সেই সময়ৰ সামাজিক প্ৰেক্ষিতত অত্যন্ত গুৰুত্বপূৰ্ণ বুলি ক'ব পাৰি। মূলতে ব্ৰাহ্মণসকলৰ সমাজত বাল্য বিবাহ আৰু বাল্য বিধবাৰ যি অবৰ্ণনীয় সৰ্বগ্ৰাসী সমস্যা তাৰ ওপৰতে অতি গভীৰ আৰু বিস্তৃতভাৱে আলোকপাত কৰা হৈছে। সেই সময়ত হিন্দু ধৰ্মৰ আচৰণ নীতি-নিয়ম প্ৰচলিত আছিল আৰু তাৰ ফলত বিশেষকৈ ব্ৰাহ্মণ সম্প্ৰদায়ৰ নাৰীৰ কাৰণে যি নিৰ্যাতন ভোগৰ ব্যৱস্থা নিৰ্ণয় কৰা আছিল তাৰ বিৰুদ্ধে বংগ দেশৰ এচাম শিক্ষিত লোক মূৰ দাঙি থিয় দিছিল, প্ৰতিবাদ কৰিছিল। সেই প্ৰতিবাদী কণ্ঠৰ ধ্বনি সমসাময়িক সাহিত্যতো তীব্ৰভাৱে অনুৰণিত হৈছিল। যদিও বংগদেশত ৰবীন্দ্ৰনাথ ঠাকুৰকে ধৰি সেই সময়ৰ শক্তিশালী সৃষ্টিকাৰসকলৰ ৰচনাত যিমান ব্যাপকভাৱে আলোচিত হৈছিল অসমত সাহিত্যতে হওক বা সামাজিক ব্যৱস্থাপনাতে হওক প্ৰতিবাদ যথেষ্ট দুৰ্বল আছিল। (মই তেতিয়া স্কুলত পঢ়ি থকা সময়ত তেজপুৰৰ পৰা কলাবাৰীলৈকে ব্ৰাহ্মণ সমাজৰ যি এক অতি গোড়া সাংগঠনিক ব্যৱস্থা আছিল সেই ব্যৱস্থাৰ প্ৰতিকূলে কোনোজনেই ব্যক্তিগতভাৱে মাত মতাৰ সাহস নাছিল। সেয়া ছল্লিশ দশকৰ কথা। সেই সময়ৰ কংগ্ৰেছ নেতৃস্থানীয় ব্যক্তি স্বৰ্গীয় মহাদেৱ শৰ্মা আছিল জিলা ব্ৰাহ্মণ সমাজৰ প্ৰধান আৰু বিশেষ লক্ষ্য আছিল কোনঘৰ ব্ৰাহ্মণ ব্যক্তিৰ ঘৰত পুষ্পিতা হোৱাৰ



পিছত ছোৱালী বিয়া দিয়া হ'ল তাৰ খবৰ ৰখা আৰু সেই পৰিয়ালক সমাজ বহিৰ্ভূত কৰা।)

এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিততহে লক্ষ্মীধৰ শৰ্মাই লিখিছিল নাটক নিৰ্মলা। নাটকত সন্নিবিষ্ট অনেক ঘটনা আৰু সেই ঘটনাসমূহৰ সৈতে জড়িত চৰিত্ৰসমূহৰ দুই এটা অতিৰঞ্জিত আৰু অতি নাটকীয় হ'লেও সেই ঘটনা আৰু চৰিত্ৰসমূহৰ মূল আছিল সম্পূৰ্ণ সত্য আৰু বাস্তৱ ভিত্তিক। সেইসময়ৰ সমাজত মানুহৰ কাৰণে নাটকত সন্নিবিষ্ট ঘটনাসমূহ ইমান পৰিচিত যে নিৰ্মলা নাটকৰ প্ৰাসংগিকতা আৰু গ্ৰহণযোগ্যতা সেই সময়ত সম্পূৰ্ণৰূপে স্বীকৃত হৈছিল। এতিয়াৰ দৰ্শক বা পাঠকৰ কাৰণে এই নাটকৰ আবেদন হয়তো বৰ বেছি নহ'ব।

নিৰ্মলাক পুষ্পিতা হৈ সমাজ বৰ্জিতা হোৱাৰ সংকটৰ পৰা ৰক্ষা কৰিবলৈ ইতিমধ্যে চাৰিগৰাকী তিৰোতা বিয়া কৰোৱা বৃদ্ধ এজনলৈ বিয়া দিয়া হ'ল। কিন্তু কেইদিনমান পিছতে বৃদ্ধ স্বামীৰ মৃত্যুৰ ফলত নিৰ্মলা বিধবা হ'ল। নিৰ্মলাৰ যৌৱন আৰম্ভ হৈছিলহে মাত্ৰ। গাঁৱৰ শিক্ষিত উদাৰ মনৰ ডেকা পদ্মৰ সৈতে নিৰ্মলাৰ সম্পৰ্ক গঢ়ি উঠিল। বৈধব্যৰ অভিশাপ লৈ সমাজৰ ৰক্ষকসকলৰে কামনাৰ বলি হৈ নিৰ্মলা এদিন ভুৱা কলংকত অপৰাধী হ'ল। মৰমীয়াল পিতৃক সমাজৰ নিন্দাৰ পৰা ৰক্ষা কৰিবলৈ তেওঁ গোপনে গৃহ ত্যাগী হৈ এদিন আশ্ৰমবাসিনী হ'ল। তেওঁৰ অবৈধ প্ৰেমৰ নায়ক পদ্মই বিচাৰি বিচাৰি যেতিয়া তেওঁৰ ওচৰ পালেগৈ তেতিয়া সকলো কথা বহুত পলম হ'ল। পদ্ম আৰু নিৰ্মলাই নদীত জঁপিয়াই একেলগে আত্মহত্যা কৰিলে। মোটামুটিভাৱে বিয়োগাত্মক পৰিণতিৰ নাটক নিৰ্মলাৰ কাহিনীভাগ। এই মূল কাহিনীৰ আনুষংগিকভাবে যিবোৰ উপকাহিনী সন্নিবিষ্ট হৈছে তাৰ মাজেৰে সেই সময়ৰ অসমৰ গ্ৰাম্য সমাজত প্ৰচলিত অন্ধ কুসংস্কাৰ, ভ্ৰষ্টাচাৰ, জাতিভেদ, ব্ৰাহ্মণ সমাজৰ নিন্দনীয় স্বৰূপ উদ্‌ঘাটন, গোড়া সমাজৰ নীতি-নিয়মৰ বলি হৈ নাৰীৰ অকথনীয় নিৰ্যাতন ভোগ, সমাজৰ উচ্চ স্তৰৰ লোকসকলৰ ভণ্ডামি, অত্যাচাৰ আৰু ফোঁপোলা আভিজাত্য, শিক্ষিত অৰ্ধশিক্ষিত যুৱক সম্প্ৰদায়ৰ মেৰুদণ্ডহীনতা, ইংৰাজী ভাষাৰ প্ৰতি অহৈতুক মোহ; ইত্যাদি তথ্য সম্বলিত এখন সামাজিক ছবি অংকন কৰিছে নাট্যকাৰে। সাম্প্ৰতিক আধুনিক নাটকৰ আংগিক নাইবা ৰচনাশৈলীৰ ব্যাকৰণ নাইবা নান্দনিকতাৰ বিচাৰেৰে নিৰ্মলা এখন সাৰ্থক নাটক বুলি স্বীকৃতি দিব পৰা নাযায়। কিন্তু ড° সূৰ্যকুমাৰ ভূঞাৰ 'সাহেই সাহিত্য' বুলি কোৱা কথাযাৰক সাৰোগত কৰি ক'বলৈ গ'লে — লক্ষ্মীধৰ শৰ্মাৰ নিৰ্মলা একালৰ অসমীয়া সামাজিক জীৱনৰ এখন অতি সাহসী সাহিত্যিক দলিল।

নাটখনৰ এটা বিশেষ দিশ উল্লেখ নকৰাটো সমীচিন নহ'ব। সেইটো হৈছে সংলাপৰ ভাষা। যদিও নাটকখনৰ পিছৰ পিনে অতি দীঘল দীঘল স্বগতোক্তিৰ অৱতাৰণা কৰি নাটকীয় স্বাভাৱিক গতিক ব্যাহত কৰা হৈছে, কিন্তু ভাষা প্ৰয়োগৰ বৈচিত্ৰ্য মন কৰিবলগীয়া। এপিনে বৰুৱা, পদ্ম, নিৰ্মলাহঁতৰ মুখৰ প্ৰাঞ্জল বুদ্ধিদীপ্ত ভাষাৰ লালিত্য, আনফালে কপাহী, ফেদেলী বা বকুলী, পানীৰাম, মনেশ্বৰ আদিৰ অসমীয়া চহা জীৱনৰ ৰূঢ় জতুৱা ভাষাৰ গ্ৰাম্য ব্যঞ্জনা। দুয়োবিধ ভাষাতে থকা দখল আৰু বুৎপত্তিয়ে সংলাপৰ নাটকীয়তা স্থাপনত নাট্যকাৰক সহায় কৰিছে।

**দেশৰ কথা ঃ**

এইখন এখন এক অংকৰ নাটক। লক্ষ্মীধৰ শৰ্মাই প্ৰথম অসমীয়া ভাষাত এক অংকৰ নাটক ৰচনা কৰিছিল বুলি জনা যায়। অৱশ্যে এনে এক অংকৰ ৰচনাশৈলীৰ সৈতে আজিকালিৰ একাংক নাটকৰ শৈলীৰ মিল নাই। 'আমাৰ দেশ' এখন সৰ্বতোপ্ৰকাৰে ৰাজনৈতিক নাটক। ভাৰতীয় জাতীয় কংগ্ৰেছৰ পটভূমিত ৰচিত এইখন প্ৰথম অসমীয়া নাটক। এই নাটকৰ মাজেৰে লক্ষ্মীধৰ শৰ্মাই যেন নিজস্ব ৰাজনৈতিক আদৰ্শৰ স্বৰূপটো দাঙি ধৰিছে। কংগ্ৰেছৰ পৰিমণ্ডলৰ ভিতৰত থাকি সৰ্বভাৰতীয় বা ৰাষ্ট্ৰীয় অৱস্থানটোক সম্পূৰ্ণৰূপে গ্ৰহণ কৰিও আঞ্চলিক স্থিতিকো প্ৰয়োজনীয় গুৰুত্ব দিব লাগিব, এই মতাদৰ্শত বিশ্বাস আছিল লক্ষ্মীধৰ শৰ্মাৰ। তেওঁৰ অমৰ উক্তি 'অসম মৰিলে আমিও মৰিম' এইখন নাটকতে ব্যক্ত হৈছিল। নাটকৰ প্ৰধান চৰিত্ৰ আনন্দ ফুকনৰ সৈতে বিভিন্ন দৃশ্য আৰু পৰিস্থিতিত সান্নিধ্যৰে ৰাজনীতিক চৰিত্ৰসমূহ যেনে হৰেন্দ্ৰনাথ দুৱৰা, কৰুণা, নবীন আৰু হেমীৰ কথোপকথনৰ মাজেৰে নাটকখনক যি এক উচ্চ বৌদ্ধিক আৰু চিন্তান্বেষী পৰ্যায়ত তুলি ধৰিছে, অসমীয়া সাহিত্যত ইয়াৰ তুলনা বিৰল। তেতিয়াৰ দিনত, অসমীয়া সমাজত চিন্তা আৰু বৌদ্ধিক পৰিমণ্ডলত নাৰীৰ অংশগ্ৰহণৰ দৃষ্টান্তৰে এটি অনুপম চৰিত্ৰ সৃষ্টি কৰিছে নাট্যকাৰে। নাৰী-পুৰুষৰ চিৰন্তন সম্পৰ্কৰ এক সাৰ্বজনীন গভীৰ চিন্তা আৰু বুদ্ধিগ্ৰাহ্য ব্যাখ্যা দাঙি ধৰিছে আনন্দই হেমীক কোৱা এই কথাখিনিৰে — সমাজত তিৰোতাৰ স্থান ক'ত তাক নিৰ্ণয় কৰা সঁচাকৈয়ে টান। মুনিহ আৰু তিৰোতাৰ মাজত মানসিক দৃষ্টিৰ এনে এক প্ৰভেদ আছে যে তাক মানি নল'লে সি সমাজক বিশৃংখল কৰি তোলে। অথচ ইয়াক নামানিবলৈ মুনিহ তিৰোতা দুয়ো প্ৰাণপণে যুগৰ পিছত যুগ চেষ্টা কৰি আহিছে। মুনিহ-তিৰোতাৰ মাজত সত্য সম্বন্ধৰ বিষয়েও সেই একে কথাই খাটে। কত' শতাব্দী ধৰি এই সম্বন্ধটোক এটা নিশ্চয়তাৰ ভেটিত বহুৱাবৰ চেষ্টা কৰা হৈছে। কিন্তু সেইয়া অনিশ্চয়তাই হৈ আছে। হয়তো অনিশ্চয়েই তাৰ প্ৰকৃত ৰূপ। হয়তো সৃষ্টিৰ অন্তলৈকে মুনিহ-তিৰোতাৰ মাজত এফালে মিল আৰু আনফালে বিৰোধেই মানৱ জাতিৰ ইতিহাস। মুঠতে ই এটা আচৰিত সম্বন্ধ।'

লক্ষ্মীধৰ শৰ্মাই মাৰ্ক্সীয় দৰ্শন ভালদৰে অধ্যয়ন কৰিছিল বুলি জনা যায়। কিন্তু তেওঁৰ মতাদৰ্শ এই নাটকৰ নায়কৰ মুখেৰে প্ৰকাশ কৰিছে এইবুলি — 'লেনিনে (প্ৰলেটোৰিয়াট) ডিক্টেটৰশ্বিপ স্থাপিত কৰিছিল। তেনে শাসনৰ মই পক্ষপাতী নহওঁ। সি সমাজক আগলৈ নিনি পিছলৈ নিয়ে। প্ৰজাৰ হাতত ক্ষমতা থাকিব আৰু তেওঁলোকৰ প্ৰতিনিধিৰ দ্বাৰাই সেই ক্ষমতা তেওঁলোকৰ উপকাৰৰ কাৰণে ব্যৱহৃত





হ'ব। মোক আজি পৃথিৱীৰ ডিক্টেটৰশ্বিপ দিলেও নলওঁ কাৰণ, সি প্ৰজাতন্ত্ৰৰ বিৰোধী। মানুহৰ জন্মগত স্বাধীনতাৰ বিৰোধী।'

এইখন নাটকো বিয়োগান্ত পৰিণতিৰে শেষ কৰা হৈছে। কিন্তু এইখন নাটকৰ প্ৰাসংগিকতা সাম্প্ৰতিক সময়তো আছে। সম্পূৰ্ণ ৰাজনৈতিক বিষয়ক উপজীৱ্য কৰি ৰচনা কৰা এনে নাটক অসমীয়া ভাষাত দুৰ্লভ বুলি ক'ব পাৰি।

**শৃংখল ঃ**

এখন এক অংকৰ ট্ৰেজেডি। ড° হীৰেন গোহাঁইদেৱে এই নাটকখন সম্পৰ্কে এযাৰ বাক্যৰে অতি উপযুক্ত মন্তব্য প্ৰকাশ কৰিছে। — বিপ্লৱী ৰোমাণ্টিকতাৰ উদাত্ত শংখধ্বনি এইখন নাটকৰ সৰ্বপ্ৰধান বৈশিষ্ট্য। আসন্ন মৃত্যুলৈ অপেক্ষা কৰি থকা এজন গভীৰ স্নেহময়, বুদ্ধিবান, চিন্তান্বেষী ৰোমাণ্টিক যক্ষ্মাৰোগী ডেকাৰ কৰুণ জীৱনৰ অন্তিম দিন কেইটাৰ পৰিপ্ৰেক্ষিতত ৰচিত এখন উচ্চ মানৰ সাহিত্যকৃতি হ'ল লক্ষ্মীধৰৰ নাটক শৃংখল। গভীৰ জীৱনবোধৰ সৈতে অন্তৰ্লীন হৈ থকা বিষাদ আৰু কাৰুণ্যক নাটকৰ নায়ক জীতেনে এক অৰ্থবহ আৰু সকৰ্মক ৰূপত গ্ৰহণ কৰিবলৈ চেষ্টা কৰিছে। ভৰ যৌৱনৰ দুৱাৰ দলিত থিয় হৈয়ে তেওঁ অনুভৱ কৰিছে 'যৌৱন, ভৰিত তাৰ শিকলি, হাত তাৰ আকাশৰ ফালে, অনন্তৰ ফালে আজলি কৰি তোলা, তাত তেজৰ চিন তাৰ চকুত অনিশ্চয়তাৰ খেলা, তাৰ কান্ধত এটা tradition ৰ দাঙিব নোৱাৰা বোজা। চাৰিওফালে তাৰ দেহৰ স্পৰ্শত সুন্দৰৰ আবিৰ্ভাৱৰ লগে লগে তাৰ বিনাশ।' এই হতাশাবোধৰ লগে লগেই আকৌ আশাৰ মৰ্মবোধো প্ৰকাশ পাইছে — 'এই tragedy ৰ এটা সম্ভাৱনাওটো আছে। হয়তো যৌৱনৰ পৰা tradition ৰ বোজা কেতিয়াবা নামি যাব। হয়তো তাৰ হাতৰ ৰাঙলী চিন কোনোবাদিনা চকুৰ পানীৰে সি ধুই পেলাব পাৰিব। হয়তো তাৰ ভৰিৰ শিকলি ছিগি যাব। হয়তো সুন্দৰৰ প্ৰকাশ সঁচাকৈয়ে এদিন সম্ভৱ হ'ব।'

তেজক্ষয়ী ৰোগত আক্ৰান্ত হোৱা বাবেই হয়তো নায়ক জীতেনৰ কথাত মায়াই শুনিছিল তেজৰ তাৎপৰ্যসুলভ ব্যাখ্যা। প্ৰিয়তমা কামনাক তেওঁ কৈছিল ঃ 'এই তেজ অতি পুৰাণ-প্ৰসিদ্ধ কমলা। যৌৱনৰ বুকুৰ তেজ সদায় জগতৰ আনন্দৰ সামগ্ৰী হৈ আহিছে।' লক্ষ্মীধৰৰ শিল্পীমনৰ পৰিচয় পাওঁ নাটকৰ নায়কে চিত্ৰশিল্পী বন্ধু ৰবীনক এখন ছবিৰ বিষয়ে দিয়া নাট্যভূমিৰ বৰ্ণনাৰ পৰা ঃ 'কান্ধৰ ওপৰৰ ভাৰটোক পাৰিলে অলপ human suggestion দিবা। বুঢ়া মানুহৰ মুখ। ভৰিত সংস্কাৰৰ শিকলি, চকুত জীৱনৰ আনন্দ, অথচ অত্যাচাৰৰ বেথা। বিশ্ব প্ৰেমত হাত আকাশলৈ তোলা, কিন্তু তাতে তাইৰ তেজ। নাটভূমি অনন্ত কাল ...'

প্ৰেমৰ নাটক হ'লেও ইয়াৰ মাজতো লক্ষ্মীধৰৰ সামাজিক সত্তাটোৱে এবাৰ ভূমুকি নমৰাকৈ থকা নাই। তাৰেই দৃষ্টান্ত হ'ল, নানান দুৰ্দশাগ্ৰস্ত হেমক অন্যায় কৰি প্ৰতিপত্তি সম্পন্ন দুষ্ট চক্ৰটোৱে কিদৰে তেওঁৰ প্ৰাপ্য স্কুলৰ চাকৰিটোৰ পৰা বঞ্চিত কৰিলে সেই ঘটনাৰ বৰ্ণনা।

**বিচাৰ ঃ**

দেশৰ সমাজ ব্যৱস্থাত দৰিদ্ৰ মানুহৰ যি অৱস্থান, চাৰিওপিনৰ নিষ্পেষণত তেওঁলোকৰ যি দুৰ্ভোগ, সকলো ক্ষেত্ৰতে তেওঁলোক কিদৰে অন্যায় আৰু অবিচাৰৰ বলি হৈ পৰে, আনকি ন্যায়পালিকাও কিদৰে এই নিষ্পেষণ প্ৰক্ৰিয়াৰ অংশীদাৰ হয় তাৰেই এখন অতি নিখুঁত চিত্ৰ এইখন এক অংকৰ নাটকত ব্যঞ্জিত হৈছে। মন নামৰ দাল দৰিদ্ৰ হালোৱা এটাই বিনা অপৰাধত আইনৰ পেচ আৰু সুৰুঙাৰ ফলত তিনিবাৰকৈ জেলত পৰিবলগা হোৱা, তাৰ জীয়েকো ধনীঘৰৰ লোকৰ কামনাৰ বলি হৈ অবৈধ সন্তানৰ মাক হোৱাৰ পিছত ওলোটাই তাইহে ঘড়ী চুৰিৰ অপৰাধত জে'লখাব লগা হোৱা, আৰু স্বাৰ্থপৰ চহকী আচল অপৰাধী দণ্ডৰ পৰা সাৰি যোৱাত ন্যায়পালিকাই অন্যায়ভাৱে সহায় কৰা ইত্যাদি বিবেক দংশী ঘটনাৰাজি সন্নিবিষ্ট কৰি মানৱীয়তা কিদৰে ৰূঢ় হিংস্ৰ স্বাৰ্থান্বেষী শক্তিৰ হাতত বিধ্বস্ত হৈছে তাৰেই সুস্পষ্ট ছবি তুলি ধৰা হৈছে নাটকখনত।

**সতী জয়মতী কুঁৱৰী ঃ**

লক্ষ্মীনাথ বেজবৰুৱাৰ জয়মতী কুঁৱৰী আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ গদাধৰ কোঁৱৰ এই দুখন নাটকৰ অভিনয়ে অসমৰ বিভিন্ন ঠাইত দৰ্শকৰ মাজত কাহিনীটোৰ প্ৰতি যি আবেদন সৃষ্টি কৰিছিল তাকে ভাবি লক্ষ্মীধৰ শৰ্মাইও বোধকৰো এই কাহিনীক লৈ নাটক এখন লিখাৰ কথা চিন্তা কৰিলে। মঞ্চ নিবেদনত নাটকখনে যথেষ্ট সাৰ্থকতা লাভ কৰিছিল বুলি ধাৰণা কৰিব পৰা নাযায়। কিন্তু সংলাপসমূহ সাহিত্যগুণ সমৃদ্ধ, আৰু সংলাপৰ মাজেৰে প্ৰধান চৰিত্ৰকেইটাই যথাৰ্থ স্বৰূপ লাভ কৰিছে।

শৰ্মাৰ বাকী তিনিখন নাটক, বীণা, কবিৰ জীৱন আৰু আত্মসন্মান। এই কেইখনক বিশেষ উচ্চ স্তৰত স্থান দিব পৰা নাযায় নাইবা বিশেষ সাৰ্থক ৰচনা বুলি ক'ব পৰা নাযায়। গতিকে এই তিনিখন আলোচনা কৰাৰ পৰা বিৰত থাকিলোঁ।

লক্ষ্মীধৰ শৰ্মাৰ জীৱনকাল অতি দুৰ্ভাগ্যজনকভাৱে আছিল পয়ত্ৰিশ বছৰ। তীক্ষ্ণ আৰু মেধাসম্পন্ন হোৱাৰ ফলত তেওঁ প্ৰখৰ অন্তৰ্দৃষ্টিৰ অধিকাৰী আছিল। সকলো দিশতে ভাবাবেগতকৈ তেওঁ যুক্তি আৰু বৌদ্ধিক দৃষ্টিৰে বিষয় আৰু ইচ্ছাৰ বিচাৰ আৰু বিন্যাস কৰিছিল। গতিকে সমসাময়িক অসমীয়া সমাজখনক আধুনিক, বিজ্ঞানসিদ্ধ আৰু সম্পূৰ্ণ প্ৰগতিশীল ৰূপত গঢ় দিয়াৰ প্ৰতি সচেতন আৰু দায়বদ্ধ আছিল; তাৰ বাবে তেওঁঅহোপুৰুষাৰ্থ কৰিছিল। সেয়ে তেওঁৰ ৰাজনৈতিক পৰিচয়তকৈ এজন activist সমাজকৰ্মী পৰিচয়টোৱে অধিক গুৰুত্ব আৰু স্বীকৃতি লাভ কৰিছিল। সেয়ে লক্ষ্মীধৰ শৰ্মাৰ সাহিত্যত, নাটকত তেওঁৰ সেই সামাজিক activist সত্তাটোৱেই উজ্জ্বলতমভাৱে প্ৰতিফলিত হৈছে। ❑



# কিৰাত সংস্কৃতি আৰু অসম

ড° নবীন চন্দ্ৰ শৰ্মা

আধুনিক অসম দেশ পূৰ্বৰ প্ৰাগ্‌জ্যোতিষ - কামৰূপ আৰু স্বাধীনতাৰ পাছৰ ( ১৯৪৭ ইং) অসমৰ সংকুচিত ৰূপ। এই সংকোচনৰ আধাৰ ৰাজনৈতিক কৌশলী পৰিকল্পনা। কিন্তু এই সমগ্ৰ ভূ ভাগৰ ভূগোল আৰু ইতিহাসে ইয়াৰ জনসাধাৰণক কেতিয়াও পৃথক কৰিব নোৱাৰে। পূৰ্বৰ অসমৰ বিভিন্ন প্ৰজাতিক সমলৰ স্থিতি বৰ্তমান অসমৰ জনগাঁথনিতো লক্ষ্য কৰা যায়। প্ৰাগজ্যোতিষ-কামৰূপ আৰু পূৰ্বৰ অসমৰ অধিবাসীসকলে পৃথিৱীৰ প্ৰধান চাৰিটা নৃগোষ্ঠীক প্ৰতিনিধিত্ব কৰিব পাৰে। এই চাৰিটা নৃ গোষ্ঠীৰ নামোল্লেখ তলত দিয়াৰ দৰে কৰিব পাৰি; যেনে —

১। নিগ্ৰিতো,
২। প্ৰটো অষ্ট্ৰলয়ড,
৩। মংগোলীয় - (ক) প্ৰত্ন মংগোলীয় ঃ দীৰ্ঘ মস্তকী, প্ৰশস্ত মস্তকী, (খ) তিব্বতো মংগোলীয়।
৪। ভূমধ্যসাগৰীয় - (ক) প্ৰত্ন ভূমধ্যসাগৰীয়, (খ) ভূমধ্যসাগৰীয় আৰু (গ) প্ৰাচ্য।
৫। পছিমীয়া প্ৰশস্ত মস্তকী - (ক) আলপাইন, (খ) আৰ্মেনীয় আৰু (গ) ডিনাৰিক।
৬। নৰ্ডিক।[১]

কোনো কোনো পণ্ডিতৰ মতে অসম তথা ভাৰতৰ অধিবাসীসকল তলত দিয়া নৃ গোষ্ঠীকেইটাৰ বংশধৰ, যেনে — ১। অষ্ট্ৰলয়ড; ২। ইণ্ড' আৰ্য; ৩। ইৰানো-স্কাইথীয়; ৪। মুণ্ডাৰী; ৫। মালয়-পলিনেছীয় আৰু ৬। মংগোলীয়।

অসমৰ অধিবাসীসকল প্ৰধানভাৱে ১। মংগোলীয়; ২। অষ্ট্ৰলয়ড; ৩। ভূমধ্যসাগৰীয় (দ্ৰাবিড়ীয়) আৰু ৪। নৰ্ডিক (আৰ্যসকল)।

তাহানিৰ অসমৰ আদিমতম অধিবাসী নিগ্ৰিতোসকলৰ পিছতে প্ৰত্ন-অষ্ট্ৰলয়ড অৰ্থাৎ অষ্ট্ৰিকভাষীসকল উত্তৰ চীনৰ পৰা এই ভূভাগলৈ প্ৰব্ৰজিত হৈছিল। কোনো কোনো পণ্ডিতৰ মতে প্ৰত্ন - অষ্ট্ৰলয়ডসকল বৰ্মা দেশৰ পৰাহে ভাৰতবৰ্ষলৈ আহিছিল। খাছীসকল অষ্ট্ৰলয়ড নৃগোষ্ঠীৰ অন্যতম বংশধৰ। বড়োসকলক প্ৰাচীন অসমৰ আদিম অধিবাসী বুলি কোনো কোনো পণ্ডিতে ক'ব খোজে-যদিও দৰাচলতে খাচীসকলেহে এই সন্মান দাবী কৰিব পাৰে।[২] মেঘালয়ৰ জয়ন্তীয়াসকলো অষ্ট্ৰিক গোষ্ঠীসম্ভূত। মংগোলয়ড নৃ-গোষ্ঠীৰ ভাষা তিব্বতোবৰ্মান ভাষা সম্প্ৰদায়ৰ জৰিয়তে অষ্ট্ৰিকভাষীসকল প্ৰভাৱান্বিত হোৱা দেখা যায়। অষ্ট্ৰলয়ড আৰু মংগোলয়ড সংস্কৃতিৰ মাজত যে, অতি প্ৰাচীন কালতেই সাংস্কৃতিক বিনিময় প্ৰক্ৰিয়া আৰম্ভ হৈছিল তাত সন্দেহ নাই। এই দুই সংস্কৃতিৰ অন্যতম উপাদান ভাষাৰ ক্ষেত্ৰত হোৱা মিশ্ৰণৰ উদাহৰণ বৰ্তমান জীৱন্ত অৱস্থাত পোৱা যায় দক্ষিণ-পূব এছিয়াৰ কোনো কোনো অঞ্চলৰ অধিবাসীসকলে ব্যৱহাৰ কৰা ভাষাৰ সংযোগত। আনকি খাচী ভাষাতো মংগোলীয় গোষ্ঠীৰ ভাষাৰ উপাদান লক্ষ্য কৰা যায়।[৩] বৈদিক সাহিত্যত







অষ্ট্ৰিকসকলক নিষাদ আখ্যা দিয়া হৈছে।

অষ্ট্ৰিকসকলৰ পিছতে মংগোলীয় গোষ্ঠীৰ লোকসকল, চীনদেশৰ দক্ষিণ অঞ্চলৰ পৰা ব্ৰহ্মপুত্ৰ, চালুইন, মেকং আদি নদ-নদীৰে অসম, ব্ৰহ্মদেশ, ইন্দোচীন আদিলৈ প্ৰব্ৰজিত হৈছিল। বৈদিক আৰু সংস্কৃত সাহিত্যত মংগোলীয় গোষ্ঠীৰ লোকসকল *কিৰাত* নামেৰে পৰিচিত। ভাৰতীয় পণ্ডিতসকলৰ মতে সংস্কৃতত কিৰাত পদটোৱে উত্তৰ-পূব ভাৰতৰ বিভিন্ন পৰ্বত-পাহাৰত বাস কৰা অনা-আৰ্য লোকসকলক সূচায়। তেওঁলোক মংগোলীয় গোষ্ঠীসম্ভূত। কিৰাতসকল চীনৰ চীনালোক আৰু তিব্বতৰ ভুটীয়া আৰু মংগোলীয় গোষ্ঠীসম্ভূত লোকৰ সৈতে সম্পৰ্কযুক্ত। কিৰাতসকল নিষাদ, শবৰ, পুলিন্দ, ভিল আৰু কোলসকলতকৈ বেলেগ; অৰ্থাৎ নিষাদ, শবৰ, পুলিন্দ ভিল, কোল আদিৰ সৈতে কিৰাতসকল অভিন্ন বুলি ভবাৰ কোনো যুক্তি নাই। ছিলবিন লেবি এ সৰ্বপ্ৰথমে মংগোলীয় নৃগোষ্ঠীৰ প্ৰজাতিগত বৈশিষ্ট্যৰ সৈতে কিৰাতসকলৰ সাদৃশ্য দেখিবলৈ পাইছে।[৪] *মহাভাৰতত* থকা উল্লেখন আৰু অন্যান্য প্ৰমাণৰ আধাৰত ক'ব পাৰি যে, কিৰাতসকল মংগোলীয় গোষ্ঠীসম্ভূত। কষ্টেন ৰ'নোঅ নামৰ এগৰাকী বিশিষ্ট পণ্ডিতে তেওঁৰ *কিৰাত*নামৰ গ্ৰন্থত স্পষ্টভাৱে দেখুৱাই কৈছে যে, কিৰাতসকল মংগোলীয় গোষ্ঠীসম্ভূত।

*যজুৰ্বেদ*ৰ অন্তৰ্গত শুক্ল যজুৰ্বেদ, বাজসনেয়ী সংহিতা, কৃষ্ণ যজুৰ্বেদ, তৈত্তিৰীয় ব্ৰাহ্মণ আদিত 'কিৰাত' পদটোৰ উল্লেখ পোৱা যায়। *অথৰ্ববেদত* কিৰাত-কন্যা *কৈৰাতিকা*ৰ উল্লেখ কৰা হৈছে। তেওঁ সৰ্পৰ বিষ নাশক ভেষজ বিদ্যাত পাৰ্গতা; যেনে —

*'কৈৰাতিকা কুমাৰিকা সকানি ত ভেষজম্।*
*হিৰণ্যয়ীভিৰভ্ৰিভিগিৰীণামুপ সানুষু।।*[৫]

অৰ্থাৎ কিৰাত যুৱতী, অকণমানি তৰুণীজনীয়ে ঔষধ খান্দিছে —সোণেৰে নিৰ্মিত খন্তিৰে শৈল শিৰাত।।

মেকডোনেল্ড আৰু কীথ উভয়ে তেওঁলোকৰ দ্বাৰা প্ৰণীত Vedic Index গ্ৰন্থত *কিৰাত*ৰ বিষয়ে এনেদৰে লিখিছে —

*বাজসনেয়ী সংহিতা, তৈত্তিৰীয় ব্ৰাহ্মণ* আদিৰ উল্লেখনৰ পৰা বুজিব পাৰি যে, পৰ্বতৰ গুহা নিবাসী লোকসকলেই *কিৰাত*। *অথৰ্ববেদত*পৰ্বতৰ দাঁতিত ঔষধ খন্দা এজনী কিৰাত-কন্যাৰ উল্লেখ পোৱা যায়। পৰৱৰ্তী কালত নেপালৰ পূৰ্বাঞ্চলত বসবাস কৰা লোকসকলকো কিৰাত বুলিবলৈ লোৱা হৈছিল। পৰ্বতবাসী জনসাধাৰণকো কিৰাত আখ্যা দিয়াৰ প্ৰৱণতাও লক্ষ্য কৰা যায়। *মানৱ ধৰ্ম শাস্ত্ৰত* কিৰাতসকলক পদস্খলিত ক্ষত্ৰিয় বোলা হৈছে। অনা-আৰ্য লোক এজন বা বিদেশী লোক এজনক পদস্খলিত ক্ষত্ৰিয় আখ্যা দিয়াটো তাৎপৰ্যপূৰ্ণ; যিহেতু ইয়াৰ পৰা তেওঁলোক যে অসভ্য বা আদিম লোক নাছিল, তেওঁলোক যে, সভ্যতাৰ পথপৰিক্ৰমাত অগ্ৰসৰ হৈছিল অৰ্থাৎ সভ্যলোক হিচাপে যে পৰিগণিত হৈছিল; অথবা সামৰিক দিশত উন্নতি কৰিবলৈ সক্ষম হৈছিল তাত সন্দেহ নাই। কিৰাতসকলো বৈদিক যুগৰ পৰৱৰ্তী কালত সভ্যলোকস্বৰূপে পৰিগণিত হৈছিল আৰু তেওঁলোকে সমৰকুশল লোকস্বৰূপেও খ্যাতি লাভ কৰিছিল।

'কিৰাত' শব্দৰ পৰম্পৰাধীন ব্যাখ্যাৰ জৰিয়তে কিৰাত প্ৰজাতিৰ উৎপত্তিৰ বিষয়ে বিশেষ জনা নাযায়। এই ব্যাখ্যাবোৰৰ মতে যিসকল লোক *অতন্তি* অৰ্থাৎ পৰ্বতৰ দাঁতিয়ে দাঁতিয়ে বাস কৰে তেওঁলোক *কিৰাত*; যিসকলে বেয়া আৰু অপৰিষ্কাৰ ঠাইত থাকে *কিৰ*; অথবা যি সকলে অৰ্থহীন কথা-বতৰা পাতি ফুৰে *কিৰ* নাইবা *কিল*। কোনো কোনোৱে আকৌ কিৰাতৰ ব্যাখ্যা এনেদৰে দিয়ে — *কিৰম অততি যঃ*; অৰ্থাৎ যিসকলে পৰ্বতৰ সীমান্তত বাস কৰে।[৬]

উপৰ্যুক্ত ব্যাখ্যাসমূহে *কিৰাত* পদটোৰ প্ৰকৃত অৰ্থ বুজাত বিশেষ সহায় কৰিব নোৱাৰে। অন্য এদল পণ্ডিতৰ মতে 'কিৰাত' পদটো চীন-তিব্বতীয় শব্দৰূপ *কিৰান্তি*সৰ সংস্কৃতীয়া ৰূপ। সংস্কৃত অভিধানত 'কিৰাত' শব্দৰ ব্যাখ্যা এনেদৰে দিছে— *কিৰং পৰ্য্যতভূমিং অততি গচ্ছতীতি কিৰাতঃ*; অৰ্থাৎ পৰ্বত নিবাসী এটা গোষ্ঠী যিসকল চিকাৰৰ ওপৰত নিৰ্ভৰ কৰি জীয়াই থাকে।[৭] এই ব্যাখ্যাটোও গ্ৰহণ কৰিব নোৱাৰি; যিহেতু ইয়াৰ দ্বাৰা *কিৰাত*সকলৰ উদ্ভৱৰ বিষয়ে একো জানিব নোৱাৰি।

নব্য ভাৰতীয় ভাষাত *কিৰাত*পদটোৰ প্ৰয়োগ নথকা নহয়। সন্ত কবি শংকৰদেৱে *ভাগৱত-পুৰাণ*ৰ দ্বিতীয় স্কন্ধ অনুবাদৰ প্ৰসংগত *কিৰাত* পদটো উল্লেখ কৰিছে। অৱশ্যে এই *কিৰাত* পদটো শংকৰদেৱে নিজ ইচ্ছাৰে ব্যৱহাৰ কৰিছে বুলিও কোৱা টান; যিহেতু এই পদটোৰ উল্লেখ মূল গ্ৰন্থতেই আছে। শংকৰদেৱে কিৰাট পদটো এনেদৰে উল্লেখ কৰিছে; যেনে —

*কিৰাত কছাৰি খাচি গাৰো মিৰি*
*যৱন কংক গোৱাল।*
*অসম মুলুক ধোবা যে তুৰুক*
*কুবাচ ম্লেচ্ছ চণ্ডাল।।*[৮]

এই উদ্ধৃতিটিত *কিৰাত* পদটো প্ৰজাতিগত অৰ্থতহে প্ৰয়োগ কৰা হৈছে। দ্বিতীয়তে, এই উদ্ধৃতিটিৰ পৰা 'কিৰাত কছাৰি'সকল সুকীয়া সুকীয়া নৃগোষ্ঠী যেনহে লাগে; যিহেতু *'খাচি -গাৰো -মিৰি*'ৰ মাজতো গোষ্ঠীগত পাৰ্থক্য আছে; তেনেদৰে 'কিৰাত-কছাৰি'ৰ মাজতো পাৰ্থক্য আছে। মূল গ্ৰন্থত 'কিৰাত' পদটোৰ প্ৰয়োগ আছে, 'কছাৰি-খাচী-গাৰো-মিৰি' আদিৰ উল্লেখ নাই। বঙলা ভাষাত সুদখোৰ মহাজন বা ধাৰ দি সুদ লোৱাজনক বুজাবৰ বাবে কিৰাট বা *কিৰেট* পদটো ব্যৱহাৰ কৰা দেখা যায়। ড° সুনীতি চেটাৰ্জীৰ মতে *কিৰাট* বা *কিৰেট* পদৰ উদ্ভৱ আৰু বিকাশ এনেদৰে দেখুৱাব পাৰি; যেনে — * কিৰাত - বৃত্ত >* কিৰাঅ - বট্ট >* কিৰাৰট > কিৰাট, কিৰেট। হিন্দু সদাগৰ অৰ্থত *কিৰাড়* পদটোৰ প্ৰচলন উত্তৰপ্ৰদেশ, ৰাজস্থান, মধ্যপ্ৰদেশ, মহাৰাষ্ট্ৰ আদিত আছে। পঞ্জাৱত বন নিবাসী, উপত্যকাবাসী অৰ্থত *কিৰাত*ৰ চলতি লক্ষ্য কৰা যায়।



আৰ্যসকলৰ দৃষ্টিত *কিৰাতসকল* অনা-আৰ্য আৰু সংস্কাৰবিহীন। আদিবাসীৰ মাজত প্ৰচলিত কিছুমান নামবাচক বিশেষ্যপদত পৰৱৰ্তী কালত নতুন অৰ্থ সূচোৱাৰ ক্ষেত্ৰত ব্যৱহাৰ কৰা হৈছিল; যেনে — *দাস, দস্যু, নিষাদ, চণ্ডাল, কোল* ইত্যাদি। কোনো কোনো শব্দৰ অৰ্থ বিকৃত হৈ কিদৰে বিভিন্ন জাতিৰ মাজত প্ৰচলিত হৈছিল তাৰ আভাস তলৰ শব্দবোৰৰ পৰা পোৱা যায়; যেনে — দক্ষিণ আমেৰিকাত 'ইন্দিও' শব্দৰ অৰ্থ 'চাকৰ'। পাচীসকলৰ মাজত 'হিন্দু'ৰ অৰ্থ 'ক'লা'। এনে ধৰণৰ অৰ্থ-বিকৃতি 'কিৰাত'ৰ ক্ষেত্ৰতো দেখা গৈছিল।[৯]

'কিৰাত' পদৰ অৰ্থ বিকৃতিৰ লগে লগে অৰ্থ সম্প্ৰসাৰণ; অথবা অৰ্থ-উৎকৰ্ষণৰ দৃষ্টান্তও বিৰল নহয়; যিহেতু *মহাভাৰতত* শিৱক কিৰাত আৰু পাৰ্বতীক কিৰাতী বোলা হৈছে। *কিৰাত - কিৰাতী - অৰ্জুন* বিষয়ক আখ্যানভাগৰ বীজ পোৱা যায় *শুক্ল যজুৰ্বেদৰ* অন্তৰ্গত *শত-ৰুদ্ৰীয়* শাখাত। অনা-আৰ্য কিৰাতসকলক যে বৈদিক যুগতেই মহিমামণ্ডিত সামাজিক মৰ্যাদা প্ৰদান কৰা হৈছিল তাত সন্দেহ নাই।

ভাৰতবৰ্ষৰ উত্তৰ আৰু উত্তৰ-পূৰ্বাঞ্চলৰ পৰ্বত নিবাসী স্বৰূপে কিৰাতসকল *যজুৰ্বেদৰ* সময়ৰ পৰাই স্বীকৃত হৈ আহিছে। বিদেহ ৰাজ্যত দ্বিতীয় পাণ্ডৱ ভীমে সাতগৰাকী কিৰাত ৰজাক পৰাজয় কৰাৰ বৰ্ণনা পোৱা যায় মহাভাৰতত।[১০] *মহাভাৰতৰ* সভাপৰ্বৰ বৰ্ণনাৰ আধাৰত নিঃসন্দেহে ক'ব পাৰি যে, সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল (বৰ্তমান ভাৰতৰ উত্তৰ পূৰ্বাঞ্চল) কিৰাতসকলৰ বাসভূমি আছিল। *মহাভাৰতৰ* অন্তৰ্গত 'বনপৰ্ব'ৰ উপপৰ্ব 'কিৰাত-পৰ্ব'ৰ মতে কিৰাতসকলৰ দেহৰ বৰণ সোণ হালধীয়া — *কৈৰাতং বেষং আস্থায় কাঞ্চনদ্ৰুম-সন্নিভম।*[১১] তেওঁলোকৰ গাৰ বৰণ কেঁচা সোণৰ দৰে — *দদৰ্শ ততো জিষ্ণুঃ পুৰুষং কাঞ্চন প্ৰভম্।*[১২] কিৰাতসকল কনক বৰ্ণ বিশিষ্ট — *ন ত্বং অস্মিন বনে ঘোৰে বিভেষী কনক - প্ৰভ।*[১৩]

*হৰিবংশত* দুৰ্গাৰ নাম কিৰাতী। *মহাভাৰতৰ* বৰ্ণনাৰ পৰা জনা যায় যে, কিৰাতসকল বিদেশী জনগোষ্ঠী বিশেষকৈ যৱন, শক, পল্লৱ, চীনা আদিৰ সৈতে জড়িত আৰু পৰিচিত আছিল। প্ৰাগজ্যোতিষ ৰাজাধিৰাজ ভগদত্তই ম্লেচ্ছ - কিৰাত আদি সৈন্য-সামন্তৰে কৌৰৱৰ পক্ষ লৈ কুৰুক্ষেত্ৰ যুদ্ধত প্ৰবৃত্ত হৈছিল। ভগদত্তক 'ম্লেচ্ছানাম অধিপো' বোলা হৈছে। কিৰাত-চীন আৰু অন্যান্য সমৰকুশল বীৰৰ দ্বাৰা পৰিবেষ্টিত হৈ সাগৰৰ উপকূলভাগত প্ৰাগজ্যোতিষ ভূপতি (ভগদত্ত) বাস কৰিছিল —

> *স কিৰাতৈশ্চ চীনৈশ্চ বৃত্তঃ প্ৰাগজ্যোতিষোঽভৱৎ।*
> *অন্যৈশ্চ বহুভিৰ্যোধৈঃ সাগৰানূপৰাসিভিঃ।*[১৪]

*মহাভাৰতৰ* স্ত্ৰী পৰ্বত ভগদত্ত শৈলৰাজ। তেওঁ হালধীয়া বৰণবিশিষ্ট কিৰাটসকলৰ নৃপতি। ভগদত্ত মহীপাল আৰু তেওঁৰ কিৰাত সৈন্যসৱৰ গাৰ বৰণ সোণ হালধীয়া। বাল্মীকিৰ *ৰামায়ণৰ* মতেও কিৰাতসৱৰ বৰণ হালধীয়া।[১৫] যেনে —

> *অক্ষয়া বলৱন্তশ্চ তথৈব পুৰুষাদকাঃ।*
> *কিৰাতাস্তীক্ষ্ণ চূড়াশ্চ হেমাভাঃ প্ৰিয়দৰ্শনাঃ।।*
> *আসমীনাশনাশ্চাপি কিৰাতা দ্বীপ বাসিনঃ।*
> *অন্তৰ্জলৱো ঘোৰা নৰব্যাঘ্ৰা ইতি স্মৃতাঃ।*[১৬]

চূড়াযুক্ত কেশবিশিষ্ট কিৰাতসকল দেখিবলৈ মনোমোহা, কেঁচা সোণৰ দৰে তেওঁলোকৰ দেহাৱয়ৱ জিলিকি থাকে। তেওঁলোক পানীৰ তলেৰেও যাব পাৰে। তেওঁলোক ঘোৰৰূপ বিশিষ্ট নৰ ব্যাঘ্ৰ সদৃশ। এইদৰে তেওঁলোক বিখ্যাত।

ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ পৰ্বত-পাহাৰ নিবাসী কিৰাতসকল সোণ আৰু ৰূপৰ বাখৰৰ ক্ষেত্ৰত ধনী আছিল বুলি অনুমান কৰিব পাৰি। তেওঁলোকে এইবোৰ সংগ্ৰহ কৰিছিল পৰ্বত-পাহাৰৰ পৰা। তেওঁলোকে বিবিধ বিধৰ কাপোৰ-কানি, পোছাক-পৰিচ্ছদ প্ৰস্তুত কৰাত অতিকৈ পাগত আছিল। এই কথাখিনিৰ প্ৰমাণৰ বাবে তলৰ উদ্ধৃতিটোৱেই যথাৰ্থ হ'ব; যেনে —

> *এৱং বহুবিধান্ দেশান্ বিজিত্য পৱনাত্মজঃ।*
> *বসু তেভ্য উপাদায় লৌহিত্যমগমদ্ বলী।।*
> *স সৰ্বান্ ম্লেচ্ছ নৃপতীন্ সাগৰানূপবাসিনঃ।*
> *কৰমাহাৰয়ামাস ৰত্নানি বিবিধানি চ।।*
> *চন্দনা গুৰুবস্ত্ৰানি মণিমৌক্তিক কম্বলম্।*
> *কাঞ্চনং ৰজতং চৈব বিদ্ৰুমং মহাধনম্।।*[১৭]

অৰ্থাৎ এইদৰে পৱনপুত্ৰ বলবান ভীমসেনে বহুত দেশ পৰাজিত কৰি তেওঁলোকৰ পৰা বিস্তৰ ধন সংগ্ৰহ কৰি লৌহিত্য দেশ অভিমুখে যাত্ৰা কৰে। তাত তেওঁ সাগৰৰ উপকূল অঞ্চলত ৰাজত্ব কৰি থকা অনেক ম্লেচ্ছ ৰজাসকলক পৰাজিত কৰি বিবিধ ৰত্ন কৰস্বৰূপে আদায় কৰিছিল। তদুপৰি সেই ৰজাসকলে ভীমসেনক চন্দন, অগৰু, বস্ত্ৰ, মণি, মুক্তা, কম্বল, সোণ, ৰূপ আৰু মহামূল্যবান নীলকান্ত মণি উপহাৰস্বৰূপে দিছিল।[১৮]

*মহাভাৰতৰ* পৰা চয়ন কৰা এই শ্লোক দুটিৰ বিষয়বস্তুৰ পৰা কিৰাতসকল তেওঁলোকৰ বাসভূমি, তেওঁলোকৰ দেহাকৃতি আৰু তেওঁলোকৰ জীৱন-নিৰ্বাহ পদ্ধতি আদিৰ বিষয়ে সাধাৰণভাৱে জানিব পাৰি। খ্ৰীষ্টপূৰ্ব তৃতীয় শতিকামানত বৰ্তমানৰ *মহাভাৰত* মহাকাব্যৰ বিষয়বস্তুৱে লিখিত ৰূপ গ্ৰহণ কৰিছিল। গতিকে খ্ৰীষ্টপূৰ্ব তৃতীয় শতিকা আৰু খ্ৰীষ্টাব্দ প্ৰথম শতিকাৰ ভিতৰত কিৰাতসকলৰ পূৰ্ণ অভ্যুত্থান হৈছিল বুলি ঠাৱৰ কৰিব পাৰি। কিৰাতসকলৰ জীৱন-নিৰ্বাহৰ প্ৰণালী আছিল তেনেই সৰল। তেওঁলোকৰ প্ৰধান খাদ্য আছিল ফলমূল, আলু-কচু আদি। তেওঁলোকৰ অন্যতম আভৰণ আছিল জন্তুৰ ছাল। মূৰৰ চুলি আছিল শিখড়যুক্ত। দেখাত তেওঁলোক মনোমোহা। সমৰত তেওঁলোক আছিল ভয়ানক আৰু নিষ্ঠুৰ। ভাৰতবৰ্ষৰ আন আন লোকৰ সৈতে কিৰাতসকলক পৃথক কৰিছিল তেওঁলোকৰ দেহৰ হালধীয়া ৰঙে।

কিৰাতসকলৰ প্ৰকৃত গৃহভূমি সম্পৰ্কে তলৰ শ্লোকটোৰ





পৰা কিছু সমল পাব পাৰি; যেনে —

> *যোজনানাং সহস্ৰং তু দ্বীপোঽয়ং দক্ষিণোত্তৰাৎ।*
> *পূৰ্বে কিৰাতা যস্যান্তে পশ্চিমে যৱনাঃ স্থিতাঃ।।*
> *ব্ৰাহ্মণাঃ ক্ষত্ৰিয়া বৈশ্যা মধ্যে শূদ্ৰাশ্চ ভাগশঃ।*
> *ইজ্যা যুধৱনি জ্যা দৌৰ্বৰ্তয়ন্তো ব্যৱস্থিতাঃ।।*[১৯]

অৰ্থাৎ, এই দ্বীপ উত্তৰ দিশৰ পৰা দক্ষিণ দিশ পৰ্যন্ত সহস্ৰ যোজন বিস্তৃত। ইয়াৰ পূব দিশত কিৰাতসকল আৰু পশ্চিম দিশত যৱনসকলে বাস কৰে। সেই সেই অঞ্চলত যজ্ঞ, অস্ত্ৰধাৰণ আৰু বেপাৰ আদি নিজ নিজ কৰ্মৰ ব্যৱস্থা অনুসৰি আচাৰ-অনুষ্ঠান আদি পালন কৰি ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰসকল বৰ্ণবিভাগ অনুসৰি মাজভাগত থাকে।

উল্লিখিত শ্লোক দুটাৰ আধাৰত আমি স্পষ্টকৈ ক'ব পাৰো যে, পৃথিৱীৰ বিভাজন অনুসৰি ভাৰতবৰ্ষ মধ্যভাগত অৱস্থিত আৰু এই মধ্যভাগতেই বাস কৰে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰসকল। ভাৰতবৰ্ষৰ পূৱফালে কিৰাতসকল আৰু পশ্চিমফালে যৱনসকলে বাস কৰে। পালিভাষাত ৰচিত *মিলিন্দ - পন্‌হ* গ্ৰন্থত *কিৰাত* (*চিনা -চিলাত* অৰ্থাৎ *চীন-কিৰাত*) পদটোৰ উল্লেখ পোৱা যায়। গ্ৰীক ভাষাত ৰচিত গ্ৰন্থ Periplus of the Erythraean Sea নামৰ গ্ৰন্থতো কিৰহঁদে অৰ্থাৎ *কিৰাদ* বা *কিৰাত* প্ৰজাতিৰ উল্লেখ আছে। ৰাজস্থানৰ যোধপুৰ অঞ্চলত পুৰণি কালত এখন নগৰ আছিল আৰু এই নগৰখনৰ সৈতে কিৰাত নামটো জড়িত হৈ আছিল।

ওপৰৰ আলোচনাৰ পৰা সহজে বুজিব পাৰি যে, খ্ৰীষ্টৰ জন্মৰ পূৰ্বে আৰু পৰৱৰ্তী কালত হিন্দুসকলে কিৰাতসকলক পূৰ্বদেশৰ হালধীয়া বৰ্ণবিশিষ্ট প্ৰজাতি আৰু বিশিষ্ট সংস্কৃতি স্ৰষ্টা নৃগোষ্ঠীস্বৰূপে জানিছিল। কিৰাতসকল প্ৰাকৃতিক সম্পদত চহকী আছিল। বয়ন শিল্পতো তেওঁলোক আছিল উন্নত। কপাহৰ খেতি আৰু ইয়াৰ পৰা সূতা কাটি কাপোৰ প্ৰস্তুত কৰাৰ পৰম্পৰা নিৰ্মাতাস্বৰূপেও কিৰাতসকলে খ্যাতি লাভ কৰিছিল। তেনেদৰে তেওঁলোকে উলসূতা, মুগাসূতা, এড়ীসূতা আৰু এই সূতাৰে প্ৰস্তুত কৰা কাপোৰৰ (উলৰ কাপোৰ, মুগাৰ কাপোৰ, এড়ী কাপোৰ) পৰম্পৰাও সৃষ্টি কৰিছে। সমভূমি অঞ্চলত বসবাস কৰি অহা সভ্য হিন্দুসকলো অতি প্ৰাচীন কালৰে পৰা কিৰাতসকলে প্ৰৱৰ্তন কৰা সূতাৰ কাপোৰ, উলৰ কাপোৰ, মুগাৰ কাপোৰ, এড়ী কাপোৰ আদিৰ প্ৰতি আকৃষ্ট হোৱা দেখা গৈছে।

মংগোলীয় লোকসকল ভাৰতবৰ্ষলৈ প্ৰব্ৰজিত হোৱাৰ পিছৰে পৰা তেওঁলোক ভাৰতীয়-মংগোলীয় গোষ্ঠী অথবা 'ইন্দো-মংগোলীয়' স্বৰূপে পৰিচিত হৈছিল। আৰ্যভাষা-ভাষীসকলে ভাৰতীয় মংগোলীয় লোকসকলক কিৰাত নাম দিছিল।[২০] আৰ্যসকলৰ নিচিনাকৈ কিৰাতসকলো ভাৰতীয় জীৱন আৰু সমাজৰ সৈতে একীভূত হৈ গৈছিল আৰু ভাৰতীয় ভূগোল আৰু ইতিহাস নিৰ্মাণ তথা সংস্কৃতি সৃষ্টিত কিৰাতসকলে অৱদান যোগাই ছিল বিস্ময়কৰভাৱে।

চীন-তিব্বত ভাষা-ভাষী যিসকল মংগোলীয় গোষ্ঠীৰ লোক ভাৰতবৰ্ষলৈ প্ৰব্ৰজিত হৈ ভাৰতীয় সংস্কৃতিৰ স্ৰোতধাৰাত মিলি গৈছিল তেওঁলোকেই কিৰাত আৰু এই কিৰাত পদৰ পৰিসৰে ভাৰতবৰ্ষত স্থায়ীভাৱে বাস কৰা মংগোলীয় গোষ্ঠীৰ বিভিন্ন গোষ্ঠী আৰু ঠাল-ঠেঙুলিক সামৰে। সেই গোষ্ঠীসমূহ হৈছে — (ক) হিমালয় গোষ্ঠী (নেপাল আৰু উত্তৰ অসম গোষ্ঠী), (খ) বড়ো-নগা-কুকি-চীন, আহোম, ভাৰতীয় তিব্বতীসকল আদি।

অতি প্ৰাচীন কালৰে পৰা যে প্ৰাগজ্যোতিষ-কামৰূপ অসমত কিৰাতসকলে বাস কৰি আহিছে তাৰ স্পষ্ট আভাস পোৱা যায় খ্ৰীষ্টিয় দশম শতিকাত ৰচিত *কালিকা-পুৰাণত* উপস্থাপিত বৰ্ণনাৰ পৰা। নৰকাসুৰে প্ৰাগজ্যোতিষৰ সিংহাসন অধিকাৰ কৰাৰ পূৰ্বৰে পৰা এই ভূভাগ কিৰাতসকলৰ বাসভূমি আছিল। কোনো কোনো পণ্ডিতৰ মতে নৰকাসুৰ, বাৰ্ণাসুৰ আদি কিৰাতবংশীয় নৃপতিহে আছিল। নৰকাসুৰ যে অনা-আৰ্য আৰু প্ৰাগজ্যোতিষ নৃপতি আছিল তাৰ স্পষ্ট আভাস তলৰ শ্লোকটোত পোৱা যায়। শ্লোকটো ৰামায়ণৰ পৰা চয়ন কৰা হৈছে। যেনে —

> *তত্ৰ প্ৰাগজ্যোতিষং নাম জাতৰূপময়ং পুৰম্।*
> *তস্মিন বসতি দুষ্টাত্মা নৰকো নাম দানৱঃ।*[২১]

কিৰাতসৱৰ উপাস্য দেৱতা শিৱ 'কিৰাত ৰূপায়' আৰু তেওঁৰ পত্নী পাৰ্বতীও কিৰাতী। প্ৰাগজ্যোতিষ-কামৰূপত যেতিয়াৰ পৰাই শিৱ-উপাসনাই প্ৰাধান্য লাভ কৰিছিল তেতিয়াৰ পৰাই কিৰাতসকলে ইয়াত স্থায়ীভাৱে বসবাস কৰিছিল। *কালিকা পুৰাণৰ* মতে নৰকাসুৰ মিথিলাৰ পৰা প্ৰাগজ্যোতিষলৈ আহি এই দেশৰ সিংহাসনত অধিষ্ঠিত হোৱাৰ পূৰ্বৰে পৰা এই দেশ শিৱই নিজৰ লীলাভূমি স্বৰূপে ৰাখিছিল; যেনে —

> *নিমজ্য ক্ষণমাত্ৰেণ প্ৰাগজ্যোতিষপুৰং গতঃ।*
> *মধ্যগং কামৰূপস্য কামাখ্যা যত্ৰ নায়িকা।।*
> *স চ দেশঃ স্বৰাজ্যাৰ্থে পূৰ্বং গুপ্তশ্চ শম্ভু।।*[২২]

অৰ্থাৎ, এখন্তেক সময়ৰ ভিতৰতে প্ৰাগজ্যোতিষপুৰত উপস্থিত হ'ল। সেই ঠাইখন কামৰূপৰ সোঁ-মাজতে অৱস্থিত, য'ত কামাখ্যাই নায়িকা। সেই দেশ শিৱই পূৰ্বৰে পৰা নিজৰ লীলাভূমি স্বৰূপে ৰাখিছিল।

কিৰাতসকলৰ দ্বাৰা শিৱ পূজিত হৈছিল। কিৰাতসকল কোন? কিৰাতসকল এই দেশৰ খিলঞ্জীয়া অধিবাসী। বিষ্ণুৰ দৃষ্টিত কিৰাতসকল মদ্য-মাংসাসক্ত, জ্ঞান-বিজ্ঞান বিবৰ্জিত, পীতকায় আৰু মুণ্ডিত।

> *কিৰাতৈৰ্বলিভিঃ ক্ৰুৰৈৰঞ্জৈৰপি চ বাসিতঃ।।*
> *ৰুক্মস্তত্ৰ নিৰ্ভাংস্তত্ৰ কিৰাতান্ জ্ঞান বৰ্জিতাম্।*
> *অনৰ্থ মুণ্ডিতান্ মদ্যমাংসা শনৈক তৎপৰান্।।*
> *দদৰ্শ বিষ্ণুঃ কুপিতান্ বিষ্ণুং দৃষ্টা দ্বিজৰ্ষভাঃ।।*[২৩]

কিৰাতসকলৰ অধিপতিৰ নাম ঘটকাসুৰ, তেওঁ মহা বীৰ্যবান, সুবৰ্ণ




স্তম্ভসদৃশ তেওঁৰ কলেৱৰ, তেওঁ প্ৰদীপ্ত অগ্নিশিখাৰ দৰে উজ্জ্বল

*তেষামধিপতিস্তত্ৰ ঘটকো নাম বীৰ্যবান্।*
*ৰুক্মস্তম্ভনিভস্তুঙ্গঃ প্ৰদীপ্ত ইব পাবকঃ।।*[২৪]

ঘটকাসুৰক বধ কৰি নৰকাসুৰ প্ৰাগজ্যোতিষৰ নৃপতি হয়। কিৰাতসকলে তেওঁৰ শৰণ লয় আৰু নৰকাসুৰ কিৰাতসৱৰ নৃপতি হয়। নৰকাসুৰ প্ৰাগজ্যোতিষৰ নৃপতি হোৱাৰ লগে লগেই শিৱৰ অনুমতিক্ৰমে কিৰাতসৱক বিষ্ণুৱে পূবে ললিতা-কান্তাক সীমা কৰি সাগৰ পৰ্যন্ত থাকে; যেনে —

*এৱমুক্তা স্বয়ং বিষ্ণুঃ শম্ভোৰনুমতে স্তদা।*
*সৰ্ব্বান কিৰাতান্ পূৰ্বস্যাং সাগৰান্তে ন্যৱেশয়ৎ।।*
*পূৰ্ৱং ললিতকান্তায়াঃ সমাদায়াৱধিং পুনঃ।*
*যাৱৎ সাগৰ পৰ্যন্তং কিৰাতাস্তাৱদাৱসন্।।*
*পশ্চাল্ললিতকান্তায়া দেশং কৃত্বাৱধিং পুনঃ।*
*কৰতোয়া নদীং যাৱৎ কামাখ্যানিয়ন্তু তৎ।।*
*তস্মাৎ কিৰাতানুৎসাৰ্য্য বেদশাস্ত্ৰাতিগান্ বহূন্।*
*দ্বিজাতীন্ বাসয়ামাস তত্ৰ বৰ্ণান সনাতনান্।।*
*বেদাধ্যয়ন দানানি সততং বৰ্ত্ততে যমা।*
*তথা চকাৰ ভগবান্ মুনিভিৰ্বাসয়ন বিভুঃ।।*
*নচিৰাদভৱদ্দেশঃ কামৰূপাহবয়স্তদা।।*[২৫]

অৰ্থাৎ বিষ্ণুৱে নৰকক এইদৰে কৈ মহাদেৱৰ আজ্ঞা অনুসাৰে পূবফালে অৱস্থিত সাগৰৰ ওচৰতে থকা ঠাইত কিৰাতসকলক স্থাপন কৰালে। ললিত-কান্তাৰ পূব অঞ্চলৰ পৰা সাগৰলৈকে এই বিস্তীৰ্ণ অঞ্চল কিৰাতসকলৰ বাসস্থান হ'ল আৰু ললিত-কান্তাৰ পৰা কৰতোয়া নদীলৈকে এই অঞ্চল কামাখ্যা দেৱীৰ ক্ষেত্ৰ স্বৰূপে পৰিচিত হ'ল। এই অঞ্চলৰ কিৰাতসকলক উচ্ছেদ কৰি তাত বেদশাস্ত্ৰপণ্ডিত অনেক ব্ৰাহ্মণ আদি শ্ৰেষ্ঠ বৰ্ণক স্থাপন কৰালে। ভগৱান বিষ্ণুৱে মুনিসকলৰ বাসস্থানৰ সুব্যৱস্থা কৰি বেদাধ্যয়ন, দানধৰ্ম আদিৰ বৃদ্ধিৰ বাবে যাৱতীয় ব্যৱস্থা গ্ৰহণ কৰিলে। আৰু ইয়াৰ পিছতেই দেশখনৰ নাম হ'ল কামৰূপ।

ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি যে, নৰকাসুৰ স্বৰূপাৰ্থত কিৰাত গোষ্ঠীসম্ভূত নহয়, তেওঁ আৰ্য বংশসম্ভূত; যিহেতু তেওঁ বিষ্ণুৰ ঔৰসজাত সন্তান; বিষ্ণু আৰ্য সংস্কৃতিৰ প্ৰতীক। নৰকাসুৰ দেৱতাৰ সন্তান বা আৰ্য বংশধৰ হ'লেও তেওঁ অসুৰ (অৰ্থাৎ ন সুৰ ইতি অসুৰ) স্বভাৱ বিশিষ্ট। তেওঁ কিৰাত বংশসম্ভূত নহ'লেও তেওঁ কিৰাত অধিপতি; নাইবা তেওঁ কিৰাত বংশসম্ভূত হ'ব পাৰে, কিন্তু সংস্কৃতীয়াকৰণ প্ৰক্ৰিয়াৰ জৰিয়তে তেওঁ আৰ্যায়িত হ'ব পাৰে। কিৰাত সংস্কৃতিত হাতীৰ ভূমিকা তাৎপৰ্যপূৰ্ণ। ভগদত্তই হস্তীত উঠি কুৰুক্ষেত্ৰলৈ অগ্ৰসৰ হৈছিল আৰু হাতীত উঠিহে তেওঁ অৰ্জুনৰ লগত যুদ্ধত প্ৰবৃত্ত হৈছিল। সেইদৰে প্ৰাগজ্যোতিষৰ ৰজা ঘটকাসুৰে ঐৰাৱত সদৃশ আৰু গৰুড়তুল্য কিৰাতাধিৰাজৰ বাহন শ্বেতহস্তীত আৰোহণ কৰি নৰকাসুৰৰ সৈতে তুমুল যুদ্ধত প্ৰবৃত্ত হৈছিল। ঘটকাসুৰৰ মৃত্যুৰ পিছত নৰকাসুৰে সেই হাতীটো নিজৰ বাহনস্বৰূপে গ্ৰহণ কৰিছিল আৰু বিষ্ণুৰ নিৰ্দেশ অনুসৰি (*কিৰাতান্ জহি যাৱত্তং দেৱীং দিক্কৰবাসিনীম্। পলায়মানান্ বিদ্ৰাবা পালয় শৰণং গতান্।।*[২৬]) ঘটকাসুৰৰ বাহন চতুৰ্দন্ত বিপুল শৰীৰবিশিষ্ট আৰু বীৰ্যত ঐৰাৱত সদৃশ, বেগত গৰুড়-তুল্য, বগা হাতীটোত উঠি দিক্কৰবাসিনীৰ স্থান পৰ্যন্ত কিৰাতসকলক খেদি পঠিয়াইছিল; যেনে —

*ততঃ স নৰকো বীৰঃ সমাৰুহ্য সিতং গজম্।*
*চতুৰ্দন্তং মহাকায়ং কিৰাতধিপবাহনম্।।*
*ঐৰাৱত সমং বীৰ্যো বেগেন গৰুড়োপমম্।*
*কিৰাতান্ দ্ৰাবয়ামাস যাবদ্দিকৰ বাসিনীম্।।*[২৭]

পিতৃ নৰকাসুৰে কিৰাতসকলক দিক্কৰবাসিনীৰ স্থান পৰ্যন্ত খেদি পঠিয়ালেও তেওঁৰ পুত্ৰ ভগদত্তৰ ৰাজত্বকালতো প্ৰাগজ্যোতিষপুৰ বা প্ৰাগজ্যোতিষ নগৰ কিৰাত-চীন আদি লোকৰ দ্বাৰা পৰিবৃত্ত হৈ আছিল। আমাৰ এই প্ৰমেয়ৰ সপক্ষে মহাভাৰতৰ সভাপৰ্বৰ পৰা তলত দিয়া শ্লোকটোলৈ আঙুলিয়াব পাৰোঁ; যেনে—

*স কিৰাতৈশ্চ চীনৈশ্চ বৃত্তঃ প্ৰাগজোতিষোহ ভৱৎ।*
*অন্যৈশ্চ বহুভিৰ্যোধৈঃ সাগৰানূপবাসিভিঃ।।*[২৮]

অৰ্থাৎ প্ৰাগজ্যোতিষপুৰৰ নৰেশ (অৰ্থাৎ ভগদত্ত), কিৰাত, চীন আৰু সমুদ্ৰৰ উপকূল নিবাসী অন্য বহুত যোদ্ধাৰ সৈতে পৰিবৃত্ত।

ভাৰতৰ উত্তৰ-পূব ভূ-ভাগ অৰ্থাৎ প্ৰাচীন অসমৰ জন গাঁথনিত কিৰাতসকলে তাৎপৰ্যপূৰ্ণ স্থান অধিকাৰ কৰি আহিছে। অৰুণাচল, মিজোৰাম, মণিপুৰ, ত্ৰিপুৰা আৰু নাগালেণ্ডৰ সৰহ সংখ্যক অধিবাসীয়েই কিৰাতমূলীয়। মেঘালয়তো কিৰাতমূলীয় লোকৰ বসতি লক্ষ্য কৰা যায়। অসমৰ (বৰ্তমান কালৰ) সৰহ সংখ্যক লোকেই কিৰাত বংশসম্ভূত। সেই কিৰাতসকলেই সংস্কৃতীয়াকৰণ প্ৰক্ৰিয়াৰ জৰিয়তে হিন্দুৰ জাতি স্তৰত সোমাই পৰিছে। আনকি 'অসম' নামটো কিৰাত গোষ্ঠীৰ ভাষা অৰ্থাৎ ভাৰত-চীন ভাষা-গোষ্ঠী সম্ভূত। কোনো কোনো পণ্ডিতৰ মতে 'হা-চাম' (বড়ো) কিৰাত শব্দ ৰূপৰ পৰাহে 'অসম' শব্দটোৰ উদ্ভৱ হৈছে। কিৰাত পৰিয়ালৰ অন্তৰ্গত চীন-তিব্বতীয়া ভাষা-পৰিয়ালৰ ভোটবৰ্মী শাখাৰ পৰা অসম তথা ভাৰতৰ উত্তৰ পূৰ্বাঞ্চলত সিঁচৰতি হৈ থকা বৰো, ৰাভা, লালুং (তিৱা), মিকিৰ (কাৰবি), দেউৰী, মিৰি (মিচিং), নগা, লুচাই, মেইতেই, অকা, আদি, নিচি বা ডফলা, মিছিমি আদি বিবিধ ভাষা-উপভাষাৰ উৎপত্তি হৈছে। চীন-তিব্বতীয়া ভাষা-পৰিয়ালৰ শাখা থাই-কাডাইমৰ পৰা অসম-অৰুণাচল আদিত প্ৰচলিত তাই-আহোম, নৰা, আইতনীয়া, খামতি, কাময়েং, আইতন (Aiton), ফাকিয়াল, তুৰুং আদি বিভিন্ন ভাষা-উপভাষাৰ বিকাশ ঘটিছে আৰু এই ভাষা উপভাষা কোৱা লোক ভাৰতৰ উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন অঞ্চলত দেখিবলৈ পোৱা যায়। মুঠতে কিৰাত জনগোষ্ঠীৰ লোকসকলেই ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যৰ জনগোষ্ঠীৰ অন্যতম উপাদান। ইয়াৰ উদাহৰণ স্বৰূপে আমি বড়ো-কছাৰী, মেছ,






ৰাভা, তিৱা বা লালুং, মিকিৰ বা কাৰবি, সোণোৱাল, ঠেংগাল, দেউৰী-চুতীয়া, মিৰি বা মিচিং, গাৰো, হাজং ডিমাছা, খামতি, তাই-ফাকে, ফাকিয়াল, তুৰং, নৰা, আইতনীয়া, কামায়ং, আদি, নিচি, অকা, মিছিমি, আও, আংগামি, চেমা, কন্যাক, লোহতা ফোম, ছেং, ৰেংমা, জেমি, কেছা আদি বিভিন্ন নগা গোষ্ঠী, মেইতেই, কুকি, মিজো, মাৰ, পৱই, লাখৰ, থাকো-কুকি, পাইতে, লাণ্টে, মনপা, ছেৰদুকপান, আপাতানি, তাগিন, চিংফৌ, তাংগা, নক্টে, ৱাঞ্চো, ত্ৰিপুৰী, চাকমা, মাঘ, বিয়াং, পুৰুম, ৰেইপেই, জয়ন্তিয়া, টাংখুল, নগা, অইমোল, কবুই আদি জনজাতীয় লোকসকললৈ আঙুলিয়াব পাৰি।

কিৰাতসকলৰ ধৰ্ম আৰু সংস্কৃতিৰদ্বাৰা আৰ্যবৰ্ণ হিন্দুসকল প্ৰভাৱিত হৈছিল তাৎপৰ্যপূৰ্ণভাৱে। কিৰাত সংস্কৃতিৰ পয়োভৰ চলি থাকোঁতেই সীমিতসংখ্যাৰ আৰ্যবৰ্ণ হিন্দুৰ লোক এই অঞ্চললৈ প্ৰব্ৰজিত হৈছিল আৰু বৈদিক সংস্কৃতি আৰু কিৰাত সংস্কৃতিৰ পাৰস্পৰিক প্ৰভাৱৰ পৰিণতিত এটা নতুন সংস্কৃতিৰ জন্ম হ'ল যি সংস্কৃতিৰ নাম কৈৰাতজ সংস্কৃতি (বা কৈৰাতজ ধৰ্ম বা কিৰাত ধৰ্ম)। এই প্ৰসংগত যোগিনীতন্ত্ৰৰ এটি উক্তি বিচাৰ্য; যেনে —

*সৰ্ব্বেশো যোগিনীপীঠে ধৰ্মং কৈৰাতজং মতং।।*[২৯]

অৰ্থাৎ সৰ্বেশ যোগিনী পীঠত (অৰ্থাৎ কামাখ্যাত অৰ্থাৎ কামৰূপত অৰ্থাৎ বৰ্তমানৰ উত্তৰ-পূৰ্বাঞ্চলত) কিৰাত ধৰ্মহে প্ৰচলিত।

এই প্ৰসংগত আমি ক'ব পাৰোঁ যে, যদিও হিন্দু ধৰ্মই ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাত প্ৰাধান্য লাভ কৰিছে তথাপি হিন্দুধৰ্ম ব্ৰহ্মপুত্ৰ উপত্যকা আৰু সুৰমা উপত্যকাৰ আদিম ধৰ্ম নহয়। কিন্তু হিন্দু ধৰ্ম প্ৰচলনৰ আগত ইয়াৰ অধিবাসীবোৰৰ কি ধৰ্ম আছিল, সেই বিষয়ে একো জনা নাযায়। বৌদ্ধ বা আন যিকোনো ধৰ্মৰ ঠাই ই যে অধিকাৰ কৰিছে তাৰো একো চিনচাব পোৱা নাযায়। ... হিন্দুধৰ্ম বৈদিক ধৰ্মৰ পৌৰাণিক সংস্কৰণ। হিন্দুসকল অসম দেশলৈ অহাৰ লগে লগেহে ইয়াৰ প্ৰচলন সম্ভৱ।'[৩০]

পৰ্বত-পাহাৰ বা ভৈয়াম আদিত বাস কৰা অহিন্দু জনজাতিবোৰৰ ভিতৰত যিদৰে বিভিন্ন কৌলিক ধৰ্ম চলি আছে, দূৰ অতীততো তেনেদৰে তেওঁলোকৰ মাজত নানা কৌলিক ধৰ্ম চলি আছিল। এইসকলৰ বাহিৰেও আন জাতি-উপজাতিৰ মাজত হিন্দু ধৰ্মই ব্যাপকভাৱে বিস্তৃতি লাভ কৰাৰ পৰিণতিত হিন্দু জাতি-উপজাতিৰ সাংস্কৃতিক উপাদানৰাজি হিন্দুধৰ্মৰ দেহত প্ৰৱেশ কৰিলে অৰ্থাৎ আৰ্য আৰু অনা-আৰ্য সংস্কৃতিৰ মাজত সমীভৱন প্ৰক্ৰিয়া বা সমন্বয় প্ৰক্ৰিয়া আৰম্ভ হ'ল আৰু এই ঐতিহাসিক আৰু সাংস্কৃতিক প্ৰক্ৰিয়াই কৈৰাতজ সাংস্কৃতিৰ পথ-পৰিক্ৰমা সুকৰ আৰু সুগম কৰি তুলিলে। কিৰাত আৰু আৰ্য সংস্কৃতিৰ মিলনে অসমৰ সামাজিক জীৱন আৰু সাংস্কৃতিক জীৱনত স্বাতন্ত্ৰ্য প্ৰদান কৰিলে — যি স্বাতন্ত্ৰ্য ভাৰতৰ আন আন অঞ্চলত পৰিদৃষ্ট নহয়। অসমৰ ক্ষেত্ৰত জাতি আৰু জনজাতিৰ মাজত পাৰ্থক্য নাই। কিৰাতৰ পৰা শৰণীয়া হৈ হিন্দু হোৱা লোকেই অজনজাতীয় অসমীয়া সমাজৰ মূল ভিত্তি। ড° প্ৰফুল্ল দত্ত গোস্বামীৰ ভাষাত — *The so called tribes are not exactly tightself contained communities, converts from them have formed the basis of the Assamese people.*[৩১]

শৰণীয়া কিৰাতসকল যে হিন্দু সমাজৰ দ্বাৰা সমাদৃত ব্যক্তি স্বৰূপে আত্মপ্ৰকাশ কৰিব পৰা নাছিল তেনে নহয়, আনকি তেওঁলোকৰ অনেকে ৰাজকীয় ক্ষমতাৰো অধিকাৰী হ'বলৈ সক্ষম হৈছিল। তেনে এগৰাকী কৃতীশালী নৃপতি বৰাহীৰজা মহামাণিক্য। খ্ৰীষ্টিয় চতুৰ্দশ শতিকাৰ প্ৰাৰম্ভিক কালছোৱাত মহামাণিক্যই কবিৰাজ মাধৱ কন্দলিক নিৰ্দেশ দিছিল বাল্মীকিকৃত সপ্তকাণ্ড *ৰামায়ণ* পদবন্ধে অসমীয়াত ৰচনা কৰিবলৈ। মহামাণিক্যই কিৰাত গোষ্ঠী বা জনজাতীয় ভাষাত *ৰামায়ণ* পদবন্ধে অনুবাদ কৰিবলৈ নিদি অসমীয়া ভাষাত ৰচনা কৰিবলৈ নিৰ্দেশ দিয়াৰ মুখ্য উদ্দেশ্য আছিল অসমীয়া সংস্কৃতিৰ ভঁৰাল চহকী কৰা। তেনেদৰে নৃপতি-মহান নৰনাৰায়ণ আৰু তেওঁৰ পৰৱৰ্তী কোচ নৃপতিসকলৰ সাংস্কৃতিক অৱদানেৰে অসমীয়া সংস্কৃতি চিৰভাস্বৰ হৈ আছে। তাম্ৰধ্বজ নাৰায়ণৰ পত্নী আৰু সুদৰ্প নাৰায়ণৰ মাতৃ ৰাণী চন্দ্ৰপ্ৰভাই ভূৱনেশ্বৰ বাচস্পতিৰ হতুৱাই সংস্কৃত *নাৰদীয় কথামৃত* গ্ৰন্থখন অসমীয়া ভাষালৈ অনুবাদ কৰাইছিল। নৰনাৰায়ণ আৰু চিলাৰায়ৰ বংশধৰ দৰঙী ৰজাসকলেও অসমীয়া সংস্কৃতিৰ শ্ৰীবৃদ্ধিত প্ৰভূতভাৱে সমল যোগাইছিল। আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহ, ৰুদ্ৰসিংহ, শিৱসিংহ আৰু আন আন আহোম নৃপতিসৱেও অসমীয়া ভাষা-সংস্কৃতিৰ বিকাশত তাৎপৰ্যপূৰ্ণভাৱে অৰিহণা যোগাইছিল। এই প্ৰসংগত স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ভূমিকা অৰ্থপূৰ্ণ।

অসমৰ ভাষা-সাহিত্য, গীত-পদ, আখ্যান-উপাখ্যান, প্ৰবচন-সাঁথৰ, যাদু-মন্ত্ৰ, বিশ্বাস-ধৰ্ম-ধৰ্মীয় কৃত্য, আচাৰ-অনুষ্ঠান, উৎসৱ, পূজা -পাৰ্বণ, লোক ঔষধ, খেল-ধেমালি, কলা-শিল্প-স্থাপত্য-ভাস্কৰ্য, ৰন্ধন, আঞ্জা-ব্যঞ্জন, জা-জলপান, পাণ-তামোল, আভৰণ, গীত-নৃত্য-নাটক আদিত কিৰাত সংস্কৃতিৰ উপাদানৰ অভাৱ নাই।

অসমত প্ৰচলিত বৈদিক আৰ্যধৰ্মৰ দেহত নানা পৰিৱৰ্তনে স্থান লাভ কৰিছে কিৰাতসকলৰ ধৰ্ম আৰু ধৰ্মীয় বিশ্বাসৰ প্ৰভাৱত। কৈৰাতজা সংস্কৃতিৰ প্ৰভাৱৰ বাবেই কামৰূপ-অসমত নিৰামিষ ভোজন, ব্ৰহ্মচৰ্যব্ৰত পালন, সন্ন্যাস গ্ৰহণ আদি যিবোৰ বৈদিক ধৰ্মত লক্ষ্য কৰা যায় সেইবোৰৰ পৰম্পৰা অসমত প্ৰায় অপ্ৰচলিত। বৈদিক ধৰ্মৰ পৰম্পৰা অনুসৰি হাঁহ, পাৰ, কাছ, বৰাহ আদি অভক্ষণীয়; কিন্তু অসমত এইবোৰ ভক্ষণীয়, আনকি দেৱ-দেৱীৰ উদ্দেশ্যেও হাঁহ, পাৰ, কাছ, বৰাহ বলি দিয়া হৈছিল, বৰ্তমানো বলি দিয়া হয়। আনকি কামাখ্যা দেৱীৰ সন্তুষ্টিৰ অৰ্থে বনকুৰ্কুট বলি দিয়াৰ বিধান আছে আৰু বলিস্বৰূপে আগ বঢ়োৱা বনকুৰ্কুটৰ মঙহেৰে ৰন্ধা ব্যঞ্জন দেৱীক উছৰ্গা কৰা আৰু সেই ব্যঞ্জন ভক্তবৃন্দই গ্ৰহণ কৰাত কোনো ধৰণৰ আপত্তি উঠিব নোৱাৰে। উদাৰ কৈৰাতজ সংস্কৃতিৰ



সুদূৰপ্ৰসাৰী প্ৰভাৱৰ বাবেই কামৰূপত সংসৰ্গ দোষ অৰ্থাৎ জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে মিলামিছা ক'ৰাত কোনো দোষ হ'ব নোৱাৰে। এই উদাৰতাৰ বাবেই সম্ভৱ স্পৃশ্য-অস্পৃশ্যৰ ভেদভাৱ আজি পৰ্যন্ত অসমত নাই। 'সংসৰ্গ পাতকে নৈৱ।' ইয়াত স্ত্ৰী ধৰ্মকো ধৰ্ম বুলি মানি ল'ব লাগে। স্ত্ৰী ধৰ্মৰ অৰ্থ ঋতু অৰ্থাৎ স্ত্ৰীৰ ঋতুকালতো সংগম কৰিব লাগে; যিহেতু ইয়াত ব্ৰহ্মচৰ্য ব্ৰত অচল। স্ত্ৰীসকলে শুক্ৰদৰ্শন পালন কৰিব নালাগে আৰু তেওঁলোকে সদায় তামোল-পাণ খোৱা উচিত। তেওঁলোকৰ দাঁতবোৰ বগা নহয়, ক'লা।

যোগিনীতন্ত্ৰৰ মতে —

*কামৰূপে ন সন্ন্যাসং তথা দীৰ্ঘতমং প্ৰিয়ে।*
*ন ত্যজেৎ সামিষং দেৱি ব্ৰহ্মচৰ্য্যমতং ন চ।।*
*সংসৰ্গপাতকে নৈব স্ত্ৰীধৰ্মকৰ্মণাশ্ৰয়ং।*
*ন শুক্ৰদৰ্শনং স্ত্ৰীণাং তাম্বুলাশা সদা ভৱেৎ।।*
*হংসপাৰাৱতং ভক্ষ্যং কূৰ্মং বাৰাহমেৱ চ।*
*কামৰূপে পৰিত্যাগাদ্দুৰ্গতিস্তস্য সম্ভৱঃ।।*[৩২]

অৰ্থাৎ কামৰূপত দীৰ্ঘতম সন্ন্যাস গ্ৰহণ, নিৰামিষ ভোজন আৰু ব্ৰহ্মচৰ্যব্ৰত ধাৰণ কৰাৰ মত নাই। তিৰোতাসকলৰ ধৰ্ম-কৰ্মত সংসৰ্গ পাতকৰ দ্বাৰা লিপ্ত নহয়। তিৰোতাসকলে শুক্ৰদৰ্শন পালন কৰিব নালাগে আৰু সদায় তামোল খাব লাগে। কামৰূপত হাঁহ, পাৰ, কাছ, বৰাহ সদায় ভক্ষণীয়। এইবোৰ নাখালেহে মানুহৰ দুখ-দুৰ্গতিয়ে লগ ধৰে।

কিৰাত সংস্কৃতি বা ধৰ্মৰ ওপৰোল্লিখিত বৈশিষ্ট্যসমূহৰ কিছুমান বৰ্তমানো অসমৰ লোকায়ত জীৱনত প্ৰচলিত। উদাহৰণস্বৰূপে মহিলাসকলে তামোল খোৱা, ছাইৰে দাঁত ক'লা কৰা আদি দস্তুৰ সৌ সিদিনালৈকে অজনজাতীয় গঞা নাৰীৰ মাজতো প্ৰচলিত আছিল।

নৃপতি বিশ্বসিংহ আৰু তেওঁৰ পুত্ৰ ভূপতি নৰনাৰায়ণ উভয়ে আছিল কৈৰাতিকা আৰু বৈদিক উভয় সংস্কৃতিৰ পৃষ্ঠপোষক। 'অসম ৰাজাৰ ৰাজ্য মাৰিবাক প্ৰতি' যাত্ৰা কৰাৰ আগ মুহূৰ্তত মল্লদেৱ ওৰফে নৰনাৰায়ণে কৈৰাতিক নিয়মে শিৱ মহাদেৱক পূজা কৰিছিল; যেনে—

প্ৰথম নিশাত দেখা দিলা সদাশিৱ।
বোলে আপোনাৰ নীতি এৰিলিহি কিয়।।
কছাৰীৰ মতে এভো কৰিও নাচন।
তোৰ জয় হৈব কৈলো স্বৰূপ বচন।।
এহি বুলি মহাদেৱ অন্তৰ্ধান ভৈলা।
চেতন লভিয়া ৰজা সম্ভাৰ ছপাইলা।।
সোণকোষ নদীৰ তীৰত থানাগাৰি।
পাতিলা নাচন যত আনিয়া কছাৰী।।
হংস পাৰ মদ ভাত মহিষ শূকৰ।
কুকুৰা ছাগল উপহাৰ নিৰন্তৰ।।
পাতিলা নাচন তমা মাদল বজাই।
সবাৰো মাজত তুলিলন্ত দেওধাই।।[৩৩]

মহাৰাজ নৰনাৰায়ণে গোহাঁইকমল আলিক মধ্যসীমা কৰি উত্তৰফালে যিমান দেৱ-দেৱীৰ মন্দিৰ আছে সেইবোৰত কোচে-মেচে পূজা কৰিবলৈ আৰু দক্ষিণফালে যিমানবোৰ মঠ-মন্দিৰ, দ'ল-দেৱালয় আছে সেইবোৰত ব্ৰাহ্মণ পুৰোহিতে পূজা কৰিবলৈ নিৰ্দেশ দিয়ে; যেনে —

*শপত খুৱাই ৰাজা বুলিলা বচন।*
*শুনিয়ো সমস্তে মোৰ বাক্য নিবন্ধন।।*
*গোহাইকমল আলি মধ্যে সীমা কৰি।*
*উত্তৰৰ ফালে আছে যতেক কছাৰী।।*
*সেহিফালে দেৱালয় আছে যত যত।*
*কোচে মেচে পূজিবেক মোহোৰ বাক্যত।।*
*দক্ষিণৰ ফালে পূজা ব্ৰাহ্মণে কৰিব।*
*এহি নিবন্ধনে সৱে ধৰ্ম প্ৰৱৰ্তিব।।*[৩৪]

মহাৰাজ নৰনাৰায়ণৰ ৰাজত্বকালত কৈৰাতিকা ধৰ্মমত আৰু বৈদিক ধৰ্মমত অথবা কৈৰাতিকা সংস্কৃতি আৰু বৈদিক সংস্কৃতি উভয়কে পুনঃ প্ৰতিষ্ঠা কৰা হৈছিল। অনেক হিন্দু কিৰাতৰ মাজত এই উভয় পদ্ধতি পৰম্পৰাগতভাৱে চলি আহিছে।

দৰঙৰ টংলা, হৰিশিঙা, ওদালগুৰি আদিৰ হিন্দুধৰ্মী কিৰাত (অৰ্থাৎ বড়ো-কছাৰী)সকলে কৈৰাতিকা আৰু বৈদিক উভয় পদ্ধতিৰেই পূজা-উপাসনা সম্পাদন কৰে। উদাহৰণস্বৰূপে তেওঁলোকে বাসুদেৱ-পূজা, মনসা-পূজা অথবা বিয়া-বাৰু আদি ব্ৰাহ্মণ পুৰোহিতেৰে সম্পাদন কৰে। অন্যহাতে তেওঁলোকে বুঢ়া গোসাঁই বা শিৱ পূজা সম্পাদন কৰে কিৰাত (অৰ্থাৎ বড়ো-কছাৰী) দেউৰী বা পুৰোহিতেৰে। এইদৰে চালে দেখা যায় যে, তেওঁলোকৰ মাজত জাতি-জনজাতি উভয়ৰ বৈশিষ্ট্য চলি আহিছে আৰু এই ঐতিহাসিক প্ৰক্ৰিয়াৰ নামেই Castetribe Continuum।

অসমীয়া সংস্কৃতিৰ মূল ভিত্তি কিৰাত বা কৈৰাতিকা সংস্কৃতি। কিৰাত বা কৈৰাতিকা সংস্কৃতিৰ বহিঃ আৱৰণস্বৰূপে বৈদিক সংস্কৃতিয়ে ভূমিকা গ্ৰহণ কৰি আহিছে। অন্যহাতে বৈদিক সংস্কৃতি অথবা পৌৰাণিক হিন্দু সংস্কৃতিৰ সংমিশ্ৰণত কৈৰাতিকা সংস্কৃতিয়ে দ্বিজত্ব লাভ কৰিছে।

পৰিশেষত ক'ব লাগিব যে কিৰাতসকলৰ চেষ্টা-প্ৰচেষ্টাৰ বলতেই ভাৰতবৰ্ষৰ মহাজাতীয় চৈতন্যৰ সৈতে প্ৰাগজ্যোতিষ-কামৰূপ-অসমৰ জাতীয় চৈতন্যৰ অপূৰ্ব মিলন সম্ভৱ হৈছে। অসম তথা ভাৰতৰ সংস্কৃতিক ঐশ্বৰ্যময়ী আৰু শ্ৰীময়ী কৰাত কিৰাতসকলৰ অৱদান সৰ্বতোদিসাৰী। ❑







তথ্যসূত্ৰ —

১। S.K. Chatterji : *Kirata - Jana - Krti*, p. 6
২। B.M. Das 'Some Aspects of Physical Anthropology of the Tribes of North-East India' in *The Tribes of North-East India*, ed. S. KarotemPrel, p. 47.
৩। *Ibid* p. 46
৪। Sylvain Levi, Nepal, vol. II, p. 75 ff (Quated from S.K. Chatterji)
৫। *অথৰ্ববেদ*, ১০/২/১৩-১৪
৬। S.K. Chatterji, *op-cit*, p.28
৭। V.S. Apte : *Practical Sanskrit - English Dictionary*, p. 357.
৮। হৰিনাৰায়ণ দত্তবৰুৱা , সম্পা, *শ্ৰীশংকৰদেৱৰ বাক্যামৃত*, ২য় স্কন্ধ ভাগৱত, পদ ৪৭৪।
৯। S.K. Chatterji, *op-cit*, p. 29
১০। *বৈদেহস্থস্তু কৌন্তেয় ইন্দ্ৰ পৰ্বতমন্তিকাৎ।*
*কিৰাতানামাধিপতীন জয়ৎ সপ্ত পাণ্ডৱ।।* — মহাভাৰত সভাপৰ্ব ৩৩/১৫
১১। বনপৰ্ব ৩৫/২ ; ১২। বনপৰ্ব ৩৫/১৭ ; ১৩। বনপৰ্ব ৩৫/১৮
১৪। সভাপৰ্ব ২৬/৯; ১৫। কিষ্কিন্ধ্যাকাণ্ড ৪০/২৭-২৮
১৬। Wasudev L.S. Pansikar (ed) : *The Ramayana*, 4/40/27-28.
১৭। *মহাভাৰত*, সভাপৰ্ব ৩০/২৬-২৮
১৮। 'ম্লেচ্ছ' শব্দৰ অৰ্থ যিসকল আৰ্য নহয়, গতিকে কিৰাতসকল ম্লেচ্ছ স্বৰূপেও মহাকাব্যৰ যুগত পৰিচিত হৈছিল।
১৯। *বিষ্ণুপুৰাণ* ২/৩/৮-৯
২০। S.K. Chatterji, *op-cit*, p.38
২১। বাল্মীকি কৃত *ৰামায়ণ*, কিষ্কিন্ধ্যা কাণ্ড ৪২/৩১
২২। *কালিকা পুৰাণ* ৩৮/৯৫-৯৬
২৩। উক্ত গ্ৰন্থ, ৩৮/৯৬-৯৮
২৪। উক্ত গ্ৰন্থ, ৩৮/৯৯
২৫। উক্ত গ্ৰন্থ, ৩৮/১২১-২৬
২৬। উক্ত গ্ৰন্থ, ৩৮/১০৯
২৭। উক্ত গ্ৰন্থ, ৩৮/১১০-১১
২৮। *মহাভাৰত* ২/২৬/৯ (ইতিমধ্যে উল্লিখিত)
২৯। *যোগিনী তন্ত্ৰ* ২/৯/১৩
৩০। ড° বাণীকান্ত কাকতি ঃ *পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা*, পৃঃ ১০-১১
৩১। Dr. P. Goswami : Hindu and Tribal Folklore in Assam *'in Asian Folklore Studies'*, TOKYO, 1967, p.19.
৩২। *যোগিনীতন্ত্ৰ* ২/৯ / ১৪-১৬
৩৩। নবীন চন্দ্ৰ শৰ্মা (সম্পাঃ) *দৰঙ্গৰাজ বংশাৱলী*, পদ ৩২৫-২৭
৩৪। উক্ত গ্ৰন্থ, পদ ৩৩৬-৩৭ ❑



# অসমৰ সমাজ-সাহিত্যৰ 'আধুনিকতা'ৰ সৃষ্টিত ত্ৰিমূৰ্তিৰ ভূমিকা

ড° হেম বৰা

অষ্টাদশ শতিকাৰ শেষভাগৰ পৰা অসমত গৃহকন্দলৰ সূত্ৰপাত হোৱাত ৰাজনৈতিক অস্থিৰতা ঘটাৰ লগে লগে সামাজিক ক্ষেত্ৰতো নানা দুৰৱস্থাৰ সৃষ্টি হৈছিল। এই সময়ছোৱাত সংঘটিত মোৱামৰীয়া বিদ্ৰোহ (১৭৬৯-৯৪ চন), দন্দুৱা দ্ৰোহ (১৮১০ চন) আৰু মানৰ আক্ৰমণৰ (১৮১৬-২৪ চন) ফলত অসমৰ সৰ্বদিশতে অশান্তিময় অৱস্থা এটাৰ সৃষ্টি হৈছিল। ৰাজনৈতিক দিশত শোচনীয় অৱস্থা এটাৰ সৃষ্টি হৈ পট-পৰিৱৰ্তন ঘটে। ছশ বছৰীয়া আহোম শাসনকে ধৰি স্বাধীকাৰৰ গৰ্বত গৰীয়ান অসমক পৰাধীনতাৰ শৃংখল লগাই দিয়া হয়। ইষ্ট-ইণ্ডিয়া কোম্পানীৰ শাসন আৰম্ভ হোৱাত ১৮২৬ চনৰ পূৰ্ববৰ্তী অৰ্দ্ধ শতিকামানৰ অৰ্থনৈতিক-সাংস্কৃতিক আদি অস্থিৰ দুৰৱস্থাৰ উপশম লাহে লাহে হ'বলৈ ধৰে। সেই সময়ছোৱাৰ পূৰ্বৰ অতি গৌৰৱশালী প্ৰাচীন অসমীয়া সাহিত্যৰো অভূতপূৰ্ব ক্ষতি হয়। ব্ৰিটিছ আগমনৰ পূৰ্বৰ প্ৰায় পঁচিশ বছৰ আৰু পাছৰ পঁচিশ বছৰ কালত অসমৰ সাহিত্য জগতৰ বাবে অন্ধকাৰ যুগ এটাৰ সৃষ্টি হয়। যদিও এই সময়ছোৱাত বৈষ্ণৱ পৰম্পৰা আৰু বুৰঞ্জীৰ ঐতিহ্যলৈ জনদিয়েক লোকে সাহিত্য জগতত প্ৰৱেশ কৰিছিল, তথাপি এই চৰ্চা হৈ পৰিছিল অতি নিস্তেজ। অসমীয়া সাহিত্য-বুৰঞ্জীত এই যুগক অন্ধকাৰ যুগ বুলি এই কাৰণেই আখ্যা দিয়া হৈছে।

ইয়াণ্ডাবু সন্ধিয়ে স্বাধীনতাৰ বেলি গ্ৰাস কৰিলেও অস্থিৰ সমাজখনক লাহে লাহে সুস্থিৰ কৰি তুলিবলৈ সক্ষম হ'ল। অসমৰ সাধাৰণ প্ৰজাই কোম্পানীয়েই ভাল বুলি স্বস্তিৰ নিশ্বাস পেলালে। অৱশ্যে পিয়লি ফুকনৰ পৰা মণিৰাম দেৱানলৈ এচামে অসমৰ হৃত স্বাধীনতা ঘূৰাই পোৱাৰ বাবে যত্ন তথা কৌশল কৰি আছিল। কিন্তু আন এচাম বৌদ্ধিক দিশত শক্তিশালী ব্যক্তিয়ে আধুনিকতাৰ পৰশ লাভ কৰি অসমক ঐশ্বৰ্যশালী কৰাৰ অন্য পথ চিন্তা কৰিলে।

অসমলৈ আমেৰিকান বেপ্টিষ্ট মিছনাৰীসকলে খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ মূল লক্ষ্যৰে, ১৭৯৩ চনত বংগদেশৰ শ্ৰীৰামপুৰত প্ৰতিষ্ঠিত মিছনৰ দল এটা গুৱাহাটীলৈ আহি ১৮২৯ চনত গুৱাহাটীত কাৰ্যালয় প্ৰতিষ্ঠা কৰে। ১৮৩৫ চনৰ ২০ নৱেম্বৰত ৰেভাৰেণ্ড নাথান ব্ৰাউনৰ নেতৃত্বত উজনি অসমলৈ যাত্ৰা কৰি ১৮৩৬ চনত শদিয়াত প্ৰৱেশ কৰেহি। নানা দুৰ্যোগ, বিদ্ৰোহৰ সন্মুখীন হৈছিল যদিও মিছনেৰীসকল ক্ষান্ত হোৱা নাছিল। তেওঁলোকে শিৱসাগৰত এই মিছন প্ৰতিষ্ঠা কৰি শ্ৰীৰামপুৰৰ আৰ্হিত ছপাশাল এটা পাতি ১৮৪৬ চনৰ পৰা 'অৰুনোদই' নামৰ প্ৰথম অসমীয়া পত্ৰিকাখন প্ৰকাশ কৰিবলৈ লয়। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বাবে এইটো এটা ডাঙৰ কৰ্ম বা ঘটনা। প্ৰকৃততে অৰুনোদয় প্ৰকাশৰ লগে লগেই অসমীয়া সাহিত্য আৰু সমাজত নতুন যুগৰ সূচনা হয়। এই পত্ৰিকাত প্ৰকাশিত বিষয়সমূহ অনুধাৱন কৰিলে প্ৰকৃত জয়যাত্ৰাৰ দিশ নিৰ্ণয় হ'ব। এই পত্ৰিকাত মিছনেৰী লেখক-লেখিকাৰ লগতে থলুৱা লেখকৰো জন্ম হ'ল। পত্ৰিকাখনে খ্ৰীষ্টধৰ্মৰ পোহৰত আধ্যাত্মিক ধৰ্মীয় জীৱন প্ৰচাৰ-প্ৰসাৰৰ পোষকতা কৰিলেও কিছু মুক্ত চিন্তাৰো পুলি ৰোপণ কৰিলে। তাৰেই





ফলত ওলাই আহিল অ-খ্ৰীষ্টান লেখক-পটুৱৈ প্ৰমুখ্যে নতুন যুগৰ পোহৰপ্ৰয়াসী কিছু হিন্দু অসমীয়া লোক।

অৰুণোদয়ৰ পৰৱৰ্তী এই আধুনিক যুগৰ আঁৰিয়া ধৰাসকলৰ ভিতৰত সাহিত্য আৰু সমাজ দুয়ো দিশতে চিন্তা কৰা তিনিজন ব্যক্তিক প্ৰথমতেই স্মৰণ কৰিব লাগিব। এই তিনিজনক আমি 'আধুনিকতাৰ ত্ৰিমূৰ্তি' আখ্যা দ্বিধাহীনভাৱে দিব পাৰো। ব্যক্তি তিনিজন হ'ল —

১) আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯-১৮৫৯ চন)।
২) হেমচন্দ্ৰ বৰুৱা (১৮৩৫-১৮৯৬ চন)।
৩) গুণাভিৰাম বৰুৱা (১৮৩৭-১৮৯৪ চন)।

এই ত্ৰিমূৰ্তিৰ পাছত আধুনিকতাৰ আলোক সন্ধানী বহুজন আছে যদিও এই কেইজনেই আধুনিকতাৰ অগ্ৰদূত। জন্ম আৰু কৰ্মৰ আঁত ধৰি এওঁলোকৰ বিষয়ে কৰিবলগীয়া আলোচনাৰ ক্ৰম নিৰ্ণয় কৰি লোৱা হৈছে।

ঊনবিংশ শতাব্দীৰ অসমীয়া ভাষা-সাহিত্যৰ আধুনিক প্ৰতিষ্ঠাৰ সংগ্ৰামত প্ৰথমেই নাম ল'ব লগা ব্যক্তিগৰাকী হ'ল আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯-১৮৫৯)। তেওঁৰ পিতৃ হলিৰাম ঢেকিয়াল ফুকন ব্ৰিটিছ শাসন আৰম্ভৰ পূৰ্বৰেপৰা আহোম শাসনৰ বৰুৱা হিচাপে হাদিৰাচকিত অধিষ্ঠিত আছিল। ব্ৰিটিছ শাসন আৰম্ভ হ'লত চতুৰ প্ৰশাসনে হলিৰাম ঢেকিয়াল ফুকনক কলেক্টৰ চিৰস্তাদাৰ পদত মকৰল কৰিছিল। অন্যান্য বিষয়াসকল বাঙালী হোৱাত তেওঁলোকৰ প্ৰৰোচনাত অসমত বঙলা ভাষা খোপনি পুতি চৰকাৰী কাৰ্যালয়, শিক্ষা-দীক্ষা আদিত ব্যৱহৃত হৈছিল। ইয়াৰ প্ৰভাৱতে হলিৰামৰ নিচিনা অসমীয়া সম্ভ্ৰান্ত বিষয়াই বঙলা ভাষাত বুৰঞ্জী পৰ্যন্ত ৰচনা কৰিছিল। এনে কৰ্মৰ আঁৰত অসমীয়া বিষয়া তথা ডা-ডাঙৰীয়াসকলৰ মানসিক দুৰ্বলতা আৰু আভিজাত্যৰ মিছা গৌৰৱ, বাঙালী কৰ্মচাৰীৰ ব্যাপকতা, ব্ৰিটিছসকলৰ অসম সম্পৰ্কে অজ্ঞতা আদিয়ে ক্ৰিয়া কৰিছিল। ফলত অসমীয়া ভাষাক আঁতৰাই বঙলা ভাষাক প্ৰতিষ্ঠা কৰা হ'ল। অসমীয়া মানুহৰ দুৰ্বলতা আৰু জনমতহীনতাৰ বাবে ১৮৩৬ চনত পঢ়াশালি আৰু আদালতত বঙলা ভাষাই ঠাই পালে। ইয়াৰ আগতে ১৮৩১ চনত কলিকতা (এতিয়া কলকতা)ৰ বঙলা কাকত 'সমাচাৰ দৰ্পণ'ত প্ৰশাসনিক বিষয়া ডেভিদ স্কট চাহাবে অসমত প্ৰতিষ্ঠা কৰা পঢ়াশালিত বঙলা ভাষা প্ৰচলন কৰা হ'ব বুলি ঘোষণা কৰিছিল। একেদৰেই ১৮৩৭ চনত আইন-আদালত তথা দণ্ডবিধি আইনৰ ৩৩৭ ধাৰা অনুসৰি দেৱানী আৰু ৰাজহ বিভাগত আঞ্চলিক ভাষা প্ৰচলনৰ নিৰ্দেশনা অসমত প্ৰযোজ্য কৰা নহ'ল। এইবাৰ বঙলা ভাষা নিগাজী হৈ অসমীয়া ভাষাক গ্ৰাস কৰিবলৈ ধৰিলে।

এনে সময়তে অসমলৈ অহা বেপ্টিষ্ট মিছনাৰীসকলে অসমীয়া আৰু বঙলা ভাষাৰ মাজত পাৰ্থক্য অনুভৱ কৰিলে। মিছনৰ কাম-কাজৰ অগ্ৰগতিৰ বাবে জন সমাজৰ ভাষা বা থলুৱা ভাষাৰ প্ৰয়োজনীয়তা আৰু উপকাৰিতা উপলব্ধি কৰিলে। ফলত অসমীয়া ভাষা জনসংযোগৰ ভাষা হ'ল। মিছনাৰীসকলে 'অৰুনোদই' প্ৰকাশ কৰি বিভিন্ন ৰচনা, সংবাদ প্ৰকাশ কৰাৰ লগতে নানা গ্ৰন্থ অসমীয়া ভাষাত ৰচনা কৰি এটা আন্দোলন আৰম্ভ কৰিলে বুলিব পাৰি। এই আন্দোলনত অংশীদাৰ হোৱা অসমীয়া লোকৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকনক প্ৰথম আৰু অন্যতম বুলি ধৰা হয়।

১৮২৯ চনত আনন্দৰামৰ গুৱাহাটীত জন্ম হৈছিল। পিতৃ হলিৰাম ঢেকিয়াল ফুকন সেই সময়ৰ অসমৰ বিশিষ্ট ডা-ডাঙৰীয়াৰ অন্যতম আছিল। তেওঁ বঙলা ভাষাত দুখন গ্ৰন্থ 'অসম বুৰঞ্জী' আৰু 'কামাখ্যা যাত্ৰা পদ্ধতি' লিখিছিল। ঘৰখনৰ এনে এটা পৰিৱেশত আনন্দৰাম ডাঙৰ-দীঘল হৈ প্ৰাৰম্ভিক শিক্ষা গ্ৰহণ কৰি ১৮৪১ চনত কলকাতাৰ হিন্দু কলেজত পঢ়িবলৈ ধৰে। তিনি বছৰ মান কাল অধ্যয়ন কৰাৰ পাছত তেওঁ কলকাতাৰ পৰা গুৱাহাটীলৈ ঘূৰি আহে। গুৱাহাটীত তেওঁ ব্লেণ্ড নামৰ চাহাবৰ ওচৰত ইংৰাজী পঢ়িবলৈ লয়। আনন্দৰামে সংস্কৃত আৰু ফাৰ্চী ভাষাও শিকিছিল। তেওঁ চৰকাৰী চাকৰিত যোগ দি ১৮৪৬ চনত বিবাহপাশত আৱদ্ধ হয়। ১৮৫২ চনত জেনকিন্স চাহাবৰ আদেশত আনন্দৰাম ঢেকিয়াল ফুকন বৰপেটাৰ এছিছটেণ্ট কমিছনাৰ নিযুক্ত হয়। কিন্তু দুখৰ বিষয় যে এইজন কৰ্মদক্ষ ব্যক্তিয়ে ১৮৫৯ চনৰ ১৬ জুনত অকালতে মৃত্যুবৰণ কৰিলে। অসমৰ বাবে এয়া এক ডাঙৰ ক্ষতি।

১৮৪৬ চনত শিৱসাগৰৰ পৰা 'অৰুনোদই' প্ৰকাশ হোৱাৰ পৰা নানা প্ৰবন্ধ-পাতি ৰচনাত আনন্দৰামে মনোযোগ দি আহিছিল। দ্বিতীয় বছৰ 'অৰুনোদই' (১৮৪৭) ৰ চতুৰ্থ সংখ্যাত আনন্দিৰাম ফুকন নামত তেওঁৰ 'ইংলণ্ডৰ বিৱৰণ' প্ৰকাশ হৈছিল। ইংলণ্ডৰ প্ৰায়বোৰ দিশ সামৰি উন্নতি আৰু শক্তিমত্তাৰ চিনাকি অসমীয়া সমাজলৈ উপহাৰ দিছিল। আনন্দৰামে সেই আদৰ্শৰে নিজৰ দেশ আৰু জাতিৰ উন্নতি কামনা কৰিছিল। ১৮৪৯ চনত অসমৰ পঢ়াশালিত অসমীয়া প্ৰয়োগৰ মিছনাৰী নেতৃত্বাধীন আন্দোলনৰ বিশেষ সহায়ক হিচাপে 'অসমীয়া ল'ৰাৰ মিত্ৰ' নামেৰে গ্ৰন্থলানিৰ প্ৰথমখন ৰচনা কৰে। এই গ্ৰন্থৰ আৱশ্যকতা আৰু গুৰুত্ব তেতিয়াৰ পটভূমিত আছিল অতি মূল্যবান। ড° নাথান ব্ৰাউনৰ দৰে বিদ্বান পণ্ডিত মিছনাৰীয়েও ঢেকিয়াল ফুকনৰ জনহিতকাৰী কাৰ্যৰ সুপ্ৰশংসা কৰিছিল। ব্ৰাউনে 'অৰুনোদই'ত ইংলণ্ডৰ বিৱৰণ শিৰোনামাতে 'শ্ৰীজুত বাবু আনন্দিৰাম ফুকন কৰ্ত্ৰিক' বুলি বিশেষ সন্মান যাচিছিল।

১৮৫৩ চনত নগাঁৱলৈ ঢেকিয়াল ফুকন বদলি হৈ অহাত জিলাৰ উপায়ুক্ত বাট্‌লাৰ বেপ্টিষ্ট মিছনৰ কৰ্ণধাৰ ড° মাইলছব্ৰন্সনৰ সৈতে ঘনিষ্ঠ হৈ পৰে আৰু অসমীয়া ভাষাৰ তৎকালীন দুৰ্যোগ সম্পৰ্কে বিশেষ আলোচনা কৰিবলৈ মিলিত হয়। ব্ৰন্সনৰ দৰে অসম হিতৈষীমিছনাৰীৰ আলোকত আনন্দৰাম পুলকিত হয়। অসমীয়া ভাষাৰ প্ৰতিষ্ঠা আৰু সমাজৰ উন্নয়নৰ দিশত তেওঁ নিজকে বিলীন



কৰি দিয়ে। সেই বছৰতে অসমৰ প্ৰশাসন সম্পৰ্কে বুজ ল'বলৈ অহা বিশেষ বিষয়া মফাট্ মিলছ্‌ৰ হাতত অসমীয়া ভাষা সম্পৰ্কে এখন আবেদনপত্ৰ প্ৰদান কৰাৰ সিদ্ধান্ত লৈছিল। এই আবেদনৰ প্ৰেৰণাতে 'এ নেটিভ' ছদ্মনামত অসমীয়া ভাষা সম্পৰ্কে কিছুমান মন্তব্য দি ৰচনা কৰা গ্ৰন্থখনৰ নাম — 'A Few Remarks on the Assamese Language'। এই গ্ৰন্থখনে তুলনামূলক অধ্যয়নৰ কৃতিত্ব দাবী কৰিবলৈ সক্ষম হৈছিল। কাৰণ এই গ্ৰন্থই ঢেকিয়াল ফুকনৰ ইংৰাজী, হিন্দী, বঙলা আৰু অসমীয়া ভাষাৰ ওপৰত থকা দখল নিৰ্ণয় কৰিছিল। অসমীয়া ভাষাৰ হক প্ৰতিষ্ঠাত এই গ্ৰন্থ আৰু তেওঁৰ আবেদনখনিয়ে কিমান যে শক্তিশালী আৰু মূল্যবান স্থান লাভ কৰিছিল তাক ঢেকিয়াল ফুকনে চমু জীৱনকালত (মৃত্যু - ১৮৫৯ চন) দেখি নগ'ল। কিন্তু এই তথ্যৰ ভিত্তিতে ১৮৭৩ চনত অসমীয়া ভাষাই স্ব-মৰ্যাদা ঘূৰাই পালে। ফুকনৰ বলিষ্ঠ অৱদান, শক্তিশালী পদক্ষেপ আৰু জাতীয় চেতনা প্ৰথমটো খোজত জয়ী হৈ উঠিল।

আনন্দৰাম ঢেকিয়াল ফুকনৰ প্ৰায় ত্ৰিছ বছৰীয়া জীৱন কালত আগ বঢ়োৱা বিভিন্ন লেখাসমূহ উল্লেখ কৰা আৱশ্যক। এইবিলাক হ'ল — ইংলণ্ডৰ বিৱৰণ (অৰুনোদই ২ য় বছৰ, চতুৰ্থ সংখ্যা ১৮৪৭), নানা সম্বাদ (অৰুনোদই চতুৰ্থ বছৰ, ১১শ সংখ্যা, ১৮৪৯), পৰিশ্ৰমৰ ফল (অৰুনোদই চতুৰ্থ বছৰ ১২শ সংখ্যা, ১৮৪৯), অতীত বিবত্ৰন (অৰুনোদই ষষ্ঠ বছৰ, প্ৰথম সংখ্যা, ১৮৫১), দায়া (অৰুনোদই ষষ্ঠ বছৰ তৃতীয় সংখ্যা ১৮৫১), অসম দেস সত্ৰুএ আক্ৰমন কৰা কথা (ষষ্ঠ বছৰ নৱম সংখ্যা ১৮৫১), হিন্দুস্থানৰ নানা প্ৰদেস (সপ্তম বছৰ, দশম সংখ্যা ১৮৫২), ইস্বৰ তেওঁৰ স্ৰিষ্টিতকৈ গৌৰবন্ত (সপ্তম বছৰ, দশম সংখ্যা ১৮৫২),উঁইৰ কথা (সপ্তম বছৰ, দশম সংখ্যা ১৮৫২), গিয়ানৰ পুত্ৰ অৰ্থাত মনুস্য (সপ্তম বছৰ, দশম সংখ্যা ১৮৫২), সোনতকৈ স্ৰম ভাল (সপ্তম বছৰ, ১১শ সংখ্যা ১৮৫২), ইস্বৰৰ চকু সকলো ঠাইতে আচে (সপ্তম বছৰ, ১১শ সংখ্যা ১৮৫২), চিপিও সেনাপতিৰ চৰিত্ৰৰ কথা (সপ্তম বছৰ, ১২শ সংখ্যা ১৮৫২), ইস্বৰৰ আগ্যা (নৱম বছৰ, ২য় সংখ্যা ১৮৫৪)।

'অৰুনোদই'ত প্ৰকাশিত এই ৰচনাসমূহত আনন্দৰাম ঢেকিয়াল ফুকনৰ দৃষ্টিভংগী সুন্দৰকৈ প্ৰতিফলিত হৈছে। এইবিলাকৰ মাজত বুৰঞ্জী, ভূগোল, দেশ-বিদেশৰ জ্ঞান, নীতিবচন আদিয়ে ঠাই পাইছে। এইবিলাকৰ জৰিয়তে পৃথিৱীৰ নানা সংবাদ, বিষয় কথনৰ জৰিয়তে সমাজখনক আগুৱাই নিয়াৰ চেষ্টা কৰা হৈছিল। ৰাইজৰ মাজত ঈশ্বৰৰ মহিমা, দয়াৰ গুণ আদিৰ জৰিয়তে নৈতিকতা সবল কৰাৰ যত্ন দেখা যায়। অসম দেশ শত্ৰুৱে আক্ৰমণ কৰা বিষয়ক অতি গুৰুত্বপূৰ্ণ বুৰঞ্জীমূলক প্ৰবন্ধ অতি তথ্যপূৰ্ণ। উল্লিখিত নিবন্ধসমূহত প্ৰকাশিত সাহিত্যিক মূল্য বিচাৰ কৰি মতামত এটা দিয়া কঠিন। কাৰণ লেখাৰ কাল আৰু ভাষা-সাহিত্যৰ আধুনিক প্ৰতিষ্ঠাৰ প্ৰচেষ্টালৈ চাই আনন্দৰামক গৌৰৱেৰে গ্ৰহণ কৰিব লাগিব। ড° মহেশ্বৰ নেওগদেৱে লিখি গৈছে — 'অসমীয়া সাহিত্যলৈ ফুকনৰ দান অতি ক্ষীণ হ'লেও তেওঁৰ মাথোন এমুঠি ৰচনাত এক একাগ্ৰতা আৰু প্ৰাণবন্তা জিলিকি উঠিছে। তেওঁৰ প্ৰধান কীৰ্তি অসমীয়া ভাষাৰ হকে যুদ্ধত বাহুবলী বীৰত্ব।' ড° সত্যেন্দ্ৰনাথ শৰ্মাই 'মৃত্যু পৰ্যন্ত সাহিত্য সেৱা আৰু দেশ হিতৈষণাই ফুকনৰ জীৱনৰ ব্ৰত আছিল' বুলি কৈ গৈছে। এইদৰে বিভিন্নজনে আনন্দৰামৰ দেশ হিতৈষণা সম্পৰ্কে অভিমত দাঙি ধৰিছে। সুৰতে সুৰ মিলাই আমিও কওঁ ফুকন আছিল আলোক সন্ধানী ব্যক্তি আৰু জাতীয়তা সমৃদ্ধ চিন্তা নায়ক। 'ইংলণ্ডৰ বিৱৰণ'ত তেওঁৰ এই নিদৰ্শন স্পষ্ট হৈ উঠিছে। ইংৰাজৰ লগত অসমীয়াৰ তুলনা কৰি কিছু শতিকাৰ পূৰ্বে ইংৰাজসকল অসভ্য, নাঙঠ আছিল আৰু সেইসময়ৰ অসমীয়াসকল সুসভ্য আছিল বুলি দেখুৱাইছিল। কিন্তু সেই ইংৰাজসকল সভ্য হৈ, শক্তিমন্ত হৈ ক্ৰমে ক্ৰমে পৃথিৱীৰ ভিতৰতে মহা পৰাক্ৰমী হৈ উঠিল। গতিকে এই আদৰ্শত অনুপ্ৰাণিত হৈ জৰাজীৰ্ণ হ'বলৈ ওলোৱা অসমকো ইংলণ্ডৰ দৰেই ফুলবাৰীত পৰিণত কৰাৰ আহ্বান জনাইছিল। সেইদৰে বিদ্যা অধ্যয়ন, কৃষি, শিল্পৰ উন্নয়ন, বাণিজ্যৰ অনুশীলন কৰিলেহে অসমৰ উন্নতি সম্ভৱ হ'ব। তেওঁ কৈ গৈছে যে স্বদেশৰ উন্নতিৰ বাবে সকলোৱেই মনোযোগ দিব লাগিব। দেশৰ দুৰ্ভাগ্য মোচনত অকলে কি কৰিম বুলি নিৰাশ নহৈ সাধ্যানুসাৰে হিত সাধন কৰিবলৈ সকলোকে আহ্বান জনাইছিল। দেশলৈ আধুনিকতাৰ আহ্বান জনাই আনন্দৰাম ঢেকিয়াল ফুকনে লিখিছিল — "হে ক্ৰিপাময় দগদিস্বৰ এই অসম দেসৰ লোকসকলক স্বদেস, সত্য, গিয়ানি আৰু ধাৰ্মিক কৰিবলৈ মতি দিয়া, সিবিলাকৰ অভাব আৰু দুৰাবস্থা জানিবলৈ সিবিলাকক গিয়ান দিয়া আৰু তোমাৰ বিচিত্ৰ সক্তিৰে সিবিলাকক সভ্য কৰা আৰু তোমাক জানিবৰ আৰু আগ্যা পালিবৰ যোগ্য কৰা। যি সময়ত অসম হাবি গুচি ফুলবাৰী হ'ব, নৈত ডোঙ্গা গুচি জাহাজ হ'ব, ঘৰ বাঁহৰ গুচি সিল ইটাৰ হ'ব, গাঁৱে গাঁৱে হেজাৰে হেজাৰে পৰ্হাশালি, গিয়ানৰ সভা, চিকিতসালই, দুখিয়া দৰিদ্ৰৰ পৰিত্ৰানৰ আলই হ'ব, আৰু জি কামত লোক সকলে পৰস্পৰ হিংসা ন কৰি আটাইয়ে আটাইক ভাত্ৰিবৎ চেনেহ কৰিব, কেৱে দুটকা কানিৰ সলনি মিচা সাখি নি দি, লাখ টকাকো কাটি কৰি থ'ব, কোটি টকা ভেটি পাইও কাৰো অন্যায় নকৰিব, বেস্যা, কানি আৰু সুৰা এই কথা দেসত লোকে ভু নোপোআ হ'ব, সেই সময়, হে পৰমপিতা দগদিস্বৰ, শিঘ্ৰে ঘটোআ।"

এয়ে ঢেকিয়াল ফুকনৰ আধুনিকতাৰ আহ্বানৰ মূল দিশ। তেওঁ নিজেও এইবিলাক পালন কৰিছিল আৰু আমাকো উপদেশ দিছিল। এই মহান চিন্তানায়কজনৰ অকাল মৃত্যুৱে অসমৰ আধুনিকতা প্ৰতিষ্ঠাত কিছু বিলম্ব ঘটালে বুলি ভাবিব পৰা যায়।

আধুনিকতাৰ অগ্ৰদূত এই ত্ৰিমূৰ্তিৰ দ্বিতীয় মূৰ্তি হ'ল ভাষাৰ





ওজা হেমচন্দ্ৰ বৰুৱা (১৮৩৫-১৮৯৬ চন)। ১৭৫৭ শক বা ১৮৩৫ চনত হেমচন্দ্ৰৰ জন্ম হয় গোলাঘাট জিলাৰ দেৰগাঁৱৰ সমীপৰ ৰজাবাহৰত। পিতৃৰ নাম মুক্তানাথ বৰুৱা। আঘোণ মাহৰ একুৰি চাৰিদিন যাওঁতে হেমচন্দ্ৰৰ জন্ম। মুক্তানাথ বৰুৱা যদিও বিদ্বান আৰু শিক্ষানুৰাগী আছিল, তথাপি হেমচন্দ্ৰক সৰু কালতে শিক্ষা গ্ৰহণ কৰিবলৈ দিয়া নাছিল। ইয়াৰ অন্যতম কাৰণ আছিল বৰপুত্ৰৰ মৃত্যু। সৰুতে শিক্ষা গ্ৰহণৰ জৰিয়তে কম বয়সতে বিদ্বান হোৱাৰ বাবেই বৰপুত্ৰৰ মৃত্যু হোৱা বুলি তেওঁৰ ধাৰণা হৈছিল। সেইবাবে হেমচন্দ্ৰৰ শিক্ষা আৰম্ভ হয় নৱম বছৰতহে। কিন্তু প্ৰথমতে বৰ্ণমালাৰ শিক্ষা নিদিয়াকৈ শব্দ সাধনৰ জৰিয়তে হেমচন্দ্ৰৰ শিক্ষা আৰম্ভ হয়। এইদৰে বাৰ বছৰমান বয়সলৈ ধাতু সাধন, সন্ধি প্ৰকৰণ আদি ব্যাকৰণৰ শিক্ষা লাভ হৈছিল।

১৮৪৭-৪৮ চনত গোলাঘাট জিলাৰ বিভিন্ন স্থানত মিছামৰা, গুৰযোগনীয়া, দেৰগাঁও আদিত জহনী ৰোগে মহামাৰীৰূপ ধাৰণ কৰিছিল। মুক্তানাথ বৰুৱাই এইবোৰ অঞ্চলত দিনে-ৰাতিয়ে চিকিৎসা সেৱা আগ বঢ়াইছিল আৰু বহুত মানুহক মৃত্যুৰ মুখৰ পৰা ৰক্ষা কৰিছিল। এই ৰোগ শাম কটাৰ পাছত এদিন মুক্তাৰাম বৰুৱাক এই ৰোগে আক্ৰমণ কৰে। পুৱা ৰোগে আক্ৰমণ কৰাৰ পাছত ঔষধ সেৱন কৰাৰ আগতে বিয়লিলৈ তেওঁৰ মৃত্যু হ'ল।

সেই সময়ত মুক্তাৰামৰ খুড়াকৰ পুত্ৰ লক্ষ্মীনাথ বৰুৱা শিৱসাগৰত ব্ৰিটিছৰ কলেক্টৰ চিৰস্তাদাৰ আছিল। ককায়েকৰ মৃত্যুৰ বাতৰি পালত তেওঁ ৰজাবাহৰলৈ আহিল। তেওঁ দুখন ঘৰ চম্ভালিব নোৱাৰিব বুলি ভাবি হেমচন্দ্ৰহঁতক শিৱসাগৰলৈ লৈ যায়। কিছুদিনৰ পাছত খুড়াক লক্ষীৰামৰ যত্নত হেমচন্দ্ৰক শিৱসাগৰ কাছাৰীত নকল নবীচ পদত চাৰি টকা দৰ্মহাত মকৰল কৰাই দিয়ে। সেই সময়ত শিৱসাগৰৰ জিলাধিপতি আছিল কেপ্টেইন ব্ৰোডী। তেওঁৰ সৈতে হেমচন্দ্ৰৰ চিনাকি হয় আৰু চোকাবুদ্ধিৰ ল'ৰাজনক ব্ৰোডীয়ে বঙলালৈ মতাই নিয়ে। হেমচন্দ্ৰই ব্ৰোডীৰ ওচৰত ইংৰাজীৰ শিক্ষা লয়। এদিন তেওঁ ইংৰাজী বৰ্ণমালাৰ পুথি এখন নি ঘৰতে খুড়াকে নজনাকৈ পঢ়া-লিখা সম্পূৰ্ণ কৰিলে। এই কাণ্ড তেতিয়া শিক্ষাবিদ উৰ্বীধৰ বৰুৱাৰ কাণত পৰিলগৈ। উৰ্বীধৰৰ পঢ়াশালিৰ নাম 'বঙ্গলা জিলাই স্কুল' আছিল। সেইসময়ৰ ডা-ডাঙৰীয়াসকলৰ স্বৰূপ নিৰ্ণয় কৰি হেমচন্দ্ৰ বৰুৱাই লিখি গৈছে — "স্কুলত বঙ্গালী, কাছাৰীত বঙ্গালী, ডেকাবিলাকৰ আলাপত বঙ্গালী আৰু তেওঁলোকৰ চিঠিতো বঙ্গালী ভাষাহে চলিছিল। সকলোৱেই ৰঙ্গিনী বঙ্গিয়াক সঙ্গিনী কৰি লৈছিল। অৱশ্যে মইয়ো এই নিয়মৰ বাহিৰা নাছিলোঁ, বঙ্গভাষা মোৰ বুকুৰ কুটুম আছিল, তাৰ পৰা মই এটা শুভ ফল পালোঁ।"

উৰ্বীধৰ বৰুৱাৰ পঢ়াশালিত হেমচন্দ্ৰই সংস্কৃত শিকিছিল। কিন্তু তেওঁ 'বঙ্গলা জিলাই স্কুল'ৰ ছাত্ৰৰূপে চিনাকি দিব লাগিছিল। সেই সময়ৰ শিক্ষা অধিকৰ্তা ৰবিন্সন চাহাব স্কুল পৰিদৰ্শনৰ বাবে আহোঁতে হেমচন্দ্ৰক বঙলা বিভাগলৈ অনা হৈছিল। এইদৰে পঢ়াৰ মহলা দি হেমচন্দ্ৰই উৰ্বীধৰ পণ্ডিতৰ মনোকামনা পূৰণ কৰি দুবাৰকৈ ৰবিন্সনৰ পৰা পুৰস্কাৰ লাভ কৰিছিল। পাছত যদুনাথ অধ্যাপকৰ পঢ়াশালিত সংস্কৃত পঢ়ি পাণ্ডিত্য লাভ কৰে। ইফালে হেমচন্দ্ৰৰ কুৰি বছৰমান বয়সত কুশৰাম গগৈ নামৰ এজন ইংৰাজী স্কুলৰ ছাত্ৰৰ প্ৰভাৱত পৰমানন্দ ভৰালী নামৰ এজন মাষ্টৰৰ পৰা ইংৰাজীৰ শিক্ষা লাভ কৰি ইংৰাজীত পাৰ্গত হৈ পৰিল। 'অৰুনোদই'ৰ পাতত সৰু সৰু ৰচনা প্ৰকাশ কৰিবলৈ দি মিছনাৰীসকলৰ দৃষ্টিলাভ কৰিবলৈ সক্ষম হয়। বহুত দিনৰ পাছত লুকাই-চুৰকৈ ইংৰাজী পঢ়া কথাটো খুড়াকৰ কাণত পৰাত খুড়াকে একো নকৈ হেমচন্দ্ৰক বঙলাৰ পৰা ইংৰাজীলৈ, ইংৰাজীৰ পৰা বঙলালৈ তৰ্জমা কৰিবলৈহে দিলে। চিপাহী বিদ্ৰোহত লিপ্ত বুলি মায়াৰাম নাজিৰক বংগদেশ কাৰাগাৰত বন্দী কৰাত খালী হোৱা পদটো পূৰণৰ বাবে হেমচন্দ্ৰক ১৮৫৮ চনত ৰেভিনিউ পেছকাৰৰূপে গোলাঘাটত নিয়োগ কৰে। ১৮৬২ চনত জুডিচিয়েল কমিছনাৰ এগ্‌নিউ চাহাবে গুৱাহাটী আদালতত হেমচন্দ্ৰক অনুবাদক নিয়োগ কৰে। এইদৰে নানা বিষয়ত যোগ্যতা প্ৰতিপন্ন কৰি কাৰ্যালয় চুপাৰিটেণ্ডেট, ১৮৭৫ চনত ই.এ.চি আদি হৈ ১৮৮২ চনলৈ সেৱা আগ বঢ়াইছিল।

উল্লিখিত জীৱনৰ ঘটনাসমূহৰ পৰা এইজন পুৰুষৰ ব্যক্তিত্ব আৰু কৰ্তব্যৰ বিষয়ে কিছু কথা উপলব্ধ হয়। ঘাইকৈ চোকা বুদ্ধিৰ হেমচন্দ্ৰই কেনেকৈ পাৰদৰ্শী ব্যক্তি হৈ অসমীয়া সমাজ আৰু সাহিত্যৰ অভূতপূৰ্ব উন্নতি সাধন কৰিলে তাৰ চিত্ৰ এখন দেখা গৈছে। প্ৰথমতে শব্দ সাধন, প্ৰত্যয়-সন্ধি সাধন আদিৰ দ্বাৰা ব্যাকৰণৰ জ্ঞান লাভ, সংস্কৃতৰ শিক্ষা আৰু ইংৰাজী শিক্ষা গ্ৰহণ; মিছনাৰীসকলৰ সাহচৰ্য লাভ; প্ৰশাসনৰ বিভিন্ন স্তৰৰ ব্ৰিটিছ বিষয়াৰ সান্নিধ্য; অৰুনোদইৰ লগত সম্পৰ্ক আদিৰ জৰিয়তে নৱ আলোকৰ সন্ধান লাভ কৰিলে। তদুপৰি উৰ্বীধৰ বৰুৱাৰ পঢ়াশালি 'বঙ্গলা জিলাই স্কুল'ৰ পৰিৱেশ, ভিতৰুৱা কথা আৰু সৰ্বত্ৰত বঙলা ভাষাৰ উপদ্ৰৱ উপলব্ধি কৰি সৰুতেই তেওঁ জাতীয়তাবাদী চিন্তা-চৰ্চাত আগ বাঢ়ি গৈছিল। তেওঁৰ মতেই এটা শুভ ফল লাভ হ'ল। হেমচন্দ্ৰই কেৱল ডাঙৰীয়াৰ স্থিতি বজাই নাৰাখি কৰ্মৰ জৰিয়তে নানান নতুনত্ব দেখুৱাই আধুনিকতা প্ৰতিষ্ঠাত আগ ভাগ ল'লে। বিশেষকৈ ভাষা সাহিত্য প্ৰতিষ্ঠাত হেমচন্দ্ৰক একনিষ্ঠ পুৰোধাৰ আখ্যা দিয়া হয়।

'অৰুনোদই' গোষ্ঠীৰ লগত সম্পৰ্ক আৰু এখিনি ৰচনাৰে তেওঁ অসমীয়া গদ্য ভাষাক শক্তিশালী ৰূপত বান্ধিবলৈ সক্ষম হ'ল। এই কাকতৰ গদ্যৰীতি সলনি কৰাৰ বাবে হেমচন্দ্ৰৰ বিভিন্ন পাঠ্যপুথি প্ৰণয়ন আৰু ব্যাকৰণৰ সাকাৰ ৰূপ প্ৰদান যথেষ্ট তাৎপৰ্যপূৰ্ণ কৰ্ম। ১৮৫৬-১৮৬১ চনৰ অৰুনোদইৰ সম্পাদক ড° মাইল্‌ছ ব্ৰন্সন আছিল আৰু তেওঁৰ বানান পদ্ধতি মতেই অৰুনোদইৰ গদ্যৰীতিয়ে ৰূপ লৈছিল। কিন্তু হেমচন্দ্ৰ বৰুৱাৰ প্ৰচেষ্টা আৰু যুক্তি অনুসৰি গদ্যৰীতিৰ



সলনি হ'বলৈ ধৰিলে। এনে সময়তে 'ব' আখৰটো বহু কষ্ট আৰু খৰছৰ মূৰত ১৮৬১ চন মানত প্ৰচলন ঘটিল আৰু অৰুনোদইৰ ঠাইত হ'ল 'অৰুণোদয়'। এই সময়ত হেমচন্দ্ৰ বৰুৱাৰ কৰ্মক্ষেত্ৰ গুৱাহাটীলৈ সলনি হয়। ১৮৫৯ চনত অসমবাসীৰ বাবে এহাতে দুখৰ আৰু আনহাতে সুখৰ বছৰ। এহাতে ঢেকিয়াল ফুকনৰ মৃত্যু আৰু আনহাতে হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ব্যাকৰণ'খন লিখিত হয়। এই কাৰ্যৰ বাবে মিছনাৰীসকলৰ প্ৰশংসা লাভ কৰি বৰুৱাই অসমীয়া জাতিক ভাষা সংকটৰ পৰা উদ্ধাৰ কৰিলে। সেইদৰে পঢ়াশলীয়া পাঠ্যপুস্তক হিচাপে ১৮৭৩ চনত 'আদিপাঠ' ৰচনা কৰি অসমৰ গৱৰ্ণৰ লেঃ ছাৰ জৰ্জ কেম্পবেলৰ পৰা পাঁচশ টকা পুৰস্কাৰ লাভ কৰিছিল। পাছৰ সময়ছোৱাত 'পাঠমালা', 'পঢ়াশলীয়া ব্যাকৰণ' আৰু ইংৰাজীত 'ৰে টু হেল্থ' আদি ৰচনা কৰি সমাজক উপকৃত কৰি তুলিলে। এইদৰে ব্যাকৰণ, অভিধান ৰচনাৰ জৰিয়তে অসমীয়া ভাষাক শক্তিশালী স্থানত উপনীত কৰিলে। তেওঁৰ 'পঢ়াশলীয়া অভিধান' আৰু মূল 'হেমকোষ'খন ওলাওঁতে পলম হৈছিল যদিও বৈজ্ঞানিক পদ্ধতিত বৰুৱাই ব্যাকৰণ অভিধানবোৰ ৰচনা কৰিছিল। উল্লেখযোগ্য যে হেমচন্দ্ৰ বৰুৱাৰ 'অৰুণোদয়'ত গদ্যৰীতি তথা বানান পদ্ধতি সলনি, ব্যাকৰণ আৰু পাঠ্যপুস্তক ৰচনাৰ পৰিপ্ৰেক্ষিততে গৱৰ্ণৰ কেম্পবেলে ১৮৭৩ চনত আদেশযোগে কামৰূপ, দৰং, লখিমপুৰ, শিৱসাগৰ আৰু নগাঁও জিলাৰ পঢ়াশালি আৰু আদালতত অসমীয়া ভাষাৰ প্ৰচলন ঘটালে। এইটো অসমীয়া ভাষা-সাহিত্যৰ বাবে ডাঙৰ প্ৰতিষ্ঠা।

হেমচন্দ্ৰ বৰুৱা এজন আধুনিক সাহিত্য-সেৱক। 'অৰুণোদই'ত সোনাৰ চাঁদ বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাৰ নামত বহুতবোৰ লেখা প্ৰকাশ হৈছিল। এইবিলাকৰ উপৰি 'কানীয়াৰ কীৰ্ত্তন' (১৮৬১ চন) নামৰ নাটক আৰু 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' (১৮৭৬ চন) নামৰ ব্যংগ উপন্যাসজাতীয় গ্ৰন্থ দুখন ৰচনা কৰিছিল। কিন্তু ব্যাকৰণ-অভিধানৰ লগত লাগি থকাৰ বাবে পাছৰছোৱাত সাহিত্য গ্ৰন্থ ৰচনা কৰিবলৈ সময় নাপালে। অৱশ্যে অৱসৰৰ লগে লগে 'আসাম নিউজ' নামৰ সংবাদপত্ৰ (১৮৮২ চন) প্ৰকাশ কৰিছিল। 'বৰুৱা ফুকন ব্ৰাদাৰ্ছ' নামৰ ব্যৱসায়িক প্ৰতিষ্ঠান এটাৰ পৃষ্ঠপোষকতাত অসমীয়া আৰু ইংৰাজী ভাষাত এই কাকতে প্ৰথম দ্বিভাষিক সংবাদপত্ৰৰ ৰূপ লাভ কৰিছিল।

এইবোৰৰ জৰিয়তে হেমচন্দ্ৰ বৰুৱাই অসমীয়া সমাজলৈকো আধুনিকতাৰ পোহৰ কঢ়িয়াই আনিছিল। মৌলিক গ্ৰন্থ দুখন আছিল সেই সময়ৰ সমাজখনৰ সমালোচনাত্মক গ্ৰন্থ। কানি ৰবিহ, সামাজিক দুৰ্বলতা, আভিজাত্যৰ মিছা অহংকাৰ আদি অনেক দিশ অৱলোকন কৰি নতুন সমাজ প্ৰতিষ্ঠাৰো পোষকতা কৰিছিল। তদুপৰি মাজ বয়সতে তেওঁৰ পত্নী বিয়োগ হোৱাত দ্বিতীয় পত্নী গ্ৰহণ নকৰি নাৰীক পুৰুষৰ সম মৰ্যাদা প্ৰদান কৰি গৈছিল। এই সকলোবোৰলৈ লক্ষ্য কৰি তেওঁক আধুনিকতাৰ অন্যতম অগ্ৰদূতৰূপে স্বীকৃত কৰা হৈছে।

আধুনিকতাৰ অগ্ৰদূত ত্ৰিমূৰ্তিৰ তৃতীয়ত গুণাভিৰাম বৰুৱাৰ স্থান। হেমচন্দ্ৰ বৰুৱাৰ পাছতে তেওঁৰ নাম লোৱা হৈছে যদিও দুয়োজনৰ অৱদানৰ প্ৰভাৱ সেই কালত একে সময়তে অতি শক্তিশালী হৈ পৰিছিল। ১৮৬১-১৮৮৭ চনৰ সময়ছোৱাক সেইবাবে হেমচন্দ্ৰ-গুণাভিৰামৰ যুগ বুলি ধৰা হৈছে। হেমচন্দ্ৰই যাইকৈ ব্যাকৰণ অভিধানৰ জৰিয়তে আৰু সংস্কৃতীয়া শব্দৰ অধিক প্ৰয়োগেৰে যি গদ্যৰীতি সংস্থাপন কৰিলে; সেইদৰে গুণাভিৰামে আপেক্ষিক সৰল গদ্যৰীতিৰে নাটক, জীৱনী, বুৰঞ্জী আদি ৰচনা কৰি গ'ল। এই দুয়োটা গদ্যৰীতিৰ জোনাকীৰ লেখকসকলৰ ওপৰত প্ৰভাৱ পৰিছিল আৰু জোনাকীত নতুন ৰূপ লৈছিল।

গুণাভিৰাম বৰুৱাৰ জন্ম ১৮৩৭ চনত যোৰহাটত হৈছিল। পিতৃৰ নাম ৰণৰাম বৰুৱা। গুণাভিৰামৰ সৰুকালতে পিতৃৰ বিয়োগ ঘটাত আনন্দৰাম ঢেকিয়াল ফুকনৰ সহযোগিতাত শিক্ষা জীৱন আৰম্ভ হৈ কলিকতাৰ প্ৰেছিডেন্সী কলেজত দ্বিতীয় বাৰ্ষিক পৰ্যন্ত শিক্ষা লাভ হয়। পাছত আইন পঢ়িবলৈ লয়। গুণাভিৰাম বৰুৱাই ই.এ.চি পদ লাভ কৰি ১৮৫৯ চনত কামত যোগদান কৰে। তেওঁৰ প্ৰথমা পত্নীৰ বিয়োগ ঘটাত বিধৱা বিবাহৰ সমৰ্থক বৰুৱাই বিষ্ণুপ্ৰিয়া নামৰ ব্ৰাহ্মণ বিধৱা এগৰাকীক বিয়া কৰালে। ইতিমধ্যে হিন্দুধৰ্মৰ গোড়ামি সহ্য নোহোৱাত তেওঁ ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰিছিল। ইয়াৰ দ্বাৰা বংগদেশৰ প্ৰভাৱত গ্ৰহণ কৰা নতুন মত প্ৰতিষ্ঠা কৰি সমাজ বিপ্লৱৰ সূচনা কৰে। ১৮৯০ চনত অৱসৰ গ্ৰহণৰ পাছত ১৮৯৪ চনত গুণাভিৰামৰ মৃত্যু হয়। উল্লেখযোগ্য যে তেওঁৰ সতি-সন্ততিৰ ভিতৰত জ্ঞানদাভিৰাম বৰুৱা অসমৰ আন এগৰাকী কৃতী পুৰুষ আছিল।

'অৰুণোদই'ৰ পাতত ১৮৫৭ চনৰ পৰা ধাৰাবাহিকৰূপে গুণাভিৰাম বৰুৱাৰ 'ৰাম-নৱমী' নাটকখন প্ৰকাশ পাইছিল। তেওঁ নিজ নামৰ লগতে 'জি-ব' সাংকেতিক নামত বিভিন্ন প্ৰবন্ধ ৰচনা কৰিছিল। 'অৰুণোদই'ৰ বিভিন্ন সংখ্যাত প্ৰকাশিত নিবন্ধসমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল — 'বিধৱা বিবাহ', 'বন্ধুত্বৰ কথা', 'ইংলণ্ড আৰু অসম দেস', 'তীৰ্থ আৰু পুৰাণৰ উত্পতিৰ কথা', 'পুৰুষে তিৰোতাক যি ৰূপে সমাদৰ কৰিব লাগে', 'দুজনি বিধৱা ছোৱালীৰ বিবাহ হোৱাৰ কথা', 'মাত্ৰিভাসাৰ শক্তি', 'ৰাম-নৱমী' আদি।

গুণাভিৰামৰ নামত তিনিখন গ্ৰন্থ প্ৰকাশ হৈছিল। 'ৰাম-নৱমী' (নাটক), 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত' (জীৱনী ১৮৮০ চন) আৰু 'অসম বুৰঞ্জী' (বুৰঞ্জী ১৮৮৪ চন)। গ্ৰন্থ কেইখনে গুণাভিৰামৰ গদ্যৰীতি আৰু সমাজ সংস্কাৰৰ মনোভাৱ স্পষ্ট কৰি দিছিল। বিশেষকৈ 'ৰাম-নৱমী'ৰ অধ্যয়ন কৰিলে গুণাভিৰামৰ মনোভংগী, সমাজ সংস্কাৰ আদি সকলো দিশ স্পষ্ট হৈ পৰে। বংগদেশৰ পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ প্ৰেৰণাত তেওঁ অসমত





বিধৱা বিবাহৰ প্ৰচলন কৰাবলৈ এই নাটকখন ৰচনা কৰিছিল। আদৰ্শ হিচাপে নিজেও বিধৱা বিবাহ কৰিছিল। এই বিবাহকাৰ্যৰ বাবে আদৰ্শ লাভ কৰিছিল বিদ্যাসাগৰৰ পুত্ৰেক এজনে কৰা বিধৱা বিবাহত উপস্থিত থকাৰ সুযোগত। উল্লেখ্য যে ১৮৫৬ চনত বিধৱা বিবাহ নিষিদ্ধ হিন্দু আইনখন উঠাই দিয়া হৈছিল। পূৰ্বতে ব্ৰাহ্মণে বিধৱা বিবাহৰ পক্ষ লোৱা নাছিল। অৱশ্যে পূৰ্বতে প্ৰায়বিলাক শূদ্ৰ জাতিৰ মাজত বিধৱা বিবাহ কৰোৱা নিষিদ্ধ নাছিল। 'ৰাম-নৱমী' নাটত এগৰাকী ব্ৰাহ্মণ বিধৱাৰ সৈতে ৰামকুমাৰ নামৰ যুৱকৰ পৰিচয় ঘটি প্ৰেমজনিত ঘটনালৈ পৰিণত হৈছিল। এই প্ৰণয়ে দুয়োকো ওচৰ চপাই নিলে আৰু এদিন নৱমী নামৰ এই বিধৱাগৰাকী গৰ্ভৱতী হ'ল। সমাজে তাইৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখিছিল। সংসাৰৰ সকলো ভোগ বাসনা ত্যাগ কৰি বিধৱাই কৰুণ জীৱন-যাপন কৰিব লাগিছিল। এয়ে তেতিয়াৰ সমাজৰ অনুশাসন। সমাজে ৰাম-নৱমী নামৰ দম্পতীহালক অবৈধ বুলি ধৰি সমাজচ্যুত কৰিছিল। ইয়াৰ ফলত কিছুমান দুৰ্যোগৰ মুখামুখি হ'ব নোৱাৰি দুয়োটাই আত্মহত্যা কৰিছিল। ৰক্ষণশীল সমাজখনে এই কৰুণ পৰিস্থিতিৰ সৃষ্টি কৰা প্ৰতিবাদকল্পে গুণাভিৰাম বৰুৱাই সমাজ সংস্কাৰৰ লক্ষ্যৰে এই নাটকখন ৰচনা কৰিছিল। ইয়াৰ বাহিৰেও অৰুণোদইত ৰচনা কৰা নিবন্ধসমূহতো একেদৰেই সংস্কাৰ ভাৱনাই স্থান লাভ কৰিছিল। যাইকৈ নাৰীমুক্তিৰ জৰিয়তে নতুন সমাজ গঢ়াৰো তেওঁ সংকল্প গ্ৰহণ কৰিছিল।

'ৰাম নৱমী' নাটকৰ জৰিয়তে পছিমীয়া আৰ্হিৰ বিয়োগান্ত সমস্যা-প্ৰধান নাটকৰ উদ্ভৱ ঘটাই অসমীয়া সাহিত্য সমৃদ্ধ কৰি তুলিছে। এইখনেই অসমীয়া নাটকলৈ পাশ্চাত্য নাট্য ৰীতিৰ আগমন ঘটোৱা প্ৰথম নাটক, আধুনিকতাৰ পৰশত উজ্জ্বল এক অনবদ্য উপহাৰ।

অসমীয়া জীৱনী সাহিত্যৰ আধুনিক কালৰ প্ৰকৃতাৰ্থৰ জীৱন চৰিত 'আনন্দৰাম ঢেকিয়ালফুকনৰ জীৱন চৰিত' (১৮৮০) জীৱনী সাহিত্যৰ প্ৰামাণিক গ্ৰন্থই নহয়, গুণাভিৰামৰ গদ্যৰীতিৰ সুন্দৰ পৰিচায়ক গ্ৰন্থ। গুণাভিৰামে প্ৰেৰণাৰ পুৰুষগৰাকীক ওচৰৰ পৰা জানিছিল বা সৰু-বৰ অনেক কথা লিপিবদ্ধ কৰিব পাৰিছিল। আধুনিকতাৰ সম্প্ৰসাৰণত এইখন আদৰ্শ গ্ৰন্থই স্থান লাভ কৰিছে। সেইদৰে 'অসম বুৰঞ্জী' (১৮৮৪) খনত প্ৰাচীন কালৰ পৰা ইংৰাজ শাসনলৈকে সামৰি নতুনত্ব প্ৰদান কৰা হৈছে। আধুনিক দৃষ্টিভংগী ইয়াতো প্ৰকট হৈ গুৰুত্বপূৰ্ণ গ্ৰন্থত পৰিণত হৈছে।

গুণাভিৰাম বৰুৱাই ১৮৮৫ চনৰ পৰা 'আসাম বন্ধু' নামেৰে এখন মাহেকীয়া কাকত নগাঁৱৰ পৰা প্ৰকাশ কৰিছিল। ডেৰবছৰমান প্ৰচলন ঘটা এই কাকতত তেওঁ 'আসাম অতীত আৰু বৰ্তমান'ৰ নিচিনা প্ৰবন্ধ ৰচনা কৰিছিল। 'জোনাকী' কাকতত 'সৌমাৰ ভ্ৰমণ', 'অসমত মানৰ সময়ছোৱা', 'অলিখিত বুৰঞ্জী' আদি আৰু ১৮৯০ চনৰ 'বিজুলী'ত ধাৰাবাহিকভাৱে প্ৰকাশ কৰা 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' আদিতো গুণাভিৰামৰ নৱালোকৰ অন্বেষণ স্পষ্ট হৈ আছে।

'আসাম বন্ধু'ত গুণাভিৰামে বহুতো নতুন মুখৰ আগমন ঘটাই আধুনিক যুগৰ শক্তিশালী পটভূমি নিৰ্মাণ কৰিছিল। এই কাকতত আৱিৰ্ভাৱ হোৱা লেখকসকলেই 'জোনাকী' যুগ সৃষ্টি কৰিছিল। বলিনাৰায়ণ বৰা, ৰবিনাৰায়ণ বৰা, লক্ষ্মীনাথ বৰা, ৰত্নেশ্বৰ মহন্ত, কৃষ্ণ প্ৰসাদ দুৱৰা, কৰুণাভিৰাম বৰুৱা, সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী, ৰুদ্ৰৰাম বৰদলৈ, ভোলানাথ দাস, দেৱীচৰণ বৰুৱা, লম্বোদৰ বৰা, নবীন ৰাম ফুকন, নৰনাথ মহন্ত, লক্ষ্মীনাথ বেজবৰুৱা, মুজিবুদ্দিন আহমদ, মহেন্দ্ৰনাথ মিত্ৰ, পূৰ্ণকান্ত শৰ্মা, নাৰায়ণ শৰ্মা, কালীবিনোদ ৰায়, কমলাকান্ত ভট্টাচাৰ্য, পদ্মাৱতী দেৱী ফুকননী আৰু স্বৰ্ণলতা দেৱীৰ নাম একাদিক্ৰমে 'আসাম বন্ধু'ৰ লেখকৰ তালিকাত পোৱা যায়। ইয়াৰ অধিকাংশই অসমীয়া আধুনিক সাহিত্যক সকলো দিশতে শক্তিশালী কৰি তুলিলে আৰু অসমৰ সমাজ জীৱনলৈ আধুনিকতাৰ পোহৰ কঢ়িয়াই আনিবলৈ সক্ষম হ'ল। 'জোনাকী'ৰ পটভূমি নিৰ্মাণত সেইবাবে গুণাভিৰামৰ স্থান স্বীকাৰ কৰি ল'বই লাগিব।

অসমলৈ আধুনিকতাৰ আগমন ঘটোৱাত এই সকলো ব্যক্তিৰ অৱদান উল্লেখযোগ্য। 'অৰুণোদয়'ৰ খ্ৰীষ্টান দেশী-বিদেশী লেখক-লেখিকাৰ অৱদানেও নতুন যুগ ৰচনাত সহায় কৰিছে। কিন্তু থলুৱা লেখক আৰু চিন্তাবিদৰ ভিতৰত আনন্দৰাম, হেমচন্দ্ৰ আৰু গুণাভিৰাম অগ্ৰজ ব্যক্তি। সেইবাবে এই তিনিজনক অসমীয়া সমাজ-সাহিত্যৰ আধুনিকতাৰ ত্ৰিমূৰ্তি আখ্যাৰে মূল্যাংকন কৰা হৈছে। ❑



# শুনলো পণ্ডিত

ড° কেশৱানন্দ দেৱগোস্বামী

মাধৱদেৱৰ এটি গীতৰ খেও ধৰিয়েই কথাখিনিৰ অৱতাৰণা কৰিবলৈ লোৱা হৈছে। একেটা কথাই সময়ে সময়ে মনত বেলেগ বেলেগ ধাৰণা ওপজায়। সেয়া ভবা আৰু চোৱাৰ ওপৰতে নিৰ্ভৰশীল। ক'বলৈ ওলাইছোঁ — মাধৱদেৱৰ উক্ত শিৰোনামৰ গীতটিৰ আধাৰতে ইয়াৰ লগত সম্পৰ্কিত দুটিমান কথাও। গীতটিৰ অন্তৰালত থকা তত্ত্ব বিচাৰৰ উপৰি, ইয়াৰ মূল বিষয় বা উৎস আৰু স্থানান্তৰত তাৰ উল্লেখৰ সম্বন্ধেও আলোচ্য বিষয়ে সামৰি ল'ব পাৰে। সেই কাৰণেই একোখনি পুথি অনেক কাল পাঠ্যৰূপে প্ৰচলিত হোৱাৰ যাথাৰ্থ নিৰ্ণীত হয়। গুৰিটো ভালদৰে বিচাৰিলে দুঠাইলৈ চকু পৰে। গীতৰ মাজত থকা 'তিনি গুণময় বেদ বন পৰিহাৰ' কৰি ভক্তি সাধনাৰ যোগে ব্ৰহ্ম বিচাৰ কৰি 'উৰুখলে বান্ধি' থোৱা শিশু কৃষ্ণৰ কথা কৈ ভক্তি মাহাত্ম্য ঘোষণা কৰা হৈছে। কিন্তু কথা সিমানতে শেষ হোৱা নাই। বিল্ব মংগলৰ 'কৃষ্ণ স্তোত্ৰম্ আৰু মাধৱদেৱ' নামেৰে এটি প্ৰবন্ধ ড° প্ৰহ্লাদ কুমাৰ বৰুৱা সম্পাদিত অসম সাহিত্য সভা-পত্ৰিকাত কেইবছৰমানৰ আগতে প্ৰকাশ হৈছিল। তাত কেইটামান কথা সামৰা হোৱা নাছিল। 'পৰমিমমুপদেশমাদৃয়ধ্বং' আগৰো, পিছৰো খিনি একে সূত্ৰতে পোৱা যায়। এই অংশই গীতত 'কৰিয়ো সাদৰ ইটো উপদেশ সাৰ'। গতিকে শিৰোনামত আমি অপণ্ডিতে পণ্ডিতসকলক উদ্দেশ্যি ক'বলৈ ওলোৱা বুলি ভাবি যাতে ভুল কৰা নহয়।

'নিগম বনেষু' শাৰীও তাৰেই। ইপিনে শ্ৰীমদ্ভাগৱত মহাপুৰাণৰ আৰম্ভণিতে থকা যি মংগলাচৰণ শ্লোক, তাৰ ব্যাখ্যা — অৰ্থ (বাচ্যাৰ্থ তত্ত্বাৰ্থ, গূঢ়াৰ্থ আৰু পৰমাৰ্থ আদি প্ৰতিটো পদ, শব্দকে সামৰি) সেই বিখ্যাত 'জন্মাদ্যস্য' শ্লোকৰ একাশী প্ৰকাৰে যি ব্যাখ্যা আগ বঢ়োৱা হৈছে, তাৰে শেষৰ শ্লোক 'নিগম কল্পতৰু'ৰ ভাৱানুবাদ কৰিছে — গুৰু নাতি পুৰুষোত্তম ঠাকুৰে, একে শীৰ্ষক এটি গীতেৰে। 'নিগম কল্পতৰু ফল গলিত হৈয়া আছে। শুকমুখে দ্ৰৱি ফল ভূমিত পৰিছে'। তাৰ শেষৰ দুশাৰী — পিউ পিউ ৰাম নাম ৰসিক সুজান। কহয় পুৰুষোত্তম বেদ প্ৰমাণ।

ভাগৱতৰ দশম স্কন্ধতহে কৃষ্ণলীলা সুবিস্তৃতৰূপে বৰ্ণিত। আগৰ পিছৰ স্কন্ধসমূহ যথাক্ৰমে উপক্ৰমণিকা আৰু উপসংহাৰ বুলিব পাৰি। ভাগৱত অনুসৰি সেই কৃষ্ণই মাধৱদেৱৰ ৰচনাতো ব্ৰহ্ম, পৰম ব্ৰহ্ম — 'ব্ৰহ্মেতি পৰমাত্মেতি ভগৱান ইতি কথ্যতে'। ভগ বা ছয়বিধ ঐশ্বৰ্যৰ গৰাকীজনেই ভগৱান। গতিকে গীতৰ প্ৰথম উপদেশ ঃ 'শুনলো পণ্ডিত। হৰিপদ সেৱাৰসে থিৰ কৰু চিত'। - মন থিৰ কৰা। অথিৰ-অবিৰ নহ'বা। একান্ত, একাগ্ৰ আৰু অবিচলিত — 'অব্যভিচাৰী ভক্তি পুৰুযোত্তমেন'। সেয়েহে ইফালেও যোৱা, সিফালেও যোৱাসকলক ব্যভিচাৰ কৰা বুলি কোৱা হয়। আন এটি মন কৰিবলগীয়া কথা ইয়াত আছে; সেয়া হ'ল 'সেৱা ৰস'। নামঘোষাতো আছে — 'দিয়ো মোক সেৱা ৰস সাৰ'। আলংকাৰিকসকলৰ মতে ৰস তত্ত্বানুসৰি ভক্তিক শান্ত ৰসেৰে এটি বিভাগ বা পৰ্যায় বুলি ক'লেও ভকতি ৰসিকসকলে ইয়াক এক পৃথক ৰস বুলি







প্ৰতিষ্ঠা কৰিলে; ৰসময়ী ভকতিৰ মৌচাকো সৃষ্টি কৰি থৈ গ'ল মাধৱদেৱেই।

প্ৰকৃততে ভাৰতীয় সাধন মাৰ্গৰ (অধ্যাত্মসাধন) যি তিনিটা পথৰ কথা পোৱা যায়, চিন্তা-চৰ্চাৰ উত্তৰণ তথা ক্ৰমবিকাশৰ স্তৰত জ্ঞান মাৰ্গ আৰু কৰ্ম মাৰ্গৰ পৰৱৰ্তী পৰ্যায়ত প্ৰতিষ্ঠিত হয় — ভক্তিমাৰ্গৰ। সেয়ে ৰসময়ী ভকতি ভকতি দান দেহ কৰোহো গোহাৰি— (বৰগীতৰ পুৰাৰ শ্যাম ৰাগৰ 'গোপাল খেলে' গীত) এই ভক্তি কেনেকৈ সাধিত হয়? সুগম উপায় হ'ল — ভগৱানৰ নাম শ্ৰৱণ-কীৰ্তন কৰা (আউৰ যাইবে নালাগে নৃপতি তপোবন। গৃহে গতি পায় কৰি শ্ৰৱণ কীৰ্তন। — কীৰ্তন ঘোষা)।

'যদ্যাপি ভকতি নৱবিধ মাধৱৰ।
শ্ৰৱণ কীৰ্তন জানা তাতে শ্ৰেষ্ঠতৰ।।'

— কীৰ্তন

একে ঠাইতে প্ৰহ্লাদে দৈত্য শিশুসকলক উপদেশ দি কৈছে—
'শ্ৰৱণ কীৰ্তন স্মৰণ বিষ্ণুৰ অৰ্চন পদ সেৱন।
দাস্য সখিত্ব বন্দন বিষ্ণুত কৰিব দেহ অৰ্পণ।।'

সেৱা কৰা, দাস্যাদি নৱধা ভক্তিৰ মাজতো ই শ্ৰেষ্ঠ বুলি পৰিগণিত। সেয়েহে নামঘোষাত পুনৰ দিয়া হৈছে —

'তয়ু পদ সেৱা ৰসক আশায়ে এ'
তোমাৰ একান্ত ভৃত্যৰ কিংকৰ ভৈলো।।'

আনহাতে আলোচকৰ কোনোৱে কোৱাৰ দৰে মৌলিকত্ব বিচাৰত বৰগীতৰ 'কানাইৰ ৰূপেৰ উপমাৰ কেবা ক্ষেম এক পুঞ্জ হৈয়ো আছে গোপিনীৰ প্ৰেম।।' ('কানাই কিনা ৰূপসিয়া' বৰগীত) কথাৰ গুৰি কিন্তু বিল্ব মংগলৰ 'পুঞ্জীভূতং ... ' আদি শ্লোকহে। তাকো অৱশ্যে অতি চাতুৰ্যপূৰ্ণভাৱে উত্থাপিত কৰিছে। বিল্ব মংগলৰ খেও ধৰিয়েই চিৰকুমাৰ ভক্ত কবিয়ে সিমানতে সামৰা নাই, গীতফাঁকিতে কিমান তত্ত্ব-গূঢ়াৰ্থ বান্ধি ৰাখিছে ভাবিলে অভিভূত নহৈ নোৱাৰি। অৰ্জুন ভঞ্জন নাটতো উক্ত শ্লোকাংশ দি সূত্ৰৰ মুখে তাৰ অৰ্থ ব্যাখ্যা কৰাৰ উপৰি পুনৰ শ্যামগেড়া ৰাগত শিৰোনামৰ গীতফাঁকি লিখিছে। তাৰ একোটা পদখণ্ড আনকি একোটি শব্দৰ ব্যাখ্যাই ভালেখিনি কথাৰ সম্ভেদ দিয়ে।

একে বেদান্ত দৰ্শনৰ আকৌ কত ভাগ — দ্বৈত, অদ্বৈত, শুদ্ধাদ্বৈত, বিশিষ্টাদ্বৈত, দ্বৈতাদ্বৈত আৰু বাদসমূহ — পৰিণাম, বিৱৰ্ত, বিম্বা প্ৰতিবিম্ববাদ আদি। সেয়ে বেদ-বেদান্তৰ বিচাৰ, ত্ৰিগুণাত্মক 'বেদ বন পৰিহৰা'। 'গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিন ধৰা' শাৰীৰ ব্ৰহ্ম, 'সোহহং ব্ৰহ্ম' নহয়। গুৰু চৰিত কথাৰ খৰ্গেশ্বৰ সন্ন্যাসীৰ বাদৰ কাহিনীত হঁৰাম লিগিৰাৰ যোগে খণ্ডন কৰা হৈছে — শংকৰাচাৰ্যই বান্ধ দাম্ফি কোৱা কথা — 'শ্লোকাৰ্দ্ধেন প্ৰৱক্ষামি যদুক্তং গ্ৰন্থ কোটিভিঃ। ব্ৰহ্ম সত্য জগন্মিথ্যা জীৱো ব্ৰহ্মৈৱ নাপৰম্।। কোটি কোটি গ্ৰন্থত থকা কথাষাৰ আধাটি শ্লোকতে কয় — এনে দম্ভ অহংকাৰ! আমাৰ বেদস্তুতিত কোৱা হৈছে —

'তোমাৰেসে অংশ আমি যত জীৱ জাক।
তোমাৰ মায়ায়ে প্ৰভু মুহিলে আমাক।।'

জীৱাত্মা - পৰমাত্মা ভেদ বিচাৰত জীৱ ব্ৰহ্মৰ অংশ। অংশই পূৰ্ণৰ কাম স্বকীয়ভাৱে কৰিব নোৱাৰে। মূৰটো নাথাকিলে বা শৰীৰৰ পৰা বিচ্ছিন্ন কৰিলে শৰীৰৰ অংশ হাতখনে, আঙুলিয়ে বা ভৰিৰে নিজাববীয়াকৈ একো কৰিব নোৱাৰে; কিন্তু তাকে আমি উপলব্ধি কৰিব নোৱাৰোঁ।

যি 'প্ৰকৃতি পুৰুষ দুয়োৰে নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ।।'

তেৱেঁই পৰম পুৰুষ, পৰমেশ্বৰ। ওপৰৰ ঘোষাৰ অধোক্ষজ ব্ৰহ্ম, যি মায়া বা প্ৰকৃতিৰ সহায়ত সৃষ্টি স্থিতি প্ৰৱৰ্তায় আৰু সেয়ে এই দুইৰো নিয়ন্ত্ৰণ কৰোঁতা মাধৱ হ'ল পৰম ঈশ্বৰ, সকলোৰে আত্মাত অংশৰূপে অৱস্থিত। তেওঁৰ 'মায়া পাশে বন্দী ব্ৰহ্মা আদি কৰি'। নামঘোষাৰ ভাষাৰে — ব্ৰহ্মা আদি কৰি জীৱ যত, (পাঁচ বাৰ ৰাম শব্দৰ গূঢ়াৰ্থও বেলেগে কৰা হয় — ভক্তি পন্থত), মায়া শয্যা মাজে আছয় ঘুমতি যাই।।' এই মায়া পৰমেশ্বৰৰ এক যাদুকৰী শক্তি, যি ঋতেহৰ্থংযৎ প্ৰতীয়েত ন প্ৰতীয়েত চাত্মনি। আৱৰণ আৰু বিক্ষেপণ — এই দুই শক্তিৰ দ্বাৰা মায়াই দুটা কাম কৰে — সত্যটোক ঢাকি ৰাখি অসত্যটোক সত্য বুলি প্ৰতীতি জন্মায়। বেদস্তুতিৰ 'অসত্য জগতখান তোমাত উদ্ভৱ ভৈলা সত্য হেন প্ৰকাশে সদায়। কৰ্ম জড় মনুষ্যৰ মন মগ্ন ভৈল তাতে।' সন্ত - সত্য, অসন্ত - অসত্য। সত্যৰো তিনিটা ভাগ— প্ৰতিভাসিত —পৰিদৃশ্যমান, ব্যৱহাৰিক আৰু পৰম বা চৰম সত্য। আমাৰ চকুত প্ৰতিভাসিত হোৱা গছ এজোপা, ঘৰ এটা বা মানুহ এজন দেখাত সত্য যেন লাগে, কিন্তু আগতে (বহুত বছৰৰ আগতে) সি নাছিল আৰু পিছতো সি নোহোৱা হ'ব, নাইকিয়া হ'ব। আনকি আমাৰ এই পৃথিৱী নামৰ গ্ৰহটোও। কিন্তু সি দেখাত সত্য হ'লেও চিৰসত্য নহয়। গোটেই জগতখন — জগৎ, গচ্ছতি গচ্ছতি ইতি জগৎ। —যি গৈ আছে। কেনি, ক'লৈ কাল বা সময়েহে ক'ব। তেনেদৰে এখন কাগজত ছাপ মাৰি দিয়া হ'ল —ইমান টকা বুলি। ব্যৱহাৰৰ কাৰণে সেই নোটখন এক সীমাৰ মাজত সত্য বুলি স্বীকৃত হ'ব পাৰে; সেয়ে ব্যৱহাৰিক সত্য। তৃতীয়বিধ সত্যই চিৰসত্য, পৰম বা চৰম সত্য; যি অক্ষয় অব্যয়, সনাতন। কিন্তু অবিদ্যা বা মায়াই আমাক একো নোহোৱা মানুহৰ মাজত পিতা-পুত্ৰ, পতি-পত্নী আদি সম্বন্ধ বান্ধোনেৰে সত্য বুলি দেখুৱায় যদিও কোনো কাৰো লগত একেলগে নোপজে, নমৰে। কিন্তু মায়া মোহে সঁচা সম্পৰ্কৰ ধাৰণা ওপজায়। যি মায়াই সৃষ্টিকৰ্তা ব্ৰহ্মাকো মোহিত কৰিছিল। (... মায়াদিৰো ঈশ তুমি প্ৰভু ভগৱন্ত। তোমাক পৰীক্ষো মই মায়াক প্ৰকটি। ... কীৰ্তনৰ শিশুলীলাৰ অষ্টম কীৰ্তন, ব্ৰহ্মামোহন), সেই মায়াৰ অধীশ্বৰ কিন্তু যশোদা গোৱালীৰ হাতত বন্দী হ'ল —



ভক্তিৰ বলত। উপায় — 'অজ্ঞান আন্ধাৰে পৰিয়া পাৰ নপাওঁ। তুৱা গুণ নাম ভকতি প্ৰদীপ চাওঁ।' গীতৰ

'যদি হৰি অনন্তব্ৰহ্মাণ্ড অধিকাৰী।
তথাপি ভক্তৰ বশ্য হোৱন্ত মুৰাৰি।।
তাতেসে বন্ধন হৰি লৈলা যশোদাৰ।
নিৰন্তৰে নিগমেৰ এ তত্ত্ব বিচাৰ।।

ইমান গভীৰ অৰ্থপূৰ্ণ, ইমান কঠিন! এখন বিশ্ব ব্ৰহ্মাণ্ডৰ অন্তৰ্গত সৌৰজগতৰে অন্য এক গ্ৰহলৈ যাবৰ, সবিশেষ জানিবৰ সামৰ্থ্য আমাৰ হোৱা নাই। তেনে কোটি কোটিব্ৰহ্মাণ্ডৰ অধীশ্বৰজনো ভক্তৰ অধীন হৈ বন্ধন ল'লৈ, ভক্ত শ্ৰেষ্ঠ বলিৰ সভাৰ দুৱাৰ মুখত 'বলিৰ সন্মুখ হৈয়া থাকন্ত সৰ্বদা' (কীৰ্তন)। সেয়াই নিগম শাস্ত্ৰৰ তত্ত্ব বিচাৰ।

আগম শাস্ত্ৰৰ বিপৰীতে নিগম শাস্ত্ৰ অনুধাৱন কৰিলে পুনৰ্জন্ম ন বিদ্যতে। নহ'লৈ প্ৰাণী মাত্ৰেই জন্ম, বৃদ্ধি, অৱক্ষয় আৰু পৰিণতি এই চাৰি অৱস্থাৰ চক্ৰ (সংসাৰ চক্ৰ)টোৰ মাজত নিৰন্তৰ ঘূৰি ফুৰিব লাগে। ওপজা মানেই বৃদ্ধি, অৱক্ষয়ৰ অন্তত পৰিণতি মৃত্যু অৱধাৰিত। এই চক্ৰৰ হাত সাৰিব নোৱাৰি— থিৰ কৰু চিত্ত ৰূপে সুদৃঢ় বিশ্বাস ব্যতিৰেকে। জন্ম-মৃত্যু আদি দুখ দূৰকাৰীজনৰ কথা কোৱা হৈছে — কৃষ্ণ এক দেৱ দুখহাৰী কাল মায়াদিৰো অধিকাৰী। কাল বা সময়ো তেওঁৰে অধীন যি সম্পৰ্কে শ্ৰেষ্ঠ বিজ্ঞানী হকিঙেও উৰাদিহ উলিয়াব নোৱাৰি লিখিছে — এ ব্ৰীফ হিষ্টৰী অৱ টাইমৰ দৰে চাঞ্চল্যকৰ গ্ৰন্থ। আমি এইবোৰৰ কি সন্ধান, কি তত্ত্ব বিচাৰি পাম? সেয়েহে শংকৰদেৱেও কীৰ্তনৰ ৰাসত লিখিছে — 'যেন তেন মতে মাত্ৰ স্মৰোক সততে'। আৰু 'নিৰুপাধি হৰিৰ ভকতি নুহি বৃথা'। গতিকে গীতৰ শেষতো আছে —

'ভকতি সমান বলি নাহি নাহি আৰ।
কহয় মাধৱ গতি নন্দেৰ কুমাৰ।।'
আৰু তোমাৰ দাসৰ দাসৰো কিংকৰ
বুলি প্ৰভু মোক ধৰা।'

('মোকে ইবাৰ' বৰগীত। দাস্য ভক্তিত নিমজ্জিত ভক্ত কবিসকলৰ এয়ে আকৃতি।) ❑







# মহাভক্ত নৰোত্তম আতৈ

ড° সূৰ্য দাস

আহোম স্বৰ্গদেউৰ দিনতে
লোণ বান্ধি নামিছিল নক্টে
তাহানিৰ শ্ৰীশ্ৰীৰাম আতাই
নক্টে নৃপতিক দিছিলে শৰণ
কৰি নক্টেই শিষ্যৰ নামকৰণ
নৰৰো উত্তম 'নৰোত্তম'
কৈছিল মানুহ মানুহ হ'লে
ইজনে সিজনক সাবটিলে
নহয় জাতিকুল ভ্ৰষ্ট।'

এই গীতটি হ'ল ড° ভূপেন হাজৰিকা পৰিচালিত 'লটিঘটি' কথাছবিৰ; ইয়াত নৰোত্তম আতৈৰ বিষয়ে সামান্য পৰিচয় দিয়া হৈছে। নক্টৈৰ নৰোত্তম আতৈ, গাৰোৰ গোবিন্দ আতৈ, মুছলমান গুৰু চান্দসাঁই- ইত্যাদি নামবোৰ কেৱল শুনিবলৈহে পোৱা যায় আৰু আৰু ইয়াৰে দুই-এজনৰ বাহিৰে বাকীসকলৰ বিষয়ে বিস্তৃতভাৱে এতিয়াও জানিবলৈ পোৱা হোৱা নাই। বিশেষকৈ শংকৰোত্তৰ যুগৰ ভালেমান সন্তপুৰুষৰ চৰিতপুথি এতিয়াও সহজলভ্য হৈ উঠা নাই। সেইকাৰণে এই সময়ছোৱাৰ বৈষ্ণৱগুৰুসকলৰ জীৱন কাহিনী আৰু তেখেতসকলে বৈষ্ণৱধৰ্ম আৰু আদৰ্শ প্ৰচাৰৰ কাৰণে তেখেতসকলে দিয়া আত্মবলিদান আৰু আত্মোৎসৰ্গৰ কাহিনী থকা বহুতো পুথি এতিয়াও হয়তো সত্ৰৰ ভঁৰালত সংৰক্ষিত হৈ আছে ছপাৰ মুখ নেদেখাকৈ। তদুপৰি যিখিনি হয়তো প্ৰকাশ হৈ ওলাইছে, তাৰো হয়তো বহুখিনি আগ্ৰহী পাঠক-গৱেষকৰ হাতত এতিয়াও পৰাহি নাই। চলিহা বাৰেঘৰ সত্ৰৰ ভূতপূৰ্ব সত্ৰাধিকাৰ স্বৰ্গীয় শ্ৰীশ্ৰী মহেশচন্দ্ৰ সত্ৰাধিকাৰ আতা ঈশ্বৰে শ্ৰীশ্ৰীৰামদেৱ প্ৰভুৰ চৰিত্ৰখনি প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছিল যদিও, কামফেৰা সম্পন্ন হোৱাৰ আগতেই বৈকুণ্ঠগামী হোৱাত, তেখেতৰ সুযোগ্য পুত্ৰ শ্ৰীমিহিৰ চন্দ্ৰ মহন্তদেৱে প্ৰকাশ কৰি উলিয়ায়। পুথিখনিৰ এটি চমু পাতনি লেখিছিল অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, শিৱসাগৰ কলেজৰ প্ৰতিষ্ঠাতা আৰু প্ৰাক্তন অধ্যক্ষ স্বৰ্গীয় পদ্মধৰ চলিহা ডাঙৰীয়াই। তেখেলে লেখা পাতনিখনৰ পৰাই চৰিতখনিৰ প্ৰকাশন কাল ১৯৬৫ চনৰ ডিচেম্বৰ মাহ বুলি জানিব পৰা গৈছে। ছপা কৰিছিল শিৱসাগৰৰ বৰা ব্ৰাদাৰ্চ প্ৰেছ আৰু পাব্লিচিং হাউছে। মূল্য ৫ টকা। শ্ৰদ্ধেয় মিহিৰ চন্দ্ৰ মহন্তই এই পুথিখনি প্ৰকাশ কৰি উলিয়াই এটি অতি মহৎ কাৰ্য সম্পাদন কৰে। শংকৰোত্তৰ যুগৰ বিভিন্ন সময় আৰু শতিকাত গুৰুজনা প্ৰৱৰ্তিত নৱবৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিয়ে বিৰুদ্ধবাদীসকলৰ দ্বাৰা বাৰে বাৰে প্ৰত্যাহ্বানৰ আৰু সংকটৰ সন্মুখীন হৈছিল। স্বৰ্গদেউ গদাধৰ সিংহৰ



বৈষ্ণৱ নিৰ্যাতনৰ উপৰি ৰুদ্ৰসিংহ আৰু শিৱসিংহ ৰজাৰ দিনত শাসকশ্ৰেণী আৰু পুৰোহিত শ্ৰেণীৰ পৰা নৱবৈষ্ণৱ ধৰ্মলৈ এক বিৰাট প্ৰত্যাহ্বান আহিছিল। স্বৰ্গদেৱ ৰুদ্ৰসিংহ আৰু শিৱসিংহ ৰজাৰ দিনত শ্ৰীশ্ৰীৰামদেৱে এই প্ৰত্যাহ্বানৰ সমুচিত উত্তৰ দি, তেখেতৰ পাণ্ডিত্য, যুক্তি আৰু বাক-চাতুৰ্যৰে নৱবৈষ্ণৱ ধৰ্মৰ মত অখণ্ডনীয় ৰূপত প্ৰতিষ্ঠা কৰিছিল। এই ঘটনা অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ বিস্তাৰ যুগৰ এক সোণালী অধ্যায়। এইদৰে এইজনা গুৰুৰ এটি যুগমীয়া কীৰ্তি হ'ল বৰ্তমান অৰুণাচল প্ৰদেশৰ টিৰাপ আৰু চাংলাং জিলাৰ নক্টে, টাংছা আদি জনজাতীয় সমাজত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ, প্ৰসাৰ আৰু জনপ্ৰিয়কৰণৰ কাহিনী। এই ৰচনাখনি বুৰঞ্জী আৰু চৰিতপুথিৰ তথ্য আৰু জনশ্ৰুতি আদিৰ আধাৰত নক্টে ৰজা লথাখুনবাও তেখেতৰ প্ৰজাসকলৰ সৈতে শ্ৰীশ্ৰীৰামদেৱৰ ওচৰলৈ আহি বৈষ্ণৱ ধৰ্মত দীক্ষিত হৈ কেনেদৰে নৱজীৱন লাভ কৰিছিল, সেই ঐতিহাসিক ঘটনা পুনৰগঠন কৰি আপোনাসৱৰ ওচৰত নিবেদন কৰিবলৈ চেষ্টা কৰা হ'ব।

শ্ৰীশ্ৰীৰামদেৱৰ চৰিত্ৰ আৰু পবিত্ৰ অসমত সন্নিবিষ্ট কৰা, চলিহা বাৰেঘৰ সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীগোপালকৃষ্ণদেৱ অধিকাৰ গোস্বামীৰ টোকা অনুসৰি শ্ৰীশ্ৰীৰামদেৱৰ জন্ম হৈছিল বাৰেঘৰীয়াত। জন্মৰ বৰিষ ১৫৮৭ শকাব্দ; চ'ত মাহৰ প্ৰথম পখেক, মঙলবাৰ আৰু দিনৰ দুই প্ৰহৰ আৰু দুই দণ্ড যোৱাত। খ্ৰীষ্টীয় গণনা অনুসৰি ১৬৬২ খ্ৰীষ্টাব্দত।

চৈত্ৰ মাস আদি পক্ষ মঙ্গল বাৰত।
দিবা দুই প্ৰহৰৰ এক দণ্ড গত।।১৩
মুনি বসুবাণ চন্দ্ৰ সক সিবেলাত।
বাৰেঘৰীয়া জন্ম শ্ৰীৰাম সাক্ষাত।।

সেইসময়ত অসমৰ ৰজা আছিল স্বৰ্গদেউ জয়ধ্বজ সিংহ; এইজনা স্বৰ্গদেৱৰ ৰাজত্বকাল ১৬৫৪ চনৰ পৰা ১৬৬৩ চনৰ ভিতৰত। শ্ৰীৰামদেৱৰ দেউতাক হ'ল সুদৰ্শনদেৱ বা সুদৰিশনদেৱ। এই সুদৰিশনদেৱেই হ'ল উজনি অসমৰ বিখ্যাত চলিহা বাৰেঘৰ সত্ৰৰ প্ৰতিষ্ঠাপক। তেখেতৰেই পুত্ৰ হ'ল শ্ৰীৰামদেৱ আৰু চলিহা বাৰেঘৰ সত্ৰৰ দ্বিতীয়গৰাকী সত্ৰাধিকাৰ। শ্ৰীৰামদেৱৰ চৰিতমতে সুদৰিশনদেৱে জীৱনকালত কেইবা ঠাইতো সত্ৰ পাতিবলগা হৈছিল। উক্ত চৰিত আৰু শ্ৰীশ্ৰীগোপালকৃষ্ণ দেৱ অধিকাৰৰ পত্ৰ অনুসৰি সেই সত্ৰকেইখন হ'ল — মণিপুৰ সত্ৰ, ডিমৌ সত্ৰ, সুন্দৰীদিয়া সত্ৰ; কিন্তু এই সত্ৰকেইখনৰ স্থান সম্পৰ্কে জানিব পৰা হোৱা নাই। ইয়াৰ পিছত সুদৰিশনদেৱে পুনৰ নাহৰকটীয়াৰ পৰা আধামাইল দূৰত শলগুৰি আলিৰ কাষত সত্ৰ পাতে। এয়ে বাৰেঘৰ চলিহা সত্ৰ বা চলিহা বাৰেঘৰ সত্ৰ। সুদৰিশনদেৱে ইয়াতে সত্ৰ পাতি থকা সময়তে ৰজা গদাধৰ সিংহই বৈষ্ণৱসকলৰ ওপৰত নিৰ্যাতন কৰিবলৈ লয়। শ্ৰীৰামদেৱৰ চৰিতত এই নিৰ্যাতনৰ কাৰণ স্বৰ্গদেউ গদাধৰ সিংহৰ এই আদেশঃ

যদি ভালে গাৱ সাৰ। বিষ্ণুধৰ্ম ত্যাগ কৰ।।
ম্লেচ্ছৰ আচাৰ ধৰ। নতু দেৱী পূজা কৰ।।

অন্যান্য বৈষ্ণৱ সত্ৰৰ লগতে সত্ৰৰ সুদৰিশনদেৱকো ৰজাই ধৰাই নিয়াইছিল। তুংখুঙীয়া বুৰঞ্জীমতে গদাধৰ সিংহই কুৰিজন বৈষ্ণৱ সন্তক ধৰাই নি নামৰূপত সংহাৰ কৰায়। সেইদিনা আছিল ভাদমাহৰ পূৰ্ণিমা তিথি। তাৰ পিছদিনাই প্ৰতিপদৰ দিনা সুদৰিশনদেৱৰ পৰলোকপ্ৰাপ্তি ঘটে। শ্ৰীৰামদেৱৰ চৰিতত অধিকাৰজনাক শাস্তি দিয়াৰ বিৱৰণ আছে আৰু সম্ভৱতঃ সেই শাস্তিৰ ফলতেই তেখেতৰ মৃত্যু ঘটে। গদাধৰ সিংহই এই কুৰিজন সন্তৰ প্ৰাণ সংহাৰ কৰাৰ উপৰি আৰু বিচিত্ৰধৰণে বৈষ্ণৱ সন্তসকলৰ ওপৰত নিৰ্যাতন চলাইছিল। গদাধৰ সিংহৰ ৰাজত্বৰ কালছোৱাত শ্ৰীৰামদেৱে ৰাজভয়ত পলাই ফুৰিছিল আৰু এই সময়ত বিভিন্ন ঠাইত কটাবলগীয়া হৈছিল। গদাধৰ সিংহৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ ৰুদ্ৰসিংহ ৰজা হয়। এইজনা স্বৰ্গদেৱে তেওঁৰ পিতৃয়ে উৎখাত কৰা বৈষ্ণৱ সন্ত আৰু সত্ৰাধিকাৰসকলক বিচাৰি আনি সকলোকে নিজ নিজ স্থানত সংস্থাপন কৰায়। সুদিন উপস্থিত হোৱাত শ্ৰীৰামদেৱো উভতি আহে। শ্ৰীৰামদেৱৰ চৰিতত তেওঁৰ পলাতক জীৱনৰ কাহিনী বহলাই বৰ্ণনা কৰা হৈছে। পলাই ফুৰাৰ সময়ছোৱাৰ শেষৰফালে তেওঁ এজন কমাৰৰ ঘৰত অলপ দিন আশ্ৰয় লৈ আছিল। তাত থাকোঁতেই তেওঁ গদাধৰ সিংহৰ মৃত্যুৰ আৰু তেওঁৰ পুত্ৰ ৰুদ্ৰসিংহ ৰজা হোৱাৰ বাতৰি পালে।

তৈৰ পৰা একদিন শ্ৰীৰাম গৈলন্ত।
বসুধৰ কমাৰৰ গৃহত ৰৈলন্ত।। ৩২২
একদিনা প্ৰভু তৈতে এক বাৰ্তা পাইলা।
ভূপাল (গদাধৰ সিংহ) প্ৰাণক ছাৰি পৰলোক গৈলা।।
সিটো নৃপপুত্ৰ ৰুদ্ৰসিংহ ৰাজা ভৈলা।
ইয়ো কথা গোসাঁই একদিন বাৰ্তা পাইলা।। ৩২৩
বাৰ্তা শুনি গোসাঁই নিৰ্বন্ধ কৰিলন্ত।
হৈবা এন্তে ৰাজা বিষ্ণু ভক্ত মহা শান্ত।।
সন্ত সাধু সমস্তক কৰি এক স্থান।
হৰিৰ প্ৰীতিৰ অৰ্থে দিব হোমদান।। ৩২৪

ৰুদ্ৰসিংহ ৰজা হৈ অন্যান্য সত্ৰাধিকাৰ আৰু সন্ত-মহন্তসকলৰ সৈতে ৰামদেৱকো তেওঁৰ আতা বা ককাকৰ সত্ৰ বৰবামত স্থাপন কৰে। শ্ৰীৰামদেৱৰ ককাকৰ নাম আছিল শ্ৰীকৃষ্ণদেৱ। শ্ৰীকৃষ্ণদেৱৰ বৰবাম সত্ৰ আছিল বৰযদুমণিদেৱৰ শিষ্য ৰামানন্দৰ আজ্ঞাপৰ। শ্ৰীকৃষ্ণদেৱৰ তিনিজন পুত্ৰৰ পৰা তিনিখন সত্ৰ হয়। জ্যেষ্ঠ সুদৰিশনদেৱৰ চলিহা বাৰেঘৰ সত্ৰ, মধ্যম বিজয়ানন্দদেৱৰ বুদবাৰী সত্ৰ আৰু কনিষ্ঠ সুনন্দদেৱৰ (উদাসীম) কাটনী সত্ৰ। শ্ৰীৰামদেৱৰ চৰিতত তেখেতক ককাকৰ সত্ৰত স্থাপন কৰাৰ বিষয়ে কোৱা হৈছে





এইদৰে —

ৰাজাৰ আদেশে মন্ত্ৰী দূতক পাঠিলা।
সন্তপুত্ৰ সব আনি স্বস্থানে স্থাপিলা।
বড়বাম নামে সত্ৰ কৃষ্ণদে যে দেৱৰ।
সেহি স্থানে স্থিতি ভৈলা শ্ৰীৰাম সুন্দৰ।। ৩৩৪

স্বৰ্গদেউ গদাধৰ সিংহই বৈষ্ণৱ-সাধক-সন্ত-ভকতসকলৰ জীৱন আৰু সাধনালৈ জাপি দিয়া ৰাষ্ট্ৰসন্ত্ৰাস ৰুদ্ৰসিংহৰ দিনত যতি পৰাত, অন্যান্য সন্ত-মহন্তসকলৰ লগতে শ্ৰীৰামদেৱেও গীত-নাট আদি বিভিন্ন মাধ্যমেৰে ধৰ্ম প্ৰচাৰ কাৰ্যত একাণপতীয়াকৈ লাগি পৰিল। তেওঁ অতিশয় তীক্ষ্ণ বুদ্ধিৰ আৰু মেধাৱী পুৰুষ আছিল; তেওঁৰ পিতৃ সুদৰিশনদেৱে কাশীৰ পৰা অনা পণ্ডিত গুৰুৰ ওচৰত শিক্ষা লাভ কৰি বেদ-বেদান্ত, গীতা-ভাগৱত-উপনিষদ-পুৰাণ আদি শাস্ত্ৰত পাৰ্গত হৈ উঠিল; তদুপৰি তেওঁ সংস্কৃত ভাষাতো অসাধাৰণ ব্যুৎপত্তি অৰ্জন কৰিছিল। শ্ৰীৰামদেৱে পাণ্ডিত্য, বুদ্ধি আৰু অসাধাৰণ বাক-চাতুৰ্যৰে স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰাজসভালৈ ভাটীৰ পৰা বাদ বা তৰ্ক কৰিবলৈ অহা শাক্ত আৰু চৈতন্যমতীয়া দুজন পণ্ডিতক দুবাৰকৈ ৰাজসভাত পৰাস্ত কৰি স্বৰ্গদেৱৰ প্ৰিয়পাত্ৰ হৈছিল। প্ৰথমবাৰৰ তৰ্কযুদ্ধত শ্ৰীৰামদেৱ চৈতন্যপন্থী ব্ৰাহ্মণসকলক পৰাস্ত কৰি মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ প্ৰৱৰ্তিত নৱবৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিক মৰ্যাদাৰ আসনত পুনৰ প্ৰতিষ্ঠা কৰায়। শ্ৰীৰামদেৱে এনেদৰে চৈতন্যপন্থী গৌৰদেশীয় পণ্ডিতসকলক পৰাস্ত কৰাৰ পিছত স্বৰ্গদেৱে ঘোষণা কৰিলে —

শ্ৰীৰামৰ বাক্যে গৌৰদেশীয় পণ্ডিত।
উত্তৰ নাপায়া ভৈলা পৰম লজ্জিত।। ৪৫০
দেখি ৰাজা শ্ৰীৰামদেৱক প্ৰশংসিলা।
বঙ্গালৰ হন্তে মোৰ ৰাজ্য ৰক্ষা কৈলা।।
আজি হন্তে মোৰ এহি অসম ৰাজ্যত।
যিবা সবে বাদ্য হুয়া আছে প্ৰচলিত।। ৪৫১
জ্ঞাতিবৰ্গ প্ৰজাবৰ্গ যতেক আছয়।
সেহি সব বাদ্য ত্যাগ কৰিয়া নিশ্চয়।।
যিবা গীত বাদ্য নৃত্য শ্ৰীৰামদেৱৰ।
মোৰ ৰাজ্যে সেহি সব হউক প্ৰচাৰ।। ৪৫২
যাৱে বংশ ৰহো ভূমণ্ডলে আমাসাৰ।
শ্ৰীৰামৰ যশস্যা নেৰিয়ো সাৰেসাৰ।। ৪৫৩

ইয়াৰ পিছত আকৌ এবাৰ ভাটীৰ পৰা অহা এদল শাক্ত পণ্ডিতক তৰ্কত পৰাস্ত কৰাত স্বৰ্গদেউ ৰুদ্ৰসিংহই অতিশয় আনন্দিত হৈ শ্ৰীৰামদেৱক সাদৰ-সম্ভাষণ জনালে আৰু অন্যান্য উপহাৰৰ লগতে এখন হাতীদাঁতৰ সোণখটোৱা আৰু ৰাখৰুৱা গা-খজুওৱা হাত, সোণৰ গামখাৰু, ৰূপ খটোৱা এযোৰ তামৰ শৰাই, এযোৰ ৰূপৰ পাদুকা আৰু এগাছি স্বৰ্ণহাৰ প্ৰদান কৰিলে।



হস্তীৰ দান্তৰ সুবৰ্ণে খছিত
বাখৰুৱা কৰ।
ৰাজাৰ হাতৰ পৰা শ্ৰীৰামক
দিলা কৰি সমাদৰ।।
ৰৌপ্যে সুছিত্ৰিত তামৰ শৰাই
ৰূপৰ পাদুকা দিলা।
ৰাজ পৰিধান স্বৰ্ণহাৰ গছি
তাকো যে শ্ৰীৰামক দিলা।।

স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনত কেৱল যে শ্ৰীৰামদেৱহে সন্মানিত হ'ল, সেয়া নহয়। তেখেতৰ লগতে অসমৰ সমগ্ৰ বৈষ্ণৱ সমাজলৈও গদাধৰ সিংহৰ দিনত হেৰোৱা নিৰাপত্তা আৰু সন্মান উভতি আহে। আগতেই কৈ অহা হৈছে যে ৰজাই শ্ৰীৰামদেৱক প্ৰথমতে তেখেতৰ ককাকৰ দিনৰ সত্ৰ বৰবামতে থাপিছিল। কিন্তু দিহিং নদীয়ে সত্ৰ মেৰাই খহোৱাত পুনৰ চলিহা সত্ৰলৈ গ'ল। তাতেই নগা খুনবাও বা নৰোত্তম ৰজাই শৰণ লয়। শ্ৰীৰামদেৱ আৰু নৰোত্তম দুয়ো ১৮৮৭ শকত জন্মগ্ৰহণ কৰিছিল। শ্ৰীৰামদেৱে বাৰেঘৰ চলিহা সত্ৰৰ পৰা মেৰবিল চেৰাই নতুন সত্ৰ পাতিলে, তাতো ভুমুকীয়া জলে সত্ৰ বুৰাই নিবলৈ ধৰিলে। ইয়াতে নাও অহা যমুনা আৰু আইটী আম নামে প্ৰকাণ্ড আমগছ এজুপিৰ স্থান আছে। যেতিয়া শিৱসাগৰৰ দ'লৰ কলচী খহি পৰে, একেদিনাই একে সময়তে আইটী আম উঘালি মেৰবিলত পৰে। ভুমুকীয়া পানীয়ে সত্ৰ বুৰোৱাৰ চিন বৰ্তমানো আছে। প্ৰথম ওলোৱা ঠাইকে ভুমুকৰ মুখ বোলে। ইয়াতে সত্ৰ থাকোঁতেই ৭/৮ মাইল দূৰত ভাটীলৈ শলগুৰি আঘোণীবাৰীৰ পৰা দুমাইল দূৰত কেন্দুগুৰিত বালিসত্ৰ নামে সত্ৰ পাতে। (পবিত্ৰ অসম গ্ৰন্থত বাৰেঘৰ (চলিহা) সত্ৰৰ অধিকাৰ শ্ৰীশ্ৰীগোপালকৃষ্ণদেৱ অধিকাৰ গোস্বামী প্ৰভুৱে দিয়া তথ্যৰ পৰা লোৱা হৈছে, পৃষ্ঠা - ৫৫, ৫৬, ৫৭)। বৰ্তমান চলিহা বাৰেঘৰ সত্ৰ নাজিৰাৰ ওচৰৰ মেজেংগাত। ডিব্ৰুগড়, শিৱসাগৰ আৰু যোৰহাট জিলাৰ ভালেমান ঠাইত এই সত্ৰৰ স্মৃতি বিজড়িত স্থান আছে। কাল-সংহতিৰ এই সত্ৰখনিৰ প্ৰথম প্ৰতিষ্ঠাপক শ্ৰীৰামদেৱৰ ককাক শ্ৰীকৃষ্ণদেৱ। শ্ৰীকৃষ্ণদেৱৰ বৰবাম সত্ৰ আছিল বৰযদুমণিদেৱৰ শিষ্য ৰামানন্দদেৱৰ আজ্ঞাপৰ। বৰযদুমণিদেৱ সম্ভৱতঃ ভবানীপুৰীয়া গোপাল আতাই উজনিলৈ পঠোৱা বাৰজন আতাৰ অন্যতম। শ্ৰীকৃষ্ণদেৱৰ নাতি শ্ৰীশ্ৰীৰামদেৱৰ জীৱনকাল চাৰিকুৰি বছৰকাল বুলি কোৱা হয়। এই চাৰিকুৰি বছৰীয়া জীৱনকালৰ ভিতৰত তেওঁ দুকুৰি ছবছৰ (ছয়াধিক দুইকুৰি বৎসৰ, পৃথিৱীত ধৰ্ম ধৰিলা ইবাৰ) সত্ৰাধিকাৰ হৈ আছিল; এই হিচাপ অনুসৰি তেওঁ সত্ৰাধিকাৰ হোৱাৰ সময় আনুমানিক ১৬১১ শক। ড° মহেশ্বৰ নেওগৰ মতে ১৬১৬ শক। তেখেতে নৰনাট সামৰে ১৬৬২ শকত। সেইদিনা আছিল কাতিমাহৰ শুক্লা পঞ্চমী তিথি।





পক্ষ ঋতুৰস শশিশক যেবে ভৈলা।
কাৰ্ত্তিক মাসৰ শুক্ল পঞ্চমী মিলিলা।। ৭৮২
শ্ৰীৰামদেৱ নৰনাট সামৰিলা।
যশস্যা ধৰ্মক ৰাখি বৈকুণ্ঠক গৈলা।।

মুঠতে তেখেতে সত্ৰাধিকাৰ হৈ থকাৰ দুকুৰি ছবছৰৰ ভিতৰত নক্টে ৰজা লখা খুনবাৰে শ্ৰীৰামদেৱৰ ওচৰত শৰণ লয়হি। এই সময়ছোৱা হ'ল ১৬১৬ শকৰ পৰা ১৬৬২ শকৰ ভিতৰত। যদিও তেখেতে চাৰিকুৰি বছৰ জীয়াই আছিল বুলি কোৱা হয়, আচলতে তেখেতৰ জীৱনকাল ৭৫ বছৰহে। মৃত্যু ১৬৬২ শক, জন্ম ১৫৮৭ শক। মুঠ জীৱনকাল ৭৫ বছৰ।

চলিহা বাৰেঘৰ সত্ৰৰ শ্ৰীৰামদেৱৰ ভক্ত সমাজত আৰু নক্টে ৰজা লখা খুনবাও আৰু তেখেতৰ প্ৰজাসকলৰ মাজত প্ৰচলিত বিশ্বাস অনুসৰি শ্ৰীৰামদেৱ হ'ল স্বয়ং শ্ৰীকৃষ্ণ আৰু নক্টে ৰজা হ'ল স্বয়ং অৰ্জুন। ৰজাৰ মনত পূৰ্বজন্মৰ পুণ্য স্মৃতি আৰু অনুপ্ৰেৰণা জাগি উঠাত নক্টে ৰজা লথা খুনবাও গুৰুৰ অন্বেষণত ওলাল। ইয়াৰ বাবে তেওঁ, তেওঁৰ ৰাজধানী দেওগিৰিৰ পৰা ওলাই আহি সপোনত পোৱা নিৰ্দেশমতে দুটি বাঁহৰ চুঙা সোণ আৰু ৰূপেৰে পূৰ্ণ কৰি দিহিং নদীত উটুৱাই দিলে; তেওঁ নিজেও ব্ৰত উপবাস কৰি জ্ঞাতি-বন্ধু আৰু প্ৰজাসকলৰে সৈতে চুঙা দুটিক অনুসৰণ কৰি নদীৰ পাৰে পাৰে ভটিয়াই আহি থাকিল। এইদৰে এঘাৰদিন ভটিয়াই আহি সোণ-ৰূপৰ চুঙা দুটি বাৰেঘৰ চলিহা সত্ৰৰ ঘাটত লাগিলেহি। ৰজাই তেওঁৰ লগৰীয়াসকলেৰে সৈতে নদীৰ পাৰৰ হাবিৰ মাজৰ পৰা চাই থাকিল। সেই সময়তে সত্ৰৰ এজন ভকত গা ধুবলৈ নদীৰ ঘাটলৈ আহিল। ভকতজনে চুঙা দুটি ধৰিবলৈ হাত মেলাত চুঙা দুটি দ লৈ আঁতৰি গ'ল। ভকতজনে এই কথা আহি গুৰু শ্ৰীৰামদেৱক কোৱাত, তেওঁ ভকতসকলৰ সৈতে গৈ নদীত নমাত চুঙা দুটি উটি আহি গুৰু শ্ৰীৰামদেৱৰ কাষ চাপিলহি। তেওঁ চুঙা দুটি লৈ সত্ৰলৈ উভতি আহিল আৰু শিষ্য ভকতসকলক অভয় দি ক'লে — 'তোমালোকে কোনো ভয় শংকা নকৰিবা আৰু চুঙাৰ ৰহস্য এতিয়াই বুজিব পাৰিবা।' এইদৰে আলাপ কৰি থাকোঁতেই লথা খুনবাও তেওঁৰ জ্ঞাতি-বন্ধু আৰু প্ৰজাসকলেৰে সৈতে হুৰমূৰকৈ সোমাই আহি ৰজাই গোসাঁইৰ ওচৰত শৰণ ভিক্ষা কৰিলে। এই ঘটনাটি শ্ৰীৰামদেৱৰ চৰিতত এনেদৰে বৰ্ণনা কৰা হৈছে —

অৰ্জ্জুনেসে নৰনাৰায়ণ ৰূপ ভৈলা।
পুনু বসি নৃপ লথা খুনবাৰ ভৈলা।।
নগ মধ্যে নৃপ হুৱা প্ৰজাক পালন্ত।
পূৰ্ব্বৰ নিৰ্ব্বন্ধ স্বপ্ন যোনো স্মৰাইলন্ত।। ৬৩৭
স্বপ্নৰ বৃত্তান্ত পাত্ৰ সবত কহিলা।
গুৰু লভিবাৰ যিবা উপায়ক পাইলা।
সুবৰ্ণ ৰজত পূৰ্ণ কাক চুঙা দুই।
ডিহিঙ্গে ভযাইলা ব্ৰত উপবাস হুই।। ৬৩৮
সজ্ঞাতিয়ে লথা খুনবাব তিৰে তিৰে যাই।
সুবৰ্ণ ৰজত চুঙ্গা স্থানে স্থানে ৰই।।
একাদশ দিন এহিমতে আহি আছে।
আৰদিনা ছলিযাব ঘাট পাইলা পাছে।। ৬৩৯
যেবে দুই চুঙ্গা ঘাটপাশে ৰৈলা যাই।
সজ্ঞাতি অৰণ্য পশি ৰাজা চাই।।
স্নান কৰিবাক ভজে নদী ঘাটে যাই।
সুবৰ্ণ ৰজত চুঙ্গা দেখিবাকে পাই।। ৬৪০
ধৰিবে খোজন্তে চুঙ্গা আন্তৰিয়া গৈলা।
নদীৰ তীৰত ৰাজা কতক দেখিলা।।
সকল বৃত্তান্ত আহি আতাক জনাইলা।
ভক্ত সমে গৈয়া আতা ঘাটত নামিলা।। ৬৪১
সুবৰ্ণ ৰজত চুঙ্গা কাশৰি ছাপিলা।
দুই গোটা চুঙ্গা লৈয়া গৃহক আসিলা।।
পুনু ৰামে বোলে কিছু সঙ্কা নকৰিবা।
চুঙ্গাৰ ৰহস্য সবে এখনে দেখিবা।। ৬৪২
ইমত আলাপ ক্ষণে লথা খুনবাৰ ৰাই।
অসংখ্যাত নগা সমে সত্ৰে প্ৰৱেশই।।
দেখি ভক্ত সমস্তৰ ধাতু উৰি গৈলা।
আতাৰ নিৰ্ভয়ে পুনু ভয় নিবাৰিলা।। ৬৪৩
ভক্ত সবে মিলিতান্ত কথা জিজ্ঞাসিলা।
আমাৰ সত্ৰত কিবা লাভ প্ৰকাশিলা।।
যিটো দেৰে আমাৰ চুঙ্গাক আনিলেক।
তাৰ আতো কহিবোহো আমাৰ ইচ্ছাক।। ৬৪৪
এহি বুলি নগা সবে মৌনে ৰহি আছে।
ভক্তে কহিলেক গৈয়া শ্ৰীৰামৰ পাছে।। ৬৪৫

জ্ঞাতি বন্ধু আৰু প্ৰজাসকলেৰে সৈতে লথা খুনবাও আহি তেখেতৰ দৰ্শন কামনা কৰা বুলি ভকতসকলে জনোৱাত, শ্ৰীৰামদেৱ ওলাই আহিল আৰু ৰজাই গোসাঁইৰ ওচৰত শৰণ ভিক্ষা কৰিলে।

অনেক পৰীক্ষা কৰন্তে সিটো
গুৰু লাভ উপায়ক।
বোলন্ত স্বপ্নত তুমিসে কহিছো
গুৰু লাভ উপায়ক।।
সিমত প্ৰকাৰে ব্ৰত উপবাসে
সোণ ৰূপ উতাই আশোঁ।
চুঙ্গা দুই গোট তুমিসে আনিছা
ইহেতু পাৰত উপাশো।।
কিমতে হৰিত শৰণ লৈবোহো
দিয়ো উপদেশ সাৰ।







গিৰিবাসী মহা ম্লেছছাৰী বুলি
নকৰিয়া পৰিহাৰ।। ৬৪৮
তুমি নিজ গুৰু মোৰ কল্পতৰু
চৰণে কৰা উদ্ধাৰ।
তজু উপদেশ বাক্য যিবা পাওঁ
ৰাখিবো যিবা আচাৰ।। ৬৪৯

এনেদৰে অশেষ কাকুতি-মিনতি কৰি ৰজাই শ্ৰীৰামদেৱৰ ওচৰত শৰণ ভিক্ষা কৰিলে। কিন্তু গোসাঁয়ে পূৰ্বতে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে নৰনাৰায়ণক শৰণ দিবলৈ মান্তি নোহোৱাৰ কথা স্মৰণ কৰি তেৱোঁ নগা ৰজাক শৰণ দিবলৈ মান্তি নহ'ল। তদুপৰি শ্ৰীৰাম আতাৰ নিজৰ জীৱন কালতে নিজে আৰু অসমৰ অইন বৈষ্ণৱসকলে ৰজাৰ পৰা পোৱা নিৰ্যাতনৰ কথা, বিশেষকৈ ৰজা গদাধৰ সিংহই তেওঁলোকৰ ওপৰত আৰু অন্যান্য বৈষ্ণৱসকলৰ ওপৰত কৰা নিৰ্যাতনৰ স্মৃতি সজীৱ হৈ আছিল। এই সকলোবোৰ নিৰ্যাতনৰ স্মৃতি সুঁৱৰি তেওঁ নক্টে ৰজাক শৰণ দিবলৈ মান্তি নোহোৱাত ৰজাই আত্মহত্যা কৰিবলৈ ওলাল। তাকে দেখি শ্ৰীৰামদেৱে ৰজাৰ এক পৰীক্ষা ল'লে। সত্ৰত 'নৃসিংহযাত্ৰা কি কালিদমন ভাওনা হৈছিল। শ্ৰীৰাম আতা সাত জোৰা গায়ন-বায়নৰ মাজত ফটা তাল, চিৰা পাগুৰি, মলিয়ন অংগ বস্ত্ৰ পিন্ধি গায়ন উঠিল। তেনে ৰূপতো ৰজাই গুৰুজনাক চিনি উলিয়ালে। তেওঁ নিজ প্ৰজাৰ সৈতে শৰণীয়া হ'ল। সত্ৰৰ পৰা ৰজাক সোণৰ কাম কৰোৱা ৰূপৰ খাৰু, গামখাৰু, উণ্টি আদি দিয়া হৈছিল। ৰজাৰ কোনো কৰ নাই; কিন্তু তেওঁৰ প্ৰজাই কৰ-পঁচা দি ভজে।' (ড° মহেশ্বৰ নেওগ - স্নেহৰ অৰুণাচল, মাই হিল চো ষ্ট্ৰং, পৃষ্ঠা - ২৭)। ৰজা লথা খুনবাওৰ শৰণ লোৱাৰ ঐকান্তিক আগ্ৰহক উপেক্ষা কৰিব নোৱাৰি, শ্ৰীৰামদেৱে তেওঁক শৰণ দিবলৈ বাধ্য হ'ল। এই বিষয়ে শ্ৰীৰামদেৱৰ চৰিতত আছে —

ইমত কাৰুণ্য দেখিয়া নগাৰ
অতিশয় তুষ্ট ভৈলা।
কৃষ্ণৰ একান্ত সৰণ কহিয়া
নিয়ম নিৰ্ব্বন্ধ কৈলা।। ৬৫০
পূৰ্ব্ব সুত পুণ্যে জাতিস্মৰ হেতু
নৰৰো উত্তম ভৈলা।
গুৰুৰ কৃপাত পূৰ্ব্ব নাম গুচি
নগা নৰোত্তম ভৈলা।। ৬৫১

গুৰুৰ কৃপাত নক্টে ৰজা লথা খুনবাও অসমৰ বৈষ্ণৱ সমাজত ভক্ত নৰোত্তম মহাৰাজ বা নৰোত্তম আতৈ নামেৰে বিখ্যাত হৈ পৰিল। শ্ৰীৰামদেৱৰ ভক্ত সমাজত তেওঁ এজন পৰম পণ্ডিতৰূপে খ্যাত হ'ল — 'পৰম পণ্ডিত ভক্ত তান সম নাই।' অসমৰ নৱ বৈষ্ণৱ ধৰ্মৰ ইতিহাসত শংকৰদেৱ-মাধৱদেৱৰ মিলনক মণি-কাঞ্চন সংযোগ বুলি কোৱাৰ দৰে শ্ৰীৰামদেৱৰ ভক্ত সমাজতো ভক্ত নৰোত্তম আৰু শ্ৰীৰামদেৱৰ মিলনক মণি-কাঞ্চন সংযোগ বুলি কোৱা হয়। এই কথা কেৱল শ্ৰীৰামদেৱৰ চৰিততেই আছে তেনে নহয়, অসমৰ জনসমাজত এই কাহিনী সকলোৰে মুখে মুখে প্ৰচলিত হৈছিল। যুগান্তৰ সৃষ্টি কৰা এই ঘটনাটিক লৈ ৰাতিসেৱা কৰা ভক্ত সমাজত এটি গীত প্ৰচলিত হৈছিল। বলাইৰাম সেনাপতিয়ে সংগ্ৰহ কৰা আৰু ড° মহেশ্বৰ নেওগে সামান্যভাৱে সম্পাদনা কৰি গীতটি তেখেতৰ 'স্নেহৰ অৰুণাচল, মাই হিল চো ষ্ট্ৰং' গ্ৰন্থত উদ্ধৃত কৰিছে। গীতটিৰ পৰা কেইটিমান প্ৰাসংগিক পদ উদ্ধৃত কৰিবৰ মন গ'ল।

আহে হালি জালি ডালৰ নগা মিৰি
দৈয়াঙৰ (দিহিঙৰ, চয়াঙৰ ?) বালিতে ৰয়।
দৈয়াঙৰ ( ? ) বালিতে নগা ক্ৰন্দন কৰে
বালিৰে মৃত্তিকা লই।।
'বালিৰে মৃত্তিকা পেলা দলি মাৰি
ইয়াত গুৰু গোখাঁই নাই,
নগাৰ বান্ধ কৰি দিহিঙে উটালে
গোসাঁই বিচাৰি যায়।।
ছমাহ ছবছৰ গোসাঁই বিচাৰি
গোসাঁই পালেগৈ লগ।
কলৈ আহিছা ডালৰ নগা মিৰি
আমাক বুজে কথা কোৱা।
আজিৰ দয়সত ( ? ) সচং নেপাও যদি
মৰিম গদা বিলত পৰি।
ৰাইজে হাঁহিব ৰজাই হাঁহিব
নগাক ধৰম দিলে বুলি।
ৰাইজে নেহাঁহে ৰজাই নেহাঁহে
নগাতহে ধৰম ৰয়।
আজিৰ দয়সত সচং নেপাও যদি
মৰি যাম কটাৰি হানি।
দুনাই সুধিসে চাৰিজন পাঁচনিক
নগাক ধৰম দিওঁ বুলি।।

নক্টেসকলৰ ৰজা লখা খুনবাৰে শ্ৰীৰামদেৱৰ ওচৰত তেওঁৰ প্ৰজাসকলৰে সৈতে শৰণ লৈ অসমৰ নৱবৈষ্ণৱ ধৰ্মলৈ এক নতুন মাত্ৰা আনি দিলে। ভক্তিৰ মহিমাৰে তেৰোঁ নৰোত্তম হ'ল। বৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিয়ে অসমৰ সীমান্ত পাৰ হৈ পৰ্বতৰ শিখৰ স্পৰ্শ কৰিলেগৈ। জ্যোতিপ্ৰসাদৰ ভাষাৰে ক'ব পাৰি —

পৰ্বতৰ নিজৰা ভৈয়ামলৈ নামিলে
ভৈয়ামৰ ডাৱৰ পৰ্বতে চুমিলে
তাতো মিলি গ'লে দেশ-বিদেশৰ
আহি কতনা জনে
অসমৰ মাটিৰে ভাগ্য গঢ়ি যে




বুকুৰ কুটুম হ'লে।
এনুৱা নোহোৱা-নোপজা সমন্বয়
মুখৰ কথাৰে ছিণ্ডি-ভাঙি যদি, কৰিব মিছাৰে জয়??

কেৱল গুৰুত শৰণ লৈয়ে নৰ্ক্তে ৰজা থমকি নাথাকিল; গুৰুঘৰৰ সৈতে সম্পৰ্ক কটকটীয়া কৰিবলৈ, সমন্বয় সম্প্ৰীতিৰ বান্ধোন যুগমীয়া কৰিবলৈ নিজ ৰাজধানী দেওগিৰিৰ পৰ্বতৰ পৰা প্ৰতি বছৰে ভৈয়ামৰ গুৰুৰ গৃহলৈ আহিবলৈ, টিপাম, উষাপুৰ, টেঙাখাতেদি চয়াঙৰ আলি নামে এটা আলি বন্ধাইছিল। চলিহা বাৰেঘৰ সত্ৰৰ মিহিৰ চন্দ্ৰ মহন্তৰ মতে, 'পৰ্বতৰ পৰা দিহিং নদীৰ পূব উত্তৰ পাৰে মেৰবিল বা চলিহা সত্ৰত শলগুৰি আঘোণী বাড়ীৰ সমীপৰ কেন্দুগুৰি বালিসত্ৰলৈকে উক্ত চয়াংগৰ আলি বৰ্তমানো আছে। নগামতে চয় মানে কৰ আৰু চয়াংগৰ আলি মানে কৰ দিবলৈ অহা আলি।' এই আলি এতিয়া ঠায়ে ঠায়ে ওলাইছে, ঠায়ে ঠায়ে ওলোৱা নাই।

গুৰু সেৱা হেতু আসিবাক মহাৰাজ।
ছয়াঙ্গ নামত আলি লৈলেক বন্ধাই।। ৭৮৪
গুৰু শ্ৰীৰামক ৰাজা সদায় ধিয়ান্ত।

নৰ্ক্তেনৰোত্তমৰ একান্ত আগ্ৰহ আৰু শ্ৰীৰামদেৱৰ আন্তৰিক চেষ্টাৰ বলত টিৱাপৰ নৰ্ক্তেসকল বৈষ্ণৱ ধৰ্মাৱলম্বী হৈ পৰিল। 'নৰোত্তম বংশৰ নামচাং ৰজাৰ তলত সৰু সৰু ৰজা ৩৪ জনমান, বৰদুৱৰীয়া ৰজাৰ তলত ২৫ জনমান আৰু এই সৰু সৰু ৰজাসকলৰ তলতো চাৰি, পাঁচ, ছজনমানলৈকে ৰজা আছে। এইসকল ৰজাৰ তলত থকা নৰ্ক্তেসকলৰ প্ৰায় সকলোৱেই বাৰেঘৰীয়া সত্ৰৰ শিষ্য, মহাপুৰুষীয়া। তাৰে কিছু লোক ভৈয়ামতো গাঁও পাতি আছেহি। জয়পুৰত থকা পনটন গাঁও, বৰৱাছালি মৌজাৰ দেওপানী গাঁও, লেৰেলা গাঁও ইত্যাদি। ৰজাসকলৰ ৰাজ্যত গাঁৱে গাঁৱে নামঘৰ আছে। নৰ্ক্তেসকল সাধাৰণতে খাদ্য বিষয়ত উদাৰ হ'লেও নামঘৰত নিৰামহীয়াকৈ সেৱা-সভা আদি কৰে। শ্ৰীৰামদেৱে শদিয়া আদি অঞ্চলতো ধৰ্ম প্ৰচাৰ কৰিছিল। ডিব্ৰুগড়, লখিমপুৰ, শিৱসাগৰ, যোৰহাট, গোলাঘাটৰ মিচিংসকলৰ মাজতো বাৰেঘৰ সত্ৰৰ শিষ্য আছে।' (ড° মহেশ্বৰ নেওগ, স্নেহৰ অৰুণাচল, মাই হিল চো ষ্ট্ৰং, পাটকাই পৰ্বতৰ প্ৰেম অমৃতৰ নদী অধ্যায়, পৃষ্ঠা ২৯, ১৯৬৯ চন)।

শ্ৰীৰাম আতা আৰু ভক্ত নৰোত্তম অভিন্ন হৃদয়ৰ আছিল। তেওঁলোক দুয়োৰে মহামিলনৰ সুৰ পাহাৰে-ভৈয়ামে ধ্বনিত হৈ পৰ্বত-ভৈয়ামৰ সম্প্ৰীতিৰ সেতু ৰচনা কৰিলে। তিনিকুৰি পোন্ধৰ বছৰ বয়সত দুয়ো নৰনাট সামৰিলে। শ্ৰীৰাম আতা বৈকুণ্ঠী হোৱাৰ দিনটো আছিল ১৬৬২ শকৰ কাতি মাহৰ শুক্লা পঞ্চমী তিথি। খ্ৰীষ্টাব্দ ১৭৩৭।

পক্ষ ঋতু ৰস শশি শক যেবে ভৈলা।
কাৰ্ত্তিক মাসৰ শুক্ল পঞ্চমী মিলিলা।। ৭৮২
শ্ৰীৰামদেৱ নৰনাট সামৰিলা।
যশস্যা ধৰ্মক ৰাখি বৈকুণ্ঠক গৈলা।। ৭৮৩

ভক্ত নৰোত্তমে গুৰু বৈকুণ্ঠগামী হোৱাৰ খবৰ পাই, তেৱোঁ গুৰুৰ লগতে ইহ-সংসাৰ ত্যাগ কৰিবলৈ মন মেলিলে। দেহত্যাগ কৰাৰ আগতে ৰজাই তেওঁৰ ৰাজ্য, তেওঁৰ পুত্ৰ, ভতিজাসকলৰ মাজত ভগাই দিলে আৰু পুত্ৰ, ভতিজা, আত্মীয়-স্বজন, বিষয়া আৰু প্ৰজাসকলক মাতি আনি 'চিৰকালে গুৰু ধৰ্মে প্ৰবৰ্তি থাকিবা' বুলি উপদেশ দিয়াৰ লগতে বছৰত এবাৰকৈ হ'লেও সত্ৰলৈ যাবলৈ উপদেশ দিলে। এইখিনি উপদেশ দি পূৰ্বতে গুৰুৱে দিয়া নিৰ্মালি-প্ৰসাদ সকলোৱে সৈতে গ্ৰহণ কৰি গুৰু স্মৰণ কৰি প্ৰাণ ত্যাগ কৰিলে।

সবাকে শুনায়া পুনু কৰিলা যুগুতি।
চিৰকালে গুৰু ধৰ্মে থাকিবা প্ৰবৰ্তি।।
গুৰু ভজি ৰাখিবাহা জানি চিৰন্তন।
গুৰু সেৱা বিনে নহে সংসাৰ তৰণ।। ৭৮৬
গুৰু সেৱা অবজ্ঞা কদাপি নকৰিবা।
বৎসৰৰ মধ্যে মধ্যে সত্ৰক যাইবা।।
যথাযোগ্য ভাগে ভাগে শুশ্ৰূষা কৰিবা।
গুৰু তুষ্ট হৈবে সৰ্বত্ৰতে জয় হইবা। ৭৮৭
গুৰু ভক্ত সমস্তকো শুশ্ৰূষা কৰিবা।
আয়ু শ্ৰী যথা ধৰ্ম সমস্তে লভিবা।।
বড় দুৱৰীয়া ৰাজ্য জ্যেষ্ঠ পুত্ৰক দিলা।
কনিষ্ঠক নামচাং ৰাজ্যত অৰ্পিলা।। ৭৮৮
ভ্ৰাতৃ পুত্ৰে লাপতাং পানীদুৱাৰত ৰাজা পাতি।
গুৰুৰ সঙ্গত যাইবে কৰিলন্ত গতি।।
পূৰ্বে গুৰুদত্ত নিৰ্মাল্য প্ৰসাদক।
পাত্ৰ-মন্ত্ৰী-পুত্ৰ সমে ভুঞ্জিলা প্ৰত্যেক।। ৭৮৯
গুৰুক সুমৰি ৰাজা প্ৰাণক ছাৰিলা।
জ্ঞাতি পুত্ৰ প্ৰজাসৱে সংস্কাৰ কৈলা।।

বালিসত্ৰত শ্ৰীৰাম আতাৰ পাৰ্থিব দেহ চিতাত উঠিল আৰু তিনি-চাৰিদিনৰ বাটৰ দূৰৰ দেওগিৰিত নৰোত্তম ৰজাৰ দেহ চিতাত উঠিল। কিন্তু উপস্থিত সকলোৱেই দেখিবলৈ পালে দুইখন চিতাৰ ধোঁৱা একেলগ হৈ আকাশলৈ উঠিল তেতিয়া সকলোৱে ক'লে 'গুৰু শিষ্য দুয়ো লগে বৈকুণ্ঠক গৈলা।'

নৰোত্তম চিতা হন্তে ধূম্ৰ উঠিলন্ত।
শ্ৰীৰামদেৱৰ চিতা ধূম্ৰে নিশিলন্ত।। ৭৯০
দুই ধূম্ৰ এক হৈয়া আকাশক গৈলা।
লোক সবে দেখি মহা বিস্ময় মানিলা।।
গুৰু শিষ্য দুয়ো লগে বৈকুণ্ঠক গৈলা।
জয়ধ্বনি কৰি সবে নাম উচ্চাৰিলা।। ৭৯১

নৰ্ক্তে ৰজা নৰোত্তমক শৰণ দিয়াৰ আনুষ্ঠানিকতা আৰু দুয়ো






গুৰু শিষ্য একেলগে বৈকুণ্ঠধামলৈ গতি কৰাৰ কাহিনী আগতে উল্লেখ কৰা ৰাতি সেৱা সম্প্ৰদায়ৰ গীতত এনেদৰে বৰ্ণিত হৈছে—

তেলে নেমুটেঙ্গা মুঠা ফহ্‌ৱা
নগাক নোবাবলৈ যাওঁ।
গন্ধে গাথিয়নে নগাক নোৱালে
নগা পূৰ্ণিমাহৰ জোন।।
পাটৰ চুৰীয়া লেটাই মাৰিলে
নগাক মণিকুটক নিয়ক।
নগাৰ ধৰম দিওঁ মই নগাক ধৰম দিওঁতে
বামুণে কলিতা হয়।
তাৰৰ চুৰীয়া লেটাই মাৰিলে
নগাৰ কি নাম থ'ম।
নগা নৰতেং গোখাঁই ছিৰীৰাম
লগে বৈকুণ্ঠেক যাম।।

ভক্ত নৰোত্তম আৰু শ্ৰীৰাম আতাৰ এইখিনি তথ্যৰ উপৰি উত্তৰ পূব সীমান্ত অঞ্চল বা আজিৰ অৰুণাচল প্ৰদেশৰ এতিয়াও দুখনি ঠাইত তেখেতসকল দুয়োৰে স্মৃতি সজীৱ হৈ আছে। সেয়া হ'ল 'নাম্ চা নলা' আৰু 'পানৈ গোসাঁই'ৰ থান। আগতে কৈ অহা হৈছে যে স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰাজসভালৈ বাদ কৰিবলৈ অহা ভাটিৰ পণ্ডিতক বাদত পৰাস্ত কৰাৰ বাবে শ্ৰীৰামদেৱক অন্যান্য বস্তুৰ লগতে এযোৰ ৰূপৰ খৰম উপহাৰ দিছিল। ৰজা লথা খুনবাৰে শ্ৰীৰামদেৱত শৰণ লোৱাৰ পিছত এবাৰ টিৱাপৰ পৰ্বতত পানী নোহোৱা হৈছিল। সেই বাতৰি গুৰু শ্ৰীৰামদেৱক জনোৱাত, তেওঁ তালৈ গৈ ৰজা ৰুদ্ৰসিংহই উপহাৰ দিয়া ৰূপৰ খৰম এপাট পৰ্বতৰ শিলৰ বুকুলৈ মাৰি পঠিয়ালে। সেই ৰাজদত্ত ৰূপৰ পাদুকা শিল ফালি সোমাই গ'ল। কিছুপৰৰ পিছত সেই ঠাইতে কলৰৱে পানী ওলাই আহিল, কিন্তু ৰূপৰ পাদুকা আৰু ওপৰলৈ নাহিল। শ্ৰীৰামদেৱ মহাপুৰুষৰ পাদুকাৰ চিহ্ন অদ্যপৰিমিত শিলত আছে। ভক্ত নৰোত্তমে তেওঁৰ প্ৰজাবৰ্গৰে সৈতে সেই জলেৰে স্নান-পান কৰিছিল। তাৰ পৰাই পৰ্বতত পানীৰ আকাল ভাগিল। সেই ঠাইক নৰ্ক্তে মতে নাম্ চা নলা বোলে। অসমৰ সত্ৰীয়া ভক্ত বৈষ্ণৱসকলৰ মতে সেয়ে হ'ল নৰোত্তম কুণ্ড। এই নৰোত্তম কুণ্ডত নৰ্ক্তেসকলে এতিয়াও সেৱা-সৎকাৰ কৰি থাকে।

শদিয়া অঞ্চলৰ লোক সমস্তক শ্ৰীৰামদেৱ মহাপুৰুষে যেতিয়া মহাপুৰুষীয়া ধৰ্মত শৰণ দিয়ে, তেতিয়া তাৰ লোকসকলে ক'লে যে শদিয়া গোসাঁনীৰ দেশ, বৈষ্ণৱ ধৰ্ম ল'লে গোসাঁনীয়ে উপদ্ৰৱ কৰিব পাৰে; তেতিয়া ৰামদেৱে আশ্বাস দি ক'লে 'বিষ্ণু ভক্তক গোসাঁনীয়ে একো কৰিব নোৱাৰে, বৰং অনেক বিপদ সংকটত ৰক্ষাহে কৰিব; তথাপি যদি গোসাঁনীৰ নিমিত্তে ভয় হৈছে, মোৰ এই পাদুকা দিলোঁ, ইয়াকে থাপনা কৰি সেৱা-পূজা কৰি থাকিবা, গোসাঁনায়ে একো কৰিব নোৱাৰে।' শদিয়া অঞ্চলৰ পৰা সাতমাইলমান দূৰত কুণ্ডিল নদীৰ উত্তৰ-পূব পাৰৰ বছাগাঁৱত শ্ৰীৰামদেৱ অৰ্পিত পাদুকা থাপি পানৈ-গোসাঁই বুলি সেৱা-পূজা কৰি অহা হৈছে। পৰশুৰামকুণ্ডলৈ যোৱা যাত্ৰীসকলেও তাত শলা বন্তি লৈ নৈবেদ্যাদি দি অৰ্চনা কৰে। ইয়াত গাঁৱৰ নামঘৰৰ লগতে পানৈ-গোসাঁইৰ পূজা অদ্যপৰিমিত চলি আছে। নামচা নলা আৰু পানৈ-গোসাঁই থানৰ বিষয়ে বাৰেঘৰ (চলিহা) সত্ৰৰ অধিকাৰৰ পৰা জনা গৈছে বুলি 'পবিত্ৰ অসম'ৰ সম্পাদক ড° মহেশ্বৰ নেওগে উল্লেখ কৰিছে। পবিত্ৰ অসম গ্ৰন্থ প্ৰথমবাৰৰ বাবে প্ৰকাশ হৈছিল ১৯৬০ চনত। ❑


**আলোচিত পুথি, প্ৰবন্ধ ঃ**

১। শ্ৰীশ্ৰীৰামদেৱ চৰিত্ৰ ঃ শ্ৰীমিহিৰ চন্দ্ৰ মহন্ত, চলিহা বাৰেঘৰ সত্ৰ, মেজেংগা, নাজিৰা, ১৯৬৫ চন।
২। অসমৰ জনজাতি ঃ সম্পাদক - ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, অসম সাহিত্য সভা, ১৯৬২ চন।
৩। পবিত্ৰ অসম ঃ সম্পাদক - ড° মহেশ্বৰ নেওগ, অসম সাহিত্য সভা, ১৯৬৯ চন।
৪। স্নেহৰ অৰুণাচল ঃ মাই হিল চো ষ্ট্ৰং, ড° মহেশ্বৰ নেওগ, অসম সাহিত্য সভা, ১৯৭৬ চন।



# কন্দলি ৰামায়ণত প্ৰক্ষিপ্ত পাঠ

ড° মালিনী গোস্বামী

ৰু চৰিত কথাত পোৱা যায় — "আৰু মাধ কন্দলিৰ কবিতা ৰামায়ণ ঢাকি তুটকে গুচাবৰ মন দিলে অনন্ত কন্দলিএঃ তেহে গুৰুজনত বিপ্রে স্বপ্নতে সৰনাপন হৈ প্ৰাৰ্থিলে ববৰ হেতু ।। পাচে গুৰুজনে বোলে বৰাপো তোমাৰ মিতাৰ শাস্ত্ৰ কবিতা গুচাবজে খোজে ঃ য়ামি ধৰো গোৰত ঃ তুমি হোৱা আগে ঃ তেহে আদ্যে উত্তৰা কৰিছেঃ কাপৰ গাবি দৰে আগ গোৰ সমে বল ঃ উপদেশ আচুফুল হ'ল ঃ আগে উপদেশ নাই শুভ শুভহে আচিল আধ্যাত চোট আতা দিছে।।" — ড° মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত গুৰুচৰিত কথাত উপলব্ধ উক্ত দফাটিৰ পৰা আমি এনে কেইটামান সংবাদ চয়ন কৰিব পাৰোঁ যেনে, ১। অনন্ত কন্দলিয়ে ৰামায়ণৰ কবিতা ৰচনা কৰা বুলি গম পাই গুৰুজনা শংকৰদেৱ সন্তুষ্ট হোৱা নাছিল। ২। মাধৱ কন্দলিৰ ৰামায়ণৰ আদি আৰু উত্তৰাকাণ্ড শংকৰদেৱৰ হাততো পৰা নাছিল। গতিকে সেই দুই কাণ্ড কন্দলি ৰামায়ণৰ পৰা হেৰাই গ'ল বা লুপ্ত হ'ল বুলি আশংকা কৰাৰ সকাম নাই। সেই দুই কাণ্ড কন্দলিয়ে ৰচনাই কৰা নাছিল। কন্দলিৰ ৰচনাত অনুপলব্ধ আদি আৰু উত্তৰ কাণ্ড ৰচনাৰ দায়িত্ব ক্ৰমে মাধৱদেৱ আৰু শংকৰদেৱে ভগাই লৈছিল। দুয়োটি কাণ্ড প্ৰক্ষিপ্ত বুলি অনুমান কৰিব পাৰি। ৩। কন্দলিয়ে ৰচনা কৰি থৈ যোৱা ৰামায়ণৰ পাঠটিত বৈষ্ণৱ সাহিত্যৰ অন্যতম বৈশিষ্ট্য ভক্তি-শিক্ষাপদ উপদেশসমূহ কোনো এজন 'চোট আতাই'হে সংযোগ কৰিছিল। গতিকে স্পষ্টতঃ সেইবোৰ কন্দলি ৰামায়ণত প্ৰক্ষিপ্ত পাঠৰূপে চিহ্নিত তথা গৃহীত হোৱাৰ যোগ্য। ৪। উক্ত সংযোগসমূহ কোনো এজন 'চোট আতা'ই কৰিছে। বৈষ্ণৱ ভক্তিমাৰ্গৰ তত্ত্ববেত্তা হোৱাৰ উপৰি এইজন এজন নিপুণ কবি যে আছিল সেই সংবাদ বা সিদ্ধান্তও গুৰুচৰিত কথাৰ উক্ত উক্তিৰ পৰা চয়ন কৰি ল'ব পাৰি।

চৰিত পুথিৰ বহু কথা অতিৰঞ্জিত বা ঐতিহাসিকতাবিহীন বা কাল্পনিক বুলি প্ৰচলিত ধাৰণাটিৰ পৰিপ্ৰেক্ষিতত ওপৰত সংকলন কৰি লোৱা সংবাদ কেইটিৰ যথাৰ্থতা প্ৰতিপন্ন কৰিবলৈ হ'লে এলানি যুক্তিপূৰ্ণ আলোচনাত প্ৰবৃত্ত হ'ব লাগিব।

গুৰুচৰিত কথাৰ পৰা উদ্ধৃত দফাটিৰ প্ৰথম দুটা বাক্যৰ পৰা বুজা যায় অনন্ত কন্দলিয়ে ৰামায়ণ ৰচনাত হাত দিয়া কথাটো গুৰুজনাই অনুমোদন কৰা নাছিল অথবা অনন্ত কন্দলিৰ ৰামায়ণত সংযোজিত-বিয়োজিত কোনো বিষয় লৈ অসন্তোষ কৰিবলগীয়া আছিল।

অনন্ত কন্দলি যে শ্ৰীশংকৰদেৱৰ প্ৰিয় শিষ্যসকলৰ অন্যতম আছিল তাত সন্দেহ নাই। কিয়নো শংকৰদেৱে ভাগৱতৰ দশম স্কন্ধ নিজে ৰচনা কৰিবলৈ লৈ তাৰে প্ৰথমছোৱা নিজে কৰি বাকীছোৱা অনন্ত কন্দলিক ভাঙনি কৰিবলৈ এৰি দিয়া (দ্ৰষ্টব্য গুৰু চৰিত কথা দফা) কথাটোৱেই অনন্ত কন্দলিৰ ওপৰত শংকৰদেৱৰ বিশ্বাস আৰু স্নেহৰ পৰিচয় দিয়ে। তেনেস্থলত অনন্ত কন্দলিয়ে ৰামায়ণ ৰচনা কৰাৰ সময়ত শংকৰদেৱে কিয় আপত্তি দৰ্শাই মাধৱদেৱৰ আগত ক'লৈ যে — 'বৰাপো তোমাৰ মিতাৰ শাস্ত্ৰ কবিতা গুচাবজে খোজে' এইবুলি ৰামায়ণৰ নতুন আঁচনি আগ বঢ়ালে সি আমাৰ বাবে আন এটা প্ৰশ্ন হৈ থিয় দিব পাৰে, তাৰ উত্তৰ অনন্ত কন্দলিৰ ৰচনাত পোৱা যায়।

'যদিও এতেকে যতন কৰোঁ ভকতিৰ পদে' বুলি অনন্ত কন্দলিয়ে সচেতনে ৰামায়ণত ভক্তিৰ প্ৰলেপ দিবলৈ চেষ্টা কৰিছে তথাপি তাত শংকৰদেৱৰ ধৰ্ম প্ৰচাৰৰ অন্যতম আহিলা উপদেশবোৰ সন্নিবিষ্ট হোৱা পায়। লোকশিক্ষাৰ বাবে শংকৰদেৱে নিজৰ ৰচনাত সঘনে ব্যৱহাৰ কৰা উপদেশসমূহে মাধৱ কন্দলিৰ ৰামায়ণতো প্ৰয়োগ কৰি সেই জনপ্ৰিয় গ্ৰন্থখন নিজৰ ধৰ্মীয় আদৰ্শৰ আওতাৰ ভিতৰত সামৰি লোৱাৰ উদ্দেশ্যেৰে শংকৰদেৱে মাধৱ কন্দলিৰ ৰামায়ণ সম্পাদনা কৰাৰ আঁচনি ল'বলগীয়া হ'ল। বুজা যায় ইতিমধ্যে ত্ৰয়োদশ শতিকাৰ পৰা বৈষ্ণৱ ভক্তি আন্দোলনত ৰামায়ণক প্ৰধান শাস্ত্ৰৰূপে আৰু ৰামক উপাস্য দেৱতা বিষ্ণুৰ অৱতাৰৰূপে গ্ৰহণ কৰাৰ বাবে যি প্ৰস্তুতি চলিছিল, সি ইতিমধ্যে উত্তৰ ভাৰত গৰকি অসমতো প্ৰভাৱ বিস্তাৰ কৰিবলৈ লৈছিল। নিজৰ নিজৰ ৰচনাত কৃষ্ণ-বিষ্ণু-নাৰায়ণক উপাস্যৰূপে প্ৰতিপাদন কৰা মহাপুৰুষ দুজনাই ৰামায়ণত সম্প্ৰদায়ৰ উক্ত প্ৰভাৱ স্বীকাৰ কৰি লৈ ৰামায়ণৰ নায়ক ৰামচন্দ্ৰকো বিষ্ণুৰ অৱতাৰৰূপে প্ৰতিষ্ঠা কৰিবলৈ লৈছিল। কিন্তু মাধৱ কন্দলিৰ 'লৌকিক সে কথা'ৰ অতিলৌকিক নায়কক শ্ৰৱণ-কীৰ্তন, স্মৰণাদিৰে ভজনা কৰিবলৈ যি আদৰ্শ গ্ৰন্থখনে দাঙি ধৰিব লাগে তাক আৰোপ কৰাত অনন্দ কন্দলি অপাৰগ হোৱাত সেই দায়িত্ব মাধৱদেৱে লৈছিল। মাধৱদেৱৰ তেনে প্ৰয়াস স্বতঃ প্ৰণোদিত আছিল অথবা গুৰু আদিষ্ট আছিল।

২। মাধৱ কন্দলিয়ে ৰামায়ণ ৰচিবলৈ লওঁতে বাল্মীকিৰ ৰচনাক আৰ্হিৰূপে লৈছিল —

বাল্মীকি ৰচিলা শাস্ত্ৰ গদ্য পদ্য ছন্দে।
তাহাক বিচাৰ আমি কৰিয়া প্ৰবন্ধে।।

— কিষ্কিন্ধা কাণ্ড ৭৪

মাধৱ কন্দলিয়ে বাল্মীকি ৰামায়ণৰ প্ৰাচীন পদটিৰ সন্ধান পাইছিল আৰু তাৰ ওপৰত নিৰ্ভৰ কৰিয়ে ৰামায়ণৰ পাঁচটা কাণ্ডতহে মনোযোগ দিছিল। বাল্মীকিৰ আদি আৰু উত্তৰকাণ্ড প্ৰক্ষিপ্ত ৰচনা বুলি আধুনিক পণ্ডিতসকলে ইতিমধ্যে প্ৰমাণ কৰিছে। তাৰো বহু আগতেই তিলক টীকাৰ প্ৰণেতা ৰাম বাৰ্মা আদি প্ৰাচীন পণ্ডিতে বালকাণ্ড বা আদিকাণ্ডৰ আংশিক প্ৰক্ষিপ্ততা প্ৰমাণ কৰি গৈছে আৰু উত্তৰকাণ্ড সম্পূৰ্ণ প্ৰক্ষিপ্ত বুলি যুক্তিসহকাৰে অভিমত দি গৈছে। গতিকে মাধৱ কন্দলিয়ে বাল্মীকিৰ মৌলিক পাঠটি গ্ৰহণ কৰি পাঁচটা কাণ্ডকহে পুনৰ কথন কৰিছে। বাল্মীকিৰ আদেশক অনুসৰণ কৰি 'দেৱবাণী নুহি ইটো লৌকিক সে কথা' বুলি ঘোষণাও কৰি লৈছে। মনত ৰখা উচিত যে বাল্মীকিৰ অযোধ্যাৰ পৰা লংকা কাণ্ডলৈকে ৰামচন্দ্ৰক এক সাধাৰণ মানৱ চৰিত্ৰৰূপেহে ৰূপায়ণ কৰা হৈছে। সেই কথা আদি কাণ্ডত বাল্মীকিৰ স্বীকাৰোক্তিত স্পষ্ট হৈছে (দ্ৰষ্টব্য ১/৪)। সেয়ে বাল্মীকিৰ মাজৰ পাঁচটা কাণ্ডত পোৱাৰ দৰে মাধৱ কন্দলিৰ ৰচনাতো ৰামচন্দ্ৰ লৌকিক নায়কৰূপেহে ৰূপায়িত হৈছে।

আনহাতেদি অনন্ত কন্দলিয়ে ৰামায়ণ ৰচিবলৈ লওঁতে মাধৱ কন্দলিক আৰ্হিৰূপে লৈছিল। তেৰোঁ সেই কথা স্বীকাৰ কৰি লৈছে।

মাধৱ কন্দলি বিৰচিলা ৰামায়ণ
তাক শুনি আমাৰ কৌতুক কৰে মন।

সেয়েহে প্ৰথম আৰু সপ্তম কাণ্ডলৈ মনোযোগ নিদিয়াকৈ তেওঁ মাধৱ কন্দলিৰ দ্বাৰা কথিত অংশটোৰে অৰ্থাৎ মাজৰ পাঁচটা কাণ্ডৰপুনৰাবৃত্তি কৰিছিল। তথাপি মাধৱ কন্দলিৰ ৰামায়ণৰ লগত অনন্ত কন্দলিৰ ৰামায়ণৰ তাৎপৰ্যগত পাৰ্থক্য আছে। অনন্ত কন্দলিয়ে কি বিষয়তনো গুৰুত্ব দি ৰামায়ণ ৰচনাত হাত দিলে তাকো নিজে স্পষ্ট কৰি থৈ গৈছে — 'ৰামৰ সামান্য সন্ত গুণ যথাৱত। ভজনীয় গুণ যাত নভৈল বেকত।। এতেকে যতন কৰো ভকতিক পদে। নুবুলিবা নিন্দা সদা শুনা সভাসদে।।' অনন্ত কন্দলিৰ উক্ত মন্তব্যৰ পৰা তেওঁৰ উদ্দেশ্যও স্পষ্ট হৈছে যে মাধৱ কন্দলিয়ে নিজৰ ৰচনাত ৰামচন্দ্ৰক যিহেতু লৌকিক নায়ক ৰূপেহে ৰূপায়ণ কৰিছে গতিকে তাত ৰামচন্দ্ৰ বৈষ্ণৱসকলৰ ভজনীয় দেৱতাজন হৈ ব্যক্ত নহ'ল। মাধৱ কন্দলিৰ লৌকিক ৰামক দৈৱিক গুণান্বিত কৰি 'ভকতিক পদে'ৰ উপযুক্ত মৰ্যাদালৈ তুলিবলৈ অনন্ত কন্দলিৰ এই প্ৰচেষ্টা আছিল। মাধৱ কন্দলিৰ ৰামায়ণ ৰচনাৰ অন্তৰালত যে ৰামৰ অলৌকিকতা প্ৰতিপাদন উদ্দেশ্য নাছিল তাকো ৰামায়ণৰ একাধিক উক্তিৰে স্পষ্ট হৈছে। কিষ্কিন্ধা কাণ্ডৰ সামৰণিৰ ফালে মাধৱ কন্দলিয়ে নিজে কৈছে — 'দৈৱবাণী নুহি ইটো লৌকিক সে কথা'। লৌকিক নায়ক এজনৰ আদৰ্শবান জীৱনৰ আৰ্হি দাঙি ধৰাই বাল্মীকিৰো উদ্দেশ্য আছিল। সেয়েহে ৰামায়ণৰ এইটি উত্তৰপূৰী পাঠশাখাৰ ঐতিহ্য, বাল্মীকি-মাধৱ কন্দলি-অনন্ত কন্দলি এই ক্ৰমত নামি আহিছিল বুলি বুজিব পাৰি। চৰিতকাৰে তেনে উপদেশসমূহ কোনো এজন 'ছোট আতা'ই সংযোগ কৰা বুলি স্পষ্টকৈ কৈছে। এই 'ছোট আতা'জন যে মাধৱদেৱ তাক প্ৰমাণ কৰিবলৈ অনেক সূত্ৰ পোৱা যায়। মধ্য যুগত ৰচিত বিভিন্ন চৰিত পুথিৰ একাধিক প্ৰসংগত শ্ৰীমাধৱদেৱকে ছোট আতা অথবা ছোট বাপ বুলি নিৰ্দেশ কৰা হৈছে। আনবোৰ গ্ৰন্থ প্ৰসংগলৈ নগ'লেও গুৰু চৰিত কথাৰে একাধিক ঠাইত মাধৱদেৱক বুজাবলৈ এই শব্দ ব্যৱহাৰ হৈছে, যেনে উক্ত গ্ৰন্থত মাধৱদেৱৰ চৰিত্ৰ আৰম্ভ কৰিবলৈ লৈ কৈছে — 'এতিয়া







ছোট আতাৰ বংশাৱলী চৰিত্ৰ'। একে গ্ৰন্থতে ভৱাৰিডুবিত বিষ্ণুপূজাৰ প্ৰসাদ-নৈবেদ্য বিলোৱাৰ প্ৰসংগত পুনৰ কোৱা হৈছে — 'বোলে ৰামানন্দৰ মাক থৱানি স্নানকৈ ল'ম ঃ পাচে শৌচ শুদ্ধি স্নান গুৰুসেৱাকে প্ৰসাদ ছোট আতাকো দিলে আই ঠাকুৰ ভকতকো দি ভোজন কৈলে'।। আন এটা প্ৰসংগও পোৱা যায় গুৰু চৰিততে, যেনে — বৃদ্ধ সৰ্বজয় ভকতৰ সেৱাত ব্যস্ত গুৰু শংকৰদেৱক দেখি মাধৱদেৱ আচৰিত হ'ল। তাকে চৰিতকাৰে কৈছে — 'ছোট আতা দেখি আচৰ্য হৈ বোলে বাপ দাসি দাসে কৰিলে একা আপুনাৰ জো ই বন।' এনে বহু প্ৰসংগ উদ্ধাৰ কৰি পতিয়ন নিয়াব পাৰি যে ছোট আতাজন মাধৱদেৱেই, সেয়ে কন্দলি ৰামায়ণত উপদেশ প্ৰক্ষেপ কৰা বৈষ্ণৱ কবিজন মাধৱদেৱ বুলি নিশ্চিত হ'ব পাৰি।

প্ৰাক শংকৰদেৱ যুগৰ বৈষ্ণৱ সাহিত্যৰ প্ৰচাৰধৰ্মী উদ্দেশ্য নাছিল। দ্বাদশ শতিকাত ৰামানুজাচাৰ্যই 'ভক্তিক দাৰ্শনিক ভেটিত স্থাপন কৰি, ভক্তি আন্দোলনৰ সূত্ৰপাত কৰে। ইতিপূৰ্বে আলোৱাৰসকলৰ মাতৃভূমিৰ পৰা প্ৰবাহিত ভক্তিৰ ধাৰাটিত অবিহণা যোগালে নিম্বাৰ্কাচাৰ্য, মাধবাচাৰ্য, জ্ঞানদেৱ, নামদেৱ, কবীৰ, সুৰদাস, মীৰাবাঈ আদি কবি, দাৰ্শনিক, সমাজ সংস্কাৰক, আধ্যাত্মিক নেতা আদিসকলে। সকলোৱে সমূহীয়া প্ৰচেষ্টাত সমগ্ৰ ভাৰতবৰ্ষৰ ওপৰেদি যি প্ৰবল শক্তিশালী বৈষ্ণৱ ভক্তিৰ প্ৰবাহ বৈ গ'ল তাৰ এটি তৰংগই ভাৰতৰ উত্তৰ-পূব প্ৰান্তৰ ভূমিভাগো ঢৌৱাই গ'ল। অসম দেশত সেইটি তৰংগত বৈষ্ণৱ ভক্তিমাৰ্গৰ তৰী এৰি দিয়াত অগ্ৰগণ্য ভূমিকা লৈছিল শ্ৰীশংকৰদেৱে আৰু শ্ৰীমাধৱদেৱে। একশৰণ নামধৰ্মত ভক্তি সাধনাক অপৰিহাৰ্য মাধ্যমৰূপে গ্ৰহণ কৰি সেই ভাবাদৰ্শ প্ৰচাৰ কৰিবলৈ এক বিশালাতয়ন সাহিত্য দুয়োজন কাণ্ডাৰী পুৰুষে ৰচনা কৰি উলিয়াইছিল আৰু স্বকীয় অভিৰুচিৰে সেই ৰচনাৰ আংগিক আহাৰ্যও পৰিকল্পনা কৰিছিল। এই নতুন ভক্তিমাৰ্গৰ লক্ষণসমূহে ভগৱদ উপাসনাৰ উপৰি সকলো মানৱীয় সদ্‌গুণৰ পোষকতা কৰিছিল। উক্ত গুণসমূহৰ প্ৰসাৰ-প্ৰচাৰৰ বাবে দুয়োজনে নিজৰ ৰচনাত বহু উপদেশ সন্নিবিষ্ট কৰিছে। জনসাধাৰণৰ মাজত আধ্যাত্মিক মনোভাব জগাই তুলিবলৈ, ধৰ্মীয় আচাৰ-নীতিৰ শিক্ষা দিবলৈ আৰু সবল, সুস্থ আৰু সাৱলীল জীৱনৰ নীতি-নিৰ্দেশনাও সাহিত্যৰ যোগেদিয়ে জনসাধাৰণক শিকাবলৈ প্ৰয়াস কৰিছিল। সিয়ে দুয়োজন সাহিত্যিকৰ অন্যতম বৈশিষ্ট্য হৈ পৰিছে বুলি ক'ব পাৰি।

অধ্যায়ৰ মাজত বা অন্তত উপদেশ সংযোগ প্ৰাক্ শংকৰী যুগৰ কাব্যৰ সাধাৰণ লক্ষণ নহয়। প্ৰাক্ শংকৰদেৱ যুগৰ আন চাৰিজন বৈষ্ণৱ কবিৰ ৰচনাত এনে উপদেশৰ প্ৰয়োগ দেখা নাযায়। ৰুদ্ৰ কন্দলিৰ সাত্যকি প্ৰৱেশ আৰু কবিৰত্ন সৰস্বতীৰ দ্ৰোণপৰ্বৰ কৈলাস বৰ্ণন আদিত অধ্যায়ৰ অন্তত কেৱল ফলশ্ৰুতি পোৱা যায়। কেতিয়াবা অধ্যায়ৰ অন্ত নেপেলোৱাকৈয়ে এটাৰ পৰা আন এটা কথাবৃত্তলৈ কবিয়ে গতি কৰিছে। কবিসকলে অধ্যায়ৰ অন্তত ইষ্ট দেৱতাৰ নাম ল'বলৈ আহ্বান জনাইছে। কিন্তু সিও নিয়মীয়াকৈ নহয়, যেনে —

১। বিপ্ৰ হৰিবৰ কই গৌৰীৰ চৰণ সেই
পদবন্ধে থাকিলো প্ৰচাৰ।।

— বব্ৰুবাহনৰ যুদ্ধ ২২৩

২। হেম স্বৰস্বতী পদ নিগদতি।
শিৱ শিৱ বোলহ সমস্ত।।

— হৰগৌৰী সম্বাদ, ৩৪৮

৩। হেন জানি যতনে তেজিয়ো আন কাম
জন্মৰ সফল হৈকে বোলা ৰাম ৰাম।

— লৱ-কুশৰ যুদ্ধ, ২৮০

লক্ষ্য কৰা যায় 'ডাকি বোলা ৰাম ৰাম' চৰণফাকি সকলো কবিয়ে ছন্দ মিলাবলৈ বা পদ পূৰাবলৈহে ব্যৱহাৰ কৰিছে, ৰাম ভক্তি প্ৰচাৰৰ বাবে নহয়। প্ৰহ্লাদ চৰিতৰ বিষয়বস্তু ৰামকথা নোহোৱা সত্বেও কবিয়ে অন্তিম অধ্যায়ত কৈছে —

'হেম সৰোচতি ভনে এৰি আন কাম।
পাতেক চাড়োক ডাকি বোলা ৰাম ৰাম।।

— প্ৰহ্লাদ চৰিত, ১২২

বুজা যায় পদপূৰ্তিৰ বাবে ৰাম, হৰি, গৌৰী আদিৰ নাম উচ্চাৰণেৰে অধ্যায় সমাপ্তি কৰাটো এক যুগ বৈশিষ্ট্য আছিল। বৰ্তমান উপলব্ধ প্ৰাক্ শংকৰদেৱ যুগৰ উক্ত আটাইকেইজন কবিৰ বৈষ্ণৱ গ্ৰন্থত অধ্যায়ৰ মাজতো ফলশ্ৰুতি অথবা উপদেশ সংযোগ হোৱা নাই। তাৰ পৰিৱৰ্তে গুৰুচৰিত কথাত কোৱা মতে তাত 'শুভ শুভহে আছিল'। গ্ৰন্থ বিশেষ অধ্যয়নৰ ফলত হ'ব পৰা সকলো শুভফলকে ফলশ্ৰুতি বোলে। অধ্যায়ৰ শেষত বা গ্ৰন্থৰ শেষত তেনে ফলশ্ৰুতি সংযোগ প্ৰাক্ শংকৰ যুগৰ কবিৰ অভ্যাস, যেনে —

শুভ শুভ জয় জয় মিলিল মংগল
হেম সৰস্বতী বাণী পাপৰ অনল।

— প্ৰহ্লাদ চৰিত, ১৪৬

মহাভাৰতৰ পদ অতি মনোহৰ
কৰ্ণ ভৰি শুনা আক পাপ যাউক দূৰ

— সাত্যকি প্ৰৱেশ, ৩২

প্ৰাক্ শংকৰদেৱ যুগৰ সাহিত্যৰ উক্ত লক্ষণসমূহ মাধৱ কন্দলিৰ ৰচনাতো উপস্থিত থকাটো স্বাভাৱিক কথা। কন্দলিয়ে বাল্মীকিৰ কথাবৃত্তৰ ভিতৰতে থাকি বিষয়-বিন্যাস আৰু কাব্য-সম্পদ





যথাযথভাৱে উপস্থাপন কৰিছে। তথাপি পৰিণত কবি কন্দলিয়ে নিজৰ কবিসুলভ ৰুচিৰে যিখিনি সংযোজন-বিয়োজন কৰিছে তাত প্ৰচাৰমূলক বা উপদেশমূলক বচন পাবলৈ নাই। পৰৱৰ্তী কালত সম্পাদকৰ কাম কৰা শংকৰদেৱ-মাধৱদেৱেও মূলৰ পাঠত হাত দিয়া নাই। কিন্তু গুৰু চৰিত কথাই ক'বৰ দৰে প্ৰায় প্ৰত্যেক অধ্যায়ৰ অন্তত লোকশিক্ষাৰ সমলৰূপ উপদেশ যে সংযোগ কৰিছে তাক পঢ়ি চালেই বুজা যায়। কন্দলি আৰু সম্পাদকজনৰ ৰচনা জোৰা লগা ঠাইত বহুত ফাট বা ফাঁক ধৰা পেলাব পাৰি। লক্ষণীয়ভাৱে তেনে উপদেশ বাক্য কেতিয়াবা শংকৰদেৱ-মাধৱদেৱৰ ৰচনাৰ পৰা হুবহু তুলি অনা হৈছে।

উপদেশ বাক্য সংযোগ কৰোঁতাজনে ৰামৰ মাহাত্ম্য কীৰ্তন কৰি তেওঁৰ দ্বাৰা সাংসাৰিক দুখ উপশম হোৱাটো বাঞ্ছা কৰিছে, যেনে —

নমো নমো ৰাম যাহাৰ উপাম
নাহি ইটো ত্ৰিভূবনে
দুখ উপশম হৌক ৰাম ৰাম,
বোলা সামাজিক জনে।। ১/৩২

ঠায়ে ঠায়ে 'ৰামত ভকতি ৰৈ হে 'মনুষ্য জনম সফল' হৈ মুক্তি মাৰ্গ প্ৰশস্ত হ'ব বুলিও কৈ ৰাম নাম বাণী স্মৰণৰ উপদেশ দিয়া হৈছে, যেনে —

শুনিয়োক লোক, সংক্ষেপে আছোক
ইটো কথা এহি মানে।
মহা লাভ জানি ৰামৰ কাহিনী,
শুনিয়োক বিদামানে।।
ঘোৰ কলি কাল, নাহি আত ভাল,
ৰামত বিনে ভকতি।
জীৱা কতকাল তেজি আলজাল,
ৰাম পাৰে দিয়া মতি
পৰম অথিৰ, মনুষ্য শৰীৰ
পৰে কেতিক্ষণ জানি।
জন্মৰ সাফল, হৌক লোক ডাকি,
বোলা ৰাম ৰাম বাণী।।

— ১/৫৪-৫৬

আকৌ কোৱা হৈছে —

ৰামৰ চৰিত্ৰ কথা অমৃত পৰম
সংসাৰ তৰস ইটো উপায় সুগম।।
জানিয়া ৰামৰ পাৰে থিৰ কৰি মন
বোলা ৰাম ৰাম সবে সামাজিক জন।। — ১/৫৫-৫৬

এনে পদ কন্দলি ৰামায়ণৰ অধ্যায়ৰ অন্তত ভূৰি ভূৰি পোৱা যায়। স্থানান্তৰত সেই প্ৰসংগৰ বিস্তৃত আলোচনা ইতিমধ্যে আগ বঢ়োৱা হৈছে। বৰ্তমান প্ৰবন্ধৰ বিস্তৃতিৰ ভয়ত আন বহু পদ উদ্ধাৰ কৰাৰ পৰা বিৰত থকা হ'ল।

ৰামচন্দ্ৰক ভজনীয়া দেৱ ৰূপে প্ৰতিপন্ন কৰি তেওঁকেই 'অগতিৰ গতি আৰু 'মুক্তিপ্ৰদ পদ' বুলি তেওঁতেই 'শৰণাগতি' লভিবলৈ উপদেশ দিয়া হৈছে। তদুপৰি শংকৰদেৱৰ সাধন-নীতিবোৰো ছোট আতাজনে মাজে মাজে উপদেশ কৰি গৈছে, যেনে —

পৰম যতনে নিতে সন্তৰ সংগত।
শ্ৰৱণ কীৰ্তন মাত্ৰ কৰিয়ো মনত।।
এতেকে সংসাৰ তাপ তৰিবাহাঁ সুখে।
পলাতক পাতক ৰাম ৰাম বোলা মুখে।

— সুন্দৰ / ১০৭-১০৮

শিৱ-গৌৰী-হৰি আদিৰ উপৰি বিষ্ণু ভক্তি প্ৰকাশক অনেক বচন প্ৰাক্ শংকৰদেৱ যুগৰ সাহিত্যতো পোৱা যায়। কিন্তু ধৰ্মীয় সাধন মাৰ্গৰূপে শ্ৰৱণ-কীৰ্তন স্মৰণাদি নৱবিধ ভক্তিৰ বিষয়ে ভাগৱত পুৰাণতহে বিধান দিয়া হৈছে আৰু শংকৰদেৱে ভাগৱতবিধি অসমত প্ৰচলন কৰাৰ পিছতহে নৱবিধৰ প্ৰথম তিনিবিধক সেই যুগৰ বৈষ্ণৱ সাহিত্যৰ যোগেদি লোক-অনুশীলনৰ বাবে উপদেশ কৰা হৈছে। মাধৱ কন্দলিৰ ৰামায়ণত উপলব্ধ তেনে উপদেশমূলক পদসমূহ বৈষ্ণৱ গুৰু দুজনাৰ উদ্যোগত ছোট আতাৰ দ্বাৰা অন্তৰ্ভুক্ত কৰা হৈছে বুলি ভাবিব পাৰি। একেদৰে ওপৰত উদ্ধৃত সুন্দৰ কাণ্ডৰ পদটিত পোৱাৰ দৰে সৎ-সংগৰ ধাৰণাটিও শংকৰদেৱৰ দ্বাৰা প্ৰৱৰ্তিত সাহিত্যতহে উপস্থাপিত হৈছে। প্ৰাক্ শংকৰদেৱ যুগৰ কোনো এজন বৈষ্ণৱ কবিৰ ৰচনাত সৎ সংগৰ জৰিয়তে আধ্যাত্মিক উৎকৰ্য সাধন আৰু ভগৱদ ভজনাৰ উপায় নিৰ্দেশ পঢ়িবলৈ পোৱা নাযায়। গতিকে বুজিব লাগিব কন্দলি ৰামায়ণত সিঁচৰতি হৈ থকা যিবোৰ পদে অসমৰ বৈষ্ণৱ আন্দোলনৰ নীতি-সূত্ৰ আদি দাঙি ধৰিছে সেইবোৰ ছোট আতাই সংযোজন কৰিছিল আৰু স্পষ্টতঃ সেইবোৰ প্ৰক্ষিপ্ত পদ।

এই কথা প্ৰবন্ধটোৰ আৰম্ভণিতে কোৱা হৈছে যে কন্দলি ৰামায়ণত আদিকাণ্ড আৰু উত্তৰাকাণ্ড স্পষ্টতঃ প্ৰক্ষিপ্ত পাঠ। গুৰুচৰিত কথাৰ উক্ত সংবাদৰ পৰা বুজিব পাৰি যে কন্দলিৰ পঞ্চকাণ্ড ৰামায়ণ সপ্তকাণ্ড কৰি সম্পূৰ্ণ কৰাৰ মানসেৰে শংকৰদেৱে আদিকাণ্ড আৰু উত্তৰকাণ্ড ৰচনা কৰাৰ কথা ভাবিছিল। ৰচনা কৰিও তাক সুকীয়া মৰ্যাদাৰে ৰখাৰ কথা নাভাবি আগৰ-পাছৰ দুয়োটি কাণ্ড কন্দলিৰ ৰচনাত সংযোগ কৰাৰ কথা ক'লৈ — 'আগে গোৰ সমে ৰ'ল'। বুজাই যায় দুয়োজন বৈষ্ণৱ কবিয়ে কন্দলি ৰামায়ণৰ অংশৰূপেই





দুয়োটি কাণ্ড ৰচনা কৰিছিল। ই উদ্দেশ্য প্ৰণোদিত আছিল। গতিকে দুয়োটি কাণ্ডক কন্দলি ৰামায়ণত পৰৱৰ্তী কালত সংযোজিত প্ৰক্ষিপ্ত পাঠ বুলি গ্ৰহণ কৰিব পাৰি।

পাঠ সমীক্ষাৰ সংবিধানমতে কোনো প্ৰাচীন পাঠত সংম্পৃক্ত হৈ থকা আৰু প্ৰক্ষিপ্ত বুলি চিহ্নিত হোৱা পাঠসমূহ হয় পৰিহাৰ কৰিব লাগে, নহ'লে সেইবোৰ সুকীয়া সূচীৰ অধীনত সংৰক্ষণ কৰিব লাগে আৰু উপযুক্ত যুক্তি প্ৰমাণেৰে সেইবোৰ প্ৰক্ষিপ্ত পাঠ বুলি সাব্যস্ত কৰিব লাগে। গুৰুচৰিত কথাই দিয়া তথ্য আৰু অন্তৰংগ আৰু বহিৰংগ প্ৰমাণেৰে কন্দলি ৰামায়ণৰ বহু উপদেশ বচনৰ প্ৰক্ষিপ্ততা প্ৰমাণ কৰিব পৰা যায়। তাৰ বাবে বিস্তৰ পৰিমাণৰ উদাহৰণো তুলি আনিব পৰা যায়। কিন্তু সেইবুলি মাধৱ কন্দলিৰ ৰামায়ণৰ অধিক ফলশ্ৰুতি আৰু উপদেশসমূহক মূল পাঠৰ পৰা বিচ্ছিন্ন কৰি অনাটো কেতিয়াও যুগুত নহয়। ৰামায়ণৰ বালকাণ্ডৰ বহু পাঠ আৰু উত্তৰ কাণ্ডৰ সমস্ত পাঠ প্ৰক্ষিপ্ত বুলি প্ৰমাণ হোৱাৰ পিছতো সপ্তকাণ্ড ৰামায়ণৰ পাৰম্পৰিক বলবত্তাক পণ্ডিত, পাঠক সকলোৱে সন্মান জনাই আহিছে। আনকি শবৰী আখ্যান, অহল্যা আখ্যান আদিও ৰামায়ণৰ মৌখিক স্তৰতে বোধকৰো মূল পাঠত প্ৰক্ষিপ্ত হৈছিল। কালক্ৰমত তেনে পাঠ ৰাম কাহিনীৰ লগত এনেদৰে জীণ গ'ল যে সেইবোৰ আখ্যান-উপাখ্যান আৰু ৰামকথাৰ অবিচ্ছিন্ন অংগ হৈ পৰিল। তেনেদৰে বহু যুক্তি আৰু তথ্যৰ দ্বাৰা প্ৰমাণিত হ'লেও কন্দলি ৰামায়ণত যিবোৰ উপদেশ, ফলশ্ৰুতি আদি পৰৱৰ্তী কালত সংযোজিত হৈছে সেইবোৰৰ নিজস্ব উদ্দেশ্য-বিধেয় থাকিলেও সেইবোৰ এতিয়ালৈ কন্দলিৰ পাঠতেই জীন গ'ল বুলি ধৰাই সমীচীন হ'ব। তেনেদৰেই কন্দলিৰ ৰামায়ণৰ পৰম্পৰা আৰু ঐতিহ্য আৰু অসমৰ ভক্তি আন্দোলনৰ পৰিপ্ৰেক্ষিতত এই গ্ৰন্থৰ প্ৰভাৱ আৰু ভূমিকা সম্পৰ্কেও উক্ত প্ৰক্ষিপ্ত পাঠসমূহে সাক্ষ্য দিব পাৰিব।❑







# ঐতিহ্যবীক্ষা, একৈশ শতিকা আৰু শ্ৰীমন্ত শংকৰদেৱ

ড° প্ৰদীপজ্যোতি মহন্ত

মন্ত শংকৰদেৱৰ মহতী সৃষ্টি আৰু প্ৰতিভাই সমসাময়িক ব্যক্তি আৰু সামাজিক চিন্তামানসক আলোড়িত তথা অনুপ্ৰাণিত কৰাৰ উপৰি অসমৰ ইতিহাসৰ বুকুৰেদি বাগৰি যোৱা প্ৰলয়, ধুমুহা আৰু পৰিৱৰ্তনকো সামৰি পৰৱৰ্তী তিনি শতিকা জুৰি অসমৰ সামাজিক আৰু সাংস্কৃতিক চেতনাবোধক অনুপ্ৰাণিত কৰি আহিছিল। শংকৰদেৱে 'বড়াৰ পো' আৰু তেওঁৰ আত্মাক চিনা 'বান্ধৱ মাধৱ'ৰূপে আকোঁৱালি লোৱা প্ৰতিভাদীপ্ত মাধৱদেৱে তেওঁৰ হৃদয়তন্ত্ৰীত শংকৰদেৱৰ 'কল্পতৰু' ব্যক্তিত্ব আৰু তাৰ মহাপৌৰুষিক ৰূপে ঝংকৃত কৰা প্ৰেৰণাৰ সুৰক ভাৱীকাললৈ শক্তিশালী প্ৰবাহৰ ৰূপত বোৱাই নিলে। অসমৰ ভক্তি জাগৰণৰ সমস্ত সৃষ্টি সমন্বিতে সাহিত্য-সংস্কৃতি সমাজৰ ভক্তি আদৰ্শ সম্পৃক্ত চেতনা প্ৰবাহে ঊনৈশ শতিকাত ইউৰোপীয় শিক্ষা আৰু চিন্তা-চৰ্চাৰে ক্ৰমপ্ৰভাৱিত অসমীয়া মনন আৰু বিদ্যাৱত্তাত হৈ ঐহিহ্যানুৰাগ সঞ্চাৰিত কৰিলে। সেই ঐতিহ্যানুৰাগেৰেই শ্ৰীমন্ত শংকৰদেৱ তথা শংকৰী যুগৰ মহতীৰূপক অসমৰ জাতীয় জীৱনৰ কেন্দ্ৰত প্ৰতিষ্ঠাৰ প্ৰয়াস আৰম্ভ হৈছিল মণিৰাম দেৱানৰ (১৮০৬-১৮৫৮ খ্ৰীঃ) চিন্তাৰ মাজেদি। 'অসমত শংকৰদেৱ প্ৰৱৰ্তিত ভক্তিধৰ্মৰ আন্দোলনেই অসমৰ সামাজিক-সাংস্কৃতিক জীৱনত এটা জলচ্ছেদৰ সৃষ্টি কৰা বুলি দেৱানে ঠাৱৰ কৰিছিল ...।''[১] শংকৰদেৱ আৰু শংকৰী যুগৰ বিষয়ে অধ্যয়নৰ প্ৰাথমিক ৰূপ (nascent form) এটাই মণিৰাম দেৱানৰ বুৰঞ্জী বিবেকৰত্ন (১৮৩৮ খ্ৰীঃ)ত গ্ৰন্থ সন্নিবিষ্ট শংকৰকেন্দ্ৰিক আৰু শংকৰোত্তৰ সামাজিক সাংস্কৃতিক বিবিধ দিশৰ আলোচনাৰ মাজেদি গঢ় লৈছিল।

ঊনৈশ শতিকাৰ শেহভাগত অসমীয়া মনত সঞ্চাৰিত হোৱা ৰোমাণ্টিক চেতনাবোধৰ অন্যতম অনুষংগ ঐতিহ্যবীক্ষাৰে অনুপ্ৰাণিত বেজবৰুৱাৰ চিন্তা আৰু কৰ্ম প্ৰধানকৈ আৱৰ্তিত হ'ল শংকৰদেৱ-মাধৱদেৱৰ আদৰ্শনীয় জীৱন আৰু কৃতিক কেন্দ্ৰ কৰি। ভক্তজনৰ আৰাধনীয় শংকৰদেৱ-মাধৱদেৱৰ কল্পৰূপক বেজবৰুৱাই তেওঁৰ জাগ্ৰত দেশপ্ৰেম আৰু ঐতিহ্যমুখী বিবিধ ৰচনাৰ মাজেদি ধৰ্মীয় তেচনাৰ পৰা মুক্ত অথচ ঐতিহ্যানুৰাগী চিন্তা আৰু অধ্যয়নৰ পৰিসৰৰ মাজত, বিশেষকৈ সৰ্বসাধাৰণ মানুহৰ মনত সৰ্বগুণাকৰ শংকৰৰূপত প্ৰতিষ্ঠা কৰিলে। এনেদৰে মাণিৰাম দেৱানে সূচনা কৰা শংকৰদেৱ অধ্যয়নৰ প্ৰাথমিক বিন্দুৰ পৰা লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৪-১৯৩৮ খ্ৰীঃ)ৰ জীৱনবৃত্ত আৰু তত্ত্বদৰ্শী বিবিধ কৃতিৰ মাজেদি বহুদূৰ আগ বাঢ়িল। এই অধ্যয়নে শংকৰী ধৰ্মৰ নিজা বৈশিষ্ট্য আৰু সৌষ্ঠৱ, জাতিটোৰ জীৱন আৰু চৰিত্ৰত তাৰ কালিকাই দিয়া বোল আৰু প্ৰধানতঃ পূৰ্বনুবৃত্তিৰে ভজনীয় আৰু পালনীয় মহাপুৰুষীয়া ধৰ্মক 'অসমীয়াত্ব আৰু অসমীয়া জাতীয়তাবোধৰ আধাৰশিলাৰূপে চিনাই দিলে। মহাপুৰুষকো অসমীয়াৰ জাতীয় পিতৃপুৰুষৰূপে প্ৰতিষ্ঠা কৰিলে।''[২]

বেজবৰুৱাই শংকৰদেৱৰ ব্যক্তি ছবি অসমীয়া চিন্তা-চেতনাত বিকীৰ্ণ কৰাৰ লগতে বৈষ্ণৱ-সাহিত্যৰ

বাদুলিসঁচাৰ মুকলি কৰি দি যোৱাৰ পাছত কালিৰাম মেধি (১৮৭৮-১৯৪৫), ড° বাণীকান্ত কাকতি (১৮৯৪-১৯৫২)ৰ শংকৰদেৱ আৰু শংকৰী সাহিত্য সম্বন্ধীয় বিশ্লেষণধৰ্মী ৰচনাসমূহে শংকৰদেৱ প্ৰসংগত চিন্তাৰ নতুন দীপ্তি আৰু গভীৰতা দিলে। ড° কাকতিয়ে চিহ্নিত কৰা আসমীয়াৰ আধ্যাত্মিক জীৱনৰ উৎকৰ্ষৰ বিষয়ত শংকৰদেৱৰ চতুৰংগ দান আৰু 'বৰগীত', 'অংকীয়া ভাওনা' প্ৰমুখ্যে ৰচনাকেইখনে শংকৰদেৱ-মাধৱদেৱৰ সৃষ্টিৰ ৰূপতত্ত্ব বিশ্লেষণত পথ প্ৰদৰ্শকৰ ভূমিকা গ্ৰহণ কৰিলে।

এই বাটেৰেই শংকৰদেৱ-চৰ্চাৰ ক্ৰমবিশালতাৰ ৰূপ ধাৰণ কৰা পৰিধি এটা গঢ় লৈ উঠিছিল। পৰিধিটোৰ ব্যাপ্তি বৃদ্ধিত সময়ে সময়ে আন ভালেকেইজন চিন্তাশীল কৃতকৰ্মা ব্যক্তিৰ চিন্তা আৰু উদ্যোগেও বৰঙণি যোগাই আহিছে। হেমচন্দ্ৰ গোস্বামী (১৮৭২-১৯২৮), শৰৎ চন্দ্ৰ গোস্বামী (১৮৮৭-১৯৪৪), অম্বিকাগিৰি ৰায়চৌধুৰী (১৮৮৫-১৯৬৭), ৰাজমোহন নাথ, ডিম্বেশ্বৰ নেওগ (১৮৯৯-১৯৬৬), ড° বিৰিঞ্চি কুমাৰ বৰুৱা (১৯১০-১৯৬৪) প্ৰভৃতিৰ অৱদানৰ কথা যিদৰে এই প্ৰসংগত স্মৰণযোগ্য, তেনেদৰে শংকৰী সাহিত্যৰ প্ৰসাৰৰ দিশত হৰিবিলাস আগৰৱালা (১৮৪২-১৯১৬), হৰিনাৰায়ণ দত্তবৰুৱা (১৮৮৯-১৯৫৮), তীৰ্থনাথ গোস্বামী (১৮৭৫-১৯৬৫), ধলৰসত্ৰৰ সত্ৰাধিকাৰৰ উদ্যোগী প্ৰয়াসো লেখত ল'বলগীয়া।

ঐতিহ্যবীক্ষাৰ আলোকত ক্ৰমগতিৰ মাজেদি বিশালতৰ হোৱা শংকৰদেৱ অধ্যয়নৰ এই প্ৰেক্ষাপটৰ যোগেদি এই ক্ষেত্ৰখনত প্ৰবেশ কৰিছিল যোৱা শতিকাৰ মাজভাগৰ পৰা শেষৰ দশকলৈকে বিষয়টোক সুবিশাল পৰিধি, প্ৰসাৰ আৰু গভীৰতা প্ৰদান কৰা ড° মহেশ্বৰ নেওগ আৰু আন গৰাকী সমসাময়িক বিদ্বান ড° সত্যেন্দ্ৰনাথ শৰ্মাই। বিশেষকৈ ড° নেওগে শংকৰদেৱ অধ্যয়নক বিশেষ প্ৰাধান্য দি তেওঁৰ বহু মাত্ৰিক অধ্যয়নৰ যোগেদি শংকৰদেৱ-মাধৱদেৱৰ আৰাধনীয় ভাবমূৰ্তিক যৌক্তিকতা বা ইতিহাস সমৰ্থিত তথ্যৰ মাজেদি বিৰাট ঐতিহাসিক পুৰুষৰূপে উজ্জ্বল প্ৰতিষ্ঠা দিলে। একৈশ শতিকালৈ উত্তৰণৰ পথত ড° নেওগৰ শংকৰদেৱ অধ্যয়নত নিহিত আন এটা তাৎপৰ্যপূৰ্ণ দিশৰ এই স্বৰসমষ্টিয়ে কুৰি শতিকাৰ কালছোৱাত শংকৰদেৱ অধ্যয়ন আৰু ভক্তি জাগৰণৰ যুগটোৰ সাহিত্য-সংস্কৃতি-সমাজকেন্দ্ৰিক চিন্তাচৰ্চাৰ বহল পোহাৰ মেলি সেই দিশৰ নিজস্ব পৰিসৰ এটা নিৰ্মাণ কৰি তুলিছিল। এই প্ৰসংগতে স্মৰণযোগ্য আন এটা কথাও উল্লেখ কৰি থোৱাও যুগুত হ'ব। ড° মহেশ্বৰ নেওগৰ বিদ্যায়তনিক চিন্তা আৰু কৰ্মৰ যোগেদি তথা আন দুই-চাৰি কাৰ্যকাৰণেদি ভাৰতবৰ্ষৰ সাংস্কৃতিক মনন আৰু বিদ্বৎ সমাজৰ একাংশলৈ শ্ৰীমন্ত শংকৰদেৱৰ কৃতি আৰু কৃতিত্বৰ গৰিমা সঞ্চাৰিত হৈছিল। ড° নেওগৰ বিয়োগৰ পাছত ১৯৯৬ চনৰ পৰা ড° মহেশ্বৰ নেওগ স্মাৰক ন্যাস পৰিষদ আৰু শংকৰদেৱ অধ্যয়ন ক্ষেত্ৰ নামৰ সংস্থাৰ যুটীয়া উদ্যোগত আয়োজন কৰি অহা 'অধ্যাপক মহেশ্বৰ নেওগ সোঁৱৰণী বক্তৃতামালা'লৈ আমন্ত্ৰিত ভালেকেইগৰাকী বক্তাই শংকৰদেৱৰ আৰু অসমৰ ভক্তি জাগৰণ কেন্দ্ৰিক সৃষ্টি সম্বন্ধে মনোজ্ঞ আলোচনাৰে এই দিশৰ অধ্যয়নৰ পৰিসৰ প্ৰসাৰিত কৰাত বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছে। ১৯৯৮-৯৯ বৰ্ষত উদ্‌যাপিত শ্ৰীমন্ত শংকৰদেৱৰ ৫৫০ তম জন্মজয়ন্তী উৎসৱৰ লগত সম্পৰ্ক ৰাখি শংকৰদেৱ অধ্যয়ন ক্ষেত্ৰ সমন্বিতে অসমৰ অন্যান্য দুই-চাৰিটা সংস্থাই আগ বঢ়োৱা প্ৰকাশন অৰ্ঘৰ যোগেদিও কুৰি শতিকাৰ অন্তিম চৰণত শংকৰদেৱ অধ্যয়নৰ কিছু শ্ৰীবৃদ্ধি সাধিত হৈছিল।

ঐতিহ্যবীক্ষাৰ আলোকত শংকৰদেৱ অধ্যয়ন এনে এক ক্ষেত্ৰৰ নিৰ্মীয়মান স্তৰতে বা শংকৰদেৱ অধ্যয়নে এক বিস্তৃত বিদ্যায়তনিক ৰূপ (discipline) পৰিগ্ৰহণ কৰাৰ এনে প্ৰস্তুতিৰ মাজতে একৈশ শতিকাই ভুমুকিয়ালেহি আৰু সাম্প্ৰতিকলৈ এটা দশক অতিক্ৰান্ত হোৱাৰ পথত অগ্ৰসৰ হৈছে। পাৰ হ'ব খোজা এই দশকটোত শংকৰদেৱ চৰ্চাত কিছু নতুন স্বৰ, কিছু নতুন আয়তন সন্নিবিষ্ট হৈছে। এই প্ৰসংগত পোনছাটেই মনলৈ আহিছে কৃতী সমালোচক অধ্যাপক ৰঞ্জিত কুমাৰ দেৱগোস্বামীৰ দিগ্‌দৰ্শন আৰু সম্পাদনাত কথা গুৱাহাটীয়ে প্ৰকাশ কৰা (২০০৫) 'শংকৰদেৱ চৰ্চা - ১' আৰু 'শংকৰদেৱ চৰ্চা - ২' শীৰ্ষক দুটি বিশেষ মাহেকীয়া সংস্কৰণ। এই দুয়োটা সংস্কৰণতে ধ্বনিত হৈ উঠিছে শ্ৰীমন্ত শংকৰদেৱৰ মনীষা আৰু বিশালায়তনৰ কথা।

মহাপুৰুষ মাধৱদেৱে 'গুৰুভটিমা'ত "গীত কবিত্ব গুণ শংকৰদেৱৰ কীৰিতি গয়ো বহু দূৰ" বুলি অভিহিত কৰি শংকৰদেৱৰ 'সকল কলাৰ গুৰু" সৰ্বগুণাকৰ ৰূপ এটা প্ৰতিষ্ঠা কৰি গ'লেও শংকৰোত্তৰ অসমৰ সাংস্কৃতিক ইতিহাসৰ শ-শ বছৰ কালত অসমীয়া মানুহে শংকৰ-মাধৱৰ অমৃতোপম সৃষ্টি কাব্য-গীত-নাট-নাচ-ভাওনা চিত্ৰত 'স্নান-পান-আচমন' কৰি থাকিলেও আধ্যাত্মিক সাধনাৰ আওতাৰ বাহিৰত কাব্যকাৰ-নাট্যকাৰ-সংগীতকাৰ-নৃত্যকাৰ-স্থাপত্য-ভাস্কৰ্য-চিত্ৰৰ আৰ্হি প্ৰৱৰ্তক শংকৰদেৱৰ ব্যক্তিত্ব আৰু সৃষ্টিৰ বৰ্ণময় তৰংগসমূহক সুকীয়া সুকীয়াকৈ নাচায় সৰ্বগুণাকৰ মহাপুৰুষৰ সমন্বিত ৰূপ বুলিয়েই সাধাৰণভাৱে গ্ৰহণ কৰি আহিছিল। ড° নেওগে শ্ৰীশ্ৰী শংকৰদেৱ (১৯৪৯) গ্ৰন্থতে পোনপ্ৰথমবাৰৰ বাবে শংকৰদেৱৰ বহুধা-প্ৰসাৰিত সৃষ্টিৰ সুকীয়া সুকীয়া তৰংগসমূহৰ বিষয়ে একত্ৰ আলোচনা কৰাৰ বিষয়ে 'সূত্ৰে মণি গণাইব' এটা আনটোক পৰিপূৰক ৰূপটোও তুলি ধৰিছে। ভক্তিকো কলাৰ মাজেদি প্ৰকাশ কৰা কাব্যকাৰ, নাট্যকাৰ, শিল্পবেত্তা শংকৰদেৱ ভক্তিবাদী শংকৰদেৱৰ পৰা বিচ্ছিন্ন নহয়। অথচ শিল্প সাধনাৰ সুকীয়া সুকীয়া ক্ষেত্ৰসমূহতো শংকৰদেৱৰ অপাৰ গৰিমা প্ৰকাশ পাইছে। সেই গৰিমা আদৰ্শ আৰু প্ৰেৰণাৰ সুঁতি হৈ উত্তৰকালত একো একোটা বৈভৱশালী কলা-পৰম্পৰাৰ সূচনা কৰিছে। শংকৰদেৱৰ সৃষ্টি আৰু সাধনাৰ অংগীভূত এই দিশসমূহৰ সম্পৰ্কত সুকীয়াকৈ গ্ৰন্থকাৰে আলোচনা কৰি সিবোৰৰ নিজ শিল্পমূল্য নিৰ্ধাৰণ কৰাৰ প্ৰয়াস কৰিছে। লগত সময়ে সময়ে সেইবোৰৰ সৈতে ভাৰতীয় সাংস্কৃতিক ঐতিহ্যৰ বিবিধ উপাংগৰ সৈতে আপেক্ষিক সম্পৰ্কৰ উল্লিখনো গ্ৰন্থকাৰে কৰিছে। "আঁৰিয়া আৰু মহতা লগাই কৰা অসমীয়া ভাওনাই বৰ-বৰ তেলৰ চাকিৰ তিৰবিৰণিত মাজত নিশা হোৱা কথাকলি নৃত্যাভিনয়ৰ কথা সোঁৱৰাই দিয়ে।

ভক্তিধৰ্মৰ উদ্‌গাতা শংকৰদেৱৰ শিল্পকাৰৰূপ, শিল্পদৰ্শন সম্বন্ধে নতুন চিন্তাৰ সঞ্চাৰ কৰা যোৱা শতিকাৰ আনজন চিন্তানায়ক জ্যোতিপ্ৰসাদ। একপ্ৰকাৰ ৰোমাণ্টিক ঐতিহ্যানুৰাগ থাকিলেও জ্যোতিপ্ৰসাদে তেওঁৰ একাধিক ৰচনাত শংকৰদেৱক সংস্কৃতিদ্ৰষ্টা, মানৱ প্ৰতিভাৰ পূৰ্ণ প্ৰকাশ ৰূপত অংকন কৰিছে। কুৰি শতিকাৰ দ্বিতীয়াৰ্ধত ভালেকেইগৰাকী গৱেষক, বিদ্বান ব্যক্তিয়ে শংকৰদেৱৰ ব্যক্তিত্ব আৰু সৃষ্টি, চিন্তা আৰু দৰ্শনক ভিন ভিন দৃষ্টিকোণৰ পৰা চাইছে আৰু মূল্যায়ন কৰিছে। ড° হীৰেন গোহাঁই, বাপচন্দ্ৰ মহন্ত, ড° কেশৱানন্দ দেৱগোস্বামী, ড° নগেন শইকীয়াৰ নাম থাওকতে উল্লেখ কৰিব পাৰি যদিও এখন দীঘল তালিকা ইয়াৰ সৈতে সংযুক্ত হ'ব য'ত শতিকাটোৰ সামৰণিলৈকে বিভিন্ন সময়ত বিভিন্ন প্ৰকাশনত অনেক গুণী আলোচকে শংকৰদেৱ প্ৰমুখ্যে ভক্তি জাগৰণৰ যুগটোৰ বিষয়ে মূল্যবান আলোচনা আগ বঢ়াইছে।

ইয়াৰ উপৰি অসমৰ বিশ্ববিদ্যালয় কেইখনত ভাষা-সাহিত্য-সংস্কৃতিৰ বিভিন্ন শাখাত হোৱা অধ্যয়ন-গৱেষণাৰ মাজতো শংকৰদেৱ সম্পৰ্কিত অথবা সমগ্ৰ বিষয়টোৰে সামৰি লোৱা ভিন ভিন দিশত বিচাৰ হৈছে। বিশ্ববিদ্যালয়-কলেজৰ শৈক্ষিক পৰিমণ্ডলৰ বাহিৰৰ বহল সামাজিক-সাংস্কৃতিক জীৱনতো পূৰ্বানুবৰ্তিতাৰে সময়ে সময়ে শংকৰদেৱ চৰ্চাৰ ক্ৰম এটা চলি আছে। বিশেষকৈ বছৰে বছৰে উদ্‌যাপিত হোৱা শ্ৰীমন্ত শংকৰদেৱৰ জয়ন্তী আৰু তিৰোধান উৎসৱৰ বক্তৃতা সভাবোৰত আৰু একে উপলক্ষ্যতে প্ৰকাশিত স্মৃতিগ্ৰন্থসমূহত (সঘনাই নহ'লেও) চিন্তাগধুৰ অথবা নতুন চিন্তাৰ বাট মোকোলোৱা শংকৰদেৱ চিন্তনৰ ৰূপে মন উজ্জ্বল কৰি তোলে। পাৰহৈ যোৱা দশকটোত শংকৰী সংস্কৃতিৰ সামগ্ৰিক অধ্যয়ন-গৱেষণা আৰু বিকাশ-প্ৰকাশৰ উল্লেখযোগ্য দিশ এটা হ'ল শংকৰদেৱৰ বিপুলায়তন অৱদানৰ এটা বিশেষ অংগ আৰু সাম্প্ৰতিক কালত সত্ৰীয়া নৃত্য অভিধাৰে চৰ্চিত নৃত্যধাৰাৰ বহল প্ৰসাৰ। ৰাজ্যখনৰ বহল সংস্কৃতিমানসৰ সুদীৰ্ঘ দিনৰ আকাংক্ষা বাস্তৱায়িত কৰি ভাৰতীয় সংগীত-নৃত্য-নাট্যৰ কেন্দ্ৰীয় অধিষ্ঠান সংগীত নাটক অকাডেমীয়ে ২০০০ চনৰ নৱেম্বৰ মাহত সত্ৰীয়া নৃত্যক দেশৰ প্ৰধান শাস্ত্ৰীয় নৃত্যধাৰাসমূহৰ অন্যতমৰূপে গ্ৰহণ কৰা সংঘটনে একৈশ শতিকাৰ কাহিলিপৰত এই পৰম্পৰালৈ নতুন চিন্তা আৰু সম্ভাৱনাৰ জোৱাৰ আনিলে। এই সংঘটনৰ দুৱাৰখনেদি ওলাই সম্প্ৰতি সত্ৰীয়া নৃত্য ভাৰতীয় নৃত্যৰ মানচিত্ৰ আৰু গতিশীল প্ৰক্ৰিয়াৰ মৰ্যাদাসিক্ত অংশীদাৰ হৈছে। একে অপাহতে সত্ৰীয়া নৃত্যৰ ইতিহাস, আংগিক, ব্যাকৰণ, সাংগীতিক দিশ, দৰ্শন প্ৰভৃতি দিশত ক্ৰমান্বয়ে চিন্তাৰ নতুন পোহৰ পৰিবলৈ লৈছে। একেদৰে এই বিষয়ত খনচেৰেক উদ্ভাৱনশীল, গৱেষণাপ্ৰসূত গ্ৰন্থ প্ৰকাশিত হৈছে। শিল্পকাৰ শংকৰদেৱৰ প্ৰতিভা আৰু সৃষ্টিৰ মহত্তম প্ৰকাশ 'অংকীয়া বাওনা'ৰ সম্পৰ্কতো প্ৰায় একে কথা প্ৰযোজ্য হ'লেও ভাওনাৰ শিক্ষাগত আৰু কাৰিকৰীগত চিন্তাৰ দিশত গভীৰতামুখী জ্যোতিপ্ৰপাত এতিয়াও হৈছে বুলি ডাঠি ক'ব নোৱাৰি। নাট্যদৰ্শন আৰু প্ৰায়োগিক চিন্তাৰ বিপুল সম্ভাৱনা লৈ অংকীয়া ভাওনা আজিও বহুদূৰ অপৰীক্ষিত হৈ আছে। ভাওনাই কেৱল সংগীত, নৃত্য, নাট্যাভিনয়কে সামৰি নলয়। ইয়াৰ লগত ধৰ্ম, দৰ্শন, সমাজবিদ্যা, সামাজিক কাৰুকলা সমন্বিতে অনেক দিশ সন্নিহিত হৈ আছে। নিহিত আছে ভাৰতীয় নাট্যপৰম্পৰাক আনি আপোন চিন্তা আৰু সৃষ্টিৰে নব্যৰূপত অসমৰ লোকমানসত প্ৰতিষ্ঠা কৰাৰ এক বিৰল আৰু ঐতিহাসিক প্ৰক্ৰিয়া। (প্ৰায় একেবোৰ কথা খাটে শংকৰদেৱৰ সংগীত-চিন্তা, সাহিত্য-চিন্তা, সমাজদৰ্শন প্ৰভৃতি বিষয়তো।) আনহাতেদি অংকীয়া ভাওনাক সামাজিক সংহতিৰ কাৰক আৰু অসমৰ কুটীৰ শিল্পৰ পুনৰুজ্জীৱন তথা গ্ৰামীন জীৱনত অৰ্থনৈতিক স্বাৱলম্বনৰ সুস্থ মাধ্যমৰূপেও শংকৰদেৱে প্ৰয়োগ কৰিছিল। প্ৰধানতঃ ভাওনাক কেন্দ্ৰ কৰি ইয়াৰ গীত-নৃত্য-নাট্য সম্ভাৰৰ মাজেদি অসমত এক উচ্চাংগ কলাসাধনাৰ ধাৰাবাহিকতা সঞ্চাৰিত হ'ল। এই সমগ্ৰ বিষয়পুঞ্জৰ লগতে শংকৰদেৱৰ সংগীত চিন্তা, সাহিত্য-চিন্তা আৰু সমাজ দৰ্শন আদিক সামৰি বিপুল অধ্যয়নৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিবলৈ একৈশ শতিকাই হাত বাউল দি আছে।

উনৈশ শতিকাৰ শেষাৰ্ধৰ পৰা কুৰি শতিকাৰ অন্ত পৰালৈকে শংকৰদেৱৰ ব্যক্তিত্ব আৰু প্ৰধানকৈ সাহিত্য কৰ্মকেন্দ্ৰিক চিন্তা-চৰ্চা ভালেখিনি হৈছে। চিন্তা আৰু গৱেষণাত যি দৰে কোনো শেষ কথা নাই বা কোনেও শেষ কথা ক'ব নোৱাৰে, তেনেদৰে শংকৰদেৱ তথা ভক্তি জাগৰণে সৃষ্টি কৰা নৱন্যাসৰ দিশত চিন্তা আৰু গৱেষণাৰো শেষ কথা বা অন্তিম প্ৰান্ত নাই। একৈশ শতিকাই উন্মীলিত কৰা চিন্তাৰ নতুন প্ৰান্তত পুৰণি বিষয় বস্তুত নতুন যুক্তিৰে বিশ্লেষণ কৰিব পৰাৰ দৰে শংকৰদেৱ আৰু তেওঁৰ সমসাময়িক স্ৰষ্টাসকলৰ সাহিত্যকৰ্মৰ নতুন অধ্যয়ন কৰিব পৰা বিপুল সম্ভাৱনাও আছে।

সাহিত্য, সংস্কৃতি আৰু সমাজৰ বহল পৰিপ্ৰেক্ষিতত শংকৰদেৱৰ বিষয়ে বৰ্তমানৰ শতিকাত উল্লেখ কৰি অহা ধৰণেৰে কৰিব লগা অধ্যয়নৰ উপৰি সৰ্বাপেক্ষা আন এখন উৰ্বৰ ক্ষেত্ৰ হ'ল শংকৰদেৱ-মাধৱদেৱৰ বিশালায়তন ৰচনাৰাজিৰ পাঠসমীক্ষাভিত্তিক অধ্যয়ন। গীতৰ পৰা নাটলৈ, কাব্যৰ পৰা তত্ত্ব গ্ৰন্থলৈ কেৱল



শংকৰদেৱ-মাধৱদেৱৰ সৃষ্টিসমূহৰ অলেখ সাঁচিপাত অথবা তুলাপাতৰ পুথি সিঁচৰতি হৈ আছে। বিভিন্ন সময়ত আৰু বিভিন্ন স্থানত প্ৰতিলিপিৰ ৰূপত প্ৰস্তুত হোৱা এই পুথিসমূহৰ অসংখ্য পাঠান্তৰ আৰু পাঠ বিভ্ৰাট আছে। তেনে পাঠান্তৰ পাঠ বিভ্ৰাট সম্বলিত ভালেখিনি পুথি ছপা হৈ ওলাইছে। সমীক্ষাত অধ্যয়নৰ মাজেদি সম্ভাব্য শুদ্ধ পাঠ নিৰ্ণয়েৰে কোনোখন গ্ৰন্থই প্ৰকাশৰ মুখ দেখা নাই। এইটো অসমৰ বিদ্যায়তনিক জগতৰ, বিশেষ শংকৰদেৱ অধ্যয়নৰ দিশত আন এক প্ৰত্যাহ্বান হৈ আছে। স্মৰণযোগ্য যে পুনেস্থিত ভাণ্ডাৰকৰ প্ৰাচ্যবিদ্যা গৱেষণা সংস্থা (Bhandarkar Oriental Research Institute - BORI) ই কেইদশক আগতে মহাভাৰতৰ ওঠৰটা পৰ্বৰ এনে সমীক্ষিত অধ্যয়নেৰে শুদ্ধ পাঠ ভিত্তিক প্ৰকাশন উলিয়াই এক মহৎ কৰ্ম সম্পাদন কৰি গৈছে। ড° ভি এছ সুখথংকৰৰ জীৱনজোৱা বুলি ক'ব পৰা সাধনাৰে এই কালজয়ী কৰ্ম সম্পাদিত হৈছিল। মহাভাৰতৰ সেই অধ্যয়নৰ আদৰ্শক সন্মুখত ৰাখি শংকৰদেৱ-মাধৱদেৱৰ ৰচনাৰাজিৰ পাঠ-সমীক্ষাৰ অভিযান একৈশ শতিকাৰ এক আদৰণীয় কৰ্ম হ'ব।

মাধৱদেৱৰ পৰা অতিসাম্প্ৰতিকলৈ অসমৰ উপৰি ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ কোনো কোনো বিদ্বান আলোচকে সময়ে সময়ে শংকৰদেৱৰ প্ৰতিভা, সৃষ্টি আৰু অৱদানৰ বিষয়ে মূল্যবান চিন্তা আগ বঢ়াই আহিছে। এই সমস্ত আলোচনাৰ একত্ৰ সংগ্ৰহো ঐতিহ্যবীক্ষাৰ লগতে শংকৰদেৱ অধ্যয়ন-গৱেষণাৰ এটা গুৰুত্বপূৰ্ণ দিশ। সেই শংকৰদেৱৰ চিন্তা আৰু কৰ্মৰ মাজত ধৰ্মতত্ত্ব, কাব্যতত্ত্ব, জাতিতত্ত্ব, কলাতত্ত্ব বা নন্দনতত্ত্ব, গণসংযোগ, অৰ্থনীতি প্ৰভৃতি আধুনিক মানৱিকী বিদ্যাই সামৰি ল'ব পৰা প্ৰায় সকলো বিষয় বা সেইবোৰৰ অধ্যয়নৰ পৰিসৰ নিহিত আছে। এইসমূহ বিষয়ে যোৱা পাঁচশ বছৰ জুৰি সুকীয়া সুকীয়া প্ৰক্ৰিয়াৰে অসমৰ সামাজিক সাংস্কৃতিক জীৱনত ক্ৰিয়া-প্ৰতিক্ৰিয়া কৰি আছে। ইয়াৰ যিদৰে সামগ্ৰিক আৰু সংহত অধ্যয়নৰ (holistic appraisal) প্ৰয়োজন, তেনেদৰে প্ৰয়োজন শংকৰদেৱ তথা তেওঁৰ অনুৱৰ্তী সময় আৰু সমাজক কেন্দ্ৰত ৰাখি প্ৰতিটো বিষয়ৰ আনুপুংখিক অধ্যয়নৰো। এনেধৰণৰ macro আৰু micro পৰ্যায়ৰ ভিন্ন দিশদৰ্শী অধ্যয়ন-গৱেষণা ব্যক্তিগত প্ৰয়াসেৰে সম্ভৱ নহয়। উনুকিয়াই অহা সকলো বিষয়ৰ সমমাত্ৰিক বিচাৰ আৰু অধ্যয়নৰ বাবে কোনো বিশ্ববিদ্যালয়ৰ অধীনতে হওক বা স্বতন্ত্ৰভাৱেই হওক এটা শংকৰদেৱ অধ্যয়ন বা গৱেষণা সংস্থাৰ অনতিবিলম্বে প্ৰয়োজন। তেনে এক সংস্থাইহে সংহত আৰু সুনিৰ্দিষ্ট পৰিকল্পনাৰে পৰ্যায়ক্ৰমে এই সকলো বিষয়ৰ অধ্যয়নৰ প্ৰকল্প গ্ৰহণ কৰিব পাৰিব। দৰাচলতে অসমৰ সমাজ আৰু সংস্কৃতি নিৰ্মাণত শ্ৰীমন্ত শংকৰদেৱৰ ভূমিকা আৰু অৱদান বা ব্যাপকতালৈ চাই ভক্তি জাগৰণৰ যুগটোত শিৰ জিলিকা মাধৱদেৱ প্ৰমুখ্যে প্ৰতিগৰাকী সন্ত আৰু স্ৰষ্টাৰ ভূমিকা আৰু অৱদানৰ বস্তুনিষ্ঠ অধ্যয়নৰ উদ্দেশ্যে তথা ইতিমধ্যে উনুকিওৱা বিষয়সম্বলিত অধ্যয়নৰ লক্ষ্য আগত ৰাখি অসমৰ বিশ্ববিদ্যালয় এখনৰ অন্তঃস্থলতে হওক বা ৰাজহুৱা-চৰকাৰী উদ্যোগেৰে হওক তেনে এটা কেন্দ্ৰ সম্পূৰ্ণ ক্ৰিয়াশীল ৰূপত বৰ্তি থাকিব লাগিছিল।

ঐতিহ্যবীক্ষাৰ আলোক মানে অতীতৰ গৌৰৱৰ মিউজিয়ামসদৃশ বৰ্ণন নহয়। এই বীক্ষাই অন্তহীন উৰ্মিৰ দৰে অতীত, বৰ্তমান আৰু ভৱিষ্যতক সামৰি চিন্তাৰ গতিশীল প্ৰবাহো বুজায়। অসমৰ সমাজ আৰু সংস্কৃতিৰ পৰিপ্ৰেক্ষিতত আৰু ঐতিহ্য-বীক্ষাৰ আলোকত শংকৰদেৱ অধ্যয়নৰ তেনে এক নতুন পৰিসৰ নিৰ্মাণ একৈশ শতিকাৰ দাবী হৈ ৰ'ব। ❑

প্ৰসংগটোকা ঃ

১। ড° নগেন শইকীয়া ঃ 'ভূমিকা', **বুৰঞ্জী বিবেকৰত্ন**, ডিব্ৰুগড় বিশ্ববিদ্যালয়, ২০০৮।

২। তীৰ্থনাথ শৰ্মা ঃ 'সাহিত্যৰথী বেজবৰুৱা', **লক্ষ্মীনাথ বেজবৰুৱা**, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৬৮, পৃঃ ০৮







# গুণাভিৰাম বৰুৱাৰ সৃষ্টি আৰু চেতনাত বংগীয় নৱজাগৰণৰ প্ৰতিফলন

ড° দীপ্তি দত্ত দাস

### গুণাভিৰাম বৰুৱা আৰু বংগীয় নৱজাগৰণ

ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত অসমীয়া ভাষা-সংস্কৃতিৰ সংকট কালত যি কেইজন মুষ্টিমেয় অসমীয়া লোকৰ নিৰন্তৰ সাধনাই অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিক পুনৰ নিৰ্মাণ কৰি নৱজন্ম প্ৰদান কৰিলে সেই সকলৰ ভিতৰত স্বনামধন্য গুণাভিৰাম বৰুৱাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ব্ৰিটিছ আগমনৰ ফলত পশ্চিমীয়া শিক্ষা-সংস্কৃতিৰ প্ৰভাৱেৰে বংগদেশত শিক্ষিত মধ্যবিত্তসকলৰ মাজত এক আলোড়নৰ সৃষ্টি কৰিছিল। ফলস্বৰূপে সতীদাহ প্ৰথা ৰোধ কৰা, বাল্য বিবাহৰ বিৰোধিতা, স্ত্ৰী শিক্ষাৰ প্ৰচাৰ, পশ্চিমীয়া শিক্ষা-সংস্কৃতিক আদৰণি জনোৱা, মাতৃভাষাত পাঠ্যপুথি প্ৰণয়ন কৰা, অন্যায় আৰু কুসংস্কাৰৰ বিৰুদ্ধে প্ৰবল আন্দোলন গঢ়ি তোলা দেখা গৈছিল। সমকালীন কলিকতাৰ শিক্ষিত সমাজখনৰ লগত ঘটা সম্পৰ্কৰ ফলত অসমৰ নব্য শিক্ষিত অসমীয়া ডেকাসকলেও এই আন্দোলন তথা নৱজাগৰণৰ দ্বাৰা প্ৰভাৱিত হৈ অসমীয়া মানুহকো জগাই তুলিবলৈ চেষ্টা কৰিছিল। ভাৰতবৰ্ষৰ অন্যান্য ঠাইত ইতিপূৰ্বেই আধুনিক ধ্যান ধাৰণা তথা নৱজাগৰণে প্ৰভাৱ পেলাইছিল। কিন্তু অসমত তেনে চিন্তাধাৰাই গজালি মেলিছিল আনন্দৰাম ঢেকিয়ালফুকনৰ কলিকতাৰ পৰা উভতি অহাৰ পিছতহে।

শৈশৱৰ পৰাই গুণাভিৰামৰ জীৱনৰ ওপৰত আনন্দৰাম ঢেকিয়াল ফুকনে প্ৰভাৱ বিস্তাৰ কৰিছিল। ঢেকিয়াল ফুকনৰ দ্বিতীয়বাৰ কলিকতালৈ যাওঁতে লগত গুণাভিৰামকো লৈ যায় আৰু কলুটোলা ব্ৰাঞ্চ স্কুলত নামভৰ্তি কৰাই দিয়ে (১৮৫১চন)। ১৮৫৪ চনত গুণাভিৰাম জুনিয়ৰ স্কলাৰশ্বিপ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু তাৰ পাছত তেওঁ প্ৰেছিডেঞ্চি কলেজত দুবছৰ পঢ়ে।[১]

১৮৫১ চনৰ পৰা ১৮৫৭ চনলৈ এই ৬ বছৰ কাল তেওঁ কলিকতাত থাকি কলিকতাৰ সমাজ জীৱনৰ পৰা আহৰণ কৰা সমল তেওঁ পৰৱৰ্তী জীৱনৰ বিভিন্ন কৰ্মৰাজিৰ মাজত প্ৰতিফলিত হোৱা দেখা যায়।

### গুণাভিৰাম আৰু বিদ্যাসাগৰ, বিধৱা বিবাহ

গুণাভিৰাম বৰুৱাই কলিকতাত পঢ়ি থকা কালত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ নেতৃত্বত বংগদেশত ধৰ্ম, স্ত্ৰীশিক্ষা আৰু বিধবা বিবাহ আদি বিষয়ত আলোড়নৰ সৃষ্টি হৈছিল। ধৰ্ম বিষয়ত বিদ্যাসাগৰে প্ৰচলিত কুসংস্কাৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিছিল। স্ত্ৰী শিক্ষাৰ সম্প্ৰসাৰণৰ কাৰণে তেওঁ যি আন্দোলন গঢ়ি তুলিছিল সি বংগৰ সমাজ জীৱনত খলকনি তুলিছিল। বিধবা বিবাহ প্ৰচলনৰ ক্ষেত্ৰত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ ভূমিকাই তেওঁক সমগ্ৰ ভাৰতবৰ্ষৰ ইতিহাসত অমৰত্ব প্ৰদান কৰিলে। তেওঁৰ ঐকান্তিক প্ৰচেষ্টাতে ১৮৫৬ চনত



বিধৱা বিবাহ আইনখন বলৱৎ হয়।

ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ আদৰ্শই ছাত্ৰ গুণাভিৰামক বাৰুকৈয়ে প্ৰভাৱিত কৰিছিল। ১৮৫৩ চনৰ ডিচেম্বৰ মাহত মেদিনীপুৰ জিলাৰ বলভপুৰ গাঁৱৰ নবীন মুখোপাধ্যায়ৰ বিধবা কন্যাৰ লগত সেই গাঁৱৰে বিপ্ৰদাস চক্ৰৱৰ্তীৰ পুতেকৰ বিয়া হয়। তাকে দেখি গুণাভিৰাম বৰুৱাই মনত বৰ আনন্দ পাই 'অৰুনোদই' কাকতত 'বিধবা বিবাহ' নামে এটি প্ৰবন্ধ লিখে —

> 'ওপৰত কোআ মুখোপাধ্যায়ে জদি তেওঁৰ চোআলিটিক বাঁৰি হোৱা দেখি বিয়া নিদিয়াকৈ থাকিলেহেঁতেন, তেন্তে তেওঁ কিমান পাপৰ জে ভগিয়া হ'লহেঁতেন, তাক ক'ব লগিয়া নাই, আৰু সেই চোআলিটিএ স্বামীৰ অবিহনে জিমান জাতনা ভোগ কৰিলেহেঁতেন তাক পুৰুষসকলে কেনেকৈ জানিব।'[২]

১৮৫৬ চনৰ শেষভাগত কলিকতাত দুখন বিধবা বিবাহ অনুষ্ঠিত হৈছিল। সেই বিধবা বিবাহ দুখনৰ বিৱৰণ দি গুণাভিৰাম বৰুৱাই ১৮৫৭ চনৰ জানুৱাৰী মাহৰ 'অৰুনোদয়' কাকতত লিখিছিল

> - 'হে সম্পাদক চাহাব, আমি সৰ্বতিকালে বিধবা বিবাহ যে ভাল এনে কিৰ্তন কৰি থাকোঁ। জোআ ৰাতিৰ পৰা আমাৰ ভাৰত বৰিষত এক নতুন অব্দ অৰ্থাৎ সক চলিব পাই। কিয়নো কোনো প্ৰধান ঘটনাৰ পৰাহে সক চ'লে। এতেকে এই ঘটনা ইমান কুসংস্কাৰ ঠেলি হোৱাৰ বাবে আমি এটা নতুন সক চলাব খোজো। এই সকৰ নাম বিধৱাবিবাহাব্দঃ।'[৩]

আকৌ বিধবা বিবাহৰ সপক্ষে 'অৰুনোদয়' কাকতত তেওঁ লিখিছে

> 'খ্ৰীষ্টিয়ান, মুছলমান সকলো শাস্ত্ৰতে জেনেকৈ পুৰুষক তিৰোতা মৰিলে নকৈ বিয়া কৰাব দিছে, তেনেকৈ তিৰোতাকো নকৈ বিয়া হ'ব দিছে। ... মনুসংহিতাতে চালে পুনৰ বিবাহ বিধি দিচে 'সচেদক্ষত যোনিস্যাত গত প্ৰত্যাগতা পিবা। পৌনৰ্ভৰেন ভৰ্ত্ৰামা পুনঃ সংস্কাৰমৰ্হতি।।
>
> ... ইয়াৰ অৰ্থ এই, জি তিৰোতা স্বামীএ সৈতে দেখা দেখি নোহোআকৈ বিধবা হই, তেন্তে তাইক সন্তান হ'বলৈ পুনৰাই বিয়া দিয়া উচিত।[৪]
>
> আকৌ জদি পুৰুসে তিৰোতা মৰিলে বিয়া ন কৰোআকৈ থাকিব নোৱাৰে, তেন্তে তিৰোতা নো কেনেকৈ স্বামী ম্ৰিত্যু হ'লে সতি হৈ থাকিব? ...[৫]

### গুণাভিৰাম আৰু ৰাম নৱমী নাট

১৮৫৫ চনত 'বিধবাৰ পুনৰ বিবাহ আইন' বংগদেশত গৃহীত হয়। সেই বছৰ উমেশ চন্দ্ৰ মিত্ৰৰ 'বিধবা বিবাহ' নামৰ এখন নাটক প্ৰকাশিত হয়। ড° সুকুমাৰ সেনৰ মতে গুণাভিৰাম বৰুৱাক অসমীয়া ভাষাত 'ৰাম-নৱমী' নাটক লিখিবৰ কাৰণে এই নাটকখনেই প্ৰেৰণা দিছিল।[৬]

১৮৫৮ খ্ৰীষ্টাব্দৰ 'অৰুনোদয়'ত মাৰ্চ সংখ্যাৰ পৰা নাটকখন ধাৰাবাহিকভাৱে প্ৰকাশিত হয়। তেওঁ ১৮৭০ চনত নাটকখন গ্ৰন্থাকাৰে প্ৰকাশ কৰে। আকৌ ইউ. চি. দত্তৰ 'বিধবা বিবাহ আৰু এম. মিত্ৰৰ 'বিধবা মনোৰঞ্জন' আদি নাটক পঢ়িয়েই বোধহয় তেওঁ প্ৰথম অসমীয়া আধুনিক নাটক 'ৰাম-নৱমী' লিখিবলৈ প্ৰেৰণা পাইছিল।[৭] এই নাটকত তেওঁ ৰাম আৰু বাল-বিধবা নাৰী নৱমীৰ মাজত প্ৰণয়ৰ সম্পৰ্ক স্থাপন কৰি বাল-বিধবা নাৰী সকলৰো যে কামনা-বাসনা নোহোৱা হৈ নেযায়, এই কথা প্ৰতিপন্ন কৰিছে। লগতে সমাজত বিধবা বিবাহ প্ৰচলন কৰাৰ যে সময় সমাগত এই বক্তব্য দাঙি ধৰিছে। ৰাম-নৱমী নাটকখন কেৰাটাও অংকত ভাগ কৰা হৈছে। এইখন প্ৰথম অসমীয়া সামাজিক আৰু আধুনিক নাটক। উদাৰপন্থী ডেকা ৰামচন্দ্ৰ আৰু বাল-বিধবা নৱমীৰ সমাজবিৰোধী প্ৰণয়ৰ শোকাবহ পৰিণতি নাটকখনত অংকিত কৰিছে।[৮]

ৰাম-নৱমী নাটকখনত বিধবা বিবাহ সম্পৰ্কে যিবিলাক সংলাপ প্ৰয়োগ কৰা হৈছে তাৰ লগত বিদ্যাসাগৰৰ ৰচনাৰ বিশেষ প্ৰভাৱ লক্ষণীয়। তদুপৰি নাটকৰ সংলাপত বিদ্যাসাগৰৰ নাম পোনপটীয়াকৈ উল্লেখ কৰিছে। ৰামচন্দ্ৰৰ লগত বিধবা নৱমীৰ গোপন প্ৰেমৰ ফলস্বৰূপে নৱমী অন্তঃসত্ত্বা হয়। তেতিয়া নৱমীৰ মাকৰ মুখৰ সংলাপত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ উল্লেখ লক্ষ্য কৰা যায়— 'কলিকতাত হুনু কোনোবা ঈশ্বৰ বিদ্যাসাগৰে কিবা এবিধ মত উলিয়াইছে আৰু তাক দেখি হুনু আমাৰ ইয়াতে কোনো কোনো মানুহে সেই মত চলাবলৈ যতন কৰিছে। তাকে কৰা হ'লেনো এনে কেলেই হ'ব।'[৯]

ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে সমাজ সংস্কাৰৰ কাৰণে ভালেমান সমালোচনাত্মক প্ৰবন্ধ লিখিছিল, পত্ৰিকা প্ৰকাশ কৰিছিল, জনমত গঠন কৰি এক সৰ্বাত্মক আন্দোলন গঢ়ি তুলিছিল। তেওঁৰ সমালোচনাৰ মূল লক্ষ্য আছিল দেশাচাৰ। দেশাচাৰৰ বিৰুদ্ধে তেওঁ বিভিন্ন শাস্ত্ৰৰ উদ্ধৃতি দি যুঁজ কৰিছিল। 'ৰাম নৱমী' নাটকত নৱমীৰ মৃত্যুৰ আগ মুহূৰ্তত নাট্যকাৰ গুণাভিৰামে নৱমীৰ মুখত যি সংলাপ দিছে তাৰ মাজেদি ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ দেশাচাৰৰ বিৰুদ্ধে যি প্ৰতিবাদ তাৰেই প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়।

> ঃ 'শাস্ত্ৰতো বিশেষ বিধি আছে, এনে অৱস্থাত আমাৰ স্বামী ল'ব পাই। তথাপি যে এনে হইছে ই কেনে দাৰুণ দেশাচাৰ।'[১০]

আকৌ ৰামচন্দ্ৰৰ সংলাপতো বিদ্যাসাগৰীয় মতবাদৰ ধ্বনি শুনিবলৈ পোৱা যায়।

> ঃ 'বিধবা বিবাহৰ মত বহু কালৰ পৰা আছে। পৰাশৰ





মুনিৰ বচন আছে।'[১১]

গুণাভিৰাম বৰুৱাই বিদ্যাসাগৰৰ দৰেই বিধবা বিবাহ প্ৰচলনৰ পৰা ব্যভিচাৰ, ভ্ৰূণ হত্যা ইত্যাদি সমাজৰ পৰা নোহোৱা হৈ যোৱাকে কামনা কৰিছিল। 'ৰাম-নৱমী' নাটকৰ শেষাংশৰ পৰা এই কথা জানিব পাৰি —

> কলিৰ শাস্ত্ৰ কৰ্তা পৰাশৰে, কহিছে স্মৃতিত উচ্চৈঃস্বৰে
> বিধবা নাৰীৰ পতিৰন্যো বিধিয়তে।
> হেনয় শাস্ত্ৰৰ পৰিহৰি মিছা আচাৰক সত্য কৰি
> কিনো অযুগুত আচৰিছা দৃঢ় কৰি।
>
> ভ্ৰূণহত্যা ব্যভিচাৰ দোষ, গুপুত প্ৰেমৰ অসন্তোষ
> আৰু নানা পাপ সকলো হইব নিঃশেষ।[১২]

গুণাভিৰাম বৰুৱাই কেৱল কাগজে-কলমে বিধবা বিবাহৰ সপক্ষে লিখিয়েই ক্ষান্ত নাথাকি নিজে বিধবা বিবাহ কৰি সমাজত আৰ্হি ৰাখি থৈ গৈছে। প্ৰথমা পত্নী ব্ৰজ সুন্দৰীৰ মৃত্যু হোৱাৰ তিনি বছৰৰ পিছত ১৮৭০ চনত গুণাভিৰামে গুৱাহাটীৰ লম্বোদৰ কটকীৰ কন্যা বিষ্ণুপ্ৰিয়া দেৱীক বিয়া কৰায়। বিষ্ণুপ্ৰিয়া দেৱীক ১৮৫৩ চনতে আনন্দৰাম ঢেকিয়ালফুকনৰ বন্ধু পৰশুৰাম বৰুৱাই বিবাহ কৰাইছিল। বিয়াৰ দহ বছৰৰ পিছত ১৮৬৩ চনত তেওঁ বিধবা হয়। এই বিধবা গৰাকীকে গুণাভিৰাম বৰুৱাই ১৮৭০ চনত বিয়া কৰায়।[১৩] গুণাভিৰামৰ এই বিবাহ ১৮৭২ চনৰ আইনমতে সেই চনৰ ডিচেম্বৰত ৰেজিষ্টাৰী হয়।[১৪]

### কুসংস্কাৰ দূৰীকৰণত গুণাভিৰাম

নৱজাগৰণৰ এক মূল উদ্দেশ্য কুসংস্কাৰ দূৰীকৰণ। 'ৰাম-নৱমী' নাটকৰ যোগেদি গুণাভিৰাম বৰুৱাই প্ৰাচীন কুসংস্কাৰ, অন্ধবিশ্বাস আদিৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছিল। এয়া তেওঁ ছাত্ৰ অৱস্থাতে বংগীয় নৱজাগৰণৰ দ্বাৰা অনুপ্ৰাণিত হোৱাৰেই ফল।

তীৰ্থযাত্ৰা কৰিলে পুণ্য লাভ হয়, ঘৰৰ সকলোৰে মংগল হয়। লগতে ইয়াৰ পৰা বিভিন্ন সুফল লাভ হয় বুলি হিন্দু ধৰ্মৰ লোকসকলৰ গভীৰ বিশ্বাস। ৰাম-নৱমী নাটকৰ প্ৰথম অংকৰ প্ৰথম দৰ্শনতেই এয়া যে কেৱল অন্ধ বিশ্বাসৰ বাহিৰে আন একো নহয়, তাকেই প্ৰতিপন্ন কৰা হৈছে। নৱমীৰ স্বামীৰ মৃত্যুৰ সংবাদ দি নাৰায়ণে কৈছে —

> ঃ শিৱকান্ত গংগা তীৰৰ পৰা আহোঁতে জোঁৱায়েকৰ ঘৰত সোমাইছিল। সেই দিনাই হুনু জোঁৱায়েক জহনীত পৰি মৰিল।[১৫]

শিৱকান্তই গংগাতীৰৰ পৰা তীৰ্থযাত্ৰা কৰি আহি জোঁৱায়েকৰ মৃত্যু সংবাদ পোৱা আৰু এক দুৰ্ভাগ্যৰ সন্মুখীন হোৱা ঘটনাই তীৰ্থযাত্ৰাৰ অসাৰতা প্ৰতিপন্ন কৰিছে। ইয়াৰ মাজেদি গুণাভিৰামৰ বক্তব্য প্ৰকাশ পাইছে যে তীৰ্থযাত্ৰা কৰিলে মানুহৰ পুণ্যলাভ, বংশ-পৰিয়াল, আত্মীয়-স্বজনৰো মংগল হয় বুলি যি ধাৰণা মানুহে মনত পুহি ৰাখিছিল, সেই ধাৰণা ভ্ৰান্ত।

পূজা-পাতল, ব্ৰত-উপবাস হিন্দু ধৰ্মৰ এক পুণ্যাচাৰ। মানুহে বিভিন্ন মানস কৰি পূজা-পাতল, ব্ৰত-উপবাস কৰে। কেতিয়াবা ব্যক্তিগত মনৰ কামনা পূৰণাৰ্থে, কেতিয়াবা পৰিয়ালৰ মংগল কামনা কৰি মানুহে এনে আচাৰ অনষ্ঠান পালন কৰে। যুৱতী নাৰীয়ে উপযুক্ত বৰ লাভৰ কামনা কৰি শিৱ পূজা কৰে আৰু শিৱৰাত্ৰিৰ ব্ৰত পালন কৰে। ৰাম-নৱমী নাটকত লেখকে হিন্দু ধৰ্মৰ এই পূজা-পাতল, ব্ৰতাচাৰৰ অসাৰতাকে প্ৰতিপন্ন কৰি দেখুৱাইছে নৱমী আৰু তাইৰ বান্ধৱী উৰ্বশীৰ জৰিয়তে। নৱমীয়ে সৰুতে প্ৰতি বছৰে শিৱৰাত্ৰিৰ ব্ৰত পালন কৰিছিল। কিন্তু তাই অকাল বৈধব্যক আঁকোৱালি ল'ব লগা হোৱাৰ কৰুণ ঘটনা লেখকে ইয়াত দাঙি ধৰিছে। উৰ্বশীৰ সংলাপতো ব্ৰতাচাৰৰ কুফলৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়।

> ঃ বাঁৰি হ'লো যেতিয়াই, খাঁৰি হ'লো তেতিয়াই। আমি আৰু শিৱৰাত্ৰিৰ ব্ৰত পালন নকৰো। সৰুৰে পৰা আজি ওঠৰ বছৰ বয়সলৈকে ব্ৰত কৰি যি ফল পালো সেইহে সৰহ হ'ল। আৰু আমাক নালাগে।[১৬]

ৰাম-নৱমী নাটকৰ এঠাইত নৱমীয়ে এনেদৰে কৈছে —

> ঃ আৰু তিৰোতাই যে স্বামী মৰিলে বিয়া কৰাব নেপায়, পুৰুষেনো কিয় আকৌ পায়?[১৭]

### ব্ৰাহ্মধৰ্ম আৰু গুণাভিৰাম

ৰাজা ৰামমোহন ৰায়ৰ প্ৰৱৰ্তিত ব্ৰাহ্মধৰ্মৰ প্ৰতি গুণাভিৰামৰ অনুৰাগ আৰু সদিচ্ছা আছিল। কলিকতাত পঢ়ি থকা কালতে তেওঁ ব্ৰাহ্ম ধৰ্মৰ প্ৰতি আকৃষ্ট হয়। ১৮৫০ চনত দেবেন্দ্ৰনাথ ঠাকুৰৰ ব্ৰাহ্ম ধৰ্ম নামৰ গ্ৰন্থখনৰ প্ৰথম আৰু দ্বিতীয় খণ্ড প্ৰকাশ হয়। সেই গ্ৰন্থখনিৰ পৰাও গুণাভিৰামৰ মনত ব্ৰাহ্মধৰ্মৰ প্ৰভাৱ পৰা বুলি অনুমান কৰিব পাৰি। ১৮৫৭ চনত গুণাভিৰামে আনন্দৰাম ঢেকিয়াল ফুকনলৈ লিখা চিঠিত 'ব্ৰাহ্ম সমাজৰ মতেই তেওঁৰ ধৰ্ম বিষয়ক বিশ্বাস'[১৮] বুলি লিখিছিল। গুণাভিৰামে ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰত নিজেই লিখিছে যে 'যেতিয়া তেওঁ কলিকতাত থাকে তেতিয়াও তেওঁৰ মন ব্ৰাহ্মধৰ্মৰ প্ৰতি ভালকৈ গৈছিল, প্ৰকাশ্যে তাক গ্ৰহণ কৰা নাছিল। ১৮৬৯ চনৰ ধুবুৰীত তেওঁ সেই ধৰ্ম প্ৰকাশ্যে ল'লে।'[১৯] ব্ৰাহ্মধৰ্ম আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ প্ৰভাৱতে তেওঁ ১৮৭০ চনৰ এপ্ৰিল মাহত পৰশুৰাম বৰুৱাৰ বিধবা পত্নী বিষ্ণুপ্ৰিয়াক বিয়া কৰায়। 'আসাম বুৰঞ্জী' গ্ৰন্থত বিভিন্ন ধৰ্মৰ বিষয়ে আলোচনা কৰি শেহান্তৰত ব্ৰাহ্মধৰ্মৰ বিশেষভাৱে প্ৰশংসা কৰিছে।

'আসাম দেশ ব্ৰিটিশাধিকৃত হোৱাৰ পাছত ইয়ালৈ নানা ধৰ্মৰ



লোক আহিছে। খ্ৰীষ্টীয় মিশ্যনেৰীসকলে খ্ৰীষ্ট ধৰ্ম প্ৰচাৰ কৰিব ধৰিছে আৰু সেই ধৰ্ম অতি অল্প সংখ্যক লোকে গ্ৰহণো কৰিছে। সুপৱিত্ৰ সহজ একেশ্বৰবাদী ব্ৰাহ্ম ধৰ্মত এতিয়া ক্ৰমে অসম দেশত প্ৰবৰ্তিব ধৰিছে। এই ধৰ্মৰ নিমিত্তে শঙ্কৰ আৰু মাধৱে পথ মুকলি কৰি এই নিৰ্মল ধৰ্ম সেই পৰিস্কৃত পথেৰে প্ৰবেশ কৰি সত্বৰে আসাম দেশ উজ্জ্বল কৰিব।[২০]

### গুণাভিৰাম বৰুৱা আৰু বাল্যবিবাহ

গুণাভিৰাম বৰুৱা কেৱল বিধৱা বিবাহৰে সমৰ্থক নাছিল, তেওঁ বাল্য বিবাহৰো বিৰোধিতা কৰিছিল। সেই সময়ত উচ্চ বৰ্ণৰ হিন্দু সকলৰ মাজত বাল্য বিবাহৰ প্ৰচলন আছিল। পুষ্পিতা হোৱাৰ আগেয়েই এগৰাকী কন্যাক সমাজৰ নিয়মমতে যিকোনো প্ৰকাৰে বিয়া দি এঘৰলৈ উলিয়াই দিবই লাগিছিল। ফলস্বৰূপে সমাজত বিধৱা নাৰীৰ সংখ্যা বাঢ়ি গৈছিল। গুণাভিৰামে কলিকতাত পঢ়ি থকা কালতে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে বাল্য বিবাহৰ বিপক্ষে আন্দোলন গঢ়ি তুলিছিল। গুণাভিৰাম ইয়াৰদ্বাৰা প্ৰভাৱিত হৈছিল। তেওঁ ১৮৫৩ চনতে 'অৰুনোদই' কাকতৰ ডিচেম্বৰ সংখ্যাত বাল্য বিবাহৰ বিৰোধিতা কৰি লিখিছে —

> 'জেনে কেঁচা গুটি ৰূপে তাৰ গছ নহয়েই, অথবা হ'লেও সুন্দৰ ফল পোৱা নে জাই, সেইদৰে অসম্পূৰ্ণ কাল, অৰ্থাত, অলপ বয়সতে ল'ৰা-চোআলিৰ বিবাহ হ'লে তাৰ পৰা জি সন্তান উত্পতি হই, সিও নিস্তেজ, নিৰ্বিলি, অলপ আয়ুসিয়া আৰু নিৰ্বুধি হই। সন্তানৰ স্বভাবৰ দোস এই পাপৰ প্ৰধান প্ৰতিফল। ... দৰিদ্ৰ হোআও অলপ বয়সত বিয়া কৰোআৰ ফল।'[২১]

গুণাভিৰাম বৰুৱাৰ মতে বিবাহৰ পূৰ্বেই ল'ৰা-ছোৱালীয়ে পঢ়ি-শুনি জ্ঞান অৰ্জন কৰি ধন উপাৰ্জন কৰিব পৰা হ'ব লাগে। অলপ বয়সতে বা বাল্যকালতে বিয়া হ'লে সিহঁতৰ বিদ্যা অৰ্জন কৰাতো বাধা আহি পৰে আৰু কম বয়সতে পিতৃ-মাতৃ হয় আৰু দুখত কাল নিয়ায়।[২২]

আকৌ —

> '৫০ বচৰিয়া বুৰাই সৈতে জদি ১৫ বচৰিয়া চোআলিৰ বিয়া হই, তেন্তে সিহঁতৰ মাজত প্ৰিতি কেতিয়াও ন হই। বিচাৰি চোআ, জাৰে সৈতে সমান ভাবে আৰু প্ৰিতিৰে আচৰণ কৰিব লাগে, সি জদি পিতামহৰ বয়সিয়া হই, তেন্তে কি ৰূপে পতি-পত্নিৰ ভাও থাকিল।'[২৩]

### গুণাভিৰাম আৰু বহু-বিবাহ

গুণাভিৰাম বৰুৱাই বহু বিবাহৰো বিৰোধিতা কৰিছিল। বহু বিবাহৰ বিপক্ষে তেওঁ 'অৰুনোদই' কাকতত লিখিছে —

> 'এক এক পুৰুসে এক এক তিৰোতা বিয়া কৰোআ উচিত; আৰু একত বাজে সৰহ বিয়া কৰোআ অনুচিত। গ্ৰিহ ধৰমত অসুখ দিয়া, ইও এক মহাপাপ। জদিও ইয়াক অনুচিত বুলি প্ৰাই সকলোৱে জানে, তথাপি ই বহু কালৰ পৰা প্ৰিথিবিৰ নানা ঠাইত চলিছে।'[২৪]

বহু বিবাহ সম্পৰ্কে তেওঁ আৰু লিখিছে যে 'পাৰ্চি, তুৰুক প্ৰভৃতি দেশৰ ৰজাসকলৰ আৰু বৰ বৰ বিষয়াসকলৰ লিগিৰি আৰু তিৰোতা ৬/৭ শ মানকৈ থাকে। মৰক্কো দেশৰ ৰজাৰ ৮ হেজাৰ তিৰোতা আছে। ... ৰামায়ণ-মহাভাৰত প্ৰভৃতি পুৰাণৰ পৰা জনা যায় যে আমাৰ দেশতো বহু বিবাহ ৰীতি প্ৰাচীন কালৰ পৰা চলি আহিছে। দশৰথ ৰজাৰে চাৰে সাতশ পত্নী আছিল। বংগদেশত ধনী কুলীন ব্ৰাহ্মণসকলে ৩০/৪০ গৰাকী তিৰোতাৰ পাণি গ্ৰহণ কৰে। আমাৰ দেশতো বৰ্তমান বহু বিবাহ কৰা ৰীতিয়ে অনেক সংসাৰ ধ্বংস কৰিছে।' ... ইত্যাদি।[২৫]

আকৌ —

> 'এতেকে সৰহ বিয়া কৰাই সকলোএ সৈতে সুভাবে থাকিব নোৱাৰাতকৈ এক তিৰোতা বিয়া কৰোৱা উচিত। ইস্বৰৰ সুনিয়ম ভাঙ্গি জি সৰহ তিৰোতা বিয়া কৰোআ হৈছে, তাৰ প্ৰতিফল সি আপুনি ইহকালতে প্ৰখ্যাত ভোগ কৰিছে। ... তিৰোতা আৰু পুৰুষৰ মাজত প্ৰিতি থকাই বিবাহৰ প্ৰধান অভিপ্ৰাই। কিন্তু সৰহ বিয়া কৰালে সেই অত্ৰিতৰ নিচিনা প্ৰিতি নেথাকে; তাত বাজে হিংসা, অসূয়া, অপপ্ৰিত্তু প্ৰভৃতি পাপ উপস্থিত হই।'[২৬]

### গুণাভিৰাম আৰু স্ত্ৰী শিক্ষা

গুণাভিৰাম বৰুৱা স্ত্ৰী শিক্ষাৰ অনুৰাগী আছিল। এই অনুৰাগ কলিকতাত শিক্ষা লাভ কৰি থকা কালতে বৃদ্ধি পাইছিল। ১৮৪৯ চনত বেথুন স্কুল প্ৰতিষ্ঠা হোৱাৰ পাছত স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, মদনমোহন তৰ্কালঙ্কাৰ, হৰচন্দ্ৰ দত্ত, ৰাধাকান্ত দেৱ আদিৰ উদ্যোগ গুণাভিৰাম বৰুৱাই ছাত্ৰ অৱস্থাতে প্ৰত্যক্ষ কৰিছিল।[২৭]

গুণাভিৰাম বৰুৱাই তেওঁৰ কন্যা স্বৰ্ণলতাক সেই কালতে উচ্চ শিক্ষাৰে শিক্ষিত কৰিছিল। তেওঁৰ পুত্ৰ জ্ঞানদাভিৰামে লিখিছে, 'নগাঁৱত ছোৱালীৰ নিমিত্তে ভাল স্কুল সেইখিনি সময়ত নাছিল। বাইদেউ স্বৰ্ণলতা দেৱীক ঘৰতে অসমীয়া পণ্ডিতৰ হতুৱাই পঢ়ুৱাই, আই আৰু দেউতাই কলিকতালৈ গৈ বেথুন স্কুলত ভৰ্তি কৰাই দিলে। (১৮৮০খ্ৰীষ্টাব্দত) মই আই আৰু দেউতাৰ সাহ দেখি আচৰিত হওঁ। প্ৰায় ন বছৰীয়া ছোৱালী এটিক ইমান দূৰত থৈ অহাটো কম সাহৰ কথা নহয়।'[২৮]

কলিকতাৰ বেথুন স্কুলৰ ওচৰত কৰ্ণৱালিছ ষ্ট্ৰীটৰ কোণত ৬৫ মাণিকতলা ষ্ট্ৰীটত এটি ঘৰ লৈ গুণাভিৰামৰ পত্নী বিষ্ণুপ্ৰিয়াই







জীয়েক স্বৰ্ণলতাৰ লগত আছিলগৈ। ১৮৮৭ চনত এবছৰমান মাকৰ লগত থাকি স্বৰ্ণলতাই স্কুলত পঢ়িছিল। মাকে সেই ৯ বছৰীয়া ছোৱালীজনী বোধহয় এৰি থাকিবৰ ইচ্ছা কৰা নাছিল।[২৯] যি সময়ত ছোৱালীয়ে পঢ়া-শুনা কৰাৰ কথা সমাজৰ বাবে দোষনীয় আছিল, সেই সময়তে নিজৰ কণমানি ছোৱালীক বিদ্যা-শিক্ষাৰ কাৰণে দূৰৰ চহৰত থৈ পঢ়া-শুনা কৰাই গুণাভিৰামে সমাজক আৰ্হি দেখুৱাই স্ত্ৰী শিক্ষাৰ বাট মুকলি কৰিছিল। তদুপৰি তেওঁ ঘৰতে এখন ছোৱালীৰ বিদ্যালয় খুলি অন্যান্য ছাত্ৰীকো শিক্ষা দিছিল। সেই কথা বেণুধৰ শৰ্মাই সংগ্ৰহ কৰা 'পাদুৰী মুৰৰ ডায়েৰী এপাত'ৰ পৰা জানিব পাৰি।

'কালি অসমীয়া মাইকী মানুহ এজনীৰ ঘৰলৈ গৈছিলোঁ। তাইৰ ঘৰলৈ আগেয়ে যোৱা নাই। এদিন তাইৰ ঘৰৰ আগেদি যাওঁতে তাই মোক (ধৰ্ম প্ৰচাৰৰ) কাগজ এখিলা খুজিছিল। সেই বাবেই মই গ'লোঁ। মানুহজনীয়ে বৰ আদৰ-সাদৰ কৰি মোক বহিবলৈ দিলে। তাইলৈ 'শুভ সমাচাৰ' বোলা কিতাপটো লৈ গৈছিলোঁ। তাকে দিলত, তাই পঢ়িব-শুনিব জনা গুণে, কিতাপটো পঢ়িলে। তাইনো ক'ত পঢ়িবলৈ শিকিলে বুলি সুধিলত, তাই ক'লে, 'বাবু গুণাভিৰাম বৰুৱাৰ ঘৰত ছোৱালী পঢ়াশালি এটি পাতিছে। তাত মই পঢ়িবলৈ শিকিলোঁ।' পঢ়াশালিটিৰ কথা মনত আছে — গুণাভিৰামে বছেৰেকীয়া পৰীক্ষা এটি লৈ, তেখেতৰ ছোৱালীটিৰ নামে কেনেকৈ বঁটা বিতৰণ কৰে। সেইটিও মনত আছে।'[৩০]

### গুণাভিৰাম আৰু জ্ঞান প্ৰদায়িনী সভা

কলিকতাৰ শিক্ষিত সমাজে ব্ৰিটিছৰ অনুকৰণ আৰু পৃষ্ঠপোষকতাত আধুনিক সভ্যতা প্ৰচাৰৰ বাবে নানা ধৰণৰ 'বিদ্বান সভা' পাতিছিল। সেই সভাত নানা বিষয়ে প্ৰবন্ধ পাঠ কৰাৰ উপৰি আলোচনা, বিতৰ্ক আদিও হৈছিল। তাকে আদৰ্শ হিচাপে লৈ আনন্দৰাম ঢেকিয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাই লগ লাগি 'জ্ঞান প্ৰদায়িনী' সভা পাতিছিল। মূল জ্ঞান প্ৰদায়িনী সভা প্ৰতিষ্ঠা হৈছিল ১৮৫৭ চনত উজনি অসমত। দেওবাৰে দেওবাৰে এই সভাৰ বৈঠকবোৰ অনুষ্ঠিত হৈছিল।[৩১] নগাঁৱত গুণাভিৰাম বৰুৱাই এই সভা প্ৰতিষ্ঠা কৰে।

> 'গুণাভিৰাম কলিকতাৰ পৰা অহাত ফুকনৰ উৎসাহে জ্ঞান-প্ৰদায়িনী নামে এটি সাপ্তাহিক সমাজ পাতিছিল। তাত সপ্তাহে সপ্তাহে দেশীয় কিছুমান ভদ্ৰলোক গৈ নানাবিধ আলোচনা কৰিছিল।'[৩২]

### গুণাভিৰাম আৰু আসাম বন্ধুৰ যোগে নৱজাগৰণ

গুণাভিৰাম বৰুৱাই নগাঁৱত থকা কালতে ১৮৮৫ খ্ৰীঃৰ জানুৱাৰী মাহৰ পৰা মাহেকীয়া কাকত 'আসাম বন্ধু' সম্পাদনা আৰু প্ৰকাশ কৰিবলৈ লয়। 'আসাম বন্ধু'ৱেই হ'ল অসমীয়া ভাষাৰ প্ৰথম মাহেকীয়া আলোচনী।[৩৩] কাৰণ অৰুণোদয়, অসম বিলাসিনী, আসাম নিউচ এইবোৰ আছিল সম্বাদপত্ৰ। আসাম বন্ধু সম্বাদ পত্ৰ নহয়, মাহেকীয়া আলোচনীহে।

'আসাম বন্ধু'ৰ প্ৰথম ভাগৰ প্ৰথম সংখ্যাত গুণাভিৰাম বৰুৱাই উদ্দেশ্য ব্যাখ্যা কৰি লিখিছে যে —

> 'আন আন দেশত সাধাৰণৰ উন্নতিৰ নিমিত্তে অনেক পন্থা আছে। বৈজ্ঞানিক সভা, শিল্পকৰ্মৰ মেলা, আৰু সাময়িক পত্ৰিকা - এইবিলাকৰ দ্বাৰাই সভ্য দেশত সাধাৰণৰ বড় উপকাৰ হয়। কিন্তু দুৰ্ভগীয়া আসাম দেশত এইবিলাকৰ অনুষ্ঠান নোহোৱা বাবে ইয়াৰ মানুহৰ মন নিচেই সঙ্কীৰ্ণ। শিক্ষাৰ উন্নতি নথকাৰ বাবেই এই দেশৰ পুৰণি শিল্প আৰু সাহিত্য প্ৰায় লোপ পালেহি।

... আমাৰ দেশত যিবিলাক মেল হয়, সেইবিলাকত সমাজৰ আচাৰ-ৰীতিৰ মাথোন আন্দোলন হয়। সেই বিলাক মেলত বিজ্ঞান, শিল্প, সাহিত্যৰ আন্দোলন হোৱা প্ৰথা ইয়াত সমূলি নাই। এই আন্দোলনৰ অভাৱ মোচন কৰিবৰ আশা কৰি আসাম বন্ধু আগবাঢ়িব খুজিছে।[৩৪] এই উদ্দেশ্যৰ মাজতো নৱ-জাগৰণৰ মন্ত্ৰ নিহিত আছে। শিক্ষা, সংস্কৃতি আদিৰ ক্ষেত্ৰত আন্দোলন গঢ়ি তুলি অসমৰ উন্নতি সাধন কৰাই তেওঁৰ একমাত্ৰ লক্ষ্য আছিল। সেয়ে তেওঁ হাতে-কামে চেষ্টা কৰিছিল।

'আসাম বন্ধু'ৰে ভালেমান লেখক-লেখিকাৰ সৃষ্টি কৰিলে। যিসকলে অসমীয়া ভাষা সাহিত্যৰ বেদিত বিস্তৰ অৱদান আগ বঢ়ালে সেইসকলৰ ভিতৰত শ্ৰীযুত বি. বড়া, সি. ই., লক্ষ্মীনাথ বৰা, ৰবিনাৰায়ণ বড়া, ৰত্নেশ্বৰ মহন্ত, কৃষ্ণপ্ৰসাদ দুৱৰা, কৰুণাভিৰাম বৰুৱা, সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী, ৰুদ্ৰৰাম বৰদলৈ, ভোলানাথ দাস, দেৱীচৰণ বৰুৱা, পদ্মাৱতী দেৱী ফুকননী বৰুৱা, কুমাৰী স্বৰ্ণলতা দেৱী, লম্বোদৰ বৰা বি.এ., নবীনৰাম ফুকন, নৰনাথ মহন্ত, লক্ষ্মীনাথ বেজবৰুৱা, মুহিবুদ্দিন আহমদ, মহেন্দ্ৰনাথ মিত্ৰ, পূৰ্ণকান্ত শৰ্মা, নাৰায়ণ শৰ্মা বিদ্যাভূষণ, কালী কিশোৰ ৰায়, কমলাকান্ত ভট্টাচাৰ্য।[৩৫]

ৰত্নেশ্বৰ মহন্তৰ 'ঘৈণীৰ কৰ্তব্য ও স্ত্ৰী-শিক্ষা' নামৰ এটি দীঘলীয়া প্ৰবন্ধ 'আসাম বন্ধু'ত ছোৱা ছোৱাকৈ প্ৰকাশ পাইছিল। ইয়াত তেওঁ স্ত্ৰী শিক্ষাৰ প্ৰয়োজনীয়তা তথা ভাৰ্যাৰ গুৰুত্বৰ বিষয়ে আলোচনা কৰিছে। ভাৰ্যা মানুহৰ অৰ্দ্ধাংশ, ভাৰ্যা মানুহৰ পৰম সখা, কেৱল শয্যা শুৱনি কৰিবলৈকে ভাৰ্যাৰ প্ৰয়োজন নহয়, পুৰুষৰ জীৱনত ভাৰ্যাৰ প্ৰয়োজন অপৰিহাৰ্য, এই সম্পৰ্কে বহলাই আলোচনা কৰিছে। অন্যান্য প্ৰবন্ধৰ উপৰি ভালেমান ৰোমাণ্টিক কবিতা 'আসাম বন্ধু'ত প্ৰকাশিত হৈছিল।

হেমচন্দ্ৰ গোস্বামীৰ কিশোৰ কালতে প্ৰথম ৰচনা প্ৰকাশিত হয় 'আসাম বন্ধু'ৰ বুকুতেই। ভোলানাথ দাসৰ 'মধুহাসি', 'কিয়নো নাজাগে মন', 'কাৰাৰুদ্ধ ৰাজপুত্ৰ' আদি কবিতা এই আলোচনীত




প্ৰকাশিত হয়। ভোলানাথ দাস অসমীয়া সাহিত্যত খণ্ড কবিতাৰ জন্মদাতা।

গুণাভিৰাম বৰুৱাৰ নিজা প্ৰবন্ধ 'আগৰ দিন আৰু এতিয়াৰ দিন' প্ৰথম বছৰ প্ৰথম সংখ্যাৰ পৰাই ধাৰাবাহিকভাৱে প্ৰকাশ হৈছিল। ই এটা বুৰঞ্জীমূলক প্ৰবন্ধ।

স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনৰ জীয়ৰী পদ্মাৱতী দেৱী ফুকননী আৰু ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ কন্যা স্বৰ্ণলতা দেৱীৰ লেখা 'আসাম বন্ধু'ৰ পাতত প্ৰকাশিত হৈ স্ত্ৰী লেখকৰ অৱদানৰ (অসমীয়া সাহিত্যত) বাট মুকলি কৰে।

পূৰ্ণকান্ত শৰ্মাৰ 'স্ত্ৰী-শিক্ষা', লম্বোদৰ বড়াৰ 'সদানন্দৰ কলাঘুমতি', লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰথম ৰচনা 'মৃত্যু শয্যা' আৰু 'সন্ধ্যা, সত্যনাথ বৰাৰ 'ভাষা', 'শান্তি আৰু আশা', 'সামাজিক' আদি 'আসাম বন্ধু'ৰ মূল্যবান ৰচনা।

'আসাম বন্ধু'ৰ পাতত সাঁথৰ, ফকৰা আদিৰ প্ৰকাশৰ উপৰি 'সমালোচনা' আদি প্ৰকাশ হৈ অসমীয়া সাহিত্যক উন্নতিৰ পিনে আগুৱাই নিয়াত সহায় কৰে। 'জোনাকী' আলোচনীতেই প্ৰথম ৰোমাণ্টিক কবিতাৰ প্ৰকাশ হৈছিল বুলি সমালোচকসকলে কয় যদিও 'আসাম বন্ধু'ৰ বুকুতে ৰোমাণ্টিক কবিতাৰ পূৰ্বাভাস দেখা যায়। ৰোমাণ্টিক কবিতাৰ লক্ষণসমূহ 'আসাম বন্ধু'ৰ কবিতাসমূহত বিদ্যমান। ৰত্নেশ্বৰ মহন্ত, লক্ষ্মীনাথ বেজবৰুৱা, সত্যনাথ বৰা, কমলাকান্ত ভট্টাচাৰ্য আদিৰ কবিতাত এই ৰোমাণ্টিক কবিতাৰ অংকুৰ পৰিলক্ষিত হয়।

গুণাভিৰাম বৰুৱাই 'আসাম বন্ধু'ৰ জৰিয়তে অসমীয়া ভাষা-জননীৰ সেৱা কৰাৰ লগতে সাহিত্য-সংস্কৃতি, সমাজ আদিৰ ক্ষেত্ৰতো নৱজাগৰণৰ আন্দোলন গঢ়ি তোলে।

**অন্যান্য কাকত আলোচনীৰ লগত গুণাভিৰাম বৰুৱাৰ সম্পৰ্ক**

ঊনবিংশ শতিকাৰ শেষৰফালে 'মৌ' নামৰ 'মাহিলী কাকত'খন বলিনাৰায়ণ বৰাৰ তত্বাৱধানত প্ৰকাশিত হৈছিল। সম্পাদক হিচাপে হৰিনাৰায়ণ বৰুৱাৰ নাম পোৱা গ'লেও বলিনাৰায়ণ বৰাহে প্ৰকৃত সম্পাদক।[৩৬] বলিনাৰায়ণ বৰাৰ লগত গুণাভিৰাম বৰুৱাৰ ব্যক্তিগত ঘনিষ্ঠতা থকা সত্বেও 'মৌ' কাকতৰ লগত তেওঁৰ সম্পৰ্ক ক্ষীণ আছিল।[৩৭] হ'লেও 'মৌ' কাকতলৈ তেওঁ লেখা পঠাইছিল বুলি জ্ঞানদাভিৰামে তেওঁৰ লেখনিত উল্লেখ কৰিছে।[৩৮] 'জোনাকী' আৰু 'বিজুলী' কাকতত তেওঁ নিয়মিত প্ৰবন্ধ লিখিছিল। লক্ষ্মীনাথ বেজবৰুৱাদেৱে তেওঁৰ মৃত্যুত আক্ষেপ কৰি কৈছিল যে 'আসাম বন্ধু'ত ওলোৱা 'আগৰ দিন এতিয়াৰ দিন' প্ৰবন্ধ যদি আৰু তেওঁ কিছুদিন লেখি যাব পাৰিলেহেঁতেন, তেন্তে বুৰঞ্জী সম্পৰ্কীয় অনেক নতুন কথা তেওঁ আমাক দি যাব পাৰিলেহেঁতেন।[৩৯] জোনাকীৰ প্ৰথম বছৰত গুণাভিৰাম বৰুৱাৰ লেখা প্ৰকাশ হোৱা নাছিল। দ্বিতীয় বছৰৰ জোনাকীত তেওঁৰ 'সৌমাৰ ভ্ৰমণ' নামৰ প্ৰবন্ধলানি প্ৰকাশ পায়। এই লেখাৰ ক'তো লেখকৰ নাম বা সংকেত নাই। কিন্তু লক্ষ্মীনাথ বেজবৰুৱাদেৱে তেখেতৰ আত্মজীৱনীত এই লেখা গুণাভিৰাম বৰুৱাৰ বুলি কৈ গৈছে।[৪০] জ্ঞানদাভিৰাম বৰুৱাই দেউতাকে 'জনম ঠাই' সৌমাৰ চাবলৈ যোৱা বুলি নিজৰ লেখাত উল্লেখ কৰিছে। ১৮৮৯ খ্ৰীষ্টাব্দত তেওঁ সৌমাৰ ভ্ৰমণ কৰি আহি ঘৰত তেওঁ যোৰহাটত ৰে'ল হোৱাৰ কথা কৈছিলহি।[৪১] সেই ভ্ৰমণৰ অভিজ্ঞতাৰে পৰিপূৰ্ণ এই লেখালানি অসমীয়া ভ্ৰমণ সাহিত্যৰ বাটকটীয়া বুলি যোগেন্দ্ৰনাৰায়ণ ভূএগদেৱে উল্লেখ কৰিছে।[৪২] জোনাকীৰ ১১শ সংখ্যাত প্ৰকাশ পায় 'অসমত মান প্ৰবন্ধৰ অতিৰিক্ত'।[৪৩] জোনাকীত প্ৰকাশিত গুণাভিৰাম বৰুৱাৰ অন্যান্য প্ৰবন্ধসমূহ হ'ল 'স্যৰ জৰ্জ কেম্বেল', 'অসমত কৌলিন্য প্ৰথা নাই কিয়', 'অসমত বৌদ্ধ ধৰ্মৰ চিন', 'অলিখিত বুৰঞ্জী', 'কামৰূপীয় পত্ৰ', 'জুৰি প্ৰথা' ইত্যাদি।[৪৪]

'বিজুলী' কাকতৰ লগতো গুণাভিৰাম বৰুৱাৰ নিবিড় সম্পৰ্ক আছিল। পদ্মনাথ গোহাঞিবৰুৱাদেৱে আত্মজীৱনীত এই কথা উল্লেখ কৰিছে। তৃতীয় বছৰীয়া 'বিজুলী'ক পোহপাল দিওঁতে মই আৰ্থিক আৰু সাহিত্যিক দুয়োবিধ লাগতিয়াল সমলৰ নাটনিত বিষমকৈ আহুকাল সহিব লগাত পৰিছিলোঁ। সাহিত্যিক সমল দানত সেই সাময়িক কলিকতা প্ৰবাসী স্বৰ্গীয় গুণাভিৰাম বৰুৱা ৰায়বাহাদুৰ ডাঙৰীয়াৰ পৰা মই যি আশাতীত সহানুভূতি উপভোগ কৰিছিলোঁ, মই আজিকোপতি সেইবাবে তেখেতৰ গুণ লৈ আছোঁ।[৪৫] দ্বিতীয় বছৰ বিজুলীত সৰহ সংখ্যক প্ৰবন্ধ প্ৰকাশ হোৱা এজন ব্যক্তি হৈছে গুণাভিৰাম বৰুৱা। এই সংখ্যাৰ সম্পাদক পদ্মনাথ গোহাঞিবৰুৱা। 'অসমৰ উন্নতি', 'আমাৰ শাসন', 'শাসক আৰু একতা', 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা', 'যিকোনো প্ৰদৰ্শনী', 'বৈজ্ঞানিক প্ৰবন্ধ' আদি এঘাৰটি প্ৰবন্ধ এই সংখ্যাত প্ৰকাশিত হৈছিল।[৪৬] এই সংখ্যাতে 'আসাম যাত্ৰা' নামৰ এটি ভ্ৰমণ কাহিনীমূলক প্ৰবন্ধও প্ৰকাশিত হয়। 'গুৰুদত্ত' ছদ্মনামত তেওঁৰ এই কাকতত দুটা কবিতাও প্ৰকাশিত হৈছিল, 'আদ্যাশক্তিস্তোত্ৰ' আৰু 'ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বৈকুণ্ঠ প্ৰয়াণত ভাৰত বিলাপ'। ১৮১২ শকৰ প্ৰথমভাগত বিজুলীতে এই কবিতা দুটি প্ৰকাশ হৈছিল।[৪৭] প্ৰথমটি আদ্যাশক্তিৰ সম্বন্ধে লিখিলেও তাত ব্ৰাহ্ম গুণাভিৰামৰ উদাৰ দৃষ্টিভংগীৰ পৰিচয় পৰিস্ফুট। দ্বিতীয়টিত বিদ্যাসাগৰৰ প্ৰতি থকা গুণাভিৰামৰ গভীৰতম শ্ৰদ্ধাৰ নিদৰ্শন ফুটি উঠিছে।[৪৮]

'বিজুলী'ত গুণাভিৰাম বৰুৱাই ভালেমান প্ৰবন্ধ লিখিছিল। এই কাকতখনৰ লগত থকা নিকট সম্বন্ধৰ বাবেই অনাদায় হৈ থকা ছপাশালৰ খৰছৰ বাবে ছপাশালৰ গৰাকীয়ে কাকতখন গুণাভিৰাম বৰুৱাৰ বুলিয়েই ভাবি লৈছিল।[৪৯] 'মিলন' কাকততো 'মাহীমাক' বুলি এটা লেখা তেওঁ লিখিছিল।[৫০]






এই কাকতসমূহত তেওঁ লেখনিৰ জৰিয়তে অসমীয়া সাহিত্যত এক বিপুল পৰিমাণৰ অৱদান আগ বঢ়ায়। তেওঁৰ হাততে 'অসমীয়া ভ্ৰমণ কাহিনী'ৰো বাট মুকলি হয়। তদুপৰি বৈজ্ঞানিক প্ৰবন্ধসমূহৰ যোগেদি মানুহৰ মনত পুঞ্জীভূত হৈ থকা অন্ধবিশ্বাস, কু-সংস্কাৰ আদি দূৰীকৰণৰ চেষ্টা কৰে। 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' এক চিন্তাগধুৰ প্ৰবন্ধ। বুৰঞ্জীৰ ভালেমান নতুন তথ্যও তেওঁ পাঠক তথা ৰাইজক সদৰী কৰে।

গুণাভিৰাম বৰুৱাই ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত অসমত এক সাংস্কৃতিক আন্দোলন গঢ়ি তুলি বিধবা বিবাহৰ প্ৰতি ৰাইজৰ মন আকৰ্ষিত কৰিছিল, স্ত্ৰী শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰত উদগণি দিছিল, বাল্য বিবাহ আৰু বহু বিবাহৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছিল। 'আসাম বন্ধু' সম্পাদনা কৰি এচাম নতুন আৰু সচেতন লেখক-লেখিকাৰ সৃষ্টি কৰিছিল। এই স্বদেশানুৰাগী, সমাজ-সচেতন ব্যক্তিজনাৰ নাম প্ৰত্যেক অসমীয়াই শ্ৰদ্ধাৰে সোঁৱৰণ কৰা উচিত। তেওঁৰ আদৰ্শৰে উদ্বুদ্ধ হৈ তেওঁ দেখুওৱা পথেদি অগ্ৰসৰ হৈ অসমীয়া সাহিত্য-সংস্কৃতি আজি এই অৱস্থাত উপনীত হৈছেহি।❑

---

**তথ্যসূত্ৰ —**

১। গুণাভিৰাম বৰুৱা, 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ', অসম প্ৰকাশন পৰিষদ, গুৱাহাটী - ৩ পুনৰ্মুদ্ৰণ ১৫ জুলাই, ১৯৭১ চন, পৃঃ ১৩৩
২। ড° মহেশ্বৰ নেওগ (সংকলিত আৰু পুনঃ সম্পাদিত) অৰুনোদই ১৮৪৬-১৮৫৪, অসম প্ৰকাশন পৰিষদ, ১৯৮১ চন, পৃঃ ১০৮৯
৩। যতীন্দ্ৰনাথ গোস্বামী, 'অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, হেমকোষ প্ৰকাশন, মণিৰাম দেৱান পথ, চানমাৰী, গুৱাহাটী ৭৮১০০৩, তৃতীয় প্ৰকাশ, ২০০2 পৃঃ ৫৬-৫৭
৪। ড° মহেশ্বৰ নেওগ, সম্পাদনা, 'অৰুনোদই ১৮৪৬-১৮৫৪' অসম প্ৰকাশন পৰিষদ, ১৯৮৩ চন; গুৱাহাটী পৃঃ ১০৬৯
৫। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১০৭০
৬। ড° নগেন শইকীয়া, সংকলন আৰু সম্পাদনা, 'আসাম বন্ধু (১৮৮৫-১৮৮৬), অসম প্ৰকাশন পৰিষদ, প্ৰথম সংস্কৰণ, জুন, ১৯৮৪ চন; গুৱাহাটী পৃঃ ১৯
৭। ড° হেৰম্বকান্ত বৰপূজাৰী, 'অসমৰ নৱজাগৰণ আৰু অনা-অসমীয়াৰ ভূমিকা' অসম সাহিত্য সভা, প্ৰথম প্ৰকাশ, ফেব্ৰুৱাৰী, ১৯৮৭ চন; পৃঃ ৫০
৮। সত্যেন্দ্ৰনাথ শৰ্মা — 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত' বাণী প্ৰকাশ, পাঠশালা, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৫৯ চন; পৃঃ ১৩১
৯। গুণাভিৰাম বৰুৱা, 'ৰাম-নৱমী' বীণা লাইব্ৰেৰী, গুৱাহাটী, প্ৰথম প্ৰকাশ, অক্টোবৰ, ১৯৯৪ চন; পৃঃ ৭৮
১০। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ৮৪-৮৫
১১। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ৭০
১২। গুণাভিৰাম বৰুৱা, 'ৰাম নৱমী' বীণা লাইব্ৰেৰী, গুৱাহাটী, প্ৰথম প্ৰকাশ, অক্টোবৰ, ১৯৯৪ চন; পৃঃ ৮৯-৯০
১৩। ড° যোগেন্দ্ৰনাৰায়ণ ভূএগ, 'গুণাভিৰাম বৰুৱা', আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা, অসম, প্ৰথম প্ৰকাশ, জুন ২০০১ চন। পৃঃ ৭৬
১৪। গুণাভিৰাম বৰুৱা, 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ', অসম প্ৰকাশন পৰিষদ, গুৱাহাটী-৩, পুনৰ্মুদ্ৰণ ১৫ জুলাই, ১৯৭১ চন। পৃঃ ১৭৭
১৫। গুণাভিৰাম বৰুৱা, 'ৰাম-নৱমী' বীণা লাইব্ৰেৰী, গুৱাহাটী, প্ৰথম প্ৰকাশ, অক্টোবৰ, ১৯৯৪ চন; পৃঃ ৩৩
১৬। গুণাভিৰাম বৰুৱা, 'ৰাম-নৱমী' বীণা লাইব্ৰেৰী, গুৱাহাটী, প্ৰথম প্ৰকাশ, অক্টোবৰ, ১৯৯৪ চন; পৃঃ ৪৪
১৭। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ৫১
১৮। গুণাভিৰাম বৰুৱা, 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ', অসম প্ৰকাশন পৰিষদ, গুৱাহাটী-৩, পুনৰ্মুদ্ৰণ ১৫ জুলাই, ১৯৭১ চন, পৃঃ ১৩৫
১৯। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১৭৬
২০। গুণাভিৰাম বৰুৱা, 'আসাম বুৰঞ্জী' অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ছেপ্টেম্বৰ, ১৯৭২ চন; পৃঃ ১৯৮
২১। ড° মহেশ্বৰ নেওগ, 'অৰুনোদই' অসম প্ৰকাশন পৰিষদ, পৃঃ ১০৬৭
২২। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১০৬৭
২৩। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১০৬৭

২৪। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১০৬৭

২৫। ড° মহেশ্বৰ নেওগ, 'অৰুণোদই' (১৮৪৬-১৮৫৪), অসম প্ৰকাশন পৰিষদ, ১৯৮৩ চন, গুৱাহাটী. পৃঃ ১০৬৮

২৬। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১০৬৯

২৭। ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞা, 'গুণাভিৰাম বৰুৱা', আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা, অসম, প্ৰথম প্ৰকাশ, জুন ২০০১ চন, পৃঃ ৭৮

২৮। ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞা, সংকলয়িতা-সম্পাদক, 'জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী', অসম সাহিত্য সভা, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট, জানুৱাৰী, ১৮৯১ চন, পৃঃ ১৩৮

২৯। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১১৯

৩০। শ্ৰীযজ্ঞেশ্বৰ শৰ্মা, মুখ্য সম্পাদক, 'বেণুধৰ শৰ্মা ৰচনাৱলী', চতুৰ্থ খণ্ড, 'টোকোৰা বাহৰ কুটা', মানুহ প্ৰকাশন, সুবাগপুৰ, ৰিহাবাৰী, প্ৰথম সংস্কৰণ, ১ নৱেম্বৰ, ১৯৮৭ চন, পৃঃ ১৬৩

৩১। Amalendu Guha, 'Impact of Bengal Renaissance on Assam ... , Sept. 1972.

৩২। গুণাভিৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ', অসম প্ৰকাশন পৰিষদ, গুৱাহাটী-৩, পুনৰ্মুদ্ৰণ ১৫ জুলাই, ১৯৭১ চন, পৃঃ ১৬৯

৩৩। ড° নগেন শইকীয়া, সংকলক আৰু সম্পাদক, অসম প্ৰকাশন পৰিষদ, 'আসাম বন্ধু' ১৯৮৪, জুন, প্ৰথম সংস্কৰণ, পৃঃ ২৮

৩৪। ড° নগেন শইকীয়া, সংকলক আৰু সম্পাদক, অসম প্ৰকাশন পৰিষদ, 'আসাম বন্ধু' ১৯৮৪, জুন, প্ৰথম সংস্কৰণ. পৃঃ ২

৩৫। নন্দ তালুকদাৰ, 'সম্বাদ পত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য', বৰুৱা এজেন্সি, প্ৰথম প্ৰকাশ, ফেব্ৰুৱাৰী. ১৯৭৫. (২য় মুদ্ৰণ), গুৱাহাটী, পৃঃ ১০২

৩৬। নন্দ তালুকদাৰ, 'সম্বাদ পত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য', বৰুৱা এজেন্সি, প্ৰথম প্ৰকাশ, ফেব্ৰুৱাৰী. ১৯৭৫. (২য় মুদ্ৰণ), গুৱাহাটী, পৃঃ ১০৬

৩৭। J. N. Bora, Bolinarayan Barah, 1967, p.44.

৩৮। ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা, 'গুণাভিৰাম বৰুৱা', আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা, অসম, পৃঃ ১৪০

৩৯। লক্ষ্মীনাথ বেজবৰুৱা, 'মোৰ জীৱন সোঁৱৰণ', লয়াৰ্ছ বুক ষ্টল, পাণ বজাৰ, গুৱাহাটী, মাৰ্চ ১৯৯৯ চন, পৃঃ ১৯৬

৪০। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১২৩

৪১। ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা, 'জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী', অসম সাহিত্য সভা, যোৰহাট, ১৯৪১ চন, পৃঃ ১৩৯

৪২। ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা, 'গুণাভিৰাম বৰুৱা', আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা, অসম, পৃঃ ১৪২

৪৩। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১৪২

৪৪। প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১৪২

৪৫। পদ্মনাথ গোহাঞিবৰুৱা, 'মোৰ সোঁৱৰণী', অসম প্ৰকাশন পৰিষদ, ২য় প্ৰকাশ, আগষ্ট, ১৯৮৭ চন, পৃঃ ৩১

৪৬। নন্দ তালুকদাৰ, 'সম্বাদ পত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য', বৰুৱা এজেন্সি, প্ৰথম প্ৰকাশ, ১৯৭৫. গুৱাহাটী. পৃঃ ১৪২

৪৭। ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা, 'গুণাভিৰাম বৰুৱা', আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা, অসম, পৃঃ ১৪৩

৪৮। ড° নগেন শইকীয়া, সম্পাদনা 'আসাম বন্ধু', ভূমিকা, অসম প্ৰকাশন পৰিষদ, জুন, ১৯৮৪ চন, পৃঃ ২৪

৪৯। ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা, 'জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী', অসম সাহিত্য সভা, যোৰহাট ১৯৮১ পৃঃ ১১৫-১১৬ ঃঃঃ




# গোলকীকৰণ আৰু কৃষ্টিৰ সংকট

**যতীন্দ্ৰ কুমাৰ বৰগোহাঞি**

**স্তাৱনা ঃ গোলকীয় যন্ত্ৰটো**

গোলকীকৰণৰ অৰ্থ কি ? এই প্ৰশ্নটোৰ গ্ৰহণযোগ্য অৰ্থটো ইতিমধ্যে বহুচৰ্চিত আৰু বহুবিতৰ্কিত বিষয়ত পৰিণত হৈছে। গোলকীকৰণৰ পক্ষে আৰু বিপক্ষে দুটা শিবিৰত বিজ্ঞ লোকসকল বিভাজিত হোৱাৰ অনিবাৰ্য ফলস্বৰূপে ইয়াৰ প্ৰকৃত অৰ্থ আৰু তাৎপৰ্য বহু সময়ত বিকৃত হৈছে। আমি সথাসম্ভৱ সৰলভাৱে বিষয়টোৰ গুৰুত্বপূৰ্ণ দিশবোৰ পাঠকবৰ্গৰ বাবে সহজবোধ্য ৰূপত দাঙি ধৰিবলৈ প্ৰয়াস কৰিম।

গোলকীকৰণ সহজ অৰ্থত পৃথিৱী গোলকৰ সকলো সীমা বিলুপ্ত কৰাৰ প্ৰক্ৰিয়া। অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক, ভাষিক সীমাবোৰ বিলুপ্ত কৰাৰ জৰিয়তে পৃথিৱীৰ সকলো দেশ তথা মানুহক সামৰি এক 'গোলকীয় গাঁও' (গ্লোবেল ভিলেইজ)ৰ নিৰ্মাণ এই প্ৰক্ৰিয়াৰ ফলশ্ৰুতি হিচাপে গণ্য কৰা হয়।[1] গোলকীয় গাঁৱৰ ধাৰণাটো অৱশ্যে নতুন নহয়। দ্বিতীয় বিশ্বযুদ্ধৰ সমসাময়িক কালৰে পৰা পৃথিৱী গোলকৰ এক গুণগত ৰূপান্তৰৰ কথাটো নানাভাৱে আলোচিত হৈছে। দাৰ্শনিক আৰু প্ৰযুক্তিগত — এই দুয়োটা কাৰণতে গোলকীয় এককীকৰণৰ প্ৰসংগটো বাৰম্বাৰ আলোচনাৰ মাজলৈ আহিছে। প্ৰাচীন ভাৰতীয় পৰম্পৰাত 'বসুধৈৱ কুটুম্বকম্' ধাৰণাটোকো প্ৰাচীন মানৱতাবাদী চিন্তাৰ তথা সংহতিৰ এক উদাৰ দৃষ্টিসম্পন্ন দৰ্শনৰ ভেটি বুলিব পাৰি। পিছে আধুনিক কালত এনে এক গোলকীয় গাঁৱৰ ধাৰণাটো গঢ় লৈ উঠিছে বিভিন্ন অৰ্থনৈতিক, বিত্তীয়, প্ৰযৌক্তিক কাৰণতহে। এনে কাৰণবিলাকৰ বিষয়ে থোৰতে আলোচনাও কৰা হৈছে।

আন্তঃৰাষ্ট্ৰীয় মুদ্ৰানিধিয়ে (IMF) গোলকীকৰণক দেশসমূহৰ পাৰস্পৰিক নিৰ্ভৰশীলতাৰ প্ৰৱাহ হিচাপে অভিহিত কৰিছে। সীমাৰ গুৰুত্ব ক্ৰমান্বয়ে হ্ৰাস কৰি বৰ্ধিত পৰিমাণৰ বহুবিধ দ্ৰব্য আৰু সেৱা সামৰি লোৱা বিনিময়ৰ ই এক ব্যৱস্থা। ই পুঁজি আৰু প্ৰযুক্তিৰ বহলভিত্তিক আৰু বৃদ্ধিপ্ৰাপ্ত বিনিময়ৰ সকলো দিশ সামৰি লয়। ই হ'ল অতি সংহতিপূৰ্ণ এক পৰস্পৰ নিৰ্ভৰশীল বিশ্ব-অৰ্থনীতিলৈ পৃথিৱীৰ ৰূপান্তৰ প্ৰক্ৰিয়া। ই বিশ্ব বজাৰৰ গোলকীকৰণ বা বিতৰণৰ গোলকীকৰণ আৰু উৎপাদনৰ গোলকীকৰণ — এই দুয়োটা মূল সামাজিক অৰ্থনৈতিক কাৰ্যকে সামৰি লৈছে।

গোলকীকৰণৰ অৰ্থনৈতিক আৰু সাংস্কৃতিক ইতিবাচক আৰু নেতিবাচক দিশ সমূহৰ বিষয়ে বিতং আলোচনা কৰাৰ আগতে আমি এই কথা স্পষ্ট কৰি দিয়া ভাল যে বিশ্বৰ দুটা মূল দাৰ্শনিক ধাৰা দুগৰাকী বা ততোধিক দাৰ্শনিকে সুদীৰ্ঘ কালৰ আগতেই সংহতিপূৰ্ণ বিশ্বৰ ভৱিষ্যত সম্ভাৱনা সম্পৰ্কে আলোকপাত কৰিছে। এফালে পুঁজিবাদী বিশ্বৰ আটাইতকৈ গতিশীল আৰু যুক্তিবাদী লোকসকলৰ অন্যতম বাৰ্ট্ৰাণ্ড ৰাছেলে এসময়ত 'বিশ্ব চৰকাৰ' (World Government) ৰ প্ৰসংগ উত্থাপন কৰিছিল। তেওঁৰ মতে বিশ্বৰ সকলো



দেশৰ সংহতি আধাৰত এক সুষম শাসন ব্যৱস্থা প্ৰৱৰ্তনৰ বাহিৰে বিশ্ব শান্তি প্ৰতিষ্ঠাৰ কোনো স্থায়ী পথ নাই। পৰিবহণ আৰু সংযোগ ব্যৱস্থাই ওচৰ চপাই অনা এই পৃথিৱীখনত মানুহ ইমান ওচৰ চাপি আহিছে যে তেনে এক সংহত বিশ্বৰ ধাৰণা এক অসম্ভৱ কল্পনা হৈ থকা নাই। বাস্তৱ কাৰণ আৰু যুক্তিৰ আধাৰত প্ৰতিষ্ঠিত ৰাছেলৰ ধাৰণাসমূহ কেৱল ভাব-বিলাস নাছিল। বাৰ্ট্ৰাণ্ড ৰাছেলৰ ধাৰণাৰ বিপৰীতে দ্বন্দ্বমূলক আৰু ঐতিহাসিক বস্তুবাদৰ প্ৰৱক্তা মনীষী কাৰ্ল মাৰ্ক্সেও ভাবিছিল যে বিশ্বৰ সকলো শ্ৰমিক বা সৰ্বহাৰা একেলগ হৈ এক বিশ্ব-সাম্যবাদী ব্যৱস্থা প্ৰৱৰ্তন নকৰিলে সংঘাত আৰু শোষণৰ ৰাজনীতি, অৰ্থনীতিৰো ওৰ নপৰে। তেওঁৰ 'ৱৰ্কাৰ্ছ অৱ দ্য ৱৰ্ল্ড ইউনাইট!' - শ্লোগানে বিশ্বব্যাপী আলোড়নৰ সৃষ্টি কৰাৰ সমান্তৰালভাৱে পুঁজিবাদী দেশসমূহে নিজৰ স্বাৰ্থ ৰক্ষাৰ প্ৰয়োজনতে এক অনিবাৰ্য পথেদি গতি কৰিছিল বিশ্ব বিত্তীয় আৰু অৰ্থনৈতিক ব্যৱস্থা গঢ়ি তুলিবৰ কাৰণে।

### পুঁজিৰ গোলকীকৰণ আৰু কেইটামান অনিবাৰ্যতা

দ্বিতীয় বিশ্বযুদ্ধৰ আগৰে পৰাই পুঁজি, বিত্ত (Finance), প্ৰযুক্তি, পৰিবহণ তথা সংযোগ ঔদ্যোগিক সংগঠন আদিৰ ক্ষেত্ৰত অতি যুগান্তকাৰী পৰিৱৰ্তন কিছুমান সংঘটিত হৈছে। যিবোৰ পৰিৱৰ্তনে পুঁজিৰ স্থানীয় (Local), আঞ্চলিক (Regional), ৰাষ্ট্ৰীয় (National) চৰিত্ৰ সলনি কৰিছে আৰু পুঁজিক গোলকীয় অবিভাজ্য বা বৃহদায়তন উপাদানত পৰিণত কৰিছে। পুঁজিৰ গোলকীয় স্বৰূপটো বৃহদায়তন কিছুমান আহিলাৰ ক্ষেত্ৰত সহজবোধ্য। মহাকাশযান, উপগ্ৰহ, উপগ্ৰহ উৎক্ষেপন কেন্দ্ৰ, ইলেক্‌ট্ৰনিক সেৱা আৰু সম্প্ৰসাৰণৰ ব্যৱস্থা, আধুনিক পৰিবহণ ব্যৱস্থা — ইত্যাদি তেনেধৰণৰ উপাদান — যিবোৰ টুকুৰা-টুকুৰকৈ বা খণ্ডিত ৰূপত এটা সৰু সৰু এলেকাৰ বাবে ব্যৱহাৰ কৰিব নোৱাৰি। খণ্ডিত ৰূপত ব্যৱহাৰ কৰিলেও এনেবোৰ সেৱাৰ সম্পূৰ্ণ উৎপাদনশীল ব্যৱহাৰ অসম্ভৱ। উপগ্ৰহৰ দৰে একোটা আহিলা উৎপাদিত আৰু ব্যৱহৃত হৈছে এনেধৰণেৰে যিটো প্ৰকৃতাৰ্থত গ্লোবেল। ইলেক্‌ট্ৰনিক সম্প্ৰচাৰ মাধ্যম, টেলি-সংযোগ ব্যৱস্থা, তথ্য-প্ৰযুক্তি তথা ইণ্টাৰনেট ব্যৱস্থা ইত্যাদি ব্যৱস্থাবোৰৰ ব্যৱহাৰ সামগ্ৰিক বিচাৰত গোলকীয়।

ইলেক্‌ট্ৰনিক বিপ্লৱক দ্বিতীয় ঔদ্যোগিক বিপ্লৱ বুলি কোৱা হয়। এই বিপ্লৱে যোগাযোগ সেৱা আৰু তথ্য প্ৰযুক্তিক এনে এক পৰ্যায়লৈ আনিলে যি পৰ্যায়ত থলুৱাভাৱে তথ্য আৰু জ্ঞানক বন্দী কৰি বা নিয়ন্ত্ৰণ কৰি ৰাখিব পৰা চাবি-কাঠিবোৰ নিৰৰ্থক হৈ পৰিল। এতিয়া ইণ্টাৰনেট ব্যৱস্থাৰ যিকোনো এটা গ্ৰাহক বা গ্ৰাহক প্ৰেৰক বিন্দুত বহি থকা ব্যক্তি এজনে সমগ্ৰ পৃথিৱী গোলকটোকে হাতৰ মুঠিতে পাব পাৰে।

তথ্য প্ৰযুক্তি সৰবৰাহৰ এনে ধৰণৰ বৈপ্লৱিক ৰূপান্তৰ থকা যুগটোত ঔদ্যোগিক পুঁজি বা আহিলাৰ গুণগত আৰু আকাৰগত পৰিৱৰ্তনবোৰ ইমান ব্যাপক ৰূপত সঘনাই হ'বলৈ ধৰিছে যে কেৱল এটা ক্ষুদ্ৰ এলেকা বা এখন দেশক কেন্দ্ৰ কৰি এইবোৰৰ অস্তিত্ব নিয়ন্ত্ৰণ আৰু পৰিচালনাৰ অৰ্থ নাইকিয়া হৈছে। সমগ্ৰ জগতজোৰা এক সেৱাৰ বিস্তাৰ ঘটিছে। পৰিবহণ, যোগাযোগ, তথ্য (সংবাদ) সৰবৰাহ, জ্ঞান সৰবৰাহ এতিয়া এক সীমাবদ্ধ পৰিসৰৰ নিয়ন্ত্ৰিত বিষয় হৈ থকা নাই। এক গোলকীয় বিষয় হৈছে — যিবোৰ চাবি-কাঠিও ইণ্টাৰনেট সংযুক্ত হৈ পৰিছে। ফলত এইবোৰৰ যোগান, নিয়ন্ত্ৰণ তথা পৰিচালনাও হৈ পৰিছে গোলকীয়।

বিত্তৰ ক্ষেত্ৰত এনে গোলকীয় পৰ্যায়লৈ ৰূপান্তৰ দ্বিতীয় বিশ্বযুদ্ধৰ সমসাময়িকভাৱে আৰম্ভ হয়। এই পৰ্বত ঔদ্যোগিক আৰু পুঁজিবাদী দেশবোৰে পাৰস্পৰিক লেনদেনৰ ভাৰসাম্য ৰক্ষা কৰাৰ বাবে কিছুমান গোলকীয় প্ৰতিষ্ঠান গঢ়ি তোলে। ইয়াৰ ভিতৰত আন্তঃৰাষ্ট্ৰীয় মুদ্ৰানিধি (International Monetary Fund) আৰু আই.বি.আৰ.ডি. (International Bank for Reconstruction and Development) প্ৰধান। দীৰ্ঘম্যাদী ঔদ্যোগিক বিনিয়োগ তথা লেনদেনৰ লগত জড়িত এই বিশ্ব বেংক তথা বাণিজ্যিক লেন-দেনৰ লগত জড়িত আই.এম.এফ.ৰ তত্ত্বগত আৰু প্ৰায়োগিক স্বৰূপ কি? ই হ'ল মূলতঃ গোলকীয় বিত্তীয় চামিলকৰণৰ ফল। ইয়াৰ পূৰ্বৰ যুগটোত (দ্বিতীয় বিশ্বযুদ্ধৰ আগতে) ৰাষ্ট্ৰীয় পুঁজিৰ চামিলকৰণৰ জৰিয়তে ৰাষ্ট্ৰীয় বেংকবোৰ হৈছিল। বৰ্তমানৰ পৰ্বটো সেয়ে পূৰ্বৰ ৰাষ্ট্ৰীয় পৰ্বটোতকৈ ভিন্ন আৰু উন্নত। এই পৰ্যায়টোত বহুৰাষ্ট্ৰীয় ঔদ্যোগিক আৰু বাণিজ্যিক নিগম বা কোম্পানীবিলাকে কোনো সংশয় নোহোৱাকৈ হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী বিনিময় আৰু বিনিয়োগ কৰিব পাৰে।

দৈত্যাকাৰ প্ৰতিষ্ঠান (Giant corporation) বিলাকৰ চৰিত্ৰৰ বিষয়ে এই পৰ্যায়ত পৰিষ্কাৰ হৈ লোৱা ভাল। এইবিলাক বিশালাকাৰ, বহুসংখ্যক অংশীদাৰৰ জৰিয়তে গঠিত, বৃত্তিশীল সঞ্চালকৰ জৰিয়তে পৰিচালিত প্ৰতিষ্ঠান। এনেবিলাক প্ৰতিষ্ঠান যদিও এখন দেশত পঞ্জীয়নভুক্ত, তথাপি ইয়াৰ অংশীদাৰী প্ৰতিষ্ঠান নাইবা শাখা প্ৰতিষ্ঠানবিলাক ব্যাপ্ত হৈ থাকিব পাৰে। পৃথিৱীৰ যিকোনো জাতিৰে উদ্যোগী ইয়াৰ সমাংশৰ অধিকাৰী হ'ব পাৰে। আনকি লাভ য'ত বেছি সেই দেশলৈ বা সেই বজাৰলৈ এনে বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাক উঠি যাব পাৰে। পিতৃ দেশ বা মাতৃ দেশৰ পৰা উঠি আহি এনে বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানে আলহী হোৱা দেশতে স্থায়ীভাৱে থাকিব পাৰে, নাইবা শাখা প্ৰতিষ্ঠানবিলাকেও আলহী দেশত গজগজীয়া ৰূপ ল'ব পাৰে। আনকি অন্য দেশৰ পৰা অহা অংশীদাৰসকলেও এনে প্ৰতিষ্ঠানৰ মালিকীস্বত্ব দখল কৰিব পাৰে। এইবোৰ কাৰণতে এনে প্ৰতিষ্ঠানবিলাকক গোলকীয় বোলা হয়।





### গোলকীয় যন্ত্ৰটোৰ পূৰঠ অৱস্থাপ্ৰাপ্তি

গোলকীয় ব্যৱস্থাসমূহৰ উদ্ভৱ যদিও দ্বিতীয় বিশ্বযুদ্ধৰ সমসাময়িকভাৱেই হৈছিল, তথাপি ইয়াৰ পূৰঠ অৱস্থা প্ৰাপ্তিৰ বাবে ৰাষ্ট্ৰৰ সীমা তথা নিয়ন্ত্ৰণ হ্ৰাসকৰণৰ উমেহতীয়া ব্যৱস্থাৱলী উদ্ভাৱনৰ বাবে বাট চাবলগীয়া হৈছিল। ৰাষ্ট্ৰীয় নিয়ন্ত্ৰণৰ সীমাৰেখা অতিক্ৰম কৰি এক গোলকীয় ব্যৱস্থাপনাৰ ভেটি গঢ়ি তুলিবৰ বাবে নিৰলস প্ৰচেষ্টা চলাইছিল বিশ্ব বাণিজ্য সংস্থা (World Trade Organization) ই। বিশ্ব বাণিজ্য সংস্থাৰ মুৰব্বী ডানকেল চাহাবে বিশ্বৰ আমূল পৰিৱৰ্তনৰ বাবে এলানি প্ৰস্তাৱনা আগ বঢ়াইছিল। ডানকেল প্ৰস্তাৱনা (Dunkal Proposals) হিচাপে খ্যাত এই প্ৰস্তাৱসমূহৰ ওপৰত কেবালানিও আলোচনাৰ অন্তত ১৯৯৫ চনত প্ৰথম গাটছ (GATS) চুক্তি স্বাক্ষৰিত হয়। বিশ্ব বাণিজ্য সংস্থাই তথা ডানকেল চাহাবে বিচাৰিছিল সম্পূৰ্ণ প্ৰতিদ্বন্দ্বিতামূলক এখন বজাৰ ব্যৱস্থা। গতিকে প্ৰাৰম্ভৰে পৰাই সামাজিক নিয়ন্ত্ৰণত বিশ্বাসী সাম্যবাদী দেশবোৰ, ৰাজহুৱা খণ্ডৰ সম্প্ৰসাৰণত বিশ্বাসী মিশ্ৰিত ব্যৱস্থাত বিশ্বাসী দেশসমূহ হৈ পৰিছিল বিশ্ব বাণিজ্য সংস্থাৰ সংস্কাৰ প্ৰস্তাৱনাৰ সফলতা অৰ্জনৰ পথত শক্তিশালী অন্তৰায়। এই অন্তৰায় আঁতৰ হ'ল নব্বৈ দশকৰ প্ৰাৰম্ভতে ছোভিয়েট ৰাছিয়া আৰু ইয়াৰ উপগ্ৰহস্বৰূপ পূব ইউৰোপৰ কমিউনিষ্ট দেশসমূহৰ পতনৰ লগে লগে। ইয়াৰ ফলত দুই বৃহৎ শক্তিৰ বিশ্বখন এক মেৰুবিশিষ্ট হ'ল। ১৯৯৫ চনত প্ৰথম গাটছ (General Agreements on Trade and Services) স্বাক্ষৰিত হোৱাৰ লগে লগে এই এক মেৰুবিশিষ্ট জগতখনৰ চালকৰ আসনত বহিল আমেৰিকা যুক্তৰাষ্ট্ৰ সমন্বিতে সাতখন শক্তিশালী পুঁজিবাদী দেশ। এই দেশ কেইখন হ'ল — আমেৰিকা যুক্তৰাষ্ট্ৰ, ইংলেণ্ড, কানাডা, জাৰ্মেনী, জাপান, ফ্ৰান্স, ইটালী। আৰম্ভণিতে নাটো সদস্যভুক্ত এই দেশবিলাকৰ লগত অকমিউনিষ্ট ছোভিয়েট ৰাছিয়া সংযুক্ত হৈ আঠখন দেশৰ এক জোঁট হ'ল — যাক কোৱা হয় 'জি - ৮' বা বিশ্বৰ শক্তিশালী অষ্টদেশীয় গোষ্ঠী।

এই আঠখন দেশৰ লগত শেহতীয়াভাৱে এটা গোট হিচাপে ভূমুকি মাৰিছে চীন, ভাৰত, ব্ৰাজিল আৰু দক্ষিণ আফ্ৰিকা — বিশ্বৰ অগ্ৰণী, শক্তিশালী উন্নয়নশীল দেশ চাৰিখন।

গোলকীয় ব্যৱস্থাটোৰ চালকৰ আসনত বহি থকা এই বাৰখন দেশৰ ওপৰতে বহুলাংশে নিৰ্ভৰ কৰিছে গোলকীয় ব্যৱসায়টোৰ সফলতা।

### নিগমবিলাকৰ দাপট

বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকেই প্ৰকৃতাৰ্থত এই যুগৰ গোলকীয় প্ৰতিদ্বন্দ্বিতামূলক ব্যৱস্থাটোৰ প্ৰধান চালক শক্তি। এই বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকৰ স্বাৰ্থতে সমগ্ৰ বিশ্বতে মুক্ত আৰু উদাৰ প্ৰতিদ্বন্দ্বিতামূলক ব্যৱস্থা গঢ়ি তোলাত গুৰুত্ব দিছে বিশ্ব-বাণিজ্য সংস্থাই। বৰ্তমান বিশ্ব-বাণিজ্যৰ প্ৰায় সকলোখিনিয়েই বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকে নিয়ন্ত্ৰণ কৰে। কিন্তু এইটোৱেই প্ৰধান দিশ নহয়, প্ৰধান দিশটো হ'ল বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানৰ নিয়ন্ত্ৰণৰ দিশটো। বিশ্বৰ শক্তিশালী পাঁচশটা বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানে বিশ্ব-বাণিজ্যৰ সত্তৰ শতাংশ নিয়ন্ত্ৰণ কৰে।

বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাক বিশ্ব-বাণিজ্যৰ ক্ৰেতা আৰু বিক্ৰেতাও। এনে প্ৰতিষ্ঠানবিলাকৰ কেবাটাও তাৎপৰ্যপূৰ্ণ দিশ বিৰাজমান।

প্ৰথম কথা বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকৰ কিছুমানৰ আকাৰ, পুঁজিৰ পৰিমাণ, উৎপাদিত পণ্যৰ পৰিমাণ, বিক্ৰীৰ পৰিমাণ, মুনাফাৰ পৰিমাণ, বজাৰত থকা দখলৰ পৰিমাণ (বজাৰৰ অংশ) আদিৰ ক্ষেত্ৰত একোখন দেশতকৈও ডাঙৰ। আমেৰিকাৰ বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকৰ বিকাশ আৰু সেইবিলাকৰ নিয়ন্ত্ৰণৰ ধৰণৰ বিষয়ে ঐতিহাসিক বিশ্লেষণ আগ বঢ়াই চুইজি আৰু প'ল বাৰাণে কুৰি শতিকাৰ ষাঠিৰ দশকতে লিখিছিল যে বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকেই আমেৰিকাৰ একমাত্ৰিক (One diamensional) বিকাশৰ কাৰণ, এই বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকেই জগৰীয়া আমেৰিকা যুক্তৰাষ্ট্ৰৰ সামৰিক মেচিনটোৰ এফলীয়া বিকাশৰ বাবে। এই সমৰ-মেচিনটোৱেই জগৰীয়া বিশ্বৰ বিভিন্ন প্ৰান্তত যুদ্ধ বিয়পোৱা বাবে। The Lean Year গ্ৰন্থত আন এগৰাকী তত্ত্ববিদ পণ্ডিতে ব্যক্ত কৰিছে যে বৰ্তমান যুগত প্ৰতিটো মূল্যবান খনিজ সম্পদ তথা আন সম্পদবিলাক নিয়ন্ত্ৰণত ৰাখিবৰ বাবে বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকে আৰম্ভ কৰিছে সমৰাভিযান। তাম, সোণ, জুলীয়া সোণ (তেল) আনকি পানীৰ বাবেও কৰা হৈছে সমৰাভিযান। বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানৰ তেলৰ বজাৰত নিয়ন্ত্ৰণ চলোৱাৰ অভিপ্ৰায়েই মধ্য প্ৰাচ্যত পেলেষ্টাইন, ইৰাক, শেহতীয়াভাৱে আফগানিস্তানত গোলকীয় তেলৰ নিয়ন্ত্ৰণৰ উদ্দেশ্য মূলতঃ পুঁজিবাদী ৰাষ্ট্ৰবোৰৰ যুদ্ধ-বিগ্ৰহৰ মূল কাৰণ।

### এল. পি. জি (LPG) ৰ তাৎপৰ্য

বিশ্ব-বাণিজ্য সংস্থাৰ মূল শ্লোগানেই হ'ল উদাৰকৰণ, ব্যক্তিগতকৰণ আৰু গোলকীকৰণ - (Liberalisation, Privatisation and Globalisation)। ইয়াৰ বিশ্বজোৰা কাৰিকৰ সংস্থাবিলাক হ'ল বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানসমূহ (Multi National Corporation বা Trans National Corporation আই.এম.এফ আৰু বিশ্ব বেংক আৰু বিশ্ব বাণিজ্য সংস্থা।

স্বাভাৱিকতে ই ৰাজহুৱা বা ৰাষ্ট্ৰীয় নিয়ন্ত্ৰণ বা আমোলাতান্ত্ৰিক নিয়ন্ত্ৰণৰ বিৰোধী। ৰাছিয়াত গৰ্বাচ্ছেভে যি মুক্ত-ব্যৱস্থা (Openness বা গ্লাছনষ্ট) আৰু পুনৰনিৰ্মাণ বা গাঁথনিভিত্তিক পুনৰ নিৰ্মাণৰ কথা কৈছিল - ঠিক সেইদৰে বিশ্ব বাণিজ্য সংস্থায়ো সমগ্ৰ বিশ্বতে ৰাজহুৱা

নিয়ন্ত্ৰণ বা ৰাজহুৱা খণ্ডক মুক্ত আৰু স্বাভাৱিক বিকাশৰ পৰিপন্থী বিবেচনা কৰিলে। ৰাজহুৱাখণ্ডক মুক্ত কৰা, মুক্ত খণ্ডক ব্যক্তিগত প্ৰতিদ্বন্দ্বীসকলৰ প্ৰতিযোগিতাৰ লীলাভূমিত পৰিণত কৰা আৰু ব্যক্তিগত খণ্ডক গোলকীয় বা গ্লোবেল কৰা।

এই এলপিজি শ্লোগান মূলতঃ আমি উল্লেখ কৰি অহা বহুৰাষ্ট্ৰীয় নিগমবিলাকৰ অনুকূল। এই উদাৰকৰণ আৰু প্ৰতিদ্বন্দ্বিতামূলক কৰণৰ জৰিয়তে ১৯৮৯ চনৰ ভিতৰত ৰাছিয়াত সাম্যবাদী ব্যৱস্থাৰ ভেটি উচ্ছন্ন কৰা হ'ল। ঠিক একে সময়তে ভাৰততো উদাৰ আৰু প্ৰতিদ্বন্দ্বিতামূলক ভাৰত গঢ়াৰ উদ্দেশ্যে ৰাজহুৱা নিয়ন্ত্ৰণমূলক ব্যৱস্থাসমূহক ক্ৰমান্বয়ে শিথিল কৰা হ'ল আৰু বিদায় দিয়া হ'ল।

প্ৰতিযোগিতাক ফলপ্ৰসূ আৰু লাভজনক কৰিবৰ কাৰণে বিদেশী প্ৰত্যক্ষ বিনিয়োগ (FDI বা Foreign Direct Investment)ৰ ওপৰত জোৰ দিয়া হ'ল। বিদেশী প্ৰত্যক্ষ বিনিয়োগ কৰিবৰ বাবেই উপযুক্ত ক্ষেত্ৰ প্ৰস্তুতকৰণৰ উদ্দেশ্যে ৰাজহুৱা খণ্ডত নিৰ্বিনিয়োজন বা বিনিয়োগ প্ৰত্যাহাৰৰ ওপৰত গুৰুত্ব দিয়া হ'ল।

বিশালাকাৰ ৰাজহুৱা খণ্ডৰ বিনিয়োগ প্ৰত্যাহাৰ (Disinvestment)ৰ জৰিয়তে ৰাষ্ট্ৰৰ কোষ বা ট্ৰেজাৰীৰ ভঁৰাল চহকী কৰা, বিদেশী বিনিয়োগৰ জৰিয়তে এই ভঁৰালক অধিক মাত্ৰাত স্ফীত কৰা আৰু এই দুয়োটা ব্যৱস্থাৰে দেশৰ ৰাজকোষ বিদেশী মুদ্ৰাৰ ক্ষেত্ৰত চহকী কৰাৰ বিত্তীয় নীতি উদ্ভাৱনত ভাৰতত যিসকল অৰ্থনীতিবিদে আগভাগ ল'লে তেওঁলোক হ'ল, বিশ্ব বেংকৰ প্ৰশিক্ষিত অৰ্থনীতিবিদ তথা বিত্তীয় বিশেষজ্ঞ। ড° মনমোহন সিঙৰ নেতৃত্বত এই বিশেষজ্ঞসকলেই প্ৰকৃতাৰ্থত ঊনবিংশ শতিকাৰ শেষ দশকত ভাৰতক মুক্ত, প্ৰতিদ্বন্দ্বিতামূলক আৰু গোলকীয় ৰূপত গঢ় দিলে।

### গাট্ছ চুক্তিৰ প্ৰভাৱ ঃ শিক্ষা আৰু সাংস্কৃতিক জীৱনত

বাণিজ্য আৰু অৰ্থনৈতিক জীৱনত গাট্ছ চুক্তিয়ে যি প্ৰভাৱ বিস্তাৰ কৰিছে আমি এই ৰচনাত সেই বিষয়ে আলোচনা কৰিব নোখোজোঁ। আমি আলোচনা কৰিব খুজিছোঁ শিক্ষা আৰু সাংস্কৃতিক জীৱনতএই চুক্তিৰ কু-প্ৰভাৱৰ কথা। প্ৰকৃততে গাট্ছ চুক্তিয়ে সমগ্ৰ বিশ্বতে শিক্ষা আৰু সাংস্কৃতিক জীৱনৰ চৰিত্ৰ সলনি কৰি দিলে।

বাণিজ্য ক্ষেত্ৰত যিদৰে মুক্ত উদাৰ আৰু প্ৰতিদ্বন্দ্বিতামূলক ব্যৱস্থা প্ৰৱৰ্তনৰ বাবে ভিত্তি প্ৰতিষ্ঠা কৰাৰ বাবে মুক্ত আৰু দেশী-বিদেশী সকলোৰে বাবে সুষম প্ৰতিযোগিতাৰ পথাৰ এখন দাবী কৰি ভাৰতৰ দৰে দেশৰ অৰ্থনৈতিক ভিত্তিটোকে বদলাই দিলে, ঠিক সেইদৰে 'সেৱা' (Service)সমূহৰ ক্ষেত্ৰটো গাট্ছ চুক্তিত স্বাক্ষৰকাৰী দেশসমূহে সমগ্ৰ বিশ্বকে এক মুক্ত বিনিময় আৰু বিনিয়োগ ক্ষেত্ৰ হিচাপে গঢ়ি তোলাৰ ওপৰত গুৰুত্ব দিলে।

গাট্ছ চুক্তিত সেৱাৰ সংজ্ঞা ইমান বহলকৈ দিয়া হ'ল যে ই শিক্ষা তথা সমাজসেৱাৰ বিষয়সমূহ, স্বাস্থ্য সেৱা, চিকিৎসালয়, কৃষি সেৱা, নিৰ্মাণ, তথ্য-প্ৰযুক্তি জড়িত সকলো খণ্ড সামৰি ল'লে। সহজ ভাষাত ক'বলৈ গ'লে মানৱ জীৱন আৰু সমাজৰ লগত জড়িত প্ৰায় সকলো বিষয় সেৱাৰ ভিতৰত সোমাল।

সেৱাৰ সংজ্ঞাৰ পিছতে আনটো গুৰুত্বপূৰ্ণ বিষয় হ'ল সেৱাসমূহৰ ক্ষেত্ৰত ব্যৱসায়। শিক্ষাক যদিহে জন্ম-স্বত্ব (birth right) হিচাপে গ্ৰহণ কৰি ইয়াক সেৱা খণ্ডৰ বাহিৰত অপ্ৰতিদ্বন্দ্বিতামূলকভাৱে ৰখা হয়, তেন্তে ই হ'ব অব্যৱসায়িক। কিন্তু সেৱা বুলি গণ্য কৰিলে ই হয় বাণিজ্যিক।

শিক্ষাৰ ক্ষেত্ৰত প্ৰাথমিক শিক্ষা আৰু উচ্চ শিক্ষাৰ মাজত পৃথকীকৰণ আৰম্ভ হয় ১৯৯৫ চনত ভাৰতে গাট্ছ চুক্তিত স্বাক্ষৰ কৰাৰ পিছৰে পৰা। ইয়াৰ উদ্দেশ্য ভাৰত চৰকাৰৰ দৃষ্টিত কেবাটাও।

প্ৰথম আৰু প্ৰধান কথা, যদিহে উচ্চ শিক্ষা বা বিশ্ববিদ্যালয়ৰ শিক্ষাক সেৱা হিচাপে গণ্য কৰা হয় আৰু সেৱাখণ্ডক বাণিজ্য হিচাপে গণ্য কৰা হয় তেন্তে এই ক্ষেত্ৰত প্ৰতিদ্বন্দ্বিতা সম্ভৱ। বাণিজ্য হিচাপে শিক্ষাখণ্ড আৰু সাংস্কৃতিক খণ্ডকো মুক্ত বিনিয়োগ আৰু প্ৰতিদ্বন্দ্বিতাৰ বিষয় হিচাপে ধৰি লোৱা হ'ল, গতিকে দেশী ব্যক্তিগত খণ্ড আৰু বিদেশী ব্যক্তিগতখণ্ড — এই সকলোৱে বিনিয়োগ শিক্ষাৰ ক্ষেত্ৰত সম্ভৱ কৰি তোলা হ'ল।

### আইনী ব্যৱস্থাৰ স্বীকৃতি ঃ

শিক্ষাৰ ক্ষেত্ৰত ব্যক্তিগতকৰণৰ সুফল কিম্বা কুফলৰ বিষয়ে আলোচনা কৰাৰ আগতে আমি এই কথা আলোচনা কৰা ভাল বুলি বিবেচনা কৰিছোঁ যে গাট্ছ চুক্তি স্বাক্ষৰিত হোৱাৰ পিছতে শিক্ষাকে ধৰি সকলো সেৱা বাণিজ্য কৰ্ম হিচাপে গণ্য কৰা হয়। শিক্ষাক এক জন্ম-স্বত্ব হিচাপে স্বীকৃতি দিয়াৰ পৰা ফালৰি কাটি ইয়াক এক বাণিজ্যিক কৰ্ম বা সেৱা হিচাপে গণ্য কৰাৰ পথত; কিন্তু ভাৰতীয় জন-গণ আৰু নেতৃত্বশীল ৰাজনৈতিক দল তথা ব্যক্তিসমূহ কোনো দিনে একমতত উপনীত হোৱা নাছিল। যিহেতু ভাৰতত ৩৬ কোটি মানুহ চহকী আৰু ৬৪ কোটি মানুহ দুখীয়া, গতিকে শিক্ষাক ৰাষ্ট্ৰ-নিয়ন্ত্ৰিত আৰু পৰিপালিত বাণিজ্যিক সেৱা হিচাপে গণ্য নকৰিলে তেনে সিদ্ধান্তৰ দ্বাৰা ৬৪ কোটি দৰিদ্ৰ বা তুলনামূলকভাৱে দৰিদ্ৰ লোকৰ অহিত সাধন কৰা হয়। কিন্তু ১৯৯৫ চনৰ গাট্ছ চুক্তিত স্বাক্ষৰ কৰাৰ পিছত ভাৰতত গাট্ছ চুক্তি অনুসৰি কাৰ্যক্ৰমণিকাৰ সূচনা হয় ১৯৯৭ চনৰ পৰা। শিক্ষা ব্যক্তিগতকৰণৰ প্ৰসংগটোৱে ৰাষ্ট্ৰজোৰা তৰ্ক-বিতৰ্কৰ সূচনা কৰে। প্ৰখ্যাত শিক্ষাবিদ তথা বিশ্ববিদ্যালয়ৰ পণ্ডিতসকলৰ বৃজন অংশ ৰাতিটোৰ ভিতৰতে মোট সলাই ব্যক্তিগত খণ্ডৰ ভক্ত হোৱাটো কেতিয়াও সম্ভৱ নহয় আৰু সেইটো উচিতো নহয়। কিন্তু ভাৰতৰ ৩৬ কোটি চহকী মানুহ, যাৰ





বেছিভাগেই নগৰবাসী — নতুন যুগৰ প্ৰতিদ্বন্দ্বিতাৰ মাজলৈ আহিবৰ বাবে একপ্ৰকাৰ উত্ৰাৱল হৈ পৰিল। এনে হোৱাৰ কাৰণ কেবাটাওঃ

প্ৰথম আৰু প্ৰধান কাৰণ, ৰাজহুৱা খণ্ডই একবিংশ শতিকাৰ পৰিৱৰ্তিত পৰিস্থিতিত জ্ঞানৰ ভঁৰাল (Knowledge bank)আৰু প্ৰযুক্তি জ্ঞানৰ ভঁৰাল (Technology) হিচাপে নেতৃত্বশীল ভূমিকা লোৱাত ব্যৰ্থ হ'ল। যিহেতু গাট্ছ চুক্তি সম্পাদিত হোৱাৰ আগে আগেই বিশ্বত তথ্য-প্ৰযুক্তি বিপ্লৱৰ সূচনা হৈছিল, কম্পিউটাৰ আৰু ম'বাইল ফোন, ইণ্টাৰনেট ব্যৱস্থাই সমগ্ৰ বিশ্বকে প্ৰকৃতাৰ্থত এখন গাঁৱৰ দৰে ওচৰ চাপি অহাত প্ৰভাৱান্বিত কৰিছিল, সেই তথ্য-প্ৰযুক্তি বিপ্লৱৰ যোগ্য গতিশীল অংশীদাৰ হোৱাত ৰাজহুৱা খণ্ড ব্যৰ্থ হ'ল তাৰ স্থান ল'বলৈ আগ বাঢ়ি আহিল তুলনামূলকভাৱে গতিশীল আৰু শক্তিশালী ব্যক্তিগত খণ্ড। অৱশ্যে এই কথা ঠিক যে ইয়াৰ আগতে প্ৰযুক্তিৰ বিকাশ আৰু গৱেষণামূলক ক্ষেত্ৰত টাটা, বিৰলা আদি বিশ্ববিশ্ৰুত উদ্যোগীসকলে বহু ক্ষেত্ৰত নেতৃত্বশীল ভূমিকা লৈছিল। গতিকে প্ৰযুক্তি আৰু জ্ঞানৰ ভঁৰালটোকে ভাৰতলৈ মুক্তভাৱে আমদানি কৰাৰ নেতৃত্ব ল'বৰ বাবে ব্যক্তিগত খণ্ডক সুযোগ দিয়াটো অৱধাৰিত হৈ পৰিছিল। ৩৬ কোটি চহকী লোকে যেন সেইটো বিচাৰিছিল।

দ্বিতীয় প্ৰধান কাৰণ — চৰকাৰী বা ৰাজহুৱা খণ্ডৰ সামৰ্থহীনতাৰ লগত জড়িত। ৬৪ কোটি দৰিদ্ৰৰ বাবে বিনামূলীয়াভাৱে বা কম মূল্যত বিশ্বৰ সৰ্বোচ্চ পৰ্যায়ৰ শিক্ষা প্ৰদানৰ সামৰ্থ ভাৰত চৰকাৰৰ বা ৰাজহুৱা খণ্ডৰ নাই। চৰকাৰী বা ৰাজহুৱা খণ্ডৰ এই অসমৰ্থতাৰ বাবেই ভাৰতত নবৈ দশকৰ শেষ পৰ্যন্ত প্ৰায় ৪০ শতাংশ লোক অশিক্ষিতেই থাকি হৈছিল অৰ্থাৎ চৰকাৰী খণ্ডক শিক্ষাৰ ক্ষেত্ৰত সমুদায় দায়িত্ব অৰ্পণ কৰিলেও সেই দায়িত্ব পালনৰ সামৰ্থ চৰকাৰী খণ্ডৰ নাছিল। ব্যক্তিগত খণ্ডৰ বিপুল পৰিমাণৰ পুঁজি, প্ৰযুক্তি জ্ঞান-ভাণ্ডাৰ আৰু পৰিচালনাৰ দক্ষতাক ৰাজহুৱা খণ্ডৰ লগত সন্মিলিতভাৱে ব্যৱহাৰ কৰাৰ সুবিধা ভাৰতত সদায় নাছিল।

তৃতীয় কাৰণ, শিক্ষা-প্ৰশাসনৰ লগত জড়িত থকা অতি ভয়ংকৰ আৰু ব্যাপক ধৰণৰ আমোলাতান্ত্ৰিকতা আৰু দুৰ্নীতি। পাঠ্যক্ৰম আৰু পাঠ্যপুথি প্ৰণয়নৰ পৰা শিক্ষক নিযুক্তি আৰু পৰীক্ষণ পদ্ধতিলৈকে ৰাজহুৱা খণ্ডৰ ব্যৱস্থাটোৱেই ইমানেই বেছি আমোলাতান্ত্ৰিকতা প্ৰদৰ্শন কৰিছিল যে শিক্ষাবিদ, ছাত্ৰ-ছাত্ৰী, অভিভাৱক সকলোৰে জীৱন ই বিপৰ্যস্ত কৰিছিল। গতিশীলতা নথকাৰ বাবে মূলতঃ আমোলাতান্ত্ৰিকতাই দায়ী। গতিকে ইয়াৰ পৰা মুক্তি অনিবাৰ্য হৈ পৰিছিল।

এই তিনিওটা কাৰণ সহজবোধ্য। কিন্তু আমোলাতন্ত্ৰ বা প্ৰশাসনৰ মেৰ-পেচৰ পৰা ভাৰতৰ শিক্ষা ব্যৱস্থাক মুক্ত কৰিবৰ বাবে আইনগত বাধাসমূহ অতিক্ৰম নকৰিলে ইয়াৰ জৰিয়তে শিক্ষা-জীৱনলৈ আনিব পৰা সহস্ৰ নিযুত শতদল বিকশিত কৰাৰ সম্ভাৱনা কোনো দিনে উন্মোচিত হ'ব নোৱাৰে। ব্যক্তিগত খণ্ড আৰু ৰাজহুৱা খণ্ডৰ সু-সমন্বয়ৰ সেতু নিৰ্মাণ কৰাটো দূৰৰে কথা।

আমোলা তন্ত্ৰৰ মেৰপেচৰ পৰা ওলাই মুক্ত আৰু বহুমাত্ৰিক বিকাশৰ পথেদি আগ বঢ়াৰ যি উকমুকনি তাৰ প্ৰমাণ পোৱা গ'ল কম্পিউটাৰ প্ৰশিক্ষণ তথা আই-টিৰ হাৰ্ডৱেৰ তথা ছফ্টৱেৰৰ প্ৰশিক্ষণৰ ক্ষেত্ৰত ব্যক্তিগত খণ্ডই গ্ৰহণ কৰা মুক্ত, বৈপ্লৱিক পদক্ষেপবোৰৰ পৰা। প্ৰকৃততে চৰকাৰৰ বা আমোলা তন্ত্ৰৰ সিদ্ধান্তলৈ ব্যক্তিগত উদ্যোগীসকলে বাট চাই থকাই নাছিল, বিশ্বৰ প্ৰয়োজনৰ প্ৰতি দৃষ্টি ৰাখিয়েই যে ব্যক্তিগতখণ্ডৰ উদ্যোগীসকলে নিজেই আৰম্ভ কৰি দিছিল কম্পিউটাৰ যুগৰ। ব্যক্তিগত খণ্ডৰ প্ৰচেষ্টাৰ প্ৰতি ভাৰতৰ চহকী ৩৬ কোটি মানুহে ইমানেই দ্ৰুত সঁহাৰি দিছিল যে প্ৰযুক্তি আৰু পৰিচালনাৰ লগত জড়িত প্ৰায় সকলো ক্ষেত্ৰতে ব্যক্তিগত খণ্ডৰ প্ৰতিষ্ঠানসমূহে সমাদৰ লাভ কৰিছিল। প্ৰকৃততে দেশী-বিদেশী নিগমসমূহৰ বিপুলায়তন নিয়োগ ক্ষেত্ৰ আৰু ইয়াৰ সম্প্ৰসাৰণৰ সম্ভাৱনাই ভাৰতৰ মধ্য শ্ৰেণীৰ মাজত এক উলহ-মালহৰ সৃষ্টি কৰিছিল।

এই উলহ-মালহৰ জোৱাৰক আমোলাতন্ত্ৰই বা ৰাজনীতিকসকলে ভেটা দি ৰাখিব পৰা কোনো ধৰণৰ সম্ভাৱনা বাস্তৱিকতে নাছিল আৰু তেনে কৰাৰ যুক্তিও আছিল দুৰ্বল।

শিক্ষাৰ ক্ষেত্ৰত ব্যক্তিগত খণ্ডৰ দ্ৰুত আৰু পুনৰ সলনি কৰিব নোৱাৰা প্ৰক্ৰিয়াক আইনগত স্বীকৃতিৰ প্ৰয়োজন নিশ্চয় আছে আৰু ইয়াক সৰ্বোচ্চ ন্যায়ালয়ৰ দুটা যুগান্তকাৰী ৰায়দানে নিশ্চিত কৰিলে। ইয়াৰে আটাইতকৈ গুৰুত্বপূৰ্ণ ৰায়দান হ'ল ২০০২ চনত টিএমএ পাই আৰু কৰ্ণাটক চৰকাৰৰ মোকৰ্দমাৰ ক্ষেত্ৰত দিয়া ৰায়। স্মৰ্তব্য যে এই গোচৰ ৰুজু কৰা হৈছিল ১৯৯৩ চনতে, গাট্ছ চুক্তি সম্পাদিত হোৱাৰ দুবছৰ পূৰ্বে।

১৯৯৩ চনতে আনহাতে আমাৰ আলোচ্য দ্বিতীয়টো গোচৰ ৰুজু কৰা হৈছিল। এই গোচৰটো উন্নিকৃষ্ণণৰ গোচৰ হিচাপে জনাজাত। (Unnikrishnan Case, 1993-4SCC 111) ২০০২ চনৰ ৰায়দানত এই উন্নিকৃষ্ণণ গোচৰৰ ৰায়টোক পুনৰ স্বীকৃতি প্ৰদান কৰা হয়।

এই ৰায় অনুসৰি শিক্ষাৰ দুটা ভাগ কৰা হয় ঃ প্ৰাথমিক শিক্ষা আৰু উচ্চ শিক্ষা। প্ৰাথমিক শিক্ষাক জন্মস্বত্ব হিচাপে অৱশ্যেই স্বীকৃতি দিয়া হয়; কিন্তু উচ্চ শিক্ষাক সেৱা হিচাপেহে স্বীকৃতি দিয়া হয়। এইটো স্পষ্ট যে ২০০২ চনৰ এই ৰায়দানে গাট্ছ চুক্তিৰ প্ৰতি পৰোক্ষভাৱে আইনগত মৰ্যাদা প্ৰদান কৰে। কাৰণ গাট্ছ চুক্তিয়ে ১৯৯৫ চনতে শিক্ষাক এক বাণিজ্যিক সেৱা হিচাপে মৰ্যাদা দিছিল।

২০০২ চনৰ ৰায়দানত প্ৰকৃততে ব্যক্তিগত খণ্ডৰ বিকাশৰ বাবে এক সলনি কৰিব নোৱাৰা গতিৰ সূচনা কৰা হয় আৰু

সাংবিধানিকভাৱে প্ৰায় সকলোবোৰ বিতৰ্কমূলক প্ৰশ্ন সামৰি লোৱা হয়।

ৰায়টোত যিবোৰ মৌলিক প্ৰশ্নৰ ক্ষেত্ৰত ব্যক্তিগত খণ্ডৰ সপক্ষে মত প্ৰদান কৰা হয় সেইবোৰ হ'ল ঃ

(এক) ব্যক্তিগত খণ্ডই শিক্ষালয় প্ৰতিষ্ঠা কৰাৰ অধিকাৰ আছেনে নাই? যদিহে আছে তেন্তে ইয়াৰ আইনগত ভিত্তি কি?

(দুই) ১৯৯৩ চনৰ উন্নিকৃষ্ণণ গোচৰ (Unnikrishnan Case, 1993-4SCC III) ৰ পুনৰ বিবেচনা কৰা হয়।

(তিনি) চৰকাৰী নিয়ন্ত্ৰণ ব্যক্তিগত খণ্ডৰ প্ৰতিষ্ঠানবিলাকত থাকিব লাগে নে নেলাগে? চৰকাৰী নিয়ন্ত্ৰণ কি পৰ্যায়লৈ বা কিমানলৈ থকা উচিত?

(চাৰি) ভাষিক আৰু ধৰ্মীয় সংখ্যালঘুৰ প্ৰতিষ্ঠান গঢ়ি তোলাৰ ক্ষেত্ৰত কোনটো ভিত্তিক গ্ৰহণ কৰা হ'ব — স্থানীয়, ৰাজ্যিক নে কেন্দ্ৰীয় বা সৰ্বভাৰতীয়?

(পাঁচ) সাহায্য নোপোৱা ব্যক্তিগত খণ্ডৰ প্ৰতিষ্ঠানবিলাকক প্ৰশাসনিকভাৱে ঠিক কোন পৰ্যায়লৈ নিয়ন্ত্ৰণ কৰা প্ৰয়োজন?

এই ৰায়দানত সংবিধানৰ ১৪, ১৫, ১৫ (১), ১৯, ১৯ (১) (চ), ১৯ (১) (ছ), ১৯ (৬), ২১, ২৫, ২৫ (১), ২৫ (২), ২৫ (২) (ক), ২৬ (১) (ক), ২৬ (খ), ২৬ (গ), ২৭, ২৮, ২৮ (১), ২৮ (২), ২৮ (৩), ২৯, ২৯ (১), ৩০, ৩০ (১), ৩২ (২), ৩২, ৪১, ৪৫, ৪৬, ১৩৪ (১), ৩৩৭ আদি উল্লেখযোগ্য ধাৰাবোৰ সামৰি লোৱা হয়। এই ৰায়দানৰ উল্লেখযোগ্য দিশবোৰ হ'ল [২] —

(এক) উন্নিকৃষ্ণণ ৰায়ৰ (১৯৯৩) এটা অংশ অৰ্থাৎ প্ৰাথমিক শিক্ষাক জন্মস্বত্ব স্বীকৃতি দিয়া হয়; কিন্তু উচ্চ শিক্ষাক সেৱা হিচাপেহে স্বীকৃতি দিয়া হয়।

(দুই) সংখ্যালঘুৰ প্ৰতিষ্ঠানসমূহে নিজকে ধৰ্মীয় বা সংখ্যালঘু গোটৰ পৰা ছাত্ৰ-ছাত্ৰীৰ নাম ভৰ্তি কৰিব পাৰিব; কিন্তু এক যুক্তিসংগত অনুপাতত অন্য ধৰ্ম আৰু ভাষাৰ ছাত্ৰ-ছাত্ৰীক নামভৰ্তিৰ সুযোগ দিব লাগিব।

(তিনি) নাগৰিকসকলে সংবিধানৰ ১৯ (১) ছ ধাৰা অনুসৰি শিক্ষা প্ৰতিষ্ঠান স্থাপন কৰিব পাৰিব আৰু পৰিচালনা কৰিব পাৰিব। শিক্ষাপ্ৰদান এক বৃত্তি; কিন্তু ব্যৱসায় বা বাণিজ্য নহয়।

(চাৰি) সংখ্যালঘুৰ প্ৰতিষ্ঠানৰ ক্ষেত্ৰত ৰাজ্যখনকহে এক গোট হিচাপে বা ভিত্তি হিচাপে গণ্য কৰা হ'ব, সমগ্ৰ ভাৰতক নহয়। গতিকে কেৱল ৰাজ্যখনৰ ছাত্ৰকহে নামভৰ্তি কৰিব পাৰিব, অন্য ৰাজ্যৰ ছাত্ৰক নহয়।

(পাঁচ) সংখ্যালঘু প্ৰতিষ্ঠানত চৰকাৰ বা বিশ্ববিদ্যালয়ে হস্তক্ষেপ কৰিব নোৱাৰিব। এই ধাৰণাটো ৰায়টোত নাকচ কৰা হয়। চৰকাৰ বা বিশ্ববিদ্যালয়ে বিদ্যায়তনিক প্ৰশ্নত হস্তক্ষেপ কৰিব পাৰিব।

(ছয়) চৰকাৰী সাহায্য নোপোৱা প্ৰতিষ্ঠানবিলাকৰ ক্ষেত্ৰত ব্যয় অনুপাতে মাচুল লগোৱাৰ ওপৰঞ্চিও উন্নয়নৰ বাবে এক মাচুল আৰোপ কৰিব পাৰিব। কিন্তু উপকাৰ পোৱা বাবে লগোৱা জনমূৰি মাচুল আদায় নাইবা মুনাফা অৰ্জন অবৈধ।

(সাত) উমেহতীয়া নামভৰ্তি পৰীক্ষাত উত্তীৰ্ণসকলৰ বাবে কিছু আসন সংৰক্ষিত ৰাখি বাকী আসনবিলাকত নামভৰ্তিৰ ক্ষেত্ৰত সঞ্চালকৰ লগত জড়িতসকলৰ যথোচিত স্বাধীনতা থাকিব — যদিও মেধাই হ'ব বিচাৰৰ মূল মাপকাঠি।

(আঠ) সংবিধানৰ ১৯(৬) ধাৰা অনুসৰি সঞ্চালকসকলৰ স্বাধীনতা থাকিব। তদুপৰি ছাত্ৰ-ছাত্ৰীক নামভৰ্তিৰ অনুমতি প্ৰদানৰ শেষ অধিকাৰ থাকিব বিদ্যালয়ৰ সঞ্চালকসকলৰ হাতত।

(ন) সাংবিধানিকভাৱে নামভৰ্তিকৰণৰ অধিকাৰ থকা ছাত্ৰ-ছাত্ৰীৰ বাবে আসন সংৰক্ষণ ৰখা বা নামভৰ্তিৰ সুবিধা দিয়াটো সাহায্য নোলোৱা ব্যক্তিগত খণ্ডৰ প্ৰতিষ্ঠানৰ ক্ষেত্ৰত মুক্ত থাকিব।

(দহ) নিজৰ কৰ্মচাৰী নিয়োগৰ ক্ষেত্ৰত ব্যক্তিগত খণ্ডৰ প্ৰতিষ্ঠানৰ স্বাধীনতা থাকিব। নিজৰ কৰ্মচাৰীৰ নিয়ন্ত্ৰণৰ বাবে নীতি-নিয়ম আদি প্ৰস্তুত কৰা আৰু সেইমৰ্মে ব্যৱস্থা গ্ৰহণৰ স্বাধীনতা ব্যক্তিগত খণ্ডৰ প্ৰতিষ্ঠানৰ থাকিব; কিন্তু কৰ্মচাৰীৰ আপত্তিবিলাক দূৰ কৰিবৰ বাবে জিলা ন্যায়াধীশৰ পৰ্যায়ৰ বিষয়াৰ তলত ট্ৰাইবুনেলত নিষ্পত্তি কৰাৰ ব্যৱস্থা থাকিব।

(এঘাৰ) শিক্ষক, চৰকাৰ আৰু বিশ্ববিদ্যালয়ৰ অপ্ৰয়োজনীয় নিয়ন্ত্ৰণৰ পৰা মুক্ত কৰিব। অগ্ৰহণীয় নিয়ন্ত্ৰণসমূহ হ'ল — মাচুলৰ এক কঠোৰ নীতি জাপি দিয়া, শিক্ষক আৰু পৰিচালনা কমিটি জাপি দিয়া, শিক্ষক আৰু কৰ্মচাৰীৰ নিযুক্তি জাপি দিয়া আদিও।

(বাৰ) চৰকাৰী সাহায্যপ্ৰাপ্ত ব্যক্তিগত খণ্ডৰ প্ৰতিষ্ঠানৰ ক্ষেত্ৰতহে চৰকাৰৰ ভূমিকা প্ৰশাসন আৰু পৰিচালনাৰ ক্ষেত্ৰত থাকিব। সাহায্য নোলোৱা প্ৰতিষ্ঠানবিলাকৰ ক্ষেত্ৰত নাথাকে।

(তেৰ) পৰিচালনা, নিয়োগ, নামভৰ্তি আদিত ব্যক্তিগত খণ্ডৰ প্ৰতিষ্ঠানৰ স্বায়ত্ততা থাকিব।

(চৈধ্য) চৰকাৰৰ নিয়ন্ত্ৰণৰ অধিকাৰসমূহ থাকিব; কিন্তু এই অধিকাৰসমূহ প্ৰতিষ্ঠানবিলাকক বাধা দিয়াৰ বাবে নহয় — সেইবোৰৰ মান উন্নত আৰু নিশ্চিত কৰিবৰ বাবেহে থাকিব।

এইবোৰ কথাই প্ৰমাণিত কৰে যে গাট্‌ছ চুক্তি হোৱাৰ পিছত প্ৰদান কৰা ঐতিহাসিক ৰায়টোত শিক্ষা ব্যক্তিগতকৰণৰ আদৰ্শক আইনগত স্বীকৃতি প্ৰদান কৰা হয়।

**সাংস্কৃতিক জীৱনত ব্যক্তিগতকৰণৰ কুফলবোৰ**

গাট্‌ছ চুক্তিৰ জৰিয়তে দৃশ্য-শ্ৰব্য সংযোগ মাধ্যমসমূহ সেৱা বুলি গণ্য কৰা হৈছে আৰু এইবোৰ বাণিজ্যৰ সমল হিচাপে গণ্য কৰা হৈছে। বাণিজ্যৰ সমল হিচাপে নিশ্চিতভাৱে এইবোৰৰ গণ উৎপাদন বা বৃহৎ পৰিসৰত উৎপাদন হয়। বৃহৎ পৰিসৰত উৎপাদন কেতিয়াও সম্ভৱ নহয়, যদিহে বৃহৎ কোম্পানীয়ে বৃহৎ পৰিমাণে উৎপাদন নকৰে।

বৃহৎ নিগমবিলাকে গীত, নৃত্য, ফেশ্বন তথা সাজপাৰ আৰু দেহ-সজ্জা এই সকলোবোৰ ক্ষেত্ৰতে প্ৰভাৱ বিস্তাৰ কৰে। ক্ৰীড়া, দেহ-সৌষ্ঠৱ প্ৰতিযোগিতা, সৌন্দৰ্য প্ৰতিযোগিতা এইবোৰো মূলতঃ কোম্পানীবিলাকৰ কাম। কোম্পানীবিলাকৰ পৃষ্ঠপোষকতা নহ'লে কোনো ক্ষেত্ৰতে তাৰকা (Star) সৃষ্টি নহয়। তাৰকা সৃষ্টিৰ এনে এটা প্ৰক্ৰিয়াত নিঃসন্দেহে বৃহৎ কোম্পানীবিলাকৰ কাম-কাজ, সিদ্ধান্ত আৰু উদ্দেশ্যৰ প্ৰভাৱ বিদ্যমান।

গাট্‌ছ চুক্তি হোৱাৰ পিছত সাংস্কৃতিক ক্ষেত্ৰতো বৃহৎ কোম্পানীবিলাকৰ সুযোগ বাঢ়িল। কাৰণ এতিয়া বিদেশী প্ৰত্যক্ষ বিনিয়োগ সম্ভৱ হ'ল। ইয়াৰ ফলত কি হ'ব পাৰে বা নোৱাৰে — সেই বিষয়ে নিশ্চিতভাৱে তেনে ব্যক্তিয়েহে বক্তব্য আগ বঢ়াব পাৰিব — যাৰ স্বাধীন চিন্তা দেশী-বিদেশী ব্যক্তিগত খণ্ডৰ বিনিয়োগৰ বিৰোধী।

শিক্ষাৰ ক্ষেত্ৰত ব্যক্তিগতকৰণৰ যিদৰে ভীষণ কুফল আছে, ঠিক সেইদৰে সাংস্কৃতিক জীৱনতো গভীৰ আৰু ব্যাপক প্ৰভাৱ বিস্তাৰ কৰে।

বৃহৎ কোম্পানীবিলাকৰ কু-প্ৰভাৱত নব্য-ঔপনিবেশিক প্ৰভাৱ বিস্তাৰিত হ'বনে নাই সেই কথা প্ৰথমে প্ৰকাশ্য নহ'বও পাৰে। বৃহৎ কোম্পানী মানে কি সেই কথা আমি জানো। গতিকে এই কোম্পানীবিলাকে ভিডিঅ', চিনেমা, দূৰদৰ্শন সকলোতে প্ৰত্যক্ষ প্ৰভাৱ বিস্তাৰ কৰিলে তাৰ পৰিণতি কি হ'ব সেয়া সহজে অনুমেয়।

**ব্যক্তিগতকৰণ আৰু সামাজিক ঔপনিবেশিকতা**

অৰ্থনৈতিক আৰু ৰাজনৈতিক অৱদমন আৰু নিয়ন্ত্ৰণ প্ৰত্যক্ষভাৱে দীৰ্ঘকাল ধৰি চলি থাকিলে তাৰ সাংস্কৃতিক প্ৰভাৱ পৰিবনে নপৰে? বহুতে ভাৱে — চাহাববোৰ আহিল আৰু গ'ল। আৰু কি প্ৰভাৱ থাকিব পাৰে? এইবোৰ হ'ল উপৰুৱা দৃষ্টিভংগী। যথাৰ্থ গুৰুত্ব সহকাৰে আমাৰ নিজৰ বৰ্তমান অস্তিত্ব বিশ্লেষণ কৰি চালেই আমি দেখা পাওঁ যে আমাৰ জীৱন চৰ্যাৰ সকলো দিশতে ঔপনিবেশিক যুগৰ প্ৰত্যক্ষ প্ৰভাৱ বিদ্যমান। ইংৰাজৰ ৰাজনৈতিক উপনিবেশে আমাৰ ৰীতি-নীতি, ৰুচি-অভ্যাস, উৎসৱ-পাৰ্বন, সাজ-পাৰ, ভাষা, নৃত্য-গীত সকলোৰে ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে।

আমাৰ 'ইণ্ডিয়া' নামটোৰ পৰাই আলোচনা আৰম্ভ কৰিব পাৰোঁ। ভাৰত নামটো চাহাবহঁতে 'ইণ্ডিয়া' কৰিলে সিন্ধুক 'ইন্দাছ', গংগাক 'গেংগেজ', সিংহলক কৰিলে 'চিল'ন'। ভাৰতৰ বাহিৰেও অন্যান্য দেশবোৰতো আমি দেখা পাওঁ আধিপত্যবাদৰ কবলৰ পৰা সকলো দেশতে মৌলিকত্ব নাশ কৰি; কেতিয়াবা কেতিয়াবা অৱমাননাসূচকভাৱে একোটা শব্দ ব্যৱহাৰ কৰি ঔপনিৱেশিক যুগৰ ক্ষতচিহ্ন ৰাখি থোৱা হয়। স্পেনিয়াৰ্ড বিলাকৰ আধিপত্য থকা বাবেই দক্ষিণ আমেৰিকাক লেটিন আমেৰিকা বোলা হয়, তেন্তে তাৰ তাৎপৰ্য ভাৰতক 'ইণ্ডিয়া' বোলাৰ সমাৰ্থক। ভাৰতত এই প্ৰক্ৰিয়াটোৱে ৰাজনৈতিক ৰূপ লাভ কৰে ইংৰাজ, ফৰাচী আদি ঔপনিবেশিক শক্তিবোৰে প্ৰৱেশ কৰাৰ লগে লগে।

এছিয়া আৰু আফ্ৰিকাৰ পুৰণি উপনিবেশবিলাকত দেখা যায় উপনিবেশৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণ অন্ত পৰাৰ লগে লগে দক্ষিণ আফ্ৰিকা, জিম্বাবোৱে আদি দেশৰ বাহিৰে প্ৰায় সকলো ঠাইতে থলুৱা চৰকাৰ হৈছে। দক্ষিণ আমেৰিকাৰ ক্ষেত্ৰত কিন্তু সেইটো হোৱা নাই। উপনিবেশৰ অৱসান ঘটাৰ পিছত তাত ইউৰোপীয় বংশোদ্ভৱ লোকেই শাসন চলাইছে। এছিয়া, আফ্ৰিকাত ইউৰোপীয় মানুহবোৰ নাই, কিন্তু ইউৰোপীয় ভাষা কোৱা দেশী চাহাববোৰ আছে — যি পাপা, মামা ব্যৱহাৰ কৰে পিতৃ-মাতৃৰ ঠাইত। যোৱা বছৰ দুটাত আমি অসমতে দেখা পাইছোঁ — সৌন্দৰ্য প্ৰতিযোগিতা পতাৰ ধুম উঠিছে। নাৰীদেহৰ সৌন্দৰ্য প্ৰতিযোগিতাৰ সদায় পৃষ্ঠপোষকতা কৰি আহিছে কিছুমান বহুৰাষ্ট্ৰীয় কোম্পানীয়ে; আনকি নগ্ন নৃত্য-গীতৰো পৃষ্ঠপোষকতা কৰে এনে কোম্পানীবিলাকে। মুম্বাইত গৈ সৌন্দৰ্য প্ৰকাশৰ বা প্ৰতিদ্বন্দ্বিতাৰ প্ৰশিক্ষণ লৈ অহাৰ প্ৰচেষ্টা কৰা লোকৰ প্ৰচেষ্টাও অতি প্ৰকট। এগৰাকী ডেকা অধিবক্তাই এনে প্ৰৱণতাৰ বিৰুদ্ধে কৰা একক জেহাদৰ কথাও আমি জানো। আনকি পেপ্‌চিয়ে পৃষ্ঠপোষকতা কৰা 'ভেংগাবয়জ'ৰ প্ৰদৰ্শনীৰ তীব্ৰ বিৰোধিতা কৰা যুৱক-যুৱতীৰ বিৰোধিতাৰ তীব্ৰতাও আমি দেখা পাইছোঁ। কিন্তু এয়া আশ্বস্ত হ'ব পৰাকৈ একো নহয়।

প্ৰকৃত কথা — বৰ্তমান বিশ্বত এক বৃহৎ গোলকীয় অভিযান চলিছে এশ পঞ্চাশটা মান বৃহৎ গোলকীয় বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানৰ। এই প্ৰতিষ্ঠানবিলাকৰ ভিতৰত সৰ্ববৃহৎ ছয়াশীটা কোম্পানী আমেৰিকা যুক্তৰাষ্ট্ৰৰ। এই কোম্পানীবিলাকৰ লগত সহযোগিতা কৰা দেশী সহযোগী (কলাবৰেটৰ) আৰু বিদেশত শিক্ষা, প্ৰশিক্ষণ আৰু বিত্ত সংগ্ৰহ কৰি দেশলৈ উভতি অহা প্ৰবাসী ভাৰতীয়সকলৰ লগতে আমাৰ মহানগৰ, নগৰ আৰু অৰ্ধ নগৰবিলাকত বসবাস কৰা প্ৰায় পঁচিশ কোটি মানুহ আছে — যি ইতিমধ্যে গোলকীয় সা-সুবিধা, পণ্য আৰু সেৱা ব্যৱহাৰ কৰি ভোগবাদী হৈ পৰিছে। এই ভোগবাদ ইষ্ট-ইণ্ডিয়া কোম্পানী প্ৰৱেশৰ সময়ত সূচনা হোৱা পতনৰ ধাৰাবাহিকতা মাত্ৰ।

এওঁলোকে ভাৰতীয় সভ্যতা-সংস্কৃতিৰ পশ্চিমীয়াকৰণ বা আমেৰিকানাইজেছন প্ৰায় সম্পূৰ্ণ কৰিছে। এতিয়া আমাৰ ৰাজহুৱা আৰু ব্যক্তিগত খণ্ডৰ দূৰদৰ্শন, ভিডিঅ' তথা অডিঅ' কৃষ্টি, নৃত্যানুষ্ঠান, সংগীতানুষ্ঠান, উৎসৱ, নাৰীদেহৰ সৌন্দৰ্য প্ৰতিযোগিতা — এই সকলোবোৰ পশ্চিমীয়া ধৰণে হয়। আমাৰ ক্লাববোৰত পশ্চিমীয়া উদ্দাম-উল্লাস, নগ্নতাৰ তথা সুৰা আৰু নৃত্যৰ পয়োভৰ।



আমি পশ্চিমীয়া ধৰণে 'নিউ ইয়েৰ্ছ ডে' পতাত অভ্যস্ত। পশ্চিমীয়া সংগীতৰ তালে তালে পশ্চিমীয়া সাজ পিন্ধি, চুলি চুটি কৰি, বক্ষ-নিতম্বৰ দৌৰ প্ৰদৰ্শন কৰি নচাত আমাৰ একাংশ ডেকা-গাভৰু অভ্যস্ত। আমাৰ ধ্ৰুপদী নৃত্য, নাট্য, সংগীত কলা অৱহেলিত — সেইবোৰ ভবা হয় অনগ্ৰসৰতাৰ চিহ্ন বুলি। মাজতে আমি দেখা পাইছিলোঁ এগৰাকী ডেকা বুদ্ধিজীৱীৰ ধৰফৰণি, তেওঁ বোলে দুৰ্গা পূজাৰ জাক-জমকতা সহ্য কৰিব নোৱাৰে, মানুহৰ ভিৰ সহ্য কৰিব নোৱাৰে! কিন্তু তেওঁ 'নিউ ইয়েৰ্ছ ডে'ৰ উদ্দামতা কোনোদিনে বেয়া পোৱা নাই, সুৰাপান কৰি ক্লাবত নচাৰ কোনোদিনে বিৰোধিতা কৰা নাই। মোৰ প্ৰশ্ন হ'ল কৃষ্টিৰ মৌলিকতা ভিত্তিক। আমাৰ দেশৰ কৃষ্টিৰ কিছুমান মৌলিক মানৱীয় গুণ লক্ষণ আছে, ভোগবাদৰ পৰা উৰ্ধত এই লক্ষণবোৰ কলা-সুলভতা, বিনয় আৰু নমনীয়তাৰ মাজেদি প্ৰতিভাত হয়। এইবোৰ নগ্নতাৰ পৰা মুক্ত। পশ্চিমীয়া দেশত নিজা প্ৰয়োজনত ক্লাববোৰত তেওঁলোকে কি কৰে সেয়া আমাৰ প্ৰথম বিচাৰ্য বিষয় নহয়। প্ৰথম বিচাৰ্য বিষয় হ'ল — আমি আমাৰ নমনীয়, সুন্দৰ ধ্ৰুপদী আৰু অ-ভোগবাদী কৃষ্টিক বিসৰ্জন দি কিয় পশ্চিমীয়া আমেৰিকান ভোগবাদক আঁকোৱালি লৈছোঁ?

তাৰ উত্তৰ বিচাৰি আমাৰ এই প্ৰচেষ্টা। বস্তুতে সুবিধাভোগী শ্ৰেণীৰ লোক হিচাপে এই ভোগবাদী বজাৰখনত সন্তুষ্ট হৈ আছে। তেওঁলোকে নিজা ৰীতি-নীতি, সভ্যতা সকলোকে বিসৰ্জন দিছে। এই প্ৰশ্নটোৰ সম্যক উপলব্ধিৰ বাবে পুনৰ পেপ্‌ছিৰ প্ৰসংগলৈ আহোঁ। পানীয় বা শীতল পানীয়ৰ বজাৰখন বৃহৎ বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠান আৰু এইবোৰৰ সহযোগী বৃহৎ ভাৰতীয় প্ৰতিষ্ঠানে দখল কৰি আছে। গতিকে আমি ক'ত বিৰোধিতা কৰা উচিত সেয়া ওলাই আছে; কিন্তু আমাৰ ৰুচি, অভ্যাস — এইবোৰ যদি পশ্চিমীয়া হয়?

আজিকালি আমাৰ প্ৰায় সকলো চহকী মানুহে কিনা পানী খায়। পান কৰা পানীখিনি পৰিষ্কাৰ কৰি লোৱা ঘৰুৱা ব্যৱস্থাবোৰ নথকা বাবে অথবা ইতিমধ্যে পানীৰ ক্ষেত্ৰতো বজাৰৰ বিকাশ হোৱা বাবে ইতিমধ্যে আমি পশ্চিমীয়া ফান্দত পৰিছোঁ। পণ্যৰ সকলোতে যিহেতু পশ্চিমীয়া ভাল বুলি প্ৰমাণিত হৈছে, গতিকে আমি পশ্চিমমুখী হৈছোঁ। অতিথিক টেবুলত বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানে যোগান ধৰা পানী দিলে সেয়ে আচৰিত হোৱাৰ অৱসৰ ক'ত?

কৃষকৰ বীজ, ট্ৰেক্টৰ, হাৰ্ভেষ্টাৰ, কম্বফিচাৰ, পানী যোগান যন্ত্ৰ, ৰাসায়নিক সাৰ, ৰাসায়নিক কীটনাশক — কোনে যোগান ধৰে? উদ্যোগৰ বাবে প্ৰক্ৰিয়া আৰু প্ৰযুক্তি কোনে যোগান ধৰে? ইলেক্ট্ৰনিক উদ্যোগ আৰু টেলি-সংযোগ তথা তথ্য-প্ৰযুক্তিৰ বাবে মৌলিক প্ৰক্ৰিয়া আৰু প্ৰযুক্তি — আহিলা-পাতি ক'ৰ পৰা আহে? মটৰ গাড়ীৰ আহিলাপাতি ক'ৰপৰা আহে? প্ৰসাধন সামগ্ৰী ক'ৰ পৰা আহে?

গোলকীয় প্ৰতিষ্ঠানবিলাকৰ প্ৰভাৱ কিয় বাঢ়িছে, ই আমাক ক'লৈ লৈ যাব — তাৰ উত্তৰ বিচৰাটো নিতান্ত প্ৰয়োজনীয় বৌদ্ধিক কৰ্ম।

নোৱাম চমস্কিয়ে এটা কথা উল্লেখ কৰিছে — যে 'ৰাইজৰ দায়িত্ব' আৰু 'বুদ্ধিজীৱীৰ দায়িত্ব'ৰ মাজত এটা পাৰ্থক্য বিদ্যমান। বুদ্ধিজীৱীসকল বিশেষ পাৰংগত ব্যক্তি। এওঁলোকক গণতন্ত্ৰ বা পশ্চিমীয়া আৰ্থিক ব্যৱস্থাটোৱে দিছে তথ্যপ্ৰাপ্তিৰ স্বাধীনতা আৰু নিজকে প্ৰকাশ কৰাৰ বা বিবেকৰ স্বাধীনতা। এওঁলোকে বৰ্তমান বিশ্বৰ অসত্য প্ৰচাৰৰ সকলো মাধ্যমৰ তলি উদঙাই দিব পাৰে। গতিকে ৰাইজক দায়বদ্ধ কৰিবৰ বাবে বুদ্ধিজীৱীয়ে নেতৃত্ব দিব পাৰে। সাধাৰণ ৰাইজৰ এই সুবিধা নাই।

আমি এই ধৃষ্টতা প্ৰকাশ নকৰোঁ যে বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানৰ গোলকীয় প্ৰসাৰ আৰু নিয়ন্ত্ৰণৰ কৌশল উন্মোচিত কৰাত আমাৰ এই প্ৰচেষ্টাই যথেষ্ট। তথাপি সেই লক্ষ্য আগত ৰাখি আমি এই ৰচনা ৰাইজৰ সন্মুখত দাঙি ধৰিছোঁ।

### গোলকীয় প্ৰত্যক্ষ বিনিয়োগ ঃ ভাৰতত ইয়াৰ কু-প্ৰভাৱ

নতুন আন্তঃৰাষ্ট্ৰীয় অৰ্থনৈতিক ব্যৱস্থা (New International Economic Order বা NIEO) বা নিঅ'ৰ এটা প্ৰধান বিভাজন তথা ৰাষ্ট্ৰৰ সীমাই সৃষ্টি কৰা বিভাজন তথা পাৰ্থক্য ক্ৰমান্বয়ে বিলুপ্ত কৰি সুষম কৰ, বিনিয়োগ আৰু বাণিজ্য, মুক্ত বিনিয়োগ আৰু ন্যূনতম চৰকাৰী হস্তক্ষেপৰ পৃষ্ঠপোষকতা কৰে।

প্ৰত্যক্ষ বিদেশী বিনিয়োগ (Foreign Direct Investment) হ'ল সহজ ভাষাত বিদেশী প্ৰতিষ্ঠানবিলাকৰ প্ৰত্যক্ষ বিনিয়োগ। এই বিদেশী প্ৰতিষ্ঠানবিলাক হ'ল পূৰ্বৰ অধ্যায়ত উল্লেখ কৰা বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাক। এই বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলকৰ পেট্ৰলিয়াম আৰু অন্যান্য খনিজ দ্ৰব্য, ইলেক্ট্ৰনিক সা-সামগ্ৰী (ৰেডিঅ', টেলিভিশ্বন, টেপ-ৰেকৰ্ডাৰ, ভিডিঅ' ৰেকৰ্ডাৰ আৰু প্লেয়াৰ, ইলেক্ট্ৰিকেল সা-সামগ্ৰী, টেলি-কমিউনিকেছন সা-সামগ্ৰী, ইনফৰমেছন টেকন'লজী তথা কম্পিউটাৰ উদ্যোগ, প্ৰতিৰক্ষা সা-সামগ্ৰী তথা অস্ত্ৰ-শস্ত্ৰ, ঔদ্যোগিক অভিযান্ত্ৰিক সা-সামগ্ৰী তথা আহিলা-পাতি, ৰাসায়নিক দ্ৰব্য, কীটনাশক, ঔষধ উদ্যোগ, পেইণ্ট আৰু বাৰ্ণিছ, যান-বাহন - দুচকীয়া, তিনিচকীয়া, চাৰিচকীয়া আৰু মালবাহী মটৰ, ৰে'ল তথা ৰে'ল ইঞ্জিন, উৰাজাহাজ নিৰ্মাণ, পানী জাহাজ নিৰ্মাণ, মহাকাশ গৱেষণা আৰু মহাকাশ যান উদ্যোগ, গৱেষণা আৰু প্ৰক্ৰিয়া উন্নয়ন, ৰাসায়নিক আঁহ আৰু ৰাসায়নিক বস্ত্ৰ উদ্যোগ, উৎপাদিত তথা সংশ্লেষিত খাদ্য, কৃষিৰ যন্ত্ৰপাতি, আহিলা আৰু বীজ — আদি সকলো ক্ষেত্ৰতে অখণ্ড ৰাজত্ব।

নিঅ'ৰ সামগ্ৰিক ব্যৱস্থাৱলীৰ জৰিয়তে সৃষ্টি হোৱা উদাৰ পৰিস্থিতি প্ৰকৃতাৰ্থত বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকৰ বৰ্ধিত আকাংক্ষাক পৰ্যাপ্ত সুযোগ দিবৰ বাবেই সৃষ্টি কৰা হৈছে। এই ব্যৱস্থাত আন্তঃৰাষ্ট্ৰীয়







ক্ষেত্ৰত আমদানি-ৰপ্তানিৰ শতকৰা ৭৫ ভাগ বিশ্বৰ বৃহত্তম একোটা বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানেই নিয়ন্ত্ৰণ কৰে। কাৰ্যতঃ দেখা যায় যে বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাক নিজেই আমদানি কৰোঁতা আৰু ৰপ্তানি কৰোঁতা। বৰ্তমান বিশ্বৰ বাণিজ্যৰ পঁয়সত্তৰ শতাংশতকৈ অধিক নিয়ন্ত্ৰণ কৰে বৃহৎ বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকে। এয়া প্ৰতিষ্ঠানবিলাকৰ নিকা আমদানি আৰু ৰপ্তানি।

বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকে কেবাটাও কাৰণত সম্প্ৰতি বিশ্বৰ অনুন্নত দেশবিলাকত বিনিয়োগ কৰে। এই কাৰণবিলাক হ'ল —

(১) অনুন্নত দেশবিলাকৰ কিছুমানত নিপুণ শ্ৰমিকৰ অভাৱ নাই আৰু এনে শ্ৰমিকৰ দৰমহা তুলনামূলকভাৱে উন্নত দেশতকৈ কম।

(২) খনি প্ৰধান আৰু কৃষি তথা বনজ কেঁচা সামগ্ৰী প্ৰধান ক্ষেত্ৰত কেঁচামালৰ ওচৰে-পাজৰে বিনিয়োগ কৰাটো সুবিধাজনক আৰু লাভজনক।

(৩) উন্নতিশীল দেশবোৰত নতুন চহকী শ্ৰেণীৰ বিকাশ হৈছে। ভাৰত, ব্ৰাজিল, মেক্সিকো, চীন, ইন্দোনেছিয়া, থাইলেণ্ড আদিৰ স্থানীয় বজাৰখন সমৃদ্ধ, বহুমুখী আৰু সম্ভাবনাৰে ভৰা। গতিকে এইবোৰ দেশলৈ উৎপাদিত পণ্য ৰপ্তানি কৰাতকৈ বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকে এনে বজাৰত একোটা শাখা প্ৰতিষ্ঠান নাইবা সহযোগিতাৰ জৰিয়তে একোটা উদ্যোগ-প্ৰতিষ্ঠান গঢ়ি তোলা অতীৱ লাভজনক।

(৪) ভাৰতৰ দৰে দেশত 'ষ্টক মাৰ্কেট'ৰ বিকাশ ঘটিছে। সমাংশ বা প্ৰতিভূতিত বিনিয়োগ কৰি বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকে লভ্যাংশ নিজ দেশলৈ বিনিয়োগকাৰীয়ে পঠাব পাৰে। আনকি উদ্যোগৰ মালিকী স্বত্ব হস্তান্তৰ পৰ্যন্ত কৰিব পাৰে।

উল্লিখিত সকলোবোৰ কাৰণতে বিদেশী প্ৰতিষ্ঠানবিলাকে দেশৰ অভ্যন্তৰত বিনিয়োগ কৰিবলৈ আহিব পাৰে। যিহেতু বিনিয়োগৰ জৰিয়তে বৈধ উপায়েৰে মুনাফা অৰ্জন আৰু লভ্যাংশ অৰ্জন তথা এনে মুনাফা লভ্যাংশ নিজ দেশলৈ প্ৰেৰণ চীন বা ভাৰতৰ দৰে দেশত কোনো অসুবিধা নাই — গতিকে বিদেশী প্ৰতিষ্ঠানবিলাকে কোনো জড়তা দেখুওৱাৰ প্ৰশ্নই বৰ্তমান নুঠে।

বিদেশী বা বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানৰ বিনিয়োগ কেবাপ্ৰকাৰৰ হ'ব পাৰে। প্ৰথমবিধ প্ৰত্যক্ষ বিনিয়োগ (Foreign Direct Investment) আৰু প্ৰতিভূতি বা সমাংশ (Share) ত বিনিয়োগ। ভাৰতৰ অৰ্থনীতিত দুয়োবিধৰ বিনিয়োগ কৰাৰ সুবিধা বিদেশী কোম্পানীবিলাকক দিয়া হৈছে যদিও মুক্ত বাণিজ্য ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ পিছত দ্ৰুত গতিৰে ভাৰতৰ অৰ্থনীতি উন্নত কৰাৰ হেঁপাহত প্ৰত্যক্ষ বিদেশী বিনিয়োগৰ ওপৰতহে মাত্ৰাধিক গুৰুত্ব দিয়া দেখা গৈছে। অৰ্থনীতি সম্পূৰ্ণ মুক্ত কৰি দি প্ৰত্যক্ষ বিনিয়োগ কৰিবলৈ দিলে দেশৰ ভিতৰলৈ পুঁজিৰ দ্ৰুত প্ৰবাহ বলে। এনে অন্তৰ্মুখী প্ৰবাহৰ ফলত দেশৰ বিদেশী মুদ্ৰাৰ ভঁৰাল গজগজীয়া হয়। সমাংশ বা প্ৰতিভূতিত বিনিয়োগেও দেশৰ বিদেশী মুদ্ৰাৰ ভঁৰাল টনকিয়াল কৰে যদিও এনে বিনিয়োগে আলাউদ্দিনৰ চাকিৰ দৰে ঐশ্বৰ্যৰ ধন নমাই নানে। বিত্তৰ বিপুল প্ৰবাহ সৃষ্টিৰ বাবে, মুক্ত বাণিজ্যৰ প্ৰবক্তাসকলে ভাবে যে সকলোবোৰ বাধা নিৰ্মূল কৰি দেশৰ বুকুখন উন্মোচিত কৰি দিব লাগে বিদেশীৰ বাবে। দেশৰ বিত্ত, বেংক, ষ্টক মাৰ্কেট, বৃহৎ, গধুৰ আৰু প্ৰধান শিল্প, ইন্ধন, বিদ্যুৎ আদিৰ দৰে গুৰুত্বপূৰ্ণ ক্ষেত্ৰত বৰ্তমান উন্মোচিত কৰি দিয়া হৈছে বিদেশী বিনিয়োগৰ বাবে। ৰিজাৰ্ভ বা সংৰক্ষিত ক্ষুদ্ৰ উদ্যোগৰ তালিকাখন ক্ৰমে সংকুচিত কৰি বৰ্তমান মাত্ৰ কেইপদমান সামগ্ৰীৰহে নামমাত্ৰ সংৰক্ষণ ৰখাৰ পৰা কিবা লাভ ভাৰতৰ হৈছে বা হ'ব বুলি ক'ব নোৱাৰোঁ। সকলো বৃহৎ গুৰুত্বপূৰ্ণ আৰু লাভজনক ক্ষেত্ৰত যদি বিদেশী বিনিয়োগ সম্পূৰ্ণ মুক্ত হয়, বিদেশী কোম্পানীবিলাকক যদি সকলো উৎপাদিত সামগ্ৰী ঘৰে ঘৰে বিক্ৰী কৰাৰ সুযোগ দিয়া হয়, তেন্তে দীৰ্ঘকালত যে দেশৰ উৎপাদন শিল্পই মাৰ খাব সেইটো প্ৰায় নিশ্চিত।

যদিওবা কিবা উদ্যোগে প্ৰতিদ্বন্দ্বিতাত টিকি থাকি ভাৰতৰ অৰ্থনৈতিক স্বাৱলম্বী কৰি ৰখাত সফলো হয়, তেতিয়াও বিপুল পৰিমাণৰ বিদেশী বিনিয়োগৰ অনিবাৰ্য পৰিণতি স্বৰূপে মুনাফা আৰু লভ্যাংশ বিদেশলৈ যাব। এইটো হ'ল বিদেশী বিনিয়োগৰ অনিবাৰ্য ফল। তদুপৰি দেশৰ মাটিত বিদেশী উদ্যোগী তথা ব্যৱসায়ী গভীৰভাৱে খোপনি পুতি বহি লৈ দেশৰ ৰাজনীতি তথা সমাজনীতি আৰু সংস্কৃতিৰ ওপৰতো দখল চলোৱাৰ সুযোগ সৃষ্টি হয়।

### গোলকীয় সভ্যতা অনুন্নত দেশত অসভ্যতাৰ বিকাশ আৰু থলুৱা কৃষ্টিৰ ধ্বংস সাধন

বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানসমূহৰ নেতৃত্বত সমগ্ৰ বিশ্বতে বজাৰ দখল, প্ৰত্যক্ষ বিনিয়োগ আৰু শাখা প্ৰতিষ্ঠান স্থাপন তথা পুঁজিৰ বজাৰত প্ৰৱেশৰ ফলত অনুন্নত দেশসমূহত কোনো ধৰণৰ অৰ্থনৈতিক বিকাশ নহয় — কথাটো ঠিক আক্ষৰিকভাৱে সত্য নহয়। অৰ্থনীতিবিদসকলৰ মাজত নব্য মাৰ্ক্সবাদী (Neo Marxist) হিচাপে জনাজাত প'ল বাৰাণ, প'ল চুইজি, মেক্‌ডফ আদিয়ে বিভিন্ন ধৰণে হোৱা শোষণৰ ফলত সৃষ্টি হোৱা অনগ্ৰসৰতাৰ ব্যাখ্যা কৰোঁতে এটা কথা অতি স্পষ্ট কৰি দি কৈছে যে অনুন্নত দেশবোৰৰ যি পৰিমিত সীমাবদ্ধ বিকাশ হয় সেয়াও প্ৰয়োজন (Local needs) ৰ লগত সংগতিপূৰ্ণ নহয়।

অনুন্নত অৰ্থনীতিত বিশেষকৈ ভাৰত, ব্ৰাজিল, মেক্সিকো, থাইলেণ্ড আদিৰ দৰে অৰ্থনীতিত বিপুল পৰিমাণৰ বিনিয়োগ হোৱা দেখা যায় বিভিন্ন খণ্ডত। আটাইতকৈ বেছি বিনিয়োগ হোৱা খণ্ড হ'ল ঔদ্যোগিক আন্তঃগাঁথনি — অৰ্থাৎ পৰিবহণ (জল, স্থল, ৰে'ল,



আকাশীযান) শক্তি উৎপাদন আদিত। এনে আন্তঃগাঁথনিয়ে স্থানীয় প্ৰয়োজনো পূৰণ কৰে। স্বাভাৱিকতে থলুৱা ব্যক্তিগত খণ্ড আৰু চৰকাৰে বিশ্ব বেংক তথা বিশ্বৰ বৃহৎ পুঁজিবাদী দেশৰ চৰকাৰ আৰু বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানৰ সাহায্যত গঢ় লৈ উঠা এনে ঔদ্যোগিক আন্তঃগাঁথনিৰ সুবিধা গ্ৰহণ কৰি কিছু উন্নয়নৰ প্ৰয়াস নিজেও কৰে। কিন্তু বেছি কৃতকাৰ্যতা ফুটি উঠা দেখা যায় থলুৱাসকলে সহযোগী (কলাবৰেটৰ) হিচাপে গঢ়ি তোলা ব্যৱস্থাবোৰত। গধুৰ শিল্প, পৰিবহণ, ইন্ধন উৎপাদনৰ পৰা আৰম্ভ কৰি সাধাৰণ খাদ্য, পানীয় উৎপাদনলৈকে সকলোতে এনে সহযোগিতা দেখা যায়। এই সহযোগিতাই হ'ল কম্পেডৰ নিৰ্ভৰশীল দালাল অৰ্থনীতিৰ মূল সম্পৰ্কৰ বুনিয়াদ। এইটো অতি স্পষ্টভাৱে যোৱা দশকটোত ফুটি উঠিছে যে অনুন্নত দেশবোৰত কৃষিখণ্ডত আৰু অন্যান্য খণ্ডত বিনিয়োগ বৃদ্ধি আৰু বিকাশৰ ফলত বিশ্বৰ বৃহৎ বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকক আকৃষ্ট কৰিব পৰাকৈ এটা বিত্তশীল শ্ৰেণীৰ জন্ম হৈছে। ভাৰতত তিনি-চতুৰ্থাংশ মানুহৰ দৰিদ্ৰতা প্ৰকট হোৱা সত্বেও এই বিত্তশালী শ্ৰেণীৰ বজাৰখনো যথেষ্ট ডাঙৰ — ২৪ কোটি চহকী ক্ৰেতাৰ বজাৰ। গতিকে এই বিশাল বজাৰখন দখলৰ বাবে বিশ্বৰ বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবোৰ বিভিন্ন খণ্ডত বিনিয়োগ কৰাৰ উপৰি পণ্য বিক্ৰীৰ বাবে প্ৰত্যক্ষভাৱে প্ৰতিদ্বন্দ্বিতাত নামিছে। আন্তঃগাঁথনিৰ উন্নয়ন এই ক্ষেত্ৰত বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠান আৰু পুঁজিবাদী বজাৰৰ বিকাশৰ অন্যতম চৰ্ত।

বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবিলাকৰ তথা বিশ্ব বেংক আৰু পুঁজিবাদী দেশসমূহৰ বিনিয়োগ স্থানীয় প্ৰয়োজনৰ লগত সংগতি ৰাখি নহয় — বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানৰ প্ৰয়োজনৰ বাবেহে হয়। পুঁজি, প্ৰযুক্তি, উৎপাদন প্ৰক্ৰিয়া, পণ্যৰ গুণাগুণ সকলো নিৰ্ণয় কৰে বৃহৎ প্ৰতিষ্ঠানবোৰে। উদাহৰণস্বৰূপে — বিগত দশকবোৰত আন্তঃগাঁথনিৰ পিছতে বৃহৎ বিনিয়োগ হোৱা ক্ষেত্ৰ হ'ল পৰ্যটন (Tourism) উদ্যোগ। এই উদ্যোগৰ বিকাশ হোৱাৰ লগে লগে বিপুল পৰিমাণৰ বিনিয়োগ পৰ্যটন উদ্যোগৰ প্ৰয়োজনীয় ভেটিটো গঢ়ি তুলিবৰ বাবে কৰা হয়। পৰ্যটন উদ্যোগে বিপুল পৰিমাণৰ বিদেশী মুদ্ৰাৰ আমদানি ঘটায়। নিয়োগ, বিনিয়োগ আৰু অৰ্থনৈতিক কাম-কাজৰ সম্প্ৰসাৰণ ঘটায়। কিন্তু পৰ্যটন উদ্যোগে থলুৱা জীৱনলৈ যিমান সমৃদ্ধি কঢ়িয়াই আনে, তাতকৈ বহু বেছি পৰিমাণে ক্ষতি সাধন কৰে থলুৱা কৃষ্টিৰ। ৰুচি, অভ্যাস, ৰীতি-নীতি, সাজ-পোছাক, খাদ্যাভ্যাস সকলো সলনি কৰি থলুৱা কৃষ্টিক পশ্চিমীয়া ৰূপ দিয়ে। বৃহৎ ব্যৱসায় প্ৰতিষ্ঠানবিলাকৰ নেতৃত্বত পণ্য জনপ্ৰিয়কৰণৰ কাৰণে ক্লাব,বিভিন্ন সৌন্দৰ্য প্ৰতিযোগিতা, তথাকথিত সংগীত নৃত্যানুষ্ঠান, ফেশ্বন শ্ব' আদিৰ আয়োজন কৰি প্ৰকৃততে থলুৱা কৃষ্টি, ৰীতি-নীতি, ৰুচি আৰু অভ্যাস আদি সলনি কৰি দিয়ে। অকল পৰ্যটন উদ্যোগত প্ৰৱেশ কৰা বিদেশী বৃহৎ প্ৰতিষ্ঠানেই নহয়, অন্য সকলো ক্ষেত্ৰতে বৃহৎ বহুৰাষ্ট্ৰীয় প্ৰৱেশে থলুৱাৰ সৰ্বস্ব নিঃশেষ কৰি পশ্চিমীয়াকৃত কৰে।

প্ৰকৃততে জোৰ পূৰ্বক বা কৌশলপূৰ্ণ ব্যৱস্থা প্ৰয়োগ নকৰাকৈয়ো পশ্চিমীয়া বৃহৎ নিগমবিলাকৰ প্ৰচেষ্টাত হোৱা দ্ৰুত বিকাশ তথা উন্নয়নে থলুৱা কৃষ্টিৰ পতন ঘটাব পাৰে। প্ৰকৃততে বিদেশী চাক-চিক্য, গতি আৰু ৰং-ৰূপ দেখি আমাৰ ২৪ কোটি বিত্তশালী চহকী লোকে মুগ্ধ হোৱা আৰু পশ্চিমীয়া হোৱাতে প্ৰক্ৰিয়াটো শেষ নহয়। এটা 'মিছা মান' (False Status) বা মৰ্যাদাৰ ধাৰণা বিদেশীক অনুকৰণ কৰাসকলৰ মাজত গঢ় লয়। এইটো হ'ল বিদেশীক দেখি গা কৰি উঠা কাৰবাৰ। নিতম্ব আৰু বক্ষৰ বুজনভাগ দেখুৱাই সাজ পিন্ধে, তাকে দেখি আমাৰ ৰূপহীহঁতে যদি এটা 'মিছা মৰ্যাদা'ৰ ৰোগত ভুগি নিজেও নিতম্ব আৰু বক্ষ উলিয়াই নাচিবলৈ ধৰে তেন্তে আমি তাক কৃষ্টিৰ বিকাশ বুলি ক'ম নে? নিশ্চয় নকওঁ। ই হ'ল কৃষ্টিৰ বিকাশৰ নামত কাউৰীৰ ম'ৰা ছালি।

চহকীসকলৰ নগৰীয়া সমাজখনত হোৱা এই কাউৰীৰ ম'ৰা ছালিৰ এটা প্ৰদৰ্শন প্ৰভাৱ (Demonstration effect) আছে। প্ৰদৰ্শন প্ৰভাৱৰ কথাটো আমাৰ এফাঁকি ফকৰাত সুন্দৰভাৱে ফুটি উঠিছে। সেয়া হ'ল — 'দেখাক দেখি উঠিল গা, কেতুৰীয়ে বোলে মোকো খা।' বিদেশীৰ বৰ ফেৰ দেখি আমাৰ চহকী বা ন-চহকীৰ গা উঠিল, আমাৰ নগৰীয়া চহকী বা ন-চহকীৰ গা উঠা দেখি গাঁও অঞ্চলৰ তথা নগৰৰ দৰিদ্ৰ শ্ৰেণীৰো গা বাই-জাঁই কৰিলে। ফলত সমাজৰ সকলো স্তৰতে বিয়পে বিষ।

নগৰীয়া ক্লাববোৰত, বৃহৎ বৃহৎ পৰ্যটনমুখী ৰেস্তোঁৰাবিলাকত সাধাৰণতে বৃহৎ বৃহৎ কোম্পানী বা নিগম বিলাকৰ পৃষ্ঠপোষকতাত নানা অনুষ্ঠান হয়। এইবোৰতে আমি দেখা পাইছোঁ ৰঘুমলাৰূপী 'হিন্দী-ইংলিছ' বা ইংলিচ কালচাৰ গঢ় লৈ উঠিছে — এইটো ভাৰতীয়ও নহয়, ইউৰোপীয়ও নহয়। সামগ্ৰিক বিচাৰ যৌন সৰ্বস্ব; তাতে পাৰত গজা। কিন্তু যেতিয়া জোতা, টুথপেষ্ট, পানীয় (শীতল আৰু গৰম দুয়োবিধ), পেইণ্টছ, সাজ-পাৰ, লিপ্‌ষ্টিক, কছ্‌মেটিকছ্ আদিৰ বেপাৰীয়ে নিজৰ সামগ্ৰী বিক্ৰীৰ উদ্দেশ্য ৰাখি এনে নিম্নমানৰ কৃষ্টিৰ আশ্ৰয় লয়, আমাৰ নব্য চহকীসকলেও মিছা মৰ্যাদাৰ ধাৰণাৰে পৰিচালিত হৈ এনে দুষ্কৃতিৰ অনুষ্ঠানকে কৃষ্টিৰ অমৃত বুলি উপভোগ কৰে — তেতিয়া তাৰ প্ৰভাৱ গাঁও আৰু নগৰৰ দৰিদ্ৰ আৰু অশিক্ষিত লোকৰ ওপৰতো পৰে। জহন্নামে যায় থলুৱা কৃষ্টি। পাৰত গজা 'কাছিনো কালচাৰ' হয় আমাৰ চাহ-জলপান, খাদ্য-পানীয়, জীৱনৰ সুধা।

শেহতীয়াভাৱে বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠান তথা পশ্চিমীয়া প্ৰতিষ্ঠানবিলাকৰ সামগ্ৰিক সাংস্কৃতিক নিয়ন্ত্ৰণৰ ক্ষেত্ৰ হৈ পৰিছে তথ্য প্ৰযুক্তিৰ ওপৰত নিয়ন্ত্ৰণৰ জৰিয়তে। ইলেক্ট্ৰনিক মাধ্যমসমূহত বিদেশীৰ অংশ কিমান বা থলুৱাৰ অংশ কিমান — প্ৰশ্নটো ঠিক





তেনেধৰণৰ নহয়। প্ৰকৃততে থলুৱা আৰু বিদেশী দুয়োটাৰে বিক্ৰী কৰাৰ সেৱাৰ প্ৰকৃতি একেটাই — ই পশ্চিমীয়া পণ্য। ভাৰতীয়সকলে বিক্ৰী কৰা পণ্যও এই ক্ষেত্ৰত পশ্চিমীয়া বহু ৰাষ্ট্ৰীয় সাঁচত গঢ় দিয়া। এই বিচাৰত ইলেক্ট্ৰনিক মাধ্যমসমূহৰ ৰুচি, সাজ-পাৰ, কথা-বতৰা সকলোখিনি পশ্চিমীয়া। ইলেক্ট্ৰনিক মাধ্যমে যিখিনি সম্পূৰ্ণ কৰা নাই, সেইখিনি সম্পূৰ্ণ কৰি পশ্চিমীয়াকৰণৰ ধাৰণাটোক এক পূৰ্ণ ৰূপ দিছে চিনেমা (পণ্যধৰ্মী চিনেমা), ভিডিঅ' কেছেট আৰু ক্লাববোৰে! ইংৰাজী ভাষা ইয়াৰ মাধ্যম যদিও হিন্দী আৰু অন্যান্য থলুৱা ভাষাই ইংৰাজীৰ লগত মিশ্ৰণ কৰাৰ এটা উপায় উলিয়াই লৈছে — যিটো আমি দেখা পাওঁ 'মুম্বাইৱালা' চিনেমাৰ ভাষাত। নৃত্য-গীতৰ সহচৰ সাজ-পাৰ, ভাষা, উপস্থাপনৰ ধৰণ, উদ্দামতা, নগ্নতা — সকলোতে এইবোৰ সম্পূৰ্ণ পাৰত গজা হোৱা বাবে এইবোৰে বহুৰাষ্ট্ৰীয় দৰ্শক আৰু বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানৰ পৃষ্ঠপোষকতা দুয়োটাই লাভ কৰে।

এইটো সত্য নহয় যে ৰেডিঅ', দূৰদৰ্শন আৰু ব্যক্তিগত খণ্ডৰ এনে প্ৰতিষ্ঠানবিলাকে তথ্য আৰু বা-বাতৰি প্ৰচাৰ কৰোঁতে বা বিভিন্ন কাৰ্যসূচীবিলাক যুগুতাওঁতে মূলতঃ পৃষ্ঠপোষকতাৰ প্ৰতি লক্ষ্য ৰাখে, নহ'লে ন্যূনতম মুনাফাও অৰ্জন কৰা সম্ভৱ নহয়। স্বাভাৱিকতে এনে এটা পটভূমিত বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানৰ বৰ্ধিত ভূমিকা, সম্প্ৰসাৰণ, সহযোগিতা তথা পণ্য — সেৱাৰ মুনাফান্বেষী উৎপাদন, বিতৰণ আৰু বিভিন্ন ক্ষেত্ৰত অবাধ মুক্ত বিনিয়োগৰ বিৰোধিতা ইলেক্ট্ৰনিক আৰু ছপা মাধ্যমসমূহে কৰিব নোৱাৰে। যিবোৰ মুক্ত বাণিজ্য আৰু বিনিয়োগৰ তথা পুঁজিবাদী সম্প্ৰসাৰণ আৰু উন্নয়নৰ বিৰোধিতা কৰে তেওঁলোকক বাদ দি আমি মূল ধাৰাটোত দেখা পাওঁ এক অবিৰাম, এক প্ৰকাৰ অৱধাৰিত আৰু সৰ্বগ্ৰাসী পণ্যমুখিতা বা ভোগবাদৰ বিকাশ।

এই পণ্যমুখী ভোগবাদেই হ'ল যৌন সৰ্বস্ব বা নগ্ন কৃষ্টিৰ মূল কাৰণ। পণ্য জনপ্ৰিয়কৰণতে এই নগ্নতা আৰু যৌনতাই হৈছে মূল আধাৰ — অন্যথা দ্ৰুতগতিৰে বজাৰ দখল কাহানিও সম্ভৱ নহয়।

আমাৰ এনে ধৰণৰ সিদ্ধান্তৰ অৰ্থ এইটো নহয় যে এই ব্যৱস্থাত কৃষ্টিৰ সামগ্ৰিক উন্নতি সাধন আৰু মানৱীয় সভ্যতাৰ বিকাশৰ বাবে বিত্ত আৰু প্ৰযুক্তি, বস্তুগত সম্পদ আৰু মানৱ সম্পদ ব্যৱহাৰ নহয়। সকলো ব্যৱহাৰ হয়। বহুমুখী বিকাশৰ সকলো সুবিধাই সৃষ্টি হয়। কিন্তু কৃষ্টিৰ প্ৰভাৱশালী ধাৰাটো হৈ পৰে মূলতঃ ভোগবাদী। ভোগবাদৰ কবলৰ পৰা মুক্ত, কলাধৰ্মী আৰু প্ৰতিবাদী দুটা ধাৰা আছে। দুয়োটাই শক্তিশালী হোৱাটো নিৰ্ভৰ কৰে আমাৰ শিল্পী, সাহিত্যিক, কলাকুশলী তথা বুদ্ধিজীৱীসকলে গ্ৰহণ কৰা ভূমিকাৰ ওপৰত।

প্ৰতিবাদী ধাৰা এটা বুদ্ধিজীৱীসকলে পৃষ্ঠপোষকতা নকৰে তেনে নহয়, তেনে শক্তিশালী ধাৰাও সময়ে সময়ে পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে — ভিয়েটনাম যুদ্ধৰ সময়ত আমেৰিকা যুক্তৰাষ্ট্ৰত বুদ্ধিজীৱী আৰু শিল্পী সাহিত্যিক আনকি ক্ৰীড়াবিদসকলে যুদ্ধৰ বিৰুদ্ধে গ্ৰহণ কৰা প্ৰতিৰোধমূলক ভূমিকাৰ কথা আমি ক'ব পাৰোঁ।

**অসমত কি হ'ব?**

ভাৰতৰ দৰে অৰ্থনীতিত প্ৰকৃততে বহু ধৰণৰ দ্বৈত (Dual) সম্পৰ্ক আৰু সংঘাত বিৰাজ কৰিছে। ইয়াত বিশেষভাৱে অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ দৰে ঠাইত কেৱল উন্নত উদ্যোগ খণ্ডৰ লগতে অনুন্নত কৃষিখণ্ডৰ সংঘাত বিৰাজ কৰা নাই। তেনে সংঘাত অৱশ্যেই আছে, কিন্তু তাতকৈও বেছি গুৰুত্বপূৰ্ণ সংঘাত বিৰাজ কৰিছে অতি পোনপটীয়াভাৱে — অতি উন্নত বিদেশী পুঁজিপতি বা বহুৰাষ্ট্ৰীয় প্ৰতিষ্ঠানসমূহৰ লগত দেশৰ অনুন্নত, কোনো কোনো অঞ্চলত অৰ্ধ-জনজাতীয় (Semi Tribal), কোনো কোনো অঞ্চলত অৰ্ধসামন্তীয় (Semi Federal) সমাজ এখনৰ। অসমৰ দৰে অৰ্থনীতিত এটা কথা অতি স্পষ্টভাৱে উল্লেখ কৰা ভাল হ'ব যে ইয়াৰ বিকাশ লাভ কৰা খণ্ডটো হ'ল উদ্যোগখণ্ড — য'ত পৃথিৱীৰ প্ৰায় এক চতুৰ্থাংশতকৈও অধিক চাহ উৎপাদন হয় আৰু ভাৰতৰ শতকৰা পঞ্চাশ ভাগতকৈও অধিক তেল তথা গেছ উৎপাদন হয়। ইয়াৰ লগতে আছে নগৰাঞ্চলত থিত লোৱা এজেণ্ট জাতীয় ব্যৱসায়ীসকল — যাক চৰিত্ৰগতভাৱে জাতীয় চৰিত্ৰহীন বা 'কম্প্ৰডৰ' — বহনীয়া পুঁজিপতি বুলি ক'ব পাৰি। ইয়াৰ এই চাহ খণ্ডটো বহুৰঙী। দেশী আৰু অসমীয়া পুঁজিপতিৰ লগতে ইয়াত অতীৱ শক্তিশালী বিদেশী পুঁজিপতিৰ প্ৰভাৱ বিদ্যমান। এই উদ্যোগৰ বিদেশী আৰু দেশী বৃহৎ চাহ উদ্যোগীসকলে লাভৰ অতি সামান্য অংশ এটাহে এই অঞ্চলত ৰাখে, প্ৰায় সকলোখিনিকে ৰাজ্যখনৰ বাহিৰলৈ উলিয়াই নিয়ে। আনহাতে, স্থানীয় পুঁজিপতিয়ে যি উৎপাদন কৰে, তাৰ ৰাহিখিনিও ৰাজ্যখনৰ কৃষিখণ্ডলৈ পৰিচালিত নহয়। ফলত কৃষিখণ্ড অনুন্নত, জন অধ্যুষিত, উন্নত প্ৰযুক্তিবিহীন আৰু অনুৎপাদনশীল হৈয়েই থাকি গৈছে। তেল আৰু গেছ খণ্ডটো আনহাতে ভাৰতীয় আমোলাতন্ত্ৰত তথা ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত। ইয়াৰো লাভৰ এটা সামান্য অৱহেলা কৰিব পৰা অংশহে ৰাজ্যখনৰ ভিতৰত থাকি যায়।

সকলোবোৰ বাহিৰলৈ ওলাই যোৱাৰ এনে সুৰুঙা থকা ব্যৱস্থাত সম্পূৰ্ণ মুক্ত প্ৰতিদ্বন্দ্বিতাই কি ফুল ফুলাব? প্ৰশ্নটোৰ উত্তৰ অতি পোনপটীয়াভাৱে দিলে আমি কি দেখা পাওঁ? আমি দেখা পাওঁ এক অন্তবিহীন পুঁজি বৰ্হিগমনৰ খেলা — যাৰ ফলত আগন্তুক দিনবোৰত তুলনামূলক অনগ্ৰসৰতা অধিক বাঢ়িব।

আমি এনে এটা সিদ্ধান্ত কৰাৰ কাৰণ কেইবাটাও। প্ৰধান কাৰণ অসমৰ উদ্যোগী শ্ৰেণীৰ অতি দুৰ্বল অবিকশিত অৱস্থা —



এই অবিকশিত দুৰ্বল শ্ৰেণীটোৱে মুক্ত প্ৰতিদ্বন্দ্বিতাৰ যুগত স্ব-প্ৰণোদিত বিকাশত আগভাগ ল'ব পাৰিব বুলি ভাবিবই নোৱাৰি।

ইয়াৰ উপৰি আন কেবাটাও প্ৰাসংগিক দিশ সামৰি আমি সমস্যাটো সহজবোধ্য কৰি তুলিব পাৰোঁ ঃ

অসমত অতি অবিকশিত খণ্ডটো হ'ল কৃষিখণ্ড। এই খণ্ডৰ এটা অংশ জনজাতীয় — য'ত এতিয়াও ঝুম খেতি হয়। আনটো অংশৰ ত্ৰিশৰ পৰা পঁয়ত্ৰিশ শতাংশ মাটিত দুতৰপীয়া খেতি হয়। এক চতুৰ্থাংশ মাটিত পানী যোগানৰ ব্যৱস্থা আছে। কৃষিৰ বহুমুখী সম্ভাৱনাক ইয়াত এতিয়াও ব্যৱহৃত কৰিব নোৱাৰাৰ মূল কাৰণ হ'ল বন্যা আৰু কৃষিৰ আন্তঃগাঁথনিসমূহৰ অনগ্ৰসৰতা। গতিকে এই কৃষিখণ্ডত ৰাহি বা উবৃত উৎপাদনৰ পৰিমাণ অতি সামান্য। পমুৱা, জনজাতীয়, অনুসূচিত জাতিৰ লোকসকল ছিন্নমূল অথবা দৰিদ্ৰতাৰ সীমাৰেখাৰ তলত।

এই কৃষি আৰু গ্ৰাম্য খণ্ডৰ বিপৰীতে চাহ উদ্যোগ, তেল আৰু গেছ উদ্যোগ সংগঠিত, তুলনামূলকভাৱে উন্নত। পৃথিৱীৰ ভিতৰত সৰ্বাধিক চাহ বাগিচা থুপ খাই থকা এটা ঠেক উৰ্বৰা উপত্যকা, খনিত তেল আৰু গেছত চহকী অঞ্চলটোত উদ্যোগী আৰু ব্যৱসায়ী (নগৰ-মহানগৰ কেন্দ্ৰিক) শ্ৰেণী মূলতঃ বহিৰাগত — হয় বিদেশী নহয় ভাৰতীয় মূলৰ। ভাৰতীয় মূলৰ সকলৰ এটা অংশৰ অসমত স্থায়ী অৱস্থান থাকিলেও বেছিভাগৰে স্থায়ী বাসস্থান অসমৰ বাহিৰত। খনি, উদ্যোগ আৰু ব্যৱসায়ৰ পিছতে আনটো গুৰুত্বপূৰ্ণ অৰ্থনৈতিক কৰ্মক্ষেত্ৰ হ'ল নিৰ্মাণ। নিৰ্মাণ উদ্যোগ মূলতঃ ঠিকাভিত্তিক। বৰ বৰ ঠিকাদাৰবোৰ বিদেশী কিম্বা ভাৰতত পঞ্জীভূক্ত বিদেশী কোম্পানী আৰু অসমৰ বাহিৰৰ ভাৰতীয় কোম্পানীয়েই লাভ কৰে। সামান্য সৰু সৰু ঠিকা আৰু যোগানৰ কামবোৰ অসমৰ ভিতৰৰ মানুহে পায় যদিও এইবোৰ ঠিকাদাৰবো মূলতঃ অসমৰ বাহিৰৰ পৰা অহা।

এই পটভূমিত আমি দেখা পাওঁ যে উদ্যোগ, বাণিজ্য, ঠিকা আদিত যি ৰাহি উৎপাদন হয় — সেয়া থলুৱাভাৱে কৃষিখণ্ড উন্নয়নৰ বাবে ব্যৱহাৰ নহয়, বা থলুৱা উদ্যোগীক উন্নয়নৰ বাবেও ব্যৱহাৰ নহয়। এই পুঁজি অসমৰ বাহিৰলৈ ওলাই যায়।

কৃষি অনুন্নত — ইয়াত ৰাহি উৎপাদন নহয়; উদ্যোগ, বাণিজ্য তথা ঠিকাৰ ধন আনহাতে বাহিৰলৈ ওলাই যায়।

আমাৰ অৰ্থনীতিত এই ধৰণৰ দ্বৈত (Dual) অৱস্থা বিৰাজ কৰা বাবেই মুক্ত অৰ্থনৈতিক ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ পিছতো ইয়াৰ বিকাশ স্বপ্ৰণোদিত নহয়।

বান-নিয়ন্ত্ৰণ, কৃষিৰ বহুমুখীকৰণৰ উদ্দেশ্যে কৃষিৰ আন্তঃগাঁথনিৰ উন্নয়ন সাধন, ঔদ্যোগিক উন্নয়ন স্ব-প্ৰণোদিত কৰিবৰ বাবে অনিবাৰ্য চৰ্ত স্বৰূপ। অথচ বান নিয়ন্ত্ৰণৰ দৰে কাৰ্যত বিপুল বিনিয়োগ কৰিবৰ বাবে ইয়াত ব্যক্তিগত খণ্ডও অনাগ্ৰহী আৰু সামৰ্থহীন, ৰাজহুৱা খণ্ডও বিত্তহীন। গোলকীয় উদাৰকৰণৰ পিছত যদি বিশ্বৰ বৃহত্তম বিত্তশীল সংস্থাটোৱে ব্ৰহ্মপুত্ৰ আৰু বিপুল সংখ্যাক উপনদীসহ অৱবাহিকাটোৰ জলশক্তি উন্নয়নৰ ন-সম্ভাৱনা সৃষ্টি কৰিলেহেঁতেন বহু উন্নতি হ'লহেঁতেন।

লাভান্বেষী মুক্ত প্ৰতিদ্বন্দ্বিতামূলক ব্যৱস্থা এটাত উল্লিখিতধৰণৰ বৃহৎ প্ৰকল্প ব্যক্তিগত খণ্ডত প্ৰতিৰোধ কৰাৰ সম্ভাৱনা নাই বুলিলেও ভুল নহয়। ৰাজহুৱা খণ্ডই তেনে এক প্ৰচেষ্টা হাতত ল'ব লাগিব, কিন্তু ৰাজহুৱা খণ্ডৰ তেনে প্ৰচেষ্টাত বৃহৎ বিত্তীয় প্ৰতিষ্ঠানবিলাকে সঁহাৰি দিয়াৰ কোনো সম্ভাৱনা নাই।

অসমৰ ঔদ্যোগিক সম্ভাৱনা তথা অৰ্থনৈতিক বিকাশৰ সম্ভাৱনাক সমূলি নাশ কৰা আন এটা মৌলিক কাৰণ হ'ল অসমৰ ভৌগোলিক অৱস্থান। এই ভৌগোলিক অৱস্থানৰ বাবেই অসমে অধিক পৰিবহণ ব্যয় উদ্যোগৰ কেঁচা সামগ্ৰী সংগ্ৰহ কৰোঁতেও ভৰিবলগীয়া হয় আৰু উৎপাদিত সামগ্ৰী বজাৰলৈ উলিয়াই নিওঁতেও ভৰিবলগীয়া হয়। অৰ্থাৎ সংগ্ৰহ ব্যয় (Assembly cost) আৰু বিতৰণ ব্যয় (Distribution cost) দুয়োটাই মাত্ৰাধিক বেছি। মুক্ত প্ৰতিদ্বন্দ্বিতা যিহেতু বজাৰ দৰৰ ক্ষেত্ৰত প্ৰতিদ্বন্দ্বিতা কৰিব পৰা ক্ষমতাৰ ওপৰত নিৰ্ভৰশীল, গতিকে অসমৰ এই ভৌগোলিক পৰিৱেশত পৰিবহণ ব্যয় মাত্ৰাধিক হোৱা অৱস্থাত, অসমত উৎপাদিত পণ্যই ভাৰতত বজাৰ দখলৰ সম্ভাৱনা ক্ষীণ। তথাপি ব্যয় হ্ৰাসকৰণৰ পৰ্যাপ্ত ব্যৱস্থা গ্ৰহণ কৰি চাহ আৰু প্ৰাকৃতিক গেছ আৰু খনিজ তেলৰ ওপৰত নিৰ্ভৰশীল ভটিয়নী উদ্যোগক কেন্দ্ৰ কৰি অসমৰ আৰ্থিক উন্নতি হ'ব পাৰে। একে সম্ভাৱনা সৰ্বাধুনিক ইলেক্ট্ৰনিক আৰু তথ্য প্ৰযুক্তি উদ্যোগৰ ক্ষেত্ৰতো আছে। কিন্তু এইবোৰ ক্ষেত্ৰতো অসমে বাহিৰৰ প্ৰতিদ্বন্দ্বিতামূলক বজাৰতকৈও থলুৱা বজাৰৰ ওপৰতে অধিক গুৰুত্ব দিব লাগিব।

থলুৱা বজাৰৰ সম্ভাৱনা ক'ত? থলুৱা বজাৰ কৃষিৰ বহুমুখীকৰণ আৰু উন্নয়নৰ ওপৰত নিৰ্ভৰশীল। গতিকে ঘূৰি ঘূৰি আমি একেটা প্ৰশ্নলৈকে আহোঁ যে ৰাজহুৱা প্ৰচেষ্টাৰে যদি নদীৰ জলশক্তি নিয়ন্ত্ৰণ, বিদ্যুৎ উৎপাদন, প্ৰযুক্তি কৌশলগত ৰূপান্তৰ সাধন, পানী যোগানৰ ব্যৱস্থা কৰা নহয়, তেন্তে কৃষিৰ ক্ষেত্ৰত কাম্য বিপ্লৱো কেৱল সপোন হিচাপেই থাকি যাব। কেৱল ব্যক্তিগতকৰণৰ জৰিয়তে ঔদ্যোগিক আৰু অৰ্থনৈতিক উন্নয়নৰ সপোন দেখাতো অসমত সেয়ে এটা কষ্টকল্প প্ৰয়াসৰ বাহিৰে আন একো নহয়।

কৃষি সংস্কাৰৰ প্ৰশ্নটো এই পটভূমিত কিছু পুংখানুপুংখ আলোচনা নকৰিলে অসমৰ কৃষিৰ বিকাশ তথা ঔদ্যোগিক বিকাশৰ সম্ভাৱনাৰ প্ৰসংগটো দুৰ্বোধ্য হৈয়েই থাকি যাব।

অসমৰ কৃষিৰ ক্ষেত্ৰত এটা খণ্ড বাগিচা শিল্প — বাণিজ্যিক বা পুঁজিবাদী কৃষি। এই খণ্ডটো পৃথিৱীৰ আটাইতকৈ দুখীয়া আৰু কম দৰ্মহা পোৱা শ্ৰমিক ব্যৱহাৰ কৰি ইংৰাজৰ দিনতে গঢ়ি তোলা হৈছিল। এই খণ্ডটো স্বাভাৱিক প্ৰতিযোগিতা তথা ভূমি





আত্মসাৎকৰণৰ জৰিয়তে সামন্ত শ্ৰেণীয়ে গঢ়ি তোলা নাই। ইয়াক ইংৰাজ ঔপনিৱেশিকতাবাদীসকলে চাহ খেতিয়কক বিপুল পৰিমাণৰ ভূমি প্ৰদান কৰি গঢ়ি তুলিছিল। গতিকে এই খণ্ডটো মূলতঃ ইংৰাজৰ কৃপাত গঢ় লোৱা আৰু ই স্থায়ীভাৱে অসমৰ কৃষিৰ উপযোগী ভূমিৰ দুই তৃতীয়াংশ গ্ৰাস কৰিছে। ইংৰাজ অহাৰ পূৰ্বে অসমত খাজনাৰ ব্যৱস্থা নাছিল। গতিকে খাজনা দিয়াৰ ব্যৱস্থা প্ৰৱৰ্তন কৰি খাজনা দিয়া ব্যক্তিকে মাটি পট্টন দিয়াৰ জৰিয়তে ইংৰাজে পুৰণি ৰাজতন্ত্ৰ আৰু ডাঙৰীয়াতন্ত্ৰৰ ভেটি চূৰমাৰ কৰিছিল আৰু নতুন মালিক শ্ৰেণীৰ বিকাশ ঘটাইছিল। এই শ্ৰেণীটোৰেই নেতৃত্বশীল অংশটো হ'ল চাহ খেতিয়ক।" ভূমিহীন কৃষকসকলৰ আনটো দিশত অৱস্থান কৰিছে ঔপনিৱেশিক যুগতে অহা চাহ শ্ৰমিক (প্ৰাক্তন চাহ শ্ৰমিক), পমুৱা মুছলমান আৰু বিভিন্ন কাৰণত প্ৰায় প্ৰান্তিক অৱস্থাত বসবাস কৰিবলগীয়া হোৱা জনজাতি আৰু অনুসূচিত জাতিৰ লোকসকল। এই সকলো মিলি হৈছে অসমৰ মুঠ জনসংখ্যাৰ শতকৰা পঞ্চাশ ভাগৰো অধিক।

অসমৰ কৃষিৰ দ্ৰুত উন্নয়ন, বহুমুখীকৰণ তথা কৃষিগুত বজাৰৰ বিকাশ সাধন কৰিবলৈ হ'লে এই বিপুলায়তন প্ৰান্তীয় কৃষকক আমি উন্নয়ন প্ৰক্ৰিয়াৰে অংশীদাৰ কৰিব লাগিব।

কৃষি-সংস্কাৰ এই পৰ্বত আনিবাৰ্যভাৱে কাম্য হৈ পৰাৰ মূল কাৰণ হ'ল পমুৱা, চাহ বনুৱা, জনজাতি, অনুসূচিত জাতিৰ লোকসকলৰ বেছি ভাগৰে মাটি নাই যদিও এওঁলোকৰ শতকৰা এশভাগেই খেতিয়ক। এওঁলোকৰ যদি মাটিৰ অধিকাৰ নাথাকে তেন্তে কৃষিৰ উন্নতি দ্ৰুততৰ আৰু সৰ্বতোমুখী বিকাশশীল হোৱাৰ সম্ভাৱনা অতি ক্ষীণ। ❑

---

*তথ্য উৎস ঃ*

১। Globalization is a process of breaking (erasing) the political, economic, social, cultural, ecological, geographical and educational barriers and integrating the whole world into a global village. Sripad S. Balasetty. Trade in Indian Higher Education, Service Sector; Implication of WTO's GATS, ... News, Sept, 5-11, 2005.

২। A Landmark Judgement of the Apex Court on Private Higher Education, M.R. Gesai ... News, August 18-24, 2003.

৩। দ্ৰষ্টব্য ঃ লেটিন আমেৰিকাৰ প্ৰায় একধৰণৰ সংঘাতৰ কথা মাইকেল বাৰণে ব্যাখ্যা কৰিছে Essays on Imperialism গ্ৰন্থত। পৃঃ ৭১, ১৯৭২ সংস্কৰণ।

৪। আন্দ্ৰে গুন্দেৰ ফ্ৰেংকে Latin American Economy গ্ৰন্থত যি লেটিফ্ৰণ্ডিয়া, মিনিফুণ্ডিয়া আৰ্হিৰ বৃহৎ ভূস্বামী আৰু ক্ষুদ্ৰ ভূস্বামীৰ পাৰ্থক্য দেখুৱাইছে, অসমত উপনিৱেশৰ কৃপাত বৃহৎ ভূস্বামীসকলেই চাহ বাগিচাৰ মালিকলৈ ৰূপান্তৰিত হৈছে। ধান খেতিৰ বৃহৎ খেতিয়কসকল চাহখেতিৰ তুলনাত দুখীয়া। ঃঃঃ

# ‘মহাকাব্যিক উপন্যাস’ৰ ধাৰণাৰ পম খেদি

ড° কৃষ্ণকুমাৰ মিশ্ৰ

অসমীয়া উপন্যাসৰ সমালোচনাত আজিকালি এটা অভিধা প্ৰয়োগ কৰা প্ৰায়ে চকুত পৰে। সেইটো হ'ল ‘মহাকাব্যিক উপন্যাস’। এনেয়ে চাবলৈ গ'লে মহাকাব্য আৰু উপন্যাস দুটা ভিন্ন যুগৰ দুটা পৃথক সংৰূপ। যি যুগত মহাকাব্য আছিল, সেই যুগত উপন্যাস নাছিল; উপন্যাস অৰ্বাচীন শিল্প কৰ্ম। গতিকে এই দুয়োটা সংৰূপ একে হ'ব নোৱাৰে। তথাপি উপন্যাস সমালোচনাত দুয়োটাৰে মাজত সম্পৰ্ক স্থাপনৰ প্ৰয়াস কৰা হৈছে। উপন্যাসক আধুনিক কালৰ মহাকাব্য বোলা হৈছে। মহাকাব্য বোলোতে ৰামায়ণ, মহাভাৰত, ইলিয়াড, ওডিছিৰ কথাই ক'ব লাগে। মহাকাব্যতো কাহিনী আছিল, উপন্যাসতো কাহিনী থাকে। মহাকাব্যৰ লগত ট্ৰেজেডিৰ সম্পৰ্ক আছে। মহাকাব্যৰ আশ্ৰয়ত পৰৱৰ্তী কালত ট্ৰেজেডি-কমেডিৰ সৃষ্টি হৈছে। বিচ্ছেদৰ পাছৰ মিলনৰ ধাৰণাটো ইউলিছিছৰ লেখিয়া মহৎ উপন্যাসতো দেখিবলৈ পোৱা যায়।

কিন্তু দুটা ভিন্ন সংৰূপৰ মিশ্ৰণ ঘটাই সৃষ্টি কৰা এই অভিধাটোৰ যথাৰ্থতা সম্পৰ্কে আলোচনাৰ স্থল থকা বুলি অনুভৱ হৈছে। সেই সম্পৰ্কে আমি এতিয়া কিছু কথা আলোচনা কৰিবলৈ যত্ন কৰিম।

প্ৰথম বিষয়টোৰ উৎস সন্ধান কৰিবলৈ পাশ্চাত্য সমালোচনা সাহিত্যত এভুমুকি মৰাৰ প্ৰয়োজন হ'ব। ইংৰাজী সাহিত্যত হেন্‌ৰি ফিল্ডিঙে Mock Epic ৰ কথা কৈ গৈছে। ৰিচাৰ্ডছনৰ উপন্যাসৰ চৰিত্ৰৰ ভাব প্ৰৱণতাক ব্যংগ কৰাৰ উদ্দেশ্যে ফিল্ডিঙে এই শব্দগুচ্ছ প্ৰয়োগ কৰিছিল। ফিল্ডিঙৰ দুখন উপন্যাস, Tom Jones আৰু Joseph Andrews, ইয়াৰে প্ৰথমখনৰ পাতনিত তেওঁ Comic epic in prose ৰ বিষয়ে উল্লেখ কৰিছে। পৰৱৰ্তী কালত কেৰাজনো সমালোচকে উপন্যাসৰ সমালোচনালৈ মহাকাব্যৰ ধাৰণাটো টানি আনিছে।

ৰাল্‌ফ ফক্সে উপন্যাসক মহাকাব্য ৰূপে আখ্যা দি বহল আলোচনা কৰিছে। তেওঁৰ The Novel and the People (1944) নামৰ গ্ৰন্থখনত Novel as Epic শীৰ্ষক এটা অধ্যায় আছে। গ্ৰন্থখনত উপন্যাসৰ সংজ্ঞা তেওঁ নিৰ্ধাৰণ কৰিছে এইদৰে —

The novel is not merely fictional prose, it is the prose of man's life, the first art to attempt to take the *whole man* and give him expression. (The Novel and the People)

ইয়াত ব্যৱহাৰ হোৱা ‘The whole man’ বাক্যাংশৰ বিশেষ তাৎপৰ্য আছে। ‘সমগ্ৰ জীৱন’ৰ অৰ্থ ব্যক্তি জীৱন আৰু সমাজ জীৱনৰ সমষ্টি। ব্যক্তি জীৱনৰ দুটা ধাৰা, বৰ্হিজীৱন আৰু অন্তৰ্জীৱন; বৰ্হিজীৱনত থাকে ব্যক্তিৰ লগত ব্যক্তিৰ, ব্যক্তিৰ লগত মানুহৰ সম্পৰ্কৰ কথা। আনহাতে অন্তৰ্জীৱনত সোমাই থাকে মানুহৰ অন্তৰ্দ্বন্দ্বৰ স্বৰূপ। তদুপৰি প্ৰত্যেক মানুহৰে জীৱনত সমাজৰ এটা ফাল থাকে। সামগ্ৰিকভাৱে সকলো সামৰি ফক্সে মহাকাব্যৰ তুলনাটো আনিছে। উপন্যাসত যিহেতু সমগ্ৰ মানুহ প্ৰতিফলিত হয় সেয়ে ই মহাকাব্যৰ দৰেই।

ভিন্ন সুৰত একে কথাকে দাঙি ধৰিছে E.M.W. Tillyward, Miriam Allot প্ৰভৃতি সমালোচকসকলে।। টিলিয়াৰ্ডৰ The Epic in English Novel নামৰ গ্ৰন্থৰ নামকৰণ তাৎপৰ্যপূৰ্ণ। ইয়াত তেওঁ কেতবোৰ ইংৰাজী উপন্যাসত ধ্বনিত হোৱা মহাকাব্যৰ সুৰটোৰ বিষয়ে আলচিছে। আনহাতে এলটৰ Novelists on Novel (1962)ত সন্নিবিষ্ট আন্না বাৰ্বোল্ডৰ এটা উক্তি এইখিনিতে সুঁৱৰিব পাৰি — A good novel is an epic in prose, with more of character and less (indeed in modern novels nothing) of the spiritual machinery. (Anna Barbould)

উপন্যাস সমালোচনাত ভাল উপন্যাস (Good Novel) আৰু মহৎ উপন্যাস (Great Novel) আদি শব্দ সমালোচকসকলে উপন্যাসৰ মূল্যায়নৰ বেলিকা ব্যৱহাৰ কৰি থাকে। ভাল উপন্যাসত কাহিনী আৰু আংগিকৰ সমন্বয় আৰু সমৃদ্ধি পৰিলক্ষিত হয়; আনহাতে মহৎ উপন্যাসত সিবোৰৰ লগত গভীৰ জীৱন বীক্ষা, কুশল চৰিত্ৰ চিত্ৰণ, উপযুক্ত পটভূমিৰ বিস্তাৰ প্ৰভৃতি লক্ষণবোৰ অতিৰিক্তভাৱে সংযোজিত হয়। গতিকে মহৎ উপন্যাস এখন একেদৰেই ভাল উপন্যাস হ'ব পাৰে। কিন্তু ভাল উপন্যাস হ'লেই সি মহৎ উপন্যাসৰ শাৰীলৈ নুঠিব পাৰে। সামগ্ৰিকভাৱে শ্ৰেষ্ঠ তেনে কোনো মহৎ উপন্যাসৰ নিদৰ্শন স্বৰূপে টলষ্টয়ৰ War and Peace (1862-69) লৈ আঙুলিয়াব পাৰি। ছমাৰছেট মমৰ মতে এইখন সৰ্বকালৰ শ্ৰেষ্ঠ উপন্যাস। (surely the greatest of all Novels)। এই মহত্বৰ কাৰণ তেওঁ এইদৰে দেখুৱাইছে —

... no novel with so grand a sweep, dealing with a momentous period of history and so vast an array of characters was ever written before, nor I surmise will ever be written again. (Somerset Maughm, Ten Novels and their Authors (1978).

টলষ্টয়ৰ বন্ধু আৰু সমালোচক ষ্ট্ৰাখভে এই উপন্যাসখনক ৰুচ দেশৰ জনজীৱনৰ পূৰ্ণাংগ ছবি বুলি উল্লেখ কৰিছে। তেওঁৰ মতে উপন্যাসখন অকল সমকালীন ৰাছিয়াৰ সম্পূৰ্ণ চিত্ৰই নহয়, ই মানৱ জীৱনবো এক স্বচ্ছ আলোকচিত্ৰ। ইয়াত বৰ্ণিত হৈছে মানুহৰ ইতিহাস আৰু জীৱন সংগ্ৰামৰ কাহিনী। মানুহৰ সুখ-দুখ, লঘু-গুৰু ঘটনা আৰু বিষাদ বেদনাৰে আৱৰা জীৱনৰ গৰিমা। এই সকলোৰে অবিকল ছবি এই মহৎ উপন্যাসখনত ধৰা পৰিছে। (A complete picture of human life. A complete picture of Russia of that day. A complete picture of what may be called the history and struggle of people. A complete picture of everything in which people find their happiness and greatness, their grief and humiliation. That is War and Peace. (পূৰ্বোক্ত গ্ৰন্থৰ পৰা উদ্ধৃত)।

টলষ্টয়ৰ সুদীৰ্ঘ সাত বছৰ কালৰ শ্ৰমৰ ফল ছটা খণ্ডত সমাপ্ত, দুহেজাৰতকৈ অধিক পৃষ্ঠাৰ, সৰু-বৰ ৫৫৯ টা চৰিত্ৰৰে সমৃদ্ধ কাহিনীৰ এইখন উপন্যাস দৰাচলতে ঐতিহাসিক যুদ্ধ কাহিনীৰ এক উৎকৃষ্ট মানৱিক দলিলস্বৰূপ।

তদুপৰি আগতে উনুকিয়াই অহা উপন্যাসত সমগ্ৰ জীৱনৰ ধাৰণা সম্পৰ্কেও টলষ্টয়ৰ সজাগতা স্পষ্ট। মানুহে একোটা দুতৰপীয়া জীৱন অতিবাহিত কৰে, এটা ব্যক্তিগত জীৱন আৰু আনটো সমাজ জীৱন। প্ৰথমটো পৰিচয়েৰে মানুহে কিছুমান বিমূৰ্ত চিন্তাধাৰাৰ আশ্ৰয় ল'ব পাৰে। কিন্তু আনটো ফালে জীৱন সত্তাৰূপে প্ৰতিভাত হয়। মৌবাহৰ এটা মৌৰ দৰে তাৰ স্থিতি আৰু ভূমিকা; সেইবাবে মানুহৰ সেই পৰিচয়ে সামাজিক নীতি-নিয়মক নিলগাই থ'ব নোৱাৰে। টলষ্টয়ৰ ভাষাৰে —

Every man has a two-fold life, on the one side is his personal life which is free in proportion as its interest are abstract : the other is life as an element, as one bee in the swarm; and here a man has no chance of disregarding the laws imposed upon him.

টলষ্টয়ৰ মানৱ চৰিত্ৰ সম্পৰ্কে এই গভীৰ জ্ঞানৰ পৰিচয় তেওঁৰ উপন্যাস (ঘাইকৈ ‘ৱাৰ এণ্ড পিচ’ আৰু ‘আনা কাৰেনিনা’)ত উজলি আছে।

অকল অসমীয়া সমালোচনা সাহিত্যতে নহয় আন ভাৰতীয় সাহিত্যতো ‘মহাকাব্যিক উপন্যাস’ অভিধাটোৰ প্ৰয়োগ চকুত পৰে। বাংলা সাহিত্যত আনকি ‘বাংলা মহাকাব্যিক উপন্যাস’ (১৯৯১) নামেৰে ড° জলি মল্লিক বন্দোপাধ্যায়ে এখন গৱেষণা গ্ৰন্থও প্ৰকাশ কৰিছে। এইখন গ্ৰন্থত তেওঁ বংকিম চন্দ্ৰৰ ‘ৰাজসিংহ’, ৰবীন্দ্ৰনাথৰ ‘গোৰা’, শৰৎ চন্দ্ৰৰ ‘শ্ৰীকান্ত’, বিভূতিভূষণৰ ‘পথেৰ পাঁচালী - অপৰাজিত’ আৰু তাৰাশংকৰৰ ‘গণদেৱতা’ (চণ্ডী মণ্ডপ - পঞ্চগ্ৰাম) উপন্যাসৰ আলোচনা কৰি সেই কেইখনক বাংলাৰ মহাকাব্যিক উপন্যাসৰূপে চিহ্নিত কৰিছে। গৱেষক গৰাকীয়ে নিৰ্বাচিত এই পাঁচখন উপন্যাসৰ সন্দৰ্ভত এনেদৰে যুক্তি দাঙি ধৰিছে। ‘ৰাজসিংহ’ত ইতিহাসৰ লগতে নিৰ্বিশেষ মানৱ জীৱনৰ সত্য প্ৰকাশ হৈছে। ‘গোৰা’ত ‘ভাৰততীৰ্থ’ কবিতাৰ ভাব সত্য উপন্যাসৰ বস্তু সত্যৰূপে ৰূপায়িত হৈছে। ‘শ্ৰীকান্ত’ত নৰ-নাৰীৰ হৃদয় ৰহস্য উন্মীলনৰ শ্ৰেষ্ঠতম প্ৰকাশ ঘটিছে। ‘পথেৰ পাঁচালী - অপৰাজিত’ মানুহৰ অপৰাজেয় জীৱন যাত্ৰাৰ ব্যঞ্জনাৰে সমৃদ্ধ। ‘গণদেৱতা’ পল্লী জীৱনৰ মহাকাব্যস্বৰূপ।

ইমানখিনি আলোচনাৰ পাছত ধাৰণা হ'ব পাৰে যে আমাৰ এই প্ৰবন্ধৰ যোগেদি ‘মহাকাব্যিক উপন্যাস’ নামৰ প্ৰচলিত অভিধাটোৰ পক্ষ সমৰ্থনৰ প্ৰয়াস কৰা হৈছে। কিন্তু আচলতে এনে

এটা অভিধা কিমানদূৰ যুক্তিকৰ হৈছে আমি এতিয়া সেই কথালৈহে আহিম।

ব্যুৎপত্তিৰ ফালৰ পৰা 'মহাকাব্যিক' শব্দটো সিদ্ধ হৈছে 'মহাকাব্যে ভৱঃ' অৰ্থাৎ মহাকাব্যতে থকা এনে এক অৰ্থত। উপন্যাস সমালোচনাত কিন্তু শব্দটো সেই একে অৰ্থত ব্যৱহাৰ হোৱা নাই। মহাকাব্যৰ লেখীয়া, মহাকাব্যধৰ্মী, মহাকাব্যোপম ধৰণৰ অৰ্থ বুজাবলৈকে সমালাচকসকলে অভিধাটো প্ৰয়োগ কৰি আহিছে। গতিকে শব্দটোৰ অৰ্থ খণ্ডিত ৰূপতহে প্ৰকাশ হৈছে।

আমি আগতেই কৈছোঁ যে 'মহাকাব্যিক উপন্যাস' বুলিলে সমালোচকসকলে টলষ্টয়ৰ War and Peace লৈ আঙুলিয়াই দিয়ে। আগতে উল্লেখ কৰি অহা বাংলা সমালোচনা গ্ৰন্থখনৰ আৰম্ভণিতে War and Peace ক মহাকাব্যৰ শৰীৰত থোৱা ছমাৰছেট মমৰ এটা বিখ্যাত উদ্ধৃতি তুলি দিয়া হৈছে। অসমীয়া সাহিত্যত বীণা বৰুৱাৰ 'জীৱনৰ বাটত', বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ইয়াৰুঙ্গম', 'মৃত্যুঞ্জয়', উমাকান্ত শৰ্মাৰ 'ভাৰত পখীৰ জাক'ৰ দৰে উপন্যাস সমালোচকে মহাকাব্যিক উপন্যাস আখ্যা দিছে। সূক্ষ্মভাৱে চালে দেখা যায় যে War and Peace ৰ দৰে সুবিস্তৃত পটভূমি, ইতিহাস বীক্ষা, কাহিনীৰ বিশালতা, বিপুল বৰ্ণাঢ্য চৰিত্ৰৰ সমাহাৰ সামৰি সামগ্ৰিক মানৱ জীৱনৰ পূৰ্ণ ছবি এখন আমাৰ উল্লিখিত উপন্যাসসমূহত পোৱা নাযায়। তদুপৰি 'মহাকাব্যিক উপন্যাস' শীৰ্ষক অভিধাটোৰ ইতিহাসলৈ মন কৰিলেও দেখা যায় যে পাশ্চাত্য সমালোচকসকলে পোনপটীয়াকৈ Epic Novel শব্দটো ব্যৱহাৰ কৰা নাই। বাংলা গৱেষণা গ্ৰন্থখনৰ ইংৰাজী উপ-শিৰোনামত অৱশ্যে তেনে ৰূপেই ব্যৱহাৰ হৈছে। প্ৰসংগক্ৰমে ক'ব পাৰি যে সেই গৱেষণা গ্ৰন্থখনতো সতীনাথ ভাদুৰীৰ 'ঢোঁৰাই চৰিত মানস', শ্বহীদুল্লা কায়সাৰৰ 'সংসপ্তক' আদি প্ৰসিদ্ধ উপন্যাসক সামৰি লোৱা নাই। অথচ পিছৰখনত চকুত পৰাকৈয়ে মহাকাব্যৰ আৰ্হি গ্ৰহণ কৰা হৈছে।

সেয়ে আমি ভাবোঁ যে 'মহাকাব্যিক উপন্যাস' অভিধাটোৰ প্ৰয়োগ যথোপযুক্ত হোৱা নাই। বৰঞ্চ এনে ক্ষেত্ৰত মহাকাব্যিক উপন্যাস নুবুলি মহাকাব্যোপম উপন্যাস বোলাই শ্ৰেয়। কিয়নো মহাকাব্যৰ সমূহ উপাদানেৰে পৰিপুষ্ট হ'লেহে মহাকাব্যিক শব্দটোৰ প্ৰয়োগ যথাৰ্থ হ'ব। এই প্ৰবন্ধৰ উল্লেখ থকা অসমীয়া উপন্যাস কেইখনক নিঃসন্দেহে মহৎ উপন্যাসৰ অন্তৰ্ভুক্ত কৰিব পাৰি কিন্তু সিবোৰত মহাকাব্যৰ ব্যাপ্তি নিহিত থকা বুলিব নোৱাৰি। আমাৰ বিচাৰত মহাকাব্যিক বুলি কওঁতে মহাকাব্যৰ যি ধৰণৰ সামগ্ৰিকতা (totality) থকা উচিত প্ৰায়োগিক ক্ষেত্ৰত উপন্যাস সমালোচনাৰ বেলিকা অভিধাটোৱে তেনে অৰ্থ বহন নকৰে। তাঁলৈ লক্ষ্য ৰাখিহে অভিধাটোৰ যথাৰ্থ প্ৰয়োগত গুৰুত্ব দিব খোজা হৈছে। ❑







# অধি-উপন্যাস ঃ পাঠক, প্ৰতি-পাঠক আৰু গ্ৰন্থৰ মুক্তি

**নাহেন্দ্ৰ পাদুন**

গত বিংশ শতিকাৰ ষাঠিৰ দশকৰ পাছত আমেৰিকা আৰু যুৰোপত এবিধ নতুন বিধৰ উপন্যাস সাহিত্যৰ সৃষ্টি হয়। এই নতুন বিধৰ উপন্যাসসমূহত যোৱা দ্বিতীয় মহাসমৰলৈকে প্ৰাধান্য বিস্তাৰ কৰা যিবোৰ আংগিক আৰু পৰম্পৰা সেইবোৰক ওফৰাই পেলাই নতুন এক সাহিত্য সংৰূপ সংযোজনাৰ প্ৰস্তুতি চলোৱা হয়। এই উপন্যাসবোৰৰ লক্ষণৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁতে ১৯৭০ চনত উইলিয়াম এইছ. গাছে (William H. Gas) 'দৰ্শন আৰু উপন্যাসৰ স্বৰূপ' শীৰ্ষক প্ৰবন্ধ এটাত এই উপন্যাসবোৰক **'অধি-উপন্যাস'** (Metafiction) শব্দৰে নামকৰণ কৰিছে। এই নতুন নামকৰণ আৰু সাহিত্য সংৰূপৰ বিষয়ে তেওঁ যুক্তি দেখুৱাই কৈছে যে ১৯৬০ চনৰ পাছত প্ৰকাশ হোৱা এই নতুন বিধৰ উপন্যাসসমূহে আমেৰিকাৰ সাহিত্যত দ্বিতীয় মহাসমৰলৈকে আধিপত্য বিস্তাৰ কৰা সাহিত্যৰ বাস্তৱতাৰ পৰম্পৰা মুকলিকৈ ভাঙি পেলাইছে আৰু নতুনকৈ মূৰ দাঙি উঠা এই সম্পৰীক্ষামূলক বয়ানৰ বাবে নতুন নামকৰণৰ প্ৰয়োজন হৈছে। অৱশ্যে এই সময়ছোৱাতে কেইবাজনো লেখক আৰু সমালোচকে নিজাববীয়াকৈ এই নতুনবিধ সাহিত্যক নামকৰণ কৰিবলৈ যত্ন কৰিছিল। উপন্যাস সাহিত্যৰ আমূল পৰিৱৰ্তন বিচৰা চৰমপন্থী লেখক জন বাৰ্ত, ডনাল্ড বাৰ্থেম, ৰেমণ্ড ফেডাৰমেন, ৰনাল্ড চুকেনিক আদিয়ে ইতিমধ্যে ব্যৱহাৰ কৰিবলৈ লোৱা 'প্ৰতি উপন্যাস' (Antinovel বা Antifiction) শব্দটো অৰ্থবহ নোহোৱাৰ হেতুকে ইয়াক গ্ৰহণ কৰাৰ পক্ষপাতী নাছিল। কিয়নো, এই লেখকসকলৰ মতে উপন্যাস লিখনৰ পৰম্পৰাটো কেৱল উলংঘন বা বিনাশ কৰাই নহয়, উপন্যাস লিখিবৰ কাৰণে তেওঁলোকে সম্পৰীক্ষা চলোৱাৰ লগতে এই বিষয়ে বিশদ আলোচনাও কৰি লৈছিল। গতিকে তেওঁলোকে উপন্যাসৰ প্ৰতিকূলে যোৱা 'প্ৰতি উপন্যাস'ৰ সলনি 'অধি-উপন্যাস' নামকৰণৰে পক্ষপাতী। প্ৰতি-উপন্যাস হৈছে উপন্যাস বিৰোধী। আনহাতে অধি উপন্যাস হৈছে- উপন্যাসৰ বিষয়ে উপন্যাস। এই অধি-উপন্যাসে পাঠকৰ আগত নিজৰ লক্ষণ, উৎপাদন প্ৰক্ৰিয়া আৰু ইয়াৰ ঈপ্সিত পৰিণাম নিজেই প্ৰতিফলন ঘটায়। উপন্যাস ৰচনাৰ বহুতো ধৰণ অন্তৰ্নিহিত হৈ থাকে যদিও উত্তৰ-আধুনিক উপন্যাসত আত্মবিম্বন হৈছে ইয়াৰ প্ৰধান বিষয়। অধি-উপন্যাসৰ কথকে সততে লিখন প্ৰক্ৰিয়াৰ প্ৰতি সোঁৱৰাই থাকে। পাঠকে পাহৰি যাব নালাগিব যে তেওঁ এখন নিৰ্মিত পাঠহে পঢ়িছে। এই পাঠ স্বাভাৱিক বা বাস্তৱ নহয়। কাহিনীৰ মোহত পাঠক হেৰাই যাব নালাগিব। নাটক এখন চাওঁতে দৰ্শকে কাহিনীৰ গতিত বিলীন নগৈ ভাৱৰীয়াসকলো যে আমাৰ পৰিচিত তেজ-মঙহৰ মানুহ, সেই কথা মনত পেলাই লোৱাৰ দৰে অধি-উপন্যাসৰ কাহিনী পঢ়োঁতেও সেই কাহিনী যে বাস্তৱ নহয় সেই কথা পাঠকে উপলব্ধি কৰিব পৰা হ'ব লাগিব।

অধি-উপন্যাসক নতুন বিধৰ বুলি কোৱা হৈছে যদিও ইয়াৰ উপন্যাসগত অন্তৰ্নিহিত ৰচনা-কৌশল আধুনিকতাবাদীসকলৰ 'চেতনা' আৰু 'বাস্তৱতা'ৰ প্ৰশ্নত জড়িত হৈ আছিল বুলি কোৱা হয়। বিংশ শতিকাৰ অধি-উপন্যাসৰ বিষয়ে ক'বলৈ যাওঁতে তত্ত্ববিদসকলে অধি-উপন্যাসৰ ৰচনা কৌশল থকা কিছু পুৰণি সাহিত্য কৰ্মৰ উদাহৰণ দিবলৈ বিচাৰে। কিছু সংখ্যক সমৰ্থকে অধি-উপন্যাসত থকা আত্ম প্ৰতিবিম্বনৰ লক্ষণটো পঞ্চদশ শতিকাতে ৰচনা কৰা চাৰ্ভেন্টিছৰ 'ডন্ কুইকচোট' উপন্যাসতে আছে বুলি প্ৰমাণ দাঙি ধৰিবলৈ বিচাৰে। কিছু সংখ্যকে



তাতোকৈও এখোপ পিছুৱাই গৈ চতুৰ্দশ শতিকাৰ চ'চাৰৰ 'কেণ্টাৰবেৰী টেলছ্'তো ইয়াৰ উপাদান বিচাৰি পাইছে।

**অধি-উপন্যাসৰ সংজ্ঞা**

অধি-উপন্যাসৰ আত্ম প্ৰতিবিম্বন উপাদান আধুনিক সাহিত্য কৰ্মতে আছিল বুলি কোৱা পেট্ৰিচিয়া ওফ (Metafiction : The Theory and Practice of Self-concious Fiction, 1984) ৰ যুক্তিক নাকচ কৰি আন নেফাৰচনে কৈছে যে ওফে ইয়াক দুই ধৰণে চাব পৰা নাই। বৰ্তমানৰ উপন্যাস বৰ্ণনামূলক উপন্যাসৰ স্বাভাৱিক লক্ষণযুক্ত আৰু সাম্প্ৰতিক কালৰ সামাজিক আৰু সাংস্কৃতিক দৰ্শনৰ প্ৰতিক্ৰিয়া। জন বাৰ্তে সংক্ষিপ্ত অথচ সৰ্বঢাক সংজ্ঞা এটা দিছে এইদৰে ঃ অধি উপন্যাস 'বাস্তৱ জগততকৈও এখন উপন্যাসক অনুকৰণ কৰা উপন্যাস' (Novel that imitates a novel rather than the real world. Mark Currie : Metafiction, p. 161)।

পেট্ৰিচিয়া ওফে আন এঠাইত অধি-উপন্যাসৰ বহল সংজ্ঞা এটা দিবলৈ যত্ন কৰিছে। তেওঁৰ মতে 'অধি-উপন্যাস হৈছে এবিধ উপন্যাস ৰচনা য'ত উপন্যাস আৰু বাস্তৱতাৰ সম্পৰ্কটো প্ৰশ্ন কৰি কলাকৰ্ম হিচাপে আত্ম-সচেতনতাৰে আৰু পদ্ধতিগতভাৱে ইয়াৰ অৱস্থান সম্পৰ্কে মনোযোগ আকৰ্ষণ কৰা হয়'। অধি-উপন্যাসৰ ৰচনা কৰ্মৰ প্ৰসংগত তেওঁ আকৌ কৈছে — 'উপন্যাস ৰচনাৰ অভ্যাসনৰ জৰিয়তে উপন্যাস ৰচনাৰ তত্ত্ব উদ্ঘাটন কৰা'টোৱেই হৈছে অধি-উপন্যাস। আকৌ অধি-উপন্যাসৰ আত্ম সমালোচনাৰ প্ৰসংগৰ কথা উল্লেখ কৰি মাৰ্ক কাৰীয়ে কৈছে — অধি-উপন্যাস হৈছে 'এবিধ সীমাৰেখাৰ বাচন; ই এক প্ৰকাৰৰ ৰচনা যি নিজকে উপন্যাস আৰু সমালোচনাৰ সীমাৰেখাৰ মাজত স্থাপন কৰে। ই সেই সীমাকেই বিষয় হিচাপে বাছি লয়'।

এই সংজ্ঞাবোৰৰ পৰা এইদৰে চমু সিদ্ধান্ত এটা দি'ব পাৰি। অধি-উপন্যাস হৈছে উপন্যাসৰ বিষয়ে ৰচনা কৰা উপন্যাস। ইয়াৰ ৰচনা কাৰ্যত লিপ্ত হওঁতে উপন্যাসৰ সমল আৰু তত্ত্ব সংযোজিত হোৱাৰ ফলত ই নিজকে উপন্যাসৰ যোগেদি প্ৰতিফলন ঘটায়। অৱশ্যে উল্লিখিত বিভিন্ন সূক্ষ্ম সংজ্ঞাবোৰ পোৱা গৈছে যদিও বহু তত্ত্ববিদে ইয়াক নতুন সাহিত্য সংৰূপ হিচাপে স্বীকাৰ কৰিব নোখোজে অথবা উত্তৰ-আধুনিক উপন্যাসৰ সংজ্ঞাবাহক ৰচনা বুলি স্বীকৃতি দিব নোখোজে। কিয়নো উপন্যাস ৰচনা কাৰ্যত লেখকৰ তত্ত্বৰ প্ৰতি থকা সজাগতাৰ বাবেহে অধি-উপন্যাসত আত্ম-প্ৰতিবিম্বন ঘটে। একে ধৰণৰ আত্ম প্ৰতিবিম্বন থকা পুৰণি ৰচনাৰ পৰা সাম্প্ৰতিক কালৰ অধি-উপন্যাস সম্পূৰ্ণকৈ পৃথক হৈ ওলাই আহিব পৰা নাই।

**লক্ষণ**

অধি-উপন্যাসৰ ৰচনা কৌশলত বৰ্ণিল আৰু বিবিধত্ব আছে। তথাপি ইয়াৰ ভিতৰৰ পৰাই কেইটামান উমৈহতীয়া লক্ষণ বাছি উলিয়াব পাৰি। এই কৌশলবোৰ কেতিয়াবা একত্ৰিত হৈ প্ৰকাশ পায় যদিও তাৰ কিছু কৌশলক অকলশৰীয়াকৈ বাছি উলিয়াব পৰা যায়। অধি-উপন্যাসত কেতিয়াবা অন্তৰ্বয়ন (intertextual) ৰ প্ৰসংগ আৰু পৰোক্ষ উল্লেখ ব্যৱহাৰ কৰা দেখা যায়। এই দুয়োবিধকে বিশেষকৈ পোৱা যায় —

(১) উপন্যাসৰ পদ্ধতিবোৰ পৰীক্ষা কৰোঁতে,
(২) তত্ত্ব আৰু সমালোচনা দুয়োবিধ সংযোগ কৰোঁতে,
(৩) কল্পিত লেখকৰ জীৱনী সৃষ্টি কৰোঁতে,
(৪) কল্পিত চৰিত্ৰ এটাৰ উপন্যাস এখন উপস্থাপন আৰু আলোচনা কৰোঁতে।

অধি-উপন্যাসত লেখকে কেতিয়াবা আখ্যানৰ সীমা ভংগ কৰে; যেতিয়া —

(১) ৰচনা কাৰ্যক মন্তব্য দিবলৈ অনুপ্ৰৱেশ কৰে,
(২) উপন্যাসৰ চৰিত্ৰত নিজকে জড়িত কৰে,
(৩) পাঠকক পোনপটীয়াকৈ সম্বোধন কৰে,
(৪) আখ্যানৰ ধাৰণা আৰু পৰম্পৰা কিদৰে ৰূপান্তৰ হয় তাক প্ৰশ্ন কৰে আৰু কোনো একক সত্য বা অৰ্থৰ অৱস্থিতি যে নাই তাক প্ৰমাণ কৰিবলৈ গৈ অৱশেষত বাস্তৱতাক চেকি লয়।

অপৰম্পৰাগত আৰু সম্পৰীক্ষামূলক কৌশল অধি-উপন্যাসে ব্যৱহাৰ কৰে, যেতিয়া —

(১) পৰম্পৰাগত প্লট বৰ্জন কৰে,
(২) 'প্ৰকৃত জীৱন' হ'বলৈ কৰা যত্নক অস্বীকাৰ কৰে,
(৩) 'বাস্তৱতা'ক উচ্চ সন্দেহজনক ধাৰণালৈ ৰূপান্তৰ কৰি পৰম্পৰাক ধ্বংস কৰে,
(৪) এইবোৰৰ অ-পৰিৱৰ্তনশীলতাৰ ভেটিটো আড়ম্বৰপূৰ্ণ আৰু অতিৰঞ্জিত কৰে,
(৫) প্ৰতিৱৰ্তিতা প্ৰদৰ্শন কৰে (সকলো সাহিত্য পাঠত থকা আয়তন আৰু সকলো প্ৰকাৰৰ সাহিত্য বিশ্লেষণৰ কেন্দ্ৰীয় ভাব; পাঠকে জগতখনক পাঠ হিচাপে যে পঢ়িছে তাক উপলব্ধি কৰাৰ পৰা এটা প্ৰক্ৰিয়া)।

এইখিনি চমু পৰিচয়ৰ পিছতে আমি উম্বাৰ্ট' একো (Umberto Eco) ৰ বহু আলোচিত অধি-উপন্যাস *'দা নেম অৱ দা ৰ'জ'* (The Name of the Rose) ৰ বিষয়ে আলোচনা কৰি চাব পাৰোঁ।

উম্বাৰ্ট' এগৰাকী ইটালীয় সাহিত্য সমালোচক, দাৰ্শনিক আৰু প্ৰখ্যাত চিহ্নবিজ্ঞানী। মূলতে ইটালীয় ভাষাত ৰচনা কৰা একোৰ উপন্যাসখন ইংৰাজীলৈ অনূদিত হোৱাৰ পিছত ই বৌদ্ধিকমহলত বিশেষ আলোড়ন তোলে। এই উপন্যাসখনক চিহ্নতাত্ত্বিক ব্যাখ্যা আৰু উত্তৰ আধুনিক সাহিত্য তত্ত্বৰ তাত্ত্বিক ব্যাখ্যা হিচাপে গণ্য কৰা হয়। উত্তৰ আধুনিক কালৰ তত্ত্ব আৰু ৰচনা কৌশলৰ বাবে এই





উপন্যাসখনক সীমাৰেখাৰ স্মৃতিফলক হিচাপে গণ্য কৰা হয়। (এই বিষয়ে মাৰ্ক কাৰীৰ 'মেটাফিকশ্যন' গ্ৰন্থত বিস্তৃত আলোচনা আছে)। আধুনিক যুগত অনা-উপন্যাস (non-novel) বুলি আখ্যা দিব পৰা অনেক উপন্যাস ৰচিত হৈছিল। উত্তৰ-আধুনিক কালতো *'প্ৰতি উপন্যাস'* বা *'উপন্যাস বিৰোধী'* (Anti-novel) নামৰ এক শ্ৰেণীৰ উপন্যাস প্ৰচলিত হৈছে। কিন্তু আলোচনা কৰিব খোজা এই 'দ্য নেম অৱ দ্য ৰ'জ'খন সেই বিশেষ শ্ৰেণীত নপৰে। এইখন যে এখন উপন্যাস তাত কোনো সন্দেহ নাই। আনকি ইয়াক বাস্তৱবাদী উপন্যাস বুলিয়েই ক'ব পাৰি। সাধাৰণ উপন্যাসত থাকিব পৰা সকলো উপাদানেই এইখন ৰচনাত পোৱা যায়। অৱশ্যে এই ঘটনাই কাহিনীক ভ্ৰান্তিকৰ ৰূপত ইয়াত উপস্থাপন কৰিছে। ঔপন্যাসিক একোৰ মতে "এয়া মাথোন এটা তথ্যহে (সাধাৰণ পাণ্ডুলিপি)। ই এটা সময়ক অনুসৰণ কৰা কাহিনী য'ত ঘটনাই কাহিনীৰ আকাৰ আৰু মুহূৰ্তক আগ বঢ়াই লৈ গৈছে; পৰম্পৰাগত আখ্যানৰ শৈলী প্ৰদান কৰিছে। আখ্যান বা আখ্যানৰ সময়ক লৈ আমোদ কৰিবলগীয়া একো নাই'। (এই গ্ৰন্থখনৰ সম্পৰ্কত একোৱে 'উত্তৰলেখ' (Post-script) নামৰ প্ৰবন্ধত এই বিষয়ে দীঘলীয়া আলোচনা কৰিছে। দ্ৰঃ - মেটাফিকশ্যন)

**কাহিনীৰ সাৰাংশ**

চতুৰ্দশ শতিকাৰ এটা আশ্ৰম। সন্ত বেনিডিক্টৰ অনুগত সন্ন্যাসীসকল এই আশ্ৰমত থাকে আৰু আশ্ৰমখনক পৰিচালনা কৰে। আশ্ৰমত গীৰ্জা, প্ৰেক্ষাগৃহ, ফুলনি বাগিচা, এটা আস্তাবল, বিৰাট যাদুঘৰ, পুৰাতত্ত্বৰ সামগ্ৰী, বিখ্যাত আৰু প্ৰাচীন পুথিভঁৰাল আছে। এই বৃহৎ পুৰণি পুথিভঁৰালত পৃথিৱীৰ বিভিন্ন ভাষাৰ দুষ্প্ৰাপ্য গ্ৰন্থ আৰু পাণ্ডুলিপি আছে। এই পুথিভঁৰালটোৰ আকাৰ আৰু সংগঠনত এক ৰহস্যময়তা আছে। তালৈ সোমোৱা বাটটো অঁকোৱা-পকোৱা, জঁট লগা, মোৰ নোপোৱা। ইয়ালৈ কাকো প্ৰৱেশ কৰিবলৈ দিয়া নহয়। ইয়াৰ কাষতে এটা পাণ্ডুলিপিৰ আগাৰ। ইয়াতে বহি বহু গৱেষক ছাত্ৰই পঢ়া-শুনা কৰে, পাণ্ডুলিপি টুকি লয়, অনুবাদ কৰে, পৰস্পৰে বিষয়ৰ আলাপ-আলোচনা কৰে। আশ্ৰমখনৰ কেইবাশও সন্ন্যাসী/ভিক্ষুৱে দৈনন্দিন প্ৰয়োজনীয়খিনি পূৰাবলৈ যত্ন কৰে। ছাত্ৰ গৱেষকসকলৰ লগতে বিভিন্ন বিষয়ৰ বিশেষজ্ঞও আছে। গোটেই আশ্ৰমখনৰ পৰিৱেশটো অতি শৃংখলাবদ্ধ, ধাৰ্মিক আৰু অনুসন্ধিৎসামূলক। ঐতিহাসিকভাৱে এয়া য়ুৰোপীয় খ্ৰীষ্টধৰ্মৰ মন্থনৰ সময়; অত্যন্ত কোলাহল আৰু হাংগামাৰ সময়। সকলো প্ৰকাৰৰ ধৰ্মীয় মতাৱলম্বী গোট আৰু উপগোটসমূহৰ মাজত বিৰোধ আৰু সক্ৰিয়তা, ৰাষ্ট্ৰ, সমাজ, ধৰ্ম, নৈতিকতা আৰু যৌনতাৰ বিষয়ত মতান্তৰ, দ্বন্দ্ব, সংঘাত, বিভেদ আদি প্ৰকট হৈছিল। সাম্প্ৰদায়িকতা, হিংসা আৰু আইনী যুদ্ধ চলিয়েই আছিল। এই আশ্ৰমখনকো সেই পৰিৱেশে কলুষিত কৰিছিল। এই কলুষিত পৰিৱেশটো ধৰা পৰিছিল যেতিয়া ইয়াৰ এগৰাকী সন্ন্যাসীক আশ্ৰমতে হত্যা কৰা হ'ল।

এই হত্যাৰ ৰহস্য উদঘাটন কৰিবৰ বাবে আশ্ৰমৰ মুখ্য সন্ন্যাসীগৰাকীয়ে উইলিয়াম নামৰ এজন অনুসন্ধানকাৰীক নিয়োগ কৰিলে। ইতিমধ্যে আশ্ৰমখনত কেইবাটাও হত্যাকাণ্ড সংঘটিত হৈছে আৰু অৰ্ধসপ্তাহৰ ভিতৰতে এক ডজনৰো অধিক সন্ন্যাসীৰ মৃত্যু ঘটিছে। উইলিয়ামে এই মৃত্যুৰ ৰহস্য উদঘাটন কৰিবলৈ গৈ দেখিলে যে এই প্ৰতিটো মৃত্যুৰ আঁৰত সেই গোপন পুথিভঁৰালৰ সম্পৰ্ক আছে। উইলিয়ামে পুথিভঁৰালৰ নীতি-নিয়ম নেওচি গোপনে পুথিভঁৰালত প্ৰৱেশ কৰিলে। তেওঁ অসাধাৰণ বুদ্ধিমত্তা আৰু কৌশলেৰে পুথিভঁৰালৰ ৰহস্যৰ জঁট খুলি পেলালে আৰু তেওঁ আৱিষ্কাৰ কৰিলে যে সকলোবোৰ মৃত্যু (বেছিভাগেই হত্যা)ৰ আঁৰত আছে সেই পুথিভঁৰালৰ গোপন কক্ষত সযতনে লুকুৱাই ৰখা এটা দুষ্প্ৰাপ্য গ্ৰন্থ। সেই পুথিখনৰ ৰক্ষক হ'ল জৰ্জ নামৰ এজন বৃদ্ধ অন্ধ সন্ন্যাসী। তেৱেঁই এই পুথিখন সমস্ত জগতৰ পৰা লুকুৱাই ৰাখিবলৈ বিচাৰিছিল। জৰ্জৰ মতে সেই গ্ৰন্থখন মিছা আৰু ই ঈশ্বৰ আৰু ধৰ্মৰ বিৰোধী। যেতিয়া উইলিয়ামে এই গোপন ৰহস্য উদঘাটন কৰিলে, তেওঁকো জৰ্জে আনবোৰৰ দৰে হত্যা কৰিবলৈ যত্ন কৰিলে। কিন্তু হত্যাত কৃতকাৰ্য নহৈ গ্ৰন্থখন জুইলৈ দলিয়াই দিলে আৰু সেই গ্ৰন্থখনৰ বিষ লগা পাতকেইখিলামান ভক্ষণ কৰি নিজেও আত্মহত্যা কৰিলে। কিতাপখন জুইলৈ দলিয়াই দিয়াৰ ফলত সেই জুয়ে পুথিভঁৰাল আৰু তাৰ পিছত সমগ্ৰ আশ্ৰমখনকে দাহ কৰি পেলালে। কাহিনীৰো ইমানতে অন্ত পৰিছে।

এনে এটা কাহিনী পোৱাৰ পিছতো *'দ্য নেম অৱ দ্য ৰ'জ'* খনক উপন্যাস নহয় বুলি কোৱা হৈছে। এইখন *'এখন গ্ৰন্থ'*, কিন্তু সাধাৰণতে উপন্যাসত থকাৰ দৰে *'জীৱনৰ বিষয়ে এখন গ্ৰন্থ'* নহয়। তাৰ সলনি এয়া *'গ্ৰন্থৰ বিষয়ে এখন গ্ৰন্থ'*। এখন বিশেষ (সেই গ্ৰন্থখন) গ্ৰন্থৰ বিষয়ে গ্ৰন্থ; সেই গ্ৰন্থখনৰ নিজৰ বিষয়ে এখন গ্ৰন্থ। এই বিশেষ গ্ৰন্থখনেই (আশ্ৰমৰ মৃত্যুৰ মূল কাৰণ হোৱা গ্ৰন্থখনৰ নাম Aristotle's Second Book of Poetics। এই কথা পিছত ধৰা পৰিছে) উম্বাৰ্ট' একোৰ গ্ৰন্থখনৰ এটা চৰিত্ৰ, যিটোৱে গ্ৰন্থৰ ভূমিকা গ্ৰহণ কৰিছে। এই ক্ষেত্ৰত দ্য নেম অৱ দ্য ৰ'জ নিজৰ বিষয়ে ৰচিত এখন গ্ৰন্থ।

**পাঠক**

এখন কিতাপ নিজৰ বিষয়ে এখন কিতাপ হোৱাটো এটা অস্তিত্বৰ নিজৰ অস্তিত্বৰ বিষয়ে হোৱাৰ সমান; নিজৰ বিষয়ে সচেতন হোৱাৰ সমান। ইয়াত অস্তিত্ব যুগপৎ প্ৰমাণ-নিৰপেক্ষ আৰু প্ৰমাণ সাপেক্ষ। এই অস্তিত্ব এজন ব্যক্তি বা সত্তাৰ। এই দুৰ্বোধ্য অস্তিত্বৰ আন নাম হৈছে 'পাঠক'। গ্ৰন্থখন আৰু পাঠকজন — পাৰস্পৰিক উপস্থিতিৰ প্ৰমাণ। পাঠকজন গ্ৰন্থখনৰ আত্মসচেতনতা। দ্য নেম অৱ দ্য ৰ'জ উপন্যাস নহয়; কিয়নো ইয়াৰ কাহিনীত কোনো নায়ক বা খলনায়কৰ চৰিত্ৰ নাই। উপন্যাসখনত পাঠকে ইয়াৰ ঠাই (নায়ক,



খল নায়ক) অধিকাৰ কৰিছে। পাঠকৰ পঠনেই এই গ্ৰন্থখনৰ জন্ম দিছে আৰু এই গ্ৰন্থখনে যুগপৎ পাঠকজনৰ অৱস্থিতি আনি দিছে। গ্ৰন্থখনৰ দৰেই এই পাঠকজনৰ দুটা ('গ্ৰন্থখন' আৰু 'এখন গ্ৰন্থ') অৱস্থিতি আছে। এটা 'পাঠকজন' আৰু আনটো 'এজন পাঠক'। উইলিয়ামেই হৈছে 'পাঠকজন', তেওঁৰেই 'এজন পাঠক'ৰ ভূমিকাও গ্ৰহণ কৰিছে আৰু আমাৰ সকলোকে পাঠক হিচাপে সাঙুৰি লৈছে। এই বিশেষ অৰ্থত এই গ্ৰন্থখন আমাৰ নিজৰেই পঠন কাৰ্য।

"The good of a book lies in its being read. A book is made up of signs that speak of other signs, which is in their turn speak of things. Without an eye to read them, a book contains signs that produce no concepts; therefore it is dumb."

'আমাৰ পঠন' বুলি বহুবচনেৰে জোৰ দিয়া অৰ্থ এয়ে যে গ্ৰন্থ এখন কেৱল এজন পাঠকেই নপঢ়ে; এখন গ্ৰন্থৰেই বহু পাঠক থাকে। এই বহুবচনাত্মকেই এজন পাঠকৰ চৰিত্ৰ গঠন কৰে। এই অৰ্থতেই উইলিয়াম এজন পাঠক। তেওঁৰ বহুবচনাত্মক পঠনে কেৱল এইটোকে দেখুউৱা নাই যে আশ্ৰমৰ ৰহস্যজনক হত্যাৰ সম্পৰ্কত বিতংকৈ নানান আৰু পাৰম্পৰিকভাৱে বিপৰীত অৰ্থত পঢ়িছে ; তেওঁৰ পঠনত (পাঠকৰ) মৌলিক লক্ষণ সোমাই আছে। যিহেতু তেওঁৰ প্ৰতিটো অভিযানত সত্যৰ প্ৰতি 'অনুসন্ধিৎসা' আৰু 'হতাশাবাদ' থিয় দি আছে। এই প্ৰকৃতিটোৰ বাবেই তেওঁ সত্যক মান্যতা দিছে আৰু সত্যলৈ আগ বাঢ়িব খোজা প্ৰতিটো পদক্ষেপ পৰিপ্ৰেক্ষিত-প্ৰণোদিত আৰু আপেক্ষিক হয়। উম্বাৰ্ট' একোৰ সমসাময়িক জাক ডেৰিদাই 'পাঠ'ৰ বিষয়ে সংজ্ঞা দিওঁতে ইয়াক 'এক শক্তিৰ ক্ষেত্ৰ' বুলিছে। দ্য নেম অৱ দ্য ৰ'জখন পঢ়াৰ পিছত এই সংজ্ঞাক সংশোধন কৰি 'পাঠ'ক 'পঠন শক্তিৰ ৰণথলী' (a text is a battlefield of reading forces) বুলিব পাৰি।

এই পঠন শক্তিবোৰে কেনেকৈ এটা পাঠ নিৰ্মাণ কৰে আৰু এটা পাঠে কেনেকৈ পঠন শক্তিক তুলি ধৰে, এই প্ৰক্ৰিয়াটোৰ একক উদাহৰণ হৈছে এই গ্ৰন্থখন। এই প্ৰক্ৰিয়াটো গ্ৰন্থখনে আমাক কোৱাৰ বাবে এই অসাধাৰণত্ব অহা নাই — এই প্ৰক্ৰিয়াৰে গ্ৰন্থখনৰ অস্তিত্ব আহিছে। ইয়াক উপন্যাসত বিশ্লেষণাত্মক প্ৰস্তাৱ (analytical proposition) ৰ পুনৰ জন্ম বুলিব পাৰি। ইয়াতেই কোনো ৰূপক আৰু ভূমিকা নৰখাকৈয়ে বিশ্লেষণৰ নীতি-নিয়মে সংশ্লেষৰ নীতি-নিয়ম হৈ পৰে। ইয়াত অৰ্থ আৰু সত্যই কাকো উলাই নকৰাকৈ পৰস্পৰে পৰস্পৰক আলোকিত কৰিছে।

গ্ৰন্থখনৰ বিশ্লেষণাত্মক প্ৰস্তাৱটো হৈছে ব্যাখ্যা-বিজ্ঞান, যাক বাইবেলীয় পৰিভাষাত তাৎপৰ্য-নিৰ্ণয়-তত্ত্ব (Hermeneutics) বোলা হয়। এই তাৎপৰ্য-নিৰ্ণয়-তত্ত্ব হৈছে জগতৰ জ্ঞানৰ বহুধা ব্যাখ্যা; আৰু তাক আহৰণ কৰিবলৈ কৰা আকাংক্ষা, জিজ্ঞাসা আৰু ইন্দ্ৰিয়-গ্ৰাহ্য হোৱাকৈ ইয়াৰ চিহ্নবোৰ পঢ়া। আশ্ৰমখনত সন্ন্যাসীৰ হত্যাবোৰ হৈছে ইয়াৰ প্ৰতিটো ব্যাখ্যাৰ বাবে কৰা আকাংক্ষাক কৰা হত্যা। আন কথাত ক'বলৈ গ'লে এইবোৰ গ্ৰন্থক কৰা হত্যা। কিয়নো সন্ন্যাসীসকল যিকোনো প্ৰকাৰে হ'লেও গ্ৰন্থখনৰ অধ্যয়ন প্ৰক্ৰিয়াত আছিল, যি অধ্যয়নে গ্ৰন্থখনৰ অৰ্থাৎ পাঠৰ নতুন জন্ম দিব। কাহিনীটোৰ পৰা জনা গৈছে যে গ্ৰন্থখন হত্যা কৰাৰ লগে লগে সন্ন্যাসী হত্যাৰো অৱসান ঘটিছে। এই গ্ৰন্থখন আঁকোৰা-পকোৰা বাটৰ পুথিভঁৰালৰ গোপন এচুকত জৰ্জে লুকুৱাই ৰাখিছিল। আগেয়ে গ্ৰন্থখনক চোৰে ভয়ানক প্ৰক্ৰিয়াৰে চুৰ কৰি আঁতৰাই ৰাখিছিল। অৱশেষত জৰ্জৰ চাতুৰ্যপূৰ্ণ মতলবেৰে ইয়াক পুথিভঁৰালৰ গভীৰ অন্ধকাৰত সুমুৱাই থোৱা হ'ল।

## প্ৰতি-পাঠক

এতিয়া প্ৰশ্ন হৈছে এই বিশেষ গ্ৰন্থখনৰ হত্যাকাৰী কোন? জৰ্জেই নে? এক প্ৰকাৰে উত্তৰটো সেয়াই। উইলিয়াম গভীৰ অন্ধকাৰত গ্ৰন্থখন বিচাৰি গৈছে আৰু তাক হস্তগত কৰিবলৈ বিচাৰিছে। সেই মুহূৰ্ততে জৰ্জে গ্ৰন্থখনৰ বিষাক্ত পৃষ্ঠাবোৰ দৈত্যৰ দৰে চোবাই গিলিবলৈ লৈছে আৰু বাকী থকা পৃষ্ঠাবোৰ জুইলৈ দলিয়াই দিছে।

চিহ্ন বিজ্ঞানী একোৰ গ্ৰন্থখন আক্ষৰিক অৰ্থত পঢ়ি এই উত্তৰ আগ বঢ়ালে উপকৃতাধিকাৰ হ'ব। এজন ব্যক্তি কিতাপ এখনৰ হত্যাকাৰী হ'ব নোৱাৰে। যেতিয়ালৈকে তেওঁ পাঠক হিচাপে জন্ম নলয় তেতিয়ালৈকে তেওঁ পাঠৰ জন্ম দিব নোৱাৰে (য'ত আচলতে পাঠকৰ জন্ম হয়)। নতুবা তেওঁ 'পাঠ'ক হত্যা কৰিব নোৱাৰে (য'ত পাঠকে আত্মহত্যা কৰিছে)। এই বৰ্বৰ অসৎ কাৰ্যটোক কেৱল প্ৰতি-পাঠকেহে (অৰ্থাৎ পাঠক বিৰোধী = Anti-reader) সম্পাদন কৰিব পাৰে। এই কাহিনীটোত জৰ্জেই হৈছে প্ৰতি-পাঠক। প্ৰতি-পাঠক হৈছে এনে এজন পাঠক, যিয়ে বিশ্বাস কৰে যে এই জগতখনৰ বিষয়ে একমাত্ৰ তেওঁৰ দুৰূহ অধ্যয়নেই একমাত্ৰ পঠনৰ পন্থা। আনে অন্য ধৰণে পঢ়াটো তেওঁ নিবিচাৰে। জৰ্জে কৈছে —

"I am He who is', said the God of Jews. 'I am the way, the truth and the life', said our Lord. Knowledge is nothing but the awed comment on these two truths. But beyond that there is nothing further."

প্ৰতি-পাঠক হৈছে নিজৰটোত বাদে আনৰ ভিন্ন ব্যাখ্যাৰ প্ৰতি যি অন্ধ। জৰ্জৰ অন্ধতাও এক প্ৰকাৰৰ ৰূপক। কিন্তু অন্ধত্বৰ বাবে তেওঁ ক্ষমতাহীন নহয়। কাৰণ তেওঁৰেই একক দুৰূহ অধ্যয়নৰ যোগেদি জ্ঞানৰ অপূৰ্ব ভাণ্ডাৰৰ গৰাকী আৰু তেওঁ জ্ঞানক ক্ষমতালৈ ৰূপান্তৰ কৰিছে। (আশ্ৰমখনত জৰ্জেই অতি ক্ষমতাশালী আছিল)। ইয়াত জৰ্জেই হৈছে প্ৰতি-পাঠক বা পাঠক বিৰোধী। তেওঁ অনুসন্ধিৎসাৰ প্ৰতি শত্ৰুভাবাপন্ন; জ্ঞান, সত্য আৰু ঈশ্বৰৰ প্ৰতি আমোদপ্ৰিয়। জৰ্জে বিশ্বাস কৰে যে হাঁহি হৈছে পাতকী আৰু





অনিষ্টকৰ; বাক্ কাৰ্য জ্ঞানীৰ অধিকাৰ। (The simple must not speak)। দ্য নেম অৱ দ্য ৰ'জ নামৰ বিশেষ গ্ৰন্থখন এই জগতৰ পৰা গোপনে থাকক বুলি ভাবিয়েই ইয়াক বিচাৰি অহা প্ৰতিজন পাঠকক হত্যা কৰিবৰ কাৰণে কুমন্ত্ৰণা কৰিছিল। এই গ্ৰন্থখনৰ বিষয়ে তেওঁ কৈছে — 'এই গ্ৰন্থখনে এই কথাকে পতিয়ন নিয়াব যে অমায়িকৰ ভাষাই জ্ঞানৰ বাহক। ইয়াক বাধা দিব লাগিব আৰু মই তাকেই কৰিছোঁ'।

## প্ৰতি-পঠন বা পঠন-বিৰোধী

গ্ৰন্থখনৰ প্ৰতি-পঠনও (anti-reading) জ্ঞান অভেদ্য পুৰাকথালৈ ৰূপান্তৰিত হৈছে। আশ্ৰমখনৰ পুথিভঁৰালটো এই ধৰণৰ এটা পুৰাকথা। নিজৰ জ্ঞানক আত্মৰক্ষাৰ বৰ্ম হিচাপে ঢাকি লৈ প্ৰতি-পঠনক সুৰক্ষা দিয়া জৰ্জৰ ৰণকৌশলৰ ফলস্বৰূপে পুথিভঁৰালটো পুৰাকথালৈ ৰূপান্তৰিত কৰিছে। সেই কাৰণে পুথিভঁৰালটো নিষিদ্ধ স্থান হৈছে (সকলো প্ৰকাৰৰ ঔৎসুক্য নথকা গ্ৰন্থাগাৰিক মালাচিকহে মাথোন প্ৰৱেশৰ অনুমতি দিছিল)। পঠন শক্তিৰ ৰণক্ষেত্ৰ পুৰাকথাৰ স্থান হ'ব নোৱাৰে। কিয়নো মুক্ত আৰু অসীম যুঁজত এই শক্তিবোৰৰ দ্বাৰা ই নিৰ্মিত আৰু বিনিৰ্মিত। এই গ্ৰন্থাগাৰটো সেই মৰ্যাদাৰ অভাৱ। এই গ্ৰন্থাগাৰটো একছত্ৰী একক-পঠন অৰ্থাৎ জৰ্জৰ পঠনৰ আধিপত্যতে চলি আছে। তৎসত্ত্বেও, প্ৰতি-পঠন সমূলি ৰুদ্ধ পঠন নহয়। এজন প্ৰতি পাঠকে আনক পঢ়াৰ পৰা বিৰত ৰাখিব পাৰে, কিন্তু যিহেতু তেওঁ পঢ়ে, গতিকে পঠন জীয়াই থাকে। দুৰ্বল আৰু অনুৰ্বৰ হ'লেও পঠনে ইয়াৰ দুৰূহ অৱস্থাত থাকে। দৈত্যৰ দৰে নিজৰ শক্তি সঞ্চয় কৰা জৰ্জৰ দৰে প্ৰতি পাঠক থকা সত্ত্বেও আশ্ৰমৰ পুথিভঁৰালটো (আনকি নিষিদ্ধ অঞ্চল হোৱা সত্ত্বেও) জীয়াই আছে। জৰ্জে তেওঁৰ নিজৰ পঠনক প্ৰত্যাহ্বান জনোৱা পঠনক ধ্বংস কৰাৰ কথা কোৱা নাই। তেওঁ ভাবে যে এইবোৰ সংৰক্ষণ কৰা উচিত —

"Everything that involves commentary and clarification of the scripture must be preserved because it enhance the glory of the devine writings; what contradicts must not be destroyed because only if we preseve it can it be contradicted in its turn by those who can do so and are so charged in the ways and at a time that Lord chooses."

এই মন্তব্যত দেখা পোৱা সমালোচনা আৰু প্ৰতিবাদৰ প্ৰতি 'অসম্ভৱ পৰমত সহিষ্ণুতা'টো হৈছে পঠনৰ অস্তিত্বৰ অৱশিষ্ট, যিটো প্ৰতি-পাঠকে নিজৰ ভিতৰতে নিজেই বহন কৰি আহিছে আৰু এইদৰেই পঠন কাৰ্যক জীয়াই ৰাখিছে। যিখন গ্ৰন্থক জগতৰ পৰা লুকুৱাই ৰাখিবলৈ বিচাৰিছিল সেইখন গ্ৰন্থৰ সম্পৰ্কত জৰ্জে আশা কৰিছিল যে কোনোবা এসময়ত যোগ্য পণ্ডিতসকলে ইয়াক অস্বীকাৰ কৰিবলৈ সমৰ্থ হ'ব আৰু ঈশ্বৰে নিৰ্বাচন কৰাৰ দৰে এইখন গ্ৰন্থও পঠনৰ জীৱনৰ অৱশিষ্টত বাচি থাকিব (যিটো প্ৰতি-পাঠক জৰ্জে বিচৰা নাছিল)। দুৰূহ পঠন হিচাপে দোষাৰোপ কৰা এইখন গ্ৰন্থৰ শেষ অৱস্থালৈকে জৰ্জেই একমাত্ৰ পাঠক।

## গ্ৰন্থৰ মুক্তি

কাহিনীৰ সামৰণি দৃশ্যত দেখা গৈছে যে জৰ্জে জানি শুনিয়েই গ্ৰন্থখনৰ বিষাক্ত পাতবোৰ চোবাই গিলি পেলাইছে। জৰ্জ আৰু গ্ৰন্থৰ একেলগে মৃত্যু ঘটিছে। গ্ৰন্থই পাঠকক খাই পেলাইছে আৰু পাঠকেও গ্ৰন্থক খাইছে। এটা কাৰ্যতেই সকলোৰে সমাপ্তি ঘটিছে; পৰস্পৰক হত্যা কৰিছে। নতুবা ইয়াক পাঠ (text) ৰ বা পাঠক (reader) ৰ আত্মহত্যা বুলিব পাৰি। পাঠ আৰু পাঠক দুয়োটাই মৰিছে, কাৰণ দুয়োটাই আছিল পৰস্পৰে পৰস্পৰৰ অস্তিত্বৰ প্ৰমাণ।

কিন্তু কাহিনীৰ সিমানতে সামৰণি পৰা নাই। কাহিনীৰ সামৰণি পৰিছে প্ৰচণ্ড এক অগ্নিৰ দাবানলত পৃথিৱীৰ সমস্ত প্ৰাচুৰ্যৰে পৰিপূৰ্ণ কিন্তু বাধা নিষেধৰ জঁটত কোঁচ খাই যোৱা এই গ্ৰন্থাগাৰটো ছাঁইত পৰিণত হোৱা দৃশ্যত। পুথিভঁৰালটোৰ এই ধ্বংস কাৰ্য পূৰ্বনিৰ্ধাৰিত। কিয়নো পুথিভঁৰালটো সাধাৰণভাৱে গ্ৰন্থক প্ৰতিনিধিত্ব কৰা মাথোঁ এটা চৰিত্ৰহে বা এটা ভূমিকাহে। এই চৰিত্ৰ বা ভূমিকাটো হৈছে সেই গ্ৰন্থখন, যিখনৰ বাবে আশ্ৰমখনত হত্যা বা আত্মহত্যা হৈছে। এই কথা ঠিক যে এই চৰিত্ৰটোৰ সম্পূৰ্ণ ধ্বংসৰ লগে লগে, এই চৰিত্ৰটো থকা সমগ্ৰ যুদ্ধৰ নাটকখন (অৰ্থাৎ আশ্ৰম)ৰো সামৰণি পৰিছে। এই প্ৰসংগত এই কাহিনীৰ অন্তৰ্নিহিত অশুভ লক্ষণ এটা উল্লেখ কৰিব কৰিব পাৰি। আশ্ৰমখনৰ ৰহস্যময় হত্যাক 'খ্ৰীষ্ট বিৰোধী' দৈত্যৰ আবিৰ্ভাৱ হিচাপে জৰ্জে পঢ়িছে (বা জালিয়াতি কৰিছে)। 'খ্ৰীষ্ট বিৰোধী'ৰ আগমনে সূচায় যে ধৰ্মই (বিনাশৰ) শেষ অৱস্থা পাইছেগৈ। জৰ্জৰ মৃত্যুৱে (আশ্ৰমখনত এইবাৰৰ সৈতে সপ্তম মৃত্যু হ'ব আৰু এয়া জৰ্জৰ শেষ অংকৰ পঠন) ধৰ্মৰ মৃত্যুকেই সূচাইছে, যাক আমি 'পঠন' নামেৰে নামাংকিত কৰি আহিছোঁ। আশ্ৰমৰ এই চৰম পৰিণতি সদৰী হোৱাটো খ্ৰীষ্ট-বিৰোধীৰ আগমনকে নুসূচাইনে?

প্ৰকৃততে গ্ৰন্থৰ মৃত্যু হৈছে জানো? পুথিভঁৰালটো জাহ গ'ল। কিন্তু উইলিয়াম বাচি থাকিল। উইলিয়াম মানে পাঠকৰ ভূমিকা পালন কৰাজন; পাঠকৰ হৈ উইলিয়ামজন; আৰু আমিও তেওঁৰ লগত বাচি থাকিলোঁ। যদি পাঠক থাকে তেন্তে পাঠো থাকিব। এই পাঠক কাৰ অন্তৰংগ হ'ব? এই পাঠ কাৰ হ'ব? এইখনেই সেই গ্ৰন্থ, যিখনৰ পাঠৰ নাম Aristotle's Second Book of Poetics. এই গ্ৰন্থখনৰ পাঠক (প্ৰতি-পাঠক) কেৱল জৰ্জেই নহয়, উইলিয়ামো এজন পাঠক; যাৰ কাৰণে আমাকো সেই গ্ৰন্থখনৰ পাঠক কৰিছে। উইলিয়ামৰ সকলো প্ৰকাৰৰ অনুসন্ধিৎসা, অভিযান আৰু যুঁজ হৈছে প্ৰতি-পাঠকৰ হাতৰ মুঠিত থকা গ্ৰন্থক মুক্তি দিয়া। এই যুঁজত উইলিয়াম কৃতকাৰ্যও হৈছে। তেওঁ গ্ৰন্থখন কেৱল পঢ়াই নহয়, আন পাঠককো পঢ়াত অংশগ্ৰহণ কৰিবলৈ আহ্বান জনাইছে — আন



সম্ভাব্য পাঠকৰ অসংখ্যবাৰ পঠনৰ বাবে। সন্ন্যাসীবোৰৰ হত্যা বা মৃত্যু নিঃসন্দেহে হত্যা বা মৃত্যুৱেই। আন অৰ্থত এয়া এক প্ৰকাৰৰ বলিদান। জ্ঞানৰ অপ্ৰৱেশ্য আৰু ৰহস্যময় অন্ধকাৰ কাৰাগাৰত বন্দী হৈ থকা পাঠকক মুক্তি দিয়াৰ উদ্দেশ্যেই এই বলিদান; ঈৰ্ষাপৰায়ণ প্ৰতি-পাঠকৰ সম্পত্তি লুণ্ঠনৰ বিপক্ষেই এই বলিদান; প্ৰতিজন পাঠকেই পাঠক হ'ব খোজা ইচ্ছাত সমুখীন হোৱা বিপদৰ বিপক্ষেই এই বলিদান। জ্ঞানৰ ৰহস্যক ভেদ কৰি উইলিয়ামেও এই বিপদটো গ্ৰহণ কৰিছে। অসাধাৰণ কৌশল, সাহস আৰু বুদ্ধিমত্তাৰে পুথিভঁৰালৰ নিষিদ্ধ স্থান আৰু অভেদ্য গাঁথনিৰ মাজলৈ সোমাই যাব পৰা তেওঁৰ মানসিক সংকল্পৰ পৰাই এই কথা জানিব পাৰি। একোৰ গ্ৰন্থখনত জ্ঞানৰ পুৰাকথাৰ ৰহস্য ভেদ কৰিবলৈ উইলিয়ামক পৰিণামদৰ্শী বিচাৰশক্তি দিছে। প্ৰথম আৰু মাৰাত্মক অভিজ্ঞতাৰে পুথিভঁৰাললৈ প্ৰৱেশ কৰি শিষ্য আৰু সহকৰ্মী এডছ্‌ই (এডছ্‌ও লগতে গ্ৰন্থাগাৰলৈ প্ৰৱেশ কৰিছিল) কৈছে 'জগতখন কিমান ধুনীয়া আৰু এই জঁট লগা বাট কিমান কুৎসিত...'। প্ৰত্যুত্তৰত উইলিয়ামে কৈছে 'জগতখন কিমান ধুনীয়া হ'লহেঁতেন, যদিহে জঁট লগা বাটৰ ভেদ ভাঙি সোমাই যাব পৰা এটা প্ৰক্ৰিয়া থাকিলহেঁতেন...'। আন এঠাইত তেওঁ কৈছে 'জগতৰ জ্ঞানতকৈও ভালপোৱাৰ যোগেদিহে জগতক আমি বেছিকৈ জানো। বেনোৱে (গ্ৰন্থখনৰ এটা চৰিত্ৰ) অতিমাত্ৰা লোভৰ বলি হ'ল। কাৰণ সি জ্ঞান আহৰণৰ বলি হ'বলৈ ভুগিছিল'।

উইলিয়াম এজন পাঠক। কাৰণ তেওঁৱেই Aristotle's Second Book of Poetics নামৰ গ্ৰন্থখনৰ পাঠ সৃষ্টি কৰিছে। আমি জানো যে এৰিষ্টটলৰ এনে নামৰ কোনো গ্ৰন্থ নাই। কিন্তু দ্য নেম অৱ দ্য ৰ'জখন পঢ়াৰ পিছত আমি জানিব পাৰিছোঁ যে এটা পাঠৰ বাস্তৱিক অস্তিত্ব নাথাকিলেও অস্তিত্বৰ প্ৰতিটো আসন্নতাত পাঠ কেনেকৈ বৰ্তি থাকে। কাহিনীৰ মাজভাগত এই আসন্নতাৰ অস্তিত্ব সম্পৰ্কে আমি সতৰ্ক হওঁ যেতিয়া, গ্ৰীক পণ্ডিত ৰেনেণ্টিয়াছৰ মৃত্যুৰ আগতে জৰ্জৰ লগত আলোচনা-বিলোচনা কৰিছিল। এই আলোচনাত ৰেনেণ্টিয়াছে ঈশ্বৰ আৰু জগতখনৰ প্ৰতি জানিবলৈ ঔৎসুক্য আৰু উপহাস কৰা আৰু এইবোৰক উদ্ভট বুলি গণ্য কৰা মানুহৰ স্বাভাৱিক প্ৰবৃত্তিৰ সমৰ্থনত সুৰক্ষা দিছিল আৰু ইয়াৰ সমৰ্থনত এই গ্ৰন্থখনক প্ৰমাণ হিচাপে উপস্থাপন কৰিছিল। এইখিনি কথাই আমাক মূৰ্খ সজালে। কাৰণ আমি জানো যে এই নামৰ কোনো গ্ৰন্থ নাই। অৱশ্যে গ্ৰন্থখনৰ এই নাম লোৱাটোৱেই গ্ৰন্থ এখন যে আছে তাৰ আৰম্ভণিৰ ইংগিত দিয়ে। ৰেনেণ্টি য়াছে কোনো দিনেই কিতাপখন পঢ়া নাই চাগে বুলি জৰ্জে প্ৰত্যাহ্বান জনোৱা কথাটোতেই (অন্য গ্ৰন্থৰ দৰে) সেইখন গ্ৰন্থৰো জীৱন বাস্তৱায়িত হৈ আছে সেই সম্ভাৱনাটো মুকলি কৰি দিছে। এই সম্ভাৱনাৰ উন্মোচনেই হৈছে সৃষ্টিশীল প্ৰক্ৰিয়াৰ অন্য নাম। সম্ভৱতঃ প্ৰতিগৰাকী সৃষ্টিকৰ্তাই এনে প্ৰত্যাহ্বানৰ সন্মুখীন হয়। তেওঁৰ কল্পনাৰ ভিতৰত বা বাহিৰত থকা প্ৰতি-পাঠকৰ ছবি এখন তেওঁৰ কল্পনাত ধৰা দিয়ে। উইলিয়ামে এই সম্ভাৱনাটো মুকলি কৰি দিছে। (উইলিয়ামেই সেই গোপন কোঠাৰ দুৱাৰ খুলিছে, য'ত গ্ৰন্থখন আছে)। ৰেনণ্টিয়াছ হৈছে উইলিয়ামৰ কল্পনাৰ অলীক উদ্ভাৱন। গ্ৰন্থখন ৰেনেণ্টিয়াছৰ স্বপ্ন। উইলিয়াম হৈছে সেই বিজ্ঞ-চক্ষুৰ নাম, যিয়ে গুপ্ত সংকেতৰ অৰ্থ উদ্ধাৰ কৰিছে আৰু পঢ়িছে।

সপোনবোৰ কেতিয়াবা ৰহস্যময় বাৰ্তা হয়। বিজ্ঞসকলে ইয়াৰ ভৱিষ্যৎ-বাণীবোৰ স্পষ্টকৈ পঢ়িব পাৰে। কোনোবাই গ্ৰন্থৰ সপোন দেখিব পাৰে। সপোন হৈছে এটা ধৰ্মগ্ৰন্থ (অৰ্থাৎ বাইবেলৰ দৰে) আৰু ধৰ্মগ্ৰন্থবোৰ সপোনত বাদে একোৱেই নহয়।

দ্য নেম অৱ দ্য ৰ'জখনো এনেকুৱা এখন গ্ৰন্থ, সপোনবোৰৰ সপোন। গ্ৰন্থখনৰ সপোনৰ ভিতৰৰ এখন গ্ৰন্থ। সেইখনকে আমি দেখিছোঁ আৰু পঢ়িছোঁ। ইয়াৰ লগতে আছে গ্ৰন্থখনৰ ভিতৰত আৰু বাহিৰত থকা সকলো পাঠক। তেওঁলোকেও দেখিছে আৰু পঢ়িছে। দ্য নেম অৱ দ্য ৰ'জখন পঢ়ি আমি আমাৰ সময়ৰ, আমাৰ ভিতৰৰ গ্ৰন্থ-বিৰোধী (anti-book) আৰু প্ৰতি-পঠন (anti-reading= পঠন-বিৰোধী)ক চিনাক্ত কৰিব পাৰোঁ। এই চিনাক্তকৰণেই হৈছে গ্ৰন্থৰ বন্ধন-মুক্তিৰ একমাত্ৰ উপায়।

চিহ্নবিজ্ঞানী একোৱে তেওঁৰ চিহ্ন বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰীৰ তাত্ত্বিক অনুশীলনীৰ বাবে এই উপন্যাসখন ৰচনা কৰা বুলি কোৱা হৈছে। কাহিনীৰ ভিতৰতে কাহিনী কোৱাৰ কৌশল, আংশিক কল্পকাহিনীৰ ৰূপায়ণ আৰু উদ্দেশ্যপূৰ্ণ ভাষিক দ্ব্যৰ্থকতাই হৈছে একোৰ আখ্যান-শৈলীৰ বৈশিষ্ট্য। আনহাতে একো হৈছে প্ৰখ্যাত উত্তৰ-আধুনিক তত্ত্ববিদ আৰু তেওঁৰ দ্য নেম অৱ দ্য ৰ'জখনো এখন উত্তৰ-আধুনিক উপন্যাস, যাক আন প্ৰকাৰে অধি-উপন্যাস বুলি কোৱা হৈছে। উপন্যাসখনত একোৱে কৈছে — 'গ্ৰন্থবোৰে সদায় এটা কাহিনী কয় আৰু প্ৰতিটো কাহিনীয়েই ইতিমধ্যে কোৱা কাহিনী এটাৰ কাহিনী কয়'। এই কথাষাৰেই 'সকলো পাঠেই বহিৰ্বাস্তৱতকৈও অবিৰতভাৱে আনবোৰ পাঠৰ কথাকে কয়' বোলা উত্তৰ-আধুনিক আদৰ্শটো দাঙি ধৰে। প্ৰকৃত উত্তৰ আধুনিক শৈলীত উপন্যাস অনিশ্চয়তাত শেষ হয়। একোৱে তেওঁৰ 'উত্তৰলেখ' (Postscript) ত কৈছে 'অলপমানহে আৱিষ্কৃত হৈছে আৰু ডিটেক্টিভজন পৰাজিত হৈছে'। উইলিয়ামে 'ভুলক্ৰমেহে ৰহস্যটো ভেদ কৰিছে। তেওঁ ভাবিছিল যে এই ৰহস্যৰ এটা আৰ্হি আছে। কিন্তু এই সকলোবোৰ আকস্মিক। আধুনিকতাবাদীসকলৰ চূড়ান্ততা, নিশ্চয়তা, অৰ্থৰ অনুসন্ধিৎসাক এইদৰে এফলীয়া কৰি একোৱে সমগ্ৰ প্লটটোক সামান্য আকস্মিক আৰু অৰ্থহীন ৰূপত এৰি দিছে। আনকি উপন্যাসখনৰ নামটোও অৰ্থহীন। উত্তৰলেখত উপন্যাসখনৰ এই নামটো বাছি লোৱাৰ সম্পৰ্কত একোৱে কৈছে —

'because the rose is a symbolic figure so rich in meanings that by now it hardly has any meaning left'. ❑





# শিল্পকলাত জীৱন, মৃত্যু আৰু বাৰ্ধক্য

ড° প্ৰভাত চন্দ্ৰ সভাপণ্ডিত

সাহিত্য, শিল্প-কলা আৰু সকলো সৃষ্টিশীল কৰ্মৰ উৎস হৈছে মানুহৰ জীয়াই থকাৰ সীমাহীন আনন্দ আৰু মৃত্যু চেতনা। সকলো মানুহৰ মনত জীয়াই থকাৰ বাসনা আছে। মৃত্যুশয্যাত পৰি থকা ৰোগীজনেও দুটামান দিন বেছিকৈ জীয়াই থকাৰ কামনা কৰে। জীৱনৰ মোহ আৰু পৃথিৱীৰ মোহে প্ৰতিজন মানুহৰ মনতে মৃত্যুৰ ক্ষণলৈকে জীয়াই থকাৰ বাসনা তীব্ৰ কৰি ৰাখে। জীয়াই থকাৰ বাসনাই আনে প্ৰেম, ভালপোৱাৰ তীব্ৰ অনুভূতি আৰু এই অনুভূতিয়ে জীৱন-যৌৱনক কৰি তোলে সংগীত, শিল্প, কলা, সাহিত্যৰ সৃষ্টিশীল মাধুৰ্যৰে সৌন্দৰ্যপূৰ্ণ। কলা, সাহিত্যৰ সৃষ্টিশীলতাত মৃত্যু চেতনায়ো গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আহিছে। জীৱনৰ কামনাৰ লগতে প্ৰতিজন মানুহৰ মনতে যে মৃত্যুৰ বাসনাও অন্তৰস্থলত সোমাই থাকে সেই কথাও সমানে সত্য। জীৱন আৰু মৃত্যুৰ চেতনাই মানুহৰ মনত সদায় দোলা দি থাকে। মানৱ চৰিত্ৰ আৰু মানুহৰ মানসিক গঠন প্ৰক্ৰিয়াত এই চেতনাই বিশেষ ক্ৰিয়া কৰি আহিছে।

জীৱন আৰু মৃত্যু সম্পৰ্কে আলোচনাৰ লগতে পাঠকসকলৰ দৃষ্টি আনিব খুজিছোঁ চিকিৎসা বিজ্ঞানৰ পৰীক্ষাগাৰৰ শেহতীয়া প্ৰতিবেদনলৈ। এই প্ৰতিবেদনত প্ৰকাশ পাইছে যে অহা ২২ শতিকাৰ ভিতৰত মানুহে এক প্ৰকাৰ অমৰত্ব লাভ কৰিব। পাঁচ হাজাৰ বছৰ পৰ্যন্ত মানুহ জীয়াই থকাৰ সম্ভাৱনা বাস্তৱত পৰিণত হ'ব। মানুহ এনেদৰে বহু বছৰ ধৰি জীয়াই থকাটো সম্ভৱ হ'লে মানুহৰ অন্তৰ্নিহিত শক্তি অপৰিসীম সম্ভাৱনাপূৰ্ণভাৱে বিকশিত হোৱাও সম্ভৱ হৈ পৰিব বুলি ভবাৰ থল আছে। বিশ্বৰ জ্ঞান-বিজ্ঞানৰ ভাণ্ডাৰ এটা জন্মত বাদেই কেইবাটাও জন্ম পালেও আয়ত্ত কৰিব নোৱাৰি বুলি সততে কোৱা হয়। এটা জন্ম মানে বৰ্তমানৰ ৭০-৮০ বছৰ বা সৰ্বাধিক এশ বছৰৰ কথা বুজোৱা হয়। পাঁচ হাজাৰ বছৰ বা ততোধিক বছৰ আয়ুস পালে মানুহে বিশ্বৰ জ্ঞান-বিজ্ঞানৰ ভাণ্ডাৰ আয়ত্ত কৰাৰ লগতে জীৱনত পূৰ্ণতা প্ৰাপ্তিৰো আশা কৰিব পাৰিব। মানুহৰ আশা, মানুহৰ কল্পনা-বাসনা অন্তহীন। সেয়ে ৰজা যযাতিয়ে বৃদ্ধ বয়সত পুনৰ যৌৱন প্ৰাপ্তিৰ কামনা কৰি নিজৰ পুত্ৰৰ পৰা যৌৱন ভিক্ষা কৰি লৈছিল। ১৮ শতিকাৰ ইংৰাজ কবি এন্দ্ৰু মাৰভেলে মৃত্যুৰ পদধ্বনি শুনি সদায় বিব্ৰত হৈ ৰৈছিল। এতিয়া পাঁচ হাজাৰ বছৰ আয়ুস পালে কাম আধৰুৱা হৈ ৰোৱাৰ ভয়ৰ পৰা মানুহ হয়তো মুক্ত হ'ব।

কিন্তু ইমানখিনি সম্ভাৱনা সত্ত্বেও অনিশ্চিতভাৱে বহুদিনলৈ জীয়াই থকাটো বিড়ম্বনাপূৰ্ণ আৰু হতাশাজনক হোৱাৰ পুৰামাত্ৰাই সম্ভাৱনা আছে। জীৱন ইমান মধুৰ, ইমান আকৰ্ষণীয় হোৱাৰ মূলতে হ'ল জীৱনৰ ক্ষণস্থায়িত্ব। এপাহ সুন্দৰ মনোমোহা ফুলৰ সৌন্দৰ্য নিহিত আছে তাৰ ক্ষণস্থায়িত্বৰ ওপৰত। ১৯ শতিকাৰ ইংৰাজ ৰোমাণ্টিক কবি কীটছৰ বেছিভাগ কবিতাৰে বিষয়বস্তু হ'ল সকলো সুন্দৰ বস্তুৰ ক্ষণস্থায়িত্ব। কেৱল চিত্ৰশিল্প, ভাস্কৰ্য আৰু আন শিল্প-কলাইহে ক্ষণস্থায়ী সুন্দৰ মুহূৰ্তবোৰ ধৰি ৰাখি কলাসুলভ স্থায়িত্ব



দিয়ে। কীটছে সেয়ে সুন্দৰকে সত্য আৰু সত্যকে সুন্দৰ বুলি কৈছে। বিশ্বৰ সকলো সফল সাহিত্যিককে জীৱনৰ প্ৰতি গভীৰ ভালপোৱা, জীৱনৰ গভীৰ উপলব্ধি, মানুহৰ জীৱনৰ ক্ষণস্থায়িত্ব আৰু মৃত্যু চেতনাই প্ৰদান কৰিছে। যিকোনো মুহূৰ্ততে মৃত্যু আহিব পাৰে বুলি থকা আমাৰ চেতনাই জীৱনক ইমান করুণ-মধুৰ কৰি তুলিছে। ৰালেছ ষ্টিভেনছৰ কবিতাত এই ভাব সুন্দৰভাৱে প্ৰকাশ পাইছে — 'মৃত্যু হৈছে সকলো সৌন্দৰ্যৰ জন্মদাত্ৰী আৰু সেয়ে কেৱল মৃত্যুৰ পৰাই আমাৰ সকলো সপোন, সকলো আশাৰ পূৰ্ণ প্ৰাপ্তি হ'ব পাৰে।' দাৰ্শনিক মাৰ্টিন হেইদগাৰৰ জীৱন দৰ্শন মতেও মৃত্যুৱেই জীৱনৰ আধাৰ। জীৱনক শিল্প ৰূপত তুলি ধৰিবৰ বাসনা তীব্ৰতৰ কৰাৰ বাবেই, জীৱনৰ সৌন্দৰ্য উপভোগ কৰাৰ, জীৱনক মহীয়ান কৰাৰ হেঁপাহ পূৰণৰ বাবেই আমি মৃত্যুৰ আশে-পাশে আছোঁ বুলি উপলব্ধি কৰোঁ। এয়া হৈছে আমাৰ জীৱনকেন্দ্ৰিক মৃত্যুবোধ। মৃত্যু আছে বাবেই জীৱন মহিমামণ্ডিত। মৃত্যুবোধৰ কাৰণেই আমি গভীৰভাৱে জীৱনপ্ৰেমী।

কুৰি শতিকাৰ মাজভাগ মানলৈকে সাহিত্যত যি গভীৰ জীৱনপ্ৰেম প্ৰকাশ পাইছিল সেই জীৱন প্ৰেমৰ আজিৰ সাহিত্যত অভাৱ ঘটিছে। আজিৰ সাহিত্যত প্ৰকাশ পাইছে নিষ্প্ৰাণ পৃথিৱীৰ আৰু জীৱনৰ আনন্দৰ পৰা বঞ্চিত মানুহৰ চিত্ৰ। অসুখী মানুহৰ বৰ্ণনা, অসুখী মানুহৰ অনুভূতি সকলো সাহিত্য কৰ্মতে প্ৰকাশ পোৱা দেখা গৈছে। লেখকসকলৰ চিন্তাতো প্ৰকাশ পাইছে জটিলতা। জটিল জীৱন আৰু জটিল চিন্তাই প্ৰকাশভংগী আৰু আংগিকৰো পৰিৱৰ্তন আনিছে। এই পৰিৱৰ্তন বিশ্বৰ সকলো দেশতেই দেখা গৈছে।

আমাৰ ভাৰতীয় সমাজ, পৰিয়াল আৰু কাম কৰাৰ পৰিবেশলৈ আজি কেইদশকমানৰ ভিতৰতে অভূতপূৰ্ব পৰিৱৰ্তন আহিছে। সামাজিক পৰিৱৰ্তন সকলো দেশলৈ আহে, এইটো এটা স্বাভাৱিক আৰু অৱশ্যম্ভাৱী কথা। কিন্তু ভাৰতীয় সমাজলৈ যি পৰিৱৰ্তন আহিল সেয়া ভাৰতীয় জীৱনৰ মাজৰ পৰা ক্ৰমবিৱৰ্তনৰ ফলস্বৰূপে অহা পৰিৱৰ্তন নহয়। ই হঠাতে অহা অনুকৰণৰ ফলত হোৱা পৰিৱৰ্তনহে। এই পৰিৱৰ্তনৰ কাৰণে ব্যক্তিৰ আবেগ-অনুভূতি, প্ৰাচীন প্ৰমূল্য, আদৰ্শত প্ৰচণ্ড হেঁচা পৰিল। এই হেঁচা চম্ভলাটো ব্যক্তিৰ মানসিক জগতখনৰ কাৰণে অতি কষ্টকৰ হৈ পৰিল।

ৰাজনৈতিক ক্ষেত্ৰত আমি দেখিবলৈ পাওঁ যে সংসদীয় গণতন্ত্ৰ ভাৰতীয় মানুহে হঠাতে গ্ৰহণ কৰিবলগীয়া হ'ল। অতীতত লিছভীসকলৰ দিনত ভাৰতত এটা গণতান্ত্ৰিক পৰম্পৰা গঢ় লৈ উঠিছিল যে সেই কথা সঁচা, কিন্তু সেই পৰম্পৰা বৰ্তি নাথাকিল। ইংলণ্ডত সংসদীয় গণতন্ত্ৰ বিৱৰ্তনৰ যোগেদি আহিছিল। সংসদীয় গণতন্ত্ৰ যে শাসন পদ্ধতিৰ ভিতৰত উৎকৃষ্ট পদ্ধতি সেই কথা ইয়াত নুই কৰিব খোজা নাই। তৎসত্ত্বেও এটা কথা ক'ব লাগিব যে ভাৰতীয়সকলে ৰাজনৈতিক ক্ষেত্ৰত অহা সংসদীয় গণতন্ত্ৰৰ পৰিৱৰ্তন চম্ভালি ল'বলৈ মানসিকভাৱে কষ্ট কৰিবলগীয়া হ'ল। ১৯৫২ৰ প্ৰথম সাধাৰণ নিৰ্বাচনৰ পৰা একোৱেই আৰু আগৰ দৰে নাথাকিল। জাত-পাতলৈ মানুহৰ মাজত ভেদাভেদ বেছি হ'ল, মানুহৰ মাজত বিশ্বাসঘাতকতা বাঢ়িল, চুবুৰীৰ আত্মীয়জনো শত্ৰু হৈ পৰিল, কোনেও কাকো বিশ্বাস কৰিব নোৱৰা হ'ল। মুঠৰ ওপৰত নিৰ্বাচনে মানুহৰ মাজত হিংসা-দ্বেষ, সামাজিক আৰু ৰাজনৈতিক জীৱনত দুৰ্নীতি বঢ়াই ভাৰতীয় মানুহৰ মনত প্ৰচণ্ড হেঁচা দিলে।

সেইদৰে অৰ্থনৈতিক ক্ষেত্ৰত গ্ৰামীণ অৰ্থনীতিৰ ভাঙোনে কৃষিভূমিৰ পৰা নিলগত থাকি বিস্তৰ কৃষিভূমিত খেতি কৰা এক শ্ৰেণীৰ ভূস্বামীৰ সৃষ্টি কৰিলে। ব্যৱসায়-বাণিজ্যত দালাল শ্ৰেণীৰ অভ্যুদয়ে অসুখী খেতিয়কৰ, দিন-হাজিৰা কৰি খোৱা খেতিয়কৰ সৃষ্টি কৰিলে। স্বাধীনতা লাভৰ পাছতে দেশত এটা নতুন ৰাজনৈতিক আৰু অৰ্থনৈতিক ব্যৱস্থা সুচিন্তিতভাৱে আৰু সুপৰিকল্পিতভাৱে গঢ়ি তোলাৰ যি সৃষ্টিশীল নেতৃত্বৰ প্ৰয়োজন আছিল, চৰম দুৰ্ভাগ্যৰ কথা যে সেই নেতৃত্বৰ উত্থান নহ'ল। মহাত্মা গান্ধীৰ সেই সৃষ্টিশীল নেতৃত্ব আছিল, কিন্তু ১৯৪৮ ত গান্ধীজীৰ হত্যাৰ লগে লগে তেওঁৰ সৃষ্টিশীল নেতৃত্বক বুজি পোৱা নেতাৰ অভাৱ ঘটিল।

ৰাজনৈতিক আৰু প্ৰশাসনীয় দুৰ্নীতিয়ে মানুহে কাম কৰি পোৱা আনন্দ নাইকিয়া কৰিলে। বিভিন্ন কাৰ্যালয়, কল-কাৰখানা সকলোতে এটা নিৰ্জীৱ অথবা নিষ্ঠুৰ পৰিবেশ। তেনে পৰিৱেশত কাম কৰি মানুহ অসুখী হৈ পৰে। কাম কৰাৰ যি সৃষ্টিশীল মাদকতা সেই মাদকতা হেৰুৱাই পেলায়। সময়ৰ লগে লগে যে পৰিৱৰ্তন আহিবই আৰু সেই পৰিবৰ্তনৰ লগত যে মানুহে খাপ খাই চলিবই লাগিব সেই কথা সকলোৱে জানে, কিন্তু প্ৰাচীন প্ৰমূল্যৰ পৰিৱৰ্তনৰ লগে লগে নতুন প্ৰমূল্য গঢ় লৈ উঠিব লাগিব। দুখৰ কথা যে ভাৰতত সি হৈ নুঠিল। উদাহৰণস্বৰূপে যৌথ পৰিয়ালৰ দিনত ইজনে সিজনৰ ওপৰত নিৰ্ভৰ কৰি কামবিলাক লাহে-ধীৰে কৰিব পাৰিছিল। কিন্তু যৌথ পৰিয়ালৰ ভাঙোনে সকলো লোককে এটা ব্যস্ততাপূৰ্ণ, কৰ্মচঞ্চল জীৱন-যাপন কৰাৰ আৱশ্যকতা আনিলে। কিন্তু কামৰ প্ৰতি গভীৰ নিষ্ঠাৰ এটা প্ৰমূল্য ভাৰতীয় সমাজত গঢ় নল'লে। যৌথ পৰিয়ালে দিয়া জীৱনৰ নিৰাপত্তাৰ বিকল্প ভাৰতীয় সমাজত গঢ় লৈ নুঠিল।

ভাৰতীয় পৰিয়াল ব্যৱস্থা এসময়ত সমগ্ৰ বিশ্বৰ কাৰণে ঈৰ্ষণীয় আছিল। সেই পৰিয়াল ব্যৱস্থাও আজি ধ্বংসৰ সন্মুখীন হৈছে। স্বামী-স্ত্ৰী, সন্তানৰ নিউক্লিয়াচ পৰিয়ালত পুৰণি প্ৰমূল্য নাইকিয়া হৈছে; কিন্তু কৰ্তব্যনিষ্ঠা, দায়িত্বপৰায়ণতা, স্বাবলম্বিতা আদি প্ৰমূল্যও এনে পৰিয়ালবিলাকত গঢ় লৈ উঠা নাই। ফলত পৰিয়ালৰ সদস্যবিলাক নিজ নিজ বৃত্তত আবদ্ধ থাকি অত্যন্ত অসুখী হৈ পৰিছে। এনে পৰিয়ালবিলাকত সাফল্যৰ পাছত দৌৰাৰ প্ৰৱণতাও বৃদ্ধি পাইছে। দাৰ্শনিক বাৰ্ট্ৰাণ্ড ৰাছেলে তেওঁৰ 'দ'দ টু হেপিনেচ' ৰচনাত





লেখিছিল যে আধুনিক প্ৰতিযোগিতামুখী সমাজত সাফল্যৰ পাছত দৌৰা কথাটোও সুখৰ এটা ডাঙৰ অন্তৰায়।

আজি বেছিভাগ মানুহৰ কাৰণে জীৱন মধুৰ আৰু আকৰ্ষণীয় নহয়। বিশেষকৈ বয়সস্থসকলৰ মাজত নিৰাশ্ৰয় মানুহৰ সংখ্যা ভয়াবহভাৱে বৃদ্ধি পাইছে। কৃষি অৰ্থনীতিৰ ভাঙোন, নগৰীয়া সভ্যতাৰ বিকাশ আৰু নতুন প্ৰজন্মৰ জীৱনৰ দুৰ্বাৰ গতিৰ সন্মুখত আজি বৃদ্ধ লোক সামাজিক আৰু অৰ্থনৈতিকভাৱে নিৰাপত্তাহীন হৈ পৰিছে। বৰ্তমান এটা মাত্ৰ সন্তানক জন্ম দি 'নিউক্লিয়াৰ' পৰিয়ালৰ যি নীতি গঢ় লৈ উঠিছে সেইটো আজি কিছু দশকলৈকে হোৱা নাছিল। ভোগ সৰ্বস্ব জীৱন-যাপনৰ কাৰণে ভোগৰ সামগ্ৰীও তেতিয়া ইমানকৈ ওলোৱা নাছিল। ফলত আকাংক্ষাৰ বিস্ফোৰণ হৈ তাৰ মাজৰ পৰা ব্যক্তিকেন্দ্ৰিকতাই বৰ্তমানৰ সৰ্বনাশী ৰূপত মূৰ দাঙি উঠা নাছিল। পৰিয়ালৰ বান্ধোন অটুট আছিল। ভোগ-সৰ্বস্ব মানসিকতাই পৰিয়াললৈ ভাঙোন আনে। এই ভাঙোনৰ ফলত বৃদ্ধসকল অনাদৰ-অৱহেলাৰ সন্মুখীন হয়।

সাহিত্য-শিল্পত সদায় জীৱনৰ অনুভূতি, আপোনজনৰ লগত সম্বন্ধ, মিলাপ্ৰীতি, মৰম-স্নেহ প্ৰকাশ পাই আহিছে। বৰ্তমান সময়ত পৰিয়ালৰ বান্ধোন খহি পৰাৰ সময়ত মিলাপ্ৰীতি মৰম-স্নেহো কমি আহিছে আৰু এই পৰিৱৰ্তন সাহিত্য শিল্পত প্ৰকাশ পাইছে। নাটক-উপন্যাসত বাৰ্ধক্যৰ নিঃসংগতা, শাৰীৰিক দুৰ্বলতা, পুত্ৰ-কন্যাৰ দ্বাৰা অৱহেলা, আৰ্থিক দুৰৱস্থা আদি উপস্থাপন কৰা দেখা যায়। কিন্তু বৃদ্ধ মানুহৰ মাজতো প্ৰাণ-প্ৰাচুৰ্য, জীৱনক উপভোগ আৰু আনন্দৰে সুন্দৰ কৰি তোলাৰ মন আছে। বৰ্তমান সময়লৈকে অৱশ্যে নাটক, উপন্যাসত বাৰ্ধক্যৰ প্ৰাণ-প্ৰাচুৰ্য, বাৰ্ধক্যৰ প্ৰেম-প্ৰীতি, ভালপোৱাজনৰ লগত অন্তৰংগ আলাপ-আলোচনাৰ উপস্থাপন খুব কমেই পোৱা যায়। কিন্তু আজি কিছু বছৰৰ ভিতৰতে নাটক আৰু উপন্যাসত বাৰ্ধক্যৰ জীৱনক বেলেগ ধৰণে উপস্থাপন কৰা হ'ব বুলি আশা কৰিব পাৰি। কিয়নো শেহতীয়াভাৱে হিন্দী চিনেমাত বৃদ্ধ বয়সৰ প্ৰণয়ৰ তীব্ৰতা, জীৱনৰ প্ৰতি আকৰ্ষণ প্ৰকাশ পোৱা দেখা গৈছে। 'দিল ভিল প্যাৰ ব্যাৰ'ত প্ৰকাশ পোৱা ডেকা-গাভৰুৰ অলীক, অবাস্তৱ প্ৰেম, সস্তীয়া নাচ-গানৰ কাহিনীতকৈ বৃদ্ধ বয়সৰ প্ৰেমপূৰ্ণ গভীৰ আবেগ-অনুভূতিৰ কাহিনীয়ে চিনেমা নিৰ্মাতাসকলক বেছিকৈ আকৰ্ষণ কৰিছে। পঞ্চাশ-ষাঠি বছৰৰ উৰ্দ্ধতো প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা জীৱন থাকিব পাৰে বুলি চিনেমা নিৰ্মাতাসকলে উপলব্ধি কৰাত তেওঁলোকে বৃদ্ধ বয়সক কলাত নতুনকৈ আবিষ্কাৰ কৰাৰ, বৃদ্ধ বয়সৰ জীৱনৰ প্ৰচুৰ সম্ভাৱনীয়তাক নতুন দৃষ্টিভংগীৰে প্ৰকাশ কৰাৰ প্ৰয়াস কৰিছে। অমিতাভ বচ্চন আৰু শৰ্মিলা ঠাকুৰ অভিনীত 'বিৰোধ' মুক্তি পোৱাৰ পাছত হৃদয় ছেট্টীৰ 'প্যাৰ মে টুইষ্ট' মুক্তি পায়। এই ছবিত মধ্য বয়সৰ ঋষি কাপুৰ আৰু ডিম্পল কাপাডিয়াৰ মাজত গভীৰ প্ৰণয় চিত্ৰিত হৈছে। দুয়োৰো মাজত প্ৰাপ্ত বয়স্ক ল'ৰা-ছোৱালীৰ পিতৃ-মাতৃ হৈছে। বয়সস্থ নায়ক-নায়িকাক লৈ আৰু দুখন ছবি মুক্তি পায়। এখন হৈছে ৰমেশ শৰ্মাৰ 'দিল জ্যো ভি কহে' আৰু আনখন ৰবি চোপ্ৰাৰ 'বাবুল'। অমিতাভ বচ্চন আৰু হেমা মালিনী অভিনীত 'বাঘবান'ৰ সফলতাৰ পাছত চিনেমা নিৰ্মাতাসকলে একে ধৰণে বয়সস্থ জীৱনৰ গভীৰ প্ৰেমপূৰ্ণ জীৱনক লৈ চিনেমা নিৰ্মাণত আগ্ৰহী হোৱা দেখা গৈছে। 'বাঘবান'ত বয়সস্থ দম্পতীহালৰ এনে ৰোমাঞ্চপূৰ্ণ, গভীৰ প্ৰেমপূৰ্ণ সম্বন্ধ দেখুৱা হৈছে যি সম্বন্ধক আৰু প্ৰেমৰ আকৰ্ষণক বয়সেও ম্লান কৰিব পৰা নাই।

হিন্দী চিনেমাৰ নিৰ্মাতাসকলে বৃদ্ধ বা বয়সস্থসকলক এনেদৰে হঠাৎ উপস্থাপন কৰাৰ অন্তৰালত কিহে উদগণি দিছে সেই কথা সামাজিক বিশ্লেষণ আৰু গৱেষণাৰ বিষয় হ'ব পাৰে। সৌ সিদিনালৈকে হিন্দী চিনেমাত বৃদ্ধ-বৃদ্ধাক উপস্থাপন কৰাৰ কেইটামান নিৰ্দিষ্ট ফৰ্মূলা আছিল। ঘৰৰ মুৰব্বী মৰমীয়াল ককা-আইতা, স্বৈৰাচাৰী পিতৃ, সতি-সন্ততিৰ নিষ্ঠুৰ আচৰণত বিষাদগ্ৰস্ত বয়সস্থ স্বামী-স্ত্ৰী এনেকুৱা বৈশিষ্ট্যহীন গতানুগতিক চৰিত্ৰৰ যোগেদি বৃদ্ধসকলক উপস্থাপন কৰা হৈছিল। কিন্তু বৰ্তমান এই গতানুগতিক চৰিত্ৰবিলাকে দৰ্শকক আকৰ্ষণ কৰিব নোৱৰা হৈছে। সেয়েহে 'খাকী' ছবিত এজন পঞ্চাশোৰ্দ্ধৰ এজমাত ভুগি থকা পুলিচে নিজৰ শক্তি প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে। 'বিৰোধ' ছবিত ষাঠিৰ উৰ্দ্ধৰ বৃদ্ধ-বৃদ্ধাই প্ৰণয়ৰ তীব্ৰতা অক্ষুণ্ণ ৰাখিছে, জীৱনৰ সাধাৰণ কথাবিলাকত আনন্দ উপলব্ধি কৰিছে আৰু তেওঁলোকৰ জীৱন ধ্বংস কৰিবলৈ লোৱা সমাজৰ বিৰুদ্ধে থিয় দিছে। কলকাতাৰ সমাজ বিজ্ঞান কেন্দ্ৰৰ অঞ্জন ঘোষৰ মতে চিনেমা শিল্পত এই পৰিৱৰ্তনৰ কাৰণ হৈছে আমাৰ নগৰ অঞ্চলত বাস কৰা মধ্যবিত্ত বয়সস্থ লোকসকলৰ জীৱনলৈ, তেওঁলোকৰ ধ্যান-ধাৰণালৈ অহা পৰিৱৰ্তন। শিল্প কলাই যিহেতু সমাজৰ প্ৰতিফলন কৰে, বয়সস্থসকলৰ জীৱনলৈ অহা এই পৰিৱৰ্তন চিনেমা শিল্প বা কলাত প্ৰতিফলিত হোৱাটো স্বাভাৱিক কথা। আগতে পৰিয়ালৰ মাজত আৱদ্ধ থকা বৃদ্ধসকলৰ এতিয়া স্বকীয় অস্তিত্বৰ প্ৰকাশ পাইছে। অৰ্থনৈতিকভাৱে স্বনিৰ্ভৰশীল স্বতন্ত্ৰ, নিজৰ ইচ্ছামতে জীৱন-যাপন কৰা বহুতো বয়সস্থ লোকে এতিয়া ডেকা-গাভৰুৰ জীৱন-ৰীতি আৰু চাল-চলন আয়ত্ত কৰিছে। এই বৃদ্ধ-বৃদ্ধাসকলে জীৱনৰ পৰা একো বাদ দিবলৈ প্ৰস্তুত নহয়। জীৱন সম্পূৰ্ণ ৰূপে উপভোগ কৰিবলৈহে আগ্ৰহী। জীৱনলৈ আহিব পৰা নতুন সম্ভাৱনা, ৰোমাঞ্চক বাদ দিয়াৰ কথা এই বৃদ্ধ-বৃদ্ধাসকলে ভাবিব নোৱাৰে। সেয়েহে বয়সস্থ পুৰুষ-নাৰী বা দম্পতীৰ প্ৰেমপূৰ্ণ সম্বন্ধৰ ছবিয়ে দৰ্শকৰ উষ্ম সঁহাৰি পাবলৈ সক্ষম হৈছে বুলি সমাজ বিজ্ঞানী অঞ্জন ঘোষে কয়। বহুতো ষাঠিৰ উৰ্দ্ধৰ বৃদ্ধ-বৃদ্ধাই বিবাহিত পুত্ৰ-কন্যা থকা সত্ত্বেও নিজকে বুঢ়া বুলি নাভাবে। স্বাস্থ্য ভালে ৰখাৰ লগতে জীৱনক উপভোগ কৰিবলৈ সকলো প্ৰকাৰে যত্ন কৰে। বহুতেই ভাবে যে এওঁলোকৰ বয়সৰ বহুতৰে জীৱনত ৰোমাঞ্চ আছে আৰু

‘প্যাৰ মে টুইষ্ট’ৰ নিচিনা ছবিত এই বাস্তৱ সত্য প্ৰতিফলন কৰিব পাৰিছে। অৱশ্যে পৰিচালক হৃদয় ছেট্টিয়ে ভাবে যে সকলো বয়সৰ দৰ্শকৰ কাৰণেই ছবিখন উপভোগ্য হৈছে, কিয়নো দৰ্শকসকলৰ ৰুচি আৰু উপলব্ধিৰ বিকাশ ঘটি পূৰ্ণতা পাইছে। ‘বিৰোধ’ৰ পৰিচালক মহেশ মাঞ্জেৰকাৰেও কয় যে দৰ্শকসকলে মধ্য বয়সীয়া নায়ক গ্ৰহণ কৰিবলৈ লৈছে। ডেকা-গাভৰুৰ প্ৰণয় কাহিনী এতিয়া গতানুগতিক হৈ পৰাত পৰিচালকসকলে বয়সস্থ প্ৰেমিক-প্ৰেমিকাৰ জীৱনক লৈ ছবি প্ৰস্তুত কৰিছে বুলি মহেশ মাঞ্জেৰকাৰে কয়।

সমাজৰ এটা বাস্তৱ সত্যক স্বীকাৰ কৰি চিত্ৰ নিৰ্মাতাসকলে গতানুগতিকতা পৰিহাৰ কৰি এইদৰে উপস্থাপন কৰাৰ প্ৰয়াসে হিন্দী তথা ভাৰতীয় চিনেমাক এক নতুনত্ব প্ৰদান কৰিছে বুলি ক’ব পাৰি। ভাৰতীয় চিত্ৰ নিৰ্মাতাসকলে হলিউডৰ ষাঠিৰ উৰ্দ্ধৰ নায়কৰ বিকৃত ইন্দ্ৰিয়াসক্ত জীৱনৰ যৌন সৰ্বস্বতাৰ পৰিবৰ্তে বৃদ্ধ বয়সৰ দাম্পত্য জীৱনৰ প্ৰেমপূৰ্ণ সম্বন্ধ আৰু প্ৰাণোচ্ছলতা প্ৰকাশ কৰি থাকিব পাৰিলে ভাৰতীয় চিনেমা শিল্পই মহৎ সৃষ্টিশীলতা আয়ত্ত কৰিব বুলি আশা কৰিব পাৰি।

বাৰ্ধক্যৰ সংকটৰ সময়ত কেৱল চিনেমা শিল্পতেই নহয় চুটি গল্প, উপন্যাস, নাটকতো বৃদ্ধ বয়সৰ প্ৰাণোচ্ছলতা প্ৰকাশ পোৱাৰ প্ৰয়োজন হৈছে। আজি এক দশকমানৰ ভিতৰতে সমাজ আৰু জীৱনলৈ ডাঙৰ পৰিৱৰ্তন আহিছে। তথ্য প্ৰযুক্তিৰ অভূতপূৰ্ব বিকাশৰ লগে লগে শিক্ষা, কৰ্মসংস্কৃতিলৈকো ডাঙৰ পৰিৱৰ্তন আহিছে। এই পৰিৱৰ্তনৰ ফল স্বৰূপে কলা, বিজ্ঞানৰ সাধাৰণ শিক্ষাৰ পৰিৱৰ্তে যুৱক-যুৱতীসকলে বাণিজ্য, ব্যৱসায়, কাৰিকৰী শিক্ষাত যোগ দিছে। এনে শিক্ষাৰ ফলত কিছু সংখ্যক যুৱক-যুৱতীয়ে ভাল দৰমহাৰ চাকৰি পাইছে আৰু আন কিছু সংখ্যকে কম দৰমহাৰ চাকৰি পায়ো দিল্লী, মুম্বাই আদি চহৰত বাস কৰিছে। বসবাস কৰাৰ কাৰণে একোটা কোঠা অধিক মূল্যৰ হোৱাৰ কাৰণে একেটা কোঠাতে দুজন যুৱক-যুৱতী একেলগে থাকিবলগীয়া হয়। কম্পিউটাৰ, লেপটপ, ইণ্টাৰনেট আদিৰে দেখাত এটা বিলাসী জীৱন-যাপন কৰিলেও প্ৰকৃততে জীৱন



হৈ পৰে আদৰ্শহীন আৰু মানসিক সুখ-সৌন্দৰ্য বৰ্জিত। বিজ্ঞান আৰু প্ৰযুক্তিয়ে জীৱন আৰু সমাজলৈ বহুতো সুখৰ সামগ্ৰী আনিছে। এই সামগ্ৰীসমূহে মানুহৰ জীৱনক আধুনিকভাৱে গঢ়ি তুলিছে। কিন্তু লগতে বিশ্বায়নে অনা পৰিবৰ্তনে জীৱন আৰু সমাজলৈ জটিলতাও আনিছে। মানুহে প্ৰাচীন প্ৰমূল্য হেৰুৱাই কোনো ক্ষেত্ৰত অস্থিৰ জীৱন-যাপন কৰাও দেখা গৈছে। অসমীয়া সাহিত্যত ঘাইকৈ চুটিগল্প, নাটক, উপন্যাসত এই পৰিবৰ্তন উপস্থাপন হোৱাটো আৱশ্যক। অসমীয়া সাহিত্যত, ঘাইকৈ চুটি গল্পত দিল্লী, মুম্বাই, বাংগালোৰত কৰা যুৱক-যুৱতীৰ লিভিং টুগেদাৰ আৰু তেনে জীৱনত যুৱক-যুৱতীৰ যৌনতা আৰু নগ্নতাৰ লগতে মানসিক অস্থিৰতা প্ৰকাশ পাইছে। তথ্যপ্ৰযুক্তি আৰু বিশ্বায়নে কেৱল যুৱক-যুৱতীসকলৰ জীৱনতে প্ৰভাৱ পেলোৱা নাই, মধ্যবয়স আৰু বৃদ্ধ বয়সৰ লোকসকলৰ মাজতো প্ৰভাৱ পেলাইছে। বিজ্ঞান প্ৰযুক্তিয়ে অনা সুখ-স্বাচ্ছন্দ্যৰ জীৱনৰ প্ৰতি বৃদ্ধসকলো আগ্ৰহী হৈছে। তেওঁলোকৰ কাম কৰাৰ শক্তিৰ লগতে কামৰ প্ৰতি আগ্ৰহো বাঢ়িছে। আমাৰ চুটিগল্প, উপন্যাস আৰু নাটকত বৃদ্ধ লোকসকলে অৰ্থনৈতিক জীৱনত অংশ লোৱাৰ, তেওঁলোকৰ জ্ঞান, দায়বদ্ধতা আৰু অভিজ্ঞতা সমাজে পাবলৈ সক্ষম হোৱাৰ আৰু তেওঁলোকৰ প্ৰাণোচ্ছলতাৰ উপস্থাপন হোৱাৰ প্ৰয়োজন আছে।

প্ৰবন্ধৰ সামৰণিত ক’ব খুজিছোঁ যে বিজ্ঞান, তথ্য-প্ৰযুক্তি, বিশ্বায়নে সমাজলৈ অনা সামাজিক, আৰ্থিক আৰু শৈক্ষিক পৰিৱৰ্তনৰ কলাত্মক বিৱৰণ আমাৰ চুটিগল্প, নাটক, উপন্যাসত প্ৰকাশ পাব লাগিব। এই পৰিৱৰ্তনে যুৱক-যুৱতীৰ জীৱনধাৰালৈ অনা পৰিৱৰ্তনৰ লগতে বৃদ্ধ পতি-পত্নীৰ আনন্দপূৰ্ণ প্ৰাণোচ্ছল জীৱনৰ প্ৰকাশো কৰাৰ প্ৰয়োজন হ’ব। চাকৰিমুখী শিক্ষাই যুৱক-যুৱতীৰ জীৱনলৈ অনা পৰিৱৰ্তনৰ ইতিবাচক দিশবিলাকো দাঙি ধৰাৰ প্ৰয়োজন হ’ব চুটিগল্প, উপন্যাস, নাটকে। জীৱনৰ পৰিৱৰ্তনৰ এনে কলাত্মক প্ৰকাশে আমাৰ সৃষ্টিশীল সাহিত্যক এক নতুন মাত্ৰা দিব বুলি আশা কৰিব পাৰি। ❑





# উত্তৰ-ঔপনিবেশিক বিশ্ব-সাহিত্য আৰু ইতিহাস-চিন্তা

ড° পৰী হিলৈদাৰী



ত্তৰ-ঔপনিবেশিক চিন্তাৰ বিকাশ আৰু তাৰ প্ৰয়োগ যোৱা শতিকাৰ শেষাৰ্ধত ৰচিত বিশ্ব সাহিত্যক এক নতুন ৰাজনৈতিক মাত্ৰা প্ৰদান কৰা পৰিলক্ষিত হৈছে। আফ্ৰিকা, এছিয়া আৰু লেটিন আমেৰিকাৰ যিবিলাক দেশে ঔপনিবেশিক শাসন-শোষণৰ উমৈহতীয়া অভিজ্ঞতা ভোগ কৰিব লগীয়া হৈছিল, স্বাধীনতা প্ৰাপ্তিৰ পাছতো এই দেশসমূহে কিছুমান বিশেষ ধৰণৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক পৰিস্থিতিৰ সন্মুখীন হ’ব লগাত পৰিছিল। এনে ধৰণৰ জটিল পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত উক্ত দেশসমূহৰ সাহিত্যৰ ক্ষেত্ৰখনত উত্তৰ-ঔপনিবেশিক বিষয়বস্তু আৰু প্ৰকাশশৈলীৰ উত্থান নিশ্চয় এটি গুৰুত্বপূৰ্ণ পৰিঘটনা বুলি ক’ব পাৰি। ‘উত্তৰ-ঔপনিবেশিক বিষয়বস্তু’ বুলি ক’লে কিছুমান বিশেষ প্ৰসংগই তৃতীয় বিশ্বৰ লেখককলৰ দৃষ্টি আকৰ্ষণ কৰা দেখা যায়। (‘তৃতীয় বিশ্ব’ৰ ধাৰণাটো অৱশ্যে ইউৰোপমূলীয় আৰু অপমানসূচক বুলি বহুতেই অগ্ৰাহ্য কৰে।) এই বিশেষধৰণৰ ৰাজনৈতিক বিষয়বস্তুৰ ভিতৰত নতুনকৈ স্বাধীন হোৱা আত্মপৰিচয় নিৰ্ধাৰণৰ পথত সৃষ্টি হোৱা বিভ্ৰাট, হেৰুৱা জাতীয় ঐতিহ্যৰ পুনৰ প্ৰতিষ্ঠাৰ প্ৰয়াস, ইতিহাস পুনৰ নিৰ্মাণ, সাংস্কৃতিক দ্বন্দ্ব-সংঘাত, সাংস্কৃতিক বহুমাত্ৰিকতা আদি বিষয়ৰ কথা উল্লেখ কৰিব পাৰি।

সাহিত্য-ৰূপৰ (form) ক্ষেত্ৰতো দেখা গৈছে যে উত্তৰ ঔপনিবেশিক বিশ্বৰ বহু লেখকেই ইংৰাজী ভাষাক প্ৰকাশৰ মাধ্যম হিচাপে গ্ৰহণ কৰিলেও সাম্ৰাজ্যবাদৰ হাতিয়াৰ হিচাপে ব্যৱহৃত এই ভাষাক নিজস্ব সাংস্কৃতিক বাতাবৰণৰ লগত খাপ খুৱাবৰ কাৰণে লেখকসকলে কিছুমান কৌশল প্ৰয়োগ কৰিছে। ইংৰাজী ভাষাত উপন্যাস ৰচনা কৰি প্ৰচুৰ খ্যাতি অৰ্জন কৰা লেখক ৰাজা ৰাওৱে তেখেতৰ ‘কণ্ঠপুৰা’ নামৰ উপন্যাসখনৰ আগকথাত এটি গুৰুত্বপূৰ্ণ মন্তব্য কৰিছে এনেদৰে - ‘We cannot write like the English. We should not. We cannot write only as Indians. We have grown to look at the large world as part of us. Our method of expression therefore has to be a dialect ... as distinctive and colourful as the Irish or the American. কেৱল ভাষাৰ ক্ষেত্ৰতে নহয়, কথনৰীতিৰ ক্ষেত্ৰতো উত্তৰ-ঔপনিবেশিক চিন্তাৰে উদ্বেলিত লেখকসকলে ইউৰোপীয় সাহিত্য-ৰূপৰ লগত জাতীয় কথন শৈলীৰ (indigenous narrative style) মিলন ঘটাই সংমিশ্ৰিত সাহিত্য ৰূপৰ (Hybrid literary form) ব্যৱহাৰ সম্ভৱ কৰি তুলিছে। ইউৰোপীয় ঐতিহাসিক উপন্যাসৰ চানেকি গ্ৰহণ কৰিও ৰাজা ৰাওৱে ‘কণ্ঠপুৰা’ নামৰ উপন্যাসখনত পুৰাণ-মহাভাৰতৰ চৰিত্ৰ আৰু কাহিনী সন্নিবিষ্ট কৰি প্ৰমাণ কৰি দেখুৱাইছে যে ভাৰতীয় পাঠকৰ কাৰণে ইউৰোপীয় আৰ্হিৰ বাস্তৱবাদী সাহিত্যৰ পৰিৱৰ্তে উপাখ্যান-লোকগাথা আদিৰ আবেদন অধিক শক্তিশালী। ভাৰতীয় উপন্যাসিক শশী থাৰোৰেও তেওঁৰ ‘The Great Indian Novel’ নামৰ উপন্যাসখনত আধুনিক ভাৰতৰ ৰাজনৈতিক ঘটনাপ্ৰবাহ আৰু তাৰ লগত জড়িত নেতৃবৃন্দৰ কাহিনীৰ লগত মহাভাৰতৰ কৌৰৱ-পাণ্ডৱৰ কাহিনীৰ সংযোজন ঘটাইছে। ইউৰোপীয় সামাজিক বাস্তৱবাদ আৰু তাৰ আধাৰ যুক্তিবাদী বিজ্ঞানসন্মত বিচাৰধাৰাৰ বিকল্প হিচাপে লেটিন আমেৰিকাৰ গেব্ৰিয়েল গাৰ্ছিয়া মাৰ্কেজ, টনি মৰিচন আদি লেখকসকলে ‘মেজিক ৰিয়েলিজ্‌মৰ’ কৌশল ব্যৱহাৰ কৰি বাস্তৱক উপস্থাপন কৰাৰ নতুন উপায় উদ্ভাৱন কৰিছে। সবাতোকৈ গুৰুত্বপূৰ্ণ দিশটো হৈছে যে উত্তৰ-ঔপনিবেশিক চিন্তা সম্বলিত সাম্প্ৰতিক সময়ৰ বিশ্ব





সাহিত্যই দেশ আৰু জাতিৰ হেৰাই যোৱা ঐতিহ্যক ইতিহাসৰ মাধ্যমত পুনৰ নিৰ্মাণ কৰাৰ নিজস্ব কৌশল পাঠকৰ সন্মুখত দাঙি ধৰিছে। ঐতিহাসিক বিষয়ক কেন্দ্ৰ কৰি ৰচনা কৰা সাহিত্যৰ ক্ষেত্ৰতো দেখিবলৈ পোৱা গৈছে নিম্ন বৰ্গীয় মানুহ আৰু প্ৰান্তীয় সংস্কৃতিৰ প্ৰতিফলন, প্ৰভাৱশালী-ক্ষমতাশালী ব্যক্তিৰ পৰিৱৰ্তে গণ চেতনাক মুখ্য স্থানত উপস্থাপন কৰাৰ শক্তিশালী প্ৰয়াস।

আফ্ৰিকা, এছিয়া আৰু লেটিন আমেৰিকাৰ জনগণে ঔপনিবেশিক শাসন কালত আৰু তাৰ পৰৱৰ্তী পৰ্যায়ৰ জাতি নিৰ্মাণ প্ৰক্ৰিয়াত মুখামুখি হোৱা ৰাজনৈতিক-সাংস্কৃতিক সমস্যাৰাজিক উত্তৰ ঔপনিবেশিক চিন্তাৰে উদ্বুদ্ধ লেখক-চিন্তানায়কসকলে কিদৰে উপন্যাসৰ মাধ্যমত উপস্থাপন কৰিবলৈ সক্ষম হৈছে তাৰ এটি সংক্ষিপ্ত আভাস এই আলোচনাৰ মাধ্যমত দাঙি ধৰাৰ চেষ্টা কৰা হৈছে। আলোচ্য উপন্যাস কেইখন হ'ল নাইজেৰিয়াৰ লেখক চিনুৱা এছেবেৰ (Chinua Achebe) 'Things Fall Apart' (১৯৫৮চন), আৰু এছিয়াৰ দুজন ইংৰাজী ভাষাৰ ঔপন্যাসিক ছালমান ৰাশ্চ্দী আৰু অমিতাভ ঘোষৰ যথাক্ৰমে - 'Midnight's Children (১৯৮১চন) আৰু 'The Shadow Lines (১৯৮৮চন)। এই উপন্যাস তিনিখনে ইউৰোপীয় আৰ্হিৰ ইতিহাস ৰচনাৰ ধাৰাটোক প্ৰত্যাখ্যান কৰি দেশ আৰু জাতিৰ ইতিহাস ৰচনাৰ ক্ষেত্ৰত সম্পূৰ্ণ নতুন দৃষ্টিভংগী, উপাদান আৰু কৌশল প্ৰয়োগ কৰি দেখুৱাইছে। 'Things Fall Apart' নামৰ উপন্যাসখনত এছেবেই নাইজেৰিয়াৰ ইউমুৰ'ফিয়া (Umuofia) নামৰ গ্ৰামাঞ্চল এটিত বসবাস কৰা ইগ্‌ব' নামৰ জনগোষ্ঠী এটাৰ জীৱনধাৰা আৰু সাংস্কৃতিক মূল্যবোধৰ ওপৰত আলোকপাত কৰিছে। উপন্যাসৰ প্ৰধান চৰিত্ৰ অকনকুউ আৰু ইউমুৰ'ফিয়াৰ অন্যান্য বয়োজ্যেষ্ঠ ব্যক্তিৰ মাজত গঢ় লৈ উঠা দ্বন্দ্ব-সংঘাতৰ ছবিখনে প্ৰতিপন্ন কৰিছে যে ইংৰাজ সাম্ৰাজ্যবাদী শাসন আৰম্ভ হোৱাৰ বহু আগৰে পৰাই এই গ্ৰাম্য সমাজখনত এটি স্বকীয় আৰু গতিশীল সাংস্কৃতিক পৰম্পৰা অব্যাহত ৰূপত চলি আছিল। ঊনৈশ শতিকাৰ শেষৰ ফালেহে খ্ৰীষ্টধৰ্মৰ মিছনাৰীসকল আৰু অন্যান্য প্ৰশাসনীয় স্তৰৰ বিষয়ববীয়াসকল নাইজেৰিয়াৰ অৰ্ন্তৱৰ্তী অঞ্চলসমূহতো সোমাই পৰে। উপন্যাসৰ মুখ্য চৰিত্ৰ অকনকুউৱে সামাজিক পৰিৱৰ্তন আৰু সহমতত সমূলি বিশ্বাস নকৰে। কঠোৰ ৰক্ষণশীল মন আৰু প্ৰচুৰ শাৰীৰিক শক্তিৰ অধিকাৰী অকনকুউৱে নিজৰেই পিতৃ মৃত উনকাৰ এলেহুৱা, দুৰ্বল স্বভাৱৰ কাৰণে লজ্জিত অনুভৱ কৰে আৰু নিজকে ইগব' জনগোষ্ঠীৰ সবল নেতা ৰূপত প্ৰতিষ্ঠা কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে। সামাজিক শৃংখলাৰ প্ৰতি আপোচহীন আনুগত্য প্ৰকাশ কৰিবলৈ যাওঁতে অকনকুউৱে নিজৰ পুত্ৰসম ইকেমফুনাক বলি দিয়া কাৰ্যত অংশ ল'বলৈও কুণ্ঠাবোধ কৰা নাই। আনহাতে ইউমুৰ'ফিয়াৰ বহুকেইজন বয়োজ্যেষ্ঠ লোকে নৰবলিৰ দৰে কঠোৰ শৃংখলাৰ মানৱতাহীন অপপ্ৰয়োগৰ বিৰুদ্ধে প্ৰতিবাদমুখৰ হৈ উঠিছে। ইয়াৰ দ্বাৰা এই সত্যকে প্ৰতিপন্ন কৰিব বিচৰা হৈছে যে মানৱতাহীন কঠোৰ অনুশাসন আৰু কুসংস্কাৰ কেতিয়াও আফ্ৰিকাৰ জনগোষ্ঠীয় জীৱনধাৰাৰ চালিকা শক্তি নাছিল। ইউমুৰ'ফিয়াত যিবিলাক গণবৈঠক হৈছিল তাতেই গুৰুত্বপূৰ্ণ সামাজিক সমস্যাবোৰৰ ওপৰত আলোচনা হৈছিল আৰু সহমতৰ ভিত্তিতহে সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। এই জনগোষ্ঠীয় পৰম্পৰাৰ অন্তৰালত এটি গতিশীল আৰু গণতান্ত্ৰিক মানসিকতাই সদায়েই ক্ৰিয়াশীল হৈ আছিল যদিও কিন্তু ইউৰোপীয় ঔপনিবেশিক শাসক আৰু ভাষ্যকাৰসকলে আফ্ৰিকাৰ সমাজ-সংস্কৃতিক সদায়েই বৰ্বৰ আৰু পশ্চাৎমুখী বুলি ইতিকিং কৰি আহিছিল। অকনকুউৰ চৰিত্ৰটোক বিচাৰ কৰি চালে দেখা যায় যে তেওঁ নিজৰ অহংকাৰ চৰিতাৰ্থ কৰিবৰ কাৰণেহে সামাজিক শৃংখলাক কঠোৰভাৱে ৰূপায়ণ কৰাত অচল-অটল হৈ আছিল। প্ৰকৃততে আফ্ৰিকাৰ সমাজখন যে তেনেকুৱা ব্যক্তিকেন্দ্ৰিক আৰু স্থবিৰ নহয় তাকেই চিনুৱা এছেবেই উপন্যাসখনৰ বিভিন্ন চৰিত্ৰৰ মাধ্যমেৰে দেখুৱাবলৈ বিচাৰিছে।

নাইজেৰিয়াত খ্ৰীষ্টধৰ্মৰ সাম্ৰাজ্যবাদী ভূমিকাৰ প্ৰকাশ ঘটিছে জেমচ্ স্মীথ নামৰ ধৰ্ম প্ৰচাৰকজনৰ কাৰ্যাৱলীৰ মাজত। জেমচ্ স্মীথে ইগব'সকলক নিজৰ ধৰ্ম ত্যাগ কৰি খ্ৰীষ্ট ধৰ্মত দীক্ষিত হ'বলৈ আৰু জাতীয় পৰম্পৰাৰ বিৰুদ্ধে কাম কৰিবলৈ প্ৰৰোচিত কৰাৰ ফলত গীৰ্জাঘৰ জ্বলাই দিয়াৰ দৰে কিছুমান হিংসাত্মক ঘটনাও সংঘটিত হ'বলৈ ধৰিলে। জিলাৰ আয়ুক্তজনে ইগব'সকলক কৰা অপমানৰ প্ৰতিশোধ ল'বলৈ অকনকুউৱে এজন ইংৰাজ বিষয়াক হত্যা কৰে আৰু অপমানসূচক দমন নীতিৰ পৰা হাত সাৰিবলৈ নিজেও আত্মহত্যাৰ পথ বাছি লয়। 'Thhings Fall Apart' ৰ শেষত দেখুওৱা হৈছে কিদৰে জিলাৰ ইংৰাজ আয়ুক্তজনে অকনকুউৰ মৃত্যুত কোনোধৰণৰ অনুশোচনা অনুভৱ কৰাৰ পৰিৱৰ্তে এই ঘটনাক তেওঁৰ পৰিকল্পিত প্ৰতিবেদনত কিদৰে সন্নিবিষ্ট কৰিব পৰা যায় তাকেহে লৈ চিন্তিত হৈ পৰিছে। আয়ুক্তজনৰ বিশ্বাস যে তেওঁ ৰচনা কৰা প্ৰতিবেদনখনে ইউৰোপীয় সাম্ৰাজ্যবাদ আৰু সভ্যতা বিস্তাৰৰ ওপৰত ভৱিষ্যতে ৰচনা হ'বলগীয়া ইতিহাস গ্ৰন্থৰ কাৰণে গুৰুত্বপূৰ্ণ তথ্যৰ যোগান ধৰিব। এইখিনিতে চিনুৱা এছেবেই সচেতন পাঠকক ভাবিবলৈ বাধ্য কৰিছে যে ইগব' জনগোষ্ঠীৰ জীৱনধাৰাৰ ওপৰত উপন্যাসখনে যি বৃত্তান্ত দাঙি ধৰিলে তাৰ পৰা ইংৰাজ বিষয়াজনে যুগুত কৰা আফ্ৰিকা সম্পৰ্কীয় প্ৰতিবেদন সম্পূৰ্ণ বেলেগ হ'ব। এই বিষয়াজন তথা কোনো সাম্ৰাজ্যবাদী শাসকেই অকনকুউ, ইগব' জীৱনধাৰা আৰু আফ্ৰিকাৰ সমাজ-সংস্কৃতি শুদ্ধ ৰূপত দাঙি ধৰিব নোৱাৰে, অথচ যুগ যুগ ধৰি আফ্ৰিকাৰ মানুহক সভ্যতাৰ ইতিহাসত অন্তৰ্ভুক্ত কৰাৰ কৃতিত্ব দাবী কৰি আহিছে এই উপনিবেশৰ পৃষ্ঠপোষকসকলে। 'Things Fall Apart' উপন্যাসখনৰ কাহিনীয়ে প্ৰতিপন্ন কৰিছে যে আফ্ৰিকাৰ জনসাধাৰণক বৰ্বৰ, অসভ্য আখ্যা দি কুসংস্কাৰ আৰু অজ্ঞানতাৰ স্থবিৰ পৰিবেশৰ মাজৰ পৰা উদ্ধাৰ কৰা বুলি ইউৰোপীয় ইতিহাস প্ৰণেতাসকলে ইংৰাজ সাম্ৰাজ্যবাদৰ জয়গান গালেও এই মিথ্যাবাদৰ কোনো বাস্তৱিক ভিত্তি নাই।







ইগব'সকলৰ কোনো লিখিত ইতিহাস নাথাকিলেও এক গতিশীল জাতীয় পৰম্পৰা আৰু তাৰ মৌখিক ইতিহাস জনগোষ্ঠীয় জীৱনধাৰাৰ মাজত সজীৱ হৈ আছিল। এই মৌখিক ইতিহাস ইউৰোপৰ অগোচৰ হ'লেও তাৰ আধাৰত ৰচনা কৰা ইতিহাসেহে আফ্ৰিকাৰ পৰম্পৰা-সংস্কৃতিৰ প্ৰতি সুবিচাৰ কৰিব পাৰিব। জিলা অধিপতিজনৰ দৃষ্টিত অকনকুউৰ চৰিত্ৰ আৰু আচৰণ যেনেকৈ আচহুৱা, সমগ্ৰ আফ্ৰিকাৰ জনসাধাৰণ ইউৰোপীয় সাম্ৰাজ্যবাদী শাসকৰ চকুত যুক্তিৰে ঢুকি নোপোৱা এক আচহুৱা প্ৰাণী। কিন্তু এই সাম্ৰাজ্যবাদৰ পৃষ্ঠপোষকসকলে কেতিয়াও উপলব্ধি কৰিব পৰা নাছিল যে ইউৰোপীয় শক্তিৰ আগমনৰ বহু পূৰ্বৰে পৰাই আফ্ৰিকাৰ জনগোষ্ঠীয় জীৱনধাৰাত বিবৰ্তনৰ সুঁতি এটা অহৰহভাৱে প্ৰবাহিত হৈ আছিল। সেয়েহে অকনকুউ, তেওঁৰ মৃত পিতৃ আৰু পুত্ৰসকল কোনো কাৰো অবিকল প্ৰতিচ্ছবি নাছিল আৰু জিলাৰ ইংৰাজ অধিপতিজনে ভবাৰ দৰে অকনকুউ সেই সমাজখনৰ প্ৰতিনিধিও নাছিল। আফ্ৰিকাৰ দেশসমূহত আধুনিক সভ্যতাৰ পোহৰ বিলোৱা কৃতিত্বৰ দাবীদাৰ পশ্চিমীয়া সভ্যতা আৰু তাৰ ইতিহাস প্ৰণেতাসকলৰ সন্মুখত চিনোৱা এছেবেৰ 'Things Fall Apart' উপন্যাসখনে সেই দাবীৰ অন্তঃসাৰশূন্যতা উদঙাই দেখুৱাৰ লগতে আফ্ৰিকাৰ ইতিহাসক নতুন দৃষ্টিভংগীৰে বিচাৰ কৰি চোৱাৰ প্ৰয়োজনীয়তা সাব্যস্ত কৰিছে।

ঔপনিবেশিক শক্তিৰ হাতৰ পৰা মুক্তি লাভ কৰাৰ পাছত স্বাধীন দেশ আৰু জাতিসমূহে স্বতন্ত্ৰভাৱে আত্মপ্ৰতিষ্ঠা আৰু জাতীয় চৰিত্ৰ সবল কৰি তুলিবলৈ প্ৰচেষ্টা চলাওঁতে যি জটিল পৰিস্থিতিৰ মুখামুখী হৈছিল তাক উত্তৰ-ঔপনিবেশিক দৃষ্টিভংগীৰে বিচাৰ আৰু উপস্থাপন কৰাৰ সফল প্ৰয়াস ঘটিছে ছালমান ৰাশ্চ্দীৰ উপন্যাসত। ১৯৪৭ চনৰ পোন্ধৰ আগষ্টৰ মাজনিশা ভাৰতৰ স্বাধীনতা প্ৰাপ্তিৰ ঠিক একে সময়তে জন্ম হৈছিল ৰাশ্চদীৰ 'Midnight's Children' ৰ এহেজাৰ এটি সন্তান। উপন্যাসৰ কথক আৰু মুখ্য চৰিত্ৰ চালিম চিনাই এই এহেজাৰ এটি 'মাজনিশাৰ সন্তান'ৰ ভিতৰত অন্যতম এজন। স্বাধীনতাৰ প্ৰাক মুহূৰ্তত দেশক উদ্দেশ্যি দিয়া আবেগিক ভাষণত প্ৰধান মন্ত্ৰী নেহৰুৱে কৈছিল যে সমগ্ৰ বিশ্ব যেতিয়া নিদ্ৰামগ্ন ভাৰতবৰ্ষই সেই মাজনিশাৰ মুহূৰ্তটোতে স্বাধীনতা আৰু নতুন জীৱন লাভ কৰি সাৰ পাই উঠিছে, এটা নতুন যুগৰ আৰম্ভণিত এই দেশৰ আত্মাই আত্ম প্ৰকাশৰ ভাষা বিচাৰি পাইছে। 'The Discovery of India' নামৰ গ্ৰন্থখনতো নেহৰুৱে ভাৰতীয় জাতিসত্তাৰ বৈচিত্ৰ্য আৰু ঐক্যৰ জয়গান গাইছে। আনহাতে নেহৰুৱে দাঙি ধৰা নতুন ভাৰতৰ ছবিখন যে প্ৰকৃতাৰ্থত সঁচা নাছিল তাৰ স্পষ্ট ইংগিত ফুটি উঠিছে চালিম চিনাইৰ কাহিনীৰ মাধ্যমত। চালিমে পদ্মাৰ আগত যি আত্মকথা বৰ্ণনা কৰিছে সেই আত্মকথাই দেশ আৰু জাতিৰ আত্মকথা ৰূপত ভাৰত উপমহাদেশৰ ১৯১০ চনৰ পৰা ১৯৭৫ চনলৈকে প্ৰায় সাতটা দশকৰ ঘটনাৱলীক সামৰি লৈছে। চালিমৰ ভাষাত - 'My destinies are indissolubly chained to those of my country', অৰ্থাৎ চালিমৰ ভাগ্য আৰু দেশৰ ভাগ্য ইটো-সিটোৰ লগত অবিচ্ছিন্ন ৰূপত বান্ধ খাই আছে। চালিম আৰু বাকী এহেজাৰ মাজনিশাৰ সন্তানৰ জীৱনত সংঘটিত হোৱা ঘটনা প্ৰবাহৰ সমষ্টিয়েই ভাৰত উপমহাদেশখনৰ ইতিহাস নিৰ্মাণ কৰে কিয়নো দেশ আৰু জাতিৰ ইতিহাস সৰ্বসাধাৰণ মানুহৰ জীৱনৰ সুখ-দুখ, আশা-নিৰাশাৰ পৰা বিচ্ছিন্ন হৈ থাকিব নোৱাৰে। 'Midnight's Children' ৰ এহেজাৰ এটি সন্তান ভাৰত বুৰঞ্জীৰ প্ৰান্তস্তৰত হেৰাই যোৱা মূক-মৌন দুৰ্বল চৰিত্ৰ নহয়। আনহাতে এই মাজনিশাৰ সন্তান চালিমৰ দৃষ্টিভংগীৰ মাধ্যমত উন্মোচিত হৈছে স্বাধীন ভাৰতৰ হিংসা-বিদ্বেষ, হতাশা-প্ৰতাৰণা, দমন-নিষ্পেষণজৰ্জৰ জাতি নিৰ্মাণ প্ৰক্ৰিয়াৰ অন্য এক ইতিহাস।

নৱভাৰতৰ জন্মৰ সময়তে জন্ম লাভ কৰা মাজনিশাৰ সন্তানসকল যাদুকৰী শক্তিৰ অধিকাৰী। অতিন্দ্ৰীয় সংযোগ স্থাপন ক্ষমতাৰ (telepathy) জৰিয়তে চালিমে বাকী মাজনিশাৰ সন্তানসকলৰ লগত মনৰ মাজতে ভাবৰ আদান-প্ৰদান কৰিব পাৰে, সিহঁতৰ মনোজগতত প্ৰবেশ কৰিব পাৰে। আনহাতে ৰাশ্চ্দীয়ে দেখুৱাব বিচাৰিছে যে ৰাজনৈতিক অদূৰদৰ্শিতা আৰু কুচক্ৰান্তই এই সন্তানবিলাকৰ প্ৰচুৰ শক্তি আৰু সম্ভাৱনাক ধ্বংস কৰি পেলোৱাৰ দৰে সমগ্ৰ দেশৰ নতুন প্ৰজন্ম আৰু সম্ভাৱনাময় ভৱিষ্যতকো নিঃশেষ কৰি পেলাইছে। ১৯৭৫ চনৰ জৰুৰী অৱস্থাৰ সময়ত বাধ্যতামূলক পৰিয়াল পৰিকল্পনা আঁচনিৰ অধীনত মাজনিশাৰ সন্তানসকলৰ শৰীৰত বন্ধ্যাত্ব জাপি দিয়া হৈছে, আৰু এই ঘটনাৰ দ্বাৰা উক্ত সময়ত ব্যক্তি স্বাধীনতাৰ ওপৰত চলোৱা চৰকাৰী দমন কাৰ্যকে বুজাব বিচৰা হৈছে। চালিমে প্ৰত্যক্ষ কৰিছে কিদৰে ১৯৫৬ চনত বম্বে ৰাজ্যত ভাষাৰ নামত সংঘৰ্ষৰ সূত্ৰপাত হৈছে আৰু বম্বেক গুজৰাট আৰু মহাৰাষ্ট্ৰ নামৰ দুখন ৰাজ্যত ভাগ কৰি পেলোৱা হৈছে। আনহাতে এজন প্ৰভাৱশালী ইংৰাজ পিতৃ আৰু এগৰাকী দৰিদ্ৰ হিন্দু নাৰীৰ সন্তান চালিম ডাঙৰ-দীঘল হৈছে এটি মুছলমান পৰিয়ালত। চালিমৰ মিশ্ৰিত পৰিচয়ে ইয়াকে সূচাইছে যে ১৯৪৭ চনত দ্বিখণ্ডিত হোৱা ভাৰতবৰ্ষয়ো ধৰ্ম, ভাষা, সংস্কৃতিৰ নামত কোনো একক বা মৌলিক পৰিচয় দাবী কৰিব নোৱাৰে। চালিমৰ কোনো একক পৰিচয় নাই। কেতিয়াবা কংগ্ৰেছ কৰ্মী, কেতিয়াবা দুখীয়া খেতিয়ক আৰু আকৌ কেতিয়াবা শোষণকাৰী জমিদাৰৰ ভূমিকাত অৱতীৰ্ণ হোৱা চালিমে এই বহুমাত্ৰিকতাক নিজৰ তথা দেশখনৰ অপৰিহাৰ্য অৱস্থা হিচাপে স্বীকাৰ কৰি লৈছে। পাকিস্তানত হোৱা সামৰিক শাসনৰ উত্থান, বাংলাদেশৰ স্বাধীনতা যুদ্ধ, ভাষা বিবাদ, জৰুৰীকালীন অৱস্থা আদি বিভিন্নধৰণৰ ৰাজনৈতিক প্ৰলয়ৰ লগত জড়িত হৈ পৰা চালিম চিনাইৰ আত্মগাঁথাই প্ৰতিপন্ন কৰিছে যে ভাৰত উপমহাদেশৰ কোটি কোটি সৰ্বসাধাৰণ ৰাইজৰ জীৱনক যুদ্ধ-বিগ্ৰহ, দমননীতি, পাৰস্পৰিক ঈৰ্ষা-বিদ্বেষ আদি ঘটনা আৰু পৰিস্থিতিয়ে ভয়ংকৰভাৱে আচ্ছন্ন কৰি ৰাখিছে। সেয়েহে উপন্যাসখনৰ আৰম্ভণিৰ পৰা শেষলৈকে চালিমে নিজ শৰীৰটো ক্ৰমাৎ খণ্ড-বিখণ্ড হৈ যোৱাৰ পূৰ্বাভাস পাঠকৰ আগত দাঙি ধৰিছে ('Please belive that I am failling



apart') আৰু চালিমৰ লগতে সমগ্ৰ দেশখনো খণ্ড-খণ্ড হৈ পৰা কৰুণ অথচ অনিবাৰ্য ছবিখনো এই অনুভৱৰ মাজত প্ৰকট হৈ পৰিছে। এই ক্ষেত্ৰত 'Midnight's Children' উপন্যাসখনক স্বাধীন ভাৰতৰ অনৈক্যৰ মাজত ঐক্যৰ স্তুতিগীত গোৱা জাতি আৰু জাতীয়তাবাদী ধ্যান-ধাৰণা আৰু ভাষ্যৰ ওপৰত আগবঢ়োৱা কঠোৰ সমালোচনা বুলি ক'ব পৰা যায়।

তিনিখন দেশৰ সাতটা দশকৰ ঘটনাৱলীক আত্মগাথাৰ মাধ্যমত উপস্থাপন কৰিবলৈ যাওঁতে চালিম চিনায়ে নিজকে এজন অনিৰ্ভৰযোগ্য কথক (Unreliable Narrator) হিচাপেহে চিনাকি দিব খুজিছে। কিয়নো ঔপন্যাসিক ৰাশ্চদীৰ উত্তৰাধুনিক বিচাৰধাৰা অনুসৰি কোনো ইতিহাসেই সম্পূৰ্ণ ইতিহাস বা সত্য ইতিহাসৰ স্থান দাবী কৰিব নোৱাৰে। মহাত্মা গান্ধীৰ হত্যাকাণ্ডৰ সময়ক প্ৰথমতে ভুলকৈ উল্লেখ কৰি চালিমে পাছত সেই ভুল স্বীকাৰ কৰিছে যদিও শুধৰাব বিচৰা নাই। চালিমৰ গান্ধীয়ে যিহেতু এটা ভুল সময়তে মৃত্যুবৰণ কৰিবলগীয়া হৈছিল, শুদ্ধতথ্যৰে সেই ভুল সময়ক আৰু শুদ্ধ কৰিব পৰা নাযায়। তেনেদৰে, ভাৰত-পাকিস্তান যুদ্ধৰ সময়ত এখন দেশৰ প্ৰশাসনে আনখন দেশৰ বিৰুদ্ধে অনা অভিযোগ-প্ৰতি-অভিযোগ ইত্যাদি শুনিবলৈ পাই চালিমে শুদ্ধ তথ্য বিচাৰি বিবুদ্ধিত পৰিছে ঃ 'I am trying to stop being mystifying. Important to concentrate on good hard facts. But which facts?' (পৃঃ ৩৩৮)। ঔপন্যাসিক ৰাশ্চদীয়ে ক'ব বিচাৰিছে যে এখন দেশৰ সত্য ইতিহাস বুলি কোনো বস্তু থাকিবই নোৱাৰে। তদুপৰি 'Midnight's Children' ত চালিম চিনায়ে ইতিহাস কথনৰ যি মৌখিক কথনৰীতি (Oral narrative) প্ৰয়োগ কৰিছে তাক স্মৃতি ৰোমন্থনৰ ওপৰতে সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰিবলগীয়া হোৱাৰ কাৰণে কথকতাই সৰলৰৈখিক গতি (linear movement) পৰিহাৰ কৰি অসংগবদ্ধ ৰূপত ঘটনাৰ উপস্থাপন কৰিছে। তদুপৰি 'মেজিক ৰিয়েলিজিম' কৌশল প্ৰয়োগেও এই উপন্যাসখনক ইউৰোপীয় সামাজিক বাস্তৱবাদী উপন্যাস ৰচনাৰ ধাৰাটোৰ পৰা সম্পূৰ্ণ বেলেগ কৰি ৰাখিছে। চালিমৰ আচহুৱা মুখাৱয়ৱ, প্ৰচণ্ড ঘ্ৰাণ শক্তি. অতিন্দ্ৰীয় সংযোগ স্থাপনৰ ক্ষমতা, শিৱৰ অসীম শাৰীৰিক শক্তি ইত্যাদি কথাৰ উল্লেখ ইউৰোপীয় আৰ্হিৰ ঐতিহাসিক উপন্যাসত সম্ভৱ নহয়।

ছালমান ৰাশ্চ্দীয়ে 'Midnight's Children' উপন্যাসৰ জৰিয়তে যেনেকৈ ভাৰতীয় জাতি আৰু জাতীয়তাৰ অন্তৰালত থকা ছিদ্ৰ বা বিচ্যুতিসমূহক চালিম চিনাইৰ আত্মগাথাৰ মাধ্যমত দাঙি ধৰিছে, ঠিক তেনেদৰে আন এজন ভাৰতীয় লেখক অমিতাভ ঘোষে 'The Shadow Lines' নামৰ উপন্যাসখনৰ জৰিয়তে ভাৰত উপমহাদেশৰ স্বৰাজোত্তৰ সময়ৰ ইতিহাস নিৰ্মাণৰ ক্ষেত্ৰত উপেক্ষিত হৈ থকা কিছুমান গুৰুত্বপূৰ্ণ দিশৰ ওপৰত গভীৰ আৱলোকন আগ বঢ়াইছে। ভাৰতৰ স্বাধীনতা সংগ্ৰাম আৰু তাৰ পৰৱৰ্তী সময়ৰ ওপৰত যিবিলাক ইতিহাস লিপিবদ্ধ হৈছে তাত দেশ বিভাজন, সাম্প্ৰদায়িক সংঘৰ্ষ আদিৰ দৰে ঘটনাই সাধাৰণ মানুহৰ জীৱনক কিদৰে বিপৰ্যস্ত কৰি তোলে তাৰ ওপৰত বিশদ বিৱৰণ বা গভীৰ পৰ্যালোচনা হোৱা দেখিবলৈ পোৱা নাযায়। ইয়াৰ অন্যতম কাৰণ হ'ল যে ইউৰোপীয় ইতিহাসৰ মহাজ্ঞান ভাষ্যক (grand narrative) অনুকৰণ কৰি ৰচনা কৰা ইতিহাসত যুদ্ধ বিপ্লৱ আদিৰ দৰে 'ডাঙৰ' ঘটনাই কিদৰে এখন দেশক দেশপ্ৰেমৰ চেতনাৰে জগাই তোলে প্ৰধানকৈ তাৰহে বিৱৰণ দাঙি ধৰা হয়। সন্দেহ, পাৰস্পৰিক ভুল বুজাবুজি, উৰাবাতৰি, সাম্প্ৰদায়িক সংঘৰ্ষ আদিৰ দৰে ঘটনা-পৰিঘটনাবোৰক পশ্চিমীয়া ইতিহাস প্ৰণেতাসকলে সদায়েই তুচ্ছ জ্ঞান কৰি আহিছে। আনহাতে অমিতাভ ঘোষে 'The Shadow Lines' উপন্যাসখনৰ জৰিয়তে প্ৰতিপন্ন কৰিব বিচাৰিছে যে দেখাত সৰু যেন লগা এই ঘটনাবোৰে ভাৰত উপমহদেশখনৰ জনজীৱনক এনেদৰে আচ্ছন্ন কৰি ৰাখিছে যে তাৰ গুৰুত্ব অনুধাৱন কৰিব নোৱাৰিলে দেশ আৰু জাতিৰ ইতিহাস ৰচনা কৰা সম্ভৱ নহয়। ১৯৮৪ চনত তেতিয়াৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীক হত্যা কৰা ঘটনাৰ পাছ মুহূৰ্ততে দিল্লীত সংঘটিত হোৱা সাম্প্ৰদায়িক সংঘৰ্ষৰ বাতৰি পঢ়ি অমিতাভ ঘোষে ৰোমন্থন কৰিছে ঠিক তেনে এটা দিনৰ স্মৃতি। এই স্মৃতি ১৯৬৪ চনত কলকাতা, ঢাকা আদি অঞ্চলত হোৱা সাম্প্ৰদায়িক সংঘৰ্ষৰ লগত জড়িত, আৰু তাৰ আধাৰতে ৰচিত হৈছে অমিতাভ ঘোষৰ 'The Shadow Lines'। ১৯৬৩ চনৰ ডিচেম্বৰ মাহত শ্ৰীনগৰৰ হজৰতবল মছজিদৰ পৰা এটি পবিত্ৰ স্মৃতি চিহ্ন চুৰি হোৱা ঘটনাৰ পাছত হিন্দু, মুছলমান, শিখ আদি সকলো ধৰ্মাৱলম্বী লোকে প্ৰশাসন যন্ত্ৰৰ অকৰ্মণ্যতাৰ বিৰুদ্ধে প্ৰতিবাদ জনাবলৈ ৰাজপথলৈ ওলাই আহে আৰু শান্তিপূৰ্ণ পৰিৱেশত সভা-সমদল আদিৰ আয়োজন কৰি প্ৰতিবাদ সাব্যস্ত কৰে। ১৯৬৪ চনৰ জানুৱাৰী মাহত এই হেৰোৱা স্মৃতিচিহ্ন উদ্ধাৰ হৈছিল আৰু সকলো ধৰ্মৰ লোকে তাকে লৈ আনন্দত আত্মহাৰা হৈ পৰাও দেখা গৈছিল। 'The Shadow Lines' ৰ কথকে (নাম অনুল্লেখিত) অতীত ৰোমন্থন কৰি কৈছে যে এনে শান্তিপূৰ্ণ পৰিৱেশৰ মাজতো কিছুমান অসামাজিক শক্তিৰ প্ৰৰোচনাত উৰাবাতৰি প্ৰচলন হৈছিল আৰু ঢাকা আৰু কলকাতাত সাম্প্ৰদায়িক সংঘৰ্ষ সংঘটিত হোৱাৰ সুচল পৰিৱেশ এটা গঢ় লৈ উঠিছিল। বাংলাদেশৰ পৰা ভাৰতলৈ অহা ট্ৰেইনত অসংখ্য হিন্দু ধৰ্মীয় লোকৰ শৱদেহ পঠাই দিয়া বুলি উৰাবাতৰি ওলোৱাৰ লগে লগে কলকাতাৰ পৰিৱেশ অধিক স্পৰ্শকাতৰ হৈ উঠিছিল। সেই সময়ত স্কুলীয়া ছাত্ৰ কথকে অন্যান্য ছাত্ৰৰ লগত স্কুল বাছত ঘৰলৈ ওভতাৰ পথত শুনা পাইছিল যে পৌৰনিগমৰ পানী এটা বিশেষ সম্প্ৰদায়ে বিষাক্ত কৰি পেলাইছে। ছাত্ৰসকলে বটলৰ পানী পেলাই দিছিল আৰু বিভিন্ন ধৰ্মৰ ছাত্ৰৰে ভৰি থকা বাছখত পাৰস্পৰিক সন্দেহ-অবিশ্বাসৰ এটা গধুৰ পৰিৱেশৰ সৃষ্টি হৈছিল। এইখিনি সময়তে কথকৰ আইতাক (থাম্মা), অতি মৰমৰ খুড়াক ত্ৰিদিৱ আৰু তেওঁৰ প্ৰেয়সী মে' (May) আইতাকৰ এগৰাকী বৃদ্ধ সম্পৰ্কীয়ক ভাৰতলৈ ঘূৰাই অনাৰ আঁচনি হাতত লৈ ঢাকালৈ যাবলগীয়া হৈছিল। ঢাকাৰ পৰা ওভতাৰ পথত দুৰ্ভাগ্যবশতঃ







সংঘৰ্ষপীড়িত অঞ্চলৰ এদল উত্তেজিত মানুহৰ হাতত ত্ৰিদিৱে প্ৰাণ হেৰুৱাবলগীয়া হৈছিল।

পাৰ হৈ যোৱা সেই বিষাদগধুৰ দিনবোৰৰ স্মৃতি ৰোমন্থন কৰি কথকে আৱিষ্কাৰ কৰিছে যে যি সাম্প্ৰদায়িক সংঘৰ্ষৰ ঘটনাই ভাৰত আৰু পূব পাকিস্তানৰ (এতিয়াৰ বাংলাদেশ) জনজীৱনক ইমান গভীৰভাৱে আঘাত হানি থৈ গৈছিল সেই ঘটনাৰ প্ৰতি সমসাময়িক ভাৰতীয় ইতিহাস সম্পূৰ্ণ নিমাত, নিৰ্লিপ্ত। ১৯৬২ চনৰ ভাৰত-চীন যুদ্ধত মৃত্যুবৰণ কৰা লোকৰ সংখ্যাতকৈ ১৯৬৪ চনত সাম্প্ৰদায়িক সংঘৰ্ষত মৃত্যুবৰণ কৰা লোকৰ সংখ্যা কোনোগুণে কম নাছিল। অথচ সেই সময়ত কলকাতাৰ পৰা প্ৰকাশিত বাতৰি কাকতসমূহতো এই ঘটনাৰ কোনো উল্লেখেই নাছিল। কথকৰ ভাষাত ১৯৬৪ চনৰ জানুৱাৰীৰ শেষৰ ফালে সাম্প্ৰদায়িক সংঘৰ্ষৰ এই ঘটনাবোৰৰ খবৰ বাতৰি কাকতৰ পৃষ্ঠা তথা দায়িত্বশীল জনচেতনাৰ পৰা এনেদৰে হেৰাই গৈছিল যে পুথিভঁড়াল কক্ষ বা ইতিহাস প্ৰণেতাসকলৰ কাৰণে আৰু কোনো চিনমোকামেই বাকী নাথাকিল। ৰাজহুৱা স্মৃতিপটৰ পৰা সম্পূৰ্ণভাৱে হেৰাই যোৱা আৰু ইতিহাসে উপেক্ষা কৰি অহা ১৯৬৪ চনৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ ঘটনাৱলীক ৰোমন্থন কৰি 'The Shadow Lines' ৰ কথকে উপলব্ধি কৰিছে যে স্বাধীন ভাৰতৰ আধুনিক জাতি নিৰ্মাণৰ ওপৰত ৰচিত ইতিহাসে ইউৰোপীয় ইতিহাস চৰ্চাৰ সংকীৰ্ণ পৰিধিৰ উৰ্ধত সৰ্বসাধাৰণ মানুহৰ জীৱনত সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলোৱা ঘটনাবোৰক উচিত ৰূপত অংকন কৰাৰ অতীৱ প্ৰয়োজন। ১৯৪৭ চনৰ দেশ বিভাজন তেনে এক ঘটনা, যি ঘটনাই ভাৰতৰ জাতিসত্তাৰ ওপৰত কেনেধৰণৰ প্ৰভাৱ বিস্তাৰ কৰিছে সেই বিষয় লৈ সমকালীন ভাৰতীয় ইতিহাস প্ৰায় নিমাত। আনহাতে 'The Shadow Lines' ৰ কথকৰ আইতাকৰ চৰিত্ৰটোৰ জৰিয়তে ঔপন্যাসিকে দেখুৱাব বিচাৰিছে যে ঘোৰ জাতীয়তাবাদী এইগৰাকী ব্যক্তিয়ে উৰাজাহাজত ঢাকালৈ গৈ থাকোঁতে ভাৰত আৰু পূব পাকিস্তানৰ মাজত দেশৰ সুস্পষ্ট সীমাৰেখা দেখা নাপাই ভীষণভাৱে অসন্তুষ্ট হৈ পৰিছে। কিন্তু বাল্যকালতে ঢাকাত এৰি থৈ অহা ঘৰখনৰ লগত আত্মিক সম্পৰ্ক ছেদ কৰিব পৰা নাই। জাতি, ধৰ্ম, ভাষা-সংস্কৃতিৰ নামত ভিন ভিন দেশৰ সৃষ্টি কৰি অসংখ্য সীমাৰেখাৰে ভূগোলৰ মানচিত্ৰখন ভৰাই পেলালেও এই সীমাৰেখাবোৰ প্ৰকৃততে 'Shadow Lines' অৰ্থাৎ ছায়াৰেখা মাত্ৰ। কাৰণ দুখন দেশৰ মাজত থকা সীমাৰেখাই মানুহৰ স্মৃতিক দ্বিখণ্ডিত কৰিব নোৱাৰে। অতীতক বৰ্তমানৰ পৰা ছিন্ন কৰি পেলাব নোৱাৰে। ঘোৰ জাতীয়তাবাদী আইতাই সেয়েহে বিশুদ্ধ ভাৰতীয় জাতিসত্তাত বিশ্বাস ৰাখিও ঢাকাত এৰি থৈ অহা শৈশৱৰ ঘৰখনৰ স্মৃতি মচি পেলাব পৰা নাই। দুখন বেলেগ বেলেগ দেশৰ বাসিন্দা হৈও ঢাকা আৰু কলকাতাৰ মানুহে শ্ৰীনগৰৰ ঘটনাটো লৈ বিহ্বল হৈ পৰে, কাৰণ এওঁলোক একেই সাংস্কৃতিক ঐতিহ্যৰ অধিকাৰী। আনহাতে ভিয়েটনাম বা দক্ষিণ চীনত সংঘটিত ঘটনা এটাই ঢাকা বা খুলনাৰ মানুহৰ মনত কোনো ৰেখাপাত নকৰে, যদিও শ্ৰীনগৰতকৈ ভিয়েটনাম ঢাকাৰ বেছি ওচৰত। উপন্যাসৰ কথকে সেয়েহে উপলব্ধি কৰিছে যে পশ্চিমীয়া জাতি নিৰ্মাণৰ আৰ্হিত এছিয়াৰ এই উপ মহাদেশখনত যিবোৰ সীমাৰেখা নিৰ্ণয় কৰা হৈছে সেইবোৰ প্ৰকৃতাৰ্থত ছাঁয়াৰেখা মাথোন। এই সীমাৰেখাবোৰ দুখন দেশৰ জনগণৰ মাজত থকা আবেগৰ সম্পৰ্ক, অবিশ্বাসৰ সম্পৰ্ক মোহাৰি পেলাবলৈ অক্ষম।

'The Shadow Lines' উপন্যাসনৰ ইলা নামৰ আন এটি চৰিত্ৰই ইউৰোপকেন্দ্ৰিক চিন্তাধাৰাৰ শ্ৰেষ্ঠতা প্ৰদৰ্শন কৰি মত প্ৰকাশ কৰিছে যে ভাৰত, নাইজেৰিয়া, মালয়েছিয়া আদিৰ দৰে দেশসমূহত সাম্প্ৰদায়িক সংঘৰ্ষ, দুৰ্ভিক্ষ, প্ৰাকৃতিক দুৰ্যোগ আদিৰ দৰে স্থানীয় ঘটনাহে ঘটা সম্ভৱ। কোনো যুগান্তকাৰী ঘটনা এইবিলাক দেশত সূচনা হ'ব নোৱাৰে। ইলাৰ ভাষাত - 'Nothing realy important ever happens where you are'. ইলাৰ মতে ভাৰত, নাইজেৰিয়াৰ দৰে দেশবিলাকে ইতিহাসৰ দিশ আৰু গতি নিৰ্ণায়কৰ ভূমিকা পালন কৰিবলৈ অক্ষম। আনহাতে ইলাৰ ইউৰোপকেন্দ্ৰিক ধ্যান-ধাৰণাক প্ৰত্যাখ্যান কৰি উপন্যাসৰ কথকে উপলব্ধি কৰিছে যে ভাৰত উপ মহাদেশৰ ইতিহাসে এই অঞ্চলৰ জনগণৰ জীৱনধাৰা আৰু চেতনাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা ঘটনা-পৰিস্থিতিসমূহকহে উপস্থাপন কৰা উচিত। শান্তিৰ মাজতো শংকা আৰু সংঘৰ্ষৰ প্ৰচ্ছায়াই এই বিশাল অঞ্চলৰ কোটি কোটি মানুহৰ মানসিকতা আৰু জীৱনধাৰা যেনেদৰে আচ্ছন্ন কৰি ৰাখিছে সেই সত্যক উপেক্ষা কৰি থাকিলে এই বৃহৎ উপমহাদেশখনৰ ইতিহাস ৰচনা সম্ভৱ হ'ব নোৱাৰে। জাতি-ধৰ্ম নিৰ্বিশেষে সকলো স্তৰৰ জনসাধাৰণৰ ৰাজনৈতিক - সাংস্কৃতিক জীৱন যাত্ৰাৰ এই গুৰুত্বপূৰ্ণ দিশটো চৰকাৰীভাৱে প্ৰস্তুত কৰা প্ৰতিবেদন বা ইউৰোপীয় মহাজ্ঞান ভাষ্যৰ অনুকৰণত ৰচিত ইতিহাসত উপেক্ষিত হৈ ৰ'লেও 'The Shadow Lines' উপন্যাসখনে ইয়াৰ তাৎপৰ্য উপলব্ধি কৰিছে।

'Things Fall Apart', Midnight's Children', আৰু 'The Shadow Lines' নামৰ এই উপন্যাস তিনিখনৰ ওপৰত আগ বঢ়োৱা এই চমু আলোচনাটিৰ পৰা এটা কথা অনুমান কৰিব পাৰি যে ইতিহাস ৰচনা বা নিৰ্মাণৰ বিষয়টোৱে এই ঔপন্যাসিকসকলৰ বিশেষ মনোযোগ আকৰ্ষণ কৰিছে। চিনুৱা এছেবেৰ উপন্যাসত যেনেকৈ দেখুওৱা হৈছে যে এখন দেশ বা এটা জাতিৰ মৌখিক ইতিহাস আৰু জাতীয় পৰম্পৰাক গভীৰভাৱে অনুধাৱন কৰিব নোৱাৰিলে সেই দেশ আৰু জাতিৰ সঁচা ইতিহাস ৰচনা সম্ভৱ হ'ব নোৱাৰে। ঠিক তেনেদৰে ছালমান ৰাশ্চ্দী আৰু অমিতাভ ঘোষৰ উপন্যাসত আমি দেখিবলৈ পাওঁ যে সৰু সৰু মানুহ আৰু দেখাত তুচ্ছ যেন লগা ঘটনা প্ৰবাহ আৰু পৰিস্থিতিক উচিত মৰ্যাদা প্ৰদান কৰিলেহে জাতিৰ ইতিহাসত কিছু পোহৰ পেলাবলৈ ইতিহাস প্ৰণেতাসকল সক্ষম হ'ব পাৰে।❑

# সাহিত্যত ৰাষ্ট্ৰীয়-ভাবনা ঃ
# প্ৰেক্ষাপট অসমীয়া আৰু বাংলা কবিতা

ড° নীলমোহন ৰায়

পৃথিৱীৰ সকলো দেশতেই জন্মভূমিক জননীৰ মৰ্যাদা দিয়া হয়। দেশমাতৃৰ প্ৰতি গভীৰ শ্ৰদ্ধা-ভক্তিসূচক শ্ৰীৰামচন্দ্ৰৰ এষাৰ বাণী 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী' মূলত প্ৰাচীন ভাৰতবাসীৰেই মনৰ কথা। প্ৰাচীন ভাৰতীয় আদৰ্শত দেশপ্ৰেম দেশভক্তিৰূপেই প্ৰকাশিত হৈছিল। সেয়ে প্ৰাচীন শাস্ত্ৰত ভাৰতভূমিক পুণ্যভূমি, কৰ্মভূমি বুলি উল্লেখ কৰা হৈছে। দেৱতাসকলেও এই পুণ্যভূমিত জন্ম লোৱাৰ আকাংক্ষা কৰে — 'অতোহপি দেৱা ইচ্ছন্তি জন্ম ভাৰত-ভূতলে' (শ্ৰীমদ্ভাগৱত ৫/১৯)। যিসকলে পুণ্যভূমি ভাৰতত জন্ম লয় তেওঁলোক দেৱতাসকলতকৈও ধন্য বুলি 'বিষ্ণুপুৰাণ'ত উল্লেখ আছে। (বিঃপুঃ ২.৩.২৪)। উক্ত পুৰাণত এই কথাও উল্লেখ আছে যে বহু জনমৰ পুণ্যৰ ফলতহে কদাচিৎ এই দেশত জন্ম হয়। (বিঃপুঃ ২.৩.২৩)। ভাৰতবৰ্ষ খণ্ড খণ্ড ৰাজ্যত বিভক্ত থাকিলেও প্ৰাচীন ভাৰতীয়সকলেও আসমুদ্ৰ হিমাচল সমগ্ৰ ভাৰতবৰ্ষকেই নিজৰ মাতৃভূমি বুলি গণ্য কৰিছিল —

'উত্তৰং যৎ সমুদ্ৰস্য হিমাদ্ৰেশ্চৈৰ দক্ষিণম্।
বৰ্ষং তদ ভাৰতং নাম ভাৰতী যত্ৰ সন্ততিঃ।।'

পৰৱৰ্তী কালত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ-মাধৱদেৱৰ কণ্ঠতো ধ্বনিত হৈছে ভাৰত বন্দনাৰ সেই অমৃত-বাণী — 'ধন্য ধন্য কলিকাল। ধন্য নৰ তনু ভাল। ধন্য ধন্য ভাৰত বৰিষ' অথবা 'দুৰ্লভ মনুষ্য জন্ম ভাৰতত পাইলোঁ'।

এক অখণ্ড ভাৰত চেতনাৰ উৎস অতি প্ৰাচীন। অন্ততঃ মহাকাব্যৰ যুগৰ পৰাই এই ধাৰণাই এটি স্পষ্ট ৰূপ পাবলৈ সক্ষম হৈছিল। ৰবীন্দ্ৰনাথ ঠাকুৰে এটি অখণ্ড ভাৰত ঐক্যৰ প্ৰাচীন উৎস সম্পৰ্কে ভাৰত ৰাজবংশৰ কথা উল্লেখ কৰিছে। (ৰবীন্দ্ৰ ৰচনাৱলী - ১৪ শ খণ্ড, পৃঃ ৪৫৪)। অৱশ্যে প্ৰাচীন কালৰ পৰাই ভাৰতীয় ঐক্য-সংহতি আৰু জাতীয়তাবোধক বিধ্বংস কৰিবলৈ প্ৰতিকূল শক্তিয়ে বাৰে বাৰে আঘাত হানি আহিছে। সেই চৰম আঘাতৰ ফলত ভাৰতীয় জাতীয় সংহতি বহুবাৰ বিনষ্ট হৈছে, অমংগল আৰু বৈৰিতাই জাতীয় জীৱনক সংকটাপন্ন কৰি তুলিছে। তথাপি শুভ বুদ্ধিসম্পন্ন এই বিশাল ভূ-ভাগৰ মানুহে চৰম ত্যাগ আৰু আত্ম বলিদানৰ জৰিয়তে ঐক্য-সংহতি বিনষ্টকাৰী শক্তিক পৰাভূত কৰি ভাৰতীয় ঐক্য-সংহতি ঘূৰাই আনিছে। প্ৰাচীন ভাৰতীয়ৰ এই যি ঐক্য-চেতনা, ইয়াক সুদৃঢ়কৈ ৰখাৰ বাবে সংস্কৃত ভাষাই প্ৰভূত ইন্ধন যোগাই আহিছে। এই প্ৰসংগত ৰবীন্দ্ৰনাথে লিখা কথা এষাৰ উল্লেখ কৰিব পাৰি — "শোচনীয় আত্মবিচ্ছেদ ও বহির্বিপ্লবের সময়ে ভারতবর্ষে একটিমাত্র ঐক্যের মহাশক্তি ছিল, সে তার সংস্কৃত ভাষা। এই ভাষাই ধর্মে-কর্মে, কাব্য-ইতিহাস-পুরাণ চর্চায় তার সভ্যতাকে রেখিছিল বাঁধ বেঁধে। অই ভাষায় পিতৃপুরুষের চিত্ত শক্তি দিয়ে সমস্ত দেশের দেহে ব্যাপ্ত করেছিল ঐক্যবোধের নাড়ীর জাল।" (ৰবীন্দ্ৰনাথ ৰচনাৱলী - ১৪ শ খণ্ড, পৃঃ ৪৫৪)



তথাপি খ্ৰীষ্টপূৰ্ব ১৫০০ অব্দৰ পৰা খ্ৰীষ্টীয় দশম শতাব্দীলৈ প্ৰায় আঢ়ৈ হাজাৰ বছৰজুৰি ভাৰতবৰ্ষৰ যি সাংস্কৃতিক জীৱন বিকশিত হৈছে, তাক আধুনিক সমাজনীতি আৰু ৰাষ্ট্ৰনীতিৰ আদৰ্শত সংহত নেশ্যন বুলিব নোৱাৰি। ঊনবিংশ শতিকাত হোৱা ভাৰতবৰ্ষৰ নৱজাগৰণৰ জৰিয়তে যি ভূমিকেন্দ্ৰিক দেশ চেতনা, স্বাদেশিক ঐক্যৰ মাহাত্ম্য, ইতিহাস চেতনা, ভাষাপ্ৰেম আৰু দেশপ্ৰেম আদি স্পৰ্শকাতৰ অথচ গুৰুত্বপূৰ্ণ ধাৰণাসমূহ গঢ়ি উঠিছিল, ক'বলৈ গ'লে সেইবোৰহে আছিল আধুনিক ৰাষ্ট্ৰনীতি আৰু সমাজনীতি আধাৰিত ভাৰতীয় জাতীয়তাবোধৰ প্ৰকাশ, যাৰ বহুখিনিয়েই আছিল ইউৰোপৰ দান।

ইংৰাজ শাসনৰ লগে লগে যিকেইটা ভাবধাৰা ভাৰতীয়সকলৰ মনত প্ৰতিষ্ঠিত হৈছিল তাৰ ভিতৰত জাতীয়তাবোধ প্ৰধান। ইউৰোপীয় ৰেনেছাঁৰ ফলত ভাষাৰ মুক্তিৰ লগে লগে বিভিন্ন ভাষা-ভাষীৰ মাজত স্বদেশপ্ৰেম যিদৰে গঢ়ি উঠিল, সেইদৰে গঢ়ি উঠিল অঞ্চল স্বাতন্ত্ৰবোধ। স্বাদেশিকতাৰ অভ্যুত্থান আৰু শক্তি বৃদ্ধিৰ ফলত সমাজ-সমালোচনাৰ লগে লগে স্বজাতিস্তুতিও লেখক আৰু বুদ্ধিজীৱীসকলৰ কৰ্তব্যৰ অংশ হৈ পৰে। এইদৰে স্বদেশ মাহাত্ম্য আৰু অনৈক্যৰ মাজত ঐক্যচিন্তাৰ এটি শৃংখলাবদ্ধ অৱস্থা আনি দিয়ে পাশ্চাত্য চিন্তাধাৰাই।

ভাৰতীয় স্বাদেশিক-চেতনা বৃদ্ধিত ফৰাচী বিপ্লৱৰ প্ৰত্যক্ষ অৱদানো অনস্বীকাৰ্য। ১৭৮৯ খ্ৰীষ্টাব্দত সংঘটিত ফৰাচী বিপ্লৱৰ শান্তি, মৈত্ৰী আৰু স্বাধীনতাৰ বাণীয়ে সমগ্ৰ ইউৰোপৰ জনমানসত বন্ধন মুক্তিৰ যি অদম্য উদ্দীপনা আনি দিয়ে তাৰ দ্বাৰা বাৰুকৈয়ে প্ৰভাৱিত হয় ভাৰতীয় কবি-সাহিত্যিক তথা মনীষীসকল। বিভিন্ন লেখকৰ লিখনিত ফৰাচী বিপ্লৱৰ মুক্তিকামী আদৰ্শৰ প্ৰতিফলন ঘটা দেখা যায় আৰু তাৰ লগতে জাতীয় চৈতন্য জগাই তুলিবলৈ জনোৱা উদাত্ত আহ্বানৰ অনুৰণনো শুনা যায়।

ভাৰতীয় জাতীয় সংহতি স্থাপনৰ ক্ষেত্ৰত ভাৰতৰ পৰাধীনতায়ো পটভূমি নিৰ্মাণ কৰিছিল। এফালে ইংৰাজ বিৰোধিতা আনফালে স্বদেশিকতা — এই দুই ৰূপৰ চিত্ৰণেই তৎকালীন সাহিত্যৰ অন্যতম উপজীব্য বিষয় আছিল। যিহেতু সেই সময়ত কলিকতাৰ বৌদ্ধিক সমাজ ইংৰাজী শিক্ষাৰ মাজেৰে ইউৰোপৰ ৰেনেছাঁ আৰু আধুনিকতাৰ লগত পৰিচিত হৈছিল আৰু ইউৰোপীয় শিল্প-সাহিত্যই তদানীন্তন ভাৰতীয় সমাজ, ধৰ্মচেতনা আৰু সাহিত্যৰ ওপৰত এক জোঁকাৰণি দিছিল। সেয়ে ভাৰতীয় কবি-সাহিত্যিকসকলৰ লিখনিত স্বাভাৱিকতেই পৰাধীনতাৰ বিৰুদ্ধে স্বাদেশিক ঐক্যৰ মাহাত্ম্য অধিক পৰিমাণে প্ৰকট হৈ উঠিছিল।

ভাৰতবৰ্ষৰ প্ৰথম স্বাধীনতা যুদ্ধৰূপে খ্যাত চিপাহী বিদ্ৰোহ (১৮৫৭), নীলবিদ্ৰোহ (১৮৫৭-৫৯), চাওতাল বিদ্ৰোহ (১৮৫৫-৫৬) আদি ৰক্তক্ষয়ী ঘটনাই আনকি ধৰ্মত্যাগী কবি মধুসূদন দত্তকো সচকিত কৰি তুলিছিল। যুগৰ ভাষাক কাব্যৰ ভাষালৈ ৰূপান্তৰিত কৰিছিল কবি ৰংগলাল বন্দ্যোপাধ্যায়, মধুসূদন দত্ত, হেমচন্দ্ৰ বন্দ্যোপাধ্যায় আৰু নবীন চন্দ্ৰ সেনে। ৰংগলালৰ 'পদ্মিনী উপাখ্যান'ৰ ৰাণা ভীমসিংহৰ কণ্ঠত নিনাদিত হ'ল ভাৰতৰ পৰাধীনতাৰ বেদনা আৰু অন্তৰ্ক্ষোভ।

দাসত্বৰ বন্ধনৰ পৰা আৰু পৰাধীনতাৰ নাগপাশৰ পৰা মুক্ত হোৱাৰ মানসিকতাত উদ্বুদ্ধ হৈ মাইকেলে ৰচনা কৰিলে 'মেঘনাদ বধ' কাব্য। হেমচন্দ্ৰ বন্দ্যোপাধ্যায়ৰ 'ভাৰত সংগীত'ৰ মাজত কবিয়ে অৱহেলিত আৰু বিপৰ্যস্ত ভাৰতৰ চিত্ৰ অংকনৰ যোগেদি দেশবাসীৰ মনত স্বদেশ-চেতনা জগাই তুলিছিল। তদুপৰি তেওঁ পৌৰাণিক কাহিনীৰ ৰূপকত আধুনিক ভাৰতবৰ্ষৰ বিদেশী প্ৰভাৱমুক্ত স্বাধীন জীৱনৰ স্বপ্ন-চেতনা জগাই তুলিছিল 'বৃত্ৰসংহাৰ' কাব্যৰ জৰিয়তে। সেইদৰে 'ত্ৰয়ী' (ৰৈৱতক-কুৰুক্ষেত্ৰ-প্ৰভাস) কাব্যৰ মাজেৰে নবীনচন্দ্ৰ সেনে হিন্দু পুৰাণক নৱযুগৰ দৃষ্টিৰে নতুনভাৱে বিশ্লেষণ কৰি দেখুৱালে। ফলত কবিতা দেশ-বন্দনাৰ উপৰি যুগৰ বাণীবাহক হৈ উঠিল। দীনবন্ধু মিত্ৰই 'নীলদৰ্পণ' নাটকৰ জৰিয়তে সাধাৰণ মানুহৰ দুখ-দুৰ্গতি আৰু বগা চাহাবৰ বৰ্বৰ অত্যাচাৰৰ কাহিনী এনেভাৱে ফুটাই তুলিলে যে, এই নাটক আৰু তাৰ অভিনয়ে সমগ্ৰ দেশকে ইংৰাজ বিৰোধিতাৰে উন্মত্ত কৰি তুলিলে।

নীলদৰ্পণ নাটকৰ এনে ফলপ্ৰসূ গুণৰ বাবেই ভাৰতৰ সকলোতে জাতীয়তাৰ অগ্নিবাণী বিয়পাই দিয়াৰ উদ্দেশ্যে নেশ্যনেল থিয়েটাৰে এই নাটকখন অভিনয়ৰ বাবে বাছি লয়। লক্ষ্ণৌত এই নাটক অভিনয়ৰ সময়ত শাসক-শাসিতৰ মাজত চিৰন্তন বিদ্বেষভাৱ উগ্ৰমূৰ্তিত প্ৰকট হৈ উঠিছিল। নীলদৰ্পণৰ ক্ৰমাগত অভিনয় সাফল্যত ইংৰাজ শাসক আতংকিত হৈ উঠে। ইংৰাজৰ মুখপত্ৰ 'ইংলিচমেন'ৰ সম্পাদকীয় স্তম্ভত উল্লেখ কৰা হয় যে এই নাটকৰ অভিনয় ইংৰাজ শাসকবৰ্গৰ বাবে অতিশয় মানহানিকৰ; সেয়ে এই নাটকৰ অভিনয় বন্ধ কৰি দিয়া উচিত।

সেইদৰে বন্দী ভাৰতভূমিৰ বন্ধন মুক্তিৰ মন্ত্ৰ দান কৰি আনন্দমঠ উপন্যাস আৰু 'বন্দেমাতৰম্' কবিতাৰ দ্বাৰা বংকিমচন্দ্ৰই সমগ্ৰ ভাৰততে ঋষিত্বৰ মৰ্যাদা লাভ কৰিলে। বংকিমচন্দ্ৰ চট্টোপাধ্যায়ৰ বিখ্যাত 'বন্দেমাতৰম্' গীত সম্পৰ্কে ব্ৰিটিছ গোয়েন্দা ৰিপোৰ্টত এনেদৰে উল্লিখিত আছে — This is the well-known Bande Mataram song by the Late Rai Bankim Chandra Chatterjee Bahadur, C.I.E. It may be noted that this song in Anandamath is perhaps wholly responsible for the introduction of the cry of Bande Mataram now so much favoured by Indians. এই ৰিপোৰ্টিত গানটোৰ বিৰুদ্ধে কোনো আইনী ব্যৱস্থা লোৱাৰ উল্লেখ নাই, কিন্তু স্বদেশী গানত বন্দেমাতৰম্ ব্যৱহৃত হ'লেই সেই কবিতা আৰু গীতৰ ওপৰত ৰাষ্ট্ৰদ্ৰোহিতাৰ অভিযোগ অনা হৈছিল। (তথ্য ঃ বিশ্বনাথ মুখোপাধ্যায়



(সম্পাঃ) ঃ বন্দেমাতৰম্; মুখবন্ধ)

ভাৰতীয় জাতীয় আন্দোলনৰ সাংস্কৃতিক নেতৃত্ব প্ৰদানকাৰী কবিগুৰু ৰবীন্দ্ৰনাথে অসংখ্য গীত, কবিতা, নাটক, উপন্যাস আৰু অন্যান্য ৰচনাৰ দ্বাৰা ভাৰতীয় জনসাধাৰণৰ মনত ভাৰতবোধ জাগ্ৰত কৰাত প্ৰভূত অৰিহণা যোগাইছিল। তেওঁৰ বিশাল সাহিত্যভাণ্ডাৰৰ এক বিৰাট অংশই হ'ল দেশাত্মবোধৰ দ্বাৰা অনুপ্ৰাণিত। ৰাবীন্দ্ৰিক ৰচনাত স্বদেশপ্ৰেমৰ স্ফুৰণ আৰু তাৰ অপৰিমেয় প্ৰভাৱ সম্পৰ্কে সমালোচকে লিখিছে —

"দেশের অন্তরে যে দেশাত্মবোধ ফল্গুধারার ন্যায় ক্ষীণকায় হয়ে মৃত্তিকার তলদেশে প্রবাহিত ছিল - এ যাবৎকাল মাঝে মাঝে তার প্রাণ-চঞ্চলতার আভাস পাওয়া যেত, কিন্তু রবীন্দ্রনাথই তাকে পথ দেখিয়ে শংখধ্বনি করতে করতে ভগীরথের ন্যায় লোকলোচনের সম্মুখে উৎঘাটিত করলেন, সমুদ্রগামিনী স্রোতস্বিনীতে নূতন প্রাণের সঞ্চার হ'ল — প্রবাহে গতিবেগ এল, অর্ধমৃত জাতি যেন নিজেকে সেদিন নূতন করে আবিষ্কার করে নূতন প্রাণ সম্পদের নূতন শক্তি অনুভব করতে লাগল। রবীন্দ্রনাথ গাইলেন নবজীবনের গান, শুনালেন নূতন দিনের নূতন আশার কথা — লৌহশৃঙ্খলের ক্রন্দন-ঝনঝনার মধ্যে আগামী কালের মুক্তির বাণী তিনি পৌঁছে দিলেন দেশের ঘরে ঘরে। তাঁর নৈবেদ্য, কথা ও কাহিনী, তাঁর গোরা, রক্তকরবী — তাঁর রাজা-প্রজা, স্বদেশ ও সমাজ এবং অজস্র ও অসংখ্য কবিতা ও স্বদেশী-সংগীত সাহিত্যে দেশাত্মবোধের নূতন দৃষ্টিভংগী, নূতন চেতনা বহন করে আনল।" (সাবিত্রীপ্রসন্ন চট্টোপাধ্যায় ঃ কাব্যসাহিত্যের ধারা, পৃঃ ১১০)

স্বদেশী আন্দোলনৰ সময়ত ৰবীন্দ্ৰনাথে অসংখ্য দেশাত্মবোধক গান আৰু কবিতা লিখি দেশবাসীৰ অন্তৰত স্বাধীনতাৰ স্পৃহা জগাই তুলিছিল। 'নৈবেদ্য' কাব্যগ্ৰন্থত তেওঁ দেশাত্মবোধক আধ্যাত্মিক স্তৰলৈ উন্নীত কৰিছে। 'নৈবেদ্য'ত এফালে যিদৰে তেজদীপ্ত অভিমানৰ সুৰ, আনফালে সেইদৰে দেশ-আত্মাৰ সৈতে অন্তৰ -আত্মাৰ অন্তৰংগ আলাপ বিধৃত হৈছে। তদুপৰি ৰবীন্দ্ৰনাথে 'অয়ি-ভুবন মনো-মোহিনী', 'একবার তোরা মা বলিয়া ডাক', 'দেশ দেশ নন্দিত করি মন্দ্রিত তব ভেরী', 'ও আমার দেশের মাটি' প্ৰভৃতি অসংখ্য কবিতা আৰু গীত ৰচনা কৰে, যিবোৰৰ মাজেদি স্বদেশপ্ৰেম আৰু ৰাষ্ট্ৰীয় সংহতি ভাবনা দেদীপ্যমান হৈ উঠে।

বাংলা সাহিত্যত প্ৰতিফলিত হোৱাৰ দৰেই অসমীয়া সাহিত্যতো ভাৰতীয় জাতীয় সংহতিৰ দিশ প্ৰতিফলিত হৈছিল। দীৰ্ঘদিন পৰাধীনতাৰ নাগপাশত বন্দী থকা জাতিক জাতীয় জীৱনৰ ঐতিহ্যমণ্ডিত জাগৰণি গীত গাই জগাই তুলিবলৈ অসমীয়া কবিসকলেও প্ৰয়াস কৰিছিল। এই কবিসকলে ভাৰতমাতাৰ প্ৰতি গভীৰ মমতা আৰু কৰ্তব্যৰ পৰাকাষ্ঠা দেখুৱাইছে। নানা ৰাজ্য, নানা বেশ, নানা ধৰ্ম ভাৰতীয় মহাজীৱনৰ বৈশিষ্ট্য হ'লেও এই দেশৰ অখণ্ডতা আৰু ঐক্য-সংহতিৰ দিশটো গৌৰৱোজ্জ্বল। সেয়ে এজন প্ৰাদেশিক চেতনা সমৃদ্ধ কবিয়েও একেলগে অখণ্ড ভাৰতৰ গৌৰৱ গাঁথাকো সোঁৱৰে, শ্ৰদ্ধা কৰে, ভাৰতৰ গৌৰৱত গৌৰৱান্বিত হয়, দুখত ব্যথিত হয়। বিপদে-আপদে, জীৱনে-মৰণে এই দেশকেই নিজৰ মাতৃভূমিৰূপে ভাবি গৰ্বিত হয়, কৰ্তব্যত সচেতন হয়। স্বাধীনতা ৰক্ষাৰ বাবে অতন্দ্ৰ প্ৰহৰীৰ ভূমিকা পালন কৰে। অখণ্ড আৰ্য-সংস্কৃতিৰ প্ৰতি এই আনুগত্য আৰু শ্ৰদ্ধাবোধেই ভাৰতীয় জাতীয়তাবোধক দৃঢ় কৰিছে, ৰাষ্ট্ৰীয় ঐক্য-সংহতিক শক্তিশালী কৰি ৰাখিছে।

ৰাষ্ট্ৰীয় ঐক্য সাধনত অসমীয়া কবি-সাহিত্যিকসকলৰ অৱদান অপৰিসীম। প্ৰাদেশিক চেতনাবোধৰ সমান্তৰালকৈ ভাৰতীয় জাতীয়তাবোধৰ অনল শিখা পোনতে জ্বলি উঠিছিল অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যৰ কবিতাত। ইংৰাজ অধীন ভাৰত সম্পৰ্কে আৰু জাতীয় চৈতন্যহীন নিৰ্বীৰ্য ভাৰতবাসী সম্পৰ্কে কবিৰ মৰ্মভেদী আক্ষেপ বাৰে বাৰে অনুৰণিত হৈছে। ইংৰাজৰ গোলামি কৰি গোলামত পৰিণত হোৱা ভাৰতীয়ই পৰাধীনতাৰ মৰ্মজ্বালা উপলব্ধি কৰাৰ পৰা বঞ্চিত হৈছে। কবিৰ অন্তৰত ৰু-ৰুৱাই জ্বলিছে বেদনাৰ অনিৰ্বাণ শিখা। সমগ্ৰ ভাৰতখনেই যেন জ্বলি আছে ৰাৱণৰ চিতা জুইৰ দৰে। কবিয়ে আক্ষেপ কৰি কৈছে, জ্বলি জ্বলি ভস্ম হৈ যাওক এই দেশ। অৱশ্যে কমলাকান্তৰ কবিতাত হীনমন্যতা অতিক্ৰম কৰি ভাৰত এদিন আলোকিত হৈ উঠাৰ আশাব্যঞ্জক ছবি জিলিকি উঠিছে। অম্বিকাগিৰী ৰায়চৌধুৰীয়েও ভাৰতীয় ঐক্য-সংহতিৰ জয়গান কৰিছে অসংখ্য কবিতা আৰু লেখনিৰ মাজেৰে। ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰাৰ বাবে ১৯২১ চনত ৰায়চৌধুৰীক ইংৰাজ চৰকাৰে জে'লত দিয়ে। ৰায়চৌধুৰীৰ অসংখ্য গীত আৰু কবিতাত জে'লৰ ভিতৰত কৰা অত্যাচাৰ-নিপীড়ণৰ বিৱৰণি আৰু দেশৰ স্বাধীনতাৰ বাবে প্ৰবল ৰণ হুংকাৰ প্ৰতিধ্বনিত হৈছে। 'জাগ জাগ জাগ' কবিতাটিত কবিয়ে কৈছে — 'জাগ মাতৃ চৰণ পূজাৰ বলিত লক্ষপুতৰ জীৱন দান / জাগ ভাৰতমাতাৰ গৌৰৱ ৰবি গুচাই সকলো কালিমা দাগ। জাগ জাগ জাগ।'

পৰাধীন ভাৰতৰ নৱৰূপী নাৰায়ণৰ বন্ধন ছিন্ন হওক, বিপদ-বিঘিনি আঁতৰি যাওক, গ্ৰহ গ্ৰহান্তৰত ধ্বনিত হওক এই বন্ধনমুক্তিৰ বাতৰি, ভুলোক-দ্যুলোক নন্দি উজলি উঠক স্বাধীন অখণ্ড ভাৰতৰ চিৰন্তন মহিমাময়ী ৰূপ — এয়ে আছিল কবি ৰায়চৌধুৰীৰ কবি-অন্তৰৰ একান্ত কামনা। ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱাৰ 'হে জননী ভাৰতবৰ্ষ'নামৰ কবিতাত ভাৰতমাতাৰ মংগল অভিষেক কৰা হৈছে। 'মৰতৰ স্বৰ্গ' বুলি অভিহিত কৰা ভাৰতবৰ্ষত শৌৰ্য আৰু সৌন্দৰ্যৰ মহাসমাহাৰ কবিয়ে লক্ষ্য কৰিছে। আসমুদ্ৰ হিমাচল ব্যাপি অখণ্ড ভাৰতবৰ্ষতে ঘটিছে এই মহামিলনৰ মংগল অভিষেক। জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলোৰেই অংশগ্ৰহণ কৰি মহামানৱৰ মহাতীৰ্থত







পৰিণত কৰিছে এইখন দেশ। বৰুৱাই আন এটা কবিতা 'ভাৰতবৰ্ষ'ৰ মাজেৰেও ভাৰতমাতাৰ অপৰূপ ৰূপত মুগ্ধ প্ৰাণৰ অমল অনুভূতি প্ৰকাশ কৰিছে। তুলনাহীন কবিৰ এই দেশ, বিধাতাই নিজেই সৃষ্টি কৰি ইয়াৰ ৰূপত তবধ মানিছে। কবিৰ দৃষ্টিত ভাৰত জননীৰ ৰূপ—

'সুজলা সুফলা শস্য শ্যামলা<br>
সেয়েহে জননী ভাৰতবৰ্ষ,<br>
নিজ মহিমাৰ গুণ গৰিমাৰে<br>
কোটি মানৱৰ বিধান হৰ্ষ।<br>
চৰণত বাজে সুনীল সিন্ধু<br>
বক্ষ শ্যামল শস্যে ভৰা<br>
শুভ্ৰ-কিৰীটি হিমাদ্ৰী চূড়াৰ<br>
ওপৰত নীলা চান্দোৱা তৰা।'

নলিনীবালা দেৱী আছিল ভাৰত ঐতিহ্যৰ পূজাৰিণী। ভাৰতীয় সভ্যতা, সংস্কৃতি আৰু ঐতিহ্যপূৰ্ণ জীৱনাদৰ্শৰ প্ৰতি কবিৰ আনুগত্য আৰু অনুৰাগ আছিল অপৰিসীম। 'ভাৰতী' নামৰ সুদীৰ্ঘ কবিতাটিৰ মাজেৰে কবিয়ে পুণ্য ভূমি ভাৰতবৰ্ষৰ অতীতৰ গৌৰৱময় ইতিহাসক স্মৰণ কৰিছে। সাগৰৰ বুকুত জন্ম লাভ কৰা জম্বুদ্বীপেই কালৰ ইতিহাসত ভাৰতবৰ্ষ নামেৰে উজলি উঠিল। সুনীল জলধিৰ পৰা জন্মলাভ কৰা সাগৰ তনয়াক সেইবাবেই কবিয়ে ভাৰতী জননী বুলি সম্বোধন কৰিছে। কবিৰ মতে, ভাৰত জননীৰ গৰিমাৰ অন্ত নাই, তেওঁ বিজয়িনী, পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ সম্ৰাজ্ঞী। সাময়িক পৰাভৱ আৰু স্খলনে ভাৰতী জননীৰ গৌৰৱ ম্লান কৰিলেও শক্তিশালী আধ্যাত্মিক আদৰ্শৰ বলত বলীয়ান হৈ জননী-ভাৰত আকৌ জগত সভাত প্ৰোজ্জ্বল হৈ উঠিব।

'ভাৰতী' কবিতাটি কবিৰ দেশহিতৈষণা আৰু আধ্যাত্মিক বিশ্বাসৰ সুন্দৰতম প্ৰকাশ। জন্মভূমি ভাৰতৰ ৰূপ আৰু গুণত মুগ্ধ কবিয়ে বিভিন্ন দৃষ্টিকোণেৰে ভাৰতৰ প্ৰশস্তি গাইছে। 'ভাৰতবৰ্ষ', 'দেৱভাষা', 'পুৰোত্তম' শ্ৰীকৃষ্ণৰূপ', 'মহামুনি বেদব্যাস', 'যুগ-দেৱতা বুদ্ধদেৱ', 'কবি কালিদাস', 'আহ্বান' আদি কবিতাত ভাৰত-সংস্কৃতিৰ প্ৰাণপুৰুষসকলৰ কৃতি তথা কৃতিত্বৰ বিষয়ে কবিয়ে বৰ্ণনা কৰিছে। দেৱভাষা সংস্কৃতেই যে ভাৰত আত্মাৰ প্ৰাণস্বৰূপ, এই ভাষাৰ মাজতেই যে লুকাই আছে ভাৰতীয় ঐতিহ্যৰ মহান গৌৰৱ গাথা, দৰ্শন, বিজ্ঞান, কলা, সংগীতৰ বৰ্ণাঢ্য সাংস্কৃতিক-বৈভৱ — তাকেই কবিয়ে 'দেৱভাষা' শীৰ্ষক কবিতাৰ জৰিয়তে প্ৰকাশ কৰিছে।

আনহাতে শ্ৰীকৃষ্ণ হ'ল ভাৰতীয় জীৱন-সাধনাৰ শ্ৰেষ্ঠ দেৱতা। সকলো হিন্দুৰ বাবে কৃষ্ণ শাশ্বত সত্য, 'কৃষ্ণস্তু ভগৱান স্বয়ম্'। তেওঁ শ্যামসুন্দৰ, ভুৱনমোহন, সচ্চিদানন্দ, প্ৰেমৰ আকৰ। ভাৰতীয় সভ্যতা- সংস্কৃতিৰ সৈতে কৃষ্ণ চৰিত্ৰ এনেদৰে বিজৰিত হৈ আছে যে, ভাৰতীয় যিকোনো চিন্তা-চেতনাৰ পৰা কৃষ্ণৰ প্ৰভাৱক নিলগাই ৰাখিব নোৱাৰি। কৃষ্ণ চৰিত্ৰ হ'ল আসমুদ্ৰ হিমাচল সমগ্ৰ ভাৰতৰ এক অমূল্য সম্পদ, ভাৰত সংস্কৃতিৰ এক অৱৰ্ণনীয় ঐশ্বৰ্য। কৃষ্ণ আৰু ভাৰতবৰ্ষ যেন একেটা মুদ্ৰাৰে ইপিঠি-সিপিঠি। সেই ভুৱনমোহন কৃষ্ণৰ অপৰূপ সৌন্দৰ্য আৰু ঐশ্বৰ্যৰ প্ৰকাশ ঘটিছে কবিৰ 'পুৰুষোত্তম শ্ৰীকৃষ্ণৰূপ' কবিতাটিত। কবিৰ কৃষ্ণৈকমুখী এই চিন্তা-চেতনাৰ মাজত স্বাভাৱিকতেই অবিচ্ছেদ্যভাৱে অন্বিত হৈ আছে অখণ্ড ৰাষ্ট্ৰচেতনা তথা ভাৰতপ্ৰেম।

অসমৰ বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰীয়েও পৰাধীন ভাৰতৰ বন্ধন মুক্তিৰ বাবে সক্ৰিয়ভাৱে স্বাধীনতা আন্দোলনত যোগ দিছিল। গান্ধীজীৰ নেতৃত্বত হোৱা অসহযোগ আন্দোলনৰ দ্বাৰা তেওঁ প্ৰভাৱিত হ'লেও নেতাজী সুভাষ চন্দ্ৰ বসুৰ সংগ্ৰামী আহ্বানৰ প্ৰতিও তেওঁৰ অকুণ্ঠ সমৰ্থন আছিল। 'নেতাজী সুভাষ' নামৰ কবিতাত সুভাষক 'পৰাধীন ভাৰতৰ নিষ্পেষিত ৰক্তধাৰা নিহিত প্ৰচ্ছন্ন অগনি' বুলি অভিনন্দন জনাইছে।

আনহাতে অসমীয়া ৰোমান্টিক যুগৰ অন্তিম তৰংগৰ শ্ৰেষ্ঠ কবি দেৱকান্ত বৰুৱাৰ ৰাষ্ট্ৰীয় চেতনা সমৃদ্ধ উল্লেখযোগ্য কবিতাটো হ'ল — 'মোৰ দেশ মানুহৰ দেশ'। কবিৰ মতে বিশাল ভাৰতবৰ্ষৰ ভূ-খণ্ড গঢ়ি উঠিছে বিভিন্ন জাতি-উপজাতিৰ মহামিলনৰ ফলত। 'সৃজনৰ আবেগত হাবি কাটি নগৰ সাজিছে' এই দেশৰ মানুহেই। সেয়ে কবিৰ বাবে মানুহ আপোন। বিদেশী বিধৰ্মীয়ে বাৰে বাৰে এই দেশ আক্ৰমণ কৰিছে; হলধিঘাট, পলাশী, শৰাইঘাট তাৰেই সাক্ষী। এই দেশৰ মানুহেই পৰৰাজ্য লোভী সেই দস্যু দলৰ আক্ৰমণৰ বিৰুদ্ধে মাৰবান্ধি থিয় দিছে। কেতিয়াবা হৈছে বিজয়, কেতিয়াবা মূক পৰাভৱ। তথাপি ভাৰতৰ ঐক্য-সংহতি আৰু অখণ্ডতা ৰক্ষাৰ বাবে ভাৰতৰ মানুহে কেতিয়াও পিছ হুঁহকি থকা নাই। — উত্তৰ ভাৰতত আকৌ নামি আহিছে আক্ৰমণ। এই আক্ৰমণ চীনা আক্ৰমণ। এই আক্ৰমণকো প্ৰতিহত কৰিবলৈ দেশৰ মানুহ সাজু হ'ব লাগে। আশাবাদী কবিয়ে দেখিছে দেশৰ যুৱক-যুৱতীৰ দুবাহুত সঞ্চিত অফুৰন্ত শক্তি। স্বদেশ ৰক্ষাৰ বাবে মৰণৰ এই উদগ্ৰ আহ্বানক দেশৰ মানুহে এইবাৰো হাঁহিমুখে বৰণ কৰিব। কবিৰ বিশ্বাস —

'যি মৰণে যুগে যুগে জীৱনক<br>
কৰিছে অমৰ<br>
তাৰ আমন্ত্ৰণ কোনে নেওচিব পাৰে?'

পৰিতাপৰ কথা যে, নানা কাৰণত স্বাধীনতা উত্তৰ ভাৰতত পূৰ্বৰ সংহত, দৃঢ় স্বদেশ ভাবনা তথা অখণ্ড ৰাষ্ট্ৰীয় ভাবনা হ্ৰাস পাবলৈ ধৰিছে। নানা ভাষা, নানা বৰ্ণ, নানা ধৰ্মৰ দেশ ভাৰতবৰ্ষত নেতাসকলে দেশতকৈ নিজক অথবা নিজৰ দলক শ্ৰেষ্ঠ বুলি ভাবিবলৈ ল'লে। অতি প্ৰাচীন কালৰ পৰাই চলি অহা এই দেশৰ মনীষীসকলৰ মূল্যবান আপ্তবাক্যবোৰ পাহৰি যোৱা হ'ল। পাহৰি যোৱা হ'ল প্ৰাচীন সভ্যতাৰ পীঠস্থান ভাৰতৰ গৌৰৱময় ঐতিহ্যৰ কথা। পাহৰি যোৱা হ'ল ভাৰতৰ মনীষীসকলে কম্বুকণ্ঠত ঘোষণা

কৰা — 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী', 'অতোহপি দেৱা ইচ্ছন্তি জন্ম ভাৰত ভূতলে', 'নাহি পুণ্যভূমি আৰু ভাৰত পৰে', 'দুৰ্লভ মনুষ্য জন্ম এই ভাৰতত পাইলো', 'ধন্য ধন্য কলিকাল, ধন্য নৰতনুভাল, ধন্য ধন্য ভাৰত বৰিষ', 'দেশতকৈ মোমাই ডাঙৰ নহয়' আদি স্বদেশ মাহাত্ম্যসূচক বাণীৰ তাৎপৰ্য।

স্বদেশক লৈ গৌৰৱ কৰিব পৰা হেজাৰ উপকৰণ থকা সত্ত্বেও তাক লৈ গৌৰৱ নকৰি আজিৰ বহুধাবিভক্ত ভাৰতবাসীয়ে নিজৰ নিজৰ গোষ্ঠী, বৰ্ণ, ধৰ্ম, ভাষা, অঞ্চল আৰু সৰ্বোপৰি দলটোক হে তেওঁলোকৰ চিন্তা-চেতনাত আগস্থান দিয়ে। এই বিভাজনেই ভাৰতীয় আভ্যন্তৰীণ আৰু বহিৰ্দেশীয় সংকট ঘণীভূত হোৱাত পৰোক্ষভাৱে সহায় কৰিছে। এই বিভাজনে ভাৰতীয়সকলক অখণ্ড ভাৰতচেতনাত উজ্জীৱিত কৰাৰ ক্ষেত্ৰত হেঙাৰ সৃষ্টি কৰিছে। ধৰ্ম-বৰ্ণ-ভাষাৰ নামত অতি পৰিকল্পিতভাৱে ভাৰতীয়সকলক বিভাজিত কৰি ৰখা হৈছে। ইয়াৰ সুযোগ গ্ৰহণ কৰিয়েই প্ৰকাশ্য আৰু অপ্ৰকাশ্য ৰূপত আজি ভাৰতবিৰোধী শক্তিয়ে মূৰ দাঙি উঠিছে। ইয়াৰ ফলত ভাৰতবৰ্ষ এক ভয়ংকৰ সন্ধিক্ষণত উপনীত হৈছে। বিভাজনপন্থীসকলে দলীয় স্বাৰ্থৰ কাৰণেই ভাৰতবাসীৰ সন্মুখত আহি পৰা এই ভয়াৱহ সম্ভাৱনাক দেখা পোৱা নাই, অথবা দেখিও নেদেখাৰ ভাও জুৰিছে।

অখণ্ড ৰাষ্ট্ৰচেতনা বা ভাৰত চেতনাৰ প্ৰতি দেশবাসী যিমান আকৃষ্ট হ'ব সিমানেই দেশী-বিদেশী বিভাজন পন্থীসকলৰ ভাৰত বিৰোধী আঁচনি বিফল হ'ব। সেয়ে দেশৰ বৈৰীসকলে জাতি-বৰ্ণ-ধৰ্ম-অঞ্চল আদিৰ নামত এই ভেদভাৱ জীয়াই ৰখাৰ বাবে প্ৰতিনিয়ত চেষ্টা চলাই আছে। ভাৰতীয় শিক্ষা ব্যৱস্থাৰ মাজতো ভাৰতীয় ঐতিহ্যক পৰিকল্পিতভাৱে তুলি ধৰাৰ প্ৰয়াস দেখা নাযায়। ভাৰতীয় ধৰ্ম-দৰ্শনৰ মহত্ত্ব, গৌৰৱোজ্জ্বল ইতিহাস, বৰ্ণময় প্ৰকৃতি, সমৃদ্ধ সাহিত্য-কলা, অতুলনীয় সংগীতধাৰা, স্থাপত্য-ভাস্কৰ্য, অংকশাস্ত্ৰ, চিকিৎসাশাস্ত্ৰ, জ্যোতিৰ্বিজ্ঞান প্ৰভৃতিৰ প্ৰণালীবদ্ধ অধ্যয়ন উৎসাহব্যঞ্জক ৰূপত ভাৰতীয় পাঠ্যক্ৰমত পাবলৈ নাই। ব্ৰিটিছৰ স্বাৰ্থত ব্ৰিটিছে প্ৰৱৰ্তন কৰি থৈ যোৱা শিক্ষা ব্যৱস্থাটোকেই আজিলৈকে প্ৰৱৰ্তাই ৰখা হৈছে। এই প্ৰতিকূল শিক্ষা ব্যৱস্থাৰ কাৰণেই ভাৰতৰ বৰ্তমান প্ৰজন্মই দেশীয় সভ্যতা-সংস্কৃতিকেন্দ্ৰিক কোনো বিষয়তে গুৰুত্ব নিদিয়ে। তেওঁলোকে ভাৰতৰ ঋষি-মুনি-পণ্ডিত আচাৰ্যৰ বিষয়ে নাজানে, ভাৰতৰ সমৃদ্ধ কলা-সংস্কৃতি আৰু সাহিত্যৰ জ্ঞান তেওঁলোকৰ ভাণ্ডাৰত নাই। আজিৰ প্ৰজন্মই মাইকেল জেকচন অথবা মেডোনাক চিনি পালেও চিনি নাপায় উদয়শংকৰ আৰু তানসেনক। তেওঁলোকে চিনি নাপায় গাৰ্গী, মৈত্ৰেয়ী, অৰুন্ধতী প্ৰভৃতি ভাৰতৰ বিদূষী নাৰীসকলক। সেইদৰে ৰামায়ণ, মহাভাৰত, কাদম্বৰী, ৰঘুবংশ, উত্তৰৰামচৰিত, দশকুমাৰচৰিত সম্পৰ্কেও তেওঁলোক অজ্ঞ। স্বাধীন ভাৰতৰ কৰ্ণধাৰসকলেও ব্ৰিটিছৰ পদাংক অনুসৰণ কৰি একমাত্ৰ ক্ষমতাত তিষ্ঠি থাকিবৰ বাবেই অখণ্ড ভাৰত তথা অখণ্ড ৰাষ্ট্ৰ চিন্তা সঞ্চাৰিত হ'ব পৰা বা অখণ্ড ভাৰতবাসী বুলি পৰিচয় দি গৌৰৱ কৰিব পৰা উপাদানেৰে সমৃদ্ধ শিক্ষা ব্যৱস্থা বা পাঠ্যক্ৰম প্ৰস্তুত নকৰিলে।

স্বৰাজোত্তৰ ভাৰতৰ বৃহত্তম সমস্যা হৈছে ঐক্য সাধন কৰা। সুদীৰ্ঘ দিনৰ ব্ৰিটিছ শাসনত নানা ভাষা আৰু নানা ধৰ্মৰ অবাধ লীলাভূমি ভাৰতবৰ্ষত খণ্ডিতভাৱে হ'লেও ভৌগোলিক ঐক্য স্থাপিত হৈছিল যদিও ভাৱগত ঐক্য প্ৰায় নাই বুলিলেই হয়। সেয়ে স্বাধীন ভাৰতত ভাষা আন্দোলন আৰু স্বায়ত্ত শাসনৰ নামত বিচ্ছিন্নতাবাদী প্ৰৱণতাই ভাৰতীয় জাতীয় জীৱনলৈ নমাই আনিছে আত্মবিচ্ছেদৰ কলংকিত অধ্যায়। এই আত্মঘাতী প্ৰৱণতাই স্বাধীন ভাৰতৰ ইতিহাসকেই কৰি তুলিছে কলুষ-কালিমাময়। এই স্বজনঘাতী প্ৰৱণতাক প্ৰতিহত কৰাৰ ক্ষেত্ৰত উপায় হ'ব পাৰে ৰাষ্ট্ৰীয়চেতনাদীপ্ত সাহিত্য। ❑



# সাহিত্য আৰু সৰু পৰ্দা ঃ সম্পৰ্কৰ এটি ব্যক্তিগত সন্ধান

অমৃতজ্যোতি মহন্ত

হিত্য বুলি ক'লেই আমি এটা লিখিত সমলক (গল্প, কবিতা, নাটক ...) পাঠ কৰি কৰা ৰসাস্বাদনৰ কথা বুজোঁ। লেখকে লেখে, সমালোচকে মূল্যায়ন কৰে, অনুবাদকে অনুবাদ কৰে আৰু পাঠকে এই আটাইবোৰ পঢ়ে। তাৰ লগতে (বা তাৰ আঁৰত) আৰু কেইটামান ভূমিকা আছে — প্ৰকাশক, মুদ্ৰক, বিক্ৰেতা আদি। কিন্তু এয়া মাথোঁ আধুনিক পৃথিৱীৰ ব্যৱস্থাহে। অসমত এই ব্যৱস্থা ডেৰশ বছৰৰ পুৰণি নহয়। ছপাকল আৱিষ্কাৰ হোৱাৰ আগলৈকে সাহিত্যৰ এনে ব্যক্তিগত পঠনৰ সুবিধা নাছিল। কিন্তু সাহিত্য কেইবা সহস্ৰাব্দ পুৰণি। সেই পুৰণি কালত সাহিত্যৰ অস্তিত্ব আছিল ঘাইকৈ কথন আৰু শ্ৰুতিত। লিখিত অস্তিত্ব থকা সত্ত্বেও ৰামায়ণ, মহাভাৰত বহু শতিকাজুৰি এনে কথনৰ যোগেদি প্ৰজন্মৰ পাছত প্ৰজন্মলৈ বাগৰি আহিছে। অসমত সেইদৰে কীৰ্তন, নামঘোষা পঢ়ি পোৱা লোকতকৈ শুনি পোৱা লোকৰ সংখ্যা সৰহ। কথন আৰু শ্ৰুতিৰ এই শক্তিশালী পৰম্পৰাত সাহিত্য গুণ, ইতিহাস চেতনা, ধৰ্মাচাৰ ইত্যাদি বিভিন্ন দিশ সাঙোৰ খাই পৰিছে। প্ৰখ্যাত মালায়লম সাহিত্যিক তাকাজী শিৱশংকৰ পিল্লায়ে কেৰালাৰ এটা পৰম্পৰাৰ কথা উল্লেখ কৰিছে—

'After supper at night, the head of the family would read out from the great epics of India, Ramayana and Mahabharata, and the members of the household would sit around him and listen... In big house, a learned man would be engaged for the ritvol.' [১] এয়া কেৱল মালায়লম সমাজতেই নহয়, প্ৰতিটো ভাষাতেই সাধুকথা, গীত-মাতকে ধৰি মৌখিক সাহিত্যৰ একোটা চহকী পৰম্পৰা আছে। সেইবিলাকৰ অস্তিত্ব কথক বা গায়ক, ভাৱৰীয়াৰ (Performer) বৰ্ণনা আৰু অভিনয়তেই আছিল। আন কথাত তেওঁলোকেই আছিল মাধ্যম।

শ্ৰব্য-দৃশ্য গণ-মাধ্যম ছপা কলতকৈ কেইবা শতিকাও পাছৰ। অসমত অনাতাঁৰ ছপাশালতকৈ এশবছৰ পাছৰ। টেলিভিচন বা সৰু পৰ্দা আৰু চাৰি দশক পাছৰ। কাকত-আলোচনীৰ প্ৰচলনে ইতিমধ্যে উল্লেখ কৰা চহা কবি, বৈৰাগীৰ অস্তিত্ব প্ৰায় নাইকিয়া কৰি পেলালে। কিন্তু অনাতাঁৰৰ প্ৰচলনে কাকত আলোচনীৰ প্ৰচাৰ আৰু প্ৰয়োজনীয়তা হ্ৰাস নকৰিলে। সদায় পোৱাকৈ থকা কিতাপ এখন আৰু যন্ত্ৰ এটাত ক্ষণিকৰ বাবে শুনা অনুষ্ঠান এটাৰ ৰস বেলেগ। অনাতাঁৰে একে সময়তে বহুতৰ বাবে তথ্য আৰু মনোৰঞ্জন প্ৰাপ্ত কৰি সময় আৰু ভূগোলৰ দূৰত্ব একেবাৰে কমাই পেলালে। কিন্তু বিদ্যায়তনিক চৰ্চাৰ ক্ষেত্ৰত, বিশেষকৈ জ্ঞান অন্বেষাত গ্ৰন্থ অপ্ৰতিদ্বন্দ্বী হৈ ৰ'ল।

দৃশ্য-শ্ৰব্য মাধ্যমৰ আকৰ্ষণ তুলনাহীন। কায়িক অনুভৱৰ প্ৰায় পূৰ্ণাংগ জুতি পোৱাৰ (দ্বিমাত্ৰিক দৃশ্য ৰূপত হ'লেও) ক্ষেত্ৰত টিভিৰ লগত স্থিৰ চিত্ৰ, অনাতাঁৰ বা কলীয়া আখৰ, কোনোটোকেই তুলনা কৰিব নোৱাৰি। এই অনুভৱৰ এনেহেন ৰাগী যে এই সৰু পৰ্দাখনে কি দিব নোৱাৰে সেই বিষয়ে দৰ্শকৰ মনত সততে অচেতন হৈ থাকে। প্ৰাক্ বিদ্যুৎকালত আইতাৰ মুখত শুনা সাধুৱে শিশুৰ সম্ভাৱনাপূৰ্ণ কোমল মনত







যি সীমাহীন কল্পনাৰ সৃষ্টি কৰিছিল, আজিৰ শিশু তাৰ পৰা বঞ্চিত।

বিভিন্ন ভাষাত মৌখিক সাহিত্যৰ পৰম্পৰাৰ প্ৰসংগত ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই আমাৰ 'অ' ফুল অ' ফুল নুফুল কিয়' এই গীতি সাধুৰ উদাহৰণ দি কৈছে— 'All the events are revealed in the question answer mode and all the characters narrate their experience in the present tense ... The narrator is also the universal adult who communicates these experience to children of all age and the adults also find a universal pleasure by repeating it to the children.[2] মহাৰথী লেখকজনৰ মন্তব্যৰ লগত আমি যোগ দিব খুজিছোঁ যে এই গীতি-সাধু টিভিত দৃশ্যাবদ্ধ কৰিলে এই অন্তহীন আবেদন থাকিবনে? এই প্ৰশ্নৰ উত্তৰ একেটা নহ'ব যদিও আৰু এটা মাত্ৰ যোগ দিব খুজিছোঁ ৰামায়ণ-মহাভাৰত প্ৰথম সৰু পৰ্দাত দেখুৱাওঁতে বাট-পথত মানুহ নাইকিয়া হৈছিল। এতিয়াও কোনো কোনো চেনেলত সেই দুখন দেখুওৱা হৈ থাকে। আছেনে সেই আবেদন? কিন্তু কিতাপ হিচাপে সেই মহাকাব্য দুখনৰ বিক্ৰী নিৰন্তৰ চলি আছে।

এই বিলাক খেলিমেলিৰ মাজতে যোৱা শতিকাৰ শেষৰফালে ব্ৰহ্মপুত্ৰৰ পাৰলৈ টিভি আহিল আৰু সেই সময়তে টিভিৰ প্ৰযোজক হিচাপে এক নাভূত ভূমিকাত অৱতীৰ্ণ হৈ এক দুমুখীয়া প্ৰশ্নৰ সন্মুখীন হৈছিলোঁ। এই সৰু পৰ্দাখনত লুইতৰ দুপাৰৰ সাহিত্যৰ চহকী পৰম্পৰা তথা সজীৱ সাম্প্ৰতিকতা প্ৰতিফলিত কৰিমনে এই নতুন মাধ্যমটোত নতুন এক সাহিত্যথূলৰ (genre) সংজ্ঞা নিৰ্ধাৰণৰ প্ৰয়াস কৰিম? কামৰ মাজেৰে অনুভৱ কৰিছিলোঁ আমাৰ ভূমিকা হ'ব এই দুয়োটাৰে সানমিহলি।

প্ৰথমেই হ'ল সংযোগ। যিকোনো প্ৰকাশকেই ক'ব যে এখন গড় হিচাপৰ অসমীয়া কিতাপৰ (গল্প, উপন্যাস, কবিতা) দুহাজাৰ কপি বিক্ৰী হ'বলৈ কেইবাবছৰো লাগে। কিন্তু টিভিৰ অনুষ্ঠান এটা কেইবালাখো দৰ্শকে উপভোগ কৰে। অৱশ্যে তাতো বহুত কথা আছে। নাটক এখন বা কবিতা পাঠ টিভিত দেখুৱাব পাৰি। কিন্তু গল্প, উপন্যাস 'পঢ়ুৱাব' নোৱাৰি। চিত্ৰৰূপ দিব পাৰি। সেইটোলৈ আহি আছোঁ। কিন্তু টিভিত লেখকৰ সাক্ষাৎকাৰো দেখুওৱা হয়। পূৰ্বতে বহু পাঠকে একো একোজন লেখকক আজীৱন লগ নোপোৱাকৈয়ে থাকি গৈছিল। হয় অৱশ্যে, পাঠকে লেখকক লগ পাবই লাগে বুলি কথা এটা নাই। কিন্তু টিভিয়ে লেখক-পাঠকৰ মাজত এক নৈকট্য আনি দিছে। যি সাহিত্যৰ ৰসাস্বাদনতো প্ৰভাৱ পেলাইছে।

প্ৰতিফলন বা সংযোগৰ এই প্ৰাথমিক ভূমিকাত আমাৰো আহুকাল নাই, পাঠক দৰ্শকৰো নিশ্চয় দ্বিমত নাই। এক প্ৰত্যাহ্বান অনুভৱ কৰা যায় দ্বিতীয়টোৰ ক্ষেত্ৰত। সেয়া হ'ল এই সৰু পৰ্দাখনে সাহিত্যৰ জগতলৈ মৌলিক কিবা যোগদান দিব পাৰিছেনে নাই? নাটকৰ বাবে মঞ্চ আছে। গল্প-উপন্যাসৰ বাবে কিতাপ-আলোচনী আছে; এনে কি genre হ'ব পাৰে যিটো টিভি অবিহনে অসম্ভৱ। এই প্ৰশ্নৰ উত্তৰ হিচাপে হয়তো যেয়ে সেয়েই উত্তৰ দিব টেলিফিল্মৰ। য'ত কাহিনীৰ অৱলম্বন কোনো গল্প বা উপন্যাস। কিন্তু পাহৰিব নালাগিব যে মঞ্চাভিনয়ৰ লগত টেলিফিল্মৰ বুনিয়াদী পাৰ্থক্য কেৱল মাধ্যমতহে, ৰসাস্বাদনত নহয়। সূক্ষ্ম পাৰ্থক্য অৱশ্যে অনেক আছে। এইখিনি অনুভৱেৰে আমি দুই এটা প্ৰয়াস কৰিছিলোঁ। আশিষ শইকীয়াৰ এখন স্থিৰ চিত্ৰ (Still Photo) ৰ প্ৰেৰণাত ৰফিকুল হোছেইনে এটা কবিতা লিখিছিল। আলোকচিত্ৰখন এক প্ৰযুক্তিলব্ধ কলাৰূপ। আনহাতে কবিতাটোও আন এক কলা সম্পদ। চিত্ৰগ্ৰহণকাৰী আৰু কবিজনৰ সৈতে এক কথোপকথন অনুষ্ঠান কৰিলোঁ। আৰু দুখন আলোকচিত্ৰ আৰু তাৰ প্ৰেৰণাৰে লেখোৱা আৰু দুটি কবিতা পোৱা হ'ল। অনুষ্ঠানটোত কবিতাকেইটিৰ আবৃত্তি ফটো কেইখনৰ সৈতে আচুতীয়াকৈ সামৰা হ'ল। ক'ব খুজিছোঁ যে এই অনুষ্ঠানটি কেৱল টিভিতহে সম্ভৱ। ৰেডিঅ'ত ছবি নাথাকে, কাকতত দৃশ্যৰ সজীৱতা তথা গতি (motion) নাথাকে। দৰ্শকে ভাল পাইছিল। প্ৰযুক্তি আৰু দৰ্শক পাঠকৰ কলা-চেতনাৰ সম্বন্ধৰ এক নতুন মাত্ৰা সম্ভৱ হৈছিল।

আৰু এটা অনুষ্ঠানৰ উদাহৰণ দিব খুজিছোঁ। স্বাধীনতা সংগ্ৰামৰ এক সশস্ত্ৰ অধ্যায়ক অৱলম্বন হিচাপে লৈ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই জ্ঞানপীঠ বঁটা বিজয়ী 'মৃত্যুঞ্জয়' উপন্যাস লেখিছিল। সাহিত্য আলোচনাৰ ভাষাত এইখন ঐতিহাসিক উপন্যাস। তাৰ কাহিনী আৰু চৰিত্ৰ অৱলম্বন নিকট অতীত। সেই অধ্যায়ৰ জীৱন, চৰিত্ৰ কেইটিমানৰ সৈতে লেখকৰ লগত কথোপকথনত বহিছিল আন এক যশস্বী কথাশিল্পী অতুলানন্দ গোস্বামী। পাঠকৰ বাবে এইটোও নতুন জুতি। টেলিফিল্ম এখনৰ লগত এনে অনুষ্ঠানৰ পাৰ্থক্য আছে। টেলিফিল্ম বা চিনেমা এখন চাবলৈ দৰ্শক এজন প্ৰাথমিকভাৱে পাঠক নহ'লেও হয়। কিন্তু ইতিমধ্যে উল্লেখ কৰা ধৰণৰ অনুষ্ঠানবোৰ পূৰ্ণাংগভাৱে উপভোগ কৰিবলৈ দৰ্শকজন পাঠকো হ'ব লাগিব। সাহিত্যৰ লগত সম্বন্ধহীন দৰ্শকৰ বাবে এনে অনুষ্ঠানৰ প্ৰাসংগিকতা বা প্ৰয়োজনীয়তা দেশৰ অৰ্ধেক ভোটাৰৰ বাবে বেলট কাগজত লেখি থোৱা নামকেইটাৰ দৰেই।

এইখিনিতেই বিত্তীয় দিশটোৰ ভূমিকা আহে। কিতাপ এখন ছপা কৰোঁতে প্ৰকাশকৰ সম্ভাব্য বজাৰৰ (ক্ৰেতাৰ) এক আনুমানিক হিচাপ থাকে। সহজকৈ বিক্ৰী হ'লে দ্বিতীয় বা তৃতীয় সংস্কৰণ প্ৰকাশ পায়। কিন্তু টেলিভিছনৰ অনুষ্ঠান এটা প্ৰস্তুত কৰিবলৈ যথেষ্ট অৰ্থৰ প্ৰয়োজন হয়। তদুপৰি চেনেল এটা প্ৰতিষ্ঠা কৰি চলাই ৰখাৰ বুনিয়াদী খৰছ আছে। কিতাপ এখন পাঠকে কিনে। টিভিৰ দৰ্শকে পোনপটীয়াকৈ প্ৰযোজকক পইচা নিদিয়ে। গতিকে পইচা কেনেকৈ ঘূৰি আহিব? চৰকাৰী মাধ্যম এটাৰ কথা বেলেগ, কিন্তু ব্যক্তিগত টেলিভিছন নেটৱৰ্কৰ বাবে বুনিয়াদী উৎস হ'ল পণ্যৰ বিজ্ঞাপন। বাণিজ্যিক ভাষাত পণ্য ব্যৱসায়ীয়ে সেই বিজ্ঞাপনৰ মূল্য দি দৰ্শকক (eye-balls) 'ক্ৰয়' কৰে। তেওঁলোকে কেনেকুৱা অনুষ্ঠানত বিজ্ঞাপন দিব? যিবোৰ আটাইতকৈ বেছিসংখ্যক দৰ্শকে চাব। স্বাভাৱিকতেই এক প্ৰবীণ সাহিত্যিকৰ সাক্ষাৎকাৰতকৈ স্বল্পবসনা তৰুণীৰ দেহৰ হিল্লোলে অধিক দৰ্শকক আকৰ্ষণ কৰে। নলিন মেহতাই 'The argument is that television came to India like an imported bottle of Coca-Cola but it was refilled with Indian chai or if you like country liquor. What goes into the bottle is determined by economic. Political and cultural consideration and can only he understood by studying television in relation to it wider local environment.'[3]

অৰ্থাৎ টেলিভিছনৰ বিনিয়োগ দৰ্শকৰ সমূহীয়া গ্ৰহণৰ Collective Reception) সত্য মনত ৰাখিবলগীয়া হয়। কিন্তু কিতাপৰ প্ৰকাশ ব্যক্তিগত গ্ৰহণ (individual reception) ৰ বাবে কৰা হয়। বিনিয়োগৰ এই মৌলিক পাৰ্থক্যই আমাক ক'বলৈ বাধ্য কৰে যে সৰু পৰ্দা সাহিত্যৰ এক আংশিক প্ৰতিফলন সুনিশ্চিত কৰে কিন্তু কিতাপৰ পৃষ্ঠাৰ পূৰ্ণাংগ বিকল্প হ'ব নোৱাৰে। এই সত্যই আমাক এক মহা ঐতিহাসিক অনুভৱ দিয়ে। ছপাকলে সাহিত্যক ৰাজসভা আৰু জ্ঞানীসকলৰ মাজতে থাইকৈ সীমাবদ্ধ হৈ থকাৰ পৰা মুকলি কৰি আনি সমূহৰ মাজলৈ লৈ আনি এক বৃহৎ পাঠক সমাজৰ সৃষ্টি কৰিলে। কেইটিমান শতিকাৰ পাছত মানুহেই উদ্ভাৱন কৰা আন এক প্ৰযুক্তি টেলিভিছনে পাঠকলৈ এক প্ৰতিদ্বন্দ্বিতা আনি দিছে 'দৰ্শক'ৰ ৰূপত।

কিন্তু এয়াই চূড়ান্ত পৰ্যায় নহয়। ইতিমধ্যে ইণ্টাৰনেটে আমাৰ জ্ঞানান্বেষণত এক বিপ্লৱ আনি দিছে। এবাৰ ভাবি চাওক, পুনৰ্মুদ্ৰণ নহ'লে এখন কিতাপ এশ বছৰো স্থায়ী নহয়। যোৱা দেৰশ বছৰত অসমত বা অসমীয়া ভাষাত যিমান কিতাপ ছপা হ'ল সেই আটাইবোৰ আমাৰ হাতত আজি প্ৰাপ্ত হৈ আছেনে বা ভৱিষ্যতলৈও থাকিবনে? মানৱ সভ্যতাৰ এক গুৰুত্বপূৰ্ণ আলি-কেঁকুৰিত উপনীত হৈ আমি আজি কলা, প্ৰযুক্তি আৰু মানৱীয় অনুভূতিৰ এইখিনি টনা-আঁজোৰা, মিল-অমিল প্ৰত্যক্ষ কৰিছোঁ। ইয়াৰ পোনপটীয়া উত্তৰ নোপোৱা খিনিতেই আমাৰ আনন্দ। সাহিত্যৰ সৃষ্টি আৰু মাধ্যমৰ এই সন্ধানৰ মুহূৰ্তত আমাৰ মনত পৰিছে নৱকান্ত বৰুৱাৰ এফাঁকি কবিতালৈ—

'মই ঘোষণা কৰিছোঁ নতুন সৃষ্টি; নিৰ্মাণ?  
সকলো অপৌৰুষেয় পদাৰ্থই জড়  
সকলো ঐশ্বৰ্যই স্থানু  
তোমালোকে তালে তালে আহৰণ কৰি আনিবা  
খনিৰ অপসাৰিত ৰত্নশোভা  
পৃথিৱীৰ কুক্ষিৰ পৰা  
পৰিবৃদ্ধিহীন, অম্লান দ্যুতিময়  
তোমালোকক মই দেখুৱাই দিম  
পদাৰ্থৰ মাজত নিহিত শক্তিৰ উৎস  
সক্ষম; সজ্ঞান, অক্লান্ত কুশল  
ৰূপান্তৰেই যাৰ বিকাশ  
বিনিময়ৰ মূল্যৰে যি মূল্যায়িত  
নিৰ্মাণেই য'ত সৃষ্টি!  
... ... ... ...  
... ... ... ...  
যি পূৰ্ণতাৰ অভিমুখে গতিহীন বেগেৰে  
মই যাত্ৰা কৰিছোঁ  
সেই বাঞ্চিত নৱ-জন্ম মোৰ পৰিবৃদ্ধি নে পৰিৱৰ্তন?  
কাক মই গ্ৰহণ কৰিম?  
ৰত্নৰ অম্লান দ্যুতি নে শস্যৰ চিৰন্তন নশ্বৰতা?  
সৃষ্টি নে নিৰ্মাণ কাক মই ভোট দিম?

মানৱ সভ্যতাৰ বিৱৰ্তনৰ ক্ষেত্ৰত কবিৰ এই বিশালায়তন অনুভৱক আমি সাহিত্যৰ ভৱিষ্যতৰ ক্ষেত্ৰত প্ৰযুক্তিৰ সংযোজনে আনি দিয়া বিকল্পৰ প্ৰত্যাহ্বানৰ প্ৰসংগতো সুঁৱৰিব পাৰোঁ। চাৰণ কবি, বৈৰাগী নীৰৱ হৈ গ'ল। বিগত সহস্ৰাব্দৰ মননক ধৰি ৰখা সাঁচিপাত এতিয়া যাদুঘৰত। হয়তো আজিৰ তুলাপাত অদূৰ ভৱিষ্যতে অপ্ৰাসংগিক হৈ যাব। কিন্তু জীয়াই থাকিব সাহিত্য। অতীতৰ মহাকাব্যৰ ঠাইত আধুনিক যুগত উপন্যাস আহিল। কাইলৈ নতুন কোনো ৰূপে আমাৰ সাহিত্য ৰসক পুষ্টি যোগাব। অতীতৰ গৰৱী উত্তৰাধিকাৰেৰে সেয়ে ভৱিষ্যতলৈ আছে আমাৰ প্ৰত্যয়দীপ্ত দৃষ্টি। ❑

গ্ৰন্থসূচী —


১। Authors Speak. সাহিত্য অকাডেমি ২০০৬।  
২। Narrative A Sminar. সাহিত্য অকাডেমি ১৯৯৪।  
৩। India on Television. নলীন মেহতা, হাৰ্পাৰ কলিন্স ২০০৮।



# কবিতা আৰু সমালোচনা

আনন্দ বৰমুদৈ

সমালোচক কেইবাধৰণৰো হ'ব পাৰে ঃ

(১) লেখক হিচাপে সমালোচনাই যাৰ বৃত্তি। সমালোচনাই যাৰ প্ৰধান সুখ্যাতি। এওঁলোক উচ্চস্তৰৰ পৰ্যালোচক (Super reviewer)। কোনোবা কাকত-আলোচনীৰ দ্বাৰা নিয়োজিত সমালোচক। কিবা নতুন কিতাপ প্ৰকাশিত হ'লেই এওঁলোকে নিজৰ কাকত-আলোচনীত সমালোচনা কৰে। এওঁলোক পৰাজিত বিফল সৃষ্টিশীল লেখক। সমকালীন লেখকতকৈ অতীত লেখকসকলৰ বিষয়ে তেওঁলোকে বেছি ভালকৈ লিখিব পাৰে। কোনো কোনো ক্ষেত্ৰত এই ধৰণৰ সমালোচক অৱশ্যে বিফল কবি, নাট্যকাৰ অথবা ঔপন্যাসিক নহ'বও পাৰে।

(২) দ্বিতীয়বিধ সমালোচক পৰম উৎসাহিত সমালোচক। এওঁলোকে নিজৰ প্ৰিয় লেখকৰ সাহিত্যকৃতিৰ সমালোচনা অথবা ওকালতি কৰিব পাৰে।

(৩) তৃতীয়বিধ সমালোচকৰ সমালোচনা সৃষ্টিশীল লিখনিৰ উপৰুৰা অথবা আনুষংগিক উৎপাদন (bi-product)।

সমালোচকৰ নিজৰ আনুভূতিক পছন্দৰ কথাও আছে। এলিয়ট নিজে ডাঙৰ সমালোচক, কিন্তু তেওঁ স্বীকাৰ কৰিছে যে নাটকীয় আৰু গীতিধৰ্মী কবিতাৰ প্ৰতি তেওঁৰ আনুভূতিক আকৰ্ষণ আৰু উনবিংশ শতিকা আৰু কুৰি শতিকাৰ আৰম্ভণিৰ কবিতাৰ বিৰুদ্ধে তেওঁৰ প্ৰতিক্ৰিয়াৰ ফলতহে তেওঁ সমালোচনাত পৰম্পৰাৰ ওপৰত অধিক গুৰুত্ব দিছিল। ছেইক্সপীয়েৰৰ হেমলেট নাটকক কলাত্মক দিশত সফল বুলি ক'বলৈ গৈ তেওঁ অবজেক্টিভ ক'ৰিলেটিভৰ কথা কৈছিল। কিন্তু তাৰো কাৰণ তেওঁ এইবুলি কৈছে যে তেওঁৰ বোধহয় ছেইক্সপীয়েৰৰ বেছি পৰিপক্ক নাটক — *টাইমন, এণ্টনি এণ্ড ক্লিওপাট্ৰা, কেৰিঅ লৈনাচ* আদিৰ প্ৰতি পক্ষপাত আছিল। গতিকে দেখা যায় যে সমালোচকৰ নিজা আনুভূতিক পছন্দৰ কথাটো সমালোচনাৰ পৰা সম্পূৰ্ণ আঁতৰ কৰিব নোৱাৰি।

সমালোচনাৰ ক্ষেত্ৰত কিতাপ এখনৰ কলাগুণৰ উপৰি আন কিছুমান মানৰ কথাও আহি পৰে, যিবোৰক সম্পূৰ্ণ বাদ দিব নোৱাৰি। ডি. এইচ. লৰেঞ্চৰ 'লেডি ছেটাৰলিজ লাভাৰ' উপন্যাসখনৰ বিৰুদ্ধে উত্থাপিত গোচৰ শুনানিত কেইগৰাকীমান সাক্ষীয়ে কিতাপখনক উচ্চমানৰ সাহিত্যকৃতি বুলি সমৰ্থন নকৰি লেখকৰ নৈতিক উদ্দেশ্য সমৰ্থন কৰিহে সাক্ষ্য প্ৰদান কৰিছিল।

এলিয়টে আৰু কৈছে — 'মোক কবিতা লিখাৰ ক্ষেত্ৰত প্ৰভাৱিত কৰা লেখকসকলৰ প্ৰায়ভাগেই কবি আৰু তেওঁলোকৰ বিষয়ে লিখা ৰচনাবিলাকেই মোৰ সমালোচনাৰ শ্ৰেষ্ঠ অংশ।' যিসকল লেখকক





তেওঁ হৃদয় ভৰি প্ৰশংসা কৰিব পাৰিছিল, যাৰ ওচৰত তেওঁ চিৰ কৃতজ্ঞ আছিল, সেইসকলৰ বিষয়ে লিখা সমালোচনাতহে সময় বাগৰি যোৱাৰ পাছতো তেওঁৰ বিশ্বাস সুদৃঢ় আছিল।

এলিয়ট নিজে কবি সমালোচক। আন সতীৰ্থই কবিতা সম্পৰ্কে কি কয় তাক শুনাত তেওঁ বেছি আগ্ৰহী আছিল। সাহিত্য সমালোচনা, সামাজিক, ধৰ্মীয় অথবা নৈতিক ক্ষেত্ৰত হোৱা সমালোচনাৰ পৰা নিলগাৰ পৰা নাছিল। নৈতিক কাৰণত গৰিহণাযোগ্য কিতাপ এখনক তাৰ সাহিত্য গুণৰ বাবেই সমৰ্থন কৰিব নোৱাৰি।

ইংৰাজী সাহিত্যত সমালোচনাৰ ইতিহাসত এভুমুকি মৰা হওক। ১৫৯৫ চনত ফিলিপ ছিডনি (Philip Sidney)ৰ 'দ্য ডিফেন্স অৱ পয়েচি (The Defence of Poesie) প্ৰকাশিত হয়। ছিডনিয়ে কবিতা মানে সকলো মননশীল সাহিত্যকে সমৰ্থন কৰিছিল। নীতিবাগীশ পিউৰিটানসকলে মননশীল সাহিত্যক অনৈতিক, মিথ্যা আৰু ভ্ৰষ্টাচাৰ উদগোৱা বুলি অভিযোগ অনাত কবিতাৰ পক্ষ সমৰ্থন কৰাটো প্ৰয়োজনীয় হৈ পৰিছিল। এৰিষ্টোট'ল, প্লেটোৰ অভিযোগৰ সন্মুখীন হোৱাৰ দৰে ছিডনি পিউৰিটান অভিযোগৰ সন্মুখীন হ'ল। ছিডনিয়ে কবিতাৰ সমৰ্থনত কোৱা সকলো কথাই এৰিষ্টোট'লৰ পয়েটিকচৰ পৰা লোৱা বুলি ক'ব নোৱাৰি।

ছিডনিৰ প্ৰথম যুক্তি, কবিতা সাহিত্যৰ সকলো ঠাল-ঠেঙুলিৰ ভিতৰত পুৰণি আৰু ই পূৰ্বৰ পৰাই মানুহক সভ্য কৰাৰ দায়িত্ব পালন কৰি আহিছে। (অৱশ্যে অংক, বিজ্ঞান আদিৰ কথা পদ্যত লিখিলেই লেখক কবি বুলিব নোৱাৰি)।

কবিতাও পদ্য, কিন্তু ই আৱিষ্কাৰ। কবিতাৰ কাহিনী আক্ষৰিক অৰ্থত সত্য নহ'বও পাৰে, নহয়। জ্ঞান দানত অসত্যয়ো প্ৰয়োজনীয় ভূমিকা গ্ৰহণ কৰিব পাৰে। এইখিনিতে ছিডনি এৰিষ্টোট'লৰ পৰা আঁতৰি আহিছে। কাৰণ এৰিষ্টোট'লে কাহানিও কবিতাক জ্ঞান দানৰ মাধ্যম, অথবা দৰ্শন, বুৰঞ্জী আদিৰ দৰে আন মাধ্যমতকৈ বেছি উপযোগী মাধ্যম বোলা নাছিল। এৰিষ্টোট'লৰ মতে কবিতাই এক বিশেষ ধৰণৰ আনুভূতিক আনন্দহে দান কৰে। ছিডনিৰ মতে মিছাও মংগলময় আৰু মূল্যবান হয় যদিহে allegory ৰ সহায়ত নীতিশিক্ষা দান কৰিব পাৰি।

কবিতা নিৰ্বাসন দিব খোজা প্লেটোৰ বিৰুদ্ধেও ছিডনিয়ে অভিযোগ আনি মৌলিক আৰু গুৰুত্বপূৰ্ণ কথা কৈছে। প্লেটোৰ ৰচনাৰ ভিতৰখন দৰ্শন আৰু মূল শক্তি দৰ্শন হ'লেও ছালচটা কিন্তু কবিতা। তেওঁৰ দাৰ্শনিক তত্ত্বৰোৰ কথোপকথনৰ ভিত্তিত প্ৰতিষ্ঠিত। কথোপকথনত নিয়োগ কৰা এই এথেঞ্চ নগৰৰ সজ স্বাধীন নাগৰিকসকল (Honest Burgesses of Athens) কিন্তু কাল্পনিক চৰিত্ৰ। তেওঁলোকৰ লগালগি হোৱা পৰিবেশৰ বৰ্ণনাও কাব্যিক। ইয়াৰ উপৰি ভোজমেলৰ প্ৰসংগ, প্ৰসংগক্ৰমে কোৱা দুই এটা সৰুসুৰা কাহিনী ইত্যাদিও কাব্যিক কল্পনাৰ অন্তৰ্গত।

কবিতা কেৱল কাল্পনিক ঘটনাৰ বৰ্ণনাই নহয়, ই প্ৰাণৱন্ত ৰূপত পতিয়ন যাব পৰাকৈ বৰ্ণনা। ছিডনিয়ে বুৰঞ্জীবিদ হিৰডটাচকো কবি বুলিছে। তাৰ কাৰণ হিৰডটাচ আৰু তেওঁৰ অনুগামীসকলে যুদ্ধৰ খুতিনাটি বৰ্ণনাত আৰু বীৰৰ আৱেগ জড়িত বৰ্ণনাত কবিতা চুৰ কৰিছে। সেই আৱেগ জড়িত বৰ্ণনাৰ আচল সাক্ষী কোনো নাই। (*চিজাৰ এণ্ড ক্লিওপাট্ৰা* নাটকৰ পাতনিত শব্দই কৈছে যে ব্ৰুটাচে চিজাৰক ছুৰীৰে আঘাত কৰাৰ সময়ত চিজাৰে যদি সঁচাকৈয়ে 'এট্ টু ব্ৰুট' বুলি কৈছিল তেন্তে চিজাৰ এজন কমেডিয়ানহে আছিল।)

ছিডনিৰ কবিতাৰ সংজ্ঞাই তিনিটা কথা সামৰিছে — কাল্পনিক কাহিনী, প্ৰাণৰ সঞ্চাৰ আৰু আৱেগ (fiction, liveliness, passion)। আৱেগময় আৰু প্ৰাণৱন্ত কাল্পনিক কাহিনীৰ সহায়ত ঐতিহাসিক অথবা নৈতিক সত্য পাঠকক জনাব পাৰিলে কবিতা ন্যায্য। ছিডনিৰ সীমাবদ্ধতা হ'ল যে কবিতাক তেওঁ আন জ্ঞানদানৰ মাধ্যমবোৰতকৈ উন্নত মাধ্যম বুলি স্বীকাৰ কৰিলেও ইয়াক ইতিহাস অথবা দৰ্শনৰ দৰে স্বয়ংসম্পূৰ্ণ বিষয় বুলি ভবা নাই। কাজেই কবিতাৰ মূল্য নিৰ্ভৰ কৰিব কি কথা কোৱা হ'ল তাৰ ওপৰত। কবিতাৰ মূল্য নিৰূপণৰ কাৰণে আন কলা যেনে ইতিহাস বা দৰ্শন অথবা নীতিশাস্ত্ৰৰ সহায় ল'ব লাগিব।

ছিডনিয়ে তাহানিতে কোৱা কথাটো আজিও আমাৰ কবিতাৰ এচাম পাঠকৰ মাজত জনপ্ৰিয় — কবিতাৰ ন্যায্যতা ঐতিহাসিক দাৰ্শনিক অথবা নৈতিক সাহস আমোদজনক সুন্দৰ ৰূপত প্ৰকাশ কৰা, আৰু তাকে কৰিবলৈ যাওঁতে যদি অসত্যৰ আশ্ৰয় ল'বলগীয়া হয়, সেই অসত্যক allegory ৰ ৰূপত প্ৰকাশ কৰিব পাৰি, কাৰণ allegory গভীৰতা এক সাধাৰণ সত্য থাকে। ঐতিহাসিক কবিৰ ক্ষেত্ৰত ইতিহাসৰ তথ্যৰ ভিত্তিতে কি ঘটিব পাৰিলেহেঁতেন তাক পুনৰ নিৰ্মাণ কৰা হয়। এইখিনিতে ছিডনি এৰিষ্টোট'লৰ সম্ভাব্য সূত্ৰৰ ওচৰ চাপিছে যদিও এৰিষ্টোট'লতকৈ তেওঁ পিছ পৰি ৰৈছে। কাৰণ তেওঁ এটা কথা দেখা পোৱা নাই যে বুৰঞ্জীবিদে কল্পনাৰে যোগ দিয়া কথাখিনি তথ্যৰ পঞ্জীয়নতকৈ মানৱীয় পৰিস্থিতি সম্পৰ্কে বেছি গভীৰ সত্যৰ সন্ধান দিব পাৰে। ছিডনিয়ে এটা প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলে কাহিনী, প্ৰাণৰ সঞ্চাৰ আৰু আৱেগ লগ লাগি স্বয়ংসম্পূৰ্ণভাৱেই মংগল হয় নে যি জ্ঞান ইতিমধ্যে মংগলময় বুলি প্ৰতিষ্ঠিত, তেনে জ্ঞান দান কৰাৰ ওপৰত মংগল নিৰ্ভৰশীল।

ছিডনিয়ে কবিতাক ন্যায্য প্ৰমাণ কৰিবলৈ ক'লে — কবিয়ে ইতিমধ্যে থকাটোক অনুকৰণ, প্ৰতিনিধিত্ব, প্ৰকাশ অথবা আলোচনা নকৰে, তেওঁ নতুন আৱিষ্কাৰ কৰে, এই নতুন আৱিষ্কাৰ কৰিবলৈ তেওঁ নিজৰ ধীশক্তিৰ ওপৰত নিৰ্ভৰ কৰে। তেওঁৰ মতে কবিয়ে আৱিষ্কাৰ কৰা পৃথিৱীখন আচল পৃথিৱীখনতকৈ বেছি সুন্দৰ। এই অধিক সুন্দৰ জগতখন আৱিষ্কাৰ কৰিবলৈকে কবিয়ে নিজৰ ধীশক্তি



আৰু কল্পনাক নিয়োগ কৰে। আচল জগতখন কঠিন, কবিয়েহে সোণালীজগত দিব পাৰে (The real world is brasen, the poets only deliver a golden) কবিয়ে কল্পনাৰে প্ৰকৃতিকো অতিক্ৰম কৰিব পাৰে। কবি কল্পনাৰ প্ৰেমিক, বাস্তৱ প্ৰেমিকতকৈ বেছি সত্য। সঁচা বাগিচাৰ ফুলতকৈ কবিৰ কল্পনাৰ ফুলৰ সুবাস বেছি।

কবিৰ সৃষ্টিক অনুকৰণ আৰু বাস্তৱৰ পৰা দুচাপ আঁতৰ বুলি অভিযোগ আনোতে প্লেটোৰ অভিযোগক এৰিষ্টোটে'লে এইবুলি খণ্ডন কৰিছিল যে কবিৰ কল্পনাই মৌলিক সম্ভাব্যকহে অনুকৰণ কৰে, কাৰ্যকৰণ নীতিত বান্ধ খাই থকা বাস্তৱক নকৰে। সেইবাবেই বুৰঞ্জীবিদতকৈ কবি সত্যৰ বেছি গভীৰলৈ সোমাব পাৰে। কিন্তু ছিডনিয়ে কবিৰ কল্পনাৰ জগতখনৰ ন্যায্যতা প্ৰমাণ কৰিবলৈ গৈ ক'লেগৈ যে কল্পনাই বাস্তৱৰ অভ্যন্তৰত সোমাবলৈ নিশিকায়, বাস্তৱৰ বিকল্প এটা দিয়ে আৰু এই বিকল্প বাস্তৱতকৈ সকলো ক্ষেত্ৰতে বেছি সুন্দৰ।

**অনুকৰণৰ নতুন ধাৰণা ঃ**

ছিডনিয়ে ক'লে কবিয়ে একো অনুকৰণ নকৰে, কিন্তু সৃষ্টি কৰে। তেওঁ আদৰ্শ অনুকৰণ তত্ত্ব উত্থাৰন কৰিলে। ইয়াৰ মৰ্ম হ'ল কবিয়ে বাস্তৱৰ বাহ্যিক ৰূপক অনুকৰণ নকৰে, কৰে দৃশ্যমানৰ সিপাৰে লুকাই থকা সত্যক। কিন্তু তেওঁ ঠিক বাস্তৱৰ পৰা পৰিত্ৰাণ পাব পৰা জগত এখনৰ কথা ক'বলৈ বিচৰা নাই। তেওঁৰ মতে কবি কল্পনাৰ জগতখন সকলো পিনৰ পৰা বাস্তৱতকৈ উন্নত কাৰণে তাক পাঠকে কাৰ্যত অনুকৰণ কৰিবলৈ বিচাৰে। এইদৰে তেওঁ এৰিষ্টোটে'লৰ অনুকৰণ নীতি কবিৰ পৰা বা শ্ৰোতা বা পাঠকলৈ ঠেলিলে। কবিয়ে অনুকৰণ নকৰে, কবিৰ সৃষ্টিক পাঠকেহে অনুকৰণ কৰে। এইফালৰ পৰা কবি এজন শিক্ষক। পাঠকে অনুকৰণ কৰিবলৈ আদৰ্শ জগত এখন সৃষ্টি কৰি তেওঁ পাঠকক শিক্ষা দিয়ে। কবিৰ জগতত সদায় ন্যায়বানজনে উন্নতি কৰে আৰু দুষ্টৰ পতন হয়। এই ধাৰণাৰ পৰাই আমি কাব্যিক ন্যায় অথবা পয়েটিক জাষ্টিচৰ ধাৰণাটো পাওঁ।

**জন দ্ৰাইদেন আৰু এছেই অভ দ্ৰামাতিক পয়েচি ঃ (Eassy of Dramatic Poesy,1668) :**

দ্ৰাইদেনে ক'লে যে মননশীল সাহিত্যই মানুহৰ প্ৰকৃতিৰ এখন চিত্ৰকল্প দিয়ে। নান্দনিকভাৱে সন্তোষজনক ৰূপত কামত নিয়োজিত মানুহৰ ছবি দেখুৱাব লাগিব আৰু সেই চৰিত্ৰৰ মাজত আমি যাক মনঃস্তাত্ত্বিক সত্য (Phychological truth) বুলি কওঁ, সেই সত্য দেখা পাই আমি আনন্দ পাম। কবিয়ে দিয়া শিক্ষা নহ'লেও মানুহৰ প্ৰকৃতি সম্পৰ্কে দিয়া শিক্ষা। কথাটো ল'ৰা-ছোৱালীক অংক শিকিবলৈ পঢ়াশালিলৈ পঠোৱাৰ নিচিনা কথা। অংক শিকি ল'ৰা-ছোৱালীৰ নৈতিক চৰিত্ৰৰ উন্নতি হ'ব বুলি আমি নাভাবোঁ, কিন্তু অংক শিকিবলৈ আমি তেওঁলোকক পঠাওঁ। মননশীল সাহিত্য একধৰণৰ জ্ঞান, পাঠকক কোনো কথাত পতিয়ন নিওৱাৰ কৌশল নহয়।

ড' জনচনে ছেইক্সপীয়েৰ নাটক সংকলন কৰি লিখা পাতনিত ছেইক্সপীয়েৰক প্ৰশংসা কৰাৰ এটা কাৰণ দ্ৰাইদেনে কৰিবৰ বাবে নিৰ্ধাৰণ কৰি দিয়া মানুহৰ প্ৰকৃতিৰ এখন ন্যায়সংগত, প্ৰাণৱন্ত ছবি (Just and lively image of human nature) নাটকসমূহত আছে। জনচনে এটা কথা গুৰুত্বসহকাৰে কৈছে — কবিতাৰ এটা কৰ্তব্য নৈতিক নিৰ্দেশ দিয়া। কবিতাৰ উদ্দেশ্য আনন্দ দানৰ মাজেদি উপদেশ দিয়া। তেওঁৰ ভাষাত নাটক এখনৰ সৌন্দৰ্য হ'ল মানুহৰ প্ৰাকৃতিক অনুকৰণ কৰি নিৰ্দেশ দিয়া।

কবি কোন? তেওঁ কাক সম্বোধন কৰে? তেওঁৰ ভাষা কেনে হ'ব লাগে? কবি আৰু সমালোচকসকলে এই প্ৰশ্নৰ উত্তৰ দিবলৈ অনেক চেষ্টা কৰিছে। ওৱৰ্ডছৱৰ্থৰ মতে কবিতাৰ সত্য কোনো বাহ্যিক তথ্যৰ ওপৰত নিৰ্ভৰশীল নহয়। আবেগে তাক জীৱন্ত কৰি হৃদয়লৈ কঢ়িয়াই আনে। (carried alive into the heart by passion) ই নিজেই ইয়াৰ সাক্ষ্য। আমি আগতে এই সত্যক জানো কাৰণে ইয়াক সত্য বুলি স্বীকৃতি নিদিওঁ। মানুহৰ অনুভূতি আৰু অন্তৰ্দৃষ্টি সাধাৰণ মানসিক ভিত্তিৰ লগত ই কিবা প্ৰকাৰে সংযোগ স্থাপন কৰে। কবিৰ বিষয়ে ওৱৰ্ডছৱৰ্থে ক'লে যে তেওঁ 'মানুহৰ নিৰাভৰণ আৰু স্বাভাৱিক মৰ্যাদাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনায়।' (native and naked dignity of man)। মূৰ্ত আৰু ইন্দ্ৰিয়গ্ৰাহ্য ৰূপত কবিয়ে মানুহৰ মন আৰু প্ৰকৃতিবাজ্যত ক্ৰিয়া কৰি থকা মৌলিক নীতিবোৰ দাঙি ধৰে। কবিতাই হ'ল সকলো জ্ঞানৰ প্ৰাণ আৰু সত্তা। সকলো বিজ্ঞানৰ মুখমণ্ডল কবিতাৰ প্ৰাণস্পৰ্শৰে সমুজ্বল। কবি মানুহৰ প্ৰকৃতিৰ দৃঢ় ৰক্ষক, মানুহৰ প্ৰকৃতি তেওঁ সংৰক্ষণ কৰে আৰু কঢ়িয়াই লৈ ফুৰে প্ৰেম আৰু বন্ধুত্ব। জ্ঞান আৰু প্ৰেমেৰে তেওঁ মানুহৰ সাম্ৰাজ্যক বান্ধি ৰাখে। মানুহক তাৰ প্ৰাত্যাহিক ক্ষুদ্ৰতা আৰু স্বাৰ্থপৰতাৰ পৰা কবিয়ে উদ্ধাৰ কৰে। সহানুভূতি আৰু ব্যক্তিগত সম্পৰ্কৰ লগত মহাজীৱনৰ সম্পৰ্ক তেওঁ স্থাপন কৰে। ইজন-সিজনৰ সম্পৰ্কৰ লগতে কবিয়ে মানুহ আৰু বৰ্হিজগতৰ সম্পৰ্কও দেখুৱাব লাগিব। কবিতাৰ ভাষাও হ'ব লাগিব প্ৰাথমিক আৰু সৰল। শাব্দিক নিৰ্মাণৰ ন্যায্যতা নাথাকিলে আৰু আনুভূতিক গাঁথনিয়ে ন্যায়সংগত নকৰা উপৰুৰা অলংকাৰে স্থায়ী আনন্দ দান কৰিব নোৱাৰে। কবিতাৰ বিভিন্ন অংগই ইটোৱে-সিটোক সমৰ্থন কৰে। ছন্দ আৰু লয়ৰ সমগ্ৰ কবিতাটোৰ লগত জৈৱিক সম্পৰ্ক আছে। কবিতা নীতিৰে বান্ধ খাই নথকা কেতবোৰ চমৎকাৰ শব্দশাৰীৰ সমষ্টি নহয়।





**কবিতা আৰু কাব্য ঃ**

ক'লৰিজে ক'লে যে যিকোনো দৈৰ্ঘৰ কবিতা এটা প্ৰত্যেক শাৰীতে কবিতা হ'বও নোৱাৰে আৰু হোৱাৰ দৰকাৰো নাই। কবিতাৰ সংজ্ঞা দিবলৈ গৈ তেওঁ কবিৰ সংজ্ঞা দিছে আৰু কবিৰ কথা ক'বলৈ যাওঁতেই তেওঁৰ বিখ্যাত কল্পনা (imagination) তত্ত্বৰ কথা ওলাইছে। ক'লৰিজৰ মতে কাব্যৰ পৰিসৰ কবিতাতকৈ বহুত বহল। চিত্ৰশিল্পী, দাৰ্শনিক, বৈজ্ঞানিক আদিও শাব্দিক নিৰ্মাণত ব্যস্ত লোকৰ দৰে কাব্যক্ৰিয়াত ব্যস্ত থাকিব পাৰে। কাব্যই বহল অৰ্থত মানুহৰ সমগ্ৰ সত্তাক নিয়োজিত কৰে। কবি কল্পনাই কেনেদৰে কাম কৰে তাৰ বৰ্ণনাৰ দ্বাৰাহে তেওঁ কবিতাৰ সংজ্ঞা দাঙি ধৰিছে। কবিয়ে কল্পনাৰে সৃষ্টি কৰে। বিষয় এটাৰ সকলো দিশ গৌণ কল্পনাৰ সহায়ত কবিয়ে এক জটিল ঐক্য সূত্ৰৰে বান্ধ খুৱায়। কাব্যৰ সংকীৰ্ণ ৰূপেই কবিতা।

ক'লৰিজৰ মতে — প্ৰাথমিক প্ৰপঞ্চত কল্পনা এক বিশাল ক্ৰমনিৰ্ধাৰক নীতি। পৃথকীকৰণ আৰু সংহতি সাধন এই দুয়োটা কামেই কল্পনাই কৰিব পাৰে। বেমেজালি আৰু বিশৃংখলৰ মাজৰ পৰা ই সংহতি, অনুশাসন আৰু ক্ৰমৰ সৃষ্টি কৰে। গৌণ কল্পনা হ'ল এই ক্ষমতাৰে সচেতন প্ৰয়োগ। প্ৰাথমিক অথবা মুখ্য কল্পনাৰ প্ৰয়োগ সচেতনভাৱে কৰা নহয়। এই ক্ষমতা নিৰীক্ষণত নিয়োজিত হ'ব বেলিকা আমি নিজৰ আৰু বৰ্হিজগত সম্পৰ্কে সচেতন হোৱাত প্ৰাথমিক মানৱীয় শক্তিৰ অনুশীলন কৰোঁ। গৌণ কল্পনাই নতুন সংহতি আৰু অৰ্থ সৃষ্টি কৰে। কবিতা গৌণ কল্পনা প্ৰয়োগ কৰা মানুহজনৰ সৃষ্টি। কবি কল্পনাৰে সাধন কৰা সংহতি বিৰোধৰ সংহতি। এই সংহতি সাধন কৰিবলৈ ভাষাক এক বিশেষধৰণেৰে ব্যৱহাৰ কৰা হয়।

কল্পনাৰ সহায়ত সংহতি সাধনৰ কাৰণে যি বিশেষধৰণৰ সৃষ্টিশীল সচেতনতাৰ সৃষ্টি হয়, সি দীৰ্ঘকাল স্থায়ী হৈ থাকিব নোৱাৰে। ভিন্নসুৰীয়া আৰু পৰস্পৰবিৰোধী বস্তুৰ মাজত যি সংহতি আৰু ভাৱসাম্য ৰক্ষা কৰা হয় তাক বহু সময় ধৰি অব্যাহত ৰাখিব নোৱাৰি। গতিকে দীঘলীয়া কবিতা এটাৰ প্ৰতিটো খণ্ডবাক্য বা শাৰী কবিতা হ'ব নোৱাৰে। কিন্তু কবিতাৰ সাজেৰেই তাক সজাব লাগিব। পাঠকৰ মনোযোগ ধৰি ৰাখিবলৈ কবিতা নোহোৱা কবিতাৰ ভাষাৰ বৈশিষ্ট্যও গদ্যৰ ভাষাৰ পৰা পৃথক হ'ব লাগিব। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে কবিতাৰ বিশেষাধিকাৰ কল্পনা আৰু গদ্যৰ বিশেষাধিকাৰ যুক্তি। ছন্দ আৰু লয় কবিতাৰ কাৰণে এই বাবেই যথোপযুক্ত যে ভিন্নসুৰীয়া আৰু বিৰোধী বস্তুৰ সংহতি স্থাপনত সিবিলাকেই সহায়ক। সিবিলাকক কিন্তু নিজৰবৰীয়াকৈও ব্যৱহাৰ কৰিব পাৰি। লয় আৰু ছন্দই স্বয়ংসম্পূৰ্ণভাৱে কবিতাৰ জন্মও নিদিয়ে আৰু কবিতাৰ পৰা স্বয়ংসম্পূৰ্ণভাৱে সিবিলাকৰ জন্মও নহয়। দীঘলীয়া কবিতাত যথাযথভাৱে কবিতা আৰু অকবিতা অংশত সিবিলাক প্ৰয়োগ কৰিব পৰি।

কবিতা এটাৰ নিকট উদ্দেশ্য সত্য উদঘাটন নহয়, ই হ'ল আনন্দ দান। বিশাল অৰ্থত কাব্যৰ নিকট উদ্দেশ্য সত্য উদঘাটন হ'ব পাৰে অথবা আনন্দ দানো হ'ব পাৰে। বিষয় ভাৱ-ভংগী, ছন্দ, লয়, ঠাচ, অলংকাৰ আদি বিভিন্ন অংগই নিৰ্দিষ্ট সন্তোষ দান কৰি সামগ্ৰিকভাৱে কবিতা এটাই দিয়া আনন্দৰ পৰিমাণেই কবিতা এটা সামৰ্থ্যৰ মূল্যমান। বিভিন্ন অংগই সামগ্ৰিকতালৈ যোগোৱা বৰঙনিৰ দিশৰ পৰা ছন্দ, লয়, কুট, চৰণ আদিয়ে সামগ্ৰিকতালৈ আগ বঢ়োৱা ভিত্তিৰে নিজৰ ন্যায্যতা প্ৰমাণ কৰে আৰু কেৱল অলংকাৰ হোৱাৰ পৰা বিৰত হয়।

**সৃজনীশীল কল্পনা আৰু কল্পনা (Imagination and Fancy):**

প্ৰকাশৰ ঐক্য সাধনৰ কাৰণে কল্পনাহে সমৰ্থ কিন্তু এই কল্পনা সৃজনীশীল হ'ব পাৰে অথবা অলীক, বিলাসী কল্পনাও হ'ব পাৰে। সৃজনীশীল কল্পনাই পুনৰ নিৰ্মাণৰ কাৰণে অভিজ্ঞতাক গলাব পাৰে। সিঁচৰতি কৰিব পাৰে আৰু তাৰ বিস্তাৰ ঘটাব পাৰে। কল্পনাবিলাসে স্থিৰ আৰু নিৰ্দিষ্টটোক লৈহে (fixties and definites) খেলা কৰিব পাৰে। এই কল্পনাই সৃষ্টি আৰু নিৰীক্ষণৰ ওপৰত নিৰ্ভৰ কৰি বাহ্যিক সাজ-সজ্জা কৰিব পাৰে; কিন্তু সৃজনীশীল কল্পনাই নিজৰবৰীয়াকৈ ৰূপ পৰিগ্ৰহণ কৰি তাত প্ৰাণৰ সঞ্চাৰ কৰিব পাৰে। এই কল্পনাৰ সৃষ্টিক জৈৱিক বৃদ্ধিৰ লগত ৰিজাব পাৰি। বিলাসী কল্পনাই সাধন কৰা সংহতি এক ধৰণৰ যান্ত্ৰিক সংহতি বুলিব পাৰি। পাৰ্থক্যটো এপাহ ফুল প্ৰস্ফুটিত হোৱা আৰু বিভিন্ন অংশ জোৰা দি যন্ত্ৰ এটা সজাৰ লগত তুলনা কৰি বুজিব পাৰি। প্ৰকৃত কবিতা এটাৰ প্ৰতিটো অংগই নিজৰ স্থিতিক ন্যায্য প্ৰমাণ কৰিব লাগিব। সৃজনীশীল কল্পনাৰ সাধাৰণ নিৰ্মাণেই কবিতা। গৌণ কল্পনাৰ মুখ্য কাম ভিন্নসুৰীয়া আৰু বিৰোধী বস্তুৰ মাজত সমন্বয় সাধন।

**কবিতা, বিজ্ঞান আৰু ধৰ্ম ঃ**

টমাচ লাভ পিককে এটা প্ৰশ্ন উত্থাপন কৰিলে যে কবিতাৰ কিংবদন্তি অতিক্ৰম কৰা আধুনিক বৈজ্ঞানিক যুগত দাৰ্শনিক আৰু বৈজ্ঞানিকে বাস্তৱ প্ৰণালীবদ্ধ অনুসন্ধান কৰিব যিহেতু পাৰেই, কবি সভ্য সমাজত অৰ্ধবৰ্বৰ হোৱা নাইনে? ঊনবিংশ শতিকাৰ আৰম্ভণিতে পিককে এই প্ৰশ্ন উত্থাপন কৰিছিল আৰু ৰাণী ভিক্টোৰীয়াৰ শাসন কালত বিজ্ঞান আৰু কাৰিকৰী বিজ্ঞানে লাভ কৰা দ্ৰুত উন্নতিৰ ফলতে ধৰ্মৰ বান্ধোন শিথিল হোৱাত কবিতা আৰু বিজ্ঞানৰ সম্পৰ্ক বিবেচনা কৰা জৰুৰী হৈ পৰিছিল। পিককে ক'লে কবিসকল অতীতৰ বুকুত জীয়াই থাকে, দৰকাৰী বিষয়ৰ অধ্যয়ন অৱহেলা কৰিহে কবিতাৰ চৰ্চা কৰিব পাৰি, কবিতা এলেহুৱা মানুহৰ সাৰশূন্য বৌদ্ধিক কচৰৎ। ই সভ্য সমাজৰ শৈশৱৰ খেলা বস্তু; প্ৰাপ্তবয়স্ক লোক ইয়াক লৈ ব্যস্ত হোৱা আশ্চৰ্যজনক।



ৰাণী ভিক্টোৰীয়াযুগৰ কবি, সমালোচক, দাৰ্শনিক পণ্ডিত মেথ্যু আৰ্নল্ডে কবিতা আৰু বিজ্ঞানৰ মাজত এক সংহতি স্থাপনৰ চেষ্টা কৰিলে। তেওঁ দেখিলে যে বিজ্ঞানে ধৰ্মৰ তথ্যৰ ভিত্তি থানবান কৰি দিছে আৰু সেইবাবে কবিতাক তেওঁৰ প্ৰমূল্যৰ নতুন ভিত্তি হিচাপে প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছিল। তেওঁ ক'লে 'কবিতাৰ বাবে ভাবেই সৰ্বস্ব। কবিতাই ভাবৰ লগত অনুভূতি সংগত কৰে, ভাবেই তথ্য।' কবিতা তেওঁৰ বাবে হ'ল জীৱনৰ সমালোচনা। গভীৰ আৰু মহান ভাবক জীৱনত প্ৰয়োগ। পৃথিৱীৰ বিদিত আৰু মানুহে চিন্তা কৰি উলিওৱা সকলো মহৎ ভাব আৰু আদৰ্শ জীৱনত প্ৰয়োগ কৰিবৰ কাৰণে কবিতাই ধৰি ৰাখিব। ভাব আৰু আংগিকৰ সমন্বয় হ'ব লাগিব। ভাবৰ দাৰিদ্ৰতাক আংগিকৰ চাতুৰ্যৰে ঢাকিব নোৱাৰে।

মেথ্যু আৰ্নল্ড আৰু আই. এ. ৰিছাৰ্ডচ — এই দুয়ো গৰাকী সমালোচকৰ প্ৰধান চিন্তাৰ বিষয় আছিল কবিতাৰ স্বকীয় অৰ্থ আৰু প্ৰয়োজন সাব্যস্ত কৰা আৰু বৈজ্ঞানিক সত্যৰ প্ৰতি পোনপটীয়া দায়ৰ পৰা তাক মুক্ত কৰা। আৰ্নল্ডে ওৱৰ্ডচৱৰ্থক সুঁৱৰিলে - 'কবিতা সমস্ত জ্ঞানৰ প্ৰাণবায়ু আৰু সত্তা'। শ্ৰেষ্ঠ কবিতাৰ গঠনমূলক প্ৰাণপ্ৰাচুৰ্য যোগান ধৰা আৰু আনন্দ দিয়াৰ ক্ষমতা থাকিব লাগিব।

কবিতা কি আৰু কি কাম কৰে তাক ব্যাখ্যা কৰিবলৈ ৰিছাৰ্ডচে আধুনিক মনঃস্বত্ত্বৰ সহায় ল'লে। মনঃস্তত্ত্বই তেওঁৰ বিজ্ঞান। বিজ্ঞানৰ সহায় লৈ তেওঁ কবিতাৰ বিৰুদ্ধে চিত্তজ্ঞানৰ সাম্ভাব্য আপত্তি নিষ্পত্তি কৰিবলৈ বিচাৰিলে। সমালোচনা মানে মনঃস্তাত্ত্বিক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ যথাযথ বৰ্ণনা। কবি আৰু পাঠকৰ দুয়োৰে মনঃস্তাত্ত্বিক ক্ৰিয়া- প্ৰতিক্ৰিয়াৰ কথা তেওঁ বৰ্ণনা কৰিছে। আমাৰ অতি চিনাকি দিন, ৰাতি, প্ৰেম, দুখ, বিশ্বাস, বন্ধুত্ব আদি শব্দতো অসীম অৰ্থ আৰু ইংগিত থাকিব পাৰে। সমালোচনাৰ জনপ্ৰিয় ধাৰণাবোৰকো তেওঁ মনঃস্তত্ত্বৰ আধাৰত বিশ্লেষণ কৰিছে। মনঃস্তত্ত্ব নীতি নিৰ্ধাৰিত বিজ্ঞান নহয়, ই বৰ্ণনাত্মক। ৰিছাৰ্ডচে কবিতাৰ মূল্যৰ কথা ক'বলৈ যাওঁতে কবিতাই পাঠকৰ মনৰ ওপৰত কৰা ক্ৰিয়াৰ বৰ্ণনা কৰিছেঃ 'যিয়েই আমাৰ আকাংক্ষা পূৰণ কৰে সিয়ে মূল্যবান। (Anything is valuable that satisfies an appretency)। মনৰ যি অৱস্থাত আটাইতকৈ বেছি আকাংক্ষাৰ পূৰণ হয়, আৰু অতি কম সংখ্যক আকাংক্ষা বাধাগ্ৰস্ত হয়, সেই অৱস্থাই আটাইতকৈ মূল্যবান অৱস্থা। কবিতাটোৰ মূল্যৰ স্বৰূপ সেইটোৱেই। ৰিচাৰ্ডছে মন বুলি সুকীয়া বস্তু এটাৰ স্থিতি স্বীকাৰ কৰা নাই। কবিৰ কবিতাৰ মাজেদি তেওঁৰ স্বায়ুতন্ত্ৰৰ ক্ৰিয়া-কলাপ পাঠকৰ স্বায়ুতন্ত্ৰলৈ পাৰ কৰি দিয়ে। কবিয়ে পাঠকৰ লগত যোগাযোগ আৰু অৰ্থৰ প্ৰসংগটো এইখিনিতে আহি পৰে। এইখিনিতে সাহিত্য সমালোচনা শব্দ আৰু তাৰ অৰ্থ, ব্যঞ্জনা আদিৰ লগত (Semantics) সাঙোৰ খাই পৰিছে। ১৯২৩ চনত ৰিচাৰ্ডচে চি.কে. অংডেনৰ লগ লাগি *দ্য মিনি অৱ মিনিং* নামৰ বিখ্যাত গ্ৰন্থখন প্ৰকাশ কৰিছিল। কবিৰ ভাষা ব্যৱহাৰ বৈজ্ঞানিকৰ ভাষা ব্যৱহাৰৰ পৰা পৃথক, আৰু ইয়াৰ ওপৰতে কবিতাৰ কৰ্তব্য আৰু মূল্যও নিৰ্ভৰশীল। সন্তোষজনক সাহিত্য সৃষ্টিয়ে এক ধৰণৰ মনঃস্তাত্ত্বিক নিয়ন্ত্ৰণ (psychological adjustment) প্ৰতিনিধিত্ব কৰে। এই নিয়ন্ত্ৰণ লেখকজনৰ আৰু তেওঁৰ ব্যক্তিত্বৰ বাবে মূল্যবান। পাঠকে যদি কেনেকৈ পঢ়িব লাগে তাক জানে এই মনঃস্তাত্ত্বিক নিয়ন্ত্ৰণ তেৰোঁ লাভ কৰিব পাৰিব। ভালকৈ পঢ়িব পাৰিলেহে কবিতা এটাৰ মূল্য পাঠকে আয়ত্ত কৰিব পাৰিব। এটা উদাহৰণ লোৱা হওক ঃ হেৰ' নলগা জেঙত লগা বৃদ্ধ; অবাধ্য উৰ্দ্ধত সূৰ্য / তই কিয় এনেকৈ দোকমোকালিতে দম্পতীৰ শোৱনি কোঠালৈ / খিৰিকীৰ আৱনিৰে সৰকি আহি আমনি কৰিছ? (মূল ইংৰাজী জন ডন (১৫৭২-১৬৩১) ঃ 'the sun Rising'. Busy old fool, unruly sun/Why dost than thus? through windows, and through curtain call in us//' অসমীয়া অনুবাদ ড° কবীন ফুকন, গৰীয়সী, জানুৱাৰী ৯৬ সংখ্যা) এই শাৰী তিনিটা এটা বিখ্যাত কবিতাৰ আৰম্ভণিশাৰী। খিৰিকী আৰু পৰ্দাৰ ফাঁকেৰে সূৰ্যৰ পোহৰ সোমাই অহাত কবিয়ে সূৰ্যটোক গালি পাৰিছে। সূৰ্যটোক গালি পাৰি আন ঠাইত গৈ পোহৰ দিবলৈ কবিয়ে কৈছে বুলি ক'লে কবিতাটোৰ মূল্য নোলাব। অকল উদ্ধৃত শাৰীকেইটাৰ ওপৰত ভিত্তি কৰি পাঠক এজনে কিমানখিনি কথা বাৰু জানিব পাৰে? —(১) কবি বেলি ওলোৱাত বিৰক্ত হৈছে, বেলি ওলোৱাটো তেওঁ বাঞ্ছা কৰা নাছিল। (২) কবিয়ে নিজৰ কথা কওঁতে 'আমাক' বুলি কৈছে 'মোক' বোলা নাই, তাৰমানে কবিৰ লগত আন কোনোবা আছে। (৩) খিৰিকী আৰু পৰ্দাৰ ফাঁকৰ উল্লেখ আছে, গতিকে কবি আৰু তেওঁৰ লগৰজন ভিতৰত আছে। (৪) তেওঁ সূৰ্যক দাবি দিওঁতে যিজনে শুনি আছে, তেৰোঁ নিশ্চয় সাৰ পাইছে। (৫) তেওঁলোকৰ গোপন নিবিড়-অৱস্থাত সূৰ্যই অনধিকাৰ প্ৰৱেশ কৰিছে। (৬) তেওঁলোক নিশ্চয় প্ৰেমিক। (৭) সূৰ্যৰ গতিক কেন্দ্ৰ কৰি দিন-ৰাতি, মাহ, বছৰ, ঋতু সলনি হয়। সূৰ্য উঠাৰ লগে লগে প্ৰকৃতিজগত আৰু পৃথিৱী নিজ নিজ কামত ব্যস্ত হয়। প্ৰেমিকে কিন্তু নিজৰ পৃথিৱীক সুকীয়া বুলি কল্পনা কৰে। তেওঁলোকৰ কল্পনাত তেওঁলোকৰ পৃথিৱী স্বয়ংসম্পূৰ্ণ। পোহৰ আৰু উত্তাপৰ বাবেও সূৰ্যৰ ওপৰত নিৰ্ভৰশীল নহয়। প্ৰেমে নিজ পোহৰ আৰু উত্তাপেৰে নিজৰ জগত উদ্ভাসিত আৰু উত্তাপিত কৰি ৰাখিব পাৰে। সূৰ্যৰ গতি ধৰাবন্ধা। প্ৰেমে সেই ধৰাবন্ধা নিয়ম নেমানে আৰু নিজৰো কোনো ধৰাবন্ধা গতি বা সময়-অসময় নাই।

পাঠক হিচাপে আমাৰ মনত আৰু এটা প্ৰশ্নৰ উদয় হয় ঃ কবিতা কেইশাৰীত যি প্ৰেমৰ গুণগান কৰা হৈছে সেই প্ৰেমৰ প্ৰকৃতি কেনে? এই প্ৰেম দেহাতীত প্ৰেম নহয়। প্ৰেমিক-প্ৰেমিকা শুই থকা অৱস্থাত সূৰ্যই অনধিকাৰ প্ৰৱেশেৰে আমনি কৰিছে।

কবিতা কেইশাৰীয়ে সৃষ্টি কৰা পৰিস্থিতিটো নাটকীয়।





প্ৰেমিক, প্ৰেমিকা আৰু অবাঞ্ছিত সূৰ্যৰ অনুপ্ৰৱেশে এক নাটকীয় পৰিস্থিতিৰ সৃষ্টি কৰিছে। সূৰ্যক 'বৃদ্ধ আৰু মূৰ্খ' বুলি গালি পৰা হৈছে। এই বাৰ্ধক্যৰ বিপৰীতে আছে প্ৰেমিক-প্ৰেমিকাৰ যৌৱন। বৃদ্ধ সূৰ্য ডেকা-গাভৰু প্ৰেমিক-প্ৰেমিকাৰ দৈহিক মিলনৰ অবাঞ্ছিত দৰ্শক হোৱাৰ ইংগিতো নাটকীয় পৰিস্থিতিত আছে। উদ্ধৃত শাৰীকেইটাত কবিৰ বুদ্ধিদীপ্ততা, ধীশক্তি আৰু অনুভূতিৰ সংযোগ ঘটিছে।

এইখিনিতে প্ৰশ্ন হ'ব পাৰে যে কবিতা সম্পৰ্কে পূৰ্বৰ একো ধাৰণা নথকা মানুহ এজনক এই শাৰীকেইটা দিলে তেওঁৰ লগত কবিয়ে কিবা যোগাযোগ কৰিব পাৰিবনে? এই প্ৰশ্নৰ উত্তৰ প্ৰখ্যাত সংগঠনবাদী সমালোচক জনাথন কিউলাৰৰ ভাষাৰে দিব পাৰি ঃ "এনে এজন মানুহ কল্পনা কৰা যি ইংৰাজী ভাষা জানে কিন্তু সাহিত্যৰ কোনো ধৰণৰ জ্ঞান নাই। ... তেওঁক কবিতা এটা দিলে তেওঁ থতমত খাব। শব্দ আৰু বাক্যবোৰ তেওঁ নিশ্চয় বুজিব, কিন্তু এই আচহুৱা বস্তুটো কি তেওঁ বুজি নাপাব। ভাষাৰ এই অদ্ভুত নিৰ্মাণটো লৈ কিনো কৰিব লাগে তেওঁ তাকো নাজানিব। অভিজ্ঞ পাঠকৰ জটিল জ্ঞানৰ পদ্ধতি তেওঁৰ ক্ষেত্ৰত অনুপস্থিত। এই পদ্ধতিটো হৈছে কেতবোৰ নীতি আৰু পৰম্পৰা।" কবিতা বুজিবলৈও কিছুমান নীতি আৰু পৰম্পৰাৰ লগত পাঠকৰ চিনাকি থাকিব লাগিব।

কবিতা আৰু অকবিতাৰ বিচাৰৰ ক্ষেত্ৰত সাহিত্যিকৰ নীতি-পৰম্পৰাই কিদৰে কাম কৰে তাক দেখুৱাবলৈ কিউলাৰে এটা উদাহৰণ দেখুৱাইছে। এটা সাধাৰণ গদ্যৰ বাক্য — 'মই কালি চহৰলৈ গৈ চাকি এটা কিনি আনিছিলো।' ইয়াক কবিতা আকৃতিত সজালে গদ্যত থকা উক্তিটোৰ দৰে নিৰ্দিষ্ট অৰ্থই থাকিব নে, অৰ্থ আৰু ব্যঞ্জনাৰ কিবা সালসলনি হ'ব? সজোৱা হওক ঃ 'কালি মই/ চহৰলৈ গৈ কিনিলো/এটা চাকি।' কবিতা এটাত উক্তিটোক এই ৰূপত আৰু শব্দকেইটাক এই গাঁথনিত অথবা সংগঠনত দেখাৰ লগে লগে অৰ্থ আৰু ব্যঞ্জনাৰ প্ৰতি সচেতনতা অন্য ধৰণৰ হয়। প্ৰথম কথা 'কালি' বুলি কোৱাৰ লগে লগে বৰ্তমানৰ লগত সময়ৰ বিৰোধ উপস্থিত হ'ব। কাৰণ কবিতাত পোৱা উক্তি এটাৰ লগত সময়ৰ সম্পৰ্ক গুৰুত্বপূৰ্ণ। দ্বিতীয় কথা, কবিতাটোৰ বিষয়বস্তুৰ বাবে কিবা অৰ্থবহ মুহূৰ্ত ধৰি ৰাখিছেনেকি তাক আমি পৰীক্ষা কৰিম। 'কিনিলো' আৰু 'চাকি' শব্দ দুটাৰ কিবা প্ৰতীকি তাৎপৰ্য আছে নেকি তাক অনুমান কৰিবৰ বাবে চেষ্টা কৰিম। 'চাকি'ৰ পৰম্পৰাগত প্ৰতীকি ব্যঞ্জনাত জ্ঞান বিস্তাৰ, পথ প্ৰদৰ্শন, আন্ধাৰ বিনাশ আদি সোমায় আৰু 'কিনা' শব্দই চাকিটো লাভ কৰাৰ এটা বিশেষ ধৰণৰ কথা কৈছে। কবিতাত সংহতি বিৰোধ-উপস্থাপন আৰু নিষ্পত্তিৰ মাজেৰে কৰা হয়। এই কবিতাত দুটা কথাক বিৰোধী অৱস্থানত ৰাখিব পাৰোঁ — 'চাকি কিনা' আৰু কিনোতাৰ পোহৰ লাভৰ চেষ্টা। কিন্তু কবিতাটোৱে পোহৰ লাভৰ চেষ্টাত কালিৰ কাৰ্যৰ ফল কি হ'ল তাক কোৱাত ব্যৰ্থ হৈছে। 'ভাল পোহৰ পাইছোঁ' বুলি আৰু এটা বাক্য লগাই দিলেই ই উচ্চমানৰ কবিতা নহয়গৈ। কিন্তু গদ্যৰ বাক্য এটাকো কবিতাৰ ৰূপত সজালে পাঠকৰ সম্ভাব্য প্ৰতিক্ৰিয়া কেনে হ'ব পাৰে তাৰহে উদাহৰণ দাঙি ধৰা হ'ল। ❑

# ৰোমাণ্টিক সৌন্দৰ্যতত্ত্বৰ উদ্ভৱ আৰু স্বৰূপ

চণ্ডীচৰণ গোস্বামী

সৌন্দৰ্য আকাংক্ষা আৰু সৌন্দৰ্য অনুসন্ধান মানুহ মাত্ৰৰে সহজাত ধৰ্ম। মানুহৰ প্ৰাত্যহিক কাম-কাজ তথা সৃষ্টিমূলক শিল্প কৰ্মৰ মাজেদি সৌন্দৰ্যবোধৰ প্ৰকাশ আৰু বিকাশ হৈ আহিছে। ৰুচি, মানসিকতা আৰু সংস্কৃতিৰ ওপৰত নিৰ্ভৰ কৰি মানুহৰ সৌন্দৰ্যৰ ধাৰণা গঢ় লয়। ঐতিহ্য-পৰম্পৰা, সামাজিক আৰু জাতীয় জীৱনৰ সামগ্ৰিক পৰিৱেশ, ভৌগোলিক আৰু প্ৰাকৃতিক পাৰিপাৰ্শ্বিকতা -- এই সকলোবোৰে মিলি সৌন্দৰ্যবোধৰ স্বৰূপ নিৰ্ণয় কৰে। স্থানভেদে, জাতিভেদে, ঐতিহ্য পৰম্পৰা অনুসৰি গঢ় লোৱা মানুহৰ সৌন্দৰ্য দৃষ্টিৰ বিশিষ্টতা শিল্প - সাহিত্যৰ মাজেদি বিৰিঙি ওলায়।

সৌন্দৰ্যবোধ কেতিয়াও স্থিৰ নহয়। জীৱন আৰু জগত সম্পৰ্কে মানুহৰ দৃষ্টি আৰু ধাৰণাৰ পৰিৱৰ্তনে সৌন্দৰ্যবোধৰো পৰিৱৰ্তন ঘটায়। বিশ্ব সাহিত্যত চকু ফুৰালে দেখা যায়, প্ৰাচীন আৰু মধ্যযুগৰ মানুহ অধিক দৈৱ-নিৰ্ভৰ আৰু আধ্যাত্মবাদী হোৱাত মানুহৰ মন আৰু চিন্তা ঈশ্বৰ তথা অপাৰ্থিৱ জগৎমুখী হোৱাৰ ফলত মানুহ পাৰ্থিৱ জগতৰ সৌন্দৰ্যতকৈ অপাৰ্থিৱ জগতৰ সৌন্দৰ্যৰ প্ৰতিহে অধিক আকৰ্ষিত হৈছিল। প্ৰাচীন আৰু মধ্যযুগৰ মানুহে ভগৱৎ সত্তাকে সৌন্দৰ্যৰ উৎস আৰু স্বৰ্গক সমস্ত সৌন্দৰ্যৰ আলয় ৰূপে কল্পনা কৰাৰ বাবে ভগৱান আৰু স্বৰ্গপ্ৰাপ্তিয়েই মানৱ জীৱনৰ চৰম আকাংক্ষা আছিল। কিন্তু পঞ্চদশ-ষষ্ঠদশ শতিকাৰ পৰা পৃথিৱীত হোৱা নানান বৈজ্ঞানিক আৱিষ্কাৰে, জ্ঞানৰ নৱজাগৰণে যেতিয়া মানুহ আৰু মানবীয় শক্তিৰ সীমাহীন ক্ষমতা ঘোষণা কৰিলে, তেতিয়াৰে পৰা মানুহ আৰু বাস্তৱজগতৰ গুৰুত্ব আৰু তাৰ প্ৰতি মানুহৰ আস্থা বৃদ্ধি পোৱাৰ যোগেদি বাস্তৱ জগতৰ সৌন্দৰ্য আৰু মানবীয় সৌন্দৰ্যৰো গুৰুত্ব বাঢ়িবলৈ ধৰিলে । সৌন্দৰ্যবোধৰ এনে পৰিৱৰ্তনৰ সাঁচ শিল্প-সাহিত্যই স্পষ্ট ৰূপত ধৰি ৰাখে।

অষ্টাদশ শতিকাৰ শেষৰ ফালে, ৰোমাণ্টিক ভাবাদৰ্শৰ উত্থানৰ জৰিয়তে ইউৰোপীয় সাহিত্যত সামগ্ৰিকভাৱে যি এক জাগৰণ সংঘটিত হৈছিল সেই জাগৰণে এক সুকীয়া সৌন্দৰ্যতত্ত্ব প্ৰতিষ্ঠা কৰিলে ; যি পৰৱৰ্তী সময়ত ৰোমাণ্টিক সৌন্দৰ্যতত্ত্ব ৰূপে পৰিচিত হয়।

ৰোমাণ্টিক সৌন্দৰ্যতত্ত্বৰ উদ্ভৱৰ লগত ৰোমাণ্টিক ভাবচেতনাৰ উন্মেষ বা ইউৰোপীয় সাহিত্যৰ ৰোমাণ্টিচিজিম(Romanticm) অংগাংগীভাৱে জড়িত হৈ আছে। এই ৰোমাণ্টিচিজিম সাহিত্য আৰু শিল্পকৰ্মৰ আধাৰত প্ৰকাশ পোৱা বিশিষ্ট মনোভংগী বা চেতনা বিশেষ। এই চেতনা কলা-সাহিত্যত প্ৰাচীন কালৰেপৰা কম-বেছি পৰিমাণে প্ৰকাশ পাই আহিছে [১]। অৱশ্যে এটা কথা ঠিক যে, ৰোমাণ্টিক চেতনাৰ ঐতিহ্যৰ আভাস বিশ্ব সাহিত্যত প্ৰাচীন কালৰে পৰা [২] দেখা গ'লেও এক সচেতন প্ৰতিষ্ঠিত আৰ্দশ হিচাপে ই অষ্টাদশ শতিকাৰ শেষৰ পৰা উনবিংশ শতিকাৰ মধ্যভাগ পৰ্যন্ত বৰ্তি থাকি ইউৰোপীয় সাহিত্যক গভীৰভাৱে প্ৰভাৱিত কৰিছিল। এই আদৰ্শই অষ্টাদশ শতিকাৰ ইউৰোপৰ ফ্ৰান্স, জাৰ্মেনী, ইংলণ্ড আদি দেশৰ কলা আৰু ভাবজগতত ঐতিহাসিক জাগৰণ সৃষ্টি কৰি যুক্তিবাদী চিন্তাতকৈ ভাববাদী চিন্তাক অধিক প্ৰাধান্য দি ব্যক্তিহৃদয়ৰ মুক্ত কল্পনা আৰু আবেগ-অনুভূতিৰ অবাধ প্ৰকাশৰ পথ প্ৰশস্ত কৰি তোলে।

অষ্টাদশ শতিকাৰ শেষৰফালে ইউৰোপীয় সাহিত্যত সংঘটিত ৰোমাণ্টিক জাগৰণ হঠাতে হোৱা সাহিত্যিক পৰিঘটনা নহয়। ইয়াৰ প্ৰস্তুতি আৰু অনুশীলন বহু আগৰে পৰা হৈ আছিল। আইফৰ ইভান্সে (Ifor Evans) তেওঁৰ *Tradition of Romanticism* গ্ৰন্থত ৰোমাণ্টিক চেতনাৰ নিৰৱচ্ছিন্নতাৰ বিষয়ে আলোচনা কৰিছে [৩]। গতিকে ৰোমাণ্টিচিজিম এক সুদীৰ্ঘ গতিপথৰ মাজেদি হোৱা ক্ৰমবিকাশৰ ফলশ্ৰুতি। পাশ্চাত্য জগতত চতুৰ্দশ-পঞ্চদশ শতিকাত সংঘটিত জ্ঞানৰ নৱজাগৰণৰ (Rebirth of learning) প্ৰভাৱত প্ৰাচীন গ্ৰীক আৰু ৰোমান সাহিত্যৰ অধ্যয়ন আৰু পুনৰ মূল্যায়নৰ যোগেদি ফ্ৰান্স, ইংলেণ্ড, জাৰ্মেনী আদি ইউৰোপীয় দেশসমূহত সুকীয়া সৌন্দৰ্যচেতনাৰে সমৃদ্ধ নতুন এক সাহিত্য ধাৰা গঢ় লৈ উঠে। প্ৰাচীন ধ্ৰুপদী সাহিত্যৰ আধাৰত গঢ় লোৱা এই শ্ৰেণী সাহিত্য নব্য-ধ্ৰুপদী সাহিত্য (Neo-classical literature) নামেৰে পৰিচিত। নব্য-ধ্ৰুপদী সাহিত্যই অন্যদেশৰ সাহিত্যৰ লগতে প্ৰায় সমগ্ৰ অষ্টাদশ শতিকা জুৰি ইংলণ্ডত জন ড্ৰাইদেন (John Dryden, 1631-1700), আলেকজেণ্ডাৰ পোপ (Alexander Pope, 1688-744), জনাথন চুইফ্‌ট(Jonathan Swift,1667-1745),ছেমুৱেল জনছন (Samuel Johnson, 1709 -1784), এডমাণ্ড বাৰ্ক (Edmund Burk,1729 -1797) আদি লেখকসকলৰ ৰচনাৰ মাজেদি বিকশিত হয়। নব্য-ধ্ৰুপদী সাহিত্যিকসকলে ধ্ৰুপদী সাহিত্যৰ ভাব বা বিষয়বস্তুতকৈ ধ্ৰুপদী সাহিত্যৰ কলা-কৌশলক নিখুতভাৱে অনুকৰণ কৰি বাস্তৱ জীৱনৰ স্থূল অভিজ্ঞতাক শুদ্ধৰূপত দাঙি ধৰাত গুৰুত্ব দিয়ে। তেওঁলোকে সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত কিছুমান কঠোৰ নিয়ম-নীতি তৈয়াৰ কৰি সেইবোৰক শুদ্ধ ৰূপত প্ৰয়োগ কৰি একেধৰণৰ কাব্যৰূপৰ পুনৰাবৃত্তি ঘটাইছিল।

অষ্টাদশ শতিকাত গঢ় লোৱা এই নব্য-ধ্ৰুপদী সাহিত্য চেতনাৰ পৃষ্ঠভূমিত আছে সপ্তদশ-অষ্টাদশ শতিকাজুৰি ইউৰোপত আৱিষ্কৃত বৈজ্ঞানিক তথ্য আৰু তত্ত্বৰ প্ৰভাৱত গঢ় লৈ উঠা যুক্তিবাদী মানসিকতাৰ লগতে ডেকাৰ্টে (Descartes, 1596-1650), বেকন (Fransis Bacon 1561-1626) আদি দাৰ্শনিকসকলে গঢ় দিয়া নতুন জগৎদৃষ্টি (World View)। সেইসময়ত বিজ্ঞান আৰু দৰ্শনৰ যুক্তিবাদী চিন্তাৰ প্ৰভাৱত মানুহে বিশ্বাস কৰিছিল যে জগতখন কিছুমান নীতি-নিয়মৰ ভিত্তিত সুসংহত গতিৰ মাজেদি চলি আছে। ডেকাৰ্টে আৰু তেওঁৰ সহযোগী দাৰ্শনিকসকলে ভাবিছিল যে জগতখন এটা যন্ত্ৰসদৃশ" আৰু ভগৱান হ'ল ইয়াৰ কাৰিকৰ। তেওঁ ইয়াক চলাই দিয়াৰ পাছত ই পূৰ্ব নিৰ্ধাৰিত নিয়মেৰে চলি আছে। জগত আৰু জগতৰ ৰহস্য সম্পৰ্কে এনেধৰণৰ যুক্তিবাদী পৰিচ্ছন্ন যান্ত্ৰিক জগৎ দৃষ্টিয়ে (Mechanistic World View) সমকালীন সাহিত্যৰ নান্দনিক চেতনাক প্ৰভাৱিত কৰিলে। সাহিত্যিকসকলে বিশ্বাস কৰিছিল যে এজন বিজ্ঞানীৰ দৰেই এজন লেখকো নিৰ্দিষ্ট জোখ- মাখ, বিচাৰ-বিশ্লেষণ আৰু যুক্তিনিষ্ঠ মনেৰে সৃষ্টি কৰ্মত জড়িত হোৱা উচিত। সাহিত্য ৰচনা কাৰ্যত ব্যক্তিৰ আপোন হৃদয়ৰ কল্পনা আৰু আবেগ-অনুভূতি বা ব্যক্তিগত ৰুচি-অভিৰুচি প্ৰকাশৰ স্থান নাই। ফলস্বৰূপে নব্য-ধ্ৰুপদী সাহিত্য ৰচনাৰ ক্ষেত্ৰত সাহিত্যিকৰ কোনো যুক্তি বৰ্হিভূত সৃষ্টি প্ৰক্ৰিয়াৰ ভূমিকা নাছিল আৰু সাহিত্যিকৰ অন্তৰ জগতৰ প্ৰকাশেও গুৰুত্ব পোৱা নাছিল [৪]। সাহিত্যত ব্যক্তিমন আৰু মনৰ লগত জড়িত কল্পনা শক্তিৰ এনে নিষ্ক্ৰিয় ভূমিকাৰ মূলতে দাৰ্শনিক জন লকে (John Locke, 1632-1704) মানৱ মনৰ সম্পৰ্কত আগ বঢ়োৱা দৃষ্টিভংগীৰ প্ৰভাৱো মন কৰিব লগা । লকৰ মতে সংৱোধনৰ (Perception) ক্ষেত্ৰত মানৱ মন সম্পূৰ্ণ নিষ্ক্ৰিয়। এখন দাপোণসদৃশ মানব মনত বাহ্যিক অভিজ্ঞতাসমূহৰ সাঁচহে কেৱল প্ৰতিফলিত হয় [৫]। কল্পনা কোনো নতুন শক্তি নহয় আৰু ইয়াৰ যুক্তি বৰ্হিভূত অভিজ্ঞতাৰ বাহিৰলৈ যোৱাৰ ক্ষমতাও নাই। লকে মানব মনৰ নিষ্ক্ৰিয়তা আৰু কল্পনা শক্তিৰ সীমাবদ্ধতাৰ সম্পৰ্কত আগ বঢ়োৱা মতামত আৰু তাৰ লগত ইতিমধ্যে হোৱা বৈজ্ঞানিক আৱিষ্কাৰ আৰু ধ্যান-ধাৰণাই সপ্তদশ শতিকাৰ ইউৰোপত যি যান্ত্ৰিক জগৎ দৃষ্টি গঢ় দিয়ে, তাৰ প্ৰভাৱত কঠোৰভাৱে বাস্তৱ ভিত্তিক, অনুকৰণধৰ্মী, যুক্তিনিষ্ঠ নান্দনিক চেতনাৰ উন্মেষ হয়। নব্য-ধ্ৰুপদী সাহিত্যক পৰিচালিত কৰা এই বিশিষ্ট ধ্যান-ধাৰণাই নব্য-ধ্ৰুপদী সাহিত্যৰ সৌন্দৰ্যবোধৰ গতি প্ৰকৃতি নিৰ্ণয় কৰিছিল। নব্য ধ্ৰুপদী সাহিত্যৰ বিষয়, ভাব যিহেতু পূৰ্ব-নিদিষ্ট, গতিকে তাৰ পৰা পাঠকৰ মনত সঞ্চাৰিত সৌন্দৰ্যবোধো বৈচিত্ৰ্যহীন হোৱাই স্বাভাৱিক। সাহিত্যিক এজনে বাস্তৱ অভিজ্ঞতাৰ বাহিৰলৈ নগৈ কেৱল চাক্ষুষ অভিজ্ঞতাৰ ভিত্তিত যি দেখে তাকেই পূৰ্ব-নিৰ্ধাৰিত প্ৰকাশভংগীৰে সজাই-পৰাই তোলাত তাৰ মাজেদি লেখকৰ স্বকীয় দৃষ্টি-দৰ্শন প্ৰকাশৰ সুৰুঙা নাছিল । ইয়াৰ বাহিৰেও নব্য-ধ্ৰুপদী সাহিত্যই কেৱল এজন ব্যক্তিৰ ব্যক্তিগত চিন্তা উপলব্ধি বা অভিজ্ঞতাক প্ৰকাশ নকৰি ব্যক্তি নিৰপেক্ষভাৱে সমাজৰ সকলো মানুহৰ সাৰ্বজনীন চিন্তা অনুভূতিক প্ৰকাশ কৰিছিল। ব্যক্তি-কল্পনা আৰু আবেগ প্ৰকাশৰ বাবে তাত ঠাই নাছিল। জগতৰ বিচিত্ৰ ৰূপ-লীলাক নিজা অনুভৱ-কল্পনাৰে নাচাই পূৰ্ব কবিসকলে কি দৰে তাৰ প্ৰতি দৃষ্টি দিছিল তাক অনুসৰণ কৰাটোকে সমীচীন বুলি ভবাৰ বাবে লেখকৰ স্বকীয় সৌন্দৰ্যবোধত কোনো নতুনত্ব নাছিল। এনেদৰে মানৱ মনৰ সৃষ্টিশীল কল্পনাশক্তিক উপেক্ষা কৰাৰ বাবে বাস্তৱ জগত বহিৰ্ভূত, অসীম অনন্ত সৌন্দৰ্যৰ অনাবিল প্ৰকাশৰ সম্ভাৱনীয়তা ব্যাহত হৈছিল। তদুপৰি এই সাহিত্যত সাহিত্যিকৰ স্বাভাৱিক আৰু স্বতঃস্ফুৰ্ত সৃষ্টি



প্ৰতিভাক নুই কৰি অনুকৰণ আৰু অনুশীলনৰ ওপৰত সৰ্বাধিক গুৰুত্ব দিয়াত এনে সাহিত্যৰ মাজেদি প্ৰকাশিত সৌন্দৰ্যবোধ আছিল পৰিমিত, নিকা (neat) আৰু সসীম (finite)। দৃশ্যমান জগতৰ বিষয় সম্পদে গুৰুত্ব পোৱাত সৌন্দৰ্যবোধ হৈ পৰিছিল বহু পৰিমাণে ঐহিক। কল্পনালব্ধ বিষয়ে সাহিত্যত ঠাই নোপোৱাত চাক্ষুষ দৃষ্টি-বহিৰ্ভূত ব্যঞ্জনাৰ অনুপস্থিতিৰ ফলত সাহিত্যিকসকলৰ সৌন্দৰ্য দৃষ্টি জাগতিক পৰ্যায়তে সীমাবদ্ধ হৈ পৰিছিল। স্ৰষ্টাৰ হৃদয়ৰ উন্মুক্ত ভাবৰাশিৰ প্ৰকাশ, ইতিমধ্যে নিৰ্ধাৰিত হৈ থকা বাস্তৱ জগতৰ বিষয়বস্তু আৰু ৰচনা-ৰীতিৰ দ্বাৰা শৃংখলিত হ'ব লগা হোৱাত ব্যক্তি হৃদয়ৰ বিচিত্ৰ ভাবনাৰ প্ৰকাশৰ সুযোগ নথকাত নব্য-ধ্ৰুপদী সাহিত্যৰ সৌন্দৰ্যবোধ বস্তুনিষ্ঠ (objective) পৰ্যায়তে সীমাবদ্ধ হৈ ৰৈছিল।

নব্য-ধ্ৰুপদী সাহিত্যই সৃষ্টিধৰ্মী কলাৰ স্বাভাৱিক অভিব্যক্তি আৰু স্বতঃস্ফূৰ্ত প্ৰতিভাক নাকচ কৰি অনুশীলনৰ ওপৰতেই অধিক গুৰুত্ব দিয়াত, সময়ৰ গতিত অষ্টাদশ শতিকাৰ শেষৰফালে নব্য-ধ্ৰুপদী সাহিত্য নিজে নিজেই অপ্ৰাসংগিক হৈ পৰিল। যুক্তিৰ ওপৰত অধিক আস্থা, সৃষ্টি প্ৰক্ৰিয়াত মানৱ মন বা মানৱীয় কল্পনাৰ নিষ্ক্ৰিয় ভূমিকা, বাস্তৱৰ অনুসৰণ কৰা আদৰ্শই স্বাভাৱিকতে এই সাহিত্যিক প্ৰাণহীন কৰি তুলিলে। এনে সময়তে বিজ্ঞান আৰু দৰ্শনৰ জগতত সূচনা হোৱা কিছুমান নতুন চিন্তাধাৰাই মানুহৰ চিন্তাক নতুন এক জগৎ দৃষ্টিৰে পৰিপুষ্ট কৰিলে। বিশেষকৈ অষ্টাদশ শতিকাত জীৱবিজ্ঞানৰ দিশত সৃষ্টি হোৱা নতুন তথ্যৰ ধাৰণাই জগতখনক যন্ত্ৰৰূপে কল্পনা কৰাৰ বিপৰীতে ঊনবিংশ শতিকাত এক গতিশীল জৈৱিক সত্তা (Dynamic Organism) ৰূপে প্ৰতিপন্ন কৰিলে[৭]। মাটিত পৰা গুটি এটাৰ পৰা গজালি ওলাই গছ এজোপা হৈ ডাল-পাত ফল ফুলেৰে গছজোপা সমৃদ্ধ হোৱাৰ দৰে জগতখনো স্বাভাৱিকভাৱেই সৃষ্টি হৈছে। যন্ত্ৰ এটাত তাৰ বিভিন্ন অংশবোৰ শিথিলৰূপত সংযুক্ত হৈ থাকে, প্ৰয়োজন হ'লে ইবোৰক বিচ্ছিন্ন কৰিব পাৰি আৰু প্ৰয়োজন হ'লে ইবোৰক একেলগ কৰিব পাৰি। কিন্তু গছ এজোপাৰ গঠন বিন্যাস তেনে নহয়। গছজোপাই মাটিৰ লগত শিপাৰ যোগেদি খামোচ মাৰি ধৰি থাকে আৰু তাৰ লগত ডাল-পাত, ফল-ফুল অঙ্গাঙ্গীভাৱে জড়িত হৈ থাকি এক সামগ্ৰিক জৈৱিক ঐক্য (Total organic unity) সৃষ্টি কৰে। অষ্টাদশ শতিকাত ইউৰোপীয় জনমানসে গ্ৰহ, নক্ষত্ৰ, মানুহ অন্য জীৱ-জন্তু, গছ-গছনি, পৰ্বত-পাহাৰ ইটোৰ লগত সিটো অঙ্গাঙ্গীভাৱে সংযুক্ত হৈ থকা বিশ্ব প্ৰকৃতিক যন্ত্ৰ বুলি নাভাবি এক জৈৱিক সত্তাৰূপে গণ্য কৰিছিল[৮]। এক জৈৱিক সত্তাৰূপে জগৎ নিত্য পৰিৱৰ্তনশীল আৰু এই পৰিৱৰ্তনশীল জগতৰ এক বাহ্যিক আৰু আন্তৰিক জীৱন আছে। অষ্টাদশ শতিকাত যন্ত্ৰৰূপে গণ্য কৰা জগতখনক অষ্টাদশ শতিকাৰ শেষৰফালৰ পৰা এক গতিশীল প্ৰাণময় জৈৱিক সত্তাৰূপে ভাবিবলৈ লোৱাৰ মাজেদি মানুহৰ চিন্তাজগতলৈ যি পৰিৱৰ্তন আহিল সেই পৰিৱৰ্তনে মানুহৰ মনোজগততো পৰিৱৰ্তন সাধন কৰিলে। জগৎ দৃষ্টিৰ এই পৰিৱৰ্তনে সাহিত্য জগতত মানুহৰ সৃষ্টিশীল কল্পনাশক্তি সক্ৰিয় হৈ উঠাত সহায় কৰিলে[৯]। জগতখন যিদৰে গতিশীল আৰু গতিশীল জগতত যিদৰে নিত্য-নতুন সৃষ্টি হ'ব লাগিছে তেনেদৰে মানুহৰ মনোজগতো সৃষ্টিশীল। মানৱ মন নিষ্ক্ৰিয় নহয়। মানৱ মন আৰু ইয়াৰ অন্যতম অভিব্যক্তি কল্পনাশক্তি সদায় সক্ৰিয়। গতিকে এনে সৃষ্টিশীল সক্ৰিয় মনে নিতৌ নতুন কলাত্মক ধাৰণাৰ বাস্তৱৰূপ প্ৰদান কৰিব পাৰে আৰু বাস্তৱক কল্পনাৰে ৰূপান্তৰ কৰি নতুনকৈ সজাই তুলিব পাৰে[১০]।

এনেদৰে ঊনবিংশ শতিকাৰ আৰম্ভণিতে মানৱ মন আৰু মানৱীয় কল্পনাৰ সক্ৰিয়তাৰ ভিত্তিত গঢ় লোৱা কল্পনাতত্ত্বৰ আধাৰত নতুন নান্দনিক চেতনাৰ আত্মপ্ৰকাশ ঘটিল। পাছলৈ ৰোমান্টিক চেতনাৰূপে অভিহিত হোৱা সেই চেতনাই নব্য-ধ্ৰুপদী সাহিত্যৰ নিকা (neat), নিটোল (total) আৰু সসীম (finite) ৰীতি-অনুগামী (regular) কলা চেতনাক প্ৰত্যাহ্বান জনাই যুক্তি-বহিৰ্ভূত কল্পনাৰ অপৰিমিত সৌন্দৰ্যৰ বন্দনাৰে নতুন নান্দনিক চেতনাৰ উন্মেষ ঘটালে। সাহিত্য সৃষ্টিত মানৱীয় কল্পনাৰ ভূমিকা স্বীকাৰ কৰি কল্পনাশক্তিৰ নৱমূল্যায়ন আৰু সাহিত্য বা কবিতা মানেই কল্পনাৰ অসাধাৰণ বিকাশৰ[১১] মাজত ৰোমান্টিক সৌন্দৰ্যতত্ত্বৰ বীজ নিহিত আছে। প্ৰকৃততে ইংৰাজ ৰোমান্টিক কবিসকলক অষ্টাদশ শতিকাৰ কবিসকলৰ লগত কেৱল এটা বৈশিষ্ট্যৰ উল্লেখেৰে পাৰ্থক্য দৰ্শাব খোজা হয় আৰু সেইটো হ'ল তেওঁলোকে কল্পনাশক্তিৰ ওপৰত আৰোপ কৰা বিশেষ গুৰুত্ব আৰু এই বিষয়ত তেওঁলোকৰ বিশিষ্ট দৃষ্টিভংগী[১২] কবিসকলে লৌকিক জগততে আৱদ্ধ নাথাকি কল্পনাৰ যোগেদি অলৌকিক অসীম জগতৰ বন্দনা কৰে। নব্য-ধ্ৰুপদী কবি জনছন আদিয়ে কল্পনাশক্তিৰ ওপৰত বিশেষ গুৰুত্ব নিদিছিল। তেওঁলোক জীৱন আৰু জগতৰ পৰিচিত বিষয়, পৰিচিত ঘটনাক শুদ্ধৰূপত মূৰ্ত কৰি তোলাৰ পক্ষপাতী আছিল। সেইবাবে চিনাকি জীৱন আৰু জগতৰ অন্তৰালত থকা কোনো অচিনাকি জগতৰ ৰহস্য উদঘাটন অথবা সীমাৰ মাজেদি অসীম অনন্তৰ অন্বেষণ কৰাৰ বাবে তেওঁলোকৰ আগ্ৰহ নাছিল। কিন্তু ৰোমান্টিক কবিসকলৰ বাবে কল্পনাই মূলধন। তেওঁলোকে ভাবিছিল যে, কল্পনা অবিহনে সকলো সৃষ্টি অসম্ভৱ। কবি ব্লেইকে (William Blake, 1757-1827) কল্পনাক ঐশ্বৰিক শক্তি বুলি ভাবিছিল[১৩]। কল্পনা শক্তিয়েই এজন ব্যক্তিক কবিৰূপে গঢ়ি তোলে[১৪]। তেওঁ কৈছিল যে দৃশ্যমান জগতৰ ওৰণিৰ আঁৰত থকা বাস্তৱ সত্যক কল্পনাই উদ্ভাসিত কৰে। কল্পনাৰ জৰিয়তেই তেওঁ এটি বালিচাহীৰ মাজত বিশ্বৰূপ-দৰ্শন কৰিব বিচাৰিছিল, এপাহ বনপুষ্পৰ মাজত স্বৰ্গৰ মহিমা বিচাৰিছিল, অসীম জগত খনক হাতৰ তলুৱাত পাব খুজিছিল আৰু অনন্ত সময়ক এক মুহূৰ্তৰ মাজত অন্বেষণ কৰিছিল[১৫]।





কল্পনাতত্ত্বৰ তাত্ত্বিক ব্যাখ্যা আৰু কল্পনাৰ বিচিত্ৰ প্ৰয়োগেৰে কবি ক'লৰীজেও নতুন সৌন্দৰ্যচেতনাৰ পথ প্ৰশস্ত কৰি তোলে। তেওঁৰ মতে কল্পনা হ'ল সৃষ্টিশীল, সংশ্লেষণী শক্তিসম্পন্ন। ই প্ৰত্যক্ষ অভিজ্ঞতাৰ মাজত ঐক্য আৰু শৃংখলা আৰোপ কৰে আৰু ইন্দ্ৰিয়গ্ৰাহ্য অভিজ্ঞতাবোৰক সজাই পৰাই নতুন ৰূপত গঢ়ি তোলে, অৰ্থাৎ কল্পনাই অভিজ্ঞতালব্ধ তথ্যবোৰক সংশ্লেষণৰ যোগেদি সিবোৰৰ মাজত ঐক্য সাধন কৰে। অভিজ্ঞতাবোৰৰ মাজত বিৰোধ থাকিলেও সিবোৰৰ মাজত সংগতি নাথাকিলেও কবিয়ে কল্পনাৰ দ্বাৰা ভাৱসাম্য সৃষ্টি কৰি তাক অভিনৱ ৰূপ প্ৰদান কৰে। এনেদৰে ঐক্যসাধক শক্তি ৰূপে (Unifying force) কল্পনা শক্তিয়ে বহু বিচিত্ৰ চিন্তা-অভিজ্ঞতাৰ মাজত, বিপৰীত ভাবনাৰ মাজত ঐক্য সাধন কৰি সৌন্দৰ্য সুষমাৰ বোধ জন্মায়। এই ঐক্যবোধেই ৰোমান্টিক সৌন্দৰ্যচেতনাৰ অন্যতম কাৰক। কবি শেলীয়েও (P.B. Shelly, 1792-1822) তেওঁৰ *A Defence of Poetry* গ্ৰন্থত কবিতাক কল্পনাৰ প্ৰকাশ[১৬] বুলি মন্তব্য কৰি কল্পনাক ৰোমান্টিক সৌন্দৰ্যতত্ত্বৰ আধাৰৰূপে ব্যাখ্যা আগ বঢ়াইছে। তেওঁৰ মতে কল্পনা হ'ল একপ্ৰকাৰ অৰ্ন্তদৃষ্টি; মানৱ মনৰ উচ্চ পৰ্যায়ৰ গুণ বা বৃত্তি। ইয়াৰ যোগেদি কবিয়ে পৰিচিত বস্তুক অপৰিচিত ৰূপত সজাই আনৰ চকুত ধৰা নপৰা বস্তুৰ মাজত থকা সুপ্ত সৌন্দৰ্যৰ সন্ধান দিয়ে। তদুপৰি কল্পনাই ৰমনীয় বিষয়ক অধিক ৰমনীয় কৰি তোলাৰ লগতে বিকৃত বা কদৰ্য বস্তুতো সৌন্দৰ্য প্ৰদান কৰে। আন কথাত কল্পনাশক্তিৰ সহায়ত কবিতাই সকলো বস্তুকে সৌন্দৰ্যমণ্ডিত কৰি তোলে। ক'লৰীজৰ দৰে শ্যেলীয়েও কল্পনাই ঐক্যসাধন শক্তিৰে সৌন্দৰ্য সৃষ্টি কৰাৰ মত সমৰ্থন কৰে। তেওঁৰ মতে ব্যক্তি হৃদয়ৰ বিমূৰ্ত ভাব বা সত্যক এই কল্পনাই ঐক্যবদ্ধ ৰূপ প্ৰদান কৰে। ইয়াৰ বাহিৰেও তেওঁ কৈছে যে কল্পনাই বহু বিচিত্ৰ ভাবৰ ঐক্যকে কেৱল সাধন নকৰি মানুহৰ লগত প্ৰকৃতিৰ বা দৈৱিক শক্তিৰ, ইন্দ্ৰিয়গ্ৰাহ্য জগতৰ লগত পাৰমাৰ্থিক জগতৰ ঐক্য বা সমন্বয় সাধন কৰি সৌন্দৰ্যৰ সৃষ্টি কৰে। অৰ্থাৎ ইন্দ্ৰিয়গ্ৰাহ্যৰ লগত অতীন্দ্ৰিয়ৰ সমন্বয় সাধন কৰি সকলো ইন্দ্ৰিয়গ্ৰাহ্য বস্তুতে পৰম সৌন্দৰ্যৰ প্ৰতিফলন ঘটাব পাৰে।

কবি কীটছেও সৌন্দৰ্য চেতনাৰ উৎসৰূপে কল্পনাৰ কথা স্বীকাৰ কৰিছে। তেওঁ এখন চিঠিত উল্লেখ কৰিছিল যে তেওঁ যি কল্পনা কৰে তাকেই বৰ্ণনা কৰে[১৭]। এই কল্পনাৰ যোগেদিয়েই কবিয়ে সৌন্দৰ্য উপলব্ধি কৰে। কীটছে সৌন্দৰ্য আৰু সত্যক সমাৰ্থকৰূপে ধাৰণা কৰি কৈছে যে, কল্পনাই যাক সুন্দৰৰূপে গঢ়ি তোলে সি সত্যও হ'ব লাগিব।

মুঠতে কল্পনাৰ জৰিয়তেই কবিসকলে জীৱন আৰু জগতক যুক্তিনিষ্ঠ দৃষ্টিৰ পৰিৱৰ্তে যুক্তিবহিৰ্ভূত ব্যক্তিনিষ্ঠ অন্তৰ্মুখী দৃষ্টিৰে অৱলোকন কৰিবলৈ লোৱাত বস্তু জগততকৈ ভাবজগতে অধিক প্ৰাধান্য পোৱাত ৰোমান্টিক যুগত এক নতুন সৌন্দৰ্য চেতনা গঢ় লৈ উঠিল। অৱশ্যে এই চেতনা গঢ় লোৱাত সমকালীন সময়ত প্ৰচাৰ হোৱা দাৰ্শনিক হিউম(David Hume, 1711-1776)-ৰ ভাববাদী দৰ্শনৰ প্ৰভাৱ, ইমানুৱেল কাণ্ট (Immanuel Kant, 1724-1804)-ৰ দৃশ্যমান জগতৰ অন্তৰালত থকা লোকোত্তৰ জগতৰ অৱস্থিতিৰ যোগেদি প্ৰতিষ্ঠা হোৱা লোকোত্তৰবাদী নন্দন তত্ত্বৰ (Transcendental Aesthetics) প্ৰভাৱ মন কৰিবলগীয়া। কাৰণ কাণ্ট, হেগেল (W.F. Hegel, 1770-1831), হিউম আদি ভাববাদী দাৰ্শনিকসকলৰ দৰ্শনৰ সিদ্ধান্তসমূহৰ প্ৰভাৱ, মানৱ মনৰ ভাবৰাশি অথবা অনুভূতিৰ জগতখন আৰু সৃষ্টিধৰ্মী সত্তাই যি গুৰুত্ব লাভ কৰিলে তাৰেই প্ৰভাৱত সৌন্দৰ্য দৃষ্টিৰ ক্ষেত্ৰত নব্য মনোভংগী গঢ় লৈ উঠিল। হিউমৰ দৰ্শনে যুক্তি বা বুদ্ধিৰ জগততকৈ হৃদয়জগতক অধিক গুৰুত্ব দিয়াত অনুভূতিৰ ধৰ্মই যুক্তিৰ ধৰ্মক চেৰাই গ'ল আৰু সাহিত্যত ব্যক্তি হৃদয়ৰ স্বতঃস্ফূৰ্ত আনুভূতিক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ প্ৰবাহে প্ৰকাশৰ বাট উলিয়াই ল'লে। এনেদৰে নব্য-ধ্ৰুপদী স্তৰত ৰুদ্ধ হৈ পৰা মানৱীয় ভাবানুভূতিৰ স্বচ্ছন্দ প্ৰকাশৰ পথ মুকলি হৈ পৰিল। ইফালে দাৰ্শনিক কাণ্টে দৃশ্যমান জগতৰ অন্তৰালত এখন লোকোত্তৰ জগতৰ অস্তিত্বৰ সন্দেহ দি কয় যে, ইন্দ্ৰিয় গ্ৰাহ্য জগতখন আচল নহয়, লোকোত্তৰ জগতখনহে আচল। কাণ্টৰ এই ধাৰণাই ৰোমান্টিক কবিসকলৰ মনত অসীম অনন্তৰ অনুসন্ধানত ব্ৰতী হৈ লোকোত্তৰ জগতৰ সৌন্দৰ্য সন্ধানৰ বাবে অৱকাশ দিলে। ইফালে দাৰ্শনিক হেগেলৰ দৰ্শনেও ৰোমান্টিক সৌন্দৰ্যবোধৰ উন্মেষত অৰিহণা যোগালে। হেগেলে বাহ্যিক জগতৰ বস্তু সম্ভাৰৰ মাজত এক সনাতন সত্যৰ অস্তিত্ব উপলব্ধি কৰিলে। তেওঁৰ মতে বাহ্যিক ইন্দ্ৰিয়গ্ৰাহ্য জগতৰ ওৰণিৰ আঁৰেদি উজলি উঠা সনাতন সত্যই হ'ল সুন্দৰ (Beauty)। এই সনাতন সত্যকে ইন্দ্ৰিয়গ্ৰাহ্য মাধ্যমৰ মাজেদি কলাই পৰিবেশন কৰিবলৈ চেষ্টা কৰে। ইন্দ্ৰিয়গ্ৰাহ্য বস্তু মানেই সুন্দৰ নহয়। ইন্দ্ৰিয়গ্ৰাহ্য বস্তুত যেতিয়া মানৱ মনে সনাতন সত্যক আৱিষ্কাৰ কৰে তেতিয়া সেই বস্তু সম্পদ সুন্দৰ হৈ উঠে। হেগেলৰ এনেধৰণৰ চিন্তাই ৰোমান্টিক সৌন্দৰ্য চেতনা গঢ় লোৱাত সহায় কৰে।

কাণ্ট, হিউম, হেগেল আদিৰ দৰ্শনৰ প্ৰভাৱৰ লগে লগে ফৰাচী চিন্তা-নায়ক ৰুছোৰ (Rousseau) মানৱমুক্তিৰ ধাৰণা আৰু প্ৰকৃতি-দৰ্শনৰ আনুভূতিক প্ৰভাৱেও[১৮] ৰোমান্টিক সৌন্দৰ্য চেতনা গঢ় লোৱাত ইন্ধন যোগাইছিল। ৰুছোৰ মতে জন্মতে স্বাধীন হৈ অহা মানুহে জন্মৰে পৰা নানান সামাজিক ৰাজনৈতিক অনুষ্ঠান তথা নীতি-নিয়মৰ অধীন হৈ থাকিব লগা হোৱাত মুক্তভাৱে জীৱনৰ প্ৰকৃত আনন্দ আৰু সৌন্দৰ্য আহৰণ কৰাত ব্যৰ্থ হয়। গতিকে ৰুছোৱে প্ৰচলিত সমাজৰ বুনিয়াদ ধ্বংস কৰি এনে এখন নতুন সমাজৰ পোষকতা কৰিছিল, য'ত মানুহে কোনো বহিঃ-প্ৰভাৱৰ বশৱৰ্তী নহৈ মুক্ত মনেৰে ব্যক্তিসত্তাৰ উত্তৰণ ঘটাব পাৰে। ৰুছোৰ এই মানৱ



মুক্তিৰ আদৰ্শই সপ্তদশ শতিকাৰ নব্য-ধ্ৰুপদী সাহিত্যৰ কঠোৰ বাধা-নিষেধৰ শৃংখলেৰে শৃংখলিত সংযত সৌন্দৰ্য চেতনাৰ বন্ধন মুক্তিৰ বাবে প্ৰেৰণা যোগালে। ৰুছোৰ এই মুক্তিৰ চেতনা বিভিন্ন ধৰণে মূৰ্ত হৈ উঠিল। সামগ্ৰিকভাৱে ৰুছোৰ চিন্তাই মানবীয় কল্পনাশক্তিৰ মুক্তি সাধনৰ বাবে প্ৰেৰণা যোগোৱাৰ লগে লগে ব্যক্তিৰ ব্যক্তিগত আবেগ-অনুভূতিৰ মুক্ত প্ৰকাশৰ পথ প্ৰশস্ত কৰি তোলে। কবি-সাহিত্যিকসকলে ভাব-কল্পনাৰ বাধাহীন প্ৰকাশৰ জৰিয়তে জীৱন আৰু জগতক আপোন ৰুচি অনুসৰি নিজাভাৱে অৱলোকন কৰিবলৈ সক্ষম হ'ল আৰু জীৱন-জগতৰ বিচিত্ৰ মনোমোহা ৰূপ শোভা উন্মোচিত কৰাত তৎপৰ হৈ পৰিল। ৰুছোৰ মুক্তিৰ চিন্তাই সাহিত্যিকসকলক জীৱন আৰু জগতৰ ঘটনাৱলীৰ মাজত সাধাৰণ যুক্তি-বুদ্ধিয়ে ঢুকি নোপোৱা ইন্দ্ৰিয়াতীত জগতৰ সন্ধান ল'বৰ বাবে অনুপ্ৰেৰণা যোগালে। ইয়াৰ বাহিৰেও সেই মুক্তিৰ ধাৰণাই পৰম্পৰাগত ৰচনা-ৰীতিৰ ঠাইত নতুন ভাষা আৰু আংগিকেৰে সুকীয়া প্ৰকাশভংগীৰে সাহিত্যক ৰমণীয় কৰি তোলাৰ বাবে সাহিত্যিকসকলক উৎসাহিত কৰিলে। মুঠতে ৰুছোৰ মুক্তি চিন্তাই নব্য-ধ্ৰুপদী সাহিত্যত বাস্তৱ জগতক ভিত্তি কৰি সংযত কল্পনা, আবেগ আৰু কঠোৰ ৰীতি-নীতিৰ বন্ধনেৰে যি সংযত সৌন্দৰ্য চেতনা গঢ় লৈছিল, সেই চেতনাৰ ঠাইত সৌন্দৰ্যৰ উন্মুক্ত বিচিত্ৰ বৰ্ণময় প্ৰকাশৰ পথ ৰচনা কৰিছিল। সৌন্দৰ্য চেতনাৰ এনে উদাৰ অভিব্যক্তিক লক্ষ্য কৰিয়েই ভিক্তৰ হিউগ' (Victor Hugo) ই ৰোমাণ্টিচিজমৰ অৰ্থ সাহিত্যত উদাৰতাবাদ[১৯] ৰূপে ইয়াৰ সাৰ কথাৰ ইংগিত দিছে। মানুহৰ ভাবজগতক আলোড়িত কৰা ৰুছোৰ প্ৰকৃতি দৰ্শনেও ৰোমাণ্টিক সৌন্দৰ্য চেতনা গঢ় লোৱাত অৰিহণা আগ বঢ়ায়। ৰুছোৱে মানুহ প্ৰকৃতিৰ পৰা আঁতৰি আহি কৃত্ৰিম বিলাসী জীৱন কটাই ব্যাধিগ্ৰস্ত মনৰ হৈ পৰা বুলি খেদ প্ৰকাশ কৰিছিল। তেওঁৰ মতে প্ৰকৃতিক আপোন কৰি প্ৰকৃতিৰ মাজত থকা আধ্যাত্মিক শক্তিক উপলব্ধি কৰিব নোৱৰাৰ বাবেই মানবাত্মা অশান্ত-জৰ্জৰ হৈ পৰে। গতিকে এনে পৰিস্থিতিত ৰুছোৱে মানুহক প্ৰকৃতিলৈ প্ৰত্যাৱৰ্তন কৰাৰ বাবে আহ্বান জনাইছিল। জন্মসূত্ৰে স্বাধীনভাৱে জন্মলোৱা মানুহে প্ৰকৃতিৰ মুক্ত পৰিৱেশত প্ৰকৃতিৰ নীতি-নিয়মৰ শিক্ষা লৈ লালিত-পালিত হ'ব পাৰিলেহে জীৱনৰ প্ৰকৃত সুখ-সৌন্দৰ্য উপভোগ কৰিব পাৰিব। প্ৰকৃতিৰ লগত মানুহৰ সম্বন্ধ, প্ৰকৃতিৰ সান্নিধ্যত মানৱমনৰ স্বতঃস্ফূৰ্ত বিকাশ, প্ৰকৃতিৰ মাজত আধ্যাত্মিক শক্তিৰ সন্ধান আদি ৰুছোৰ চিন্তাধাৰাই সপ্তদশ শতিকাত কেৱল দৃশ্যমান জগতকলৈ ব্যস্ত থকা সাহিত্যিকসকলৰ মনৰ ৰুদ্ধ দুৱাৰ মুকলি কৰি বিশ্ব প্ৰকৃতিক নতুন ৰূপত চোৱাৰ অৱকাশ দি তেওঁলোকৰ চিন্তা-ধাৰাক মানৱ জগতৰ পৰা প্ৰকৃতি জগতলৈ সম্প্ৰসাৰিত কৰিলে। ফলত প্ৰকৃতি জগতৰ বৰ্ণময় ৰূপৰ মাজেদি মানুহৰ বিচিত্ৰ সৌন্দৰ্যভাৱনা সাৰ পাই উঠিল। তদুপৰি প্ৰকৃতি জগতৰ মাজতো যে মানৱ প্ৰাণৰ প্ৰতি সঁহাৰি জনাব পৰা ৰহস্যময় শক্তি আছে সেই শক্তিৰ অস্তিত্ব সম্পৰ্কে ৰুছোৰ দৰ্শনে সাহিত্যিকসকলক সজাগ কৰি নতুন সৌন্দৰ্য চেতনাৰে সমৃদ্ধ হোৱাত সহায় কৰিলে।

এনেধৰণে অষ্টাদশ শতিকাৰ শেষৰ ফালে পাশ্চাত্য জগতত গঢ়ি উঠা নতুন গতিশীল জগত দৃষ্টিয়ে (Dynamic World View) মানবীয় কল্পনাৰ সৃষ্টিশীল ক্ষমতাক স্বীকাৰ কৰাৰ লগতে কাণ্ট, হেগেল, হিউমৰ দৰ্শন আৰু ৰুছোৰ মানৱ-মুক্তিৰ আদৰ্শ তথা প্ৰকৃতি দৰ্শনে ৰোমাণ্টিক সৌন্দৰ্যতত্ত্বৰ প্ৰতিষ্ঠাত অৰিহণা যোগালে। মানবীয় কল্পনা আৰু আবেগ-অনুভূতিৰ অবাৰিত প্ৰকাশে ইন্দ্ৰিয়গ্ৰাহ্য অভিজ্ঞতা আৰু উপলব্ধিৰ বাহিৰেও ইন্দ্ৰিয়াতীত অভিজ্ঞতা আৰু উপলব্ধিক সাহিত্যৰ মাজেদি প্ৰকাশৰ পথ উন্মোচিত কৰাত সাহিত্যত বাস্তৱ জগতৰ বিচিত্ৰ সৌন্দৰ্যৰ উপৰি চকুৰে নেদেখা অপাৰ্থিৱ বা লোকোত্তৰ জগতৰ সীমাহীন সৌন্দৰ্যৰ প্ৰকাশ সম্ভৱ হৈ উঠিল। ফলস্বৰূপে মানৱ হৃদয়ৰ বৰ্ণময় ভাবনাৰ প্ৰকাশেৰে সাহিত্য মানুহৰ শৈল্পিক চেতনা প্ৰকাশৰ পৰম আশ্ৰয় হৈ উঠে। ❑

## প্ৰসংগ টোকা

১ Romanticism is a mode of feeling that can appear at any time, in human history- Eric Newton *The Romantic Rebellion* P. 12

২ ৰোমাণ্টিক চিন্তা -চেতনাৰ ঐতিহ্যৰ আঁতি-গুৰি বিচাৰি আৰ্থাৰ ডি লাভজয় (Arthur. D. Lovejoy)-এ তেওঁৰ On the Discriminations of Romanticism নামৰ এখন ৰচনাত বিভিন্নজনৰ নানা মন্তব্য সন্নিবিষ্ট কৰিছে । প্ৰফেচৰ গ্ৰীয়াৰ্চন (Prof. Grierson) - মতে গ্ৰীক ধৰ্মীয় চিন্তা আৰু গ্ৰীকসকলৰ গদ্যৰচনাৰ মাজত ৰোমাণ্টিক আন্দোলনৰ বীজ নিহিত আছিল আৰু দাৰ্শনিক প্লেটো হ'ল বিশ্বৰ প্ৰথমগৰাকী মহান ৰোমাণ্টিক সাহিত্যিক। চাৰ্লচ হুইব্লি (CharlesWhibley) ৰ মতে গ্ৰীক মহাকাব্য ওডিচি, ইয়াৰ ৰচনা তথা বিষয়বস্তুৰ দিশৰ পৰা ৰোমাণ্টিক । প্ৰফেচৰ বৱিট (Prof. Babbitt)ৰ মতে ফ্ৰান্সিচ বেকন ৰোমাণ্টিক আন্দোলনৰ প্ৰথম হোতা । জে. ই. ডি. জি. মন্টমোৰেন্সি (J.E.D.G. de Mont morency) ৰ মতে ৰোমাণ্টিক আন্দোলনৰ জন্ম হয় একাদশ শতিকাত আৰু ই এংলো - ফ্ৰেন্স (Anglo-French) আৰু এংলো নৰমান (Anglo -Norman) নৱজাগৰণৰ মাজেদি বিকশিত হয় । ৰাচেল আৰু ছান্টায়নাৰ





(Russell and Santayana) মতে ইমানুৱেল কান্টে (Immanuel Kant)-ই ৰোমাণ্টিক আন্দোলনৰ পিতৃত্ব দাবী কৰিব পাৰে । ফৰাচী চিন্তানায়ক ৰুছোকো ৰোমাণ্টিক আন্দোলনৰ মুখ্য হোতা আখ্যা দিয়া হৈছে । – M.H. Abrams(Ed) *English Romantic Poets* P. 1-2.

৩ উদ্ধৃত, বসন্ত কুমাৰ শৰ্মা, *ৰমন্যাসবাদৰ পটভূমি* , পৃঃ ৭৮

৪ 'The Univers is a perfectly running machine'. Wilson Edmund, *Axel's Castle* P. 6

৫. "It took virtually no account of the irrational aspects of the creative process... and the inner impetus of the artist". - L.R. Furst, *Romanticism*, P. 19.

৬. He (Locke) asumed that in perception the mind is wholly pasive, a mere recorder of impresions from without, a lazy looker-on an external World.- C.M. Bowra, *Romantic Imagination* p.2

৭ "Briefly , the shift in European thoughts was a shift from conceiving the cosmos as a ststic mechanism to conceiving it as a dynamic organism." - Shiv. K. Kumar(ed)*British Romantic poets* p. 6.

৮ The people of late eighteenth and nineteenth century has perceived that the world in an organism at it includes plants mountains, vegetation and people alike ... and all are involved in the same great entity. - Willson Edmund . *Axel's Castle* P. 12.

৯ The Idea of the creative imagination is derived from dynamic organism. - Shiv.K. Kumar, *British Romantic Poets* P. 9

১০ "If the univers is constantly in the process of creating itself, the mind of man, his imaginative power is readically creative. The artist is that man with the power of bringing new artistic concepts in to reality". - Shiv. K. Kumar , *British Romantic Poets*. P. 9.

১১ "Extraordinary development of imaginative sensibility" - Herford. উদ্ধৃত, মহেন্দ্ৰ বৰা, *ৰমন্যাসবাদ* পৃ. ৭

১২ C.M. Bowra, *Romantic Imagination*, P.1

১৩ "For Blake the imagination is nothing less than God as he operates in the human soul." উল্লিখিত গ্ৰন্থ, পৃ. ৩,

১৪ "One Power alone makes a Poet:Imagination, The Divine Vision". - উদ্ধৃত, উল্লিখিত গ্ৰন্থ পৃ. ১৪

১৫ To see a world in a Grain of sand
And a Heaven in a wild flower
Hold infinity in the palm of your hand
And Eternity in an hour.

'Augurish of Innocence', W.H. Stevension (Ed.) *The poems of William Blake,* Longman -Norton, First Published 1972

১৬ "Poetry in a general sense may be defined as the expression of imagination" উদ্ধৃত, - W.H. Hudson, An Introduction to the Study of Literature, Kalyani publishers, New Delhi 9th Edn. 1979.

১৭ I describe what I imagine - উদ্ধৃত, L. R. Furst, Romanticism, p. 41

১৮ Sentimental influence - Arthur Compton Rickett - *A History of English Literature*. p. 299

১৯ "Liberalism in Literature." L.R.Furst, *Romanticism*, p. 3

# তুলনামূলক দৃষ্টিভংগীৰে ওৰাৰ্ডছ্‌ৱাৰ্থ আৰু ৰঘুনাথ চৌধাৰী

থানেশ্বৰ মালাকাৰ

ইংৰাজী সাহিত্যত 'ওৰাৰ্ডছ্‌ৱাৰ্থ' এটা জনপ্ৰিয় নাম। অষ্টাদশ শতিকাত কলেৰিড্‌জ, শ্বেলী, কীট্‌চ, বাইৰণ আদিৰ লগতে ওৰাৰ্ডছ্‌ৱাৰ্থ নামৰ এই প্ৰখ্যাত কবিজনাইও ইংৰাজী সাহিত্যত Romanticism বা নৱন্যাসবাদৰ প্লাৱন আনে। ওৰাৰ্ডছ্‌ৱাৰ্থক ইংৰাজী সাহিত্যৰ প্ৰকৃতিৰ কবি (Natural poet) হিচাপে জনা যায়। মানৱীয় প্ৰেম, কামনা-বাসনাত এই কবিজনা জৰ্জৰিত হোৱা নাছিল। প্ৰকৃতিৰ নৈসৰ্গিক শোভাই, প্ৰকৃতিৰ সহনশীলতাই কবিক মুগ্ধ কৰিছিল আৰু সৃষ্টিৰ তত্ত্ব বিচাৰি পাইছিল এই প্ৰকৃতিত। ভূমিৰ লগত ভূমাৰ সম্পৰ্ক বিচাৰিছিল প্ৰকৃতিৰ জৰিয়তে। প্ৰকৃতি জগতত সোমাওঁতে কবিয়ে তিনিটা স্তৰ বা stage অতিক্ৰম কৰিছে। প্ৰথমতে কবিয়ে প্ৰকৃতিৰ বাহ্যিক শোভাত বলিয়া হৈছে। তাৰ পাছতে কবিয়ে প্ৰকৃতিৰ অন্তৰালত (inner portion) সোমাই প্ৰকৃতিৰ গূঢ় অৰ্থ বিচাৰিছে। শেষৰ স্তৰটোত কবিয়ে প্ৰকৃতিৰ লগত বিলীন হৈ এক হৈ গৈছে। এই বিলীন কাৰ্য আমাৰ বাবে সম্ভৱ নহয়। (Odd to Autumn on Tintern Abey দ্ৰষ্টব্য)।

ওৰাৰ্ডছ্‌ৱাৰ্থৰ প্ৰকৃতিৰ বিষয়ে লিখা কবিতাবোৰ হ'ল — The Daffodils, Ode to Autumn, Tintern Abey, The Pretude ইত্যাদি।

ইংৰাজী সাহিত্যত প্ৰকৃতিৰ যশোগান গোৱা ওৰাৰ্ডছ্‌ৱাৰ্থৰ দৰে আমাৰ অসমীয়া সাহিত্যত ৰঘুনাথ চৌধাৰীয়ে প্ৰকৃতিৰ ওপৰত গৱেষণা চলালে। যদিও তেওঁক 'বিহগী কবি' বুলি কোৱা হয়, তেওঁ অকল বিহগ-বিহগীতে আৱদ্ধ হৈ থকা নাই। গোলাপ, কেতেকী, হাচনাহানাৰ সুতীব্ৰ গোন্ধে তেওঁক মতলীয়া কৰিছিল। তেওঁৰ কবিতাত অকল চৰায়েই স্থান পোৱা নাই, প্ৰকৃতিৰ গছ-লতা, পুষ্প-বৃক্ষইয়ো মূৰ্ত হৈ উঠিছে। ৰঘুনাথ চৌধাৰীৰ কবিতাত মাছৰ বিয়াৰ ছবি, ভেৰপেটীৰ অভিমান, গৰৈৰ কালিৰ শব্দও শুনা যায়। এতিয়া কথা হ'ল — ওৰাৰ্ডছ্‌ৱাৰ্থ আৰু ৰঘুনাথ চৌধাৰীৰ প্ৰকৃতিৰ সেৱক হিচাপে সাদৃশ্য ক'ত আৰু বৈসাদৃশ্য ক'ত তাক আমি সীমিত জ্ঞানেৰে জুকিয়াই চাবলৈ চেষ্টা কৰোঁহঁক।

ওৰাৰ্ডছ্‌ৱাৰ্থৰ জন্ম হয় ১৭৭০ চনৰ ৪ এপ্ৰিলত। ৰঘুনাথ চৌধাৰীৰ জন্ম হয় ১৮০১ চনত। ওৰাৰ্ডছ্‌ৱাৰ্থৰ মৃত্যু হয় ১৮৫০ চনত আৰু ৰঘুনাথ চৌধাৰীৰ মৃত্যু হয় ১৮৬৮ চনত। ওৰাৰ্ডছ্‌ৱাৰ্থৰ আগলৈকে পোপ আদি কবি কবিসকলৰ Classic ধৰ্মীয় কবিতাৰ ঢৌ মাৰ যোৱা নাছিল। কিন্তু ওৰাৰ্ডছ্‌ৱাৰ্থকে মুখ্য কৰি কবিসকলে সাহিত্যৰ নৱন্যাসবাদৰ ঢৌ আনে। অষ্টাদশ শতিকাৰ প্ৰথম ভাগত ইংৰাজী সাহিত্যত Romanticism আহে। আনহাতে অসমীয়া সাহিত্যলৈ আহে অষ্টাদশ শতিকাৰ শেষভাগত। William Henry Hudson - ৰ মতে 'The age of Wordsworth is the age of the Revolution in the history of politics and of what is broadly called the romantic triumph in that of literature; though when we speak in this way, we have to remember that the triumph of Romanticism was accompanied by that of naturalism'। হাডছনে আকৌ ক'লে — 'As Pope is our greatest poet of the country and natural life. As an interpreter of nature. He still holds the first place unchallanged. AN OUTLINE HISTORY OF ENGLISH LITERATURE BY WILLIAM HENRY HUDSON).

ওৰাৰ্ডছ্‌ৱাৰ্থ হ'ল প্ৰকৃতিৰ কবি আৰু ৰঘুনাথ হ'ল বিহগীৰ কবি। নামৰ লগত সাঙুৰি দিয়া উপাধি দুটায়ো কবি দুজনাৰ পাৰ্থক্য দাঙি ধৰে। ৰঘুনাথ প্ৰকৃতিৰ গছ-লতিকা আদিক (General) বুলি নাভাবে, কিন্তু প্ৰতি গছ-লতিকাক নামেৰে কঁহিয়াই চায়। আনহাতে ওৱাৰ্ডছ্‌ৱাৰ্থৰ বাবে সমস্ত প্ৰকৃতি এক। চৰাই-চিৰিকটি, গছ-লতিকাকো বেলেগ কথা, তেওঁ মানুহকে প্ৰকৃতিৰ এটা অংশ বুলি ভাবে। তেওঁৰ যুক্তি হ'ল শিশুৱে প্ৰকৃতিত স্বৰ্গীয়জ্যোতি দেখা পায়। প্ৰকৃতি আৰু শিশুৰ সম্বন্ধ অতি নিকটৱৰ্তী। ৰঘুনাথ চৌধাৰীয়ে গোলাপ, কেতেকী, দহিকতৰা আদি আদি প্ৰাণী বা ফুলক লৈ কবিতা ৰচনা কৰিছে। কিন্তু ওৱাৰ্ডছ্‌ৱাৰ্থে খণ্ডিত প্ৰকৃতিৰ কল্পনা কৰা নাই, কৰিছে সমস্ত প্ৰকৃতিক একীভূত কৰি। ৰঘুনাথ চৌধাৰী আছিল চিৰকুমাৰ। কিন্তু তেওঁৰ অন্তৰত ব্ৰহ্মচৰ্য বা সংসাৰৰ প্ৰতি নিৰাসক্তিৰ সোঁত আমি দেখা নাপাওঁ। কবিৰ অন্তৰত পুঞ্জীভূত হৈ আছে নোপোৱাৰ বেদনা। অনাদৰ অৱহেলাৰ দাৰুণ কাৰুণ্য।

'ফুলশয্যা'ত কবিয়ে গাইছে —

'জ্বলিছে দূৰৈত সৌ প্ৰলয়ৰ শিখা।
ধৰিছে কি ৰূপ বিতোপন।।
সেয়ে মোৰ ফুলশয্যা ৰক্ত কমলৰ।
ল'ম তাতে অনন্ত শয়ন।।

যৌৱন বসন্তৰ তৰংগ স্তিমিত হোৱাত কবিয়ে সংসাৰৰ সকলো পাৰ্থিৱ সুখ-আনন্দ, মায়া-মোহ আদি ত্যাগ কৰি টুকিছে মাথোন দুধাৰি বেদনাৰ অশ্ৰু।

'কেতেকী'ত কৈছে —

'সংসাৰৰ তীব্ৰ জ্বালা-যন্ত্ৰণাই অথিৰ কৰিছে দেহা।
বেদনাৰ যত অস্ত্ৰ কৰিছা প্ৰয়োগ বুকুপাতি লৈছোঁ সামৰি।'

কিন্তু এই দুখ-বেদনাক ভগৱানৰ আশিস নিৰ্মালি হিচাপে গ্ৰহণ কৰিছে কবিয়ে। আনহাতে ওৰাৰ্ডছ্‌ৱাৰ্থ আছিল প্ৰকৃতাৰ্থত সাংসাৰিক। সেয়েহে ওৰাৰ্ডছ্‌ৱাৰ্থ ইন্দ্ৰিয়বিমুখী হৈ নোপোৱাৰ হা-হুতাশ কাঢ়িব লগা হোৱা নাইবা ৰিক্ততা, তিক্ততা বা হাহাকাৰত নিমজ্জিত হোৱা নাই।

প্ৰকৃতি সম্পৰ্কে ৰঘুনাথ চৌধাৰী আৰু ওৰাৰ্ডছ্‌ৱাৰ্থৰ মৌলিক পাৰ্থক্য আছে বুলি আমি ভাবোঁ। প্ৰকৃতি সম্পৰ্কে ওৰাৰ্ডছ্‌ৱাৰ্থৰ স্বয়ংসম্পূৰ্ণ দৰ্শন (Full fledged philosophy) আছিল। তিনিটা স্তৰ তেওঁ অতিক্ৰম কৰি গৈছে। অধ্যাপক শ্ৰীৰামজী লালৰ মতে —

(1) He conceived of Nature as living personality. It has a devine pervading spirit.

(2) Company of nature gives joy to the human heart and he looked upon Nature as exercising a healing influence on sorrowstricken hearts.

(3) Above all Wordsworth emphasized the moral influence of Nature. ওৰাৰ্ডছ্‌ৱাৰ্থে কৈছিল — Nature is a teacher, whose wisdom we can learn if we will and without which any human life is vain and incomplete.' (WILLIAM WORDSWORTH : AND EVALUTION OF HIS POETRY - RAMJI LAL.)

তেওঁৰ মতে প্ৰকৃতি মানুহৰ প্ৰকৃত শিক্ষক। 'The Tables Turned' কবিতাত তেওঁ কৈছে —

Books! it is a dull and endles strife.
Let Nature be your teacher
One impulse from a vernal wood
May teach you more of man
Of moral evil and of good
Yhan all the sages can.'

কিন্তু ৰঘুনাথ চৌধাৰীৰ কবিতাত এনেকুৱা জীৱন দৰ্শন প্ৰস্ফুটিত হোৱা নাই। নতুবা কবিয়ে প্ৰকৃতিয়ে আমাৰ শিক্ষক বা প্ৰকৃতিৰ দয়া, মৰম, সহনশীলতা, ভাতৃত্ব বা উদাৰতা আদৰ্শ হ'ব লাগে তাক কোৱা নাই।

কবি আৰু কবিতা সম্পৰ্কে ওৰাৰ্ডছ্‌ৱাৰ্থৰ মন্তব্য হ'ল — 'Poetry is the spontaneous over-flow of powerful feeling of emotion recollected in tranquility.' আকৌ কবি সম্পৰ্কে তেওঁৰ ধাৰণা — 'Every great poet is a teacher. I wish either to be considered as a teacher, or as nothing. There is scarcely one of my poems which does not aim to direct the attention to some moral sentiment. ... Each of them has a purpose.' (WILLIAM WORDSWORTH : AND EVALUATION OF HIS POETRY-RAMJI LAL.)

কবিতাৰ যি সংজ্ঞা ওৰাৰ্ডছ্‌ৱাৰ্থে দিলে তাৰ বাস্তৱ ৰূপায়ণ আমি ৰঘুনাথ চৌধাৰীৰ কবিতাত দেখোঁ। কিন্তু কবি এজনে যে কিবা উদ্দেশ্যত লিখা দৰকাৰ বা কবি এজন যে মহান শিক্ষক (Great Teacher) হ'ব পাৰে তাক ৰঘুনাথ চৌধাৰীৰ ক্ষেত্ৰত দেখা পোৱা নাযায়। ওৰাৰ্ড ছ্‌ৱাৰ্থে যিদৰে Philosophical আৰু Metaphysical কবিতা লিখিছিল, ৰঘুনাথেও লিখিছিল। উদাহৰণ 'ফুলশয্যা'। She dwelt among the untrodden ways নামৰ




কবিতাত ইংৰাজ কবিজনাই গাইছে —

'A violet by a mossy stone
Half hidden from the eye;
Fair as a star, when only one
s shining in the sky.'

আমাৰ কবিয়েও গাইছে —

'শ্যামলী পাতৰ ওৰণি গুচাই কাৰফালে চাই মাৰিলি হাঁহি।'

বেৰোমিটাৰত যিদৰে চাপৰ এটা বিন্দুৰ পৰিবৰ্তনো দেখা যায় সেইদৰে ওৱাৰ্ডছ্বাৰ্থ আৰু ৰঘুনাথ চৌধাৰীৰ কবিতাত প্ৰকৃতিৰ সূক্ষ্ম বস্তুটোও ধৰা দিছে। তাক সাৱলীলভাৱে বৰ্ণনা কৰিছে। ওৱাৰ্ডছ্বাৰ্থৰ কবিতাতো দুখ-বেদনা (pathos) দেখা যায়। এইক্ষেত্ৰত Lucy কবিতাবোৰ, She dwelt among the untrodden ways, Michel, The Brothers আদি উল্লেখযোগ্য। কিন্তু এই দুখ-বেদনা আমাৰ কবিৰ দুখ-বেদনাতকৈ পৃথক।

ওৱাৰ্ডছ্বাৰ্থে Sonnet ৰচনা কৰিছিল। ইংৰাজী সাহিত্যৰ দুই-তিনিজন চনেট ৰচকৰ ভিতৰত ওৱাৰ্ডছ্বাৰ্থেই অন্যতম। আমাৰ কবিয়ে লিখা নাছিল।

ৰঘুনাথ চৌধাৰীয়ে গোলাপ, কেতেকী বা গিৰিমল্লিকাক মানুহৰ দৰে সম্বোধন কৰি ব্যৱহাৰ কৰিছে, যাক ইংৰাজীত Personification বোলা হয়। কিন্তু ওৱাৰ্ডছ্বাৰ্থে তেনে কৰা নাই। ৰঘুনাথ চৌধাৰীয়ে এই বস্তুসমূহৰ দ্বাৰা প্ৰেম নিবেদন কৰিছে। 'মৰমৰ পখী', 'গোৱাহে বিহংগিনী'ত কবিৰ অন্তৰৰ কথা আটাইখিনি প্ৰকাশ পাইছে। কিন্তু ওৱাৰ্ডছ্বাৰ্থৰ কবিতা প্ৰেমৰস বিহীন শুকান।

আমি ওপৰত Wordsworth ৰ Daffodils কবিতাৰ কথা কৈছোঁ। কবিয়ে Daffodil দেখিয়েই মোহিত হৈছে। কিন্তু কেতিয়া? Daffodils ৰ বাহ্যিক ৰূপতনে? নহয়। কেনেকৈ - For oft, When on my coach I lie.

In vacant or in pensive mood,
They flash upon that inward eye
which is the bliss of solittude.

(They অৰ্থাৎ সিহঁতে inward eye ৰ light বা beauty হে flash কৰিছে।) ৰঘুনাথ চৌধাৰীৰ কবিতাত humour (হাঁহি) আৰু Dramatic technique (নাটকীয় কৌশল) দেখা যায়। 'বহাগীৰ বিয়া' আৰু 'গোলাপ' অন্যতম। কিন্তু ওৱাৰ্ডছ্বাৰ্থ এই ক্ষেত্ৰত অকৃতকাৰ্য।

কবিতাত সংগীতৰ প্ৰভাৱ থাকে। কিন্তু ওৱাৰ্ডছ্বাৰ্থৰ কবিতাত সংগীতৰ সাৱলীলতা নাই। কিন্তু ৰঘুনাথ চৌধাৰীৰ —

'বসন্ত আহিলে আমে মলিয়ালে
কঁঠালে পেলালে মুচি
সদালাপী কুলি তোকে চাবলই
আহিছে মুৰটো চুঁচি।'

এইটো স্বীকাৰ্য যে ৰঘুনাথ চৌধাৰীয়ে অসমীয়া সাহিত্য কাননত এখন সুকীয়া আসন গ্ৰহণ কৰিবলৈ সক্ষম হৈছে। অসমীয়া, পাৰ্চী, হিন্দী, উৰ্দু ভাষাৰ শব্দই তেওঁৰ কবিতাত ৰঘুমলা হোৱা নাই। বৰং কবিতাক সমৃদ্ধ কৰিছে। তেওঁৰ 'কেতেকী' আৰু 'দহিকতৰা' দুয়োটা মোৰ বাবে প্ৰিয়। কেতেকী দূৰৰ, দহিকতৰা ওচৰৰ। কিন্তু এই বৃদ্ধ বয়সত দহিকতৰা মোৰ বেছি প্ৰিয়। বিচমিল্লা খাঁ অথবা তানসেনৰ সংগীতৰ সুৱতকৈও সেয়া বেছি মধুৰ, বেছি অন্তৰস্পৰ্শী। দহিকতৰাৰ অন্তৰ উপলব্ধি কৰা, পক্ষীৰ কণ্ঠত স্বৰ্গীয় জ্যোতিৰ সন্ধান পোৱা, বিষাদৰ বিননি শুনা এই চিৰকুমাৰ কবিজনাৰ অভাৱ বিশ্ব খ্যাত ইংৰাজ সমালোচক Mathew Arnold য়ে Memorial verses নামৰ কবিতাত Wordsworth ৰ বিষয়ে কৰা উক্তিৰ দ্বাৰাহে প্ৰকাশ কৰিব পাৰি। Methew Arnold য়ে কৈছে — In the course of time we may have another Goethe and another Byron, but that it is not possible for us to have another Wordsworth with his healing power.

But where will Europe's latter hour
Again find Wordsworth healing power
(Methew Arnold - Poem : Memorial verses)

আমি হয়তো যতীন্দ্ৰনাথ দুৱৰা, গণেশ গগৈ আৰু একোজন পাম, ৰঘুনাথ চৌধাৰীৰ এই healing power (to cure) পাম জানো? ❑






# মহিলা ৰচিত ভাৰতীয় আত্মজীৱনীত নাৰীভাৱনা

স্বাতী কিৰণ

প্ৰস্তাৱনা ঃ

আত্মজীৱনীৰ কোনো সৰ্বসন্মত সংজ্ঞা পোৱা নাযায়। বিভিন্ন সমালোচকে বিভিন্ন ধৰণে আত্মজীৱনীৰ সংজ্ঞা আগ বঢ়াইছে। M.H. Abrams এ 'A Glossary of Literary Terms' ত এইদৰে উল্লেখ কৰিছে — 'Autobiography is a biography written by the subject about himself or herself',[১] আনহাতে, ড° গোবিন্দ প্ৰসাদ শৰ্মাই তেওঁৰ 'জীৱনী আৰু আত্মজীৱনী ঃ অসমীয়াত আৰু পাশ্চাত্যত' গ্ৰন্থত আত্মজীৱনী সম্পৰ্কে এইদৰে উল্লেখ কৰিছে — আত্মজীৱনী কোনো লোকৰ জীৱনৰ কোনো এক অৱস্থানত বা কোনো এছোৱা কালত নিজৰ বিষয়ে মানসিক আত্মপ্ৰকাশ আৰু আত্মবিচাৰ।[২]

ভাৰতীয় সাহিত্য বুলিলে সংস্কৃত, পালি, প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাত ৰচিত ভাৰতীয় প্ৰাচীন সাহিত্যৰাজিৰ উপৰি ৰাষ্ট্ৰভাষা হিন্দীত ৰচিত সাহিত্যসমূহ আৰু অসমীয়া, বাংলা, উড়িয়া, কাশ্মিৰী, মণিপুৰী, গুজৰাটী, ৰাজস্থানী,মালয়ালম, মৈথিলী, সিন্ধী, উৰ্দু, মাৰাঠী, ডোগ্ৰী, তামিল, তেলেগু, কোংকনী আদি প্ৰান্তীয় ভাষাত ৰচিত সাহিত্যসমূহকো বুজোৱা হয়। তদুপৰি ভাৰতীয় এজনে ভাৰতত ইংৰাজী ভাষাত ৰচনা কৰা সাহিত্যৰাজিও ভাৰতীয় সাহিত্যৰ অন্তৰ্গত।

ৰাসসুন্দৰী দাসীৰ 'আমাৰ জীৱন' গ্ৰন্থখনেই ভাৰতীয় সাহিত্যত মহিলা ৰচিত প্ৰথম আত্মজীৱনী। ১৮৭৬ চনত এই গ্ৰন্থখন প্ৰকাশ পাইছিল। ইয়াৰ পিছৰেপৰা আজিলৈকে বিভিন্ন মহিলাই ভাৰতীয় আত্মজীৱনী-সাহিত্যৰ ভঁৰাল চহকী কৰিছে। ইয়াৰ ভিতৰত বিনোদিনী দাসীৰ 'আমাৰ কথা', সৰলা দেৱী চৌধুৰাণীৰ 'জীৱনেৰ ঝৰাপাতা', লীলাৱতী মিত্ৰৰ 'আৰ্তজীৱনী', সাৰদাসুন্দৰী দেৱীৰ 'আত্মকথা', সুদক্ষিণা সেনৰ 'জীৱন স্মৃতি', প্ৰিয়বালা গুপ্তাৰ 'স্মৃতি মঞ্জুষা', ৰাজবালা দাসৰ 'তিনিকুৰি দহ বছৰৰ স্মৃতি', নলিনীবালা দেৱীৰ 'এৰি অহা দিনবোৰ', নীলিমা দত্তৰ 'লুইতৰ পানী যাবি অ' বৈ', নিৰ্মলপ্ৰভা বৰদলৈৰ 'জীৱন জীৱন বৰ অনুপম', মামণি ৰয়ছম গোস্বামীৰ 'আধালেখা দস্তাবেজ', নিৰুপমা বৰগোহাঞিৰ 'বিশ্বাস আৰু সংশয়ৰ মাজেদি', চিত্ৰলতা ফুকনৰ 'হৃদয় নদীৰ পানচৈ', মন্নু ভাণ্ডাৰীৰ 'এক কহানী য়হ ভী', প্ৰভা খৈতানৰ 'অন্যা সে অনন্যা', অজিত কৌৰৰ 'খানাবদোশ', কমলা দাসৰ 'মাই ষ্টৰী', মহাৰাণী গায়ত্ৰী দেৱীৰ 'এ প্ৰিন্সেচ ৰিমেম্বাৰ্চ', সীতা ৰথনামলৰ 'বেয়ণ্ড দা জাংগল' উল্লেখযোগ্য। এই নিবন্ধত ভাৰতীয় সাহিত্যৰ মহিলা ৰচিত এই আত্মজীৱনীবোৰত নাৰীভাৱনা কেনেদৰে প্ৰকাশিত হৈছে, নাৰীৰ সামাজিক অৱস্থান সম্পৰ্কে কেনে মন্তব্য আগ বঢ়াইছে, নাৰীসত্তা কেনেদৰে প্ৰতিফলিত হৈছে, নাৰীজীৱন সম্পৰ্কে কেনে অভিমত ব্যক্ত কৰিছে, সেই বিষয়ে আলোচনা কৰা হ'ব। সকলো ভাৰতীয় ভাষাতে মহিলাই ৰচনা কৰা সকলোবোৰ আত্মজীৱনীকে নিবন্ধটোৰ নিৰ্ধাৰিত গণ্ডীৰ ভিতৰৰলৈ অনাটো সম্ভৱ নহয়। সেয়ে অসমীয়া, বাংলা, ভাৰতীয় ইংৰাজী, পঞ্জাৱী আৰু মালয়ালম ভাষাৰ নিৰ্বাচিত আত্মজীৱনীৰ ভিত্তিতহে এই আলোচনা কৰা হ'ব।

**মহিলা ৰচিত অসমীয়া আত্মজীৱনীত নাৰীভাৱনা ঃ**

অসমীয়া সাহিত্যৰ মহিলা ৰচিত আত্মজীৱনীসমূহ হ'ল ৰাজবালা দাসৰ 'তিনিকুৰি দহ বছৰৰ স্মৃতি', নলিনীবালা



দেৱীৰ 'এৰি অহা দিনবোৰ', নীলিমা দত্তৰ 'লুইতৰ পানী যাবি অ' বৈ', নিৰ্মলপ্ৰভা বৰদলৈৰ 'জীৱন জীৱন বৰ অনুপম', মামণি ৰয়ছম গোস্বামীৰ 'আধালেখা দস্তাবেজ', নিৰুপমা বৰগোহাঞিৰ 'বিশ্বাস আৰু সংশয়ৰ মাজেদি', ইন্দিৰা মিৰিৰ 'মই আৰু নেফা', সবিতা গোস্বামীৰ 'মন গংগাৰ তীৰত', চিত্ৰলতা ফুকনৰ 'হৃদয় নদীৰ পানচৈ' আৰু অনিমা গুহৰ 'জীৱন জোৱাৰ ভাটাৰ মাজদি'। ইয়াৰ ভিতৰত নিৰ্মলপ্ৰভা বৰদলৈৰ 'জীৱন জীৱন বৰ অনুপম'তেই নাৰীভাবনাৰ প্ৰকাশ অধিক শক্তিশালী। সেয়ে, এই আত্মজীৱনীখনকেই ইয়াত আলোচনা কৰা হ'ব।

সৰুৰে পৰাই নিৰ্মলপ্ৰভাৰ মনৰ মাজত নাৰী-পুৰুষৰ সম অধিকাৰ প্ৰতিষ্ঠা কৰাৰ বাসনা যে অতি তীব্ৰ আছিল সেই কথা তেওঁৰ আত্মজীৱনীখনৰ মাজত স্পষ্টভাবে পৰিস্ফুট হৈছে।

"ছোৱালী ছোৱালী ভাবটো মোৰো নাছিল। ল'ৰাও মানুহ, ছোৱালীও মানুহ। ল'ৰাই যিটো কাম পাৰে, ছোৱালীয়ে কিয় নোৱাৰিব? এইটো ভাবে মনত অনবৰত ক্ৰিয়া কৰিছিল। ... বহুত মানুহে ছোৱালী 'আঁঠুৱা তলৰ মহ', 'লাও যিমানেই ডাঙৰ নহওক পাতৰ তল' বুলি কৈছিল। এই উক্তিবোৰ শুনিলে খঙতে সৰুৰে পৰা মোৰ গা জ্বলি গৈছিল। কেনেকৈ ইয়াৰ উত্তৰ দিব লাগিছিল সৰুতে জনা নাছিলো। কিন্তু, ডাঙৰ হৈ অহাৰ লগে লগে অনুভৱ হ'ল 'কিবা এটা কৰি দেখুৱাব লাগিব"।[৩]

অকলশৰীয়া মহিলা এগৰাকীয়ে পুৰুষশাসিত সমাজত যি নিৰ্যাতন সহিব লগা হয় তাৰ বিৰুদ্ধেও নিৰ্মলপ্ৰভা সৰৱ —

"আজলী হৰিণীৰ দৰে ব্যাধৰ মৰণফান্দত কতবাৰ যে পৰিছোঁ। কিমান নিষ্ঠুৰ, জঘন্য ষড়যন্ত্ৰ মানুহৰ। মোক অযথা ৰেপি ৰেপি অত্যাচাৰ কৰে। ... নিজা ঘৰৰ বহা কোঠাত চাহৰ পিয়লা সন্মুখত দি কৌশলেৰে দুৱাৰ মাৰি বাঘৰ দৰে জঁপিয়াই পৰিব খোজাজনক বুকুত গুৰিয়াই আতংকত দুৱাৰৰ ছিটকানি খুলি ৰাজপথত আহি প্ৰকৃতিস্থ হোৱা অভিজ্ঞতাও মোৰ আছে। ... হৰিণাৰ মাংসই বৈৰী। পুৰুষসকলৰ শতকৰা পঞ্চাছ ভাগেই বৰ দুৰ্বল। ... এইবোৰ কথা কিয় লিখিছা বুলি কোনোবাই মোক প্ৰশ্ন কৰিব পাৰে। কিন্তু হে সহৃদয় পাঠক, মই ঠিক মোৰ কাহিনী বুলি এইবোৰ লিখা নাই। মই মোকেই মুখৰ আগত 'অব্‌জেক্ট'ৰূপে ৰাখি এখন সমাজৰ জীয়া প্ৰতিনিধি বুলি চিহ্নিত কৰিছোঁ। এজনী অকলশৰীয়া মহিলাই এই সমাজত আত্মসন্মানেৰে জীয়াই থাকিবলৈ কি ভয়ংকৰ সংগ্ৰাম কৰি মানসিক ভাৰসাম্য, মানসিক সুস্থতা ৰক্ষা কৰিবলগীয়া হয়, তাৰ প্ৰতিচ্ছবিহে ইংগিতেৰে দি গৈছোঁ"।[৪]

**মহিলা ৰচিত বাংলা আত্মজীৱনীত নাৰী ভাবনা ঃ**

ৰাসসুন্দৰী দাসী, সাৰদাসুন্দৰী দেৱী, কৈলাশবাসিনী দেৱী, নিস্তাৰিনী দেৱী — এই চাৰিগৰাকীকে বাংলা মহিলা আত্মজীৱনীকাৰসকলৰ ভিতৰত প্ৰথম প্ৰজন্ম বুলি ক'ব পাৰি। তেওঁলোকৰ আত্মজীৱনী কেইখনৰ নাম হ'ল ক্ৰমে 'আমাৰ জীৱন', 'আত্মকথা', 'গতযুগৰ জনৈকা গৃহবধুৰ ডায়েৰী', 'সেকেলে কথা'।

বাংলা সাহিত্যত মহিলা ৰচিত অন্যান্য আত্মজীৱনীবোৰ হ'ল — প্ৰফুল্লময়ী দেৱীৰ 'আমাদেৰ কথা, প্ৰসন্নময়ী দেৱীৰ 'পূৰ্বকথা', ইন্দিৰা দেৱী চৌধুৰাণীৰ 'জীৱন কথা', সৰলা দেৱী চৌধুৰাণীৰ 'জীৱনেৰ ঝৰাপাতা', প্ৰতিমা দেৱীৰ 'স্মৃতিচিত্ৰ', হেমন্তবালা দেৱীৰ 'পুৰাণোদিনেৰ কথা', প্ৰিয়বালা গুপ্তাৰ 'স্মৃতিমঞ্জুষা', মানদা দেৱীৰ 'শিক্ষিতা পতিতাৰ আত্মচৰিত', সুদক্ষিণা সেনৰ 'জীৱনস্মৃতি', প্ৰতিভা বসুৰ 'জীবনেৰ জলৰ্ছবি', বেবী হালদাৰৰ 'আলো-আঁধাৰি', সুনন্দা সিকদাৰৰ 'দয়াময়ীৰ কথা' ইত্যাদি।

দৈৰ্ঘৰ সীমাবদ্ধতাৰ প্ৰতি লক্ষ্য ৰাখি ইয়াৰে ভিতৰত ৰাসসুন্দৰী দাসীৰ 'আমাৰ জীৱন' আত্মজীৱনীখনহে আলোচনাৰ বাবে নিৰ্বাচিত কৰা হৈছে।

এই আত্মজীৱনীখনত প্ৰথম ভাৰতীয় মহিলা আত্মজীৱনীকাৰ ৰাসসুন্দৰী দাসীয়ে নিজৰ নাৰীজীৱন সম্পৰ্কে তীব্ৰ অসন্তুষ্টি ব্যক্ত কৰিছে আৰু নিজক পিঞ্জৰাবদ্ধ পক্ষীৰ সৈতে ৰিজাইছে — 'আমাৰ নাৰীকুলে কেন জন্ম হইয়াছিল? আমাৰ জীৱনে ধিক। ... কি কৰিব, আমি পিঞ্জৰাবদ্ধ বিহংগী।"[৫]

ৰাসসুন্দৰীয়ে তেওঁৰ আত্মজীৱনীত কৈছে যে, মানুহে বিনোদনৰ বাবে পিঞ্জৰাত পখী বন্দী কৰাৰ দৰে বিবাহে নাৰীক পিঞ্জৰাত আবদ্ধ কৰি পেলায়, যিটো পিঞ্জৰাৰ পৰা ওৰে জীৱন নাৰীয়ে মুক্তি নাপায়।

'লোকে আমোদ কৰিয়া পখী পিঞ্জৰাবদ্ধ কৰিয়া ৰাখিয়া থাকে, আমাৰ যেন সেই দশা ঘটিয়াছে। আমি ঐ পিঞ্জৰে এ জন্মেৰ মতে বন্দী হইলাম, আমাৰ জীৱদ্দশাতে আৰ মুক্তি নাই।"[৬]

বিধবা নাৰীয়ে সমাজৰ যি অৱমাননাৰ সন্মুখীন হয়; সেয়াও ৰাসসুন্দৰীয়ে আত্মজীৱনীত ব্যক্ত কৰিছে —

'শত পুত্ৰৱতী যদি পতিহীনা হয়।
তথাপি তাহাকে লোকে অভাগিনী কয়।।"[৭]

**মহিলা ৰচিত পঞ্জাৱী আত্মজীৱনীত নাৰীভাবনা ঃ**

মহিলা ৰচিত পঞ্জাবী আত্মজীৱনীকেইখন হ'ল — অমৃতা প্ৰীতমৰ 'ৰচিদী টিকট' আৰু 'অক্ষৰো কি চায়ে', অজিত কৌৰৰ 'খনাবদোশ' আৰু 'কুৰা কবাৰা', দলিপ কৌৰ টিবানাৰ 'নংগে পৈৰণ দা চফৰ'। ইয়াৰ ভিতৰত আলোচনাৰ বাবে নিৰ্বাচন কৰি লোৱা আত্মজীৱনীখন হৈছে অমৃতা প্ৰীতমৰ 'ৰচিদী টিকট'। 'ৰচিদী টিকট'ত অমৃতা প্ৰীতমে নিজৰ 'নাৰীসত্তা'ৰ বিষয়ে, নিজৰ 'মাতৃসত্তা', 'প্ৰেমিকাসত্তা' আৰু 'পত্নীসত্তা'ৰ বিষয়ে এইদৰে সংবেদনশীল ভাষাৰে ব্যক্ত কৰিছে —

"মই মোৰ মাজৰ নাৰীগৰাকীৰ প্ৰতি সচেতন হ'বলৈ নিজকে সকীয়াই দিওঁ। লেখক হিচাপে মোৰ ভূমিকা সুস্পষ্ট। মোৰ নাৰীসত্তাটোক মোৰ সৃষ্টিশীল লেখনিবিলাকৰ মাজতে মই বেছিকৈ আৱিষ্কাৰ কৰোঁ।

মোৰ মাজৰ নাৰীগৰাকীৰ বাস্তৱ উপস্থিতি সম্পৰ্কে মই





তিনিটা ঘটনাত সচেতন হৈছিলোঁ। প্ৰথমটো ঘটনা আছিল মোৰ পঁচিশ বছৰ বয়সৰ। তেতিয়ালৈকে মোৰ সন্তান নাছিল। খুব সম্ভৱ মই সুন্দৰ চেহেৰাপাতিৰ বগা শিশু এটাহি মোৰ চকুলৈ চাই থকাৰ কল্পনা কৰি লৈছিলোঁ। বাৰে বাৰে তাক দেখা বাবে সি মোৰ নিচেই চিনাকি হৈ পৰিছিল। সি মোৰ লগত কল্পনাতে কথা পাতি থকা বাবে মইতাৰ মাতটোও বুজি পাইছিলোঁ। মই ফুলত পানী দি থাকোতে সপোন বিভোৰ হৈ তাক হঠাতে ফুলৰ টাব এটাৰ পৰা জঁপিয়াই উঠা দেখিলোঁ, 'ক'ত আছিলা তুমি' মই সুধিলো। 'ইয়াতে আছিলো', সি হাঁহি হাঁহি উত্তৰ দিলে। মই তাক খৰধৰকৈ কোলাত তুলি ল'লো।

কিন্তু, সপোনৰ পৰা সাৰ পাই উঠি মই দেখা পাওঁ মই অকলে। মই মাত্ৰ নামতহে নাৰী। মাক হ'ব নোৱাৰিলে নাৰীৰ অস্তিত্বৰেই বা কি অৰ্থ আছে ...।

দ্বিতীয়বাৰ মই মোৰ নাৰীত্বৰ মুখামুখি হৈছিলোঁ চাহিৰৰ জ্বৰৰ সময়ত। তেওঁৰ গোটেই গাতে বিষ হৈছিল আৰু উশাহ লোৱাত কষ্ট পাইছিল। মই তেওঁৰ ডিঙি আৰু বুকুত ভিক্স ঘঁহি দিছিলোঁ। মই ঘঁহিয়েই আছিলোঁ, ঘঁহিয়েই আছিলোঁ; যেন গোটেই জীৱনটো মই তাকেই কৰি থাকিম। তেওঁৰ সংস্পৰ্শই মোৰ নাৰীত্ব জগাই তুলিছিল। কাগজ-কলমৰ প্ৰয়োজনৰ কথা মই পাহৰি গৈছিলোঁ।

তৃতীয়বাৰ নাৰীগৰাকী সন্মুখলৈ আহিছিল, যেতিয়া ইমৰ'জ নিজৰ ষ্টুডিঅ'ত কামত ব্যস্ত আছিল। কাম শেষ কৰি তেওঁ ব্ৰাছডাল ৰঙা ৰঙত ডুবাই দিছিল আৰু ইয়াৰ আগটোৰে মোৰ কপালত এটা ফোঁট আঁকি দিছিল।

নাৰী হিচাপে মোৰ দ্বিতীয় ভূমিকা, লেখিকা হিচাপে মোৰ প্ৰথম ভূমিকাৰ লগত সংঘাতলৈ অহা নাছিল। বৰঞ্চ মোৰ দ্বিতীয় ভূমিকাই নিৰ্বিবাদে মোৰ প্ৰথম ভূমিকা মানি লৈছিল। ইমান বছৰৰ ভিতৰত মাত্ৰ তিনিবাৰেই তাই নিজকে প্ৰতিষ্ঠা কৰিব খুজিছিল আৰু লেখিকাগৰাকীয়ে তাইক ঠাই দিবৰ কাৰণে কাষলৈ আঁতৰি দিছিল।"[৮]

উল্লিখিত ঘটনা তিনিটাৰ প্ৰথমটোৰ মাজেৰে আত্মজীৱনীকাৰৰ মাতৃসত্তা, দ্বিতীয়টোৰ মাজেৰে তেওঁৰ প্ৰেমিকা সত্তা বা প্ৰেয়সী সত্তা আৰু তৃতীয়টোৰ মাজেৰে তেওঁৰ পত্নী সত্তা অভিব্যক্ত হৈছে।

**মহিলা ৰচিত মালয়ালম আত্মজীৱনীত নাৰীভাবনা ঃ**

মালয়ালম সাহিত্যতো যথেষ্টসংখ্যক মহিলাই আত্মজীৱনী ৰচনা কৰিছে। এই আত্মজীৱনীবোৰ হ'ল নলিনী জামিলাৰ 'ন্যান লেইঙ্গি কাটঝিললি', চি.কে. ৰেৱতী আম্মাৰ 'আয়িৰাম পূৰ্ণচন্দ্ৰন', বি. কল্যাণী আম্মাৰ 'ব্যঝাভট্টমৰ্নকায়' আৰু পি.এন হাৱাবীৰ 'হাৱাবী আম এইচ.আই.ভি বাধিদায়ুডে আত্মকথা'। ইয়াৰে নলিনী জামিলাৰ ন্যান লেইঙ্গি কাট'ঝিললি' আত্মজীৱনীখন ইয়াত আলোচনাৰ বাবে নিৰ্বাচন কৰা হৈছে।

পুৰুষে যেতিয়া সৌন্দৰ্যৰ প্ৰশংসা কৰে তেতিয়া সকলো নাৰীৰেই হৃদয় আনন্দত উথলি উঠে। নলিনীকো তাই ইটাভাতীত শ্ৰমিক হৈ থকা অৱস্থাত সহকৰ্মী পুৰুষসকলে অন্য মহিলা শ্ৰমিকসকলতকৈ অধিক গুৰুত্ব দিছিল আৰু তাইৰ সৌন্দৰ্যৰ প্ৰশংসা কৰিছিল। এই কথাই নলিনীৰ হৃদয়ত আনন্দৰ জোৱাৰ তুলিছিল আৰু তাইৰ হৃদয় গৰ্বত উপচি পৰিছিল। আনহাতে, ঈৰ্ষাও নাৰী মনৰ এক বিশাল অনুভৱ। 'কোনহিক্কাৱো' নামৰ এগৰাকী নতুন সহকৰ্মীৰ আগমন ঘটাৰ লগে-লগেই নলিনীয়ে তাইৰ পূৰ্বৰ গুৰুত্ব হেৰুৱাই পেলালে। ফলস্বৰূপে, নলিনীৰ হৃদয়ত তাইৰ এই সহকৰ্মী গৰাকীৰ প্ৰতি তীব্ৰ ঈৰ্ষাৰ সৃষ্টি হ'ল। এই কথা নলিনীয়ে আত্মজীৱনীত এনেদৰে প্ৰকাশ কৰিছে —

"কোনহিক্কাৱো অহাৰ লগে লগে গোটেই দৃশ্যপটটোৱেই সলনি হৈ গ'ল। আগতে দুপৰীয়াৰ চাহ-জলপানৰ প্ৰথম ভাগটো মই পাইছিলোঁ; এতিয়া সেই ভাগটো কোনহিক্কাৱোৰ। আগতে আটাইতকৈ পাতল পাচিটো মোক দাঙিবলৈ দিয়া হৈছিল; এতিয়া সেয়াও তাই পায়। আগতে যিসকল পুৰুষ সহকৰ্মীয়ে মোৰ সান্নিধ্য পাবলৈ উন্মুখ হৈ আছিল; এতিয়া তেওঁলোকে ৰাতিপুৱা কোনহিক্কাৱোৰ বাবেহে অধীৰ আগ্ৰহেৰে অপেক্ষা কৰে। তাইক দেখাৰ লগে লগে তেওঁলোকৰ মুখবোৰ আনন্দত উজ্জ্বল হৈ উঠে। 'কোনহিক্কাৱো আহিল, আহিল' বুলি ফুচফুচাবলৈ আৰম্ভ কৰে। এইবোৰ দেখি মোৰ হৃদয় ঈৰ্ষাত জ্বলি-পুৰি উঠে।'[৯]

সমকালীন কেৰালাৰ সমাজত নাৰীৰ অৱস্থান যে অতি নিম্নস্তৰৰ আছিল সেয়াও আত্মজীৱনীখনৰ মাজেৰে প্ৰতিফলিত হৈছে। তৃতীয় শ্ৰেণীত পঢ়ি থাকোঁতেই 'ছোৱালীয়ে বেছি পঢ়া-শুনা কৰাৰ প্ৰয়োজন নাই' বুলি নলিনীক স্কুলৰ পৰা এৰুৱাই অনা হৈছিল। নলিনীয়ে নিজে ইয়াৰ প্ৰতিবাদ কৰিবলৈ সাহস গোটাব পৰা নাছিল। নলিনীৰ মাকে নলিনীক পঢ়ুৱাব বিচাৰিছিল যদিও নলিনীৰ দেউতাকে মাকৰ মতামতক সামান্যতমো গুৰুত্ব দিয়া নাছিল।"[১০]

**মহিলা ৰচিত ভাৰতীয় ইংৰাজী আত্মজীৱনীত নাৰীভাবনা ঃ**

ভাৰতীয় ইংৰাজী সাহিত্যৰ মহিলা ৰচিত আত্মজীৱনীবোৰ হ'ল — কমলা দাসৰ 'মাই ষ্ট'ৰি', মহাৰাণী বৃন্দাৰ 'দা ষ্ট'ৰি অৱ এন ইণ্ডিয়ান প্ৰিন্সেছ', সীতা ৰথনামলৰ 'বেয়ণ্ড দা জাংগল', মহাৰাণী সুনীতি দেৱীৰ 'অট'বায়গ্ৰাফী অৱ এন ইণ্ডিয়ান প্ৰিন্সেচ', কমলা দাংগাৰকাৰেৰ 'অন দি উইংচ অৱ টাইম', কৃষ্ণাহুথি সিঙৰ 'উইথ ন' ৰিগ্ৰেটচ', লেডী ধনৱতী ৰামাৰাওৰ 'এন ইনহেৰিটেন্স', ৰেণুকা ৰায়ৰ 'মাই ৰিমিনচেচ' আৰু মহাৰাণী গায়ত্ৰী দেৱীৰ 'এ প্ৰিন্সেচ ৰিমেম্বাৰ্চ' ইত্যাদি। ইয়াৰে 'মাই ষ্ট'ৰি' আত্মজীৱনীখন আলোচনাৰ বাবে নিৰ্বাচন কৰা হৈছে।

বিবাহৰ সময়ত কইনাগৰাকীৰ আশা-আকাংক্ষাক, তাইৰ মতামতক যে একেবাৰে গুৰুত্ব দিয়া নহয় সেই কথা 'মাই ষ্ট'ৰি' গ্ৰন্থত পোৱা যায় — 'আমাৰ সমাজত বিবাহ হৈছে পৰিয়ালৰ আভিজাত্য প্ৰদৰ্শনৰ এক আহিলা। বিবাহত কইনাগৰাকী একেবাৰেই গুৰুত্বহীন আৰু তাইৰ মতামতো মূল্যহীন আৰু তুচ্ছ।'[১১]

প্ৰায়বোৰ নাৰীয়েই বৈবাহিক জীৱন সম্পৰ্কে যিবোৰ আশা আৰু সপোন মনৰ মাজত সাঁচি ৰাখে, সেই সকলোবোৰ বিবাহৰ পিছতেই ধূলিস্যাৎ হৈ যায়। মোহময়, মধুৰ, আলসুৱা, সূক্ষ্ম প্ৰেমৰ পৰিৱৰ্তে তেওঁলোকে সন্মুখীন হোৱা স্থূল, ৰূঢ় যৌনতাই নাৰীহৃদয়ত প্ৰচণ্ড ধুমুহাৰ সৃষ্টি কৰে। কমলা দাসে তেওঁৰ আত্মজীৱনীত এনে পৰিস্থিতিৰ বিষয়েই বৰ্ণনা কৰিছে আৰু কৈছে যে "বিয়াৰ পিছৰ প্ৰথম মাহটোতেই যেন মোৰ বয়স বহুত বাঢ়ি গ'ল, শৈশৱৰ চপলতাৰে ভৰা মোৰ মুখখন এগৰাকী ভাগৰুৱা মহিলাৰ মুখলৈ ৰূপান্তৰিত হ'ল। বৈবাহিক জীৱনৰ তিক্ততা আৰু যন্ত্ৰণাই মোক ভিতৰি ভিতৰি দুৰ্বল কৰি পেলাইছিল।"[১২]

কমলা দাসৰ আত্মজীৱনীৰ এই কথাবোৰে কেৱল তেওঁৰ মনৰ ভাবকেই প্ৰতিফলিত কৰা নাই; বৰঞ্চ সামগ্ৰিকভাৱে ভাৰতৰ গৰিষ্ঠসংখ্যক নাৰীৰেই এয়া মনৰ কথা।



**সামৰণি ঃ**

আলোচনাৰ পৰা দেখা যায় — বিভিন্ন ভাৰতীয় ভাষাত আত্মজীৱনী ৰচনা কৰা মহিলাসকলে; আত্মজীৱনীত নিজৰ নাৰীসত্তাৰ বিভিন্ন অনুভৱ মুক্তভাৱে প্ৰকাশ কৰিছে। অকলশৰীয়া মহিলা এগৰাকীয়ে পুৰুষশাসিত সমাজত যি নিৰ্যাতন সহিব লগা হয় সেয়া ব্যক্ত কৰিছে; নাৰীজীৱন সম্পৰ্কে নিজা মন্তব্য প্ৰকাশ কৰিছে। এইদৰেই মহিলা ৰচিত ভাৰতীয় আত্মজীৱনীসমূহত নাৰীকণ্ঠ ধ্বনিত হৈছে, নাৰীভাৱনা প্ৰকাশিত হৈছে। ❑

<u>প্ৰসংগ টোকা</u>

১। M.H Abrams, A Glossary of Literary Terms. P. 15
২। গোবিন্দ প্ৰসাদ শৰ্মা, জীৱনী আৰু আত্মজীৱনী ঃ অসমীয়াত আৰু পাশ্চাত্যত, পৃঃ ১৭৩
৩। নিৰ্মলপ্ৰভা বৰদলৈ, জীৱন জীৱন বৰ অনুপম, পৃঃ ৯১
৪। উল্লিখিত, পৃঃ ২১৩-২১৪
৫। ৰাসসুন্দৰী দাসী, আমাৰ জীৱন, পৃঃ ৫৭
৬। উল্লিখিত, পৃঃ ২১
৭। উল্লিখিত, পৃঃ ৬২
৮। অমৃতা প্ৰীতম, ৰচিদী টিকট, পৃঃ ২৭-২৯, অসমীয়া অনুবাদ ঃ মামণি গগৈ বৰগোহাঁই।
৯। নলিনী জামিলা, ন্যান লেইঙ্গি কাট'ঝিলালী, পৃঃ ১৩, অসমীয়া অনুবাদ ঃ স্বাতী কিৰণ।
১০। উল্লিখিত, পৃঃ ২
১১। কমলা দাস, মাই ষ্ট'ৰি, পৃঃ ৭০ (অসমীয়া অনুবাদ ঃ স্বাতী কিৰণ)
১২। উল্লিখিত, পৃঃ ৭৩

<u>গ্ৰন্থপঞ্জী ঃ</u>

**মুখ্য সমল** *(বিভিন্ন ভাৰতীয় ভাষাৰ মহিলা ৰচিত আত্মজীৱনী)*

**অসমীয়া** ঃ বৰদলৈ, নিৰ্মলপ্ৰভা ঃ জীৱন জীৱন বৰ অনুপম, জ্যোতি প্ৰকাশ, গুৱাহাটী, প্ৰথম প্ৰকাশ, ২০০৫
**বাংলা** ঃ দাসী, ৰাসসুন্দৰী ঃ আমাৰ জীৱন, সৰসীলাল চৰকাৰ, কলিকতা, ১৮৭৬
**পঞ্জাৱী** ঃ প্ৰীতম, অমৃতা ঃ ৰচিদী টিকট, নৱযুগ প্ৰকাশন, দিল্লী, ১৯৮২
**মালয়ালম** ঃ ৰামিলা, নলিনী ঃ ন্যান লেইঙ্গি কাট'ঝিলালী, ৰেলিচ্ছাম, কোট্টয়াম, ২০০৫
**ইংৰাজী** ঃ Das, Kamala : My Story, Sterling Publishers, 1988

**গৌণ সমল ঃ**

*অসমীয়া* শৰ্মা, গোবিন্দপ্ৰসাদ ঃ জীৱনী, অসম সাহিত্য সভা, প্ৰথম প্ৰকাশ, ১৯৭৪
জীৱনী আৰু আত্মজীৱনী ঃ অসমীয়াত আৰু পাশ্চাত্যত, ষ্টুডেণ্টচ ষ্ট'ৰচ, গুৱাহাটী, ২০০৯

*ইংৰাজী* Anderson, Linda : Autobiography, Routtledge, Newyork, 1988.
Abrams, M.H. : A Glossary of Literary Terms, Prism Books Pvt. Ltd, 1993.
Clifford, James : Biography as an Art, Oxford University Press, London, 1965.
Pascal, Roy : Design and Truth in Autobiography, Routledge & Kegan Paul, London.
Harish, Ranjana : Indian Women's Autobiography, Utkal University, 1995.
: The Female Footprints, Sterling Publishers, New Delhi, 1996.
Tharu, Sosie & K. Lalita : Women Writing in India, vol 1 & vol 2, Oxford University Press, 1991.





# আত্মজীৱনী সাহিত্যত সামাজিক চেতনা

## *(নিৰ্বাচিত ভাৰতীয় আত্মজীৱনী গ্ৰন্থৰ আধাৰত এটি তুলনামূলক অধ্যয়ন)*

**ড° জ্যোতিৰ্ময়ী ভট্টাচাৰ্য**

আত্মজীৱনী সাহিত্যৰ এক বিশিষ্ট আধুনিক প্ৰকাৰ। জীৱন এটিক বিষয় হিচাপে লৈ ৰচনা কৰা জীৱনী সাহিত্যৰ ই এক বিশেষ বিভাগ। ব্যক্তি এজনৰ নিজৰ হাততে নিজৰ চৰিত্ৰ তথা ব্যক্তিত্বৰ যথাৰ্থ প্ৰকাশ ঘটা বাবে এই শ্ৰেণীৰ ৰচনাই ব্যক্তিৰ জীৱন-দৰ্শন, জীৱন-মূল্য তথা জীৱন-সত্যৰ সৈতে পাঠকক অধিক ঘনিষ্ঠ কৰি তোলে। সংহত আৰু পৰিকল্পিত ৰূপত উপস্থাপিত এখন আত্মজীৱনীৰ মাজেদি পাঠকে সেই বিশেষ ব্যক্তি আৰু তেওঁৰ সময়ৰ ইতিহাসক জানিব পাৰে আৰু লগতে এই বিশিষ্ট সাহিত্য ৰূপৰ ৰসাস্বাদন কৰে।

ব্যক্তিনিষ্ঠ সাহিত্য হিচাপে আত্মজীৱনী মূলতে লেখকৰ জীৱনৰে ইতিহাস হ'লেও ই এনে এক সাহিত্যৰূপ য'ত চৰিত্ৰনায়কৰ অন্তৰ্জগতৰ পৰা আৰম্ভ কৰি সমাজ, ৰাষ্ট্ৰ আৰু বিশ্বৰ পৰিধি ৰচনাই সামৰি লয়। যিহেতু ব্যক্তিৰ জীৱনক স্পৰ্শ কৰি থকা সমাজখন আৰু ব্যক্তিক গঢ়ি তোলা বৃহৎ ৰাজহুৱা পটভূমিতহে ব্যক্তিচৰিত্ৰৰ সুস্থ বিচাৰ সম্ভৱ, সেয়ে আত্মজীৱনীত ব্যক্তিজীৱনৰ সমানে সমানে সামাজিক জীৱনো চিত্ৰিত হৈ উঠে। ব্যক্তি আৰু সমাজৰ পাৰস্পৰিক সম্পৰ্কৰ দিশৰ পৰা আত্মজীৱনীত সমাজচিত্ৰণৰ বিশেষ মূল্য আছে। কিয়নো ব্যক্তিৰ আপোন জীৱন অনুভৱৰ পৰিপ্ৰেক্ষিতত ইয়াৰ সামাজিক চেতনাৰ প্ৰত্যক্ষ কিম্বা পৰোক্ষ প্ৰকাশ ঘটে।

পৃথিৱীৰ প্ৰথম সাহিত্য বেদৰ জননী ভাৰতৰ সু-প্ৰাচীন আৰু সু-দৃঢ় সাহিত্যিক পৰম্পৰাতো জীৱন এটিক বিষয় হিচাপে লৈ সাহিত্য ৰচনা কৰাৰ প্ৰক্ৰিয়াটো অতি পুৰণি। অৱশ্যে আত্মজীৱনকেন্দ্ৰিক সাহিত্যৰ পৰম্পৰাৰ জীৱনী-সাহিত্যৰ সু-প্ৰাচীন পৰম্পৰাৰ তুলনাত অৰ্বাচীন। আধ্যাত্মবাদী দেশ ভাৰতত লৌকিক জীৱন সততে উপেক্ষিত হোৱা বাবে, জীৱনৰ ক্ষণভংগুৰতাক স্বীকাৰ কৰি লোৱা ভাৰতীয় মনে আত্মকথনক অপৰাধ বুলি গণ্য কৰিছিল। যিহেতু আত্ম প্ৰশংসাক পৰনিন্দাতকৈ নিকৃষ্ট বুলি ভবা হৈছিল সেয়ে অন্যান্য সাহিত্যিক শাখাৰ তুলনাত নিজৰ বিষয়ে নিজে লিখা আত্মজীৱনী সাহিত্যৰ প্ৰকাশ ঘটাত পলম হৈছিল। অৱশ্যে ভাৰতীয় আত্মজীৱনী সাহিত্যৰ পূৰ্বসূৰী হিচাপে সংস্কৃত, অপভ্ৰংশ স্তৰৰ সাহিত্য নাইবা ভাৰতীয় সাহিত্যসমূহৰ প্ৰাচীনতম কাব্যিক যুগৰ আত্মপৰিচয় তুলি ধৰাৰ প্ৰৱণতা এটা ক্ৰমশ গঢ় লৈ উঠিছিল। সম্ভৱতঃ সেয়ে ১৬৪১ চনত বানাৰসী দাস জৈনে লিখা প্ৰথমখন ভাৰতীয় আত্মজীৱনী ছন্দোবদ্ধহে আছিল। ঊনৈশ শতিকাত ব্ৰিটিছৰ শাসন কালতহে বিশ্ব সাহিত্যত যথেষ্ট গুৰুত্ব আৰু জনপ্ৰিয়তা লাভ কৰা এই শ্ৰেণীৰ ৰচনাই ভাৰতীয় সাহিত্য পৰম্পৰাক আকৰ্ষণ কৰে আৰু ভাৰতীয় বিভিন্ন প্ৰান্তীয় ভাষাত আত্মজীৱনী ৰচনাৰ কাম আৰম্ভ হয়। যদিও বিদেশী আত্মজীৱনীসমূহৰ বিষয় বৈচিত্ৰ্য আৰু প্ৰকৃতিৰ বিশালতা আৰম্ভণীকালৰ ভাৰতীয় আত্মজীৱনীসমূহত বহুত ক্ষেত্ৰতেই অভাৱ বুলিব পাৰি তথাপিও লেখকসকলৰ ব্যক্তিত্বৰ বৈচিত্ৰ্য আৰু কৰ্মক্ষেত্ৰৰ ভিন্নতাই সৃষ্টিক এক বিশেষ মাত্ৰা প্ৰদান কৰিছে। আৰম্ভণীকালৰ পৰা বৰ্তমানলৈকে বিগত

এক শতিকাতকৈও অধিক সময় ভাৰতীয় আত্মজীৱনী সাহিত্যই গুণগত আৰু পৰিমাণগত উভয় দিশতে যথেষ্ট বিস্তৃতি লাভ কৰিছে। এই সুদীৰ্ঘ কালছোৱাত ভাৰতীয় সমাজ আৰু সামাজিক মূল্যবোধৰ চিৰ প্ৰবাহিত ধাৰাই দুই পাৰে থকা কলা-সাহিত্যৰ জগতখনক স্পৰ্শ কৰি গৈছে। আত্মজীৱনী সাহিত্যতো এইপ্ৰভাৱ স্বাভাৱিকতে পৰিছে।

আত্মজীৱনীকাৰসকলৰ কাৰ্যক্ষেত্ৰৰ ভিন্নতাই ভাৰতীয় সাহিত্যৰ আত্মজীৱনীসমূহক এক সুকীয়া মাত্ৰা প্ৰদান কৰিছে। ব্যক্তিৰ নিজৰ জীৱনৰ প্ৰেক্ষাপটত তেওঁৰ সমকালীন সমাজ আত্মজীৱনীত উজলি উঠিছে। সেয়ে আত্মজীৱনীত সামাজিক জীৱন চিত্ৰণৰ বিশেষ মূল্য আছে। লেখকে জীৱনৰ আৰু মনৰ এটি বিশেষ অৱস্থাত কৰা আত্মবিচাৰৰ সময়ত জ্ঞাতে বা অজ্ঞাতে তেওঁৰ সমকালীন সমাজৰ বিশ্বাস, প্ৰমূল্য বা চিন্তই তেওঁক প্ৰভাৱিত কৰে। সেয়ে আত্মজীৱনীত সামাজিক চেতনাৰ প্ৰকাশ অধিক বাস্তৱমুখী হয় আৰু সৃষ্টিশীল অন্য সাহিত্যৰূপৰ তুলনাত এই শ্ৰেণীৰ সাহিত্য কৰ্মৰ সামাজিক চেতনাৰ অধ্যয়নৰ বাস্তৱ মূল্যও অপৰিসীম। এই আলোচনাত ভাৰতীয় বিভিন্ন ভাষাৰ পৰা নিৰ্বাচিত পাঁচখন আত্মজীৱনীৰ সৈতে পাঁচখন অসমীয়া ভাষাৰ আত্মজীৱনীৰ তুলনামূলক বিচাৰেৰে ভাৰতীয় আত্মজীৱনী সাহিত্যত সামাজিক চেতনাৰ বিশ্লেষণ আগ বঢ়োৱা হৈছে। নিৰ্বাচিত গ্ৰন্থকেইখনি হৈছে — অসমীয়া ভাষাত হৰকান্ত শৰ্মা মজুমদাৰ বৰুৱাৰ 'সদৰামীনৰ আত্মজীৱনী', লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ', কৃষ্ণনাথ শৰ্মাৰ 'কৃষ্ণ শৰ্মাৰ ডায়েৰী', মহেশ্বৰ নেওগৰ, 'জীৱনৰ দীঘ আৰু বাণি' আৰু মামণি ৰয়ছম গোস্বামীৰ 'আধালেখা দস্তাবেজ'। উড়িয়া ভাষাৰ ফকীৰ মোহন সেনাপতিৰ 'আত্মজীৱনী', বাংলা ভাষাৰ ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'জীৱন স্মৃতি', গুজৰাটী ভাষাৰ মহাত্মা গান্ধীৰ 'মোৰ সত্য অন্বেষণৰ কাহিনী', হিন্দী ভাষাৰ নগেন্দ্ৰৰ 'অৰ্ধকথা' আৰু পঞ্জাৱী ভাষাত অমৃতা প্ৰীতমৰ 'ৰছিদি টিকট'। হৰকান্ত শৰ্মা মজুমদাৰ বৰুৱা আৰু ফকীৰমোহন সেনাপতিৰ আত্মজীৱনীত দুখন ভিন্ন সমাজৰ যুগসন্ধিৰ অনুভৱ-উপলব্ধি, ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ আত্মজীৱনীত দুই বিশিষ্ট সাহিত্যিক ব্যক্তিত্বৰ সমাজ দৃষ্টি, মহাত্মা গান্ধী আৰু কৃষ্ণনাথ শৰ্মাৰ আত্মজীৱনীত ৰাজনৈতিক-সামাজিক ক্ষেত্ৰৰ বিশিষ্ট আদৰ্শ গান্ধী আৰু তেওঁৰ অনুগামীৰ গভীৰ সামাজিক সম্পৰ্ক, নগেন্দ্ৰ আৰু মহেশ্বৰ নেওগৰ আত্মজীৱনীত বৌদ্ধিক ক্ষেত্ৰৰ দুজন সচেতন আৰু সফল ব্যক্তিৰ তীক্ষ্ণ সমাজ বীক্ষা আৰু অমৃতা প্ৰীতম আৰু মামণি ৰয়ছম গোস্বামীৰ আত্মজীৱনীত নাৰীৰ ব্যক্তিত্ব আৰু সাহিত্যিক প্ৰতিভাৰ উপৰি নাৰীৰ সামাজিক স্থিতিৰ প্ৰকাশৰ ক্ষেত্ৰত বিশেষ সাদৃশ্য পৰিলক্ষিত হৈছে।

হৰকান্ত শৰ্মা মজুমদাৰ বৰুৱাৰ 'সদৰামীনৰ আত্মজীৱনী' অসমীয়া সাহিত্যৰ প্ৰথম আত্মজীৱনী। গ্ৰন্থৰ ৰূপত ১৯৬০ চনতহে প্ৰকাশিত হ'লেও ইয়াৰ ৰচনা কাৰ্য সম্পূৰ্ণ হৈছিল ১৮৯০ চনতে।



১৯৩৪-৩৫ চনতে লেখিবলৈ আৰম্ভ কৰা সদৰামীনৰ আত্মজীৱনীমূলক টোকাৰ দুখন হাতেলিখা গ্ৰন্থৰ লেখকৰ আজোনাতি কুমুদ চন্দ্ৰ বৰদলৈয়ে কৰা সম্পাদিত প্ৰকাশ। ফকীৰ মোহন সেনাপতিৰ আত্মজীৱনী প্ৰকাশ হয় ১৯১৭ চনত লেখকৰ জীৱনৰ অন্তিম সময়ছোৱাত। তেওঁৰ মৃত্যু হৈছিল ১৯১৮ চনৰ ১৪ জুনত। মাহেকীয়া আলোচনী 'প্ৰবাসী'ত ধাৰাবাহিকভাৱে প্ৰকাশ হোৱা ৰবীন্দ্ৰনাথৰ আত্মজীৱনী গ্ৰন্থ ৰূপত প্ৰকাশ হৈছিল ১৯১২ চনৰ জুলাই মাহত। লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ' 'বাঁহী' আলোচনীত বিভিন্ন সময়ত প্ৰকাশ হোৱাৰ পিছত ১৯৪৪ চনত গ্ৰন্থখনিৰ পৰিৱৰ্ধিত সংস্কৰণ প্ৰকাশ হয়। মহাত্মা গান্ধীয়ে ১৯২১ চনতে আত্মজীৱনী লেখাৰ কাম আৰম্ভ কৰি অনিবাৰ্য কাৰণত লিখা বন্ধ কৰাৰ পিছত ১৯২৫ চনত সম্পূৰ্ণ কৰে। অসমৰ বিশিষ্ট ৰাজনৈতিক কৰ্মী কৃষ্ণ নাথ শৰ্মাই ১৯৪২-৪৫ চনত কাৰাৰুদ্ধ অৱস্থাত লেখি উলিওৱা অন্যতম গ্ৰন্থ 'কৃষ্ণ শৰ্মাৰ ডায়েৰী' অসম প্ৰকাশন পৰিষদে ১৯৭২ চনত প্ৰথমবাৰৰ বাবে প্ৰকাশ কৰি উলিয়ায়। ১৯৮৮ চনত নগেন্দ্ৰৰ আত্মজীৱনী 'অৰ্ধকথা' প্ৰকাশ হয়। 'প্ৰান্তিক' আলোচনীত ধাৰাবাহিকভাৱে প্ৰকাশিত মহেশ্বৰ নেওগৰ 'জীৱনৰ দীঘ আৰু বাণি' গ্ৰন্থৰ ৰূপত প্ৰকাশ পায় ১৯৮৮ চনত। অমৃতা প্ৰীতমৰ 'ৰছিদি টিকট' প্ৰথম প্ৰকাশ হয় ১৯৭৬ চনত আৰু ১৯৮৬ চনত 'অসম বাণী'ত ধাৰাবাহিকভাৱে আৰম্ভ কৰা মামণি ৰয়ছম গোস্বামীৰ 'আধালেখা দস্তাবেজ' গ্ৰন্থ ৰূপত প্ৰকাশ হয় ১৯৮৮ চনত। আলোচ্য আত্মজীৱনী কেইখনিৰ লেখকসকল বিভিন্ন সময়ৰ, বিভিন্ন বিষয়ৰ সৈতে জড়িত বিভিন্ন সমাজৰ প্ৰতিনিধিত্বকাৰী ব্যক্তি। আত্মজীৱনীকাৰসকলে তেওঁলোকৰ ৰচনাত ব্যক্তিজীৱনৰ কথা শৈশৱৰে পৰা (প্ৰায়ক্ষেত্ৰতে জন্ম আৰু বংশ পৰিচয়েৰে আৰম্ভ কৰি) একোটা নিৰ্দিষ্ট সময়লৈকে বৰ্ণনা কৰিছে। গতিকে আত্মজীৱনী এখনিৰ বৰ্ণনাৰ সময়ক্ৰম আমি তেওঁৰ জন্মৰ পৰাই আৰম্ভ হোৱা বুলি ধৰি ল'ব পাৰোঁ। সেই দৃষ্টিকোণৰ পৰা আলোচ্য গ্ৰন্থকেইখনিত বৰ্ণিত সময় এনেধৰণৰ 'সদৰামীনৰ আত্মজীৱনী' ১৮১৫-১৮৯০ চনলৈ, ফকীৰমোহন সেনাপতিৰ 'আত্মজীৱনী' ১৮৮৩-১৯১৭ চনলৈ, ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'জীৱন স্মৃতি' ১৮৬১-১৯১২ চনলৈ, লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ' ১৮৬৪-১৯০৭ চনলৈ, মহাত্মা গান্ধীৰ 'মোৰ সত্য অন্বেষণৰ কাহিনী' ১৮৬৯-১৯২০ চনলৈ, 'কৃষ্ণ শৰ্মাৰ ডায়েৰী' ১৮৮৯-১৯৩৫ চনলৈ, নগেন্দ্ৰৰ 'অৰ্ধকথা' ১৯১৫-১৯৮৩ চনলৈ, মহেশ্বৰ নেওগৰ 'জীৱনৰ দীঘ আৰু বাণি' ১৯১৫-১৯৮৮ চনলৈ, অমৃতা প্ৰীতমৰ 'ৰছিদি টিকট' ১৯১৯-১৯৯০ চনলৈ আৰু মামণি ৰয়ছম গোস্বামীৰ 'আধালেখা দস্তাবেজ' ১৯৪২-১৯৭০ চনলৈ।

এইদৰে দেখা গৈছে যে আলোচ্য গ্ৰন্থকেইখনিৰ সময় ১৮১৫ চনৰ পৰা ১৯৯০ লৈ ব্যাপ্ত হৈ আছে। সেয়ে ব্যক্তিত্ব বিকাশৰ





বিভিন্ন ঘটনা-পৰিঘটনাৰ দৰেই ইয়াত পাৰিবাৰিক আৰু সামাজিক দিশতো দৃষ্টিভংগী আৰু ব্যৱস্থাৰ পৰিৱৰ্তনৰ ইংগিত আছে প্ৰচুৰ। সেয়ে গ্ৰন্থকেইখনিৰ ব্যক্তিগত আৰু সামাজিক জীৱনৰ পৰা চয়ন কৰা অন্তৰ্বস্তু বৈচিত্ৰ্যপূৰ্ণ আৰু ভিন্নসুৱীয়াও হৈ উঠিছে। স্বাভাৱিকতেই আত্মজীৱনী কেইখনিৰ অন্তৰ্বস্তুৰ ভিতৰুৱা শৈক্ষিক, ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাহিত্য-সংস্কৃতি বিষয়ক দিশসমূহৰ ইয়াত বিশেষ প্ৰকাশ ঘটিছে। তদুপৰি সামাজিক মূল্যবোধ, বিভিন্ন চিন্তন প্ৰবাহ আৰু জাতীয়তাবোধ আদিৰ প্ৰতি লেখকসকলৰ বিশেষ দৃষ্টিভংগীৰ প্ৰকাশ ঘটিছে। অৱশ্যে সকলো আত্মজীৱনীতে এই সমাজ সম্বন্ধীয় বিষয়বোৰৰ প্ৰাধান্য সমান গুৰুত্বৰে উপস্থাপিত হোৱা নাই। কোনোখন আত্মজীৱনীত ব্যক্তিগত তথা সমাজ জীৱনক অভিন্ন ৰূপত উপস্থাপিত কৰা হৈছে। ইয়াত সমাজ জীৱনে ব্যক্তি জীৱনৰ দৰেই প্ৰাধান্য লাভ কৰিছে। মহাত্মা গান্ধী, কৃষ্ণনাথ শৰ্মা, মহেশ্বৰ নেওগৰ আত্মজীৱনীত সামাজিক সন্দৰ্ভসমূহে বিশেষ গুৰুত্ব লাভ কৰিছে আৰু গ্ৰন্থকেইখনি বহু ঐতিহাসিক ঘটনাৰ দলিল হৈও উঠিছে। হৰকান্ত শৰ্মা মজুমদাৰ বৰুৱা আৰু ফকিৰমোহন সেনাপতিৰ আত্মজীৱনী দুখনিত ব্যক্তি জীৱনৰ প্ৰাধান্য থাকিলেও দুয়োখন আত্মজীৱনীতে ঐতিহাসিক ঘটনাৱলীৰ গুৰুত্বও সূক্ষ্মভাৱে উপস্থাপিত হৈছে। ৰবীন্দ্ৰনাথ ঠাকুৰ, লক্ষ্মীনাথ বেজবৰুৱা, নগেন্দ্ৰ, অমৃতা প্ৰীতম, মামণি ৰয়ছম গোস্বামীৰ আত্মজীৱনী ব্যক্তিজীৱনৰ পৰিপ্ৰেক্ষিততহে সমাজ জীৱনে ভুমুকি মাৰি গৈছে। কিন্তু কোনোজন আত্মজীৱনীকাৰেই সমাজজীৱনক সম্পূৰ্ণৰূপে উপেক্ষা কৰা নাই। লেখকৰ সমাজ বাস্তৱে কোনোবা নহয় কোনোবাখিনিত তেওঁৰ ব্যক্তিমনক স্পৰ্শ কৰি আছেহি। বিশেষভাৱে লেখক যিখন সামাজিক ক্ষেত্ৰৰ সৈতে জড়িত সেইখন ক্ষেত্ৰৰ তথ্যসমৃদ্ধ বিৱৰণ আত্মজীৱনীত পোৱা গৈছে। লেখকৰ নিজা সমাজখনৰ উপৰি লেখকে সান্নিধ্য লাভ কৰা ভিন্ন সমাজ জীৱনেও আত্মজীৱনীত অন্য এক মাত্ৰা সংযোজিত কৰিছে। সমষ্টিগত জীৱনৰ চেতন মনৰ দ্বাৰা প্ৰভাৱিত আৰু নিয়ন্ত্ৰিত ব্যক্তিমানসত তেওঁক স্পৰ্শ কৰি থকা সমাজৰ বোধ এনেভাৱে সক্ৰিয় যে ভিন্ন সমাজৰ প্ৰতি লেখকৰ প্ৰকাশিত দৃষ্টিভংগীকো নিজৰ সমাজৰ বোধেই প্ৰভাৱিত কৰিছে।

আত্মজীৱনী কেইখনিয়ে ভাৰতীয় সমাজ জীৱনৰ যি বিশেষ সময় সামৰি লৈছে সেই সময়ছোৱাৰ শিক্ষা, অৰ্থনীতি, ৰাজনীতি, সাহিত্য-সংস্কৃতি ইত্যাদি দিশত সমাজত হোৱা পৰিৱৰ্তনক গ্ৰন্থকেইখনিয়ে সুন্দৰ ৰূপত তুলি ধৰিছে। আত্মজীৱনীকাৰ যি কৰ্মক্ষেত্ৰ বা বিষয়ৰ সৈতে জড়িত সেই বিষয়ৰ বৰ্ণনা অধিক তথ্যনিৰ্ভৰ হৈছে। অৱশ্যে কোনোটো বিষয়কে কোনো আত্মজীৱনীকাৰে সম্পূৰ্ণৰূপে উপেক্ষা কৰা নাই। কিছুমান বিশেষ সন্দৰ্ভই আত্মজীৱনীকেইখনত অধিক গুৰুত্ব লাভ কৰিছে। হৰকান্ত শৰ্মা মজুমদাৰ বৰুৱাৰ আত্মজীৱনীত ৰাজনীতি, অৰ্থনীতি আৰু সংস্কৃতিৰ, ফকীৰ মোহন সেনাপতিৰ আত্মজীৱনীত শিক্ষা, ৰাজনীতি আৰু সাহিত্যৰ, ৰবীন্দ্ৰনাথ ঠাকুৰৰ আত্মজীৱনীত সাহিত্য-সংস্কৃতিৰ, লক্ষ্মীনাথ বেজবৰুৱাৰ আত্মজীৱনীত শিক্ষা আৰু সাহিত্য-সংস্কৃতিৰ, মহাত্মা গান্ধীৰ আত্মজীৱনীত ৰাজনীতি, শিক্ষা, অৰ্থনীতি আৰু সংস্কৃতিৰ, নগেন্দ্ৰৰ আত্মজীৱনীত শিক্ষা আৰু সাহিত্য-সংস্কৃতিৰ, মহেশ্বৰ নেওগৰ আত্মজীৱনীত শিক্ষা আৰু সাহিত্য-সংস্কৃতিৰ, অমৃতা প্ৰীতম আৰু মামণি ৰয়ছম গোস্বামীৰ আত্মজীৱনীত বিশেষভাৱে সাহিত্য-সংস্কৃতিৰ দিশে গুৰুত্ব লাভ কৰিছে।

আত্মজীৱনীৰ অন্তৰ্বস্তু হিচাপে এই দিশসমূহ অগভীৰভাৱে বিষয়ৰসৈতে জড়িত হোৱা নাই। লেখকে সমাজ বাস্তৱৰ পৰিপ্ৰেক্ষিতত এই দিশসমূহ বিভিন্ন দৃষ্টিকোণৰ পৰা বিশ্লেষণ আৰু উপস্থাপনো কৰিছে। সংস্কাৰমূলক দৃষ্টিভংগীৰে যোগাত্মক পৰিৱৰ্তনৰো কামনা কৰিছে আৰু সামগ্ৰিকভাৱে আত্মজীৱনী কেইখনিয়ে ভাৰতীয় জাতীয় জীৱনৰ কিছুমান বিশেষ দিশ আলোকিত কৰিছে। এই আলোচনাই ব্যক্তি জীৱনৰ সৈতে সমাজ জীৱনৰ অভিন্নতাকো স্পষ্ট কৰি তুলিছে। একান্ত আত্মচিন্তন আৰু আত্ম অভিব্যক্তি প্ৰকাশৰ মুহূৰ্ততো কিদৰে এই বিশেষ সমাজৰ বোধ আৰু চেতনাই তেওঁক স্পৰ্শ কৰি থাকে এই কথাও আলোচনাত স্পষ্ট হৈ উঠিছে।

হৰকান্ত শৰ্মা মজুমদাৰ বৰুৱা ঊনবিংশ শতিকাৰ ব্ৰিটিছ শাসনতন্ত্ৰ তথা আহোম ৰাজত্বৰ সন্ধিক্ষণৰ ব্যক্তি। তেওঁৰ বৃত্তিগত সফলতা তেওঁৰ গভীৰ সমাজ বীক্ষাৰেই সুফল। তীব্ৰ ৰাজনৈতিক চেতনাই তেওঁক নিয়ন্ত্ৰণ কৰিছে আৰু পৰিৱৰ্তিত অৰ্থনৈতিক চেতনাৰে তেওঁ প্ৰভাৱিত। চাহখেতিৰ সূচনাৰ দৰে ঘটনাৰ সুদূৰপ্ৰসাৰী তাৎপৰ্যও তেওঁ উপলব্ধি কৰে। সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰখনৰ প্ৰতি সততে উদাসীন যেন লাগিলেও গ্ৰন্থখনিত সামাজিক মূল্যবোধৰ অৱক্ষয়ৰ প্ৰতি লেখক সতৰ্ক।

উৰিষ্যাৰ শিক্ষা, সাহিত্য, সমাজ ব্যৱস্থাৰ সৈতে ঘনিষ্ঠ সম্বন্ধযুক্ত ফকীৰ মোহন সেনাপতিৰ আত্মজীৱনীত তেওঁৰ সময়ৰ সমাজৰ গভীৰ উপলব্ধি আৰু উপস্থাপন দৃষ্টিগোচৰ হৈছে। সদৰামীনে মান ভগনৰ পিছৰ অসমৰ ৰাজনৈতিক অস্থিৰতাই সমাজ জীৱনত পেলোৱা প্ৰভাৱ প্ৰত্যক্ষ কৰাৰ দৰে মাৰাঠা শাসনৰ শেষৰফালে দেশত দেখা দিয়া অৰাজকতাৰ ছবি ফকীৰমোহনে চিত্ৰিত কৰিছে। পৰিৱৰ্তিত অৰ্থব্যৱস্থাই সামাজিক জীৱনক কিদৰে প্ৰভাৱিত কৰিছিল তাৰ উল্লেখ আছে কৰ্মচাৰীৰ উপৰুৱা আৰ্জনে কাছাৰী বা সমাজত তেওঁৰ সন্মান বৃদ্ধি কৰাৰ প্ৰসংগত। মূল্যবোধৰ এনে পৰিৱৰ্তন সদৰামীনেও লক্ষ্য কৰিছে। ফকীৰমোহনৰ সামাজিক, সাংস্কৃতিক চেতনা আছিল অতি তীব্ৰ। আধুনিক দৃষ্টিভংগীয়ে সাংস্কৃতিক পৰম্পৰাক আঁচুৰি যোৱাটো তেওঁ প্ৰত্যক্ষ কৰিছিল। দেশীয় ৰজাৰ দেৱান হিচাপে বিভিন্ন সময়ত আৰ্থ-সামাজিক

পৰিৱৰ্তন অনাত তেওঁ সক্ৰিয়তা প্ৰদৰ্শন কৰিছিল আৰু একে সময়তে চাহাব বন্ধুসকলৰে ঘনিষ্ঠতাই তেওঁৰ ব্যক্তিগত জীৱনৰ উন্নতিতো ভূমিকা লৈছিল। ১৮৯৮ চনৰ ডিচেম্বৰ মাহত মাদ্ৰাজত অনুষ্ঠিত ভাৰতীয় কংগ্ৰেছৰ অধিৱেশন প্ৰত্যক্ষ কৰি তেওঁ অনুভৱ কৰিছিল কংগ্ৰেছৰ দেশৰ সুসন্তানসকলক একত্ৰিত কৰি ৰখাৰ ক্ষমতা আছে। তীব্ৰ ভাষিক চেতনাসমৃদ্ধ ফকীৰমোহনে অনুভৱ কৰিছিল নিজ ভাষাৰ প্ৰতি উচ্চ শিক্ষিত শ্ৰেণীটোৰ অৱজ্ঞাৰ মনোভাব বহু সময়তে সাহিত্যিক জাতীয়তাবোধৰ অন্তৰায় হৈ উঠিছে। ৰবীন্দ্ৰনাথৰ 'জীৱনস্মৃতি' এক বিশিষ্ট সাহিত্যিক ব্যক্তিত্বৰ আত্ম নিৰ্মাণৰ ইতিহাস আৰু ইয়াৰ পটভূমিত সক্ৰিয় হৈ আছে এটা সু-সংস্কৃত পাৰিবাৰিক জীৱন আৰু নব্য চিন্তাৰে দীপ্ত এখন সমাজ। শৈক্ষিক, সামাজিক জীৱনলৈ অহা পৰিৱৰ্তনসমূহ তেওঁ সূক্ষ্মভাৱে অনুধাৱন কৰিছে আৰু শৈশৱতেই নিবিড় নিস্বাৰ্থ সামাজিকতাৰ সূৰ্যাস্ত প্ৰত্যক্ষ কৰি ব্যথিত হৈছে। ঠাকুৰ পৰিয়ালক কেন্দ্ৰ কৰি জাতীয়তাবাদী ভাৱনাই গঢ় লৈ উঠিছে। 'হিন্দু মেলৰ পশ্চাদত আছে ঠাকুৰ পৰিয়ালৰে সক্ৰিয়তা। স্বদেশিকৰ সঞ্জীৱনী সভায়ো জ্বলন্ত দেশানুৰাগেৰে উদ্বুদ্ধ কৰিছে বংগভাষীক। সাংস্কৃতিক চেতনা সমৃদ্ধ ৰবীন্দ্ৰনাথে লণ্ডনৰ ডাঃ স্কটৰ পত্নীৰ পতি-পৰায়ণতাক আমাৰ দেশৰ সাধ্বী গৃহিণীৰ স'তে ৰিজাই চাইছে। সেই সময়ৰ দেশীয় সাহিত্যই ইংৰাজী সাহিত্যৰ পৰা যি পৰিমাণৰ 'মাদক' লাভ কৰিছিল সেই পৰিমাণে খাদ্য পোৱা নাছিল বুলি অনুভৱ কৰিছিল আৰু ভাৰতীয় সংগীত আৰু বিলাতী সংগীতৰ তুলনা কৰি ভাৰতীয় সংগীতৰ উপস্থাপনৰ প্ৰস্তুতিপৰ্বৰ প্ৰদৰ্শন বাহুল্যক সমালোচনা কৰিছিল। হিন্দু ধৰ্মই পাশ্চাত্য বিজ্ঞানৰ সাক্ষ্যৰে নিজৰ কৌলিন্য প্ৰকাশ কৰিবলৈ অদ্ভুত চেষ্টা কৰিছিল আৰু থিয়চফিয়ে ইয়াৰ বাবে সামগ্ৰিক পৰিৱেশ ৰচনা কৰি দিয়া বুলি তেওঁ উপলব্ধি কৰিছিল।

ৰবীন্দ্ৰনাথৰ দৰে লক্ষ্মীনাথ বেজবৰুৱাইয়ো আত্মজীৱনীত তেওঁৰ ব্যক্তিগত জীৱনটোকহে সামৰিছে যদিও পৃথক পৃথক সামাজিক সন্দৰ্ভই তেওঁৰ ব্যক্তিমানসক কিদৰে চুই আছে সেই কথাও প্ৰকাশ পাইছে। কিছুমান সামাজিক-সাংস্কৃতিক গোড়ামিয়ে সমাজ জীৱনলৈ নমাই অনা পংগুত্বক স্পষ্টভাৱেই উপলব্ধি কৰিছিল। ভিন্ন সমাজৰ প্ৰভাৱত আমাৰ সামাজিক মূল্যবোধলৈ অহা পৰিৱৰ্তনৰ ঋণাত্মক দিশলৈ তেওঁৰ দৃষ্টি আছিল। ফকীৰমোহন সেনাপতিৰ দৰেই তীব্ৰ ভাষিক চেতনাৰ প্ৰকাশ ঘটা আত্মজীৱনীখনিত অসমীয়া ভাষাৰ তৎকালীন দুৰৱস্থাৰ বাবে প্ৰশাসন ব্যৱস্থাটোৰ অৱজ্ঞা, বাংলা ভাষাৰ আগ্ৰাসী ভূমিকা আৰু নব্য শিক্ষিতৰ নিজ ভাষাৰ প্ৰতি হীনমন্য মনোভাৱক জগৰীয়া কৰা হৈছে। স্ত্ৰী শিক্ষা আৰু বিধৱাসকলৰ সমস্যাই ফকীৰমোহন সেনাপতি, ৰবীন্দ্ৰনাথ আৰু সদৰামীনৰ দৰে বেজবৰুৱাকো স্পৰ্শ কৰিছে। শিক্ষা ব্যৱস্থাটোৰ ওপৰত আনুষংগিক ব্যৱস্থাৰ প্ৰভাৱে কিদৰে ছাত্ৰ জীৱনক বিভ্ৰান্ত কৰে বেজবৰুৱাই অনুভৱ কৰিছিল। সাহিত্য-ৰাজনীতিৰ জাতীয়তাবোধেৰে উদ্বুদ্ধ হোৱা সেই সময়ছোৱাত স্বাধীনচেতিয়া ব্যৱসায় কৰিব খোজা বেজবৰুৱাকো অৰ্থ ব্যৱস্থাই উচ্চস্তৰীয় ব্যৱসায়িক সহযোগীলৈ উপঢৌকন পঠাবলৈ কিদৰে বাধ্য কৰিছিল তাৰ বৰ্ণনাও তাৎপৰ্যপূৰ্ণ। মহাত্মা গান্ধীৰ 'মোৰ সত্য অন্বেষণৰ কাহিনী'ত গভীৰ ৰাজনৈতিক চেতনাৰ লগতে সাংস্কৃতিক আৰু অৰ্থনৈতিক চেতনাৰো প্ৰকাশ ঘটিছে। দেশীয় ৰাজ্যবিলাকৰ শাসনতন্ত্ৰৰ পৰিচয় গান্ধীৰ আত্মজীৱনীতো আছে। বাল্য বিবাহৰ দৰে কিছুমান যুক্তিহীন সংস্কাৰে ব্যক্তি মানসৰ লগতে সমাজ জীৱনক পংগু কৰি তোলাটো বেজবৰুৱাৰ দৰে গান্ধীয়েও প্ৰত্যক্ষ কৰিছে। ইংৰাজ সমাজ ব্যৱস্থাৰ দুৰ্বলতা কিছুমান গান্ধীয়ে প্ৰত্যক্ষ কৰিছে বিলাত যাত্ৰাৰ প্ৰস্তুতি পৰ্বত। সেইদৰে ১৮৯০ চনত প্যেৰী নগৰীৰ প্ৰদৰ্শনীথলীত বৈ গান্ধীয়ে উপলব্ধি কৰিছে শিশুৰ দৰে আমি এতিয়াও ৰংচঙীয়া খেলনাৰ প্ৰতিহে আসক্ত। গভীৰ ৰাজনৈতিক চেতনা আৰু জাতীয়তাবোধৰ উত্থানৰ অংশীদাৰ গান্ধীয়ে অৰ্থনৈতিক, শৈক্ষিক, সামাজিক সংস্কাৰকো জীৱনৰ ব্ৰত হিচাপে লৈছিল। অস্পৃশ্যতা আৰু শ্ৰেণী বৈষম্যৰ দোষেৰে দুষ্ট ভাৰতীয় হিচাপেই যেন দক্ষিণ আফ্ৰিকাত বৰ্ণবিদ্বেষীৰ অৱজ্ঞাৰ পুৰস্কাৰ তেওঁ পাবলগা হৈছিল। ধন আৰু পদমৰ্যাদাই মানুহক পাপ আৰু অন্যায়ৰ পথলৈ উচতায় বুলি তেওঁৰ বোধ হৈছিল। অস্পৃশ্যতা সম্পৰ্কে সামাজিক দৃষ্টিভংগী পৰিৱৰ্তনত গান্ধীৰ ভূমিকা তেওঁৰ ৰাজনৈতিক ভূমিকাতকৈ কম গুৰুত্বপূৰ্ণ নাছিল।

গান্ধীৰ প্ৰকৃত অনুগামী কৃষ্ণ শৰ্মাৰ 'ডায়েৰী'ত তীব্ৰ ৰাজনৈতিক চেতনাৰ সমানে সমানে অৰ্থনৈতিক চেতনাৰো প্ৰকাশ ঘটিছিল। অৰ্থনৈতিক পৰিৱৰ্তনে মানৱীয় মূল্যবোধলৈ অনা পৰিৱৰ্তনক ওচৰৰ পৰা তেওঁ প্ৰত্যক্ষ কৰিছিল। ৰাজনৈতিক জাতীয়তাবোধৰ প্ৰভাৱ সৰ্বত্ৰই অনুভূত হৈছিল। নব্যশিক্ষিতৰ গোড়ামি আৰু আত্মম্ভৰিতাই সমাজ জীৱনলৈ অনা পৰিৱৰ্তনৰ ঋণাত্মক স্বৰূপ কৃষ্ণ শৰ্মাই লক্ষ্য কৰিছিল। ব্যক্তিগত স্বাৰ্থৰ ঊৰ্ধত সমাজৰ বৃহত্তৰ কল্যাণ কামনাতে ব্যস্ত কৃষ্ণ শৰ্মাৰ জীৱনেই আছিল অস্পৃশ্যতা আৰু অন্ধ সংস্কাৰৰ বিৰুদ্ধে এক তীব্ৰ প্ৰত্যাহ্বান। কিন্তু অৰ্থনৈতিক পৰিৱৰ্তনৰ প্ৰচেষ্টাত 'কোঅ'পাৰেটিভ ক্ৰেডিট ছ'চাইটি' স্থাপন কৰি ব্যৰ্থ হোৱা কৃষ্ণ শৰ্মাই অনুভৱ কৰিছিল যে দহোটা দেৱলীয়া মানুহ যোগ হ'লে তেওঁবিলাক দেৱলীয়া অৱস্থাৰ পৰা মুক্ত হোৱা সম্ভৱ নহয়। শৈক্ষিক ব্যৱস্থাৰ কেৰোণবোৰ তেওঁ স্পষ্টকৈ দেখা পাইছিল আৰু বিদ্যালয় একোখনক শাৰীৰিক, মানসিক, নৈতিক আৰু আৰ্থিক উন্নতিৰ সাধনালয় কৰি তোলাত গুৰুত্ব দিছিল। ৰাষ্ট্ৰভাষা হিন্দীৰ প্ৰসাৰত গুৰুত্ব দিয়া কৃষ্ণ শৰ্মাৰ জীৱন সমাজ জীৱনেৰে সৈতে সঁচা অৰ্থত অভিন্ন আছিল।

নগেন্দ্ৰই তেওঁৰ 'অৰ্ধকথা'ৰ 'মুখবন্ধ'ত জীৱনৰ পূৰ্ণ সত্য প্ৰকাশৰ ক্ষেত্ৰত যি বিৰসতা প্ৰকাশ কৰিছে সিয়ো সমাজ বাস্তৱৰ প্ৰভাৱিতহে। সকলো ধৰণৰ ৰাজনৈতিক আৰু সামাজিক আন্দোলনৰ প্ৰতিকূল এক অৰ্ধসামন্তীয় পাৰিবাৰিক পটভূমিত নগেন্দ্ৰ ডাঙৰ হৈছিল। কিন্তু অনিবাৰ্যভাৱে আধুনিকতাৰ প্ৰভাৱে অনা পৰিৱৰ্তনৰ ছাপ পৰিছিল তেওঁৰ ব্যক্তিত্বত। বিদ্যায়তনিক ক্ষেত্ৰখনৰ লগত ঘনিষ্ঠ লেখকে শিক্ষা ব্যৱস্থালৈ অহা বিভিন্ন পৰিৱৰ্তনক ওচৰৰ পৰা প্ৰত্যক্ষ কৰিছে। গান্ধী আৰু বেজবৰুৱাৰ দৰে ছাত্ৰাৱস্থাত বৈবাহিক জীৱনৰ প্ৰতিবন্ধকতাক নগেন্দ্ৰই উপলব্ধি কৰিছিল। নতুন প্ৰজন্মৰ পৰিৱৰ্তিত মূল্যবোধৰ প্ৰকাশ ঘটিছে, 'চেণ্ট জন্স কলেজ'ৰ সভাগৃহত সূৰ্যকান্ত ত্ৰিপাঠী নিৰালাৰ এক অনুষ্ঠানত। বৌদ্ধিক সমাজখনৰ বহু দোষ-দুৰ্বলতাৰ কথাও গ্ৰন্থখনিত সন্নিবিষ্ট হৈছে। ১৯৪৬ চন পৰ্যন্ত দিল্লী বিশ্ববিদ্যালয়ত ভাৰতীয় ভাষাসমূহৰ দুৰ্দশা চলি থকাটো তেওঁ প্ৰত্যক্ষ কৰিছিল। চেণ্ট ষ্টিফেন্স কলেজৰ প্ৰতি ব্ৰিটিছ চৰকাৰৰ অধিক কৃপা পৰিদৃষ্ট হৈছিল। একমাত্ৰ মহিলা কলেজ হিচাপে ইন্দ্ৰপ্ৰস্থ কলেজৰো বিশেষ খ্যাতি আছিল। বাণিজ্য বিভাগৰ স্বীকৃতি ভাৰতীয় বিশ্ববিদ্যালয়সমূহত পলমকৈ হৈছিল। শৈক্ষিক বাতাবৰণ বহু সময়ত ৰাজনৈতিক আৰু ধৰ্মীয় বিচাৰৰ প্ৰভাৱত কলুষিত হোৱা নগেন্দ্ৰই প্ৰত্যক্ষ কৰিছিল। ভাষিক চেতনাৰ গুৰুত্ব বিশেষভাৱে লক্ষ্য কৰা হৈছিল। দিল্লী আৰু পঞ্জাৱৰ অনেক লোকৰে হিন্দীৰ সৈতে সম্পৰ্ক নাছিল। কেন্দ্ৰীয় চৰকাৰৰ বিষয়ববীয়াসকলৰো এক বৃহৎ সংখ্যকে হিন্দী, উৰ্দুতো নাজানিছিলেই নিজ মাতৃভাষাৰ জ্ঞানো তেওঁলোকৰ সামান্যহে আছিল। যিসকল ব্যক্তিৰ হাতত নীতি নিৰ্ধাৰণৰ অধিকাৰ আছিল সেইসকলৰ ভাষাৰ ব্যৱহাৰিক সমস্যাসমূহৰ জ্ঞান নথকাটো বাস্তৱিকতেই বিড়ম্বনা বুলি লেখকে অনুভৱ কৰিছিল। বিশ্ববিদ্যালয় আৰু অনাতাঁৰ কেন্দ্ৰৰ অস্থায়ী চাকৰিয়ে লেখকক সমাজ বাস্তৱৰ অনন্য উপলব্ধি প্ৰদান কৰিছিল। নিজৰ জীৱনৰ পৰিপূৰ্ণ সত্য পাঠকৰ সন্মুখত তুলি ধৰিব পৰাকৈ তেওঁ উদাৰ নাছিল বুলি উল্লেখ কৰি লেখকে কৈছে যে ব্যক্তিৰ একান্ত নিজা কিছুমান অনুভূতিৰ অন্য ব্যক্তিৰ কাষত বিশেষ মূল্য নাই।

নগেন্দ্ৰৰ দৰেই মহেশ্বৰ নেওগৰ 'জীৱনৰ দীঘ আৰু বাণি'ত বিদ্যায়তনিক ক্ষেত্ৰখনৰ বিশেষ প্ৰকাশ ঘটিছে। কিন্তু নিজৰ অতীত কথনত সমাজ আৰু সময়ৰ বিৰাট পৰিৱৰ্তনক তেওঁ সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিছে। তেওঁ গভীৰভাৱে অনুধাৱন কৰিছে যে 'গাঁওবোৰৰ আৰ্থিক জীৱনটো ধৰি ৰাখিব নোৱাৰিলে অসমীয়া সামাজিক-সাংস্কৃতিক লক্ষণ আৰু সম্পদক ধৰি ৰখা টান হ'ব।' সাংস্কৃতিক দিশলৈ অহা পৰিৱৰ্তন প্ৰত্যক্ষ কৰি তেওঁ লিখিছে — 'আজি ঘোঁকট গাঁৱতো বিয়ানাম হৈছেগৈ হিন্দী বোলছবিৰ গীত।' ডেৰকুৰি বছৰৰ আগতে লেখকে কমাৰফদীয়া পঢ়াশালিত নাম লগাবলৈ অহা এটা ল'ৰাৰ নাম শুনিছিল 'ভাল'বাছা' (ভালোবাসা)। স্বাধীনতাৰ পৰৱৰ্তী কালত খদ্দৰৰ অৱমূল্যায়ন তেওঁ প্ৰত্যক্ষ কৰিছিল। বিদেশী চাহাবৰ সৈতে অসমীয়া ছাত্ৰৰ সংঘাতৰ ছবিখনে ৰবীন্দ্ৰনাথ ঠাকুৰ, কৃষ্ণ শৰ্মাৰ ডায়েৰীৰ সদৃশ প্ৰসংগলৈ আঙুলিয়াই দেখুৱাইছে। সেইদৰে বৌদ্ধিক সমাজখনৰ বাতৰি দিবলৈ যাওঁতে ৰত্নকান্ত বৰকাকতিয়ে ৰায়তৰ ৰাজহুৱা সভাত যোগ দিয়াৰ সময়ত উদ্ভৱ হোৱা পৰিস্থিতিয়ে নগেন্দ্ৰৰ 'অৰ্ধকথা'ৰ নিৰালাৰ প্ৰসংগ মনত পেলাই দিছে। নগেন্দ্ৰৰ দৰেই স্বাধীনতাৰ পূৰ্বকালৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ প্ৰসংগ তেওঁ উল্লেখ কৰি লিখিছে যে — সাম্প্ৰদায়িক বিষে দেশখনকে ৰুগ্ন কৰি পেলাইছিল। স্বৰাজোত্তৰ ভাৰতত মুনাফাখোৰ, মজুতদাৰ যিসকলক পণ্ডিতজীয়ে নিকটতম বৃক্ষৰ ডালত ফাঁচি দিয়াৰ কথা কৈছিল, তেওঁলোকেই সমাজত বৰপীৰা পাৰি বহাৰ দৰে সামাজিক বিড়ম্বনা লেখকে প্ৰত্যক্ষ কৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা আৰু পৰৱৰ্তী কালৰ শৈক্ষিক বাতাবৰণৰ অনেক তথ্য আত্মজীৱনীখনত আছে আৰু নগেন্দ্ৰৰ দৰেই শৈক্ষিক ক্ষেত্ৰখনত আনুষংগিক অশুভ শক্তিৰ প্ৰচ্ছায়া তেওঁ লক্ষ্য কৰিছিল। অসমীয়া ভাষা শাসকীয় ভাষা হোৱাৰ সুদীৰ্ঘ ইতিহাসৰ তেওঁ সাক্ষী আছিল। ভ্ৰমণৰ অনেক অভিজ্ঞতাই তেওঁক আমাৰ সাংস্কৃতিক ক্ষেত্ৰখনক ভিন্ন সাংস্কৃতিক পৰম্পৰাৰে ৰিজাই চোৱাৰ সুযোগ দিছিল। পৰিৱৰ্তিত সামাজিক মূল্যবোধৰ অশুভ প্ৰভাৱে তেওঁক ব্যথিত কৰিছিল। 'মানুহৰ ঠাইত হোৱা মেম'নৰ এই পূজাও যদি সাৰ্থকভাৱে হ'লহেতেঁন!' কিন্তু লেখকে গভীৰভাৱে উপলব্ধি কৰিছিল যে হেৰাই যোৱাখিনিৰ বাবে হুমুনিয়াহ চাৰি লাভ নাই।

অমৃতা প্ৰীতমৰ 'ৰছিদি টিকট' লেখিকাৰ অন্তৰংগ জীৱনৰ সৈতে নিজস্ব আন্তৰিক কথন যদিও গ্ৰন্থখনিত সমাজ বাস্তৱৰ উপলব্ধি আৰু উপস্থাপনৰ গভীৰতা প্ৰকাশ পাইছে। গ্ৰন্থখনিয়ে সমাজত নাৰীৰ স্থানৰ এক বিশেষ ইংগিত বহন কৰি আছে। শৈশৱতে গঢ়ি উঠা লেখিকাৰ বিশেষ ব্যক্তিত্বত আখৰৰ প্ৰতি শ্ৰদ্ধা, সমকালীন উদাসীনতা সত্বেও আখৰ আৰু কলমৰ প্ৰতি শৈশৱতে অন্তৰত ৰোপিত হোৱা শ্ৰদ্ধাবৃক্ষ চিৰসেউজ হৈ থকাৰ উল্লেখ আদিয়ে লেখিকাৰ ব্যক্তিত্ব গঠনত তেওঁৰ শৈশৱ আৰু সমকালীন সমাজৰ প্ৰভাৱৰ ইংগিত দিছে। পৰিয়াল আৰু পৰিৱেশৰ অনিবাৰ্য প্ৰভাৱত নিৰ্মিত ব্যক্তিত্বই কিদৰে প্ৰতিকূল সমাজ বাস্তৱৰ সাহসেৰে সন্মুখীন হৈছিল গ্ৰন্থখনিত সেই ছবি স্পষ্ট। সাম্প্ৰদায়িক অসহিষ্ণুতাৰ বিপক্ষে শৈশৱতে প্ৰতিবাদ কৰা লেখিকাৰ ব্যক্তিত্বত প্ৰতিফলিত হৈছিল এক অনমনীয় সাহস। ১৯৪৭ চনৰ দেশ বিভাজনৰ অনিবাৰ্য ছাঁ সকলো পঞ্জাবী সাহিত্যিকৰ দৰে তেওঁৰ সাহিত্যতো স্পষ্ট। সমকালীন অন্তহীন সমালোচনাকো নেওচি গভীৰ মানৱতাবাদী আৰু আধুনিকতাবাদী দৃষ্টিৰে তেওঁ লিখি উলিয়াইছিল অনন্য সাহিত্যৰাজি। দেশকালৰ সীমা চেৰাই চিৰন্তন মানৱীয় অনুভূতিৰে কিদৰে সকলোৰে অন্তৰ স্পৰ্শ কৰিছিল সেই কথা লেখিকাই অনুভৱ কৰিছিল। 'জীৱনৰ দীঘ আৰু বাণি'ত লেখকে সাহিত্য আৰু সমাজৰ সম্পৰ্ক আৰু সাহিত্যৰ সাৰ্বজনীনতাৰ যি উপলব্ধি ব্যক্ত কৰিছে বিভিন্ন দেশ



ভ্ৰমণৰ সময়ত ভিন্ন সাহিত্যৰ স্বাদ গ্ৰহণৰ মুহূৰ্তত অমৃতা প্ৰীতমৰো সদৃশ অনুভৱেই হৈছে। উজবেকিস্তানৰ কবি জুলফিয়াৰ ঘৰত ভাষাৰ ব্যৱধানত পঢ়িব নোৱাৰা গ্ৰন্থখনৰ বেটুপাতত চকুত চকুলো লৈ থকা নাৰীগৰাকীৰ ছবিয়ে অমৃতাক এই উপলব্ধি প্ৰদান কৰিছে যে, নাৰীৰ চকুৰ সৈতে চকুলোৰ সম্পৰ্ক যেন চিৰন্তন। সাহিত্যৰ ওপৰত সমাজ বাস্তৱৰ প্ৰভাৱো তেওঁ প্ৰত্যক্ষ কৰিছিল ভিন্ন সময়ত। জীৱনক অৰ্ধসত্যৰে নহয় সম্পূৰ্ণ সত্যৰে গ্ৰহণ কৰিব খোজা লেখিকাৰ আত্মজীৱনী এক ব্যতিক্ৰমী উদাহৰণ। সত্যৰ হাতত ঘৰ ভাঙিবলৈ সাজু তেওঁৰ সাহিত্যৰ চৰিত্ৰসমূহৰ দৰেই লেখিকাৰ ব্যক্তিগত জীৱনো সত্যৰ প্ৰতি বিশেষভাৱে দায়বদ্ধ। কিন্তু 'কল্পনাৰ যাদু'ৰ দৰে অধ্যায়ে তেওঁকো সামাজিক সংস্কাৰে কিদৰে প্ৰভাৱিত কৰি ৰাখিছিল তাৰ ইংগিত বহন কৰি আছে।

মামণি ৰয়ছম গোস্বামীৰ 'আধা লেখা দস্তাবেজ'ত লেখিকাৰ ব্যক্তি জীৱনৰ প্ৰকাশ 'ৰছিদি টিকট'তকৈয়ো বেছি মুক্ত আৰু সাহসী। তেওঁৰ ৰচনাৰ মাজেদিও একে সময়তে মানৱতাবাদী আৰু আধুনিকতাবাদী দৃষ্টিৰ প্ৰকাশ ঘটিছে আৰু অমৃতাৰ দৰেই কলমক আশ্ৰয় হিচাপে গ্ৰহণ কৰা মামণি ৰয়ছমে জীৱনৰ সংঘাতক, নাৰীকেন্দ্ৰিক সমাজ বাস্তৱক গভীৰ উপলব্ধিৰে উপস্থাপন কৰিছে অমৃতাৰ দৰে। সামাজিক ক্ষেত্ৰৰ ভুল বিচাৰৰ প্ৰতিবাদ কৰিছে তেওঁ তেওঁৰ সাহিত্যৰ চৰিত্ৰসমূহৰ মাজেদি। অমৃতাৰ আত্মজীৱনীত থকাৰ দৰেই ৰাজনৈতিক চেতনা কিছু ক্ষেত্ৰত 'আধালেখা দস্তাবেজ'তো প্ৰত্যক্ষ কৰা হৈছে। কিন্তু শ্ৰমিকৰ জীৱনক খুব ওচৰৰ পৰা প্ৰত্যক্ষ কৰা লেখিকাৰ অৰ্থনৈতিক চেতনা অধিক তীব্ৰ। বাহ্যিক আচাৰ-নীতিত বিশ্বাস নথকা আৰু বিধৱাসকলৰ জীৱন-যন্ত্ৰণাক নিজৰ পৰিয়ালতে প্ৰত্যক্ষ কৰা লেখিকাই এইধৰণৰ অন্ধ সংস্কাৰৰ পৰা নাৰীসকলক মুক্ত কৰাৰ সপক্ষে মাত মাতিছিল। অন্যান্য সামাজিক সমস্যাসমূহো তেওঁ গভীৰ সহানুভূতিৰে অনুভৱ কৰিছিল। অকলশৰীয়া নাৰীৰ সমস্যাই অমৃতা প্ৰীতমৰ দৰে মামণি ৰয়ছমৰ চেতনাকো জোকাৰি গৈছিল। সদৰামীনৰ পৰা মামণি ৰয়ছমলৈ এক সুদীৰ্ঘ পৰিক্ৰমা। অথচ নাৰীকেন্দ্ৰিক সমাজ বাস্তৱৰ ছবিখন যেন সলনি হৈয়ো বহু সময়ত স্থিৰ হৈ ৰৈছিল।

আলোচ্য আত্মজীৱনী কেইখনিয়ে বৈচিত্ৰ্য আৰু মৌলিকতা ৰক্ষা কৰিও এক ভাৰতীয় সমাজক তুলি ধৰাত যত্নপৰ হৈছে। ই সাহিত্যৰ সৈতে সমাজৰ অভিন্নতাকে স্পষ্ট কৰি তুলিছে। একান্ত আত্মচিন্তন আৰু আত্ম অভিব্যক্তি প্ৰকাশৰ মুহূৰ্ততো কিদৰে এই বিশেষ সমাজৰ বোধ আৰু চেতনাই ব্যক্তিক স্পৰ্শ কৰি থাকে এই কথাও আলোচনাত স্পষ্ট হৈ উঠিছে। গ্যেটেই কৈছিল — 'মই বিশ বছৰৰ আগতে জন্মাহেঁতেন বেলেগ মানুহ হ'লোঁহেঁতেন।' ই ব্যক্তিৰ স্ব-নিৰ্মাণত সামাজিক বোধ আৰু চেতনাৰ কথাই নিৰ্দেশ কৰিছে। আত্মজীৱনীৰ গভীৰ আৰু ব্যাপক আবেদনে সৃষ্টি কৰা আকৰ্ষণীয়তা আৰু বাস্তৱৰ সৈতে ঘনিষ্ঠতাই অন্য সাহিত্যিক বিভাগতকৈ এই শ্ৰেণীৰ সাহিত্যৰ সামাজিক চেতনাক বিশেষ মাত্ৰাও প্ৰদান কৰিছে। ❑





# ভাৰতীয় সংগীতৰ পৰম্পৰা আৰু বৰগীত

ড° কনক চন্দ্ৰ চহৰীয়া

ভাৰতবৰ্ষ সংগীতপ্ৰধান দেশ। ভাৰতীয় সাহিত্য-সংস্কৃতিৰ মূল ধাৰা বুলি যাক কোৱা হয় সেই বেদতেই সংগীতৰ সম্পৰ্ক আছে। অৱশ্যে ঠিক বেদ বুলি ক'লে ভুল কৰা হ'ব। বেদ ৰচনাৰ আগতো অৰ্থাৎ প্ৰাক্-বৈদিক যুগত ভাৰতবৰ্ষত যি সিন্ধু সভ্যতা গঢ়ি উঠিছিল তাত উদ্ধাৰ হোৱা ভগ্নাংশৰ মাজতো সংগীত চৰ্চাৰ ভালেমান সাক্ষ্য পোৱা গৈছে। খ্ৰীষ্টপূৰ্ব পাঁচ হাজাৰ বছৰৰো পূৰ্বৰ সিন্ধু সভ্যতাৰ মহেঞ্জদাৰো আৰু হৰপ্পাত উদ্ধাৰ হোৱা গুহাৰ ভালেমান ভগ্নাংশত ভাস্কৰ্যখোদিত বাদ্যযন্ত্ৰ, নৃত্যৰতা নাৰীমূৰ্তি আৰু ডিঙিত ওলোমাই ৰখা মৃদংগৰ দৰে বাদ্য আদিৰ যি প্ৰতিচ্ছবি পোৱা গৈছে সেইবোৰেই প্ৰমাণ কৰে নিশ্চয় প্ৰাকবৈদিক কালতে এই মহেঞ্জদাৰো আৰু হৰপ্পাত সংগীত-চৰ্চা হৈছিল।

ভাৰতবৰ্ষত প্ৰকৃতাৰ্থত সংগীত সাধনাৰ সঠিক বুৰঞ্জী পোৱা গৈছে খ্ৰীষ্টপূৰ্ব তিনি হাজাৰ বা চাৰি হাজাৰ বছৰৰ পৰা। এই সময়ছোৱাৰ পৰা খ্ৰীষ্টপূৰ্ব ৬০০ লৈ বৈদিক যুগ। ভাৰতীয় আদিমতম শাস্ত্ৰ চাৰিবেদ এই সময়ছোৱাৰ ভিতৰতে ৰচিত হয়। তদুপৰি প্ৰতিখন বেদৰেই সংহিতা, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদসমূহো সৃষ্টি হয়। বেদৰ সংহিতাংশত থকা শ্লোকসমূহ বাদ্য আৰু নৃত্যৰ সহযোগত গোৱাৰ ব্যৱস্থা আছিল। ঋকবেদৰ যি দহোটা মণ্ডল আছিল তাত অগ্নি, ইন্দ্ৰ, বায়ু, বৰুণ, সোম, বিশ্বামিত্ৰ, কামদেৱ আদি দেৱতাসকলৰ উদ্দেশ্যে ৰচিত মন্ত্ৰসমূহ গোৱা হৈছিল। পুৰোহিতসকলে ভিন ভিন ছন্দত এই মন্ত্ৰবোৰ গাইছিল। এওঁলোকক বোলা হৈছিল *উদগাতা*। ঋকবেদৰ চন্দ্ৰদেৱতা বা সোমদেৱৰ উদ্দেশ্যে গোৱা মন্ত্ৰবোৰকে সামগান বোলা হৈছিল। ঋকবেদৰ পিছত ৰচিত সামবেদ আকৌ মূলতঃ সংগীত কাব্যই আছিল। 'সাম' মানেই গানৰ কাব্য। ইয়াৰ স্তোত্ৰসমূহ মূলতঃ দেৱতা আৰু ঋষিসকলৰ উদ্দেশ্যে গোৱা হৈছিল। সামবেদৰ স্তোত্ৰ বা গানসমূহক *প্ৰস্থা*, *উদগীথ*, *প্ৰতিহাৰ*, *উপদ্ৰৱ* আৰু *নিধন* এই পাঁচোটা ভাগত ভগোৱা হৈছিল। ইবোৰৰ গানৰ ছন্দও আছিল সুকীয়া; যেনে ঃ গায়ত্ৰী, ত্ৰিষ্টুপ, অনষ্টুপ, উচ্চত্বীক, পংক্তি, বৃহতি, জগাতি ইত্যাদি। এই গান গোৱা ব্ৰাহ্মণ পুৰোহিতসকলকো বেলেগ বেলেগ নামেৰে জনা গৈছিল। প্ৰস্থাগান গোৱাসকল *প্ৰস্তুতি*, উদগীথ বা উদগান গোৱাসকল *উদগাত্ৰী*, প্ৰতিহাৰ গোৱাসকল *প্ৰতিহাৰী* আৰু নিধনগীত গোৱাসকল অন্যান্য ব্ৰাহ্মণ আছিল। এই গানসমূহ উদাত্ত, অনুদাত্ত আৰু স্বৰিত স্বৰত গোৱা হৈছিল। বৈদিক যুগত দেৱতা আৰু ঋষিসকলৰ উদ্দেশ্যে যেনেদৰে ব্ৰাহ্মণসকলে ভিন ভিন স্তোত্ৰ বা গান গাইছিল তেনেদৰে সাধাৰণ শ্ৰেণীৰ মানুহেও যাগ-যজ্ঞত গীত-পদ গাইছিল। সেয়ে বৈদিক সামগানক প্ৰধানকৈ দুটা ভাগত বিভক্ত কৰা হৈছিল। এই ভাগ দুটাক *পূৰ্বচিৰ্চক* আৰু *উত্তৰচিৰ্চক* নামেৰে জনা যায়। পূৰ্বচিৰ্চকৰ আকৌ দুটা শাখা; *গ্ৰামগেয় গান* আৰু *অৰণ্যগেয় গান*। সাধাৰণ শ্ৰেণীৰ মানুহে যাগ-যজ্ঞত গোৱা গানেই আছিল গ্ৰামগেয় গান। পৰৱৰ্তী কালত এই গানৰ পৰাই গান্ধৰ্ব অৰ্থাৎ মাৰ্গ সংগীতৰ সৃষ্টি হোৱা বুলি কোৱা হয়। আনহাতে অৰণ্যগেয় গান আছিল অৰণ্যবাসী




যাজ্ঞিকব্ৰাহ্মণসকলে গোৱা গান। সেইদৰে উত্তৰচ্চিৰ্চকো দুই ভাগে বিভক্ত; *উহ্য* আৰু *উহ*। এই দুয়োবিধ গানেই ব্ৰাহ্মণসকলে গোৱা অৰণ্যগেয় গানৰ সমপৰ্যায়ৰ। গোপনীয় ধৰ্মতত্ত্ববিদসকলে ইয়াক গোৱা বুলি শুনা যায়।

বেদৰ এই গানৰ অনুশীলন উপনিষদসমূহৰ মাজতো পোৱা যায়। বিশেষকৈ ছান্দোগ্য, বৃহদাৰণ্যক, তৈত্তিৰীয় আদি উপনিষদত নৃত্য-বাদ্যসহ ইয়াক গোৱাৰ উল্লেখ পোৱা পোৱা গৈছে। উপনিষদৰ পাছত অৰ্থাৎ খ্ৰীষ্টপূৰ্ব ৫০০ ৰ পৰা বৈদিক স্তোত্ৰ, মন্ত্ৰ আদি সামগানৰ ঠাইত গান্ধৰ্ব গানে প্ৰাধান্য লাভ কৰিবলৈ ধৰে। এই সময়ৰ পৰা বৈদিকোত্তৰ যুগ আৰম্ভ হৈছে। আমি ইতিপূৰ্বে উল্লেখ কৰা প্ৰায়বোৰ গীতেই এই গান্ধৰ্ব গানৰ মূল। অৰ্থাৎ বৈদিক ঋক আৰু সামগানেই বিৰ্বতনৰ ফলত গান্ধৰ্ব গানলৈ ৰূপান্তৰ ঘটে। বেদ-উপনিষদৰ পিছৰ ৰচনা *ৰামায়ণ* আৰু *মহাভাৰতৰ* যুগত এই গান্ধৰ্ব গানে প্ৰাধান্য লাভ কৰা পৰিলক্ষিত হয়। মহাকাব্যদ্বয়ৰ পিছত ৰচিত পুৰাণৰ যুগতো এই গান্ধৰ্ব গানৰ প্ৰচলন কমা নাছিল। পুৰাণসমূহৰ ভিতৰত *মাৰ্কণ্ডেয় পুৰাণ, বায়ুপুৰাণ, বৃহধৰ্মপুৰাণ* বিশেষভাৱে উল্লেখযোগ্য। এই পুৰাণসমূহত সংগীতৰ স্বৰ, গ্ৰাম, বৰ্ণ আদিৰ লগতে মূৰ্ছনা আদিৰ উল্লেখ পোৱা গৈছে। *বায়ুপুৰাণ*ত গন্ধৰ্ব আৰু অপ্সৰাসকলে বাদ্যযন্ত্ৰসহ গীত গোৱাৰ কথা উল্লেখ আছে। বেদৰ দিনৰ পৰা বৈদিকোত্তৰ এই মহাকাব্য-পুৰাণৰ যুগলৈ যাগ-যজ্ঞত ব্ৰাহ্মণ-পুৰোহিতসকলৰ যি প্ৰাধান্য আছিল তাৰ ফলত ক্ৰমশঃ হিন্দু ধৰ্মত দ্বন্দ্ব-খৰিয়াল আৰু নানান বিশৃংখলেও দেখা দিবলৈ ধৰিলে। যাৰ বাবে পৰৱৰ্তী কালত ভাৰতবৰ্ষত বৌদ্ধ, জৈন আদি ধৰ্মই গা কৰি উঠিল। কিন্তু এই বৌদ্ধ আৰু জৈন ধৰ্মৰ প্ৰচাৰতো সংগীতৰ ভূমিকা নকমিল। বৌদ্ধ ধৰ্মৰ প্ৰচাৰক গৌতম বুদ্ধৰ সময়ত সংগীত চৰ্চা পুনৰ বৃদ্ধি পাবলৈ ধৰিলে। তদানীন্তন বৌদ্ধ ভিক্ষু-ভিক্ষুণীসকলে যে সংগীতৰ অনুশীলন কৰি বুদ্ধৰ বাণীসমূহ গাই ফুৰিছিল সেই কথা *থেৰীগাথা*সমূহৰ পৰা জানিব পাৰি। বৌদ্ধ সাহিত্যত নৰ্তকী আৰু গণিকাসকলক সংগীতজ্ঞ হিচাপে সমাজত উচ্চ স্থান দিয়াটোৱেই প্ৰমাণ কৰে তদানীন্তন সংগীতৰ চৰ্চা আৰু সাধনা। বৌদ্ধ যুগৰ দৰেই মৌৰ্যযুগতো সংগীতৰ চৰ্চা সন্মানজনক স্তৰত আছিল। বৌদ্ধধৰ্মৰ দৰেই জৈন ধৰ্মৰ প্ৰচাৰতো সংগীতৰ যথেষ্ট বৰঙণি আছিল। এই ক্ষেত্ৰত *'জৈন হৰিবংশ'*নামৰ গ্ৰন্থত বিবিধ বাদ্যযন্ত্ৰৰ লগতে সংগীতৰ স্বৰভেদ, গ্ৰাম, বৰ্ণ, মূৰ্ছনা, জাতি আদিৰ উল্লেখ থকাটোৱেই প্ৰমাণ কৰে। এই বৌদ্ধ আৰু জৈন ধৰ্ম প্ৰচাৰৰ লগত জড়িত সংগীতৰ সময় ভৰত মুনিৰ *নাট্যশাস্ত্ৰ* ৰচনাৰ আগৰ। জৈন ধৰ্ম প্ৰচাৰৰ সময় খ্ৰীষ্টপূৰ্ব ৫২৮, আনহাতে ভৰত মুনিৰ সময় আনুমানিক প্ৰথম খ্ৰীষ্টাব্দ। কোনো কোনোৱে অৱশ্যে খ্ৰীষ্টপূৰ্ব প্ৰথম শতিকাৰো আগত বুলি ক'ব খোজে। যিয়েই নহওক বৌদ্ধ আৰু জৈন ধৰ্মৰ লগত জড়িত গীত-পদসমূহ ভৰত মুনিৰ আগৰ ৰচনা। এই সময়ছোৱাৰ গাথা আৰু আখ্যানযুক্ত এই গীতবোৰক নাট্যশাস্ত্ৰই জাতিগানৰ শৈলীত ধৰিছে। জাতিগান এনে এক প্ৰাচীন গায়ন পদ্ধতি, যি তালবদ্ধ আৰু স্বৰনিৰ্ভৰ, তদুপৰি ইয়াত গাথা বা আখ্যানৰ প্ৰাধান্য স্পষ্ট। এই জাতিগানৰ পৰা পৰৱৰ্তী কালত ৰাগশৈলীৰ গায়ন পদ্ধতি গঢ়ি উঠিছে। এই জাতিগান বা জাতিশৈলী আৰু ৰাগশৈলী মূলতঃ গান্ধৰ্ব বা মাৰ্গগীতৰেই অন্তৰ্গত আছিল। ভৰত মুনিৰ নাট্যশাস্ত্ৰমতে জাতিগানৰ কিছুমান শৈলীৰ সৃষ্টি হৈছিল। এইবোৰক বোলা হৈছিল *গীতিয়া*। ভৰত মুনিৰ মতে এই গীতিয়া চাৰিপ্ৰকাৰ; সেয়া হ'ল *মাগধী, অৰ্ধমাগধী, সাম্ভবিতা* আৰু *পৃথুলা*। *সংগীত ৰত্নাকৰৰ* ৰচক ত্ৰয়োদশ শতাব্দীৰ শাৰংগদেৱৰ মতে ই পাঁচপ্ৰকাৰ। দৰাচলতে জাতিগানৰ এই শৈলী বা গীতিয়াৰৰ আধাৰতে ৰাগশৈলীৰ উন্মেষ ঘটে। ষষ্ঠ শতাব্দীৰ মতংগ দেৱৰ *'বৃহদ্দশী'*ত সেয়ে আছেঃ 'একলস্য-ৰাগাদেৰ্জন্মহেতুত্ত্বা জ্জাতয়'। গতিকে পৰিষ্কাৰ কথা, ভৰত মুনিৰ পিছৰ পৰাই ৰাগশৈলীৰ গান অবৈদিক প্ৰবন্ধ গান প্ৰচলিত হয় আৰু মতংগ দেৱৰ ষষ্ঠ শতাব্দীৰ সময়ত ইয়াৰ বহুল প্ৰচলন হ'বলৈ ধৰে। উল্লেখনীয় যে, ৰাগশৈলীৰ আগৰ জাতিগান *গাথা* আৰু *আখ্যান* এই দুই ধাৰাৰ আছিল। কিন্তু ৰাগশৈলীৰ গানত জাতিগানৰ দৰে আখ্যানৰ পথ সুচল নহ'ল। এই ৰাগশৈলীৰ গানত প্ৰাকৃত অপভ্ৰংশৰো প্ৰয়োগ বৈছিকৈ হোৱা পৰিলক্ষিত হয়, যাৰ বাবে অবৈদিক প্ৰবন্ধ গানৰূপেই পৰিচিত হ'ল। প্ৰবন্ধ গান হ'ল আচলতে ৰস উপলব্ধিৰ অনুকূলে সুৰ, তাল, লয় বৈশিষ্ট্য আৰু বাদ্যযন্ত্ৰযুক্ত শাস্ত্ৰীয় গীত। অবৈদিক প্ৰবন্ধ গানত উল্লিখিত উপাদান কেইটাৰ উপৰি ৰাগশৈলী জনপ্ৰিয় হৈ পৰে। কৈ থোৱা ভাল, বৈদিক যুগতো সামগান আৰু পৰৱৰ্তী গান্ধৰ্ব গানৰ লগত প্ৰবন্ধ গান শব্দটোৰ প্ৰচলন আছিল। ইয়াৰ ভাষাও আছিল সংস্কৃত, কিন্তু অবৈদিক প্ৰবন্ধ গানৰ দৰে ইয়াত ৰাগশৈলীৰ প্ৰচলন বা প্ৰাধান্য নাছিল।

ভৰত মুনিৰ পিছত ভাৰতীয় সংগীতত প্ৰাধান্য বিস্তাৰ কৰা প্ৰবন্ধ গানসমূহ ত্ৰয়োদশ শতিকাৰ পিছত ইয়াৰ গ্ৰাম, মূৰ্ছনা, জাতি আদিৰ পৰিৱৰ্তন হৈ উত্তৰ ভাৰতীয় বা হিন্দুস্থানী আৰু দক্ষিণ ভাৰতীয় বা কৰ্ণাটকী নামেৰে দুটা ধাৰাত বিভক্ত হৈ পৰে। দক্ষিণ ভাৰতীয় ধাৰাত ৰামামাত্য গ্ৰামমূৰ্ছনা পদ্ধতিৰ সলনি *জন্যজনক* বা *ঠাটনাগ* পদ্ধতিৰ প্ৰচলন হয়। এই প্ৰসংগত সংগীতৰ নাদ, শ্ৰুতি, স্বৰ আৰু মূৰ্ছনাৰ বিষয়ে অলপ উল্লেখ কৰা ভাল হ'ব। দৰাচলতে সংগীতৰ উপযোগী মধুৰ ধ্বনি বা কম্পনেই হ'ল *নাদ*। শ্ৰুতি হ'ল এই নাদৰ সূক্ষ্মভাগ। এনে ২২ টা শ্ৰুতিৰ আধাৰতে সপ্তস্বৰ স, ঋ, গা, মা, প, ধ আৰু নি উদ্ভৱ হৈছে। আকৌ এই ২২ টা শ্ৰুতিৰ আধাৰতে সুকীয়াকৈ ১৮ টা 'জাতি' নামৰ স্তৰৰো প্ৰচলন হয়। বিশেষকৈ গান্ধৰ্ব গানৰ পিছত জাতি-গানত এই স্বৰৰ প্ৰচলন আছিল আৰু পৰৱৰ্তী কালত জাতিগানৰ এই স্বৰৰ সূক্ষ্ম বিচাৰ ভিত্তিতে ৰাগ






পদ্ধতিৰ গায়নশৈলীৰ উন্মেষ ঘটে। আনহাতে গ্ৰাম হ'ল শ্ৰুতি আৰু স্বৰৰ বিশেষ সমষ্টি। তেনেদৰে মূৰ্ছনা হ'ল সাতোটা স্বৰৰ ক্ৰমিক আৰোহ আৰু অৱৰোহ। ভাৰতীয় শাস্ত্ৰীয় সংগীতত যেতিয়া এই গ্ৰাম, মূৰ্ছনা, জাতি আদিৰ বাবে হিন্দুস্থানী আৰু কৰ্ণাটকী ৰূপে দুটা ধাৰাৰ জন্ম হ'ল তেতিয়াই দুয়োধাৰাতে সংগীতৰ সুকীয়া সুকীয়া অগ্ৰগতি ঘটিল। উত্তৰ ভাৰতীয় সংগীতত উদ্ভৱ হোৱা এনে সংগীতৰ ভিতৰত *ধ্ৰুপদ, খেয়াল, টপ্পাগান, ঠুম্ৰী* আদি প্ৰধান।

ভাৰতীয় সংগীতৰ পৰম্পৰাৰে 'সম্পৰ্কিত' আন এটা ধাৰা হ'ল অসমৰ সংগীত পৰম্পৰা। অতি পুৰণি কালৰ পৰা প্ৰচলিত অসমৰ সংগীতকো দুটা ধাৰাত বিভক্ত কৰিব পাৰি। এটা ৰাগ সংগীতৰ ধাৰা আৰু আনটো লোক সংগীতৰ ধাৰা। অসমত যে অতীতৰ পৰাই উচ্চমানৰ সংগীত পৰম্পৰা এটা আছিল সেই কথা বিভিন্ন পুৰাণ কথা (Myth), জনশ্ৰুতি (Legend) আৰু প্ৰবাদ বাক্য আদিয়েই প্ৰমাণ কৰে। *শ্ৰীমদ্‌ভাগৱত* পুৰাণত উল্লেখ থকা শোণিতপুৰৰ চিত্ৰলেখাই নৃত্য-গীতেৰে মোহিত কৰি দ্বাৰকাৰ অনিৰুদ্ধক উষাৰ ওচৰলৈ লৈ অহা, প্ৰখ্যাত ৰজা ভগদত্তৰ ৰাজসভা নৃত্য-গীতেৰে মুখৰিত হৈ থকা, ৰজা ভাস্কৰ বৰ্মাৰ ৰাজসভাত চীনা পৰিব্ৰাজক হিউৱেনচাঙক প্ৰায় এমাহমান সংগীতেৰে মনোৰঞ্জন কৰোৱা ইত্যাদি কথাবোৰেই ইয়াৰ প্ৰমাণ। প্ৰাচীন অসমৰ শিলালিপি, তাম্ৰলিপি আদিৰ উপৰি নৃত্যৰতা ভাস্কৰ্যখোদিত শিল আদিয়েও প্ৰমাণ কৰে অসমৰ সাংগীতিক ঐতিহ্যৰ কথা। নৱম শতিকাৰ বনমালবৰ্মাৰ তামৰ ফলিত উল্লেখ কৰা আছে *'দেৱগাৰং বাদ্যগীত প্ৰণাদৈ'* অৰ্থাৎ গীত-বাদ্যৰ ধ্বনিৰে দেৱালয়সমূহ মুখৰিত। দশম শতিকাত ৰচিত *'কালিকা পুৰাণ'*তো এনেধৰণৰ গীত-বাদ্যৰ উল্লেখ পোৱা গৈছে। তদুপৰি সেই সময়ৰ শিলৰ ধ্বংসাৱশেষবোৰৰ মাজতো নৃত্য বাদনৰত নানান নাৰী-পুৰুষৰ মূৰ্তি আৱিষ্কাৰ হোৱাটো এই ক্ষেত্ৰত উল্লেখযোগ্য। ত্ৰয়োদশ শতিকাত বেদাচাৰ্য বিৰচিত *স্মৃতি ৰত্নাকৰ*গ্ৰন্থতো বিষ্ণুজাগৰ প্ৰসংগত গান্ধৰ্ব নৃত্যৰ উল্লেখ থকাটো এই ক্ষেত্ৰত প্ৰণিধানযোগ্য। বেদাচাৰ্যৰ মতে বিষ্ণুজাগৰত সাধুসকলৰ লগ লাগি বাদ্য সহকাৰে নৃত্য-গীত কৰাটো নিতান্তই কৰণীয়। অন্যথাই পাপত মগ্ন হৈ শাস্তি ভুগিব লাগে বুলি কোৱা হৈছে—

'স-শাস্ত্ৰং জাগৰং যস্য নৃত্য গন্ধৰ্ব সংযুতম্।
সবাদ্যং তালসংযুক্তং সদীপং সাধুৰ্ভিযুতম্।।
যোন নৃত্যতি মূঢ়াত্মা পুৰতো জাগৰে হৰেঃ
পঙ্গুত্বং তস্য জানীহি সপ্ত জন্মানি পৰ্বতি।।
য পুনঃ কুৰুতে গীতং নৃত্যং জাগৰণে হৰেঃ
ব্ৰাহ্মপদং তদীয়ঞ্চ মদীয়স্তস্য বৈষ্ণৱম্।।'

*'স্মৃতিৰত্নাকৰ'*ৰ দৰেই ৫ম-৬ষ্ঠ শতিকাতে ৰচিত পালকাব্যৰ হস্ত্যায়ুৰ্ব্বেদ পুথিখনিতো তদানীন্তন কামৰূপ তথা প্ৰাচীন অসমৰ নৃত্যগীতৰ উল্লেখ পোৱা গৈছে। ইতিপূৰ্বে উল্লেখ কৰি অহা নৱম শতিকাৰ বনমাল বৰ্মাৰ তেজপুৰৰ তামৰ ফলিত গীত- বাদ্য আৰু নৃত্যৰে শিৱক উপাসনা কৰাৰ উল্লেখ থকাৰ লগতে *'দলুহাঙ্গনা'* আৰু *'দেৱপালিভিঃ'*নামৰ শব্দ দুটাৰো বৰ্ণনা পোৱা গৈছে। এই 'দলুহাঙ্গনা' শব্দই দেৱদাসীৰ উপৰি মাৰেগান অথবা সুকনানি ওজাপালিৰ 'দেওধনী' আৰু 'দেৱপালিভিঃ' পদে ওজাপালিক সূচাব পাৰে বুলি যশস্বী অধ্যাপক ড° নবীন চন্দ্ৰ শৰ্মাই মত প্ৰকাশ কৰিছে।

কামৰূপ তথা প্ৰাচীন অসমৰ ৰাগ সংগীতৰ উল্লেখ অষ্টম-নৱম শতিকাৰ পৰা দশম-একাদশ শতিকালৈ ৰচনা কৰা বৌদ্ধ সিদ্ধাচাৰ্যসকলৰ গীতৰ সংগ্ৰহ *'চৰ্যাচৰ্যবিনিশ্চয়'*বা *চৰ্যাগীত*ৰ পুথিতো পোৱা গৈছে। কাৰণ এই চৰ্যাগীতৰ কেইবাজনো ৰচক কামৰূপৰ আছিল বুলি ইতিপূৰ্বে প্ৰমাণিত হৈছে। চৰ্যাপদসমূহৰ পিছত ৰচিত বড়ুচণ্ডীদাসৰ *শ্ৰীকৃষ্ণ কীৰ্তন*তো ভালেমান ৰাগৰ উল্লেখ আছে। পুথিখনিত তদানীন্তন পূব ভাৰত অৰ্থাৎ কামৰূপত প্ৰচলিত ভালেকেইখন তালৰো বৰ্ণনা পোৱা গৈছে। উদাহৰণস্বৰূপে *যতিতাল, একতাল, ৰূপকতাল, অষ্টতাল* আদি। এই ধৰণৰ ৰাগতাল বন্ধিত *শ্ৰীকৃষ্ণ কীৰ্তন*ৰ পদেই প্ৰমাণ কৰে যে, পুৰণি কামৰূপত প্ৰবন্ধগানৰ চৰ্চা আছিল। এই *শ্ৰীকৃষ্ণকীৰ্তন*ৰ পৰৱৰ্তীকাল অৰ্থাৎ চতুৰ্দশ শতিকাৰ প্ৰাকশংকৰী যুগত মাধৱ কন্দলিৰ *'ৰামায়ণ'*ৰ উপৰি হৰিবৰ বিপ্ৰৰ *'বব্ৰুবাহনৰ যুদ্ধ', লৱ-কুশৰ যুদ্ধ*'আদি গ্ৰন্থতো নৃত্যগীত আৰু বাদ্যৰ উল্লেখ স্পষ্ট। তদুপৰি মাধৱ কন্দলিৰ *ৰামায়ণ*আৰু দুৰ্গাবৰৰ *'গীতি ৰামায়ণ'*ত ৰাগৰো বৰ্ণনা থকালৈ চাই এই কথা নিঃসন্দেহে ক'ব পাৰি যে, প্ৰাচীন কালৰে পৰা কামৰূপত ৰাগ সংগীতৰ এক সমৃদ্ধিময় ঐতিহ্য আছিল; যি ঐতিহ্যৰ ভেটিতে অসমৰ পৰৱৰ্তী কালৰ সংগীত পৰম্পৰাই ঐশ্বৰ্যময় হৈ ধৰা দিয়ে। নক'লেও হ'ব, ভাৰতীয় সংগীত পৰম্পৰাৰে প্ৰভাৱিত হৈ ক্ৰমবিকশিত হোৱা ভালে কেইপদ সংগীতৰ ভিতৰত অসমৰ সংগীত পৰম্পৰাত এক ঐশ্বৰ্যময় ধাৰা হ'ল বৰগীত। পঞ্চদশ শতিকাত মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱ পুৰুষে প্ৰসংগত গাবৰ বাবে এই গীতখিনি ৰচনা কৰে। পৰৱৰ্তী কালত ইয়াক *বৰগীত* বুলি কোৱা হ'ল যদিও গুৰুদুজনাই কিন্তু ইয়াক কেৱল গীত বুলিহে উল্লেখ কৰি গৈছে। গীতৰ বিষয়, ভাব, পৰিবেশন পদ্ধতি ইত্যাদিলৈ লক্ষ্য কৰি কোনো কোনোৱে এই বৰগীতকে *পবিত্ৰ সংগীত, উচ্চাংগ সংগীত, স্বৰ্গীয় গীত* আদিও আখ্যা দিছে। নক'লেও হ'ব, ই আধ্যাত্মিক ভাবৰ ওপৰত প্ৰতিষ্ঠিত অসমৰ বৈষ্ণৱ ধৰ্মীয় পৰম্পৰাত চৈধ্য প্ৰসংগত গোৱা এক শ্ৰেণীৰ ধৰ্মীয় গীত। সেই ফালৰ পৰা ই উত্তৰ-পশ্চিম ভাৰতত প্ৰচলিত *ভজন গীত*ৰ সমধৰ্মী। কাৰণ বৰগীতৰ দৰেই ভজনৰো বহুতো গীতৰ সুৰ ৰাগৰ ভিত্তিত ৰচনা কৰা বুলি কোৱা হৈছে। ৰাগৰ স্বৰূপ সম্বন্ধে অৱশ্যে এই ক্ষেত্ৰত কিছু উল্লেখ কৰাৰ প্ৰয়োজন আছে।

ভাৰতীয় ৰাগ সংগীতৰ এটি লেখত ল'বলগীয়া অংশ হ'ল অনিবদ্ধ বা আলাপ। এই অনিবদ্ধ বা আলাপৰ জৰিয়তেই শিল্পীসকলে




বিভিন্ন স্তৰৰ সহযোগত পৰিবেশন কৰিবলৈ লোৱা ৰাগ একোটিৰ সম্পূৰ্ণ ছবি শ্ৰোতাৰ আগত দাঙি ধৰিবলৈ যত্ন কৰে। অসমৰ ওজাপালি সংগীতৰ লগতে বৰগীতৰ পৰিবেশনশৈলীতো এই ৰাগ দিয়াৰ প্ৰথা আছে। বৰগীতৰ গায়কসকলে গীত আৰম্ভ কৰাৰ আগতে হৰিনাম বা হাউ-ৰি, তানা-না-না আদি শব্দ প্ৰয়োগ কৰি ৰাগত ব্যৱহৃত স্বৰসমূহক লৈ আলাপ কৰা দেখা যায়। সন্দেহ নাই, অতীত ভাৰতবৰ্ষৰ অন্যান্য ঠাইত ৰাগৰ আলাপ একোটা বিশেষ বন্ধাস্বৰৰ পৰা আৰম্ভ কৰা হৈছিল। আলাপত কোনটো স্বৰৰ পাছত কোনটো স্বৰ ব্যৱহাৰ কৰা উচিত তাকো নিৰ্ধাৰণ কৰা আছিল। আকৌ আলাপ শেষ কৰোঁতেও নিৰ্দিষ্ট স্বৰতহে শেষ কৰিব লাগিছিল। মন কৰিলে দেখা যায়, বৰগীতৰ আলাপ বা ৰাগ দিওঁতেও গায়কে একেটা নিৰ্দিষ্ট স্বৰত আলাপ আৰম্ভ কৰি কেতবোৰ নিৰ্ধাৰিত স্বৰ প্ৰয়োগ কৰাৰ প্ৰথা আছে। গতিকে পৰিষ্কাৰ কথা, বৰগীতৰ আলাপৰীতিৰ লগত প্ৰাচীন ভাৰতীয় ৰাগ সংগীতৰ আলাপৰীতিৰ নিশ্চয় কোনোবাখিনিত সম্পৰ্ক আছে। এইখিনিতে উল্লেখ কৰা ভাল যে, ত্ৰয়োদশ শতিকাত ৰচনা কৰা *সংগীত ৰত্নাকৰত* ভালেমান নিবন্ধ গানৰ উল্লেখ আছে। সেইবোৰৰ ভিতৰত প্ৰবন্ধ গান, বস্তু গান, ৰূপক গান আদি বিশেষভাৱে উল্লেখযোগ্য। এই নিবন্ধ গানবোৰ তালৰ সহায়ত গোৱা হৈছিল। ইয়াৰ পৰৱৰ্তী কালত ধ্ৰুপদ আদি গানৰ জনপ্ৰিয়তা বাঢ়ি অহাত নিবন্ধ গানৰ প্ৰচলন ক্ৰমশঃ লোপ পাই যায়। কোনো কোনোৰ মতে এই নিবন্ধ গানৰ এটা শ্ৰেণী প্ৰবন্ধ গানৰ পৰাই ধ্ৰুপদৰ সৃষ্টি হয়। নিবন্ধৰ পৰা সৃষ্ট প্ৰবন্ধ গানৰো আকৌ কেবাটাও ভাগ আছিল। সেইবোৰক বোলা হৈছিল ধাতু। *উদগ্ৰাহ, মেলাপক, ধ্ৰুৱ, অন্তৰা* আৰু *আভোগ*-এই পাঁচটাই আছিল প্ৰবন্ধ গানৰ ধাতু। অৱশ্যে বেছিভাগ প্ৰবন্ধ গানতে চাৰিটা ধাতুহে ব্যৱহৃত হৈছিল। এতিয়া এই প্ৰবন্ধ গানৰ উদগ্ৰাহ, ধ্ৰুৱ, মেলাপক, অন্তৰা আৰু আভোগ এই পঞ্চধাতুৰ লগত বৰগীতৰ পোনপটীয়া কিবা সম্পৰ্ক আছে বুলি দেখুউৱা টান। কিন্তু বৰগীতৰ অনিবদ্ধ বা ৰাগ দিয়া অংশটোক *উগাৰ* বোলা হয়, প্ৰবন্ধ গানৰ উদগ্ৰহৰ লগত এই উগাৰৰ সাদৃশ্য মন কৰিবলগীয়া। একেদৰে বৰগীতৰ ধ্ৰুং-ৰ লগতো প্ৰবন্ধ গানৰ ধ্ৰুৱৰ সাদৃশ্য থাকিব পাৰে। যা হওক বৰগীতৰ পৰিৱেশন শৈলীত তাল নোহোৱাকৈ গোৱা মেলানৰ গীত আৰু তালসহ গোৱা বন্ধনৰ গীতত যে ভাৰতীয় নিবদ্ধ আৰু অনিবদ্ধ গায়নশৈলীৰ প্ৰভাৱ আছে তাত সন্দেহ নাই। সেই কাৰণেই প্ৰাচ্যতত্ত্ববিদ সুপণ্ডিত ড° মহেশ্বৰ নেওগে গঠনপ্ৰণালী, নিবদ্ধ-অনিবদ্ধ বিভাগ, ৰাগৰ নামকৰণ আদিলৈ লক্ষ্য কৰি বৰগীতক ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ এৰাসুঁতি বুলি মন্তব্য কৰিছে। এই প্ৰসংগতে তেওঁ ধ্ৰুপদৰো উল্লেখ কৰি কৈছে যে অনিবদ্ধ আৰু নিবদ্ধ এই দুটা ভাগ ধ্ৰুপদতো আছে। কিন্তু ধ্ৰুপদত ব্যৱহৃত হোৱা লয়ৰ কৌশল, অৰ্থাৎ দুগুণ, চৌগুণ, আড়ি, উপজ আদি বৰগীতৰ গায়কসকলে ব্যৱহাৰ নকৰে। তাতো কৈও গুৰুত্বপূৰ্ণ কথাটো হ'ল ধ্ৰুপদৰ আৱিষ্কাৰ ষোড়শ শতিকাৰ মানসিংহৰ তোমৰৰ হাতত। বৰগীত কিন্তু তাৰো এটা শতিকা আগৰ অৰ্থাৎ পঞ্চদশ শতিকাৰ। গতিকে ধ্ৰুপদৰ প্ৰভাৱ বৰগীতৰ ওপৰত নাই। কিন্তু প্ৰবন্ধ গানৰ কিছু প্ৰভাৱ বৰগীতত থকা বুলি ভাবিলে নিশ্চয় ভুল কৰা নহ'ব।

উত্তৰ ভাৰতীয় বা হিন্দুস্থানী সংগীতৰ লগত বৰগীতৰ বিশেষ কোনো মিল বা সাদৃশ্য পৰিলক্ষিত নহয় যদিও ধনশ্ৰী আৰু কল্যাণ ৰাগৰ সম্পৰ্কত কিছু মিল আছে। এই ক্ষেত্ৰত অৱশ্যে আচৰিত হ'বলগীয়া একো নাই। কাৰণ উত্তৰ ভাৰতীয় সংগীত হ'ল আজিৰ পৰা প্ৰায় ২০০-৩০০ বছৰৰ আগৰ সৃষ্টি। ইয়াৰ তুলনাত বৰগীত প্ৰায় ৫০০ বছৰ পুৰণি। বৰগীতৰ লগত কিন্তু বিশেষ এটা দিশত দক্ষিণ ভাৰতীয় অৰ্থাৎ কৰ্ণাটকী সংগীতৰ মিল আছে। সেয়া হ'ল গায়নশৈলীৰ স্পষ্টতা। কৰ্ণাটকী সংগীতত গোৱা পদৰ স্পষ্টতাত গুৰুত্ব অধিক; যিটো অসমৰ বৰগীততো পৰিলক্ষিত হয়। ইয়াৰ বিপৰীতে উত্তৰ ভাৰতীয় সংগীতত কিন্তু পদ বা শব্দৰ স্পষ্টতাতকৈ সুৰৰ ওপৰতহে গুৰুত্ব দিয়া দেখা যায়। তাত একোটা শব্দৰ ভিত্তিতে সুৰৰ বিবিধ বিন্যাস আৰু প্ৰসাৰ ঘটোৱাৰ বৈচিত্ৰ্য বিদ্যমান। গতিকে পৰিষ্কাৰ কথা, উত্তৰ ভাৰতীয় অৰ্থাৎ হিন্দুস্থানী সংগীত আৰু দক্ষিণ ভাৰতীয় কৰ্ণাটকী সংগীতৰ মাজত বৈসাদৃশ্য থাকিলেও অসমৰ বৰগীতৰ লগত এই দুয়োটা ধাৰাৰে কম-বেছি পৰিমাণে মিল আছে। এই ক্ষেত্ৰত বৰগীতৰ প্ৰথম স্ৰষ্টা মহাপুৰুষ শংকৰদেৱৰ বংশ-পৰিয়ালৰ ঐতিহ্যও কিছু পৰিমাণে সম্পৰ্কিত। নক'লেও হ'ব, শংকৰদেৱ গুৰুজনাই বৰগীত ৰচনা কৰাৰ পূৰ্বৰে পৰা তেৰাৰ পৰিয়ালটো আছিল সংগীতৰ সাধক। *'ৰুক্মিণী হৰণ'* কাব্যত শংকৰদেৱে নিজেই তেৰাৰ পিতৃ 'গন্ধৰ্ব অৱতাৰ' বুলি পৰিচয় দি গৈছে। গতিকে সন্দেহ নাই শংকৰদেৱৰ সংগীত চৰ্চাৰ বীজ বংশ-পৰিয়ালতে ৰোপণ হৈছিল। কিন্তু এই সংগীত সাধক পৰিয়ালটো হঠাৎ কামৰূপ বা প্ৰাচীন অসমত আবিৰ্ভাৱ হোৱা নাছিল। এওঁলোকৰ আদি বাসস্থান আছিল উত্তৰ ভাৰতৰ কনৌজ। প্ৰসিদ্ধ বৈষ্ণৱ পণ্ডিত অধ্যাপক ড° কেশৱানন্দ দেৱগোস্বামীদেৱে দেখুওৱাৰ দৰেই ভাৰতীয় সংগীত বিশেষকৈ গান্ধৰ্ব গান আৰু ৰাগ সংগীতৰ পৰম্পৰা শংকৰদেৱৰ উপৰিপুৰুষ চণ্ডীবৰ আদিয়ে কনৌজৰ পৰা অহাৰ সময়তে লৈ অহা সম্ভাৱনাই অধিক। কাৰণ ত্ৰয়োদশ শতিকাত গৌড়ৰ ৰজাই কামৰূপলৈ যি সাতঘৰ কায়স্থ আৰু সাতঘৰ ব্ৰাহ্মণ পঠিয়াইছিল সেই সাতঘৰ কায়স্থৰ অন্যতমজনেই আছিল চণ্ডীবৰ। এই চণ্ডীবৰৰ উপৰিপুৰুষসকল কনৌজৰ পৰা আহি বাস কৰিছিল গৌড়ত। এইসকল উপৰিপুৰুষৰ কনৌজ এৰাৰ সময় আছিল সম্ভৱতঃ একাদশ-দ্বাদশ শতিকা। এই সময়ছোৱাই আছিল ভাৰতীয় গান্ধৰ্ব গানৰ পূৰ্ণ বিকাশৰো সময়।

গতিকে সন্দেহ নাই, ঐতিহাসিক বা সাংস্কৃতিক যিকোনো






কাৰণতে হওক, ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ লগত অসমৰ বৰগীতৰ এটি এৰাব নোৱৰা সম্পৰ্ক আছে। অৱশ্যে ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ তুলনাত বৰগীত কিমান শাস্ত্ৰীয় সেই বিচাৰ আমি কৰিবলৈ বিচৰা নাই। আমাৰ বিচাৰ্য হ'ল ভাৰতীয় সংগীতৰ পৰম্পৰাত বৰগীতৰ সম্পৰ্ক কিমান সেইটোহে বিচাৰ কৰা। দেখা গৈছে আংগিক, ৰাগ, তাল, স্বৰ সাধন, গায়নশৈলী ইত্যাদিৰ ক্ষেত্ৰত বৰগীত ভাৰতীয় প্ৰবন্ধ গানৰ পৰা আজিৰ উত্তৰ ভাৰতীয় হিন্দুস্থানী সংগীত আৰু দক্ষিণ ভাৰতীয় কৰ্ণাটকী সংগীতলৈকে ওচৰ সম্পৰ্কিত। এনে সম্পৰ্ক থকাটোৱেই স্বাভাৱিক। কাৰণ বৰগীতো পাঠ হিচাপে মহাভাৰতীয় বৈষ্ণৱ সাহিত্যৰে অন্তৰ্গত। মহাপুৰুষ শংকৰদেৱৰ সাহিত্যসমগ্ৰ যিহেতু ভাৰতীয় বৈষ্ণৱ সাহিত্যৰ আধাৰতে ৰচিত, তেনেস্থলত বৰগীতকো সাহিত্য হিচাপে ইয়াৰ পৰা বিচ্ছিন্ন কৰি দেখুৱাব নোৱাৰি। তথাপি ক'বই লাগিব, তেৰাৰ অংকীয়া নাটসমূহ যেনেকৈ ভাৰতীয় নাট্য সাহিত্যৰ এক অভিনৱ সৃষ্টি ঠিক তেনেকৈ বৰগীতৰাজিও এক সুকীয়া সাংগীতিক বৈশিষ্ট্যৰে সমুজ্জ্বল। ইয়াৰ বিষয়বস্তু মধ্যযুগীয় বৈষ্ণৱ আন্দোলনৰ ভিত্তিত ৰচিত হ'লেও তাৰ ৰাগ-তালৰ সংযোজন, পৰিৱেশন পদ্ধতি আদিত এক সুকীয়া পৰিচয় ফুটি ওলাইছে। বৰগীতৰ এই স্বকীয়তাৰ অন্তৰালত জড়িত হৈ আছে প্ৰাচীন কামৰূপী সংগীতৰ ঐতিহ্য। এই ক্ষেত্ৰত ওজাপালি সংগীত বিশেষভাৱে উল্লেখযোগ্য। কাৰণ অসমৰ ওজাপালি সংগীতত এনে কিছুমান সাংগীতিক বৈশিষ্ট্য বিশেষকৈ ৰাগ আছে যিবোৰ আন কোনো ভাৰতীয় শাস্ত্ৰীয় সংগীততে নাই। সেয়ে ক'ব পাৰি ভাৰতীয় সংগীত পৰম্পৰাৰ অন্তৰ্গত হৈও 'বৰগীত' এক সুকীয়া সংগীত-মাধুৰ্যৰে সমৃদ্ধ এক অনন্য শিল্পকলা।❑


**প্ৰসংগ পুথি ঃ**

১। ড° কেশৱানন্দ দেৱগোস্বামী ঃ *ভাৰতীয় পটভূমিত শংকৰী সাহিত্য আৰু সত্ৰীয়া সংগীত*; বনলতা, প্ৰথম সংস্কৰণ, ২০০১।

২। ড° কেশৱানন্দ দেৱগোস্বামী ঃ *শংকৰদেৱ অধ্যয়ন প্ৰসংগ ঃ ঐতিহ্য আৰু পৰম্পৰা*; বাণী মন্দিৰ, প্ৰথম সংস্কৰণ, ২০০৫।

৩। ড° নবীন চন্দ্ৰ শৰ্মা ঃ *অসমৰ পৰিবেশ্য কলা ওজাপালি*; প্ৰথম প্ৰকাশ, বাণী প্ৰকাশ, ১৯৯৬।

৪। বাপচন্দ্ৰ মহন্ত ঃ *প্ৰবন্ধ গানৰ পৰম্পৰাত বৰগীত*; বনলতা সংস্কৰণ, ২০০৬।

৫। বীৰেন্দ্ৰ কুমাৰ ফুকন ঃ ৰাগ সংগীত; চতুৰ্থ প্ৰকাশ, ১৯৯৭।

৬। ড° বিৰিঞ্চি কুমাৰ বৰুৱা (সম্পা) ঃ *নিৰ্বাচিত প্ৰবন্ধ* ; সাহিত্য অকাডেমি, নতুন দিল্লী, ১৯৭৯।

৭। ড° মহেশ্বৰ নেওগ ঃ *পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি*; চতুৰ্থ তাঙৰণ, বাণী মন্দিৰ, ১৯৮৫।

৮। মঞ্জু দেৱী ভাগৱতী ঃ *উচ্চাংগ সংগীত* তত্ত্ব; প্ৰথম সংস্কৰণ, ২০০৫।

৯। অসম সাহিত্য সভা (সম্পা) ঃ *অসমীয়া জাতিৰ ইতিবৃত্ত*; প্ৰথম প্ৰকাশ, ১৯৭৪।

১০। ড° বীৰেন্দ্ৰনাথ দত্ত ঃ *অসমীয়া সংগীতৰ ঐতিহ্য*; দ্বিতীয় প্ৰকাশ, ২০০১।



# সাম্প্ৰতিক অসমীয়া নাটক

সপোনজ্যোতি ঠাকুৰ

এটা জাতিৰ নাটকতেই সেই জাতিৰ ইতিহাস, জাতিৰ বিকাশ, জাতিৰ সংগ্ৰামৰ প্ৰতিচ্ছবি প্ৰতিফলিত হয়। সেয়ে এটা জাতিৰ নাটক মানেই সেই জাতিৰ পৰিচয়।

অসম ভাৰতবৰ্ষৰ উত্তৰ-পূবত অৱস্থিত এখন ৰাজ্য। এই অঞ্চলৰ ভৌগোলিক গঠন, জনগাঁথনি, কৃষি প্ৰণালী, উৎপাদিত সামগ্ৰী, পাহাৰ ভৈয়ামৰ ভিন্নতা আৰু প্ৰাকৃতিক পৰিঘটনাৰ ভিন্নতাই এই অঞ্চলৰ সাহিত্য-সংস্কৃতি ভাৰতৰ অন্যান্য অঞ্চলতকৈ পৃথক কৰি পেলাইছে। জনজাতিপ্ৰধান হোৱা বাবে এই অঞ্চলৰ অৰ্থনীতিৰ ৰূপ সুকীয়া। গতিকে এই অঞ্চলৰ সংস্কৃতিয়ে বিশেষ ৰূপ পাবলৈ বাধ্য। ভিন ভিন সময়ত ভিন ভিন শাসকে শাসন কৰা বাবে তেওঁলোকে পৃষ্ঠপোষকতা কৰা সংস্কৃতি পৃথক পৃথক। বিভিন্ন সময়ত প্ৰব্ৰজিত হৈ বিভিন্ন জনগোষ্ঠী এই অঞ্চললৈ আহিছে। তেওঁলোকেও এই অঞ্চললৈ বিশেষ অৱদান আগ বঢ়াইছে। শংকৰ-মাধৱৰ ধৰ্মীয় মাৰ্গ আৰু তাৰ ফলশ্ৰুতিত নিৰ্মিত হোৱা সাংস্কৃতিক পৰম্পৰা এই অঞ্চলৰ বাবে এক দিক্ নিৰ্ণয়কাৰী বিষয়। বিশ্বক ঔদ্যোগিক বিকাশেৰে চমৎকৃত কৰা ব্ৰিটিছ সাম্ৰাজ্যৰ অধীনলৈ অসম তথা উত্তৰ-পূৰ্বাঞ্চল যায়। এই ঐতিহাসিক ঘটনাই জনজাতীয় বিকাশৰ পৰা সামন্ততান্ত্ৰিক বিকাশলৈ আগ বঢ়া এই অঞ্চললৈ বোৱাই আনে আধুনিকতাৰ বতাহ। কালক্ৰমত অসম ভাৰত উপদ্বীপৰ সৈতে ৰাজনৈতিকভাৱে সংযুক্ত হয় আৰু এই অঞ্চলৰ সাহিত্য-সংস্কৃতিয়ে এক ন-ৰূপ পায়।

অসমৰ সমকালীন নাটক বা নাট্য-চৰ্চাৰ বিষয়ে যদি আলোচনা কৰা হয় তেন্তে এই অঞ্চলৰ মানুহৰ বিকাশৰ এই আৰ্থ-সামাজিক ধাৰাটো বিবেচনা কৰিব লগা হয়। তদুপৰি অসমৰ মধ্যশ্ৰেণীৰ গঠনৰ প্ৰক্ৰিয়া আৰু অসমীয়া মধ্যশ্ৰেণীৰ চৰিত্ৰগত দিশটোও গুৰুত্বসহকাৰে বিবেচনা কৰিব লগীয়া বিষয়। কিন্তু আমাৰ এই চুটি আলোচনাত এই গোটেই কথাবিলাক আলোচনালৈ অনাটো সম্ভৱ নহয়। কিন্তু আমাৰ আলোচনাৰ দৃষ্টিভংগী এনে হ'ব।

অসমীয়া আধুনিক নাটক, অসমীয়া লোকনাট্য বা অসমৰ শাস্ত্ৰীয় ৰীতিবদ্ধ নাটক অংকীয়া নাট বিকশিত হৈ সৃষ্টি হোৱা নাই। অসম তথা উত্তৰ-পূবত লোকনাট্যৰ অনেক পৰম্পৰা বিদ্যমান যদিও আধুনিক নাট্যশৈলী কিন্তু পশ্চিমৰ পৰাহে গ্ৰহণ কৰা হৈছে। ভাৰতবৰ্ষ ব্ৰিটিছৰ অধীনত থকা কালত ভাৰতলৈ প্ৰচেনিয়াম মঞ্চৰ আগমণ ঘটে। প্ৰচেনিয়াম মঞ্চত দৰ্শক আৰু অভিনেতা-অভিনেত্ৰীৰ মাজত এটা অন্তৰ থাকে যি আভিজাত্যৰো পৰিচায়ক। অসমৰ মধ্য শ্ৰেণীৰ যিসকল লোকৰ অসমৰ বাহিৰলৈ বিশেষকৈ পশ্চিমবংগলৈ গৈ নাটক চোৱাৰ সুবিধা হ'ল তেখেতসকলে অসমলৈ কঢ়িয়াই আনিলে প্ৰচেনিয়াম মঞ্চ। তাৰ বাবে প্ৰয়োজন হ'ল বিশেষ নাটক আৰু তেতিয়াৰ পৰাই এই মঞ্চৰ নাটক লিখাৰ প্ৰয়োজন হ'ল। সন্মুখত প্ৰচেনিয়াম এটা ৰাখিহে নাট্যকাৰসকলে নাটক লিখা আৰম্ভ কৰিলে। অৱশ্যে সমানে সমানে অসমৰ নামঘৰবিলাকত মঞ্চস্থ







কৰিবৰ বাবে অংকীয়া নাটৰ শৈলীত ভাওনাৰ বাবে নাট ৰচনা হৈ থাকিল। পুৰাণ-ভাগৱতৰ কাহিনীৰ আধাৰত বা সম্পূৰ্ণ কাল্পনিক কাহিনী আৰু চৰিত্ৰৰ ভাওনাৰ নাটবিলাক অমিত্ৰাক্ষৰ ছন্দ ব্যৱহাৰ কৰি অসমীয়া ভাষাত লিখিবলৈ ধৰিলে বিভিন্ন নাট্যকাৰে। বিশুদ্ধ ভক্তিয়েই এই নাটবিলাকৰ উদ্দেশ্য, সেয়ে এই নাটবিলাকৰ নাট্যকাৰসকল সদায়েই উহ্য হৈয়েই থাকি যায়। বৰ্তমানো বিভিন্ন ঠাইত ভাওনাৰ বাবে নাট লিখি আছে বিভিন্ন নাট্যকাৰে।

অসমীয়া ভাষাত মুদ্ৰিত অৱস্থাত নাটক পোৱা কঠিন। যিমান নাটক লিখা হৈছে তাৰ বেছি সংখ্যকেই হাতেলিখা অৱস্থাত আছে। সেয়ে আমাৰ আলোচনাত এনে বহু নাটৰ উল্লেখ থাকিব যিবিলাকৰ মঞ্চস্থ ৰূপটোহে দেখিছোঁ। অসমত বড়ো, কাৰ্বি, ৰাভা, মিচিং আদি ভাষাতো নাটক লিখা হৈ আছে। সেইবিলাকো অসমৰে নাটক।

অসমৰ আধুনিক নাটকৰ বিষয়ে আলোচনা কৰোঁতে গুণাভিৰাম বৰুৱাৰ ৰাম নৱমীৰে আৰম্ভ কৰি জ্যোতিপ্ৰসাদৰ নাটকেৰে আগ বাঢ়ি অৰুণ শৰ্মাৰ নাটকতে সামৰা হয়। তাৰ ফলস্বৰূপে পাছৰ নাট্যকাৰসকলৰ নাটকক উপেক্ষা কৰা হয় আৰু অসমৰ নাটকৰ সামগ্ৰিক ৰূপটোৰ বিষয়ে আলোচনা নহয়। আমাৰ আলোচনাত অতি সাম্প্ৰতিক কালৰ নাটককহে প্ৰাধান্য দিম, যাতে সাম্প্ৰতিক কালত চলি থকা নাট্য পৰিৱেশটোৰ বিষয়ে মন দিব পৰা যায়।

**অসমীয়া একাংক নাটক ঃ**

পঞ্চলিশ মিনিটৰ ভিতৰত শেষ কৰিবলগীয়া এই নাটক অসমৰ বাবে পৰীক্ষা-নিৰীক্ষাৰ প্ৰধান স্থলী। একাংক নাটকৰ সংজ্ঞা যিয়েই নহওক অসমত একাংক নাটক মানে সীমিত চৰিত্ৰৰ পঞ্চলিশ মিনিটৰ ভিতৰত শেষ হ'বলগীয়া নাটক। এই নাটকৰ মূল পৃষ্ঠপোষক একাংক নাট প্ৰতিযোগিতা অনুষ্ঠিত কৰা বিভিন্ন সমিতিবিলাক। এই প্ৰতিযোগিতাবিলাকে অসমত বহু নাট্যকাৰৰ জন্ম দিছে। এই প্ৰতিযোগিতাৰ মঞ্চই অসমৰ নাটকৰ পৰীক্ষা-নিৰীক্ষাৰ প্ৰথম ভূমি। এই একাংক নাটকৰ পৰা ওলাই অহা অসমৰ বৰ্তমান সক্ৰিয় নাট্যকাৰসকল হ'ল আলি হায়দৰ, ৰফিকুল হোছেইন, অজিত বৰঠাকুৰ, পংকজজ্যোতি ভূঞা, লিয়াকট আলী, দীপক গগৈ, সপোনজ্যোতি ঠাকুৰ, দেৱব্ৰত মহন্ত, নৱজ্যোতি শৰ্মা আদি। এই তালিকাখন বহুতো দীঘল কৰি নি থাকিব পাৰি। এই একাংক নাটকৰ বিষয়েই দীঘলীয়া আলোচনাৰ অৱকাশ আছে। ই স্বয়ংসম্পূৰ্ণ গৱেষণাৰ বিষয়। আমি মাত্ৰ কেইজনমান নাট্যকাৰৰ কেইখনমান নাটকৰ আলোচনা আগ বঢ়াম। আলি হায়দৰৰ 'এলান্ধুৰ পাহাৰ', 'অহৈতুকী স্বদেশ প্ৰীতি', 'এটা চোলাৰ কাহিনী' আদি একাংক নাটত লোকায়তী সুৰ বিদ্যমান। এই নাটকবিলাক যদিও এটা বিশেষ সময়ত লিখা তথাপি ইয়াৰ আবেদন তথা তাৎপৰ্য চিৰকালৰ। ৰফিকুল হোছেইনৰ 'অভিমন্যুৰ মহাকাব্য' চিন্তা উদ্ৰেককাৰী প্ৰগতিশীল সুৰৰ নাটক। কিন্তু পৰৱৰ্তী পৰ্যায়ত শ্ৰীহোছেইনে তেনে ধাৰণাৰে নাটক নিলিখিলে। সত্তৰ দশকৰ শেষৰ কালৰ পৰা আৰম্ভ কৰি আশীৰ দশকটোত অসমত পৰীক্ষামূলক একাংক নাটকৰ জোৱাৰ উঠিছিল। 'আৰ্তনাদ', 'মই ক্লীৱ', 'দি মেজিক অৱ ফৰটি চেভেন', 'নাটক হ'লেও নাটক নহয়', 'সমুদ্ৰ মন্থন', 'কাৰ্যালয় চলি আছে' আদি বিভিন্ন নাট্যকাৰে লিখি উলিয়ালে। তৰুণ শইকীয়াই লিখি পেলালে গাঁৱৰ পটভূমিত 'বিশ্বাসে মিলয় হৰি'। সেইখন নাটক হাস্যৰস প্ৰধান যদিও গাঁৱৰ চিকিৎসাৰ স্বৰূপ তাত উদঘাটিত হৈছে। সেই নাটকখনৰ বিৰল সফলতাই অসমীয়া বহু নাট্যকাৰক প্ৰভাৱান্বিত কৰিছে। লাহে লাহে অসমৰ একাংক নাটকৰ জগতত উদয় হ'ল পংকজজ্যোতি ভূঞা। তেওঁৰ হাতত একাংক নাটকে বিশেষ ৰূপ পালে। তেওঁৰ নাটকৰ বিশেষত্ব হ'ল সহজ-সৰল কাহিনী, চিনাকি চৰিত্ৰ, বুদ্ধিদীপ্ত সংলাপ, কৌতুকপূৰ্ণ পৰিস্থিতি। মঞ্চ উপস্থাপনত সহায়ৰ বাবে তেওঁৰ নাটক পৰিচালকসকলৰো প্ৰিয়। জটিল বিষয় এটাকো সৰল ধৰণেৰে উপস্থাপন কৰি দিয়াৰ যোগ্যতা শ্ৰীভূঞাৰ আছে। তেওঁৰ নাটকে যুৱ নাট্যকাৰসকলকো প্ৰভাৱান্বিত কৰিবলৈ সক্ষম হৈছে। তেওঁৰ উল্লেখযোগ্য একাংকবিলাক হ'ল 'অমৰাৱতীৰ অতিথি', 'অকথ্য-অশ্ৰাব্য', 'বেন্দেজৰ গামোচা', 'তিনিটা ৰঙীন পখিলা', 'এজনী সুগন্ধি ছোৱালী', 'এ পলিটিকেল ড্ৰিম', 'মোৰ ককাদেউতাৰ এটুকুৰা তীখা', 'মই আৰু উৎপল, উৎপল আৰু মই', 'অন্য এক নোমলৰ কথা' আদি।

প্ৰগতিশীল চিন্তাই অসমৰ নাটকক বাৰুকৈ প্ৰভাৱান্বিত কৰিছিল। সত্তৰ দশকৰ পৰা যিবিলাক নাট্যকাৰে নাটক লিখিবলৈ আৰম্ভ কৰিছিল তেওঁলোকৰ প্ৰায়খিনিয়েই এই ধাৰাৰ নাটক আৰম্ভ কৰিছিল। বিনোদনধৰ্মী নাটকক এক প্ৰত্যাহ্বান সজোৰে আগ বঢ়াইছিল। ই নাটকৰ কিছু সমস্যাৰো সৃষ্টি কৰিছিল। এইখিনিতে ড° হীৰেণ গোহাঁইৰ ১৯৭১ চনত প্ৰকাশিত 'কেৱল মানুহৰ আছে গান' ৰচনাখনিৰ এটা উদ্ধৃতি প্ৰণিধানযোগ্য। ড° গোহাঁয়ে কৈছিল "... সংস্কৃতি চৰ্চাৰ সম্পৰ্কে বহুসংখ্যক কমৰেডৰ মনত থকা এটা ভ্ৰান্তি দূৰ কৰাৰ প্ৰয়োজন আছে। ক্ষয়িষ্ণু বুৰ্জোৱাই যিদৰে সংস্কৃতি কেৱল মানসিক শিহৰণ (Sensation)ৰ উৎস বুলি ধৰে, ঠিক তেনেকৈ কিছুমান কমৰেডে সংস্কৃতিক স্থুল উত্তেজনাৰ উৎস বুলি ভাবে। ৰাজনৈতিক সংগ্ৰামৰ বাবে শ্ল'গানৰ দৰে উত্তেজনা দিয়াই যেন সংস্কৃতিৰ একমাত্ৰ কৰ্ম।" এনে প্ৰৱণতা সেই সময়ৰ নাটকবিলাকত খুব বেছি দেখা পোৱা গৈছিল। সামাজিক দায়বদ্ধতাৰ নামত বহুত শ্ল'গানধৰ্মী নাটক লিখা হ'ল। সম্ভাৱনাময় কিছু কলম এই প্ৰৱণতাই ধ্বংস কৰিলে। ব্ৰেখটীয় কৌশল বুলিও বহু নাটকত অদ্ভুত পৰীক্ষা-নিৰীক্ষা হ'ল। ড° গোহাঁইৰ পূৰ্ব উল্লিখিত প্ৰবন্ধত আছে - "... বাৰ্টল্ট ব্ৰেখটৰ নাট্যকলাৰ বহু অন্ধ অনুকৰণ এই দেশত হৈছে।



কিন্তু তেওঁৰ উদ্দেশ্যৰ দিশ আমাৰ এইবোৰ নাটকত কিমানদূৰ দেখা যায়। 'চেচুৱানৰ ভাল মানুহজনী' নাটত সনাতন নৈতিকতাৰ স্ববিৰোধ আৰু ব্যৰ্থতা যিদৰে উদঘাটিত হৈছে আমাৰ কোন নাটকত হৈছে।" হয়তো ড° গোহাঁইৰ এনে সজোৰ আহ্বান সংবেদনশীল দুই চাৰিজন নাট্যকাৰে হৃদয়ংগম কৰিব পাৰিছিল। ৰফিকুল হোছেইনে দ্বিতীয়বাৰ 'অভিমন্যুৰ মহাকাব্য' নিলিখিলে কিন্তু প্ৰগতিশীল চিন্তাৰ ফল অসমীয়া নাটকত স্থায়ী ৰূপত থাকি গ'ল। যিকোনো অন্যায়, দমন আৰু শোষণৰ বিৰুদ্ধে অসমীয়া নাটক বৰ্তমানো সৰৱ।

মুনীন ভূঞাদেৱৰ তিনিখন নাটকৰ গুৰুত্ব অসমীয়া নাটকৰ ইতিহাসত সদায় থাকিব। সেই নাটক তিনিখন হৈছে - 'হাতী আৰু ফান্দী', 'জৰৌৰৌৱা পৰ্‌জা' আৰু 'সন্ধিক্ষণ'। বনৰীয়া হাতী ধৰা ফান্দীৰ জীৱন আৰু তেওঁলোকক লৈ মহাজনে কৰা শোষণ আৰু নিৰীহ প্ৰতিভাৱান ফান্দীৰ আওমৰণ — এয়াই নাটকখনৰ কাহিনীৰ সাৰবস্তু। হাতী বনৰীয়া প্ৰাণী। প্ৰকৃতিৰ লগত সম্পৰ্ক। বনৰীয়া হাতী ধৰিব লাগে ফান্দীয়ে। ফান্দী এজন অতি কৌশলী, প্ৰতিভাৱান, সাহসী আৰু দক্ষ হ'ব লাগিব। জীৱনৰ প্ৰতি মুহূৰ্ততে থাকে সংশয়। সেই সংশয়ক নেওচি ফান্দীয়ে বনৰীয়া হাতী ধৰে। হাতী ধৰি পোৱা ধনেৰে চলাই লৈ যায় নিজৰ পৰিয়াল। কিন্তু সেই হাতী যেতিয়াই মহাজনৰ হাতত তুলি দিয়া হয়, তেতিয়াই হৈ পৰে ধনীৰ সম্পত্তি। সেই হাতী হৈ পৰে দৰিদ্ৰ ফান্দীক শোষণ কৰাৰ হাথিয়াৰ। জীৱন তথা সমাজৰ এনে বাস্তৱতাই নাট্যকাৰক অতি সংবেদনশীল কৰি তুলিছে আৰু পমী, মুহিৰাম, নিতাইহঁত প্ৰতিজন দুৰ্ভগীয়া শোষিতৰ প্ৰতিনিধি হৈ পৰিছে। নাটকখনত ব্যৱহৃত হৈছে হাতী ধৰা, হাতী শিকোৱা ভালেমান গীত। সেই গীতখিনিয়ে নাটকখনৰ গৰিমা বৃদ্ধি কৰিছে। দ্বিতীয়খন নাটক 'জৰৌৰৌৱা পৰ্‌জা' মোৱামৰীয়া জনজাগৰণক বিষয়বস্তু কৰি লিখা হৈছে। মোৱামৰীয়া গণ অভ্যুত্থানক তেখেতে বেলেগ এটা দৃষ্টিভংগীৰে লক্ষ্য কৰিছে। সেই অভ্যুত্থান কোনো এটা ধৰ্মীয় পন্থা অৱলম্বনকাৰীৰ বিপক্ষে কৰা সামান্য বিদ্ৰোহ বুলি নকৈ সজোৰে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিছে যে সেয়া সাধাৰণ শোষিত প্ৰজাৰ ৰজাৰ বিৰুদ্ধে কৰা বিদ্ৰোহ। তাত শ্ৰেণী দুটা — শোষক আৰু শোষিত। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ক্ষমতা পাই সাধাৰণ প্ৰজাক এনে ব্যৱহাৰ কৰিবলৈ ধৰিলে যে সাধাৰণ ৰাইজ খঙত ফুলি উঠিল। এনেয়ে পাইক প্ৰথাৰ দৰে নিয়মে সাধাৰণ মানুহৰ কঁকাল বেঁকা কৰিছে, তদুপৰি ইখন-সিখন যুঁজ আছেই। শেষত মৰাণৰ নেতা ৰাঘক কীৰ্তিচন্দ্ৰক সেৱা নকৰাৰ অপৰাধত অসন্মান কৰাত জ্বলা জুইত ঘিঁউ ঢালিছে। মৰাণসকল জাঙুৰ খাই উঠিল। মৰাণ বিদ্ৰোহ দমন কৰিবলৈ পঠোৱা সেনাই নিজৰ মানুহৰ গালৈ অস্ত্ৰ নুঠে বুলি মৰাণৰ বিদ্ৰোহৰ লগত নিজক চামিল কৰিলে। সেই বিদ্ৰোহী জৰৌৰৌৱা পৰ্‌জাই গাবলৈ ধৰিলে

ঃ

'তাৰে মানুহ তাকে কাটে  
তাৰে হিলৈ তাকে মাৰে  
চতুৰ্ভূজে ৰাখে ঐ  
অষ্টভূজে ৰাখে।'

আৰু পাছত তেওঁলোকে ক'লে 'সোনকালে গড়গাঁও পাবগৈ লাগে।' অৱশেষত বিদ্ৰোহী পৰ্‌জা গড়গাঁও পালেহি। কীৰ্তিচন্দ্ৰই ৰাইজৰ আগত আঁঠু ল'বলৈ বাধ্য হ'ল। সকলোৱেই চিঞৰি উঠিল 'ৰাইজেই ৰজা'। সকলো সময়তে আহোম ৰাজত্বৰ সেই সময়টোক অতি নিপুণতাৰে ধৰি ৰাখিবলৈ সক্ষম হৈছে মুনীন ভূঞা। তৃতীয়খন নাটক 'সন্ধিক্ষণ'। এটা জটিল সময়ত অসমীয়া মধ্যবিত্তই কেনে স্থিতি গ্ৰহণ কৰি সমাজৰ অশুভ শক্তিক ওপৰলৈ তুলি আনিব পাৰে সেয়া নাটকখনত অতি স্পষ্ট আৰু সাহসীৰূপত দেখুৱাই এটা ঐতিহাসিক দায়িত্ব পালন কৰি থৈ গৈছে। নাটকখনৰ ৰচনাশৈলী বাকী দুখন নাটকতকৈ সুকীয়া। ড° হীৰেণ গোহাঁয়ে নাটকখনৰ বিষয়ে কৈছে — "সন্ধিক্ষণ নাটক হিচাপে বিশেষ স্মৰণীয় নহ'লেও এক আকৰ্ষণীয় পৰীক্ষা। গতানুগতিক উৎকণ্ঠাৰ শীৰ্ষবিন্দুলৈ লৈ নগৈ নাটকখন যেন ঘটনাৰ ফালৰ পৰা শীৰ্ষ বিন্দুত আৰম্ভ কৰা হৈছে। নাটকৰ পিছৰ অংশ তাৰ ক্ৰম পৰিণতি মাত্ৰ।"

গোলাপ বৰাদেৱৰ দুখন নাটক 'বিদ্ৰোহী জনা' আৰু 'অস্থেয়' বিশেষ শ্ৰেণীৰ নাটক। অসমীয়া লোকসাহিত্যৰ জনা গাভৰুৰ চৰিত্ৰ গোলাপ বৰাদেৱে এনেদৰে ৰূপ দিছে যে পুৰুষ দম্ভক ওফৰাই জনাই নিজৰ বিবাহকে অস্বীকাৰ কৰিছে। জনা গাভৰুৰ গীতক এনেদৰে নাটকলৈ ৰূপান্তৰ ঘটোৱা এক অভিনৱ আৰু চমকপ্ৰদ ঘটনা। লোকগীতত জনা গাভৰু এগৰাকী অগতানুগতিক কুঁৱৰীহে।

'গৰুৰৰ ৰাজ্যতে জনা গাভৰুৱে  
তিৰী হৈ ৰাজপাট খায়  
নশ কোঁৱৰক বন্দীকৈ থৈছে  
তাইৰ মান বলৱান নাই।'

কিন্তু তাইৰ এনে দম্ভ আৰু অহংকাৰ বেছিদিন নিটিকিল। অচিৰেই কলিধনৰ লগ হৈ গোপীচনে জনাক ঘটুৱাই বিয়া কৰাই আনি চাৰি আঙুল চুলি কাটি দিলে। গোপীচনৰ ওচৰত জনা পুনৰ অন্য গাভৰু হোৱাদি হ'ল। কিন্তু গোপাল বৰাদেৱৰ হাতত সেইজনী জনা হৈ নাথাকিল। লোকগীতৰ পৰা ফালৰি কাটি আহি জনাই বন্দীত্ব বুলি ভৰা শিৰৰ সেন্দূৰ মচি মানুহ বিচাৰি ওলাইছে। অন্য অৰ্থত জনাই নাৰীতকৈ মানুহ হ'বলৈ বিচাৰিছে। দ্বিতীয়খন নাটক 'অস্থেয়'। মহাভাৰতৰ উদ্যোগপৰ্বৰ গালৱ চৰিত্ৰৰ পৰা লোৱা এই নাটকখনৰ বিশেষ গুৰুত্ব লক্ষ্য কৰা যায়। নাটকৰ মূল চৰিত্ৰ মাধৱীৰ সন্তান জন্ম হোৱাৰ পাছতো বাৰে বাৰে কুমাৰী হৈ থকাৰ বৰটোক নাট্যকাৰে এনে এটা পৰ্যায়লৈ নিবলৈ সক্ষম হৈছে যে সেয়াই পুৰুষতান্ত্ৰিক সমাজৰ বাবে এক তীব্ৰ ব্যংগ হৈ পৰিছে। মাধৱীৰ







পিতাক যযাতিৰ স্বৰ্গলাভৰ আৰু গালৱৰ জ্ঞানী বুলি খ্যাতি লাভৰ প্ৰচেষ্টাত মাধৱীৰ প্ৰেমৰ যি ট্ৰেজিক পৰিণতি সেয়াই নাটকখনৰ মূল উপজীব্য। দুয়োখন নাটকতে লোকশৈলী ব্যৱহাৰ কৰি নাট্যকাৰ বৰাই এক বিশেষ পৰীক্ষা কৰিছে।

লোকনাট্যৰ আৰ্হিত আধুনিক নাটক লেখাৰ যি অধ্যায় আৰম্ভ হ'ল, সেয়া পোনে পোনেই ভাৰতীয় গণ নাট্য সংঘৰ প্ৰভাৱৰ বাবে সম্ভৱ হ'ল। প্ৰথমেই কোৱা হৈছে যে অসমীয়া আধুনিক নাটক পাশ্চাত্যৰ অনুকৰণত সৃষ্টি হোৱা। কিন্তু ক্ৰমে ভাৰতীয়ত্বৰ সন্ধান হ'ল। সেই সন্ধানে নাট্যকাৰসকলক লোকনাট্যৰ কাষলৈ যাবলৈ বাধ্য কৰিলে। তদুপৰি ভাৰতীয় সংস্কৃত নাটকসমূহৰ অনুশীলনো চলিল। লোকনাট্যৰ যি গণ আবেদন সেয়া অনুধাৱন কৰিবলৈ চেষ্টা চলিল। গণনাট্য সংঘৰ এই আহ্বান আছিল লোকনাট্যসমূহৰ সম্পৰীক্ষা এই সন্দৰ্ভত 'নুক্কৰ নাটক ঃ ৰচনা অউৰ প্ৰস্তুতি' শীৰ্ষক গ্ৰন্থখনত প্ৰব্যা নামৰ বিদূষীগৰাকীয়ে লিখিছে - 'ইপ্টা (IPTA) আন্দোলনে লোককলাৰ বিভিন্ন ৰূপক দায়বদ্ধ কলাৰ মাধ্যমৰূপে ব্যৱহাৰ কৰিছে। ইপ্টাৰ প্ৰাদেশিক সংগঠনবিলাকে নাটকত নিজৰ নিজৰ ৰাজ্যৰ লোকশৈলীৰ সমাৱেশ ঘটালে। যাত্ৰা, নৌটংগী, তমাশা, পৱাড়া, টেৰুকুটু, মাচ, নাচা, খ্যাল, ভৱাই আদিৰ দৰে শৈলীক নতুন ৰূপত প্ৰতিষ্ঠা কৰিলে।' এই কথাকেইষাৰে আমাৰ সন্মুখত ভাৰতীয় গণ নাট্য সংঘৰ প্ৰভাৱৰ কথা অনুধাৱন কৰায়। এই আন্দোলনৰ প্ৰভাৱ ধীৰে ধীৰে অসমত পৰিল। তাৰ প্ৰভাৱত অসমত লোকশৈলীৰ অনুকৰণত নাটক ৰচনা আৰু পৰিবেশনাৰ এটা পৰিস্থিতি আহি পৰিল। অসমৰ বহুকেইজন নাট্যকাৰে এনে শৈলীত নাটক ৰচনা কৰিবলৈ ধৰিলে। অসমৰ শাস্ত্ৰীয় ৰীতিবদ্ধ শৈলী অংকীয়া নাটৰ আৰ্হিতো নাটক ৰচনা কৰিবলৈ ধৰিলে। অসমৰ লোকনাট্য ওজাপালি, বিয়ানাম, ঢুলীয়া ওজা আদিৰ ভিত্তিত নাট ৰচনা হ'ল। অখিল চক্ৰৱৰ্তীৰ 'এজন ৰজা আছিল', দীপক মহন্তৰ 'উলংগ ৰজা' অংকীয়া শৈলীৰ নাটক। গুণাকৰ গোস্বামীৰ 'বীৰাংগনা'ও এই শৈলীৰ। তদুপৰি পৰমানন্দ ৰাজবংশীৰ 'কমলা কুঁৱৰীৰ সাধু' বিয়ানামৰ শৈলীত ৰচিত। এই ক্ষেত্ৰত বহু কেইজন নাট্যকাৰ আৰু নাটকৰ নাম উল্লেখ কৰিব পাৰি। কৰুণা ডেকাৰ 'চং', আনন্দমোহন ভাগৱতীৰ 'জতুগৃহ', যতীন ভট্টাচাৰ্যৰ 'মহাৰজা', বসন্ত শইকীয়াৰ 'ভঙুৱাৰাজ' আদি। এইখিনিতে উল্লেখ কৰিব লাগিব যে কিন্তু সকলো নাটকতে সফলভাৱে লোকশৈলীৰ ব্যৱহাৰ হোৱা নাই। কিছুমানত এই শৈলীৰ ব্যৱহাৰ অতি উপৰুৱা। লোকশৈলীৰ ব্যৱহাৰৰ ক্ষেত্ৰত কিন্তু সকলো লোক সন্তুষ্টও হোৱা দেখা নাযায়। নাট্যপ্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱাই কোৱা দুটামান কথা মন কৰিবলগীয়া। 'আজিকালি সংগীত নাটক অকাডেমীয়ে লোকনাট্যৰ পৰম্পৰাৰ প্ৰতি আকৃষ্ট হোৱাৰ ফলত তেওঁলোকে পোষকতা কৰা কেতবোৰ নাটত কথাতকৈ আংগিক অভিনয় আৰু কচৰৎ সদৃশ কাৰ্যৰ গুৰুত্ব দিয়ালৈ চাই এনে অনুভৱ হয় যে, সংগীত নাটক অকাডেমীয়েও ভাৰতীয় নাটকৰ ভাৰতীয়ত্ব আৱিষ্কাৰ কৰিবলৈ গৈ নাটকৰ দৃশ্যত্ব গুণক আগ ঠাই দি কাব্যগুণ তথা সাহিত্যিক গুণক বিলুপ্তি কৰাৰহে যেন বাট মুকলি কৰিব খুজিছে নিজৰ অজ্ঞাতসাৰেই।' (নাট্য নিবন্ধ ঃ বনলতা ২০০১, পৃষ্ঠা ১০৮)

অসমৰ এজন আগশাৰীৰ নাট্যকাৰ হ'ল আলি হায়দৰ (১৯৫১-২০১০)। তেখেতৰ হাতত অসমীয়া নাটকে বিশেষ ৰূপ পাইছে। অসমীয়া সাম্প্ৰতিক নাটক যিসকলৰ দ্বাৰা ৰূপ পাইছে সেইসকলৰ ভিতৰত আলি হায়দৰ এজন। ১৯৬২ চনতে 'উপলব্ধি' নামৰ নাটকেৰে নাট্য যাত্ৰা আৰম্ভ কৰা আলি হায়দৰ আছিল এজন সম্পূৰ্ণ নাট্যকৰ্মী। তেখেতে নাটকক total theatre হিচাপে গ্ৰহণ কৰিছিল। নাটক ৰচনা আৰু পৰিবেশনা তেখেতৰ বাবে একাৰ্থক আছিল। পৰিৱেশনতহে নাটকে প্ৰকৃত ৰূপ পায় বুলি তেখেতে বিশ্বাস কৰিছিল। বিভিন্ন পৰিস্থিতি আৰু পৰিৱেশৰ বাবে নাট্য পৰিৱেশনৰ প্ৰয়োজন পূৰাবলৈ তেখেতে নাট ৰচনা কৰিছিল। পোৱা তথ্য মতে তেখেতে আঁঠাইশখন পূৰ্ণাংগ নাট ৰচনা কৰিছিল। বাইশখন একাংকিকা নাটক, পঁচিশখন অনাতাঁৰ নাটক ৰচনা কৰিথৈ গৈছে তেখেতে। এই সকলোবিলাক নাটক হয়তো সমানে ৰসোত্তীৰ্ণ হোৱা নাই বা সকলো নাটকৰে গঠন সমানে সবল নহয়, তথাপি তেখেতৰ কেইখনমান নাটক যুগোত্তীৰ্ণ হ'ব। সমাজৰ নিম্নশ্ৰেণীৰ মানুহৰ দুখ-দুৰ্দশা, তেওঁলোকে ভোগ কৰিবলগীয়া অৰ্থনৈতিক পৰিস্থিতি, তেওঁলোকৰ বঞ্চনা আদি বিষয়তে আলি হায়দৰে নাটক লিখিছিল। প্ৰগতিশীল চিন্তাৰ প্ৰভাৱ তেখেতৰ নাটকত সুস্পষ্ট। তেখেতৰ যিখন নাটকক মেগনাম অপাচ বুলি ভবাৰ স্থল আছে সেইখন হৈছে 'এটা চোলাৰ কাহিনী'। দৰ্জীজনে এটা শুদ্ধ জোখ ল'ব পৰা নাই ক্ৰমে শকত হৈ গৈ থকা এজন গ্ৰাহকৰ। যিজন দৰ্জীয়ে এই চোলাটো চিলাই আছে তেওঁৰ নিজৰ চোলাই নাই। 'লোকৰ চোলা চিলাওঁতেই জিন্দেগী গ'ল। নিজৰটো ফটা টাপলি মৰা'। এনে শক্তিশালী চিৰ নতুন তথা সংবেদনশীল সংলাপ আৰু কাহিনীৰে এই নাটকখনে সকলো সময়ৰ বাবেই দৰ্শক-শ্ৰোতাক আলোড়িত কৰি থাকিব। সেইদৰে 'অহৈতুকী স্বদেশপ্ৰীতি' নামৰ নাটকখনো চিৰনতুন। বানপানীৰ সময়ত সাধাৰণ মানুহৰ বিপৰ্যয়ৰ সমানে সমানে এগাল সুবিধাবাদীয়ে বানপানীৰ সময়ত কৰা বিভিন্ন কেৰিকাছাৰৰ যি ব্যংগাত্মক ছবি নাট্যকাৰে আঁকিছে সেয়া অতি সূক্ষ্ম আৰু মোহনীয়। দুয়োখন চুটি নাটক। পূৰ্ণাংগ নাটসমূহৰ ভিতৰত 'ধুমুহা পখীৰ নীড়', 'যুগ সন্ধিক্ষণৰ কাব্য', 'কুপ্ৰথা', 'নৈশযুদ্ধ' আদি নাটকে সমালোচকসকলৰ মাজত বিশেষ স্পন্দন তুলি থৈ গৈছে। তেখেতৰ শেহতীয়া সৃষ্টি আছিল 'একাংগীগ্ৰস্ত ক্লান্তি'। পাঁচোটা চৰিত্ৰৰ এই নাটকখনে অতি সাম্প্ৰতিক সময়ক ফুটাই তুলিবলৈ যত্নৱান হৈছে। যান্ত্ৰিকতাৰ প্ৰতীক টেলিফোনটো এটা অতি সূক্ষ্ম 'মেটাফৰ'



হৈ উঠিছে। মধ্যবিত্তীয় জীৱনক এনেদৰে নাট্যকাৰে ফুটাই তুলিবলৈ যত্নৱান হৈছে যে নাটকখনৰ শেষত সকলোৰে উপলব্ধি হ'ব পাৰে যে, আমি কি এক জীৱন জী আছোঁ। মধ্যবিত্ত স্বামীয়ে আহি কয়, "মই বিচাৰিছিলোঁ ক'তো আউল নলগা এটা জীৱন। এই কামনাৰেই জীৱনটো অতিবাহিত কৰি আহিছোঁ। কাকো আঘাত নিদিয়াকৈ, অশান্তি নকৰাকৈ, দুখ নিদিয়াকৈ চলিব পৰা আৰু আনৰ পৰাও তেনে দুখ, অশান্তি আদি নোপোৱাকৈ চলাটোৱেই মোৰ মানত প্ৰকৃত জীৱন। কিন্তু ক'তা? মই ভবামতে, বিচৰা ধৰণে একো কৰিব পৰা নাই। চাবলৈ গ'লে নিবিচৰাবোৰ চাবলগীয়া হৈছে, নকৰিবলগীয়াবোৰ কৰিবলগা হৈছে। মোৰ পিছৰ প্ৰজন্মই মোৰ পথ অনুসৰণ নকৰিলে। কিযে এক বৈপৰীত্য। আচলতে মই বাৰু সমাজত ঘটা এই বৈপৰীত্য চাই থকা এজন দৰ্শক নে কি? কেৱল এজন দৰ্শক"। এই কথাখিনিৰ মাজেদি দৰ্শকৰ লগত চৰিত্ৰটোৰ সম্বন্ধ হয়। নিজৰ দোষ-দুৰ্বলতাখিনি উপলব্ধিৰ চেষ্টা কৰে আৰু শেষত পত্নীয়ে অতি দুখ আৰু ক্ষোভেৰে কয় '... তোমাৰ সন্মুখত এনেবোৰ ঘটনা ঘটি গ'ল, তুমি নিস্তব্ধভাৱে ৰৈ থাকিলা ..., দুঃশাসনে বস্ত্ৰ হৰণ কৰাৰ সময়ত ভীষ্মই নীৰৱে চাই থকাৰ দৰে চাই থাকিলা। কিন্তু কিয়? কিয়? কিয়???' এনেদৰে সমাজৰ বিবেকক জোকাৰি সংলাপ ৰচনা কৰিবৰ সক্ষমতা আছিল আলি হায়দৰৰ। তেখেতৰ নাট্য-পৰিক্ৰমাই অসমৰ নাটকক সদায় চহকী কৰি ৰাখিব। নাট প্ৰযোজনাৰ লগত পোনে পোনে জড়িত এজন নাট পৰিচালক, অভিনেতা হোৱাৰ বাবে নাটকবিলাকৰ দৃশ্যায়ন কেনেকৈ কৰা হ'ব, মধ্য স্থানত কি কি হ'ব, কোন স্থানত গৈ কেনেকৈ অভিনেতা শিল্পীসকল ৰ'বগৈ তাৰ স্পষ্ট নিৰ্দেশ আছে। সেইবিলাক নিজেও নাটকবিলাকৰ ভাষা হৈ নাটকবিলাকৰ সৈতে সংযুক্ত হৈ পৰিছে।

সত্তৰ দশকত লিখিবলৈ আৰম্ভ কৰা সাম্প্ৰতিক কালৰ নাট্যকাৰসকলৰ ভিতৰত ৰফিকুল হোছেইন মূলতঃ কবি। তেখেতৰ নাটকৰ অন্তঃপ্ৰবাহিত স্বৰূপটোও কবিতায়েই। নাট্যকাৰগৰাকীৰ শেহতীয়া নাটকখন 'জলপ্ৰপাত'। গভীৰ মানৱতাৰে পৰিপূৰ্ণ তেখেতৰ নাটকসমূহত আলোচকসকলে বিভিন্ন মাত্ৰাৰ শৈল্পিক গুণ আৱিষ্কাৰ কৰিছে। তেখেতৰ নাট সংকলন 'ধোঁৱা দৈৱকী জলাশয়'। তাত তিনিখন নাট সংকলিত হৈছে। তেখেতো এগৰাকী নাট্যকৰ্মী হোৱা বাবে নাটসমূহ উপস্থাপনৰ সুবিধাৰে সৈতে ৰচিত। এখন নাটৰ দৃশ্য বিভাজন, চৰিত্ৰ সৃষ্টি, তদুপৰি নাটৰ সংগীত, পোহৰ আদিৰ বাবে নিৰ্দিষ্ট নিৰ্দেশনা নাটকবিলাকত আছে যদিও নাটকবিলাক আকৌ নাট্যকাৰে কোনো সীমাত বান্ধি পেলাবলৈ চেষ্টা কৰা নাই। প্ৰতিজন পৰিচালকে স্বাধীন মনেৰে নাটকখন কৰিব পৰাৰ সুবিধাও নাটকবিলাকত আছে। এনে সুবিধা কেৱল সামৰ্থ্য থকা, সৃষ্টিশীল নাট্যকাৰসকলৰ হাততহে পোৱা যায়। ধোঁৱা, দৈৱকী আৰু জলাশয় তিনিওখন নাটৰে মূল সুৰ মানৱতা। ধোঁৱাত সাম্প্ৰতিক সশস্ত্ৰ সংগ্ৰামৰ সময়টোক ফুটাই তোলা হৈছে, য'ত সকলো দৰ্শন, সকলো আদৰ্শৰ ওপৰত মানুহক তুলি ধৰা হৈছে। অপহৰণ কৰি পণবন্দী কৰি আনি থোৱা এগৰাকী নাৰীক লৈ কাহিনীৰ গতি আৰম্ভ হৈছে আৰু সমাজৰ প্ৰায় প্ৰতিটো দিশকে নাটকখনে জোকাৰি যাবলৈ সক্ষম হয়। ৰফিকুল হোছেইনৰ অন্যখন নাটক 'দৈৱকী' যেন চিৰন্তন মানৱীয়তাৰ গীত। কংসৰ অত্যাচাৰৰ পৰা দৈৱকীয়ে নিজৰ পুত্ৰক ৰক্ষা কৰিব পাৰিলে, যি পুত্ৰই এদিন সংস্কৃতিৰ বাঁহী বজাই কংস ৰজাক ধ্বংস কৰিলে, কিন্তু আজিৰ দৈৱকীয়ে তেওঁৰ পুত্ৰক ৰক্ষা কৰিব পৰা নাই। এগৰাকী বোবা নাৰী তেওঁৰ মৃত পুত্ৰক লৈ ৰে'ল-ষ্টেছনৰ কাষত পৰি থাকে। তাৰ পাছত আৰম্ভ হয়; আজিৰ তাৰিখত সুলভ বিভিন্ন সুবিধাবাদীৰ নানা কেৰিকাছাৰ। তীব্ৰ অৰ্থনৈতিক বৈষম্য, জালিয়াতি আৰু দুৰ্নীতিৰে পুষ্ট আজিৰ সামাজিক-ৰাজনৈতিক পৰিস্থিতিয়ে কোনো দৈৱকীৰ পুত্ৰক সুৰক্ষা দিব নোৱাৰে। এনে এক পৰিণতি তথা শুভদিনৰ বাৰ্তাৰ সম্ভাৱনাৰে শেষ হোৱা নাটকখনে যিকোনো সংবেদনশীল লোককে আকৃষ্ট কৰিবলৈ সক্ষম।

নাটক এখনৰ দুটা ভাগ থাকে। একে সময়তে ই সাহিত্য আৰু পৰিবেশ্য কলা। নাটকৰ বিশেষত্ব ইয়াতেই যে নাট্যকাৰে ৰচনা কৰাৰ পাছতো পৰিচালক-অভিনেতা, কলা-কুশলীয়ে ইয়াক পুনৰ নিৰ্মাণ কৰে। নাট পৰিবেশ্য কলা হোৱাৰ লগে লগেই ইয়াৰ বাবে নাট্যশিক্ষণৰ এটা কথা আহি পৰিল। অভিনয়, পৰিচালনা আদি বিষয়বোৰৰ লগত জড়িত হৈ পৰিল এটা বিজ্ঞান, নাট্য বিজ্ঞান (Theatre Science)। নাট্য বিজ্ঞানে নাটকক বিশেষ ৰূপ দিলে। নাট্যবিজ্ঞান কষ্টলব্ধ চৰ্চাৰ বিষয় হৈ পৰিল। বিশ্বৰ শ্ৰেষ্ঠ নাট্য বিশেষজ্ঞসকলে, নাট্য তাত্ত্বিকসকলে নাট প্ৰশিক্ষণৰ বাবে দিক নিৰ্দেশ কৰিবলৈ ধৰিলে। এনে দিক নিৰ্দেশনে নাটকক এটা বিশেষ দিশলৈ আগ বঢ়াই নিলে। বিজ্ঞানক কলালৈ ৰূপান্তৰ ঘটোৱা এই কৰ্ম অতি কষ্টসাধ্য আৰু সাধনালব্ধ বুলি চিহ্নিত হ'বলৈ ধৰিলে। নাট্যবিজ্ঞান জনপ্ৰিয় হ'বলৈ ধৰিলে আৰু ইয়াৰ প্ৰভাৱ সৰ্বত্ৰ পৰিল। অসমতো ইয়াৰ প্ৰভাৱ নপৰাকৈ নাথাকিল। ৰাষ্ট্ৰীয় নাট্য বিদ্যালয় (নতুন দিল্লী)ৰ অন্তৰ্গত পাঠ্যক্ৰমৰ যিসকল ছাত্ৰ তথা নাট্যবিদে নাটকৰ প্ৰশিক্ষণ আৰম্ভ কৰিলে সেইসকলৰ হাতত নাটকে নতুন ৰূপ পালে। সেই প্ৰশিক্ষণৰ পোহৰত নাট্যকাৰসকলে নাটকক নতুনকৈ পৰীক্ষা-নিৰীক্ষা কৰাৰ সুবিধা পালে। নাটক হৈ পৰিল নতুন প্ৰজন্মৰ বাবে নিজৰ ভাষা। প্ৰত্যেকেই নিজৰ নিজৰ চিন্তাক ন-ধৰণেৰে ৰূপ দিবলৈ শিকিলে। জ্যোতিপ্ৰসাদ বা বেজবৰুৱাৰ নাটক মঞ্চস্থ কৰাৰ যি অসুবিধা সেই অসুবিধাৰ পৰা নতুনচাম নাট্যকাৰ বহুদূৰ আঁতৰি আহিল। সন্মুখত এটা মঞ্চ ৰাখিহে নতুন নাট্যকাৰসকলে নাটক লিখিবলৈ ধৰিলে। জ্যোতিপ্ৰসাদৰ নাটক লভিতাৰ এটা দৃশ্য বৰ্ণনালৈ লক্ষ্য কৰিলে দেখা যায় - "গোলাঘাটৰ 'নাহৰজান এয়াৰড্ৰম'ৰ তেনেই ওচৰৰ বহল পথাৰৰ কাষত ফুলগুৰি গাঁৱৰ বানেশ্বৰ বৰুৱাৰ







ঘৰৰ আগচোতাল। এফালে ভড়াল ঘৰটো দেখা গৈছে আৰু এফালে বহু দূৰলৈকে পথাৰ দেখা গৈছে। দূৰৈত নগা পৰ্বতৰ শাৰী জিলিকি আছে। সময় সন্ধিয়াৰ আগভাগ। লাইট বা বেলিৰ ৰ'দ এচেৰেঙা আহি চোতালত জিকমিকাই আছে। ঘৰৰ ওপৰেদি থোকাৰ তামোলগছ আৰু আম, লেতেকুৰ গছ দেখা গৈছিল। ভড়ালৰ কাষত এজোপা নাহৰ গছ আৰু আগত এজোপা তগৰ ফুলি আছিল। বহাগ সোমাইছে মাথোন। দূৰণিৰ পৰা টকা-পেঁপাৰ মাত আৰু ৰিণিকি ৰিণিকিকৈ বনগীত শুনা-নুশুনাকৈ ভাঁহি আহিছিল। বানেশ্বৰ বৰুৱাৰ গাভৰু জীয়েকে চোতালতে মূঢ়া এটাত বহি এড়ী সূতা কাটি আছিল। ওচৰতে এটা কুকুৰ পোৱালীয়ে হাঁহ কেইটামানক খেদি কুঁ-কুৱাই ফুৰিছিল। ... চিনেমাৰ দৰে ডিটেইল থকা দৃশ্যসজ্জা নাটকত সম্ভৱনে? সম্ভৱ হ'লেও কুকুৰ পোৱালীয়ে হাঁহ খেদাৰ দৰে দৃশ্য? সেই দৃশ্যটো মুহূৰ্ততে বোমা পৰি ছাৰখাৰ হয় আৰু দ্বিতীয়বাৰ সেই দৃশ্যসজ্জা নাটকখনত প্ৰয়োজন নাই। তেনে ধৰণৰ অসুবিধাবিলাক মঞ্চৰ পৰা বিদায় দিবলৈ পাছৰচাম নাট্যকাৰ বদ্ধপৰিকৰ হ'ল। মঞ্চক বুজি পাবলৈ শিকিলে। মঞ্চৰ সৈতে নাট্যকাৰৰ সম্পৰ্ক হ'ল। এই সম্পৰ্কই নাটকক বেলেগ ৰূপ দিলে। অসমৰ নাট্যকাৰসকলে মঞ্চ আৰু অভিনয় বিজ্ঞান বুজাৰ পাছৰ পৰা সময়ৰ দাবীক মানি লোৱা আৰু অন্যান্য মেডিয়াৰ লগত সমানে ফেৰ মাৰিব লগা হোৱা পৰিস্থিতি এটা হোৱাৰ লগে লগে নাটকবিলাক সলনি হ'বলৈ বাধ্য হ'ল।

দীপক মহন্ত, লিয়াকৎ আলী, পংকজজ্যোতি ভূঞা, দীপক গগৈ আদি নাট্যকাৰৰ নাটকত সদায় এটা নিজা সুৰ থাকে। নাটকবিলাকলৈ চালেই গম পোৱা যায় এইখন কাৰ নাটক। পংকজজ্যোতি ভূঞাৰ 'চিৰিয়াখানা', 'ওপৰমহলাৰ বন্ধুজন' অতি উচ্চ স্তৰৰ নাটক। 'ওপৰমহলাৰ বন্ধুজন' নাটকখন সকলো সময়ৰ বাবেই। চিৰিয়াখানাত যান্ত্ৰিকতাই মানুহৰ ওপৰত কৰা নিৰ্মম প্ৰহাৰৰ কথা বৰ্ণিত হৈছে। নৰেন পাটগিৰিৰ 'আলাপ অন্তৰাগ', 'ৰজা আহে' আদি নাটকে অসমীয়া মৌলিক নাটৰ ভড়াল চহকী কৰাই নহয় নাট্যদলবিলাকৰ বাবে গহীন নাটক কৰাৰ বাবে বাট মুকলি কৰিছে। লিয়াকৎ আলীৰ 'জোনাকে ধোৱা অৰণ্যত' নামৰ নাটকখনিত বৰ্তমান সময়ৰ ছবি ফুটি উঠিছে। পোনপটীয়া আবেদনৰ নাটকখনত জাতি-গোষ্ঠী-ধৰ্ম আদিত স্খলিত সমাজখনত জ্যোৎস্না নামৰ ছোৱালীজনীয়ে সন্ধান কৰিছে ন আলোকৰ বাট। সাম্প্ৰদায়িকতাৰ বিৰুদ্ধে এয়া এক সজোৰ প্ৰতিবাদ। জিণ্টু ভট্টাচাৰ্যই নাটক 'পঞ্চকন্যাৰ সাধু'ত বিশেষ পৰীক্ষা-নিৰীক্ষা কৰিছে। মকবুল ফিদা হুছেইনৰ 'গজগামিনী' নামৰ চিনেমাখনৰ 'য়ে গৌৰী তাজ কি উচ ঔৰৎকী চড়' নামৰ কবিতাটোক মূল হিচাপে লৈ ৰচিত এই নাটকখনত নাৰীক বিষয় হিচাপে লৈ নাৰীৰ সমস্যাৰ অৱলোকন কৰাৰ চেষ্টা কৰিছে। ভৱ পূজাৰীৰ 'নষ্ট পৰিক্ৰমা'ত এগৰাকী লোকশিল্পীৰ বঞ্চনাৰ আৰ্তনাদ ফুটাই তুলিছে। প্ৰায় ফটোগ্ৰাফিক ৰিয়েলিটিৰে সজাই ৰচনা কৰা নাটকখন মঞ্চস্থ হৈছে বহু ঠাইত। ভুপেন গোস্বামীৰ 'কুশল কোঁৱৰ' ঐতিহাসিক সমল লৈ ৰচিত নাটক; যিদৰে স্বাধীনতা আন্দোলনৰ প্ৰথম ছহিদ গোমধৰ কোঁৱৰৰ জীৱনক লৈ ৰচিত হৈছে জিণ্টু হাজৰিকাৰ 'গোমধৰ'। দেৱব্ৰত মহন্তৰ 'নহয় জানো ছাৰ' আৰু 'জ্যোতিপ্ৰসাদ আমি আৰু এজাক এলচেচিয়ান' সমাজ বাস্তৱতাৰ দৃষ্টিভংগীৰে ৰচিত নাটক। এপিক ফৰ্মত ৰচিত নাটক দুখনত বৰ্তমান সময়ৰ ছবি ফুটি উঠিছে। বাহাৰুল ইছলামৰ 'সীমাৰ সিপাৰে' নামৰ নাটকখনত মানুহৰ চেতনাৰ ছবি আঁকিছে। জীৱন মৃত্যুতে শেষ নহয়। আৰু আছে। তাৰ মাজতো থাকি যায় জীৱনৰ অস্তিত্ব। কেনেদৰে? ইল্যুচন আৰু ৰিয়েলিটি যেন একে সময়তে গতি কৰিছে। হেমন্ত বৰপাত্ৰ গোহাঁইৰ 'কুলধৰ চেতিয়া বুঢ়া হ'ল' এখনি চিন্তা উদ্ৰেককাৰী নাটক। কৰুণা ডেকাৰ 'উৰুখা'ৰ বিষয়ে সমালোচকসকল সৰৱ। গিয়াছুদ্দিন আহমেদ, ড° জগদীশ পাটগিৰী আদিয়ে নিজস্ব ষ্টাইলত নাট ৰচনা কৰি আছে। সপোনজ্যোতি ঠাকুৰৰ নাটক একেসময়তে মঞ্চ আৰু অনাতাঁৰত প্ৰচাৰিত হৈছে। তেওঁৰ নাটক 'সংস্কাৰ', 'কবিতাৰ মৃত্যু', 'অন্ধৰাজ', 'অন্যায় ন্যায়', 'বাঘময়', 'দ্ৰৌপদী পৰিয়াল', 'সৰুধেমালি-বৰধেমালি', 'ৰত্নাকৰ আদি', 'কল্যাণ খৰমান', 'মিচিং কনেং' নাট্যকাৰ-পৰিচালক মুনীন ভূঞাদেৱে কৈছে - "গহীন ধাৰাৰ অসমীয়া নাটকে সমকালীন অসমত গা কৰি উঠাত যি কেইজন নাট্যকাৰৰ অৱদান উল্লেখযোগ্য সপোনজ্যোতি ঠাকুৰ তেওঁলোকৰ ভিতৰত অন্যতম। মঞ্চনাট আৰু অনাতাঁৰ নাট তেওঁ সমান দক্ষতাৰে লিখি আছে। অভিজ্ঞতাৰ গভীৰতা বঢ়াৰ লগে লগে তেওঁ নিজকে ক্ষুৰধাৰ কৰি তোলাৰ ফালে নি আছে। 'দ্ৰৌপদী পৰিয়াল' নাটক ইয়াৰ প্ৰকৃত উদাহৰণ। সমসাময়িক সময়ত এনে ক্ষুৰধাৰ দৃষ্টিৰে প্ৰকাশ কৰা নাটক অসমীয়া মঞ্চত বিৰল।" ৰফিকুল হোছেইনে 'অন্যায় ন্যায়' প্ৰসংগত লিখিছে এনেদৰে - 'আমাৰ প্ৰথাসিদ্ধ সমাজ এখনত সাধাৰণ ধ্যান-ধাৰণাৰে চালিত হৈ ভেল্যুজসমূহৰ অন্তঃসাৰশূন্য ৰূপটোৰ বিপৰীত মেৰুত সততে ক্ৰিয়াশীল হৈ থকা আমাৰ আধুনিক জীৱন দ্বন্দ্বৰ বহু পৰিমাণে ই যেন এক উত্তৰ আধুনিকতাবাদী প্ৰকাশ'। অন্যায় ন্যায় নাটকখন ইতিমধ্যে হিন্দীলৈ অনুবাদ হৈ ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত আলোচনী 'ৰংগ প্ৰসংগ'ত ছপা হৈছে। দ্ৰৌপদী পৰিয়াল সম্পৰ্কে এঠাইত সমালোচকে লিখিছে - The playwright has brought some sublime and subtle satarical elements which gradually become more hunting especially in contemporary socio-political perspective. Soponjyoti Thakur gave the play an original structure with no gimmics or superficiallity. অসমৰ অন্য এগৰাকী কবি-নাট্যকাৰ হ'ল ৰাজীৱ কুমাৰ ফুকন। তেখেতৰ নাটকৰ সুৰ সম্পূৰ্ণ সুকীয়া। সমাজৰ নিম্নবৰ্গৰ মানুহৰ জীৱন আৰু তেওঁলোকে ভোগ





কৰি থাকিবলগীয়া হোৱা বঞ্চনা আৰু শোষণৰ ছবি নাটকবিলাকত স্পষ্ট। বিভিন্ন জনগোষ্ঠীবিলাকৰ সৈতে তেখেতে আত্মীয়তা স্থাপনৰ জৰিয়তে যি অভিনৱ নাট্যসম্ভাৰ অসমীয়া সাহিত্যলৈ আগ বঢ়াইছে সেইখিনিৰ মূল্য সময়ে নিশ্চয় নিৰূপণ কৰিব। 'ঐ ঐ বমানী কিপিং কিঠিপে' কাৰ্বি জনগোষ্ঠীৰ চৰিত্ৰ লৈ ৰচিত নাটক। তেখেতৰ নাটসমূহ হ'ল - 'টুফান আইল ৰে', 'নদী নিৰবধি', কেঁচা পিতলৰ সাঁচ', 'লাহে সোমব্ৰাৰী'। এইবিলাক নাটকৰ প্ৰতিখনেই আমাৰ সময়ক প্ৰতিনিধিত্ব কৰাৰ উপৰি চিৰন্তন মানৱীয়তাৰ গীত গায়। কাৰ্বি লোক কলাৰ ভিত্তিত বসন্ত দাসে ৰচনা কৰিছে 'ৰং ফাৰাপী ৰংবে আৰু থং নকৰে'। এই নাটকবিলাকৰ আলোচনাই অসমীয়া নাটকৰ এটা গুৰুত্বপূৰ্ণ দিশ পোহৰলৈ আনিব পাৰে।

অসমীয়া নাটকৰ একেবাৰে শেহতীয়া ধাৰালৈ লক্ষ্য কৰিলে দেখা যায় যে নাট্যকাৰসকল পৰিৱেশন সচেতন। কোৱা কথাষাৰ কেনেধৰণে ক'ব সেই লৈ নাট্যকাৰসকলে চিন্তা-ভাবনা কৰে। কলাজৰ দৰে বহুতো গীত, সংলাপ, মুকাভিনয়, কবিতাৰ আশ্ৰয়ত নাটকৰ নতুন পৰীক্ষা-নিৰীক্ষাও আৰম্ভ হৈছে। ৰবিজিতা গগৈৰ 'গাথা' তেনে এখন অগতানুগতিক নাটক। গাথাৰ যি পাঠ (Text) সেইটো হয়তো ইমান চমকপ্ৰদ নহয় যিমান মঞ্চত প্ৰযোজিত ৰূপটোত আমি দেখা পাওঁ। নাটকৰ এনে অৱস্থাই সাহিত্য হিচাপে নাটকলৈ কিছু সংশয়ৰ ভাবো কঢ়িয়াই আনে। তদুপৰি প্ৰস্তুতিবিহীন নাটো সৃষ্টি হৈছে (Improvised Play)। সামান্য কাহিনীৰ ৰেখা এটা তৈয়াৰ কৰি লৈ তাৰ ভিত্তিত নাট অভিনয় শিল্পীসকলে অভিনয় কৰি কৰি ৰচনা কৰে। সপোনজ্যোতি ঠাকুৰৰ 'অঘৰী আত্মাৰ কাহিনী' বা বিদ্যাৱতী ফুকনৰ 'ব'ল চেনাই তালৈকে' তেনে শ্ৰেণীৰ নাটক। অন্ধবিশ্বাস, কুসংস্কাৰৰ বিৰুদ্ধেও অসমীয়া নাট্যকাৰ সচেতন। ডাইনী হত্যাৰ বিৰুদ্ধে মত প্ৰকাশৰ বাবে বহুতো নাট ৰচনা হৈছে। ৰমেশ হালৈৰ 'আং ডাইনী নঙা' (মই ডাইনী নহয়) নামৰ নাটকখন এইক্ষেত্ৰত উল্লেখযোগ্য। অসমৰ বিভিন্ন স্থানত মত গঠনৰ স্বাৰ্থত বা জনসচেতনতাৰ বাবে অহৰহ বাটৰ নাট মঞ্চস্থ হৈ থাকে। ১৯৮৯ চনৰ ১ জানুৱাৰীত হত্যা কৰা নাট্যশিল্পী চফদৰ হাছমীৰ জন্ম দিৱসত বহুতো বাটৰ নাট হৈছিল। সেই বাটৰ নাটৰ ধাৰা এটাও অসমত চলি আছে। চৰকাৰী পক্ষয়ো বাটৰ নাট প্ৰচাৰৰ বাবে ব্যৱস্থা কৰিছে।

অসমীয়া নাটক অসমৰ বাহিৰত হোৱা উৎসৱলৈ আমন্ত্ৰিত হৈছে। তাত অংশ লৈ সেইবিলাক ঠাইত অসমৰ নাটকে নিজৰ পৰিচয় দাঙি ধৰিবলৈ সক্ষম হৈছে।

অসমৰ বিভিন্ন জনগোষ্ঠীৰ নিজস্ব ভাষা আছে। সেই জনগোষ্ঠীবিলাকে নিজৰ কথিত ভাষাত নাটক ৰচনা কৰি মঞ্চস্থ কৰি আছে। মিচিং, কাৰ্বি, বড়ো, ৰাভা ভাষাত ৰচিত বিভিন্ন নাটকে অসমত নাটকৰ ভড়াল চহকী কৰিছে। সেইবিলাক আমাৰ অসমৰে নাটক। সেই নাটকবিলাকৰ গুৰুত্ব অপৰিসীম। সেই নাটকবিলাকৰ বিষয়ে হয়তো স্বয়ংসম্পূৰ্ণ ৰচনা এখনেই লিখা উচিত। সেয়ে এই ৰচনাৰ পৰিসৰত সেই নাটকসমূহক অন্তৰ্ভুক্ত কৰা হোৱা নাই। মিচিং ভাষাত লিখা 'লে-নে-মিকবি', বড়ো ভাষাত লিখা 'অবং নি ফাও', 'ফুইচালি', 'ৰজা ইবাকদাও', 'গাম্বাৰিচিখলা' আদিৰ বাহিৰেও বহু নাটক সিঁচৰতি হৈ আছে। ৰাভা ভাষাত নাটক ৰচনা আৰু পৰিৱেশন কৰি গোৱালপাৰা জিলাৰ ৰামপুৰ, আগিয়াৰ শিল্পী শুক্ৰাচাৰ্য ৰাভাই ভাৰতৰ বাহিৰতো নাট পৰিবেশন কৰিবলৈ গৈছে। সেইয়া অসমৰ নাটকৰ বাবে এক গৌৰৱময় কথা।

অসমত নাট্য বিষয়ক গ্ৰন্থ প্ৰণয়নৰো লাহে লাহে উৎসাহ হৈছে। নাট্যবিজ্ঞানৰ বিভিন্ন বিষয়ৰ গ্ৰন্থ প্ৰকাশ হৈছে। ড° অনিল শইকীয়াই 'সংগীত আৰু নাটকত সংগীত' শীৰ্ষক এখন অতি গুৰুতত্বপূৰ্ণ আৰু নাট্যসংগীত বিষয়ত একমাত্ৰ গ্ৰন্থ অসমীয়াত প্ৰকাশ কৰিছে। এইখন গ্ৰন্থই বহু অভাৱ পূৰণ কৰাৰ উপৰি নাট্যৰসিকসকলৰ বহু কামত আহিছে। পোহৰ, মঞ্চসজ্জা আদিৰদৰে টেকনিকেল বিষয়ৰ কিতাপো ৰচনা আৰু প্ৰকাশ হৈছে। কেইবাখনো নাট্য বিষয়ক প্ৰবন্ধ সংকলন, বহুকেইজন নাট্যকাৰৰ নাটেৰে নাট সংকলন প্ৰকাশ হোৱা ঘটনাটোৱে অসমীয়া নাটকলৈ নতুন বাৰ্তা বহন কৰি আনিছে।❑

*বিঃ দ্ৰঃ — ৰচনাখনত উল্লেখ কৰা নাট্যকাৰ আৰু নাটসমূহ বহুক্ষেত্ৰত প্ৰতিনিধিত্বমূলক। সকলোকে সামৰিবৰ জোখাৰে এই প্ৰবন্ধৰ সামৰ্থও নাই সম্ভৱো নহয়। জোষ্ঠ নাট্যকাৰসকলক এই আলোচনালৈ অনা নাই। তেখেতসকলৰ নাটকৰ প্ৰভূত আলোচনা ইতিমধ্যে হৈছেই।*







# আধুনিক অসমীয়া নাটকত লোক-সাংস্কৃতিক উপাদান

ড° বসন্ত কুমাৰ ভট্টাচাৰ্য

আধুনিক অসমীয়া নাটকত লোক-সাংস্কৃতিক উপাদানৰ বিষয়ে বিচাৰ-বিশ্লেষণ কৰাৰ পূৰ্বে লোক-সংস্কৃতিৰ স্বৰূপ সম্পৰ্কে সম্যক আভাস দিয়া সমীচীন হ'ব।

অসমীয়া 'লোক-সংস্কৃতি' পদটো ইংৰাজী 'Folk-lore' পদক বুজাবলৈ ব্যৱহাৰ কৰা হয়। লোকজ্ঞান বা লোক-অভিজ্ঞতাক বুজাবলৈ ব্যৱহৃত পুৰণা Popular antiquities' বাক্যাংশৰ সলনি 'Folk-lore' পদটো পোনতে খ্ৰীঃ ১৮৪৬ত ইংলেণ্ডৰ পুৰাতত্ত্ববিদ উইলিয়াম জন্ থমছে প্ৰয়োগ কৰে।[১] ইংৰাজী 'Folk' অৰ অৰ্থ লোক বা জন আৰু 'lore' অৰ অৰ্থ বিদ্যা। এই দিশৰ পৰা 'Folk-lore' ক বুজাবলৈ 'লোকবিদ্যা' পদটো প্ৰয়োগ কৰাহে সমীচীন হ'ব যেন লাগে[২], যদিও এই প্ৰসংগত 'লোক-সংস্কৃতি' পদটোৰ প্ৰতিহে সকলোৰে আকৰ্ষণ পৰিদৃষ্ট হয়। কিয়নো অসমীয়া 'সংস্কৃতি' পদটোৱে lore পদে ব্যঞ্জিত কৰা প্ৰায় সকলো অৰ্থকে সামৰি লয়।

'লোক-সংস্কৃতি'ৰ উদ্ভৱ আৰু বিকাশৰ পটভূমি সাধাৰণতে 'লোকসমাজ'। 'লোকসমাজ' হ'ল নগৰ স্থাপিত হোৱাৰ পূৰ্বৰ সমাজখন। বিশিষ্ট লোকতত্ত্ববিদ ৰবাৰ্ট ৰেড্ ফিল্ডৰ মতে, 'কৃষক সমাজৰ দ্বাৰা গঠিত সমাজেই লোক-সমাজ আৰু কৃষকৰ সংস্কৃতিয়ে লোক-সংস্কৃতি।'[৩] পিছে কৃষক সমাজ যিহেতু স্বতন্ত্ৰ সমাজ নহয়, খণ্ডিতহে, সেই হেতুকে কৃষকৰ সংস্কৃতিও খণ্ডিত বা আংশিকহে। আলান ডাণ্ডেজৰ মতে, স্বৰূপাৰ্থত ন্যূনতম উমেহতীয়া উপাদানৰ অংশীদাৰ কোনো এক জনসমষ্টিক 'লোক' আখ্যা দিব পাৰি।[৪] এই ন্যূনতম উমৈহতীয়া উপাদানটো ব্যৱসায়, ধৰ্ম, ভাষা যিয়েই নহওক কিয়, তাত থাকিব লাগিব পৰম্পৰা আৰু এই পৰম্পৰাক তেওঁলোকে নিজৰ উমেহতীয়া মাধ্যমৰূপে গ্ৰহণ কৰিবলৈ অনবৰতে সাজু হৈ থাকিব লাগিব।[৫]

ওপৰৰ আলোচনাৰ পৰা এই সিদ্ধান্তলৈ আহিব পাৰি যে গাঁওবাসী, পৰম্পৰাৰ প্ৰতি শ্ৰদ্ধাশীল, কৃষিজীৱী, নিৰক্ষৰ হোজা জনসমষ্টিয়েই হ'ল লোক-সমাজ আৰু এনে সমাজৰ সংস্কৃতিয়েই হ'ল 'লোক-সংস্কৃতি'। লোক-সংস্কৃতিৰ ব্যাপকতা, বৈচিত্ৰ্য আৰু বৈশিষ্ট্য অনুসৰি ইয়াক প্ৰধানতঃ চাৰিটা ভাগত বিভাজন কৰা হৈছে[৬]

(ক) মৌখিক লোক-সংস্কৃতি বা বাচিক কলা বা লোক-সাহিত্য (Verbal art) ঃ ইয়াৰ ভিতৰত লোক-কাহিনী, বৰ্ণনাত্মক লোক-কবিতা, লোক-মহাকাব্য, প্ৰবচন, সাঁথৰ, লোক ভাষা আদি ধৰা হয়।

(খ) সামাজিক লোকপ্ৰথা বা লোকাচাৰ (Social folk-customs) ঃ উৎসৱ-অনুষ্ঠান, খেল-ধেমালি, লোক-ঔষধ, লোক-ধৰ্ম, লোক-বিশ্বাস আদি এই বিভাগটোৰে সামৰি লয়।

(গ) ভৌতিক সংস্কৃতি (Material folk-culture) ঃ লোক-শিল্প, লোক-স্থপতিবিদ্যা, লোক-কলা, লোক-আভৰণ, লোক-ৰন্ধন প্ৰণালী আদি এই বিভাগটোৰ অন্তৰ্ভুক্ত।




(ঘ) লোক-পৰিৱেশ্য কলা (Folk-performing art) ঃ এই বিভাগটোৰ ভিতৰত পৰে লোক-সংগীত, লোক-নৃত্য আৰু লোক-নাট্য।

আধুনিক অসমীয়া কবি-সাহিত্যিক সকলৰ সাৰস্বত সাধনা, পাশ্চাত্য ভাৱধাৰা আৰু অভিজাত চেতনাৰে ভূষিত হ'লেও আৰু দেশ-বিদেশৰ পৰা সাহিত্যৰ নানান উপকৰণ আহৰণ কৰি সৃষ্টিকৰ্মত আত্মনিয়োজন কৰিলেও, তেওঁলোকে অসমীয়াসুলভ সাহিত্যিক প্ৰাণতা বিসৰ্জন দিয়া নাই আৰু দিবও নোৱাৰে। কিয়নো, তেওঁলোকৰ সাহিত্য চৰ্চা আৰু সৃষ্টিৰ পটভূমি হ'ল প্ৰধানতঃ অসম ৰাজ্য-অসমীয়া মানুহ, অসমীয়া সমাজ-জীৱন। তদুপৰি, তেওঁলোকৰ কল্পনা-অনুভূতি আৰু বুদ্ধি-বৃত্তিও অসমীয়া সমাজ-জীৱনৰ নানান দিশৰ প্ৰভাৱৰ দ্বাৰা প্ৰভাৱান্বিত। এনে প্ৰভাৱৰ পৰিণতি স্বৰূপে আধুনিক অসমীয়া সাহিত্যত সমাজ-জীৱনৰ বিবিধ তাত্ত্বিক উপাদানৰ লগতে লোক-সংস্কৃতিৰ উপাদানসমূহৰো প্ৰতিফলন লক্ষ্য কৰিব পাৰি।

অসমীয়া সাহিত্যৰ আন আন বিভাগৰ দৰে নাট্য সাহিত্যও সমৃদ্ধিশালী আৰু ইয়াৰ বিকাশ বিস্তৃতিও মন কৰিব লগীয়া। খ্ৰীঃ ১৮৫৭ত গুণাভিৰাম বৰুৱাৰ দ্বাৰা ৰচিত 'ৰাম নৱমী নাটক' শীৰ্ষক নাটকখনেই প্ৰথম অসমীয়া আধুনিক নাটক। পাশ্চাত্য নাটকৰ বিশেষতঃ শ্বেক্সপীয়েৰীয় নাটকৰ ৰীতি-প্ৰকৃতিৰ আৰ্হিত ৰচনা কৰা এইখন নাটকেই প্ৰাচীন অসমীয়া অংকীয়া নাটৰ সুদীৰ্ঘ পৰম্পৰাত যতি পেলায় আৰু নব্য নাট্য পৰম্পৰা সূচনা কৰে। 'ৰাম নৱমী নাটক' সামাজিক সংস্কাৰমূলক নাটক।

বাল বিধৱা তথা বাল্য বিবাহৰ সমস্যাৰ আধাৰত ৰচিত এইখন নাটকত চিত্ৰিত হৈছে ঊনবিংশ শতিকাৰ অসমীয়া সমাজখনৰ স্বৰূপ। 'ৰাম নৱমী নাটক'ৰ জৰিয়তে আৰম্ভ হোৱা আধুনিক অসমীয়া নাট্যধাৰা পৰৱৰ্তী কালত বহু শাখা বিস্তাৰিত হৈ বিৱৰ্তনৰ মাজেদি পৰিপুষ্টি লাভ কৰিছে। এইদৰে পৰিপুষ্ট হোৱা আধুনিক অসমীয়া নাটকত লোক-সাংস্কৃতিক উপাদানসমূহৰ ক'ত কেনেদৰে প্ৰতিফলন ঘটিছে, সেই বিষয়ে আলোচনা কৰাৰ যথেষ্ট স্থল আছে।

আধুনিক অসমীয়া নাটকত মৌখিক লোক-সংস্কৃতি অথবা বাচিক কলাৰ উল্লিখন, বৰ্ণন আৰু ৰূপায়ণৰ বিশ্লেষণেৰে আলোচনাৰ পাতনি মেলিব পাৰি।

মৌখিক লোক-সংস্কৃতি অথবা বাচিক কলাৰ জৰিয়তে সমাজ-জীৱন আৱৰণহীন, অকৃত্ৰিম আৰু স্বতঃস্ফূৰ্তভাৱে অভিব্যক্ত হয়। তদুপৰি ইয়াৰ নান্দনিক মাধুৰ্য্যও অভিনৱ। লোক-সাহিত্য তথা মৌখিক লোক-সংস্কৃতিৰ এক বুজন অংশ দখল কৰি থাকে লোক-কবিতা বা লোকগীতসমূহে। আধুনিক অসমীয়া নাট্যকাৰ লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, আনন্দ চন্দ্ৰ বৰুৱা, নকুল চন্দ্ৰ ভূঞা, প্ৰসন্নলাল চৌধুৰী, অতুল চন্দ্ৰ হাজৰিকা, জ্যোতিপ্ৰসাদ আগৰৱালা, সুৰেশ গোস্বামী প্ৰমুখ্যে বিশিষ্ট নাট্যকাৰসকলৰ নাটকত প্ৰয়োগ হোৱা গীত-মাতত অসমীয়া লোকগীতৰ সুৰৰ ধ্বনি-প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। বেজবৰুৱাৰ দ্বাৰা ৰচিত 'জয়মতী কুঁৱৰী' নাটকৰ পৰা উদ্ধৃত তলৰ গীতটোত অসমীয়া লোকগীতৰ গঠন ভংগিমা লক্ষ্য কৰিবলগীয়া ঃ

সখীহে! কি ক'ম দুখৰে কথা  
অমৃত মথোতে বিহ উপজিলে  
মিঠা মৌ হ'ল তিতা।  
মালতীৰ চাকি খোপাত পিন্ধিলো  
তাৰো গ'ল পাহি সৰি  
সোণৰে সঁজাতে পখীটি ৰাখিলোঁ  
সিও গুচি গ'ল উৰি।  
সঁজাতে ফুলিলে তগৰ ফুলে পাহি  
সন্ধিয়াৰ বা পাই  
কোনেও নেদেখোতে, কোনেও  
নুশুঙোতে  
সিও যে লেৰেলি যায়।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'শোণিত কুঁৱৰী', 'কাৰেঙৰ লিগিৰী', 'ৰূপালীম', 'নিমাতী কইনা' আদি নাটকত প্ৰয়োগ হোৱা একাংশ গীতত অসমীয়া লোকগীতৰ অন্তৰ্ভুক্ত 'আইনাম', 'বিয়ানাম', 'বিহুগীত', 'নিচুকনি গীত' আদিৰ সুৰ আৰু ধ্বনি-মাধুৰ্য ফুটি উঠিছে। নাট্যকাৰ গৰাকীৰ 'কাৰেঙৰ লিগিৰী'ৰ পৰা উদ্ধৃত তলৰ গীতটোত ফুটি উঠিছে 'বিয়ানাম'ৰ ধ্বনি-মাধুৰ্য ঃ

সোণৰে পালেঙত অ' মনেতৰা  
সোণৰে পালেঙত অ' মনেতৰা  
ধুনীয়া কোঁৱৰৰ ঘুমটি নাহিলে  
কপাহৰে দলিচা পৰা মনেতৰা  
সোণৰে ... ... ... ... ... ...  
চাতোনৰ দলিচা পাৰি দিম শুবলৈ  
অ' মনেতৰা  
বগলীৰ পাখিৰে গাৰু দিম শুবলৈ  
অ' মনেতৰা  
চান্দোৱা হৰা ফুল বছা মনেতৰা সোণৰে ...  
পদুমী পাহিৰে গুঠি দিম বিচনী  
বা দিম সুৰভি ভৰা মনেতৰা  
কাষতে লিগিৰী বহিনো নামে গাম  
কোনোবা বিতোপন দেশৰে সাধু ক'ম  
নিশাটো কাষতে বহি মনেতৰা  
টোপনি টোপনি অ' মনেতৰা  
আহিবা টোপনি অ' মনেতৰা।

নক'লেও চলে যে জ্যোতিপ্ৰসাদৰ নাটকতেই অসমীয়া লোকগীতৰ






ৰীতি-প্ৰকৃতিৰ আধাৰত ৰচিত সৰ্বাধিক গীতৰ প্ৰয়োগ ঘটিছে। ফলস্বৰূপে, তেওঁৰ নাটকত অসমীয়া জাতীয় সমাজ-জীৱন-চিত্ৰ সুৰ মাধুৰ্যৰে অভিনৱ ৰূপত প্ৰতিফলিত হৈছে।

অসমীয়া বাচিক কলা, লোককথা বা সাধুকথাৰেও সুসমৃদ্ধ। বেজবৰুৱাৰ 'লিটিকাই' নাট খনি জনপ্ৰিয় অসমীয়া সাধু এটিৰ আলমত ৰচিত। গোহাঞি বৰুৱাৰ 'টেটোন তামুলী' নাটৰ কথাবস্তুও সাধুকথা স্পৰ্শিত। বাচিক কলাৰ একাংশ দখল কৰি থাকে লোক ভাষাই। কোনো এটা ভাষাৰ কোনো এক আঞ্চলিক উপভাষাৰ অন্তৰ্গত সাধাৰণ অশিক্ষিত, লোকসমাজত, জীৱন যাত্ৰাৰ প্ৰসংগত যি ভাষা ব্যৱহাৰ কৰা হয়, তাকেই লোকভাষা বোলে। লোকভাষা পুৰণি, পৰম্পৰাগত আৰু স্বাভাৱিক। প্ৰতিভাশালী কবি-সাহিত্যিকসকলে তেওঁলোকৰ ৰচনাৰাজিত লোকায়ত সমাজৰ চিত্ৰ পৰিস্ফুটিত কৰিবৰ নিমিত্তে লোকভাষাৰ ৰীতি প্ৰয়োগ কৰা দেখা যায়। আধুনিক অসমীয়া নাট্যকাৰসকলেও তেওঁলোকৰ নাটকৰাজিৰ কাহিনীৰ বিকাশ, চৰিত্ৰ আৰু পৰিবেশ পৰিস্থিতিৰ চিত্ৰণৰ প্ৰসংগত, প্ৰয়োজন অনুসৰি লোকভাষাৰ গঠন ভংগিমা, শব্দাদি, প্ৰবচন খণ্ডবাক্য আদিৰ প্ৰয়োগ কৰিবলৈ কাৰ্পণ্য কৰা নাই। গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী নাটক', হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্তন', বেজবৰুৱাৰ ধেমেলীয়া নাট চাৰিখনৰ বাহিৰেও তেওঁৰ 'চক্ৰধ্বজ সিংহ', 'বেলিমাৰ', 'জয়মতী কুঁৱৰী' আদি; গোহাঞিবৰুৱাৰ 'ভুত নে ভ্ৰম', 'টেটোন তামুলী', 'গাঁওবুঢ়া', 'বাণৰজা', 'সাধনী' আদি; চন্দ্ৰধৰ বৰুৱাৰ 'মেঘনাদ বধ'; দুৰ্গেশ্বৰ শৰ্মাৰ 'পাৰ্থ পৰাজয়'; জ্যোতিপ্ৰসাদৰ 'শোণিত কুঁৱৰী', 'ৰূপালীম', 'লভিতা', 'কাৰেঙৰ লিগিৰী' আদি; অতুল চন্দ্ৰ হাজৰিকাৰ 'নৰকাসুৰ', 'বেউলা', 'কুৰুক্ষেত্ৰ', 'সাবিত্ৰী' আদি; আনন্দ চন্দ্ৰ বৰুৱাৰ 'নল-দময়ন্তী'; গনেশ গগৈৰ 'শকুনিৰ প্ৰতিশোধ'; প্ৰসন্নলাল চৌধুৰীৰ 'নীলাম্বৰ' আদি; প্ৰবীণ ফুকনৰ 'শতিকাৰ বান' আদি; সাৰদাকান্ত বৰদলৈ আৰু কৃষ্ণানন্দ ভট্টাচাৰ্যৰ 'মগৰীৰৰ আজান'; অনিল চৌধুৰীৰ 'প্ৰতিবাদ', 'মিনাবজাৰ'; লক্ষ্যধৰ চৌধুৰীৰ 'নিমিলা অংক'; প্ৰফুল্ল কুমাৰ বৰুৱাৰ 'আশাৰ বালিচৰ'; সত্যপ্ৰসাদ বৰুৱাৰ 'শিখা', 'মৃণালমাহী' আদি; অৰুণ শৰ্মাৰ 'জিন্‌টি', 'উৰুখা পঁজা', 'কুকুৰনেচীয়া মানুহ' আদি; মহেন্দ্ৰ বৰঠাকুৰৰ 'শৰাগুৰি চাপৰি', 'বলিয়া হাতী' আদি; ভবেন্দ্ৰনাথ শইকীয়াৰ 'শতাব্দী', 'এমুঠি তৰাৰ জিলিমিলি'; অখিল চক্ৰৱৰ্তীৰ 'উত্তৰ পুৰুষ' আদিৰ লগতে আন আন নাট্যকাৰৰ নাটকৰ সংলাপত লোকভাষাৰ অকৃত্ৰিম প্ৰতিৰূপৰ নিদৰ্শন পৰিদৃষ্ট হয়।

উদাহৰণ ঃ

(১) সীহুৰাম ।। কাকা, কিয়া আহলিহ্ এই?  
দতো ।। কি শোধাহ বাপহে। মোৰ কপালৰ কথা। এই মকত্তমা কৰ্‌বা আহছোঁ।  
সীহু ।। কিনো গুচি?  
দতো ।। পুতুখা চধৰী এইবোৰ গেই আৰ সৰ্বনাশ কৰ্‌বা ধৰ্চি। আমাৰ ঠেমা মানুহ আৰু থাকাৰ যো এই গুচিল। **(ৰাম নৱমী নাটক)**

(২) বলোৰাম ।। শুনচোঁন, শুন এ ৰাম।  
ভেদেই ।। কি  
বলোৰাম ।। এই হেৰি নহয়, তই মোলৈ বিয়া সোমাবি?  
ভেদেই ।। মইনিশ্চয়কৈ আজি পিতাইৰ আগত কৈ দিমগৈ ৰ।  
বলোৰাম ।। বাৰু, দেচোঁন দে। মইনো কি বেয়া ল'ৰাটো। নাকে-মুখে কেনে গৰ্হীত।  
ভেদেই ।। থুই কটা। নিলাজৰ সঁচ। (মুখত থুই পেলাই দি গুচি যায়।)  
বলোৰাম ।। (মুখ মচি) উঃ বেটী, একো জোলোকাই যাতী পেলাও বুলিয়েই পেলালে দেখা। থাক বাৰু তই। ময়ো যদি সাতোলা ভাঙুৰীৰ পুতেক হওঁ, তোকো দেখিম হেৰিয়াৰ জীয়েক - তই কিমান পানীৰ মাছ। **(মগৰীৰৰ আজান)**

(৩) বায়ন ।। কৰো ৰহ আকো! ঐ বইছ, খোল বাই বৰ গৰম লাগিল পাই। মই সাউত কৰে নৈত জোবোৰা এটা মাৰি আহোঁ দে! যাম আৰু আহিম। চাওঁ লোটাটো দেচোন। তই কাঁহী-বাটি অখালি যতনাই থ। মই পাকতে আহি পামহি। **(বায়নৰ খোল)**

লোক-ভাষাত প্ৰবচনৰ ভূমিকা গুৰুত্ব পূৰ্ণ। 'প্ৰবচন' ব্যক্তি আৰু সমাজ জীৱনৰ অভিজ্ঞতাৰ ফল। ই পৰম্পৰাগতভাৱে মানৱ জীৱন আৰু সমাজৰ অভিজ্ঞতাসমূহ কঢ়িয়াই আনে। ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে 'প্ৰবচন'ক যোজনা বা পটন্তৰ নামেৰে নামকৰণ কৰিছে। আধুনিক অসমীয়া নাটকত প্ৰবচনৰ প্ৰয়োগ বহলতা লক্ষ্য কৰিবলগীয়া।

উদাহৰণ ঃ

(ক) পৰ্বতত কাছ কণী, সাগৰত জুই, তাক নিবিচাৰি থাকিবা শুই। **(কাৰেঙৰ লিগিৰী)**

(খ) কাঁহীত নাখাওঁ, বাটিত নাখাওঁ  
নাখাওঁ সঁফুৰাত গুৱা, মনৰ জোখাই নাপাও মানে দেহাকো নকৰোঁ চুৱা **(কাৰেঙৰ লিগিৰী)**

(গ) ভেলেকা বহুৱা থাকিল চায়, খোলোকা বাপুৰে সুপুৰ খায় **(কাৰেঙৰ লিগিৰী)**

(ঘ) বোলে গৰু চাবা গধুলা  
ৰোৱা চাবা পুৱা  
জকাই বাওঁতে ছোৱালী চাবা কোন কেনেকুৱা। (মগৰীৰৰ



আজান)

(ঙ) মন কৰিলেই চন,
বাকৰি মাটিতেই ধান **(মগৰীৰৰ আজান)**

(চ) গড়গঞা মিতিৰৰ ভাও
মুখেৰে বোলে থাক থাক
ভৰিৰে হেচোঁকে নাও **(বায়নৰ খোল)**

(ছ) হাঁহেৰেও ৰাজি, মাহেও ৰাজি **(বায়নৰ খোল)**

(জ) ল'ৰাই পানী পেলায়
বুঢ়াই পিছলি পৰে। **(বায়নৰ খোল)**

কোৱা নিষ্প্ৰয়োজন যে প্ৰবচনৰ সংযোগত নাট্য সংলাপে যি ৰূপ লাভ কৰে, তাৰ জৰিয়তে লোকমন আৰু লোকজীৱনে যথাৰ্থ ৰূপত প্ৰকাশ লাভ কৰে। লোক-সংস্কৃতিৰ অন্যতম বিভাগ 'লোকাচাৰ'ৰ অন্তৰ্ভুক্ত উৎসৱ-অনুষ্ঠান, লোকধৰ্ম, ব্ৰতাচাৰ, উপবাস, লোক-ঔষধ আদিৰ উল্লিখন, বৰ্ণন, গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী নাটক', হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়া কীৰ্তন' বেজবৰুৱাৰ 'লিতিকাই' আদি, পদ্মনাথ গোহাঞিবৰুৱাৰ 'গাঁওবুঢ়া' আদি, চন্দ্ৰধৰ বৰুৱা, আনন্দ চন্দ্ৰ বৰুৱা আদি নাট্যকাৰৰ পৌৰাণিক আৰু ঐতিহাসিক নাটক, সাৰদাকান্ত বৰদলৈ আৰু কৃষ্ণানন্দ ভট্টাচাৰ্যৰ 'মগৰীৰৰ আজান', জ্যোতিপ্ৰসাদ আগৰৱালাৰ নাটক, যুগল দাসৰ 'বায়নৰ খোল', অৰুণ শৰ্মা, মহেন্দ্ৰ বৰঠাকুৰ, অখিল চক্ৰৱৰ্তী আদিৰ নাটকসমূহত পোৱা যায়।

গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী নাটক'ত নৱমী উৰ্বশীহঁতে সৰুকালত শিৱৰাত্ৰি ব্ৰত পালন কৰাৰ উল্লিখন, লোকবিশ্বাস, লোকৰুচিৰ অনুকুল।

নাটকখনত তোলনী বিয়াৰ সময়ত গণকে পুথি-পাঁজি চাই দোষাদোষ নিৰ্ণয় কৰা ৰীতি লোকাচাৰৰ অন্তৰ্ভুক্ত। নাটকখনত নৱমীক গণকে পুথি-পাঁজি চাই সুভাগাযোগ পোৱা বুলি ঘোষণা দিয়াৰ উল্লিখন-বৰ্ণন পৰিদৃষ্ট হয়। হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্তন'ত কানি খোৱাৰ চিত্ৰণ, জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী'ত বুঢ়ী গোঁসানীৰ উল্লিখন আৰু সাৰদাকান্ত বৰদলৈ আৰু কৃষ্ণানন্দ ভট্টাচাৰ্যৰ 'মগৰীৰৰ আজান'ত 'মোহিনী মন্ত্ৰ'ৰ বৰ্ণন, চিত্ৰণ আদিৰ সংযোগত অসমীয়া লোকায়ত সমাজৰ আচাৰ-নীতি, বিশ্বাস আদিৰ প্ৰতিফলন ঘটিছে। এই প্ৰসংগত হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্তন' নাটকৰ পৰা মঙলতী বুঢ়ীৰ মুখত দিয়া এছোৱা সংলাপ তলত উল্লেখ কৰা হ'ল ঃ

মঙলতী।। আইচু, আন একো কৰিব নালাগে। শনিবাৰে বা মংগলবাৰে দুপৰীয়া সাতুটী বা পাঁচুটী নাইবা তিনিটি এৰাঁ ছোৱালীৰ হতুৱাই চোতালত শুকানী অপেচৰীৰ নামে শুকুলী ফুল, এৰাঁ গাখীৰ আৰু কেঁচা পিঠাগুৰি দি তুতি তৰ্পণকৈ মতাব আৰু জলশাই ডাঙৰীয়াৰ নামে পাঁচজনমান ভকতক আমৰলীয়া হাঁহেৰে চাউল খুৱাব। ঘাইকৈ এফেৰি কানীয়া সেৱা কৰিব।

কু-সংস্কাৰ আৰু অন্ধবিশ্বাসেৰে যুক্ত হৈ কানি খোৱা প্ৰথাটো অসমৰ সমাজ জীৱনৰ কিমান গভীৰলৈ শিপাইছিল আৰু ই কেনেদৰে এটা আচাৰ-অনুষ্ঠানত পৰিণত হৈছিল, তাৰ সম্ভেদ দিয়ে উল্লিখিত সংলাপছোৱাই। সেইদৰে যুগল দাসৰ 'বায়নৰ খোল' নাটকত বুঢ়া ডাঙৰীয়াৰ উল্লিখন-বৰ্ণন-চিত্ৰণ লোকধৰ্মেৰে সৈতে প্ৰযুক্ত। সেইদৰে নাট্য সংলাপত অপকৰ্মৰ প্ৰায়শ্চিত্তৰ বাবে মহাপ্ৰভুৰ ওচৰত প্ৰাৰ্থনা জনোৱা কাৰ্যৰ চিত্ৰণো লোকধৰ্মৰে সৈতে অন্বিত।

লোকসমাজে প্ৰাত্যহিক জীৱন-জীৱিকা নিৰ্বাহৰ প্ৰয়োজনত ব্যৱহাৰ কৰা বস্তুক ভৌতিক সংস্কৃতি বোলে। ভৌতিক সংস্কৃতি আৰু লোকজীৱন, একেটা মুদ্ৰাৰে ইপিঠি আৰু সিপিঠি। অসমৰ ভৌতিক সংস্কৃতিত লোকশিল্পই বিশিষ্ট স্থান অধিকাৰ কৰি আছে। অসমৰ লোকশিল্পৰ ভিতৰত মৃৎশিল্প, লো-সোণ, ৰূপ, কাঁহ, পিতল, তাম আদি খনিজাত ধাতুৰে নিৰ্মিত শিল্প আদিৰ স্থান মন কৰিব লগীয়া। ভৌতিক সংস্কৃতিৰ পৰিসীমাই স্থাপত্যকলা, চিত্ৰকলা, লোক-ৰন্ধন প্ৰণালী, বাদ্যযন্ত্ৰ আদিকো সামৰি লয়। অসমীয়া সাহিত্যত, প্ৰাক্ শংকৰী যুগৰ কবি মাধৱ কন্দলিৰ সময়ৰে পৰা কবি সাহিত্যিকসকলে তেওঁলোকৰ ৰচনাৰাজি প্ৰয়োজন অনুসৰি ভৌতিক সংস্কৃতিৰ বিবিধ উপাদানৰ উল্লিখন বৰ্ণনেৰে সমৃদ্ধ কৰি আহিছে।

আধুনিক অসমীয়া নাট্যকাৰসকলেও তেওঁলোকৰ দ্বাৰা ৰচিত পৌৰাণিক, ঐতিহাসিক, সামাজিক, কাল্পনিক আদি ভিন্ ভিন্ শ্ৰেণীৰ নাটকত পৰিৱেশ, পৰিস্থিতি চিত্ৰণ, চৰিত্ৰাংকণ, ঘটনা সংস্থাপন, নাটকীয় পটভূমি নিৰ্মাণ আদি নানান প্ৰসংগত অসমীয়া ভৌতিক সংস্কৃতিৰ অন্তৰ্ভুক্ত নানাবিধ শিল্পজাত সা-সামগ্ৰী, লোককলা, ৰন্ধন প্ৰণালী, বাদ্যযন্ত্ৰ, ঘৰ-দুৱাৰ নিৰ্মাণৰ প্ৰণালী আদিৰ সমাৱেশ ঘটাইছে। এনে সমাৱেশত খণ্ডিত হ'লেও সেইবোৰ নাট্যকাৰসকলৰ লোকায়ত জীৱনৰ প্ৰতি থকা গভীৰ আকৰ্ষণৰ পৰিচায়ক আৰু নান্দনিক বৈশিষ্ট্যেৰে প্ৰোজ্জ্বল। আধুনিক অসমীয়া নাট্যকাৰ গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী নাটক', হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্তন', বেজবৰুৱাৰ নাট্যাৱলী, গোহাঞিবৰুৱাৰ 'গাঁওবুঢ়া' আদি, জ্যোতিপ্ৰসাদৰ 'শোণিত কুঁৱৰী', 'কাৰেঙৰ লিগিৰী', 'লভিতা', 'খনিকৰ', 'ৰূপালীম' আদি আৰু যুদ্ধোত্তৰ কালৰ সামাজিক নাটকসমূহৰ সৰহভাগতে ভৌতিক সংস্কৃতিৰ বিবিধ উপাদানৰ চিত্ৰণ লক্ষ্য কৰিব পাৰি।

লোক-সংস্কৃতিৰ অন্যতম বিভাগ লোক-পৰিবেশ্য কলাৰ ক্ষেত্ৰত অসম সমৃদ্ধিশালী। কোনো এটা জাতিৰ সামূহিক মানসিকতা তথা জীৱন যাত্ৰা সম্পৰ্কে সম্যক আভাস পোৱা যায় সেই জাতিটোৰ





মাজত প্ৰচলিত লোক পৰিৱেশ্য কলা-ৰীতিৰ সংযোগত। লোকনৃত্য, লোকসংগীত আৰু লোকনাট্য লোকপৰিৱেশ্য কলাৰ অন্তৰ্ভুক্ত এই তিনিওটা উপাদানৰ ক্ষেত্ৰত অসমীয়া সংস্কৃতি বৈচিত্ৰ্যপূৰ্ণ। লোক পৰিৱেশ্য কলাৰ অন্তৰ্ভুক্ত নৃত্য আৰু গীত এই দুয়োটাৰ সম্পৰ্ক অংগাংগী আৰু দুয়োটাৰ সমন্বয়ত লোকনাট্যৰ জন্ম। অসমীয়া লোক-পৰিৱেশ্য কলাৰ অন্তৰ্ভুক্ত অনুষ্ঠানসমূহৰ ভিতৰত ওজাপালি নৃত্য, পুতলা নাচ, ঢুলীয়াৰ ভাও, ভাৰীগান, মহোহো নৃত্য, আপী ওজা, ভাওগান, কুশান গান, দেৱদাসী নৃত্য, খুলীয়া ভাৱৰীয়া, খেৰাই নৃত্য আদি উল্লেখযোগ্য।

বিংশ শতিকাৰ আশীৰ দশক মানৰ পৰা ভাৰতীয় আৰু লগতে অসমীয়া একাংশ নাট্যকাৰ নিজৰ নিজৰ জাতীয় ঐতিহ্যৰ প্ৰতি সচেতন হৈ পৰিল। এই সচেতনতাই তেওঁলোকক কৰি তুলিলে লোক-সংস্কৃতিমুখী আৰু এই লোক-সংস্কৃতিমুখিতাই তেওঁলোকক লোক-পৰিৱেশ্য কলা-ৰীতিৰ প্ৰতি বিশেষভাৱে আকৰ্ষণ কৰালে। ফলস্বৰূপে তেওঁলোকে লোক পৰিৱেশ্য কলাৰ বিবিধ উপকৰণেৰে সৈতে আধুনিক নাট্য-ৰীতিৰ সংমিশ্ৰণ ঘটাই এক অভিনৱ নাট্যধাৰাৰ প্ৰৱৰ্তন কৰি অসমীয়া নাট্য সাহিত্যৰ ইতিহাসত এটা নতুন অধ্যায়ৰ সংযোজন কৰিলে। অসমীয়া নাটকৰ এই নতুন ধাৰাত প্ৰধানকৈ ওজাপালি, পুতলা নাচ, ঢুলীয়াৰ ভাও, দেওধনী নৃত্য, মহোহো নৃত্য আদি নানান লোকনাট্যৰ বাহিৰেও অংকীয়া নাট্য-নীতিৰ প্ৰয়োগ লক্ষ্য কৰিব পাৰি। এই নব্য-ৰীতিৰে ৰচিত আধুনিক অসমীয়া নাটকসমূহৰ ভিতৰত সতীশ ভট্টাচাৰ্যৰ 'মহাৰাজা' (১৯৮১), যুগল দাসৰ 'বায়নৰ খোল' (১৯৮২), অখিল চক্ৰৱৰ্তীৰ 'উত্তৰ পুৰুষ' (১৯৮০), আনন্দ মোহন ভাগৱতীৰ 'জতুগৃহ', মুনীন ভূঞাৰ 'হাতী আৰু ফান্দী', আলি হাইদৰৰ 'ধুমুহা পখীৰ নীড়' আদি উল্লেখযোগ্য। সতীশ ভট্টাচাৰ্যৰ 'মহাৰাজা'ত ওজাপালিৰ ৰীতি প্ৰয়োগ কৰি নাট্য কাহিনীৰ উপস্থাপন, বিকাশ আৰু পৰিণতি ৰূপায়ণ কৰা হৈছে। নাটকখনত সাম্প্ৰতিক শাসন ব্যৱস্থাৰ স্বৰূপ হাস্য-ব্যংগৰ সহায়ত চিত্ৰিত হৈছে। যুগল দাসৰ 'বায়নৰ খোল', আলি হাইদৰৰ 'ধুমুহা পখীৰ নীড়', অখিল চক্ৰৱৰ্তীৰ 'উত্তৰ পুৰুষ' নাটকত অংকীয়া নাটৰ ৰীতি, আধুনিক নাট্য ৰীতিৰে সৈতে সুন্দৰ সমাৱেশত লীন হৈ গৈছে। নক'লেও চলে যে সাম্প্ৰতিক ভাৰতীয় তথা অসমীয়া নাট্যধাৰাক দেশীয় ঐতিহ্যৰে প্ৰাণৱন্ত কৰি তোলাত এই নব্য ৰীতিটোৱে প্ৰভূত পৰিমাণে সহায়তা কৰিছে।

এইদৰে আধুনিক অসমীয়া নাটকৰ বিভিন্ন ঠাইত পৰম্পৰাগত বাচিক কলা, লোকাচাৰ, ভৌতিক সংস্কৃতি, লোক-পৰিবেশ্য কলা আদিৰ বিবিধ উপাদানৰ প্ৰয়োগলৈ লক্ষ্য কৰিলে অনুভৱ হয় যে নাট্যকাৰসকলৰ সৃজনশীল মানসিকতা অসমীয়া লোক-সংস্কৃতিৰ সামগ্ৰিক ৰূপৰ সৈতে দৃঢ়ভাৱে যুক্ত। অসমীয়া লোক-সংস্কৃতিক আধুনিক সাহিত্যত আনুষ্ঠানিক মৰ্যাদা দান কৰাত নাট্যকাৰসকলৰ বৰঙণিও স্মৰণীয় হৈ থাকিব। ❑

---

**পাদটীকা**

১) M. Leach; The Standard Dictionary of Folk-lore (Vol-I), P-4032
২) নবীন চন্দ্ৰ শৰ্মা; অসমীয়া লোক-সংস্কৃতিৰ আভাস, পৃ-৩৪
৩) Robert Redfield; Peasant Society and Culture, P-40
৪) Alan Dandes; The Study of Folk-lore, P-2
৫) নবীন চন্দ্ৰ শৰ্মা; প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ৩৫
৬) R.M. Dorson (ed); Folk-lore and Folk-life, An Introduction, P-2



# মিচিং সমাজ আৰু সংস্কৃতিৰ ৰূপৰেখা

মাণিক চন্দ্ৰ দাৰ

**প্ৰব্ৰজন ঃ**

খ্ৰীষ্টপূৰ্ব কেইবা হেজাৰ বছৰৰ আগতে মংগোলিয়াৰ পৰা এদল প্ৰব্ৰজনকাৰীৰ চীন দেশলৈ আগমন হৈছিল। নৃতাত্ত্বিক পণ্ডিতসকলে ঠাৱৰ কৰিছে যে প্ৰব্ৰজনকাৰীসকল চীন দেশত বহু বছৰকাল বাস কৰিছিল। কালক্ৰমত ইয়াংচিকিয়াং আৰু হোৱাংহো নদীৰ অববাহিকা পৰ্যন্ত বসতি বিস্তাৰ কৰে। সময় বাগৰাৰ লগে লগে প্ৰলয়ংকৰী বানপানী আৰু প্ৰাকৃতিক দুৰ্যোগৰ মুখামুখি হ'বলগীয়াত পৰিল। জীয়াই থকাৰ তাড়নাত এঠাইৰ পৰা আন ঠাইলৈ বাসস্থান সলনি কৰিব লগীয়াত পৰিল। এনেদৰে তেওঁলোক দক্ষিণ-পূব চীনৰ ইউনান অঞ্চলত উপস্থিত হৈছিল বুলি জনা যায়। উক্ত ঠাইত বহু বছৰ কাল অতিবাহিত কৰাৰ পাছত পুনৰ নতুন ঠাইৰ সন্ধানত যাত্ৰা আৰম্ভ কৰিবলৈ ধৰে। বানপানীৰ ভয়াবহতা আৰু প্ৰাকৃতিক দুৰ্যোগৰ পৰা প্ৰাণৰক্ষা কৰিবৰ কাৰণে হিমালয়ৰ পাদদেশত পদাৰ্পণ কৰিছিলগৈ। তিব্বতৰ বিস্তীৰ্ণ অঞ্চলত স্বস্তিৰ নিশ্বাস পেলাইছিল। কিন্তু প্ৰচণ্ড শীত আৰু তুষাৰপাতৰ প্ৰকোপত পুনৰ সংগ্ৰাম কৰিব লগাত পৰিল। কিন্তু প্ৰকৃতিয়ে হিমালয়ক প্ৰাকৃতিক সম্পদেৰে ওপচাই থৈছিল। ইয়াত গছ-কাঠ-বনৰীয়া কপাহ প্ৰচুৰ পৰিমাণে উৎপন্ন হৈছিল। শীতৰ প্ৰকোপৰ পৰা ৰক্ষা পৰিবৰ কাৰণে শুকান কাঠ জ্বলাই দেহত উত্তাপ ল'বলগীয়াত পৰিছিল। বনৰীয়া কপাহৰ জোলা সংগ্ৰহ কৰি তাৰ মাজত উম লৈ জীৱন ৰক্ষা কৰিছিল। সম্ভৱতঃ সেই সময়ৰ পৰাহে প্ৰব্ৰজনকাৰী দলটোৱে জুই আৰু কপাহ সংস্কৃতিৰ কথা জানিব পাৰিছিল। যিয়ে পৰৱৰ্তী সময়ত তেওঁলোকৰ দৈনন্দিন জীৱনত এৰাব নোৱৰা সম্পৰ্ক গঢ় লৈ উঠিবলৈ ধৰে।

**আত্মপৰিচয় ঃ**

তিব্বতৰ প্ৰচণ্ড শীত আৰু তুষাৰপাতত অতিষ্ঠ হৈ প্ৰব্ৰজনকাৰী লোকসকল কেইবাটাও ভাগত বিভক্ত হৈ হিমালয়ৰ ঠাল-ঠেঙুলিয়েদি উত্তৰ-পূবলৈ আগুৱাবলৈ ধৰে। পৰ্বতীয়া ঘন অৰণ্য হিংস্ৰ জীৱ-জন্তু ভৰা বিপদসংকুল প্ৰাকৃতিক দুৰ্যোগৰ মাজেদি বহু বছৰৰ পিছত লৌহিত ডিহং চিয়াঙৰ পাৰত খোপনি লৈছিল। সম্ভৱতঃ উক্ত সময়ৰ পৰাহে একো একোজন দলপতিৰ অধীনত বসবাস কৰিবলৈ লৈছিল যেন ধাৰণা হয়। উল্লেখযোগ্য যে বুৰঞ্জীবিদসকলে ঠাৱৰ কৰিছে যে প্ৰাচীন কালৰ পৰাই তিব্বতক কেন্দ্ৰ কৰি চীন আৰু ভাৰতৰ মাজত বাণিজ্যিক লেনদেন হৈছিল। উভয় দেশৰ লোকসকলৰ মাজত স্থল আৰু জলপথেৰে যাতায়াত ব্যৱস্থা থকাৰ কথা জানিব পাৰি। আনকি সেই সময়ত পশ্চিমীয়া ইউৰোপীয় দেশসমূহৰ বণিকসকলৰ চীন দেশৰ লগত তিব্বতত এখন বহল বাণিজ্যিক বজাৰ গঢ়ি উঠিছিল বুলি মত পোষণ কৰে। আনুমানিক খ্ৰীষ্টিয় সপ্তম অষ্টম শতিকাৰ পৰা শদিয়াৰ চুতীয়া ৰাজ্যৰ লোকসকলৰ লগত পাহাৰী জনগোষ্ঠীসমূহৰ বেহা-বেপাৰৰ হাট বহিবলৈ ধৰে। সমসাময়িকভাৱে চুতীয়া-কছাৰী-বৰাহীসকলৰ প্ৰতি পাহাৰী লোকসকল আকৃষ্ট হৈছিল। তেওঁলোকৰ খাদ্য, কৃষি, বয়ন, ধৰ্মীয় পূজা-পাৰ্বন আদি দেখি পাহাৰীয়া লোকসকল প্ৰভাৱান্বিত







হৈছিল। সম্ভৱতঃ তেতিয়াৰ পৰাই সদিয়াত পাহাৰ-ভৈয়ামৰ মানুহৰ মাজত পোন প্ৰথমবাৰৰ কাৰণে সমন্বয়ৰ সেতু গঢ়ি উঠিবলৈ ধৰে। পাহাৰত দলগতভাৱে বসবাস কৰা মানুহৰ খাদ্য, পোছাক-পৰিচ্ছদ, আচাৰ-ব্যৱহাৰ, চাল-চলন আদিৰ প্ৰতি লক্ষ্য ৰাখি ভৈয়ামৰ মানুহে তেওঁলোকক আবৰ, দফলা, আঁকা, মিছিমি, মিৰি আদি নামেৰে নামকৰণ কৰিবলৈ ধৰে। আৰু তেওঁলোকে বসবাস কৰা ঠাইসমূহৰ নাম একেদৰে আঁকা, দফলা, আবৰ, মিছিমি, মিৰি পাহাৰৰূপে জনাজাত হৈছিল।

**মিৰি — মিচিং ঃ**

পাহাৰীয়া জীৱন কালত ফৈদবোৰৰ মাজত সময়ে সময়ে সংঘাতৰ সৃষ্টি হৈছিল। কোনো সময়ত সংঘাতবোৰ দলগত সংঘৰ্ষলৈ ৰূপান্তৰ হ'বলৈ ধৰিছিল। ফলস্বৰূপে প্ৰাণৰ ভীষণ ক্ষতি হৈছিল। এনে অসুস্থ পৰিবেশৰ বশৱৰ্তী হৈ একাংশ লোক ভৈয়ামলৈ পলাই আহিবলগীয়াত পৰিছিল। আন কোনো কোনো ফৈদবোৰ আবৰ, দফলা, মিয়ংসকলৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি ভৈয়ামলৈ প্ৰব্ৰজিত হৈছিল। আহোমসকলে ১৫২৩ খ্ৰীষ্টাব্দত চুতীয়া ৰাজ্য অধিকাৰ কৰাৰ পাছত চুতীয়া আৰু ৰাজ্যৰ দাঁতিয়লীয়া মিৰিসকলকো বন্দী কৰি কছাৰী ৰাজ্যৰ সীমান্তৱৰ্তী অঞ্চলত সংস্থাপন কৰিছিল। কালক্ৰমত শদিয়াৰ পৰা ব্ৰহ্মপুত্ৰ, সোৱণশিৰি, দিহিং, দিচাং, দিখৌ, ধনশিৰি আৰু ভৰলী নৈ পৰ্যন্ত বসতি বিস্তাৰ কৰে। সহজ-সৰল পাহাৰীয়া জনগোষ্ঠীয় লোকসকলে পৰম্পৰাগতভাৱে চাংঘৰ সাজি বসবাস কৰে আৰু তেওঁলোক স্থানীয় লোকসকলৰ মাজত মিৰি জাতিৰূপে পৰিচিত হ'ল। সেই দিন ধৰি জনগোষ্ঠীটোৱে অসম দেশৰ অধিবাসী বুলি নিজকে পৰিচয় দি আহিছে। ইয়াৰ লগতে দেশৰ আৰ্থ-সামাজিক, সুৰক্ষা, ধৰ্ম, ভাষা-সংস্কৃতি আদি বহু ইতিহাসৰ সাক্ষী হৈ আহিছে।

মিৰিসকলৰ ভাষাৰ নিজা লিপি নাই। তেওঁলোকৰ মাজত লিখিত বুৰঞ্জী নাছিল যদিও ঊনবিংশ শতিকাৰ পৰা দুই-এগৰাকী লোকে অসমীয়া ভাষাত বুৰঞ্জী লিখি উলিয়ায়। তেওঁলোকৰ ভিতৰত স্বৰ্গীয় সোণাৰাম পায়েং কটকীৰ ১৯৩৫ চনত লিখা মিৰি জাতিৰ বুৰঞ্জীখনেই প্ৰথম। ইয়াৰ পিছত ডাঃ নোমল চন্দ্ৰ পেগুৰ নাম উল্লেখ কৰিব পাৰি। ডাঃ পেগুৰ ইংৰাজী ভাষাত লিখা গ্ৰন্থখন হ'ল The Miris 1956। কিন্তু এটা জাতিক প্ৰতিনিধিত্ব কৰিব পৰাকৈ নিৰ্ভৰযোগ্য নোহোৱাৰ বাবে দুয়োখন পুথিকেই সম্পূৰ্ণ বুৰঞ্জী আখ্যা দিব পৰা নাযায়। কিন্তু তথ্যভিত্তিক বুৰঞ্জী পুথি এখন আজি পৰ্যন্ত আমাৰ হাতত নাই। পাহাৰীয়া জীৱনকালত কোনো এজন দলপতিয়ে নিৰ্দিষ্ট অঞ্চল অধিকাৰ কৰি শাসন কাৰ্যচলাই থকাৰ কথা জনা যায়। আৰু তেওঁলোকেই আছিল ৰজা। আহোম ৰাজত্ব কালত তেনে শাসনকৰ্তাসকলক 'গাম' পদবীত অধিষ্ঠিত কৰা হৈছিল। মিৰি শব্দক তেওঁলোকে তুচ্ছ-তাচ্ছিল্য কৰে। ইয়াৰ পৰিবৰ্তে নিজকে মিচিং বুলিহে পৰিচয় দি ভাল পায়।

**সমাজ ব্যৱস্থা ঃ**

মিচিংসকলৰ সমাজ ব্যৱস্থাত বৈচিত্ৰ্য পৰিলক্ষিত হয়। প্ৰাক্-আহোম যুগৰ পৰা মিচিং সমাজ কেতবোৰ নিৰ্দিষ্ট ৰীতি-নীতিৰ মাজেদি পৰিচালিত হৈ আহিছে। ত্ৰয়োদশ শতিকাৰ পৰা তেওঁলোক আহোম ৰাজতন্ত্ৰৰ ভিতৰুৱা হৈ পৰিল। স্বাভাৱিকতে মিচিং সমাজত প্ৰাক্-আহোম আৰু আহোম-উত্তৰ যুগৰ সমাজ ব্যৱস্থাৰ সংমিশ্ৰণ ঘটা বুলিব পাৰি। তেওঁলোক মূলতঃ পুৰুষ প্ৰধান ব্যৱস্থাৰ অন্তৰ্ভুক্ত যদিও মহিলাক স্থান বিশেষে সমাজত সন্মান কৰা হয়। প্ৰায়বিলাক সামাজিক, ধৰ্মীয়, কৃষি, উৎসৱ পাৰ্বনত পুৰুষ-মহিলাৰ সহযোগিতা আৰু স্থান মন কৰিব লগীয়া। তেওঁলোকে এটা বা কেইবাটাও ফৈদ লগ হৈ দঃলুং (গাঁও) পাতি বাস কৰে।

**দঃলুং ঃ**

সাধাৰণতে মিচিংসকলে পাহাৰ আৰু নদী কাষৰীয়া ঠাইত চাংঘৰ সাজি বসবাস কৰে। তেওঁলোকে যৌথ পৰিয়ালত থাকি ভাল পায়। কেইবাটাও পৰিয়াল লগ লাগি দঃলুং (গাঁও) গঠন হয়। পৰিয়ালৰ সকলো সদস্যই জ্যেষ্ঠজনক মানি চলিব লাগে। ঠিক তেনেদৰে প্ৰতিখন গাঁৱত একোজন মুখীয়ালক মনোনীত কৰা হয়। গাঁৱৰ মুখীয়ালজনক মিগম্ বোলে। কেইবাখনো গাঁও লগ লাগি একোটা ফৈদ বা খেলৰ উৎপত্তি হৈছিল। উক্ত খেল পৰিচালনা কৰিবলৈ একোজন গাম স্বতঃস্ফূৰ্তভাৱে নিৰ্বাচিত কৰা হৈছিল। একোজন গামৰ অধীনৰ লোকসকল তেওঁৰ নেতৃত্বত পৰিচালিত হৈছিল। আহোম ৰাজশাসনৰ কালত মিচিং সমাজত দহ গাম আৰু বাৰ গাম খেল বা ফৈদ দুটা ভাগত বিভক্ত কৰা হৈছিল। সাম্প্ৰতিক সময়ত মিচিং সমাজত খেলসমূহৰ পুনৰীক্ষণ কৰা হৈছে। সমাজত দহ গাম-বাৰ গামৰ সলনি ঐতিহাসিকভাৱে বসবাস কৰা ঠাইসমূহৰ লগত সংগতি ৰাখি কেইটামান ভাগত বিভক্ত কৰা হৈছে। যেনে - অয়েংগীয়া, চায়েঙীয়া, ময়িং, ডেলু, পাগৰ, ডাম্বোলীয়াল, চমোৰা, ছামুগুৰীয়া, টেমেৰা, বংকোৱাল, বিহিয়া।

আহোম উত্তৰ যুগৰ পৰা মিচিং সমাজত দ্বৈত শাসন ব্যৱস্থা প্ৰচলন হ'বলৈ ধৰে। সমাজৰ পৰম্পৰা অনুসৰি 'গাম'ক উচ্চ আসন দিয়া হয়। একে সময়তে সমাজ পৰিচালনাত সুবিধাৰ কাৰণে আহোম যুগৰ বাৰিক, সাতোলা, মেধি আদি বিষয়াসকলে গামক সহযোগিতা আগ বঢ়ায়। সামাজিক, সাংস্কৃতিক, প্ৰতিৰক্ষা আদি সমস্যা বিচাৰ আৰু নিষ্পত্তি কৰিবৰ কাৰণে উচ্চ ক্ষমতাসম্পন্ন সংস্থা কৌবাং গঠন কৰা হয়। মিচিং সমাজত শান্তি-শৃংখলা ৰক্ষা কৰিবৰ কাৰণে ডেকাচামক নিয়ন্ত্ৰণ কৰিবলৈ আৰু মহিলাসকলৰ ক্ষেত্ৰত একোজন আদবয়সীয়া লোক ডেকা বৰুৱা আৰু তিৰি বৰাৰ ওপৰত দায়িত্ব ন্যস্ত কৰা হয়। পুৰণি কালত সমাজত ডেকাসকলে একগোট হৈ মচুপ্ (ডেকা চাং)ত নৈশ যাপন প্ৰথা প্ৰচলন আছিল। ঠিক তেনেদৰে গাভৰুসকলৰ ৰাংচেঙ (গাভৰু চাং)ৰ ব্যৱস্থা কৰা হৈছিল।





**মচুপ ঃ**

পুৰণি কালত মিচিং সমাজত প্ৰচলিত অনুষ্ঠান। গাঁওখনৰ মাজভাগত সাধাৰণতে গাঁৱৰ আগফালে ডেকাসকলৰ বাবে এটা ঘৰ সজা হৈছিল। ইয়াকে মচুপ (ডেকা চাং) বোলে। দিনৰ ভাগত নিজ নিজ পৰিয়াল কাম-কাজত ব্যস্ত থাকিবলগীয়াত পৰে। ৰাতি গাঁৱৰ সকলো ডেকাই মচুপত শুব লাগে। ইয়াৰ কাৰণ হ'ল এসময়ত পাহাৰীয়া জনগোষ্ঠীসমূহৰ মাজত প্ৰায়ে শ্ৰেষ্ঠতাৰ জোখ ল'বলৈ সংঘৰ্ষৰ সূত্ৰপাত হৈছিল। শত্ৰুৰ আক্ৰমণ সততে প্ৰতিহত কৰিবৰ কাৰণে বিশেষকৈ ৰাতিৰ ভাগত ডেকাসকলৰ ওপৰত ভাৰ দিয়া হৈছিল। আজিকালি গাঁওৰক্ষীবাহিনীৰ আধাৰত। তদুপৰি তেওঁলোকে বাস কৰা ঠাইসমূহ অটব্য অৰণ্যৰে ভৰা। বনজুইৰ দৰে প্ৰাকৃতিক দুৰ্যোগ, হিংস্ৰ বনৰীয়া জীৱ-জন্তু, কাকতি ফৰিঙৰ জাক আদিৰ পৰা ৰক্ষা কৰিবৰ কাৰণে গাঁৱৰ ডেকাসকল ৰাতিৰ ভাগত অতন্দ্ৰ প্ৰহৰী আছিল। মচুপ (ডেকা চাং) কেৱল মিচিংসকলৰ মাজতহে আছিল তেনে নহয়। উত্তৰ পূৰ্বাঞ্চলত বসবাস কৰা মংগোলীয় জনগোষ্ঠীৰ অন্তৰ্গত নগা, তিৱা, কাৰ্বি, মিঞং, আদী (আবৰ), গালুং (গালু), পাচি আৰু পাদাম নকটে জনগোষ্ঠীৰ মাজতো ডেকাচাং প্ৰচলন হৈ আহিছে।

ডেকা চাঙত ডেকাসকলে সুৰক্ষাৰ দিশটোৰ লগতে আজৰি সময়ত খেল-ধেমালি, বাঁহ-বেতৰ কুটিৰ শিল্প আৰু বাদ্যযন্ত্ৰ সৃষ্টি, সংস্কৃতিৰ চৰ্চা কৰিছিল। মিচিংসকল ভৈয়ামলৈ নামি অহাৰ পিছত আহোম ৰাজত্বৰ অন্তৰ্ভুক্ত হৈ পৰিল। ৰাজসৈনিকসকলে দেশৰ জনসাধাৰণৰ সুৰক্ষাৰ দায়িত্ব ল'বলৈ ধৰিলে। মিচিংসকলৰ মচুপ কালৰ বুকুত হেৰাই যাবলৈ ধৰিলে। তথাপি পূৰ্বৰ স্মৃতি সুঁৱৰি আজিও প্ৰায়বিলাক গাঁও অঞ্চলৰ ডেকাসকলে চাৰি-পাঁচজন বা ততোধিক লগ হৈ কোনো এঘৰত একেলগে ৰাতি শোৱাৰ ব্যৱস্থা কৰা দেখা যায়। কিন্তু আধুনিক শিক্ষাই সমস্ত বিশ্বৰ জনসাধাৰণৰ লগতে মিচিং সমাজতো আমূল পৰিৱৰ্তন ঘটাইছে। চৰকাৰী চাকৰি, ব্যৱসায় আদি কাৰণত গাঁৱৰ পৰা মানুহ নগৰমুখী হৈছে। তেনেক্ষেত্ৰত শিক্ষিত ডেকাসকলে নিজৰ কেৰিয়াৰ গঢ়াৰ তাগিদাত পূৰ্বৰ সমাজ ব্যৱস্থাৰ প্ৰতি আওকাণ কৰা অমূলক নহয়।

**ৰাঃ চেং ঃ**

প্ৰাচীন কালত মিচিং সমাজৰ ডেকাসকলৰ দৰে গাভৰুসকলৰো ৰাঃচেং (গাভৰু চাং) প্ৰচলন আছিল। গাঁৱৰ মাজ মজিয়া বা সুৰক্ষিত ঠাইত এটা ঘৰ জীয়ৰী ছোৱালীসকলৰ কাৰণে আৰক্ষণ কৰা হৈছিল। মিচিং মহিলাসকলৰ বস্ত্ৰ শিল্প অতি পুৰণি। ৰাঃচেং গাভৰুসকলে কাপোৰ বোৱা প্ৰশিক্ষণ কেন্দ্ৰ বুলিব পাৰি। সেই ঠাইত পুৰুষৰ প্ৰৱেশ নিষেধ আছিল যদিও কোনো গাভৰুৰ সম্বন্ধীয় লোক কাচিৎহে কম সময়ৰ বাবে যাব পাৰিছিল। অন্যথা সমাজৰ দায়ত পৰাৰ থল থাকে যদিও কোনো ডেকা-গাভৰুৰ মনৰ মিল হ'লে ৰাঃচেঙৰ পৰাই পলাই যোৱাৰ দৃষ্টান্ত নথকা নহয়। ৰাঃচেং মিচিং গাভৰুৰ বোৱা-কটা কেন্দ্ৰতে সীমাবদ্ধ থকা নাছিল। তেওঁলোকৰ সমাজৰ গাৰ্হস্থ্য শিক্ষাৰ ব্যৱস্থাও আছিল। কেতিয়াবা মনৰ উলাহত ঐনিঃতম গাই নাচৰ অভ্যাস কৰিছিল। ৰাঃচেং কেৱল মিচিং সমাজতে সীমাবদ্ধ আছিল এনে নহয়। সগোত্ৰীয় আদী (আবৰ), মিঞয়, পাচি - পাদামসকলৰ মাজত এনে প্ৰথা আজিও প্ৰচলন হৈ আছে। কিন্তু মিচিংসকল ভৈয়ামলৈ নামি অহাৰ পাছত ৰাঃচেং ব্যৱস্থা সমাজৰ পৰা কমি আহিবলৈ ধৰিলে। কাৰণ তেওঁলোকে পূৰ্বৰ দৰে সকলো একে গাঁৱৰ মানুহ হৈ একে ঠাইতে বাস কৰিবলৈ পোৱাও নাছিল। অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত তেওঁলোকৰ সংমিশ্ৰণ ঘটিল। ইয়াৰ মাজতো প্ৰায় দ্বিতীয় মহাসমৰৰ সময়লৈকে মিচিং গাভৰুসকলে গাঁৱৰ এঠাইত তাঁতশালৰ ব্যৱস্থা কৰি ৰাঃচেং ব্যৱস্থাৰ কথাকে স্মৰণ কৰিছিল। আনকি গাঁৱৰ কোনোবা ছোৱালী শান্তি হোৱাৰ আগে আগে উক্ত স্থানতে বোৱাৰী আৰু বয়সীয়া জীয়ৰীসকল একগোট হৈ গাত কাপোৰ দিয়াৰ ব্যৱস্থা আছিল।

সময়ৰ পৰিৱৰ্তনৰ লগে লগে প্ৰকৃতিৰ বুকুত পৰিৱৰ্তন দেখা দিবলৈ ধৰিলে। সময়ে সময়ে দেখা দিয়া বৰ ভূঁইকপ, বানপানী, গৰা খহনীয়াৰ কবলত জনজীৱন অতিষ্ঠ হ'বলৈ ধৰিলে। নদীৰ গতি সলনি হৈছে। জনসংখ্যা বিস্ফোৰণ আদিৰ ফলত কৰ্মস্থানৰ অভাৱ হৈ আহিল। তেওঁলোকে নতুন বাসভূমিৰ অন্বেষণত দিহিঙে-দিপাঙে যাবলগীয়াত পৰিল। এনেবোৰ কাৰণত মিচিং সমাজৰ পূৰ্বৰ স্থিতি শিথিল হ'বলৈ ধৰিলে। তেওঁলোকৰ কৌটিকলীয়া সমাজ-ব্যৱস্থাসমূহ এপদ এপদকৈ খহি পৰাৰ দৰে ৰাঃছেং নামমাত্ৰ লেখকৰ কলমতহে জীয়াই আছে।

**কীবাং ঃ**

সভ্যতাৰ পৰশত জন্মলাভ কৰা মিচিং সমাজৰ সামাজিক অনুষ্ঠান কীবাং (পাৰিবাৰিক, ৰাজহুৱা বিষয়ৰ আলাপ-আলোচনাৰ মাধ্যমেৰে নিষ্পত্তি কৰা সংস্থা)। কীবাং মিচিং সমাজৰ আটাইতকৈ পুৰণি আৰু গুৰুত্বপূৰ্ণ সামাজিক অনুষ্ঠান। জ্যেষ্ঠজনে কনিষ্ঠজনক মৰম-আদৰ কৰা; কনিষ্ঠসকলে সমাজৰ বয়সীয়াসকলৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰা — এই অনুষ্ঠানৰ যোগেদিয়েই শিক্ষা দিয়া হয়। তেনেদৰে পিতৃ-মাতৃ, ভাই-ভনীৰ প্ৰতি স্নেহ-ভক্তি প্ৰদৰ্শন কৰা, মিটিৰ-কুটুমৰ মাজত সদভাব ৰক্ষা কৰা, কৰ্তব্যবোধ আদি দিশৰ প্ৰতি প্ৰতিজন নাৰী-পুৰুষ কীবাঙৰ ওচৰত দায়বদ্ধ। পাৰিবাৰিক সমস্যাৰ পৰা গাঁও আনকি আঞ্চলিক সমস্যা সমাধানৰ একমাত্ৰ স্থান কীবাং। কীবাং পৰিচালনা কৰিবৰ কাৰণে প্ৰতিখন গাঁৱত একোটাকৈ স্থায়ী সস্থা থাকে। সস্থাৰ বিষয়ববীয়াসকলক সৰ্বসন্মতিক্ৰমে মনোনীত কৰা হয়। তেওঁলোকে গাঁও পৰিচালনা কৰা দেখা যায়।

পুৰণি কালত 'গাম' মিচিং সমাজৰ ৰজা আছিল। কীবাঙৰ সৰ্বস্ব ক্ষমতা থাকিলেও মিবু, মিগম আদি প্ৰতিনিধিৰ দ্বাৰা পৰিচালিত হৈছিল। আহোম ৰাজত্বৰ সময়ৰ পৰা গামক সহযোগ কৰিবলৈ কিছুমান বিষয়বাব সৃষ্টি কৰা হ'ল। তেওঁলোক বাৰিক, সাজতোলা, মেধি, পাঠক আদি। ইয়াৰ পৰাই পৰৱৰ্তী সময়ৰ মিচিং সমাজত পৰম্পৰা আৰু আহোম ৰাজশাসনৰ প্ৰণালী প্ৰবৰ্তন হ'বলৈ ধৰে। গাম (ৰজা) যিহেতু কোনো নিৰ্দিষ্ট ভূখণ্ডৰ গৰাকী সেইবাবে প্ৰতিখন গাঁৱৰ পৰাই একোজন মিগম (ৰাজ প্ৰতিনিধি) মনোনীত কৰা হৈছিল। তেনেকৈয়ে গাঁৱৰ ডেকাসকলৰ ক্ষেত্ৰত ডেকা বৰা/বৰুৱা আৰু মহিলাসকলৰ (বিশেষকৈ জীয়ৰী ছোৱালীৰ ক্ষেত্ৰত) তিৰিবৰা বাব সৃষ্টি কৰা হৈছিল। সেইসকল লোকৰ সহযোগত গামসকলে সমাজত শান্তি-শৃংখলা ৰক্ষণাবেক্ষণ দিব পাৰিছিল। দেখা যায় কীবাং মিচিং সমাজৰ সামাজিক, ৰাজনৈতিক, বহিপৰিক্ৰমা আদি দিশত সৰ্বস্ব গণতান্ত্ৰিক জাতীয় সংস্থা। অনাদি কালৰ পৰা ৰূপান্তৰৰ পথত — মিচিং সমাজত কীবাং প্ৰাসংগিকতা বিৰাজমান।

**জীৱন নিৰ্বাহ ঃ**

মিচিংসকল চাংঘৰত বসবাস কৰি আহিছে। উত্তৰ-পূব ভাৰতৰ পাহাৰীয়া ভূখণ্ড অতীতৰ পৰাই প্ৰাকৃতিক জৈৱ সম্পদত চহকী। ইয়াৰ অৰণ্যত বাঁহ-বেত, তৰু-তৃণ, লতা নানাবিধ মূল্যবান গছ, বনজ সম্পদ আছে। তেওঁলোকে প্ৰকৃতিপ্ৰদত্ত সম্পদ আহৰণ কৰি ঘৰ-দুৱাৰ নিৰ্মাণ কৰে। পূৰ্বতে পৰ্বত-পাহাৰত বনৰীয়া হিংস্ৰ বনৰীয়া জীৱজন্তু, বিষাক্ত সৰীসৃপ প্ৰাণী, পোক-পতংগ আদিৰ পৰা পৰিত্ৰাণ পাবৰ কাৰণে আৰু ভৈয়ামৰ নৈপৰীয়া বানপানীৰ পৰা ৰক্ষা পৰিবলৈ চাংঘৰ সাজি বাস কৰে। ইয়াৰ উপৰি উত্তৰ-পূব ভাৰতৰ সেমেকা জলবায়ু নানা বেমাৰ-ব্যাধিৰ কাৰক। চাং ঘৰত বাস কৰাৰ ফলত তেনে বহু দুৰাৰোগ্য ৰোগৰ পৰা হাত সাৰি থাকিব পাৰি। তেওঁলোকে মাটিৰ পৰা চাৰি-পাঁচফুট ওপৰত পাঁচ তৰপীয়াকৈ বাঁহৰ চাং সাজি লয়। চাঙৰ ওপৰলৈ উঠিবলৈ পাঁচ খলপীয়া জখলাৰ ব্যৱস্থা থাকে। চ'তিৰ ওপৰত পুনৰ পাঁচতৰপীয়া ব্যৱস্থাৰে খেৰৰ চাল প্ৰস্তুত কৰে। ঘৰটোৰ সমুখভাগ আওলা অংশ মাটি। ইয়াকে চোতাল (লত্তা) বোলে। চোতালত মিচিং মহিলাই উৰাল বা খুবলিত ধান খুন্দি চাউল উলিয়ায়। ঘৰৰ ভিতৰত এখন ম'ৰাম (জুইশাল)ৰ ব্যৱস্থা থাকে। ইয়াতে ভাতপানী ৰন্ধাবঢ়া কৰে। মন কৰিব লগীয়া যে মিচিংসকলৰ ম'ৰাম (জুইশাল) খনেই পূজা-পাৰ্বনৰ স্থান। সেইবাবে অতীত কালত তেওঁলোকে অন্য সম্প্ৰদায়ৰ লোকক চাংঘৰত উঠা নিষেধ কৰিছিল। যিমান যিয়েই নহওক আওলাতে সোধপোছ কৰিছিল। কিন্তু বৰ্তমান শিক্ষা বিস্তাৰৰ লগে লগে তেওঁলোকৰ জীৱন-নিৰ্বাহ প্ৰণালীও উন্নত হ'বলৈ ধৰিছে। পূৰ্বৰ তুলনাত ঘৰ সজা প্ৰণালীও সলনি হৈছে। আলহী-অতিথি বহুৱাবলৈ ড্ৰয়িংৰুমৰ বেলেগ ব্যৱস্থা কৰা হৈছে, মূল ঘৰৰ লগত সম্পৰ্ক নাথাকে। গতিকে আজিকালি পূৰ্বৰ তুলনাত মিচিংসকল প্ৰায়েই শিক্ষিত আৰু সভ্যতাৰ পৰশত জীৱন নিৰ্বাহ কৰিবলৈ ধৰিছে। প্ৰতিটো পৰিয়ালৰ ল'ৰা-ছোৱালীক পঢ়াশুনা কৰিবলৈও আচুতীয়াকৈ চাংঘৰ পৰ্টিকৰ ব্যৱস্থা কৰি দিয়া দেখা গৈছে।





**খাদ্য ঃ**

বিৱৰ্তনৰ ফলত আদিম মিচিং জুইৰ সংস্পৰ্শলৈ আহিল, গছৰ কেঁচা ফল, কেঁচা মঙহ খোৱাৰ সলনি জুইত পোৰা জুতি ল'বলৈ শিকিলে। ধানৰ পৰা চাউল উলিয়াই সিজাই খাব পৰা হ'ল। সেই দিন ধৰি ভাত তেওঁলোকৰ প্ৰধান আহাৰ। ইয়াৰ লগতে মাছ-মঙহ, বনৰীয়া আলু-কচু, নানা তৰহৰ লতা আৰু উদ্ভিদৰ পাত তেওঁলোকৰ প্ৰিয় খাদ্য। মিচিংসকলে দাইল, ভাজি-পাচলি, মাছ-মঙহৰ বিধে বিধে আঞ্জা ৰান্ধি নাখায়। বনৰীয়া নাইবা ঘৰচীয়া শাক-পাচলিৰ লগত মাছ বা মাংসৰ এখন আঞ্জা প্ৰস্তুত কৰে। আৰু মাছপোৰা পিটিকা, শাক-বন সিজাই খাই ভাল পায়। একে সময়তে সকলো দাইল বা শাক-পাচলিকে মিচিংসকলে অ'য়িং বোলে। যেনে - গেৰেদ (মাটিমাহ) অয়িং, লাউ অয়িং, দাইল, অয়িং আসুন (খুদচাউল) পিঠাং অয়িং ইত্যাদি। আনহাতে ভাতৰ লগত যিমানেই মাছ বা মাংসৰ উভয়নদীকৈ অ'য়িং নাৰান্ধক কিয় মহিলাসকলে পুৰা বা পাতত দিয়া, বনৰীয়া বা ঘৰচীয়া শাক-লতাৰ পাত সিজোৱা যোগাৰ কৰে। বয়সীয়া পুৰুষ-মহিলাসকলৰ বাবে ভাতৰ পাতৰ লগত এবাতি আপং অনিবাৰ্য। মন কৰিব লগীয়া যি সময়ত অসমৰ অন্যান্য জাতি-জনগোষ্ঠীয় লোকে দুবেলা দুসাঁজ ভাতৰ কথা চিন্তা কৰে একে সময়তে মিচিংসকলে তিনিসাঁজ ভাত আৰু এবাতি আপঙৰ কথা চিন্তা কৰিবলগীয়া হয়। সেইবাবে তেওঁলোকে সৰহকৈ খেতিবাতি কৰিব লগীয়াত পৰে। শুকান মাছ-মঙহ তেওঁলোকৰ প্ৰিয়। অভাৱৰ সময়ত খাবলৈ শুকান মাছ বাঁহৰ চুঙাত ভৰাই থয়। ইয়াক নামচিং বোলে। পৰ্বতীয়া জীৱন কালত মিচিংসকলে ঝুমখেতি কৰিছিল। ভৈয়ামলৈ প্ৰব্ৰজন কৰাৰ পিছত প্ৰায়েই নদীকাষৰীয়া ঠাইত বসবাস কৰিবলৈ ধৰিলে। তেতিয়াৰ পৰাই তেওঁলোকৰ মাজত লাই আম বা গুনি (আহুধান) ধানৰ খেতি প্ৰচলন হ'বলৈ ধৰিলে। ইয়াৰ আগতে নানাবিধ আলু-কচু আৰু কপাহৰ খেতি কৰিছিল। মিচিং মহিলাৰ ঐনিঃতমত অতীত স্মৃতি ৰোমন্থন কৰা মন কৰিবলগীয়া।

> 'ছগু আৰিগ্ ৰিচনদ্ চিপাক আৰিগ মলাপী উগন গীলা
> পুনাপী গাদু গাছৰ চুমনাপী।'

অৰ্থাৎ আহু ধানৰ জুৰণিত কপাহ খেতি কৰিম; কপাহৰ জোলাবোৰ হোৰাত ভৰাই আনি গাদু (মিৰিজিম) বৈ ল'ম।

উল্লেখৰ প্ৰয়োজন প্ৰায়বিলাক মিচিং বসতিপ্ৰধান অঞ্চলত ১৯৫০ চন (ভূঁইকপ) ৰ আগলৈকে শালি খেতিৰ প্ৰচলন প্ৰায় নাছিলেই। ক'ৰবাত আছিল যদিও যৎসামান্য। বাৰীত শাক-পাচলিৰ খেতি কৰা নাছিল। ইয়াৰ পৰিৱৰ্তে হাবি, অৰণ্য, গছ-লতা, বনপাত আৰু মাটিমাহ, ৰঙালাউ, খুদ চাউল, পিঠাগুড়ি প্ৰধান খাদ্য। তেওঁলোকে দাইল নেখাইছিল। আজিকালিও গ্ৰামাঞ্চলৰ লোকসকল মচুৰ, মগু, ৰহৰ আদি দাইলৰ সলনি বন, লতা, শাকৰ ওপৰত



নিৰ্ভৰশীল। মিচিংসকলৰ বনশাক-পাতৰ তালিকাখন দীঘলীয়া। ইয়াক দুভাগত ভগাব পাৰি — মাছ-মাংসৰ লগত আঞ্জা ৰান্ধি আৰু সিজাই ৰাঃচৰ (জাবৰ শাক) খোৱা।

ৰাঃচৰ (সিজাই) খোৱা বন শাক-লতা।

| মিচিং | অসমীয়া |
|---|---|
| তুঃলে | লাই শাক |
| লঃফে | লফা |
| সৰিয়হ | সৰিয়হ |
| জিলিমিলি | জিলমিল |
| ঢেঁকীয়াং | ঢেঁকীয়া |
| এঙে | কচুঠুৰি |
| নটবৰ | নটবৰ |
| য়ঃৰোগ | টিকনি বৰুৱা |
| পাক্‌ম | নেফাফুল |
| পাতাং অঃয়িং | মাটি কাদুৰি |
| দুৰুন | দোৰোণ |
| অউ অয়িং (দুই তিনিবিধ) | সৰু পকমৌ |
| তুমপেট | বৰপকমৌ |
| গেঃ অয়িং (দুই তিনিবিধ) | খুতৰা |
| এপেচি | এপেচি |
| মিনচুৰ | বেলিপকা |
| খনতি | মালভোগ |

মাছ বা মাংসৰ লগত ৰান্ধি খোৱা তৃণ-তৰু আৰু গছ-লতা

| মিচিং | অসমীয়া |
|---|---|
| ঢেঁকীয়াং | ঢেঁকীয়া |
| নেকং | নলটেঙা |
| তাজিক্ | সৰু বা মাইকী ডিমৰু |
| তাকুক্ | বৰ ডিমৰু |
| কুপিয়াং | যজ্ঞ ডিমৰু |
| তাকপিয়াং | ডিমৰু |
| অম্বে | মেচাকি ডিমৰু |
| দীৰমি | অসমীয়া প্ৰতিশব্দ নাই |
| গুৰবান | " |
| অকল বিৰিখ | অসমীয়া প্ৰতিশব্দ নাই |
| বিহলঙনি | বিহলঙনি |
| মানিমুনি | মানিমুনি |
| তিনিপটীয়া | গছত বগোৱা এবিধ লতা |
| বুংকিৰিপং | ভেদাই লতা |
| পক্ জিক্ জিক্ | যম লাখুটি |
| তৰা গজালি | তৰা গজালি |
| জেইংথুৰি | বেতৰ গাঁজ |
| তিতাফুল | তিতাফুল |



এইবোৰৰ বাহিৰেও আমাৰ হাবি-জংঘলত সহজলভ্য প্ৰায়বিলাক উদ্ভিদৰ পাত-ফুল মিচিংসকলে সিজাই বা ৰান্ধি খায়।

**মছলা ঃ**

পূৰ্বৰ পৰাই মিচিংসকলে আঞ্জাত তেল আৰু বজাৰৰ মছলা ব্যৱহাৰ কৰা নাছিল। সৰিয়হৰ খেতি কৰি ঘৰতে তেল উৎপাদন কৰিছিল। কিন্তু আঞ্জাখন সিজাই খাই ভাল পাইছিল। মাছ-মাংসৰ আঞ্জা ৰান্ধোতে দিছিল অসমৰ হাবি-বননি বা বাম মাটিত গজা মছলা জাতীয় উদ্ভিদ পাগৰ তাকে (গবিয়া মছলা), অৰি (ধনীয়া), মান ধনীয়া, মুৰনে কতুং (অসমীয়া প্ৰতিশব্দ জানিব পৰা হোৱা নাই), জলকীয়া, আদা, নহৰু, পনৰু আৰু জালুক প্ৰধান। আজিকালি অৱশ্যে শিক্ষাৰ প্ৰসাৰতা বৃদ্ধি হ'বলৈ ধৰিছে। গাঁও আৰু নগৰীয়া মিচিং লোকৰ মাজত প্ৰায়েই মিঠাতেল আৰু মছলা ব্যৱহাৰ হ'বলৈ ধৰিছে। কিন্তু ইয়াৰ মাজতো নগৰত বাস কৰা আৰু প্ৰায়বিলাক গ্ৰামাঞ্চলৰ লোকে দাইল আৰু তেলত ভজা আঞ্জাখনৰ সলনি, লাই-লফা, লাও, খুতৰাৰ লগত মাছ বা মাংস সিজোৱা আঞ্জা খাই তৃপ্তি পায়। লগতে মাছ, পোৱা আলুপিটিকা অথবা পাতত দিয়া নামচিং মাছ-মাংস আৰু বন শাক তেওঁলোকৰ খাদ্য তালিকাত সংযুক্ত থাকে।

**আপং ঃ**

পূৰ্বাতিপূৰ্বৰ পৰা মিচিংসকলৰ দৈনন্দিন সামাজিক-ধৰ্মীয় পূজা-উৎসৱ আদিত ব্যৱহৃত আৰু অত্যাৱশ্যকীয় পানীয় হ'ল আপং। আপং দুবিধ — পঃৰ (ছাই) আৰু নগিন। মিচিং মহিলাই ঔষধিযুক্ত জৈৱ প্ৰাকৃতিক উদ্ভিদ বন, লতাৰ পাত সংগ্ৰহ কৰি পিঠাগুড়িৰ লগত মিহলাই দৰৱ (অ'ণব) তৈয়াৰ কৰে। ভাতৰ লগত দৰৱ মিহলাই মাটিৰ কলহ বা তেনেজাতীয় পাত্ৰত ভৰাই থোৱা হয়। তিনিদিনৰ পৰা উগ্ৰ, মৃদু, মিঠা, কেহা, চোকা ৰসযুক্ত গন্ধ নিগৰি ওলায়। ইয়াৰ লগে লগে ব্যৱহাৰৰ উপযোগী হৈ পৰে। তেওঁলোকে দৈনন্দিন জীৱনত ভাতপানীৰ দৰেই আপং ব্যৱহাৰ কৰে। আলহী কিম্বা কোনো অভ্যাগতক এবাতি আপং যাচি সোধপোচ কৰা সামাজিক পৰম্পৰা। কোনো পৰিয়াল নাইবা ৰাজহুৱা ধৰ্মীয় উৎসৱৰ পূজাৰ বেদীত অন্যান্য দ্ৰব্যৰ লগতে একলহ আপং নিতান্তই প্ৰয়োজন। অন্যথা তেওঁলোকৰ পূৰ্বপুৰুষ আৰু ইষ্ট-অভিষ্ট দেৱ-দেৱীসকলে অসন্তুষ্ট হৈ অভিশাপ দিয়ে বুলি লোকবিশ্বাস আছে। বিহু উৎসৱ আদিত ধনী-দুখীয়া সকলোৱে ঘৰে ঘৰে ৰাতিপুৱাই এবাতি আপং মঃৰামত উচৰ্গা কৰি পিতৃ-মাতৃ, ককা, আজো ককা, ঘৰ ডাঙৰীয়া গোমিন চঃগ্ৰিঙৰৰ ওচৰত স্তুতি প্ৰাৰ্থনা জনাই আশীৰ্বাদ কামনা কৰে। ইয়াৰ পিছত গাঁৱৰ জ্ঞাতি, ভাই-ককাই, ইষ্ট-কুটুম্বক এবাতি আপঙেৰে আপ্যায়ন কৰিব পাৰিলে আত্মসন্তুষ্টি লাভ কৰে। মিচিং সমাজত আপং সৰগীয় আৰু পবিত্ৰ জল হিচাপে গণ্য কৰা হয়।





**জন্ম, মৃত্যু, বিবাহ ঃ**

ভাৰতবৰ্ষৰ বৈদিক আৰ্য হিন্দু সমাজত প্ৰচলিত জন্ম, মৃত্যু, বিবাহ নিয়তিৰ ঠাৰত পৰিচালিত হয় বুলি বিশ্বাস কৰে। ইয়াৰ পৰা মিচিং সমাজো আঁতৰি থাকিব পৰা নাই। তেওঁলোকৰ সন্তান জন্ম হোৱাৰ লগে লগে পোঁৱাতীগৰাকীক গা-পা ধুৱাই কাপোৰ সলাই দিয়ে। লগে লগে পৰম্পৰাগতভাৱে এবাতি আপং খাবলৈ দি কেঁচুৱাক মাকৰ বুকুৰ পিয়াহ খাবলৈ দিয়ে। অশৌচীয়া মাতৃগৰাকীক খুৱাবৰ কাৰণে আগৰেপৰাই কুকুৰা পোহা হয়। সন্তান চাওষ্ঠ হোৱাৰ লগে লগে কুকুৰা মাৰি নলটেঙা, বিহলঙনিৰ লগত জালুকীয়া ৰান্ধি ভাত খাবলৈ দিয়ে। সপ্তাহ, দহ দিনলৈকে অশৌচীয়া গৰাকীক শুকান বা কেঁচা মাংস সিজাই খুউৱা হয়। পাঁচদিনৰ মূৰত কেঁচুৱাক প্ৰথম সূৰ্যৰ কিৰণ স্পৰ্শ কৰায়। নাড়ী সৰিলে ঘৰৰ আগ চোতালত কেৰলীয়া ভকতৰ দ্বাৰা মাংগলিক অনুষ্ঠানৰ যোগেদি শুচি ভাঙিব লাগে। তেওঁলোকৰ জনবিশ্বাস — নৱজাতকৰ আত্মা ইয়াৰ আগতে কোনো অন্য গোত্ৰ বা সম্প্ৰদায়ৰ মাজত থাকিব পাৰে। সেইবাবে মাংগলিক অনুষ্ঠানৰ জৰিয়তে নৱজাতকক নিজ কুলত তোলা হয়। এটা বাতিত গৰু-গোবৰ আৰু মিঠাতেল মিহলাই একোচা দুবৰি বনেৰে ঘৰ, ভঁৰাল, গোহালি আৰু পৰিয়ালৰ প্ৰতিজন সদস্যৰ মূৰত ঘঁহি শুচি হয়। পোঁৱাতীগৰাকী আৰু পৰিয়ালটি সেইদিনাৰ পৰা শুচি হোৱা বুলি লোকবিশ্বাস।

**মৃত্যু ঃ**

মিচিংসকলে মৃতদেহ মাটিত গাঁত খান্দি পুতি সৎকাৰ কৰে। তেওঁলোকে জীৱন কালত বৰ দুখ-কষ্টৰে সাজি লোৱা ঘৰখনৰ শোৱা পাটীতে ব্যক্তিগৰাকীক অন্তিম চকু মুদিবলৈ দিয়ে। ঘৰৰ পৰা আঁতৰত পূব-পশ্চিম দিশকৈ ৫/৬ ফুট দ গাঁত খান্দি লয়। গাঁতৰ ভিতৰত জীৱন কালত ব্যৱহাৰ কৰা কাঠ, বাঁহ, ইকৰা-খাগৰিৰে এখন চাং সাজি দিয়ে। পশ্চিম, ঈশান, নৈঋত কোণত মূৰ দি ওপৰমুৱাকৈ শুৱাই দিয়ে। ইয়াৰ পিছত মাটিত গাঁত খান্দিবলৈ প্ৰথমে কোৰৰ চাপ মৰা মৃতকৰ পুত্ৰ কিম্বা সম্বন্ধীয় লোকজনে বাওঁহাতেৰে এমুঠি মাটি দি অন্তিম শ্ৰদ্ধা জনায়। লগে লগে সৎকাৰ স্থলীত উপস্থিত সকলোৱে এমুঠি মাটি দি অন্তিম শ্ৰদ্ধা জনায়। শ্মশানৰ পৰা ঘৰ পোৱাৰ পিছতে এটা কুকুৰা মাৰি মাংস আৰু ভাত ৰান্ধি বাওঁহাতেৰে জলপিণ্ড দিব লাগে। এনেদৰে তিনিদিন বা পাঁচদিনলৈ মৃতকক পিণ্ড দিয়া হয়। কোনো কোনো ঠাইত তিনিদিনৰ দিনা আৰু কোনো কোনো ঠাইত পাঁচদিনৰ দিনা পৰিয়াল আৰু ভাই বংশ, জ্ঞাতি সকলোৱে সাধ্যানুসাৰে কুকুৰা, গাহৰি, মাছ ৰান্ধি আপোনজনক পিণ্ড দি আত্মাৰ সদ্‌গতি কামনা কৰে। সেইদিনৰ পৰা ঘৰ, পৰিয়ালটো শুচি হৈ সমাজৰ কাম-বনত হাত দিব পাৰে। মৃতকৰ আদ্যশ্ৰাদ্ধ যিমান পাৰে চাৰি পাঁচ দিনৰ পিছত আয়োজন কৰা হয়। ইয়াৰ কাৰণ হ'ল সোনকালে আদ্যশ্ৰাদ্ধ পাতিলে মৃতকক পাহৰি পেলোৱা হ'ব। অৱশ্যে পুত্ৰ সন্তান নথকা নাইবা আৰ্থিকভাৱে দুৰ্বলসকলে যৎসম্ভৱ দহ-বাৰ দিনৰ পৰা এমাহৰ ভিতৰতে দহা-কাজ পাতে।



**বিবাহ ঃ**

ভাৰতীয় বৈদিক শাস্ত্ৰত উল্লেখ কৰিছে পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্যা। অৰ্থাৎ বিয়াৰ যোগেদি সতি-সন্ততি কামনা কৰা হয়। কৃষিজীৱী মিচিং সমাজত পুত্ৰ সন্তানক কৃষি কৰ্মত নিয়োজিত কৰিবৰ কাৰণে সংসাৰী জীৱনৰ পোষকতা কৰে। বয়সস্থ পিতৃ-মাতৃয়ে পো-বোৱাৰীৰ ওপৰত ঘৰ পৰিচালনাৰ দায়িত্ব, পথাৰ, বন-বাৰী, হালৰ গৰুগাই চোৱাচিতাৰ এখন হাত অৰ্পণ কৰে। প্ৰতিগৰাকী পিতৃ-মাতৃয়ে স্বকুল, বংশ মৰ্যাদা ৰক্ষা কৰিবলৈ পো-বোৱাৰী, নাতি-নাতিনীৰে ভৰা এখন সুখৰ সংসাৰৰ সপোন দেখে। মিচিং সমাজত বিয়াক 'মিদাং' বোলে। সমাজত চাৰিপ্ৰকাৰ বিবাহ প্ৰচলনৰ ব্যৱস্থা আছে। যেনে (১) দাঃৰ মিদাং (২) দুগলা লাঃনাম (৩) কুম্বচুঃ নাম আৰু (৪) চঃ লা লানাম।

**দাঃৰ মিদাং ঃ**

দৰা আৰু কন্যা উভয়ৰ পিতৃ-মাতৃৰ পৰিয়ালৰ সন্মতি সাপেক্ষে অনুষ্ঠিত কৰা বিয়াক দাঃৰ মিদাং বোলে। এই বিয়াত দৰা ঘৰৰ মানুহে কন্যাৰ পিতৃ-মাতৃৰ পৰিয়ালত আপং আৰু তামোল-পাণৰ টোপোলা দি ছোৱালী খোজা নিয়ম। ইয়াৰ গোটাচেৰেক বছৰৰ মূৰত সুবিধা অনুসৰি বিয়াৰ দিন ধাৰ্য কৰা হয়। বিবাহত নিমন্ত্ৰিত অতিথিসকলক খুৱাবৰ কাৰণে কন্যাঘৰৰ লগতে দৰা ঘৰে যথেষ্ট কেঁচা মাছ, শুকান মাছৰ লগতে গাহৰি, আপং, তামোল-পাণ কন্যা ঘৰত দিব লাগে। এনে বিয়া সাধাৰণতে দুদিনীয়াকৈ পতা হয়।

**দুগ্‌লা লাঃ নাম ঃ**

ডেকা-গাভৰুৰ মনৰ মিলনত লুকাই-চুৰকৈ পলুৱাই নি পতা বিয়া। ল'ৰা-ছোৱালী উভয়ৰ অভিভাৱকৰ পৰা পূৰ্বানুমতি লোৱা নহয়। ছোৱালী পলুৱাই নিয়াৰ পিছ দিনাই ল'ৰাৰ ঘৰৰ পৰা 'দুগ্‌তাগ্' অৰ্থাৎ কটকী বা দূত গৈ কন্যা ঘৰত তামোল-পাণ শৰাই দি জ্ঞাত কৰিব লাগে। এই ধৰণৰ বিয়াত কন্যাঘৰে দৰা পৰিয়ালক ছোৱালী পলুৱাই নিয়াৰ কাৰণে গাধন দাবী কৰাৰ নিয়ম আৰু বিবাহৰ উপলক্ষে উভয় পক্ষৰ মাজত সামাজিক প্ৰথা অনুসৰি জগৰ ভাঙিব লাগে। যুক্তিৰে মিতুৰক বন্ধা হয়। তেনেক্ষেত্ৰত কন্যাৰ মাক আৰু মোমায়েকৰ মতামত চূড়ান্ত বুলি বিবেচিত কৰা হয়।

**কুম্ব চুঃ নাম ঃ** ল'ৰা-ছোৱালী দুয়োৰে মন মিলে। দুয়ো পক্ষৰ মাক-দেউতাকৰো বিয়াখন পাতি দিয়াৰ ইচ্ছা। কিন্তু আৰ্থিকভাৱে তেওঁলোক অক্ষম। তেনেক্ষেত্ৰত দিনৰ পোহৰত ধৰ্মৰ চাকি-শলিতা জ্বলাই ৰাইজৰ সাক্ষাতত আশীৰ্বাদ (কুম্ব চুঃ নাম) লৈ পতা বিয়া।

**চঃলা লাঃ নাম ঃ** কেতিয়াবা কোনোবা ডেকা এগৰাকী গাভৰুৰ প্ৰেমত পৰা নিতান্তই স্বাভাৱিক। কিন্তু গাভৰুগৰাকীয়ে ডেকাজনক প্ৰেমৰ সঁহাৰি নজনাবও পাৰে। ডেকাজনে কিন্তু





গাভৰুজনীক পাবলৈ উদ্বাউল। খাওঁতে-শোওঁতে, ফুৰা-চকা কৰোঁতে কেৱল তাইৰ ছবিকেহে দেখে। তাইৰ অবিহনে দিনতে আন্ধাৰ। অনেকমতে চেষ্টা কৰিও গাভৰুৰ মন ভুলাব পৰা নাই। তেনে ক্ষেত্ৰত লগৰ সমনীয়াৰ সহায়ত পথাৰৰ কামলৈ নাইবা হাট -বজাৰ, বিহুতলীৰ পৰা ডাংকোলাকৈ চোঁচোৰাই নি জীৱন-সংগীনী কৰা বিয়াক চঃ লা লাঃ নাম বোলে। পাছত সমাজৰ ৰীতি অনুসৰি কন্যা ঘৰত জগৰ ভঙাৰ লগতে ৰাইজৰ ওচৰতো জবাবদিহি হ'ব লাগে।

কোনো ক্ষেত্ৰত কন্যাৰ মাক-দেউতাক আৰু দৰাৰ মাক-দেউতাকৰ মত সাপেক্ষেও ছোৱালী বিখুচি হ'লে মিতুৰক টানি নিবলৈ (চঃ লা লাঃ নাম) অনুমতি দিয়ে।

অতি পুৰণি কালৰ পৰাই মিচিং সমাজত এনে ধৰণৰ বিবাহ-পদ্ধতি প্ৰচলন হৈ আছে। বৰ্তমান শিক্ষা-সভ্যতাৰ যুগত কিছুমান পদ্ধতি বহুখিনি কমি গৈছে। তৎসত্ত্বেও আমাৰ বহু মিচিং অধ্যুষিত অঞ্চলত তেনে বিবাহ একেবাৰে নাইকিয়া হোৱা নাই।

**ধৰ্ম ঃ**

সৃষ্টিৰ আদিম সুৰত কোনো মানুহৰ ভাষা আৰু ধৰ্মৰ কথা নিশ্চয় নাছিল। বিবৰ্তন আৰু ক্ৰমবিকাশৰ ফলশ্ৰুতিত সৃষ্ট সভ্যতাই মানৱ জাতিৰ মাজত ভাষা-ধৰ্মই ভুমুকি মাৰেহি। দেখা যায় কৌটিকালৰ পৰাই প্ৰচলিত আচাৰ-ব্যৱহাৰ, চাল-চলন, জীৱন ধাৰণৰ পদ্ধতিৰ কোনো এটা জনগোষ্ঠীৰ অন্যৰূপ ধৰ্ম। মিচিং সমাজত জগতৰ জড় আৰু চেতন উভয়ৰ পূজা-সেৱাৰ প্ৰচলন আছে। একে সময়তে তেওঁলোকৰ সমাজত প্ৰাক্ চুতীয়া, কছাৰী, আহোম আৰু উত্তৰ আহোম যুগৰ ধৰ্মাচাৰ পৰিদৃশ্যমান। নিজকে আঃনে দঃঞিও-আবু-পঃল অৰ্থাৎ মাতৃ বেলি, পিতৃ জোনৰ সন্তান জ্ঞান কৰে। জগতৰ চৰাচৰ মৰুভ্ৰুম উৰণ, বুৰণ, গজন, গমন চাৰিবিধ প্ৰাণী আৰু উদ্ভিদৰ মাজত ঈশ্বৰৰ অস্তিত্ব বিশ্বাস কৰে। প্ৰাণী জগতৰ আশ্ৰয়দায়িনী মংগলময়ী সৃষ্টিৰ অধিষ্ঠাত্ৰী বসুমতীক মুখ্য স্থান দি আহিছে। পৰিয়ালকেন্দ্ৰিক আৰু সমাজতান্ত্ৰিক জীৱনৰ আৰম্ভণি দিন ধৰি অভিষ্ট দেৱ-দেৱীৰ পূজা-অৰ্চনাৰ অৰ্থে মিচিং সমাজত মিৰু বা মিৰুউ/মিবু (পূজাৰী) শ্ৰেণী সৃষ্টি হ'ল। মিবুৱে অলৌকিক শক্তিৰ দ্বাৰা ইহকালৰ আৰু পৰকালৰ কথাৰে অপদেৱতাক বশ কৰিব পাৰে বুলি লোকবিশ্বাস। ব্যক্তি, পৰিয়াল অথবা সমাজৰ মংগলাৰ্থে গৃহ শান্তি উৎসৱ-পাৰ্বনত মিবু (দেওধাই)ৰে মুখ্য ভূমিকা গ্ৰহণ কৰে। তেওঁলোকে জীৱৰ সলনি জীৱ-জন্তুৰ তেজ সূৰ্য-চন্দ্ৰক সাক্ষী কৰি আই বসুমতীক উচৰ্গা কৰে।

পূবে চুতীয়া আৰু আহোমসকলৰ সংস্পৰ্শলৈ অহাৰ পাছত মিচিংসকলৰ মাজত থলুৱা জনগোষ্ঠীৰ লোকবিশ্বাস সোমাই পৰিল। শদিয়াৰ কেঁচাইখাটী গোসাঁনী থানৰ হাঁহ, পাৰ, ছাগলী, ম'হ বলি-বিধান প্ৰধান। সেই সময়ৰ পৰাই মিচিং সমাজত শাক্ত ধৰ্মৰ প্ৰভাৱ প্ৰকট হ'ল। কছাৰী আৰু আহোমসকলে অসমৰ বিভিন্ন ঠাইত প্ৰতিষ্ঠা কৰা থান-দেৱালয়, মঠ-মন্দিৰসমূহত মিচিংসকলে নিয়মীয়াকৈ বলি আগ বঢ়াই উল্লেখনীয় অবিহণা যোগাই আহিছে। ১৬ শতিকাৰ পৰা শ্ৰীমন্ত শংকৰদেৱৰ 'এক শৰণ নাম ধৰ্ম'ই মিচিং সমাজ পৰিৱৰ্তনৰ ক্ষেত্ৰত কিছু পৰিমাণে অবিহণা যোগালে। ইয়াৰ কাৰণ গুৰুজনাৰ প্ৰিয় শিষ্য কেইগৰাকীৰ ভিতৰত মিৰিৰ পৰমানন্দ আছিল অন্যতম। নগাঁৱত গজলা কছাৰীক 'গজলা' সত্ৰৰ অধিকাৰী নিয়োগ কৰাৰ পাছত, গাংমৌ থানত পৰমানন্দ আতৈক দায়িত্বভাৰ অৰ্পণ কৰা কাৰ্যই জনগোষ্ঠীয় সমাজৰ প্ৰতি দায়বদ্ধতাৰ কথাকে দাঙি ধৰে।

শ্ৰীমন্ত শংকৰদেৱৰ পশ্চাদগামীৰ পাছৰ কালত আহোম ৰাজ সাহায্যৰ দ্বাৰা প্ৰতিষ্ঠিত সত্ৰসমূহে সুদীৰ্ঘ দিন ধৰি মিচিং সমাজখনক ভক্তিমাৰ্গ দৰ্শন কৰাই আছিল। কিন্তু আহোম ৰাজত্বৰ অৱসানৰ লগে লগে ইংৰাজ শাসনকালত অসমীয়া জাতীয় জীৱনত ভাঙোন আৰম্ভ হ'ল। জনজাতি আৰু অজনজাতি ভাবধাৰাই অস্পৃশ্য ভাবধাৰাৰ জন্ম দিলে। ফলস্বৰূপে বহু মিচিং লোকে সত্ৰৰ শৰণ-ভজন লোৱাত সহযোগিতা নকৰা হ'ল। ইয়াৰ পৰিৱৰ্তে তেওঁলোকে পৰম্পৰাগতভাৱে গাঁৱৰ নামঘৰত সেৱা-পূজা কৰি গুৰুজনাৰ প্ৰতি সেৱা নিবেদন কৰিবলৈ ধৰিলে। সুখৰ কথা যে বৰ্তমান সময়ত বহু শিক্ষিত-অশিক্ষিত লোক শংকৰদেৱৰ একশৰণ নামধৰ্মৰ ... সংহতি মাৰ্গত শৰণ-ভজন গ্ৰহণ কৰিবলৈ আগুৱাই আহিছে। কিন্তু সৰহসংখ্যক লোকে কালসংহতি পন্থাৰ অধীনত পূজা সেৱা কৰাৰ লগতে তেওঁলোকৰ সমাজৰ পৰম্পৰা পূজা সেৱা দঃবুৰ তাঃলেঙ উই, উৰম-আমৰাগ, আঃলি আয়ে লৃগাং পঃবাগ আদি উৎসৱ পালন কৰে।

**ভাষা ঃ**

পৃথিৱীত মানুহৰ অন্ন, বস্ত্ৰ বাসস্থানৰ পিছতে আত্ম পৰিচয়ৰ প্ৰয়োজন হয়। ভাষা-সংস্কৃতি এটা জাতিৰ আত্ম পৰিচয়ৰ সম্পদ হ'ব পাৰে। মন কৰিব লগীয়া যে পৃথিৱীৰ সকলো সৰু-বৰ জাতি জনগোষ্ঠীৰ নিজস্ব ভাষা আছিল আৰু এতিয়াও আছে। অতীতত বহু জনগোষ্ঠীয় লোকৰ ভাষাৰ নিজা লিপি নাছিল। কথিত ৰূপত প্ৰচলিত তেনে ভাষাসমূহক দোৱান (dialogue) বোলা হয়। কিন্তু আধুনিক ভাষা-বিজ্ঞানীসকলৰ কঠোৰ সাধনা আৰু অধ্যৱসায়ৰ ফলত মান্য ভাষাৰ লিপি নাইবা ৰোমান লিপিৰ জৰিয়তে ভাষা চৰ্চা সহায়ক হৈছে। মিচিং ভাষাৰ নিজা লিপি নাই। সমাজত নিজা ভাষাত কথোপকথৰ প্ৰচলন আছে যদিও অসমীয়া ভাষা সৰহসংখ্যক লোকে ক'ব পাৰে বা বুজি পায়। দ্বিতীয় মহাযুদ্ধৰ সময়ৰ পৰাই কেইগৰাকীমান শিক্ষিত মিচিং লোকে অসমীয়া ভাষাত পুথি ৰচনা আৰু গীত-মাত ৰচনা কৰি প্ৰচাৰ কৰিছিল। সেইসকলৰ ভিতৰত 'মিৰি জাতিৰ বুৰঞ্জী' প্ৰণেতা স্বৰ্গীয় সোণাৰাম পায়েং কটকী অন্যতম। স্বৰ্গীয় মুহিধৰ পেগু, তৰুণ চন্দ্ৰ পামেগাম, ডাঃ নোমল চন্দ্ৰ পেগু আদিয়ে গীত-মাতৰ পুথি লিখি মিচিং জাতিৰ লোকসংস্কৃতি প্ৰচাৰ কৰিছিল। পৰৱৰ্তী সময়ত অসমীয়া লিপিৰ আধাৰত মিচিং ভাষাৰ উচ্চাৰণ পদ্ধতি উদ্ভাৱন কৰিবৰ কাৰণে ডাঃ পেগু আৰু







শ্ৰীনাহেন্দ্ৰ পাদুন আদিয়ে প্ৰচেষ্টা অব্যাহত ৰাখিছিল। ইয়াৰ পাছত এচাম শিক্ষিত মিচিং ছাত্ৰৰ আৰু উদ্যোগী লোকৰ প্ৰচেষ্টাত ইংৰাজী ১৯৭২ চনৰ ১৮ এপ্ৰিলত ডিব্ৰুগড়ত মিচিং আগম কৌবাং (মিচিং সাঃ সভা) গঠন হয়। অসমীয়া লিপিৰ সলনি ১৯৭৮ চনত ৰোমান লিপি গ্ৰহণ কৰা হয়। ১৯৮৫ চনৰ ৩০ অক্টোবৰ তাৰিখে অসম চৰকাৰে মিচিং ভাষাক স্বীকৃতি প্ৰদান কৰে। মিচিং অধ্যুষিত অঞ্চলসমূহৰ প্ৰাথমিক বিদ্যালয়ত ১৯৮৬-৮৭ চনৰ পৰা পাঠ্যক্ৰমত মিচিং ভাষা বিষয় (subject) হিচাপে প্ৰচলন হৈ আছে।

**শিল্প কলা ঃ**

কুটিৰ শিল্প কলাৰ ক্ষেত্ৰত মিচিংসকল স্বাৱলম্বী বুলিব পাৰি। পুৰুষসকলে ঘৰুৱা ব্যৱহাৰ্য বাঁহ-বেত আৰু কাঠৰ সামগ্ৰী নিজ হাতে তৈয়াৰ কৰি লয়। প্ৰতিগৰাকী মহিলা কাপোৰ বোৱা-কটা কামত পাকৈত শিপিনী। দৈনন্দিন জীৱনত লাগতিয়াল কাপোৰ-কানি ল'ৰা-ছোৱালী আৰু পুৰুষৰ সাজপাৰ তাঁতশালত বৈ উলিয়ায়। বয়সীয়া মহিলাসকলে গাত চোলা পিন্ধা নাছিল। বুকুত মেখেলা আৰু কঁকালত মেঠনি মাৰিছিল। আজিকালি বোৱাৰীসকলে গাত চোলা আৰু মেখেলা-ৰিহা পিন্ধে। মিচিং জীয়াৰী-বোৱাৰীয়ে ৰং-বিৰঙৰ সূতা মিলাই কাপোৰত ফুল বাছে। তেওঁলোক প্ৰকৃতিপ্ৰেমী। ৰিহা-মেখেলাত গছ, ফুল, পাত, লতা, চৰাই, পখিলা, হৰিণ, ঘোঁৰা, হাতী আদিৰ ফুল তুলি পৰিধান কৰে। একেৰঙী চালে চকুৰোৱা ফুলবছা কাপোৰযোৰক মঃচাং বোলা হয়। সাংস্কৃতিক উৎসৱ আৰু বিহুত গাভৰুসকলে কাণত কেৰু, ডিঙিত মাদলী, হাতত আনচ্ৰ মৰা (গামখাৰু), খোপাত ফুল গুজি লয়। অতীত কালত মিচিং গাভৰুৱে কাঠৰ পখিলা, চৰাই, জীৱ-জন্তুৰ নক্সা থকা কাঠৰ ফণী খোপাত পিন্ধি বহাগ বিহুত নাচিবলৈ ওলাইছিল।

পুৰুষসকলৰ পোছাক কামিজ-চুৰিয়া, মূৰত পাগুৰি আৰু কান্ধত গামোছা। মিচিং সমাজৰ পৰম্পৰাগত উৎসৱ যেনে আঃলিআয়ে লৃগাং, পঃৰাগ, উৰম আমৰাগ, দবুৰ আদিত ঘৰত বোৱা স্বকীয় সাজ পৰিধান কৰে। পুৰুষসকলে মিবু গালোক, গন্ৰ উগ্ন (হাতে বোৱা বিশেষ চুৰিয়া) আৰু গাত ৰিবি পৰিধান কৰে। ডিঙিত দগ্নৌ (প্ৰবাল জাতীয় ৰঙা-নীলা-হালধীয়া বৰণৰ মণি), ৰূপৰ শিকলি, হাতত গামখাৰু, মূৰত পাগুৰি বান্ধে। মহিলাগৰাকীয়েও মঃচাং (একেৰঙী ফুলবছা মেখেলা ৰিহা), গে'ৰ, ডিঙিত সোণ-ৰূপৰ মাদলী, দগ্নৌ, হাতত আন্চং মৰা, কাণত কেৰু (গামখাৰুতকৈ আকাৰত ডাঙৰ)আৰু গাত ৰিবি গাচেং পৰিধান কৰে।

মিচিং পুৰুষ-মহিলা উভয়ে কুটিৰ শিল্পজাত বাঁহ-বেতৰ সামগ্ৰী তৈয়াৰ কৰিব পাৰে। ঘৰুৱা নিত্য ব্যৱহাৰ্য ধান-চাউল, মাহ-সৰিয়হ বছা সঁজুলি — ডলা, দোকুলি (কুলা) গুড়ি চালনী, বৰ চালনী, খৰাহী. পাচি, মাছ ধৰা সঁজুলি - জাকৈ-খালৈ, চালনী, প'ল, চেপা, খোকা, উভতি পাওৰি, দলঙা ইত্যাদি তেওঁলোকে তৈয়াৰ কৰি লয়।

তেনেদৰে হাল বোৱা সঁজুলি - কাঠৰ নাঙল-যুৱলি, মৈ, জবকা, ৰইনা, লাহনী, গৰু গাড়ীৰ ব'ম বাঁহ বা কাঠৰ গাড়ীৰ চাং, ভাওৰি (গুটীয়া ম'হ হাল বাওঁতে নাঙল আৰু ডিলাত ব্যৱহাৰ কৰা এবিধ সঁজুলি) নিজহাতে সাজি উলিয়ায়।

এৰি, পাট-মুগা শিল্পত মিচিং মহিলাই বিশেষ স্থান দাবী কৰিব পাৰে। পূৰ্বতে মিচিংসকলে কপাহ খেতি কৰিছিল। সূতা প্ৰস্তুত কৰি আপুৰুগীয়া গাদু বৈ উলিয়ায়। এনে কাপোৰ ১৫/২০ কিলো ওজনৰ পৰা ৩০ কিলো পৰ্যন্ত থাকে। গাদু শীতকালত ব্যৱহাৰ কৰিছিল। কোনো পৰিয়ালত ন-বোৱাৰী ঘৰলৈ অনাৰ পাছত শাহুৱেকে এখন গাদু (জিম) কাপোৰ দিয়া সামাজিক পৰম্পৰা আছিল। ১৯৬২ চনৰ পাছৰ পৰা বানপানী খহনীয়াই মিচিং সমাজৰ আৰ্থিক অৱস্থা থানবান কৰি পেলায়। বৰ্তমান উদ্যোগটিৰ মৃতপ্ৰায় অৱস্থা। এড়ি-মুগা আৰু পাট-পলু পোহপাল কৰি বস্ত্ৰ উৎপাদন কৰা মিচিং সমাজৰ আন এক বৈশিষ্ট্য। মিচিং পুৰুষ- মহিলাই এড়ি পলু, পাট পলুৰ সূতাৰে ঘৰতে মনোৰম সাজ-পোছাক বৈ লয়। পুৰুষৰ কাৰণে এড়ি চাদৰ বৈ দিয়া প্ৰত্যেক মহিলাই একান্ত কৰ্তব্য জ্ঞান কৰে। মহিলাসকলে এড়ি, পাট আৰু মুগাৰ ৰিহা-মেখেলা বৈ পিন্ধে আৰু উত্তৰ পুৰুষলৈ সাঁচি থয়। শীতকালত গাদু যিহেতু গাত লৈ ফুৰিব নোৱাৰে সেইবাবে এৰি কাপোৰ আৰু সূতাৰ বৰ কাপোৰ মিচিং সমাজত প্ৰায় প্ৰচলন আছিল। বৰ্তমান বজাৰত নানা ধৰণৰ কম্বল, লেপ, ৰাগ ওলোৱাৰ পিছৰ পৰা তেওঁলোকৰ জপাৰ বৰ কাপোৰৰ আদৰ কমি আহিবলৈ ধৰিলে।

কুটিৰ শিল্পৰ লগতে তাঁত শিল্পৰ ক্ষেত্ৰতো মিচিং পুৰুষ-মহিলাৰ সমানেই পাৰদৰ্শিতা আছে। উপযুক্ত বজাৰ আৰু আৰ্থিক অনাটনৰ কাৰণে তেওঁলোক পিছপৰি আছে। বজাৰত বাঁহ-বেত, কপাহ, সূতাৰ দুৰ্মূল্যৰ বাবে গাঁৱৰ শিল্পী আৰু শিপিনীসকলে আশানুৰূপ সামগ্ৰী উৎপাদন কৰিব পৰা নাই। আজিৰ তাৰিখত গাঁৱৰ দুখীয়া শ শ মিচিং যুৱতীয়ে নগৰৰ চহকী ব্যক্তিগত প্ৰতিষ্ঠানত কম সময়ত মহিলা-পুৰুষৰ উপযোগী গুণমান সম্পন্ন কাপোৰ বৈ উলিয়াইছে। বৰ্তমান সময়ত উত্তৰ-পূৰ্বাঞ্চলৰ সকলো জনগোষ্ঠীৰ মাজত মিচিং মিবু গালোক (পুৰুষৰ জেকেট), মহিলাৰ মঃ চাং সমাদৃত হোৱা পৰিলক্ষিত হৈছে। ভাৰতৰ প্ৰধান চহৰবিলাকৰ বাহিৰেও বিদেশতো মিচিং শিপিনীৰ হাতৰ বোৱা কাপোৰে আদৰ পাবলৈ ধৰিছে। চৰকাৰী পৃষ্ঠপোষকতাত কুটীৰ শিল্প আৰু বস্ত্ৰ শিল্প গঢ় লৈ উঠিলে মিচিং মহিলাই বিশ্বৰ বজাৰত ফেৰ মাৰিব পৰাকৈ কাপোৰ বৈ উলিয়াব বুলি আমাৰ বিশ্বাস। জাতীয় সাজ-পোছাক, শিল্পকলা, আ-অলংকাৰ, ভাষা, পৰম্পৰা, ধৰ্ম জীয়াই থাকিলে মিচিং জাতি জীয়াই থাকিব; বাসস্থান, খাদ্য, পৰম্পৰা, সমাজ ব্যৱস্থা, কৃষ্টি-সংস্কৃতিৰ ৰূপৰেখাই জাতিটোক বিশ্ব-'দৰবাৰত চিনাকি কৰি দিয়াত সহায়ক হ'ব।❑

# অসমীয়া শিশু সাহিত্যৰ বুৰঞ্জী ঃ এটি আভাস

অতুল চন্দ্ৰ মহন্ত

সাহিত্যৰ এক অভিন্ন অংগ হিচাপে শিশু সাহিত্য এতিয়া স্বীকৃত আৰু স্ব-মহিমাৰে মণ্ডিত হৈ উঠিছে। কাকত-আলোচনীবিলাকত শিশু সাহিত্যৰ এক নিয়মীয়া শিতান ৰখা হৈছে আৰু প্ৰাপ্তবয়স্কৰ লগতে শিশু আৰু কিশোৰেও পদ্য, সাধু আৰু কাহিনী লিখিছে। জাতিটোৰ বাবে ই এক শুভ লক্ষণ। আধুনিক যান্ত্ৰিক সভ্যতাই কোমলমতীয়া শিশুৰ মনত খুন্দিয়াই-ভুকুৱাই যাতে শিশুৰ সাংস্কৃতিক বিকাশ বাধাগ্ৰস্ত নকৰে তাৰ বাবেই শিশু সাহিত্য সাম্প্ৰতিক কালত অতি প্ৰয়োজন হৈ পৰিছে।

শিশুৱে লিখা বা শিশু আৰু কিশোৰৰ কাৰণে লিখা সাহিত্যকে শিশু সাহিত্য বোলা হয়। প্ৰকৃততে শিশু আৰু কিশোৰৰ কাৰণে লিখা সাহিত্যকে শিশু সাহিত্যৰ শ্ৰেণীভুক্ত কৰা হৈছে। পৃথিৱীৰ সকলো দেশৰ সকলো জাতিৰ মাজত নিজা নিজা শিশু সাহিত্য আছে। যুগ যুগ ধৰি এইবোৰ মানুহৰ মুখে মুখে চলি আহিছিল। এই লোক সাহিত্যবিলাকৰ ভিতৰত ৰূপকথা, ফ'কলৰ বা সাধুকথা, আখ্যান ইত্যাদি সামৰি লোৱা হৈছে। তদুপৰি শিশুক শুৱাবলৈ বা আমনি কৰিলে নিচুকাবলৈ নিচুকণি গীতৰ বহুল প্ৰচলন আছে। এই ৰূপকথা বা সাধুকথা আৰু নিচুকণি গীতসমূহ কিমান পুৰণি সেই কথা ঠাৱৰ কৰিব পৰা হোৱা নাই। বোধহয় মানুহৰ মস্তিষ্কৰ বিকাশ লাভ হোৱাৰ দিনৰে পৰা প্ৰকৃতিৰ বিভিন্ন ৰূপ আৰু পৰিঘটনাই মানুহৰ মন আলোড়িত কৰিছিল আৰু সেই বিলাকক বিষয়বস্তু হিচাপে লৈ মানুহে সাধু, কাহিনী আৰু নিচুকণি গীতসমূহ ৰচনা কৰিছিল আৰু যুগ যুগ ধৰি মুখে মুখেই চলি আহিছিল।

লিখিত শিশু সাহিত্য বয়সৰ ফালৰ পৰা এতিয়াও শিশু হৈয়েই আছে। সপ্তদশ শতাব্দীৰ শেষভাগত প্ৰথম লিখিত শিশু সাহিত্য সৃষ্টি হৈছে বুলি জানিব পৰা গৈছে। ১৬৯৭ চনত ফ্ৰান্সৰ চাৰ্লছ পেৰল্টৰ 'টেলছ অৱ পাষ্ট টাইমছ' শীৰ্ষক ৰূপকথাৰ পুথিখনেই প্ৰথম লিখিত শিশু পুথি হিচাপে ধৰিব পাৰি। জাৰ্মান পণ্ডিতসকলে শিশু সাহিত্যৰ প্ৰতি বিশেষভাৱে মনোনিৱেশ কৰিছিল। জাৰ্মান পণ্ডিত হাৰ্ডাৰৰ 'কলেকচন অৱ পপুলাৰ ছংছ' ১৭৭৮-৭৯ চনত প্ৰকাশ হৈছিল। ইয়াৰ পিছৰে পৰা পৃথিৱীৰ বিভিন্ন দেশত শিশুৰ কাৰণে লিখা বহুত ফেয়াৰী টেলছ বা ফেবল আৰু কাহিনী প্ৰকাশ হৈছে। এই কিতাপবোৰৰ কিছুমানে বিশ্বজোৰা স্বীকৃতি লাভ কৰিছে। কেইখনমান কালজয়ী শিশু পুথিৰ নাম উল্লেখ কৰা হ'ল — জেকব গ্ৰীম আৰু উইলহেম গ্ৰীম ভাতৃদ্বয়ৰ 'গ্ৰীমছ ফেয়াৰী টেলছ', লুইচ কেৰলৰ 'এলিচ ইন ওৱণ্ডাৰলেণ্ড', লুইচ ষ্টিভেনচনৰ 'ট্ৰেজাৰ আইলেণ্ড', মাৰ্ক টোৱেইনৰ 'হাকলবেৰী ফিন্', ছাভেণ্টিছৰ 'ডন কুইকছোট', জনাথন ছুইফটৰ 'গালিভাৰছ ট্ৰেভেলছ', এইচ জি ওৱেলছৰ 'দ্য ইনভিজিবল মেন', ছাৰ্লছ ডিকেন্সৰ 'অলিভাৰ টুইষ্ট', জুল ভাৰ্নৰ 'এ জাৰ্নি টু দ্য ছেণ্টাৰ অৱ আৰ্থ', 'এৰাউণ্ড দ্য ৱৰ্ল্ড ইন এইটটি দেইজ', আৰ্থাৰ কেনন ডায়েলৰ 'শ্বাৰলক হমছ', এনা ছিৱেলৰ 'ব্লেক বিউটি', ৰাউলিঙৰ 'হেৰি পটাৰ' ইত্যাদি। ইয়াৰ বাহিৰেও অনেক কালজয়ী শিশু সাহিত্য আছে। আমি থোৰতে কেইখনমান পুথিৰ নাম উল্লেখ কৰিলোঁ। সপ্তদশ শতিকাৰ পৰা বৰ্তমানলৈকে বিশ্বত শিশু সাহিত্যৰ অনেক উত্তৰণ ঘটিছে।

অসমীয়া শিশু সাহিত্যৰ পথাৰখন বেছ উৰ্বৰ আৰু পলসুৱা। অসমীয়া জাতিয়ে শিশু সাহিত্যক সদায় সমাদৰ কৰি আহিছে। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই 'বুঢ়ী আইৰ সাধু'ৰ পাতনিত তাৎপৰ্যপূৰ্ণভাৱে উল্লেখ কৰিছে 'সাধুকথা মানে সজ কথা বা সন্ত-সাধুৰ উপদেশ বাক্য বুলি আদিৰে পৰা অসমীয়াই মানি আহিছে। ইয়াৰ পৰা এইটো স্পষ্টকৈ বুজিব পাৰি যে এইবিধ মনোজ্ঞ মৌখিক উপকথাৰে পুৰণি কালত অসমত জ্ঞানবৃদ্ধসকলে লোকক আৰু নিজৰ ল'ৰা-ছোৱালীক সজ উপদেশ বা নীতিশিক্ষা দিছিল। সেই দেখিয়েই ইয়াৰ নাম সাধুকথা দিছিল। এনে উপকথা বা গল্পক কোনো দেশৰ কোনো জাতিয়ে 'সাধুকথা' এই ওখ নাম দিয়া নাই।' জহকালি সন্ধিয়া পৰত বা জাৰকালি জুহালৰ কাষত ককাক-আইতাকে নাতিক সাধুকথা কোৱাৰ এক পুৰণি পৰম্পৰা আছে। চেগাচোৰোকাকৈ এই পৰম্পৰা বৰ্তমানো চলি আছে। অসমীয়াই শিশু সাহিত্য বা সাধুকথাক যে বিশেষ গুৰুত্ব দিছিল আৰু সমাদৰ কৰিছিল ইয়েই তাক প্ৰমাণ কৰে।

**বৈষ্ণৱ যুগৰ শিশু সাহিত্য ঃ**

অসমীয়া শিশু সাহিত্যৰ প্ৰসংগলৈ আহিলেই প্ৰথমেই শ্ৰীধৰ কন্দলিৰ 'কাণখোৱা' আৰু ৰাম সৰস্বতীৰ 'ভীম চৰিত'ৰ কথা মনলৈ আহে। তদুপৰি মহাপুৰুষ মাধৱদেৱৰ 'চোৰধৰা', 'পিম্পৰা গুচোৱা' ঝুমুৰা দুখনো শিশু সাহিত্য বুলি ধৰিব পাৰি। মহাপুৰুষ শংকৰদেৱৰ কীৰ্তন পুথিৰ 'শিশুলীলা', 'লীলামালা' আদিত শিশু কৃষ্ণৰ নানা কাম-কাজৰ মনোৰম বৰ্ণনা আছে। এইবিলাক কাহিনী পঢ়ি বা শুনি শিশু মন কল্পনাৰ তেজীঘোঁৰাত দ্ৰুতগতিৰে চেকুৰিবলৈ ধৰে আৰু এক অনাবিল আনন্দ লাভ কৰে। যদিও বৈষ্ণৱ যুগত শিশু কৃষ্ণৰ ল'ৰালিৰ নানা কথা বৰ্ণনা কৰি গীত ৰচিছিল সেইবোৰ প্ৰকৃততে শিশুক উদ্দেশ্য কৰি লিখা নাছিল। ভগৱান শ্ৰীকৃষ্ণৰ শিশুলীলা সবিস্তাৰে বৰ্ণনা কৰি বৈষ্ণৱ ভক্তসকলৰ মাজত কৃষ্ণ ভক্তিৰ জোৱাৰ তুলিবৰ বাবেহে ৰচনা কৰা হৈছিল। তথাপি মানি ল'ব লাগিব যে বৈষ্ণৱ যুগৰ এনে সাহিত্যই বয়স্কসকলৰ লগতে শিশুসকলকো গভীৰ মানসিক খোৰাক যোগাই আহিছে।

**সাধু আৰু আখ্যান ঃ**

আধুনিক যুগৰ আৰম্ভণিত খ্ৰীষ্টান বেপ্টিষ্ট মিছনেৰীসকলৰ দ্বাৰা প্ৰকাশিত অৰুণোদই কাকততে শিশু সাহিত্য প্ৰকাশৰ চেষ্টা আৰম্ভ হয়। সেই কালত 'বাইবেলৰ সাধু', 'দেশ-বিদেশৰ সাধু', 'আফ্ৰিকাৰ কোঁৱৰ', 'ঈগলৰ বাহ' আদি শিশু সাহিত্য প্ৰকাশ হয়। তদুপৰি আনন্দৰাম ঢেকিয়াল ফুকনৰ শিশু পুথি 'অসমীয়া ল'ৰাৰ মিত্ৰ' প্ৰকাশ পায়। হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ল'ৰাৰ আদিপাঠ', পানীন্দ্ৰনাথ গগৈ আৰু গুণাভিৰাম বৰুৱাৰ 'ল'ৰাপুথি' আদিও সেই সময়তে প্ৰকাশ পায়। এই সময়ছোৱাক আধুনিক অসমীয়া শিশু সাহিত্যৰ ফেঁহুজালি বুলিব পাৰি।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই আধুনিক অসমীয়া শিশু সাহিত্যক আতোলতোলকৈ এক নিতুল ৰূপ দান কৰিলে। জাৰ্মান পণ্ডিতসকলৰ দৰেই মুখে মুখে প্ৰচলিত সাধুবোৰ সংগ্ৰহ কৰি লক্ষ্মীনাথ বেজবৰুৱাই 'বুঢ়ী আইৰ সাধু'খন ৰচনা কৰিছে। সাধু সংগ্ৰহত সহায় কৰা লোক কেইজনৰ নামো তেওঁ পাতনিত উল্লেখ কৰিছে। বুঢ়ী আইৰ সাধুত মুঠতে ডেৰকুৰি সাধু আছে। এই সাধু পুথিখনত বেজবৰুৱাই পাতনিত কোৱাৰ দৰে সকলো সাধুতে নীতিশিক্ষা বা উপদেশবাণী নাই। কিন্তু শিশুমনৰ কল্পনাক চেকুৰিবলৈ এৰি দি শিশুৰ মনত বিমল আনন্দ দান কৰিছে। পুথিখনৰ 'দীঘলঠেঙীয়া' সাধুত বাঘৰ পিঠিত চোৰে বাঘে একেলগে দৌৰা, 'লটকণ' সাধুত গাহৰিৰ নেজত ধৰি লটকণ দৌৰি থকা, চিলনী, মেকুৰী আদি ছোৱালীৰ মাক হোৱা, শিয়াল বান্দৰ আদি বনৰীয়া জীৱ-জন্তুৱে কথা-বতৰা পতা আদি বিভিন্ন কাল্পনিক কথাৰে বেজবৰুৱাই বুঢ়ীআইৰ সাধুত সৰু-ডাঙৰ সকলোকে অনাবিল আনন্দ দান কৰিছে। পুথিখন অসমীয়া শিশু সাহিত্যৰ শ্ৰেষ্ঠ গ্ৰন্থ। তদুপৰি 'জুনুকা', 'ককাদেউতা আৰু নাতিল'ৰা' বেজবৰুৱাৰ আন দুখন উপাদেয় শিশু পুথি।

অতুল চন্দ্ৰ হাজৰিকাই ভালেমান শিশু পুথি ৰচনা কৰি অসমীয়া শিশু সাহিত্যৰ ভঁৰাল চহকী কৰি গৈছে। তেওঁ ৰচনা কৰা পুথিসমূহ 'কথা কীৰ্তন', 'পুৰণি সাহিত্যৰ পাৰিজাত', 'মাণিকী মাধুৰী', 'অপেশ্বৰীৰ দেশ', 'দিগ্বীজয়ী', 'ৰুণুক-জুনুক', 'আগৰ দিন', 'হাঁহি চম্পা', 'গ্ৰীমছৰ সাধু', 'এণ্ডাৰচনৰ সাধু', 'জলকুঁৱৰী' ইত্যাদি। এই সাধুবোৰ ১৯৫৪ চনৰ পৰা ১৯৬৮ চনৰ ভিতৰত ৰচনা কৰা।

বেণুধৰ শৰ্মাই 'ৰাংপতা' আৰু 'লাতুমণি' ৰচনা কৰি অসমীয়া শিশু সাহিত্য আৰু এঢাপ আগ বঢ়ালে। শৰ্মাদেৱে আলহী কেইবিধ, ফুলমতী কুঁৱৰী, সিও এক ইও এক আদি দহোটা আখ্যান ৰাংপতাত সন্নিবিষ্ট কৰিছে। শৰ্মাদেৱৰ পুথিত সাধুৰ মাজেৰে জাতিপ্ৰেম আৰু উপদেশবাণী প্ৰচাৰ কৰা হৈছে।

বলদেৱ মহন্তৰ 'উজুপাঠ', শৰৎচন্দ্ৰ গোস্বামীৰ 'অসমীয়া সাধুকথা', কুমুদেশ্বৰ বৰঠাকুৰৰ 'সাধুৰ ভঁৰাল', সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ 'নতুন পাঠ', 'উজু পাঠ', বিষ্ণুপ্ৰিয়া দেৱীৰ 'সাধুকথা', জ্ঞানানন্দ কাকতিৰ 'সাধুকথাৰ জোলোঙা', ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱানীৰ 'সন্ধিয়াৰ সাধু' আদি সাধুপুথি অসমীয়া শিশু সাহিত্যলৈ উল্লেখযোগ্য অৱদান। চন্দ্ৰধৰ ৰাজখোৱাৰ 'পঞ্চকথা', মহেশচন্দ্ৰ কটকীৰ 'বেতাল পঞ্চবিংশতি', তাৰানাথ বৰপূজাৰীৰ 'মহাভাৰতৰ ৰহঘৰা', মিত্ৰদেৱ মহন্তৰ 'মৌ মহাভাৰত' আদি প্ৰাচীন ভাৰতীয় সাহিত্যৰ পৰা শিশুসকলৰ উদ্দেশ্যে লিখি উলিওৱা অনুপম পুথিসমূহে অসমীয়া শিশু সাহিত্যক অনন্য কৰি তুলিছে। হৰিপ্ৰসাদ বৰুৱাৰ 'মইনা' পুথিখন অসমীয়া শিশু সাহিত্যলৈ আন এক অনবদ্য অৱদান।

'ডাৱৰৰ সিপাৰে ধুনীয়া দেশ' ড° মহেশ্বৰ নেওগৰ এখন অনুপম শিশু পুথি। প্ৰাচীন গ্ৰীচ আৰু ৰোম দেশৰ মুঠ তেৰটা সাধু সন্নিবিষ্ট এই পুথিখন অসমীয়া শিশু সাহিত্যৰ এখন শ্ৰেষ্ঠ পুথি।



অনু বৰুৱাৰ ‘প্ৰাচীন ভাৰতীয় সাধু’, খগেন্দ্ৰনাৰায়ণ দত্ত বৰুৱাৰ ‘অকণিৰ মহাভাৰত’, কেশদা মহন্তৰ ‘মহাভাৰতৰ সাধু দুটামান কওঁ’, বিশ্বনাৰায়ণ শাস্ত্ৰীৰ ‘চণ্ডীৰ সাধু’, কৈলাশ শৰ্মাৰ ‘আখ্যান মালা’, পূৰ্ণচন্দ্ৰ গোস্বামীৰ ‘আজিৰ দিনৰ আখ্যান’, লক্ষেশ্বৰ হাজৰিকাৰ ‘কীৰ্তনৰ সাধু’ আদি আখ্যানমূলক সাধুকথাৰ উৎকৃষ্ট পুথি। সংস্কৃত সাহিত্যৰ পৰা লোৱা সাতাইশটি সুন্দৰ কাহিনীৰে ড° মুকুন্দমাধৱ শৰ্মাৰ ‘মইনাৰ সাধুকথা’ অসমীয়া শিশু সাহিত্যলৈ এক অনবদ্য অৱদান। প্ৰাচীন মহাকাব্য আৰু পুৰাণৰ কাহিনীবিলাকে শিশুক বিশেষভাৱে আকৰ্ষণ কৰে আৰু এইবিধ সাহিত্য শিশুৰ বৰ প্ৰিয়। প্ৰাচীন সাহিত্যৰ পৰা ৰচনা কৰা সাধু বা কাহিনী অসমীয়া শিশু সাহিত্যত অলেখ আছে। তাৰে সামান্য কেইখনমানৰ নাম উল্লেখ কৰিলোঁ।

অসমীয়া সাহিত্যত শিশু উপযোগী কিছুমান গল্প আৰু উপন্যাস প্ৰকাশ পাইছে। এই গল্পবিলাকে কিশোৰ-কিশোৰীসকলৰ মানসিক খোৰাক যোগাই আহিছে আৰু পঠন অভ্যাস গঢ়ি তোলাত সহায়ক হৈছে। চৈয়দ আব্দুল মালিকৰ ‘মুকলি মনৰ সাধু’, ড° লীলা গগৈৰ ‘পোনাকণৰ সপোন’, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ ‘মৰম’ নৱকান্ত বৰুৱাৰ ‘মাখনৰ কুকুৰা পোৱালি’, হেম বুঢ়াগোহাঁইৰ ‘এধানি ভুলৰ বাবে’, ড° কৰবী ডেকা হাজৰিকাৰ ‘জুনুকাৰ এৰাতি’ ইত্যাদি পুথিসমূহে অসমীয়া শিশু সাহিত্য সমৃদ্ধ কৰি তুলিছে। লক্ষ্মীনাথ ফুকনৰ ‘বাপুকণ’, হোমেন বৰগোহাঞিৰ ‘সাউদৰ পুতেকে নাও মেলি যায়’, ৰাধিকামোহন ভাগৱতীৰ ‘ফেঁহুজালি’, ড° ভবেন্দ্ৰনাথ শইকীয়াৰ ‘মৰমৰ দেউতা’ আদি শিশু উপন্যাসে অসমীয়া শিশু সাহিত্য অধিক সমৃদ্ধিশালী কৰি তুলিছে। ইয়াৰ বাহিৰেও আন বহুত লেখকে শিশুৰ কাৰণে অনেক সাধু, আখ্যান, কাহিনী ৰচনা কৰি অসমীয়া শিশু সাহিত্যৰ জেউতি চৰাইছে।

**পদ্য বা কবিতা ঃ**

সাধু আৰু আখ্যানৰ দৰে শিশু কবিতাইও অসমীয়া শিশু সাহিত্য সজীৱ, সেউজ কৰি তুলিছে। শিশুৰ কোমল মন কল্পনাৰ ডেউকাৰে উৰিবলৈ দি শিশু কবিতাসমূহে শিশুক বিমল আনন্দ দিবলৈ সক্ষম হৈছে। ‘কাণখোৱা’, ‘ভীমচৰিত’কে ধৰি প্ৰাচীন শিশু উপযোগী কবিতাৰ বাহিৰেও আন ভালেমান আধুনিক কবিতা আৰু কবিতা পুথিয়ে অসমীয়া শিশু সাহিত্য জিলিকাই ৰাখিছে। জ্যোতিপ্ৰসাদ আগৰৱালাৰ ‘কুম্ফুৰ সপোন’, ‘ভূত পোৱালি’, ‘অকণমানি ছোৱালী’, ‘অকণমানি ল’ৰা’ কবিতাকেইটি অসমীয়া সাহিত্যত এক অনবদ্য সংযোজন। ৰঘুনাথ চৌধাৰী, মিত্ৰদেৱ মহন্ত, যতীন্দ্ৰনাথ দুৱৰা আৰু অতুলচন্দ্ৰ হাজৰিকাই শিশুৰ বাবে ভালেমান উৎকৃষ্ট সাহিত্য ৰচনা কৰিছিল। বিহগী কবি ৰঘুনাথ চৌধাৰীৰ কেতেকী, দহিকতৰা আদি কবিতা ডাঙৰ-সৰু সকলোৰে প্ৰিয়। অতুল চন্দ্ৰ হাজৰিকাৰ ‘মাণিকী-মাধুৰী’, ‘ৰুণুক-জুনুক’, ফেঁহুজালি’ উল্লেখযোগ্য শিশু কবিতাপুথি। লম্বোদৰ বৰা, হেমচন্দ্ৰ গোস্বামী, ৰত্নেশ্বৰ মহন্ত, মফিজুদ্দিন আহমদ হাজৰিকা, সৰ্বেশ্বৰ কটকী, হৰিনাৰায়ণ দত্তবৰুৱা, প্ৰতিভাদেৱী গোস্বামী, মোছলেউদ্দিন আহমদ, কীৰ্তিনাথ বৰদলৈ, যতিনাৰায়ণ শৰ্মা, নলিনীবালা দেৱী, শৈলধৰ ৰাজখোৱা আদিয়ে শিশু উপযোগী ভালেমান কবিতা ৰচনা কৰি গৈছে।

নৱকান্ত বৰুৱাৰ ‘ওমলা ঘৰৰ পুথি’ ড° নিৰ্মল প্ৰভা বৰদলৈৰ ‘অসমীয়া ওমলা গীত’, ‘সুৱদী মাত’, ড° লীলা গগৈৰ ‘খৰা শিয়ালৰ বিয়া’, অনন্ত দেৱশৰ্মাৰ ‘ৰঙা ৰ’দ আনোগৈ ব’লা’, ‘আলোক পথৰ যাত্ৰী’, ‘জোনাক বিচাৰি’, প্ৰেমধৰ দত্তৰ ‘শিয়ালৰ শিং’ শিশু সাহিত্যৰ অকাডেমি বঁটা লাভ কৰা গগন চন্দ্ৰ অধিকাৰীৰ ‘টকাত একোটা হাতী’, ‘ৰ’দালি এ ৰ’দ একণ দে’, এলি আহমেদৰ ‘দোকমোকালিৰ গীত’, আব্দুল মালিকৰ ‘নানা ফুলৰ কৰণি’, হীৰেন ভট্টাচাৰ্যৰ ‘ল’ৰা ধেমালি’, ‘আকৌ ধেমালি’, ডিম্বেশ্বৰ চলিহাৰ ‘ফেচু ৰজা হ’ল’, কুসুম গগৈৰ ‘মৌ-কোঁহ’ আদি উল্লেখযোগ্য শিশু কবিতাৰ পুথি।

বীৰেন্দ্ৰনাথ দত্তৰ ‘অমাতৰ মাত’, হিৰণময়ী দেৱীৰ ‘আখৰৰ আখৈ লাৰু’, বীৰেন্দ্ৰনাথ বৰুৱাৰ ‘আখৰৰ বাখৰ’, অমূল্য হাজৰিকাৰ ‘মিকুৰ পুতলা’, মীৰা শৰ্মাৰ ‘মেকুৰী মাহীৰ অভিযান’, ড° স্বাধীনতা মহন্তৰ ‘ৰ’দ জিলমিল’, ‘ৰং চিলমিল’, অনুদেৱী বৰদলৈৰ ‘অলংদলং পৰিছে’, জীৱকান্ত গগৈৰ ‘ল’ৰালিৰ কবিতা’, স্নিগ্ধাৰাণী গগৈৰ ‘সুৱদী সুৰীয়া’ আদি ভালেমান উচ্চমানবিশিষ্ট শিশু কবিতা পুথি প্ৰকাশ হৈছে। ইয়াৰ বাহিৰেও অনেক কবিয়ে শিশুৰ উপযোগী কবিতা ৰচনা কৰি অসমীয়া শিশু সাহিত্যৰ ভঁৰাল চহকী কৰিছে।

এই গীত, কবিতা বা পদ্যসমূহে শিশু সাহিত্যৰ এক বৃহৎ অংশ অধিকাৰ কৰিছে। ইয়াৰ কাৰণে হয়তো ছন্দবদ্ধ সুৰীয়া গীত-পদ্যবিলাকে শিশুক বেছিকৈ আকৰ্ষণ কৰে আৰু আবৃত্তি কৰি বা চিঞৰি চিঞৰি সুৰ লগাই গাই ভাল পায়। এই সুৰীয়া পদ্যবোৰ শিশু উপযোগী উদ্দেশ্য এটা আগত ৰাখি ৰচনা কৰা হয় আৰু শিশুসকলক আনন্দ দিয়াৰ লগতে কিছুমান নৈতিক শিক্ষাও দিয়া হয়। আমি ভাবোঁ শিশু সাহিত্যৰ এই গীত পদ্যসমূহৰ বিস্তৃত অধ্যয়ন আৰু গৱেষণাৰ প্ৰয়োজন আছে।

**অনুবাদ শিশু সাহিত্য ঃ**

স্বাধীনতাৰ পিছত পৃথিৱীৰ বিভিন্ন ভাষাৰ ভালেমান শিশু পুথি অসমীয়া ভাষালৈ অনুবাদ কৰা হৈছে। পৃথিৱীৰ বিভিন্ন দেশৰ সমাজ ব্যৱস্থা, জীৱন ধাৰণৰ ৰীতি-নীতি, প্ৰাকৃতিক বাতাবৰণ আদি সকলো পৃথক। বিভিন্ন দেশৰ গ্ৰাম্য জীৱনৰ এক ছবি সেই দেশৰ সাধুকথাবিলাকত সুন্দৰভাৱে প্ৰতিফলিত হয়। অনুবাদৰ যোগেদি আমাৰ শিশুসকলেও সেই কথাবোৰ জনাৰ সুবিধা পাইছে লগতে বিভিন্ন দেশৰ সাধু আৰু ৰূপকথাৰ মৌ চুহি আহ্লাদিত হ’ব পাৰিছে,





অতুল চন্দ্ৰ হাজৰিকাৰ ‘গ্ৰীমছৰ সাধু’, ‘এণ্ডাৰচনৰ সাধু’, গৌৰিকান্ত সন্দিকৈৰ ‘ৰুছ দেশৰ সাধু’, যজ্ঞেশ্বৰ শৰ্মাৰ ‘গুলেস্তাৰ সাধু’, আজলিতৰা নেওগৰ ‘আলিবাবা আৰু দুকুৰি ডকাইত’, ৰঞ্জিতা বৰুৱাৰ ‘চীন দেশৰ সাধু’, নিৰুপমা ফুকনৰ ‘কাশ্মীৰ দেশৰ সাধু’, যোগেন্দ্ৰনাৰায়ণ গোস্বামীৰ ‘পাঁচোটা বিদেশী সাধু’, ড° চন্দ্ৰ কটকীৰ ‘অনেক দেশৰ সাধু’, সদা মৰলৰ ‘ৰুছ দেশৰ সাধু’, ড° জয়শ্ৰী গোস্বামী মহন্তৰ ‘শিশুৰ শ্ৰেষ্ঠ সাধু’, মিনতি হাজৰিকাৰ ‘দূৰ দূৰণিৰ সাধু’, হৰপ্ৰিয়া বাৰুকিয়াল বৰগোহাঞিৰ ‘দূৰণিৰ সাধু’, এম আব্দুল মজিদ খানৰ ‘ইৰান দেশৰ সাধু’ আদি উল্লেখযোগ্য সাধুপুথি।

চেমনীয়াসকলৰ কাৰণেও বিশ্বৰ ভালেমান উৎকৃষ্ট সাহিত্য অসমীয়ালৈ অনুবাদ কৰা হৈছে। এই কিতাপবিলাক শিশু-কিশোৰৰ লগতে ডাঙৰেও পঢ়ি আনন্দ পায়। প্ৰকৃততে শিশু সাহিত্যবিলাক ডাঙৰেও পঢ়ি ৰস পোৱা বিধৰ নহ’লে সাহিত্যৰ শিল্প কৰ্মই শ্ৰেষ্ঠত্ব দাবী কৰিব নোৱাৰে। বিশ্বৰ এই শ্ৰেষ্ঠ শিশু সাহিত্য বিলাকৰ চৰিত্ৰ সৃষ্টি আৰু কাহিনীৰ সাৱলীল গতিয়ে শিশু, কিশোৰ আৰু প্ৰাপ্তবয়স্ক সকলোকে মুগ্ধ কৰে। ছাৰ্ভেন্টিচৰ ‘ডন কুইকছোট’ ১৯৫৩ চনতে মহেন্দ্ৰ বৰাই অসমীয়ালৈ অনুবাদ কৰিছিল। কিতাপখন আজিও কিশোৰসকলৰ মাজত প্ৰিয় পুথি হিচাপে চলি আছে। জনাথন ছুইফটৰ ‘গালিভাৰ্ছ ট্ৰেভেল’, ভিক্টৰ হিউগৰ ‘টেইলাৰছ অৱ দ্য ছি’, জেমছ মেথিউ বেৰীৰ ‘পিটাৰ পেন’ তেওঁৰে অনুপম অনুবাদ পুথি। আঁতোৱা দ্য চৎ এজুপেৰীৰ ‘দ্য লিটল প্ৰিন্স’ৰ অসমীয়া অনুবাদ ‘অকণমানি কোঁৱৰ’, নিৰুপমা বৰগোহাঞিৰ এখন সাৱলীল অনুবাদ পুথি। জুল ভাৰ্নৰ ‘টু থাউজেণ্ড লিগ আন্দাৰ দ্য ছি’ৰ অসমীয়া ৰূপান্তৰ কৰিছে বিখ্যাত বিজ্ঞানভিত্তিক কাহিনীৰ ৰচক দীনেশ চন্দ্ৰ গোস্বামীয়ে। এই কিতাপখন চেমনীয়াসকলৰ বিশেষ প্ৰিয় গ্ৰন্থ। ‘আংকল টম্‌ছ কেবিন’ আৰু ‘থ্ৰি মাছকেটিয়াৰ্ছ’ হাৰুণাৰ ৰছিদৰ দুখন অনুপম অনুবাদ পুথি। আবুল লেইচে অনুবাদ কৰা মাৰ্ক টোৱেইনৰ ‘টম ছয়াৰ’ এখন উল্লেখনীয় অনুবাদ পুথি। ইংলেণ্ডৰ প্ৰসিদ্ধ ছাৰ্লছ ডিকেন্সে তেওঁৰ কাহিনীবিলাকত শিশুৰ কল্পনা জগতখনৰ কথা, শিশুৰ মনৰ কথা, শিশু চৰিত্ৰবিলাকৰ মাজেৰে বৰ সুন্দৰকৈ প্ৰকাশ কৰিছে। ডিকেন্সৰ ‘অলিভাৰ টুইষ্ট’ একে নামেৰে কৈলাশ শৰ্মাই সুন্দৰ অনুবাদ আগ বঢ়াইছে। ডিকেন্সৰ আন এখন কিতাপ ‘গ্ৰেট এক্সপেকটেছন’ অভিলাষ নামেৰে চকিল জামালে কৰা সংক্ষিপ্ত অনুবাদ পুথিখন এক উৎকৃষ্ট অনুবাদ কৰ্ম। ‘ডাঃ জেকিল এণ্ড মিঃ হাইদ’ যোগেশ দাস, ‘হাকলবেৰী ফিন্’ বন্দিতা গোস্বামী, ‘মহাজাগতিক যুদ্ধ’ আজিজুল হুছেইনকে ধৰি আন ভালেমান সাহিত্যিকে বিশ্বৰ শ্ৰেষ্ঠ কাহিনীবিলাক অসমীয়ালৈ অনুবাদ কৰি অসমীয়া শিশু সাহিত্যৰ সোণত সুৱগা চৰাইছে।

**জীৱনী সাহিত্য ঃ**

শিশুৰ বাবে মহৎ লোকৰ জীৱনীও অসমীয়া ভাষাত ভালেমান প্ৰকাশ পাইছে। এই কিতাপবিলাকে বিখ্যাত লোকসকলৰ জীৱন কাহিনী বৰ্ণনা কৰি আমাৰ শিশুসকলক জীৱন পথত আগ বাঢ়ি যাবৰ বাবে অনুপ্ৰাণিত কৰি আহিছে। মহৎলোকৰ শিশুকালৰ নানা আমোদজনক ঘটনা বা সংঘাতবিলাকৰ উল্লেখেৰে মনোৰম ভাষাৰে শিশুৰ বাবে জীৱনী পুথি লিখা নিতান্তই প্ৰয়োজন। শিশু বিশেষকৈ কিশোৰসকলৰ চকুৰ আগত এক হতাশাৰ ছবি বৰ্তমানৰ ছন্দহীন যান্ত্ৰিক সভ্যতাই কঢ়িয়াই আনিছে। এনে সময়ত মহৎলোকৰ সংঘাতপূৰ্ণ অথবা বৈচিত্ৰ্যময় জীৱনৰ বিভিন্ন কাৰ্যাৱলীয়ে শিশুসকলক সংকটৰ সময়ত ধৈৰ্য আৰু হতাশাৰ মাজত আশাৰ সঞ্চাৰ কৰিব পাৰে।

অসমীয়া শিশু সাহিত্যত মহৎ লোকৰ জীৱনী অনেক আছে। আমি থোৰতে কেইখনমান জীৱনী পুথিৰ নাম উল্লেখ কৰিলোঁ। বিনন্দ চন্দ্ৰ বৰুৱাৰ ‘মহাৰাজ নৰনাৰায়ণ’, ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাৰ ‘কিশোৰৰ শংকৰদেৱ’, প্ৰেমধৰ দত্তৰ ‘শংকৰদেৱৰ সাধু’, ড° ভূপেন্দ্ৰ ৰায় চৌধুৰীৰ ‘অকণিৰ মাধৱদেৱ’, বীৰেণ বৰকটকীৰ ‘খোজতে মিলাওঁ খোজ’, হেৰম্ব বৰদলৈৰ ‘মীৰাবাঈ’, হৰেন্দ্ৰনাথ শৰ্মাৰ ‘সময় বালিৰ খোজবোৰ’, শশী শৰ্মাৰ ‘আমাৰ জ্যোতিপ্ৰসাদ’, বন্দিতা গোস্বামী শৰ্মাৰ ‘অকণিৰ লক্ষ্মীনাথ’, এলি আহমেদৰ ‘মণিৰাম দেৱান’, প্ৰসেনজিৎ কুমাৰ গোস্বামীৰ ‘ল’ৰাৰ মিত্ৰদেৱ’, ফণীন্দ্ৰনাথ গায়নৰ ‘অকণিৰ পদ্মনাথ’, নগেন বৰাৰ ‘সাহিত্য শিৰোমণি আব্দুল মালিক’, কৈলাশ শৰ্মাৰ ‘লাল বাহাদুৰ শাস্ত্ৰী’, নগেন দত্তৰ ‘ভাল ভাল মানুহ আৰু ভাল ভাল কাহিনী’, ড° জয়ন্তী চুতীয়াৰ ‘মেডাম কুৰী’, এম আব্দুল মজিদ খানৰ ‘স্বামী বিবেকানন্দ’, অতুল চন্দ্ৰ মহন্তৰ ‘জ্ঞান সাগৰৰ মাণিক বুটলি’, সমীন কলিতাৰ ‘বৰেণ্য সাহিত্যিক’, ‘আমাৰ ৰাষ্ট্ৰপতি’ ইত্যাদি। অসমীয়া শিশু সাহিত্যত আৰু বহুত জীৱনী পুথি আছে যিবিলাকে আমাৰ শিশু আৰু কিশোৰসকলৰ জীৱন পথত সদায় উৎসাহিত কৰি আহিছে।

**বিজ্ঞান বিষয়ৰ সাহিত্য ঃ**

বিজ্ঞানৰ বিষয়সমূহ সাধাৰণতে বিশদ তথ্যৰে ভৰা কঠিন আৰু ৰসহীন বুলি এটা ধাৰণা ওপজে আৰু সেইবাবেই এই তথ্যপূৰ্ণ পোনপটীয়া কথাবোৰে শিশুমন আকৰ্ষণ কৰিব নোৱাৰে। বিজ্ঞান বিষয়ৰ শিশু পুথিসমূহ ৰসাল আৰু আকৰ্ষণীয় কৰিব পাৰিলেহে সাহিত্যৰ মৰ্যাদা লাভ কৰিব আৰু তেতিয়াহে শিশু আৰু সৰ্বসাধাৰণ পাঠকেও পঢ়ি ৰস পাব।

বিজ্ঞান জেউতি নামৰ আলোচনীখনে অসমীয়া বিজ্ঞান সাহিত্যৰ উত্তৰণত প্ৰভুত বৰঙণি যোগালে। ১৯৬১ চনৰ পৰা ১৯৯০ চনলৈকে তিনি দশক কাল ধৰি এই আলোচনীখনে বিজ্ঞান সাহিত্যৰ এক পৰম্পৰা গঢ়ি তুলিবলৈ আৰু বিজ্ঞানক সৰ্বসাধাৰণৰ কাষ চপাই নিবলৈ সক্ষম হৈছিল। ১৯৮০ চনত অসমীয়া বিজ্ঞান সাহিত্যৰ অসম ভিত্তিত এখন আলোচনাচক্ৰ অনুষ্ঠিত হৈছিল। আধুনিক বিজ্ঞান

সাহিত্যৰ উত্তৰণৰ এয়ে প্ৰথম সামূহিক প্ৰয়াস আৰু তেতিয়াৰ পৰাই অসমীয়া বিজ্ঞান সাহিত্যৰ আধুনিক যুগ আৰম্ভ হোৱা বুলি ক'ব পৰা হয়।

শিশু বিজ্ঞান সাহিত্যৰ ভিতৰত প্ৰথমে শিক্ষাৰ তাগিদাত স্কুলীয়া পাঠ্যপুথি প্ৰণয়ন কৰা হয়। এই পাঠ্যপুথিসমূহ একান্ত প্ৰয়োজনত ৰচনা কৰা হৈছিল আৰু তাৰ প্ৰণয়ন আৰু প্ৰকাশনৰ দায়িত্ব চৰকাৰৰ হাতত আছিল। সমগ্ৰ অসমত একোটা শ্ৰেণীৰ বাবে এখন পাঠ্যপুথিহে ৰচনা কৰা হৈছিল। ফলত প্ৰতিযোগিতামূলকভাৱে অধিক পাঠ্যপুথি ৰচনা হোৱা নাছিল। লাহে লাহে পাঠ্যপুথিৰ বাহিৰেও বহুকেইজন বিজ্ঞানীয়ে বিজ্ঞানৰ বিভিন্ন বিষয়ৰ ওপৰত কিতাপ লিখিছিল। সুখৰ বিষয় যে এই কিতাপবিলাকৰ ভিতৰত ভালেমান শিশু আৰু কিশোৰক উদ্দেশ্য কৰি লিখা হৈছিল যাতে তেওঁলোকৰ বিজ্ঞানৰ প্ৰতি হাবিয়াস ওপজে আৰু মন মগজুত বৈজ্ঞানিক চিন্তা প্ৰোথিত হয়। আমি এই প্ৰবন্ধত শিশু আৰু কিশোৰৰ কাৰণে লিখা কিছু কিতাপৰ নামহে উল্লেখ কৰিব খুজিছোঁ। ৰোহিণী কুমাৰ বৰুৱাৰ 'বিজ্ঞানৰ সাধু' ১৯৪৩ চনত প্ৰকাশ পায়। এইখনেই প্ৰথম শিশু বিজ্ঞান পুথি বুলি ক'ব পাৰি। ভুৱনমোহন দাসৰ 'আদিম যুগৰ আদিকথা', 'বিৱৰ্তনৰ পথত মানৱ', ডিম্বেশ্বৰ চলিহাৰ 'বিজ্ঞানৰ সঁফুৰা', দীনেশ চন্দ্ৰ গোস্বামীৰ 'সংযোগ', ড° মালিনীৰ 'অকণিহঁতলৈ সাধুৰ চলেৰে বিজ্ঞান', শান্তনু তামুলীৰ 'ইলেক্ট্ৰনিক নামৰ ল'ৰাটো', বন্দিতা ফুকনৰ 'মটৰ গাড়ী কেনেকৈ চলে', জীৱন দাসৰ 'আলহী চৰাইৰ দেশ', শিৱনাথ বৰ্মনৰ 'টংক মামাৰ অংকৰ সাধু', ৰথীন্দ্ৰনাথ গোস্বামীৰ 'অংক জংক পংক', অনিল শৰ্মাৰ 'চন্দ্ৰলোকলৈ' (অনুবাদ), যোগেন্দ্ৰ শইকীয়াৰ 'ৰহস্যময় বিশ্ব' (অনুবাদ) আদি লেখত ল'বলগীয়া শিশু বিজ্ঞান পুথি। ইয়াৰ বাহিৰেও ফল-ফুল, গছ-বিৰিখ, জীৱ-জন্তু আদি নানা বিষয়ৰ শিশু বিজ্ঞান পুথি বৰ্তমান অসমীয়া ভাষাত প্ৰকাশ হ'বলৈ ধৰিছে।

**নাট্য সাহিত্য ঃ**

অসমৰ ভালেকেইজন প্ৰখ্যাত সাহিত্যিকে শিশু-নাট ৰচনা কৰি শিশু সাহিত্যক সমৃদ্ধ কৰিছে। শিশু নাটৰ ক্ষেত্ৰত অসমৰ মইনা পাৰিজাতসমূহৰ অৱদানো প্ৰচুৰ। মইনা পাৰিজাতসমূহত আঞ্চলিক ভিত্তিত আৰু ৰাজ্যিক ভিত্তিত শিশু নাটৰ ভালেমান প্ৰতিযোগিতা অনুষ্ঠিত হয়। ফলস্বৰূপে ভালেমান শিশু নাটক সৃষ্টি হৈছে। তথাপি অসমীয়া ভাষাত শিশু নাট পৰ্যাপ্ত হোৱা নাই। আমি থোৰতে কেইখনমান শিশু নাটৰ নাম উল্লেখ কৰিলোঁ।

পদ্মনাথ গোহাঞিবৰুৱাই ১৯০৯ চনতে ৰচনা কৰা 'টেটোন তামুলী' নাটকখনেই প্ৰথম আধুনিক শিশু নাটক বুলি ধৰা হয়। লক্ষ্মীনাথ বেজবৰুৱাৰ 'নোমল', 'লিটিকাই', 'চিকৰপতি নিকৰপতি' আদি উল্লেখযোগ্য শিশু নাটক। মিত্ৰদেৱ মহন্তৰ 'কুকুৰীকণাৰ আঠমঙলা' এখন ৰসাল শিশু নাটক। মুক্তি বৰদলৈৰ 'ভক্ত প্ৰহ্লাদ', কীৰ্তিনাথ হাজৰিকাৰ 'ফুটুকাৰ ফেন', নৱকান্ত বৰুৱাৰ 'মই টুনীয়ে টুনটুনালো', 'বেলিফুল আৰু গোলাপ', প্ৰসন্নলাল চৌধুৰীৰ 'অপেশ্বৰী' ড° নিৰ্মলপ্ৰভা বৰদলৈৰ 'ৰজা', ড° ভবেন্দ্ৰনাথ শইকীয়াৰ 'শান্ত-শিষ্ট, হৃষ্ট-পুষ্ট মহাদুষ্ট', মহেন্দ্ৰ বৰুৱাৰ 'টোপনি নহা ৰজা', যোগেন চেতিয়াৰ 'ভাকুটকুট' আদি উল্লেখযোগ্য শিশু নাটক।

**ৰহস্য কাহিনী ঃ**

শিশুৰ বাবে উপযোগী ৰহস্য কাহিনীৰ ক্ষেত্ৰত অসমীয়া শিশু সাহিত্য পুৰঠ হোৱা বুলি ক'ব নোৱাৰি। শিশু সাহিত্যৰ এই ভাগত লেখকৰ সংখ্যাও উৎসাহজনক নহয়। ৰঞ্জু হাজৰিকাৰ 'জেচন চিৰিজ', জিতু নীতুৰ অভিযান' ৰহস্য কাহিনী দুখনে শিশুক আকৰ্ষণ কৰাত সফল হৈছে। সত্যৰঞ্জন কলিতাৰ 'চিন্দবাদৰ সমুদ্ৰ যাত্ৰা' কিতাপখনো সফল আৰু উল্লেখযোগ্য শিশু ৰহস্য কাহিনী। ইয়াৰ বাহিৰেও অসমীয়া ভাষাত ভালেমান ৰহস্য কাহিনী আছে। সেই সকলোবিলাক শিশুৰ উপযোগী বুলি ক'ব নোৱাৰি।

**শিশু আলোচনী ঃ**

অসমীয়া ভাষাত শিশুৰ কাৰণে প্ৰকাশিত আলোচনীৰ ইতিহাসে শতবৰ্ষ অতিক্ৰম কৰিলে। ই এটা গৌৰৱৰ বিষয়। বিশ্বত প্ৰথম শিশু আলোচনী 'Children Magazine' ১৭৮৯খ্ৰীষ্টাব্দত আমেৰিকাৰ হাৰ্টফৰ্ড নামৰ চহৰত প্ৰকাশিত হৈছিল। অসমত ১৮৮৬ খ্ৰীষ্টাব্দত বিশ্বৰ প্ৰথম শিশু আলোচনীখনৰ প্ৰায় এশ বছৰৰ পিছত কৰুণাভিৰাম বৰুৱাৰ সম্পাদনাত শিশু আলোচনী 'ল'ৰাবন্ধু' প্ৰকাশ হৈছিল। তেতিয়াৰ পৰা বৰ্তমানলৈকে সুদীৰ্ঘ এশ বছৰৰো অধিক কাল অসমীয়া শিশু আলোচনী স্ব-গৰিমাৰে মহিমামণ্ডিত হৈ আছে। এই শিশু আলোচনীবিলাকে অসমীয়া সাহিত্যত বহুত লেখকৰ জন্ম দিছে। শিশু অৱস্থাতেই আলোচনীৰ পাতত ছপা আখৰত লেখা প্ৰকাশ হোৱা আনন্দই ভৱিষ্যত জীৱনত অধ্যয়ন আৰু সাহিত্য সৃষ্টিৰ প্ৰেৰণা হৈ ৰ'ল বহুতৰ বাবে। এই আলোচনীবিলাকে জ্ঞান বৃদ্ধি আৰু আনন্দদায়ক দুয়োবিধ লেখাৰে অসমীয়া শিশু সাহিত্য সমৃদ্ধ কৰি তুলিছে।

'লৰা বন্ধু' প্ৰকাশ হোৱাৰ প্ৰায় ত্ৰিশ বছৰৰ পিছত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ সম্পাদনাত শিশু আলোচনী 'অকণ' প্ৰকাশ হৈছিল। সেই সময়ত অসমৰ বিশিষ্ট সাহিত্যিকসকলে এই আলোচনীত লিখি অসমীয়া শিশু সাহিত্যৰ উত্তৰণ ঘটাইছিল। ৰঘুনাথ চৌধাৰীৰ সম্পাদনাত 'মইনা' ১৯২৩ চনত আৰু মহাদেৱ শৰ্মাৰ সম্পাদনাত ১৯২৭ চনত 'অৰুণ' আলোচনী প্ৰকাশ হৈছিল। তুলসী নাৰায়ণ শৰ্মাৰ সম্পাদনাত ১৯৩২ চনত 'আমাৰ দেশ' আৰু ১৯৩৩ চনত হৰেন্দ্ৰনাথ শৰ্মাৰ সম্পাদনাত 'পখিলা' প্ৰকাশ হৈছিল। দীননাথ শৰ্মাৰ সম্পাদনাত 'পাৰিজাত' (১৯৪০), বিৰিঞ্চি বৰুৱাৰ সম্পাদনাত 'ৰংঘৰ' (১৯৪৮) আৰু এম ইব্ৰাহীম আলীৰ সম্পাদনাত ১৯৫১ চনত 'কাঁচিজোন' প্ৰকাশ হৈছিল। বিভিন্ন কাৰণত এই আলোচনীসমূহ বেছিদিন নচলিল। এই আলোচনীবিলাকত ৰামায়ণ, মহাভাৰত, পুৰাণ আদি প্ৰাচীন সাহিত্যৰ আখ্যানেই প্ৰধানকৈ লিখা হৈছিল। অৱশ্যে



দেশ-বিদেশৰ সাধু আৰু বিজ্ঞানৰো কিছু বতৰা আছিল।

গৌৰীকান্ত তালুকদাৰৰ সম্পাদনাত 'দীপক' (১৯৫৪) নামৰ শিশু আলোচনীখন দীৰ্ঘদিন চলিবলৈ সক্ষম হৈছিল। নৱকান্ত বৰুৱাৰ সম্পাদনাত 'জোনবাই' (১৯৬১) চনত প্ৰকাশ হৈছিল। এইখন আলোচনী ন বছৰমান চলিছিল। দীপক আৰু জোনবাই আলোচনী দুখনে অসমীয়া সাহিত্যৰ ভালেমান লেখক-লেখিকাৰ জন্ম দিছিল। হোমেন বৰগোহাঞিৰ সম্পাদনাত 'কিশোৰ' এখন উল্লেখযোগ্য আলোচনী আছিল। দুখৰ বিষয় আলোচনীখনে এবছৰো সম্পূৰ্ণ কৰিব নোৱাৰিলে। ভবেন্দ্ৰনাথ শইকীয়াৰ সম্পাদনাত 'সঁফুৰা' ১৯৮৩ চনত প্ৰকাশ হৈছিল। শিশুসকলৰ মাজত আলোচনীখন বৰ প্ৰিয়। শইকীয়াৰ মৃত্যুৰ পিছতো এই আলোচনীখন চলাই ৰখা হৈছে।

শান্তনু তামুলীৰ সম্পাদিত 'মৌচাক' বৰ্তমান সৰ্বাধিক প্ৰচাৰিত আৰু শিশুসকলৰ আদৰৰ আলোচনী। মৌচাকে লেখক সৃষ্টিৰ লগতে শিশুৰ মাজত অধ্যয়ন স্পৃহা জাগ্ৰত কৰিবলৈ সক্ষম হৈছে। বিজ্ঞান বিষয়ৰ আলোচনী হিচাপে অসম বিজ্ঞান সমিতিৰ দ্বাৰা প্ৰকাশিত 'বিজ্ঞান জেউতি' ১৯৬১ চনৰ পৰা ১৯৯০ চনলৈকে প্ৰায় তিনি দশকৰো অধিক কাল সগৌৰৱেৰে চলি আছিল। বিজ্ঞান জেউতি বিশেষভাৱে লেখত ল'বলগীয়া এখন বিজ্ঞান বিষয়ৰ শিশু আলোচনী। বৰ্তমান শান্তনু তামুলীৰ 'নতুন আৱিষ্কাৰ' অসমীয়া ভাষাৰ একমাত্ৰ শিশু বিজ্ঞান আলোচনী নিয়মীয়াকৈ চলি আছে।

অসমত প্ৰায় তিনিকুৰি শিশু আলোচনী প্ৰকাশ হৈছিল আৰু তাৰে কিছুমান বৰ্তমানো চলি আছে। আমি সকলোবোৰ সামৰিব পৰা নাই। কিন্তু আক্ষেপৰ বিষয় যে প্ৰায়বিলাক আলোচনীৰ আয়ুস কাল আছিল খন্তেকীয়া। অভিভাৱকসকলৰ উদাসীনতাই শিশু আলোচনী বিক্ৰীৰ প্ৰধান অন্তৰায় বুলি অনুভৱ হয়। শিশুৰ অধ্যয়ন স্পৃহা জগাবলৈ শিশু পুথি আৰু শিশু আলোচনী কিনাৰ প্ৰতি অভিভাৱকসকল আগ্ৰহী হ'লেহে এই আলোচনীবিলাকে স্থায়িত্ব লাভ কৰিব। শিশু পুথি আৰু শিশু আলোচনী বিক্ৰী নোহোৱা বা কমকৈ হোৱা সমগ্ৰ জাতিটোৰ বাবেই এক অশুভ লক্ষণ।

**দেৰগাঁৱত শিশু সাহিত্যৰ চৰ্চা ঃ**

দেৰগাঁৱৰ ভালেমান সাহিত্যিকে শিশুৰ বাবে লিখি দেৰগাঁৱত শিশু সাহিত্যৰ এক সুন্দৰ ঐতিহ্য গঢ়ি তুলিবলৈ সক্ষম হৈছে। এই লেখাবিলাকৰ ভিতৰত সাধু, কবিতা, শিশু উপন্যাস, অনুবাদ শিশু সাহিত্য সকলো আছে। দেৰগাঁৱৰ ধীমান ব্যক্তিসকলে সাহিত্য জগতৰ কোনো এটা ধাৰাকে বাদ নিদি অসমীয়া সাহিত্যৰ বিশাল লুইতত নিজৰ অস্তিত্ব গৌৰৱেৰে উজলাই ৰাখিছে। আমি শিশু সাহিত্যৰ ক্ষেত্ৰত দেৰগাঁৱৰ সাহিত্যিক সকলৰ অৱদানৰ কথা সংক্ষেপে সোঁৱৰাৰ চেষ্টা কৰিলোঁ।

সাহিত্যাচাৰ্য আব্দুল মালিকে অলেখ গল্প, উপন্যাস লিখাৰ মাজতো শিশুসকলৰ বাবে লিখিবলৈ পাহৰা নাছিল। মালিকৰ 'নানা ফুলৰ কৰণি' এখন উপাদেয় শিশু কবিতাপুথি। তেওঁৰ 'এখন সোণালী দুৱাৰ' নামৰ শিশু উপন্যাসখনি শিশু আৰু কিশোৰৰ বিশেষ প্ৰিয়। এই উপন্যাসখনত জাতপাতৰ উৰ্দ্ধত মানুহ হিচাপে সকলো যে একেই তাৰ প্ৰতিফলন ঘটাইছে। তেওঁ এটি শিশু চৰিত্ৰৰ মাজেৰে কোৱাইছে 'সকলো ল'ৰা-ছোৱালী সোমাব পৰা আমি এটা ধুনীয়া মন্দিৰ সাজিম। তাত আমি দুৱাৰেই নিদিওঁ', সঁচাকৈ শিশুসকলৰ বাবে ই এটা সুন্দৰ শাশ্বত বাণী। দেৰগাঁৱৰ লক্ষ্মীচন্দ্ৰ গোস্বামীয়ে বিভিন্ন বিষয়ৰ ওপৰত লেখাৰ বাদেও শিশুসকলৰ বাবেও লিখিছিল। 'হাতীপটি পাৰ হৈ' তেওঁৰ এখন সুখপাঠ্য শিশু পুথি। 'ৰসাল বগৰী বাটৰ লগৰী' গোস্বামীৰ আন এখন সুৱলা শিশু কবিতাৰ পুথি। দুল আৰু বুলাৰ শিশুকালৰ নানান ৰসাল কথা সুৰীয়া পদ্যত ৰচনা কৰা এই পুথিখন ল'ৰা-ছোৱালীৰ এখন প্ৰিয় পুথি। 'খোজত ফুলা ফুল' আৰু 'ৰাজপ্ৰসাদৰ সাধু' তেওঁৰ আন দুখন লেখত ল'বলগীয়া শিশু পুথি। দেৰগাঁৱৰ চকীয়াল গাঁৱৰ চিদানন্দ শৰ্মা মূলতঃ গীতিকাৰ হ'লেও শিশুৰ বাবে সাদিনীয়া অসমীয়া, কাঁচিজোন আদি কাকত-আলোচনীত ভালেমান শিশু কবিতা লিখি থৈ গৈছে। দেৰগাঁৱৰ বাৰীচোৱা গাঁৱৰ প্ৰেমধৰ ৰাজখোৱা এগৰাকী যশস্বী শিশু সাহিত্যিক। তেওঁ ভালেমান শিশু পুথি ৰচনা কৰি গৈছে। জীৱনী সাহিত্যৰ ভিতৰত 'জৱাহৰলাল নেহৰু', 'হেম চন্দ্ৰ বৰুৱা', 'হেমচন্দ্ৰ গোস্বামী', 'আচাৰ্য কৃপালিনী' ইত্যাদি। 'তৰ্পণ' আৰু 'গুৰুদক্ষিণা' তেওঁৰ আন দুখন শিশু পুথি। ৰাজখোৱাই 'লখিমী যেতিয়া আহে' নামেৰে এখন শিশু নাটকো ৰচনা কৰিছিল। ঔপন্যাসিক আৰু আলোচক লক্ষ্মীকান্ত মহন্তই শিশু উপযোগী পুথিও ৰচনা কৰিছিল। তেওঁৰ 'শীতকালৰ সাধু' নামৰ পুথিখনত বিশ্ববৰেণ্য সাহিত্যিক শ্বেইক্সপীয়েৰৰ তিনিখন নাটকৰ কাহিনী শিশুৰ উপযোগীকৈ সৰলভাৱে ৰচনা কৰিছে। তেওঁৰে 'ৰঙীন দলিচা' নামৰ পুথিখন ছোভিয়েট দেশৰ শিশু সাধু। সাহিত্যিক-গৱেষক কালীপ্ৰসাদ গোস্বামীয়ে শেহতীয়াকৈ শিশু আৰু কিশোৰক উদ্দেশ্য কৰি শ্ৰীশ্ৰীচণ্ডী পুথিৰ কাহিনীভাগ 'কথা চণ্ডী' নামেৰে ৰচনা কৰি প্ৰকাশ কৰিছে। পুথিখনত পোন্ধৰটা কাহিনী আছে। এই কাহিনী কেইটা শিশু আৰু কিশোৰৰ উপযোগীকৈ সুৱলা ভাষাত ৰচনা কৰিছে। ড° গোস্বামীৰ সহধৰ্মিনী প্ৰয়াত উৎপলা গোস্বামীয়ে 'নুপূৰৰ ৰুণজুন', 'নাম মোৰ নামেৰী', 'মণি মুক্তা' আদি পুথি ৰচনা কৰি শিশু সাহিত্যৰ ভঁৰাল চহকী কৰি গৈছে। তেওঁ 'নুপূৰৰ ৰুণজুন' 'নামৰ পুথিখনত বাঁহী, হাৰমণিয়াম আদি বিভিন্ন বাদ্যযন্ত্ৰৰ বিষয়ে সাধুৰ ৰূপত বৰ্ণনা কৰিছে। দেৰগাঁৱৰ দুলাল বৰদলৈয়ে কেইবাখনো উপন্যাস আৰু বাতৰি কাকতত ভালেমান প্ৰবন্ধ প্ৰকাশ কৰিছে। ইয়াৰ উপৰি শিশুৰ কাৰণে ভালেকেইখন পুথি ৰচনা কৰিছে। বৰদলৈৰ শিশু পুথিসমূহৰ ভিতৰত 'আৱিষ্কাৰৰ কথা', 'জুলিয়াচ ছিজাৰ', 'মেকবেথ', 'বিশ্বৰ শ্ৰেষ্ঠ ক্লাছিকছ', 'সোণৰ অসম', পৃথিৱীৰ সাধু', 'জ্ঞান-বিজ্ঞানৰ সফুঁৰা', 'জানানে' আদি লেখত ল'বলগীয়া। ৰুছ সাহিত্যৰ পৰা

অনুবাদ কৰি 'উভচৰ প্ৰাণী' নামৰ এখন অনুবাদ পুথিও প্ৰকাশ কৰিছে। দেৰগাঁৱৰ এগৰাকী সু-সাহিত্যিক মাণিক চন্দ্ৰ দাৱে 'আবু তুন তুৰুং' নামেৰে এখন মিচিং সাধুকথাৰ সংকলন প্ৰকাশ কৰিছে। সংকলনটিত ছটা মিচিং সাধু আছে। সাধুকেইটাত মিচিং সমাজৰ লোকবিশ্বাসৰ প্ৰতিফলন ঘটিছে। লেখকে 'আঁৰ কাপোৰ'ত কৈছে 'সাধু কাহিনী প্ৰতিটো জাতি-জনগোষ্ঠীয় সমাজত প্ৰচলিত লোক বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। এয়া তেওঁলোকৰ জীৱনৰ হাঁহি কান্দোন, সুখ-দুখ আৰু বিশ্বাসৰ প্ৰতিফলন'। দেৰগাঁৱৰ আন এজন লেখক প্ৰসন্ন কুমাৰ ফুকনে 'হেঙুল হাইতাল' নামৰ এখন শিশু পুথি ৰচনা কৰি গৈছে। ইন্দিৰা দেৱী মহন্তৰ 'মহাকাব্যৰ সাধু' নামৰ পুথিখন গোলাঘাটৰ পুথিতীৰ্থ প্ৰকাশনে প্ৰকাশ কৰি উলিয়াইছে। মহাভাৰতৰ কেইবাটাও আখ্যান আৰু সাৱলীল ভাষাৰে লিখা এই পুথিখন এখন উৎকৃষ্ট শিশু পুথি।

আজিজুল হুছেইনে এইছ. জি. ৱেলচৰ 'ইনভিজিবল মেন' আৰু 'দ্য ৱাৰ অৱ দি ৱৰ্ল্ডছ'ৰ অসমীয়া অনুবাদ ক্ৰমে 'অদৃশ্য মানুহজন' আৰু 'মহাজাগতিক যুদ্ধ' অনুবাদ কৰি আমাৰ শিশুসকলক বিশ্ব শিশু সাহিত্যৰ সোৱাদ দি গৈছে। দেৰগাঁৱৰ অতুল চন্দ্ৰ মহন্তই 'কণকলিৰ সাধু', 'আইতা আৰু নাতিল'ৰা', 'সাধু কোৱা মানুহজন', 'আলহী হ'লৌগৈ তৰাৰ দেশত', 'সোণালী কোঁৱৰৰ ৰূপালী কথা' 'পুৰাণৰ বিচিত্ৰ কাহিনী', 'মদনমোহন মালব্য' আদি শিশু পুথি ৰচনা কৰিছে। গল্পকাৰ প্ৰণতি গোস্বামীয়ে শিশুৰ বাবেও লিখি অসমীয়া শিশু সাহিত্যলৈ বৰঙণি আগ বঢ়াইছে। তেওঁৰ 'মাজনীৰ হাঁহি আৰু কান্দোন' এখন সুখপাঠ্য শিশু পুথি। লাতুমণি বৰা শইকীয়াৰ 'বুলবুলিৰ পদ্য', আবেলিৰ ধেমালি দুখন উপাদেয় শিশু পদ্যৰ পুথি। শ্ৰীমতী শইকীয়াই বিভিন্ন কাকক আলোচনীতো শিশু উপযোগী কবিতা প্ৰকাশ কৰিছে।

কুৰালগুৰিৰ মুকলিমূৰীয়া সত্ৰৰ কেশৰচন্দ্ৰ গোস্বামী এগৰাকী বিশিষ্ট সাহিত্যসেৱী। 'অসমীয়া ব্যাকৰণ প্ৰবোধ', 'অসমীয়া সাহিত্য প্ৰবোধ', তেওঁৰ ৰচিত পঢ়াশলীয়া পুথি। তেওঁৰ শিশু সাহিত্য 'কাবাগান্ধী'ৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰো পাইছিল। বঙালগাঁৱৰ ধৰণীধৰ গোস্বামীয়ে প্ৰাইমেৰী স্কুলৰ পাঠ্যপুথি হিচাপে 'সৰল শিশু বিজ্ঞান' নামৰ এখন পাঠ্যপুথি ৰচনা কৰিছিল।

মূলতঃ কবি হিচাপে পৰিচিত বিজয় কুমাৰ দত্তই কেইবাখনো শিশু পুথি ৰচনা কৰি শিশু সাহিত্যৰ ভঁৰাল চহকী কৰিছে। তেওঁৰ 'নীতিমালা', 'তৰামাইৰ সাধু', 'পৃথিবী আৰু আকাশ', 'চতুৰ কটকী আৰু অন্যান্য সাধু' আদি উৎকৃষ্ট শিশু পুথি। গল্পকাৰ কাব্যশ্ৰী মহন্তই ছাগেহি আক্সকভৰ 'দ্য টিল স্পাৰলেট ফ্লাৱাৰ'ৰ 'এপাহ ৰঙাফুল' নামেৰে সুৱলাকৈ অসমীয়া অনুবাদ আগ বঢ়াইছে। তেওঁ ইউৰি অৰলেভৰ 'গ্ৰেণী নিটছ'ৰ 'আইতাৰ উলশলা' নামেৰে অসমীয়ালৈ অনুবাদ কৰিছে। এই শিশু কবিতা পুথিখন নেশ্যনেল বুক ট্ৰাষ্ট ইণ্ডিয়াই প্ৰকাশ কৰিছে। এই পুথিখনে ভাৰত আৰু চাৰ্কদেশসমূহত বিক্ৰীৰ অনুজ্ঞাপত্ৰও লাভ কৰিছে। দুগ্ধচন্দ্ৰ গোস্বামীয়ে কেইবাখনো শিশুপুথি ৰচনা কৰি শিশু সাহিত্যৰ ভঁৰাল চহকী কৰিছে। মিচিং সমাজৰ মাজত প্ৰচলিত সাধু বুটলি 'কৰা কনেঙৰ সাধু' পুথিখন ৰচনা কৰিছে। 'জোনাকী সন্ধিয়াত নম্ৰতা আৰু নৱীনহঁত', 'মাধৱদেৱ', 'সৰ্বপল্লী ৰাধাকৃষ্ণন', 'মুকুতাৰ ধন ভূপেন হাজৰিকা' আদি তেওঁৰ প্ৰকাশিত শিশু পুথি। পবিত্ৰ কলিতাৰ 'শৈশৱৰ ৰং' নামৰ এখন শিশু উপন্যাস অকণিৰ অগ্ৰদূত আলোচনীত প্ৰকাশ হৈছিল।

সপোনজ্যোতি ঠাকুৰ বৰ্তমান অসমৰ নাট্যকাৰ হিচাপে সুপ্ৰতিষ্ঠিত। গল্পকাৰ হিচাপেও তেওঁ এতিয়া অসমীয়া সাহিত্যত সমাদৃত। তেওঁ আমাৰ শিশুসকলৰ কাৰণেও কেইবাখনো নাটক ৰচনা কৰি শিশু সাহিত্যৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। তেওঁৰ 'সৰু ধেমালি বৰ ধেমালি', 'ফুলে ফুলে কথা', 'এদিন ঘৰত অকলে' আদি ৰসাল আৰু উৎকৃষ্ট শিশু নাটক।

পবিত্ৰ কলিতাৰ সম্পাদনাত 'গজালি' নামৰ এখন শিশু আলোচনী দেৰগাঁৱৰ পৰা ১৯৯০ চনত প্ৰকাশ পাইছিল। আলোচনীখন ১৯৯৫ চনলৈকে মাজে-সময়ে প্ৰকাশ পাই আছিল। ১৯৯০ চনত আন এখন শিশু আলোচনী 'মৌকোঁহ' দেৰগাঁৱৰ পৰা প্ৰকাশ হৈছিল। মৌকোঁহৰ মুখ্য সম্পাদক আছিল দুলাল বৰদলৈ আৰু বেদান্ত বৰা আছিল সম্পাদক। এইখন আলোচনীও দুবছৰমান চলি বন্ধ হ'ল।

দেশৰ ধৰণীস্বৰূপ শিশুসকলৰ মানসিক আৰু সাংস্কৃতিক উন্নতিৰ হকে লেখক-সাহিত্যিকসকলে শিশু সাহিত্য ৰচনা কৰি আহিছে আৰু আগলৈও কৰিব। বিশাল অসমীয়া শিশু সাহিত্যৰ বুৰঞ্জীৰ আমি এটি সামান্য আভাস আগ বঢ়ালোঁ। ইয়াত অনেক লেখকৰ লেখা আমাৰ অগোচৰে বাদ পৰি গৈছে সেই কথা আমি স্বীকাৰ কৰিছোঁ। ❑


**প্ৰসংগ পুথি ঃ**

১) অসমীয়া শিশু সাহিত্যৰ সংক্ষিপ্ত ইতিহাস, উপেন্দ্ৰ বৰকটকী।

২) যোৰহাট গ্ৰন্থমেলা, ৯৭ ত প্ৰকাশিত 'প্ৰজ্ঞা'।

৩) স্মৃতিগ্ৰন্থ, দেৰগাঁও সাহিত্য সভা সোণালী জয়ন্তী উৎসৱ (১৯২৪-৭৮) 'লেখক আৰু লেখনী', ঃ ডালিম চন্দ্ৰ পাঠক।

৪) 'বিশ্ব শিশু সাহিত্যৰ প্ৰবাহ' গৌৰৱ কাকতি, দৈনিক অসম ২৩ মে' ২০১০, দেওবৰীয়া চ'ৰাত প্ৰকাশিত প্ৰবন্ধ।




# অসমীয়া গীতি-সাহিত্যৰ ইতিহাস


ড° কৰবী ডেকা হাজৰিকা



সমীয়া গীতি-সাহিত্যৰ ইতিহাস অতি প্ৰাচীন। লুইতৰ বিশাল বুকু, নদ-নদী-পাহাৰ-অৰণ্যৰে ভৰা সেউজীয়া প্ৰকৃতিৰ শোভা, বিবিধ উছৱৰ ৰং-ধেমালি আৰু গৌৰৱময় ঐতিহ্যই অসমৰ মানুহৰ বুকুত গীতৰ নিজৰা প্ৰবাহিত কৰি ৰাখিছে। আলোচনাৰ সুবিধাৰ বাবে অসমীয়া গীতক ঘাইকৈ তিনিটা ধাৰাত ভগাই ল'ব পাৰি — লোকগীত, শাস্ত্ৰীয় গীত আৰু আধুনিক গীত। লোকগীতৰ মাজত অসমৰ লোকমন নানা ৰূপ নানা, ৰস আৰু নানা ভংগীৰে জিলিকি আছে। কাহিনী গীত, ধৰ্মীয় গীত, উছৱৰ গীত, জুনা আদি বিবিধ ভাগত বিভাজিত লোকগীতবোৰৰ অধ্যয়ন এক বিশাল বিষয়। কিছুমান গীত হ'ল সৰল প্ৰাণৰ নিভাঁজ অনুভৱৰ যথাযথ প্ৰকাশ, যেনে বিহুগীতবোৰ। বৰনৈৰ পাৰৰ বিৰিণা, যোৰ পাতি উৰা চৰাই, গুৰুতো নলগা ভকততো নলগা মদাৰ ফুল, এঘৰত ফুলি আনঘৰত ছাঁ পেলোৱা ইন্দ্ৰমালতীপাহ, চপৰাচপৰে খহা নদীৰ গৰা — এনে বিবিধ সমলে ঠাই পাইছে বিহুগীতত। ঘাইকৈ যৌৱনৰ পোৰণিত ৰচনা কৰা এই গীতবোৰত চহা গায়কে নিজৰ অজানিতে দান কৰি গৈছে মনোৰম কাব্যিক পৰশ। সেয়েহে গীতি-সাহিত্যৰ আলোচনাত লোকগীতো এক প্ৰধান বিষয় হোৱাৰ যোগ্য। এফালে উচ্ছাস, আনফালে গভীৰতা, এফালে কাৰুণ্য, আনফালে মমতা — এনে বিচিত্ৰ বোলেৰে ৰঞ্জিত লোকগীতবোৰৰ মাজত দেহ-বিচাৰৰ গীতে যিদৰে অসাৰ সংসাৰৰ প্ৰতি উদাসীনতা প্ৰকাশ কৰে, বাৰমাহী গীতে তাৰ বিপৰীতে ফুটাই তোলে তীব্ৰ জীৱন-কামনা। হাতী চিকাৰৰ গীতে যিদৰে ফুটাই তোলে অৰণ্য আৰু মানুহৰ নিবিড় সংযোগ, কমলাকুঁৱৰীৰ গীতে সেইদৰে ফুটাই তোলে সৰল লোকবিশ্বাস। ইমানেই বৈবিধ্য আছে লোকগীতৰ ভাব-বস্তুত।

লোকগীতৰ এক বিশাল অংশ নাৰী-কবিৰ অনুভূতিৰ প্ৰকাশ। লাই হালে-জালে আবেলি বাৰীতে, বগৰী ৰুবলৈ পোনাটিক নিচুকুৱা গীত, জোনবাইক বেজি এটি খুজি ল'ৰা ওমলোৱা গীত ৰচি আপোনপাহৰা হোৱা নাৰীমন, বিয়ানামৰ মাজতো ৰমকজমক হৈ হাঁহি-কাৰুণ্যৰ ৰামধেনুৰ বোলেৰে ৰঙীন হৈ উঠে। সেই একে নাৰীৰ মাজতে দেখা যায় আই নাম, লখিমী সবাহৰ নাম, আউলা পূজাৰ গীত আদিৰ মাজেদি বিৰিঙি উঠা ভকতিৰ গভীৰ সমাহিত ৰূপ। প্ৰতিবিধ ৰূপৰ মাজতেই দেখা যায় অনায়াস কাব্যিক চেতনাৰ মায়াজাল, কল্পনাৰ অসীম বিস্তাৰণ। সেইদৰে ব'ৰাগী কবিৰ যোগেদি বিয়পি পৰা দেহৰ ভাৰসা নাই সুৰ যিমান হিয়া পৰশা, সিমানেই প্ৰাণ জগাই তোলা গীত হ'ল মণিৰাম দেৱানৰ গীত, বদন বৰফুকনৰ গীত, চিকণ সৰিয়হৰ গীত আদি কাহিনী গীতসমূহ। ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীতৰ মাজত থকা আলসুৱা জগতৰ কথা আছেই। গতিকে দেখা যায় যে অসমীয়া গীতৰ ইতিহাসত লোকগীতবোৰে বৰলুইতৰ দৰে বিশাল ঠাই অধিকাৰ কৰি আছে।

অসমীয়া মানুহৰ ধৰ্মীয় জীৱনৰ প্ৰতিটো খোজৰ মাজতে গীতৰ প্ৰয়োগ আছে বুলিব পাৰি। পূজা,

সবাহ আৰু ধৰ্মীয় সংস্কাৰ পালনৰ অনুষ্ঠানত কিছুমান নিৰ্দিষ্ট গীত প্ৰায় অপৰিহাৰ্য। এইবোৰ গীত মুখ বাগৰি চলি অহা আৰু কিছু পৰিমাণে শাস্ত্ৰ আধাৰিতো হ'ব পাৰে।

অসমৰ শাস্ত্ৰীয় গীত বুলি ক'লে বৰগীত, আৰু তাৰ আগে-পিছে এচাম কবিয়ে পাঁচালীৰ আৰ্হিত ৰচনা কৰা ৰাগ-আধাৰিত গীতসমূহক আলোচনা কৰিব পাৰি। বৰগীতৰ সাহিত্যিক মূল্যৰ বিষয়ে বহু পৰিমাণে আলোচনা পোৱা যায়। নানা ৰস আৰু মনোৰম অলংকাৰেৰে সজোৱা বৰগীতবোৰৰ ভাব-ভাষা যিমান মনোৰম সিমানেই বিষয়বস্তু গহীন। পৰমপুৰুষৰ চৰণত আত্মসমৰ্পণ কৰিবলৈ উপদেশ দিয়া বৰগীতবোৰৰ মাজত বিষয়ৰ গভীৰতাৰ চাৰিওফালে প্ৰলেপ দি আছে কাব্যিক মনোভংগীয়ে। এই বিষয়ে বিশেষ নকৈ কানাইৰ চোৰ-চাতুৰি আৰু যশোদাৰ মমতাৰ ছবিলৈ মনত পেলালেই হ'ল। পাঁচালী গীতৰ শৃংগাৰ, হাস্য আৰু কৰুণ ৰসো একশ্ৰেণীৰ শ্ৰোতাৰ বাবে পৰম উপভোগ্য আছিল। গতিকে ৰাগ আধাৰিত, শৃংখলিত আৰু নৃত্য ভংগীৰ লগত যুক্ত পাঁচালী গীতবোৰেও বিশেষ মনোযোগ দাবী কৰে। পাঁচালী গীত আৰু বৰগীতবোৰ একাধিক ওখ খাপৰ সাহিত্যিক গুণেৰে সমৃদ্ধ। বৰগীতৰ আৰ্হিত নানাজনে গীত ৰচনা কৰিছিল আৰু তাৰে বহুতো গীত ৰচিত হৈছিল নাট-ভাওনাত প্ৰয়োগৰ বাবে। এনেবোৰ গীতেও শংকৰোত্তৰ গীতৰ ভঁৰাল চহকী কৰিছিল।

অসমীয়া গীতৰ ইতিহাসত মূল্যবান ঠাই দখল কৰি আছে আজান ফকীৰ আৰু সহযোগীসকলে ৰচনা কৰা জিকিৰ গীতে। ইচলামিক চিন্তাৰ লগত ভকতীয়া ঠাঁচ মিহলাই ৰচনা কৰা জিকিৰ গীতৰ মাজত এক অপূৰ্ব মানৱতাৰ বাণী লক্ষ্য কৰা যায়। সকলো ভাল সাহিত্যৰ দৰে জিকিৰে প্ৰচাৰধৰ্মী নোহোৱাকৈও সম্প্ৰীতিৰ বাণী বহন কৰিছে। মানুহৰ মাজত থকা সৎ গুণৰ কৰ্ষণ আৰু পৰম শক্তিৰ প্ৰতি নিষ্ঠা — এই বাণীৰে আগ বঢ়া জিকিৰৰ সাহিত্যিক মূল্যৰ বিচাৰ কৰিলে অসমীয়া মানুহৰ সৰল আৰু পৱিত্ৰ মনৰ ওচৰ চাপিব পাৰি।

ইয়াৰ পিছত কিছুকাল অসমীয়া লিখিত গীতৰ জগতত এক সাময়িক বিৰতি বা স্থবিৰতা আহি পৰে। শিক্ষা আৰু সমাজ জীৱনত অৰুণোদয় ঘটি বাহিৰৰ পৃথিৱীৰ পোহৰ পৰিলেও গীত আদি সৃষ্টিশীল সাহিত্যত প্ৰাণহীন পৰিৱেশ বিৰাজ কৰিছিল। থলুৱা কবিৰ ৰচনাত উল্লেখযোগ্য ধাৰাই গা কৰি উঠা নাছিল আৰু মিছনেৰীসকলৰ খ্ৰীষ্টিয় ভক্তিগীতসমূহত নাছিল সাহিত্যিক সৌন্দৰ্যৰ কোনো আভাস। তথাপি সৰল অসমীয়াত গীত ৰচনা কৰা এনি গোল্ডস্মিথ, এমিলি গোল্ডস্মিথ আদি মহিলা কবিৰ প্ৰাৰ্থনা গীতে কিছু তাৎপৰ্য বহন কৰে। এই সময়ত অসমীয়া গীতৰ নদীত বালিচৰ পৰিছিল। অসমীয়া মানুহৰ মনত নিজৰ পৰম্পৰাগত গীত-মাতৰ প্ৰতি একধৰণৰ অনীহা জাগি উঠাৰ ফলতে এনে হৈছিল। অসমীয়া ভাষা-সাহিত্য, গীত-মাতৰ প্ৰতি হোৱা অৱহেলাৰ মূলতে আছিল অসমৰ শিক্ষা আৰু সামাজিক জীৱনত ঘটা বঙলা ভাষাৰ আধিপত্য আৰু পৰাধীন জাতিৰ হীনমন্যতা।

বেণুধৰ ৰাজখোৱাই কৈ যোৱা মতে 'ইংৰাজী ১৮৮৮ চনৰ আগলৈকে অসমীয়া গানৰ অস্তিত্ব নাছিল বুলিয়েই ক'ব পাৰি। অসমীয়া গান ৰচনাৰ বিষয়ে কথা ওলালে অনেক কৃতবিদ্য ভদ্ৰলোকে ইতিকিং কৰি কৈছিল — 'চিপ্ৰাং, খাস্তাং, টুব্ৰং, লাংচিং ইত্যাদি শব্দৰ দ্বাৰা যি ভাষা গঠিত, সেই ভাষাৰে গান নহয়। সেই দেখি সেই সময়ত বঙলুৱা খেমটা গানে হাটে-বাটে-ঘাটে সাধাৰণ মানুহৰ মুখতো শুনিবলৈ পোৱা গৈছিল। কিন্তু অমঙলীয়া সেই ৰাহুৰ গ্ৰাস সৰহদিন নাথাকিল' (মঞ্চলেখা, পৃঃ ১৭২)। নানা উৎসৰ পৰা অৱগত হোৱা মতে সংগীত চৰ্চা কৰা লোকক সেই কালত ভাল চকুৰে চোৱা নহৈছিল। তেনে লোকক তিৰস্কাৰ কৰাহে হৈছিল।

অসমীয়া সাহিত্যৰ প্ৰথমটো সোণালী যুগত শংকৰদেৱ আৰু মাধৱদেৱৰ হাতত অসমীয়া গীতৰ জাগৰণ হোৱাৰ দৰে দ্বিতীয়টো জাগৰণ হৈছিল জোনাকী যুগত। যি সময়ৰ ঘাই বৈশিষ্ট্য আছিল সাহিত্যলৈ ৰমন্যাসিক ভাৱধাৰাৰ আগমন। ঘাইকৈ পাশ্চাত্যৰ প্ৰভাৱত আৰু কিছু পৰিমাণে বাংলা সাহিত্যৰ নৱজাগৰণৰ অনুপ্ৰেৰণাত লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা; হেমচন্দ্ৰ গোস্বামী আৰু সতীৰ্থসকলৰ হাতত।

সাহিত্যৰথী বেজবৰুৱা আৰু তেওঁৰ সতীৰ্থসকলে কবিতাৰ লগে লগে গীতো ৰচনা কৰিছিল। অসমীয়া মঞ্চ নাটকৰ জনপ্ৰিয়তা বাঢ়ি অহাৰ লগে লগে নাটকৰ প্ৰয়োজনীয়তাৰ বাবেও গীত ৰচিত হ'বলৈ ধৰে। বেজবৰুৱা এজন নিপুণ গীতিকাৰো আছিল। তেওঁৰ গীতৰ মাজত পোৱা যায় বিবিধ বিষয় আৰু বিবিধ মনোভাৱৰ বিচিত্ৰ মিশ্ৰণ। বেজবৰুৱাই প্ৰচুৰ গীত ৰচনা কৰিছিল। তেওঁৰ নাটবোৰৰ মাজতো গীতৰ আধিক্য লক্ষ্য কৰা যায়। বেজবৰুৱা সংগীত ৰসিক আছিল। তেওঁৰ মনৰ মাজত আছিল মহাপুৰুষীয়া সংস্কৃতিৰ অনুপম গীত-মাতৰ অণুৰণন, অভিজ্ঞতাত আছিল কলিকতাৰ জল্‌সা আৰু মজ্‌লিছবোৰৰ ৰাগপ্ৰধান গীত তথা ৰামপ্ৰসাদ, দ্বিজেন্দ্ৰলাল আদিৰ গীতৰ জনপ্ৰিয়তা। তদুপৰি ঠাকুৰ পৰিয়ালৰ গীতৰ বৈঠকো তেওঁ ওচৰৰ পৰা পাইছিল। এই সকলোবোৰে নিৰ্মাণ কৰিছিল বেজবৰুৱাৰ গীতৰ ভাৱ আৰু ৰূপ। পৰম বৈষ্ণৱ বেজবৰুৱাই গীতৰ মাজত 'বাঁহী'ৰ প্ৰয়োগ কৰিছিল ৰূপকৰ দৰে। এক গভীৰ দাৰ্শনিক চিন্তাও গীতবোৰত বিচাৰি পোৱা যায়। 'মোৰ একেটি সুৰত বাঁহীটি বন্ধা', 'কৈ যোৱা ডাকোৱাল', 'সখী হে কিমান দুখৰে কথা' আদি গীত বেজবৰুৱাৰ প্ৰতিভাৰ মনোৰম নিদৰ্শন। গীতবোৰত ৰাগ আৰু তালৰ উল্লেখে বেজবৰুৱাৰ সংগীত জ্ঞানৰ ইংগিত দিয়ে। অন্য এক শ্ৰেণীৰ গীতৰ মাজত তেওঁৰ কৃপাবৰ ৰূপৰো প্ৰকাশ দেখা যায়। ৰং-ধেমালি-ব্যংগৰে ভৰা



এনেবোৰ গীতত সানমিহলি ভাষাৰ প্ৰয়োগ চকুত লগা বৈশিষ্ট্য। পাতল সুৰৰ এনে গীতত বেহাগ-খেমটাত বেজবৰুৱাই লিখে —

তাই কিয় গালি পাৰি যায়?
মোৰ পদূলিত চন্দ্ৰাই কিয় মুখ বজায়?
দন্দুৰী নহওঁ ৰাধা
পাই মোক গোটেই চিধা
যি আহে মুখত কৈ কিয় ফক্‌ফকায়?

গীতৰ মাজত প্ৰকাশ পোৱা বেজবৰুৱাৰ দাৰ্শনিক চিন্তাৰ প্ৰতিফলনৰ এটি উদাহৰণ —

অন্ত অনন্তৰ মাজত আসন
বাঁহীটিত বাজে আত্মবিলোপন
শুনাহে শুনা অমৃত-সন্তান
আতমা-পৰমাত্মাত।

বেজবৰুৱাৰ বাহিৰেও জোনাকী যুগৰ বেছিভাগ কবিয়ে কোমল ভাব-ভাষাৰ গীত ৰচনা কৰিছিল। হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা আদি কবিসকল নিপুণ গীতিকাৰো আছিল। তেওঁলোকৰ গীতৰ মাজত পোৱা যায় বিবিধ বিষয় আৰু বিবিধ মনোভাৱৰ বিচিত্ৰ মিশ্ৰণ।

এই সময়ৰ গীতত নতুন চেতনা সংযোজিত হৈছিল। গীতৰ আধাৰত নৃত্য-নাটিকা ৰচিত হ'বলৈ ধৰাত গীতৰ কথা আৰু সুৰলৈ বৈচিত্ৰ্য আহিছিল। অসমীয়া মানুহৰ চিত উত্ৰাৱল কৰা কেইটিমান গীতৰ গীতিকাৰ হ'ল পদ্মধৰ চলিহা (গীতৰ পুথি - ফুলনি, স্বৰাজ-সংগীত, গীতি-লহৰী), ডিম্বেশ্বৰ নেওগ (সঁফুৰা), নকুলচন্দ্ৰ ভূঞা (বহাগী), অম্বিকাগিৰী ৰায়চৌধুৰী, মিত্ৰদেৱ মহন্ত, কীৰ্তিনাথ শৰ্মা বৰদলৈ, কমলানন্দ ভট্টাচাৰ্য, নলিনীবালা দেৱী, উমেশ চন্দ্ৰ চৌধাৰী, অতুলচন্দ্ৰ হাজৰিকা আৰু বহুতো। কীৰ্তিনাথ শৰ্মা বৰদলৈ আৰু মুক্তিনাথ শৰ্মা বৰদলৈৰ বাসন্তীৰ অভিষেক, সুৰ-বিজয় আদি নাটিকাৰ দুই-এটি গীত আজিও জনপ্ৰিয়। তেনে এটি গীত হ'ল — হালিজালি পখিলি ফুলমধু বিচাৰি আহে কেনে ঠেও ধৰি অ'। মুক্তিনাথ শৰ্মা বৰদলৈৰ এটি গীতো সাম্প্ৰতিক কালত জনপ্ৰিয় — 'আকুল মেঘে ঢালে সুজল ধাৰা, সুজল ধাৰাৰে বয় নদী নিজৰা', উমেশ চন্দ্ৰ চৌধাৰীৰ 'বহাগী লুইতৰ সোণোৱালী সুতিত বাই কি সোণৰে ভুৰ, জিলিমিলি পানীৰে আহিলা নামি সপোন সখীটি মোৰ' গীতটি আছিল কথাই সুৰে অনুপম। এই প্ৰসংগতে মনত পেলাব পাৰি ওস্তাদ খৰ্গেশ্বৰ বায়ন নামৰ এজনলৈ। ওস্তাদ আখ্যাৰ পৰা তেওঁৰ সংগীত নিপুণতাৰ বিষয়ে ধাৰণা কৰিব পাৰি। কলিকতাৰ পৰা প্ৰকাশিত 'সংগীত বিজ্ঞান প্ৰৱেশিকা' নামৰ মাহেকীয়া আলোচনীত তেওঁৰ গীত আৰু গীতৰ স্বৰলিপি প্ৰকাশ হৈছিল। নলিনীবালা দেৱীৰ গীতৰ মাজত প্ৰকাশ পোৱা অপাৰ্থিৱ জগতৰ প্ৰতি মোহ আৰু অম্বিকাগিৰীৰ গীতৰ মাজত জিলিকি থকা দেশপ্ৰেমৰ চানেকি অসমীয়া গীতি-সাহিত্যৰ মূল্যবান সমল।

অসমীয়া গীতৰ জগতত জাগৰণ আনে জ্যোতিপ্ৰসাদ আগৰৱালাই। তেওঁৰ গীতৰ ঘাই লক্ষণ আছিল কথা আৰু সুৰৰ অভিনৱত্ব। গীতবোৰ বিশ্লেষণ কৰিলে চকুত পৰা ভাৱসমূহ হ'ল — প্ৰেম, দেশপ্ৰেম, জনতা জগোৱা গীত, গাঁৱৰ প্ৰতি মমতা, নাৰীৰ প্ৰতি আহ্বান, সৌন্দৰ্য-সন্ধান, বিমূৰ্ত অনুভৱ ইত্যাদি। জ্যোতিপ্ৰসাদৰ গীতৰ অসাধাৰণ গুণৰ বাবে 'জ্যোতি সংগীত'ৰ এটি প্ৰখ্যাত ধাৰাৰে সৃষ্টি হৈ উঠিছে।

হেমচন্দ্ৰ গোস্বামীৰ নেতৃত্ব আৰু অন্যসকলৰ সহযোগিতাত অসমীয়া সাহিত্যত অন্য যি সময়ত ৰোমাণ্টিক ভাৱধাৰাৰ আগমন ঘটিছিল আৰু কবিতা, নাটক, উপন্যাস তথা চুটিগল্পৰ মাজেৰে নতুন নতুন ধাৰণাই পাঠকক চমৎকৃত কৰিছিল, সেই সময়তে অসমীয়া গীতেও নতুন ৰূপত নিজকে সজাই তুলিছিল। এই কাম অৱশ্যে সহজ নাছিল। কাৰণ ইতিমধ্যেই পাঠক আৰু শ্ৰোতাৰ মনত বঙলা গীতৰ মায়াজাল বিস্তাৰিত হোৱাত অসমীয়া গীত এলাগী হৈ পৰিছিল আৰু পুৰণি পৰম্পৰাৰ অসমীয়া গীতে আদৰ হেৰুৱাইছিল। বেজবৰুৱাৰ আত্মজীৱনীত তেওঁৰ সৰুকালৰ বৰ্ণনাত সমনীয়া ল'ৰাই বঙলা যাত্ৰাৰ গীত মাতি শুনাৱাত কেনে অহংভাৱৰ প্ৰকাশ পাইছিল আৰু তেনে গীত গাব নাজানি বেজবৰুৱাৰ কেনেদৰে মান হেৰাও হেৰাও দশা হৈছিল তাৰ ছবি পোৱা যায়। প্ৰকৃততে মাতৃভাষা আৰু সংস্কৃতিৰ প্ৰতি থকা অৱহেলাসূচক দশাৰ বাবে সেই সময়ত অসমীয়া ভাষা-সংস্কৃতিৰ চৰম অৱক্ষয়ৰ সূচনা হৈছিল। অভিজাত চামৰ ওপৰত পৰিছিল কলিকতীয়া আদব-কায়দাৰ প্ৰভাৱ। চহকী মানুহে বঙলা আৰু হিন্দুস্থানী সংগীতৰ মজ্‌লিচ পাতি তাতে মচগুল হৈ থলুৱা সংগীতলৈ পিঠি দিছিল। সেই কথাকে অতুল চন্দ্ৰ হাজৰিকাই তেওঁৰ 'মঞ্চলেখা'ত এনেদৰে কৈছে — 'হিন্দুস্থানী আৰু বঙলা গীতৰ মায়াজালত সোমাই অসমীয়া সংগীত বুলি যে কিবা এটা ভাল বস্তু আছিল সেই কথা সেই অন্ধযুগৰ ডা-ডাঙৰীয়াসকলে অনুভৱ কৰিবলৈ টান পাইছিল। পিছে পিছে জোনাকী যুগত এই অশুভ লক্ষণ লাহে লাহে আঁতৰিবলৈ ধৰে। জোনাকী-সাহিত্যৰ ঘাই চালিকা শক্তি আছিল নিভাঁজ অসম প্ৰেম। ভাষা-জননীৰ নিঃকিন দশাই বেজবৰুৱা আৰু তেওঁৰ সতীৰ্থসকলক ব্যথিত কৰি তুলিছিল। অসমীয়া সমাজ-সংস্কৃতিৰ প্ৰতি জনসাধাৰণৰ অৱহেলাৰ মনোভাৱে কৰি তুলিছিল শংকিত আৰু ক্ষোভিত। তাৰে প্ৰতিকাৰৰ বাবে তেওঁলোকে ভাষা-সাহিত্যৰ জাগৰণৰ বাবে যিবোৰ মাধ্যম হাতত লৈছিল তাৰে এটা আছিল অসমীয়া ভাষাত বিবিধ ভাবৰ আৰু ৰাগ-তালৰ প্ৰয়োগত গীত ৰচনা কৰাৰ এটা আদৰণীয় পদক্ষেপ। কলিকতা প্ৰবাসী অসমীয়া ডেকাহঁতে চেগা-চোৰোকাকৈ গীত ৰচনা কৰি থকাৰ মাজতে সত্যনাথ বৰা (১৮৬০-১৯২৫)ৰ গীতৰ সংকলন 'গীতাৱলী' (১৮৮৮) প্ৰকাশ পায়। এইখনেই হ'ল প্ৰথম অসমীয়া



গীতৰ পুথি। তেওঁৰ কিছুকাল পিছতে লক্ষীৰাম বৰুৱাই (১৮৬৫-১৯৯৪) অসমত সংগীত চৰ্চাৰ পথ সুগম কৰি প্ৰকাশ কৰা অন্য এখন গীতৰ সংকলন আছিল 'সংগীতকোষ' (১৯০৯)। বৰুৱাই গৌৰীপুৰৰ সংগীত-ৰসিক জমিদাৰ প্ৰভাত নাৰায়ণ চৌধুৰীৰ সান্নিধ্য লাভ কৰিছিল আৰু অসমীয়া সংগীতৰ বিকাশ সাধনৰ প্ৰয়োজনীয়তা বাৰুকৈয়ে অনুভৱ কৰিছিল। এই সময়ৰ পৰাই অসমীয়া গীতৰ জয়-যাত্ৰাৰ সূচনা হয়।

সাহিত্যৰথী বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, চন্দ্ৰধৰ বৰুৱা আদি কবিৰ গীত আছিল নিমজ আৰু শুৱলা। সংকলিত গীতৰ পুথিত ভকতৰাম দত্তচৌধুৰী, দুৰ্লভচন্দ্ৰ দাস, ভদ্ৰসেন বৰা আদিৰ গীত পোৱা যায়। গীতসমূহৰ বিষয় নিৰ্বাচন আলোচনাযোগ্য। সাধাৰণতে ভক্তি অথবা আধ্যাত্মিক ভাবৰ প্ৰাধান্য বেছি আছিল। তাৰ পিছতে দেখা যায় প্ৰণয়-গীতৰ আধিক্য। অনুৰাগ আৰু বিৰহৰ গীত ৰচনাত কবিসকলে প্ৰাণ ঢালি দিছিল। প্ৰকৃতিৰ ৰং-ৰূপ দেখি আপোনপাহৰা হোৱা ভাবৰাশিৰে ৰচনা কৰা গীতো পোৱা যায়। এই সময়তে গীত ৰচয়িতাসকলৰ মাজত জগৎকুমাৰী দেৱী আৰু সুষমাসুন্দৰী দেৱী নামৰ দুগৰাকী মহিলাৰ নামো পোৱা যায়। নামকেইটি প্ৰকৃত নাম নে কোনো পুৰুষ কবিৰ ছদ্মনাম সেই কথা বিচাৰলৈ অহা উচিত। বিষয় নিৰ্বাচনত এক নতুন দিশ সংযোজিত কৰে সত্যনাথ বৰাই তেওঁৰ হাস্য ৰসাত্মক গীতকেইটিৰ যোগেদি। আজিও জনপ্ৰিয় হৈ থকা এটি গীত —

'আজি মজাছে পেটুৱা পেট ভৰি খা
পেট ভৰি পেট ভৰি পেট ভৰি খা
ঔ ঠেকেৰা টেঙা ৰহৰ কি ডাল
আলু ভজা খাব মজা পকা খৰিছা।'

'কামৰূপীয়া সংগীত' নামৰ গীতত আছে একে ৰসবোধ—

হায় মোৰ কপাল খান
বল্লাভাত কেমন খাম
আজিক লেগি বিয়া নহ'ল মোৰ
সাত পৰগণা ফুল্লো ঘুৰি
আপীক লাগেই আঢ়েই কুৰি
নেদে ধল্‌লি কাবৌ কল্‌লি
কেন্‌কে মৰাহ মৰ।

অসমীয়া গীতৰ এই আদিৰ ফালৰ সময়তে অসমত যে ৰাগ-সংগীতৰ চৰ্চা হৈছিল আৰু অধিক হোৱাটো সংগীত-ৰসিকে বিচাৰিছিল সেই কথা জনা যায়। 'গীতাৱলী' পুথিত সংকলিত গীতসমূহত ৰাগ আৰু তালৰ উল্লেখ দেখা যায়। তাৰ আভাস এনেধৰণৰ —

গীতিকাৰে ব্যৱহাৰ কৰা ৰাগৰ সংখ্যা —

সত্যনাথ বৰা - ২৮ টা
বেণুধৰ ৰাজখোৱা - ২০ টা
চন্দ্ৰধৰ বৰুৱা - ১৭ টা
দুৰ্গাপ্ৰসাদ দত্ত মজিন্দাৰ বৰুৱা - ১৪ টা
লক্ষেশ্বৰ শৰ্মা - ১১ টা
লক্ষীৰাম বৰুৱা - ১০ টা
নবীনচন্দ্ৰ বৰদলৈ - ৬ টা ইত্যাদি।

ৰাগ প্ৰধান গীতৰ জনপ্ৰিয়তাই এইসকল গীতিকাৰক ঠুংৰি, গজল আদি ৰচনা কৰিবলৈ উৎসাহিত কৰিছিল। গতিকে কেৱল অসমীয়াতেই নহয়, মিশ্ৰ ভাষাতো দুই-এজনে গীত ৰচনা কৰিছিল। 'সখীয়া কহ কাহা মিলেগা মেৰে শ্যাম' (ৰচনা বৈকুণ্ঠনাথ বৰদলৈ) আদিৰ দৰে মজ্‌লিছত গাব পৰা গীত ৰচনা কৰাৰ প্ৰৱণতা এটিও দেখা যায়। অনুমান হয় যে বৈঠক বা মজ্‌লিছ পাতি ৰসিকসকলৰ মাজত সংগীত চৰ্চাৰ সামাজিক বিনোদনৰ প্ৰথা এটা কলিকতাৰ সমাজৰ পৰাই অসমীয়া গীতিকাৰসকলে গ্ৰহণ কৰিছিল।

অন্য এজন দৰদী গীতিকবি পাৰ্বতীপ্ৰসাদ বৰুৱাৰ গীতৰ মাজত অসমৰ প্ৰকৃতি জগতৰ অপৰূপ কোমল ছবি বিচাৰি পোৱা যায়। লুইতৰ চাপৰি, বাৰিষাৰ দিখৌ নৈ, শৰতৰ কঁহুৱা বনৰ লয়লাস আদি তেওঁৰ গীতত সজীৱ হৈ আছে। তদুপৰি আছে শংকৰ-মাধৱৰ প্ৰতি থকা অনুভৱ আৰু এক ৰহস্যময় ছাঁ-পোহৰৰ অনুভূতি। পাৰ্বতীপ্ৰসাদৰ গীতেও এক সুকীয়া ধাৰাৰ সৃষ্টি কৰিছে।

অসমীয়া গীতৰ জগতত বিষ্ণু ৰাভাৰ গীতৰো আসন অনন্য। ৰাভাৰ গীতৰ ভাষা সৰল আৰু কোমল। প্ৰেম, প্ৰকৃতি, সিপাৰৰ ৰহস্যঘন আহ্বান আৰু অসমৰ মাটিলৈ গভীৰ মমতাৰে তেওঁৰ গীতৰ আছে সুকীয়া আবেদন।

অসমীয়া সংগীতত বনগীত নামে খ্যাত গীতশ্ৰেণীৰ ৰচয়িতা আনন্দিৰাম দাসৰ ৰচনা আছিল থলুৱা কথা আৰু সুৰেৰে সমৃদ্ধ। সেই সময়ত বিহুগীতৰ আদৰ ভদ্ৰ সমাজত বিশেষ নথকাত থলুৱা সুৰক নতুন শব্দৰে সজাই তেওঁ বনগীতৰ ৰূপ দিছিল। গীতবোৰত থকা নিভাঁজ অসমীয়া ঠাঁচৰ উদাহৰণ —

'অ ৰূপহী, দে এপাহি তোৰ খোপাৰ ফুল
উৰি যায় মোৰ মন পখিলা (তোৰ)
ৰূপতে বিভোৰ।'

এইদৰে অসমীয়া গীতৰ বিকাশমুখী গতিত লাহে লাহে সংযোজিত হ'বলৈ ধৰে নতুন নতুন দিশ। গ্ৰামোফোন ৰেকৰ্ডৰ জনপ্ৰিয়তাৰ ফলত এচাম গীতিকাৰ আৰু গায়কৰ আৱিৰ্ভাৱ ঘটে। কলিকতাৰ পৰা প্ৰযোজিত গ্ৰামোফোন কোম্পানীবোৰে নতুন নতুন গায়ক-গায়িকাক জনপ্ৰিয় কৰাৰ লগে লগে এচাম গীতিকাৰৰো সৃষ্টি কৰিছিল। শিৱপ্ৰসাদ ভট্টাচাৰ্য, কমল নাৰায়ণ চৌধুৰী, মলিন বৰা আদি গীতিকাৰে প্ৰেৰণা লাভ কৰে গ্ৰামোফোন ৰেকৰ্ড আৰু আকাশবাণীৰ যোগেদি। আকাশবাণী গুৱাহাটী কেন্দ্ৰ স্থাপনৰ লগে





লগে গীতৰ জগতত জোৱাৰ আহে।

পঞ্চাশ আৰু ষাঠিৰ দশকত সুগম সংগীতত যুগমীয়া অৰিহণা আগ বঢ়োৱা গায়ক-গীতিকাৰ উভয় শ্ৰেণীয়ে অসমীয়া গীতৰ জগত মুখৰিত কৰি তোলে।

পুৰুযোত্তম দাসৰ গীতৰ মাজত বিষয়ৰ বৈবিধ্য পৰিলক্ষিত হয়। তাৰ ভিতৰত প্ৰেম, প্ৰিয়াৰ ৰূপ-ধ্যান (কোন খনিকৰে তিলটি দিলে ওঁঠৰ অলপ তলত), নীতিমূলক (কথাৰে নহয় বন্ধু, কামত পৰিচয়), সম্প্ৰীতিমূলক (একেটি ঠাৰিতে দুটি ফুল তুমি মই, তুমি থাকা পাহাৰতে ভৈয়ামতে মই) আদি বিশেষ প্ৰণিধানযোগ্য। বিহুৰ দিনটো অৰ্থময় কৰি তোলা তেওঁৰ অন্য এটি বিখ্যাত গীত হ'ল — 'শ্ৰীময়ী অসমীৰ শীতল বুকুত উঠে উছৱৰ মধু জাগৰণ', সময়ে পাহৰি পেলোৱা, কিন্তু অসমীয়া গীতি-সাহিত্যত অৰিহণা যোগোৱা এজন গীতিকাৰ আছিল ক্ষীৰদাকান্ত বিষয়া। বিষয়াৰ 'ঘৰতো নবহে মন সমনীয়া পথাৰতো নবহে মন, কমোৱা তুৱাবোৰ যেনেকৈ উৰিছে তেনেকৈ উৰিবৰ মন', এটি জনপ্ৰিয় গীত আছিল। অসমীয়া গীতৰ জগতত প্ৰচুৰ অহিণা যোগোৱা গীতিকাৰ ৰুদ্ৰ বৰুৱাৰ গীতৰ মাজত বনগীতৰ ঠাঁচ এটাই গীতবোৰত অনন্য মাত্ৰা প্ৰদান কৰিছিল। অসমৰ গাঁৱৰ জীৱন, সমাজৰ দৰিদ্ৰ শ্ৰেণীৰ জীৱন-ছবি, প্ৰকৃতিৰ মনোৰম ৰূপৰ কোমলতা আদি তেওঁৰ গীতত সজীৱ হৈ আছে। 'পকা ধানৰ মাজে মাজে সৰু সৰু আলি', 'হয়েৰা জেতুকী বাই, চুলি তোৰ পকালি, দাঁতবোৰ সৰালি পৰৰ ঘৰে ঘৰে নাম-গুণ গাই', 'তাঁতৰ দোৰেপতি চলাই ঘনেপতি, পলকত টোলোঠা ঘূৰে' আদি গীতে ৰুদ্ৰ বৰুৱাক অমৰ কৰি থৈছে।

তফজ্জুল আলী, মুকুল বৰুৱা, হেমেন হাজৰিকা আদি গীতিকাৰৰ গীতেৰে সজীৱ হৈ পৰা অসমীয়া সংগীত জগতৰ নমস্য নাম ভূপেন হাজৰিকা। হাজৰিকাৰ গীতৰ ভাৱ আৰু ভাষাৰ পৰিধি বিশাল। অসমীয়া মানুহৰ আশা আৰু বাতৰি বহন কৰা গীতবোৰৰ মাজত আছে ৰূপহী অসমৰ প্ৰতি থকা তেওঁৰ গভীৰ চেনেহ। কিছুমান গীতে বিশ্ব মানৱৰ প্ৰাণৰ বাতৰি দিয়ে। সাধাৰণভাৱে বিচাৰ কৰিলে হাজৰিকাৰ গীতত যি কেইটা বিষয়-বীজ দেখা যায় সেইকেইটা হ'ল প্ৰেম, দেশপ্ৰেম, সমাজ-সচেতনতা, শ্ৰেণী-সচেতনতা, ৰোমাণ্টিক ভাৱবিলাস, বিদ্ৰোহী চেতনা আৰু এক বিমূৰ্ত অনুভৱ। প্ৰেমৰ গীতত হাজৰিকা অতুলনীয়। 'তুমিয়ে মোৰ কল্পনাৰে হৰিণী নয়না', 'তোমাৰ উশাহ কঁহুৱা কোমল', 'গুপুতে গুপুতে কিমান খেলিম' আদি অসংখ্য মনোমোহা গীতেৰে তেওঁ প্ৰেমৰ গীতত ইতিহাস ৰচিছে। এঁকা-বেঁকা বাটেৰে ডোলা কঢ়িওৱা শ্ৰমজীৱী, অ'টোৰিক্সা চলোৱা নিবনুৱা, জীৱন ৰে'লৰ তৃতীয় শ্ৰেণীৰ যাত্ৰী আদি তেওঁৰ গীতত চালিকা শক্তি হৈ পৰিছে। 'সাগৰ সংগমত কতনা সাঁতুৰিলোঁ', 'বিমূৰ্ত মোৰ নিশাটো' আদি গীতত প্ৰকাশ পাইছে কাব্যিক অভিব্যঞ্জনা।

অসমীয়া গীতৰ জগতত দুটি জাকত জিলিকা নাম হ'ল নৱকান্ত বৰুৱা আৰু নিৰ্মল প্ৰভা বৰদলৈ। দুয়োজনৰে গীতৰ মাজত অনুভূতিৰ কোমলতাৰ লগতে বৌদ্ধিক তীক্ষ্ণতা পৰিলক্ষিত হয়। জীৱনৰ সাধাৰণ কথাৰ মাজত ৰূপ বিচাৰি পোৱা নৱকান্তৰ গীতত চহা জীৱনৰ লোক-কথা, প্ৰকৃতি, নাগৰিক জীৱনৰ নিঃসংগতাৰ পৰা সৰুসুৱা স্নিগ্ধ আনন্দলৈকে নানা বিষয় কলাসুলভতাৰে সাৱলীল ভংগীত প্ৰতিফলিত হৈছে। বৰদলৈৰ কবিতাত প্ৰেম এক মধুৰ বিষয়। লগে লগে আছে নাৰী ভাৱনাৰ সৱল আৰু সুকুমাৰ আত্মপ্ৰকাশ। 'সন্ধিয়াৰ আকাশত বগলী উৰে', 'সোণৰ খাৰু নালাগে মোক', 'কোন সেই ৰূপৱতী যায়' আদি গীতলৈ এই প্ৰসংগতে আঙুলিয়াব পাৰি। আশা, সপোন আৰু সাহস তেওঁৰ গীতৰ মূল বীজ।

অসমীয়া গীতৰ এই গতিপথত আৰু নানাজনে অৱদান আগ বঢ়াইছে। সাম্প্ৰতিক কালত ৰেডিঅ', কেছেট আৰু চিডি যোগে গীতৰ জনপ্ৰিয়তা বাঢ়ি অহাৰ লগে লগে গীতৰ প্ৰকৃতিৰো পৰিৱৰ্তন ঘটিছে। পৰিৱৰ্তনৰ সোঁতত গা এৰি দিয়া আৰু ঐতিহ্যত ৰত হৈ থকা একাধিক গীতিকাৰে নিজা নিজা বৈশিষ্ট্যৰে গীত ৰচনা কৰি গীতৰ ভঁৰাল চহকী কৰিছে। বেজবৰুৱাৰ কালৰ পৰা আজিৰ দিনলৈকে তুলনা কৰিলে গীতৰ জগতত অপৰিসীম পৰিৱৰ্তন লক্ষ্য কৰা যায়। ❑

# নির্মলপ্ৰভা বৰদলৈৰ শিশু সাহিত্য

ড° দীপ্তি ফুকন পাটগিৰি

অসমীয়া সাহিত্যৰ এক প্ৰাচীন ঐতিহ্য আছে আৰু সমগ্ৰ ভাৰতীয় সাহিত্যৰ ই অন্যতম এক সমৃদ্ধ সাহিত্য। এই সাহিত্যৰ এক সুদীৰ্ঘ ইতিহাস আছে। পুৰণি সাহিত্যৰ পৰা আৰম্ভ কৰি আধুনিক সাহিত্যলৈকে অসমীয়া সাহিত্যৰ ইতিহাসত বিভিন্ন প্ৰতিভাশালী সাহিত্যিকে সাহিত্য ৰচনা কৰি অসমীয়া সাহিত্যক ঐশ্বৰ্যশালী কৰি তুলিছে। আধুনিক অসমীয়া সাহিত্যৰ প্ৰতিভাশালী প্ৰখ্যাত সাহিত্যিকসকলৰ ভিতৰত নিৰ্মলপ্ৰভা বৰদলৈৰ নাম বিশেষভাবে উল্লেখযোগ্য। গীত, কবিতা, উপন্যাস, সমালোচনামূলক গ্ৰন্থ, তথ্য আৰু তত্ত্বগধুৰ গ্ৰন্থ, সংস্কৃতি বিষয়ক গ্ৰন্থ, বিভিন্ন অনুবাদ সাহিত্য আৰু শিশু সাহিত্যৰ অলেখ অনুপম গ্ৰন্থ ৰচনা কৰি বৰদলৈয়ে অসমীয়া সাহিত্যক চহকী কৰি তুলিছে। তেখেতৰ আন সাহিত্যৰাজিৰ কথা আঁতৰাই থৈ কেৱল যদি শিশু সাহিত্যিক ৰূপেই পৰ্যালোচনা কৰা হয়, তেতিয়াও অসমীয়া সাহিত্যৰ অনবদ্য শিশু সাহিত্যিকৰূপে তেখেত স্বীকৃত হৈ থাকিব। সাহিত্যৰ বিভিন্ন দিশৰ ভিতৰত শিশুৰ উপযোগী সাহিত্যৰ এক সুকীয়া বৈশিষ্ট্য আছে। উল্লেখযোগ্য যে শিশুৰ মনস্তত্ত্ব উপলব্ধি কৰি সাহিত্য ৰচনা কৰাটো সহজসাধ্য কাম নহয়। বৰদলৈয়ে অসমীয়া শিশু সাহিত্যলৈ ভালে সংখ্যক বৰঙণি আগ বঢ়াইছে। অসমীয়া শিশু-সাহিত্যৰ ইতিহাস অনুধাৱন কৰিলে দেখা যায় যে পুৰণি অসমীয়া সাহিত্যৰ মাজত শিশু উপযোগী সাহিত্যৰ (কানখোৱা) ৰেঙণি অনুভূত হয়। কিন্তু পুৰণি সাহিত্যৰ পাছত মাজৰ কালছোৱাত চেগা-চোৰোকাকৈ অতি কম সংখ্যক শিশু-সাহিত্যহে ৰচিত হৈছে। আধুনিক অসমীয়া সাহিত্যত শিশুসকলৰ উপযোগী সাহিত্যৰ অনেক সম্ভাৰ দেখিবলৈ পোৱা যায়। নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা, ভবেন্দ্ৰনাথ শইকীয়া, কেশৱ মহন্ত, নিৰ্মলপ্ৰভা বৰদলৈ, গগন চন্দ্ৰ অধিকাৰী, কৰবী ডেকা হাজৰিকা আদিয়ে অলেখ শিশু সাহিত্য ৰচনা কৰি অসমীয়া শিশু-সাহিত্যক সমৃদ্ধ কৰিছে। এইসকলৰ ভিতৰত নিৰ্মলপ্ৰভা বৰদলৈৰ নাম বিশেষভাবে উল্লেখযোগ্য। সাৰ্থক গীতিকাৰ, সাৰ্থক কবিৰূপে খ্যাত নিৰ্মলপ্ৰভা বৰদলৈ অসমীয়া শিশু সাহিত্যত 'নীলা বাইদেউ' ৰূপে পৰিচিত।

সাৰ্থক শিশু-সাহিত্য ৰচনা সকলোৰে বাবে সম্ভৱ নহয়। কিন্তু নিৰ্মলপ্ৰভা বৰদলৈয়ে শিশুৰ মনৰ অটল তলিলৈ দৃষ্টি নিক্ষেপ কৰি তেওঁলোকৰ উপযোগী আৰু আকৰ্ষণীয় শিশু সাহিত্য ৰচনা কৰিবলৈ সক্ষম হৈছে। বৰদলৈয়ে অসমীয়া ভাষাত কুৰিখনৰো অধিক শিশু সাহিত্য ৰচনা কৰি অসমীয়া সাহিত্যৰ এটি দিশ পৰিপূৰ্ণ কৰি তুলিছে। শিশু আলোচনী, বাতৰিকাকত আৰু আকাশবাণীৰ যোগেদি বৰদলৈৰ অনেক শিশু সাহিত্য প্ৰচাৰ হৈছে। শিশুৰ মন আৰু কল্পনা জগতৰ উমান লৈহে তেখেতে শিশু সাহিত্য ৰচনা কৰিছে। শিশুৰ ভাষা, অসমৰ প্ৰকৃতি আৰু অসমৰ সমাজ জীৱনৰ এক আলফুলীয়া ছবি বৰদলৈৰ শিশু সাহিত্যত সুন্দৰভাবে পৰিস্ফুট হৈছে। তেখেতৰ শিশু সাহিত্যৰাজিক এনেদৰে ভাগ কৰি দেখুৱাব পাৰি -

(ক) গীত আৰু পদ্য
(খ) শিশু গীতিনাট্য



(গ) সাধুকথা
(ঘ) নাটিকা
(ঙ) অসমীয়া সংস্কৃতিৰ আভাস
(চ) অন্যান্য ৰচনা

বৰদলৈৰ শিশু সাহিত্যৰাজি গদ্য আৰু পদ্য উভয়তে ৰচিত। গীত আৰু পদ্যৰ অন্তৰ্গত ৰচনাৰাজিৰ ভিতৰত আছে অসমীয়া ওমলা গীত, নতুন ওমলা গীত, শালিকী ৰটৌ টৌ, সুৰীয়া মাত, সুৱদী মাত আৰু গছ। শিশু গীতি-নাট্যৰ ভিতৰত ৰজা আৰু বন্ধু অন্যতম। সাধুকথাৰ অন্তৰ্গত ৰচনাৰাজিৰ ভিতৰত চিল্ মিল্ চিলা বাগী চিল্ নীলা, কথা সৰিৎ সাগৰ, মন উৰণীয়া আৰু জিকিমিকিৰ কথা। নাটিকাৰ ভিতৰত আছে হায়, নাৰিকল পিঠা, গান শুনা ভূত, সেউজী সেউজী, ধুনীয়া হাত, নাক কাণ হাত আৰু ভৰি। অসমীয়া সংস্কৃতিৰ আভাস দিয়া 'এনেখন মৰমৰ দেশ' নামৰ শিশুৰ উপযোগী এক মনোৰম ৰচনাইও অসমীয়া শিশু সাহিত্যক সমৃদ্ধ কৰিছে। অন্যান্য ৰচনাৰাজিৰ ভিতৰত আছে মোৰ সৰু কালৰ দিনবোৰ, লগৰী, জগন্নাথ দৰ্শন আৰু শিশুৰ গীত।

শিশু সাহিত্য ৰচনাৰ বাবে ৰচকৰ থাকিব লাগিব শিশুৰ মনস্তত্ত্ব গভীৰভাবে অনুধাৱন কৰাৰ হাবিয়াস আৰু শিশুৰ মনোগ্ৰাহী কৰি ৰচনা কৰা ভাষা। বিষয়বস্তু, উপস্থাপন আৰু প্ৰকাশভংগী — এই তিনিওটা দিশতে শিশু সাহিত্যিকে বিশেষ মনোনিবেশ কৰিবলগীয়া হয়। বৰদলৈয়ে প্ৰায় একুৰিৰো অধিক শিশু সাহিত্য অসমৰ শিশুসকললৈ উপহাৰ দি গৈছে। ইয়াৰ বাবে তেখেতে ছন্দ আৰু গদ্য উভয়কে বাছি লৈছে। গীত আৰু পদ্যত ৰচনা কৰা শিশু সাহিত্যৰাজিৰ এক বিশেষ মূল্য আৰু আবেদন আছে। ইয়াৰ বেছিভাগ গীত আৰু পদ্যই শিশুসকলৰ উপযোগী কৰি লিখা ওমলা গীত। এই গীত আৰু পদ্যবোৰত শিশু মনস্তত্ত্বৰ সুন্দৰ নিদৰ্শন প্ৰতিভাত হৈছে। শিশুৱে প্ৰকৃতি আৰু সমাজ জীৱনৰ লগত জড়িত বিভিন্ন বস্তুক ভাল পায়। দৈনন্দিন জীৱনত দেখি অহা বিভিন্ন বস্তুৰ উল্লেখ কৰি কিছুমান গীত গাই গাই শিশুৱে ওমলে। যেনে - শামুক, হাঁহ, জেঠী, মেকুৰী, ছাগলী, কুকুৰা, পাৰ, বৰশী, আইচক্ৰীম, কাউৰী, জোনবাই, বেলি, মইনা চৰাই, বগলী, কেৰেলুৱা, ঘনচিৰিকা আদি অন্যতম। অসমৰ সমাজ জীৱনৰ লগত অসমৰ শিশুসকলৰ জীৱনৰ বিশেষ সম্পৰ্ক আছে। অসমৰ শিশুৱে সেয়ে এইদৰে গাই গাই ওমলে-

তিলপিঠা দীঘলীয়া
ঘিলা পিঠা গোল,
বিহু হ'লে খাম দেই
বজাই এটা ঢোল।

কুকুৰ, মেকুৰী, গাইগৰু, ছাগলী, পাৰ আদি জীৱ-জন্তু অসমৰ সমাজ জীৱনৰ অপৰিহাৰ্য অংগ। সেইবাবে শিশুৱে এনেদৰে গায় -

বে কৰে ছাগলীয়ে
মিউ মিউ মেঁকুৰে
কক্ কক্ কুকুৰাই
পেক্ পেক্ হাঁহে।।

ৰাতিপুৱা কাউৰীয়ে কা, কুকুৰৰ ভুক্ ভুক্, ৰাতিপুৱাৰ ৰঙা বেলি আদি বৰ্ণনাবোৰে ওমলা গীতবোৰৰ সৌন্দৰ্য বৃদ্ধি কৰিছে। শিশুৰ আলসুৱা কল্পনাপ্ৰৱণ মনে কেনেধৰণৰ কল্পনা কৰিব পাৰে তাৰ বৰ্ণনা এই ওমলা গীতবোৰত বৰদলৈয়ে সুন্দৰভাবে দাঙি ধৰিছে। খঁৰা শিয়ালৰ বিয়া হ'ল নীলা কাপোৰ পিন্ধি, বান্দৰে মিঠাই খালে গছৰ ডালত উঠি, কোমোৰা এটাৰ পাখি গজি ভোমোৰা এটা হ'ল, আলু-পটল সখী হ'ল লাউৰ লাগিল গপ, ক'লা কাপোৰ পিন্ধি মেঘ হ'ল ল'ৰা ধৰা আদি। শিশুমনৰ কোমল কল্পনাবোৰ দাঙি ধৰোঁতে বৰদলৈয়ে শিশু মনস্তত্ত্ব সুন্দৰভাবে আয়ত্ত কৰিছে। শিশু মনস্তত্ত্বৰ আধাৰস্বৰূপ এই ওমলা গীতবোৰ গাই গাই, নাচি নাচি, দুলি দুলি ওমলে। অনুপ্ৰাস, অন্ত্যানুপ্ৰাসৰ ছন্দসজ্জাৰে ৰচনা কৰা গীতবোৰত শিশুৰ মনৰ উল্লাস পৰিস্ফুট হয়। শিশুৰ কল্পনাত পৃথিৱী ঘৰ, আকাশ ছাল, গছৰ আগৰ ৰঙা ৰ'দৰ জুমাজুমি, নিয়ৰে ৰঙা-নীলা ছাতি লোৱা, জিক্‌মিক্ ৰ'দত কাছ শুই পৰা আদি বৰ্ণনাবোৰ সঁচাই অতি মনোমোহা আৰু আকৰ্ষণীয়। শব্দ প্ৰয়োগৰ ক্ষেত্ৰত বৰদলৈ অতি সচেতন আৰু সিদ্ধহস্ত। তিৰ্ বিৰ্, জিক্ মিক্, উগুল থুগুল, বুল বুল, সুৰ সুৰ, ৰমক্ জমক্, উলহ মালহ, কুলু কুলু, চুলু চুলু আদি ধন্যাত্মক শব্দবোৰে ওমলা গীতৰ ভাষাক মনোৰম কৰি তুলিছে। এই ওমলা গীতবোৰ ৰচনা কৰোঁতে গীতিকাৰে অসমৰ লোকগীতৰ থলুৱা ৰূপবোৰ সযতনে উপস্থাপন কৰিছে। এটি উদাহৰণ দিয়া হ'ল —

উগুল থুগুল বনৰ বকুল
তুল বুলবুল নাও,
দোদোল দোল মইনা দোলে
উখল-মাখল গাঁও।

শালিকী ৰটৌ টৌ নামৰ গীতৰ সংকলনত আছে শিয়ালী নাহিবি ৰাতি, পেহীৰ পিঠা, জোঁৱাইৰ বিহু, শালিকী ৰটৌ টৌ, ৰ'দালী এ ৰ'দ দে আদি গীতবোৰ য'ত একোটি কাহিনী বা সাধু বৰ্ণিত হৈছে। অসমৰ জনজীৱনৰ পৰিচিত আৰু প্ৰচলিত শালিকী ৰটৌ টৌ গীতটো গীতিকাৰৰ কল্পনা অনন্য সুন্দৰ হৈ উঠিছে।

শালিকী ৰটৌ টৌ ভাত শাক হ'ল সউ
বেলি বোলে কৰি বাজি ডেৰ পৰ গ'ল
ৰাতিপুৱা চাহ খাই ফুৰি আহোঁ বুলি ভাই
শালিকীৰ মাকজনী কেনিবাদি গ'ল।

বৰদলৈৰ শিশু সাহিত্যৰ অন্যতম সুন্দৰ নিদৰ্শন হ'ল গীতি নাট্যসমূহ। ৰজা আৰু বন্ধু নামৰ দুখন গীতিনাট্যত গীত গাই গাই, নাচি নাচি অৰণ্যৰ বিভিন্ন পশু-পক্ষীৰ মুখা আৰু সাজ পিন্ধি শিশুসকলে মনৰ



উলাহেৰে যেন এক বেলেগ জগততহে বসবাস কৰিছে। কাজল মেঘ, সেউজীয়া কৃষ্ণচূড়া, সোণাৰুৰ গছ, সখিয়তী চৰাইৰ মাত, কেতেকীৰ মাত, বন কুকুৰাৰ গীত আদি বিভিন্ন শব্দেৰে শিশুসকলে গাই শিশু জীৱনৰ গীত, জাতীয় জীৱনৰ গীত আৰু সেউজীয়া ধৰণীৰ অমিয়া মধুৰ গীত, য'ত অসমীয়া ভাষাৰ অনুপম প্ৰকাশ ঘটিছে —

অ' মোৰ মৰমৰ বন
অ' মোৰ বুকুৰে ধন
এনেখন ধুনীয়া, এনে সেউজীয়া
এনেখন অৰণ্য ঘন।
অ' মোৰ গছৰে ফল
তোকে খাই গাতে পাওঁ বল
আমি মিলিজুলি থাকিম সকলোটি
আহিলেও বাৰিষা ঢল।।

বৰদলৈৰ শিশু সাহিত্যৰ অন্যতম সম্পদ হ'ল সাধুকথাসমূহ। গদ্যত ৰচনা কৰা হ'লেও এই সাধুকথাবোৰত এক কাব্যিক অভিব্যঞ্জনা নিহিত হৈ আছে। সাধুকথা বৰ্ণনাৰ জৰিয়তে কিছুমান চৰিত্ৰ আৰু কাহিনীৰ সমাবেশ ঘটাই বৰদলৈয়ে শিশু মনস্তত্ত্বৰ আন এক আভাস দাঙি ধৰিছে। চিল্ চিল্ চিলা বাগী চিল্ মিলা নামৰ সাধুকথাত দীপ, ৰাজ, সোণ, ফুনু, মুনু, ৰাণী আদি শিশু চৰিত্ৰবোৰে এনেদৰে খেল-ধেমালি কৰিছে য'ত সাধুকথাৰ স্ৰষ্টা যেন অন্যতম দৰ্শক। আমাৰ সমাজ জীৱনত শিশুসকলৰ খেলাধূলাৰ সুন্দৰ নিদৰ্শন ইয়াৰ মাজেৰে প্ৰকাশ পাইছে। তদুপৰি ভাষাৰ প্ৰয়োগত বৰদলৈয়ে নতুনত্বৰ প্ৰকাশ ঘটাইছে। শিশুৱে সাধাৰণতে যেনে পৰিবেশ ভাল পায় ঠিক তেনেধৰণৰ বৰ্ণনা কিছুমানে যিকোনো পাঠকক একোজন শিশুলৈ ৰূপান্তৰ কৰিব পাৰে। দৌৰ, গীত গাই নচা, কটাকটি, ৰজাৰ দৌল, খৰকৈ ভবা, কপৌ কুউ কুউ আদি খেলৰ বৰ্ণনা সঁচাকৈয়ে অতি মনোমোহা। শিশুমনৰ অটল তলিলৈ প্ৰৱেশ কৰিব নোৱাৰিলে এনেধৰণৰ ৰচনা সম্ভৱপৰ নহয়। কথাসৰিৎসাগৰৰ সাধুকথাবোৰ প্ৰাচীন সাহিত্যৰ পাতৰ পৰা বুটলি আনি অসমীয়া সমাজৰ শিশুৰ মনোগ্ৰাহী কৰি ৰচনা কৰা হৈছে।

বৰদলৈৰ নাটিকাবোৰ শিশু সাহিত্যৰ অন্য এক নিদৰ্শন। এই নাটিকাবোৰত নাৰিকলৰ পিঠা, গান শুনা ভূত, নাক, কাণ, হাত, ভৰি আদি নামকৰণেৰে সজোৱা কেতবোৰ চৰিত্ৰৰ জৰিয়তে শিশু মনস্তত্ত্বৰ সুন্দৰ প্ৰকাশ ঘটিছে।

অসমীয়া সংস্কৃতিৰ আভাস ৰূপে 'এনেখন মৰমৰ দেশ' নামৰ এক ৰচনা শিশু উপযোগী কৰি বৰদলৈয়ে ৰচনা কৰিছে। কোমল বয়সীয়া শিশুসকলে অসমৰ লোকজীৱনৰ লগত পৰিচিত হৈ নিজৰ দেশৰ প্ৰতি অনুৰাগেৰে ৰঞ্জিত হোৱাৰ মানসেৰে বৰদলৈয়ে তেনে এক মনোগ্ৰাহী ৰচনা অসমৰ শিশুলৈ উপহাৰ দিছে। ইয়াৰ বৰ্ণনা ৰীতি ইমান সুন্দৰ যে কেৱল শিশুৱেই নহয়, সকলোৱেই ইয়াৰ বৰ্ণনাত মুগ্ধ নহৈ নোৱাৰে।

ইমান ধুনীয়া, ইমান সেউজীয়া! গছবোৰ কি ভাল লাগে! ওখ-চাপৰ, হেলনীয়া, পোন কত যে গঢ়ৰ গছবোৰ! পাতবোৰো কত যে ঠগৰ! তাতে ৰিব্ ৰিব্ বতাহ! গছে যেন হাতহে মেলি দিছে, আঙুলিহে মেলি দিছে, হালি জালি যেন নাচিহে আছে। ৰাতিপুৱাই শুনো চৰাইবোৰৰ বিবিধ মাত - কপৌ কু কু, বউ কথা ক', কুউ কুউ, অ' কেতেকী কেতেকী, সখী কৃষ্ণ, সখী কৃষ্ণ। কি মউসনা মাত। চৰাইৰ মাত শুনি শুনি যেন কাষলৈ গৈহে থাকিম। সৌ দূৰত নৈখন। বৈ ক'লৈ গৈছেগৈ? ময়ো যেন তেনেকৈয়ে দূৰলৈ গৈ গৈ গৈ থাকিম! ৰঙা মাটি, সেউজীয়া বননি। তাৰ বুকুত নীলা নৈখন, তাৰ ফটফটীয়া পানীবোৰ! দুয়োপাৰে বালি, শিল ঝাওবন। নৈৰ পাৰলৈ গলেই মন জুৰ পৰি যায়। ফিৰ্‌ফিৰিয়া বতাহ গাত লাগে, গা শাঁত পৰে। এনেকুৱা লাগে আইয়েহে যেন গাত চেনেহৰ হাত বুলাই দিছে!

অন্যান্য ৰচনাৰ ভিতৰত মোৰ সৰুকালিৰ দিনবোৰৰ লগৰী, জগন্নাথ দৰ্শন আৰু শিশুৰ গীত অন্যতম। সৰুকালিৰ দিনবোৰৰ কথা বৰ্ণনা কৰোঁতে বৰদলৈয়ে নিজৰ ল'ৰালিৰ কথা এনেদৰে বৰ্ণনা কৰিছে য'ত সেই সময়ৰ সমাজ জীৱনৰ এক ছবি ফুটি উঠিছে আৰু লগতে ল'ৰালিৰ সৌন্দৰ্য আৰু স্নিগ্ধতা প্ৰতিভাত হৈছে। শৈশৱৰ সুন্দৰ সোঁৱৰণী সকলোৰে মনত জাগ্ৰত হৈ থাকে। বৰদলৈৰ শৈশৱ এক ব্যতিক্ৰমধৰ্মী আছিল আৰু জীৱনৰ ইতিবাচক দিশটোৰ লগত দেশপ্ৰেমৰ চেতনা কেনেদৰে জাগ্ৰত হৈছিল সেইয়া মনোৰমভাৱে বৰ্ণিত হৈছে।

ড° নিৰ্মলপ্ৰভা বৰদলৈৰ শিশু সাহিত্যৰাজি আলোচনা কৰিলে শিশু মনস্তত্ত্বৰ সুন্দৰ ছবি ফুটি উঠাৰ লগতে শিশুৰ চিৰন্তন জগতখনৰ অনুপম দৃশ্যই পাঠকক অভিভূত কৰে। উল্লেখযোগ্য যে শিশু সাহিত্য ৰচনাৰ জৰিয়তে ড° বৰদলৈয়ে ৰাষ্ট্ৰীয় বঁটা লাভ কৰিবলৈ সক্ষম হৈছিল। অসমীয়া শিশু সাহিত্যক গীত-মাত-নাটেৰে টনকিয়াল কৰিবলৈ প্ৰয়াস কৰা বুলি প্ৰখ্যাত শিশু সাহিত্যিক গগন চন্দ্ৰ অধিকাৰীয়েও মন্তব্য কৰিছে। বৰদলৈৰ শিশু সাহিত্যত নীতিশিক্ষামূলক কথাও পোৱা যায়। চিত্ৰধৰ্মিতাই বৰদলৈৰ সকলো শিশু সাহিত্যকে বিশেষ আকৰ্ষণীয় কৰি তুলিছে। ধ্বনি মাধুৰ্য আৰু চিত্ৰকল্পৰ প্ৰচুৰ প্ৰয়োগে শিশু পাঠকক বৰদলৈৰ ৰচনাৰ প্ৰতি অধিক আগ্ৰহী কৰি তুলিছে। জিকি আৰু মিকিৰ কথা নামৰ সাধু কথাটোও বৰদলৈৰ অনুপম ৰচনা য'ত বাস্তৱ জীৱনৰ অভিজ্ঞতাৰ উমান পোৱা যায়। বৰদলৈৰ শিশু সাহিত্যৰ ভাষাত শিশু উপযোগী ভাষাৰ প্ৰয়োগৰ উপৰিও উজনি অসমৰ থলুৱা ভাষাৰ প্ৰাচুৰ্য বিশেষভাৱে মন কৰিব লগীয়া কথা। ড° বৰদলৈৰ শিশু সাহিত্য সম্ভাৰৰ গৱেষণাৰ যথেষ্ট স্থল আছে। অসমীয়া শিশু সাহিত্যৰ ইতিহাসত ড° নিৰ্মলপ্ৰভা বৰদলৈৰ অৱদান শীৰ্ষত বুলি বিনাদ্বিধাই ক'ব পাৰি। ❑





# চাহ জনগোষ্ঠীৰ সাহিত্য-সংস্কৃতিৰ বিকাশত সাহিত্য সভাৰ ভূমিকা

**উপেন্দ্ৰ বৰকটকী**

অসমৰ জাতীয় আৰু সমাজ জীৱনক বিভিন্ন প্ৰকাৰে সমৃদ্ধ কৰা চাহ জনগোষ্ঠীৰ সাহিত্য-সংস্কৃতিৰ বিকাশত অসম সাহিত্য সভাই উল্লেখনীয় ভূমিকা লৈ আহিছে। ১৮৩৬ অত চাৰ্লচ আলেকজেণ্ডাৰ ব্ৰুচে অসমৰ বিভিন্ন ঠাইত চাহ খেতি কৰাৰ পথ মুকলি কৰা আৰু ১৮৩৭ অত উজনি অসমৰ চাবুৱাত পোনপ্ৰথম চাহ বাগিচা আৰম্ভ কৰাৰ পাছৰে পৰা চাহ খেতি উৎপাদন হোৱা অসমৰ বিভিন্ন ঠাইলৈ মধ্যপ্ৰদেশ, উৰিষ্যা, অন্ধ্ৰপ্ৰদেশ, কৰ্ণাটক, তামিলনাডু আদি ভাৰতৰ বিভিন্ন ৰাজ্যৰ পৰা মধ্যভোগীৰ জৰিয়তে কম মূল্যত কাম কৰা হেজাৰ হেজাৰ শ্ৰমিক অনা হৈছিল। ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অহা এই শ্ৰমিকসকল ক্ৰমান্বয়ে অসমৰ খিলঞ্জীয়াসকলৰ সুখ-দুখৰ সমভাগী হৈ পৰিল। উল্লেখযোগ্য যে চাৰ্লচ আলেকজেণ্ডাৰ অসমৰ চাহ গছৰ উদ্ভাৱক ৰবাৰ্ট ব্ৰুচৰ ভায়েক। ৰবাৰ্ট ব্ৰুচ ইষ্ট ইণ্ডিয়া কোম্পানীৰ এজেণ্ট হিচাপে আহোম ৰাজত্বৰ শেষ কালছোৱাত অসমলৈ আহিছিল। অসমত মানৰ আক্ৰমণ হোৱাত তেওঁ আহোম ৰজা পুৰন্দৰ সিংহক সহায় কৰিছিল। সেই সময়তে দূৰদৰ্শী ব্ৰুচে চিংফৌ জনজাতিৰ মুৰব্বী বিচাগামৰ পৰা চাহ গছৰ পুলি আৰু গুটি ল'বলৈ চুক্তি কৰিছিল যদিও পুলি আৰু গুটি সংগ্ৰহ কৰাৰ আগেয়ে মৃত্যুমুখত পৰিল। কিন্তু ভায়েকক তেওঁ এই কথা কৈ গৈছিল। যি নহওক, সাম্ৰাজ্যবাদী ব্ৰিটিছৰ আজ্ঞাবাহী হৈ তেওঁলোকে কাম কৰিলেও এই কথা স্বীকাৰ কৰিব লাগিব যে 'অসমত চাহ উদ্যোগৰ পিতৃ' হিচাপে তেওঁলোক দুয়ো ভাতৃ সৰ্বকালৰ বাবে স্মৰণীয় হৈ থাকিব।

অসমত চাহ উদ্যোগ সফল কৰাত মূল ভূমিকা লোৱা চাহ জনগোষ্ঠীৰ লোকসকলে অৰ্থনীতিৰ বুনিয়াদ সবল কৰাৰ লগতে পৰৱতী কালত অসমৰ সমাজ-সংস্কৃতি তথা ৰাজনীতিত সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিলে। বিশেষকৈ ৰাজনীতিৰ ক্ষেত্ৰত এই গোষ্ঠীটোৱে ভাৰতে স্বাধীনতা লাভ কৰাৰ পাছৰে পৰা অসমত নিৰ্ণায়ক ভূমিকা লোৱা দেখা যায়। লগতে এই কথাও স্বীকাৰ কৰিব লাগিব যে কৰ্মভূমিক জন্মভূমি হিচাপে লোৱা চাহ জনগোষ্ঠীৰ লোকসকলে অসমীয়া ভাষাত শিক্ষা আহৰণ কৰি অসমীয়া ভাষা সাহিত্যৰ বিস্তাৰতো প্ৰভূত পৰিমাণে সহায় কৰিলে। অকল সেয়ে নহয়, অসমৰ কেইবাটাও সংকটৰ সময়ত তেওঁলোকে পৃথকতাবাদী মনোভাব নলৈ অসম আৰু অসমীয়াৰ পক্ষে থিয় দি সাহস যোগালে।

চাহ জনগোষ্ঠীৰ লোকসকলৰ অসমলৈ আগমন হোৱা ডেৰশ বছৰৰো অধিক হ'ল যদিও শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত ১৯৬০ চনলৈকে তেওঁলোক বহু পৰিমাণে পিছ পৰি আছিল। সমীক্ষা এটাৰ মতে ১৯৬২ চনলৈকে চাহ জনগোষ্ঠীৰ লোকসকলৰ মাজত স্নাতকোত্তৰ মহলা অতিক্ৰম কৰা লোক মাত্ৰ পাঁচজনহে আছিল। ইয়াৰে যোৰহাটৰ পি এম চাৰোৱান আৰু ডিব্ৰুগড়ৰ হৰেন ভূমিজে বিভিন্ন ক্ষেত্ৰত সুখ্যাতি অৰ্জন কৰিছে। সেই সময়লৈকে চাহ বাগিচাত প্ৰাথমিক বিদ্যালয়ৰ সংখ্যাও যথেষ্ট নাছিল। এতিয়া চাহ জনগোষ্ঠীৰ



বসতিপ্ৰধান অঞ্চলত বিদ্যালয়ৰ সংখ্যা বাঢ়িছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া মাধ্যমৰ বিদ্যালয়ত প্ৰাথমিক শিক্ষা লোৱা চাহ জনগোষ্ঠীৰ লোকসকলৰ অধ্যয়নৰ প্ৰতিও আগ্ৰহ বাঢ়িল।

অসমীয়া মাধ্যমত শিক্ষা আহৰণ কৰা এই সকলৰ মাজৰে ভালেকেইগৰাকী প্ৰতিভাসম্পন্ন লোকে পাছত সাহিত্য কৰ্মতো মনোনিৱেশ কৰিলে। এতিয়া সকলোৰে নাম লোৱা সম্ভৱ নহ'লেও চাহ জনগোষ্ঠীৰ প্ৰথম সাহিত্যিক পেঞ্চনাৰ (১৯৮৯) মেঘৰাজ কৰ্মকাৰ, দেউৰাম তাছা, নাৰায়ণ ঘাটোৱাৰ, গণেশ চন্দ্ৰ কুৰ্মী, সমীৰ তাঁতী, সনন্ত তাঁতী, প্ৰহ্লাদ চন্দ্ৰ তাছা, সুশীল কুৰ্মী, সঞ্জয় কুমাৰ তাঁতী, শচীন মাহাতো, বিপিন মাহাতো, চানু খেৰীয়া, পৃথ্বী মাঝি, ৰতন দাস পানিকা, ডিম্বেশ্বৰ তাছা, মাখনলাল বাঢ়ৈ প্ৰমুখ্যে কবি-সাহিত্যিকৰ নাম মনলৈ আহিছে। এতিয়া চাহ জনগোষ্ঠীৰ পৰা ওলোৱা কবি-সাহিত্যিকৰ সংখ্যা আঙুলিৰ মূৰত হিচাপ কৰিব পৰা অৱস্থাত নাই। জন্মসূত্ৰে চাহ জনগোষ্ঠীৰ হ'লেও এইসকল অসমীয়া ভাষা-সাহিত্যৰহে সু-পৰিচিত কবি-সাহিত্যিক। তেওঁলোকৰ সৃষ্টি প্ৰতিভাই অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰাৰ লগতে চাহ জনগোষ্ঠীৰ উত্তৰণতো সহায় কৰিছে। চাহ জনগোষ্ঠীৰ মনৰ কথা, সুখ-দুখৰ ছবি এই সকলৰ সাহিত্য কৰ্মত প্ৰতিফলিত হৈছে। এই সকলৰ ভিতৰৰে 'প্ৰতিবাদী কণ্ঠৰ কবি' সমীৰ তাঁতী আৰু সনন্ত তাঁতীৰ অসমীয়া কাব্য সাহিত্যত দুখন সুকীয়া স্থান আছে। সনন্ত তাঁতীৰ 'মই মানুহৰ অমল উৎসৰ' আৰু সমীৰ তাঁতীৰ 'মাংতিয়া চৰ্দাৰ' কবিতা সৰ্বজন সমাদৃত হৈছে।

সেয়ে হ'লেও ক'ব লাগিব অকল সৃষ্টিশীল ৰচনাৰ দ্বাৰা যিকোনো ভাষা-সাহিত্যৰ উন্নতি নিৰ্ভৰ নকৰে। প্ৰত্যেক জাতি, জনগোষ্ঠীৰ স্বকীয় বৈশিষ্ট্য, ভাষা, লোক-সাহিত্য, লোক-সংস্কৃতি আদিত প্ৰতিফলিত হয়। ৰবীন্দ্ৰনাথে কোৱা কথা এযাৰ এই প্ৰসংগতে উনুকিয়াব পাৰি। তেওঁ কৈছিল — 'শিপাই যেনেকৈ মাটিৰ তলত থাকি গছক পত্ৰে-পুষ্পে সুশোভিত কৰি ৰাখে, সেইদৰে সকলো দেশৰে সাহিত্যৰ মূলভাগ লোকজীৱনৰ মাটিৰ তলত ঢাক খাই সজীৱ হৈ থাকে'। লোক জীৱনৰ বৈচিত্ৰ্যময় কাহিনীৰেই সমৃদ্ধ লোক সাহিত্য আৰু লোক-সংস্কৃতি। আৰু এই ক্ষেত্ৰত চাহ জনগোষ্ঠী বহুখিনি আগ বঢ়া। চাহ বাগিচাৰ ঝুমইৰ গীত, টুচু গীত, কৰম পৰবৰ গীত, চাহ জনগোষ্ঠীৰ কিংবদন্তি, সাধুকথা, কাহিনী গীত আদিত তেওঁলোকৰ নিজস্ব বৈশিষ্ট্য প্ৰকাশ পাইছে। এইবিলাক অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰো উল্লেখযোগ্য সম্পদ। সেইবিলাক পোহৰলৈ অনাত সাহিত্যিকসকলে যিদৰে ভূমিকা ল'ব পাৰে — সাহিত্য -সংস্কৃতিমূলক অনুষ্ঠানেও উদ্যম ল'ব পাৰে। অসমীয়া ভাষা-সাহিত্যৰ চিন্তা-চৰ্চা কৰা কোনো কোনোৱে আৰু অসম সাহিত্য সভাকে ধৰি কেতবোৰ সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানে এইক্ষেত্ৰত মনোনিৱেশ নকৰা নহয়। ব্যক্তিগত প্ৰচেষ্টাত চাহ বিষয়ক বিভিন্নধৰ্মী আৰু গৱেষণাধৰ্মী গ্ৰন্থও আমাৰ ভাষাত প্ৰকাশ পাইছে। তেনে কেইখনমান গ্ৰন্থৰ ভিতৰত অজিত কুমাৰ শৰ্মা (প্ৰাক্তন সাংসদ)ৰ 'চাহ উদ্যোগত বিদেশী মূলধন' (১৯৬৬), নবেন্দ্ৰনাথ বৰাৰ 'চাহ শিল্পৰ আদি কথা', বিশ্বজিৎ বৰুৱাৰ 'অসমৰ চাহ তেজে লিখা ইতিহাস', অসমৰ চাহ উদ্যোগৰ ঐতিহাসিক, ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক দিশসমূহক লৈ জয়ন্ত মাধৱ দত্তই সম্পাদনা কৰা 'সেউজ শিল্পৰ সন্ধান'ত (২০০৬), আৰু কুসুম বৰাই সম্পাদনা কৰা 'প্ৰসংগ চাহ' (২০০৮), আদি গ্ৰন্থৰ কথা ক'ব পাৰি। আমাৰ সৃষ্টিধৰ্মী সাহিত্যতো চাহ জনগোষ্ঠীৰ বৈচিত্ৰ্যময় জীৱন কাহিনী বীণা বৰুৱাৰ 'সেউজী পাতৰ কাহিনী', উমাকান্ত শৰ্মাৰ 'এজাক মানুহ এজাক অৰণ্য', যোগেশ দাসৰ 'চিৰীয গছৰ ছাঁ' উপন্যাসত সাৰ্থকভাৱে প্ৰকাশ পাইছে। ডেকাচাম সাহিত্যিকৰ ভিতৰত জয়ন্ত মাধৱ বৰা, ৰঞ্জু হাজৰিকা, দুলাল চন্দ্ৰ দাস আদিয়ে চাহ বাগিচাক লৈ মনোগ্ৰাহী কাহিনী ৰচনা কৰিছে। জয়ন্ত মাধৱ বৰাই ৰচনা কৰা 'মৃগয়া' উপন্যাসত চাহ বাগিচাৰ জনজীৱনৰ এখন জীৱন চিত্ৰ প্ৰকাশ পাইছে।

অসমৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্যৰ লগতে অসমৰ বিভিন্ন খিলঞ্জীয়া জনগোষ্ঠীৰ সাহিত্য-সংস্কৃতিৰ শ্ৰীবৃদ্ধি সাধনত উল্লেখযোগ্য বৰঙণি যোগাই আহিছে। সভাৰ নিয়মাৱলীত সভাৰ উদ্দেশ্যৰ বিষয়ে স্পষ্টভাৱে এইদৰে উল্লেখ কৰা আছে — 'অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীণ উন্নতি কৰাই এই সভাৰ ঘাই উদ্দেশ্য, লগতে অসমৰ থলুৱা ভাষা-সংস্কৃতিৰ উন্নয়নৰ বাবে কাম কৰাও সজোৰে অন্যতম উদ্দেশ্য হ'ব।

অসমলৈ আগমন হোৱা আৰু পাছত অসমৰ জাতীয় আৰু সমাজ জীৱনৰ অবিচ্ছেদ্য অংগ হৈ পৰা চাহ জনগোষ্ঠীৰ ভাষা, সাহিত্য, সংস্কৃতিৰ সংৰক্ষণ আৰু সংবৰ্ধনৰ কথা অসম সাহিত্য সভাই চিন্তা কৰি বিভিন্ন ব্যৱস্থা হাতত লয়। অৱশ্যে ১৯১৭ চনত প্ৰতিষ্ঠা হোৱা অসম সাহিত্য সভাৰ চালুকীয়া অৱস্থাত সভাই চাহ জনগোষ্ঠীৰ সাহিত্য-সংস্কৃতি বিকাশত উল্লেখনীয় কাম কৰিব পৰা নাছিল। স্বৰাজোত্তৰ কালত সভাই চাহ জনগোষ্ঠীৰ সেই দিশটোত বিশেষভাৱে মনোযোগ দিয়ে। সভাই ইতিমধ্যে প্ৰকাশ কৰা চাহ বাগিচা সম্পৰ্কীয় গ্ৰন্থসমূহৰ ভিতৰত আছে — অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নকুল চন্দ্ৰ ভূঞাৰ 'চাহ বাগিচাৰ বনুৱা', ড° নগেন শইকীয়াৰ 'সেউজী পাতৰ মাজে মাজে', গোলাপ চন্দ্ৰ খাউণ্ডৰ 'চাহ বাগিচাৰ অসমীয়া', ৰত্নধৰ গোহাঞিৰ 'কৰম পূজা আৰু ঝুমুৰ গীত' (সম্পাঃ), নাৰায়ণ ঘাটোৱাৰৰ 'বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি', ড° দীন বৰুৱাৰ 'চাহৰ কথা', দেউৰাম তাছাৰ 'চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু', 'চাহ বাগিচাৰ পূজা পৰব', 'চাহ বাগিচাৰ অসমীয়া সমাজ আৰু খণ্ডবাক্য সম্ভাৰ', সুশীল কুৰ্মীৰ 'চাহ বাগিচাৰ কথা', প্ৰহ্লাদ চন্দ্ৰ তাছাৰ 'চাহ শ্ৰমিক আৰু সংস্কৃতিৰ ৰূপৰেখা' আৰু 'ঝুমুইৰ নৃত্য-





গীত আৰু চাহ শ্ৰমিকৰ স্বাস্থ্য চিন্তা', সুনীল কুৰ্মীৰ 'চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি', ড° অঞ্জন বৰুৱাৰ 'চাহ শিল্প আৰু অসম', গণেশ চন্দ্ৰ কুৰ্মীৰ 'চাহ জনজাতিৰ কিংবদন্তি আৰু দেউৰাম তাছা ৰচনাৱলী (সম্পাঃ) আৰু ৰাজেন গগৈৰ 'চাহ জনগোষ্ঠীৰ চিন্তা চেতনা' (সম্পাঃ) উল্লেখযোগ্য।

অসম সাহিত্য সভাই চাহ জনগোষ্ঠীৰ লগত সম্পৰ্ক থকা গ্ৰন্থ প্ৰকাশ কৰাৰ বাহিৰেও চাহ বাগিচাসমূহত সাহিত্য সৃষ্টিৰ পৰিৱেশ গঢ়ি তুলিবলৈ পাৰ্যমানে চেষ্টা কৰি আহিছে। বিভিন্ন বাগিচাৰ ওচৰে-পাজৰে থকা শাখা সভাসমূহে কম-বেছি পৰিমাণে চাহ জনগোষ্ঠীৰ লোকক সভাৰ সাধাৰণ সভ্য, আজীৱন সভ্য আদি কৰিছে। এই ক্ষেত্ৰত বোকাখাত সাহিত্য সভাৰ জৰিয়তে সু-প্ৰতিষ্ঠিত গল্পকাৰ প্ৰয়াত গোলাপ চন্দ্ৰ খাউণ্ডে আৰু ডিব্ৰুগড় নামদাং বাগিচাৰ যতীন্দ্ৰনাথ শৰ্মাই চাহ বাগিচাত সভাৰ শাখা প্ৰতিষ্ঠা কৰাত বিশেষ ভূমিকা লৈছিল। শৰ্মাই অবিভক্ত ডিব্ৰুগড় জিলাত চাকৰিত থকা কালছোৱাত ১০ খন শাখা সভা প্ৰতিষ্ঠা কৰিছিল।

আনহাতে, চাহ বাগিচাৰ ওচৰে-পাজৰে অনুষ্ঠিত হোৱা অসম সাহিতা সভাৰ কেইখনমান অধিৱেশনেও কম-বেছি পৰিমাণে চাহ জনগোষ্ঠীৰ লোকক সভাৰ প্ৰতি আকৰ্ষিত কৰাত সহায় কৰিছে। মাকুম, ডুমডুমা, বিশ্বনাথ চাৰিআলি, বোকাখাতত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিৱেশন কেইখনে প্ৰত্যক্ষভাৱেই হওক অথবা পৰোক্ষভাৱেই হওক, চাহ জনগোষ্ঠীৰ লোকসকলৰ মনত প্ৰভাৱ পেলাইছে। উল্লেখযোগ্য যে সেই ঠাইকেইখনৰ গৰিষ্ঠাসংখ্যক লোক হ'ল চাহ জনগোষ্ঠীৰ। দেৰগাঁৱৰ আশেপাশে ভালেসংখ্যক চাহ বাগিচা আছে। অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশনে (২০১১খ্ৰীঃ) ঐক্য-সংহতি দৃঢ় কৰাৰ লগতে সভাৰ প্ৰতি চাহ জনগোষ্ঠীৰ লোকক অধিক আকৰ্ষিত কৰাত সহায় কৰিব। মাকুমত অনুষ্ঠিত হোৱা সভাৰ অষ্টাত্ৰিংশ অধিৱেশন (১৯৭১)ৰ সভাপতি পণ্ডিত তীৰ্থনাথ শৰ্মাই 'বাগিচাৰ বনুৱাসকল এতিয়া অসমৰ নিগাজী সুজন সম্পদ' বুলি অভিহিত কৰি তেওঁলোকৰ সমস্যাবোৰৰ সমাধানকল্পে উপায় চিন্তিবৰ সময় হৈছে আৰু সেই চিন্তা অনুসৰি কামৰ পাতনি মেলাৰ মাহেন্দ্ৰক্ষণ উপস্থিত হৈছে — এইদৰে সকলোৰে প্ৰতি আহ্বান জনাইছে। তেওঁৰ বাহিৰেও আৰু কেইবাগৰাকী প্ৰাক্তন সভাপতিয়ে তেওঁলোকৰ অভিভাষণত বাগিচাৰ লগত সভাৰ সু-সম্পৰ্ক দৃঢ় কৰাৰ কথা উল্লেখ কৰিছে। চাহ জনগোষ্ঠীৰ সৰ্বাংগীণ বিকাশত সভাই আৰ্থিকভাৱে সহায় কৰিব নোৱাৰিলেও সাহিত্য-সংস্কৃতিৰ উন্নতিকল্পে পাৰ্যমানে সহায়-সহযোগিতা আগ বঢ়াই আহিছে। সেয়ে হ'লেও চাহ বাগিচাসমূহত সভাৰ শাখা বা উপশাখা গঠন কৰিলে, বাগিচাসমূহৰ লগত সংযোগ স্থাপন কৰি থাকিলে, চাহ জনগোষ্ঠীৰ পৰা ওলোৱা কবি-সাহিত্যিকসকলক যথাযোগ্য মৰ্যাদা দিলে, নতুন প্ৰজন্মক বিভিন্ন প্ৰকাৰে সাহিত্য-সংস্কৃতিৰ প্ৰতি উৎসাহ-উদ্‌গনি যোগালে সভাৰ ভাবমূৰ্তি জনমানসত আৰু অধিক উজ্জ্বল হ'ব। চাহ জনগোষ্ঠীৰ লোকসকলেও সভাৰ লগত সম্পৰ্ক স্থাপনত সহযোগিতা আগ বঢ়ালে সভাৰ ভেঁটি অধিক সবল হোৱাৰ লগতে তেওঁলোকৰো সাহিত্য-সংস্কৃতি বিকাশত বহুখিনি সহায় হ'ব বুলি ভাবিব পাৰি। কিয়নো সু-সম্পৰ্কই সৎ কাম কৰিবলৈ সকলোকে উদ্‌গনি যোগায়। যিকোনো জনগোষ্ঠীৰে অৰ্থনৈতিক উন্নতিৰ লগতে সাহিত্য-সংস্কৃতিৰ বিকাশে জাতীয় আৰু সমাজ জীৱনতো সুদূৰ প্ৰসাৰী প্ৰভাৱ পেলায়। ❑

---

প্ৰসংগ পুথি —

১) অসম সাহিত্য সভাৰ ভাষণাৱলী (১৯৭৩) সম্পাদক - যতীন্দ্ৰনাথ গোস্বামী।

২) সাহিত্য সভাৰ পত্ৰিকা (২০০১), ডিব্ৰুগড় সাহিত্য সভা, সম্পাদনা - ড° কৰবী ডেকা হাজৰিকা।

৩) বিশ্বকোষ, সপ্তম খণ্ড (২০০৭) মুখ্য সম্পাদক - ড° ৰাজেন শইকীয়া।

৪) অসম সাহিত্য সভা, সভাপতি আৰু অভিভাষণ (১৯৯০), উপেন্দ্ৰ বৰকটকী।

৫) কলং হাবিয়া, অসম সাহিত্য সভাৰ পঞ্চম বিশেষ অধিৱেশন (দক্ষিণ পাট)ৰ স্মৃতিগ্ৰন্থ (২০০৮), সম্পাদক - নন্দ সিং।

# চাহ জনগোষ্ঠীৰ শৈক্ষিক, আধ্যাত্মিক আৰু আৰ্থ-সামাজিক দিশৰ বাস্তৱ প্ৰতিচ্ছবি

**সোমেশ্বৰ কুৰ্মী**

সুস্থ সবল এক সামাজিক পৰিৱেশতহে সুস্থ শৈক্ষিক, আধ্যাত্মিক তথা আৰ্থ সামাজিক বাতাবৰণ গঢ় লৈ উঠিব পাৰে সেয়া অনস্বীকাৰ্য। অন্যান্য সমাজৰ তুলনাত চাহ জনগোষ্ঠীৰ সমাজত বিশেষকৈ শৈক্ষিক পৰিৱেশ অতি পুতৌজনক। উচ্চ শিক্ষাই হওক বা প্ৰাথমিক শিক্ষাই হওক যিটো সময়ত প্ৰতিজন নাগৰিকে নিজৰ সন্তান-সন্ততিৰ সু-শিক্ষাৰ প্ৰতি অত্যধিক গুৰুত্ব আৰোপ কৰিছে, সেই সময়ত চাহ জনগোষ্ঠীৰ আঙুলিৰ মূৰত লেখিব পৰা কেইজনমানৰ বাহিৰে সৰহসংখ্যক লোকেই মুঠেই সচেতন নহয় বুলিব পাৰি। ই বাস্তৱ সত্য। ল'ৰা-ছোৱালীবিলাক বিদ্যালয়লৈ যোৱাৰ পৰিৱৰ্তে বাটে-ঘাটে খেলা-ধূলা কৰা, কেটেপা, ধনু-কাঁড় লৈ পশু-পক্ষীক খেদি ফুৰা, খালে-ডোঙে মাছ-পুঠি ধৰা, গৰু-ম'হ চৰোৱা, ভাই-ভনীক কোচত লৈ ফুৰা আদি বাগানৰ লাইনবিলাকত দেখিবলৈ পোৱা এক সৰ্বসাধাৰণ গতানুগতিক ছবি।

যিবিলাক ল'ৰা-ছোৱালীক মাক-দেউতাকে নাম ভৰ্তি কৰাই প্ৰাথমিক বিদ্যালয়লৈ পঠিয়াইছে তেওঁলোকৰ বেছিভাগেই দহ বজাৰ লগে লগেই লৰা-ঢপৰাকৈ লেতেৰা-পেতেৰা হৈয়েই বিদ্যালয়-গৃহলৈ দৌৰি আহে। পাঠদান চলি থকা অৱস্থাত শিক্ষক-শিক্ষয়িত্ৰীয়ে ঘৰুৱা কামৰ খতিয়ান বিচাৰিলে নিশ্চুপ হৈ থকা পৰিলক্ষিত হয়। স্কুল এৰি দিয়াৰ আকাংক্ষাত গুৰুসকলো শাসন কৰাৰ পৰা বিৰত থকা দেখা যায়। বিষয় অনুযায়ী বহী-পত্ৰ পিতৃ-মাতৃয়ে যোগান নধৰাটোও শিক্ষক-শিক্ষয়িত্ৰীসকলৰ এক সমস্যা হৈ পৰে। পিতৃ-মাতৃ স্কুললৈ গৈ নিজ সন্তানৰ পাঠ-প্ৰসংগৰ বুজ লোৱাটো প্ৰত্যেকৰে দায়িত্ব আৰু কৰ্তব্য যদিও চাহ জনগোষ্ঠীৰ অভিভাৱকসকল এই ক্ষেত্ৰত মুঠেই সচেতন নহয়।

ধৰ্মীয় সংস্কৃতিৰ পৰম্পৰা মতে সন্ধ্যা প্ৰতি গৃহস্থীয়ে নিত্য নৈমিত্তিক কৰ্মৰ অন্তত নিজৰ নাবালক শিশুটিক পঢ়াৰ টেবুলত বহুওৱাৰ লগতে তেওঁলোকক চোৱাচিতা কৰা একান্ত কৰ্ত ব্য। কিন্তু অতি চিন্তনীয় বিষয় যে, চাহ বাগিচাৰ মজদুৰ ভাই, মা-ভনীসকল এনে দায়িত্বৰ প্ৰতি সচেতনতো নহয়েই ঘৰত দিনজোৰা কঠোৰ পৰিশ্ৰমৰ অৱসাদ গুচাবলৈ পানীয় এটুপি ধৰি শিশুসকলৰ অমূল্য সময়কণো তেওঁলোকে বিনষ্ট কৰাটোহে পৰম্পৰাত পৰিণত হৈছে। ফলস্বৰূপে ফুলকুমলীয়া শিশুসকলে ওচৰৰ কাৰোবাৰ ঘৰত যুগৰ সংস্কৃতিস্বৰূপ চি.ডি, ভি.ডি,অ' চোৱা কিম্বা গান শুনাতহে অভ্যস্ত হৈ পৰে। আৰ্থিকভাৱে জুৰুলা ঘন বসতিপূৰ্ণ বাগানৰ লাইনৰ মাজত উপযুক্ত শৈক্ষিক বাতাবৰণ নথকাটো স্বাভাৱিক। এনে প্ৰাত্যহিকতাৰ মাজেৰে দিন অতিবাহিত হোৱা শিশুৰ বাবে পঢ়া-শুনাৰ সুস্থ পৰিৱেশ আশা কৰা নাযায়।

ভাৰতীয় সংবিধানে যি সময়ত নাৰীক সম অধিকাৰ দিছে, ৰাজনীতিত শতকৰা ত্ৰিশভাগ আসন সংৰক্ষণ কৰিছে সেই সময়ত চাহ জনগোষ্ঠীৰ মুষ্টিমেয় শিক্ষিত লোকসকলেহে নাৰীৰ শিক্ষা বিষয়টোত গুৰুত্ব আৰোপ কৰে। সৰ্বশিক্ষা অভিযান মিছনে এশ শতাংশ শিক্ষিত (শিক্ষা) নিশ্চিত কৰা আঁচনিত বহুসংখ্যক ছোৱালীক জোৰ কৰি আনি বিদ্যালয়ত নামভৰ্তি কৰাইছে যদিও বাগানৰ পাতৰ 'চিজন'ত সেই বয়সৰ ছোৱালীক বহু পিতৃ-মাতৃয়ে পাত তোলা কামত জড়িত কৰোৱাই কম বয়সতে বিয়া দিয়াৰ চিন্তা-চৰ্চা কৰিবলৈ আৰম্ভ কৰে। পঢ়াশুনা কৰা ছোৱালীবিলাককো দশম শ্ৰেণী বা হাইস্কুল শিক্ষান্ত পৰীক্ষাত অৱতীৰ্ণ হ'লৈই বিয়াৰ চিন্তাইহে প্ৰাধান্য পায়। নিজ গাভৰু জীয়াৰীক বিয়া দিলেই যেন পিতৃ-মাতৃৰ দায়িত্ব শেষ। নিজৰ জীয়াৰীক উপযুক্ত শিক্ষাৰে শিক্ষিত কৰি ভৱিষ্যতে উপযুক্ত পৰিয়াল তথা উন্নত মানৱ জীৱন নিৰ্বাহৰ বাবে সাজু কৰোৱাৰ চিন্তা-চৰ্চা কৰাৰ সময় সমাগত।

চাহ বাগানৰ ঘন বসতিপূৰ্ণ লাইনত একেলগে থুপ খাই বাস কৰা মজদুৰ ভাইসকলে বিভিন্ন জাতি-উপজাতি, বিভিন্ন ৰীতি-নীতি, দেৱ-দেৱী, ভূত-প্ৰেতৰ পূজা-পাতল, উৎসৱ-পাৰ্বন আদি বছৰৰ প্ৰায় প্ৰতি মাহতেই পালন কৰে। পূজা-পাৰ্বনৰ প্ৰতি এই জনগোষ্ঠীৰ লোকসকল অতি অনুৰক্ত। গাঁঠিৰ ধনৰ অভাৱত পৰিশোধ কৰাৰ চুক্তিৰে মহাজনৰ পৰা যাৱতীয় সামগ্ৰী ক্ৰয় কৰিবলৈ, টকা ধাৰলৈ লৈ তেত্ৰিশ কোটি দেৱ-দেৱীক সন্তুষ্ট কৰিবলৈ তেওঁলোকে মুঠেই কৃপণালি নকৰে।

চাহ জনগোষ্ঠীৰ মাজত স্বজাতিৰ নিজা নিজা ৰীতি-নীতি আছেই। একে জাতিৰ যুৱক-যুৱতীৰ বৈবাহিক সম্বন্ধৰ ক্ষেত্ৰত আছে কঠোৰ নীতি। এনে নীতি ভংগকাৰীসকলৰ কঠোৰ দণ্ড বিধানৰ প্ৰতি এওঁলোক খুবেই সচেতন। কেইবাবছৰো স্বজাতিৰ পৰা লোটা পানী বন্ধ ৰখাৰ উপৰি অৰ্থ-দণ্ডৰে দণ্ডিত কৰি বাৰগঞা স্বজাতিক আমিষ ভোজনেৰে উদ্ধাৰণিৰ ব্যৱস্থা অৱধাৰিত।

দেৱ-দেৱী, ভূত-প্ৰেত, পূজা-পাতলৰ অনুষ্ঠানত পশু-পক্ষী বলি দিয়া, স্বজাতিৰ পৰিপন্থী কৰ্মত লিপ্ত হোৱাসকলৰ সামাজিক কঠোৰ অনুশাসনৰ প্ৰতি যিমান সচেতন, নিজ সতি-সন্তানৰ শিক্ষা-দীক্ষাৰ প্ৰতি সিমান সজাগ হোৱা হ'লে এই জনগোষ্ঠীটোৰ শিক্ষিতৰ হাৰ বহু পৰিমাণে উন্নত হ'লহেঁতেন। শিক্ষাৰ প্ৰতি চৰম অৱনতিৰ লগতে আৰ্থিক, সামাজিক জীৱন-ধাৰণ অধোগতিৰ ফালেহে ঢাল লৈছে।

বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ গগনচুম্বী প্ৰগতিৰ যুগতো চাহ জনগোষ্ঠীৰ সমাজ অন্ধবিশ্বাসৰ এলান্ধুকলীয়া কুসংস্কাৰ আদিৰে ভৰপূৰ। সাতামপুৰুষীয়া সামাজিক প্ৰথা, বাৰটা মাহত তেৰটা পূজা, বলি-বিধান, সমাজত মুকলিভাৱে সুৰাপানৰ আনুষ্ঠানিক পৰম্পৰা আদিৰ মাধ্যমেৰে গঢ় লৈ উঠা অস্বস্তিকৰ পৰিৱেশে শিশুসকলক বিপথে পৰিচালিত কৰাৰ লগতে যুৱ শক্তিক পংগু কৰি ভৱিষ্যৎ অন্ধকাৰ আৰু উন্নতিৰ পথ কণ্টকময় কৰি তুলিছে।

ভাৰতীয় সংবিধানৰ আধাৰত এই জনগোষ্ঠীটোৰ লোকসকলৰ ৰক্ষণাবেক্ষণ দিবলৈ বহু সংগঠনৰ জন্ম হৈছে। বহু সমাজসেৱী সংগঠন, অসম সাহিত্য সভা, ছাত্ৰ সন্থা, অসম চাহ মজদুৰ সংঘ, ৰাজনীতিক, চিন্তাবিদ, বুদ্ধিজীৱীসকলে বাগানৰ লাইনত ধূলি-মাকতিত লেটিপেটি লৈ ফুৰা ফুলকুমলীয়া নিষ্পাপ কণ কণ শিশুসকলৰ, মজদুৰ মা-ভনীসকলৰ মাজত এটি সুস্থ-সবল শৈক্ষিক বাতাবৰণ গঢ়ি তোলাৰ সপক্ষে এষাৰ মাত মাতিবলৈ বা ভাবিবলৈ আহৰি নাপায়। ইফালে সৰ্বশিক্ষা আভিযান মিছনে যোৱা ২০০৩ বৰ্ষটো ৫ৰ পৰা ১৪ বছৰ বয়সৰ সকলো শিশুৱেই বিদ্যালয়মুখী হোৱাৰ বৰ্ষ হিচাপে ঘোষণা কৰিছিল আৰু অধিকাংশ গাঁও পঞ্চায়ত শিক্ষা সমিতিয়ে শতকৰা এশভাগ ল'ৰা-ছোৱালীৰ বিদ্যালয়ত নাম ভৰ্তি কৰোৱা হ'ল বুলি ইতিপূৰ্বে ঘোষণা কৰিলে। বাগান এলেকাৰ নামভৰ্তি কৰোৱা শিশুসকলৰ এশ শতাংশই প্ৰকৃতাৰ্থত শিক্ষা গ্ৰহণ কৰিছেনে? তেওঁলোক নিয়মিতভাৱে স্কুললৈ গৈ আছেনে? খবৰ লওঁতাৰ অভাৱ।

চাহ জনগোষ্ঠীৰ মাজত অনুকূল বাতাবৰণৰ অভাৱৰ পৰিপ্ৰেক্ষিতত শিশুসকলক শিক্ষিত কৰাটো কিমান কষ্টকৰ সেয়া সকলোৰে অনুমেয়। প্ৰতিকূল পৰিৱেশত জৰ্জৰিত, নিষ্পেষিত জনগোষ্ঠীৰ শিশুসকলৰ ভৱিষ্যৎ কোন দিশে ধাবিত হ'ব! দেহ তথা মগজুৰ ক্ষতিকাৰক মহাবিহস্বৰূপ চুলাই মদ সমাজত অবাধে প্ৰচলনৰ ফলত এই জনগোষ্ঠীৰ মাজত সংঘটিত হোৱা পিতৃ, মাতৃ, ভাতৃ, পত্নী, পুত্ৰকো হত্যা কৰা, আনকি দেৱদেৱী উপলক্ষে গোপনে নিজ নাবালক পুত্ৰক বলি দিয়াৰ নৃশংসতাৰ খবৰে বাতৰি কাকতত শিৰোনাম সময়ে সময়ে দখল কৰি আহিছে।

পৃথিৱীৰ বহু দেশত পৰীক্ষা-নিৰীক্ষাৰ দ্বাৰা প্ৰমাণিত অথবা স্বীকৃত যে, অস্বাস্থ্যকৰ পৰিৱেশত ডাঙৰ দীঘল হোৱা বেছিভাগ শিশুৱেই পৰৱতী জীৱনত অপৰাধপ্ৰৱণ, মাদক দ্ৰব্যত আসক্ত আৰু উচ্ছৃংখল জীৱন-যাপনত আগ্ৰহী হয়।

মানুহৰ জীৱন-যাত্ৰাত সংস্কৃতিয়েহে পথ-প্ৰদৰ্শক হিচাপে কাম কৰে। সূক্ষ্মভাৱে লক্ষ্য কৰিলে দেখা যায় যে, মানুহৰ বাল্য বা যুৱা অৱস্থাত সাংস্কৃতিক সত্তাই প্ৰভাৱ বিস্তাৰ কৰি আনন্দ প্ৰদান কৰে। শিশুৱে বোধশক্তি লাভ কৰাৰ পৰাই জগতখনক ভালকৈ চাবলৈ হাবিয়াস কৰে। সেয়েহে জন্মৰ কিছুদিনৰ পিছৰ পৰাহে শিশুৰ ওপৰত সংস্কৃতি-দুস্কৃতিৰ প্ৰভাৱ পৰিবলৈ ধৰে। শিশু যেতিয়া পাঁচ-ছবছৰীয়া হয় তেতিয়া শিশুৱে প্ৰতিটো কথা প্ৰশ্নৰ দ্বাৰা তন্ন তন্নকৈ জানিবলৈ বিচাৰে। এইখিনিতে আন এটা গুৰুত্বপূৰ্ণ কথা আহি পৰে। প্ৰশ্নৰ উত্তৰ দিওঁতাজন সংস্কৃতিবান আৰু মনস্তত্ত্বৰ ধাৰণাৰ আংশিক হলেও অভ্যস্ত হয়নে নহয়? সংস্কৃতিবানজনে সংস্কৃতিসুলভ মনোভাৱেৰে জীৱন গঢ়াৰ আদৰ্শৰে প্ৰভাৱিত কৰিব। গতিকে এই ক্ষেত্ৰত শিশুক জীৱন গঢ়াৰ আদৰ্শৰেও প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে যোগোৱা অৱিহণাও নিতান্তই প্ৰণিধানযোগ্য। অন্যথা যুৱাৱস্থা প্ৰাপ্ত হ'লে তেওঁৰ প্ৰকৃতি নেতিবাচক দিশলৈ ঢাল খাব, অসুস্থ মানসিকতাত অভ্যস্ত হ'ব। তেওঁলোকে সমাজ গঢ়াৰ সলনি

ধ্বংসমুখী দৃষ্টিভংগী গ্ৰহণ কৰিব। পথভ্ৰষ্ট হৈ চৰম উচ্ছৃংখলতাৰে খেলিব তেজৰ ফাকু। এই ক্ষেত্ৰত তেওঁলোকতকৈ অধিক দায়বদ্ধ হ'ব অগ্ৰজসকলেই। এইবোৰ গভীৰভাৱে উপলব্ধি কৰাৰ সময় প্ৰায় উকলি গৈছে। যিকণ সময় আছে সেইকণত দূৰদৃষ্টিসম্পন্নতাৰে দকৈ ভবাৰ অতি প্ৰয়োজন হৈ পৰিছে।

এই বাগানৰ মজদুৰ ভাইসকলৰ মাজত এক সুস্থ সু-শৃংখলিত পৰিবেশ গঢ় দিয়াৰ অতি প্ৰয়োজন। তেতিয়াহে মজদুৰ শিশুসকলে শৈক্ষিক পৰিবেশ পোৱাৰ সম্ভাৱনা। এক সামাজিক পৰিবেশ গঢ়ি তুলিবলৈ প্ৰকৃতাৰ্থত মজদুৰ ভাইসকলৰ অন্তৰখন নিকা কৰি তেওঁলোকৰ মাজত সামাজিকভাৱে শুদ্ধ, সত্য, ধৰ্মীয় আৰু আধ্যাত্মিক চিন্তা-চৰ্চাৰ জৰিয়তে সমাজ সংস্কাৰৰ ব্যৱস্থা গ্ৰহণৰ অতীব প্ৰয়োজন। ধৰ্মীয় তথা আধ্যাত্মিক তত্ত্ব উপলব্ধি কৰিব নোৱৰাসকলৰ দ্বাৰা সমাজক প্ৰগতিৰ পথত আগ বঢ়াই নিয়াটো অতি দুৰ্বোধ্য।

বিশ্বৰ চিন্তাবিদসকল একমত যে, মানৱ জাতিক ধ্বংসৰ গৰাহৰ পৰা ৰক্ষা কৰিবলৈ এটাই মাত্ৰ পথ আছে, সেয়া হ'ল ধৰ্ম চৰ্চা। আধ্যাত্মিক ধৰ্মৰে মানুহৰ অন্তৰ জয় কৰিব পাৰি, যি চিন্তাৰে শিক্ষাত সহায়ক হৈ সমাজৰ সংস্কাৰ সাধিত হয়। তেনে চিন্তা-চৰ্চাৰ একান্ত প্ৰয়োজন। চাহ জনগোষ্ঠীৰ মাজত প্ৰচলিত বিভিন্ন অন্ধবিশ্বাস অপদেৱতা, ভূতপ্ৰেত আদিৰ নামত বলি-বিধান, পূজা-পাতল আদি কু-সংস্কাৰবোৰে কণ কণ ল'ৰা-ছোৱালীক কেনেদৰে প্ৰভাৱান্বিত কৰি কোনপথে পৰিচালিত কৰিব সেয়া চিন্তনীয়। এনে এলান্ধুকলীয়া ফল তথা গ্ৰাসৰ পৰা সমাজখনক উদ্ধাৰ কৰাৰ সময় উকলি যাবৰ হৈছে।

আমি শংকৰ-মাধৱৰ দেশৰ মানুহ। শ্ৰীমন্ত শংকৰদেৱ-মাধৱদেৱৰ আদৰ্শৰে দেশমাতৃ সজীৱ। পৃথিৱীতে বিৰল তেওঁসৱৰ দ্বাৰা প্ৰতিষ্ঠিত নামঘৰ সৰ্বকালৰ সমাজ সংগঠন আৰু সমাজ সংস্কাৰৰ শ্ৰেষ্ঠ ধৰ্মীয় পবিত্ৰ অনুষ্ঠান। সুখৰ তথা আশাব্যঞ্জক বিষয় যে সাম্প্ৰতিক কালছোৱাত চাহ মজদুৰ ভাইসকলৰ ভালেসংখ্যক সমাজত এনে নামঘৰ অনুষ্ঠান প্ৰতিষ্ঠা হৈছে। এনে পবিত্ৰ অনুষ্ঠানত আধ্যাত্মিক আলোচনা, চিন্তা-চৰ্চা সঘনাই হৈ থাকিলে সমাজত প্ৰচলিত অন্ধবিশ্বাস, কু-সংস্কাৰ, দুষ্কৃতিমূলক কাম-কাজ, বদ অভ্যাস আপোনাআপুনি দ্ৰবীভূত হ'বৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। ফলস্বৰূপে এই পিছপৰা সমাজবিলাকত একো একোটি সুস্থ বাতাবৰণ, শৈক্ষিক পৰিবেশ, শান্তি আৰু মৈত্ৰীৰ মনোভাব গঢ় লৈ উঠাটো নিশ্চিতৰূপে ঠাৱৰ কৰিব পাৰি।

সদ্য প্ৰস্ফুটিত পুষ্প সদৃশ মজদুৰ সমাজৰ শিশুসকলক মহৎ সংস্কৃতিৰ আদৰ্শৰে ন-ৰূপত সজাই তুলিব লাগিব। এইটো আমি সততে মনত ৰখা উচিত যে, আমি নিজে সংস্কৃতিবান হ'লেই সমাজখন সুন্দৰ নহয়। আমাৰ লগত আছে আমাৰ মা-ভনী, শিশু আৰু যুৱকসকল। সকলোৱে সমানে আগ বাঢ়িলেহে সমাজখন সৰ্বাংগসুন্দৰ হ'ব। ❑



# অসমৰ গ্ৰন্থ উদ্যোগ ঃ

## *অসমীয়া ভাষা-সাহিত্যৰ উত্তৰণ আৰু সম্প্ৰসাৰণত প্ৰকাশকসকলৰ অৱদান*

অনন্ত হাজৰিকা

এটা জাতি জীয়াই থাকিবলৈ হ'লে জাতিটোৰ নিজ ভাষা-সাহিত্যৰ ভঁৰাল চহকী হ'ব লাগিব, তেহে বিশ্বৰ দৰবাৰত জাতি হিচাপে পৰিচিত হ'ব, স্বীকৃতি লাভ কৰিব। ছপাশালৰ আৱিষ্কাৰৰ আগতে হাতে লিখা পুথি, সাঁচিপাতত লিখা পুথি আদি ব্যৱহৃত হৈছিল। ছপাশাল আৱিষ্কাৰৰ পিছত পুথি প্ৰকাশনৰ ক্ষেত্ৰত এক আমূল পৰিৱৰ্তন ঘটে। অসমৰ জাতীয় জীৱনত অসমীয়া ভাষা-সাহিত্যৰ উত্তৰণৰ ক্ষেত্ৰত ছপাশাল আৰু প্ৰকাশন প্ৰতিষ্ঠানসমূহৰ এক ঐতিহাসিক আৰু গুৰুত্বপূৰ্ণ ভূমিকা আছে। বাতৰি কাকত, আলোচনী, গ্ৰন্থ প্ৰকাশৰ লগত ছপা-যন্ত্ৰ ওতপ্ৰোতভাৱে জড়িত। ভাৰতলৈ পৰ্তুগীজসকলে ধৰ্ম প্ৰচাৰৰ অৰ্থে ১৫৫৭ চনতে ছপাশাল আনিছিল। ১৬৭৪ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বোম্বাইত, ১৭৭২ চনত মাদ্ৰাজত আৰু ১৭৭৯ চনত কলিকতাত ছপাশাল স্থাপন কৰে। তেওঁলোকৰ মূল উদ্দেশ্য আছিল— বাতৰি কাকত, আলোচনী অথবা গ্ৰন্থ প্ৰকাশৰ লগতে খ্ৰীষ্ট ধৰ্ম প্ৰচাৰ। অসমলৈয়ো ছপাশাল আনে ব্যাপ্টিষ্ট মিছনেৰীসকলেহে। তেওঁলোকৰো প্ৰধান উদ্দেশ্য আছিল খ্ৰীষ্ট ধৰ্ম প্ৰচাৰ। ১৮৩৬ চনৰ ২৩ মাৰ্চত আমেৰিকাৰ খ্ৰীষ্টান মিছনেৰীসকলে শদিয়াত অসমৰ প্ৰথম ছপাশাল স্থাপন কৰে, কিন্তু ই স্থায়ী নহ'ল। শদিয়াৰ পৰা সেই ছপাশাল ১৮৪৩ চনত শিৱসাগৰৰ দৈকলঙীয়া গাঁৱত স্থাপন কৰে, নাম ৰাখে 'মিছন প্ৰেছ'। এই মিছন প্ৰেছৰ পৰাই ১৮৪৬ চনৰ জানুৱাৰী মাহত প্ৰথম অসমীয়া বাৰ্তালোচনী 'অৰুনোদই' প্ৰকাশ হয়। 'অৰুনোদই'ৰ পিছত মাজুলীৰ পৰা ১৮৭১ চনত 'আসাম বিলাসিনী' নামৰ মাহেকীয়া আলোচনীখন প্ৰকাশ হৈছিল। ঊনবিংশ শতিকাৰ পৰা ছোগা-চোৰোকাকৈ ছপাশাল আৰু গ্ৰন্থই বৌদ্ধিক সমাজত ধৰা দিছিল—পিছে ই কলিকতাকেন্দ্ৰিকহে আছিল। পৰৱৰ্তী সময়ত ই অসমলৈ পৰ্যবসিত হয়। 1813 খ্ৰীষ্টাব্দত প্ৰকাশিত প্ৰথম অসমীয়া পুথি 'ধৰ্মপুস্তক'খনিয়ে ছপা ৰূপ পোৱাৰ গুৰিতেই আছিল শ্ৰীৰামপুৰৰ মিছনাৰীসকল। মিছনাৰীসকলে স্থাপন কৰা 'মিছন প্ৰেছ'ৰ পৰাই প্ৰকাশ পাইছিল 'বাইবেল'ৰ ভাঙনিৰে প্ৰথম অসমীয়া গ্ৰন্থ 'ধৰ্মপুস্তক'। 1840 খ্ৰীষ্টাব্দত প্ৰকাশিত শ্ৰীমতী কাট্টাৰৰ Assamese Vocabulary and Phrases শব্দকোষখনেই আছিল অসমত স্থাপন কৰা ছপাশালত মুদ্ৰিত প্ৰথমখন কিতাপ।

মুদ্ৰণ যন্ত্ৰৰ আৱিষ্কাৰে মানৱ সভ্যতা আৰু সংস্কৃতিক এক নতুন মাত্ৰা প্ৰদান কৰিলে। ভিক্তৰ হিউগ'ৰ ভাষাত মুদ্ৰণৰ আৱিষ্কাৰ পৃথিৱীৰ ইতিহাসত এক লেখত ল'বলগীয়া বিপ্লৱ। খ্ৰীষ্টীয় সপ্তম-নৱম শতিকাত চীনদেশত হোৱা মুদ্ৰণ পদ্ধতিৰ আৱিষ্কাৰে মানৱ সভ্যতাৰ সন্মুখত যেন এখন নতুন দুৱাৰ খুলি দিলে। চীনৰ বৌদ্ধ সন্ন্যাসীসকলে খুলি দিয়া দুৱাৰেদি প্ৰৱেশ কৰা নতুন চিন্তাত অধিক গতি প্ৰদান কৰিলে জাৰ্মানীৰ যোহানচ্ গুটেনবাৰ্গ (১৪০০-১৪৮৬) নামৰ স্বৰ্ণকাৰজনে। সেয়ে গুটেনবাৰ্গক 'ছপাযন্ত্ৰৰ আৱিষ্কাৰক'ৰূপে স্বীকৃতি দিয়া হয়। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে ছপাশাল আৱিষ্কাৰ কৰি বিশ্বৰ জ্ঞান আৰু চিন্তাৰ জগতলৈ

অভাৱনীয় পৰিৱৰ্তন অনাৰ স্বীকৃতি স্বৰূপে গুটেনবাৰ্গক সহস্ৰাব্দৰ এজন অন্যতম ৰূপকাৰৰূপে আখ্যা দিয়া হৈছে। বৰ্তমান বিজ্ঞানৰ দ্ৰুত বিকাশে তেওঁ আৱিষ্কাৰ কৰি যোৱা ছপাশালৰ পূৰ্বৰ ৰূপ আৰু আকৃতি বহুতখিনি সলনি কৰি অত্যাধুনিক ৰূপ প্ৰদান কৰিছে। অসমৰ ছপাশালে ১৭০ বছৰতকৈয়ো অধিক পুৰণি ইতিহাস বহন কৰিছে।

ভাৰতবৰ্ষলৈ ব্ৰিটিছে যেতিয়া প্ৰিণ্টিং প্ৰেছ আনিলে— তেতিয়াই ভাৰতীয় সাহিত্যলৈ এক অতি আধুনিক যুগৰ সৃষ্টি হ'ল। বুজন পৰিমাণৰ একোখন কিতাপ প্ৰকাশ কৰিব পৰা হোৱাত বিভিন্নজনে জ্ঞান লাভ কৰাৰো সুযোগ লাভ কৰে। ১৮ শতাব্দীৰ মাজ ভাগত ভাৰতলৈ প্ৰিণ্টিং প্ৰেছ আহিলেও অসমক ভালকৈ স্পৰ্শ কৰা নাছিল প্ৰায় ১৮২৬ খ্ৰীষ্টাব্দলৈকে। গ্ৰন্থৰ উদ্ভাৱন ইজিপ্তত। ৰোমানসকলে প্ৰায় ৫ হাজাৰ বছৰ পূৰ্বে অৰ্থাৎ খ্ৰীঃপূঃ ২৯৯৯ত বহু কষ্টেৰে হাতেৰে বনোৱা কাগজ তৈয়াৰ কৰি বা জন্তুৰ ছাল মিহিকৈ কাটি তাত খাগ বা চৰাইৰ পাখিৰে লিখি গ্ৰন্থ প্ৰস্তুত কৰিছিল। পিচলৈ 'বাইবেল'ৰ অংশ বিশেষ ৰং-বিৰঙেৰে লিখি গ্ৰন্থ প্ৰস্তুত কৰিছিল। চীন দেশত নৱম শতিকাত যেতিয়া 'প্ৰিণ্টিং প্ৰেছ' আৱিষ্কাৰ কৰিলে ই সকলো লেখক-গ্ৰন্থকাৰৰ কাৰণে আশীৰ্বাদ হ'ল। এই মেছিন প্ৰায় পঞ্চদশ শতিকাত যেতিয়া ইউৰোপ গৈ পাই তাৰ পিছতহে ছপাৰ কৌশল আদিৰ দ্ৰুত উন্নতি হয়। 'ৰামায়ণ' আৰু 'মহাভাৰত' এই দুই মহাকাব্য খ্ৰীষ্টপূৰ্ব বহু শতাব্দীৰ পূৰ্বে লিখা বুলি অনুমান কৰা হয়। এইবোৰ হয় সাঁচিপাত অথবা তুলাপাতত ঋষি-মুনি বা সহযোগীৰ দ্বাৰা মূল গ্ৰন্থৰ অনুলেখন (Copy) কৰা হৈছিল। কিন্তু ভালদৰে বান্ধি ৰখাৰ অসুবিধাৰ বাবে একোটা সুদৃশ্য কাঠৰ বাকছ বা ডাঠ গছৰ বল্কলত ধুনীয়াকৈ বান্ধি ৰখা হৈছিল। গ্ৰন্থৰ বেটুপাত (Cover Page) এইদৰে তাৰ পৰবৰ্তী সময়তো ব্যৱহাৰ কৰা হৈছিল। কিন্তু ৰোমানসকলে যি কেইখন গ্ৰন্থ হাতেৰে প্ৰস্তুত কৰিছিল তাৰ এফালে যত্নেৰে চিলাই কৰা হৈছিল আৰু তিনিফালে মুকলিকৈ ৰাখি ওপৰত চামৰাৰ ক'ভাৰ বা বেটুপাত ব্যৱহাৰ কৰি তাক নয়নাভিৰাম চিত্ৰৰে সজাই তুলিছিল। উল্লেখ্য যে মিছৰ আদিত যিবোৰ 'মামী' পোৱা গৈছে সেইবোৰৰ গাত বিভিন্ন সাংকেতিক চিনবোৰ সুসংবদ্ধভাৱে বহু ৰঙীন কৰি লিখি বা খোদাই কৰি চিত্ৰিত কৰা হৈছিল। তাৰ প্ৰভাৱ কিতাপবোৰতো পৰা বুলি ধাৰণা হয়। প্ৰায় সপ্তম শতিকালৈ ভাৰতে 'প্ৰিণ্টিং মেছিন'ৰ সৈতে পৰিচয় হোৱা নাছিল। তেতিয়ালৈ আমাৰ শিল্পীসকলৰ যথেষ্ট পৰিশ্ৰম হৈছিল। প্ৰায়বোৰ বক্তব্য, কাব্য-চিত্ৰণ হয় সাঁচিপাত নহয় তুলাপাতত চিত্ৰ আঁকি মনৰ ভাব, গ্ৰন্থৰ চৰিত্ৰ প্ৰকাশ কৰিছিল। তেতিয়ালৈকে ভাৰতত সেই সাহিত্যবোৰৰ পৃষ্ঠাবোৰ কাঠৰ বাকছ সাজি সংৰক্ষিত কৰি ৰখা হৈছিল। পঢ়িবৰ সময়ত এখিলা এখিলাকৈ পঢ়াৰ বাবে ঠগাৰ প্ৰয়োজন হৈছিল। এই কাঠৰ বাকছেৰে গ্ৰন্থৰ ক'ভাৰৰ সৃষ্টি হয়। কিন্তু কিতাপ আকাৰে নহয়।

গ্ৰন্থ প্ৰকাশনৰ উদ্যোগ লোৱাৰ ক্ষেত্ৰত আমি মন কৰিছোঁ— অসমৰ প্ৰকাশকসকলৰ অন্তৰত থকা দেশপ্ৰেম, জাতিপ্ৰেম, ভাষাপ্ৰেম, সাংস্কৃতিক প্ৰেম, ব্যৱসায়িক প্ৰেম, জাতীয় সাহিত্যক বিশ্বাভিমুখী কৰি স্ব-জাতিক বিশ্বৰ আগত এটি সন্মানজনক জাতি হিচাপে বা প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা স্ব-সাহিত্য সম্পদসমূহ যে যিকোনো উন্নতিকামী জাতিৰ চহকী সাহিত্য সম্পদ আমাৰ জাতীয় সাহিত্যতো আছে তাক প্ৰতিপন্ন কৰিবলৈ পুৰুষাৰ্থ কৰা প্ৰকাশক সকলৰ আজীৱন কৰ্ম-বিস্তৃতি ৰূপে পৰিগণিত কৰি থকা ব্যক্তিসকলৰ জীৱন পৰিক্ৰমাৰ কথা আলোচিত হোৱাটো সময়ৰ দাবী।

অসমৰ গ্ৰন্থ প্ৰকাশনৰ ক্ষেত্ৰত অতীততে অৰ্থাৎ স্বাধীনতাৰ পূৰ্বে ভালেকেইজন স্বনামধন্য অসমীয়া পুৰোধা ব্যক্তিয়ে নিজৰ নিজৰ অন্য কৰ্মসমূহৰ উপৰি অসমীয়া ভাষা-সাহিত্যৰ উন্নয়নাৰ্থে গ্ৰন্থ ৰচনাকে আদি কৰি প্ৰকাশনৰ কাৰ্য সুচাৰুৰূপে সম্পাদন কৰি গৈছে। তেনে প্ৰতিষ্ঠান আৰু ব্যক্তিসকলৰ ভিতৰত স্মৰণযোগ্য কেইজনমানৰ নাম ইয়াত উল্লেখ কৰিলোঁ।

১৮১৩, ড° উইলিয়াম কেৰী, ব্যাপ্টিষ্ট মিছন, শ্ৰীৰামপুৰ। আত্মাৰাম শৰ্মাৰ দ্বাৰা 'বাইবেল'ৰ 'নিউ টেষ্টামেণ্ট'ৰ ২২টা খণ্ড অসমীয়া ভাষালৈ অনুবাদ কৰি 'ধৰ্ম পুস্তক আগভাগ' নামেৰে প্ৰকাশ কৰে। অসমীয়া ভাষাত প্ৰকাশিত সেইখনেই আছিল প্ৰথম গ্ৰন্থ। খ্ৰীষ্টীয়ান ধৰ্মলৈ ৰূপান্তৰিত হোৱা আত্মাৰাম শৰ্মাই 'ফাদাৰ ফেৰিৱেল' নাম লৈ ১৮৩৩ চনত 'বাইবেল'ৰেই 'ওল্ড টেষ্টামেণ্ট' প্ৰকাশ কৰে।

১৮৪৬, ৰেভাৰেণ্ড নাথান ব্ৰাউন, ড° উইলিয়াম কেৰী (১৮০৭-১৮৮৬),ড° মাইলছব্ৰন্সন, ব্যাপ্টিষ্ট মিছন প্ৰেছ, শিৱসাগৰ।

১৮৫২, আনন্দৰাম ঢেকিয়াল ফুকন, নিউ প্ৰেছ, কলিকতা।

১৮৫৬, গুণাভিৰাম বৰুৱা (১৮৩৪-১৮৯৪)ৰ দ্বাৰা শ্ৰীশ্ৰীমাধৱদেৱকৃত 'নামঘোষা' গ্ৰন্থাকাৰে প্ৰকাশ (১০ আঘোণ, ৪০৮ শঙ্কৰাব্দ) এই গ্ৰন্থৰ বিজ্ঞাপন ১৮৫৭ চনৰ জুলাই মাহৰ 'অৰুনোদই'ত প্ৰকাশ হৈছিল।

১৮৭০, গুণাভিৰাম বৰুৱাৰ দ্বাৰা ৰচিত 'ৰাম-নৱমী' নাটক প্ৰকাশ।

১৮৭১, শ্ৰীশ্ৰীদত্তদেৱ গোস্বামী (১৮১৮-১৯০৪), ধৰ্ম প্ৰকাশ যন্ত্ৰ, মাজুলী। 'আসাম বিলাসিনী' প্ৰকাশ।

১৮৭২, চিদানন্দ প্ৰেছ, গুৱাহাটী—উল্লেখযোগ্য যে গুৱাহাটীত স্থাপন হোৱা এইটোৱেই প্ৰথম ছপাশাল আৰু এই ছপাশালৰ পৰা ১৮৭৭ চনৰ ২০ অক্টোবৰত শ্ৰীশ্ৰীমাধৱদেৱ বিৰচিত 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থখন ছপা হৈ ওলায়।

১৮৭৫, গুণাভিৰাম বৰুৱাৰ দ্বাৰা ৰচিত 'আসাম বুৰঞ্জী' প্ৰকাশ।

১৮৭৬, হৰিবিলাস আগৰৱালা, (১৮৪২-১৯১৬) তেজপুৰ, কীৰ্ত্তন-ঘোষা (১৮৭৬), নামঘোষা দ্বিতীয় সংস্কৰণ (১৮৮১), তাৰ পাছত ক্ৰমে 'দশম', 'ভটিমা', 'বৰগীত', 'গুণমালা', 'ভক্তি-ৰত্নাৱলী' গ্ৰন্থ প্ৰকাশ।

১৮৭৭, হিতসাধিনী প্ৰেছ, গোৱালপাৰা, এই অনুষ্ঠানৰ পৰা কণ্ঠভূষণদেৱ বিৰচিত শঙ্কৰদেৱৰ 'জীৱন চৰিত' আৰু 'বংশাৱলী' গ্ৰন্থাকাৰে ছপা হৈ ওলায়।

১৮৮০, গুণাভিৰাম বৰুৱা ৰচিত 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত' প্ৰকাশ।

১৮৮১, ৰাধানাথ চাংকাকতি, ৰাধানাথ প্ৰেছ, ডিব্ৰুগড়। এই প্ৰেছৰ পৰা 'Time of Assam' কাকত প্ৰকাশ পায়।

১৮৮৫, গুণাভিৰাম বৰুৱাৰ সম্পাদনাত 'আসাম বন্ধু' প্ৰকাশ আৰম্ভ হৈ ১৮৮৬ চনলৈকে মুঠ ১৪টা খণ্ড প্ৰকাশ পায়।

১৮৮৬, শিৱনাথ ভট্টাচাৰ্য্য, ভট্টাচাৰ্য্য এজেঞ্চি, ডিব্ৰুগড়। উত্তৰাধিকাৰী ঃ হৰেন্দ্ৰনাথ ভট্টাচাৰ্য্য।

১৮৮৯, 'জোনাকীৰ' প্ৰকাশ আৰম্ভ। এই কাকত ১৮৮৯ ৰ পৰা ১৮৯৯ লৈ কলিকতাৰ পৰা আৰু ১৯০১ৰ পৰা ১৯০৩ লৈকে গুৱাহাটীৰ পৰা প্ৰকাশিত হৈছিল।

১৮৯০, বিজুলী প্ৰকাশ।

১৮৯৫, মাধৱ চন্দ্ৰ বৰদলৈ (কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ পিতৃ) ঃ সনাতন ধৰ্ম প্ৰছ, বৰপেটা। 'দীপিকা চন্দ' প্ৰকাশ আৰু পিছত এই প্ৰেছৰ পৰাই— ভোগজুৰ বেপাৰী আৰু লক্ষ্মী সিংবেপাৰী, বৰপেটা, এখেতসকলে ১০২ পৃষ্ঠাৰে এখন 'বৰগীত'সংকলন আৰু হাঁহিৰাম বেপাৰীয়ে সংগ্ৰহ কৰা 'কাণখোৱা' পুথি প্ৰকাশ কৰিছিল।

১৮৯৮, 'বৰকটকী কোম্পানী' প্ৰতিষ্ঠা। প্ৰতিষ্ঠাপক ঃ গঙ্গাধৰ বৰকটকী।—দুৰ্গাধৰ বৰকটকী—গোৰীচৰণ বৰকটকী।

১৯০০, বি. এ. জগন্নাথ বৰুৱা, দৰ্পণ প্ৰেছ, যোৰহাট (এই প্ৰেছ পিছলৈ সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাই পৰিচালনা কৰে)।

১৯০০, আসাম চেণ্ট্ৰেল প্ৰেছ, তেজপুৰ। 'অসম বন্তি' প্ৰকাশিত হয়, সম্পাদনা ঃ মথুৰামোহন বৰুৱা, জয়দেৱ শৰ্মা, পদ্মনাথ গোহাঞিবৰুৱা।

১৯০৬, নন্দেশ্বৰ চক্ৰৱৰ্তী, এজেঞ্চি কোম্পানী, সদাশিৱ প্ৰেছ, ডিব্ৰুগড়।

১৯০৮, গোপাল চন্দ্ৰ বৰুৱা, বৰুৱা এজেঞ্চি, গুৱাহাটী। উত্তৰাধিকাৰী বদন চন্দ্ৰ বৰুৱা।

১৯০৯, লক্ষ্মীনাথ বেজবৰুৱা, হৰিনাথ বেজবৰুৱা, আসাম বেঙ্গল ষ্ট'ৰ্চ, ২নং লাল বাজাৰ ষ্ট্ৰীট, কলিকতা। 'বাঁহী'ৰ প্ৰকাশ আৰম্ভ।

১৯১০, শ্ৰীশ্ৰীনাৰায়ণ দেৱমিশ্ৰ, শাস্ত্ৰ প্ৰকাশ প্ৰেছ, বৰপেটা।

১৯১৩, লক্ষ্মীনাথ বেজবৰুৱা, এল. এন. বৰুৱা এণ্ড কোং, কলিকতা।

১৯১৫, কালীকুমাৰ দাস, দাস এণ্ড কোম্পানী, যোৰহাট।

১৯১৭, শ্ৰীশ্ৰীতীৰ্থনাথ গোস্বামী, ধলৰসত্ৰ পুথিভঁৰাল, যোৰহাট

১৯১৮, চন্দ্ৰকুমাৰ আগৰৱালা, আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিচাৰ্ছ কোম্পানী, ডিব্ৰুগড়। উল্লেখযোগ্য যে— আৰম্ভণি সময়ছোৱাত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে সেই প্ৰেছৰ 'মেনেজাৰ' ৰূপে দায়িত্ব লৈ পৰিচালনা কৰিছিল।

১৯১৮, অম্বিকাগিৰী ৰায়চৌধুৰী, অৰুণা প্ৰেছ (গুৱাহাটীৰ চতুৰ্থ ছপাশাল)। 'চেতনা' আৰু ১৯৩৬ ত 'ডেকা অসম' প্ৰকাশ পায়।

১৯২২, শ্ৰীশ্ৰীতীৰ্থনাথ গোস্বামী, যদুমণি ছাপাখানা, প্ৰথমে ধলৰসত্ৰ, যোৰহাটত পিছলৈ গোলাঘাটলৈ স্থানান্তৰ।

১৯২৪, দুৰ্গাধৰ বৰকটকী, মহাভাৰত কুটীৰ, যোৰহাট।

১৯২৪, অসম সাহিত্য সভাৰ দ্বাৰা সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ সম্পাদনাত 'অসম সাহিত্য সভা পত্ৰিকা' আৰু গ্ৰন্থ প্ৰকাশ আৰম্ভ।

১৯২৬, আভিৰাম বৰা, আসাম ষ্ট'ৰ্চ, ডিব্ৰুগড়।

১৯২৭, জিতেন্দ্ৰ কুমাৰ দাস, আসাম প্ৰিণ্টিং ওৱাৰ্কছ্, যোৰহাট।

১৯২৮, বিপিন চন্দ্ৰ বৰুৱা, এচিয়াটিক প্ৰিণ্টিং প্ৰেছ, যোৰহাট, (এই অনুষ্ঠানৰ পৰা 'গল্প চিৰিজ' নামেৰে এলানি গল্প প্ৰকাশ কৰিছিল)।

১৯২৮, উপেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, ষ্টুডেণ্টছ্ এম্প'ৰিয়াম, ডিব্ৰুগড়। মৃণাল ভট্টাচাৰ্য্য, বিজয় ভট্টাচাৰ্য্য।

১৯২৯, দীননাথ শৰ্মা (১৮৯৬-১৯৭৮) 'আৱাহন' প্ৰকাশন, কলিকতা।

১৯৩০, অন্নদা প্ৰিণ্টিং ওৱাৰ্কছ্ (প্ৰেছ), যোৰহাট। 'অন্নদা প্ৰিণ্টিং প্ৰেছ' শীৰ্ষক অসমীয়া কেলেণ্ডাৰৰ প্ৰকাশক।

১৯৩১, পূৰ্ণচন্দ্ৰ গোস্বামী (১৯১১-১৯৯২) জ্যোতি প্ৰকাশ, গোলাঘাট।

১৯৩২, হৰিনাৰায়ণ দত্তবৰুৱা (১৮৮৫-১৯৫৮), মুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, দত্তবৰুৱা এণ্ড কোম্পানী, নলবাৰী আৰু গুৱাহাটী। উত্তৰাধিকাৰী, জ্যোতিন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, ৰমেন্দ্ৰনাৰায়ণ দত্তবৰুৱা।

১৯৩৪, ভাবিৰাম কলিতা, বি. আৰ. কলিতা এণ্ড কোম্পানী, তেজপুৰ।

১৯৩৬, বিভুভূষণ চৌধুৰী, চপলা বুক ষ্টল, অসমীয়া সাহিত্য মন্দিৰ, চাৰু প্ৰকাশ, শ্বিলং।

১৯৪০, চন্দ্ৰধৰ বৰুৱা, বন্তি সাহিত্য মন্দিৰ, মৰিয়নী।

১৯৪১, যাদৱ চন্দ্ৰ দাস, পঞ্চৰতন ফাৰ্ম, হাউলী।

১৯৪২, বিচিত্ৰনাৰায়ণ দত্তবৰুৱা (১৮১৯-১৯৭৩) লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী। উত্তৰাধিকাৰী, খগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, নৃপেন্দ্ৰ



নাৰায়ণ দত্ত বৰুৱা, ভাস্কৰ দত্তবৰুৱা।

১৯৪৫, নৰেন্দ্ৰনাথ দাস, দিলীপ দাস, কমল দাস, সত্যেন দাস, মিত্ৰ এজেন্সি, তিনিচুকীয়া।

১৯৪৫, নৰেন্দ্ৰ চন্দ্ৰ দত্ত (১৯১০-১৯৯২), ষ্টুডেন্টছ্ ষ্টোৰ্চ, বৰুৱাবামুণ গাঁও, গোলাঘাট।

১৯৪৬, অম্বিকাপদ দেৱচৌধুৰী (১৯১৮-২০০৩), বাণী প্ৰকাশ, পাটাছাৰকুছি, গিৰিপদ দেৱচৌধুৰী, পাঠশালা, ১৯৫৮ গুৱাহাটী।

১৯৪৭, দেৱেশ্বৰ শৰ্মা, কনক চন্দ্ৰ শৰ্মা, সুব্ৰত শৰ্মা, দেৱব্ৰত শৰ্মা, জনমভূমি প্ৰেছ, যোৰহাট।

১৯৪৮, অৰুণ চন্দ্ৰ গুহ (১৯১৩-১৯৮৮) অসম বুক ডিপো, গুৱাহাটী, কলিকতা।

১৯৪৯, চন্দ্ৰকান্ত হাজৰিকা, (১৯১৮-১৯৯৫), বাণী মন্দিৰ, ডিব্ৰুগড়।

১৯৪৯, ৰাধাগোবিন্দ বৰুৱা, সাহিত্য প্ৰকাশ, গুৱাহাটী।

১৯৫০, সুৰেন্দ্ৰ চন্দ্ৰ লহকৰ, কে চি লহকৰ এণ্ড চন্স (এজেন্সি), ৰঙিয়া।

১৯৫০, লঘনুৰাম মহন্ত, ধনন্তৰী আশ্ৰম, ৰঙিয়া।

১৯৫০, হৰমোহন দাস, (১৮৯০-১৯৫৭) মহাপুৰুষ বুক কোম্পানী, গুৱাহাটী।

১৯৫০, প্ৰেম নাৰায়ণ দত্ত (১৮৯৬-১৯৬৫), মনোজ দত্ত, পঙ্কজ কুমাৰ দত্ত, মণিমাণিক প্ৰকাশ, গুৱাহাটী।

১৯৫৪, গৌৰীকান্ত তালুকদাৰ, পৱিত্ৰ তালুকদাৰ, লাৱণ্য প্ৰেছ, উজান বজাৰ, গুৱাহাটী। 'দীপক' শিশু আলোচনীৰ প্ৰকাশক।

১৯৫৬, ৰত্ন দত্ত আৰু উমেশ চন্দ্ৰ ভূঞা, নিউ বুক ষ্টল, গুৱাহাটী।

১৯৫৭, বদন চন্দ্ৰ লহকৰ, জনতা বুক ষ্টল, তেজপুৰ।

১৯৫৮, বিশ্বনাৰায়ণ শাস্ত্ৰী, চন্দ্ৰপ্ৰসাদ শইকীয়া (১৯২৬-২০০৬), সচিব, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী।

১৯৬০, নীহাৰেন্দ্ৰ চৌধুৰী, গ্ৰন্থপীঠ, গুৱাহাটী।

১৯৬৫, বংশীধৰ শৰ্মা, (১৯৩৩-১৯৯৮) গুৱাহাটী বুক ষ্টল, গুৱাহাটী।

১৯৬৫, দেৱানন্দ বৰুৱা, হেমকোষ প্ৰকাশন, শিৱসাগৰ।

১৯৬৫, ৰঙিয়া আলোচনী সভা, ৰঙিয়া।

১৯৭১, কমলাপ্ৰসাদ আগৰৱালা, পদ্মা আগৰৱালা, লক্ষ্মী শইকীয়া, জ্যোতি সোঁৱৰণী প্ৰকাশ সংস্থা, তেজপুৰ।

১৯৭২, পৱিত্ৰ লহকৰ, লহকৰ এজেন্সি, গুৱাহাটী।

১৯৭২, মাখন হাজৰিকা, বনলতা, ডিব্ৰুগড়।

১৯৭২, ৰমেন দত্ত, দত্ত ব্ৰাদাৰ্ছ, গুৱাহাটী।

১৯৭৬, বেণুধৰ শৰ্মা, অজিত কুমাৰ শৰ্মা (১৮৯৪-১৯৮৩), মানুহ প্ৰকাশন, গুৱাহাটী।

১৯৭৭, নাৰায়ণচন্দ্ৰ দাস, নৱ দাস (১৯৩৩-২০০৬), অসমী প্ৰকাশন, গুৱাহাটী।

১৯৭৮, শিৱ শৰ্মা, তুলসী প্ৰকাশ, নাৰায়ণপুৰ।

১৯৭৭, ৰাজেন্দ্ৰ মোহন শৰ্মা, চন্দ্ৰ প্ৰকাশ, টিহু।

১৯৮১, সূৰ্য হাজৰিকা, বাণী মন্দিৰ, পাণবজাৰ, গুৱাহাটী।

১৯৮৩, নগেন শৰ্মা, জ্যোতি প্ৰকাশন, যোৰহাট, গুৱাহাটী।

১৯৮৩, নবীন বৰুৱা, পূৰ্বাঞ্চল প্ৰকাশ, গুৱাহাটী।

১৯৮৪, ক্ষীৰোদ কুমাৰ গোস্বামী, পুথিতীৰ্থ প্ৰকাশন, গোলাঘাট।

১৯৮৬, সত্যৰঞ্জন কলিতা, হিৰণ্যৰঞ্জন গ্ৰন্থ কুটিৰ, তেজপুৰ।

১৯৮৮, মোহিনী ৰাভা (সভানেত্ৰী), বিষ্ণুৰাভা ৰচনাৱলী প্ৰকাশন সমিতি, তেজপুৰ।

১৯৯০, অনন্ত হাজৰিকা, বনলতা, গুৱাহাটী।

১৯৯৮, এছ এইছ শৈক্ষিক ন্যাস, গুৱাহাটী।

২০০২, মনোজ কুমাৰ গোস্বামী, গ্ৰন্থ-সংস্কৃতি, যোৰহাট।

২০০৩, দেৱেন কলিতা, ৰেখা প্ৰকাশন, গুৱাহাটী আৰু বহুতো।

অসমীয়া গ্ৰন্থ প্ৰকাশকসকলৰ ভিতৰত উল্লেখযোগ্যভাৱে বৰঙণি আগবঢ়োৱা ভালেসংখ্যক গ্ৰন্থ প্ৰকাশন প্ৰতিষ্ঠানে আন্তৰিকতাৰে ভাষা জননীৰ সেৱা আগবঢ়াই বহুসংখ্যক আলোকসন্ধানী গ্ৰন্থ প্ৰকাশ কৰি অসমীয়া জাতীয় সাহিত্যৰ পৰম হিত সাধন কৰি থৈ গৈছে আৰু অনেকে এতিয়াও ক্ষিপ্ৰ গতিৰে নিজৰ জয়যাত্ৰা অব্যাহত ৰাখিছে। তেনে বহু গ্ৰন্থ প্ৰকাশক আছে, যিসকলৰ বিশদ তথ্য তাৎক্ষণিকভাৱে সংগ্ৰহ কৰিব পৰা নহ'ল আৰু কিছু সংখ্যকৰ আংশিকভাৱে, বিশেষকৈ স্থাপনৰ চন বা তাৰিখ সংগ্ৰহ কৰিব নোৱাৰাৰ হেতুকে জ্যেষ্ঠতাৰ ভিত্তিত একাদিক্ৰমে সজাই এখন তালিকা প্ৰস্তুত কৰাৰ চেষ্টা কৰা হৈছে।

ডিম্বেশ্বৰ নেওগ, শুৱনি প্ৰকাশ, জি. এছ. পথ, গুৱাহাটী-৫ ; অৰুণ পুৰকায়স্থ, শ্ৰীভূমি পাব্লিশ্বিং কোম্পানী, শিলচৰ আৰু কলিকতা; নগেন্দ্ৰ লাইব্ৰেৰী, কোকৰাঝাৰ; ভগৱতী প্ৰসাদ লডিয়া, নবীন পুস্তক ভাণ্ডাৰ, গোলাঘাট; অতুল চন্দ্ৰ হাজৰিকা, জোনাকী প্ৰকাশ, গুৱাহাটী; কৃপেশচন্দ্ৰ ভট্টাচাৰ্য্য, দুৰ্গাপদ ৰায়চৌধুৰী, অৰিয়েণ্টেল বুক কোম্পানী, গুৱাহাটী; মহম্মদ পিয়াৰ, হেদায়েৎপুৰ, গুৱাহাটী; নৰেশ্বৰ দাস, ফ্ৰেণ্ডছ বুক ষ্ট'ল, গুৱাহাটী; গিৰীণ দে, দ্বীপেন দে, কামাখ্যা বুক ষ্ট'ল, গুৱাহাটী; মনোৰঞ্জন দে, শান্তিৰঞ্জন দে, বীণা লাইব্ৰেৰী, কোকৰাঝাৰ আৰু গুৱাহাটী; কালীপ্ৰসাদ শৰ্মা, নগেন্দ্ৰ লাইব্ৰেৰী, এন. এল প্ৰকাশন, কোকৰাঝা ৰ; হোমেন বৰগোহাঞি, ভিনটেজ বুক ডিপো, গুৱাহাটী; ৰমেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, সাহিত্যৰত্ন প্ৰকাশন, গুৱাহাটী; শিৱ প্ৰসাদ বৰকটকী, সত্যম-শিৱম, যোৰহাট; গাজী বুক ষ্টল, উত্তৰ লখিমপুৰ; সুভাষ চন্দ্ৰ বোস, গুৱাহাটী বুক





ডিপো, গুৱাহাটী; কৃষ্ণ কুমাৰ, ইউনাইটেড্ পাব্লিচাৰ্ছ, গুৱাহাটী; ৰমেশ কুমাৰ, ওৱেষ্টাৰ্ণ বুক ডিপো, গুৱাহাটী; জে. পি. শৰ্মা, ইষ্টাৰ্ণ বুক হাউচ, গুৱাহাটী : বিনোদ নাথ, বুক লেণ্ড, গুৱাহাটী; গিৰিপদ দেৱচৌধুৰী, প্ৰকাশিকা, গুৱাহাটী; মৃণালকান্তি ভট্টাচাৰ্য্য, ষ্টুডেন্টছ্ এম্প'ৰিয়াম, ডিব্ৰুগড়; মোহনলাল লডিয়া, নবীন পুস্তকালয়, যোৰহাট; বসন্ত কুমাৰ ভূঞা, নীলকণ্ঠ বুক ষ্ট'ল, গুৱাহাটী; জ্যোতিপ্ৰসাদ লডিয়া, জ্যোতি পুস্তক মন্দিৰ, গোলাঘাট; বিজয় কুমাৰ দত্ত, বুক হাইভ, গুৱাহাটী; হলধৰ নাথ, পাহি প্ৰকাশ, গুৱাহাটী; সুৰেন্দ্ৰ নাথ বৈশ্য, জাৰ্ণাল এম্প'ৰিয়াম, নলবাৰী; যোগেশ শৰ্মা, শৰাইঘাট প্ৰকাশন, গুৱাহাটী; পৰেশ মালাকাৰ, অন্বেষা, গুৱাহাটী; মাধৱ দাস, অশোক বুক ষ্ট'ল, গুৱাহাটী; নৱজ্যোতি মৰল, পঞ্চজ্যোতি প্ৰকাশ, গুৱাহাটী; ৰূপক শৰ্মা, ৰুমী-ৰূপক এণ্টাৰপ্ৰাইজ, নগাঁও; কে.চি. ধৰ, ইমৰাণ আহমেদ, কেমব্ৰিজ্ ইণ্ডিয়া, গুৱাহাটী ; ধীৰাজ গোস্বামী, অসম বুক হাইভ, গুৱাহাটী; হৰেণ কলিতা, কল্যাণী বুক ষ্ট'ল, গুৱাহাটী; হৃষিকেশ গোস্বামী, সচিব, অসম শিশু-সাহিত্য ন্যাস, গুৱাহাটী; বিধান ৰয়, এছ. কে. পাব্লিছিং, গুৱাহাটী; নৱ কলিতা, কিৰণ প্ৰকাশন, ধেমাজি; মনোৰঞ্জন শৰ্মা, অভিযাত্ৰী প্ৰকাশন, গুৱাহাটী ; কিতাপ সমালয়, গুৱাহাটী; অঞ্জনা তালুকদাৰ, গণেশ প্ৰকাশন, গুৱাহাটী; ৰণজিৎ কুমাৰ শইকীয়া, 'কালপুৰুষ' পঞ্জিকা প্ৰকাশন, গুৱাহাটী; বিপুল গুহ, অৰুণ প্ৰকাশন, গুৱাহাটী; নবীন বৰুৱা, পূৰ্বাঞ্চল প্ৰকাশ, গুৱাহাটী; নাৰায়ণ কেজৰিৱাল, কুবেৰ বুক ষ্ট'ল, গুৱাহাটী ; বৰ্ণালী বৰগোহাঞি, আখৰ প্ৰকাশ, গুৱাহাটী ; শোণিত বিজয় দাস, কথা, গুৱাহাটী; ৰাকেশ গোস্বামী, আৰ. জি. পাব্লিকেশ্যনছ, গুৱাহাটী; শান্তনু তামুলী, মৌচাক প্ৰকাশন, গুৱাহাটী; দিলীপ কুমাৰ শৰ্মা, পুথি প্ৰকাশ, গুৱাহাটী; ৰমণী মোহন হালৈ, জয়মতী প্ৰকাশন, বাহনা; দুলাল বৰা, বহু আনন্দ, নগাঁও; প্ৰান্তোষ দাস, শান্তি পুস্তকালয়, সৰুপথাৰ; জিতেন দত্ত, বুক হোম, যোৰহাট; ৰণজিৎ শইকীয়া, বিদ্যা ভৱন, যোৰহাট; সঞ্জয় সভাপণ্ডিত, সমলয় বুক ষ্টল, যোৰহাট; সত্যপ্ৰসাদ বেজবৰুৱা, কোকিল, দেৰগাঁও; জিতেন ডেকা, সমন্বয় গ্ৰন্থালয়, নলবাৰী; গণেশ চন্দ্ৰ নাথ, আঁক-বাক, গুৱাহাটী; দেবেন্দ্ৰ নাথ দাস, কিতাপ ঘৰ, নলবাৰী; ৰাজেন ভট্টাচাৰ্য, গায়ত্ৰী প্ৰকাশন, গুৱাহাটী; ৰমেশ প্ৰসাদ লডিয়া, সৰস্বতী প্ৰকাশন, গোলাঘাট; ঘনশ্যাম লডিয়া, ভগৱতী প্ৰকাশন, গুৱাহাটী; অৰুণোদই প্ৰকাশন, গুৱাহাটী; বৃষ্টি, গুৱাহাটী; বনফুল প্ৰকাশন, গুৱাহাটী; গতি প্ৰবাহ, গুৱাহাটী; এম আৰ পাব্লিকেশ্যন, গুৱাহাটী, উপন্যাস ঘৰ, গুৱাহাটী; নম্ৰতা প্ৰকাশন, গুৱাহাটী; ইষ্টাৰ্ণ পাব্লিকেশ্যন, গুৱাহাটী; চক্ৰৱতী ব্ৰাদাৰ্ছ, মঙলদৈ; জ্ঞানজ্যোতি, মঙলদৈ; স্বস্ত্যয়ন বুক ষ্টল, খাৰুপেটীয়া; বিদ্যাৱতী বুক ষ্টল, মঙলদৈ; ধেমাজী বুক ষ্টল, ধেমাজী; মনালিছা, কলাইগাঁও; অসম বুক ষ্টল, মঙলদৈ। আমি আশা কৰিছোঁ, যিসকলৰ নাম ইয়াত সন্নিৱিষ্ট কৰিব পৰা নাই সেইসকলৰো বিশদ তথ্য সংগ্ৰহ কৰাৰ অবিৰত চেষ্টা ধাৰাবাহিকভাৱে অব্যাহত ৰাখিছোঁ।

অসমীয়া ভাষাৰ বিভিন্ন পুথি প্ৰকাশ আৰু প্ৰচাৰ কৰাৰ ক্ষেত্ৰত ৰাজহুৱাভাৱে তথা চৰকাৰৰ পৃষ্ঠপোষকতা আৰু তথা অংশকালীন চৰকাৰী আৰু অংশকালীন ৰাজহুৱা ৰূপত সংগঠিত ভালেসংখ্যক সংস্থাই অসমীয়া, ইংৰাজীকে আদি কৰি নানান বিষয়ৰ গ্ৰন্থ প্ৰকাশ কৰি অসমীয়া জাতীয় জীৱনক সমৃদ্ধ কৰি তুলিছে। তেনে প্ৰতিষ্ঠানসমূহৰ অন্যতম ৰাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠানসমূহ হ'ল— অসম সাহিত্য সভা, কেন্দ্ৰীয় কাৰ্যালয় ঃ চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট; অসম সাহিত্য সভা, গুৱাহাটী কাৰ্যালয় ঃ ভগৱতী প্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী; অসম সাহিত্য সভাৰ জিলা আৰু শাখা সাহিত্য সভাসমূহৰ প্ৰকাশন বিভাগ ; গুৱাহাটী বিশ্ববিদ্যালয় প্ৰকাশন বিভাগ, গুৱাহাটী; গুৱাহাটী বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰস্তুতি প্ৰণয়ন সমিতি, গুৱাহাটী ; ডিব্ৰুগড় বিশ্ববিদ্যালয় প্ৰকাশন বিভাগ, ডিব্ৰুগড়; ডিব্ৰুগড় বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰস্তুতি প্ৰণয়ন সমিতি, ডিব্ৰুগড় ; অসম সত্ৰ মহাসভা, কেন্দ্ৰীয় কাৰ্যালয়, যোৰহাট; শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ, কেন্দ্ৰীয় কাৰ্যালয়, নগাঁও; শ্ৰীমন্ত শঙ্কৰদেৱ সচেতন মঞ্চ, গুৱাহাটী ; অসম বিজ্ঞান সমিতি, গুৱাহাটী; মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ কলা-কৃষ্টি গৱেষণা কেন্দ্ৰ অসম, যোৰহাট; অসম ৰাজ্যিক পাঠ্য -পুথি প্ৰণয়ন আৰু প্ৰকাশন নিগম লিমিটেড; অসমীয়া আলোচনা চক্ৰ, কটন কলেজ, গুৱাহাটী; প্ৰাগজ্যোতিষ কলেজ, অসমীয়া বিভাগ, গুৱাহাটী; অসম লেখিকা সংস্থা, গুৱাহাটী; অসম লেখিকা সমাৰোহ, গুৱাহাটী; অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি, গুৱাহাটী ; অসমীয়া ভাষা প্ৰয়োগ সঞ্চালকালয়, গুৱাহাটী; অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব সঞ্চালকালয়, গুৱাহাটী; কামৰূপ অনুসন্ধান সমিতি, গুৱাহাটী; বড়ো সাহিত্য সভা; আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা অসম, উত্তৰ গুৱাহাটী; Assam Institute of Research for Tribals and Scheduled Castes, Guwahati; Oriental Institute for Sankardeva Studies, Guwahati; Srimanta Sankardeva Research Institute, Bardowa ; Census of India, Guwahati Chapter, Guwahati; লেখক আৰু প্ৰকাশন সমিতি, বৰপেটা; নান্দনিক, পথৰুঘাট, মঙলদৈ; দামল গোষ্ঠী, টংলা।

ঊনবিংশ শতিকাৰ ভাৰতীয় আঞ্চলিক ভাষাসমূহৰ উন্নয়নৰ ধামখুমীয়াত অসমীয়া ভাষা-সাহিত্য আৰু গ্ৰন্থৰ ভেঁটিটোও দৃঢ় কৰাৰ স্বাৰ্থত ভিন্নধৰ্মী কাকত-আলোচনীৰ জাগৰণৰ ঢৌত শৈক্ষিক আৰু ভাষা-সাহিত্যৰ প্ৰতি সচেতনতা বাঢ়ি অহাৰ পৰিপ্ৰেক্ষিতত অসমৰ গ্ৰন্থ জগতখনৰো পৰিসৰ আশাশুধীয়াভাৱে বৃদ্ধি পায়। ভাৰতৰ স্বাধীনতা আন্দোলনেও এই ক্ষেত্ৰত যথেষ্ট পৰিমাণে অৰিহণা যোগায় যদিও প্ৰকৃতাৰ্থত স্বাধীনোত্তৰ কালতহে অসমৰ গ্ৰন্থ প্ৰকাশনৰ উন্মেষ ঘটে।

গ্ৰন্থ মানৱ সৃষ্টিৰ উপাদানহে। গ্ৰন্থ এখনৰ জন্ম এটা সভ্যতাৰ



বাবে গুৰুত্বপূৰ্ণ ঘটনা। অসমৰ বৌদ্ধিক জগতখনৰ মূল চালিকা শক্তিয়েই হ'ল প্ৰকাশকসকল। অসমৰ জাতীয় জীৱনত অসমীয়া ভাষা-সাহিত্যৰ উত্তৰণৰ বৃহৎ পৰিক্ৰমাত প্ৰকাশন প্ৰতিষ্ঠান আৰু ছপাশালসমূহৰ এক ঐতিহাসিক আৰু গুৰুত্বপূৰ্ণ দায়িত্ব আছে।

অসমৰ প্ৰথম গ্ৰন্থ প্ৰকাশক ডিব্ৰুগড়ৰ শিৱনাথ ভট্টাচাৰ্য আৰু নন্দেশ্বৰ চক্ৰৱৰ্তী। ১৯০৬ চনত এখেতলোকৰ দ্বাৰা প্ৰতিষ্ঠিত 'এজেন্সী কোম্পানী' আৰু 'ভট্টাচাৰ্য এজেন্সী'য়ে প্ৰথমতে নানাধৰণৰ ধৰ্মপুথি প্ৰকাশ কৰি আঞ্চলিক প্ৰকাশনৰ সূচনা কৰিছিল। ১৯০৮ চনত হৰিনাৰায়ণ দত্তবৰুৱা আৰু গোপাল বৰুৱাৰ উদ্যোগত 'বৰুৱা এজেন্সি' অসমৰ প্ৰথম প্ৰণালীবদ্ধ প্ৰকাশক। পেছাদাৰী প্ৰকাশকসকলৰ ভিতৰত তেজপুৰৰ হৰিবিলাস আগৰৱালা (১৮৮৯), যোৰহাটৰ গঙ্গাধৰ বৰকটকী আৰু দুৰ্গাধৰ বৰকটকী ভাতৃদ্বয় প্ৰধান। 'বৰকটকী কোম্পানী' আৰু 'ভট্টাচাৰ্য এজেন্সী'য়ে নানা ধৰণৰ ধৰ্মপুথি প্ৰকাশ কৰি অসমীয়া সাহিত্যলৈ সেৱা আগবঢ়াইছিল আৰু পঢুৱৈক গ্ৰন্থ দান কৰিছিল। এয়া ভাৰত স্বাধীন হোৱাৰ পূৰ্বৰ কথা। হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা সম্পাদিত 'Descriptive Catalogue of Assamese Manuscripts' (১৯৩০) নামৰ গ্ৰন্থখন অসমীয়া ভাষা-সাহিত্যৰ সন্তেদ সংৰক্ষণ কৰা এখন অমূল্য সম্পদ। এইদৰেই প্ৰথম আনুষ্ঠানিকভাৱে সংগঠিত ৰূপত অসমত পুথি-প্ৰকাশকৰ পৰম্পৰাৰ আৰম্ভণি ঘটে। তেজপুৰৰ ভাবিৰাম কলিতাই ইয়াৰ আগতে ১৯৩৪ চনত 'বি আৰ কলিতা এণ্ড কোম্পানী' প্ৰতিষ্ঠা কৰি গ্ৰন্থ ব্যৱসায় আৰম্ভ কৰিছিল। তেওঁ 'অমৰ বৈদ্য' নামৰ গ্ৰন্থখন ১৯৩৮ চনত প্ৰকাশ কৰিছিল বুলি তথ্য পোৱা যায়। তেখেতে ১৯৪৮ চনত 'ভাৰতী প্ৰেছ' স্থাপন কৰি বিভিন্ন লেখক-সাহিত্যিকৰ গ্ৰন্থ ছপোৱাৰ কামত মনোনিৱেশ কৰিছিল। আমাৰ সমাজখনৰ শৈক্ষিক আৰু বিদ্যায়তনিক ক্ষেত্ৰখনিৰ মূল চালিকা শক্তিয়েই হ'ল—কাগজ, চিয়াঁহী, আখৰ, মুদ্ৰণ-যন্ত্ৰ, কম্পিউটাৰ, ইণ্টাৰনেট আৰু মানৱ সম্পদৰ সমাহাৰত প্ৰস্তুত হোৱা গ্ৰন্থ। 'গ্ৰন্থ' শব্দটোৰ স'তে গ্ৰন্থকাৰ, গ্ৰন্থাগাৰ, গ্ৰন্থাগাৰিক, গ্ৰন্থাৱলী, গ্ৰন্থানুৰাগ, গ্ৰন্থকীট, গ্ৰন্থকুটী, গ্ৰন্থপাল, গ্ৰন্থানুৰাগী, গ্ৰন্থৱদ্ধ, গ্ৰন্থস্বত্ব, সম্পাদনা, উৎপাদন, বিপণন, প্ৰশাসন আৰু গণনা বিভাগবোৰ জড়িত হৈ থাকিব লাগিব—অন্যথাই গ্ৰন্থ, লেখক, পাঠক, প্ৰকাশকৰ সমষ্টিগত চিন্তা-চেতনাই পৰিপূৰ্ণতা লাভ কৰিব নোৱাৰিব।

এজন লিখকৰ কাপ-মৈলামৰ সৃষ্টি-কৰ্ম আন এজন মানুহৰ মস্তিষ্কত প্ৰৱেশ কৰোৱা, এখন ঠাইৰ বিভিন্ন উপাদানক আন এখন ঠাইৰ মানৱ সম্পদৰ মাজত সহজে লাভ কৰোৱা আদি কাৰ্য সমূহৰ লগত সংপৃক্ত হোৱা পৰিক্ৰমাটোৱেই হ'ল মূলতঃ 'গ্ৰন্থ ব্যৱসায়'। অসমৰ প্ৰকাশকসকলে বহু কষ্ট কৰি অসমৰ নামী-অনামী লেখক-লেখিকাৰ ৰচনা-সম্ভাৰ গ্ৰন্থৰ ৰূপলৈ আনি সমাজৰ হিতাৰ্থে, ব্যৱসায়ৰ বিভিন্ন কৌশল খটুৱাই পাঠকে সহজে পাব পৰাকৈ উলিয়াই দিয়ে। কেতিয়াবা সেই গ্ৰন্থৰাজিৰ মাজেৰে লেখক-লেখিকাই বিপুলভাৱে পুৰস্কৃত হৈ সমাজত স্থিতি লাভ কৰে— সেই ক্ষেত্ৰত প্ৰকাশকজনৰ কৰি যোৱা ত্যাগৰ মূল্য আৰু শ্ৰমৰ অৱিহণাৰ মাপ-কাঠী কোনোবাই উপলব্ধি কৰেনে?? কিন্তু লেখক-লেখিকাই অস্বীকাৰ কৰিব পাৰে জানো???

প্ৰকাশক-বিক্ৰেতাসকলো আমাৰ সমাজৰেই এৰাব নোৱাৰা অংগ। অসমীয়া ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধিত প্ৰকাশকসকলৰ অৱিহণা নুই কৰিব নোৱাৰি। প্ৰকাশকসকলে সততে এক স্বয়ংক্ৰিয় মানসিকতাৰে অসমীয়া গ্ৰন্থৰ প্ৰকাশ কৰি ব্যৱসায়িক দৃষ্টিভংগীৰে অসমীয়া সাহিত্যক জগত সভালৈ বা বিশ্বৰ দৰবাৰলৈ প্ৰৱেশ কৰোৱাৰ দিশত যে পাৰ্যমানে সেৱা আগবঢ়াইছে তাক আমি স্বীকাৰ কৰিবই লাগিব। আজিও আমি প্ৰকাশকসকলে অসমীয়া ভাষা সাহিত্যক বিশ্বৰ দৰবাৰত প্ৰতিষ্ঠা কৰিবলৈ অহৰহ প্ৰচেষ্টা চলাই আছো। কেইবাখনো বিশ্ব গ্ৰন্থমেলাত নিজৰ জেপৰ ধন খৰচ কৰি অসমীয়া গ্ৰন্থৰ সুবাস বিশ্বৰ চুকে-কোণে বিলাবলৈ একান্ত আৰু নিঃস্বাৰ্থভাৱে চেষ্টা কৰি থকা হৈছে। ই এক আমাৰ জাতিটোৰ বাবেই সুখৰ খবৰ। জাৰ্মানীৰ ফ্ৰেংকফুৰ্ট চহৰত অনুষ্ঠিত হোৱা 'বিশ্ব গ্ৰন্থমেলা'লৈ ২০০৬ চনত অক্টোবৰ মাহৰ উত্তৰ-পূৰ্বাঞ্চলৰ পৰা এঘাৰজনীয়া প্ৰকাশকৰ দল এটা ব্যক্তিগতভাৱে গৈ অংশগ্ৰহণ কৰাটো সৰ্বজনবিদিত। এইক্ষেত্ৰত কোনো আগতীয়া প্ৰস্তুতি কোনো কাৰণতেই হোৱা নাছিল। আমাৰ সকলো স্বেচ্ছাসেৱী অনুষ্ঠান, ৰাজ্য চৰকাৰ, বিভিন্ন দল-সংগঠনে এই বিষয়ত মৌনতা অৱলম্বন কৰা দেখা গৈছিল। ইয়াৰ পূৰ্বে বিশিষ্ট কথাশিল্পী প্ৰয়াত চন্দ্ৰপ্ৰসাদ শইকীয়া 'অসম প্ৰকাশন পৰিষদ'ৰ সচিব হৈ থকা কালত ফ্ৰেংকফুৰ্ট গ্ৰন্থমেলাত অংশগ্ৰহণ কৰিছিল। সৰ্বশ্ৰী মাখন হাজৰিকা, সূৰ্য হাজৰিকা, বিদ্যুৎ গুহ, কৌস্তুভ গুহ, ইমৰাণ আহমেদ, নগেন শৰ্মা, নাৰায়ণ কেজৰিয়াল, আৰমান আলি, অনুপ দাস, কুতুবুদ্দিন আহমেদ আৰু আমি নিজেও ফ্ৰেংকফুৰ্ট যাত্ৰাৰ সঙ্গী হৈছিলো। আমি 'অসম' সম্বন্ধে, চুক্তি সাপেক্ষে, প্ৰকাশক আৰু লেখকৰ পৰা বিভিন্ন বিষয় জড়িত থকা কিছুমান গ্ৰন্থ লৈ গৈছিলো। আমাৰ উদ্দেশ্য আছিল অসমীয়া ভাষা সাহিত্যক বিশ্বৰ দৰবাৰলৈ নি প্ৰতিষ্ঠা কৰাৰ দৃঢ় সংকল্প আৰু 'অসমীয়া জাতিটোক' বিদেশৰ মাটিত বৌদ্ধিকভাৱে প্ৰতিষ্ঠা কৰা। ইয়াত 'নেছনেল বুক ট্ৰাষ্ট' আৰু 'সদৌ অসম পুথি প্ৰকাশক আৰু বিক্ৰেতা সংস্থা'ই প্ৰধানকৈ উদ্যোগ লৈ কৰ্ম সম্পাদন কৰিছিল। এশখন নিৰ্বাচিত গ্ৰন্থৰ লগতে নিৰ্বাচিত গ্ৰন্থবোৰৰ লেখকৰ পৰিচয়, বিভিন্ন ভাষাত অনুবাদ কৰিবলগীয়া ক্ৰম, মৌলিক, শৈক্ষিক নে প্ৰসংগ পুথি আদি বিষয়ৰ সন্নিৱিষ্ট কৰি Writer's Catalogue-ত প্ৰকাশৰ ব্যৱস্থা কৰি অসমৰ বিভিন্ন লেখক আৰু প্ৰকাশন গোষ্ঠী লৈ ইয়াৰ বাবে গোহাৰি জনোৱা হৈছিল। ফ্ৰেংকফুৰ্ট গ্ৰন্থমেলা— আমাৰ বাবেই নহয়, সমগ্ৰ অসমীয়া জাতিৰ বাবেই বাস্তৱ অভিজ্ঞতাৰ মনোৰম





প্ৰকাশ আৰু অনুভৱ মাথোন। বিশ্বৰ স্বীকৃত ভাষাৰ ভিতৰত 'অসমীয়া ভাষা'ও এটা। চেষ্টা, আগ্ৰহ থাকিলে যে অসমীয়া ভাষাৰ প্ৰচাৰ, প্ৰসাৰ আৰু চৰ্চা, বিকাশ ব্যাপক কৰিব পাৰি, তাক দেখুৱাবলৈ আমি আচলতে সক্ষম হ'লোঁ। কিন্তু ইয়াত চৰকাৰী সাহায্য আৰু আন্তৰিকতাৰ অভাৱ দেখা গৈছিল। আগতীয়া প্ৰচাৰৰ ক্ৰম নোহোৱাকৈ আমি ব্যক্তিগতভাৱে অতি কষ্ট পালেও চিৰ চেনেহী মোৰ ভাষা জননী 'অসম মাতৃ'ৰ গৌৰৱ অক্ষুণ্ণ ৰখাত আমি যে সফল হৈছিলো— তাক আজি ন-দি ক'ব পাৰোঁ— এই সৎ সাহস আমাৰ বুকুত আছে। অসমৰ এঘাৰ গৰাকী প্ৰকাশক-কৰ্মীয়ে অসমীয়া গ্ৰন্থৰ প্ৰদৰ্শনৰ মূল লক্ষ্য সন্মুখত ৰাখি ফ্ৰেংকফুৰ্ট গ্ৰন্থমেলাত ৭৫ হাজাৰ টকাৰ বিনিময়ত এখন 'বিপণী' বহুৱাবলৈ সক্ষম হোৱাটো বৰ সুখৰ কথা আছিল। জাৰ্মানীৰ প্ৰবাসী অসমীয়া ড° নিৰোদ কুমাৰ বৰুৱাই আমাৰ প্ৰচেষ্টাৰ শলাগ ল'লে। জ্ঞানপীঠ বঁটা বিজয়ী সাহিত্যিক শ্ৰদ্ধাৰ ড° মামনি ৰয়ছম গোস্বামী বাইদেউ আছিল ভাৰতৰ লগতে 'বিশ্ব গ্ৰন্থমেলা'খনিৰ কেন্দ্ৰীয় ব্যক্তি। জাভেদ আখতাৰে আমাৰ বিপণী প্ৰদৰ্শন কৰিছিল। নিজৰ জেপৰ ধন খৰচ কৰি ফ্ৰেংকফুৰ্টত 'অসমীয়া গ্ৰন্থ' প্ৰদৰ্শন কৰিবলৈ যোৱাত অসমৰ প্ৰকাশকসকলক অসমৰ বুদ্ধিজীৱী, সাহিত্যিক সংবাদসেৱী, ৰাজ্য চৰকাৰ আৰু তৃণমূল পৰ্যায়ৰ জনসাধাৰণে ধন্যবাদ জনাবই লাগিব। মামনি বাইদেউৰ উদ্যোগত বিশ্ব গ্ৰন্থমেলাত 'নামঘোষা', ভবেন শইকীয়াৰ 'The Evening Walk', ড° সঞ্জীৱ বৰকাকতিৰ 'শংকৰদেৱৰ জীৱনী' আদি গ্ৰন্থও অন্যান্যবোৰৰ লগত প্ৰদৰ্শিত হোৱাৰ স্মৃতি আজিও মনত আছে। অন্য তথাকথিত কাণ্ডাৰীসকলৰ কিন্তু বঁটা-বাহনত ব্যস্ত থাকোতেই যায়। গ্ৰন্থৰ নিৰ্বাচন, পাঠক নিৰ্বাচন, গ্ৰন্থ ছপাৰ মানদণ্ড, গ্ৰন্থমূল্য, গ্ৰন্থৰ বজাৰ-ভাওৰ মানদণ্ডৰ দৰে গধুৰ দায়িত্ব সমসাময়িক প্ৰকাশকসকলেই নিষ্ঠাৰে পালন কৰে। নাটকৰ নান্দী সূত্ৰধাৰৰ দৰে গ্ৰন্থৰ ক্ষেত্ৰত লেখক, পাঠকৰ মাজত প্ৰকাশকেও সূত্ৰধাৰৰ ভাও লৈ গ্ৰন্থৰ যাৱতীয় কাম সম্পাদন কৰে। প্ৰকাশক গ্ৰন্থ এখনৰ আভ্যন্তৰীণ আৰু বাহ্যিক দুটা দিশৰ একোজন স্ৰষ্টা। লেখক, পাঠকৰ পোনপটীয়া যোগাযোগেৰে অসমৰ গ্ৰন্থ আন্দোলনক প্ৰকাশকসকলেই নতুন মাত্ৰা প্ৰদান কৰিব লাগিব। প্ৰকাশক প্ৰতিষ্ঠান দীৰ্ঘজীৱী হয়—প্ৰকাশকগৰাকীৰ কৰ্মকুশলতা আৰু লেখক পাঠকৰ নিঃস্বাৰ্থ মিলনতহে। পাঠক সমাজ প্ৰকাশনৰ প্ৰধান চালিকা শক্তি হ'লে প্ৰকাশকে যদি কাম নকৰে—তেতিয়া?? পাঠকহে আচলতে গ্ৰন্থ বিপণীৰ মেৰুদণ্ড।

অসমীয়া গ্ৰন্থ প্ৰকাশনৰ লগত জড়িত ব্যক্তি আৰু প্ৰতিষ্ঠানৰ বিষয়ে এইখিনিতে অলপ কওঁ— অসমৰ অন্যতম প্ৰাচীন পুথি প্ৰকাশন প্ৰতিষ্ঠান যোৰহাটৰ বৰকটকী কোম্পানীৰ স্বত্বাধিকাৰী পক্ষৰ ভাতৃদ্বয় গংগাধৰ বৰকটকী আৰু দুৰ্গাধৰ বৰকটকী অসমীয়া গ্ৰন্থ প্ৰকাশন জগতৰ দুটি স্মৰণীয় নাম। বিংশ শতাব্দীৰ প্ৰথমাৰ্ধত প্ৰকাশিত অসমীয়া গ্ৰন্থসমূহৰ ভিতৰত দুৰ্গাধৰ বৰকটকীয়ে যি সমূহ গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছিল—সেইসমূহৰ ভিতৰত অন্যতম প্ৰধান আছিল— মহাভাৰতৰ ১৮টা পৰ্বৰ অসমীয়া অনুবাদ। সেইসময়ৰ অসমীয়া পঢুৱৈবৃন্দৰ বাবে মহাভাৰতৰ এই খণ্ডসমূহ আছিল এক লেখত ল'বলগীয়া প্ৰকাশন। বৰকটকীদেৰে এই গ্ৰন্থ-সম্ভাৰ পোনতে যোৰহাটৰ পৰা 'মহাভাৰত কুটীৰ' নাম দি এটি প্ৰতিষ্ঠানৰ নামত প্ৰকাশ কৰিছিল যদিও পিছলৈ তেখেতৰ প্ৰকাশনৰ কাম-কাজসমূহ কলিকতাৰ পৰা পৰিচালিত কৰিছিল। মহাভাৰতৰ এই খণ্ডসমূহৰ উপৰিও অন্যান্য বিষয়ত বিবিধ গ্ৰন্থও তেখেতৰ ব্যক্তিগত প্ৰচেষ্টাত প্ৰকাশিত হৈছিল। সেইসমূহৰ ভিতৰত অন্যতম আছিল,— (১) বুকাৰ ৱাছিংটন, (২) শ্ৰীশ্ৰীশঙ্কৰদেৱ, (৩) স্তুতিমালা, (৪) ৰোমিও জুলিয়েট্ (সংক্ষেপ গল্প), (৫) পঞ্চমী আদি। আনহাতে মহাভাৰতৰ খণ্ডসমূহৰ ভিতৰত পাণ্ডৱসকলৰ বনলৈ গমন কালৰ চিত্ৰসহ 'বনপৰ্ব' দুটি খণ্ডকৈ মুদ্ৰিত প্ৰায় ৪১৬ পৃষ্ঠাৰ গ্ৰন্থ। অসমীয়া ভাষাত 'বনপৰ্ব'ৰ এই সম্পূৰ্ণ সংকলনখনেই প্ৰথম প্ৰকাশিত গ্ৰন্থ আছিল। এই খণ্ডটিৰ উপৰিও সংস্কৃতসহ অসমীয়াত 'বিৰাট পৰ্ব', 'উদ্যোগ পৰ্ব', ভীষ্মৰ শৰশয্যাৰ চিত্ৰসহ 'ভীষ্মপৰ্ব', যুদ্ধৰ চিত্ৰসহ 'শল্য পৰ্ব', 'স্বৰ্গাৰোহণ পৰ্ব', ৰাজধৰ্ম খণ্ডৰ 'শান্তি পৰ্ব' আদি বিভিন্ন পৰ্বসমূহ অতি সুন্দৰ ৰূপত প্ৰকাশ কৰি উলিয়াইছিল। অসমীয়া ভাষাৰ পৰম সম্পদ বৈষ্ণৱ সাহিত্য সমগ্ৰৰো বিভিন্ন বিষয়ৰ গ্ৰন্থাদি প্ৰকাশ কৰি শ্ৰদ্ধেয় দুৰ্গাধৰ বৰকটকীদেৱে অসমীয়া ভাষা-সাহিত্যৰ তথা জাতীয় জীৱনৰ পৰম হিত সাধন কৰি থৈ গৈছে।

প্ৰকাশক হিচাপে শিৱনাথ ভট্টাচাৰ্যৰ অৱদান অসমৰ পুথি প্ৰকাশন ব্যৱসায়ৰ এক মাইলৰ খুঁটি স্বৰূপ। ১৮৮৬ চনৰ জানুৱাৰী মাহত তেখেতে ডিব্ৰুগড়ত 'ভট্টাচাৰ্য এজেঞ্চি' নামেৰে এটি গ্ৰন্থ প্ৰকাশন প্ৰতিষ্ঠান আৰম্ভ কৰে। ভট্টাচাৰ্যদেৱে অসমীয়া গ্ৰন্থ প্ৰকাশ কৰাৰ আগ্ৰহ কৰি পোনতে বিজ্ঞাপনৰ জৰিয়তে আৰু পিছত লেখকসকললৈ তেখেতে কিতাপৰ পাণ্ডুলিপি বিচাৰি চিঠি-পত্ৰ দি, পাণ্ডুলিপি সংগ্ৰহ কৰি প্ৰকাশ কৰি উলিয়াইছিল। দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ 'প্ৰহৰী', পণ্ডিত ধীৰেশ্বৰ ভট্টাচাৰ্যৰ 'প্ৰয়োগ কৌমুদী', দুৰ্গেশ্বৰ শৰ্মাৰ 'পাৰ্থ পৰাজয়', সৰ্বেশ্বৰ শৰ্মা কটকীৰ 'অসমীয়া সাহিত্য-সম্পদ', চন্দ্ৰধৰ বৰুৱাৰ 'তিলোত্তমা' আদি। পৰৱৰ্তী সময়ছোৱাত তেখেতৰ বৰপুত্ৰ হৰেন্দ্ৰ ভট্টাচাৰ্যই প্ৰকাশনৰ কামৰ সুবিধাৰ্থে ডিব্ৰুগড়ত 'ভট্টাচাৰ্য্য প্ৰেছ' নামেৰে এটি মুদ্ৰণ প্ৰতিষ্ঠান মুকলি কৰে। সম্প্ৰতি শিৱনাথ ভট্টাচাৰ্যৰ নাতি শান্তনু ভট্টাচাৰ্য আৰু সামন্ত ভট্টাচাৰ্যই প্ৰকাশনৰ কাম-কাজ নিয়াৰিকৈ কৰি আছে।

প্ৰকাশকসকলৰ জাতিৰ বাবে আছে দায়বদ্ধতা, অসমীয়া ভাষা সাহিত্যকো জীয়াই ৰখাৰ লগতে ভৱিষ্যতৰ বংশধৰসকলক বৌদ্ধিকভাৱে সু-নাগৰিক কৰাৰো এক দায়িত্ব নোহোৱা নহয়।



প্ৰকাশকসকলৰ দীৰ্ঘম্যাদী কৰ্ম-আঁচনিতেই লেখক-সাহিত্যিকৰ উত্তৰণৰ লগতে আমাৰ সাহিত্যই সৰ্বত্ৰ প্ৰচাৰ, প্ৰসাৰ আৰু বিকাশ লাভ কৰিব পাৰিব। প্ৰকাশকৰ সমাহাৰত গ্ৰন্থৰ মাজতে আমি বিচাৰি পাওঁ জীৱনৰ আনন্দ, অৰ্থ আৰু জীৱন আৰু জগতৰ মাজৰ ৰহস্যময় সম্পৰ্কৰ সম্ভেদ। গ্ৰন্থই বুকুত লৈ আহে ভৱিষ্যতৰ সংবাদ। গ্ৰন্থ অবিহনে মানুহৰ মগজুৰ অস্তিত্ব নাথাকিব। ভাষা আৰু কিতাপৰ সমন্বয় অসম্ভৱ, ভাষাৰ যোগেদি কিন্তু সাহিত্যৰ, জাতিৰ সমন্বয় সম্ভৱ—প্ৰকাশকসকল কিন্তু উৎসাহিত হয়—নতুন কৌশল কায়েম কৰাৰ স্বাৰ্থত। লেখক এগৰাকীক বৌদ্ধিক সমাজত উপস্থাপন কৰে প্ৰকাশক আৰু বিক্ৰেতাসকলে—বেলেগে নোৱাৰে। লেখক এগৰাকীক তেওঁৰ সৃষ্টিৰ মাধ্যমেৰে প্ৰকাশকেহে দিক দৰ্শন দিব পাৰে। এনেয়ে লিখিলে কি হ'ব যদি তাত প্ৰকাশকৰ সৃষ্টিশীল হাতৰ পৰশ নপৰে।

১৮৮৪ চনত হাজোৰ ওচৰৰ মনাহকুছিত গোপাল চন্দ্ৰ বৰুৱাৰ জন্ম হয়। ১৯০৮ চনৰ নৱেম্বৰ মাহত তেখেতে 'বৰুৱা এজেন্সী' নামেৰে এখন কিতাপৰ দোকান খোলে। তেখেতৰ প্ৰচেষ্টাতে এসময়ত অসমৰ এক প্ৰতিষ্ঠিত গ্ৰন্থ প্ৰকাশন প্ৰতিষ্ঠান ৰূপে 'বৰুৱা এজেন্সী' পৰিগণিত হয়। শৰৎ চন্দ্ৰ গোস্বামীদেৱে লিখা 'পানিপথ' পুথিখন ১৯৩০ চনত গোপাল চন্দ্ৰ বৰুৱাই প্ৰথম সংস্কৰণৰূপে ছপা কৰি উলিওৱাৰ উপৰিও গোস্বামীদেৱৰ মজলীয়া বিদ্যালয়ৰ ৫ম আৰু ৬ষ্ঠ মানৰ পাঠ্য হিচাপে মঞ্জুৰী পোৱা 'সৰল ব্যাকৰণ', 'বৃটিছ সাম্ৰাজ্যৰ বুৰঞ্জী' আদিও প্ৰকাশ কৰিছিল। মুক্তালাল কাঠবৰুৱাই লিখা 'ভাৰত বুৰঞ্জী' চাইফউদ্দিন আহমেদৰ 'গণিত আৰু জ্যামিতি' ইত্যাদি প্ৰকাশ কৰি উলিয়ায়। ১৯৫৫ চনৰ ৫ মে'ত বৰুৱাদেৱৰ দেহাৱসান ঘটে।

১৯৩২ চনত স্থাপিত 'দত্তবৰুৱা এণ্ড কোম্পানী'য়ে পঞ্চাশোত্তৰ কালৰ পৰা অসমৰ গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত এক বিশেষ ভূমিকা পালন কৰি আহিছে। এই প্ৰতিষ্ঠানৰ প্ৰতিষ্ঠাতা সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা বৈষ্ণৱ সাহিত্যৰ প্ৰকাশনৰ এজন অন্যতম বাটকটীয়া। অসমীয়া গ্ৰন্থ প্ৰকাশন, বিশেষকৈ বৈষ্ণৱ-সাহিত্য আৰু ধৰ্মশাস্ত্ৰ সম্ভাৰ অসমৰ বিভিন্ন ঠাইৰ পৰা সংগ্ৰহ আৰু সম্পাদনা কৰি প্ৰকাশ কৰাৰ দিশত হৰিনাৰায়ণ দত্তবৰুৱাদেৱৰ অৱদান অনন্য তথা উল্লেখযোগ্যভাৱে স্মৰণীয়।

অসমীয়া কিতাপৰ এটি বিশিষ্ট প্ৰকাশন-গৃহৰূপে 'লয়াৰ্ছ বুক ষ্টল' অতিকে আদৰণীয় নাম। ইয়াৰ প্ৰতিষ্ঠাপক বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ জন্ম হয় ইৰাংজী ১৮৯৯ চনত। তেখেত হৰিনাৰায়ণ দত্তবৰুৱাৰ সুযোগ্য ভাতৃ। কটন কলেজৰ পৰা বি. এ. পাঠ্যক্ৰমৰ শিক্ষা সমাপ্ত কৰি কিছুকাল শিক্ষকতা কৰাৰ পিছত তেওঁ নলবাৰীত প্ৰথমতে 'দত্তবৰুৱা ব্ৰাদাৰ্ছ' নামেৰে এখন কিতাপৰ দোকান খোলে। পিছলৈ তেখেতে গুৱাহাটীত ওকালতি কৰিবলৈ আহে আৰু সেই সময়তে গুৱাহাটীত 'লয়াৰ্ছ বুক ষ্টল' নামেৰে আন এখন কিতাপৰ দোকান খোলে। তেখেতে গ্ৰন্থ ব্যৱসায়ৰ লগত পূৰ্ণাঙ্গ ৰূপত জড়িত হৈ অসমৰ এগৰাকী বিশিষ্ট প্ৰকাশক আৰু বিক্ৰেতাৰূপে পৰিচিত হয়। ১৯৭৩ চনত তেখেতৰ দেহাৱসান ঘটে।



অসমীয়া ভাষাত বৈষ্ণৱ সাহিত্য-সম্ভাৰ প্ৰকাশ কৰাৰ ক্ষেত্ৰত, হৰিনাৰায়ণ দত্তবৰুৱাদেৱৰ সোঁহাত স্বৰূপে সহযোগ কৰা, প্ৰতিষ্ঠানখনৰ নিষ্ঠাভাজন কৰ্মী আছিল অভয় চন্দ্ৰ দত্তদেৱ। 'দত্ত বৰুৱা এণ্ড কোম্পানী'ৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থ-সম্ভাৰ প্ৰকাশনৰ দিশত অভয় চন্দ্ৰ দত্তদেৱৰ অৱদান স্মৰণযোগ্য। কীৰ্ত্তন, দশম, শ্ৰীমন্ত শঙ্কৰদেৱ বাক্যামৃত, শ্ৰীমদ্ভাগৱতকে আদি কৰি শাতাধিক বৈষ্ণৱ ধৰ্মীয় গ্ৰন্থসমূহ আৰু বিশেষকৈ 'অষ্টাদশ মহাভাৰত'ৰ পাণ্ডুলিপি সংগ্ৰহ, সম্পাদনা আৰু প্ৰকাশনাৰ বাবে যাৱতীয় প্ৰস্তুতিসমূহ পৰিচালনা কৰাৰ নিমিত্তে আৰম্ভ কৰা 'মহাভাৰতকাৰ্য্যালয়'ৰ দায়িত্বত থকা অভয় চন্দ্ৰ দত্তও অসমৰ প্ৰকাশকসকলৰ অন্যতম লেখত ল'বলগীয়া গুণী ব্যক্তি আছিল। 'দত্তবৰুৱা এণ্ড কোম্পানী'ৰ মেনেজাৰ পদৰ পৰা অৱসৰ গ্ৰহণৰ পিছত গুৱাহাটীৰ কুমাৰপাৰাত 'নেচনেল টেকন্' প্ৰিণ্টাৰ্ছ' নামেৰে এটি ছপাশাল প্ৰতিষ্ঠা কৰিছিল। দত্তদেৱৰ পৰলোকপ্ৰাপ্তিৰ পিছত সম্প্ৰতি তেখেতৰ পুত্ৰসকলে এই প্ৰতিষ্ঠানটি পৰিচালনা কৰি আছে।

'সদৌ অসম পুথি প্ৰকাশক আৰু বিক্ৰেতা সংস্থা'ৰ প্ৰাক্তন সভাপতি উপদেষ্টা তথা সংস্থাৰ প্ৰথম কাৰ্যনিৰ্বাহকৰ সহকাৰী সম্পাদক প্ৰয়াত অম্বিকাপদ দেৱচৌধুৰীদেৱে 'উত্তৰ-পূৰ গ্ৰন্থমেলা'ৰ প্ৰথম বৰ্ষত প্ৰকাশ কৰা 'স্মৃতিগ্ৰন্থ'ত লিখা প্ৰবন্ধৰ পৰা জানিব পৰা মতে— এই 'মহাপুৰুষ বুক কোম্পানী'ৰ স্বত্বাধিকাৰী হৰমোহন দাসদেৱৰ আশাশুধীয়া আগ্ৰহ আৰু আৰ্থিক সহযোগিতাত ১৯৫৪ চনত তেখেতৰ প্ৰতিষ্ঠানৰ চৌহদতে সম্প্ৰতি পূৰ্ণাংগ ৰূপেৰে বিস্তাৰ লাভ কৰা **'সদৌ অসম প্ৰকাশক আৰু বিক্ৰেতা সংস্থা'**ৰ জন্ম হৈছিল। সেইখিনি সময়ত এই সংস্থাৰ লগত লেখকসকলো জড়িত আছিল। সেই চনৰ অক্টোবৰ মাহত অনুষ্ঠিত সেই সভাত অসমৰ যথেষ্ট সংখ্যক গ্ৰন্থ ব্যৱসায়ী, প্ৰকাশক, লেখক আৰু গ্ৰন্থপ্ৰেমী ৰাইজৰ সমাৱেশ হৈছিল আৰু উক্ত সভাতে সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাক সংস্থাৰ প্ৰথমজনা সভাপতি, বিচিত্ৰনাৰায়ণ দত্তবৰুৱাক সম্পাদক আৰু অম্বিকাপদ দেৱচৌধুৰী আৰু মহম্মদ পিয়াৰক সহকাৰী সম্পাদকৰূপে লৈ এখন শক্তিশালী কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হৈছিল। হৰমোহন দাসক সেই সমিতিৰ উপদেষ্টা নিৰ্বাচিত কৰা হৈছিল। সেই সভাত উপস্থিত থকা অন্যান্য প্ৰকাশকসকলৰ ভিতৰত চপলা বুক ষ্টল, শ্বিলঙৰ বিভুভূষণ চৌধুৰী, অৰিয়েণ্টেল বুক কোম্পানী, গুৱাহাটীৰ কৃপেশ চন্দ্ৰ ভট্টাচাৰ্য, পঞ্চৰত্ন ফাৰ্ম, হাউলীৰ যাদৱচন্দ্ৰ দাস আদি আছিল।

১৯৪৬। নিৰলস প্ৰচেষ্টাত পোনতে পাঠশালাত আৰু পিছত



গুৱাহাটীত বাণী প্ৰকাশে সাহিত্য-সংস্কৃতি-আলোচনা, উপন্যাস, গল্প, জীৱনী, ভ্ৰমণ কাহিনী, কবিতা-গীত, নাটক, দৰ্শন, খেলা-ধূলা, ধৰ্মগ্ৰন্থ, ৰাজনীতি, অৰ্থনীতি, সমাজবিজ্ঞান আৰু শিশু-সাহিত্যৰ উপৰিও সাহিত্যৰ বিভিন্ন পাঠ্যপুথি প্ৰকাশৰ জৰিয়তে বিশেষ অৰিহণা যোগাই আহিছে।

১৯৪৮। স্বাধীনোত্তৰ কালত অৰিহণা আগবঢ়োৱা আন এটি প্ৰকাশন প্ৰতিষ্ঠান হ'ল 'অসম বুক ডিপো'। প্ৰতিষ্ঠাতা অৰুণচন্দ্ৰ গুহ। ১৯১৩ চনৰ ৩ জুনত ঢাকাৰ বিক্ৰমপুৰত অৰুণ চন্দ্ৰ গুহৰ জন্ম হয়। ১৯৩২ চনত তেখেত অসমলৈ আহি গুৱাহাটীত 'অসম বুক ডিপো' নামেৰে এখন গ্ৰন্থ প্ৰকাশন প্ৰতিষ্ঠান আৰম্ভ কৰেহি। তেখেতে গোটেই জীৱন অসমীয়া ভাষা আৰু সাহিত্যৰ বিভিন্ন বিষয়ৰ গ্ৰন্থ প্ৰকাশনৰ ক্ষেত্ৰত বিস্তৃত কৰ্ম সম্পাদন কৰে। অসমীয়া সাহিত্যৰ প্ৰথমখন গ্ৰন্থৰ বাবে ভাৰতবৰ্ষৰ পৰম সন্মানীয় 'জ্ঞানপীঠ বঁটা' লাভ কৰাৰ পূৰ্বে ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ 'মৃত্যুঞ্জয়' উপন্যাসখন তথা 'ঈয়াৰুইঙ্গম' উপন্যাসখন প্ৰকাশ কৰাৰ গৌৰৱৰ অধিকাৰী এই প্ৰতিষ্ঠান।

১৯৪৯ চনত ডিব্ৰুগড়ত শিক্ষাবিদ চন্দ্ৰকান্ত হাজৰিকাৰ প্ৰচেষ্টাত 'বাণী মন্দিৰ' প্ৰতিষ্ঠা হয়। 'বাণী মন্দিৰে' বৈষ্ণৱ ধৰ্মীয় বিভিন্ন গ্ৰন্থৰ উপৰিও গৱেষণামূলক বিভিন্ন গ্ৰন্থ-উপন্যাস, গল্প, কবিতা, সাহিত্যৰ বুৰঞ্জী, ইতিহাস, পৰ্য্যটন, শিশু-সাহিত্য আদি প্ৰকাশনত বিশেষ গুৰুত্ব প্ৰদান কৰি ভালেসংখ্যক গ্ৰন্থ প্ৰকাশ কৰিছে। শঙ্কৰী কলা-কৃষ্টিৰ প্ৰাণকেন্দ্ৰ মাজুলীৰ শালমৰা মৌজাৰ লহকৰ গাঁৱত ১৯১৮ চনত জন্ম গ্ৰহণ কৰা চন্দ্ৰকান্ত হাজৰিকা চাকৰি সূত্ৰে ১৯৪৬ চনত ডিব্ৰুগড়স্থিত ল'ৰাৰ চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষকৰূপে কৰ্ম সম্পাদন কৰি থাকোঁতে তেখেতৰ হাততে বিদ্যালয়খনৰ ছাত্ৰাবাসৰ অধীক্ষকৰ দায়িত্ব অৰ্পিত হোৱাত, প্ৰধানকৈ ছাত্ৰাবাসত থকা ছাত্ৰসকলৰ পঢ়াৰ সুবিধাৰ্থে পাঠ্যপুথি যোগাৰ কৰি দিবলৈ কৰা প্ৰক্ৰিয়াৰ পৰাই বাণী বন্দনাৰ মন্দিৰ স্বৰূপে গঢ় লৈ উঠা গৃহ 'বাণী মন্দিৰ' গভীৰ আত্মবিশ্বাস, অপৰিসীম পৰিশ্ৰম আৰু একনিষ্ঠ কৰ্ম সাধনাৰ বাবে তেনেই চালুকীয়া অৱস্থাৰে গঢ় লৈ উঠা সেই 'বাণী মন্দিৰে' ক্ৰমান্বয়ে অসমৰ বৌদ্ধিক সমাজৰ মাজত প্ৰসাৰতা লাভ কৰিবলৈ ধৰিলে। প্ৰথম অৱস্থাত কেৱল গ্ৰন্থৰ বেচা-কিনা কৰা কাৰ্যৰেই আৰম্ভ কৰি ১৯৫৬ চনৰ পৰা প্ৰকাশনৰ কামত আত্মনিয়োগ কৰি সুদীৰ্ঘ অৰ্ধশতাব্দীকাল নিজৰ প্ৰকাশন কাৰ্যসূচীৰে দোপতদোপে আগবাঢ়ি গৈ সাম্প্ৰতিক সময়লৈকে সহস্ৰাধিক গ্ৰন্থ প্ৰকাশ কৰাৰ গৌৰৱৰ অধিকাৰী সক্ষম হৈছে।

'দ্য আসাম ট্ৰিবিউন', 'দৈনিক অসম', 'অসম বাণী' কাকতৰ স্বত্বাধিকাৰ ৰাধাগোবিন্দ বৰুৱাদেৱৰ উদ্যোগত 'আসাম ট্ৰিবিউন প্ৰতিষ্ঠানটি'ৰ এটি শাখা অনুষ্ঠানৰূপে 'সাহিত্য প্ৰকাশ' নামেৰে গ্ৰন্থ প্ৰকাশন অনুষ্ঠান এটি ১৯৪৮ চনত আৰম্ভ কৰে। 'গৰীয়সী' আলোচনীৰ উপৰিও বহুতো কালজয়ী সাহিত্যৰ সৃষ্টি কৰি অসমীয়া ভাষা সাহিত্যৰ সেৱা কৰি আছে।

নৰেন্দ্ৰ চন্দ্ৰ দত্তৰ জন্ম হয় ১৯১০ চনত। তেখেতেও অসমৰ প্ৰকাশকসকলৰ মাজত এজন অগ্ৰণী প্ৰকাশক হিচাপে খ্যাতি অৰ্জন কৰি থৈ গৈছে। ১৯৪৫ চনত তেখেতে দেৰগাঁৱৰ ওচৰৰ বৰুৱাবামুণ গাঁৱত 'ষ্টুডেণ্টছ্ ষ্টোৰ্চ' নামেৰে এখন প্ৰকাশন প্ৰতিষ্ঠান আৰম্ভ কৰিছিল। তাৰ পিছত ১৯৭১ চনত 'ভাৰতী বুক ষ্টল' আৰু ১৯৯১ চনত 'নয়নতৰা প্ৰকাশন' আৰু ১৯৯২ চনত 'দত্ত সন্স' নামেৰে একাধিক প্ৰতিষ্ঠান মুকলি কৰিছিল। 'ষ্টুডেণ্টছ্ ষ্টোৰ্চ'ৰ এটা শাখা গুৱাহাটীত ১৯৭৮ চনত মুকলি কৰে।

১৯১১ চনত পূৰ্ণচন্দ্ৰ গোস্বামীদেৱৰ জন্ম হয়। অসমৰ গ্ৰন্থ প্ৰকাশনৰ দিশত গোস্বামীদেৱ আছিল এজন অগ্ৰণী পুৰুষ। দুকুৰি পাঁচখন গল্প আৰু শিশু-পুথি ৰচনা কৰি অসমীয়া সাহিত্যলৈ বিশেষ বৰঙণি আগবঢ়াই গৈছে। তেখেতে গোলাঘাটত যদুমণি ছাপাখানা আৰু জ্যোতি প্ৰকাশ নামেৰে প্ৰতিষ্ঠান গঢ়ি প্ৰাচীন অসমীয়া বৈষ্ণৱ সাহিত্য-সম্ভাৰ, নানান ধৰণৰ শিশু উপযোগী শতাধিক গ্ৰন্থ প্ৰকাশ কৰি গৈছে।

১৯৭২ চনত ডিব্ৰুগড়ত প্ৰতিষ্ঠা লাভ কৰা 'বনলতা'ই ধৰ্মগ্ৰন্থ, প্ৰবন্ধ, সাহিত্য, উপন্যাস, গল্প, অনুবাদ, ৰম্য ৰচনা, ভ্ৰমণ, কবিতা, জীৱনী, শিশু-সাহিত্য, সংকলিত ৰচনাৱলী আদি বিভিন্ন দিশত ভালেসংখ্যক গ্ৰন্থ প্ৰকাশ কৰিছে। বিস্তৃত গ্ৰন্থসূচীৰ বৰ্ণিল সম্ভাৰেৰে 'বনলতা'ই অসমীয়া ভাষা সাহিত্যৰ উত্তৰণৰ দিশত উল্লেখযোগ্য অৰিহণা যোগাইছে। 'বনলতা'ৰ এটি শাখা গুৱাহাটীতো পূৰ্ণাঙ্গ ৰূপত চলি আছে। গ্ৰন্থ প্ৰকাশনৰ যোগেদি গুৱাহাটীস্থ 'বনলতা'ইও অসমীয়া পঢুৱৈ ৰাইজলৈ উৎকৃষ্ট গ্ৰন্থ এলানিৰে সেৱা আগবঢ়াইছে।

উজনি অসমৰ প্ৰাণকেন্দ্ৰ স্বৰূপ যোৰহাট চহৰত পিতৃৰ প্ৰতিষ্ঠিত 'বুক হাউছ'ৰ মাধ্যমেৰে গ্ৰন্থৰ ব্যৱসায়ত মনোনিবেশ কৰা নগেন শৰ্মাই ১৯৮৩ চনত 'বিদ্যামন্দিৰ' আৰম্ভ কৰিছিল। পৰৱৰ্তী কালত শৰ্মাই যোৰহাটৰ পৰা গুৱাহাটীলৈ আহি 'জ্যোতি প্ৰকাশন' প্ৰতিষ্ঠা কৰে। ১৯৮৪ চনত আৰম্ভ কৰা এই প্ৰতিষ্ঠানে অসমীয়া গ্ৰন্থৰ প্ৰচাৰ, প্ৰসাৰৰ ক্ষেত্ৰত বিপুল প্ৰকাশনেৰে ধন্য হৈছে।

অসমীয়া গ্ৰন্থ প্ৰকাশকসকলৰ ভিতৰত অন্যতম এজন হ'ল— ৰাজেন্দ্ৰমোহন শৰ্মা। ১৯৭৭ চনৰ ২৫ এপ্ৰিলত পিতাক চন্দ্ৰ শৰ্মাৰ সোঁৱৰণত আৰম্ভ কৰা 'চন্দ্ৰ প্ৰকাশ'ৰ গুৱাহাটী শাখা আৰম্ভ হয় ১৯৮৮ চনৰ ৮ এপ্ৰিলত। চন্দ্ৰ প্ৰকাশে সহস্ৰাধিক অসমীয়া গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে।

যোৱা শতিকাৰ শেষৰ ভাগত ১৯৯৮ চনত গুৱাহাটীত প্ৰতিষ্ঠা লাভ কৰে। 'বাণী মন্দিৰ' প্ৰকাশন প্ৰতিষ্ঠানৰ অন্যতম গুৰি ধৰোঁতা শ্ৰীসূৰ্য হাজৰিকাৰ পৰিয়াল পক্ষৰ উদ্যোগত প্ৰধানকৈ অসমৰ শিক্ষাৰ ক্ষেত্ৰত শৈক্ষিক অনুষ্ঠান স্থাপন কৰাৰ লক্ষ্যৰে এই ন্যাস

স্থাপন কৰা হৈছিল। গ্ৰন্থ প্ৰকাশনৰ ইচ্ছা আৰু আগ্ৰহ মজ্জাত সোমাই থকা সূৰ্য হাজৰিকাই এই 'ট্ৰাষ্ট'ৰ জৰিয়তে কিছু গ্ৰন্থ প্ৰকাশনৰ উদ্যোগ লোৱাত, এই অনুষ্ঠানটিৰ জৰিয়তে অসমীয়া ভাষা-সাহিত্যৰ ভালেসংখ্যক উল্লেখযোগ্য গ্ৰন্থৰ প্ৰকাশ হৈছে।

'কেমব্রিজ ইণ্ডিয়া' মুখ্যতঃ গুৱাহাটীক কেন্দ্ৰ কৰি গ্ৰন্থ ব্যৱসায় আৰম্ভ কৰা এটি প্ৰতিষ্ঠান। কলিকতাত মুখ্য কাৰ্যালয় থকা এই প্ৰতিষ্ঠানৰ গুৱাহাটী শাখাৰ যোগেদি ভালেসংখ্যক নিৰ্বাচিত অসমীয়া পুথি প্ৰকাশ হৈছে।

১৯৫৬। অসম চৰকাৰৰ অধীনত প্ৰতিষ্ঠিত এটি ৰাজহুৱা প্ৰকাশন প্ৰতিষ্ঠান হ'ল 'অসম প্ৰকাশন পৰিষদ'। ১৯৫৬ চনত স্থাপিত 'অসম প্ৰকাশন পৰিষদে' যোৱা পাঁচটা দশকত বহুতো দুষ্প্ৰাপ্য বহুমূলীয়া আৰু গুণগত মানৰ গ্ৰন্থ প্ৰকাশ কৰি অসমৰ জাতীয় জীৱনক গ্ৰন্থৰ দিশত নৱোন্মেষ ঘটালে বুলিলেও অধিক কোৱা নহ'ব। 'হস্তী-বিদ্যাৰ্ণৱ' সুশোভনৰূপে প্ৰকাশ কৰি উলিওৱা, ইলিয়াদ, ওদিচী, ইনীদ আদি মহাকাব্যৰ অসমীয়া অনুবাদ প্ৰকাশেৰে 'অসম প্ৰকাশন পৰিষদে' নতুন যুগৰ সৃষ্টি কৰিছিল। ১৯৭১ চনৰ পৰা ১৯৮৬ চনলৈ সচিব চন্দ্ৰপ্ৰসাদ শইকীয়াদেৱৰ নেতৃত্বত প্ৰতিষ্ঠানটোৱে নানা দুষ্প্ৰাপ্য আৰু আপুৰুগীয়া গ্ৰন্থৰাজি প্ৰকাশ কৰিবলৈ সক্ষম হয়। 'পদ্মনাথ গোহাঞিবৰুৱা ৰচনাৱলী'ৰ উপৰি এই সময়ছোৱাত পৰিষদে প্ৰকাশ কৰে ফণী শৰ্মা, ভোলানাথ দাস, ৰত্নেশ্বৰ মহন্ত, তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ, কমলাকান্ত ভট্টাচাৰ্য্য, অম্বিকাগিৰী ৰায়চৌধুৰী, অমিয় কুমাৰ দাস আদি প্ৰথিতযশা সাহিত্যিকসকলৰ ৰচনা-সম্ভাৰ। একেদৰে পৰিষদৰ উদ্যোগত 'জ্যোতিপ্ৰসাদৰ ৰচনাৱলী' প্ৰকাশেও জাতীয় জীৱনৰ বৃহৎ অভাৱ পূৰণ কৰিছিল। প্ৰকাশন পৰিষদৰ আন আন বৃহৎ সাফল্যৰ ভিতৰত ড° মহেশ্বৰ নেওগৰ সম্পাদনাত 'প্ৰাচ্য শাসনাৱলী', ড° নেওগৰেই সম্পাদনাত 'অৰুনোদই', ড° সত্যেন্দ্ৰনাথ শৰ্মা সম্পাদিত 'মৌ', ড° নগেন শইকীয়া সম্পাদিত 'আসাম বন্ধু', কালিৰাম মেধিৰ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব', 'কৌটিল্যৰ অৰ্থশাস্ত্ৰ'ৰ অনুবাদ আদিৰ উল্লেখ কৰিবই লাগিব। প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থৰ তালিকাখন যথেষ্ট দীঘলীয়া।

সমাজ একোখন, অঞ্চল এটা মানুহ আজি সামাজিক জীৱৰে পৰিবেষ্টিত সকলো দিশেই মানুহৰ মনত বিভিন্ন সময়ত বিভিন্ন ঘটনা, কামৰ অৱলম্বনত সমাজ এখনে উন্নতিৰ সপোন ৰচে— অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিকভাৱে। কোনোৱে কৰা কামৰ পৰিসমাপ্তিত জাতি এটা, সমাজ এখন উৎফুল্লিত হয়— কৰ্মৰাজিৰ সু-ফলাফলৰ হেতু আৰু কেতিয়াবা নিঃস্বাৰ্থ কৰ্মৰ স্বীকৃতিও পাহাৰত কাছৰ কণী বিচৰাৰ দৰে হয়। সৃষ্টি-কৰ্ম বা কৰ্ম-আঁচনিক কাৰ্যকৰী কৰা ব্যক্তিসকলৰ ক্ষোভ থাকিলেও প্ৰকাশিত হয় বিলম্বিত ৰূপত। ব্যক্তিকেন্দ্ৰিক সমাজ ব্যৱস্থাত স্বজন-তোষণ, মানুহৰ সহজলভ্য মানসিকতা আৰু ভোগবাদী আচৰণে সদাজাগ্ৰতভাৱেই ক্ৰিয়া কৰি থাকে। তথাপি সমাজত কঠোৰ পৰিশ্ৰমী, সৃষ্টিধৰ্মী, গঠনমূলক চিন্তা-চৰ্চাৰ অধিকাৰী লোকৰ অভাৱ হোৱা নাই যেন লাগে!! বিনিময় নোহোৱাকৈয়ে বা বিনিময়ৰ কথা বাদ দি একশ্ৰেণীৰ লোক সমাজ জীৱনত গৈ আছে আৰু গৈ থাকিব অবিৰতভাৱে।

আমাৰ সমাজত গ্ৰন্থৰ প্ৰকাশক আৰু বিক্ৰেতাসকলে পাবলগীয়া স্বীকৃতি, বঁটা-বাহন বিভিন্ন তথাকথিত মহলৰ পৰা লাভ কৰিব পাৰেনে? নিঃস্বাৰ্থ ত্যাগ আৰু কৃত-কৰ্মৰ স্বীকৃতি আমাৰ এইখন চিৰাচৰিত সমাজত প্ৰকৃততে কোনো মহলে পাব পাৰেনে— কোনো পক্ষৰ পৰা? আনকি প্ৰকাশক-বিক্ৰেতাসকলে সভাই-সমিতিয়ে তেওঁলোকৰ আন্তৰিক বেদনা, আনন্দ, হাস্যৰস, কৰ্মৰ দুখ-আনন্দৰ বিষয়ে ক'বলৈ সেই সুবিধাকণ কোনোবা দিনা পাব জানো? আমাৰ সমাজৰ বিজ্ঞমহলে এই সুবিধাকণ প্ৰকাশক-বিক্ৰেতাসকলক দিবনে? নে যুগে যুগে কিতাপ-কাগজৰ মাজতেই এইসকলে জীৱনপাত কৰিব!!! পৰশ্ৰীকাতৰতাই গিলি খোৱা অসমত— কৰি যোৱা কামৰ স্বীকৃতি দিবলৈ মানুহৰ অভাৱ!!

"কামৰূপা মোৰ সুৱদী সুৰীয়া
'অসমীয়া ভাষা' জগত সভালৈ যাব
উজ্জ্বল-সুজ্জ্বল কহিনুৰ পিন্ধি
হাঁহি জ্যোতিৰূপা হ'ব।" ❑



# লেখকৰ শ্ৰেণী বিভাজন, গ্ৰন্থ প্ৰকাশৰ প্ৰয়োজন আৰু অন্যান্য

তবিউল হুছেইন



ছুদিনৰ আগতে গুৱাহাটীৰ এঠাইত অনুষ্ঠিত হোৱা এক মনোৰম আৰু অগতানুগতিক আড্ডাত অন্যান্য বিষয়ৰ লগতে সাহিত্য সম্পৰ্কীয় বিভিন্ন দিশেও স্থান লাভ কৰিছিল। সেই আড্ডাত আমাৰো উপস্থিত থকাৰ সৌভাগ্য ঘটিছিল। সেই আড্ডাৰ কেতবোৰ অনুভৱ আৰু উপলব্ধিৰ আধাৰতেই আমি এই লেখাটো যুগুত কৰাৰ সামান্য প্ৰয়াস কৰিছোঁ। আমাৰ আশা আৰু ধাৰণা, এই লেখাটোৰ কিছু কিছু কথাৰ মাজত সাহিত্য চৰ্চাৰ লগত জড়িত এচাম লোক আৰু লগতে গ্ৰন্থ প্ৰকাশ কৰা সকলেও চিন্তা কৰি চোৱাৰ হয়তো কিছু সুৰুঙা বিচাৰি পাব।

এইটো কথা ঠিক যে অসমত সময় আগ বঢ়াৰ লগে লগে সাহিত্য চৰ্চা কৰা লোকৰ সংখ্যাও চমকপ্ৰদভাৱে বৃদ্ধি হৈ আহিছে। এই বৃদ্ধিত বহুতো ঠাইৰ অসম সাহিত্য সভাৰ শাখা সভাসমূহে আৰু লগতে অসম সাহিত্য সভাৰ শাখা হিচাপে স্বীকৃত নোহোৱাকৈও সাহিত্য চৰ্চাৰ বাবে উপযুক্ত পৰিবেশ একোটা সৃষ্টি কৰিব পৰা আন বহুতো অনুষ্ঠানেও উল্লেখযোগ্য অৰিহণা আগ বঢ়াই আহিছে। যিহেতু সাহিত্য চৰ্চাত ব্ৰতী হোৱা লোকসকলৰ মাজত পুৰুষ আৰু মহিলা এই দুই শ্ৰেণীৰ লোকেই সোমাই আছে, গতিকে আমাৰ এই লেখাত সেই সাহিত্যসেৱীসকলক লেখক আৰু লেখিকা, এই দুই শ্ৰেণীত বিভক্ত কৰি ল'ব খোজা নাই। আমি তেওঁলোকক কেৱল মাত্ৰ লেখক (writer) বুলিয়েই অভিহিত কৰিব খুজিছোঁ। অৱশ্যে প্ৰয়োজনৰ তাগিদাত কোনোবাই যদি সামগ্ৰিকভাৱে লেখকসকলক লেখক আৰু লেখিকা এই দুই শ্ৰেণীত বিভক্ত কৰি ল'ব খোজে তাত আপত্তি কৰিবলগীয়া কোনো কাৰণ দেখা নাযায়।

আমি সাহিত্য চৰ্চাত মনোনিবেশ কৰিবলৈ লোৱা, অৰ্থাৎ সাহিত্যৰ বিভিন্ন ক্ষেত্ৰ আৰু দিশত কম-বেছি পৰিমাণে লেখা-মেলা কৰিবলৈ আৰম্ভ কৰা সকলো ব্যক্তিকেই একে আষাৰে লেখক বুলি ক'ব খুজিলেও তেওঁলোকৰ সকলোকে প্ৰাথমিক স্তৰতেই সাহিত্যিক বুলি অভিহিত কৰিব পৰা যাবনে নাযায়, সেই মৰ্মেও কোনো কোনোৱে প্ৰশ্ন উত্থাপন কৰা দেখা যায়। আনহাতে কেনেবোৰ লেখাক সাহিত্যকৰ্ম বুলি পোনছাটেই গণ্য কৰিব পৰা যায় বা নাযায়, সেই মৰ্মেও বিভিন্নজনে বিভিন্ন ধৰণে মতামত আগ বঢ়োৱা পৰিলক্ষিত হয়। আকৌ কোনোবাই উদাহৰণস্বৰূপে কেইটামান কবিতা লেখা বা কেইটামান গল্প লেখা বা কেইটামান প্ৰবন্ধ লেখা আৰম্ভ কৰাৰ লগে লগেই তেনে ব্যক্তিক কবি, গল্পকাৰ, প্ৰবন্ধকাৰ আদি বুলি ক'ব পৰা-নোৱাৰাৰ সম্পৰ্কতো মতভেদ থকা দেখা যায়। কোনোবা কোনোবাই এই কথা কোৱাও শুনা যায় যে, কবি হিচাপে, গল্পকাৰ হিচাপে স্বীকৃত হ'বলৈ এজন কবিতা লেখকে, এজন গল্প লেখকে কবিতা বা গল্প লেখক হিচাপে প্ৰতিষ্ঠা লাভ কৰিব লাগিব। এই প্ৰতিষ্ঠা লাভ কৰা কথাটো বা চৰ্তটো সাহিত্যৰ অন্য শাখা বা দিশতো হেনো সমানেই প্ৰযোজ্য। কিন্তু কেনেকুৱা এটা স্তৰত উপনীত হ'ব পাৰিলেহে এজন লেখকক তেওঁ



লেখা-মেলা কৰা ক্ষেত্ৰ বা ক্ষেত্ৰসমূহত প্ৰতিষ্ঠা লাভ কৰা বুলি ক'ব পৰা যায় আৰু প্ৰতিষ্ঠাৰ স্তৰ নিৰ্ধাৰণ কৰিবলৈ যাওঁতে, প্ৰতিষ্ঠা নিৰ্ধাৰণ কৰাৰ কেনেধৰণৰ মাপকাঠি গ্ৰহণ কৰা হয়, সেই মৰ্মেও প্ৰশ্ন উত্থাপিত হয়। লগতে লেখক আৰু সাহিত্যিকৰ মাজত ৰাখিব খোজা বা দৰাচলতেই থাকিবলগীয়া পাৰ্থক্যৰ সীমাৰেখাডালো কেনেকৈ চিনাক্ত কৰিব পৰা যায়, সেই সম্পৰ্কেও কোনো কোনো লোকৰ মনত প্ৰশ্ন জাগে। দেখা যায়, এইবোৰ আৰু এনেবোৰ প্ৰশ্নৰ উত্তৰ দিয়াসকলৰ মাজতো মতভেদ সৃষ্টি হয়। কোনো কোনো ক্ষেত্ৰত পূৰ্বৰ পৰা প্ৰচলিত একোটা ধ্যান-ধাৰণা আৰু চিন্তাৰ মাজত সময় আগ বঢ়াৰ লগে লগে একোটা নতুন ধ্যান-ধাৰণা আৰু চিন্তাৰ প্ৰবেশ ঘটিছে। পূৰ্বতে যিবোৰ লেখাক বা যেনে ধৰণৰ লেখাক সাহিত্যৰ শ্ৰেণীত নপৰে বুলি কোৱা হৈছিল বা ভবা হৈছিল এতিয়া সেইবোৰ লেখাকো সাহিত্যৰ এক শাখা বা সাহিত্যৰ এক নতুন শাখা হিচাপে চিহ্নিত কৰা পৰিলক্ষিত হৈছে। এই সন্দৰ্ভত এই কথাও চকুত পৰি আহিছে যে উল্লিখিত প্ৰশ্নবোৰৰ কোনো স্পষ্ট উত্তৰ বহুতৰে ওচৰত পোৱা নাযায়। কোনোবাই এই প্ৰশ্নবোৰৰ যথাযথ উত্তৰ দিবলৈ চেষ্টা কৰিলেও সেই উত্তৰবোৰৰ যুক্তি-যুক্ততা আৰু গ্ৰহণযোগ্যতা সম্পৰ্কেও বিভিন্ন প্ৰশ্ন উত্থাপিত হয়। আচলতে এইবোৰ প্ৰশ্ন আৰু চিন্তাক একোটা অতি সাধাৰণ আৰু নগণ্য কথা বুলি উপেক্ষা কৰি কোনোবাই গা এৰা ধৰণৰ উত্তৰ দিয়াৰ পৰিৱৰ্তে যোগ্য আৰু বিজ্ঞজনে সজোৰে একোটা স্পষ্ট ধাৰণা দিয়াৰ প্ৰয়োজন আছে বুলি বহুতেই ক'ব খোজে। এই প্ৰসংগতে এই কথাও উল্লেখনীয় যে প্ৰাসংগিক কথাবোৰৰ বিষয়ে বহুতেই বিভিন্ন ধাৰণা থকা হেতুকেই সাহিত্য জগতখনত তলৰ পৰা ওপৰলৈকে, বিভিন্ন স্তৰত থকা একোখন সন্মানীয় আসন লাভ কৰা বহু লোকৰ যোগ্যতা নিৰ্ধাৰণৰ বেলিকা কেতিয়াবা বহুতৰ বাবেই সহজে হজম কৰিব নোৱাৰা, দৃশ্যকটু পৰিস্থিতি একোটাও সৃষ্টি হোৱা দেখা যায়।

এইবোৰ কথা যিয়েই নহওক বাৰু আমি এই কথাও লক্ষ্য কৰি আহিছোঁ যে এজন লোকে লেখক হিচাপে স্বীকৃতি লাভ কৰিলেও তেওঁ দৰাচলতে সাহিত্যিক হিচাপে স্বীকৃত নহ'বও পাৰে। আনহাতে আকৌ সমানে এই কথাও লক্ষ্য কৰা দেখা যায় যে লেখক হিচাপেই হওক বা সাহিত্যিক হিচাপেই হওক, স্বীকৃতি লাভ কৰিবলৈ হ'লে লেখকজনৰ লেখাবোৰ গ্ৰন্থ হিচাপে প্ৰকাশ পাইছেনে নাই সেই কথা বিবেচনা কৰাৰ প্ৰয়োজন উদ্ভৱ হয়। এই প্ৰসংগতে এটা উদাহৰণ দাঙি ধৰিব খোজা হৈছে। কিছু বছৰৰ আগতে এখন কলেজৰ এগৰাকী অৱসৰপ্ৰাপ্ত অধ্যক্ষই অসম সাহিত্য সভাৰ উপ সভাপতিৰ পদত প্ৰতিদ্বন্দ্বিতা কৰিছিল। তেওঁ তেওঁৰ জীৱনকালত প্ৰায় দুশটামান বিভিন্ন বিষয় সংক্ৰান্তত ভাবগধুৰ, তথ্যসমৃদ্ধ মূল্যবান প্ৰবন্ধ লিখাৰ কথা সংশ্লিষ্ট সকলোৱেই জ্ঞাত আছিল। সেই প্ৰবন্ধসমূহ বিভিন্ন বাতৰি কাকত আদিতো প্ৰকাশিত হৈছিল। কিন্তু যিহেতু, যি বিষয়েই নহওক লাগে, তেওঁৰ এখনো কিতাপ প্ৰকাশ হোৱা নাছিল; গতিকে ভোটদান কৰিবলগীয়া শাখা সাহিত্য সভাৰ অধিকাংশই হেনো তেওঁক লেখক বা সাহিত্যিক হিচাপে বিবেচনা কৰিবলৈ প্ৰামাণিক তথ্য বিচাৰি নোপোৱা হেতুকে তেওঁৰ সপক্ষে ভোটদান নকৰিলে। এইখিনিতে এই কথাও উল্লেখনীয় যে চৰকাৰে সাহিত্যিক পেঞ্চন দিয়াৰ বেলিকাও এজন লেখকৰ ক'ত কিমান লেখা প্ৰকাশ পাইছে তাৰ লেখ নিবিচাৰে। এজন লেখকৰ কিমান গ্ৰন্থ প্ৰকাশ পাইছে আৰু গ্ৰন্থবোৰ সাহিত্যৰ কোন শ্ৰেণীত অন্তৰ্ভুক্ত, সেই কথাহে ঘাইকৈ জানিবলৈ বিচাৰে। চলিত কাৰ্যকালছোৱাত অসম সাহিত্য সভায়ো অসমৰ লেখকসকলৰ এক 'লেখক কোষ' প্ৰণয়নৰ কাম হাতত লৈছে। এই 'লেখক কোষ'ৰ প্ৰণয়নৰ ক্ষেত্ৰতো অসম সাহিত্য সভাই লেখকসকলৰ সাহিত্য কৰ্মৰ থাওকতে পোৱা এক প্ৰামাণিক তথ্য হিচাপে লেখকসকলৰ প্ৰকাশিত গ্ৰন্থৰ তালিকা বিচৰাৰ লগতে প্ৰকাশিত গ্ৰন্থসমূহৰ একোখন গ্ৰন্থও বিচৰাৰ কথা আমাৰ দৃষ্টিগোচৰ হৈছিল। গতিকে স্বাভাৱিকতে এনেবোৰ কথাই লেখক এগৰাকীয়ে লেখক হিচাপে বা সাহিত্যিক হিচাপে বহুক্ষেত্ৰত স্বীকৃতি লাভ কৰিবলৈ হ'লে তেওঁৰ লেখাসমূহ বাতৰিকাকত, আলোচনী আদিত মাজে-সময়ে প্ৰকাশ পাই থাকিলেও যে নহ'ব বা বিভিন্ন সভা-সমিতি, আলোচনা চক্ৰ, ছেমিনাৰ আদিত পাঠ কৰি থাকিলেও নহ'ব, লগতে সেই লেখাবোৰ গ্ৰন্থ আকাৰে প্ৰকাশ হোৱাৰো যে একোটা বিশেষ প্ৰয়োজন আছে সেই মৰ্মেও এক সকীয়নি দাঙি ধৰিছে।

আনহাতে গ্ৰন্থ প্ৰকাশ কৰাৰ ক্ষেত্ৰত এই কথাৰ প্ৰতিও লক্ষ্য কৰি অহা হৈছে যে প্ৰকাশকসকলে সাধাৰণতে ইতিপূৰ্বে সাহিত্যিক হিচাপে প্ৰতিষ্ঠা লাভ কৰা অথবা লেখক হিচাপে খ্যাতি অৰ্জন কৰা লোকসকলৰহে গ্ৰন্থ প্ৰকাশ কৰে। ব্যৱসায়িক দিশৰ পৰা প্ৰকাশকসকলৰ এনে কাৰ্যত যুক্তি থাকিলেও, এই বিষয়টো অন্য দৃষ্টিকোণৰ পৰা বিবেচনা কৰাৰো প্ৰয়োজন আছে। আমি সকলোৱে এই কথা উপলব্ধি কৰিবলৈ আগ্ৰহী হোৱা উচিত যে এজন লেখকৰ বাবে লেখক হিচাপে প্ৰতিষ্ঠা লাভ কৰিবলৈ হয়তো কিছু সময়ৰ প্ৰয়োজন হ'ব। সেই বুলিয়েই সেই সময়ছোৱাৰ ভিতৰত সেইজন লেখকৰ লেখা গ্ৰন্থ হিচাপে প্ৰকাশ কৰাৰ বাবে উপযুক্ত নহয় বুলি বিবেচনা কৰাটোও জানো উচিত হ'ব। আনহাতে এজন লেখকৰ লেখা গ্ৰন্থ হিচাপে প্ৰকাশ নোহোৱালৈকে তেওঁ লেখক হিচাপে বা সাহিত্যিক হিচাপে স্বীকৃত নোহোৱাৰ কথাটোৰ প্ৰতিও মনোযোগ দিয়াৰ প্ৰয়োজনীয়তাকো উলাই কৰিব নোৱাৰি।

এই কথাক অস্বীকাৰ কৰিব পৰা নাযায় যে সকলো লেখকেই আমাৰ সমাজৰ সকলোচাম, সকলো শ্ৰেণীৰ পঢ়ুৱৈক সমানে তেওঁলোকৰ গ্ৰন্থৰ বিষয়বস্তু, লেখাৰ ধৰণ-কৰণ, আৰু ৰচনাশৈলী আদিৰে আকৰ্ষণ কৰিব নোৱাৰিব পাৰে। এখন সমাজত একেই





ৰুচি-অভিৰুচিৰ পঢ়ুৱৈহে আছে বা থাকিব লাগিব তেনেধৰণৰ এটা ধাৰণা নিশ্চয় শুদ্ধ হ'ব নোৱাৰে। লেখকসকলে আৰু গ্ৰন্থ প্ৰকাশক সকলেও পঢ়ুৱৈ সমাজৰ বিভিন্ন শ্ৰেণীৰ লোকৰ বিভিন্ন ৰুচি-অভিৰুচিৰ দিশটোৰ কথাও মনত ৰাখিব লাগিব। কেৱল লেখকসকলে বা গ্ৰন্থ প্ৰকাশক সকলেই যে পাঠকৰ বিভিন্ন ৰুচি-অভিৰুচিৰ প্ৰতি মনোযোগ দিব লাগে সেই কথাও নহয়। বিভিন্ন বাতৰি কাকত আৰু আলোচনী আদি প্ৰকাশ কৰা প্ৰতিষ্ঠানসমূহেও পাঠকৰ ৰুচি-অভিৰুচিৰ দিশটোৰ প্ৰতি গুৰুত্ব প্ৰদান কৰি অহা পৰিলক্ষিত হৈ আহিছে। সেয়েহে, বিশেষকৈ বাতৰি কাকত প্ৰকাশ কৰা গোষ্ঠীসমূহে সাধাৰণ বা বিশেষ ধৰণৰ সংবাদ তথা বা-বাতৰি প্ৰকাশ কৰাৰ উপৰি খেল, কৃষি, সাহিত্য, ৰাজনীতি, চলচ্চিত্ৰ, উদ্যোগ, বাণিজ্য, দেশ-বিদেশ, ৰাষ্ট্ৰীয়-আন্তঃৰাষ্ট্ৰীয়, আঞ্চলিক, মহানগৰ, অকণিৰ মেল, মৌ-মেল, শিশু জগতকে আদি কৰি বিভিন্ন শিতানেৰে একোখন বাতৰি কাকত সজাই-পৰাই পাঠকৰ হাতত তুলি দিয়ে, যাতে প্ৰত্যেকচাম পাঠকেই নিজা ৰুচি-অভিৰুচি অনুযায়ী আগ্ৰহ থকা বিষয়সমূহো অগ্ৰাধিকাৰ ভিত্তিত পঢ়িবলৈ সুবিধা লাভ কৰে। গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰতো গ্ৰন্থ প্ৰকাশকসকলেও ব্যৱসায়ৰ দিশৰ পৰাও এই দিশটোৰ প্ৰতি মনোযোগ দিয়া বাঞ্ছনীয়।

আমি এই কথাৰ প্ৰতিও দৃষ্টি দি আহিছোঁ যে এজন লেখকৰ জনপ্ৰিয়তা বহু ক্ষেত্ৰত নিৰ্ভৰ কৰে তেওঁৰ গ্ৰন্থ কিমান বেছি সংখ্যক পঢ়ুৱৈয়ে পঢ়ে বা পঢ়ি আনন্দ লাভ কৰে। কেতিয়াবা একোজন সু-প্ৰতিষ্ঠিত বুলি কোৱা লেখকৰ লেখা বা গ্ৰন্থ অতি কম সংখ্যক লোকেহে পঢ়ে। আনহাতে কেতিয়াবা এজন সাধাৰণ লেখক বুলি ভবা লেখকৰ লেখা পঢ়ি আনন্দ লভা মানুহৰ সংখ্যা হয়গৈ অলেখ আৰু অগণন। গ্ৰন্থ প্ৰকাশকসকলে লেখকসকলৰ মাজত শ্ৰেণী বিভাজন কৰাৰ সময়ত এইবোৰ দিশো বিবেচনা কৰাৰ প্ৰয়োজন আছে বুলি ভাবিব পৰা যায়। আজি যিজন লেখকক এক অখ্যাত আৰু অতি সাধাৰণ শ্ৰেণীৰ লেখক বুলি গ্ৰন্থ প্ৰকাশ কৰাৰ ক্ষেত্ৰত অনীহা প্ৰকাশ কৰা হয়, সেইজন লেখকৰ সেই একেখিনি লেখাই গ্ৰন্থ আকাৰে প্ৰকাশ হোৱাৰ পিছত প্ৰচুৰ জনপ্ৰিয়তা লাভ কৰাৰ উদাহৰণো বৰ বিৰল নহয়।

এইটো কথাও ঠিক যে আমি বহুত সময়ত লেখাসমূহক উচ্চমান, নিম্নমান বুলি আখ্যা দিওঁ আৰু সেই হিচাপে লেখকসকলৰ স্থান নিৰ্ণয় কৰোঁ যদিও উচ্চমান আৰু নিম্নমান নিৰ্ধাৰণ কৰাৰ কোনো নিৰ্দিষ্ট আৰু সৰ্বজন গ্ৰহণযোগ্য মাপকাঠি নাই।

সি যি কি নহওক, কেতিয়াবা এনেকুৱা হোৱাও দেখা যায়, এজন লেখকৰ এখন গ্ৰন্থক অথবা তেওঁৰ লেখাক এচাম পঢ়ুৱৈয়ে কিবা কাৰণত উচ্চমান বিশিষ্ট বুলি ভাবিলেও, আন এচাম লোকে এনে লেখা বা গ্ৰন্থক সেই একে ধৰণেৰে বিবেচনা নকৰে। কেতিয়াবা এইটোও লক্ষ্য কৰা দেখা যায় যে নিম্নমান বিশিষ্ট বুলি কোৱা একোখন গ্ৰন্থ বা লেখাক আন এচাম পঢ়ুৱৈয়ে অতি উৎসাহ আৰু অনন্দৰে পঢ়ে আৰু কেতিয়াবা এনে চাম পঢ়ুৱৈৰ সংখ্যাহে তুলনামূলক ভাৱে অধিক হৈ পৰে। গতিকে কোনো এচাম পঢ়ুৱৈৰ ৰুচি-অভিৰুচিৰ ওপৰত অত্যধিক গুৰুত্ব দি সমূহ পাঠক শ্ৰেণীৰ প্ৰতি এটা সামগ্ৰিক ধাৰণা লোৱাও টান হৈ পৰে। এই প্ৰসংগতে এই কথাও উল্লেখনীয় যে এজন লেখকৰ লেখা কিমানজন পঢ়ুৱৈৰ সহজে বোধগম্য হয়, সেই কথাৰ ওপৰতো এজন লেখকৰ লেখা বা গ্ৰন্থ কিমান সংখ্যক পঢ়ুৱৈয়ে পঢ়িবলৈ আগ্ৰহ প্ৰকাশ কৰে সেইটোৰ ওপৰতো ভালেখিনি কথা নিৰ্ভৰ কৰে। কোনো কোনো লেখকে তেওঁৰ লেখা আনৰ বোধগম্য হয় নে নহয়, সেই কথাৰ প্ৰতি সমুলি মন-কাণ নিদি কেৱল মাত্ৰ নিজৰ আনন্দ আৰু সন্তুষ্টিৰ বাবেহে লেখা দেখা যায়। অলপতে গুৱাহাটীত অনুষ্ঠিত হোৱা এখন গ্ৰন্থ উন্মোচনী সভাত এগৰাকী সুপ্ৰতিষ্ঠিত আৰু বিভিন্ন বঁটা আদিৰে সন্মানিত এগৰাকী লেখকে দিয়া বক্তব্যৰ কেতবোৰ কথাই শ্ৰোতাৰ মন বাৰুকৈয়ে আকৰ্ষণ কৰা পৰিলক্ষিত হৈছিল। তেখেতে বহুবোৰ কথাৰ লগতে এই কথাও কৈছিল যে এগৰাকী লেখকে কেৱল নিজৰ সন্তুষ্টিৰ বাবেই লিখিলেই নহ'ব, লগতে তেওঁৰ লেখা পাঠক সমাজে পঢ়ি লাভ কৰিব পৰা সন্তুষ্টিৰ দিশটোৰ প্ৰতিও লক্ষ্য ৰাখিব লাগিব।

এটা লেখাক উচ্চমান বা নিম্নমান যি বুলিয়েই কোৱা নহওক লাগে, এইবোৰ আচলতে একোটাহঁত তুলনামূলক কথা। আগতেই এই কথা উল্লেখ কৰি অহা হৈছে যে এচামে নিম্নমান বুলি গণ্য কৰা একোটা লেখা, আন এচামৰ বাবে অধিক আনন্দদায়ক আৰু পঢ়াৰ উপযোগী বুলি বিবেচিত হয়। প্ৰকাশকসকলে উচ্চমান, নিম্নমান বুলি একোচাম পঢ়ুৱৈয়ে ভবা সকলো লেখকৰে গ্ৰন্থ প্ৰকাশ কৰাৰ প্ৰয়োজনীয়তাক সমানে গুৰুত্ব প্ৰদান কৰিবলৈ আগ্ৰহী হোৱা উচিত। কেৱল ব্যৱসায়িক দিশৰ প্ৰতি লক্ষ্য ৰাখি গ্ৰন্থ প্ৰকাশ কৰিবলৈ যাওঁতে এই কথাও কোনেও পাহৰি যোৱা উচিত নহ'ব যে শিশুসকলৰ বাবে লিখা সাধু কথাৰ পুথি এখনৰো এখন বজাৰ আছে। লেখক হ'ল বুলিয়েই যে সকলোৱে সকলো বিষয়ৰ ওপৰতেই লেখা-মেলাৰ যোগ্যতা অৰ্জন কৰিব লাগিব, সেইটোও নহয়। কবি হিচাপে প্ৰচুৰ খ্যাতি অৰ্জন কৰা এজন লেখকে এটা গল্প, এখন উপন্যাস, এটা তথ্যগধুৰ প্ৰবন্ধ, এখন নাটক বা শিশুৰ উপযোগীকৈ এখন সাধুকথাৰ কিতাপ লিখিব নোৱাৰিবও পাৰে। এনেবোৰ কথা এজন গল্প লেখক বা সাহিত্যৰ অন্য শাখাত লেখা-মেলা কৰা লেখকসকলৰ ক্ষেত্ৰতো প্ৰযোজ্য হ'ব পাৰে।

সাহিত্যৰ জগতখনত সকলো ক্ষেত্ৰতে সমানে বিচৰণ কৰিব পৰা লেখকৰ সংখ্যা কিমান আছে বা কিমান ওলাব সেই সম্পৰ্কেও চিন্তা কৰি চাবলগীয়া আছে। কিন্তু আনহাতে সাহিত্য জগতখন ইমানেই বহল আৰু বিস্তৃত যে এই জগতখনক সততে জীপাল কৰি ৰাখিবলৈ



সকলো লেখাৰেই প্ৰয়োজন আছে। কেৱল একশ্ৰেণীৰ লেখাৰে, সেয়া উচ্চ মানৰ বুলি এচাম পাঠকৰ দ্বাৰা বিবেচিত হ'লেও, সামগ্ৰিকভাৱে যিকোনো সাহিত্যৰেই ইপ্সিত বিকাশ সাধন কৰিব পৰা নাযায়। সাহিত্যৰ সকলো শাখা-প্ৰশাখা আৰু অংগৰ সমবিকাশ ঘটোৱাবলৈ সংশ্লিষ্ট সকলোৰেই যে এক বিশেষ দায়িত্ব আৰু কৰ্তব্য আছে, সেই কথাও মনত ৰখা যুগুত। গ্ৰন্থ প্ৰকাশকসকলেও এনে দায়িত্ব পালন কৰিবলৈও আগ বাঢ়ি অহা উচিত। তেওঁলোকে প্ৰতিষ্ঠিত-অপ্ৰতিষ্ঠিত, খ্যাত-অখ্যাত, কম খ্যাত সকলো লেখকৰে কম বেছি পৰিমাণে হ'লেও গ্ৰন্থ প্ৰকাশৰ যে এক বিশেষ প্ৰয়োজন আছে, সেই কথা নিশ্চয় চিন্তা কৰি চাব পাৰে।

গ্ৰন্থ প্ৰকাশ কৰা বা কৰোৱাৰ প্ৰয়োজনীয়তা সম্পৰ্কেও লেখকসকলেও মন কৰিবলগীয়া কেতবোৰ দিশ আছে। এজন লেখকে তেওঁৰ লেখাবোৰ অ'ত ত'ত বাতৰি কাকত, আলোচনী আদিত প্ৰকাশ কৰি সিঁচৰতি হৈ থাকিবলৈ দিয়াতকৈ গ্ৰন্থ আকাৰে প্ৰকাশ কৰি এক স্থায়ী সংৰক্ষণৰ ব্যৱস্থা কৰাটো এক অতীৱ প্ৰয়োজনীয় কথা। নহ'লে এটা সময়ত গৈ সেই লেখাবোৰ কিবা কাৰণত নষ্ট হৈ যাব পাৰে। অথবা আন প্ৰকাৰেও নাইকিয়া হৈ যাব পাৰে। এই কথা নক'লেও হয় যে আনে লেখক বুলি কওকেই বা নকওকেই আনে সাহিত্যিক বুলি স্বীকৃতি দিয়কেই বা নিদিয়কেই, আনে লেখাসমূহ যি মানৰ বুলিয়েই নকওক লাগে সেইবোৰ গ্ৰন্থৰ আকাৰে সংৰক্ষণ কৰি ৰাখিব পৰাত এজন লেখকৰ এক বিশেষ কৰ্তব্য, আনন্দ আৰু সন্তুষ্টিও আছে। গ্ৰন্থ এখনৰ দ্বাৰা এজন লোকে তেওঁৰ জীৱনকালত কিবাকিবি লিখি যে সাহিত্য চৰ্চাতো মনোনিবেশ কৰিছিল আৰু বিশাল সাহিত্য জগতখনলৈ অতি সামান্যভাৱে হ'লেও বৰঙণি যোগোৱাৰ এক প্ৰয়াস কৰিছিল, নিজৰ পৰিয়ালৰ সদস্যসকলৰ বাবে, নাতি-নাতিনীৰ বাবে বা ভৱিষ্যত প্ৰজন্মৰ বাবে এক প্ৰমাণ এৰি থৈ যাব পাৰে। যেহেতু ওপৰত উল্লেখ কৰি অহাৰ দৰে সকলো লেখকৰেই কম-বেছি পৰিমাণে একোচাম পঢ়ুৱৈ আছেই, গতিকে কোনো লেখকেই হীনমন্যতাক প্ৰশ্ৰয় নিদি সাহিত্যৰ বিভিন্ন দিশ আৰু ধাৰাত সামান্যভাৱে হ'লেও তেওঁৰ অৱদান আগ বঢ়াই সাহিত্যৰ ক্ষেত্ৰখন কিছু চহকী কৰাৰ কথা নিশ্চয় ভাবিব পাৰে। ❑





# নাজিব মাহফুজৰ উপন্যাস ঃ এটি অৱলোকন

ড° মদন শৰ্মা



হিত্যৰ নোবেল বঁটাৰে সন্মানিত আৰবী ভাষাৰ প্ৰথম আৰু এতিয়ালৈকে একমাত্ৰ লেখকগৰাকী হ'ল নাজিব মাহফুজ (১৯১১-২০০৬)। প্ৰায় সাতষষ্ঠি বছৰীয়া লেখক জীৱনত মাহফুজে ৰচনা কৰে পঞ্চাছখন উপন্যাস, তিনিশ পঞ্চাছটা গল্প, ভালেকেইখন চলচ্চিত্ৰৰ চিত্ৰনাট্য আৰু নাটক আৰু অসংখ্য জনপ্ৰিয় ৰচনা। প্ৰাচীন সভ্যতাৰ দেশ ইজিপ্তৰ ৰাজধানী চহৰ কাইৰোৰ গামালেয়া অঞ্চলৰ মধ্যবিত্ত পৰিয়াল এটিৰ সাতটা ল'ৰা-ছোৱালীৰ ভিতৰত কনিষ্ঠতম সন্তান মাহফুজৰ মাক-দেউতাকহঁত তেওঁৰ তেৰ বছৰ হওঁতেই কাইৰোৰ উপকণ্ঠৰ আল্-আব্বাছিলৈ গৈ তাতে বসতি কৰিবলৈ লয়। পিছলৈ সেই অঞ্চলটিয়ে হৈ পৰে তেওঁৰ প্ৰায়বোৰ উপন্যাসৰ পটভূমি। দৰ্শন শাস্ত্ৰ বিশেষ বিষয় হিচাপে লৈ অধ্যয়ন কৰি স্নাতক হোৱাৰ পাছত তেওঁ অলপদিন এম এ পঢ়িয়ে চাকৰিত যোগ দিয়ে। কিছুদিন কাকতত সাংবাদিকতা কৰাৰ পাছত তেওঁ প্ৰশাসনিক বিষয়া হিচাপে সুদীৰ্ঘকাল বিভিন্ন গুৰু দায়িত্ব পালন কৰে। দিনটো চৰকাৰী কাম-কাজত ব্যস্ততাৰে কটোৱাৰ অন্তত সন্ধিয়া তেওঁ লিখিবলৈ লয়। তেওঁ নিজে কোৱামতে লেখাত বিঘিনি ঘটিব পাৰে বুলি ভাবিয়ে তেওঁ বহুদিনলৈকে অবিবাহিত হৈ ৰয়। তেওঁৰ প্ৰথম কাহিনী "আবাথ আল্-আকদাৰ" প্ৰকাশিত হয় ১৯৩৯ চনত। আৰবী ভাষাৰ বিখ্যাত সংবাদপত্ৰ *আল্ আহ্ৰামত* তেওঁ নিয়মীয়াকৈ লিখিবলৈ লয়। তেওঁৰ কেইবাখনো উপন্যাস এই কাকততে ধাৰাবাহিক হিচাপে প্ৰকাশিত হয়।

বিভিন্ন বিধৰ সাহিত্যকৰ্ম ৰচনা কৰিলেও মাহফুজৰ বিশ্বজোৰা খ্যাতিৰ কাৰণ হ'ল তেওঁৰ উপন্যাসসমূহ। মাহফুজৰ প্ৰথম ফালৰ উপন্যাসৰ কেন্দ্ৰস্থ বিষয় আছিল দাৰিদ্ৰ্য আৰু দাৰিদ্ৰ্যই মানুহক নিজৰ সম্প্ৰদায়ৰ ভিতৰতে বা নিজে বাস কৰা সমাজখনতে বাহিৰৰ মানুহ কৰি ৰখাৰ বাস্তৱতা। পোনতে বাস্তৱবাদী শৈলীৰ সৃষ্টিশীল প্ৰয়োগেৰে জনপ্ৰিয়তা অৰ্জা মাহফুজে পাছলৈ আধুনিকতাবাদী পৰীক্ষা-নিৰীক্ষাও নকৰা নহয়। উদাহৰণস্বৰূপে ইন্টেৰিয়ৰ মনোলগ বা আন্তৰিক এককথন আৰু কেইবাজনো প্ৰথম পুৰুষত কাহিনী বৰ্ণোৱা কথকৰ প্ৰয়োগ মাহফুজে তেওঁৰ ষাঠি আৰু সত্তৰৰ দশকৰ উপন্যাসসমূহত কৰিবলৈ লয়। পাছলৈ বহু উল্লেখযোগ্য উপন্যাস ৰচনা কৰিলেও মাহফুজৰ খ্যাতি বহু পৰিমাণে নিৰ্ভৰ কৰে তেওঁৰ সুবিখ্যাত কাইৰো ট্ৰিলজী বা উপন্যাসত্ৰয়ীৰ ওপৰত। এই উপন্যাসকেইখনৰ নাম দিয়া হৈছে—আৰবী ভাষাত তিনিটা ৰাস্তাৰ নামেৰে -*Palace Walk* (আৰবীত- *Baynal Qasrayn*,1956), *Palace of Desire* (*Qasr al-shawq*, 1957),আৰু *Sugar Street* (*al-Sukkariyya*, 1957)। আৰবী সাহিত্য-সমালোচকসকলৰ মতে এই উপন্যাসত্ৰয়ীক বিচ্ছিন্নতাৰ বলি হোৱা ব্যক্তিত্বৰ অধ্যয়ন বুলিব পাৰি। অনেকে তেওঁৰ উপন্যাসৰ মাজত, বিশেষকৈ উপন্যাসত্ৰয়ীৰ মুখ্য চৰিত্ৰ কামালৰ কথা-বতৰা আৰু কাম-কাজৰ মাজত অস্তিত্ববাদী দৰ্শনৰ প্ৰভাৱ দেখে।



উপন্যাস তিনিখনত আল জাৱাদ পৰিয়ালৰ তিনিটা প্ৰজন্মৰ কাহিনী কওঁতে মাহফুজে কুৰি শতিকাৰ দ্বিতীয় দশকৰ পৰা পঞ্চম দশকৰ মাজৰ সময়ছোৱাৰ ইজিপ্তৰ সমাজ জীৱন আৰু ৰাজনৈতিক ব্যৱস্থাৰ ৰূপছবি ফুটাই তুলিছে। তিনিওখন উপন্যাসৰ মাজত যোগসূত্ৰৰ কাম কৰা কামাল হ'ল বিচ্ছিন্নতাবোধৰ দ্বাৰা প্ৰভাৱিত ব্যক্তি। *পেৰিছ ৰিভিউ*নামৰ পত্ৰিকাৰ সৈতে হোৱা এটা সাক্ষাৎকাৰত মাহফুজে কৈছিল যে তেওঁ কামালৰ চৰিত্ৰৰ সৈতে তেওঁ একাত্মবোধ কৰে। কামাল তেওঁৰ প্ৰজন্মৰ প্ৰতিনিধি। আনহাতে কলা আৰু সংগীতপ্ৰিয় আল্-জাৱাদে(কামালৰ দেউতাকে) তেওঁৰ ব্যক্তিত্বৰ আন এটা দিশৰ প্ৰতিনিধিত্ব কৰে। সমালোচকসকলৰ মতে নিজৰ লোকৰ মাজত থাকিও বাহিৰৰ বুলি আৰু বিচ্ছিন্ন আৰু নিৰ্বাসিত বুলি অনুভৱ কৰা লোকৰ জীৱন গাঁথা এই উপন্যাসত্ৰয়ী।

মাহফুজৰ উপন্যাসত্ৰয়ীৰ প্ৰথম উপন্যাস *পেলেছ ৱক-*ত ইজিপ্তৰ এটা মধ্যবিত্ত পৰিয়ালৰ কাহিনী কোৱাৰ সমান্তৰালভাবে ঔপনিৱেশিক শাসনত পিষ্ট হৈ থকা সমাজ এখনৰ আধুনিকতা আৰু স্বাধীনতাৰ ফালে আগবঢ়াৰ প্ৰক্ৰিয়াৰ কথাও উপস্থাপন কৰা হৈছে। প্ৰথম বিশ্বযুদ্ধৰ পিছতে ব্ৰিটিছসকলে ইজিপ্ত অধিকাৰ কৰাৰ সময়ছোৱাত ইজিপ্তৰ সচেতন অংশৰ বিক্ষোভ প্ৰদৰ্শন আদিৰ কথাও আহমেদ পৰিয়ালৰ কাহিনীৰ লগে লগে , বিশেষকৈ উপন্যাসখনৰ শেষৰ ফালে উপস্থাপিত হৈছে। এইখন উপন্যাসতে আমি আল জাৱাদ পৰিয়ালৰ সদস্যসকলক লগ পাওঁ। ঘৰৰ মুৰব্বী আহমেদ আল জাৱাদ সুস্বাস্থ্যৰ অধিকাৰী, আকৰ্ষণীয় ব্যক্তিত্বৰ সুপুৰুষ। ঘৰত দৃঢ় অনুশাসন বলবৎ কৰাত বিশ্বাসী, কঠোৰ নীতি-নিষ্ঠ আৰু পৰম্পৰাগত প্ৰমূল্যক আকোঁৱালি ৰখা এজন ব্যক্তি হ'ল আহমেদ আল-জাৱাদ। ঘৰৰ বাহিৰত বিশেষকৈ বন্ধুমহলত তেওঁ পিচে পৰিচিত অতি ৰসিক, নাৰীৰ প্ৰতি আসক্ত, নিচা নলগালৈকে মদ্যপান কৰি ভাল পোৱা, জীৱনটো উপভোগ কৰিবলৈ ব্যগ্ৰ এগৰাকী ব্যক্তি হিচাপে। প্ৰথমা পত্নী (বিবাহ বিচ্ছেদ হোৱা)ৰ ফালৰ পুত্ৰ য়াছিন, দ্বিতীয় পত্নী আমিনাৰ ফালৰ পুত্ৰ ফাহমি আৰু কামাল আৰু কন্যাদ্বয় খাদিজা আৰু আইশ্যা দেউতাক আহমেদৰ ভয়ত কম্পমান। আমিনাই কাহানিও নিজ ঘৰৰ বাহিৰত ভৰি থৈ নাপালে। জীয়েককেইজনীয়ে দুবছৰমান স্কুললৈ গৈয়ে নাৰীৰ মৰ্যাদা আৰু আবুৰ ৰক্ষাৰ স্বাৰ্থত ঘৰতে সোমাই থাকে। এটা সম্পূৰ্ণ পুৰুষতান্ত্ৰিক ব্যৱস্থা বৰ্তি থকা ঘৰখনত আহমেদৰ পুত্ৰ-কন্যা সকলোৱে হেঁচা খাই থাকে। বাপেকৰ অজ্ঞাতে কোনোবা প্ৰেমত পৰে, প্ৰেমত পৰাৰ কথা, আনকি কোনো পৰপুৰুষে কন্যাসকলৰ মুখ দেখাৰ কথা সকলোৱে সাৱধানে তেওঁৰ পৰা আঁৰ কৰি ৰাখে। কাহিনীৰ কথকৰ মতে আহমেদে সকলো কাম মন ঢালি কৰে। নৈষ্ঠিক মুছলমান হিচাপে প্ৰাৰ্থনা কৰোতে তেওঁৰ যি আন্তৰিকতা দেখা যায় সেই একে আন্তৰিকতা আৰু নিষ্ঠা দেখা যায় বন্ধুসকলৰ সৈতে নিশা নিচা নলগালৈকে মদ্যপান কৰোঁতে বা পৰনাৰীৰ সংগ উপভোগ কৰোঁতে। ঘৰত সকলোকে একপ্ৰকাৰ মধ্যযুগীয় নীতি-নিয়ম মানি চলিবলৈ বাধ্য কৰি নিজে সকলো সুখ ভোগ কৰাত কোনো অকণো বিবেক দংশন নহয় তেওঁৰ। চৈধ্যবছৰ বয়সতে তেওঁৰ পত্নী হৈ অহা আমিনাই প্ৰথম প্ৰথম গিৰিয়েকৰ নৈশ অভিযান (বন্ধু-বান্ধবৰ লগত গপ মৰা, খেলা, মদ্যপান কৰা আৰু দেহোপজীৱিনীৰ ওচৰত সময় কটোৱা)ৰ কথাত আপত্তি কৰোঁতে আল জাৱাদে স্পষ্টকৈ কয়, মই হ'লো পুৰুষ। কি কৰিব লাগে, কি কৰিব নালাগে তাৰ আদেশ দিম মই। মোৰ আচৰণৰ কোনো সমালোচনা মই গ্ৰহণ নকৰোঁ। তোমাৰ পৰা ইয়াকে বিচাৰোঁ -তুমি যেন মোৰ কথা মানি চলা। তোমাক অনুশাসিত কৰিবলৈ মোক বাধ্য নকৰিবা। গতিকে গিৰিয়েকে আন নাৰীৰ সৈতে ৰং ধেমালি কৰি মাজ নিশা ঘৰ সোমালেও আমিনাৰ কৰিবলৈ একো নাছিল। চূড়ান্ত পিতৃতান্ত্ৰিক ব্যৱস্থা এটা সকলো নাৰীয়ে তেতিয়া মানি লবলৈ বাধ্য হৈছিল। গিৰিয়েকক সুখী কৰি ৰখা আৰু ল'ৰাছোৱালীক চোৱা-চিতা কৰাই তেওঁৰ কাম। সেই কাম তেওঁ নীৰৱে আৰু গিৰিয়েক আৰু সন্তানহঁতৰ প্ৰতি নিভাঁজ মৰমেৰে কৰি গৈছিল।

উপন্যাসখনৰ এঠাইত দেখা যায় গান গাই আৰু দেহৰ সান্নিধ্যৰে আনৰ মনোৰঞ্জন কৰা নাৰী এগৰাকীৰ ঘৰলৈ আহমেদ আৰু তেওঁৰ বৰপুতেক য়াছিন দুয়োৰে অহা-যোৱা চলে। অৱশ্যে য়াছিনে ঘটনাক্ৰমেহে আৱিষ্কাৰ কৰে যে তেওঁ দেহসুধা পান কৰিবলৈ বিচৰা ছোৱালীজনীৰ মাহীয়েক হ'ল তেওঁৰে ধৰ্মভীৰু, সামাজিক সন্মান আৰু মৰ্যাদাসম্পন্ন দেউতাকৰ প্ৰেমিকা। সেই ন্যায়-নিষ্ঠ আৰু নাৰীৰ আবুৰ লৈ সদাজাগ্ৰত আহমেদে এবাৰ তেওঁৰ পত্নী আমিনাই তেওঁক নোকোৱাকৈ মছজিদলৈ যোৱা বাবে, ঘৰৰ চৌহদৰ বাহিৰত ভৰি থোৱা বাবে তেওঁক কিছুদিনৰ বাবে ঘৰৰ পৰা উলিয়াই দিয়ে। দেউতাকৰ চৰিত্ৰৰ কিছু লক্ষণ আহৰণ কৰা য়াছিনে আকৌ বিয়াৰ পিছতে নিজ পত্নীৰ লিগিৰীৰ সৈতে যৌন সম্ভোগত মত্ত হয়। ফলত যদিও য়াছিনৰ ঘৰ ভাঙে তেওঁৰ স্বভাৱ-চৰিত্ৰৰ কিন্তু বৰ বেছি পৰিবৰ্তন নঘটে। ইফালে মাজু ভায়েক ফাহমিয়ে ব্ৰিটিছ-বিৰোধী শান্তিপূৰ্ণ বিক্ষোভত অংশ গ্ৰহণ কৰিবলৈ গৈ অকালতে গুলী খাই মৃত্যু বৰণ কৰে। এই উপন্যাসখনিত শিশু কামাল ১৯১৯ ৰ ইজিপ্তৰ জাতীয় বিপ্লৱ ( ব্ৰিটিছ-বিৰোধী )ৰ সময়ছোৱাত কৰ্তৃত্ববাদী পিতৃৰ ছাঁত ডাঙৰ হ'বলৈ ধৰে।

অনুসন্ধিৎসু মনৰ শিশু কামাল, আদৰ্শবাদী নৱ যুৱক ফাহমি, দেহসৰ্বস্ব ভালপোৱাত সমৰ্পিত প্ৰাণ য়াছিন, স্বামীৰ সকলো কথাতে হয়ভৰ দি তেওঁক দেৱতাসদৃশ জ্ঞান কৰা আমিনা আৰু কঠোৰ অনুশাসন আৰু পুৰণি প্ৰমূল্যক আকোঁৱালি ধৰি ৰখা অথচ পৰনাৰীৰ সৈতে যৌন সম্পৰ্ক ৰক্ষা কৰি চলা, সুৰা আৰু সংগীত ভাল পোৱা আহমেদ আদি নানা বৰ্ণাঢ্য চৰিত্ৰৰ বৈচিত্ৰ্যময় অভিব্যক্তি ফুটাই





তোলাত মাহফুজে যি পাৰদৰ্শিতা আৰু বিৰল অন্তৰ্দৃষ্টিৰ পৰিচয় দিছে সি টলষ্টয়, বালজাক আদিৰ দৰে মহান লেখকৰ কৃতিত্বৰ সমগোত্ৰীয় বুলি সমালোচকসকলে দেখুৱাইছে। আহমেদ আল-জাৱাদৰ দৰে মানুহৰ চৰিত্ৰৰ কোনোটো দিশেই যেন ঔপন্যাসিকগৰাকীৰ বাবে আচহুৱা নহয়। প্ৰকৃততে সৎ অন্তৰৰ মানুহৰ দুৰ্বলতাৰ প্ৰতি তেওঁ যেন বেচ সহানুভূতিশীল। কোনো এটি চৰিত্ৰৰ বিষয়ে কোনো উপৰুৱা নৈতিক বিচাৰত তেওঁ লিপ্ত নহয়। এক বিৰল নৈৰ্ব্যক্তিকতা ৰক্ষাতহে তেওঁ সচেষ্ট।

বাস্তৱবাদী কাহিনী কথনৰ অতি সুন্দৰ উদাহৰণ পোৱা যায় কাইৰো ত্ৰিলজীৰ এই প্ৰথমখন উপন্যাসতে। এটা উদাহৰণ দিলে কথাটো বুজাত সহায় হ'ব। ঘৰখনৰ মূল মানুহ আমিনাৰ গিৰিয়েক আহমদ আব্দ আল জাৱাদ আন দিনাৰ দৰে মাজনিশা উভতি আহিছে। তেওঁৰ পত্নীয়ে সাৰ পাই তেওঁক আদৰ-সাদৰ কৰি ভাত বাঢ়ি দিবলৈ সাজু হৈছে। ঠিক তাৰ আগৰ সময়খিনিৰ অৰ্থাৎ টোপনি ভঙাৰ পিছৰ সময়খিনিত তেওঁৰ দেহৰ আৰু কাম-কাজ-আচৰণৰ খুটি -নাটি বৰ্ণনা মন কৰিবলগীয়া —

> ... মহিলাগৰাকীয়ে নিজকে এবাৰ চাই লবলৈ আচীখনৰ ফালে আগুৱাই গ'ল। তেওঁ মন কৰিলে তেওঁৰ মটীয়া স্কাৰ্ফখন কোঁচমোচ খাইছে, তেওঁ সেইখন পিচলৈ ঠেলি দিলে। তেওঁৰ ডাঠ ক'লা চুলি দুডালমান কপাললৈ নামি আহিছিল। আঙুলিৰে ধৰি তেওঁ গাঁঠিটো খুলিলে। তেওঁ চুলিখিনি আবৰি থকা স্কাৰ্ফখন সমান কৰি ললে আৰু দুয়োটা মূৰ লগ লগাই লাহেকৈ সাৱধানে আকৌ গাঁঠি দি ল'লে। হাত দুখনেৰে মুখৰ দুয়োফাল মোহাৰি ল'লে, যেনিবা তেওঁ টোপনিৰ শেষ অৱশিষ্টকণো মোহাৰি পেলাব খুজিলে। চল্লিছ বছৰমান বয়সীয়া আৰু মধ্যমীয়া গঠনৰ মানুহগৰাকীক লাহী যেন দেখাইছিল, যদিওবা তেওঁৰ দেহৰ কোমল ছালখন বেচ আকৰ্ষণীয় ধৰণে সুষম আৰু সুবিন্যস্তভাবে ইয়াৰ ঠেক পৰিসীমালৈকে ভৰি পৰিছিল। তেওঁৰ মুখখন ভোটাধৰণৰ, কপালখন ডাঙৰ আৰু মুখৰ গঢ় কোমল ধৰণৰ। এটা মধুৰ স্বপ্নাতুৰ চাৱনিৰে তেওঁৰ চকুযুৰি সুন্দৰ। নাকটো সৰু আৰু পাতল, থুঁতৰিটো তললৈ অলপ জোঙা হৈ নামি যোৱা। গালৰ শুদ্ধ বগা ছালত ডাঠ ক'লা ৰঙৰ এটা তিল। ওৰণিখনেৰে নিজকে ঢাকি বেলকনিৰ দুৱাৰৰ পিনে আগবাঢ়োতে তেওঁৰ অলপ লৰালৰি লাগিছিল।...

উপন্যাসত্ৰয়ীৰ দ্বিতীয় উপন্যাস *Palace of Desire* ত দেখা যায় মাকৰ পৰা সাধু আৰু ধৰ্মীয় পুৰাকথা শুনি ডাঙৰ হোৱা কামালে পিছলৈ দাৰ্শনিক শ্বপেনহাৱাৰ, বৈজ্ঞানিক ডাৰউইন, ৰাছেল, ফৰাচী দাৰ্শনিক বেৰ্গছঁ আদিৰ ৰচনা অধ্যয়ন কৰিবলৈ লয়। আইদা নামৰ এজনী অতি সুন্দৰী ছোৱালীৰ প্ৰেমত পৰাৰ সময়তে তেওঁ ধৰ্মীয় বিশ্বাসৰ সংকটত ভোগে। একালৰ দুষ্ট ল'ৰাটি ভাবুক আৰু অন্তৰ্মুখী হৈ পৰে। পৰিয়ালৰ বান্ধোনৰ বাবে কামালৰ নিচিনা ডেকাই পোনচাটে বিদ্ৰোহ নকৰে। পিচে, তেনে লোকৰ ব্যক্তিত্ব প্ৰায়ে বিভাজিত হয়। দেখাত পৰিয়ালৰ এজন হৈ পৰম্পৰাগত সকলো নীতি-নিয়ম আৰু বিশ্বাস আঁকোৱালি ল'লেও কামালে দৰাচলতে একাকীত্বত ভোগে। ডাৰউইনৰ *অ'ৰিজিন অভ্ স্পেছিজ* পঢ়ি কামালে লেখা প্ৰবন্ধ এটা আলোচনীত ছপা হয়। কামালে দেউতাকক আশ্বস্ত কৰিব লগা হয় যে সেই লেখাত ব্যক্ত মত তেওঁৰ নহয়, সি আচলতে লেখাৰ অনুশীলনহে। দেউতাক আৰু ককায়েক য়াছিনৰ লগত মছজিদত প্ৰাৰ্থনা কৰিবলৈ গলেও কামালৰ বাবে সেই প্ৰাৰ্থনা এটা আনুষ্ঠানিকতা মাত্ৰ।

দেউতাকৰ প্ৰতি নিভাঁজ মৰম আৰু ভয়, আৰু মাকৰ প্ৰতি ভালপোৱাই কামালক এটা দ্বৈত জীৱন যাপন কৰিবলৈ বাধ্য কৰে। কাইৰোৰ দেহোপজীৱীনী থকা ঠাইলৈ গৈ কামালে গম পায় দেউতাকো সেই ঠাইলৈ যায় আৰু এনেকৈয়ে দেউতাকৰ নৈষ্ঠিক ধৰ্মীয় আচৰণৰ আঁৰত লুকাই থকা তেওঁৰ ব্যক্তি ত্বৰ আন এটা দিশৰ সৈতে তেওঁ পৰিচিত হয়। দেহোপজীৱীনীৰ তাতে ককায়েক য়াছিনকো লগ পায়।

উপন্যাসত্ৰয়ীৰ তৃতীয় উপন্যাস *Sugar Street*-তকামাল শিক্ষক । অবিবাহিত হৈ ৰোৱা কামালে তেওঁৰ প্ৰথম যৌৱনৰ প্ৰেয়সী আইদাক কোনোপধ্যে পাহৰিব নোৱাৰে, যদিও যৌনক্ষুধা পূৰণৰ বাবে তেওঁ দেহোপজীৱীনীৰ ওচৰলৈ যায়। আইদাৰ ভনীয়েকৰ প্ৰেমত পৰিলেও তেওঁ সেই প্ৰেমক পূৰ্ণতা প্ৰদান কৰিবলৈ অসমৰ্থ হয়। বৈষয়িক সুখ-সমৃদ্ধিৰ প্ৰতি কামাল আগৰে পৰাই আছিল উদাসীন। দেউতাকে কামালে ধন ঘটিব পৰা, প্ৰচলিত অৰ্থত সফল হ'ব পৰা বিষয়( যেনে, আইনশাস্ত্ৰ) পঢ়াটো বিচাৰিছিল। কামালে কম প্ৰচাৰিত বৌদ্ধিক চিন্তা-চৰ্চাৰ আলোচনীত লিখিছিল। শিক্ষক হৈও টিউশ্যন কৰি ধন ঘটাৰ তেওঁ বিৰোধী আছিল। কামালৰ শৈশৱতে ব্ৰিটিছ-বিৰোধী সংগ্ৰামত যোগ দি তেওঁৰ ককায়েক ফাহমি নিহত হয়। ফাহমিৰ অকাল মৃত্যুৰ শোকাবহ স্মৃতিয়ে গোটেই পৰিয়ালটোকে বহু বছৰলৈ আচ্ছন্ন কৰি ৰাখে। সেই সময়ত আনকি আল্ জাৱাদে বন্ধুসকলৰ সৈতে ৰং-ৰহইচ কৰি নিশা সময় কটোৱাৰ পৰা বিৰত থাকে। কামালে লক্ষ্য কৰে যে ফাহমিৰ একালৰ সহযোগীয়ে ব্ৰিটিছৰ সৈতে হাত মিলায়। সংশয় সত্ত্বেও কামালে ৰাজনৈতিক সভাবোৰত যোগদান কৰে। কামালৰ দুটি ভতিজাকৰ এটিয়ে পিচলৈ মাৰ্ক্সবাদী হয়, আনটি হয়গৈ মৌলবাদী মুছলিম ব্ৰাদাৰহুদৰ সদস্য। দেখাত সকলোতে জড়িত হলেও কামালে জীৱনটো যেন অনাসক্তভাবে বাহিৰৰ পৰাহে প্ৰত্যক্ষ কৰে।

মাহফুজৰ আন উপন্যাসবিলাকৰ ভিতৰত বিখ্যাত আৰু বিতৰ্কিত উপন্যাস *Chidren of the Alley* (আন নাম

*Children of Gawalawi* )হৈছে ৰূপকধৰ্মী। ১৯৫৯ চনত *ঔলাদ আল্-হাৰতিনা*নামেৰে আৰবীত প্ৰকাশিত এই উপন্যাসখন ১৯৯৬ চনত ইংৰাজীত অনূদিত হৈ ওলায়। উপন্যাসখনৰ কাহিনীয়ে ধৰ্মীয় গোড়া বা মৌলবাদীসকলক বিতুষ্ট কৰা বাবে ইজিপ্তৰ বাহিৰতহে ই প্ৰকাশ হৈ ওলায় আৰু সুদীৰ্ঘকাল ইজিপ্তত নিষিদ্ধ হৈ থাকে। ২০০৬ চনতহে কিতাপখনৰ ওপৰত থকা নিষেধাজ্ঞা তুলি লোৱা হয়। উপন্যাসখনৰ পাঁচোটা খণ্ডত পাঁচোটি কেন্দ্ৰীয় চৰিত্ৰৰ জীৱনৰ কাহিনী বৰ্ণাওঁতে লেখকে গলি অঞ্চলৰ সাধাৰণ মানুহৰ দৈনন্দিন যন্ত্ৰণা-দুৰ্ভিক্ষ-বঞ্চনা-দমন-নিৰ্যাতনেৰে ভৰা জীৱনৰ সংগ্ৰামৰো বৰ্ণনা কৰিছে। আদাম, গাবাল, ৰিফা, কাছেম আৰু আৰাফা-এই পাঁচটি মুখ্য চৰিত্ৰৰ নামেৰে উপন্যাসখনৰ পাচোঁটা খণ্ডৰ নামকৰণ কৰা হৈছে। দিগন্তলৈকে বিস্তৃত মুকত্তাম মৰুভূমিৰ একাষত থকা মৰূদ্যানৰ অনাবাদী ভূমিত গলিটো বা এলিটো অৱস্থিত। সেই মৰুভূমিৰ প্ৰান্তত, মৰূদ্যানত সেই ভূখণ্ডৰগৰাকী, ৰহস্যজনক ব্যক্তি গাবালৱিৰ ( *Gabalawi* )বিশাল অট্টালিকা। গাবালৱি বাস কৰা অট্টালিকাৰ বিশাল চৌহদ ওখ প্ৰাচীৰেৰে আগুৰা। চৌহদৰ পশ্চিমফালে বাগিছা, পূবে তিনিমহলীয়া বাসগৃহ। বহুদিনৰ আগৰ পৰাই কোনো মানুহে নেদেখা অথচ সদায় তেওঁৰ উপস্থিতি অনুভৱ কৰা, গাবালৱি যেন ঈশ্বৰৰ ৰূপক। অট্টালিকাৰ ভিতৰৰ পৰাই তেওঁ যেন নিস্পৃহতাৰে নিজৰ অধিকাৰ আৰু মৰ্যাদাসহ জীয়াই থকাৰ বাবে গলি (এলি)ৰ মানুহে চলোৱা সংগ্ৰাম চাই থাকে। উত্তৰাধিকাৰ স্বৰূপে পোৱা বিশাল সম্পত্তিৰ ওপৰত নিজৰ অধিকাৰ সাব্যস্ত কৰি তেওঁৰ সৰহভাগ বংশধৰকে দুখ-বঞ্চনাৰ জীৱন যাপন কৰিবলৈ বাধ্য কৰোৱা মাতব্বৰ আৰু সিহঁতৰ গুণ্ডাবাহিনীৰ অন্যায়ৰ ৰাজত্বৰ তেওঁ যেন নীৰৱ দৰ্শক। দুৰ্বল, অসহায় মানুহৰ জীৱনৰ দুখ-দুৰ্দশা, বা মাতব্বৰসকলৰ উৎপীড়ন আৰু অন্যায়-অত্যাচাৰৰ পৰত মানুহে গাবালৱিয়ে তেওঁৰ বংশধৰ সকলক নাচায় কিয় বুলি অভিযোগ কৰে। চিএঞৰি-বাখৰি তেওঁক অনুনয়-বিনয় কৰে, গালি পাৰে। সেই গাবালৱিৰ পুতেক আদামৰ নামেৰে উপন্যাসৰ প্ৰথম খণ্ডৰ নাম। উপন্যাসখনৰ প্ৰতিটো খণ্ডতে একোজন সৎ মানুহে গাবালৱিৰ নাম লৈ অপশাসন, অত্যাচাৰ চলোৱাসকলৰ বিৰুদ্ধে মানুহক একগোট কৰি পৰিবৰ্তন আনিবলৈ চেষ্টা কৰে। ইতিমধ্যে কৈ অহাৰ দৰে তেনে মানুহৰ নামেৰে উপন্যাসৰ খণ্ডকেইটিৰ নামকৰণ কৰা হৈছে। প্ৰথম খণ্ডত দেখা যায়—গাবালৱিৰ পুতেক পাঁচজন-ইদ্ৰিছ, আব্বাছ, ৰিদৱান, গালিল আৰু আদাম। আদাম এগৰাকী দাসীৰ পুত্ৰ। এদিন গাবালৱিয়ে পুতেকহঁতক মাতি আনি তেওঁলোকৰ মাজৰে এজনক তেওঁৰ সমস্ত সা-সম্পত্তি চোৱা-চিতা কৰাৰ ভাৰ দিব খোজে। বৰ পুত্ৰ ইদ্ৰিছে সেই অধিকাৰ পাব বুলি নিশ্চিত হৈ থাকে যদিও গাবালৱিয়ে কিন্তু সততা আৰু দায়িত্ববোধসম্পন্ন দাসীপুত্ৰ আদামকহে সেই দায়িত্ব দিয়ে। ফলত সংঘাতৰ সূচনা হয়। দেউতাকৰ বিৰুদ্ধে বিদ্ৰোহ কৰি ইদ্ৰিছ বিতাৰিত হয়। পিছত ইদ্ৰিছৰ ষড়যন্ত্ৰত আদামেও গাবালৱিৰ অট্টালিকা ত্যাগ কৰি মৰুৰ প্ৰান্তত কষ্টেৰে জীৱন কটাবলগীয়া হয়। প্ৰথম খণ্ডৰ কাহিনী যেন বাইবেলৰ সেই এবেল আৰু কেইনৰ কাহিনী। বাইবেলৰ মতে কেইন আছিল নিজৰ ভায়েক এবেলক হত্যা কৰা প্ৰথম হত্যাকাৰী। উপন্যাসৰ প্ৰথম খণ্ডতো আদামৰ দুজন পুতেক -কাদ্ৰি আৰু হামাম। সকলোৰে প্ৰিয় হামামক কাদ্ৰিয়ে হত্যা কৰে। কালক্ৰমত কাদ্ৰিৰ সতি-সন্ততিৰে বংশধৰসকল হ'ল উপন্যাসৰ কথকে বৰ্ণোৱা এলি বা গলিৰ বৰ্তমানৰ বাসিন্দা।



আগতে কোৱাৰ দৰে প্ৰতিটো খণ্ডতে মানুহে ভাল দিনৰ বাবে, ন্যায়ৰ প্ৰতিষ্ঠাৰ বাবে নানা সংগ্ৰামত লিপ্ত হয়, গাবালৱিৰ নীৰৱতা আৰু নিৰ্লিপ্ততাৰ সুযোগ লৈ তেওঁৰ বিশাল সা-সম্পত্তিৰ ওপৰত অন্যায় দখল সাব্যস্ত কৰা অত্যাচাৰীক ওফৰাবলৈ চেষ্টা কৰে। প্ৰায়ে ভাল মানুহ পৰাস্ত হয়। অন্যায় কৰোতাসকল কেনেবাকৈ জিকি যায়। পৰাস্ত হোৱাসকলে গাবালৱিৰ নিৰ্বিকাৰ আচৰণত কেতিয়াবা হতাশ হয়, কেতিয়াবা ভাবে গাবালৱিয়ে তেওঁলোকক আত্মনিৰ্ভৰশীল হৈ উঠাটোৱেই হয়তো বিচাৰিছে। এদিন অৱশ্যে গাবালৱিৰ মৃত্যু হোৱা বুলিও জনা যায়। তাৰপিছতো কিন্তু মাতব্বৰসকলক খেদি ন্যায় প্ৰতিষ্ঠা কৰিব খোজাসকলেই অত্যাচাৰী হৈ উঠে আৰু গাবালৱিৰ নাম লৈ পুনৰ অন্যায়-উৎপীড়ন চলাই যায়। তথাপি অন্যায়ৰ বিৰুদ্ধে, মানুহৰ হৃত মৰ্যাদা উদ্ধাৰৰ বাবে মানুহ সংগঠিত হয় আৰু উপন্যাসৰ অন্তত তেনে মানুহেই কয়, *নিশাৰ পিছত দিন অহাৰ দৰে অন্যায়ৰ অন্ত হ'বই। আমি নিশ্চয় অত্যাচাৰৰ মৃত্যু দেখিম, দেখিম পোহৰ আৰু চমৎকাৰী কাৰ্য।* এনেদৰে আশাৰ বতৰাতে শেষ হোৱা উপন্যাসখনত যেন মাহফুজে সমগ্ৰ মানব জাতিৰে চিৰন্তন সংগ্ৰামৰ কথা প্ৰতীকী ৰূপত দাঙি ধৰিছে। তেওঁৰ সহজে ঢুকি নোপোৱা, গোঁৱাৰ, ৰহস্যময়, অন্যায়ক নীৰৱে প্ৰশ্ৰয় দিয়া গাবালৱি যেন আচলতে ইছলামৰ আল্লা, ইহুদীৰ যিহোৱা আৰু বাইবেলৰ গড। মাহফুজৰ *Chidren of the Alley* নিঃসন্দেহে পঢ়িবলগীয়া এখন ভাল উপন্যাস। ❑





# ভাষা-চৰ্চাৰ আধুনিকতাত ফেৰ্ডিণ্ডাড ছছ্যুৰৰ অৱদান

ড° নগেন ঠাকুৰ

য় আঢ়ৈ হেজাৰ বছৰ ধৰি মানুহৰ শ্ৰেষ্ঠ অধিকাৰ 'ভাষা' সম্পৰ্কে এক জিজ্ঞাসু মন লৈ যি নিৰৱচ্ছিন্ন আলোচনা প্ৰথমতে ভাৰতত 'ব্যাকৰণ', ইউৰোপত গ্ৰীকসকলৰ দ্বাৰা 'গ্ৰাম্‌মাটিকে', ৰোমানসকলৰ জৰিয়তে 'গ্ৰামাটিকায়ে'ৰ মাজেদি অব্যাহত আছিল, সি ঊনবিংশ শতাব্দীৰ প্ৰাৰম্ভৰ পৰা নতুন সুঁতিৰে আগ বাঢ়ি Philology বা 'ভাষাতত্ত্ব' নাম পাইছিল যদিও 'আধুনিক' হৈ উঠা নাছিল; ঘাইকৈ ভাষা চৰ্চাত এক পৰিবৰ্তনহে আহিছিল; প্ৰধানতঃ প্ৰাচীন সাহিত্য-সম্পদত চহকী ভাষাসমূহৰ 'তুলনামূলক' আৰু শেহলৈ প্ৰাচীন আৰু আধুনিক ভাষাসমূহৰ 'ঐতিহাসিক' বিৱৰ্তন সম্পৰ্কে আলোচনা হৈছিল। বিংশ শতাব্দীৰ দ্বিতীয় দশকৰ আৰম্ভৰ পৰাহে ভাষা চৰ্চা যথাৰ্থভাৱে 'আধুনিক' হৈ পৰিল। 'আধুনিক' অৰ্থৰে যদি প্ৰচলিত চিন্তা-আদৰ্শৰ পৰা বিচ্যুৎ নতুন চিন্তা-আদৰ্শৰ উন্মেষণ আৰু তাৰ জৰিয়তে পৰিবৰ্তনৰ এক ঐতিহাসিক গতিপথৰ নিৰ্ণয় বুলি বুজা যায়, তেন্তে ছুইজাৰলেণ্ডৰ ভাষা-বিজ্ঞানী অধ্যাপক ফেৰ্ডিণ্ডাড দ্য ছছ্যুৰক (Prof. Ferdinal De Saussure - 1857-1913) ভাষা-অধ্যয়নৰ (Language Studies) ইতিহাসত যথাৰ্থভাৱে আধুনিক চিন্তাৰ উন্মেষক আৰু প্ৰতিষ্ঠাতা বুলি অভিহিত কৰিব পাৰি। প্ৰকৃততে ক'বলৈ গ'লে ১৯১৫ খ্ৰীষ্টাব্দত ছছ্যুৰৰ 'Course de Linguistique Generale' (ফৰাছীত 'কুঁৰ দ্য লাঁগিস্তিক জেনেৰেল) বা ইংৰাজীত 'Course in General Linguistics' প্ৰকাশ হোৱাৰ পৰা বৰ্তমান পৰ্যন্ত 'আধুনিক ভাষা-বিজ্ঞান'ৰ ধাৰা। 'Linguistics' শব্দটো ঊনবিংশ শতাব্দীৰ শেষ ভাগৰ পৰা ভাষাৰ ঐতিহাসিক বিৱৰ্তন আৰু তাৰ বিশ্লেষণত প্ৰযুক্ত হৈ আছিল যদিও প্ৰকৃততে এই শব্দ ছছ্যুৰৰ ভাষা-চিন্তাৰ লগতহে অধিক প্ৰযোজ্য। বৰ্তমান 'আধুনিক ভাষা বিজ্ঞান' বুলিলে ছছ্যুৰৰ চিন্তাধাৰাৰ আলমত গঢ়ি উঠা ভাষা-অধ্যয়নকে সূচনা কৰে। ইয়াৰ লগত অৱশ্যে সমসাময়িক কালতে আমেৰিকাত সূচনা হোৱা বৰ্ণনামূলক ভাষা-চৰ্চাৰ প্ৰেৰণাও সম্পৃক্ত হৈ আছে। ছছ্যুৰৰ প্ৰায় একেসময়তে ১৯১১ চনত ফ্ৰেন্‌ঝ বোৱাছৰ ভাষাৰ বৰ্ণনামূলক আলোচনাত গুৰুত্ব আৰু তাৰ ফলস্বৰূপে এড্‌ৱাৰ্ড ছাপিৰ আৰু লেওনাৰ্ড ব্ৰুমফিল্ডৰ দ্বাৰা তাৰ নীতি-নিয়ম নিৰ্ধাৰণ, লগতে ঠিক একে সময়তে নহ'লেও প্ৰায় সমসাময়িক কালতে ৰুছ ভাষাতাত্ত্বিক প্ৰিন্স নিকোলাই ট্ৰুবেট্‌জকয় আৰু তেওঁৰ শিষ্য ৰোমান য়াকবছনে ধ্বনিতত্ত্বৰ ক্ষেত্ৰত নতুন বোধেৰে স্বাতন্ত্ৰ্যতত্ত্ব উপস্থাপন কৰি যি আলোচনাৰ সূত্ৰপাত কৰিছিল, সিয়ে ভাষাৰ অধ্যয়নক পূৰ্বৰ 'ব্যাকৰণ' অথবা 'ভাষাতত্ত্ব'ৰ তুলনাত অধিক সূক্ষ্মাতিসূক্ষ্ম কৰি তুলি নতুন ৰূপত আত্মপ্ৰকাশ কৰালে। আলোচনাৰ প্ৰকৃতিত ডেভিড ক্ৰিষ্টলে কোৱাৰ দৰে explicitness বা স্পষ্টতা, systematicness বা প্ৰণালীবদ্ধতা আৰু objectiveness বা বস্তুনিষ্ঠতা ফুটি উঠিলেহে যি কোনো বিষয়ৰ অধ্যয়ন বিজ্ঞানসন্মত হ'ব পাৰে, তেনে গুণসমূহ বিংশ শতাব্দীৰ ভাষাৰ বিশ্লেষণত প্ৰকট হ'ল, অৰ্থাৎ উক্ত গুণসমূহৰ সমাৱেশেৰে ভাষাৰ প্ৰচলিত ৰূপৰ বা ব্যৱহাৰিক ৰূপৰ বিভিন্ন দিশ বিশ্লেষিত হোৱাৰ পথ নিৰ্দিষ্ট হ'ল। সেই অনুক্ৰমেৰেই



ভাষাৰ বিশ্লেষ প্ৰক্ৰিয়া পৃথিৱীৰ বিভিন্ন দেশত প্ৰতিষ্ঠা লাভ কৰাৰ পৰা বিংশ শতাব্দীৰ ভাষা-অধ্যয়ন হৈ উঠিল 'যথাৰ্থ' বা 'বিশুদ্ধ ভাষা-বিজ্ঞান'; ইয়ে সূচনা কৰিলে 'আধুনিক ভাষা বিজ্ঞান'ৰ।

ছচ্যুৰে এনে কি অৱদান দিলে, যাৰ কাৰণে তেওঁ হৈ উঠিল আধুনিক ভাষা-বিজ্ঞানৰ জনক বা পিতৃ? ইয়াৰ উত্তৰত থোৰতে ক'ব পাৰি — সমগ্ৰ উনবিংশ শতাব্দী জুৰি **ইতিহাস-নিৰ্ভৰ** ভাষাৰ বিকাশ, পৰিবৰ্তন, পাৰস্পৰিক সম্বন্ধ, বংশ-নিৰ্ণয়, লগতে ভাষাৰ ধ্বনি, ৰূপ আদি উপাদানৰ খণ্ড খণ্ড বিশ্লেষণৰ যি তুলনামূলক আৰু ঐতিহাসিক আলোচনাৰ ধাৰা গঢ়ি উঠিছিল, তাৰ ঠাইত ছচ্যুৰেই বিংশ শতাব্দীৰ প্ৰাৰম্ভত ভাষাক **ইতিহাস-নিৰপেক্ষ** এক অখণ্ড এক মূৰ্ত ৰূপ বুলি ধৰি আৰু সামাজিক আচৰণ হিচাপে ইয়াৰ উপাদানবিলাকৰ বাস্তৱসন্মত সম্পৰ্কৰ বিচাৰ-বিশ্লেষণত গুৰুত্ব দি ভাষাৰ চিন্তা-চৰ্চাত এক বৈপ্লৱিক ৰূপান্তৰ ঘটালে। ইয়াৰ ফলতে সূচনা হয় ভাষাৰ 'গঠন' (Structure) বা 'গঠনাত্মক সংগতি'ৰ (Structural Symmetry) ধাৰণা আৰু তেনে গঠনৰ বিশ্লেষ প্ৰক্ৰিয়াতে জন্ম হয় বিংশ শতাব্দীৰ প্ৰাৰম্ভত আধুনিক ভাষা-বিজ্ঞানৰ। ইয়াৰ প্ৰভাৱো হৈ পৰিছিল সুদূৰ প্ৰসাৰী। এনে কাৰণতে ছচ্যুৰক কোৱা হয় আধুনিক ভাষা-বিজ্ঞানৰ পিতৃ।

এইখিনিতে এটা কথা বিস্ময়কৰভাৱে মনত ৰাখিব লগা যে ছচ্যুৰে যি নতুন চিন্তাৰ উন্মেষণ ঘটাইছিল তাৰ বাবে তেওঁ নিজাকৈ কোনো গ্ৰন্থ লিখি সাধনাত ব্ৰতী হোৱা নাছিল। জেনেভা বিশ্ববিদ্যালয়ত ১৮৯১ চনত সাধাৰণ ভাষা-বিজ্ঞানৰ অধ্যাপনাত ৰত হৈ শ্ৰেণীকক্ষত ১৯০৬ চনৰ পৰা ১৯১১ চনৰ ভিতৰত সাধাৰণ ভাষা-বিজ্ঞানৰ যি পাঠদান কৰিছিল, তাকে তেওঁৰ দুজন গুণমুগ্ধ ছাত্ৰ এলবাৰ্ট ছেছেহায় আৰু ছাৰ্লছ বেলিয়ে পাঠদানৰ পৰা টুকি ৰখা ফৰাছী ভাষাত দিয়া বক্তৃতাৰ কথাকে পুনৰ সম্পাদন কৰি ১৯১৫ চনত ছচ্যুৰৰ নামত গ্ৰন্থ আকাৰে প্ৰকাশ কৰি উলিয়াইছিল। সেই গ্ৰন্থকে ১৯৫৯ চনত ৱেড বাছকিনে ইংৰাজীলৈ অনুবাদ কৰি প্ৰথম প্ৰকাশ কৰি উলিয়াইছিল আমেৰিকাত, পাছত ১৯৬০ চনত ইংলণ্ডত।

**ভাষাৰ বিশ্লেষণত ছচ্যুৰৰ চিন্তাৰ অভিনৱত্ব ঃ**

(ক) **কালক্ৰমিক** (diachronic) আৰু **এককালিক** (Synchronic) ৰূপে ভাষাৰ আলোচক দুটা প্ৰধান ভাগত ভাগ কৰি **এককালিক ভাষা-চৰ্চাত** গুৰুত্ব আৰোপ;

(খ) ভাষাৰ অৱস্থিতিত **লাঁগ** (langue) আৰু **পাৰল** (Parole) - যাক ক'ব পাৰি 'ভাষা-পদ্ধতি' আৰু 'ভাষা-ব্যৱহাৰ', বিভাজন কৰি 'লাঁগ' বা ভাষা-পদ্ধতিৰ গঠনৰ অধ্যয়নৰ প্ৰতি বা তাৰ বিশ্লেষণৰ প্ৰতি মনোযোগ আকৰ্ষণ;

(গ) ভাষাক 'চিহ্নৰ প্ৰণালী' হিচাপে ধৰি **চিহ্নক** (Signifier) আৰু **চিহ্নিত**ৰ (Signified) পাৰ্থক্য বিচাৰ আৰু চিহ্নক-চিহ্নিতৰ তাৎপৰ্য ব্যৱহাৰৰ মাজেদি অৰ্থাৎ ধ্বনি আৰু ৰূপ গঠনৰ প্ৰতি সজাগতাৰে ভাষা-প্ৰণালী গঠনৰ তাৎপৰ্য বিচাৰ-বিশ্লেষণত গুৰুত্ব;

(ঘ) **সহাৱদ্ধ** আৰু **ক্ৰমাৱদ্ধ** (Syntagmatic and Paradigmatic) সম্বন্ধ বিচাৰৰ মাজেদি মানুহৰ বাক্-প্ৰবাহৰ সীমাত সহ-অৱস্থিত অথচ বিৰোধমূলক চিহ্নৰ সাংযুতিক অৱস্থানেৰে অৰ্থ প্ৰতিপন্নৰ ক্ৰম আৰু সামাজিক উপযোগিতাৰ বাবে অন্য চিহ্নৰ লগত থাকিব পৰা সম্বন্ধ আৰু ব্যৱহাৰৰ সম্ভাৱনীয়তা — এই দুইৰ ভাষাতত্ত্বীয় আৰু মনস্তত্ত্বীয় অৰ্থতত্ত্বগত সম্পৰ্কৰ পাৰ্থক্য প্ৰতিষ্ঠা।

ছচ্যুৰৰ মৌলিক চিন্তা-প্ৰসূত Synchronic - diachronic, Langue - parole, signifier-signified, syntagmatic-paradigmatic, এই চাৰি যুগ্ম-বৈপৰীত্যৰ (binary-opposition) আধাৰত ভাষাৰ এককালৰ গঠন-পদ্ধতি বা structure অধ্যয়নত গুৰুত্ব আৰোপ কৰিলে, অৰ্থাৎ কোনো এটা ভাষা এককালত যি ৰূপত প্ৰচলিত থাকে তাক বুজিবলৈ হ'লে যি অভ্যন্তৰ সম্পৰ্কৰ দ্বাৰা ভাষাৰ উপাদানসমূহ সংযুক্ত হৈ থাকে তাক বিশ্লেষণ কৰিব লাগিব; তেতিয়াহে ভাষাৰ প্ৰকৃত অধ্যয়ন হ'ব। এনে কৰিবলৈ হ'লে আগতে ভাষা কেনে আছিল সেই কথা আলোচনা নকৰিলেও হ'ব। ইয়াৰ কাৰণ হ'ল ভাষা এক ব্যক্তিগত আৰু সামাজিক প্ৰয়োজনৰ অপৰিহাৰ্য সমল আৰু সেয়েহে প্ৰয়োজন সাধনৰ বাবে বা নিত্য নতুন ধাৰণা প্ৰকাশৰ বাবে ভাষাও নতুন ৰূপত স্বতঃস্ফূৰ্তভাৱে আত্মপ্ৰকাশ কৰে। সেয়েহে ভাষাৰ পৰিবৰ্তন কোনো অস্বাভাৱিক নহয়, বৰং প্ৰয়োজন সাধনৰ বাবে আভ্যন্তৰীণ বৈশিষ্ট্যৰ স্বাভাৱিক ৰূপান্তৰ মাথোন। ভাষাতাত্ত্বিকৰ লক্ষ্য হ'ব লাগে এককালত প্ৰচলিত থকা ভাষাৰ প্ৰত্যেক উপাদানৰ মাজত থকা পাৰস্পৰিক সম্পৰ্ক বিচাৰ কৰা। এনেদৰে ছচ্যুৰে কালক্ৰমিক বা ঐতিহাসিক ভাষা-চৰ্চাৰ ক্ষেত্ৰৰ পৰা আঁতৰি এককালিক ভাষিক স্তৰৰ structure বা গাঁথনিক দিশ বিশ্লেষণত গুৰুত্ব আৰোপ কৰি তাৰ নিয়ম-নীতি নিৰ্ধাৰণ কৰিছিল কাৰণে তেওঁৰ দ্বাৰা ভাষাৰ অধ্যয়নত 'গঠনমূলক ভাষা-বিজ্ঞান' (Structural Linguistics) নামেৰে এক নতুন ধাৰা প্ৰতিষ্ঠা হয় আৰু ইয়ে আধুনিক ভাষা-বিজ্ঞানৰো সূচনা কৰে।

ছচ্যুৰে অৱতাৰণা কৰা 'যুগ্ম-বৈপৰীত্য'ৰ মূল তাৎপৰ্য অনুধাৱন কৰিব পাৰিলেহে ছচ্যুৰৰ ভাষাৰ গঠন সম্পৰ্কীয় চিন্তাৰ ধাৰা বুজাত সহায় হ'ব। 'যুগ্ম'ই ধাৰণা দিয়ে সহ-অৱস্থিত যুগল স্থিতি; গতিকে যুগ্ম-বৈপৰীত্যই সহ-অৱস্থিত, কিন্তু বিপৰীত ক্ৰিয়ামূলক দুটা দিশৰ স্বতন্ত্ৰতাৰ কথা প্ৰকাশ কৰে। এটা বস্তুক আন এটা বস্তুৰ পৰা স্বতন্ত্ৰ বুলি জনাৰ মূলতে আছে দুইৰ মাজত থকা বিৰোধ বা বৈপৰীত্য। ভাষাতো অৰ্থ ঘটে বৈপৰীত্যমূলক বা





বিৰোধাত্মক যুগ্মতাৰ স্থিতিৰ মাজেদি। চিহ্নৰ দ্বাৰা বুজোৱা ভাষাৰ 'গঠন' যুগ্ম-বৈপৰীত্যৰে বিচাৰ কৰিলেহে 'গঠন'ৰ তাৎপৰ্য অনুধাৱন কৰিব পৰা যাব; কাৰণ চিহ্ন বিলাকৰ মাজত বিৰোধ হ'লেহে চিহ্নৰ দ্বাৰা নিৰ্মিত ৰূপৰ অৰ্থ ওলাব। এনে চিন্তা অভিনৱ। পৰৱৰ্তী কালত প্ৰাগ্-ভাষা বিজ্ঞানীগোষ্ঠীৰ নিকোলাই ট্ৰুবেট্জকয়, ৰোমান য়াকবছন আদিয়ে যুগ্ম-বৈপৰীত্যৰে ধ্বনিৰ স্বাতন্ত্ৰ্য প্ৰতিপন্ন কৰাত যি বৰঙণি যোগাইছিল তাৰ মূল প্ৰেৰণা ছচ্যুৰে অৱতাৰণা কৰা যুগ্ম-বৈপৰীত্যৰ তত্ত্ব বুলি ক'ব পৰা যায়।

**ছচ্যুৰৰ ভাষাৰ সংজ্ঞা ঃ**

ছচ্যুৰৰ ভাষাৰ সংজ্ঞা তেওঁৰ পূৰ্বৱৰ্তী বা সমসাময়িক সকলো ভাষাতাত্ত্বিকৰ পৰা সুকীয়া। ইয়াৰ কাৰণ হ'ল তেওঁৰ ভাষা-চিন্তা 'গঠন'ৰ লগত জড়িত। তেওঁৰ মতে কোনো এটা অৰ্থ প্ৰকাশক ৰূপৰ পূৰ্বতে থাকে 'ধাৰণা'ৰ (concept) সম্পৰ্ক আৰু এই সম্পৰ্কই ভাষাৰ মূল। ধাৰণা আৰু প্ৰকাশৰ মাজত এনে ভাষাতত্ত্বীয় সাৰ বা সত্তা (substance) বিদ্যমান, যিয়ে ধাৰণাক আকাৰ (form) আৰু ধাৰণাৰ অৰ্থ বাস্তৱায়িত কৰে। এই সত্তা মানসিকভাৱে ক্ৰিয়ামূলক। ইয়াকে তেওঁ 'চিহ্ন' (sign) বুলি অভিহিত কৰিছে! 'ভাষা' এনে চিহ্নৰে প্ৰণালী। সেয়েহে তেওঁৰ ভাষাৰ সংজ্ঞা হ'ল ঃ Language is a system of signs...' এনে চিহ্নৰে ভাৱ জ্ঞাপন কৰা ৰীতি অন্যান্য ক্ষেত্ৰতো আছে যদিও ভাষাৰ চিহ্ন অতি গুৰুত্বপূৰ্ণ। এনে কাৰণতে বিস্তৃতভাৱে ব্যাখ্যা কৰি তেওঁ কৈছে —

"Language is a system of signs that express ideas, and is therefore comparable to a system of writing, the alphabet of deaf-mutes, symbolic rites, polite formulas, military signals etc. But it is the most important of all these systems." (Courses in General Linguistics; p. 16)

'ভাষা হ'ল চিহ্নৰ প্ৰণালী; লেখন-ৰীতি, মুক-বধিৰৰ বৰ্ণমালা, প্ৰতীকী আচাৰ-আচৰণ, ভদ্ৰতাৰ ৰীতি, সামৰিক সংকেত আদি চিহ্নৰ প্ৰণালীৰ দৰে ভাষাও ভাৱ প্ৰকাশক চিহ্নৰ প্ৰণালী যদিও এই সকলোবোৰৰ মাজত ভাষা সবাতোকৈ গুৰুত্বপূৰ্ণ।'

চিহ্নই ধ্বনি হিচাপে প্ৰথমতে আত্মপ্ৰকাশ কৰে; সেই ধ্বনিৰ সহযোগত ৰূপ গঠন হয়, ৰূপবিলাকৰ মাজত সম্পৰ্ক স্থাপন হয়, সেই সম্পৰ্কৰে অৰ্থবোধ হয় আৰু বিভিন্ন শ্ৰেণীৰ অৰ্থৰ মাজত সম্পৰ্ক স্থাপন হয়। এই ভাষাতত্ত্বীয় উপাদানসমূহ, অৰ্থাৎ ধ্বনি, ৰূপ, অৰ্থ সকলো চিহ্নৰ সমষ্টি। ধাৰণা আৰু প্ৰকাশৰ মাজত যি ভাষাতত্ত্বীয় উপাদান বিদ্যমান সেইবোৰ শিথিল ধৰ্মী, সেয়েহে চিহ্নৰ মূল্যৰ পৰিৱৰ্তন হয়; ইয়াৰ ফলতে ভাষাত পৰিৱৰ্তনে দেখা দিয়ে, কিন্তু কোনো এক কালখণ্ড জুৰি সি স্থিৰ ৰূপত থাকে। কোনো এটা বস্তুক স্থিৰ বুলি ধৰিলেহে তাৰ বিজ্ঞানসন্মত আৰু বস্তুনিষ্ঠ আলোচনা কৰা সম্ভৱ হয়। সেয়েহে ছচ্যুৰে ভাষাৰ বিজ্ঞানসন্মত আৰু বস্তুনিষ্ঠ আলোচনাৰ বাবে পৰিৱৰ্তনৰ প্ৰকৃতি এবাই স্থিৰ ৰূপৰ গঠন বিশ্লেষণৰ বাবে এককালৰ ভাষাৰ গঠন-প্ৰণালী অধ্যয়নত গুৰুত্ব আৰোপ কৰিছিল।

'ধাৰণা' প্ৰকাশ কৰা চিহ্নবিলাকৰ পাৰস্পৰিক বিৰোধ বা পাৰ্থক্যৰ ভিত্তিত ধ্বনিৰ পাৰ্থক্য ঘটি ৰূপৰ পাৰ্থক্য ঘটে আৰু তাৰ জৰিয়তে 'অৰ্থ'ৰ উৎপত্তি ঘটে। চিহ্নৰ প্ৰণালী হিচাপে ক্ষুদ্ৰতম অংশ ধ্বনিৰ পৰা ৰূপ, ৰূপৰ পৰা অৰ্থ পৰ্যন্ত 'ভাষা' নামৰ বিমূৰ্ত বস্তুটোৰ গঠন-প্ৰণালী জটিল প্ৰক্ৰিয়াৰ সমষ্টি, অথচ ধ্বনি পাৰ্থক্যৰে যি প্ৰণালীবদ্ধ 'গঠন' হয় তাৰ অধ্যয়নেই ভাষা-অধ্যয়নৰ মূল কথা। ইয়াৰ অৰ্থ হ'ল কোনো এটা ভাষা এককালত যি ৰূপত প্ৰচলিত থাকে তাক বুজিবলৈ গ'লে যি অভ্যন্তৰ সম্পৰ্কৰ দ্বাৰা ভাষাৰ বিভিন্ন উপাদানবিলাক সংযুক্ত হৈ থাকে তাক বিশ্লেষণ কৰিব লাগিব; তেতিয়াহে তাৰ প্ৰকৃত স্বৰূপ প্ৰকাশ পাব। আগতে ভাষা কেনে আছিল সেই কথা টানি অনাৰ কোনো আৱশ্যক নাই। এনেদৰে ছচ্যুৰে কালক্ৰমিক বা ঐতিহাসিক ভাষা-চৰ্চাৰ ক্ষেত্ৰৰ পৰা আঁতৰি এককালিক ভাষাৰ গাঁথনিক দিশ বিশ্লেষণত গুৰুত্ব আৰোপ কৰিলে আৰু নিয়ম-নীতি নিৰ্ধাৰণ কৰি ভাষা-চৰ্চাত এক অভিনৱত্বৰ সূচনা কৰি আধুনিকতাৰ পথ উন্মোচন কৰিছিল।

**ছচ্যুৰৰ ভাষা-চিন্তাৰ অভিনৱত্ব আৰু আধুনিকতাৰ ভিত্তিঃ**

সমগ্ৰ উনবিংশ শতাব্দীজুৰি প্ৰথমতে প্ৰাচীন সাহিত্যৰে সমৃদ্ধ ভাষাসমূহৰ বৈয়াকৰণিক আৰু শব্দসমূহৰ সাদৃশ্য-বৈসাদৃশ্যৰ ভিত্তিত বংশ-নিৰ্ণয়, মূল উৎস, পৰিৱৰ্তনৰ গতিধাৰা ইত্যাদি সম্পৰ্কে আৰু পাছলৈ বিশেষ একোটা ভাষাৰ ঐতিহাসিক বিৱৰ্তনৰ আলোচনাৰে ভাষা-অধ্যয়নে সমৃদ্ধি লাভ কৰিছিল। ইয়াৰ লগে লগে ভাষাৰ উৎপত্তি, বিকাশ, ধ্বনিতত্ত্ব, ৰূপতত্ত্ব ইত্যাদি লৈও 'সাধাৰণ ভাষাতত্ত্ব' বিকাশ হৈছিল। এনে বিকাশ হোৱা সত্ত্বেও প্ৰকৃততে ক'বলৈ গ'লে ভাষাৰ আলোচনা ঘাইকৈ ভাষাৰ বাহ্যিক দিশৰ আলোচনাতে আৱৰ্তিত হৈ আছিল। যি আভ্যন্তৰীণ শৃংখলাৰে ভাষাৰ অন্তৰ্ৰূপ গঠিত হয়, কি নিয়মেৰে ৰূপ বা তথাকথিত শব্দ হয়, অৰ্থবোধ কেনেদৰে হয় তাৰ প্ৰণালী সম্পৰ্কে কোনো বস্তুনিষ্ঠ আলোচনা হোৱা নাছিল। ছচ্যুৰে সেয়েহে দীৰ্ঘদিন তুলনামূলক-ঐতিহাসিক ভাষাতত্ত্বৰ অধ্যয়ন-অধ্যাপনাৰ লগত জড়িত থাকিও নিজস্ব চিন্তাৰে বস্তুনিষ্ঠ আলোচনাৰে ভাষাৰ প্ৰণালী গঠনৰ স্বৰূপ উদঘাটিত বিশেষ মনোযোগ দিছিল আৰু ইতিহাস-নিৰপেক্ষ ভাষাৰ অধ্যয়নত গুৰুত্ব আৰোপ কৰিছিল।

ভাষাৰ সামাজিক কাৰ্যকাৰিতা সম্পৰ্কে উনবিংশ শতাব্দীৰ ভাষাতাত্ত্বিকসকল সচেতন আছিল যদিও কি উপায়েৰে ভাষাই সামাজিকতা লাভ কৰে সেই সম্পৰ্কে সচেতন নাছিল। তেওঁলোকৰ দৃষ্টিত ধ্বনিৰ মিলনতে 'শব্দ' হয় আৰু সেই শব্দই কোনো 'অৰ্থ প্ৰকাশ কৰে আৰু সামাজিক লোকে তাকে ব্যৱহাৰ কৰে। কিন্তু

ধ্বনিৰ দ্বাৰা কি নিয়মেৰে 'শব্দ' হয়, সেই শব্দৰ দ্বাৰা 'অৰ্থ কেনেকৈ নিৰ্ণিত হয়, একেটা বস্তু বুজাবলৈ কিয় ভাষাভেদে বিভিন্ন 'শব্দ' হয়, এনে যাদৃচ্ছিকাৰ মূল কাৰণ কি ইত্যাদি কথাবোৰ আলোচনা কৰা হোৱা নাছিল। ইয়াৰ বিপৰীতে ছছ্যুৰেই প্ৰথম ক'লে যে কেৱল ধ্বনিৰ মিলনতে শব্দ সৃষ্টি হৈ 'অৰ্থ' উৎপাদন নহয়; শব্দৰ লগত অৰ্থৰ কোনো আভ্যন্তৰীণ যোগসূত্ৰ নাই, বৰং ধ্বনি-চিহ্নৰ পাৰস্পৰিক পাৰ্থক্য বা বিৰোধৰ ভিত্তিত যি ৰূপ-চিহ্ন হয় তাতে সামাজিক দলে অৰ্থ আৰোপ কৰে কাৰণেহে অৰ্থৰ উৎপত্তি ঘটে। এই আৰোপিত অৰ্থ এক ৰীতি বা প্ৰথাৰ ফল। ভাষা-ব্যৱহাৰকাৰী সামাজিক দল অনুসৰি ভাষা-চিহ্নৰ অনুক্ৰম সুকীয়া সুকীয়া হয় কাৰণে একেটা বস্তু বুজাবলৈ বা অৰ্থ প্ৰকাশ কৰিবলৈ সুকীয়া সুকীয়া ৰূপ-চিহ্নৰ ব্যৱহাৰ হয় আৰু ইয়াৰ ফলতে ভাষা মাত্ৰেই যাদৃচ্ছিক (arbitary) ধ্বনি-চিহ্নৰ সমষ্টিৰে ৰূপ-চিহ্নৰ প্ৰতীক। অৰ্থ উৎপাদনত ধ্বনি বা চিহ্ন বিৰোধমূলকভাবেহে মিলন হয়, কেৱল মিলনতে অৰ্থ উৎপাদন নহয়। গতিকে ধ্বনিৰ লগত ধ্বনিৰ বিৰোধাত্মক গঠন, ৰূপৰ বিৰোধাত্মক গঠন আৰু সমাজত প্ৰথাসন্মতভাবে অৰ্থবোধ — এই সমস্ত প্ৰক্ৰিয়াৰে গঠন বিচিত্ৰ। এই বৈচিত্ৰ্য আৱিষ্কাৰ কৰিব পাৰিলেই ভাষাৰ প্ৰকৃত গঠনৰ স্বৰূপ বুজিব পৰা যাব। তেতিয়াহে সামাজিক উদ্দেশ্যত ব্যৱহৃত ভাষাৰ বাস্তৱতা আৰু মূল্য নিৰূপিত হ'ব। কেৱল পৰিৱৰ্তনৰ আলোচনাৰ মাজত নহয়।

ছছ্যুৰৰ ভাষা-চিন্তা অভিনৱ আৰু যুগান্তকাৰী; অভিনৱ এই কাৰণেই যে সি সম্পূৰ্ণৰূপে মৌলিক চিন্তাৰে সমৃদ্ধ আৰু যুগান্তকাৰী এই অৰ্থত যে তেওঁ অৱতাৰণা কৰা চিন্তা-সূত্ৰৰ আঁত ধৰিয়েই ভাষাৰ গঠন প্ৰকৃতি আৰু প্ৰণালী প্ৰতিষ্ঠা হৈ ভাষাৰ চিন্তাত এক বৈপ্লৱিক পৰিবৰ্তন আহিল আৰু পূৰ্বৰ শতিকাৰ ঐতিহাসিক সুঁতিৰ পৰা আঁতৰি সম্পূৰ্ণ এই নতুন সুঁতিৰে গতি কৰিলে, অৰ্থাৎ আধুনিক ভাষা-বিজ্ঞানৰ মূল সুঁতি বা ধাৰা 'গঠনমূলক ভাষা-বিজ্ঞান'ৰ প্ৰতিষ্ঠা হয়।

**ছছ্যুৰৰ অৱদানৰ মূল্যাংকণ ঃ**

(ক) ভাষা যে যাদৃচ্ছিক চিহ্ন-প্ৰণালীৰ সমষ্টি, এক প্ৰণালীবদ্ধ শৃংখলাৰ ক্ৰম আৰু সামাজিক প্ৰথাসন্মত ব্যৱস্থা সেই কথা ছছ্যুৰৰ চিন্তাৰ জৰিয়তে প্ৰতিভাত হ'ল;

(খ) 'লাঁগ', যি ব্যক্তিৰ মন আৰু মগজুত বৰ্তি থাকে, যি অসংখ্য নিয়মৰ সমাহাৰ, তাৰ ভিত্তিতে প্ৰতিষ্ঠা হোৱাৰ পথ সুগম হয় 'মনস্তাত্ত্বিক ভাষা-বিজ্ঞান'ৰ;

(গ) 'পাৰল', যি ব্যক্তিভেদে কথন-ৰীতি, তাৰ ভিত্তিত 'সামাজিক ভাষা-বিজ্ঞান' বিকাশ হোৱা সহজ হৈ উঠিল;



(ঘ) ছছ্যুৰৰ গঠনমূলক তত্ত্বৰ আধাৰত ডেনমাৰ্কৰ লুইছ হিয়েল্মশ্লেভে ১৯৪৩ খ্ৰীষ্টাব্দত 'গ্লছ'মেটিকছ' নামেৰে ভাষাতাত্ত্বিক দিশত নতুন ধাৰা এটা প্ৰৱৰ্তন কৰিলে। গ্লছ'মেটিকছৰ আধাৰত আমেৰিকাৰ ছিড্‌নি লেম্বে ১৯৬৩ চনত গঢ়ি তুলিলে স্তৰীকৰণ ব্যাকৰণ ধাৰা (Stratificational Grammar);

(ঙ) ছছ্যুৰে ভাষা 'বৈপৰীত্যৰে ক্ৰিয়ামূলক' এই ধাৰণাৰে বৈপৰীত্যৰ মাজেদি ভাষা বিশ্লেষণ কৰাৰ যি ৰীতি প্ৰতিষ্ঠা কৰিলে তাৰ প্ৰভাৱেৰে প্ৰাগ্-স্কুলৰ ভাষা-বিজ্ঞানী ট্ৰুবেট্‌জকয়, য়াকবছন আদিয়ে যুগ্ম-বৈপৰীত্যৰ আধাৰত ধ্বনিৰ স্বাতন্ত্ৰ্যসূচক বৈশিষ্ট্য আলোচনা কৰি ধ্বনিতত্ত্বৰ পুংখানুপুংখ চিন্তাধাৰা গঢ়ি তুলিলে;

(চ) ছছ্যুৰৰ ভাষা-চিন্তাৰ 'গঠন'ৰ প্ৰভাৱেৰে ফৰাছী নৃতত্ত্ববিদ ক্লড লেভি ষ্ট্ৰউছে নৃতত্ত্ব অধ্যয়নত 'গঠনতন্ত্ৰবাদ' প্ৰতিষ্ঠা কৰি এক নতুন চিন্তাৰ পাতনি মেলিলে আৰু ফৰাছী চিন্তাবিদ ৰঁলা বাৰ্থে সাহিত্য-সমালোচনাতো ইয়াৰ প্ৰভাৱেৰে নতুন চিন্তাৰ উন্মেষণ ঘটালে।

(ছ) 'চিহ্নতত্ত্ব' (Semiology) নামেৰে যি এক নতুন জ্ঞান-শাখা বিংশ শতাব্দীৰ প্ৰাৰম্ভ কালতে গঢ় লৈ মানুহৰ চিন্তাৰ জগতত আলোড়ণ আনিবলৈ সক্ষম হৈছিল, তাৰ বীজ ছছ্যুৰে অৱতাৰণা কৰা 'ভাষা চিহ্নৰ প্ৰণালী'ৰ মাজতে অংকুৰিত হৈছিল। তেওঁ প্ৰকৃততে ভাষাক ছেমিওলজিৰ এটা শাখা বুলি অভিহিত কৰিছিল। চিহ্নই সকলো। তাৰ মাজতে মানুহে অৰ্থ বিচাৰি লয়। সেয়েহে ছেমিওলজি কথাটো এক বিশেষ অৰ্থত প্ৰথম ব্যৱহাৰ কৰিছিল ছছ্যুৰেই। ছছ্যুৰৰ তত্ত্বকে লৈ ছাৰ্লছ ছাণ্ডাৰ্ছ পীয়েৰ্ছে (Charls Sanders Pierce) 'ছেমিওটিক' (Semiotic) নামকৰণেৰে চিহ্নৰ তত্ত্বক আৰু ইয়াৰ প্ৰকৃতিক লৈ অধিক বিশ্লেষণত প্ৰবৃত্ত হৈছিল। ছছ্যুৰে যদিও বিষয়টোলৈ নিজে বেছি আলোচনা আগ বঢ়োৱা নাছিল, তেওঁৰ চিন্তাৰ প্ৰাথমিক উদ্যমক অনুসৰণ কৰিয়েই এই নতুন তত্ত্বই চিন্তাৰ জগতত আলোড়ণ তুলিছিল।

এনেদৰে চালে দেখা যায় ছছ্যুৰে ভাষাৰ চৰ্চাতে নতুন চিন্তা প্ৰসাৰিত কৰা নাছিল, লগতে নতুন জ্ঞান শাখাও তেওঁৰ চিন্তাৰ মাজেদি প্ৰতিভাত হৈছিল। বিংশ শতাব্দীৰ যি কেইজন মনীষীৰ জৰিয়তে মানৱ-চিন্তাই এক উচ্চস্তৰত আৰোহণ কৰিবলৈ সক্ষম হৈছিল, সেই কেইজনৰ ভিতৰত নিসন্দেহে ছছ্যুৰে অগ্ৰৱতী স্থান অধিকাৰ কৰিবৰ যোগ্য। ❑





# ইতিহাসৰ খলপাৰে দিল্লী আৰু আমি ...

ডাঃ বিপুল কুমাৰ বৰুৱা

মধুবন বা খাণ্ডৱ বন দাহ কৰি পাণ্ডৱে পানীপথ, সোণেপট, বাগপট, তিলপটৰ এই চাৰি প্ৰস্থৰ সৈতে ইন্দ্ৰপ্ৰস্থ নগৰীৰ নাম যোগ দিয়ে। এতিয়াৰ দিল্লীৰ নিগমবোধ ঘাটৰ কাষৰ নীলছত্ৰী মন্দিৰতে মহাৰাজ যুধিষ্ঠিৰে ৰাজসূয় যজ্ঞ পাতিছিল বুলি যিদৰে বিশ্বাস কৰা হয়, সেইদৰে পুৰণা কিলা থকা ঠাইতে অভিযন্তা ময়দানবে সাজি দিয়া 'ময়সভা' নামৰ বিতোপন ৰাজ অট্টালিকাটো আছিল বুলি ভবা হয়। যুধিষ্ঠিৰৰ পিছত ইন্দ্ৰপ্ৰস্থৰ শাসনভাৰ অনিৰুদ্ধৰ পুত্ৰ শ্ৰীকৃষ্ণৰ পৰিনাতি বজ্ৰকুমাৰৰ কান্ধত পৰে আৰু এই ইন্দ্ৰপ্ৰস্থৰ যদুবংশী শেষজনা ৰজা হয় ক্ষেমক। ক্ষেমকক তেওঁৰ মন্ত্ৰী বিশ্বৰ্ৱাই বধ কৰি ৰজা হয়। ৫০০ বছৰ শাসন কৰা বিশ্বৰ্ৱা বংশ লোপ হয় গৌতম বা গোতাম্বৰ ৰাজবংশৰ উত্থানত। মেচিডনীয় বীৰ আলেকজেণ্ডাৰৰ সৈতে ভূগোলবিদ টলেমি ভাৰতলৈ আহিছিল, তেওঁৰ মানচিত্ৰত 'দৈদালা' আৰু 'ইন্দ্ৰবাড়া' নামৰ দুখন ঠায়ে ঠাই পাইছিল। গ্ৰীক লিখনি দুয়ো ঠাইৰ সন্দৰ্ভত নিমাত। বিচক্ষণ পণ্ডিত চাণক্যৰ সহায়তাৰে মগধৰ ৰজা নন্দক বধ কৰি নৱযুগক চন্দ্ৰগুপ্ত মূৰিয়ই মৌৰ্য ৰাজবংশৰ জন্ম দিলে। সেই বংশৰে মহাৰাজ অশোকৰ বিশাল সাম্ৰাজ্য আৰু বৌদ্ধধৰ্মৰ প্ৰচাৰে মৌৰ্য ভাৰতক প্ৰভাৱশালী আন্তৰ্জাতিক স্থিতি প্ৰদান কৰিলে। ইন্দ্ৰবাড়া-পাটলিপুত্ৰ, তক্ষশীলা, নালন্দা আদি নগৰৰ তুলনাত নিষ্প্ৰভ হৈ পৰিল। থানেশ্বৰৰাজ হৰ্ষবৰ্ধন আৰু প্ৰাগজ্যোতিষৰাজ ভাস্কৰ বৰ্মাৰ দিনত চীন দেশৰ পৰা অহা হিউয়েন চাং (যুৱান মাঙ)ৰ লিখনিত মথুৰাৰ কথা উল্লেখ আছে অথচ ইন্দ্ৰপ্ৰস্থৰ কথা নাই। গুপ্ত, শুংগ, সাতবাহনৰ ভাৰততো ইন্দ্ৰপ্ৰস্থ নিমাত নিষ্প্ৰভ।

'তাৰিখ্ - ই - ফিৰিস্তা'ত খ্ৰীষ্টিয় সপ্তদশ শতিকাৰ লেখক ফিৰিস্তাই ৰজা ধীলু (দীলু)ৰ ৰাজধানীখন 'ধীলুকা' বা 'দিলিকা' বুলি উল্লেখ কৰিছে। কুমাওঁৰ ৰজা শকাদিত্যই দীলুক বধ কৰি দিলিকা অধিকাৰ কৰি ১৪ বছৰ শাসন কৰি শৈলবাহনসকলৰ হাতত নিধন হয়। শকাদিত্যৰ মৃত্যু আৰু শৈল বাহনৰ দিলিকা অধিকাৰৰ পৰাই শক পঞ্জিকাৰ শুভাৰম্ভণি। খ্ৰীষ্টীয় সপ্তম শতিকাৰ পৰা কনৌজৰ টুনৱাৰ ৰাজপুত্ৰ বা টোমাৰ আৰু চাহামানস ৰাজপুত বা চৌহানসকলৰ মাজত দিলিকা হাতৰ হেতালি যেন হ'ল। টোমাৰৰাজ বজ্ৰত্তৰ পুত্ৰ গোগা, পুৰঞ্জ আৰু দেৱজে দিলিকাক সুস্থিৰতা দিছিল হেনো; টোমাৰৰাজ ৰুদ্ৰ, চন্দ্ৰ চৌহানৰ হাতত নিহত হ'ল। চন্দ্ৰ চৌহানৰ নাতি সুম্বৰাজাই টোমাৰ নৃপতি শালবনক পৰাস্ত কৰে। এনেদৰে যুঁজ-বাগৰ চলি থাকোঁতেই গজনিৰ আমীৰ চবুক্তগিনে হিন্দুকুশ পৰ্যন্ত ৰাজ্য বিস্তাৰ কৰিলেহি। চবুক্তগিনৰ পুত্ৰ মামুদে দিলিকা আক্ৰমণ কৰোঁতে তদানীন্তন দিলিকাৰাজ জয়পালে আজমীঢ়, কালাঞ্জাৰ আৰু কনৌজৰ ৰাজন্যবৰ্গকো একত্ৰিত কৰি ৰণ দিছিল। খ্ৰীষ্টীয় একাদশ শতিকাত জয়পালৰ পুত্ৰ অনংগপালে দিলিকাৰ 'লালকোট' দুৰ্গ সাজে।

শিবালিকৰ পৰা চাৰাহানপুৰলৈকে বিস্তৃত চৌহান ৰাজ্যৰ ৰজা চতুৰ্থ বিশালদেৱে লালকোট দখল কৰে আৰু দ্বিতীয় পৃথ্বীৰাজে লালকোট শক্তিশালী কৰি তোলে। মহম্মদ চাহাবুদ্দিন ঘোৰীয়ে তৰাইনৰ যুদ্ধত



পৃথ্বীৰাজক পৰাস্ত কৰি দিলিকাত মামলুক বা দাস বংশৰ প্ৰতিষ্ঠা কৰে কুতুবুদ্দিন মামলুকক চুলতান পাতি। লালকোটত কুৱত-ই-ইছলাম মছজিদ স্থাপন কৰি, কুটুব মিনাৰ নিৰ্মাণ কৰাৰ লগে লগে ৰাজধানী লাহোৰতকৈ দিলিকা ওখ হৈ আহিল। দিলিকা দিল্লী হ'ল। চুলতান ইলতুৎমিছৰ কন্যা চুলতানা ৰেজিয়াৰ পিছত বলবন, খিলিজী, টোঘলক আৰু লোডী বংশৰ ৰাজত্ব হ'ল। ভাৰতবৰ্ষলৈ আহিল মংগোল বীৰ চেংগিছ খাঁৰ ভাগিনীয়েক 'তুৰ্কী' জাহিৰুদ্দিন মহম্মদ বাবৰ; কিন্তু ইতিহাসত এই ৰাজবংশ মোগল নামেৰেহে বিখ্যাত হ'ল। পানীপথৰ প্ৰথম যুদ্ধৰে মোগল হিন্দুস্তানৰ প্ৰতিষ্ঠা হ'ল। বাবৰৰ পুত্ৰ হুমায়ুঁৱে ৰাজপাট কিছু বছৰৰ বাবে আফগান বীৰ ছেৰশ্বাহক এৰি দিয়ে। পানীপথৰ দ্বিতীয় যুদ্ধত বিজয়ী হৈ হুমায়ুন পুনৰ বাদশ্বাহ হ'ল। মহামতি আকবৰ, জাহাংগীৰ, ছাহজাহান আৰু ঔৰংগজেৱৰ বিশাল হিন্দুস্তানখন অৱশেষত শ্বাহজাহানে সজোৱা লালকিল্লাত সীমাবদ্ধ হৈ পৰিল ব্ৰিটিছ ইষ্ট ইণ্ডিয়া কোম্পানীৰ এদেও দুদেও লোটা নিয়াৰ ছেওত। হাইদৰ, টিপু, ছিৰাজক ঘটুৱাই কলিকতাত দুৰ্গ সাজি অৱশেষত ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ দমনৰ আলমতে বিদ্ৰোহী নেতা বাদশ্বাহ বাহাদুৰশ্বাহ জফৰক বন্দী কৰি ৰেংগুন নগৰত ৰাখি ব্ৰিটিছে সদম্ভে প্ৰৱেশ কৰিলে লালকিল্লাত। ১৯১১ চনত বোম্বে (মুম্বাই)ৰ নৱনিৰ্মিত গে'টৱে' অৱ ইণ্ডিয়াৰে সৰকি আহি ব্ৰিটিছ ৰাজ সপ্তম জৰ্জে সপত্নীক দিল্লীৰ কিংগছ ৱে কেম্প (শিবিৰ)ত দেশীয় ৰজাসকলৰ সেৱা গ্ৰহণ কৰি দিল্লীক ব্ৰিটিছ ভাৰতৰ প্ৰস্তাৱিত ৰাজধানী হিচাপে ১২ ডিচেম্বৰত ঘোষণা কৰি ১৫ ডিচেম্বৰত ৰাইচিনা টিলাত আধাৰশিলা স্থাপন কৰে। উল্লেখযোগ্য যে ডেৰাডুন আৰু নাচিকো মনোনীত হৈছিল, কিন্তু দিল্লীৰ ঐতিহাসিক পোতন থকাৰ বাবেই বাদানুবাদৰ ওৰ পৰিল। এৰাপৰলীয়া মফচলীয় নগৰলৈ পৰ্যবসিত হ'ব খোজা দিল্লীখন বাণিজ্যিক আৰু সাম্ৰাজ্যিক প্ৰাণকেন্দ্ৰলৈ পৰিৱৰ্তিত হোৱাৰ দুৱাৰ মুকলি হ'ল। দিল্লীৰ বা দেলহীৰ ৰীজ নামৰ ঠাইত অস্থায়ী নিবাসত সৈন্য বেষ্টনীৰ মাজত সুৰক্ষিত ভাইচৰয় অৱশেষত ৰাইচিনাৰ 'নিউ দিল্লী'লৈ আহিল। ছাৰ হাবাৰ্ট বেকাৰ, ডব্লিউ আৰ্ মুস্ত্ আৰু ছাৰ এডুইন লুটিয়েনৰ আশাসুধীয়া যত্নত 'ভাইচৰয় হাউছ', 'সচিবালয়', 'কাউন্সিল হাউছ', 'দিল্লী ৱাৰ মেমৰিয়েল' আদি গঢ় লৈ উঠে। প্ৰথম বিশ্বযুদ্ধৰ পৰিপ্ৰেক্ষিতত কাৰ্যৰত নিউ দিল্লীয়ে আনুষ্ঠানিক উদ্বোধনৰ বাবে ১৯৩০ চনলৈ ৰ'ব লগা হৈছিল।

মূৰ্গীৰ পাখিৰ তলত উম আৰু নিৰাপত্তা পালেও হাঁহ পোৱালিয়ে বিচাৰে মুকলি আকাশৰ তলত মুকলি পথাৰ, মুকলি পৰিধি। ব্ৰিটিছে ৰাজনৈতিকভাৱে জোৰা লগোৱা ভাৰতীয় ভূগোলত 'নেটিভ' দেশীহঁতৰ মনবোৰ জোৰা লাগিল প্ৰাচীন ঐতিহ্য আৰু আধুনিক শিক্ষাৰ যুগলবন্দীৰ ৰূপত স্বাধীনতা প্ৰয়াসীৰ মহাধুনত। স্বনামধন্য আমাৰ এই পূৰ্বজসকলৰ মাজৰে এজন মোহনদাস কৰমচাঁদ গান্ধীক গুৰুদেৱ ৰবীন্দ্ৰনাথে গুণীৰ গুণ বুজি আঠ বছৰ সৰু হ'লেও সম্বোধন কৰিলে 'মহাত্মা' বুলি। ভাৰতীয় জাতীয় কংগ্ৰেছে এই মহাত্মাৰ সৱল নেতৃত্বত অহিংস সত্যাগ্ৰহ, অসহযোগ, আইন অমান্য আৰু ভাৰত ত্যাগৰ গণ আন্দোলনেৰে বিশ্ববাসীৰ বাবে পথিকৃৎ ৰূপত দ্বিতীয় মহাসমৰৰ পৰৱৰ্তীকালত ১৯৪৭ চনত ব্ৰিটিছসকলক ভাৰত ত্যাগ কৰিবলৈ বাধ্য কৰিলে। ভাৰতীয় জাতীয় কংগ্ৰেছৰ দৰেই ব্ৰিটিছৰ পাখিৰ তলতে ওপজা মুছলীম লীগে 'দ্বিজাতি সূত্ৰ'ৰে ভাৰত বিভাজনৰ বিষাদো স্বাধীনতাৰ আনন্দৰ সৈতে মিহলাই পেলালে। কোনো দিন ভাৰতৰ মাটি গছকি নোপোৱা চাহাব ৰেডক্লিফৰ হাতত তুলি দিয়া হ'ল মানচিত্ৰ কাটিবলৈ এখন নিৰ্মম কেঁচি। চেণ্ডুইচ খাই ভাল পোৱা চাহাবে প্ৰস্তুত কৰিলে স্বাধীনতাৰ চেণ্ডুইচ — ওপৰে পশ্চিমে পাকিস্তান, মাজত ইণ্ডিয়া, কাষলতিত পূব পাকিস্তান, বটল নেকেৰে লাগি থকা ইণ্ডিয়া পুনঃ, আমাৰ বৰ অসম। সাতামপুৰুষীয়া ভেটি এৰি ন-ভেটিলৈ যাবলৈ বাধ্য বা উদ্যত বা আহিবলৈ বাধ্য বা উদ্যত হোৱা ভগনীয়াসকলৰ বহুজনে ধৰ্মান্ধসকলৰ হিংস্ৰতাৰ বলি হ'ব লগা হ'ল। নোৱাখালিত খালি ভৰিৰে আঁঠুৰ মূৰত চুৰিয়া পিন্ধি বাপু মহাত্মাই সিঁচৰতি মৃতদেহবোৰ চোৱাৰ দৃশ্য যেন ধৰ্মৰাজে কৰা নৰক দৰ্শনৰে পুনঃশ্চতা। সি যি কি নহওক ১৪ আগষ্ট ৪৭ ৰ মাজনিশা অৰ্থাৎ পোন্ধৰ আগষ্টৰ প্ৰথম প্ৰহৰতে লালকিল্লাৰ প্ৰাংগণত ঘোষণা কৰিলে সৰ্বজন প্ৰত্যাশিত নৱলব্ধ স্বতন্ত্ৰতাৰে জাগ্ৰত হোৱাৰ অভিকল্পনা। নিউ দিল্লী নয়ী দিল্লী বা নতুন দিল্লী হ'ল ভাৰতৰ প্ৰজাতন্ত্ৰৰ ৰাষ্ট্ৰীয় ৰাজধানী ক্ষেত্ৰ। ভাইচৰয় হাউছ হ'ল ৰাষ্ট্ৰপতি ভৱন, ডিম্বাকৃতিৰ মনোৰম কাউন্সিল হাউছ হ'ল সংসদ ভৱন আৰু দিল্লী ৱাৰ মেমৰিয়েল হল আমাৰ ৰাষ্ট্ৰৰ সিংহদ্বাৰ 'ইণ্ডিয়া গে'ট'।

হয়, এই দিল্লী চহৰতে ১৯৪৮ ৰ ৩০ জানুৱাৰীত বিৰলা হাউছৰ পৰা প্ৰাৰ্থনা সভা এখনলৈ জাতিৰ পিতা মহাত্মাই সদলবলে খোজেৰে গৈ থাকোঁতেই নাথুৰাম বিনায়ক গড়্ছেৰ বন্দুকেৰে নিৰ্গত নিৰ্মম তিনিটা গুলী নশ্বৰ দেহাটিত পিন্ধি অমৰধামলৈ গতি কৰিলে। ৩১ জানুৱাৰীৰ শৱ যাত্ৰাৰ শোকাৰ্ত জনসমদলে হেনো বিৰলা ভৱনৰ পৰা ইণ্ডিয়া গে'টত উপনীত হ'বলৈকে এঘণ্টা সময় লাগিছিল। সমগ্ৰ দেশেই যেন স্তব্ধ হৈ পৰিছিল, ইঞ্চি ইঞ্চিকৈ আগ বাঢ়িছিল পিতৃহাৰা জনসমুদ্ৰ। প্ৰত্যক্ষ অভিজ্ঞতাৰে Mahatma Gandhi, Last Phase ত প্যাৰেলাল দেৱে লিখিছে —

The entire ant-heap of humanity looking down from a distance, almost motionless.

দাণ্ডিযাত্ৰিক খৰখুজীয়া জাতিৰ পিতাৰ আদৰ্শৰ গতি তিনিটা গুলীত স্তব্ধ নহয়; তেওঁ অসমলৈওটো গৈছিল/আহিছিল। তেওঁৰ লিখনিত থকা অসমৰ কথাৰ নমুনা এয়া —

Assam is indeed fortunate for Sankardeva, who





has five centuries back given Assamese people an ideal which is also my ideal of Ram-Rajya.

সীতা হৰণৰ প্ৰসংগত শ্ৰীৰামচন্দ্ৰই এবাৰ ৰাৱণে সীতাক প্ৰাগজ্যোতিষপুৰত লুকুৱাই থৈছে নেকি বুলিও ভাবিছিল; বা কবিয়ে কথাটি সংযোগ কৰিছিল। ধৃতৰাষ্ট্ৰৰ ডাঙৰ বোৱাৰী হৈছিলহি, ইন্দ্ৰপ্ৰস্থৰ ময়সভাত জুৰুলি-জুপুৰি হৈ দ্ৰৌপদীৰ দ্বাৰা পৰিহাসিত হোৱা দুৰ্যোধনৰ পত্নী কামৰূপপতি ভগদত্তৰ দুহিতা ভানুমতী। কাশ্মীৰৰাজ মেঘবাহনে কামৰূপ জীয়ৰী অমৃতপ্ৰভাক বিয়া কৰাই নিওঁতে ইন্দ্ৰবাড়া বা দিলিকাত জিৰাইছিলনে নাই নেজানো। জয়ধ্বজ স্বৰ্গদেৱৰ জীয়ৰী ৰমণী গাভৰুৱে দিল্লীৰ মোগল ৰাজবংশৰ বোৱাৰী হৈও অসম ৰক্ষাৰ বাবে চেষ্টা কৰাৰ কথা বুৰঞ্জীত আছে। দিল্লী তেনে বহুদূৰ আগেয়েও নাছিল। দেশভক্ত তৰুণৰাম ফুকন, কমবীৰ নবীন চন্দ্ৰ বৰদলৈ, লোকপ্ৰিয় গোপীনাথ বৰদলৈ আদি নেতাসকলে 'গান্ধী মহাৰাজ'ৰ অহিংস আহ্বানৰ জয়যাত্ৰাত অগ্ৰণী হওঁতে নিশ্চয় বহুবাৰ দিল্লীলৈ আহিছিল।

*'এক্কাগাড়ীত উঠি সত্যই দিল্লী চহৰ চালে,*
*উচ্চ উচ্চ অট্টালিকা দেখি চমক খালে।'*

এনেকুৱা কিছুমান সত্যই দিল্লীত কৰ্মসূত্ৰে বসবাস কৰিব লগা হ'ল। এক্কাগাড়ীত উঠি ভেবা লাগি অট্টালিকা চাই নেথাকি এই 'প্ৰবাস'ত হৃদয়ৰ আহ্বান এটিও শুনিলে —

কুল ল কুল ল
নদীৰ কুল ল
সংগ ল সংগ ল
জ্ঞাতিৰ সংগ ল।

অসম প্ৰান্ততো 'জ্ঞাতি'ৰ সংজ্ঞা সংকীৰ্ণ নহয়। দিল্লী চহৰতো নহয়, এই জ্ঞাতি গংগাত মাজে মাজে ডুব দিবলৈকে ১৯৪৭ ত 'অসম সংঘ' গঢ়ি উঠিল। ১৯৬৭ চনত পঞ্জীভুক্ত কৰিবলৈ যাওঁতে অসম সংঘই, 'অসম এছোচিয়েশ্যন, দিল্লী' নামটি পিন্ধিব লগা হ'ল। অসমৰ ইতিহাসত জন্ম লোৱা কন্দৰ্পেশ্বৰ সিংহ, গংগাগোবিন্দ বৰুৱা আদিৰ 'আসাম এছোচিয়েশ্যন'ৰ সৈতে উক্ত সংস্থাটিৰ কোনোধৰণৰ যোগসূত্ৰ নাই। দিল্লীলৈ কিমান অসমীয়া পৰিয়াল আহিল, কিমান আন ক'ৰবালৈ বা অসমলৈ উভতি গ'ল তাৰ সঠিক লেখ-জোখ কৰে কোনে, বা কৰেই বা কিয়? নদীৰ পানীৰ দৰে জনস্ৰোত সময়ৰ কোবাল ধাৰাত বহমান; উটি ভাল লাগিলেই হ'ল। দ্বাৰকা, গুড়গাঁও, নয়দা, শ্যামবিহাৰ, ফৰিদাবাদ আদিত বহুতো অসমীয়া পৰিয়ালে নিগাজী ঘৰ-দুৱাৰ কৰিছে। গুড়গাঁও আৰু ফৰিদাবাদত অসম এছোচিয়েশ্যনৰ শাখা গঢ় লৈ উঠিছে। 'অসম সাহিত্য সভা'ৰ এটি শাখাও দিল্লীত গঠন হয়।

'আসাম হাউছ'ৰ এটি সৰু কোঠাকে কাৰ্যালয় হিচাপে ব্যৱহাৰ কৰা অসম এছোচিয়েশ্যন, দিল্লীৰ সদস্যসকলৰ আশাসুধীয়া যত্নৰ ৰত্ন স্বৰূপে এটি স্থায়ী ভৱন নিৰ্মাণ হৈ ২০০৬ চনৰ পৰা কাৰ্যকৰী হয়। অসম অসমীয়াৰ সাংস্কৃতিক পিতৃপুৰুষস্বৰূপ ভাৰত গৌৰৱ সৰ্বগুণাকৰ শংকৰৰ নামেৰেই 'শ্ৰীমন্ত শংকৰদেৱ ভৱন' এতিয়া দিল্লীবাসী অসমীয়াৰ সমূহীয়া হৃৎপিণ্ডস্বৰূপ। অসম এছোচিয়েশ্যন দিল্লী তথা শিক্ষা সাংস্কৃতিক ন্যাসে এই ভৱনৰ মিনি প্ৰেক্ষাগৃহ, মুকলি মঞ্চ, অতিথিশালা, পুথিভঁৰাল, বৈঠকখানা আদিৰ তদাৰক কৰে আৰু ইয়াতে সাহিত্য-সংস্কৃতিৰ চৰ্চা, আলোচনা আৰু অনুষ্ঠানো হয়। সত্ৰীয়া নৃত্য-বাদ্যৰ শ্ৰেণীও এই ভৱনতে চলি আছে।

দিল্লীবাসী অসমীয়াৰ সাহিত্য চৰ্চাৰ অন্যতম সোপানস্বৰূপ 'সাময়িক' নামৰ মুখপত্ৰখনৰ জন্ম হয় ১৯৯০ চনৰ জুন মাহত। সাময়িকৰ এজন সম্পাদক শ্ৰীযুত হিৰণ দত্তৰ ভাষাৰে ক'বলৈ হ'লে - 'এই সাময়িকত লিখা আখৰবোৰেই আমাৰ সমাজখনৰ বুৰঞ্জীত বাখৰ হৈ জিলিকিব।' মামণি ৰয়ছম গোস্বামী, পুলিন বিহাৰী বৰঠাকুৰ, ড° নগেন শইকীয়া, পৰাগধৰ চলিহা, জ্যোতিপ্ৰসাদ ৰাজখোৱা, হেমেশ্বৰ দিহিঙীয়া, ড° মলয়া খাউণ্ড, কৰ্ণেল জিতেন হাজৰিকা, জয়ন্তীমালা বৰপূজাৰী আদিৰ লেখনিৰে ন-পুৰণি সাময়িকসমূহ সমৃদ্ধ। মহিলা সংগঠন 'উৰুলি'ৰ সেই নামেৰে স্মৰণিকা, বিভিন্ন ছাত্ৰ সংগঠনৰ মুখপত্ৰ 'অংকুৰণ', 'লুইতপৰীয়া' আদিও হাতত পৰেহি। দিল্লীৰ বহু লেখকে নিজস্ব গ্ৰন্থ আৰু অসমত বহুলভাৱে প্ৰচাৰিত আলোচনী আৰু সংবাদপত্ৰৰ লিখনিৰে অসম প্ৰান্তৰ পাঠকৰ সৈতে সেতু বান্ধিছে। 'সংসাৰ গুৰুভাৰে অৱশ পৰাণ'ৰো 'চকুত চকুৰ নীৰে' জিৰণি ল'ব পৰাৰ অমৃত কুম্ভ যে 'চিৰ চেনেহী ভাষা জননী'ৰ আখৰবোৰেই তাৰ উপলব্ধি দিল্লীবাসী অসমীয়াৰো।

বিশাল চহৰ এখনত অ'ত ত'ত সিঁচৰতি হৈ কামে-কাজে তৰণি হেৰুওৱা মানুহেনো কেনেকৈ এখন সমাজ গঢ়ি তুলিব পাৰে, সমাজ বিজ্ঞানৰ 'সমাজ'ৰ সংজ্ঞায়ো হয়তো থৰ-কাচুটি হেৰুৱাব। সমাজ যেতিয়া হয়, তেন্তে তাৰ আদি বিচাৰোঁতেই ইতিহাস, স্বৰূপ বিচাৰোঁতে 'সহিতে' সাহিত্যৰ আৰু ভৱিষ্যতলৈ এজোলোকা আশীৰ্বাদ দিব খোজোঁতেই সপোনেও খোজ কাঢ়ে। ক'ত চন্দ্ৰবংশী যুধিষ্ঠিৰ, ক'ত অমুকা লেখক ... কলমৰ আস্পৰ্ধাৰে খুঁচৰি-মুচৰি 'ইতিহাসৰ খলপাৰে দিল্লী আৰু আমি' আপোনাসৱলৈ নমাই আনিলোঁ। বহু বাদ পৰিল, পৰিবই, পৰক। ❑

# অসমীয়া সমাজত নৱজাগৰণ আৰু সম্ভাৱনা

ড° অমিয় মোহন দাস


আমাৰ দেশখনত অৰ্থনৈতিক উদাৰীকৰণ আৰু বিশ্বায়নৰ নীতি প্ৰৱৰ্তন কৰাৰ পৰা যোৱা ডেৰ দশকৰ সময় সোঁতত ব্যক্তিগত আৰু যুটীয়া খণ্ডৰ বিত্তীয় পুঁজিৰ বহলভাৱে বিনিয়োগ হ'ল। তাৰ ফলত কৰ্মসংস্থাপন বাঢ়িল, উৎপাদন বৃদ্ধি হ'ল, উৎপাদিত সামগ্ৰীৰ আৰু সেৱাসমূহৰ প্ৰতিযোগিতাৰ মাজেৰে গুণমানৰ উন্নতি হ'ল আৰু তাৰ দ্বাৰা দেশৰ সম্পদ বাঢ়িল। তাৰ সুফলো কিছু উপভোগ কৰিব পৰা হ'ল। ২০০৮ চনৰ পৰা বিশ্বজুৰি উন্নয়ন ব্যাহত হোৱা সত্ত্বেও তাৰ কু-প্ৰভাৱ ভাৰতৰ অৰ্থনীতিত বহলভাৱে পৰা নাই। শেহতীয়া তথ্যমতে পৰিবেশ নিয়ন্ত্ৰণতো ভাৰত প্ৰথম স্থানত আছে। অৱশ্যে আমাৰ জনবহুল দেশখনত সকলো শ্ৰেণীৰ নাগৰিকে শাৰীৰিক, আৰ্থিক, শৈক্ষিক আৰু জীৱনশৈলীৰ মান তথা স্বচ্ছন্দতা, মানসিক সন্তুষ্টি বিষয়ত যথোচিত হাৰত আগ বাঢ়িব পৰা নাই।

সমান্তৰালভাৱে অসম তথা ইয়াৰ বাসিন্দাসকলৰ উন্নতি তদ্ৰূপ হোৱা নাই যদিও আন্তঃগাঁথনিৰ কিছু উন্নয়ন হোৱাৰ লগতে মানুহৰ আয় আৰু থকা-খোৱাৰ মানৰ একেবাৰে উন্নতি নোহোৱাকৈ থকা নাই। উল্লেখনীয় যে অষ্টাদশ শতিকাৰ শেষৰ ফালৰ পৰা সুদীৰ্ঘ কালৰ শোষিত অৱস্থাত থকা সত্ত্বেও স্বাধীনতা প্ৰাপ্তিৰ সময়ত অসমৰ জনমূৰি আয় ভাৰতৰ ৰাষ্ট্ৰীয় পৰ্যায়ৰ জনমূৰি আয়তকৈ ওপৰত আছিল; অৰ্থাৎ অসমৰ জনতা মূলতঃ স্বাৱলম্বী আছিল। আৰ্থিক স্বচ্ছলতা আছিল, ধনী-দুখীয়াৰ প্ৰভেদ প্ৰখৰ নাছিল। এনে অৱস্থা ১৯৮০ৰ দশকলৈ প্ৰচলিত আছিল। কিন্তু দেশ বিভাজনৰ কুখ্যাত পৰিণাম ভু গিব লাগিছিল অসম আৰু দাঁতি কাষৰীয়া উত্তৰ-পূৰ্বাঞ্চলে আটাইতকৈ শোচনীয়ভাৱে। নকৈ গঠিত হোৱা পূৰ্ব পাকিস্তানৰ দাম্ভিক স্থিতিৰ বাবে পূৰ্বৰ ৰে'ল যাতায়াত বাধাগ্ৰস্ত হ'ল আৰু অসমৰ বেপাৰ-বাণিজ্য, শিক্ষা-সংস্কৃতি কলিকতাৰ যোগেদি চলি থকা অৱস্থা ভীষণভাৱে ক্ষতিগ্ৰস্ত হ'ল। তাৰ উপৰি নৱজাত দেশখনৰ প্ৰহসনৰ বাবে পূৰ্ব (পাকিস্তান) বংগৰ পৰা বৃহৎ পৰিসৰত প্ৰব্ৰজন হ'বলৈ ধৰিলে। এই ভগনীয়া শৰণাৰ্থীৰ বহিৰাগমন ১৯৭১ চনৰ পূৰ্ববংগৰ মুক্তি যুদ্ধৰ বাবে আৰু বহুগুণে বাঢ়ি গ'ল। আকৌ এবাৰ অসমৰ জনমূৰি আয় ক্ৰমাগত হ্ৰাস পাবলৈ ধৰিলে আৰু এতিয়াও ৰাষ্ট্ৰীয় পৰ্যায়ৰ তুলনাত যথেষ্ট নিম্নস্তৰত আছে। তদুপৰি জনমূৰি আয়ৰ ক্ৰমবৃদ্ধিৰ গতিবেগো বহুত পিছ পৰি আছে, তড়ান্বিত হ'ব পৰা নাই। এই বিষয়ৰ পৰিসংখ্যাৰ সাৰাংশ তলত দিয়া হ'ল।



অসম আৰু ভাৰতৰ বাৰ্ষিক জনমূৰি আয় (টকা)

| | অসম | | ভাৰত | |
|---|---|---|---|---|
| বৰ্ষ | চলিত মূল্য অনুসৰি | নিয়ত মূল্য অনুসৰি | চলিত মূল্য অনুসৰি | নিয়ত মূল্য অনুসৰি |
| ১৯৬০-৬১ | ৪৩৩ | ৮৭৬৯ | ৩৫৯ | ৭১২১ |
| ১৯৭০-৭১ | ৭৪৩ | ৯৩৫১ | ৭৪২ | ৮০৯১ |
| ১৯৮০-৮১ | ১৬৭৩ | ৯৩৩৪ | ১৭৮৪ | ৮৫৯৪ |
| ১৯৯০-৯১ | ৫৩১৫ | ১০৯১৫ | ৫৪৪০ | ১১৫৩৫ |
| ১৯৯৯-২০০০ | ১২২৮২ | ১২২৮২ | ১৫৮৮১ | ১৫৮৮১ |
| ২০০০-০১ | ১২৮০৩ | ১২৪৪৭ | ১৬৬৮৮ | ১৬১৭২ |
| ২০০৩-০৪ | ১৫৪৮৭ | ১৩৬৯৫ | ২০৮৯৫ | ১৮৩১৭ |
| ২০০৪-০৫ | ১৬৯০০ | ১৩৯৪৬ | ২৩১৯৯ | ১৯৩২৫ |
| ২০০৫-০৬(উ) | ১৮৩৭৮ | ১৪৪১৯ | ২৫৯৫৬ | ২০৮৫৮ |
| ২০০৬-০৭(উ) | ১৯৮৫৭ | ১৫১৫২ | ২৭৫২৪ | ২২৫৮০ |
| ২০০৭-০৮(উ) | ২১৪৬৪ | ১৫৮৫৭ | ৩৩২৮৩ | ২৪২৯৫ |
| ২০০৮-০৯(ক্ষি) | ২৩৩০৮ | — | ৩৭৪৯০ | — |

*উ - উত্থাপিত* *ক্ষি - ক্ষিপ্ৰ*

*উৎস ঃ অৰ্থনৈতিক আৰু পৰিসংখ্যা সঞ্চালকালয়, অসম চৰকাৰ আৰু কেন্দ্ৰীয় পৰিসংখ্যা প্ৰতিষ্ঠান, ভাৰত চৰকাৰ।*

শেহতীয়া পৰিসংখ্যা ঃ

২০০৮-০৯ - প্ৰাপ্ত হোৱা নাই ৪০১৪১ (ক্ষি)

২০০৯-১০ - প্ৰাপ্ত হোৱা নাই ৪৪৩৪৫ (ক্ষি)

*উৎস ঃ টাইম্‌ছ নিউজ গ্ৰুপ।*

এই অবাঞ্চিত বৈষম্য দূৰ কৰিবলৈ পৰিবহণ, উৎপাদন, বিপণন আৰু শিক্ষাৰ আন্তঃগাথনি যুগোপযোগী হিচাপে উন্নত হ'ব লাগিব আৰু এই প্ৰক্ৰিয়া দুৰ্নীতি মুক্ত হ'ব লাগিব। আন্তঃগাঁথনিৰ উন্নতিৰ লগে লগে শিক্ষা, ক্ষুদ্ৰ উদ্যোগসমূহ, গৃহনিৰ্মাণ, পৰ্যটক উদ্যোগ আদিৰ প্ৰসাৰ হ'ব। নিয়োগৰ ক্ষেত্ৰ, ব্যৱসায়ৰ উদ্যম, সম্প্ৰসাৰণ ক্ষিপ্ৰতৰ হ'ব, অৰ্থৰ প্ৰচলন আৰু আয়ৰ মাত্ৰা বাঢ়িব। এই সকলো ক্ষেত্ৰতে অন্যায়, আতিশয্য নহ'বলৈ কৰ্তৃপক্ষৰ চোকা নিয়ন্ত্ৰণ নীতি দৃঢ় আৰু নিৰপেক্ষভাৱে বলৱৎ হ'ব লাগিব। এই সীমিত প্ৰবন্ধত অসমক উন্নতিৰ পথত আগুৱাই নিব পৰা কেৱল সাংস্কৃতিক ক্ষেত্ৰৰ অগ্ৰগতি আৰু সম্ভাৱনাৰ কথাহে আলোচনা কৰা হৈছে।

বহুতো দুৰ্যোগ, আহুকাল, অন্যায় আৰু অসৎ প্ৰক্ৰিয়াৰ মাজেৰে হ'লেও যোৱা এক-ডেৰ দশকৰ পৰা অসমৰ সমাজত অৰ্থ প্ৰচলন আৰু গতিশীলতা ঊৰ্ধ্বমুখী হৈছে, বহুতৰ হাতত খৰছ কৰিব পৰা অৰ্হতা বৃদ্ধি পাইছে। দীৰ্ঘকালজুৰি জৰ্জৰিত এই সমাজৰ পৰাই কিছুসংখ্যক টনকিয়াল লোকে অসমীয়া ভাষা, বুৰঞ্জী, কলা-সংস্কৃতিৰ সংৰক্ষণ, উদ্ধাৰ আৰু উন্নতিৰ অৰ্থে আৰু এই ক্ষেত্ৰসমূহত অৱদান আগবঢ়োৱা, ব্যুৎপত্তি লাভ কৰা মহান ব্যক্তিসকলৰ স্মৃতি সঞ্জীৱিত কৰি ৰখাৰ বাবে বিনিয়োগ আৰু উৎসাহ সমৰ্পিত কৰিব পাৰিছে। কলা-কৃষ্টিৰ চৰ্চা, শিক্ষা, প্ৰদৰ্শন তথা প্ৰচাৰৰ বাবেও উদ্যোগ আৰু অৰিহণা প্ৰয়োগ কৰা পৰিলক্ষিত হৈছে।

**সাংস্কৃতিক সম্পদৰ ক্ষেত্ৰত ঃ**

অসম বুৰঞ্জী আৰু প্ৰত্নতাত্ত্বিক অধ্যয়নৰ অন্যতম পুৰণি প্ৰতিষ্ঠান ১৯১২ চনতে স্থাপিত 'কামৰূপ অনুসন্ধান সমিতি'ত বিশিষ্ট পণ্ডিত প্ৰয়াত ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ অৰিহণা অতুলনীয় হৈ আছে। এই প্ৰতিষ্ঠানে অলপতে মধ্য যুগৰ অসমত যুদ্ধব্যৱস্থা সম্বন্ধীয় মূল্যবান কিতাপ এখন প্ৰকাশ কৰিছে আৰু আধুনিক সুবিধা সম্বলিত নতুন কাৰ্যালয় আৰু গৱেষণাৰ বাবে চাৰে তিনি কোটি টকাৰ চৰকাৰী আবণ্টন লাভ কৰিছে। এই সন্দৰ্ভত তাত কৰ্মৰত গৱেষকসকলৰ অবিৰত প্ৰচেষ্টা প্ৰশংসনীয়। গুৱাহাটীৰ ৰাজ্যিক সংগ্ৰহালয়ত পুৰণি পুথিসমূহৰ বিজ্ঞানসন্মত সংৰক্ষণৰ ব্যৱস্থাও লোৱা হৈছে।

বৰ্তমান কোচবিহাৰত থকা মহাপুৰুষ শ্ৰীশংকৰদেৱে স্থাপন কৰা মধুপুৰ সত্ৰতো উন্নতি সাধনৰ কাম আৰম্ভ হৈছে। এই দুই ক্ষেত্ৰতে অসমৰ বৰ্তমান ৰাজ্যপাল শ্ৰীজানকীবল্লভ পাটনায়কৰ নেতৃত্ব আদৰণীয়। তেখেতে বৰপেটাৰ নামঘৰত মহিলা ভক্তৰ প্ৰৱেশ প্ৰশস্ত কৰি যুগধৰ্মৰ প্ৰতীক সাব্যস্ত কৰিছে।

অসমত প্ৰচলিত সত্ৰীয়া নৃত্য-শৈলী ভাৰতৰ এটি সুকীয়া বৈশিষ্ট্যৰ শাস্ত্ৰীয় নৃত্য হিচাপে স্বীকৃতি প্ৰাপ্ত হৈছে, প্ৰধানকৈ সংগীত নাটক অকাডেমিৰ সমৰ্থনত। সেইদৰে মহাপুৰুষদ্বয় শংকৰ-মাধৱৰ আন এক বিশেষ শ্ৰেণীৰ ভক্তিমূলক সংগীত-বৰগীত এক বিশিষ্ট শৈলীৰ শাস্ত্ৰীয় সংগীত হিচাপে গৃহীত হৈছে। সত্ৰীয়া নৃত্য আৰু বৰগীত এতিয়া বহুতে অধ্যয়ন আৰু চৰ্চাত একান্তমনে মনোনিৱেশ কৰিছে আৰু দেশ-বিদেশৰ বহল ক্ষেত্ৰত প্ৰদৰ্শন কৰি প্ৰশংসা আৰু স্বীকৃতি লাভ কৰিছে। এই সন্দৰ্ভত ড° প্ৰদীপজ্যোতি মহন্তৰ অহোপুৰুষাৰ্থ উল্লেখনীয়। আন বহুতৰ উপৰি অলপতে নৃত্য পটীয়সী শ্ৰীমতী মেনকা বৰাই ইংলেণ্ডৰ লিভাৰপুলত থকা ৱৰ্ল্ড মিউজিয়ামত সত্ৰীয়া নৃত্য আৰু সংশ্লিষ্ট সংস্কৃতিৰ বিশেষত্ব প্ৰদৰ্শন আৰু ব্যাখ্যা উপস্থাপন কৰি সুনাম অৰ্জন কৰিছে। উক্ত নৃত্য আৰু সংগীত পৰিৱেশন কৰোঁতে বৰ্তমান যুগৰ লগত সামঞ্জস্য ৰাখি উন্নতি সাধন কৰা হৈছে। আগৰ অতি সাত্ত্বিক, ৰহনবিহীন শুদ্ধ বগা সাজপাৰৰ ঠাইত সকলো দৰ্শকৰ চকুত লগাকৈ ৰঙীন ফুলাম বস্ত্ৰৰে সুশোভিত

আৰু আকৰ্ষণীয় পৰিচ্ছদ গ্ৰহণ কৰা হৈছে।

সেইদৰে অসমৰ বৈশিষ্ট্যপূৰ্ণ লোকগীত সংস্কৃতিৰ বিহুনাচ, বিহুনাম, হুঁচৰি আদিৰ চৰ্চা বঢ়াৰ লগতে তাৰ লগত জড়িত সাজপাৰ, গহনা-গাঠৰি, ঢোল-পেঁপা-গগনা ইত্যাদিৰ গুণমান আৰু পৰিবেশনৰ বহুত উন্নতি সাধন হৈছে। এইবিলাকৰ যিদৰে ব্যাকৰণ বা নীতি-নিয়মত বান্ধোন আনিবলৈ চেষ্টা কৰা হৈছে সেইদৰে বৃহৎ আকাৰৰ আখৰাৰ বাবে উপযোগী কৰি শিল্পীৰ সংখ্যা আৰু সামগ্ৰীসমূহৰ উন্নতি সাধন কৰা হৈছে। বহল স্বীকৃতি পোৱাৰ ফলত দেশ-বিদেশত প্ৰদৰ্শন কৰিবলৈ সুবিধা হৈছে, উপাৰ্জনো হৈছে, চৰ্চা বাঢ়িছে। যিসকল প্ৰবাসী অসমীয়াই গাঁঠিৰ ধন ভাঙি বা সংঘ আদিৰ জৰিয়তে অসমীয়া সংস্কৃতিৰ নৃত্য-গীত-নাট আদি বিশ্বৰ অনেক ঠাইত প্ৰদৰ্শন কৰিব পৰাটো সম্ভৱ কৰিছে, তাৰ ভিতৰত ইংলেণ্ডত থকা শ্ৰীমতী ৰিণি কাকতি, শ্ৰীকমল হাজৰিকাৰ নাম উল্লেখনীয়।

অসমৰ ভ্ৰাম্যমাণ থিয়েটাৰ-গোষ্ঠীসকলেও এক নতুন উদ্যোগ হিচাপেই নহয়, দেশ-বিদেশৰ বিভিন্ন ঠাইত বৃহৎ আৰু উচ্চ পৰ্যায়ৰ দৰ্শক-মণ্ডলীৰ সন্মুখত নাট্যকলা প্ৰদৰ্শন কৰি বিশেষ সুখ্যাতি অৰ্জন কৰিছে। উচ্চ মানৰ অভিনয়ৰ উপৰি মঞ্চৰ সাজ-সজ্জা, কাৰিকৰী প্ৰযুক্তি বিদ্যাৰ প্ৰয়োগ আৰু সৃষ্টিসুলভ শিল্পকলাৰ নিদৰ্শনত বৃহৎ সাফল্য লাভ কৰিছে। তদুপৰি শ্ৰেণীবিহীনভাৱে একোটি দলৰ সকলোৱে একেলগে ভ্ৰমণ, ভোজন আদি সন্মিলিতভাৱে কৰি এক অভিলেখ স্থাপন কৰিছে। থিয়েটাৰ কলা-চৰ্চাত ব্ৰতী গোটসকলৰ মাজত গুৱাহাটীৰ নিউ আৰ্ট প্লেয়াৰ্ছৰ অভিনয় আৰু সংগীত চৰ্চা, নগাঁৱৰ কল্লোল গোষ্ঠীৰ আয়োজিত নাট্য শিল্পীসকলৰ প্ৰতি প্ৰশস্তি উদযাপন, গুৱাহাটীৰ 'ছিগাল' নাট্য গোষ্ঠীৰ নাট চৰ্চা, জ্যোতিৰূপা গোষ্ঠীৰ একাংক নাট প্ৰতিযোগিতা, বিশ্বনাথ চাৰিআলিৰ নাট প্ৰতিযোগিতাৰ উদ্যম প্ৰশংসনীয়।

অসমীয়া বোলছবিৰ ইতিহাসেও নৱ জাগৰণৰ কালত প্ৰৱেশ কৰিছে। সংখ্যাত তাকৰ হৈ থাকিলেও, ন ন দিশৰ অধ্যয়ন, চৰ্চা আৰু গুণমান অগ্ৰগামী কৰাৰ অহৰহ প্ৰচেষ্টাৰ বেগ বৃদ্ধি পাইছে। যোৱা দশকৰ কেইবাখনো বোলছবিয়ে দৰ্শকৰ মনোযোগ আকৰ্ষণ কৰিছে। সৰু পৰ্দাৰ বা টেলিভিছন মাধ্যমতো অসমীয়া কলা-কৃষ্টিৰ প্ৰচাৰত বৃহৎ পৰিসৰ, সুযোগ আৰু নিয়োগৰ সম্ভাৱনা বাঢ়িছে। সকলো বয়সৰ ইচ্ছুক শিল্পীয়ে যোগদান কৰিব পৰা হৈছে। ইতিমধ্যে কেইবাটাও নতুন টিভি চেনেল প্ৰৱৰ্তিত হোৱাৰ ফলত প্ৰতিযোগিতাৰ যোগেদি বাতৰি, সামাজিক সমস্যাৰ তৎকালীন সমালোচনা আৰু কলা চৰ্চাৰ সুযোগ অনেক বাঢ়িছে। সংগীত প্ৰতিযোগিতাও বহুত বহল আৰু উন্নতভাৱে প্ৰচাৰ কৰিব পৰা হৈছে। ইতিমধ্যে জ্যোতি চিত্ৰবনৰ কাৰিকৰী দিশৰ বহুত উন্নতি সাধন কৰা হৈছে। এই সকলোৱে সুযোগ আৰু সম্ভাৱনাৰ সৎ ব্যৱহাৰ হোৱাটো সকলোৱে কামনা কৰে।

**হস্তশিল্প আৰু ক্ষুদ্ৰ উদ্যোগৰ ক্ষেত্ৰত ঃ**

অসমৰ পৰম্পৰাগত সৃষ্টিসুলভ হস্তশিল্পৰ ভেটিত গঢ়ি উঠা ক্ষুদ্ৰ উদ্যোগৰ ভিতৰত পাট-মুগা, এৰী বস্ত্ৰ-উদ্যোগ প্ৰধান। তাৰ পিছত কাঁহ পিতলৰ বাচন আৰু আহিলা-পাতি, বাঁহ-বেতৰ আচবাব, বাঁহ প্ৰয়োগৰ আধুনিক কাৰিকৰী বিদ্যাৰ প্ৰশিক্ষণৰ সংযোগত জাপি প্ৰস্তুত শিল্প, মুখা শিল্পকলাৰ চাহিদা বঢ়াত এইবিলাক উদ্যোগে উদগনি লাভ কৰিছে। বিশেষকৈ আধুনিক ৰুচিসম্পন্ন, বৰ্ণাঢ্য, ফেলাম, সীমাহীন ডিজাইনৰ সুবিধাত পাট আৰু মুগাৰ বস্ত্ৰ শিল্পৰ সামগ্ৰীসমূহ আৰু লগতে অসমীয়া গহনাৰ বিশিষ্ট প্ৰস্তুত প্ৰণালী আৰু ডিজাইনৰ বিশেষত্বৰ বাবে দেশ-বিদেশৰ ক্ৰেতাৰ মাজতো প্ৰিয় হৈ উঠিছে। এই সম্পদৰাশিৰ প্ৰসাৰ আৰু ব্যৱসায় বৃহত্তৰ হৈ উঠাৰ সম্ভাৱনা পৰিলক্ষিত হৈছে। গহনাৰ বিষয়ত আধুনিকীকৰণ, সঠিক মূল্য নিৰূপণ কৰি ব্যৱসায়িৰ ভেটি দৃঢ় কৰা অসমীয়া মহিলা-পুৰুষসকল প্ৰশংসাৰ পাত্ৰ।

বৰ্তমান অসমত ভাস্কৰ্য বিদ্যাৰ শিল্পী আৰু স্থাপত্য কলা-কুশলীৰ বাবে প্ৰচুৰ সম্ভাৱনাৰ দুৱাৰ মুকলি হৈছে।

বিশ্বায়নৰ গতিশীলতাৰ বাবে অসমীয়া লোক বা পৰিয়াল যিদৰে পৃথিৱীৰ প্ৰায়বিলাক উন্নয়নশীল দেশতে বিয়পি পৰিছে, সুখ্যাতি অৰ্জন কৰিছে, অন্যান্য দেশৰ নাগৰিকেও আহি অসমৰ সংস্কৃতি নিৰীক্ষণ কৰিব পাৰিছে। এই প্ৰক্ৰিয়াৰ যোগেৰে অসমীয়া ভোজন সম্ভাৰৰ সৰল, স্বাস্থ্যসন্মত, আতিশয্যবিহীন, সকলোৱে উপভোগ কৰিব পৰা গুণৰ বাবে সেইবিলাকৰ প্ৰচাৰ বাঢ়িছে। আজিকালি সকলোৱে বিভিন্ন প্ৰকাৰৰ খাদ্যৰ সোৱাদ লʼবলৈ ভাল পায়। অসমীয়া ৰন্ধন প্ৰকৰণৰ কিতাপ ইংৰাজী ভাষাতো প্ৰকাশ হৈ আছে। গতিকে অসমীয়া খাদ্য-উদ্যোগ নতুন প্ৰজন্মৰ অসমীয়া উদ্যোগীৰ বাবে এটা প্ৰত্যাহ্বান হʼব পাৰে।

**সংগীতৰ ক্ষেত্ৰত ঃ**

এক মহান সাংগীতিক ঐতিহ্যৰ অধিকাৰী হৈও অসম আজিও সংগীতৰ ক্ষেত্ৰত ভাৰতৰ আন ৰাজ্যতকৈ পিছ পৰা। এই উক্তি সংগীত বিশাৰদ প্ৰয়াত বীৰেন্দ্ৰ কুমাৰ ফুকনৰ। কোৱা বাহুল্য যে ডʼ ভূপেন হাজৰিকাই সৰ্বোচ্চ সন্মান আৰু পাৰৱীন চুলতানাই বিশেষ স্থান লাভ কৰিছে। তদুপৰি নিচেই কম সংখ্যক শিল্পীয়েহে ৰাষ্ট্ৰীয় পৰ্যায়ত সুপৰিচিত হʼব পাৰিছে। উনবিংশ শতিকাৰ প্ৰায় মাজভাগৰ পৰা অসমৰ জাগৰণৰ সময়ত সংগীত চৰ্চাৰ গুৰি ধৰোঁতাসকলৰ দহ গৰাকী সংগীতকাৰৰ বিষয়ে প্ৰয়াত শিল্পী ধীৰেন্দ্ৰনাথ দাস ৰচিত 'হেৰায়ো হেৰোৱা নাই' পুথিখনত অসমত সংগীত চৰ্চাত 'আধুনিকতা'ৰ আৰম্ভণিৰ আভাস পোৱা যায়। লেখক ডʼ দিলীপ কুমাৰ দত্ত ৰচিত 'ভূপেন হাজৰিকাৰ গীত আৰু জীৱন ৰথ' কিতাপখনেও এটা বিশেষ দিশ উন্মোচিত কৰিছে। এই দুখন



কিতাপত অসমীয়া সংগীতৰ বিষয়ে ৰচনা হোৱা গ্ৰন্থপঞ্জী উল্লেখযোগ্য। জনসংস্কৃতি পৰিষদ নামৰ সন্থাই প্ৰকাশ কৰা বিষ্ণুপ্ৰসাদ ৰাভাৰ গীতৰ সংকলনৰ এল পি ৰেকৰ্ড আৰু নিউ আৰ্ট প্লেয়াৰ্ছ প্ৰকাশিত জ্যোতিপ্ৰসাদ আগৰৱালাৰ বাৰটি গীতৰ এলপি ৰেকৰ্ড আপুৰুগীয়া সম্পদ। একেদৰে শুদ্ধ কথা আৰু সুৰ সংৰক্ষিত কৰাৰ অৰ্থে শ্ৰীপ্ৰমোদ শইকীয়াই 'হেৰিটেজ নৰ্থ-ইষ্ট'ৰ যোগেদি চাৰিটি প্ৰখ্যাত অসমীয়া পুৰণি গীতৰ 'অসমৰ সুৰদি মাত' শীৰ্ষক এখন চিডি প্ৰকাশ কৰিছে। এই কেউটা প্ৰচেষ্টাই অসমীয়া সংগীত ক্ষেত্ৰৰ ডাঙৰ অভাৱ পূৰণ কৰিছে। শেহতীয়াভাৱে যুৱতীৰ্থ গোষ্ঠীয়ে আনন্দিৰাম দাসৰ বাছকবনীয়া গীত কেইটিমান প্ৰকৃত আদি ৰূপত স্বৰলিপিৰ সৈতে প্ৰকাশ কৰাৰ উদ্যম হাতত লৈছে।

ইতিমধ্যে ২০০৮ চনত বিংশ শতাব্দীৰ মাজভাগৰ অগ্ৰগামী কালছোৱাৰ কুৰিটি নিৰ্বাচিত সুগম সংগীত আই-টিউনৰ জৰিয়তে ইণ্টাৰনেটৰ পৰা নমাই বা আই-পডলৈ স্থানান্তৰিত কৰি শুনি থাকিব পৰা কৰিছে ডʼ দিলীপ কুমাৰ দত্তই। আকৌ কালিফোৰ্ণিয়াত থকা শ্ৰীৰূপম শৰ্মাই বহুতো পুৰণি অসমীয়া গীত আই-টিউনৰ জৰিয়তে উপলব্ধ কৰিছে www.mazumba.com শীৰ্ষক পথেৰে।

অলপতে ইণ্টাৰনেটৰ জৰিয়তে অবিৰতভাৱে সকলো অসমীয়া গানৰ ৰেকৰ্ড শুনিব পৰাকৈ এটা 'ৰেডিঅ' অসম' নামে সেৱা প্ৰৱৰ্তন কৰিছে এছ.এম কম্পিউটাৰ কনচালটেণ্টছ পৰিচালক ডʼ সঞ্জীৱ বৰঠাকুৰে। এই সেৱা www.vedanti.net ত উপলব্ধ কৰা হৈছে। ইয়াৰ বাবে কম্পিউটাৰৰ লগতে আই-টিউন সঁজুলি বা এডোবে ফ্লেছ বা কুইক-টাইমৰ সুবিধা লাগে। অথবা মোবাইল ফোনত GPRS বা 3G সংযোগ ব্যৱস্থা থাকিব লাগে।

এই বছৰটোত অসমৰ জাতীয় সংগীত 'অ' মোৰ আপোনাৰ দেশʼৰ শতবৰ্ষ পালন কৰা হৈছে। তাৰবাবে 'অসমৰ জাতীয় সংগীতৰ ইতিবৃত্ত' নামৰ তথ্যচিত্ৰ এখন প্ৰস্তুত কৰা হৈছে। 'লুইত জিষ্ট কমিউনিকেছন'ৰ পৃষ্ঠপোষকতাত অসমৰ জাতীয় সংগীতটি বড়ো, কাৰ্বি, ৰাভা, দেউৰী, তিৱা, হাজং, চাওতালি, ডিমাছা, গাৰো, নেপালী, বাংলা আৰু সংস্কৃত ভাষানুবাদেৰে একে সুৰতে পৰিবেশন কৰা হৈছে। বহুতো গণ্যমান্য লোকৰ অংশগ্ৰহণেৰে এই অনুষ্ঠান ০২।০৫।২০১০ তাৰিখে গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত উদ্‌যাপিত কৰা হৈছে। এই উদ্যমে অসমৰ সকলো জনগোষ্ঠীৰ মাজত সমন্বয়, প্ৰীতি দৃঢ়তৰ কৰাৰ উপৰি একত্ৰিত প্ৰচেষ্টাত ৰাজ্যখনৰ সামাজিক উন্নয়ন সাধন হʼব বুলি আশা কৰা হৈছে।

**শেষত অসমীয়া ভাষাৰ বিষয়ে একাষাৰ ঃ**

অসমীয়া ভাষাৰ উচ্চাৰণ, বানান আৰু বৰ্ণমালাত এতিয়াও বহুত আসোঁৱাহ আৰু মতভেদ নথকা নহয়। এই বিষয়ত শেহতীয়াভাৱে প্ৰকাশ হৈ ওলাইছে 'অসম জাতীয় অভিধান'। ইয়াৰ মুখ্য সম্পাদক ডʼ দেৱব্ৰত শৰ্মা। তেখেতৰ গৱেষণাৰ পৰা ৰচিত 'অসমীয়া জাতি গঠন প্ৰক্ৰিয়া' নামৰ গ্ৰন্থখনেও বিষয়বস্তুৰ বহুতো দিশ উন্মুক্ত কৰিছে। মাইল্‌ছ ব্ৰনছনে ১৮৬৭ চনত জাদুৰাম ডেকাবৰুৱাৰ সহায়ত প্ৰকাশ কৰা প্ৰথম অসমীয়া অভিধানত প্ৰচলিত উচ্চাৰণৰ ভিত্তিত অসমীয়া শব্দ-সম্ভাৰ, বানান আৰু বৰ্ণমালা সৰলীকৰণ কৰিছিল। কিন্তু ১৯০০ চনত হেমচন্দ্ৰ বৰুৱাৰ হেমকোষত সেই সময়ৰ সংস্কৃত প্ৰৱণতাৰ কাৰণে আন আন উত্তৰ ভাৰতীয় ভাষাৰ সংস্কৃত নীতিৰ বানান প্ৰণালীকে গ্ৰহণ কৰিলে। ১৯৩৩ চনত প্ৰকাশিত চন্দ্ৰকান্ত অভিধানত পৰিবৰ্ধন কৰিলেও প্ৰায় একে নীতিকে প্ৰয়োগ কৰা হৈছে। বিংশ শতিকাত বহুতো অসমীয়া ভাষাবিদে ভাষাটোৰ উচ্চাৰণ অনুসৰি বানান, বৰ্ণমালা আৰু ব্যাকৰণ সৰলীকৰণৰ পৃষ্ঠপোষকতা কৰিছে। সেই সকলৰ মাজত ভাষাচাৰ্য ডʼ গোলোক চন্দ্ৰ গোস্বামীৰ সবল যুক্তিপূৰ্ণ মতবাদ বিশেষ উল্লেখনীয়। এই সন্দৰ্ভত শ্ৰীসুমন্ত চলিহাৰ দ্বাৰা ১৯৯১-৯৯ চন পৰ্যন্ত সংশোধিত 'আধুনিক অসমীয়া শব্দকোষ' গ্ৰন্থখনে বহুত আসোঁৱাহ সমাধানৰ বাট দেখুৱাই বহল স্বীকৃতি লাভ কৰিছে। ডʼ দেৱব্ৰত শৰ্মাৰ মতে যোৱা শতিকা হেমকোষৰ মতে আমি চলিলোঁ; তথাপি ভৱিষ্যতলৈ বাস্তৱসন্মত আৰু যুক্তিপূৰ্ণ প্ৰণালীৰে ভাষাটোৰ বৰ্ণমালা আৰু বানান, উচ্চাৰণ অনুসৰি শুধৰাই বা সৰলীকৰণ কৰি লোৱাটো ভুল হʼব বুলি কʼব নোৱাৰি। কাৰণ ভাষা এখন নৈৰ নিচিনা, বৈ থাকোতে গতি সলনি কৰি লোৱা অস্বাভাৱিক নহয়। অৱশ্যে এই মতবাদৰ সমালোচনাও ইতিমধ্যে প্ৰকাশিত হৈছে। অতীতৰ মাইল্‌ছ ব্ৰনছনৰ অভিধান আৰু বৰ্তমানৰ 'অসম জাতীয় অভিধান' ইণ্টাৰনেটত উপলব্ধ কৰা হৈছে।

**পৰিশিষ্ট ঃ**

এই প্ৰবন্ধ সৰ্বাত্মক বা সৰ্বপ্ৰকাৰে পৰিপূৰ্ণ হʼব নোৱাৰে। বহুতো তথ্য আৰু সংশ্লিষ্ট ব্যক্তিৰ বিষয়ে উল্লেখ অনিচ্ছা সত্ত্বেও বাদ পৰাটো স্বাভাৱিক। প্ৰস্তুতকৰ্তাৰ ভুল-ত্ৰুটি আৰু সীমাবদ্ধতাৰ বাবে বিনম্ৰ ক্ষমা প্ৰাৰ্থনীয়। সংগৃহীত তথ্যৰ বাবে বিভিন্ন লেখক লৈ কৃতজ্ঞতা যচা হʼল। ❑

# আমি ছিন্নমূল হ'বলৈ গৈ আছোঁ নেকি ?

খগেন্দ্ৰনাথ শৰ্মা




মাৰ প্ৰত্যেকৰে মনতে — এতিয়া আমি আটায়েই এখন গাঁৱৰ বাসিন্দা বুলি এটা ধাৰণা প্ৰোথিত হৈ পৰিছে। এখন গাঁৱৰ বাসিন্দা হিচাপে অতি স্বাভাৱিকতেই আমাৰ চাল-চলন, কথা-বাৰ্তা, পোছাক-পৰিচ্ছদ আনকি খোৱা-লোৱা আৰু কৃষ্টি-সংস্কৃতিৰো একৰূপতাক গ্ৰহণ কৰিবলৈ যেন সাজু হৈছে। যুক্তিগ্ৰাহ্যভাৱেই গ্ৰহণ কৰিবও লাগিব। শৈশৱৰে পৰা আমাৰ মন-মগজু আৰু সত্তাকে আৱৰি থকা আমাৰ চিনাকি গাঁও এখনৰ মধুৰ অস্তিত্বৰ অনুভূতিৰেই সমগ্ৰ পৃথিৱীখনকো এখন গাঁৱৰ দৰেই ভাবি আমি খন্তেকৰ বাবেও পুলক অনুভৱ কৰোঁ। চকুৰে কোনো দিনেই সীমা নেদেখিলেও নিজা নিজা অনুভৱেৰে মনৰ দিগন্তই যেন সীমনা চুই যায়। সঁচাকৈয়ে পৃথিৱীখন এখন গাঁৱৰ দৰে হ'লে কিমান সুন্দৰ হ'ব। সেই কল্পনা কৰি প্ৰতিজন মানুহেই অন্য এক পুলক অনুভৱ কৰাটো স্বাভাৱিক।

কিন্তু পৃথিৱীখনক আমাৰ গাঁও বুলি সাবটি ল'বলৈ যাওঁতে মুহূৰ্তে মুহূৰ্তে আমি আমাৰ নিজত্বক হেৰুৱাই যোৱাৰ বেদনাবোৰ বাঢ়ি যাব লাগিছে। আমি ক্ৰমান্বয়ে নিজৰ পৰাই বিচ্ছিন্ন হৈ পৰিছোঁ। আমি বিচ্ছিন্ন হৈ পৰিছোঁ আমাৰ সমাজ-ঐতিহ্য, কৃষ্টি-সংস্কৃতি আৰু নিজস্ব চহকী পৰম্পৰাৰ পৰাও। এই বিচ্ছিন্নতাবোধে মনবোৰ অসুখী কৰি তুলিছে। 'অন্য এখন পৃথিৱী' আমাক লাগে বুলি বা সম্ভৱ বুলিও বহুতেই মনৰ ভাব প্ৰকাশ কৰিছে। এই বিচ্ছিন্নতাৰ প্ৰসংগতে প্ৰায় ডেৰশ বছৰৰ আগতেই ফৰাচী সমাজতাত্ত্বিক 'দ্য একভিলে' কৰা মন্তব্য মনলৈ আহিছে। তেওঁ মাৰ্কিন জনমনস্তত্ব অধ্যয়ন কৰি কেতবোৰ অতি গুৰুত্বপূৰ্ণ কথা কৈছিল, যিবোৰৰ প্ৰাসংগিকতা আজিৰ পৰিৱৰ্তনমুখী বিশ্বত আহি পৰিছে। তেওঁ কেতবোৰ বৈশিষ্ট্য সমাজ অধ্যয়নত বিচাৰি পাইছিল। তেওঁ যিবোৰ বৈশিষ্ট্য বিচাৰি পাইছিল সেইবোৰৰ ভিতৰত প্ৰধান আছিল উদাসীনতা অথবা অনীহা। এই উদাসীনতা বা অনীহাই একভিলৰ সমাজ গৱেষণাত বিচ্ছিন্নতাৰ যন্ত্ৰণা হিচাপে প্ৰকাশ পাইছে। দ্য একভিলে লক্ষ্য কৰিছিল মানুহৰ যি মহত্ত্ব সেয়া হ্ৰাস পাবলৈ ধৰিছে। মানুহৰ সৈতে পৃথিৱীৰ সম্বন্ধ যিমান বেয়ালৈ ধাৱমান হৈছে, মানুহৰ সৈতে মানুহৰ সম্পৰ্ক তাতকৈ অধিক বেয়ালৈ গতি কৰিছে। তেওঁ আৰু লক্ষ্য কৰিছিল যে মানুহৰ মাজত অশিক্ষা হয়তো কমি গৈছে কিন্তু প্ৰকৃত তথ্য বিশ্লেষণৰ বুদ্ধিমত্তাৰ চোকো হ্ৰাস পাইছে। নতুন নতুন শিল্প-সাহিত্যৰ সৃষ্টি হৈছে ঠিকেই, কিন্তু ক'তোৱেই যেন সম্পূৰ্ণতা নাই। দ্য একভিলে এটা কথাও কৈছিল যে জাতি, দেশ আৰু সমগ্ৰ বিশ্বতে মানৱীয় সম্পৰ্কত ঘূণে ধৰিছে। লক্ষণীয়ভাৱে তেওঁ এই কথাটোত অতি জোৰ দি কৈছিল যে 'দিন বাগৰাৰ লগে লগে সভ্যতা যিমান আগুৱাব এই মানৱিক সম্পৰ্কৰো হ্ৰাসৰ মাত্ৰা বৃদ্ধি হ'ব। কিন্তু মানুহৰ সৈতে মানুহৰ শুভবুদ্ধিসম্পন্ন সম্বন্ধ কেতিয়াও ঘূৰি নাহে। এয়া প্ৰায় ডেৰশ বছৰৰ আগতে এজন সমাজ দাৰ্শনিকে চলোৱা অধ্যয়নৰ ফল। সমগ্ৰ বিশ্বতে বাস কৰা সকলো মানুহেই এক ভিন্নতাহীন 'মানৱ প্ৰজাতি'লৈ উত্তৰণ ঘটিব বুলি কেৱল মাথোঁ ভবাৰ সুখানুভূতিহে থাকিব পাৰে। 'জাতিৰ অহংকাৰ লয় পাব তাত' বুলি কোনো বিজ্ঞজনে কল্পনা কৰিলেও সেয়া







বাস্তৱত সম্ভৱ হৈ নুঠিব পাৰে।

মূলৰ পৰা বিচ্ছিন্ন হোৱাৰ বেদনা, আপোন মাটি-পানীৰ সৈতে সম্পৰ্ক ছিন্ন হৈ পৰাৰ বেদনা আৰু আপোন ঘৰতে নিজৰ অধিকাৰ শূন্য হৈ পৰাৰ পৰিস্থিতিৰ যি উপক্ৰম দেখা দিছে সি সমগ্ৰ বিশ্বজুৰি হৈছে। বিশ্বৰ চুকে-কোণে বাস কৰা প্ৰায় প্ৰতিটো জাতি-জনগোষ্ঠীৰ জীৱনধাৰালৈ এক পৰিৱৰ্তনৰ ঢৌ নামি আহিছে। এই পৰিৱৰ্তনৰ ফলতেই আজি পৃথিৱীৰ বুকুৰ পৰা শতাধিক জাতি-উপজাতিৰ ভাষা বিলুপ্ত হৈ গৈছে। ভাষা এটা বিলুপ্ত হোৱা মানেই সেই জাতি বা উপজাতিটোৰ মৃত্যু হোৱা। এনেদৰে মৃত্যু ঘটা বা হেৰাই যাবলৈ উপক্ৰম কৰা এই জাতি-উপজাতিবোৰৰ মাজৰে এটা চামে নিজৰ অস্তিত্ব ৰক্ষাৰ স্বাৰ্থত নামি পৰিছে অনেক আন্দোলন, বিপ্লৱ অথবা সন্ত্ৰাসবাদ আদিত। বৰ্তমান সমগ্ৰ বিশ্বজুৰি সন্ত্ৰাসবাদৰ যি কলীয়া ডাৱৰে ছানি ধৰিছে তাৰ অন্তৰালত এনে মৃত্যুমুখী জাতি-জনগোষ্ঠীসমূহৰ কণমান হ'লেও অৱিহণা নুই কৰিব নোৱাৰি। এই পৰিৱৰ্তনশীল সমাজ ব্যৱস্থাই নিৰ্দিষ্ট কৰা জীৱনশৈলী, চিন্তা-চেতনাৰ নিৰ্দিষ্ট স্ৰোত, পচন্দ-অপচন্দ, ভাল-বেয়াৰো হিচাপ হয় একেই মাপ কাঠিৰে। এই একমুখী জীৱন প্ৰবাহৰ চালিকা শক্তি কিন্তু এটাই। এই শক্তিয়েই মানুহৰ জীৱনলৈ পৰিৱৰ্তনৰ ঢৌ বোৱাই আনিছে। অদৃশ্য হাতেৰে এই শক্তিয়েই আধুনিক জগতখনৰ নিয়ন্ত্ৰণ কৰিব লাগিছে। কিন্তু তাৎপৰ্যপূৰ্ণভাৱে এই নিয়ন্ত্ৰণৰ বাহিৰলৈ ওলাই যোৱাৰ কাৰোৰেই সামৰ্থ্য আজি নাই। এই নতুন শক্তি হ'ল বজাৰ শক্তি। এতিয়া বজাৰ শক্তিয়ে মহাপৰাক্ৰমেৰে কেউদিশে ইয়াৰে নিজৰ আধিপত্য বিস্তাৰ কৰিছে। জীৱনৰ প্ৰায় সকলো দিশ, কি ৰাজনীতি, কি অৰ্থনীতি, কি শিক্ষানীতি, কি সমাজনীতি, কি সংস্কৃতি প্ৰতিটো দিশেই এতিয়া বজাৰ শক্তিৰ কবলত। এই শক্তিৰ আঙুলিৰ ঠাৰত আমি কেনেদৰে আমাৰ নিজস্ব হেৰুৱাই পেলাইছোঁ তাৰ অনেক মৰ্মন্তুদ কাহিনী আমাৰ চকুৰ আগতেই জিলিকি আছে। আমি নিজস্ব হেৰুৱাইছোঁ মানে আমি ক্ৰমান্বয়ে নিজাকৈ চিন্তা-চৰ্চা কৰাৰ ক্ষমতাও হেৰুৱাই পেলাইছোঁ। সমান্তৰালভাৱেই আমি আমাৰ ৰুচি-অভিৰুচি, পচন্দ-অপচন্দৰ দৰে কথাবোৰো জলাঞ্জলি দিবলৈ আৰম্ভ কৰিছোঁ। এখন 'আধুনিক বিশ্ব' গঢ়াৰ নামত যুক্তিহীনভাৱে দৌৰিছোঁ। কেৱল মাথোঁ দৌৰিছোঁ। সৃষ্টি কৰিছোঁ কেতবোৰ আচহুৱা মিশ্ৰিত সংস্কৃতিৰ, অপসংস্কৃতিৰ। আটাইতকৈ পৰিতাপৰ কথা যে বিশ্বৰ প্ৰায়বোৰ জাতি-জনগোষ্ঠীয়েই আজি তেওঁলোকৰ পৰম্পৰাগত কৃষ্টি-সংস্কৃতিৰ পৰা ক্ৰমান্বয়ে আঁতৰি আহিছে। ফলত সাংস্কৃতিক বৈচিত্ৰ্যতা, বিবিধতা নোহোৱা হ'বলৈ ধৰিছে আৰু এনে জাতি-জনগোষ্ঠীসমূহৰ বৰ্ণাঢ্য জীৱন পৰিক্ৰমা ম্লান পৰি আহিব লাগিছে। এক নতুন আৱৰণেৰে আমাৰ মনবোৰ ঢাকি ধৰিছে। জানিবলৈ পোৱামতে মেক্সিকোৰ কোনো কোনো ঠাইত আজি কিছু বছৰৰ আগলৈকে এক পৰম্পৰা আছিল এনে — 'ফুটবল খেলাৰ আগে আগে খেলপথাৰৰ সন্মুখত তেওঁলোকৰ এজন আৰাধ্য দেৱতাৰ একোখন বিৰাট ছবি আঁকি লোৱা হৈছিল। এতিয়া ছবিখনৰ ঠাই ল'লে কোকাকোলা জাতীয় কোম্পানীৰ পানীয় বটলৰ বৃহৎ বৃহৎ হৰ্ডিঙে।' আজি দুবছৰমানৰ আগতে আমাৰ অসমৰে তেজপুৰ চহৰতে এটি সৰু ঘটনা ঘটিছিল। প্ৰচাৰ মাধ্যমত সামান্যভাৱে প্ৰকাশ পোৱা এই ঘটনাটো আছিল এনেধৰণৰ — এটা আৰ্থিকভাৱে স্বচ্ছল পৰিয়ালৰ ল'ৰাই পিতৃ-মাতৃৰ অগোচৰেই ল'ৰাজনৰ কিড্‌নী এটা বিক্ৰী কৰাৰ সিদ্ধান্ত লৈ এজন মানুহৰ সৈতে যোগাযোগ কৰিলে। কিন্তু কাকতালীয়ভাৱেই যেতিয়া কিড্‌নী বিক্ৰীৰ কথাটো পিতৃ-মাতৃৰ জ্ঞাত হৈ পৰিল তেতিয়াই ল'ৰাজনৰ কিড্‌নী বিক্ৰীৰ সিদ্ধান্তৰ ৰহস্য ওলাই পৰিল। ল'ৰাজনৰ কিছু বেছি টকাৰ প্ৰয়োজন হৈছিল। তেওঁক প্ৰয়োজন দামী বাইক আৰু এটা দামী মোবাইল হেণ্ডছেটৰ। কিন্তু এই সামগ্ৰী কিনিবলৈ তেওঁ ঘৰৰ পৰা টকা ল'বলৈ অপাৰগ। ফলত এনে এটা সিদ্ধান্ত। এয়া বিশ্বৰ দুই প্ৰান্তৰ দুখন ঠাইৰ দুটা বিচিত্ৰ ঘটনা। কিন্তু দুয়োটা ঘটনাই আজিৰ সময়ৰ, আজিৰ সমাজৰ সংকটৰ ছবিখন দাঙি ধৰিছে। ওপৰে ওপৰে চালে এই ঘটনাবোৰ বিক্ষিপ্ত, বিচিত্ৰ একোটা ঘটনা যেন লাগিলেও ঘটনাবোৰৰ মাজত এটা আন্তঃসম্পৰ্ক বিদ্যমান। আন্তঃসম্পৰ্কিত এই জালখনকে বজাৰ শক্তিৰ নতুন আধিপত্যবাদ বুলিব পৰা যায়। ইয়াৰ জৰিয়তে বেপৰোৱা ঢঙত আধুনিক পাশ্চাত্য জীৱনৰ একমুখী প্ৰচাৰ চলোৱা দেখা গৈছে। কিন্তু প্ৰত্যেক জাতীয় সংস্কৃতিৰ কিছু নহয় কিছু গণতান্ত্ৰিক তথা সমাজতান্ত্ৰিক উপাদান থাকেই। কাৰণ প্ৰত্যেক জাতিৰ মাজতেই খাটি খোৱা শোষিত মানুহৰ অস্তিত্ব থাকেই আৰু জাতীয় সংস্কৃতিত এই খাটি খোৱা শ্ৰেণীটোৰ কিছু নহয় কিছু অৱদান থাকে। এই বজাৰ শক্তিৰ প্ৰাধান্য বিস্তাৰৰ প্ৰাথমিক চৰ্তটোৱেই হ'ল মানুহৰ মন-মগজু আৰু চিন্তা চেতনাৰ জগতখন প্ৰভাৱান্বিত কৰা। মানুহৰ মনত সম্ভোগবাদী মানসিকতাক হাজাৰগুণে সক্ৰিয় কৰি তোলা। মানুহৰ বিবেকত শিকলি পিন্ধোৱাৰ এটা কৌশল গ্ৰহণ কৰা হ'ল। 'ত্যাগৰ দ্বাৰাহে ভোগ কৰা'ৰ দৰে মহান ভাৰতীয় দৰ্শনক নস্যাৎ কৰি 'দিল মাংগে ম'ৰ' বা 'জীৱন এটাই, ইয়াক ভোগ কৰা' জাতীয় নতুন জীৱনবোধে মানুহক আচ্ছন্ন কৰি পেলোৱাৰ উপক্ৰম হৈছে। ইয়াকে কৰিবলৈ যাওঁতে বজাৰ শক্তিয়ে উঠি অহা প্ৰজন্মৰ চিন্তা-চেতনাৰ পৰা সততা, ন্যায়, নৈতিকতাৰ দৰে সঁচা মানৱীয় প্ৰমূল্যসমূহ কৌশলেৰে আঁতৰাই পঠাই সস্তীয়া স্থূল ৰুচিবোধৰ জন্ম দিছে। বস্তুগত পৃথিৱীখনেই মানুহৰ মনক সচৰাচৰ প্ৰভাৱিত কৰে। অৰ্থাৎ মানুহৰ মনৰ মূল ৰূপ বা প্ৰকৃতি গঢ় লয় সমাজ পৰিৱেশৰ প্ৰেৰণাত। পৰিৱেশ ভেদে মানুহৰ চিন্তা-ভাৱনা, ৰুচি-অভিৰুচি বেলেগ বেলেগ হয়। ই এটা বৈজ্ঞানিক সত্য। সেই কাৰণেই মানুহক কাবু কৰাৰ এটা কৌশল হ'ল তেওঁলোকৰ সামাজিক পৰিৱেশ নিয়ন্ত্ৰণ।

ইণ্টাৰনেট, টিভি, চিনেমা, সংবাদপত্র তথা অন্যান্য যোগাযোগ মাধ্যমসমূহক সু-কৌশলে ব্যৱহাৰ কৰি দৰিদ্ৰ, মধ্যবিত্ত শ্ৰেণীটোক নতুন বজাৰ সংস্কৃতিক আঁকোৱালি ল'বলৈ উৎসাহিত কৰা হৈছে। মানুহ, মানুহৰ মেধাশক্তি, তেওঁলোকৰ নান্দনিক সংস্কৃতি আনকি তেওঁলোক নিজেই বজাৰত বিক্রয়যোগ্য পণ্য আৰু ভোগবাদী সমাজত আত্মসৰ্বস্ব উন্নতিয়েই মূলকথা, এই কথাৰেই প্ৰচাৰ চলিছে সৰ্বত্ৰ। ইয়াৰ মাৰাত্মক কু-প্ৰভাৱ হ'ল মানুহে নিজৰ বাহিৰে দেশ, সমাজ আৰু পৃথিৱীৰ কথা বিন্দুমাত্ৰ চিন্তা কৰিবলৈ এৰিছে। এই ব্যক্তিকেন্দ্ৰিক চিন্তা-ভাবনাই সমাজত দৰিদ্ৰতা, অসাম্য, জাত-পাত, সাম্প্ৰদায়িকতা আদি নানা সমস্যাই আমাক আচ্ছাদিত কৰি থাকিলেও এই সমস্যাবোৰৰ প্ৰতি চূড়ান্ত অমনোযোগিতা বা উদাসীনতা প্ৰদৰ্শন কৰা হৈছে। ফলত প্ৰায়বোৰ সমাজতে সামাজিক বিশৃংখলতাই গা কৰি উঠা পৰিলক্ষিত হৈছে। এই বিঘ্নিত সামাজিক পৰিবেশে নেতিবাচক প্ৰভাৱ পেলাইছে শিক্ষাখণ্ডত, দেশৰ প্ৰশাসন ব্যৱস্থাত, ৰাজনীতিত, কলা-সংস্কৃতি, সাহিত্য সৰ্বত্ৰে।

আমাৰ নব্যধাৰণা বুদ্ধিবোধে বিচ্ছিন্ন মানসিকতাৰ প্ৰৱণতাক অধিক ত্বৰান্বিত কৰিছে। অতি দুখজনক কথাটো হ'ল যে বিচ্ছিন্নতাবোধত আক্ৰান্ত আমিবোৰে নিজেই আমাৰ সক্ষমতা সম্বন্ধে আমাক নিজকেই ভুলভাবে বুজাইছোঁ, পৰিচালনা কৰিছোঁ। বিজ্ঞানপ্ৰদত্ত নানাবিধ সা-সুবিধাই বৰ্তমান মানুহৰ আধুনিক জীৱনযাত্ৰা বৰ উপভোগ্য কৰি তুলিছে। দিনে দিনে আমি আগুৱাই গৈছো সভ্যতাৰ শিখৰলৈ। ইয়াৰ নামেই উত্তৰণ হয়তো। যিকোনো উপায়েৰে ধন-সম্পদ আহৰণেৰে মানুহে বৈষয়িক জীৱন ধাৰণৰ মান উন্নত কৰাত উঠি-পৰি লাগিছে। জীৱনৰ প্ৰায় সকলো দিশেই এতিয়া যান্ত্ৰিকতাই আচ্ছন্ন কৰি পেলাইছে। ফলত মানুহ হৈ পৰিছে একমুখী। সেয়েহে বোধহয় মানুহ হৈ মানুহেৰে ব্যাপ্ত এখন বিশ্বত বাস কৰিও আজিৰ মানুহে অনুভৱ কৰিবলৈ লৈছে নিঃসংগতা। সভ্য সমাজৰ নব্য ধাৰণাত নিজকে বিলাই দিয়া বিচ্ছিন্নতাবোধত আক্ৰান্ত আমিবোৰে বাৰু শেষত এক ছিন্নমূল লতিকাৰ দৰে উত্তৰণৰ বটবৃক্ষত ওলমি থাকিমগৈ নেকি? ❑





# তপস্বিনী ভাৰতৰ গৰীয়সী অসম

মৃদুমণি মহন্ত

নৱ চেতনাৰ পূৰ্ণ বিকাশভূমি ভাৰত। তপস্বিনী ভাৰতভূমি। ভাৰতভূমি যশস্বী। সত্যৰ সাধক ভাৰত সমাজ। এক আচৰিত একনিষ্ঠতাৰ পথেৰে প্ৰাচীন ভাৰতৰ সাধক সত্তা ধাৱিত হৈছিল সত্যৰ দিশে। সত্যৰ আৱিষ্কাৰ, গ্ৰহণ আৰু প্ৰতিষ্ঠাৰ হকে নিজকে বিলাই দিছিল নিৰ্বিশেষে। পবিত্ৰ ভূমিত আকাশ-বতাহ মুখৰিত হৈ উঠিছিল — সত্য সন্ধানীৰ কণ্ঠত ধ্বনিত হোৱা অমৰ প্ৰাৰ্থনাৰে — অমতো মা সদ্‌গময়, তমসো মা জ্যোতিৰ্গময়, মৃত্যু মা অমৃতংগৰ্ময়, ওঁম শান্তি শান্তি শান্তি। এই ওংকাৰ শক্তিক চৰিতাৰ্থ কৰিয়েই জ্ঞান সাধকৰ জীৱন হৈ পৰিছিল ওংকাৰময়।। ওংকাৰময় জীৱনেৰে, গভীৰ মনোশক্তিৰে উচ্চৰ পৰা উচ্চতম স্তৰলৈ নিজক উন্নীত কৰিছিল। লাভ কৰিছিল ভূমিৰ পৰা ভূমাৰ স্পৰ্শ। মন্ত্ৰদ্ৰষ্টা সাধক সমাজৰ মহাসাধনাৰ গতিধাৰা ব্যক্তিগত হৈ নাথাকে। তেওঁলোকৰ সাধনালব্ধ জীৱন চেতনা ব্যাপক চেতনাৰে বিলীন হৈ পৰে, আদৰ্শ হয় সাৰ্বজনীন। উদ্দেশ্য মাথোঁ এটাই — মানৱ সমাজক জ্ঞান-সত্যৰ অমৃত পান কৰোৱা, কৰ্মৰ মাজেদি জীৱনক তুলি ধৰা। বিকাশ ঘটোৱা মানৱ সমাজৰ সভ্যতা। এনেদৰেই ভাৰত ভূমিত সত্য আৰু শান্তিৰ সংবাহক — ঋষি চৈতন্যৰ উদয় হয়। অগণিত যোগী ঋষি, তত্ত্বদৰ্শী, দাৰ্শনিক তথা কাব্যিক সমাজৰ সাধনাৰ বেদীত সমাজ, ধৰ্ম, সভ্যতা, শিক্ষা-সংস্কৃতি আৰু বিশ্ব সমাজ গঠনৰ ভিত্তি গঢ়ি উঠে। অহমিকামুক্ত সাধু সমাজ, যাৰ ব্যক্তিত্ব, আধ্যাত্মিকতা আৰু পবিত্ৰতাই ভাৰতক পুণ্যতীৰ্থক্ষেত্ৰলৈ পৰিণত কৰে। ইয়াৰ লগে লগে ভাৰতীয় সভ্যতাই লাভ কৰে প্ৰসাৰতা।

জ্ঞানাবৰণীয় ভাৰতৰ মনোময় সভ্যতা আৰু মোহনীয় সংস্কৃতিৰ মূলতে আছিল ত্যাগ তথা তপোবল। ত্যাগৰ দৰে মহোচ্চ শক্তি আৰু ভাবময় চেতনাৰ গভীৰ সাধনাই আছিল পৰম আদৰ্শ। তেনে মহীয়ান আদৰ্শৰ মহোচ্চ সাধনাৰ বলতে দস্যু ৰত্নাকৰৰ ৰূপান্তৰ ঘটিল। সংস্কাৰিত হৈ সু-সংস্কৃত হ'ল। নাম পালে বাল্মিকী মুনি। এদিন তমসা নদীৰ তীৰত মুনিয়ে দেখিলে — এক পাপমতি ব্যাধৰ দ্বাৰা এহাল চাকৈ-চকোৱা পখীৰ এটি শৰবিদ্ধ হ'ল। পখীটিৰ মৃত্যু যন্ত্ৰণা প্ৰত্যক্ষ কৰি মুনি শোকে-দুখে মৰ্মাহত। সেই শোকাৰ্ত অৱস্থাত মুনিৰ মুখেৰে ওলাই আহিল ছন্দোবদ্ধ বাক্য এফাঁকি — 'মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমঃ। যৎ ক্ৰৌঞ্চমিথুনা দেকমৱধী কাম মোহিতম্।' হে ব্যাধ, যিহেতু তুমি মৈথুনাসক্ত পখীযুৰিৰ এটি বধ কৰিলা, এতেকে চিৰকাললৈ তুমি জগতত সু-প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰিবা। কিন্তু ব্যাধৰ প্ৰতি এনে অভিশাপ বৰ্ষণ কৰি মুনিৰ কোমল হৃদয় অনুতাপত দগ্ধ হৈ পৰিল। তেওঁ বিমৰ্ষ মনেৰে ভাবিবলৈ ধৰিলে যে পখীটিৰ মৃত্যু শোকত এয়া মই কি কথা ক'লোঁ! তেতিয়া স্বয়ং ব্ৰহ্মা আহি মুনিক ক'লেহি যে — 'শোক লগাৰ পিছতেই তোমাৰ দ্বাৰা উচ্চাৰিত বাক্য শাৰী শ্লোক হওক।' সেয়ে উক্ত বাক্যশাৰী শ্লোকৰূপে পৰিগণিত হ'ল আৰু সেই শ্লোকেই পৃথিৱীৰ কাব্য জগতৰ প্ৰথম পদ বন্ধন হিচাপে ইতিহাস ৰচনা কৰিলে। সেই কাৰণে

মুনি হ'ল আদি কবি। সুখ্যাতি লাভ কৰিবলে সাৰ্থক জন্মা পুৰুষৰূপে। আমি সকলোৱে জানো যে আদি কবিৰ মুখ নিসৃত শ্লোক ছন্দৰেই তেওঁ উত্তম কলা বিশিষ্ট মহৎ মহাকাব্য ৰামায়ণ ৰচনা কৰিছিল। কিন্তু এই সত্যৰ বাহিৰেও সেই শ্লোকৰ মাজেদি মুনিয়ে প্ৰকৃতি ধ্বংসকাৰীৰ ভয়ংকৰ পৰিণামক ইংগিত কৰাটোও সত্য। তদুপৰি সেই ছন্দিত শ্লোকতে নিহিত আছে — জীৱ আৰু জড় জগতক জীয়াই ৰখা শিক্ষাৰ প্ৰথম পাঠ। এই শিক্ষা প্ৰদান কৰা হৈছিল মানৱ জাতিৰ উদ্দেশ্যে। এক মহত্বাকাংক্ষা প্ৰতিষ্ঠা কৰাৰ অৰ্থেই আদি কবিয়ে ৰামায়ণ ৰচনা কৰিলে। নৱ সমাজক দেখুৱাই দিলে ন্যায় অন্যায়ৰ বিচাৰবোধ। অসত্য খণ্ডিত হৈ সত্য প্ৰতিষ্ঠা। সদাচাৰী হ'বলৈ মানুহক আহ্বান কৰিলে। ৰামচন্দ্ৰৰ দৰে হোৱা, ৰাৱণৰ দৰে নহ'বা। এয়াই আছিল জ্ঞানদীপ্ত ভাৰতৰ সংস্কৃতিসিদ্ধ সমাজ। এনে সংস্কৃতিসিদ্ধ সমাজেই দেশৰ, মানুহৰ পথিকৃৎ হয়। এনে সংস্কৃতিসিদ্ধ সমাজেই যুগৰ পৰিৱৰ্তন মূৰ্ত কৰি তোলে। ইতিহাসৰ ধাৰা নতুন দিশে প্ৰবাহিত হয়। ঠিক এনেকৈয়ে এদিন ভাৰতৰ বিজয় বাৰতাৰে আৰ্য সভ্যতাই নৱ দিগন্তৰ সূচনা কৰে।

এনেহেন অভ্ৰভেদী মহোচ্চ শক্তিৰে জ্ঞানৰ গৌৰৱ অৰ্জন কৰি দেৱৰো দুৰ্লভ ভাৰতৰ সাংস্কৃতিক মানচিত্ৰৰ বুকুতেই জিলিকি আছে অসমভূমি। আমাৰ জননী জন্মভূমি — অসম। পাহাৰে-ভৈয়ামে, গছে-বনে, নৈয়ে-ফুলে আৰু ধনে-ধানে ধন্যা অসমী আই। যাৰ পিছত মৰণৰ বুকুত আমি বিচাৰোঁ জনম দুনাই। এই সোণ-ফলা মাটি যেন অসমৰ — আমি অসমীয়া। অসমীয়া মানে — 'এহি জাতি সেই জাতি আৰু না না জাতি / হিয়াই হিয়াই মিলিজুলি কৰিছে বসতি।' এক নিৰ্দিষ্ট ভৌগোলিক পৰিবেশত বৃহৎ লোকপুঞ্জৰ সমন্বয়পুষ্ট উমেহতীয়া সমাজ। অসমীয়া জাতিৰ সমাজ। এই সংমিশ্ৰিত জাতিটোৰ মানসিক সংস্কাৰৰ আধাৰত অপৰিমেয় প্ৰীতিৰ বন্ধনেৰে গঢ়ি উঠিল মানৱ সংস্কৃতিৰ অন্যতম অসমীয়া সংস্কৃতিৰ। সৰ্বাংগসুন্দৰ অসমীয়া জাতি আৰু এই জাতিটোৰ আত্মিক শোভাৰে শোভমান — অসমীয়া সংস্কৃতি। 'নানা জাতি উপজাতি / ৰহণীয়া কৃষ্টি / আঁকোৱালি লৈ হৈছিল সৃষ্টি / এই মোৰ অসম দেশ।'

আজি আমি যিখন সমাজত বাস কৰিছোঁ, যি সভ্যতা, যি শিক্ষা, ভাষা তথা সুকুমাৰ কলাৰ সৌগন্ধৰে নিজক ধন্য কৰিছোঁ এই সকলোবোৰৰ পৃষ্ঠভূমিত আছে সমাজ জাগৰণৰ পুৰোধা — প্ৰাচীন অসম সমাজ। যিখন সমাজে কৰ্তব্যৰ কঠিন পথত জীৱন ব্যাপ্ত সাধনাৰে কৰিছিল মাতৃপূজা। সেই পবিত্ৰ পূজাৰ অমৃতময় ফল নষ্ট নোহোৱাকৈ যুগ-যুগান্তৰৰ পিছত আজিও অসমৰ গৌৰৱময় সংস্কৃতি হৈয়েই আছে। এই সংস্কৃতিৰেই অসমে ভাৰতৰ সাংস্কৃতিক জগতত মৰ্যাদাপূৰ্ণ স্থান অধিকাৰ কৰিছিল। ৰামায়ণ, মহাভাৰত, পুৰাণ আদিত অসমৰ প্ৰাচীন 'প্ৰাগজ্যোতিষপুৰ' নামেৰে অনেকবাৰ উল্লেখ আছে। তাৰে পৰাই বুজিব পাৰি যে অতি প্ৰাচীন



কালতেই অসমৰ সাংস্কৃতিক মান উচ্চখাপৰ আছিল। সু-সংস্কৃত ব্যক্তিত্বৰে ধী শক্তিৰ অধিকাৰী প্ৰাচীন সমাজ। আধ্যাত্মবাদক উচ্চ স্থান দিয়াৰ লগতে শৈক্ষিক সচেতনতা গঢ়াত গভীৰভাৱে মনোনিৱেশ কৰে যাতে শিক্ষণৰ দ্বাৰা সুস্থ সমাজ গঢ়ি উঠে, য'ত মানুহৰ ব্যক্তিত্ব নিৰ্মাণ হয়। সেয়ে বৃহত্তৰ জীৱনক ভিত্তি কৰিয়েই শিক্ষা সংস্কৃতি গঢ়ি উঠে। অধিক গুৰুত্ব প্ৰদান কৰা হৈছিল গুৰুশক্তিৰ ওপৰত। বৈদিক বিচাৰ ধাৰাৰ মাজেদি গুৰুকুলত শিক্ষা দিয়াৰ ব্যৱস্থা আছিল। এই গুৰুকুল ব্যৱস্থাৰ অৱতাৰণা কৰিছিল বৈদিক শিক্ষা শাস্ত্ৰীসকলে। বেদাৰম্ভ সংস্কাৰৰ বৈদিক শিক্ষা অতি মহত্বপূৰ্ণ আৰু কঠিন। কাৰণ এই শিক্ষাৰ উদ্দেশ্য হ'ল শিষ্যক গুৰুৰ ভিতৰত অৱস্থান কৰোৱা, দিব্য চেতনাৰে মনুষ্যত্বৰ বিকাশ ঘটোৱা। সেই গুৰুকুল বা গুৰুৰ আশ্ৰমসমূহ এনে এক পবিত্ৰ স্থানত অৱস্থিত আছিল য'ত কুলু কুলু ধ্বনিৰে বৈ থাকে নদী। পক্ষীৰ সাংগীতিক কল্লোলেৰে মুখৰ হয় প্ৰকৃতি। এনে পৰিশুদ্ধ প্ৰাকৃতিক পৰিবেশত শিক্ষা প্ৰদানৰ উদ্দেশ্য হ'ল শুদ্ধ সংস্কাৰৰ দ্বাৰা শিষ্যসকল মনুষ্যত্ববোধৰ অধিকাৰী হ'বলৈ হ'লে আধ্যাত্মিক দৃষ্টিৰেও সকলো জীৱকে হিংসাশূন্যভাৱে চাব লাগিব। সদ্‌গুৰুৰ সচেতন তত্বাৱধানৰ মাজেদি শিষ্যৰ অন্তৰৰ সত্বগুণ জাগৃত হয়। স্বৰ্ণকাৰে যেনেকৈ সোণ গলাই গঢ়ি-পিটি সুন্দৰতম অলংকাৰ তৈয়াৰ কৰে ঠিক তেনেকৈ সদ্‌গুৰুৱে অশেষ ত্যাগৰ দ্বাৰা শিষ্যসকলক যথাৰ্থ জীৱনৰ অধিকাৰী কৰি তোলে। ইয়াৰ ফলত সমাজ জীৱনত ধৰ্মৰ ভিত্তি দৃঢ় হয়, আদৰ্শ উন্নত হয়। জ্ঞানৰ প্ৰসাৰ ঘটে। তদুপৰি ৰচনাত্মক শক্তিৰ বিকাশত সাহিত্য-সংস্কৃতিৰ ধাৰা লক্ষ্য অনুসৰি গতিশীল হৈ পৰে। এনেদৰেই প্ৰাচীন অসমৰ মহাত্মাসকলৰ মহান দৃষ্টিত, ত্যাগৰ মহিমাত, জ্ঞানৰ গভীৰতাত আৰু কাব্য প্ৰতিভাত অসত্য খণ্ডিত হৈ স্থাপিত হয় সত্য-শিৱ-সুন্দৰৰ স্বৰূপ।

সময়ৰ সোঁতত পৰিৱৰ্তনৰ লংগৰ পৰে। নতুন চিন্তা-চেতনাই মানুহক ভৱাই তোলে। বিৱৰ্তনৰ মাজেদিয়েই আমাৰ কথিত ভাষাই পালে লিখিত ৰূপ। ইয়াৰ লগে লগে অসমীয়া ভাষা সাহিত্য তথা সামাজিক ৰীতি-নীতিয়ে নতুন মাত্ৰা লাভ কৰে। চতুৰ্দশ শতিকাতে নিভাঁজ অসমীয়া ভাষাৰ প্ৰথম নিদৰ্শন পোৱা যায় প্ৰাক্ বৈষ্ণৱ যুগৰ কবি হেম সৰস্বতীৰ দ্বাৰা ৰচিত 'প্ৰহ্লাদ চৰিত' পুথিত। আনহাতে উত্তৰ ভাৰতৰ ভিতৰত প্ৰথম অসমীয়া ভাষাতহে মাধৱ কন্দলিয়ে অনুবাদ কৰে বাল্মিকী মুনি ৰচিত 'ৰামায়ণ'। তাদুপৰি অসমতেই প্ৰথম সৃষ্টি হয় মহাভাৰতীয় বৈশিষ্ট্যপূৰ্ণ সাহিত্যৰাজি। গভীৰ মননশীলতাৰ অধিকাৰী কাব্যিক সমাজ নন্দনতাত্বিক দৃষ্টিভংগীৰে, প্ৰাঞ্জল ভাষা প্ৰয়োগেৰে অনেক মহৎ ৰচনা প্ৰণয়ন কৰি অসমৰ সাংস্কৃতিক জগতৰ বিশাল ভেটি নিৰ্মাণ কৰে। ঐতিহাসিক সত্য-সমৃদ্ধ ৰচনা সম্ভাৰৰ উপৰি গীত-পদা-নাট আদিত বিচাৰিলেই পোৱা যায় ধ্বনিমূলক, শব্দমূলক আৰু ব্যাকৰণমূলক





বৈশিষ্ট্যৰ অপূৰ্ব নিদৰ্শন। কাব্যিক সৌন্দৰ্যৰে পৰিপূৰ্ণ — গীতি সাহিত্য, সাধুকথা, প্ৰবচন, ফকৰা যোজনাকে আদি কৰি সমগ্ৰ সৃষ্টি সম্ভাৰেই হ'ল মহাজীৱনৰ, মহাসাধকৰ অন্তৰ সংস্কৃতি। এই অন্তৰ সংস্কৃতিয়েই জাতিৰ পৰিচয়। যি পৰিচয় প্ৰতিফলিত হয় সাহিত্যৰ ইতিহাসত। গঢ়ি উঠে সমাজ গঢ়া দৰ্শন — বুৰঞ্জী।

'সেই ধন্য - নৰকুলে লোকে যাকে নাহি ভুলে।' যি ব্যক্তিক আত্মাৰ সাধনাই সমাজক প্ৰভাৱান্বিত কৰে আৰু যাৰ আত্মাৰ সত্য-শিৱ-সুন্দৰৰ স্থিতিত গঢ়ি উঠা সংস্কৃত ব্যক্তিত্বই মানৱ সভ্যতা আগ বঢ়াই নিয়ে তেতিয়া সেই ব্যক্তিয়েই শ্ৰেষ্ঠ মানৱ সমাজৰূপে বন্দিত হয়। হৃদয়ে হৃদয়ে লাভ কৰে অক্ষয় আসন। তেওঁ হৈ উঠে ইতিহাসৰ বিষয়। এনে এক সৰ্বজয়ী মানৱ শক্তিৰ অধিকাৰী মহাপুৰুষ শংকৰদেৱে পঞ্চদশ শতিকাৰ এইখন অসমতে তেওঁৰ আত্মাৰে সংস্কৃতি প্ৰয়োগ কৰিছিল। সামাজিক কালিমা দূৰ কৰি গঢ়ি তুলিছিল সংস্কৃতি সিদ্ধ সমাজ। ক্লান্তিহীন ত্যাগ আৰু সেৱাৰ শক্তিৰে — ধৰ্ম, কলা-কৃষ্টি, সাহিত্য-সংস্কৃতি, সমাজ, সত্ৰানুষ্ঠান সকলোখিনিকে মহান আদৰ্শৰ ভেটিত প্ৰতিষ্ঠা কৰে। এইগৰাকী কৰ্মযোগী মহাগুৰুৱে অসমৰ বিভিন্ন জাতি, বৰ্ণ, সম্প্ৰদায় নিৰ্বিশেষে সকলো মানুহৰ মাজত একত্ব প্ৰতিষ্ঠা কৰাৰ উপৰি ভিন ভিন জাতি-জনগোষ্ঠীৰ বিভিন্ন সাংস্কৃতিক উপাদানৰ সমন্বয়ত অসমীয়া সংস্কৃতিক পূৰ্ণৰূপ প্ৰদান কৰিলে। অসমীয়া জাতিৰ মানসিক, সাংস্কৃতিক আৰু আধ্যাত্মিক প্ৰয়োজন পূৰ্ণ কৰি তোলা শংকৰী সংস্কৃতি তুলনাবিহীন। জীৱন যথাৰ্থ কৰা কৰ্ম-সিদ্ধান্তৰে অসমীয়াক অসমীয়াত্ব প্ৰদান কৰি মহাপুৰুষ শংকৰদেৱৰ সাহিত্য কৃতী কোনো এটা যুগ বা নিৰ্দিষ্ট সময়ৰ মাজত সীমাবদ্ধ নাথাকে। সেই হেতুকে আজি ৫৫০ বছৰ অতিক্ৰম কৰাৰ পাছতো আমি দেখিছোঁ যে এক আশ্চৰ্যকৰ ৰূপত শংকৰী সংস্কৃতিৰে অসমীয়া সংস্কৃতি আলোকিত। এই সংস্কৃতি শাশ্বত। শংকৰদেৱৰ পিছত মাধৱদেৱ, দামোদৰদেৱ প্ৰমুখ্যে মহাপ্ৰাণসকলৰ দ্বাৰা শংকৰী সংস্কৃতিৰ চৰ্চা আৰু প্ৰচাৰৰ ধাৰা অক্ষুণ্ণ থাকে।

এনেদৰে প্ৰাচীন কালৰে পৰা অনেক বিপদ-বিঘিনিৰ মাজতো ধ্ৰুপদী পৰম্পৰা ৰক্ষা কৰি অসমীয়া সংস্কৃতিৰ কল্পে কল্পে ৰূপান্তৰ ঘটি আধুনিক ৰূপ পালে। এই কথা অনস্বীকাৰ্য যে অগণিত অসম প্ৰাণ ব্যক্তিয়ে অসমীয়া সমাজ-সংস্কৃতিলৈ আগ বঢ়োৱা আত্মিক অৱদানৰ মূল্যাংকণ কৰাতো অসম্ভৱ। ঊনবিংশ শতিকাৰ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, ড° বাণীকান্ত কাকতি, মহেশ্বৰ নেওগ, ডিম্বেশ্বৰ নেওগ, জনতাৰ শিল্পী জ্যোতি প্ৰসাদ আগৰৱালা আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ দৰে পণ্ডিত, সাহিত্যিক, গৱেষকসকলে শংকৰদেৱ অধ্যয়নৰ প্ৰয়োজনীয়তাক গভীৰভাৱে অনুভৱ কৰে। আৰু শংকৰী কৃষ্টি সংস্কৃতিৰ অন্তৰালত নিহিত থকা সত্যৰ উপলব্ধিৰে অসমীয়া সমাজখন শক্তিশালী কৰা কাৰ্যত ব্ৰতী হয়।

অসমৰ শিক্ষিত-সচেতন বিদ্বান সমাজে অসমীয়া জাতিৰ জাতীয়ত্ব অক্ষুণ্ণ ৰাখিবলৈ, অসমীয়া সংস্কৃতিৰ বিকাশ তথা সংৰক্ষিত কৰিবলৈ শৈক্ষিক সচেতনতা জগাই তোলাৰ উপৰি সংঘবদ্ধ চেতনাৰে সামাজিক দায়িত্ব গ্ৰহণ কৰে। ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধাশীল মনীষীসকলৰ সৃষ্টিমুখী চেতনাৰ গতিময়তাত উদ্ভাসিত হৈ উঠে তীব্ৰ সমাজ চেতনাৰ ৰূপ। গঢ়ি তোলে শিল্পকলা আৰু সংস্কৃতিৰ বিশাল ক্ষেত্ৰ। ন ন সৃষ্টি সম্ভাৰেৰে গাঁঠি যায় সাহিত্যৰ সুশোভিত মালা। 'ৰমন্যাসিক ত্ৰিমূৰ্তি'ৰূপে পৰিচিত চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষা-সাহিত্য, কলা-সংস্কৃতিৰ ক্ষেত্ৰত নৱ উন্মেষৰ সূচনা কৰে। এইসকল সমাজ হিতৈষীৰ প্ৰচেষ্টাতে সুদূৰ কলকাতাৰ পৰাই আৰম্ভ হয় গৌৰৱময় 'জোনাকী' যুগ। 'জোনাকী' যুগৰ আকাশত — 'বিজুলী' পোহৰেৰে উদয় হোৱা 'ঊষা' লগ্নত বাঁহীৰ ধ্বনিৰে মুঞ্জৰী উঠিল 'আলোচনী', আৰু জাতি-প্ৰিয়তাৰ আদৰ্শৰে সমাজক 'আৱাহন' কৰি সৰ্বত্ৰতে বিয়পাই দিলে আত্মিক সৌন্দৰ্যৰ বিমল 'সুৰভি'। নতুনকৈ আদৰি অনা 'পচোৱা'ৰ পিছতে অসমৰ সাহিত্যাকাশত 'ৰামধেনু' প্ৰতিফলিত হৈ সাম্প্ৰতিক ভাষা-সাহিত্যৰ নেতৃত্ব বহন কৰিছে 'প্ৰান্তিক' আদিয়ে। এনেদৰে জাতিৰ বাবে সঁচা মনেৰে কাম কৰা ব্যক্তিসকলৰ আত্মিক প্ৰতিভাই আমাৰ সাহিত্য সংস্কৃতিৰ ভেটি দৃঢ় আৰু বৃহৎ কৰি তোলে। আজিও আমাৰ জন্মভূমিৰ শিল্পীপ্ৰাণ ব্যক্তিসকলৰ অন্তৰ সংস্কৃতি বিভিন্ন ধাৰাৰে প্ৰবাহিত হৈ মানুহৰ বোধশক্তিক জগাই তোলাৰ লগতে যুগান্তকাৰী ইতিহাস ৰচনা কৰিবলৈ সক্ষম হয়। এনেদৰে চেতনালব্ধ সংগঠিত মানুহৰ দ্বাৰাই সমাজত ৰোপিত হয় জ্ঞান-সভ্যতা, জাতি-প্ৰিয়তা আৰু আত্ম-প্ৰসূত আদৰ্শ।

মানুহৰ জীৱনত আদৰ্শ নিৰ্ণয়ৰ মূল্য অসীম। কোনো ব্যক্তিৰ আদৰ্শ যদি সাৰ্বজনীন আদৰ্শলৈ পৰিণত হয় তেতিয়া সেই ব্যক্তি হৈ উঠে নিৰ্ভীক আশ্বাসৰ প্ৰতীক। তেওঁ হয় যুগৰ প্ৰতিনিধি আৰু তেওঁ বা তেওঁলোকৰ সেই আদৰ্শ একো একোটি অনুষ্ঠানলৈ পৰিণত হয়। সেই অনুষ্ঠানে ভাষা-সাহিত্যৰ ওপৰত প্ৰভাৱ পেলায়। সমাজখনক চেতনাবান কৰি ৰাখে। তেনে আদৰ্শ স্থাপন কৰি যুগৰ প্ৰতিনিধিস্বৰূপ ব্যক্তিৰ উদ্যোগতে ১৯১৭ খ্ৰীঃত জন্ম হয় জাতীয়তাবাদী অনুষ্ঠান — 'অসম সাহিত্য সভা'। প্ৰথমতে এই অনুষ্ঠানৰ নাম আছিল — 'সদৌ অসম সাহিত্য সন্মিলনী'। পিছত ১৯৪৪ খ্ৰীঃত নীলমণি ফুকনৰ সভাপতিত্বত শিৱসাগৰত অনুষ্ঠিত হোৱা অধিৱেশনত ৰখা হয় — 'অসম সাহিত্য সভা'। ভাষা-সাহিত্য আৰু কলা-সংস্কৃতিৰ মাধ্যমেৰে সমাজখন চেতনাৱান কৰি ৰখাই সাহিত্য সভাৰ লক্ষ্য আছিল। এই সম্পৰ্কে সভাৰ নিয়মাৱলীৰ দ্বিতীয় অনুচ্ছেদত এনেদৰে উল্লেখ আছে যে — 'অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীণ উন্নতি কৰাই এই সভাৰ ঘাই উদ্দেশ্য। লগতে অসমৰ থলুৱা ভাষা, সাহিত্য-সংস্কৃতিৰ উন্নয়নৰ বাবে কাম

কৰাও সভাৰ অন্যতম উদ্দেশ্য হ'ব।' এই সাংস্কৃতিক অনুষ্ঠানটিয়ে ভাষা-সাহিত্যৰ বাহিৰেও সংমিশ্ৰিত অসমীয়া জাতিটোক নভগাকৈ ৰখাৰ ওপৰতো সৰ্বাধিক গুৰুত্ব প্ৰদান কৰে। সাহিত্য সভাৰ কাণ্ডাৰীসকলৰ চিন্তা-চেতনাত জাতিৰ ঐক্য বন্ধনৰ দিশতো প্ৰতিফলিত হোৱা দেখা যায়। — 'অসমীয়া তুমি য'তে নাথাকা - শদিয়া সীমান্ততে হওক বা ধুবুৰীৰ প্ৰান্ততে হওক, পৰ্বত-পাহাৰতে হওক বা ভৈয়ামতে হওক, তুমি নৈপৰীয়া চৰুৱাই হোৱা বা খিলঞ্জীয়া আদিবাসীয়েই হোৱা; তোমাৰ এটাই পৰিচয় তুমি অসমীয়া; শত বাধা-বিঘিনিৰ মাজতো যেন - তোমাৰ অসমীয়া পৰিচয় জিলিকি থাকে।' (৪৬তম অধিৱেশন — শুৱালকুছি, সভাপতি অতুলচন্দ্ৰ বৰুৱা)

অসমৰ বিভিন্ন জাতি-জনগোষ্ঠীৰ অৱদান সমৃদ্ধ অনেক পুথি সাহিত্য সভাই প্ৰকাশ কৰি আহিছে। তদুপৰি বিভিন্ন জনগোষ্ঠীৰ পৰা অসমীয়া ভাষা-সাহিত্যৰ মৰ্যাদা বৃদ্ধিত অৰিহণা যোগোৱা সুকুমাৰ কলাৰ সাধকসকল অসম সাহিত্য সভাৰ পতাকাৰ তলত একান্ত হৈ আছে, যি পতাকাত অংকিত — 'চিৰ চেনেহী মোৰ ভাষা জননী'। আমাৰ জাতীয় জীৱনৰ অংগ সাহিত্য সভা। এই অনুষ্ঠানৰ দ্বি-বাৰ্ষিক অধিৱেশনসমূহ অসমৰ বিভিন্ন স্থানত অনুষ্ঠিত হৈ আহিছে। এইবাৰ (২০১১ খ্ৰীঃ) মহত্বপূৰ্ণ অনুষ্ঠানটিৰ একসপ্ততিতম দ্বি-বাৰ্ষিক অধিৱেশনৰ আয়োজন কৰা হৈছে আমাৰ চেনেহৰ দেৰগাঁওখনিত। দেৰগাঁৱৰ সংস্কৃতিবান ব্যক্তিসকলে আন্তৰিক প্ৰচেষ্টাৰে এনে মহৎ দায়িত্ব গ্ৰহণ কৰা দেখি আমি অতি আনন্দিত। পুণ্যতীৰ্থ অসমৰ ঐতিহাসিক গুণসম্পন্ন তথা সাংস্কৃতিক ক্ষেত্ৰ — আমাৰ দেৰগাঁও, য'ত জন্ম হৈছিল অসমীয়া ভাষা-সাহিত্যৰ দিক্‌দৰ্শী আৰু 'হেমকোষ' প্ৰণেতা হেমচন্দ্ৰ বৰুৱা, জোনাকী যুগৰ যশস্বী সাহিত্যিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী, সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিক। ইয়াতেই জন্ম হৈছিল — গল্পকাৰ লক্ষ্মীনাথ ফুকন, আধুনিক অসমীয়া কবিতাৰ সুনিপুণ খনিকৰ নীলমণি ফুকন, স্বনামধন্য সাহিত্যিক তথা সাংবাদিক কীৰ্তিনাথ হাজৰিকা, হৰেন্দ্ৰনাথ বৰুৱা, যশস্বী নিবন্ধকাৰ তথা গবেষক ড° নগেন শইকীয়া আদি। এইসকলৰ বাহিৰেও এই দেৰগাঁৱৰে ভালেসংখ্যক ব্যক্তিয়ে আত্মস্থিত প্ৰতিভাক উলিয়াই আনি ঔপন্যাসিক, গল্পকাৰ, নিবন্ধকাৰ, নাট্যকাৰ, কবি আৰু ভাষাবিদ হিচাপে অসমৰ বৌদ্ধিক জগতখন জিলিকাই ৰাখিছে। তদুপৰি গীত-নৃত্য-বাদ্য, নাট-অভিনয়, চিত্ৰ-ভাস্কৰ্য আদিৰো অমূল্য ভাণ্ডাৰ — দেৰগাঁও। দেৰগাঁও শক্তিশালী, ব্ৰিটিছৰ গোলাম হৈ নথকাৰ প্ৰতিজ্ঞাৰে দেশ-মাতৃকাৰ মুক্তিৰণত জঁপিয়াই পৰা মুক্তিকামীসকলৰ ত্যাগ আৰু অজেয় অন্তৰ বলেৰে। পৰিৱৰ্তনশীল সমাজ ব্যৱস্থাৰ মাজেদি আগ বাঢ়ি যোৱা দেৰগাঁও এখন সৰু চহৰ। কিন্তু সুন্দৰ। সকলো মানুহৰ মাজত প্ৰেম আৰু বিশ্বাসৰ সাংস্কৃতিক বন্ধনেৰে দেৰগাঁও ঐশ্বৰ্যশালী। কোনো সংঘাত-সংঘৰ্ষ, উগ্ৰবাদ, বিচ্ছিন্নতাবাদে স্পৰ্শ নকৰাকৈ ইয়াত বিৰাজ কৰি আছে সুস্থ-সামাজিক পৰিৱেশ।

সেয়ে দেৰগাঁৱৰ সাংস্কৃতিক আহ্বানৰ পৰিপ্ৰেক্ষিতত জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে অসমৰ সংস্কৃতিপ্ৰেমী ৰাইজ একত্ৰ হৈ অনুষ্ঠিত কৰিছে পবিত্ৰ 'সাহিত্য সভা'। আজিৰ এই মহান যজ্ঞত সুকুমাৰ কলাৰ মংগল আৰতিৰে আমি কৰিছোঁ মাতৃ-পূজা। আমি স্মৰণ কৰিছোঁ অনাদি কালৰে পৰা অসমীয়া সাহিত্য সংস্কৃতিৰ যুগমীয়া সৌধ নিৰ্মাণ কৰি যোৱা অমৰ ঋষি সাহিত্যিকসকলক। এই মাতৃপূজাৰ গুৰুত্ব নৱ জনশক্তিয়ে অনুভৱ কৰক। মাতৃপূজাৰ মাজেদিয়েই তেওঁলোকে বিচাৰি লওক জাতীয়ত্বৰ শিক্ষা আৰু সেৱাৰ সাধনা। ১৯১৭ খ্ৰীঃৰ পৰাই অসম সাহিত্য সভাই বিলাই আহিছে জ্ঞান সাগৰৰ অমৃত বাতৰি আৰু মানুহ একাত্ম হোৱাৰ শুভ সংবাদ। সাহিত্য সভাই জাগৃত কৰে সাংস্কৃতিক চেতনা যি চেতনাই জাতিৰ আয়ুস বৃদ্ধিত অৰিহণা যোগায়। আমি আশা কৰিছোঁ জাতীয়ত্বৰ গভীৰ অনুৰাগেৰে ৰঞ্জিত হৈ অসম সাহিত্য সভাই জাতিৰ আশা-আকাংক্ষা প্ৰকট কৰাত সফল হওক। জ্ঞান-তপস্বীসকলৰ অমৰ সৃষ্টিৰাজি শিৰত তুলি আমাৰ জন্মভূমিক ভাষা-সাহিত্য-সংস্কৃতিৰ মুকুতাৰে সজাই-পৰাই নতুন ৰূপ দিবলৈ সাহিত্য সভা শক্তিশালী হওক। এই পবিত্ৰ জাতীয় অনুষ্ঠানটিৰ বিশাল সাংস্কৃতিক মঞ্চত আমি যেন শুনিবলৈ পাওঁ — লখিমী আত্মাৰ শংখনাদ। আহক, আমি প্ৰাৰ্থনা কৰোঁ আমাৰ জন্মভূমি অসম জ্ঞানৰ গৌৰৱেৰে ভূষিত হৈ থাকক। ❑



## কৰ্ণধাৰ সমিতি


নীলপদ্ম ফুকন
সভাপতি, আদৰণী সমিতি


অতুল গোস্বামী
কাঃ সভাপতি, আদৰণী সমিতি


ড° পৰাগ ঠাকুৰ
সাঃ সম্পাদক, আদৰণী সমিতি


নুৰুল চুলতান
যুঃ সম্পাদক, আদৰণী সমিতি


নগেন বৰা
কোষাধ্যক্ষ, আদৰণী সমিতি


প্ৰফুল্ল চন্দ্ৰ বৰা


পৱিত্ৰ বৰবৰা


পৰশু তামুলী


অতুল মহন্ত


মুনীন বৰা


প্ৰভাত কুমাৰ ফুকন


অজিত দাস


জয়প্ৰকাশ খাদৰীয়া


সঞ্জয় হাজৰিকা


বিচিত্ৰ ভূষণ কলিতা


মাণিক চন্দ্ৰ দাৱ


পদ্মলোচন নাথ


সুশান্ত বৰা


ডাঃ অজিত বৰুৱা


অনিল মহন্ত


গোপালকৃষ্ণ খাউন্দ

যুটীয়া সম্পাদক, আদৰণী সমিতি


হেমেন হাজৰিকা

# দেৰগাঁও শাখা সাহিত্য সভা



দেৰগাঁও শাখা সাহিত্য সভা (২০০৯-২০১০)

দেৰগাঁও শাখা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু সম্পাদকসকল



চাৰুচন্দ্ৰ দেৱগোস্বামী



ত্ৰৈলোক্য নাথ শৰ্মা



ঈশেশ্বৰ বৰঠাকুৰ



পদ্মেশ্বৰ বৰঠাকুৰ



ৰবীন্দ্ৰনাথ হাজৰিকা



হৰকান্ত মহন্ত



লক্ষ্মীকান্ত মহন্ত



অম্বিকা ঠাকুৰ



ভূপেন বৰঠাকুৰ



প্ৰদ্যুৎ কুমাৰ মহন্ত



ড° নগেন ঠাকুৰ



দুলাল বৰদলৈ



অতুল গোস্বামী



নীলপদ্ম ফুকন



সপোনজ্যোতি ঠাকুৰ



বিচিত্ৰ ভূষণ কলিতা



মুনীন বৰা



প্ৰতাপ কন্দলী

কেইবাগৰাকীও প্ৰাক্তন সভাপতি আৰু সম্পাদকৰ আলোকচিত্ৰ সংগ্ৰহ কৰিব নোৱাৰি আমি দুঃখিত।

— সম্পাদনা সমিতি

## আদৰণী সমিতিৰ একাংশ



## উপ-সমিতিসমূহ



দিল্লী উপ-সমিতি



গুৱাহাটী উপ-সমিতি



শোভাযাত্ৰা উপ-সমিতি



প্ৰচাৰ উপ-সমিতি




কবি সন্মিলন উপ-সমিতি




বিজ্ঞানমেলা উপ-সমিতি




আবাসগৃহ আৰু প্ৰতিনিধি শিবিৰ পৰিচালনা উপ-সমিতি



অতিথি আবাস তদাৰক উপ-সমিতি



প্ৰতিনিধি নাম পঞ্জীয়ন উপ-সমিতি




জনসংযোগ উপ-সমিতি




মঞ্চ আদৰণী উপ-সমিতি



পতাকা উত্তোলন উপ-সমিতি



স্মৃতি তৰ্পণ উপ-সমিতি



পৰিৱেশ প্ৰদূষণ নিয়ন্ত্ৰণ উপ-সমিতি




ব্যৱস্থাপনা উপ-সমিতি




সাহিত্য প্ৰতিযোগিতা উপ-সমিতি



স্বেচ্ছাসেৱক উপ-সমিতি



স্বেচ্ছাসেৱিকা উপ-সমিতি




চাফাই আৰু পৰিস্কাৰ-পৰিচ্ছন্নতা উপ-সমিতি




বহিঃ বাণিজ্য উপ-সমিতি




খাদ্য বিতৰণ উপ-সমিতি




আলোচনা-চক্ৰ উপ-সমিতি



পৰিবহন আৰু যোগাযোগ উপ-সমিতি




খাদ্য উপ-সমিতি



মুকলি সভা উপ-সমিতি



প্ৰদৰ্শনী উপ-সমিতি




পোহৰ আৰু বিদ্যুৎযোগান উপ-সমিতি



গ্ৰন্থমেলা উপ-সমিতি



লাই খুটা স্থাপন



মঃ নাজু আলি
কাৰ্যালয় সম্পাদক

## বিভিন্ন অনুষ্ঠানৰ পৃষ্ঠপোষকসকল

**মূল সভাগৃহ**



হেমচন্দ্ৰ বৰুৱা ন্যাসৰ হৈ
দেবানন্দ বৰুৱা আৰু
জয়ন্ত বৰুৱা, গুৱাহাটী

**শোভাযাত্ৰা**




গোলাঘাট জিলা সমিতিৰ
উদ্যোগত সদৌ অসম ক্ষুদ্ৰ
চাহ খেতিয়ক সন্থা, অসম

**অসম দিৱস**



মুৰলীধৰ খৈতান
যোৰহাট

**প্ৰতিনিধি ৰভাগৃহ**



দেৱযানী মহন্ত
শিক্ষাবিদ হৰকান্ত মহন্তৰ স্মৃতিত

**প্ৰথম মুকলি সভা**



মুক্তিযোদ্ধা আৰু বিশিষ্ট শ্ৰমিক
নেতা নলীন চন্দ্ৰ মহন্তৰ স্মৃতিত
স্বৰ্ণপ্ৰভা মহন্ত

**দ্বিতীয় মুকলি সভা**



শিক্ষাবিদ চন্দ্ৰনাথ খাউন্দৰ
স্মৃতিত গোপালকৃষ্ণ খাউন্দ
আৰু পৰিয়ালবৰ্গ

**নাটক**



শ্যামসুন্দৰ আগ্ৰৱালা
পিতৃ মোহনলাল আগ্ৰৱালাৰ
স্মৃতিত

**দৰ্শন সন্মিলন**



অনুৰূপা হাজৰিকা
শিক্ষাবিদ জীৱনাথ হাজৰিকাৰ
স্মৃতিত

**পতাকা উত্তোলন**



ডাঃ নীলকমল বেজবৰুৱাৰ
স্মৃতিত প্ৰভাত বেজবৰুৱা
যোৰহাট

**বুৰঞ্জী সন্মিলন**



সৰ্বেশ্বৰ শৰ্মা (বৰঠাকুৰ)ৰ
স্মৃতিত অঞ্জুৰী বৰঠাকুৰ
আৰু পৰিয়ালবৰ্গ

**ৰামধেনু**



মহেন্দ্ৰনাথ হাজৰিকা
নীলমণি ফুকন, ৰবীন্দ্ৰনাথ হাজৰিকা,
আজিজুৰ ৰহমান, অৰুণ ভট্টাচাৰ্য, অমল
গোস্বামী আৰু সোমেশ্বৰী হাজৰিকাৰ সন্মানাৰ্থে

**আকাশ**



মুনজ্যোতি শইকীয়া
গুৱাহাটী

**সাহিত্য প্ৰতিযোগিতা**



ৰঞ্জিত (মণি) বৰা
ইন্দ্ৰেশ্বৰ বৰা, বগী বৰা
আৰু নন্দেশ্বৰ বৰাৰ স্মৃতিত

**নাটক**



পৰেশ চন্দ্ৰ খাউন্দ
পিতৃ নৰেন্দ্ৰনাথ খাউন্দৰ স্মৃতিত

**স্মৃতি তৰ্পণ**



ডাঃ গুণোত্তম বৰা
পিতৃ গোলাপ চন্দ্ৰ বৰাৰ স্মৃতিত

**মঞ্চসজ্জা**



দীপান্বিতা দুৱৰা
বনগাঁও

## সন্মানীয় বৰঙণি দাতাসকল (১০,০০০/-টকাৰ ঊৰ্দ্ধৰ)


ৰাধা বৰা


তৰুণ হাজৰিকা


প্ৰদীপ শৰ্মা


উৎপল ঠাকুৰ (অজু)


নুৰুল চুলতান


পদ্মনাথ শৰ্মা


জয়প্ৰকাশ খাদৰীয়া


বীৰেশ্বৰ কোঁৱৰ


মঃ মুকিব হুছেইন


ভোগেশ্বৰ বৰা (বেলেহু)


উৎপল শইকীয়া (মণ্টু)


মৃদুল গগৈ


অনিতা গগৈ


দিলীপ আগ্ৰৱালা


অমল গোহাঁই


সন্তোষ ভট্টাচাৰ্য


ৰাম অৱতাৰ জালান


ডাঃ মঞ্জিল গোস্বামী


ভগৱান শৰ্মা


দিলীপ শৰ্মা


আব্দুল কাদিৰ


ৰাজীৱ বৰঠাকুৰ


ভাস্বতী শৰ্মা বৰঠাকুৰ


পলাশ কৌশিক ঠাকুৰ


সোমেশ্বৰ বাঢ়ৈ

## সন্মানীয় বৰঙণি দাতাসকল (১০,০০০/-টকাৰ ঊৰ্দ্ধৰ)


ঋতুৰাজ বৰুৱা


মহেশ আগ্ৰৱালা


বিশ্বেশ্বৰ দত্ত


যুগল কিশোৰ কাব্ৰা


ডাঃ খলিল উল্লা


প্ৰকাশ গুপ্তা


ৰাজুমণি হুছেইন


অতুল শইকীয়া


বিশ্বামিত্ৰ দ্বিবেদী


অমৃত বৰুৱা


পুনম চান্দ মহেশ্ৰী


দীপ বৰবৰা


বিপিন হাজৰিকা


মঃ হাচান আলি


আলহাজ্ব চিফট আলি চিদ্দিকী


ৰজত শৰ্মা


অৱনী গোহাঁই


ডাঃ মুকুল শৰ্মা


অৰূপ শৰ্মা (পুতুল)


হিতেশ্বৰ শইকীয়া


ৰুবুল ঠাকুৰ


লালচান্দ আগ্ৰৱালা


মইনা নেওগ


চপলা ঘোষ
(ফটিক চন্দ্ৰ ঘোষৰ স্মৃতিত)


অন্তৰীপা ঠাকুৰ মুখাৰ্জী

## স্মৃতিগ্ৰন্থ সম্পাদনা সমিতি


ড° কালীপ্ৰসাদ গোস্বামী
উপদেষ্টা


দুলাল বৰদলৈ
উপদেষ্টা


পংকেজ ঠাকুৰ
উপদেষ্টা


ভুবন খাউন্দ
উপদেষ্টা


শৰৎ ৰাণা বৰা
সম্পাদক


ড° নগেন ঠাকুৰ
সভাপতি


গুণীন শৰ্মা
সম্পাদক


অতুল মহন্ত
উপ-সভাপতি


কল্পনা দত্ত বৰা
সহঃ সম্পাদিকা


বীণা ঠাকুৰ বেজবৰুৱা
সদস্যা


বেণু বৰা
সদস্যা


ৰাজেন পূজাৰী
সদস্য


পদ্মলোচন নাথ
সদস্য


বিচিত্ৰভূষণ কলিতা
সদস্য


নুৰুল চুলতান
সদস্য


অনিমা দেৱী বৰঠাকুৰ
সদস্যা


যুতিমালা বৰঠাকুৰ
সদস্যা


লাতুমণি (বৰা) শইকীয়া
সদস্যা


সুশান্ত বৰা
সদস্য


জ্যোতি শৰ্মা বৰঠাকুৰ
সদস্যা


অৰুণ বিকাশ বৰুৱা
সদস্য


ইন্দুভূষণ মহন্ত
সদস্য


ভাস্কৰজ্যোতি বৰদলৈ
সদস্য


চাইফুল হুছেইন
সদস্য


পাৰ্থপ্ৰতিম তামুলী
সদস্য

# অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক লিমিটেড




## এপেক্স বেংকৰ সৈতে হাত মিলাই যাওক আগুৱাই



**আগবঢ়োৱা বিশেষ আঁচনিসমূহ ঃ**

- এপেক্স বেংকত সঞ্চয় কৰি অধিক লাভৱান হওক
- সুলভ সুদত কৃষি ঋণ
- সন্তানৰ শিক্ষা, বিয়া-বাৰু, ঘৰ মেৰামতি আৰু গাড়ী কিনাৰ বাবে ব্যক্তিগত ঋণ
- ক্ষুদ্ৰ ব্যৱসায়ীৰ বাবে 'দৈনিক জমা আঁচনি'
- ব্যৱসায়ীৰ বাবে বিভিন্ন ঋণৰ আঁচনি
- আত্মসহায়ক গোটৰ বাবে ঋণৰ সুবিধা
- অহা অক্টোবৰ-নৱেম্বৰ মাহৰ পৰা ক'ৰ বেংকিং (CBS) সেৱা প্ৰৱৰ্তনৰ আঁচনি প্ৰতিবন্ধী লোকৰ বাবে বিশেষ ঋণ আঁচনি
- এপেক্স বেংকৰ অংশীদাৰ হৈ ম্যাদী জমাৰ ওপৰত উৎসতে কটা কৰৰ (TDS) পৰা ৰেহাই পাওক
- R.T.G.S.সেৱাৰ প্ৰচলন









*With Best Complement from,*

## Health Circle Pvt. Ltd.
## Choudhury Infra Trade India Pvt. Ltd.

**HEALTH CIRCLE PRIVATE LIMITED**

An ISO 9001 : 2008 certified company

***H.O.*** : 5, VIP Road, Near Rajdhani Masjid, Dispur, Guwahati-781 006, Assam, India. Ph: +91-361-2235763, Fax: +91-361-2235764
***Corporate Off.***: Safdarjung Enclave, B-7/77 Extension, 1st Flr, New Delhi-110 029, India. Ph: +91-11-26182491, Fax: +91-11-26182492
*Website*: www.healthcircleindia.com, e-mail: response@healthcircleindia.com, healthcircle_india@yahoo.com

# আদৰণী সমিতিৰ সভাপতিৰ একাষাৰ

বহু প্ৰতীক্ষিত, বহু আকাংক্ষিত, বহু ঈপ্সিত অসমৰ জাতীয় জীৱনৰ সবাতোকৈ আদৰৰ আৰু চিৰ চেনেহৰ অনুষ্ঠান, অসমীয়া জাতিৰ হিয়াৰ আমঠু স্বৰূপ অসম সাহিত্য সভাৰ মূল অধিৱেশন (এক সপ্ততিতম অধিৱেশন) খনি ২০১১ চনৰ ১, ২, ৩ আৰু ৪ ফেব্ৰুৱাৰী তাৰিখে ঐতিহ্যপূৰ্ণ দেৰগাঁৱত অনুষ্ঠিত কৰাৰ সিদ্ধান্তই বৃহত্তৰ দেৰগাঁও তথা গোলাঘাটবাসীৰ অন্তৰত সীমাহীন আনন্দৰ জোৱাৰ তুলিছে।

১৯৯৪ চনৰ পৰাই অবিৰতভাবে দেৰগাঁও শাখা সাহিত্য সভাই অসম সাহিত্য সভাক মূল অধিৱেশনখনি দেৰগাঁৱত অনুষ্ঠিত কৰিবলৈ আবেদন জনাই আহিছিল। এই আবেদনৰ প্ৰতি সঁহাৰি জনাই পলমকৈ হ'লেও দেৰগাঁৱত অনুষ্ঠিত কৰাৰ যি সিদ্ধান্ত লোৱা হ'ল সেই সিদ্ধান্তক দেৰগাঁওবাসী ৰাইজে আন্তৰিকতাৰে আদৰণি জনাইছে।

বৰলুইতৰ বুকুৰেদি ইতিমধ্যে বহু জলৰাশি প্ৰবাহিত হৈ গৈছে। সময়ৰ লগে লগে অসম সাহিত্য সভাৰো আকাৰ আৰু আয়তন যথেষ্ট বিস্তৃত হৈছে। ই আনন্দৰেই কথা। দেৰগাঁৱৰ ৰাইজে এই অধিৱেশনখনি সফলভাবে অনুষ্ঠিত কৰাৰ গধূৰ দায়িত্বক এক প্ৰত্যাহ্বান হিচাপে মূৰ পাতি লৈছে।

যোৱা ২০০৯ চনৰ ১৯ জুলাই তাৰিখে অনুষ্ঠিত বৃহত্তৰ দেৰগাঁৱৰ ৰাজহুৱা সভাৰ প্ৰস্তাৱ মৰ্মে এখনি আদৰণী সমিতি গঠন কৰা হয়। আদৰণী সমিতিয়ে পৰৱৰ্তী সময়ত বিভিন্ন উপ-সমিতিৰ লগতে স্মৃতিগ্ৰন্থ উপ-সমিতিও গঠন কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক ড° নগেন ঠাকুৰক সভাপতি, সাহিত্যিক শ্ৰীঅতুলচন্দ্ৰ মহন্তক উপ-সভাপতি, দেৰগাঁও কমল দুৱৰা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক শ্ৰীগুণীন শৰ্মা আৰু নাট্যকাৰ শ্ৰীশৰৎৰাণা বৰাক যুটীয়া সম্পাদক হিচাপে লৈ স্মৃতিগ্ৰন্থ সমিতিখন গঠন কৰা হয়।

**'দিচৈ-দৰিয়া'** নামকৰণেৰে স্মৃতিগ্ৰন্থ সমিতিয়ে সম্পাদন কৰা স্মৃতিগ্ৰন্থখনি সহৃদয় সাহিত্যানুৰাগী ৰাইজৰ হাতত তুলি দিয়া হ'ল। স্মৃতিগ্ৰন্থখনি হাতত লৈ ৰসগ্ৰাহী পাঠকে ইয়াৰ মানৰ প্ৰতি সততে দৃষ্টিপাত কৰাটো স্বাভাৱিক। আলোচনীখনি আশানুৰূপ মানলৈ উন্নীত হৈছেনে নাই তাৰ সঠিক মূল্যায়ন পঢ়ুৱৈ সমাজলৈ এৰি দিলোঁ।

স্মৃতিগ্ৰন্থ সমিতিয়ে যুগুত কৰি প্ৰকাশ কৰা এই স্মৃতিগ্ৰন্থখনিত দেৰগাঁৱৰ বৰ্ণিল ইতিহাস আৰু ঐতিহ্যৰ কিছু ৰেঙণি প্ৰতিফলিত কৰিবলৈ বিচৰাৰ লগতে সাহিত্য-সংস্কৃতিমূলক বিবিধ প্ৰবন্ধ সন্নিবিষ্ট কৰি মান-বিশিষ্ট কৰি তুলিবলৈ যত্নৰ ত্ৰুটি কৰা নাই।

শেষত আমাৰ অগোচৰে কিবা দোষ-ত্ৰুটি থাকিলে তাক মৰিষণ কৰিবলৈ অনুৰোধ জনাই সকলোলৈকে ধন্যবাদ জ্ঞাপন কৰি আমাৰ বক্তব্য সামৰণি মাৰিলোঁ।

জয়তু চিৰচেনেহী ভাষা জননী।

**নীলপদ্ম ফুকন**
সভাপতি, আদৰণী সমিতি

# আদৰণী সমিতিৰ সাধাৰণ সম্পাদকৰ একাষাৰ


**ৰ চেনেহী মোৰ ভাষা জননী’**

অসম সাহিত্য সভাৰ একসপ্ততিতম দ্বি-বাৰ্ষিক অধিৱেশনখন অসমীয়া ভাষা-সাহিত্যৰ কাণ্ডাৰীস্বৰূপ ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ জন্মস্থান আৰু অসমৰ বৌদ্ধিক জগতখনক অনন্য বৰঙণিৰে উজলাই ৰখা কেইবাগৰাকীও লোকৰ জন্মভূমি বুৰঞ্জীপ্ৰসিদ্ধ দেৰগাঁৱত অনুষ্ঠিত কৰিবলৈ সুযোগ লাভ কৰাৰ সৌভাগ্য ঘটাৰ বাবে আমি অতিশয় গৌৰৱান্বিত হৈছোঁ। আমি বৃহত্তৰ দেৰগাঁৱকে ধৰি সমগ্ৰ অসমৰ ৰাইজক ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ক্ষেত্ৰলৈ শ্ৰদ্ধাৰে আদৰি আনিছোঁ। এই সুযোগতে স্মৃতিগ্ৰন্থ ‘দিচৈ দৰিয়া’ৰ যোগেদি ৰাইজলৈ আন্তৰিক অভিবাদন আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

অসমৰ জাতীয় জীৱনক সবল নেতৃত্ব দিয়া অসমবাসীৰ হিয়াৰ আমঠুস্বৰূপ অসম সাহিত্য সভাই ১৯১৭ চনৰ পৰা আজিলৈকে অসমৰ ভাষা-সাহিত্য, সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাশীল, অসমৰ বৰেণ্য মহান সাহিত্যিকসকলৰ যত্ন আৰু অসমৰ বিভিন্ন জিলা আৰু শাখা সাহিত্য সভাৰ নিষ্ঠাৱান কৰ্মীসকলৰ শাৰীৰিক-মানসিক শ্ৰমৰ বিনিময়ত অসমৰ ভাষা, সাহিত্য-সংস্কৃতিৰ ক্ৰমবিকাশ ঘটোৱাৰ লগতে অসমৰ বিভিন্ন জাতি-জনগোষ্ঠীৰ মাজত সমন্বয়ৰ সেতু গঢ়ি, জাতীয় ঐক্য-সংহতি, ভাতৃত্ববোধ ৰচনা কৰি লগতে অসমৰ বিভিন্ন সমস্যাৰ হকে মাত মাতি অসমীয়া ভাষা জননীৰ প্ৰতি সেৱা আগ বঢ়াই আহিছে। অসম সাহিত্য সভাই অসমত বাস কৰা বিভিন্ন জাতি-উপজাতি, জনগোষ্ঠী-সম্প্ৰদায়ৰ মাজত সমন্বয়ৰ সেতু ৰচনা কৰি অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ লোককো সামৰি মহামিলনৰ থলী হিচাপে গঢ়ি তোলাৰ আপ্ৰাণ চেষ্টা কৰিছে। অসম সাহিত্য সভা বৰ্তমান মহান ভাষা-সাহিত্য-সংস্কৃতিৰ এক মহৎ অনুষ্ঠানত পৰিণত হৈছে। ই অসমবাসীৰ বাবে গৌৰৱৰ বিষয়। অসমৰ বৰ্ণাঢ্য ইতিহাসৰ পাত লুটিয়ালে আমি দেখা পাওঁ দেৰগাঁও অসমৰ ভিতৰতে লেখত ল’ব পৰা বুৰঞ্জীপ্ৰসিদ্ধ ঠাই। অসমৰ প্ৰাচীন সম্পদসমূহক সাবটি লৈ দেৰগাঁও স্বকীয় গৌৰৱ-গৰিমাৰে উজ্জ্বল হৈ আছে। প্ৰাচীন তথ্যৰাজিৰ পৰা জনা যায় যে ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিমতে অসমখন ইংৰাজৰ হাতলৈ গৈছিল যদিও এই দেৰগাঁও অঞ্চলটো ইংৰাজৰ হাতলৈ যোৱা নাছিল। ব্ৰিটিছে উত্তৰপাৰে শদিয়াৰ পৰা বিশ্বনাথলৈ আৰু দক্ষিণপাৰে দিহিঙৰ পৰা ধনশিৰিলৈকে অঞ্চলটো আহোম ৰজা পুৰন্দৰ সিংহক বছৰি ৫০,০০০ টকাত লালবন্দী কৰিছিল। ১৮৩৮ চনত পুৰন্দৰ সিংহৰ পৰা আঁতৰাই ব্ৰিটিছে নিজৰ দখললৈ নিয়ে। এই কথা প্ৰাক্তন অধ্যক্ষ শিৱ শৰ্মাই দেৰগাঁও বা দেৱগ্ৰামৰ ইতিহাসত উল্লেখ কৰিছে।

ইংৰাজসকলে প্ৰশাসনীয় সুবিধাৰ্থে একো একোটা অঞ্চলক ৰাজহ খণ্ড/চক্ৰ হিচাপে (Revenue Circle) নিৰ্মাণ কৰি দেৰগাঁৱক কেইবাটাও মৌজাত বিভক্ত কৰিছিল, যেনে — দেৰগাঁও, মিছামৰা,





গুৰযোগনীয়া ইত্যাদি। এইখন দেৰগাঁৱৰ প্ৰাচীন চাৰিসীমা মিছামৰা, গুৰযোগনীয়া মৌজা সামৰিহে নিৰ্ধাৰণ কৰা হৈছিল, যেনে — উত্তৰে ব্ৰহ্মপুত্ৰ, পূবে শীতলি নগৰ, দক্ষিণে ওপৰ দৈয়াং আৰু পশ্চিমে দৰিয়া। শীতলি নগৰ কালৰ বুকুত হেৰাই গ’ল যদিও বৰ্তমান নেঘেৰিটিং শিৱদ’লৰ নাতিদূৰতে থকা শীতল পথাৰে তাৰ স্মৃতি বহন কৰি আহিছে। বৰ্তমান দেৰগাঁৱৰ চাৰিসীমা এনে ধৰণৰ — উত্তৰে ব্ৰহ্মপুত্ৰ নদী, দক্ষিণে গণকপুখুৰী, পূবে কাকডোঙা নদী, পশ্চিমে বনগাঁও।

ঐতিহ্যমণ্ডিত দেৰগাঁৱৰ প্ৰাচীন নাম আছিল দেৱগ্ৰাম। আহোম স্বৰ্গদেউসকলে ভাটিৰ পৰা আনি প্ৰতিষ্ঠা কৰা আগমাচাৰ্য ব্ৰাহ্মণক মাটি বৃত্তি দান দিয়া তামৰ ফলিত দেৱগ্ৰাম নামটোৰ উল্লেখ আছে। অৱশ্যে প্ৰাচীন কামৰূপ ৰাজ্য পতনৰ পিছত বুৰঞ্জীৰ মতে আহোম-কছাৰী যুদ্ধৰ বৰ্ণনাত দেৰগাঁৱক দেৰগাঁও বুলিহে উল্লেখ কৰিছে। বুৰঞ্জী মতে দেৰগাঁও কছাৰী ৰজাৰ ৰাজধানীস্বৰূপ আছিল। সম্ভৱ কছাৰী ৰজাৰ দেওৰগাঁও কালক্ৰমত দেৰগাঁও হ’লগৈ। ড° সূৰ্যকুমাৰ ভূঞা সম্পাদিত ‘দেওধাই বুৰঞ্জী’ত দেৰগাঁও বুলি উল্লেখ আছে। ‘... ৰজাদেৱে মৰঙ্গীৰ পৰা দেৰগাঁৱতে এঠাই হ’ল ... পাছে ৰাজাদেৱেও, গোহাঁইদেওসকলেও দেৰগাঁৱতে থাকি ভটিয়াই গ’ল।’ দেৰগাঁও আৰ্য আৰু অনাৰ্য সংস্কৃতিয়ে চুই যোৱা সংস্কৃতিৰ সমন্বয়ৰ মিলন ক্ষেত্ৰ।

ঐতিহ্যমণ্ডিত দেৰগাঁও আৰ্য-অনাৰ্য জনগোষ্ঠীৰেই মিলনভূমি নহয়। পুৰণি বৰ অসমৰ মানচিত্ৰৰে চাবলৈ গ’লে পৰ্বত-ভৈয়ামৰ উপৰি ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যৰ লোকৰ লগতে মুছলমান লোকেৰেও পৰিপূৰ্ণ এখন ঠাই দেৰগাঁও। ইয়াত বুৰঞ্জীপ্ৰসিদ্ধ কেইবাখনো মুছলমান গাঁও আছে। বিহংগম দৃষ্টিৰে চাবলৈ গ’লে সমগ্ৰ অঞ্চলটো আহোম, চুতীয়া, ব্ৰাহ্মণ, গোসাঁই, কৈৱৰ্ত, কলিতা, কেওঁট, তেলী, মুছলমান, চাহ জনগোষ্ঠী, মিচিং, মাৰোৱাৰী, বিহাৰী, পাঞ্জাৱী, নেপালী, বাঙালী, ৰাভা, কছাৰী, ৰাজবংশী, কায়স্থ ইত্যাদি বিভিন্ন সম্প্ৰদায়ৰ বাসস্থান। কিন্তু এই সম্প্ৰদায়সমূহৰ মাজত কোনো বিৰোধ নাই। দেৰগাঁৱৰ মাটিত যি এবাৰ ভৰি দিয়ে সেইজন যি সম্প্ৰদায়ৰ নহওক ইয়াতে বসবাস কৰে। দেৰগাঁও এখন শান্তিৰ থলী।

দেৰগাঁও বা দেৱগ্ৰামৰ সাংস্কৃতিক ইতিহাসো অতি প্ৰাচীন। এসময়ত দেৰগাঁৱত বৈষ্ণৱ ধৰ্মৰ লগতে শাক্ত আৰু শৈৱ ধৰ্মৰ প্ৰভাৱো বেছি আছিল। আহোম স্বৰ্গদেউ প্ৰতাপ সিংহ আৰু ৰাজেশ্বৰ সিংহই প্ৰতিষ্ঠা কৰা নেঘেৰিটিং শিৱদ’ল কেৱল দেৰগাঁৱৰ বাবেই নহয়, সমগ্ৰ অসমৰে শৈৱ আদৰ্শৰ কীৰ্তি-চিহ্ন। এইসমূহৰ উপৰি কেইবাখনো বুৰঞ্জীপ্ৰসিদ্ধ শাক্ত সত্ৰ আছে। সেই শাক্ত সত্ৰৰ ভিতৰত মুকলিমূৰীয়া সত্ৰ, ন-গোসাঁই সত্ৰ, বুঢ়ী গোসাঁনী থানৰ কথা উল্লেখ কৰিব পাৰি। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱৰ লগতে তেৰাসকলৰ সমসাময়িক সন্ত মহন্তসকলে স্থাপন কৰা কেইবাখনো বৈষ্ণৱ সত্ৰ আছে। এই সত্ৰসমূহৰ ভিতৰত কাথবাপু সত্ৰ, অচ্যুৎ গুৰু ঠাকুলীয়াল সত্ৰ, পুৰণিমাটি সত্ৰ ইত্যাদিৰ কথা ক’ব পাৰি। মিছামৰাৰ খনিকৰৰ ‘খনিকৰ পুথি’ সমগ্ৰ অসমৰে বৈষ্ণৱ ধৰ্মৰ সম্পদ। মুছলমানসকলৰ মছজিদ, শিখসকলৰ গুৰুদ্বাৰ সেইসকলৰ উপাসনাৰ থলী হিচাপে ইয়াতো বিদ্যমান। দেৰগাঁৱৰ প্ৰতিখন গাঁৱতে বৈষ্ণৱ ধৰ্মৰ গভীৰ প্ৰভাৱ থকা এটা বা একাধিককৈ ‘নামঘৰ’ আছে।

গোলকীকৰণৰ যুগতো দেৰগাঁৱৰ ৰাইজে নিজা ঐতিহ্য, পৰম্পৰাৰ লগত আধুনিক যান্ত্ৰিকতাৰ সমন্বয় ৰক্ষা কৰাৰ লগতে জাতীয় ঐক্য সাধনতো সবল ভূমিকা ল’ব পাৰিছে। নট-নটীৰ দ্বাৰা নৃত্য কৰা পৰম্পৰা নেঘেৰিটিঙৰ নট গাঁৱে স্বাক্ষৰ বহন কৰে। দেৰগাঁৱৰ ৰজাবাহৰৰ ‘ভঁৰালৰ বাৰী’ আহোম স্বৰ্গদেউসকলৰ ৰাজভঁৰাল আছিল। দেৰগাঁৱত উৎপাদন হোৱা বিভিন্ন শস্য, পশুধন, শিল্প ভঁৰালৰ বাৰীত জমা হৈছিল। তদুপৰি ভঁৰালবাৰীৰ নাতি দূৰে দূৰে অনেক বৃত্তিজীৱী লোকৰ গাঁও ইতিহাসৰ দিনৰ পৰাই আছিল। বৃত্তি অনুসৰি নামকৰণ কৰা অঞ্চলসমূহ হ’ল — গুৱালগাঁও, নটগাঁও, হাঁহচোৰা, ছাগলীচুক, কুমাৰ, তেলীয়া, কমাৰ, সোণাৰী, দুলীয়া, খনিকৰ, হাবিয়াল, মুদৈ, হালোৱা, দাধৰা, কাঠকটীয়া ইত্যাদি।

বিভিন্ন সম্প্ৰদায়ৰ মিলনভূমি এই ঠাইখনে অসমৰ সাহিত্য-সংস্কৃতি, শিক্ষা আৰু প্ৰশাসনীয় ক্ষেত্ৰলৈ যি বৈশিষ্ট্যপূৰ্ণ অৱদান আগ বঢ়াই আহিছে তাৰ বাবে আমি দেৰগাঁওবাসী ৰাইজ গৌৰৱান্বিত। অন্যান্য বৰঙণিৰে দেৰগাঁৱক মহীয়ান কৰি ৰখাসকলৰ ভিতৰত ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, দেৰগাঁৱৰে প্ৰত্নতাত্ত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী, বিশিষ্ট সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱা, সাংবাদিকতাৰ অগ্ৰদূত, কবি-সাহিত্যিক লক্ষ্মীনাথ

ফুকন, বিপ্লৱী কবি ধীৰেন দত্ত, অসমীয়া সাহিত্যৰ কিংবদন্তি পুৰুষ সাহিত্যাচাৰ্য চৈয়দ আব্দুল মালিক, সাংবাদিক-সাহিত্যিক কীৰ্তিনাথ হাজৰিকা, বিশিষ্ট কবি, কলা-সমালোচক নীলমণি ফুকন, আধুনিক দেৰগাঁৱৰ নিৰ্মাতা নৰেন শৰ্মা, প্ৰসিদ্ধ সাহিত্যিক ড° নগেন শইকীয়া, জিকিৰ সম্ৰাট ৰেকিবুদ্দিন আহমেদ, নৃত্যাচাৰ্য যতীন গোস্বামী, সংগীত-শিল্পী, সাহিত্যিক ডাঃ উপেন কাকতি, অভিনেতা-কথাছবি পৰিচালক শিৱ ঠাকুৰ, বিশিষ্ট চিত্ৰশিল্পী ননী বৰপূজাৰী, ভাস্কৰ্যশিল্পী প্ৰণবেন্দু বিকাশ ধৰ আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এইসকলৰ উপৰি আন ভালেকেইগৰাকী যশস্বী কবি, সাহিত্যিক, নাট্যকাৰ তথা প্ৰতিভাৱান শিল্পীয়ে দেৰগাঁৱৰ নাম উজ্জ্বল কৰিছে।

দেৰগাঁৱত প্ৰথমবাৰৰ বাবে অনুষ্ঠিত কৰিব খোজা একসপ্ততিতম অধিৱেশনখনি সাফল্যমণ্ডিত কৰাৰ দিশত অসমৰ মাননীয় মুখ্য মন্ত্ৰী মহোদয়, মাননীয় গড়কাপ্তানী মন্ত্ৰী মহোদয়া, খুমটাই সমষ্টিৰ বিধায়ক শ্ৰীযুত প্ৰবীণ গগৈদেৱ আৰু দেৰগাঁও সমষ্টিৰ বিধায়িকা শ্ৰীযুতা সুশীলা হাজৰীকা ডাঙৰীয়ানীৰ সহায় নোহোৱা হ'লে দেৰগাঁৱৰ অধিৱেশনখনিয়ে বৰ্তমান অৱস্থা নাপালেহেঁতেন। এই সুযোগতে আদৰণী সমিতিৰ হৈ অসম চৰকাৰক আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। লগতে বিশেষ সহায়-সহযোগিতাৰ বাবে গোলাঘাট জিলাৰ মাননীয় উপায়ুক্ত মহোদয়েও আমাক কৃতজ্ঞতাৰ পাশত বান্ধ খুৱালে।

অধিৱেশনখনিৰ চালিকা শক্তি অসম সাহিত্য সভাৰ কেন্দ্ৰীয় সমিতিৰ সহায়-সহযোগিতাও কৃতজ্ঞতাৰে সোঁৱৰণ কৰিছোঁ। লগতে আদৰণী সমিতিৰ মাননীয় সভাপতি মহোদয়, কাৰ্যকৰী সভাপতি মহোদয়, উপ-সভাপতিসকল, যুটীয়া সম্পাদকসকল, কৰ্ণধাৰ সমিতিৰ বিষয়ববীয়াসকল, বিভিন্ন উপ-সমিতিৰ সভাপতি-সম্পাদক প্ৰমুখ্যে বিষয়ববীয়াসকলৰ সহায়-সহযোগিতাৰ কথা এইখিনিতে বিশেষভাৱে উল্লেখ কৰিলো। তেখেতসকলৰ সহায়-সদুপদেশৰ বাবে আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। দেৰগাঁও শাখা সাহিত্য সভাৰ সভাপতি-সম্পাদককে মুখ্য কৰি সকলোলৈকে তেখেতসকলৰ সহযোগিতাৰ বাবে ধন্যবাদ জনাইছোঁ।

অধিৱেশনৰ স্মৃতিগ্ৰন্থ 'দিচৈ-দৰিয়া' প্ৰকাশৰ বাবে শ্ৰদ্ধাৰ ড° নগেন ঠাকুৰদেৱক সভাপতি, শ্ৰীগুণীন শৰ্মা আৰু শ্ৰীশৰৎ ৰাণা বৰাক সম্পাদক তথা আন বহুকেইজন গুণী ব্যক্তিৰে সৈতে এখনি সম্পাদনা সমিতি গঠন কৰা হৈছিল। এই ক্ষেত্ৰত সম্পাদনা সমিতিয়ে এধানিমানো যত্নৰ ত্ৰুটি কৰা নাই। তেখেতসকললৈ মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ।

অধিৱেশনখনি সুচাৰুৰূপে সম্পন্ন কৰিবলৈ দান-বৰঙণি আগ বঢ়োৱা সদাশয় ৰাইজ, বিভিন্ন অনুষ্ঠান পৰিচালনাৰ বাবে বিভিন্ন প্ৰকাৰে সহায় আগ বঢ়োৱা সদাশয় দাতাবৃন্দ, দেৰগাঁও পৌৰসভা আৰু দেৰগাঁও ব্যৱসায়ী সন্থাকে মুখ্য কৰি চৰকাৰী-বেচৰকাৰী সমূহ অনুষ্ঠান-প্ৰতিষ্ঠানলৈ আমাৰ আন্তৰিক শলাগ জ্ঞাপন কৰিলো।

অসম সাহিত্য সভাৰ একসপ্ততিতম দ্বি-বাৰ্ষিক অধিৱেশনখনিত অংশগ্ৰহণ কৰিবলৈ অহা সাহিত্যপ্ৰেমী ৰাইজ, বিভিন্ন ঠাইৰ প্ৰতিনিধি, কেন্দ্ৰীয় সমিতিৰ বিষয়ববীয়া, বৌদ্ধিক সমাজক দেৰগাঁওবাসী আৰু আদৰণী সমিতিৰ হৈ স্বাগতম জনাইছোঁ। দেৰগাঁও অধিৱেশনখনি যদি কিঞ্চিৎমানো সফল হয়, তেন্তে আদৰণী সমিতিৰ প্ৰচেষ্টা সফল হ'ব।

পৰাগ ঠাকুৰ  
সাধাৰণ সম্পাদক  
আদৰণী সমিতি





চিৰ চেনেহী মোৰ ভাষা জননী

## অসম সাহিত্য সভাৰ একসপ্ততিতম দেৰগাঁও অধিৱেশন

১, ২, ৩ আৰু ৪ ফেব্ৰুৱাৰী, ২০১১ খ্ৰীষ্টাব্দ

## আদৰণী সমিতি

মুখ্য পৃষ্ঠপোষক : শ্ৰীযুত তৰুণ গগৈ (মুখ্য মন্ত্ৰী, অসম)

বিশেষ পৃষ্ঠপোষক : শ্ৰীযুতা অজন্তা নেওগ (গড়কাপ্তানী মন্ত্ৰী, অসম)  
শ্ৰীযুত নৱ কুমাৰ দাস (মুখ্য সচিব, অসম চৰকাৰ)

পৃষ্ঠপোষক :

বিজয় কৃষ্ণ সন্দিকৈ (কেন্দ্ৰীয় খনি আৰু উত্তৰ-পূব উন্নয়ন মন্ত্ৰী)  
গৌতম বৰা (শিক্ষা মন্ত্ৰী, অসম)  
হিমন্ত বিশ্ব শৰ্মা (স্বাস্থ্য মন্ত্ৰী, অসম)  
প্ৰদ্যুত কুমাৰ বৰদলৈ (শক্তি মন্ত্ৰী, অসম)  
ৰকিবুল হুছেইন (বন মন্ত্ৰী, অসম)  
শ্ৰীযুত প্ৰফুল্ল চন্দ্ৰ শৰ্মা (প্ৰাক্তন মুখ্য সচিব, অসম)  
চন্দ্ৰমোহন পাটোৱাৰী  
দীপ গগৈ (সাংসদ, কলিয়াবৰ সমষ্টি)  
পৃথিৱী মাঝি  
ৰিহন দৈমাৰী  
প্ৰফুল্ল কুমাৰ মহন্ত  
সুশীলা হাজৰিকা (বিধায়িকা, দেৰগাঁও)  
প্ৰবীণ গগৈ (বিধায়ক, খুমটাই)  
শৰৎ বৰকটকী  
চন্দন ব্ৰহ্ম (পৰিবহন মন্ত্ৰী, অসম)  
হাগ্ৰামা মুহিলাৰী (মুখ্য কাৰ্যবাহী বি.টি.এ.ডি)  
প্ৰভাত বেজবৰুৱা (যোৰহাট)

উপদেষ্টা :

ৰাণা গোস্বামী (বিধায়ক, যোৰহাট)  
জিতেন গগৈ (বিধায়ক, বোকাখাট)  
বিনোদ গোৱালা (বিধায়ক, সৰুপথাৰ)





ড° নগেন শইকীয়া, নীলমণি ফুকন, অৰুণ গোস্বামী, অন্নদা শইকীয়া, মনিকুন্তল বৰদলৈ, ভূপতি দাস (এন. আৰ. এল), উপায়ুক্ত - গোলাঘাট জিলা, উপায়ুক্ত - যোৰহাট জিলা, মহকুমাধিপতি - বোকাখাত মহকুমা, আৰক্ষী অধীক্ষক -গোলাঘাট জিলা, আৰক্ষী অধীক্ষক -যোৰহাট জিলা, ড° শৰৎ ফুকন (উপ-মহাপৰিদৰ্শক, অসম আৰক্ষী প্ৰশিক্ষণ), ধীৰাজ দাস (চক্ৰ বিষয়া), ওংকাৰ মহেশ্ৰী, কাশী হাজৰিকা, দ্বীপেন দত্ত, দেৱেশ্বৰ বৰা, অতুল বৰা, খণ্ড উন্নয়ন বিষয়া (দেৰগাঁও), খণ্ড উন্নয়ন বিষয়া (কঠালগুৰি), খণ্ড উন্নয়ন বিষয়া (কাকডোঙা), মহাপ্ৰবন্ধক (নুমলীগড় শোধনাগাৰ), ড° নগেন ঠাকুৰ, ড° কালীপ্ৰসাদ গোস্বামী, ড° চৌধুৰীনাথ শইকীয়া, ডালিম চন্দ্ৰ পাঠক, ৰমা বৰঠাকুৰ, তীৰ্থ বৰঠাকুৰ, জীৱকান্ত বৰুৱা, অৰুণ চন্দ্ৰ দেৱগোস্বামী, গোবিন্দ শৰ্মা বৰদলৈ, বীণা ঠাকুৰ বেজবৰুৱা, ডাঃ খলিল উল্লা, অতুল চন্দ্ৰ শইকীয়া, চন্দ্ৰ বৰদলৈ, ৰোহিনী বল্লভ গোস্বামী, দেৱ কুমাৰ বৰা, সঞ্চালক (উত্তৰ-পূব বিজ্ঞান প্ৰযুক্তিবিদ্যা প্ৰতিষ্ঠান), স্কুল পৰিদৰ্শক (গোলাঘাট জিলা), জিলা প্ৰাথমিক শিক্ষা বিষয়া (গোলাঘাট), নগেন মহন্ত, নবীন মহন্ত, ড° প্ৰবীণ শৰ্মা, প্ৰফুল্ল শৰ্মা, নোমল খাউণ্ড, অতুল শৰ্মা, ভৰেশ খাউণ্ড, ভুবন খাউণ্ড, পংকজ ঠাকুৰ, ডোঙ্গৰমল কাংকানী, প্ৰমোদ খাউণ্ড, মহেন ঠাকুৰ, ৰত্নেশ্বৰ দত্ত, মহেন ঠাকুৰ, গঙ্গাধৰ শইকীয়া, কমল পাঠক, মঃ উমেৰ আলি, ধীৰেন ৰাজখোৱা, প্ৰদ্যুৎ মহন্ত, যতীন গোস্বামী, ভোলা হাজৰিকা, মহেন হাজৰিকা, মহেন্দ্ৰ মহন্ত, আকলিয়াচ তিৰ্কী, কৰুণা বৰা, আৰতি কছাৰী, প্ৰমোদ বৰুৱা, ৰোমেশ্বৰ বৰা, গোপাল গোস্বামী, প্ৰবীণ ৰাজখোৱা, উপেন ৰাজখোৱা, দেৱ বৰা, মণ্টু দে', কৃষ্ণ পূজাৰী, অম্বিকা ঠাকুৰ, বিপিন গোস্বামী, ড° অনিল ঠাকুৰ, সাবদ ঠাকুৰ, জীতেন তামুলী, ড° জীৱন পাঠক, সমুজ্জ্বল ভট্টাচাৰ্য (উপদেষ্টা, সদৌ অসম ছাত্ৰ সন্থা), শংকৰ প্ৰসাদ ৰায় (সভাপতি, সদৌ অসম ছাত্ৰ সন্থা), তপন কুমাৰ গগৈ (সম্পাদক, সদৌ অসম ছাত্ৰ সন্থা), বিৰাজ তালুকদাৰ (সভাপতি, অসম জাতীয়তাবাদী যুৱ ছাত্ৰ পৰিষদ), মনোজ বৰুৱা (সম্পাদক, অসম জাতীয়তাবাদী যুৱ ছাত্ৰ পৰিষদ), ৰাম অৱতাৰ জালান, বিজয় দত্ত, হৰিপ্ৰসাদ বৰদলৈ, লক্ষ্মীচৰণ কুৰ্মী, তোযেশ্বৰ বৰুৱা, ভদ্ৰেশ্বৰ বৰা, জীতেন ফুকন, জেলিলুদ্দিন আহমেদ, জীতেন্দ্ৰ নাথ ভূঞা, ৰফিউল হুছেইন (মৰি..., বীৰেন বৰা (দৈয়াং), আব্দুল হামিদ, গজেন্দ্ৰ নাথ বৰবৰুৱা, চৈয়দ আব্দুল মতলিব, সুৰেন শৰ্মা, গঙ্গাধৰ বৰা, ড° গিৰীশ বৰুৱা, ড° গিৰীশ শৰ্মা, প্ৰখ্যাত দুৱৰা, জয়া দেৱী, চৈয়দ আবু নাছেৰ, বিজয় টোডী, নৃপেন বৰুৱা, চন্দ্ৰ চাওৱা, বুলু কাকতি, সুৰেন দত্ত, বীৰেন বৰুৱা, ৰাজিদুৰ ৰহমান, প্ৰেমা কুৰ্মী, কুমুদ বনিয়া, নাৰায়ণ কৰ্মকাৰ, অমৰদীপ উৰাং, পংকজ শৰ্মা, প্ৰহ্লাদ গোৱালা, পদ্ম লোচন দাস, হেমন্ত হাজৰিকা, মহেন শইকীয়া, সুৰেন গগৈ, ভৱেশ শইকীয়া, যদু বৰদলৈ, নীল ফুকন, ৰমণী শৰ্মা, ৰ'জলিনা তিৰ্কী, সোণাৰাম বৰুৱা, ভুবন বৰুৱা, জগত বৰা, বোধেশ্বৰ বৰা, অখিল গগৈ, মহেন্দ্ৰ নাথ শৰ্মা, আজিজুৰ ৰহমান, গণেশ বৰা, অজিত শৰ্মা, পুলিন পূজাৰী, কাশীৰাম মহেশ্ৰী, ড° কুতুবুদ্দিন আহমেদ, ড° ৰাতুল বৰা, দেৱেশ্বৰ বৰা, গিৰীশ মহন্ত, মীৰা মহন্ত, পূৰ্ণ বৰা, অৰুণ খাটনিয়াৰ, ভুবন চন্দ্ৰ দত্ত, হৰেণ শৰ্মা, শান্তনু বৰা, নগেন ফুকন, সোমেশ্বৰ গগৈ, ধীৰেন শৰ্মা, বিশ্বেশ্বৰ বৰাইক, শিৰেশ্বৰ দত্ত, অতুল বৰা, দেৱেন্দ্ৰনাথ ভূঞা, ডাঃ নাজিমুদ্দিন হুছেইন, ড° বসন্ত গোস্বামী, ড° অমল ৰাজখোৱা, পুতুল বুঢ়াগোহাঁই, নগেন বৰা, তৰুণ চন্দ্ৰ গোস্বামী, দুলাল বৰদলৈ, পৰেশ খাউণ্ড, অমৃতজ্যোতি মহন্ত, শচীন বৰা, নবীন বৰা, পূৰ্ণানন্দ বৰা, দুলাল শইকীয়া, ৰাজেন বৰঠাকুৰ, জ্যোতিষ শৰ্মা, জীৱন বৰা, গোলাপ বৰা (অধীক্ষক, ডাক বিভাগ), অৰূপ শৰ্মা, মনোৰঞ্জন সেন, অভিজিৎ শৰ্মা, বিস্মিতা গগৈ, প্ৰদীপ গোস্বামী, হেমেন দত্ত, প্ৰেমানন্দ বৰা, ৰাজশেখৰ দত্ত (পৰিচালক, ডিফলু চাহ বাগিছা), দীপক দুৱৰা (সম্পাদক, 'নেটা'), শুক্ৰেশ্বৰ ডেকা (চাহ বাগান ভৱিষ্যনিধি, গুৱাহাটী), পৰন বৰুৱা (চাহ বাগান ভৱিষ্যনিধি, গুৱাহাটী), হীৰাংশু চক্ৰৱৰ্তী (চাহ বাগান ভৱিষ্যনিধি, গুৱাহাটী), দুৰ্গা ভূমিজ (বিধায়ক), শৰৎ শইকীয়া (সংসদীয় শিক্ষা সচিব), বদৰুদ্দিন আজমল (সভাপতি, এইউডিএফ) পিযুষ হাজৰিকা (সভাপতি, যুৱ কংগ্ৰেছ), অনিল বৰা (মুখ্য অভিযন্তা, জনস্বাস্থ্য কাৰিকৰী বিভাগ), অমৰেন্দ্ৰ গোহাঁই (তৃতীয় অসম আৰক্ষী বাহিনী), তপন গোহাঁই (চক্ৰ বিষয়া), পংকজ গোস্বামী (ভাৰতীয় ষ্টেট বেংক, গুৱাহাটী), পৰিতোষ কৰ পুৰকায়স্থ (ভাৰতীয় ষ্টেট বেংক, গুৱাহাটী), পুলক গোস্বামী, পুষ্পেন্দ্ৰ বৰা, ৰাজেশ হিম্মৎসিংকা, ৰাণাপ্ৰতাপ বেজবৰুৱা, ৰাজকমল দত্ত (কাৰ্যবাহী অভিযন্তা), সোমেশ্বৰ বাঢ়ৈ, চান্দ গোহাঁই (ডিব্ৰুগড়), কামাখ্যা বৰঠাকুৰ (তিনিচুকীয়া), প্ৰসন্ন হাজৰিকা, দেৱানন্দ বৰুৱা, জয়ন্ত বৰুৱা, ভাস্কৰজ্যোতি মহন্ত, জীতেন তামুলী, বুবুল গোহাঁই, মোহনলাল জালান, খগেন শৰ্মা (সহকাৰী অভিযন্তা, জনস্বাস্থ্য কাৰিকৰী বিভাগ, দেৰগাঁও উপ সংমণ্ডল) অঞ্জন মহন্ত, সঞ্জীৱ মুদৈ, জিতেন বৰা, শম্ভুৰাম গগৈ, দিলীপ বৰঠাকুৰ, বদন শৰ্মা, নৃপেন মহন্ত (উপ আয়ুক্ত, কৰ), সৌৰভ গগৈ, ৰমেশ শইকীয়া, ৰমেশ শৰ্মা, জীতেন বৰুৱা, জীৱন বৰুৱা। অধ্যক্ষ (আৰক্ষী প্ৰশিক্ষণ মহাবিদ্যালয়, দেৰগাঁও), অধিনায়ক (আৰক্ষী প্ৰশিক্ষণ কেন্দ্ৰ, দেৰগাঁও), অধিনায়ক (আৰক্ষী প্ৰশিক্ষণ বিদ্যালয়, দেৰগাঁও), অধিনায়ক (একাদশ অসম আৰক্ষী বাহিনী, দেৰগাঁও), অধিনায়ক (সশস্ত্ৰ অসম আৰক্ষী প্ৰশিক্ষণ কেন্দ্ৰ, দেৰগাঁও), অধ্যক্ষ (বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ, দেৰগাঁও), অধ্যক্ষ (জিলা শিক্ষা প্ৰশিক্ষণ প্ৰতিষ্ঠান, দেৰগাঁও), শাখা পৰিচালক (ভাৰতীয় ষ্টেট বেংক, দেৰগাঁও), সভাপতি (সদৌ অসম কৰ্মচাৰী পৰিষদ), সম্পাদক (সদৌ অসম







কৰ্মচাৰী পৰিষদ), অধ্যক্ষ (ডিচিবি মহাবিদ্যালয়, যোৰহাট), অধ্যক্ষ (কমাৰগাঁও মহাবিদ্যালয়), অধ্যক্ষ (কাকজান মহাবিদ্যালয়), অধ্যক্ষ (জয়া গগৈ মহাবিদ্যালয়, খুমটাই), অধ্যক্ষ (জেডিএচজি মহাবিদ্যালয়, বোকাখাট), উপ সংমণ্ডল বিষয়া (বিদ্যুৎ বিভাগ, দেৰগাঁও), উপ সংমণ্ডল বিষয়া (গড়কাপ্তানী গৃহ, দেৰগাঁও), উপ সংমণ্ডল বিষয়া (গড়কাপ্তানী পথ, দেৰগাঁও), জিলা বন বিষয়া (গোলাঘাট), জিলা পৰিবহন বিষয়া (যোৰহাট), পৰিচালক (ৰঙামাটি চাহ বাগিছা), পৰিচালক (দৰিয়া চাহ বাগিছা), সভানেত্ৰী (দেৰগাঁও পৌৰসভা), অনন্ত কুমাৰ বৰুৱা (অতিৰিক্ত উপায়ুক্ত), জনসংযোগ বিষয়া (নুমলীগড় শোধনাগাৰ), জনসংযোগ বিষয়া (গোলাঘাট জিলা), সম্পাদক (জিলা হাইস্কুল শিক্ষক সংস্থা), সভাপতি (মজলীয়া স্কুল শিক্ষক সংস্থা), সম্পাদক (মজলীয়া স্কুল শিক্ষক সংস্থা), প্ৰকল্প সঞ্চালক (জনজাতি উন্নয়ন প্ৰাধিকৰণ, গোলাঘাট), যান-বাহন পৰিদৰ্শক (যোৰহাট), পৰিচালক (নাহৰজান চাহ বাগিছা), সভাপতি (ব্যৱসায়ী সংস্থা, দেৰগাঁও), বন সংমণ্ডল বিষয়া (যোৰহাট), বন সংমণ্ডল বিষয়া (গোলাঘাট), সভাপতি (জিলা হাইস্কুল শিক্ষক সংস্থা), কাৰ্যবাহী অভিযন্তা (নগৰ পানীযোগান আঁচনি, দেৰগাঁও), সঞ্চালক (জিলা পৰিষদ, গোলাঘাট), সঞ্চালক (জনজাতি উন্নয়ন প্ৰাধিকৰণ, গোলাঘাট), সঞ্চালক (জনজাতি উন্নয়ন প্ৰাধিকৰণ, যোৰহাট), সভাপতি (সদৌ অসম ক্ষুদ্ৰ চাহ খেতিয়ক সংস্থা), সম্পাদক (সদৌ অসম ক্ষুদ্ৰ চাহ খেতিয়ক সংস্থা), সভাপতি (সদৌ গোলাঘাট জিলা ক্ষুদ্ৰ চাহ খেতিয়ক সংস্থা), সম্পাদক (সদৌ গোলাঘাট জিলা ক্ষুদ্ৰ চাহ খেতিয়ক সংস্থা), খণ্ড উন্নয়ন বিষয়া (বোকাখাত), পৰিচালন সঞ্চালক (ভাৰতীয় চিমেণ্ট প্ৰাধিকৰণ, বোকাজান), অধিনায়ক (চতুৰ্থ অসম আৰক্ষী বাহিনী), অতিৰিক্ত উপায়ুক্ত (ৰাজহ,গোলাঘাট), আৰক্ষী অধীক্ষক (গোলাঘাট), কৰ অধীক্ষক (গোলাঘাট), আবকাৰী অধীক্ষক (গোলাঘাট), কাৰ্যবাহী অভিযন্তা (জনস্বাস্থ্য কাৰিকৰী বিভাগ, গোলাঘাট), সহকাৰী কাৰ্যবাহী অভিযন্তা (জনস্বাস্থ্য কাৰিকৰী বিভাগ, গোলাঘাট), সহকাৰী কৰ আয়ুক্ত (গোলাঘাট), সভাপতি (অধিবক্তা সংস্থা, গোলাঘাট), সম্পাদক (অধিবক্তা সংস্থা, গোলাঘাট), আবাসিক মুখ্য কাৰ্যবাহী বিষয়া (অইল, ডুলীয়াজান), আবাসিক মুখ্য প্ৰশাসনিক বিষয়া (অইল, ডুলীয়াজান), সহকাৰী মহা প্ৰবন্ধক (ভাৰতীয় ষ্টেট বেংক), সভাপতি (গোলাঘাট জিলা কৰ্মচাৰী পৰিষদ), সম্পাদক (গোলাঘাট জিলা কৰ্মচাৰী পৰিষদ), কৰ অধীক্ষক (গোলাঘাট),পৰিচালন সঞ্চালক (ভাৰতীয় চিমেণ্ট প্ৰাধিকৰণ, বোকাজান), খণ্ড উন্নয়ন বিষয়া (কঠালগুৰি), খণ্ড উন্নয়ন বিষয়া (পদুমণি), জিলা বন বিষয়া (সামাজিক বনানীকৰণ), সভাপতি (অসম চাহ কৰ্মচাৰী সংঘ, গোলাঘাট), জিলা বন প্ৰাধিকাৰী (বোকাখাত)।

**কৰ্ণধাৰ সমিতি ঃ**

**নীলপদ্ম ফুকন, অতুল গোস্বামী, ড° পৰাগ ঠাকুৰ, নুৰুল চুলতান, নগেন বৰা, প্ৰফুল্ল চন্দ্ৰ বৰা, হেমেন হাজৰিকা, পবিত্ৰ বৰবৰা, পৰশু তামুলী, গুণধৰ বৰা, অতুল মহন্ত, সঞ্জয় হাজৰিকা, ডাঃ অজিত বৰুৱা, মাণিক দাৱ, জয়প্ৰকাশ খাদৰীয়া, অজিত দাস, বিচিত্ৰ ভূষণ কলিতা, প্ৰভাত ফুকন, পদ্মলোচন নাথ, মুনীন চন্দ্ৰ বৰা, সুশান্ত বৰা।**

**আদৰণী সমিতি ঃ**

**সভাপতি** - নীলপদ্ম ফুকন

**কাৰ্যকৰী সভাপতি** - অতুল গোস্বামী

**সাধাৰণ সম্পাদক** - ড° পৰাগ ঠাকুৰ

**যুটীয়া সম্পাদক** - নুৰুল চুলতান, অনিল মহন্ত, গোপাল কৃষ্ণ খাউণ্ড

**কোষাধ্যক্ষ** - নগেন বৰা

**উপ-সভাপতি** -

ড° মৃদুল দত্ত, মুহিবুল হক, দেৱযানী মহন্ত, অপূৰ্ববল্লভ গোস্বামী, ইউচুফ আলি আহমেদ, চন্দ্ৰমোহন হাজৰিকা, দীন চাওৱা, বীৰেণ ঠাকুৰ, কুতুবুদ্দিন আহমেদ, দণ্ডেশ্বৰ বৰুৱা, দিলীপ ফুকন, শম্ভুদয়াল সোমানী, নিৰুপমা ঠাকুৰ, লক্ষীপ্ৰভা বৰা, জয়ন্তী গোহাঁই, যতীন বৰা (উপ-সভাপতি, সদৌ অসম ছাত্ৰ সন্থা), জয়ন্ত গোস্বামী, থানুৰাম শইকীয়া (বৰপথাৰ), জীৱেশ্বৰ বৰা (বোকাখাট), বিমল আগৰৱালা, ৰেণু বৰা, কল্পনা বৰা, বিপুল ঠাকুৰ, বিশ্বেশ্বৰ দত্ত, শৰৎ ৰাণা বৰা, ৰাজেন পূজাৰী, জিতুল ৰাজখোৱা, বিজয়া দেৱী, অৰুণ দাস, বক্তি আহমেদ, অনুপ ভাগৱতী, ফণীধৰ ৰাজখোৱা, মদন কাংকানী, প্ৰদীপ খাদৰীয়া, বেৱ শইকীয়া (কছাৰীহাট), দিগন্ত দত্ত, শোভন বৰা, নয়নানন্দ শৰ্মা, আকাশ ফুকন, ত্ৰৈলোক্য গগৈ, প্ৰণৱ জ্যোতি শইকীয়া।

**সহকাৰী সম্পাদক -**

পুষ্পকান্ত কুৰ্মী, ঘনকান্ত পেগু, সুৰজ ছেত্ৰী, শীতল চক্ৰৱৰ্তী, কুশল দাস, চাহাবুদ্দিন আহমেদ, লীনা দত্ত বৰা, লাতুমণি বৰা শইকীয়া, নিৰ্মালী হাজৰিকা, নিজৰা বৰুৱা, জয়ন্তী ফুকন বৰবৰা, দিগন্ত নাথ, সব্যসাচী নেওগ, দিব্যজ্যোতি তামুলী, বিজয় হাজৰিকা, ভাস্কৰজ্যোতি বৰদলৈ, অৰুণবিকাশ বৰুৱা, ৰাজীৱ হাজৰিকা, অৰূপ কুমাৰ বৰা, জ্যোতিপ্ৰসাদ খাওন্দ, যতীন বৰা, বিক্ৰমজ্যোতি মহন্ত, ক্ষীৰেশ্বৰ লইং, অপূৰ্ব ঠাকুৰ, ছাইফুল হুছেইন, নজিবুল হুছেইন, চন্দ্ৰকমল বৰা, প্ৰশান্ত ডেকা, তুলুৰাণী শৰ্মা তামুলী, মৃদুল শইকীয়া, বিনোদ উপাধ্যায়, নাজু আলি, প্ৰফুল্ল কুৰ্মী, ঋতুৰাজ বৰুৱা।

